# শৰৎচন্দ্ৰ গোস্বামী ৰচনাৱলী

সংগ্ৰাহক-সম্পাদক— শ্ৰীযতীন্দ্ৰনাথ গোস্বামী




অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-৭৮৫০০১

**SARATCHANDRA GOSWAMI RACHANAVALI : The writings of Saratchandra Goswami, containing stories, novel, dramas, poems and songs of Saratchandra Goswami (1887-1944), compiled and edited by Prof. Jatindranath Goswami, M. A., B. T. and published by Prof. Amal Rajkhowa, General Secretary, Asam Sahitya Sabha, Chandrakanta Handiqui Bhavan, Jorhat-785001 on the occasion of the birth-centenary of Saratchandra Goswami. June, 1987. Price—Rs. 225·00**

প্ৰকাশকাল : জুন ১৯৮৭ খ্ৰীষ্টাব্দ

প্ৰকাশক :

শ্ৰীঅমল ৰাজখোৱা, প্ৰধান সম্পাদক

অসম সাহিত্য সভা, যোৰহাট-১

মুদ্ৰক :

শ্ৰীআৰ. বেনাৰ্জী

ইন্দু নাৰায়ণ প্ৰিণ্টিং ওৱৰ্কছ

১৫বি, ৰায় বাগান ষ্ট্ৰীট

কলিকতা-৭০০ ০০৬

বেটুপাত :

দি ছেটাৰ্ছ, যোৰহাট

মূল্য :

২২৫·০০ টকা

# সূচীপত্ৰ

## প্ৰথম খণ্ড

| বিষয় | | পৃষ্ঠা |
|---|---|---|
| বায়ন | ... | ১২৬ |
| পিয়াহৰ পানী | ... | ১৩০ |
| চিকাৰী আৰু হাঁহ | ... | ১৩২ |
| মানুহৰ সৃষ্টি | ... | ১৩৩ |
| পূজাৰী | .. | ১৩৭ |
| দৰ্শন | .. | ১৩৯ |
| সামান্য প্ৰাণী | ... | ১৪২ |
| বেন্টু মণি | ... | ১৪৭ |
| পান্থ | ... | ১৫১ |
| **পৰিদৰ্শন :** | | |
| বিবেক বিপৰ্যয় | ... | ১৫৫ |
| পঢ়াশালি পৰিদৰ্শন | ... | ১৬৩ |
| Discipline | ... | ১৭০ |
| মন্ত্ৰ | ... | ১৮০ |
| সন্ধিৰ বাঁহ | ... | ১৯৩ |
| পণ্ডিত বাবু | ... | ১৯৯ |
| বটু বাপুৰ বৰ বেপাৰ | . | ২০৫ |
| **গল্পমালা :** | | |
| প্ৰেমৰ কাহিনী | ... | ২১৫ |
| শহুৰ জোঁৱাই | ... | ২১৭ |
| প্ৰতিহিংসা | ... | ২২১ |
| চিনাকী | ... | ২২৬ |
| চিৰকুমাৰ | ... | ২২৯ |
| ব্ৰহ্মচৰ্য্য | ... | ২৩৮ |
| চনিয়া | ... | ২৪০ |
| এওঁ কোন | ... | ২৪৮ |
| বীৰ মাটি | ... | ২৫১ |
| এজন বামুণ আৰু তেওঁৰ তিনিজন পুতেক | .. | ২৫৬ |
| দুই ভাই | ... | ২৬৮ |
| চোৰ | ... | ২৭১ |
| কপালৰ লিখন | ... | ২৭৩ |
| বাবা ব্ৰহ্মপুত্ৰ | ... | ২৭৯ |
| মানুহ আৰু গছ | ... | ২৮৩ |

| বিষয় | | পৃষ্ঠা |
|---|---|---|
| পূজাৰ নৈবেদ্য | ... | ২৮৬ |
| প্ৰভাৰতী | ... | ২৮৮ |
| সোণা পানী আৰু ৰূপাপানী | ... | ২৯৩ |
| **উপন্যাস :** | | |
| পানিপথ : | ... | ২৯৭ |
| **নাটক :** | | |
| পৰীক্ষা | ... | ৪০৩ |
| বুদ্ধদেৱ | ... | ৪৩৫ |
| **কবিতা আৰু গীত :** | ... | ৪৮৯ |
| বাসনা | ... | ৪৯১ |
| পৰেহি মনত | ... | ৪৯১ |
| পতিব্ৰতা | ... | ৪৯৩ |
| সুখী | .. | ৪৯৪ |
| শিশু | ... | ৪৯৬ |
| মিলন | ... | ৪৯৬ |
| অনুতাপ | ... | ৪৯৮ |
| প্ৰকৃতি শোভা | ... | ৪৯৯ |
| শোক | ... | ৫০১ |
| মোহ-মুদ্গৰ | ... | ৫০৩ |
| তাতে হৰি কৰে অৱস্থান | ... | ৫০৫ |
| **কণিকা—(১—৪৩)** | ... | ৫০৮-৫১৭ |
| **ব্যঙ্গ কবিতা :** | | |
| হাকিম চৰিত্ৰামৃত - হাকিম-সৃষ্টি | ... | ৫১৮ |
| হাকিমৰ পঞ্চাৰতাৰ | ... | ৫২৫ |
| Age advanceৰ জনম | ... | ৫২৭ |
| স্বদেশ প্ৰেমিক | ... | ৫২৯ |
| চাহেব | ... | ৫৩২ |
| **গীত** | ... | ৫৩৯ |

# দ্বিতীয় খণ্ড

| বিষয় | | পৃষ্ঠা |
|---|---|---|

**প্ৰবন্ধাৱলী**

| বিষয় | ৬৯ | পৃষ্ঠা |
|---|---|---|



ভাষণমালা

**অনুবাদ-গল্প**



**সাধুকথা**



**পত্ৰলেখা**



**ইংৰাজী ভাষাৰ লেখনী**

# পাতনি

উনবিংশ শতিকাৰ শেহৰ ফালে জন্ম লাভ কৰি নানা প্ৰতিকূল অৱস্থাৰ মাজেৰে উচ্চ শিক্ষা লাভ কৰি, দায়িত্বপূৰ্ণ চৰকাৰী পদত অধিষ্ঠিত হৈয়ো, যিজনে স্বদেশ আৰু স্বজাতিৰ সেৱাত আত্মোৎসৰ্গ কৰিলে, সেইজন শিক্ষাবিদ, সাহিত্যিক আৰু সুসংগঠক শৰৎচন্দ্ৰ গোস্বামী বৰ্তমান শতিকাৰ এজন স্মৰণীয় আৰু বৰণীয় ব্যক্তি। তেওঁৰ জন্ম-শতবাৰ্ষিকী উপলক্ষ্যে আমাৰ দ্বাৰা সম্পাদিত "**শৰৎচন্দ্ৰ গোস্বামী ৰচনাৱলী**" গ্ৰন্থখনিৰ এটি আভাস দিয়াৰ পূৰ্বে তেওঁৰ চমু পৰিচয় দিয়া সমীচীন হব।

(১)

অসমীয়া পদ-পুথি "কেলি-ৰহস্য" প্ৰণেতা পণ্ডিত ললিত চন্দ্ৰ গোস্বামী আৰু মুকুন্দপ্ৰিয়া দেৱীৰ পুত্ৰ শৰৎচন্দ্ৰই নলবাৰীৰ নাৰায়ণপুৰ সত্ৰত (বৰ্তমান নলবাৰী সত্ৰ নামে জনা-জাত) ১৮৮৭ চনৰ ১২ মে (১৮০৯ শকৰ বহাগ) তাৰিখে জন্মগ্ৰহণ কৰে। পিতৃ-মাতৃৰ পাঁচোটা সন্তানৰ ভিতৰত প্ৰথম দুগৰাকী কন্যা, তৃতীয়জন হল শৰৎচন্দ্ৰৰ ককায়েক প্ৰতাপ-চন্দ্ৰ গোস্বামী, বিদ্যাৰত্ন, ধৰ্মভূষণ আৰু বিদ্যাবিশাৰদ। শৰৎচন্দ্ৰ কনিষ্ঠ। তেওঁ মাটিৰাম দাসৰ অধীনত ঘৰতে প্ৰাথমিক শিক্ষা লাভ কৰি ১৮৯৭ চনত নলবাৰীৰ মজলীয়া স্কুলত ভৰ্তি হয়। তেওঁ উক্ত বিদ্যালয়ৰপৰা ১৯০০ চনত মজলীয়া বিদ্যালয় বৃত্তি পৰীক্ষা দি অসম উপ-ত্যকাৰ ভিতৰত প্ৰথম স্থান লাভ কৰি গুৱাহাটীৰ কলেজিয়েট স্কুলত ভৰ্তি হয়। তেওঁ ১৯০৪ চনত এণ্ট্ৰেন্স পৰীক্ষাত কৃতিত্বেৰে উত্তীৰ্ণ হৈ প্ৰতিযোগিতামূলক বৃত্তি পাই কটন কলেজত নাম লগায়। তেওঁ ১৯০৬ চনত এফ্-এ মহলাত উঠি কলিকতাৰ মেট্ৰোপলিটান কলেজৰ (বৰ্তমান বিদ্যাসাগৰ কলেজ) বি-এ. শ্ৰেণীত ভৰ্তি হয়। তেওঁ ১৯০৮ চনত বি-এ. পৰীক্ষাত উত্তীৰ্ণ হৈ সংস্কৃতত এম-এ. পঢ়ে। প্ৰকাশ থাকে যে আৰ্থিক অৱস্থা অনুকূল নোহো-ৱাৰ কাৰণে তেওঁ কলিকতাৰ এটা ছপাখানাত কাম কৰি নিজৰ খৰচ উলিয়ায়। এই সময়তে পূৰ্ববঙ্গ আৰু অসমৰ শিক্ষা বিভাগৰ ডাইৰেক্টৰে তেওঁক বিদ্যালয়ৰ ডেপুটী ইন্সপেক্টৰ পদ যচাত শৰৎচন্দ্ৰই তাক গ্ৰহণ কৰে। তেওঁ ১৯০৯ চনত কিছুকাল নগাৱত অস্থায়ীভাৱে কাম কৰি ১৯১০ চনত মঙ্গলদৈলৈ যায় আৰু সেই ঠাইত তেওঁ ডেপুটী ইন্সপেক্টৰ পদত নিগাজি হয়। তেওঁক চৰকাৰে ১৯১১ চনত ঢাকা ট্ৰেইনিং কলেজত (বৰ্তমান বাংলাদেশত) বি-টি পঢ়িবলৈ পঠায়। তেওঁ সেই পৰীক্ষাত প্ৰথম শ্ৰেণীত প্ৰথম হৈ কেইবাটাও পুৰস্কাৰ লাভ কৰাৰ উপৰি শাৰীৰিক ব্যায়ামৰ প্ৰদৰ্শনীতো বঁটা লাভ কৰে।

তেওঁ মঙ্গলদৈত থকা কালতে প্ৰাথমিক শিক্ষকসকলৰ ভাবৰ আদান-প্ৰদান আদিৰ অৰ্থে কেন্দ্ৰসভা স্থাপন কৰে। এই কেন্দ্ৰসভাসমূহ আজিও অসমৰ সকলো ঠাইতে আছে। ১৯১২ চনত তেওঁক মঙ্গলদৈৰপৰা যোৰহাটলৈ বদলি কৰে। ইয়াতেই তেওঁ অস্থায়ীভাবে এচিষ্টেণ্ট ইন্সপেক্টৰ (৭।৬।১৩ৰ পৰা ১।১।১৫ লৈ) পদ পায়। এনেতে চৰকাৰে বিশেষ যোগ্যতাসম্পন্ন ব্যক্তি বুলি বিবেচনা কৰি শৰৎচন্দ্ৰক যোৰহাট নৰ্মাল স্কুলৰ চুপাৰিণ্টেণ্ডেণ্ট পদ যাচে আৰু লগতে উক্ত পদটো প্ৰভিন্সিয়েল চাৰ্ভিচলৈ উন্নীত কৰে। তেওঁ ১৯১৫ চনৰ ২ জানুৱাৰীত উক্ত চাকৰিত যোগ দি ১২ বছৰৰো অধিক-কাল তেওঁৰ প্ৰাণৰ অনুষ্ঠান যোৰহাট নৰ্মাল স্কুলক ভাৰতৰ ভিতৰতে এখন জাকত জিলিকা অনুষ্ঠান ৰূপে গঢ়ি তোলে।[১] তেওঁৰ কাৰ্য্যকালত যোৰহাট নৰ্মাল স্কুলৰ অধীনত তিনিখন প্ৰেক্টিচিং স্কুল স্থাপিত হয়। আৰু যোৰহাট নৰ্মাল স্কুলৰ মুখপত্ৰ 'প্ৰভাত' আলোচনীৰ (১৯১৮) তেৱেঁই জন্মদাতা। এই বিদ্যালয়ৰ একালৰ ন-পুৰণি ছাত্ৰৰ সন্মিলনেই কালক্ৰমত অসম শিক্ষক সন্মিলনক জন্ম দিয়ে। তেওঁক চৰকাৰে ১৯২৭—২৮ চনত প্ৰাথমিক শিক্ষাৰ বিশেষ বিষয়া (স্পেচিয়েল অফিচাৰ, ২১।৬।২৭—২।৯।২৮) হিচাবে নিয়োগ কৰাত তেওঁ শ্বিলঙৰ শিক্ষাধিকাৰৰ কাৰ্য্যালয়ত যোগ দিয়েগৈ। এই একে দায়িত্বত আৰু পদত তেওঁক পাচত দুবাৰ (১৯৩১, ১৯৪০—৪২) নিয়োগ কৰা হয়। তেওঁ প্ৰাথমিক শিক্ষা বিষয়ত এজন বিশেষজ্ঞ আৰু কুশলী লোক আছিল। প্ৰথমবাৰ শ্বিলঙৰ পৰা ঘূৰি অহাৰ পাচত (১৯২৮), তেওঁক অসম উপত্যকাৰ বিদ্যালয়সমূহৰ ইন্সপেক্টৰ পদত নিয়োগ কৰে। পৰিদৰ্শকৰ গধুৰ দায়িত্ব পালন কৰাৰ উপৰিও পাঠ্যপুথি প্ৰণয়ন কৰা, জনজাতি সকলৰ মাজত অসমীয়া ভাষা প্ৰচাৰৰ ব্যৱস্থা কৰা, শাৰীৰিক শিক্ষা, টুৰ্ণামেণ্ট, স্কাউটিং আদিৰ লগত জড়িত থাকি তেওঁ অসমৰ ছাত্ৰ-ছাত্ৰীৰ সৰ্বাঙ্গীন উন্নতিৰ হকে চেষ্টা কৰে। শেহত তেওঁ জন-শিক্ষাৰ বিশেষ বিষয়া (স্পেচিয়েল্ অফিচাৰ্) হয়। তেওঁ ১৯৪২ চনত চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে। ১৯৪৪ চনৰ ২৭ নবেম্বৰত উদয়পুৰত বহা ইণ্ডিয়ান হিষ্টৰিকেল ৰেকৰ্ড্চ্ কমিছনত শৰৎচন্দ্ৰই অসমৰ প্ৰতিনিধিৰূপে যোগদান কৰি ঘূৰি আহোঁতে বাটত অসুস্থ হৈ ১৯ ডিচেম্বৰ তাৰিখে নতুন দিল্লীত শেষ নিশ্বাস ত্যাগ কৰে।

শৰৎচন্দ্ৰই ১৯০৪ চনত কামৰূপৰ আঠৰবীয়াৰ নাৰায়ণচন্দ্ৰ ভট্টাচাৰ্য্যৰ কন্যা ভুবনেশ্বৰী দেৱীক বিয়া কৰায়।

---

১. "...It is one of the best organized training schools that I have visited. ...The school is a great asset to Education in Assam. —R. Littlehailes, Educational Commissioner, Govt. of India, 10. 8. 28.

ভুৱনেশ্বৰীৰ তিনিটা সন্তানৰ ভিতৰৰ প্ৰথমটি প্ৰভাত মিচেই কম বয়সতে ঢুকায়; বাকী দুগৰাকী কন্যা ক্ৰমে ৺প্ৰতিভা দেৱী ( প্ৰাক্তন শিক্ষাধিকাৰ উমাকান্ত গোস্বামীৰ পত্নী ) আৰু শ্ৰীমতী সুপ্ৰভা গোস্বামী ( স্বামী অসম বিদ্যুৎ পৰিষদৰ প্ৰাক্তন মুখ্য অভিযন্তা ৺গকুলচন্দ্ৰ গোস্বামী। )

শৰৎচন্দ্ৰ একাধাৰে শিক্ষাবিদ, সাহিত্যিক, গবেষক আৰু সুদক্ষ সংগঠক। এজন অসমীয়া প্ৰসিদ্ধ শিক্ষাবিদৰ নাম ললেই দৰাচলতে শৰৎচন্দ্ৰ গোস্বামীৰ নামটো আমাৰ মনলৈ আহে। যোৰহাট নৰ্মাল স্কুলৰ অধীক্ষক থকা কালছোৱাত তেওঁ শিক্ষা বিষয়ক পৰীক্ষা-নিৰীক্ষা কৰি সেইবোৰ প্ৰয়োগ কৰি উক্ত প্ৰশিক্ষণ বিদ্যালয়খনিক ভাৰতৰ ভিতৰতে এখন লেখৰ অনুষ্ঠানত পৰিণত কৰে। "শিক্ষা-বিচাৰ" আৰু "বহুশ্ৰেণী শিক্ষা প্ৰণালী" এই দুখন পুথিয়ে তেওঁক প্ৰকৃত শিক্ষাবিদ স্বৰূপ প্ৰতিষ্ঠা কৰে। নৰ্মাল স্কুলৰ প্ৰেকৃটিচিং স্কুলসমূহত তেওঁ ডেল্টন প্ৰণালীৰ সাৰ্থক প্ৰয়োগ কৰে। আনকি এজনীয়া শিক্ষকে কিদৰে প্ৰাথমিক পঢ়াশালি চলাব পাৰে যোৰহাট নৰ্মাল স্কুলৰ ১নং প্ৰেকৃটিচিং স্কুলখনেই তাৰ আৰ্হি আছিল। প্ৰকৃততে শৰৎচন্দ্ৰৰ দিনতে যোৰহাট নৰ্মাল স্কুলে ভৰ-যৌৱন লাভ কৰে। বিদ্যালয়ৰ পৰিদৰ্শক স্বৰূপেও তেওঁ "অসমৰ শিক্ষা নীতি আৰু পদ্ধতি অসমীয়া ঠাঁচত পৰিণত কৰিবলৈ আন্তৰিক চেষ্টা" কৰে। তেৱেঁই অসম উপত্যকাত "চলন্ত লাইব্ৰেৰী" ( চাৰ্কুলেটিং লাইব্ৰেৰী )[১] স্থাপন কৰে।

ছাত্ৰৰ স্বাস্থ্য আৰু খেল-ধেমালিৰ প্ৰতিও তেওঁ দৃষ্টি ৰাখে।[২] তেওঁ বিদ্যালয়সমূহৰ টুৰ্ণামেণ্ট নিয়াৰিকৈ চলোৱাৰ উপৰি অসম উপত্যকাত স্কাউত আন্দোলন প্ৰচলনতো যৎপৰোনাস্তি চেষ্টা কৰে। ১৯৩৪ চনত যোৰহাটত অনুষ্ঠিত অসম শক্তিমেলাৰ তেওঁ এজন সদস্য অছিল। তেওঁ অলিম্পিক এছোচিয়েচনৰ ফালৰ পৰা ইণ্ডিয়ান অলিম্পিক এছোচিয়েচনলৈ প্ৰতিনিধি নিৰ্বাচিত হয়। শিক্ষক আৰু প্ৰশাসক হিচাবে শৰৎচন্দ্ৰৰ কৃতিত্বৰ কথা প্ৰাক্তন শিক্ষাধিকাৰ জি. এ. স্মলৰ ভাষাৰে কব পাৰি—"স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামীদের এজন অসাধাৰণ ধীশক্তি

১. "অসম উপত্যকাৰ স্কুলসমূহৰ ইন্সপেক্টৰ মান্যবৰ শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামীদেৱে বহু দিনৰ পৰা যত্ন কৰি উইলিয়ামচন্‌চ্‌ ফণ্ডৰ পৰা ২০০ টকাৰ এটি গ্ৰাণ্ট আনি আৰু শিক্ষা বিভাগৰ মাননীয় মন্ত্ৰী বাহাদুৰৰ পৰা ১০০ টকাৰ এটি দান লৈ অসম উপত্যকাৰ শিক্ষা বিভাগৰ 'চলন্ত লাইব্ৰেৰী' নামে এটি লাইব্ৰেৰী স্থাপন কৰিছে। বৰদা ৰাজ্যৰ বাহিৰে ভাৰতৰ ভিতৰত চলন্ত লাইব্ৰেৰীৰ এয়ে প্ৰথম প্ৰতিষ্ঠা"—প্ৰভাত, ১৭শ খণ্ড, ১ম সংখ্যা, ১৮৫৬ শক।

২. "He is second to none in encouraging and promoting all kinds of sports." —Assam Olympic Games, "Bulletin, 1940, Page 30.

সম্পন্ন আৰু কাৰ্য্যকৰী বুদ্ধিবৃত্তি থকা লোক আছিল। স্কুলসমূহৰ ইন্‌চপেক্টৰ হিচাবে নিচেই কম লোকে কৰিব পৰা কাৰ্য্য তেখেতে কৰি থৈ গৈছে। যোৰহাট নৰ্মাল স্কুলৰ চুপাৰিণ্টেণ্ডেণ্ট যেতিয়া গোস্বামী আছিল তেতিয়াৰ নৰ্মাল স্কুল গোটেই ভাৰতবৰ্ষৰ তেনে ধৰণৰ স্কুলসমূহৰ ভিতৰত আছিল এখন আদৰ্শ স্কুল। তেখেত আছিল এজন অতি সুশিক্ষিত লোক"। ( প্ৰভাত, ৭৮ সংখ্যা, ১৮৬৬ শক, পৃঃ ৭ )।

ৰাজহুৱা জীৱনত তেওঁ কেইবাটাও অনুষ্ঠানৰ সৈতে জড়িত আছিল। অসম সাহিত্য সভাৰ ভেটি নিৰ্মাণৰ তেওঁ এজন স্থপতি। পুত্ৰশোকত সন্তপ্ত দানবীৰ ৰাধাকান্ত সন্দিকৈৰ পৰা এটা শকট দান পাবৰ কাৰণে তেওঁ কেনেদৰে যত্নপৰ হৈছিল সেই কথা শৰৎচন্দ্ৰ গোস্বামীৰ "সাহিত্য সভাৰ কথা" প্ৰবন্ধ আৰু ওপৰঞ্চিৰ (দ্বিতীয় খণ্ড) দুই এখন জাননীৰ পৰা স্পষ্ট হব। তেওঁ অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাতা--প্ৰধান সম্পাদক। অসম সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্য্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱন নিৰ্মাণ, নবদেৱ ন্যাস পুঁজি আৰু কমলাদেৱী ন্যাস পুঁজি আদিৰ ব্যৱস্থা ইত্যাদি কাৰ্য্যত তেওঁৰ সংগঠন শক্তিৰ পৰিচয় পোৱা যায়। ইয়াৰ উপৰি নলবাৰী সংস্কৃত কলেজ, সংস্কৃত সঞ্জীৱনী সভা, অসম মিউজিয়ম্, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, আদি স্থাপনতো তেওঁৰ বৰঙণি আছে। তেওঁ নলবাৰীত কলেজ স্থাপন সম্পৰ্কেও কলিকতা বিশ্ববিদ্যালয়ৰ লগত লিখা-লিখি কৰে। চাকৰিৰ পৰা অৱসৰ লৈ তেওঁ "গুৱাহাটী বিশ্ববিদ্যালয়" সম্পৰ্কে জনমত গঢ়ি তুলি উক্ত বিশ্ববিদ্যালয়ৰ প্ৰাৰম্ভিক কাৰ্য্যত আত্মনিয়োগ কৰে। কিন্তু দুখৰ কথা যে ইউনিভাৰ্চিটি কনভেনচনৰ আহ্বানকাৰী আৰু সম্পাদক শৰৎচন্দ্ৰক কালে হৰি নিলে। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে তেওঁ বিদ্যালয়সমূহৰ পৰিদৰ্শক হৈ থকা কালতে অসম বিশ্ববিদ্যালয় পুঁজি গঠনৰ উদ্দেশ্যে বিদ্যালয়ৰ ছাত্ৰসকলৰ পুঁজি সংগ্ৰহৰ অনুমতি বিচাৰি চৰকাৰলৈ লিখা পত্ৰ এখনৰ প্ৰতিলিপি ওপৰঞ্চিত ( দ্বিতীয় খণ্ড ) অন্তৰ্ভূক্ত হৈছে। তেওঁ পৰিদৰ্শক হৈ থকা কালতে অসম ৰিচাৰ্চ চোচাইটিৰ মুখপত্ৰৰ ( জৰ্নেল্ ) মুখ্য সম্পাদক হৈ ( ১৯৪১-১৯৪২ ) উক্ত গৱেষণামূলক পত্ৰিকাখনিৰ গৌৰৱ অটুট ৰাখে।

তেওঁ শিশু সাহিত্যৰ অভাৱ অনুভৱ কৰি তাৰ প্ৰতিকাৰৰ অৰ্থে দুটা উপায় অৱলম্বন কৰে। এটা হল অসম সাহিত্য সভাৰ যোগে শিশু সাহিত্য প্ৰকাশৰ ব্যৱস্থা। সভাৰ কমলাদেৱী ন্যাস পুঁজিৰো উদ্দেশ্য অনুকূল। আন এটা হল নিজে এটা পুঁজি গচ্ছিত কৰি পুথি প্ৰকাশৰ দিহা কৰা। তেওঁৰ অকালতে মৰা নাতি অতুলৰ (প্ৰতিভা দেৱীৰ প্ৰথম সন্তান) সোঁৱৰণত "অতুল কথামালা"[১] নামৰ এলানি শিশুপুথি প্ৰকাশ কৰে।

---

১. "সৰু সৰু লৰা-ছোৱালীয়ে পঢ়িব পাৰা পুথিৰ আমাৰ বৰ অভাৱ। পৃথিৱীৰ বেলেগ বেলেগ ভাষাৰ সাহিত্যত অসংখ্য অমূল্য গ্ৰন্থ আছে। সেইবোৰৰ সোৱাদ আমাৰ ছলি-পলিক দিবলৈ মন কৰি এই 'অতুল কথামালা' ছপাবলৈ আশা কৰিছোঁ।

এই কামৰ পৰা মই কোনো আৰ্থিক লাভ বা যশস্যাৰ আশা কৰা নাই। নিজৰ অৰ্থবলেহে কুলায় মানে এই দৰৰ কেইখনমান কিতাপ ছপা কৰিব খুজিছোঁ মাত্ৰ।"—শৰৎচন্দ্ৰ গোস্বামী, প্ৰতিভা দেৱীৰ ভন্ কুইকচোটৰ 'নিবেদন', ১৯২৬।

অতুল কথামালাৰ প্ৰথম পুথি হৈছে শৰৎচন্দ্ৰ গোস্বামীৰ পেৰিক্লিচ, ১৯২৫। তেওঁ সম্পাদন কৰা 'বিজ্ঞান-প্ৰবেশিকা'ৰ আৰু কিছু অংশেৰে এই পুঁজি গঠন কৰা হয়। অতুল-কথামালাৰ ফালৰ পৰা দহখন পুথি প্ৰকাশ হয়।

শৰৎচন্দ্ৰই ৰবজীয়ৰীৰ অকাল মৃত্যুত (১৯৩৩) তেওঁৰ স্মৃতিত গবেষণামূলক বক্তৃতা প্ৰদানৰ ব্যৱস্থা কৰি প্ৰতিভাদেৱী ন্যাস পুঁজি গঠন কৰে। আনকি তেওঁৰ দ্বাৰা প্ৰণীত 'সৰল ব্যাকৰণ' (১৯৩৩) ৰ সকলো আয় "প্ৰতিভা দেৱীৰ স্মৃতি ৰক্ষাৰ্থে ব্যয়" হব বুলি লেখকে উক্ত পুথিত উল্লেখ কৰে।

তেওঁ ছাত্ৰজীৱনৰে পৰা সাহিত্য-চৰ্চাত মন দিয়ে। তেওঁ গুৱাহাটীৰ স্কুলত পঢ়া কালতে কলিকতাৰ এ. এচ. এল. ক্লাবৰ গল্প প্ৰতিযোগিতাত বঁটা পায়।[১] এফ. এ. পঢ়াকালত তেওঁ ১৮২৭ শকত "অঙ্কুৰ" নামৰ এখন মাহেকীয়া হাতে-লিখা আলোচনী সম্পাদনা কৰে।[২] প্ৰকাশ থাকে যে হাইস্কুলত পঢ়াকালত বিষ্ণুৰাম মেধি, গৌৰীকান্ত তালুকদাৰ, কালীৰাম বৰ্মন, পীতাম্বৰ চক্ৰৱৰ্তী, শৰৎচন্দ্ৰ গোস্বামী আদিয়ে এখন সাপ্তাহিক সাহিত্য আলোচনা সভা পাতে। তাত প্ৰবন্ধ, চুটি গল্প, কবিতা আদি পাঠ কৰা হয় যদিও, শৰৎচন্দ্ৰই সাধাৰণতে চুটি গল্পহে পাঠ কৰে। প্ৰকৃততে এই কালছোৱা আছিল শৰৎচন্দ্ৰৰ সাহিত্যচৰ্চাৰ কঠীয়া-তলী। গুৱাহাটীৰ পৰা প্ৰকাশিত 'জোনাকী' ত (নতুন খণ্ড ১৯০১) তেওঁৰ চুটি গল্প আদি ওলায়। তেওঁ এফ. এ. পৰীক্ষা দি উঠিয়েই 'পানিপথ' উপন্যাস ৰচনা কৰে। তেওঁ ১৯০৫ চনত 'পৰীক্ষা' নাটকখন আৰম্ভ কৰে। এই কালতে তেওঁ কেইটামান গীত আৰু কবিতা ৰচনা কৰে। তেওঁ বঙলা ভাষাতো কবিতা, গল্প, প্ৰবন্ধ আদি ৰচনা কৰে।[৩]

১. "গুৱাহাটীৰ স্কুলৰ ছাত্ৰ থাকা কালতে চুটি গল্প এটা আৰু আন এটা ৰচনাৰ কাৰণে দুটা প্ৰাইজ মোৰ ভাগতো পৰিছিল"—শৰৎচন্দ্ৰ গোস্বামী : স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা নিবেদন, অসম সাহিত্য-সভা পত্ৰিকা, ৭ম বছৰ, চতুৰ্থ সংখ্যা।

২. অঙ্কুৰৰ একেবাহে ৯টা সংখ্যা ওলোৱাৰ পাচত সম্ভৱ আলোচনীখন বন্ধ হয়।—সং, শ. গো. ৰ.।

৩. তেওঁ কেইটামান কবিতা বঙলা আলোচনীলৈ পঠোৱাৰ ইঙ্গিত আছে। যেনে,— 'আশীৰ্বাদ' (প্ৰবাসীলৈ ১৫।৩।০৯ তাৰিখে); 'কৃষণ আমাৰ বটুক সংসাৰময়' (সুপ্ৰভাতলৈ ৩০।৩।০৯) আৰু 'তাৰা' (প্ৰবাসীলৈ ৩০।৩।০৯)। তেওঁৰ "অসমীয়া সাহিত্যৰ সংক্ষিপ্ত পৰিচয়" শীৰ্ষক প্ৰবন্ধটি প্ৰমথনাথ সান্যাল সম্পাদিত মাসিক পত্ৰ "সাহিত্য সংবাদ" ত (আশ্বিন, ১৩২৬ সাল) প্ৰকাশিত হয়।

এইদৰে শৰৎচন্দ্ৰই ছাত্ৰজীৱনৰে পৰা সাহিত্য চৰ্চা আৰম্ভ কৰে। সৃজনীমূলক সাহিত্য ৰচনাৰ উপৰি তেওঁ শিশুসাহিত্য সমৃদ্ধ কৰা আৰু প্ৰয়োজনীয় পাঠ্যপুথি প্ৰণয়ন কৰাত গুৰুত্ব দিয়ে।

(২)

শৰৎচন্দ্ৰ গোস্বামী বৰ্তমান শতিকাৰ আগ ভাগৰ এজন বিশিষ্ট গল্পকাৰ তথা সাহিত্যিক হিচাবে তেওঁৰ এখন স্বকীয়া আসন আছে। তেওঁ গল্প, উপন্যাস, কবিতা, প্ৰবন্ধ আদি ৰচনাৰে আমাৰ সাহিত্য সমৃদ্ধ কৰে। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—

**গল্প—**

১। গল্পাঞ্জলি, ১৯১৪ ২। ময়না, ১৯২০ ৩। বাজিকৰ, ১৯৩০
৪। পৰিদৰ্শন, ১৯৫৬ ( মৰণোত্তৰ প্ৰকাশ )

**উপন্যাস**—৫। পাঁনিপথ, ১৯৩০

**নাটক**—৬। পৰীক্ষা, ১৯১০

**সাধুকথা**—৭। অসমীয়া সাধুকথা।

**শিক্ষা বিষয়ক পুথি—**

(১) শিক্ষা-বিচাৰ, ১৯২৩ (২) বহুশ্ৰেণী শিক্ষা-প্ৰণালী, ১৯২৮ (৩) ইং ১৯২৬ চনত নৰ্মাল প্ৰেক্‌টিচিং স্কুলবিলাকত নিজক নিজে কাম কৰিব দিয়াৰ কাৰ্য্য-তালিকা, ১৯২৮ (৪) শিক্ষা-বিজ্ঞান, ১৯৫২ ( মৰণোত্তৰ প্ৰকাশ )।

**ইংৰাজী** ( বিবিধ )

(৫) Hints to Teachers for Class Teaching, .942
(৬) Circulars on Health & Physical Instruction, 1938
(৭) Report on the Working of the Circulating Library 1941—42

**পাঠ্য-পুথি—**

(১) ভূগোল পাঠ, ১৯২৮ (২) গণিত ভূগোল (৩) অসম দেশৰ পুৰণি কথা, ১৯২৮
(৪) বৃটিছ সাম্ৰাজ্যৰ বুৰঞ্জী, ১৯২৮ (৫) সৰল ব্যাকৰণ ১৯৩৩।

**বিবিধ—**

(১) স্কাউটিং ১৯৩৭
(২) আদিপাঠ, জন-শিক্ষা
(৩) আদিপাঠ, দ্বিতীয় ভাগ

**শিশু সাহিত্য** ( সম্পাদিত )

১। পেৰিক্লিচ, শৰৎচন্দ্ৰ গোস্বামী, ১৯২৫
২। ডন কুইকচোট বা কেকো ডাঙৰীয়াৰ অদ্ভুত বীৰত্ব, প্ৰতিভা দেৱী, ১৯২৬
৩। মদালসা, আত্মনাথ শৰ্মা, ১৯২৮
৪। মোৰ দেশৰ সাধু, শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস
৫। জাতক-মালা, বিৰিঞ্চিকুমাৰ বৰুৱা
৬। কণিকা, শ্ৰীমতী সুপ্ৰভা গোস্বামী
৭। পঞ্চ প্ৰদীপ, আত্মনাথ শৰ্মা
৮। অসমীয়া সাধু, অৰ্জুনচন্দ্ৰ দাস
৯। অমাতৰ মাত, মুক্তিনাথ শৰ্মা বৰদলৈ
১০। চোৰাৰ কন্তম, দুলালচন্দ্ৰ বৰঠাকুৰ

**কাৰ্বি পাঠ্যপুথি** (সং)

(১) বিতুচ আকিতাপ
(২) অ'ছমাৰ আকিতাপ—ইছি আবাং
(৩) অ'ছমাৰ আকিতাপ—হিনি আবাং
(৪) কালাথা আকিতাপ

ওপৰত শৰৎচন্দ্ৰ গোস্বামীৰ পুথিৰ এখন তালিকা দিয়া হল। এইবোৰৰ উপৰি জোনাকী ( নতুন খণ্ড ), উষা, বাঁহী, আসাম-বান্ধৱ, আলোচনী, চেতনা, প্ৰভাত, আৱাহন, অসম সাহিত্য-সভা পত্ৰিকা আদি আলোচনীত তেওঁৰ গল্প, ব্যঙ্গ কবিতা, প্ৰবন্ধ আদি প্ৰকাশ হয়। জাৰ্নাল অব ডি আসাম ৰিচাৰ্চ চোচাইটি, কলিকতা ৰিভিউ, মডাৰ্ণ ৰিভিউ, টিচিং আদি ইংৰাজী আলোচনীতো প্ৰবন্ধ ওলায়।

বৰ্তমান সংকলন "**শৰৎচন্দ্ৰ গোস্বামী ৰচনাৱলী**" ত (প্ৰথম খণ্ড) শৰৎচন্দ্ৰৰ প্ৰকাশিত আৰু অপ্ৰকাশিত ৰচনাৱলী সন্নিবিষ্ট কৰা হৈছে। তলত সেই বিষয়ক এখন তালিকা দিয়া হল—

**গল্প—**

১। গল্পাঞ্জলি  ২। ময়না  ৩। বাজিকৰ  ৪। পৰিদৰ্শন
৫। গল্পমালা ( অপ্ৰকাশিত )

**উপন্যাস**—৬। পানিপথ

**কবিতা আৰু গীত**—১১টা কবিতা, ৫টা ব্যঙ্গ কবিতা, ৪৩ টা কণিকা; পাচোটা গীত ( অপ্ৰকাশিত )

লক্ষ্মীনাথ বেজবৰুৱা অসমীয়া চুটি গল্পৰ পথ-প্ৰদৰ্শক।[১] তেওঁ আমাৰ সাধু আৰু বিদেশী গল্পৰ অভিনৱ সংমিশ্ৰণ কৰি নতুন সাহিত্যিক আঙ্গিকটিৰ সোঁত বোৱায়। গল্প-সাহিত্যৰ ক্ষেত্ৰত শৰৎচন্দ্ৰৰ স্থান বেজবৰুৱাৰ পিচতে। তেওঁৰ চুটি গল্পত এই কলাটিৰ সাৰ্থক প্ৰয়োগ দেখা যায়।

শৰৎচন্দ্ৰই 'যাত্ৰী, নামৰ গল্পটো ১৯০৫ চনত পোনতে ৰচনা কৰে।[২] এইটো গল্প 'অঙ্কুৰ' (১৮২৭ শক, আহিন, প্ৰথম ভাগ, ষষ্ঠ সংখ্যা) নামৰ হাতে-লেখা আলোচনীত ওলাইছিল। সেই গল্পটো সামান্য সাল-সলনি কৰি 'ময়না'ৰ অন্তৰ্ভুক্ত কৰে। তেওঁ কলিকতা এ. এচ. এল. ক্লাবৰ গল্প প্ৰতিযোগিতাত বঁটা পোৱাৰ কথা ওপৰত উল্লেখ কৰা হৈছে। দৰাচলতে চুটিগল্প তেওঁৰ প্ৰতিভাৰ শ্ৰেষ্ঠ বিকাশ। গল্পাঞ্জলি, ময়না, বাস্তিকৰ— এই তিনিখন গল্প-সঙ্কলন জনপ্ৰিয়। তেওঁৰ গল্পত অৱস্থা প্ৰকাশৰ উপযোগী বচন-ভঙ্গি আৱিষ্কাৰৰ আয়াস এটি সাৰ্থকতাৰেই" দৃষ্টিত পৰে। সৌন্দৰ্য্যবোধ, মানৱ আৰু ইতৰ প্ৰাণীৰ প্ৰতি সহানুভূতি, চৰিত্ৰ বিশ্লেষণ, আখ্যানৰ গাঠনি, গ্ৰামীন জীৱনৰ প্ৰতিচ্ছবি, ভাষাৰ হ্ৰস্বতা, ঠায়ে ঠায়ে কাব্যোপম ভাষা আদি শৰৎচন্দ্ৰৰ গল্পৰ সাধাৰণ বৈশিষ্ট্য।

**'গল্পাঞ্জলি'ৰ** এঘাৰটা গল্পৰ ভিতৰত দেখাদেখি, ঘুনুচা, অদৃষ্ট, নৈৰ দাঁতিত, পশুপতিৰ বিয়া আদি গল্পত নিয়তিৰ উপহাসৰ ব্যঞ্জনা আছে। সুভাৰ বিবাহত যেন অদৃষ্টৰ পৰিহাস প্ৰকাশ পাইছে। তাৰা গল্পত তাৰা-গোপালৰ পৰস্পৰৰ আকৰ্ষণৰ জৰিয়তে প্ৰেমৰ আৰু পাৰ্বতী-ধৰণীৰ আকৰ্ষণত লালসাৰ ব্যৰ্থতা যেন বিধাতাৰ ইচ্ছা। 'মালিনী' গল্পত মালিনী আৰু সৰোজ দুয়োৰে সংঘাত বেলেগ বেলেগ—মালিনী ধৰ্মৰ গূঢ় ৰহস্যত নিমগ্ন হ'ল আৰু সৰোজে আত্মহত্যা কৰিলে। গল্পাঞ্জলিৰ পাখী গল্পটোত কথা-কবিতাৰ লক্ষণ প্ৰকাশ পাইছে। অসমীয়া সাহিত্যত সম্ভৱ পাখী প্ৰথম কথা-কবিতা।

**'ময়না'ৰ** দহোটা গল্পৰ ভিতৰত দিল্লীকা লাড্ডু গল্পটো নাটকীয় ৰূপত লিখা হৈছে। পুত্ৰ আৰু স্বামীক হেৰুৱা এজনী ৰমণীয়ে ময়না চৰাইৰ মাতত যি সুখ লাভ কৰিছিল তাকো

---

১. 'জোনাকী'ৰ পৰা লক্ষ্মীনাথ বেজবৰুৱাৰ গল্পৰ ক্ৰম দিয়া হ'ল—

(ক) ঘৰ পতা কৰা, চতুৰ্থ ভাগ (১৮১৩ শক পৃঃ '৩৪)

(খ) সেউতী „ (১৮১৩ „ পৃঃ ১১১)

(গ) পণ্ডিত মহাশয় „ (১৮১৪ „ পৃঃ ১৮৬)

(ঘ) ভদৰী ষষ্ঠ ভাগ (১৮১৭ " পৃঃ ৩৮)

২. কোনো কোনোৰ মতে তেওঁৰ প্ৰথম গল্প কচুপাত (অপ্ৰকাশিত)

মাৰি নিয়াত তেওঁ উন্মাদৰ নিচিনা হয়। ব্ৰহ্মপুত্ৰৰ বুকত গল্পটিত অবৈধ প্ৰণয় আৰু অনুশোচনাৰ তীব্ৰতা প্ৰকাশ পাইছে। নাতু সদাগৰৰ দোকানত কাম কৰা কেশৱৰ নিৰুদ্দেশ আৰু পাচত স্বৰাজ কুটিৰত উভয়ৰে মিলন—এয়ে 'যাত্ৰী' গল্পৰ মূল কথা।[১] দুজন তীৰ্থ যাত্ৰীৰ পুত্ৰৰ মাজত হোৱা কাজিয়াই কিদৰে দুয়ো ঘৰৰে ক্ষতিসাধন কৰিলে সেয়ে 'ৰক্তবীজৰ' মূল কথা। এই গল্পৰ ওপৰত টলষ্টয়ৰ 'এ স্পাৰ্ক্ নেগ্‌লেক্‌টেড্ বাৰ্ন্‌চ্ দি হাউচ্' গল্পটোৰ প্ৰভাৱ পৰা যেন লাগে। বিজ্ঞাপন দেখি দাৰ্জিলিঙত শিক্ষকতা কৰিবলৈ গৈ ৰেলগাড়ীত লগ পোৱা ছোৱালীজনীৰ ঘৰত উপস্থিত হোৱা—এয়ে 'পৰিচিতা'ৰ মূল কথা। 'ডাক্তৰ' গল্পত সম্পত্তিৰ মোহ আৰু ডাক্তৰৰ অতৃপ্ত প্ৰেম আৰু সহানুভূতিৰ কথা প্ৰকাশ পাইছে। 'নন্দৰাম' গল্পত সৰলমতি নন্দৰামে ধৈনীয়েকৰ ভাটিবামৰ প্ৰতি থকা গভীৰ আসক্তিক মৰ্য্যাদা দিয়াত তেওঁৰ উদাৰতা প্ৰকাশ পাইছে। 'দেৱ-দৰ্শন'ত ৰাজপুতজনৰ সান্নিধ্যত বিভাবৰুই উপলব্ধি কৰে যে "বাহিৰা তীৰ্থ দৰ্শনত কৰি অন্তৰ শুদ্ধি হে আচল তীৰ্থ।" 'দিল্লীকা লাড্‌ডু'ত কেনেকৈ সৰ্বেশ্বৰ বৰুৱাৰ চব ডেপুটী হোৱাৰ আশা ভঙ্গ হোৱাত তেওঁ শিক্ষকতাকে লৈ সন্তুষ্ট থাকিব লগা হোৱাকে নাটকীয় ৰূপত লেখকে দাঙি ধৰিছে। 'ময়না'ৰ দেৱদৰ্শন আৰু ব্ৰহ্মপুত্ৰৰ বুকত গল্পত অলৌকিকতাৰ স্পৰ্শ আছে। 'বনৰীয়া প্ৰণয়'ত মিচিং ডেকা-গাভৰু এহালৰ প্ৰণয়ৰ সাৰ্থক চিত্ৰ অঙ্কন কৰিছে।

'বাজিকৰ' তেৰটা গল্পৰ সংকলন। ইয়াৰ গল্পবোৰত পৰোক্ষ উক্তি নাই বুলিবই পাৰি। বাজিকৰ, পূজাৰী আৰু পান্থ গল্পত প্ৰকাশ পাইছে সংসাৰ যেন স্ৰষ্টাৰ ভেলেকী বাজী, 'পূজাই সত্য', 'প্ৰাৰ্থনাই সত্য' নাইবা বিশ্ৰাম নিজৰ অন্তৰতে আছে—সংসাৰৰ দৰে ভেল্কী বাজী কৰবাত আছেনে (বাজিকৰ); বিশ্ৰাম নিজৰ মাজতে আছে আৰু দেৱতাৰ বস্তু দেৱতাই যদি লৈ যায় তেন্তে দুখৰ কাৰণ নেথাকে (পূজাৰী), পান্থই 'দুখময় পথৰ অন্ত কত' তাক অন্বেষণ কৰোতে ধ্বনিত হল 'যতে আছে ততে বিশ্ৰাম, ততে শান্তি' (পান্থ)। অন্তৰ আৱৰণ, মানুহৰ সৃষ্টি আদি গল্পত মানুহৰ অনুভূতিৰে দেৱতাই কথা পাতে—অন্তৰ আৱৰণত হৰ আৰু পাৰ্বতী, মানুহৰ সৃষ্টিত ব্ৰহ্মা, সাবিত্ৰী, জীয়েক আৰু বিষ্ণু। নৃত্যগীতত পাৰ্গত বায়ন অনৱদীয় আৰু নিজৰ কৃষ্টিত গৌৰৱান্বিত। 'পিয়াহৰ পানী'ত টাইফয়ড-ৰোগীক পানী খাবলৈ নিষেধ কৰাত সন্তানৰ মৃত্যু আৰু শোকত উন্মাদিনী মাতৃৰো একে ডাক্তৰৰ চিকিৎসাত মৃত্যুৰ কৰুণ চিত্ৰ পোৱা যায়। ডাক্তৰী শাস্ত্ৰে এতিয়া টাইফয়ড ৰোগীক পানী খাবলৈ দিয়ে। বিজ্ঞানৰ 'আত্মতৰ্কিতাৰ মহামূৰ্খামি'। এটা সাৰ্থক গল্প। অনাথ কেন্টুমণিৰ সাহস আৰু বীৰত্বৰ ছবি 'কেন্টুমণি'ত পোৱা যায়। 'দৰ্শন' গল্পটো লতিকাক কেন্দ্ৰ কৰি ৰচিত, চৰিত্ৰ-

---

১. গল্পটো ছাত্ৰাৱস্থাতে ৰচনা কৰা। ওপৰত কোৱা হৈছে।—সং, শ. গো. ব.

তকৈ কাহিনীৰ ভাগ বেছি। 'তিনি কুৰি টকা' গল্পত নোট হেৰোৱা প্ৰসঙ্গত ব্যঙ্গ নিহিত আছে।

জীৱ-জন্তুবো প্ৰতি লেখকৰ দৃষ্টি নিবদ্ধ। 'মেঘ আৰু ভেকুলি' গল্পত ভেকুলি থিয়া প্ৰচলনৰ কথা কোৱা হৈছে। এহাল হাঁহে উৰি যাওঁতে সংসাৰ কৰাৰ কথা পাতে, কিন্তু চিকাৰীয়ে সিঁহতক মাৰি ভোজ খালে—মায়ামুগ্ধ মানৱৰ চিকাৰী কোন (চিকাৰী আৰু হাঁহ)? হৰিণী আৰু পোৱালিক এৰি দূৰৈত চৰিবলৈ যোৱা হৰিণক চিকাৰীয়ে মাৰে। সেই মৰা শটো দেখি হৰিণীৰ চকুলো আৰু শোক, সিফালে চিকাৰীৰ ঘৰত "খোৱা-কামোৰা খিকিন্দালি কৰি হৰিণক কাটি-বাঁচি খাবৰ যো-জা কৰিলে" (সামান্য প্ৰাণী)। দুয়োটা গল্পতে মানুহৰ পাশৱিক আনন্দ প্ৰকাশ পাইছে। 'সামান্য প্ৰাণী' গল্পটোৰ আৰম্ভণীও বৈশিষ্ট্যপূৰ্ণ।

'পৰিদৰ্শন'ত সাতোটা গল্প আছে। শৰৎচন্দ্ৰ গোস্বামী পৰিদৰ্শক হৈ থকা কালত তেওঁ যিবিলাক বেমেজালি, কেৰোণ আৰু প্ৰতাৰণা দেখা পাইছিল তাকে কল্পনাৰ ৰহণ সানি আকৰ্ষণীয়ভাৱে গল্পত ৰূপ দিছে।

'বিবেক বিপৰ্যয়' গল্পত আদৰ্শ শিক্ষক সচ্চিদানন্দ সেৱাদাস ওপৰৱালাৰ কোপদৃষ্টিত পৰে, আৰু অতুলকৃষ্ণই পুৰণি 'নোট বুক' কেইখনমান পৰিদৰ্শকৰ ঘৰত থৈ আহি সেৱাদাসক ৰক্ষা কৰিলে। 'পঢ়াশালি পৰিদৰ্শন' গল্পটোত অসমৰ স্বাধীনতা লাভৰ পূৰ্ব কালৰ চিত্ৰ আছে। কম্লেশ্বৰ শৰ্মা ফুকনৰ নিচিনা পণ্ডিত অনেক আছে, পৰিদৰ্শনো তথৈবচ। 'ডিচিপ্লিন' নাটকত স্বাধীনতা আন্দোলনৰ এটি চিত্ৰ অঙ্কিত হৈছে। 'মন্ত্ৰ' আৰু 'সন্ধিৰ বাঁহ' আন দুখন এনে নাটক। মন্ত্ৰত যদুনাথ শিক্ষকৰ তাচ-খেল, ছাত্ৰ জয়ৰাম আৰু ভদ্ৰেশ্বৰে কলাইৰ পৰা মন্ত্ৰ শিকা, আৰু তাক শ্ৰেণী কোঠাত প্ৰয়োগ কৰা, ভদ্ৰেশ্বৰক ঘৰত ঘৰুৱা শিক্ষকে পঢ়ুৱা—এইবোৰেই 'মন্ত্ৰ'ৰ মূল কথা। "সন্ধিৰ বাঁহ"ত জিলাৰ বৰচাহাবক টোল দেখুৱাৰ এখন হুবহু ছবি আছে। 'পণ্ডিত বাবু' গল্পত প্ৰথমতে চাকৰি-প্ৰাৰ্থীৰূপে জয়ৰাম, ইন্সপেক্টৰৰ প্ৰাথমিক পঢ়াশালি পৰিদৰ্শন আৰু প্ৰশিক্ষণপ্ৰাপ্ত জয়ৰামৰ পদ ইস্তফা—এয়ে মূল কথা। পেটুৱা বাপুৰ পুত্ৰ বটু বাপুৱে নগৰৰ স্কুলত পঢ়া, গান্ধীৰ অসহযোগ আন্দোলনত বটুৱে স্কুল এৰি ব্যৱসায় কৰিবলৈ মন মেলা, বঙালী কাকতৰ বিজ্ঞাপন চাই মালৰ কাৰণে চিঠি লিখা আৰু ভি. পি. গ্ৰহণ কৰি ঠগ খোৱা—এয়ে 'বটু বাপৰ বৰ বেপাৰ' গল্পৰ মূল কথা। গল্পটোত ঠায়ে ঠায়ে ব্যঙ্গও আছে।

'গল্পমালা'ত ১৭টা গল্প আছে।[১] ইয়াৰে দুটা (প্ৰতিহিংসা, সোণাপানী আৰু ৰূপাপানী)

---

১. আচলতে ১৬টাহে। ইয়াত সন্নিবিষ্ট 'চিনাকী' গল্পটো গল্পাঞ্জলিত পুনৰ্জন্ম নামে লেখকে অন্তৰ্ভুক্ত কৰে। পাণ্ডুলিপিৰ নামটোৰ পৰা এই ভুলৰ সৃষ্টি হল।

—সং, শ. গো. ৰ

আলোচনীত প্ৰকাশ হৈছিল, বাকী কেইটা লেখকৰ পুৰণি বহীৰপৰা সংগ্ৰহ কৰা হৈছে। গল্পমালা নামটো শৰৎচন্দ্ৰ গোস্বামীৰ নহয়, সংগ্ৰাহকৰহে।

'প্ৰেমৰ কাহিনী' গল্পত গাৱঁত দেখা সৌন্দৰ্য্যসনা মুখখনৰ মাধুৰ্য্যই যেন বিশ্ববিস্ৰপা 'বিমোহন মাধুৰ্য্যৰ বাসনা' সৃষ্টি কৰে। শহুৰ-জোঁৱাই গল্পত পুলিচ কনিষ্টবল আনন্দই শহুৰেক মঙ্গলুক অনাদৰ কৰাৰ কথাই মূল বক্তব্য। ৰমণীয়ে পিতৃৰ ষড়যন্ত্ৰকাৰী শত্ৰুবেক অতুলক মহামায়া মন্দিৰত কিদৰে বধ কৰি প্ৰতিহিংসা চৰিতাৰ্থ কৰি নিজেও মৰিল আৰু তেওঁৰ পত্নী কামিনীয়েও আত্মহত্যা কৰিলে সেয়ে প্ৰতিহিংসা গল্পটোৰ মূল কথা। চিৰকুমাৰ সম্মিলন পতা দুজন ব্যক্তিয়ে সেই ব্ৰত ভঙ্গ কৰাৰ কথা 'চিৰকুমাৰ'ৰ যাই উপজীব্য। 'ব্ৰহ্মচৰ্য্য' গল্পত সুকান্তি বিধৱা হোৱাত ৰামচন্দ্ৰ বৰুৱাই গাৱঁত সন্ন্যাসীৰ জীৱন যাপন কৰাৰ কথা কোৱা হৈছে। চাহ বনুৱাৰ কন্যা চনিয়াৰ নানা প্ৰতিকুল অৱস্থাৰ মাজেদি কেনেকৈ তাইৰ প্ৰেমাস্পদ বুধনৰ লগত মিলন হল, তাকে 'চনিয়া' গল্পত ব্যক্ত কৰা হৈছে। কলিকতাৰ পৰা তেজপুৰলৈ ঘূৰি বেলত দেখা অসমীয়া মহিলা গৰাকী কোন সেইটোৱেই ধৰ্মেশ্বৰ ফুকনৰ চিন্তা (এওঁ কোন)। হলদিয়াৰ বীৰমাটি জয়াৰ (বীৰ মাটি)। গল্পটো কথা-কবিতা সদৃশ। 'এজন বুঢ়া আৰু তিনিজন পুত্ৰ' গল্পত বুঢ়াৰ উপলব্ধি মন কৰিবলগীয়া। 'দুই ভাই'ত দুই ভায়েকৰ সোণৰ সংসাৰ কেনেকৈ চাৰখাৰ হল তাকে প্ৰকাশ পাইছে। তিনিজন ককাই ভাই কেনেদৰে তিনি ঘৰ হল 'চোৰ' গল্পৰ সেয়ে প্ৰসঙ্গ। গল্পটোৰ নামকৰণ ইঙ্গিতপূৰ্ণ। মনদীঘলা গাৱঁৰ বুঢ়া মুদৈ ৰত্নেশ্বৰ শইকীয়া মৌজাদাৰৰ শত্ৰুস্বৰূপ, অথচ বিপদৰ সময়ত মুদৈয়ে মৌজাদাৰক সহায় কৰে (কপালৰ লিখন)। 'বাবা ব্ৰহ্মপুত্ৰ'ত ব্ৰহ্মপুত্ৰৰ উৎপত্তিৰ উল্লেখ আৰু খৰালি-বাৰিষাৰ চিত্ৰ আছে। 'মানুহ আৰু গছ'ত প্ৰাকৃতিক সৌন্দৰ্য্যৰ মাজত তন্ময়তাৰ প্ৰকাশ— যেন কথা-কবিতাৰ এটি ৰূপ। 'পূজাৰ নৈবেদ্য' আতুৰৰ সেৱাত লগা কথাষাৰ তাৎপৰ্য্যপূৰ্ণ। 'সোণাপানী আৰু ৰূপাপানী' এটি আখ্যানক গল্পৰ দৰে লিখা হৈছে। 'প্ৰভাৱতী' এটি বুৰঞ্জীমূলক আখ্যান। মিৱাৰৰ ৰাণা ৰাজসিংহই সামন্ত-দুহিতা প্ৰভাৱতীৰ অনুৰোধমতে আওৰঙ্গজেৱৰ সৈন্যক পৰাস্ত কৰি প্ৰভাৱতীক বিয়া কৰায়।

শৰৎচন্দ্ৰ গোস্বামী এজন কৃতী গল্প লেখক। প্ৰকাশভঙ্গীৰ স্বচ্ছতা, বৰ্ণনাৰ প্ৰাঞ্জলতা আৰু চুম্বকতা, সজীৱ চিত্ৰ, মৃদু কল্পনা, প্ৰাকৃতিক বৰ্ণনাৰ মনোৰম ছবি, শব্দপ্ৰয়োগত উজনি নামনিৰ শব্দ সঞ্চালনিকৈ ব্যৱহাৰ কৰা আৰু কোনো ঠাইত কামৰূপী ঠাচৰ ব্যৱহাৰ ইত্যাদিবোৰে তেওঁৰ গল্পসমূহ আকৰ্ষণীয় কৰিছে। গাৱঁলীয়া সমাজৰ চিত্ৰ অঙ্কনত যিদৰে তেওঁ সিদ্ধহস্ত সেইদৰে নগৰীয়া জীৱনৰ চিত্ৰ অঁকাত পাৰ্গত। তেওঁৰ বেছি ভাগ গল্পত কাহিনীৰ পটভূমি হৈছে অসমীয়া সমাজ—ইয়াৰ আচাৰ-নীতি, কুসংস্কাৰ, অন্ধবিশ্বাস, ধৰ্মৰ গোড়ামি, বিধৱা বা আশ্ৰয়হীনা তিৰোতা আদিক কেন্দ্ৰ কৰি।

তেওঁৰ প্ৰকাশভঙ্গী মনোৰম। যেনে—(১) ঘাণিৰ প্ৰথম বাদ্ধ খহিলে যেনেকৈ জুৰজুৰকৈ গোটেই বান্ধ খহে, তেনেকৈ প্ৰেমৰো প্ৰথম কথা ওলালে, সোঁতৰকৈ বেগত কথা ওলাই পৰে

( চিৰকুমাৰ )। (২) বিপদৰ নিচিনা সম্পদো অকলে অকলে নাহে। তেওঁলোকৰ দুখৰ দিনত যিমান বিপদে লগ ধৰিছিল, এতিয়া সুখৰ দিনত সেইবোৰ বিপদৰ ঠাই সম্পদে অধিকাৰ কৰিলে (দুই ভাই)। (৩) নিৰাশা দুখৰ ভঁড়াল। আশাতেই সকলো সুখ ( প্ৰেমৰ কাহিনী )। (৪) দৰিদ্ৰতা সদিচ্ছাৰ শত্ৰু নহয়, আৰু সামাজিক জগতৰ তলত হলেও দৈন্যে যুৱ দাণ্ডি ওখ ভাৱৰ কালে চাব পাৰে ( শহুৰ—জোঁৱাই )। (৫) বুঢ়া সংসাৰ আগৰ দৰেই লাখুটিত ভৰ দি বুঢ়া ভাৱেই চলি থাকিল। দিনৰ পোহৰ বা ৰাতিৰ আন্ধাৰৰ পৰা তাৰ একো সুবিধা বা অসুবিধা নহল ( দেখাদেখি )। (৬) কিন্তু এই বুঢ়া সমাজটো! চকু-চৰহা, কুচু´টিয়া, চকুত চলিহাই ধৰা, কুঠাৰৰ কাণ নমনা অথচ বেজীৰ-জলঙা-মনা এই কুৰূচ বুঢ়া সমাজটো! ইয়াৰনো কোব সহিবা কিমান ( পুনৰ্জন্ম ) ইত্যাদি।

দুই এঠাইত বৰ্ণনাও ছবিৰ নিচিনা। যেনে, —"সৰু বৰ গছেৰে ভৰা ফুলনিৰ ওপৰত দিগন্ত-প্ৰসাৰিত সুনীল গগন, তাতে ৰূপহী জোন ; চাৰিওপিনে অসংখ্য তৰাৰ থূল ; লাহে লাহে সমীৰণে পুখুৰীৰ পানীত ললিত হিল্লোল তুলি ফুলৰ কোমল শৰীৰ অলপকৈ কঁপাই দিয়াত ৰূপালী কিৰণৰ আলিঙ্গনত অংশ হৈ নীয়ৰ পৰি চিকণ হৈ থকা ফুলে জিকিমিকি মৰাৰ ছলতে এটি অফুট হাঁহি মাৰি লৈছে" (পখী)। "শৰৎকাল, আকাশ নিৰ্মল, মাজে মাজে বগা মেঘ কিছুমানে ইনাইবিনাই ভাহি ফুৰিছে। আকাশৰ মাজেৰে কল্ কল্ কাকলি কৰি বগা হাঁহৰ শাৰী ; দূৰৈৰ পৰা শুনি, নদীৰ মধুৰ কল্লোলৰ দৰে ; দেখি প্ৰকৃতিদেৱীৰ বিশাল নিতম্বত ওলমি পৰা মেঁখলাৰ দৰে" ( চিকাৰী আৰু হাঁহ )।

**পানিপথ**—শৰৎচন্দ্ৰৰ একমাত্ৰ উপন্যাস পানিপথ, ১৯০৬ চনত ৰবদিনৰ বন্ধত কলিকতাত ৰচনা কৰে। উপন্যাসৰ পটভূমি হৈছে বাবৰ আৰু ইব্ৰাহিম লোডীৰ মাজত হোৱা পানিপথৰ প্ৰথম যুদ্ধ। ঐতিহাসিক পটভূমিতৰচিতহলেও লেখকে পানিপথত ইতিহাস নিবিচাৰিবলৈ কৈছে। তেওঁৰ মতে "ইয়াত বৰ্ণোৱা দৃশ্যাদিও অসমৰ হে, দিল্লী বা ৰাজপুতনাৰ নহয়। যিবিলাক মানুহৰ নামেৰে এই আখ্যান বৰ্ণোৱা হৈছে, তাৰ সৰহ ভাগেই কাল্পনিক।" এই উপন্যাসখন লক্ষ্মীনাথ বেজবৰুৱাৰ দ্বিতীয় আৰু তৃতীয় বছৰৰ (১৯১০, ১৯১১) বাঁহীত ছোৱা-ছোৱাকৈ ওলাইছিল। সেই সময়টো অসমীয়া উপন্যাসৰ আৰম্ভণি কাল বুলিব পাৰি।

ফিৰোজা বিবীয়ে কাৰাগাৰ ৰক্ষক মহাতৱক হাত কৰি সেই ঠাইত বন্দী হৈ থকা দৌলত খাঁ আৰু কুতবক মুক্ত কৰি নিজে কাৰাগাৰত আটক হৈ পাচত ষড়যন্ত্ৰকাৰীৰ চেষ্টাত ৰাজ-ঘাতকৰ পৰা ৰক্ষা পাই মেৱাৰ, লাহোৰ আৰু কাবুলত ঘূৰি ফুৰি শেহত দৌলত খাঁৰ প্ৰণয় ভিক্ষা কৰি ব্যৰ্থ হোৱা, ইব্ৰাহিম লোডীৰ বন্দিশালৰ পৰা পলাই গৈ দৌলত খাঁই ষড়যন্ত্ৰ কৰি ঘূৰি ফুৰা, ব্ৰাহ্মণ পণ্ডিত সিদ্ধনাথৰ ঘৰত বিপদকালত আশ্ৰয় লভি দৌলত খাঁৰ পত্নী জুল-জাৰৰ জোৰৰ অভিমুখে যাত্ৰা, বাটত কাবুক জেলালৰ দ্বাৰা আক্ৰান্ত হৈ চিতোৰত বিমলাৰ ঘৰত আশ্ৰয় গ্ৰহণ, শেহত দৌলত খাঁৰ লগত পুনৰ মিলন—ইত্যাদি ঘটনাসমূহ গ্ৰথিত কৰি উপন্যাসকাৰে উপন্যাসখন ৰোমাঞ্চকৰ কৰি তুলিছে।

ইব্ৰাহিম লোডী, দৌলত খাঁ, সংগ্ৰাম সিংহ আদি চৰিত্ৰতকৈ হৰলাল, বিমলা আৰু ফিৰোজা বিবীৰ চৰিত্ৰ কিছুদূৰ আকৰ্ষণীয়।

বুৰঞ্জীমূলক উপন্যাসত কল্পনাৰ বহুণ সানিব লাগে। ঐতিহাসিকৰ পৰা লেখকে পানিপথ উপন্যাসৰ আখ্যানৰ গাঁথনিত কল্পনাৰ বহুণ সানিছে। শৰৎচন্দ্ৰই ছাত্ৰ অৱস্থাত ৰচনা কৰা পানিপথ উপন্যাসৰ এটা ঐতিহাসিক মূল্য আছে।

গল্পৰ দৰে উপন্যাসখনিতো ঠায়ে ঠায়ে মনোৰম বৰ্ণনা আছে। যেনে—(১) "আকাশত চক্‌চক্‌ কৰে ৰদ। তলত ধোঁ ধোঁ কৰে বালিৰ ওপৰত পাতল এডাল ধুডাল বন। বহুত বিস্তীৰ্ণ পথাৰ। যিমান দূৰলৈ চকু যায় কেৱল ৰদতে ধক্‌ধকীয়া হোৱা যেনে পথাৰ তেনে বন। বাটে-পথে দুজন এজন মানুহ। দূৰত পথাৰত গৰখীয়াই সুৰেৰে গীত ধৰিছে"। (পঞ্চদশ অধ্যায়)।

২। "নীল আকাশ—বহল, অতি বহল; উৰ্ধত—অতি উৰ্ধত! শুক্লা একাদশীৰ জোনে আকাশৰ মাজত বহি অদ্ভুত ৰূপালী কিৰণেৰে জগৎ উদ্ভাসিত কৰিছে, চাৰিও পিনে অসংখ্য তাৰাৰ আবেগময় চিকমিকি। মাজে মাজে মেঘৰ দৌৰাদৌৰীত চন্দ্ৰ সবল গতিৰে চঞ্চল হৈছে। আচৰিত, চাৰিওপিনে অতি আচৰিত! সুন্দৰ, অতি সুন্দৰ!" (ত্ৰয়োবিংশ অধ্যায়)।

গল্পৰ অনুৰূপ যুক্তিপূৰ্ণ উক্তিও উপন্যাসত আছে। যেনে—"প্ৰথমতে ভেটা অলপ ভাগিব পাৰিলে যেনে সোঁতৰ বেগত সি নাথাকা হয়, সেইদৰে টানি-মানি প্ৰথম কথাটি উলিয়াব পাৰিলে পাছলৈ সকলো কথাকে সহজে কব পাৰি" (পঞ্চদশ অধ্যায়)।

শৰৎচন্দ্ৰই ৰূপচন্দ্ৰ ভাগৱতী ছদ্মনামত লিখা পৰীক্ষা (১৯১০) নাটকখনৰ আৰ্হি হল জন্ মিল্টনৰ কমাচ্ (Comus)। তেওঁ এইখন নাটকো ছাত্ৰাৱস্থাতে ৰচনা কৰে।

পৰীক্ষা দৃশ্য-নাট্যখনিৰ পাণ্ডুলিপিত তেওঁ লিখিছে, "সন্তৰ ওপৰত উল্লেখ কৰা পুথিখনৰ (মিল্টনৰ 'কমাচ্'—সং, শ. গো. ৰ.) অনুকৰণ ঠায়ে ঠায়ে দেখা যাব পাৰে, তথাপি মই তাৰ কাৰণে লাজ নেপাওঁ! মই ইয়াক ভাৰতীয় চিন্তাধাৰাৰে সাজ পিন্ধাবলৈ চেষ্টা কৰিছো, আৰু কেইটামান সৰুসুৰা কথাৰ বাহিৰে হুবহু অনুকৰণ দেখা নেযাব।

প্ৰথম তিনিটা ভাগ পূজাৰ বন্ধত লিখি মোৰ দাদাক দেখুৱালত তেওঁ মোক উৎসাহিত কৰিলে। সেইকেইটা বৰ বেছি সাল-সলনি কৰা নাই। চতুৰ্থ ভাগটো বন্ধৰ পাচত গুৱাহাটীত লিখা হয়। ডেৰ বছৰ মান ছেৰেলি-বেৰেলি পাতবোৰ আওকাণ কৰা হৈছিল। সেহত এই সময়তে অন্তিম ভাগটো লিখা হয়, আৰু এই বহীতে নকল কৰা হয়। মূঠৰ ওপৰত মোৰ সাধাৰণ প্ৰণালীৰে বৰ লৰালৰিকৈ লিখা হ'ল। আৰু মই কোনো প্ৰকাৰে যোগ্য বুলি বিবেচনা কৰা নাই।" তেওঁ এই দৃশ্য-নাট্যখন ১৯০৫ চনত লিখা আৰম্ভ কৰি পাচত

সম্পূৰ্ণ কৰি ১৯০৭ চনৰ ২৫ ফেব্ৰুৱাৰীত কলিকতাত ( শ্যাম নিবাস, কলিকতা, ১৩১৩ ) নকল কৰি শেষ কৰে।

মিল্টনৰ 'কমাচ্' নৃত্য, গীত আৰু দৃশ্যৰে গ্ৰথিত এখন মাস্ক্ (masque) বা ভাওনা। আৰ্ল্ অব্ ব্ৰিজৱাটাৰৰ অভিষেক উপলক্ষ্যে ১৬৩৪ চনৰ ২৯ চেপ্তেম্বৰৰ দিনা 'লাড্‌ল কেচ্‌ল'ৰ আহল বহল কোঠাত কমাচ্ নাটকখনৰ অভিনয় হয়।

এগৰাকী মহিলা ( আৰ্লৰ কন্যা এলিচ এগাৰটন ) আৰু তেওঁৰ দুই ভাতৃ লাড্‌ল কেচ্‌লৰ কাষৰ হাবিত হেৰায়। চাৰ্চ আৰু বেকাচৰ পুত্ৰ কমাচে বাজিকৰৰ ৰূপত এলিচ এগাৰটনক তেওঁৰ আতিথ্য গ্ৰহণ কৰিবলৈ প্ৰত্যয় জন্মায়। ভাতৃদ্বয়ে সঙ্গী ভূতৰ ( এটেন্‌ডেন্ট্ স্পিৰিট ) পৰা এই কথা জানিব পাৰি কমাচৰ দুৰ্গলৈ গৈ তেওঁক উলিয়াই দিয়ে। আৰু স্থানীয় অপেশ্বৰী চেব্ৰিনাক যাদুৰ পৰা মুক্ত কৰিবলৈ কয়। তাৰ পাচত সকলোটি লাড্‌ল কেচললৈ যায় আৰু লৰা-ছোৱালী কেইটাই পিতৃ-মাতৃক লগ পাই নৃত্য কৰে। নাটকৰ মহিলাগৰাকী হৈছে পবিত্ৰতাৰ বা বিশুদ্ধতাৰ আৰু কমাচ হৈছে প্ৰলোভন তথা পাপৰ প্ৰতীক আৰু সঙ্গী ভূত হৈছে অনিষ্টৰ পৰা প্ৰকৃত বিশুদ্ধতাক ৰক্ষা কৰোঁতা।

পাঁচোটা দৃশ্য সম্বলিত নাটকখনিৰ বিষয়-বস্তু মহাভাৰতৰ বনপৰ্বৰ পৰা লোৱা হৈছে। মধ্যম পাণ্ডৱ অৰ্জুন "অস্ত্ৰশিক্ষা আশে" স্বৰলোকত উপস্থিত হয়। আৰু দেৱৰাজ ইন্দ্ৰই তেওঁক দেৱসভাত "অপ্সৰাৰ নৃত্য-গীতে" আদৰিবৰ ব্যৱস্থা কৰে। উৰ্বসীয়ে মদন-বসন্তৰ অনুগ্ৰহ বিচাৰে নৃত্য-গীতেৰে "যেন অৰ্জুনক দানিব আনন্দ পাৰে"। কিন্তু উৰ্বসী ব্যৰ্থ মনোৰথ হ'ল—অৰ্জুন নৃত্য-গীতত বিচলিত নহ'ল। পৰীক্ষা নাটকৰ মূল কথা হ'ল জ্ঞান আৰু সৌন্দৰ্য্য তথা কামৰ ভিতৰত শক্তি-পৰীক্ষা। মদনে কৈছে, "মদন অপেক্ষা জ্ঞান নোহে গুৰুতৰ" ( ২য় দৃশ্য )। জ্ঞানে মদন-বসন্তক কৈছে যে মানুহৰ বিবেক মাউত—"জ্ঞান তাৰ চিৰচৰ, অঙ্কুশ স্বৰূপ"। জ্ঞানৰ শ্ৰেষ্ঠতা উপলব্ধি কৰি মদনে জ্ঞানক কয়—

"বুজিলো এতিয়া তুমি সকলোৰে গুৰু
অসত্যৰ সদা লয় তোমাৰ আগত।" ( ৫ম দৃশ্য )

অৰ্জুনেও কয়—

"থাকিলে সত্যত সত্য-ধৰমৰ প্ৰতি,
পালিমে সত্যত জ্ঞান-বিবেক আদেশ।
চলিলে সত্যত ন্যায়-নীতি অনুসৰি,
সকলোতে জয় তাৰ, সদায় আনন্দ;" ( ৫ম দৃশ্য )

ইয়াত কমাচ নাটকৰ প্ৰতিধ্বনি লক্ষণীয়।[১]

মিল্টন নিকাপন্থী। তেওঁৰ কমাচৰ বিশুদ্ধতা বা পবিত্ৰভাৱ বিপৰীতে ইয়াত সত্য বা জ্ঞানৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰা হৈছে। মিল্টনে নাটকখন অমিত্ৰাক্ষৰ ছন্দত লিখে। পৰীক্ষা নাটকখন অমিত্ৰাক্ষৰ ছন্দত ৰচনা কৰা হৈছে।

ভাষা অলঙ্কাৰপূৰ্ণ আৰু ওজস্বিতাপূৰ্ণ। যেনে—

(১) সুবৰ্ণ পৰীক্ষা যেনে পাবকেহে হয়
সংযমতো পৰীক্ষাৰ তুমি হে পাবক।

(২) পাৰদ সংযোগে যেনে সুন্দৰ সুবৰ্ণ
ৰজত বৰণ ধৰে, প্ৰবৃত্তি-বশত
সৌন্দৰ্য্য প্ৰকাশ পায় প্ৰলোভনৰূপে।

শৰৎচন্দ্ৰৰ দ্বিতীয়খন নাটক হৈছে **'বুদ্ধদেৱ'** ( অপ্ৰকাশিত )। এই নাটকখন ১৯১২ চনত তেওঁ ৰচনা কৰে, আৰু এই নাটকখন একালত 'চেণ্ট জন্‌ এম্বুলেন্স'ৰ সাহায্যাৰ্থে যোৰহাট থিয়েটাৰত অভিনীত হৈছিল।

এই পাঁচ অঙ্কীয়া নাটকখনৰ আৰম্ভণিত নান্দী আছে, আৰু নান্দীত নাটকৰ বিষয়বস্তুৰ ইঙ্গিত আছে। দ্বিতীয় অঙ্কৰ দুটা দৃশ্যত বিদূষকৰ চৰিত্ৰ অৱতাৰণা কৰা হৈছে। নাটকখনৰ বিষয়বস্তু হৈছে—বুদ্ধদেৱৰ জন্মৰ পৰা সংসাৰ-ত্যাগ কৰালৈকে।

বুদ্ধদেৱ নাটকৰ প্ৰথম দৰ্শনত ঋষি অসিত আৰু তেওঁৰ শিষ্য লালকৰ সংলাপৰ পৰা ভগবান বুদ্ধৰ আবিৰ্ভাৱৰ ইঙ্গিত পোৱা যায়। বুদ্ধই ১৬ বছৰতে সকলো শাস্ত্ৰ আয়ত্ত কৰে। পিতৃয়ে বুদ্ধদেৱৰ সন্ন্যাস যোগৰ কথা জানি শুদ্ধোদনে পুত্ৰৰ মনৰ পৰিবৰ্তন ঘটাবৰ উদ্দেশ্যে বিদূষকক পুত্ৰক গাৱঁৰ ফালে ফুৰাবলৈ লৈ যবলৈ কয়। তেনে কৰিলতো কোঁৱৰৰ মনৰ কোনো পৰিবৰ্তন নহল। ৰজাই এইবাৰ বুদ্ধৰ বিবাহৰ আয়োজন কৰে। যশোধৰাৰ মিলনতো কুমাৰৰ চিন্তা দূৰ নহল। বুদ্ধই চন্নৰ লগত নগৰত ফুৰিবলৈ গৈ এজন বুঢ়া

---

১. বিশুদ্ধতা বা পবিত্ৰতা সম্পৰ্কে নাটকত কৈছে—

"Mortals, that would follow me,
Love virtue; she alone is free.
She can teach ye how to climb
Higher than the sphery chime,
Or if Virtue feeble were,
Heaven itself would stop."—Comus.

মানুহ দেখি চিন্তিত হল। আন এদিন বুদ্ধই ফুৰিবলৈ গৈ এজন মৰা মানুহ দেখিলে। তেওঁ উপলব্ধি কৰিলে যে জৰা আৰু মৃত্যুৰ হাত সাৰিবৰ উপায় নাই। এদিন নিশা যশোধৰাই টোপনিত লাল কাল দিয়াত বুদ্ধই "অনন্ত সুখ-জৰা মৃত্যু ৰহিত অপাৰ আনন্দ প্ৰশান্ত শান্তি" বিচাৰি ওলাই গল। তেওঁ কয়, "কিহৰ উদ্দেশ্যে কৰ্মৰ এই প্ৰবল প্ৰবাহ—জীৱনৰ আদি ক'ত—মৰণৰ অন্ত কত—প্ৰকৃতিৰ নিয়মৰ মূল কি—বিশ্বৰ এই বিষম ঘূৰণৰ উদ্দেশ্য কি—ইয়াকে বিচৰাই মোৰ জীৱনৰ ব্ৰত।"

শেহৰ দৃশ্যৰ কাশ্যপৰ কথাৰ পৰা অনুমান কৰিব পাৰি যে বুদ্ধৰ মহাপ্ৰয়াণত পৃথিবীত আনন্দৰ সূচনা হৈছে।

নাটকখনৰ চৰিত্ৰাঙ্কনত বৈশিষ্ট্য নাই। যশোধৰা একমাত্ৰ উল্লেখযোগ্য নাৰী চৰিত্ৰ। ৰঙাই আৰু বগাই দুটা ধেমেলীয়া চৰিত্ৰ। নাটকখন নিখুঁত নহয়।

শৰৎচন্দ্ৰ গোস্বামীৰ কেইটামান কবিতা আৰু গীত ৰচনাৱলীৰ অন্তৰ্ভুক্ত কৰা হৈছে। ইয়াত এঘাৰটা কবিতা, হ্ৰস্ব কবিতা বা কণিকা ৪৩টা, পাঁচোটা ব্যঙ্গ কবিতা আৰু ছয়টা গীত আছে।

শৰৎচন্দ্ৰই ছাত্ৰ অৱস্থাৰেপৰা কবিতা লিখে। কিন্তু তেওঁ সেই বিষয়ে পাচত অনুশীলন নকৰিলে। তেওঁৰ ক্ষেত্ৰ বেলেগ হৈ পৰিল।

তেওঁৰ কবিতাসমূহ ৰোমাণ্টিক। সিবোৰত অনুৰাগ আছে, প্ৰকৃতি-প্ৰীতি আছে। তলত উদ্ধৃতি দিয়া হল—

(১) "অতি মনোলোভা
প্ৰকৃতিৰ শোভা
মন পৰাণ হৰে।
মধুৰ শোভাটি
প্ৰকৃতিৰ লগে
প্ৰকৃতি উজ্বল কৰে॥
সুনীল অম্বৰে
ধীৰ মেঘদলে
ধীৰে ধীৰে বহি যায়।
সোণালী উষায়।
সোণালী কিৰণ
মধুৰ ভূতল চায়॥"...

(প্ৰকৃতিৰ শোভা)

(২) পৰেহি মনত মোৰ পৰেহি মনত—
সন্ধিয়া আকাশ জুৰি ফুটি উঠে তাৰা ;
মৃদুমন্দ বহে সমীৰণ ;
নগৰ-আলোক-মালা জ্বলি উঠে ক্ষণে—
আন্ধাৰ-আলোক আলিঙ্গন।...
( পৰেহি মনত )

তেওঁ মোহ-মুদ্গৰৰ ভাঙনিও কৰে—

"মূঢ ! ত্যাগ কৰা ধনাগম তৃষ্ণা
কৰা অল্পবুদ্ধি মনত বিতৃষ্ণা,
নিজ চেষ্টা গুণে যি লভিবা নিত্ত,
সেযে ধন ; তাৰে বিনোদিবা চিত্ত।...
( মোহ-মুদ্গৰ )

'কণিকা'ৰ অন্তৰ্ভুক্ত সৰু কবিতাকেইটাও তাৎপৰ্য্যপূৰ্ণ। যেনে—

"ম'হে কয়, "মানুহক খিয়াল লাগে মোৰ।
তাঁহাতৰ অত্যাচাৰৰ কই নাপাওঁ ওৰ ॥
খিয়াল পুৰাবৰ বাবে কামোৰোঁ গালত।
নিজ গাল ৰঙা কৰে নিজৰ চৰত ॥"
কবি বোলে, "ম'হ বাপু, মনে মনে থাক।
তোমাৰ যে প্ৰাণ যায়, কি কৰিবা তাক ॥
হিংসি মানুহক কৰা অলপ অন্যায়
নিজৰ জীৱন-খিনি আহা হেৰুৱাই।" ( খিয়াল )

"সৰু সৰু জান লই নদীৰ আকৃতি।
সৰু সৰু অণু লই বিচিত্ৰ প্ৰকৃতি ॥" ( ক্ষুদ্ৰ )

তেওঁ কেইবাটাও ব্যঙ্গ কবিতা লিখে। বৰ্তমান সঙ্কলনৰ অন্তৰ্ভুক্ত "Ageৰ Advance-ত জনম" কবিতাটো লেখকে পাণ্ডুলিপিত তৃতীয় শ্ৰেণীৰ কবিতা বুলি মন্তব্য কৰিছে। তেওঁ "চাকৰীদাস শৰ্মনঃ" এই ছদ্মনামত লিখা (১) "হাকিম চৰিত্ৰামৃত"—হাকিম-সৃষ্টি আৰু (২) "হাকিমৰ পঞ্চাৱতাৰ" এই দুটা ব্যঙ্গ কবিতা লক্ষ্মীনাথ বেজবৰুৱাৰ বাঁহীৰ দুটা সংখ্যাত প্ৰকাশ হোৱালৈ চাই শৰৎচন্দ্ৰৰ ব্যঙ্গ কবিতাৰ মূল্য আছে যেন লাগে।

'প্ৰবন্ধাৱলী'ৰ অন্তৰ্ভুক্ত প্ৰবন্ধসমূহ বিভিন্ন ধৰণৰ—সিবোৰ ধৰ্ম, শিক্ষা, সাহিত্য, সংস্কৃতি বিষয়ক। 'অসমত বৌদ্ধধৰ্মৰ চিন' শীৰ্ষক প্ৰবন্ধত তেওঁ নিজৰ বিচাৰ-বুদ্ধি আৰু ধ্যান-ধাৰণামতে অসমত বৌদ্ধ ধৰ্মৰ প্ৰভাৱ পৰাৰ কথা ঠাৱৰ কৰিছে। আনকি, সাহিত্যৰ

ওপৰতো প্ৰভাৱ পৰাৰ প্ৰমাণ দিছে। যেনে, দ্বিজ শুভনাথৰ ধৰ্ম-সংবাদ পুথি, দুৰ্গাবৰ আৰু নাৰায়ণদেৱৰ পদ ইত্যাদি। তেওঁ সামৰণিত কৈছে, "...মই লৰালৰিকৈ কোনো সিদ্ধান্ত নিদিওঁ। তথাপি মই এইটো ডাঠি কম যে বৌদ্ধ যুগৰ ভালেমান কীৰ্তি-চিন কামৰূপত আছিল।" "বৈষ্ণৱ ধৰ্মৰ আদিকথা"ত:তেওঁ বৈষ্ণৱ ধৰ্মৰ উৎপত্তি, বিষ্ণুৰ প্ৰাধান্য, কৃষ্ণপূজা প্ৰচলন, চাৰি বৈষ্ণৱ সম্প্ৰদায় আদি কথা এই প্ৰবন্ধত আলোচনা কৰিছে। এই দুয়োটা প্ৰবন্ধত লেখকৰ অধ্যয়নপুষ্ট মন আৰু বিশ্লেষণমূলক দৃষ্টিভঙ্গীৰ নিদৰ্শন পোৱা যায়। আন এটা উল্লেখযোগ্য প্ৰবন্ধ হ'ল "সাহিত্য-সৌষ্ঠৱত কীৰ্তন"। কীৰ্তনৰ সকলো দিশ সামৰি তেওঁ কেনেদৰে কীৰ্তনৰ সৌন্দৰ্য্য বিশ্লেষণ কৰিছে! বিহু উৎসৱ প্ৰবন্ধত তেওঁ চুটি প্ৰবন্ধটোত পৃথিৱীৰ বসন্তোৎসৱৰ এটা আভাস দি বিহু উৎসৱৰ উপৰি কামৰূপৰ 'ভঠেলি' উৎসৱৰ কথা আলোচনা কৰিছে। তেওঁ মন্তব্য কৰিছে, "বিহু উৎসৱ প্ৰকৃততে গোটেই মানৱ জাতিৰ কৃষি সভ্যতাৰ এটা উৎসৱৰ প্ৰতীক।" তেওঁ যি কালত 'চৈতন্য আৰু শঙ্কৰ' আৰু 'শঙ্কৰ আৰু চৈতন্য' প্ৰবন্ধ লিখিছিল সেই কালত শ্ৰীশঙ্কৰদেৱৰ বিষয়ে বৰ বেছি আলোচনা হোৱা নাছিল। লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীয়ে ছাত্ৰ অৱস্থাত কলিকতাৰ অ. ভা. উ. সা. সভাত "অসমীয়া ভাষা" এই বিষয়ত বক্তৃতা দিয়াৰ নিচিনাকৈ শৰৎচন্দ্ৰই গুৱাহাটীৰ অ. ভা. উ. সা. সভাত একে বিষয়ৰ বক্তৃতা দিয়ে। তেওঁৰ এফ. এ. শ্ৰেণীত বাংলা মূল বিষয় ( অৰিজিনেল কম্পজিচন ) আছিল। তৎসত্ত্বেও তেওঁ 'অসমীয়া ভাষা'ৰ দুৰ্বলতা বা সীমাবদ্ধতা অনুভৱ কৰি তাক নতুনকৈ সজোৱাৰ কথা উপলব্ধি কৰিছিল। তলৰ উদ্ধৃতিয়েই তাৰ প্ৰমাণ। যেনে —(১) 'অমিত্ৰাক্ষৰ ছন্দত ৰচনা কৰিব খুজিলে, অসমীয়া লেখকৰ আদৰ্শ মাইকেলৰ নহয়, তাত নবীনচন্দ্ৰ সেন হোৱাই যুগুত বুলি বিবেচনা হয়। মাইকেলৰ নিচিনা, ডাঙৰ শব্দ ব্যৱহাৰ অসমীয়া ভাষাত অনুপযুক্ত'। (২) 'ধৰ্মপ্ৰাণ শঙ্কৰৰ ধৰ্মৰ্ ডোৱে অসমীয়া ভাষাক নতুন প্ৰাণ ও নতুন দেহ দিয়ে'। (৩) 'বিশেষ, দেশীয় সাহিত্যত দেশীয় ভাব নাথাকিলে, সি তিমান মনোৰম আৰু আদৰণীয় হব নোৱাৰে। বেছিভাগ সাহিত্যই দেশ কাল অনুসৰি ৰচিত'। (৪) ভাষা যিমানে সহজতে লিখিব পাৰি তিমানে ভাল; যি ঠাইত নতুন, শব্দ এটি দিলে সুশ্ৰাব্য হয়, তাত সেইটি কৰাও দোষনীয় নহয়। তেওঁ মাইকেলী ছন্দক ব্যঙ্গ কৰি 'কিবাকিবিৰ বিষয়ে ৰচনা' ত ( ১৭।৭।১৫ ) কৈছে, "...কিন্তু সোৰোপা অসমীয়া জাতিটোক মাইকেলী ছন্দত কিছুমান কথা শুনাই দিব পাৰিলে, কিজানি দেশখন জাগেই। শেষ চেষ্টা কৰি চোৱা যাওক।—

"বন্দো তৱসম্ব চন্দনত
হে যোস্তহট্ট নিবাসী!
ৰাজেন্দ্ৰসঙ্গমে যথা
শ্ৰীমধুসূদন বঙ্গ কবিকুলমণি
কাঙ্গাতিলা পদ্য সংঘ অৱহেলে,

আমিও তদ্রূপে হে বাগ্‌বাদিনী
বঞ্চিবোহোঁ পত্ৰবাজি
মধুচক্র যথা অসম্বী পানিব
তম্বা সুধা নিৰবধি।

মাইকেলী ছন্দ আৰু ভাষা বুজা টান দেখি তলত গোটাচেৰেক অৰ্থ দিয়া হ'ল—

তম্বসম্ব চন্দনত—তৰসৰ চৰণতৰ মাইকেলী।
যোস্তহট্ট—যোৰহাটৰ ঐ।
কাঙ্গতিলা—কাকতিলা বা কাকতত লিখিলা।
অসম্বী—অসমীয়া কথাটো মাইকেলীত ব্যৱহাৰ
কৰিব নোৱাৰি; সেই দেখি অসম্বীয়া, সংক্ষেপে অসম্বী।"

'নাম-ঘৰ' প্ৰবন্ধত মন্তব্য কৰিছে, "নাম-ঘৰকে কেন্দ্ৰ কৰি গাৱঁলীয়া জীৱনৰ সমস্ত ধৰ্ম, সমস্ত কৰ্ম, সকলো আনন্দ আৰু উদ্যোগ ফুটি উঠিছিল। সামাজিক জীৱনৰ সুখ আৰু উপকাৰ নদীৰ পানীৰ দৰে সকলোৰে সুলভ হৈ উঠিছিল।"

লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, সত্যনাথ বৰা, কনকলাল বৰুৱা, আনন্দচন্দ্ৰ আগৰৱালা আদিৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জনোৱা প্ৰবন্ধত কিছুমান তথ্য পাতি পোৱা যায়।

ভাৰতবৰ্ষৰ ৰাষ্ট্ৰভাষা আৰু লিপি প্ৰবন্ধত তেওঁ মন্তব্য কৰিছে—(১) 'হিন্দুস্থানীৰ আগত কোনো প্ৰাদেশিক ভাষাৰ ৰাষ্ট্ৰভাষা হবৰ দাবী, মোৰ বোধেৰে, নাখাটিব।' আৰু (২) "সংস্কৃত, আৰবীয় আৰু ৰোমান লিপিৰ উৎকৃষ্ট অঙ্গকেইটা মিলাই এটা নতুন লিপি প্ৰচলিত কৰা স্বাধীন ভাৰতীয় ৰাষ্ট্ৰৰ পক্ষে সহজ কাম বুলি অনুমান হয়।"

সৌন্দৰ্য্য, সংসাৰ, বিশ্বব্ৰহ্মাণ্ড, সন্তোষ, কৰ্ত্তব্য পালন আদি প্ৰবন্ধ চিন্তামূলক। প্ৰবেশিকা পৰীক্ষাৰ্থী সকলক উদ্দেশ্য কৰি কোৱাখিনিৰ আজিও প্ৰাসঙ্গিকতা আছে। যেনে, "দেশৰ একমাত্ৰ সম্বল দেশৰ উঠি অহা ডেকা আৰু লৰাসকল—তেওঁবিলাক নিজে নিজৰ মালিক নহয়। তেওঁবিলাক তেওঁলোকৰ পিতৃ-মাতৃৰ যিমান মূল্যবান সম্পত্তি, তেওঁলোক দেশৰ তাতকৈ অনেক গুণে বেছি মূল্যৰ সামগ্ৰী। তেওঁবিলাকে ইচ্ছা কৰি নিজৰ কোনো শক্তি বা সামৰ্থ্য অপব্যয় কৰিব নোৱাৰে; কৰিলে দেশৰ মহামূল্য সম্পত্তি নষ্ট কৰাৰ পাপত পাপী হব। ...আপোনালোক কৃতী হওক, আপোনালোক যশস্বী হওক, আপোনালোক তেজস্বী হওক। আমাৰ ডেকাৰ মাজৰ পৰা পেষ্টিওৰ, ইনষ্টিন, কাৰ্নেজি, লয়েড জৰ্জৰ দৰে সকলো ক্ষেত্ৰত অপৰিসীম শক্তিশালী লোকৰ উদ্ভৱ হওক।" তেওঁ "কোমল আৰু কঠোৰ শিক্ষা" প্ৰবন্ধত "মনুষ্যোচিত চৰিত্ৰ" গঠণৰ ওপৰত গুৰুত্ব দিছে। 'ভাণ্ডাৰীৰ চিঠি'ত বঙ্গভঙ্গৰ পাচৰ বিদেশী বস্তু বৰ্জন আৰু স্বদেশী দ্ৰব্য ব্যৱহাৰৰ কথা লেখকৰ (বৰভাণ্ডাৰীৰ) মূল বক্তব্য।

বিভিন্ন সভা-সমিতিত দিয়া তেওঁৰ ভাষণসমূহত (ভাষণমালা) অধ্যয়নপুষ্ট মন, পুৰঠ অভিজ্ঞতা আৰু কৰ্মপ্ৰেৰণাৰ ইঙ্গিত পোৱা যায়। তাৰ মাজেদি শিক্ষক শৰৎচন্দ্ৰ গোস্বামী উদ্ভাসিত হৈ উঠে।

উত্তৰ লক্ষীমপুৰ সাহিত্য-সভাৰ সভাপতিৰ অভিভাষণত ভাষণ প্ৰসঙ্গত অসমৰ সীমা সংকোচন, সাহিত্যৰ বৰ্ত্তমান অৱস্থা, অসমীয়া সাহিত্যৰ প্ৰাচীনত্ব, বৈষ্ণৱ যুগৰ সাহিত্য, বাকানৰ সংস্কাৰ আদি কথা আলোচনা কৰিছে। অভিভাষণৰ কিছুমান কথা তাৎপৰ্য্যপূৰ্ণ। যেনে, (১) "আন আন সাহিত্যৰ আৰ্হিৰে আমাৰো সাহিত্য আগবাঢ়িব লাগিলে, সাহিত্য-চৰ্চাক

আমি ব্যৱসায়ত পৰিণত কৰিব লাগিব।" (২) "শব্দ-ভঁড়ালে ভাষাক চহকী কৰে। দ্বিতীয়া নকৰে। ভাষাৰ নিজস্ব হৈছে সেই ভাষাৰ গঠন প্ৰণালী, তাৰ ব্যাকৰণ আৰু বৰ্ণ-বিন্যাস।" (৩) "বাস্তৱ জীৱনত মত সহিষ্ণুতাৰ সমান ভাল গুণ একো নাই"। (৪) "মোৰ মনেৰে অসমীয়া জাতি সম্প্ৰতি এক সঙ্কট অৱস্থাত উপস্থিত। আন দেশৰ মানুহ, আন দেশৰ আচাৰ-ব্যৱহাৰ, আন দেশৰ কাপোৰ-কানি, আন দেশৰ ভাষা-সাহিত্য সকলো আমাক গ্ৰাস কৰিবলৈ ওলাইছে। এই আক্ৰমণৰ হাত সাৰিবলৈ হ'লে সকলো অসমবাসীয়ে আৰ্থিক আৰু সামাজিক অৱস্থাৰ উন্নতি কৰিবলৈ বদ্ধপৰিকৰ হব লাগিব। গাওঁ-ভূঁইৰ স্বাস্থ্যৱান অৱস্থা, সতি-সন্তানৰ সবল দেহ, শিক্ষাৰ সৰল ভাষা, ভাষাৰ মনোৰম সাহিত্য, সৰ্বসাধাৰণ আলস্য-বিহীন, জীৱনৰ কৰ্মৰ জগত আনন্দ, এইবিলাক জাতি গঠনৰ জাতি বলী আৰু কৰ্মী হোৱাৰ লক্ষণ।" জাতিৰ উন্নতিৰ কেনে উপযুক্ত পৰামৰ্শ!

শিক্ষক সন্মিলনত তেওঁ কয়, "শিক্ষকৰ কামৰ উদ্দেশ্য—ছাত্ৰৰ চৰিত্ৰ-গঠন। ছাত্ৰক সকলো সাংসাৰিক কাৰ্য্যতে চতুৰ কৰি তোলা আৰু ছাত্ৰৰ হৃদয়ত এনে বল দিয়া--যাৰ দ্বাৰা সম্পদে বিপদে স্থিৰ হৈ থাকি তেওঁ কৰ্তব্য পালন কৰি যাব পাৰে; শিক্ষকৰ আদৰ্শ মহা মহা ধৰ্মগুৰুসকল—যিসকলে লাঞ্ছিত আৰু অপমানিত হৈয়ো মানৱজাতিৰ হিতৰ অৰ্থে যত্ন কৰিছিল; শিক্ষকৰ আদৰ্শ দেশপ্ৰেমিকসকল— যি সকলে দেশৰ আৰু নিজৰ জাতিৰ মায়াত শতেক বাধাতো সেই দেশৰ হে সেৱা কৰিছিল। শিক্ষকৰ আদৰ্শ পিতৃ-মাতৃ—যি নিঃস্বাৰ্থ হৈ কেৱল পুত্ৰৰ হিতৰ কাৰণেই সকলো কাৰ্য্যকে নিয়ন্ত্ৰিত কৰি লয়" (মাজুলী শি. স.)। অসম শিক্ষক সন্মিলনৰ সভাপতিৰ ভাষণত তেওঁ কয়, "শিক্ষকসকলৰ সন্মান আৰু বেতন-বৃদ্ধি তেওঁলোকৰ ওপৰতহে নিৰ্ভৰ কৰিছে। কৰ্তব্যনিষ্ঠা সন্মান অৰ্জনৰ প্ৰধান পন্থা" (দশম অধিবেশন)। কেনে সাৰুৱা বাস্তৱ উপদেশ!

ছাত্ৰ সন্মিলনৰ সভাপতিৰূপে দিয়া ভাষণসমূহতো ছাত্ৰৰ জীৱন গঢ়া সমল আছে। যেনে, —(১) অসমীয়া মানুহৰ দুটা দুলক্ষণ—এটা আলাহ, আৰু এটা নিজৰ মানুহৰ শ্ৰী সহিব নোৱাৰে। এই দুটা দোষ এৰিলে, অসমীয়াৰ বুদ্ধি আৰু চৰিত্ৰৰ এনে কিছুমান গুণ আছে, যাৰ বলত অসমীয়া জাতি সংখ্যাত কম হৈয়ো অতি সোনকালে ভাৰতবৰ্ষৰ ভিতৰত লেখত লবলগীয়া এটা জাতি হৈ উঠিব পাৰে" (মেলেং ছা. স.)। (২) "অনেক সময়ত আমাৰ আদৰ্শ ক্ষুদ্ৰ, অনেক সময়ত আমাৰ কৰ্মশক্তি ক্ষীণ। জীৱন-যাপনত অকল অৰ্থত নহয়, ভাবতো আমি অনেক সময়ত দীন। মই ছাত্ৰসকলক কওঁ, এই ক্ষুদ্ৰতা বৰ্জন কৰা, এই ক্ষীণতাক জয় কৰা, আৰু এই দৈন্যক দূৰ কৰা। ভবিষ্যৎ তোমালোকৰ, তাক মহৎ কৰা, উজ্জ্বল কৰা (যোৰহাট ছা. স.) ইত্যাদি।

তেওঁ "অসমীয়া সাধুকথা" নামৰ আঠোটা সাধুৰ পুথিখন সম্পাদনা কৰে। এই পুথিখন এসময়ত বৰ জনপ্ৰিয় আছিল।

বৰ্তমান সংকলনত শৰৎচন্দ্ৰৰ সোতৰটা বিবিধ বিষয়ক ৰচনা সন্নিবিষ্ট কৰা হৈছে। এই-বোৰৰ ভিতৰত কেইটামান হ'ল প্ৰবন্ধ, এখন অভিভাষণ, জীৱনী-বিষয়ক প্ৰবন্ধ এটা, গল্প দুটা, পুথিৰ পাতনি এখন ইত্যাদি।

কামৰূপ অনুসন্ধান সমিতিৰ অভিভাষণত তেওঁৰ গৱেষণামূলক দৃষ্টিভঙ্গী, অসমীয়া সাহিত্য-সংস্কৃতিৰ প্ৰতি অনুৰাগ আদি পৰিলক্ষিত হয়। 'হিউন্ ট্ৰেঙৰ ছ অৰ বুদ্ধিজিম' প্ৰবন্ধটোত এসময়ত কামৰূপত বৌদ্ধধৰ্মৰ যে প্ৰচলন আছিল তাক প্ৰতিপন্ন কৰিবৰ কাৰণে

প্ৰাচীন কামৰূপৰ ধৰ্ম, আচাৰ, সাহিত্য আদিৰ উদাহৰণ দিছে। "বৈষ্ণৱিজম্ ইন্ কামৰূপ" প্ৰবন্ধত তেওঁ বৈষ্ণৱ ধৰ্মৰ বৈশিষ্ট্য ( সত্ৰানুষ্ঠান আৰু নামঘৰ ), বৈষ্ণৱ ধৰ্ম আৰু বৌদ্ধ ধৰ্মৰ মাজত সাদৃশ্য, কামৰূপৰ আধুনিক বৈষ্ণৱ ধৰ্ম—এইকেইটা শিতানত কামৰূপীয় বৈষ্ণৱ ধৰ্মৰ এটা চমু বিৱৰণ দিছে। "ডি কলিতাজ অৱ কামৰূপ" শীৰ্ষক প্ৰবন্ধটোত তেওঁৰ অনুসন্ধিৎসাৰ পৰিচয় পোৱা যায়। "ডি নাইট ওৱৰছিপাৰ্ছ" প্ৰবন্ধত ৰাতিখোৱা সম্প্ৰদায়ৰ এটি বিশদ আলোচনা পোৱা যায়। উমানন্দৰ ভূমিদান, জেবিলি মুদ্ৰা আদি প্ৰবন্ধত তেওঁৰ ঐতিহাসিক সমলৰ প্ৰতি অনুৰাগ পৰিলক্ষিত হয়। ইন্সপেক্টৰ শৰৎচন্দ্ৰ প্ৰাথমিক শিক্ষা বিষয়ৰ এজন অভিজ্ঞ ব্যক্তি। এই বিষয়ত কলিকতা বিশ্ববিদ্যালয়ে প্ৰকাশ কৰা তেওঁৰ পুস্তিকাখনেই ( ছম্ প্ৰব্লেমছ অৱ প্ৰাইমাৰী এডুকেচন্ ) তাৰ প্ৰমাণ। এই বিষয়ৰ অন্য দুটা প্ৰবন্ধও তাৰ প্ৰমাণ।

গাওঁ সংগঠন বিষয়ক ইংৰাজী টোকাত স্বকীয় চিন্তা-চৰ্চাৰ পৰিচয় পোৱা যায়।

ওপৰন্তু শৰৎচন্দ্ৰ গোস্বামীৰ কিছুমান আধৰুৱা ৰচনা বা কামৰ আঁচনি সন্নিবিষ্ট কৰা হৈছে। চিঠি-পত্ৰসমূহৰ পৰাও শৰৎচন্দ্ৰ মানুহজনৰ বিষয়ে কিছু আভাস পোৱা যাব। তাৰ দুই-এখন চিঠিয়ে শিক্ষাবিদ হিচাবে তেওঁৰ স্থান কি আছিল তাক নিৰূপণ কৰাত সহায়ক হ'ব।

শৰৎচন্দ্ৰ গোস্বামী ৰচনাৱলী প্ৰণয়ন কৰাত বিভিন্ন ব্যক্তিয়ে আমাক সহায় কৰিছে। ইয়াৰ বাবে জয়জয়তে শৰৎচন্দ্ৰ গোস্বামীৰ কন্যা শ্ৰীমতী সুপ্ৰভা গোস্বামী, শৰৎচন্দ্ৰৰ কন্যা ৺প্ৰতিভা গোস্বামীৰ পুত্ৰ শ্ৰীদেৱব্ৰত গোস্বামী ( প্ৰাক্তন অধ্যক্ষ, অসম ইঞ্জিনীয়েৰিং কলেজ ) আৰু বোৱাৰী শ্ৰীমতী সবিতা গোস্বামীৰ নাম ল'ব লাগিব। তেওঁলোকে অনেক আপুৰুগীয়া সমলৰ যোগান ধৰিছে; ধ্বনি কবি শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা, শ্ৰীপ্ৰফুল্ল বেজবৰুৱা (অধিবক্তা) শিৱসাগৰ, অধ্যাপক শ্ৰীঅজিতকুমাৰ শৰ্মা ( প্ৰাক্তন এম·পি ), শ্ৰীমান বসন্তমঙ্গল নেওগ, শ্ৰীঅৰুণ বৰুৱা ( যোৰহাট ), শ্ৰীমাধব ভুঞা (অধিবক্তা) যোৰহাট শ্ৰীমান দিলীপকুমাৰ ফুকন আদিয়ে সহায় কৰিছে ; শ্ৰীমতী মামনী হাজৰিকা, শ্ৰীৰবীন্দ্ৰনাথ গোস্বামী, শ্ৰীৰথীন্দ্ৰনাথ গোস্বামী, শ্ৰীদয়ানন্দ গগৈ আদিয়ে প্ৰবন্ধ নকল কৰি আমাক সহায় কৰিছে। এই সকলোকে আমাৰ ধন্যবাদ জ্ঞাপন কৰিলোঁ। অসম সাহিত্য সভাই আমাক এই কামৰ দায়িত্ব দিয়াৰ বাবে কাৰ্য-নিৰ্বাহকৰ সমূহ সদস্যক কৃতজ্ঞতা জনালোঁ। আমাৰ পাৰিবাৰিক অশান্তিৰ বাবে সম্পাদনা কাৰ্যত খুঁত থকা স্বাভাৱিক। ইয়াৰ উপৰি ৰচনাৱলীত দুই-এটা প্ৰবন্ধ বাদ পৰিব পাৰে। তাৰ কাৰণে পাঠকসকলে যেন আমাক ক্ষমা কৰে। ইতি—

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

'বন্দালি'
নতুন পাৰা
যোৰহাট—১৭৮৫০১

১২।৪।৮৭

# প্ৰধান সম্পাদকৰ একাষাৰ

১৯৮৭ খ্ৰীষ্টাব্দৰ ১২ মে'ৰ পৰা এশ বছৰৰ আগতে অবিভক্ত কামৰূপ জিলাৰ নলবাৰী সত্ৰৰ (নাৰায়ণপুৰ সত্ৰ) আধুনিক অসমীয়া ভাষা-সাহিত্যৰ অন্যতম নিৰ্মাতা, অসম সাহিত্য সভাৰ জন্মলগ্নৰ অন্যতম উদ্যোক্তা, সুসংগঠক শৰৎচন্দ্ৰ গোস্বামীৰ জন্ম হৈছিল।

ঊনবিংশ শতিকাৰ শেষৰকালে জন্মগ্ৰহণ কৰি এই শতিকাৰ মাজছোৱালৈকে নিজৰ প্ৰতিভাৰে শৰৎচন্দ্ৰ গোস্বামীয়ে আমাৰ জাতীয় জীৱনৰ বুৰঞ্জীতো এখনি স্থায়ী আসন প্ৰতিষ্ঠা কৰি গ'ল। শৰৎচন্দ্ৰ গোস্বামী আমাৰ বাবে সদায়েই স্মৰণীয় আৰু বৰণীয় ব্যক্তি হিচাপে পৰিগণিত হ'ব। ১৯৮৭ খ্ৰীষ্টাব্দৰ ১২ মে'ৰ জন্ম-শতবৰ্ষ জয়ন্তীত আমি তেখেতলৈ শ্ৰদ্ধাঞ্জলি নিবেদন কৰিছোঁ। এগৰাকী আদৰ্শবান শিক্ষক হিচাপে আত্মপ্ৰতিষ্ঠা কৰা গোস্বামীৰ প্ৰাণৰ শিক্ষানুষ্ঠান আছিল যোৰহাটৰ নৰ্মাল স্কুল। গোস্বামীৰ হাতৰ পৰশত নৰ্মাল স্কুলখন হৈপৰে এখন আগশাৰীৰ বিদ্যালয়। এই বিদ্যালয়ৰ মুখ-পত্ৰ "প্ৰভাত" (১৯১৮) গোস্বামীৰ এক মহৎ অৱদান। কেৱল নৰ্মাল স্কুলতেই নহয়—শিক্ষাবিষয়া আৰু শিক্ষাবিদ হিচাপেও গোস্বামীয়ে দি গৈছে এক মহত্বপূৰ্ণ অৱদান।

সুদক্ষ সমাজসেৱক আৰু সংগঠক স্বৰূপে গোস্বামী ডাঙৰীয়াই যি কেইটি অনুষ্ঠানৰ লগত জড়িত হৈ আছিল, তাৰ ভিতৰত সৰ্বপ্ৰথমেই আমাৰ মনলৈ আহে 'অসম সাহিত্য সভা'ৰ-দৰে অৰাজনৈতিক জাতীয় অনুষ্ঠানটিৰ কথা। অসম সাহিত্য সভাৰ বুনিয়াদ নিৰ্মাণত গোস্বামী আছিল এজন সুদক্ষ স্থপতি। ১৯১৭-১৮ খ্ৰীষ্টাব্দৰ আৰম্ভণী বছৰৰপৰা প্ৰায় ৭ বছৰ কাল ধৰি সভাৰ প্ৰধান সম্পাদক হিচাপে গুৰিৰঠা ধৰি তেখেতে অসম সাহিত্য সভাক জাতীয় অনুষ্ঠানলৈ পৰিণত কৰিলে। সভাৰ কেন্দ্ৰীয় কাৰ্যালয় "চন্দ্ৰকান্ত সন্দিকৈ ভৱন" নিৰ্মাণৰ বেলিকা গোস্বামীৰ তৎপৰতা, সভাক কাৰ্যক্ষম কৰি তুলিবলৈ ন্যাস-পুঁজি সংগ্ৰহ আদিৰ ক্ষেত্ৰতো তেখেতৰ অৱদান মন কৰিবলগীয়া। তদুপৰি বুৰঞ্জী আৰু পুৰাতত্ব বিভাগ, অসম মিউজিয়ম, সংস্কৃত সঞ্জীৱনী সভা, নলবাৰী সংস্কৃত মহাবিদ্যালয় আদি স্থাপনৰ ক্ষেত্ৰতো তেখেতৰ বৰঙণি যথেষ্ট। গুৱাহাটী বিশ্ববিদ্যালয় গঠনৰ বেলিকাও তেখেতে জনমত গঢ়ি তুলিছিল। আধুনিক অসম গঢ়াৰ চিন্তা, সংগঠনৰ মাজেদি কৰ্ম প্ৰেৰণাৰ উৎস শৰৎচন্দ্ৰ গোস্বামী অসমীয়া জাতীৰ চিৰনমস্য সকলৰ এজন।

শৰৎচন্দ্ৰ গোস্বামীদেৱৰ জন্ম-শতবৰ্ষ জয়ন্তী উছৱ উদ্‌যাপন কৰাৰ বাবে সভাৰ সকলো জিলা সাহিত্য পৰিষদ, শাখা সভা, স্বীকৃত সভা আৰু অন্যান্য সাহিত্য-সাংস্কৃতিক অনুষ্ঠানৰ প্ৰতি আহ্বান জনোৱা হয়। কেন্দ্ৰীয়ভাৱে জন্ম-শতবৰ্ষ উছৱ যোৰহাট, নলবাৰী আৰু গুৱাহাটীত উদ্‌যাপন কৰিবলৈ সিদ্ধান্ত লোৱা হয়। তদুপৰি সভাই ১৯৮৭-৮৮ বছৰটো "শৰৎচন্দ্ৰ

গোস্বামী-বৰ্ষ" হিচাপে পালন কৰাৰো সিদ্ধান্ত লয়। জন্ম-শতবাৰ্ষিকী উপলক্ষে শৰৎচন্দ্ৰ গোস্বামীদেৱৰ এখন জীৱনী-গ্ৰন্থও প্ৰকাশ কৰা হৈছে। জীৱনীখন প্ৰণয়ন কৰিছে সভাৰ প্ৰাক্তন সভাপতি শ্ৰীঅতুলচন্দ্ৰ বৰুৱাই।

শতবাৰ্ষিকী-বৰ্ষ উপলক্ষে গোস্বামীদেৱৰ এটি স্মাৰক ডাকটিকট প্ৰকাশ কৰাৰবাবে কেন্দ্ৰীয় চৰকাৰৰ লগত যোগাযোগ কৰা হৈছিল যদিও এই সম্পৰ্কত আমি কেন্দ্ৰীয় চৰকাৰৰ পৰা আশানুৰূপ সঁহাৰি নাপালোঁ। সেয়েহে অসমৰ বাইজে আশা কৰা মতে গোস্বামীদেৱৰ স্মাৰক ডাকটিকট প্ৰকাশ নহ'ল।

চৰকাৰী কামত আত্মনিয়োগ কৰিলেও, সাংগঠনিক দিশত ব্যস্ত থাকিলেও গোস্বামীদেৱে সাহিত্য-কৰ্মতো সম্পূৰ্ণৰূপে মনোনিবেশ দিছিল। গোস্বামীদেৱৰ জন্ম-শতবাৰ্ষিকী উছৱৰ সময়তে তেখেতৰ প্ৰকাশিত-অপ্ৰকাশিত সকলো ৰচনা একত্ৰে প্ৰকাশ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়। তেখেতৰ দুষ্প্ৰাপ্য পুথি-পত্ৰ, বিভিন্ন কাকতে-পত্ৰে সিঁচৰতি হৈথকা লেখনীসমূহ সংগ্ৰহ আৰু সম্পাদনাৰ দায়িত্বঅৰ্পণ কৰা হয় অসমসাহিত্য সভাৰ প্ৰাক্তন সভাপতি, অধ্যাপক যতীন্দ্ৰ-নাথ গোস্বামীক। অধ্যাপক শ্ৰীগোস্বামীয়ে সভাৰ এই অনুৰোধ ৰক্ষা কৰি অতি কম সময়ৰ ভিতৰতে "শৰৎচন্দ্ৰ"ৰ সকলো পুথি-পত্ৰ, লেখা আদি সংগ্ৰহ কৰে। গোস্বামীদেৱৰ আপ্ৰাণ সুধীয়া যত্নৰ ফলস্বৰূপেই সভাই সমগ্ৰ ৰচনাৱলীখন একত্ৰে প্ৰকাশ কৰাৰ সুবিধা পালে। অধ্যাপক গোস্বামীলৈ সভাৰ পক্ষৰপৰা শলাগ জ্ঞাপন কৰিলোঁ। অধ্যাপক গোস্বামীক ৰচনাৱলী সংগ্ৰহত সহায় কৰোঁতা আৰু সিবিলাক প্ৰকাশৰ বাবে সভাক অনুমতি প্ৰদান কৰোঁতা শৰৎচন্দ্ৰ গোস্বামীৰ পৰিয়ালবৰ্গৰ শ্ৰীমতী সুপ্ৰভা গোস্বামী (৬১-৭-৮৩ তৰিখৰ পত্ৰযোগে), শ্ৰীদেৱব্ৰত গোস্বামী (১৪-৮-৮৬ তাৰিখৰ পত্ৰযোগে), আৰু শ্ৰীমতী সুব্ৰতা বৰুৱাৰ (২-৮-৮৬ তাৰিখৰ পত্ৰযোগে) প্ৰতিও আমি কৃতজ্ঞ। ৰচনাৱলীৰ বাবে দুষ্প্ৰাপ্য সমল আগবঢ়াওঁতা—অধ্যাপক অজিতকুমাৰ শৰ্মা, অধিবক্তা প্ৰফুল্ল বেজবৰুৱা, শ্ৰীঅৰুণ বৰুৱা, অধিবক্তা মাধৱ ভূঞা, শ্ৰীদিলীপকুমাৰ ফুকন আৰু শ্ৰীবসন্ত মংগল নেওগৰ প্ৰতিও আমি কৃতজ্ঞ। ছপাৰ সুবিধাৰ বাবে বিষয় বিভাজন কৰি ৰচনাৱলীৰ সূচীত খণ্ড কৰা হ'ল। ৰচনাৱলীখন ছপা কৰি দিয়া বাবে কলিকতাৰ ইন্দু-নাৰায়ণ প্ৰিণ্টিং ওৱৰ্কছ আৰু বেটুপাতৰ ছবি অংকন কৰোঁতা যোৰহাটৰ 'দি ছেটাৰ্ছ' লৈকো শলাগ জ্ঞাপন কৰিলোঁ।

শৰৎচন্দ্ৰ গোস্বামীৰ আদৰ্শ আৰু প্ৰতিভা আমাৰ বাবে অনুপ্ৰেৰণাৰ উৎস হওক এয়ে কামনা। ইতি,—

অজল বাজখোৱা
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট—৭৮৫০০১
১২মে, ১৯৮৭ খ্ৰীঃ

# গল্পাঞ্জলি



শ্ৰীশৰৎচন্দ্ৰ গোস্বামী

যোৰহাট, সাহিত্য-প্ৰকাশ সমিতি হইতে
শ্ৰীহৰিনাৰায়ণ দত্ত বৰুৱা কৰ্ত্তৃক
প্ৰকাশিত।

কলিকাতা
২৫নং ৰায়বাগান ষ্ট্ৰীট্ ভাৰতমিহিৰ যন্ত্ৰত
শ্ৰীমহেশ্বৰ ভট্টাচায দ্বাৰা
মুদ্ৰিত।
শক ১৮২৩

দাম ১৲ এক টকা

সোদৰোপম

শ্ৰীযুক্ত কুলধৰ চলিহাৰ

কৰকমলেষু।

# নিবেদন

লিখকৰ দুটা এটা গল্প মাজে মাজে মাহিলি আলোচনী কেইখনত প্ৰকাশ হৈছিল। সেইবোৰৰপৰা বাৰটা গল্প বাছি কিতাপ আকাৰত প্ৰকাশ কৰা হল। ই পাঠক সকলৰ তৃপ্তিপ্ৰদ হলেই লিখকৰ পৰিশ্ৰম সাৰ্থক হব।

শ্ৰীশৰৎচন্দ্ৰ গোস্বামী

( ৩ )

বিয়া বোলে—"দিল্লীকা লাড্ডু", যি খাইছে সিও "পোষ্টাইছে" আৰু যি খোৱা নাই সিও পোষ্টাইছে। আমাৰ সমাজে যেন এই "দিল্লীকা লাড্ডু"টো বিলাবলৈ সদায় ব্যস্ত। ছোৱালী-জনী মাটিত পৰাৰ দিনৰপৰা মাক-বাপেকৰ চিন্তা হল, তাইক এই লাড্ডুটো কৰপৰা কেনেকৈ দিয়া হব? লৰাৰ বয়স ৮।১০ বছৰ হোৱাৰ দিন ধৰি ভাবনা তাৰ বাবে এনে এটা লাড্ডু মিলে কত? সেই দেখি পশুপতিৰ সম্বন্ধেও এই লাড্ডু যোগাবৰ বাবে সমাজ উদাসীন নাছিল। তেওঁৰ গাৱঁৰ আৰু চিনা-জনা সকলো মানুহৰ আলাপৰ এটা বিষয় আছিল পশুপতিৰ বিয়া। তেওঁৰ ইষ্ট-কুটুম্ব বন্ধু-বান্ধব সকলোৰে আলোচ্যৰ বিষয় আছিল পশুপতিৰ বিয়া। তেওঁৰ গাৱঁৰ লৰা-তিৰোতাৰ অসম্ভৱ সম্ভৱ হোৱাৰ উদাহৰণ দিবৰ কথা আছিল পশুপতিৰ বিয়া। কিন্তু ইমান আলোচনা-আলাপ সত্বেও ২৫।২৬ বছৰ মান হোৱালৈকে তেওঁৰ বিয়াৰ কোনো আগন্তুক দেখা নগল। শত্ৰু পক্ষৰ কোনোৱে কোনোৱে চিন্তা কৰি সিদ্ধান্ত কৰিলে—অজলা অকৰা সকলোৰে বিয়া হয় আৰু হৈছে, পশুপতি দেখিবলৈ বগা, বয়স মুঠতে ২৫।২৬ বছৰ, ডাঙৰ মানুহৰ সন্ততি, আগৰ সম্পত্তিখান আৰু ইফালে ৰামায়ণ, মহাভাৰত, কীৰ্তন, দশম পঢ়িবৰ জোখাৰ বিদ্যাও আছে—এনে স্থলত কোন ন্যায় বা দৰ্শন শাস্ত্ৰ মতে তেওঁৰ বিয়া নহৈ পাৰে।

( ৪ )

বাস্তৱতে কথাও হল সেয়ে। পশুপতিয়ে বন্ধু বান্ধৱৰ পৰামৰ্শ আৰু গাওঁ-কুচিলাৰ দিহা মতে অৱশিষ্ট যি সম্পত্তি আছিল সকলোকে বন্ধকৰ ঘৰৰপৰা উলিয়াই বিক্ৰি কৰাত তেওঁৰ হাতত টকা পাঁচ শ মান হল। তাত বাদে তেওঁৰ বাপতীয়া সাহোন এধাৰি সোণৰ হাৰ আছিল, সেই ধাৰি বেচিও ৩০০৲ মান টকা পালে। আৰু কোনো বন্ধু বান্ধৱৰ পৰাও দুশ মান ধাৰ পালে। যেতিয়া হাজাৰমান টকা তেওঁৰ হাতত হল, তেতিয়া বিয়াৰ দিহা হব লাগে বুলি আগেয়ে তাৰ-ভেটি গাখীৰ-কল খুৱাই ৰখা ৮।৯ বছৰীয়া ছোৱালীজনীকে গ ধন সাত শ টকা দি ঠিক কৰিলে। সেই ঠিক মতে বিয়াৰ দিনো ঠিক হল।

বিয়াৰ দিনা বিয়াৰ সাধাৰণ সমাৰোহেৰে বৰ-বেশী পশুপতি বিয়া সভাত আহি সোমাল। পূজা-পানী ফুল-দূৰ্বা আদি বিয়াৰ আগ-ভাগবোৰ শেষ হোৱাত ছোৱালী আনিবৰ পৰত ছোৱালীৰ বাপেকে পাতিলে যে, এনে তেনে ভাৰ বেয়া হৈছে. ইমান খিনি গাখীৰ আৰু তিমান খিনি মাছ পোৱা, তেনে তেনে সংকাৰৰ কাপোৰ বেয়া আৰু এনে তেনে বস্তু পোৱাই নাই. সুতৰাং পশুপতিয়ে যদি তেতিয়াই বিয়াৰ মণ্ডলীতে আৰু ২০০৲ টকা নিদিয়ে, তেনেহলে তেওঁ তেতিয়াই ইয়াৰপৰা উঠি ঘৰলৈ গতি কৰক, কাৰণ, ইয়াৰ লৰ-চৰ হলে তেওঁ ছোৱালী বিয়া নিদিয়ে, আৰু নিদিয়ে বুলি ততালিকে এটি বিষম অঙ্গীকাৰ কৰিলে। সমজ্যাত সকলোৰে হৈ-চৈ লাগিল আৰু বেচাৰা পশুপতি একো উপায় নাপায় কান্দি পেলালে। শেষত একো উপায়ান্তৰ নেদেখি পশুপতিৰ আত্মীয় কিবা আফিচত মহৰী কাম কৰা যুৱকী মানুহ এজনে তিনি দিনৰ মূৰত টকা দিব বুলি হাত-ধাৰা-মাৰি কৰাত ছোৱালী উলিয়াই আনিবলৈ আদেশ পৰিল। বিয়াৰ অৱশেষ

যিনি প্ৰজাপতি আৰু সিদ্ধিদাতা গণেশৰ কৃপাত নিৰ্বিঘ্নে সম্পন্ন হৈ গল আৰু পশুপতিও মানৱী জনম কৃতাৰ্থ কৰি বিবাহিত হৈ সমাজ আৰু পিতৃ ঋণ পৰিশোধ কৰিলে।

( ৫ )

বিয়াৰ তিন দিনৰ দিনা ছোৱালী আকৌ মাকৰ ঘৰলৈ ফিৰি আহিল। আহি হাত-ভৰি ধুই ঘৰ সোমাল। অলপ পাছতে এবাৰ শৌচ কৰিলে, তাৰ পাচত আৰু এবাৰ, তাৰ পাছতে ৰাতি হল। সকলোৰে খবৰ পালে ছোৱালীজনী হাজিয়াত পৰিল। গাৱঁৰ দুই এজন জনা বুজা মানুহে ডাক্তাৰ বা বেজ আনি দৰৱ খুৱাবলৈ পৰামৰ্শ দিলে। ছোৱালীৰ বাপেকে উত্তৰ দিলে, এই ছোৱালীৰ বাবে তেওঁৰ ২০০৲ শ টকা লোকচান হল, যি দেৰ শ টকা বিয়াৰ তিন দিনৰ দিনা দিবৰ কথা আছিল তাকো তেওঁ পোৱা নাই এতেকে সেই ছোৱালীৰ বাবদে ডাক্তৰ-কবিৰাজ আনি তেওঁ আৰু পয়চা খৰচ কৰিব নোৱাৰে। যাৰ জন তাক লাগে যদি সি পয়চা খৰচ কৰি চিকিৎসা কৰে, মাৰি পেলায়, যি ইচ্ছা তাকে কৰক।

এনেতে পশুপতি ডাক্তৰ এজন লৈ শহুৰেকৰ ঘৰত উপস্থিত হল। ডাক্তৰে সৈতে পশুপতিক চোতালত দেখিয়েই শহুৰেক দপদপাই উঠিল। পশুপতি হে তেওঁৰ ছোৱালীৰ যম হল। পশু-পতিয়ে বিয়া নকৰালে আৰু ঘৰলৈ লৈ নগলে তেওঁৰ ছোৱালী আজি যমৰ ঘৰলৈ যাব লাগিলহেতেন নে? পশুপতি সেইবিলাক কথালৈ আওকাণ কৰি শহুৰেকৰ ভৰিত দীঘল দি পৰি আগেয়ে চিকিৎসা কৰিবলৈ অনুমতি দিবৰ নিমিত্তে কাকুতি কৰিবলৈ ধৰিলে। শহুৰেকে কলে যে, তেওঁৰ জন তেওঁক দিয়াত একো আপত্তি নাই। কিন্তু আগেয়ে তেওঁৰ পাওনা টকা দেৰ শ নিদিলে, তেওঁ ছোৱালীক চিকিৎসা কৰিব নালাগে, চুবকে দিব নোৱাৰে। একো উপায় নোপোৱাত পশুপতিয়ে যি অলপ অলঙ্কাৰ আছিল সেই অলঙ্কাৰকে দিব বুলি কোৱাতো। তেওঁ লিখা-পঢ়া নোহোৱাকৈ সন্তুষ্ট নহল। তেতিয়া এখন কাকতত সেই সৰ্তত লিখা পঢ়াৰ ভিতৰত সোমাই, ৰোগীৰ গাত হাত দি দেখিলে গা তেনেই চেচা; নাড়ী টিপিলে, নাড়ী পোৱা নগল।

কপাল মূৰ ঢাকুৰি সেই দিনাই ঘৈণীয়েকৰ অন্তেষ্টি ক্ৰিয়া সমাপ্ত কৰি পশুপতি ঘৰলৈ গল। আজি তেওঁৰ ঘৰ-বাহিৰ আৰু অন্তৰ সকলো শূন্য।*

* আসাম বান্ধৱ, প্ৰথম বছৰ, দশম সংখ্যা, আহাৰ ১৮২৭ শক।

# পুনৰ্জন্ম

( ১ )

আবেলি চাহটোপা খাই কানি-কাপোৰ পিন্ধিবলৈ কাৰবাৰ কৰিছোঁ—অলপমান ফুৰি আহিবৰ মন। এনেতে আলিৰপৰা মাত লগালে, "কি কৰিছা হে! এসোঁথনি পৰ নামাতাই চোন।" খিৰিকিৰে চাওঁ, ৰামদাস। "ৰবা অলপমান" এই বুলি খৰধৰকৈ ফুৰিবলৈ ওলালোঁ।—দুয়োৰে সেই দিনা পৰ্যন্তৰ কাষলৈ ফুৰিব যোৱাৰ কথা আছিল।

( ২ )

ৰামদাসৰ লগত তাহানিৰ কলেজতে চিনাকি। দুয়ো একেলগে পঢ়িছিলোঁ আৰু কেটামান দিন একেলগে একে মেছতে একেটা কোঠালিতে থাকিছিলোঁ। তেওঁ বি, এ, ফি, এ পাছ কৰি এতিয়া এজন হাকিম—চাকৰি পোৱাৰ অলপ দিনৰ পাছতেই আমাৰ চহৰখনলৈ আহিছে মাথোন। আমাৰ ফালে হলে সৰস্বতীৰ কৃপা নহল, বীণাপাণিৰ অলপ—কাৰণ দুই এটা গত বজাবলৈ শিকিছিলোঁ। বৰ্ত্তমান পিতৃদেৱতাৰ ওকালতীৰ আয়ৰ ভাগ লোৱা হয়, ৰব চলোৱাৰ আছিলাত ইফালে সিফালে যোৱা হয়, থিয়েটাৰত নাচ-গান কৰা হয় আৰু কোনো মতে পেটৰূপী জনাৰ্দ্দনৰ পূজা-সেৱা চলোৱা হয়। মুঠতে ৰামদাস সম্ভ্ৰমী লোক, আমি "বাজে মাৰ্কা।" যি হওক আমাৰ কলেজৰ দিনৰ বন্ধুত্ব গুছা নাছিল, কিন্তু দুখৰ কথা, তেনে বন্ধুত্ব থাকাও নাছিল। নাথাকাত যে মোৰ বা ৰামদাসৰ কিবা এটা দোষ আছিল, তেনে নহয়। আমি ভাল-বেয়া, শুধ-অশুধ, ধুতি-বিধুতি—একো কথা নাজানো, সুতৰাং নামানো। সকলোকে সমান কৰি, সমান ভাবে, সকলো ঠাইতে সকলোকে আত্মনং ভাবি, খাই ফুৰাত আমাৰ কোনো আপত্তি নাই। আমাৰ শাস্ত্ৰই সক-ডাঙৰৰ কথাকো নকয়। কিন্তু এই বুঢ়া সমাজটো! চকু-চৰহা, কুচুটিয়া, চকু-চলিহাই-ধৰা, কুঠাৰৰ-কাণ-নমনা-অপচ-বেজীৰ-অলঙা-মনা এই কুদ্ধচ বুঢ়া সমাজটো! ইয়াৰ নো কোন সহিব কিমান! ইয়াৰ অত্যাচাৰত সুখেৰে শান্তিৰে ভাত এসাজ খাব নোৱাৰিলোঁ। এই বুঢ়া সমাজটোৰ ভয়তেই কপি-ডবি ফুৰিব লগীয়া হোৱাত, আমাৰ দুটাৰ ভিতৰত আগৰ দৰে বন্ধুত্ব থকাত অলপ বাধা পৰিছিল।

( ৩ )

ৰামদাসৰ পিতাকে তাহানি গোৱালপাৰা জিলাৰ কোনোবা এখন জমিদাৰীৰ কোনোবা এজন জমিদাৰৰ তলত নায়েব-নে-নাজিৰ এনে কিবা এখন বিষয় খাইছিল। তেওঁ হুহু কেনেবাকৈ কেতিয়াবা কাৰবাৰ এজনী ছোৱালী পাই ঘৰতে তুলি-তালি ডাঙৰ-দীঘল কৰিছিল। আমাৰ শাস্ত্ৰৰ বচন—"অজ্ঞাত কুলশীলস্য বাসো দেয়ো ন কস্যচিৎ"—এই কথাটো মানি চলা নায়েব-নাজিৰ-বিষয় খোৱা ৰামদাসৰ পিতাকৰ উচিত আছিল। কেইটো নায়েবাৰ লগত, সেই বিয়াল-

ভপৰী ছোৱালীজনীয়ে ৰামদাসৰ বুকুৰ মাজত লুকুৱাই থোৱা প্ৰেমৰ বিজ্ঞাপন ভাৰ কেইটা এটা এটাকৈ গৰাসিবলৈ কাৰবাৰ কৰিলত, ৰামদাসে বুদ্ধ অৰুণৰ দৃষ্টান্ত নলৈ, সময় থাকোঁতে সেই ছোৱালীজনীৰে শৰণাগত হল ; আৰু ভয়ো পলাই পত্ৰং মাৰিলে। তেতিয়া তেওঁ চাকৰি পাইছে ; সুতৰাং কাৰো মুখলৈ নাচাই বেচ চলি থাকিল। কিন্তু গোটাইখন আসামতে হুলে তোল-পাৰ লাগি গল যে অমুক বি. এ-জনে হেন হে' কৰিলে, তেন হে কৰিলে। ফলত সকলোৱে ৰামদাসক ঘিণৰ চকুৰে চাব ধৰিলে, যদিও হাকিমতাৰ গুণত ঘিণৰ মুখেৰে কোনোৱে একো কব সাহ নকৰিলে। সুতৰাং, নিতান্ত নিৰুপায় হৈ বেচাৰা ৰামদাসেও সকলোকে ঘিণৰ চকুৰে চাবলৈ বাধ্য হল। গতিকে যেতিয়া ৰামদাস আমাৰ বাপ-পিতৃৰ দিনৰ পুৰণি সমাজৰ ধাৰ থোৱা চহৰ খনলৈ বদলি হৈ আহিল, তেতিয়া এটা হুলস্থুল কাণ্ড লাগি পৰিল। তাতে আমাৰ পিতৃ-দেৱং। সমাজৰ বুঢ়া আৰু নেতা। মানুহক আলাগ-নিলগ কৰা আৰু দোষ-গুণ বিচাৰ কৰি অৱস্থানুযায়ী ব্যৱস্থা কৰা ভাৰটো তেওঁৰ হাততেই আছিল। তেওঁ খাচ্ছ পুৰণি চহৰবাসীৰ ভিতৰৰ সমাজটোক সাৱধান কৰি দিলে, যেন কোনোৱে ৰামদাসৰ লগত জুই-পানী ব্যৱহাৰ নকৰে। মোক তেওঁৰ সহপাঠী বুলি জনাত মোৰ ওপৰত সেই হুকুম আৰু অলপ কৰাকৈয়েই জাৰি হল।

সেই দেখিয়েই, আমাৰ সম্পূৰ্ণ ইচ্ছা থকাতো আমাৰ ভিতৰৰ বন্ধুতাটো গুলজাৰ হৈ উঠিব পাৰা নাছিল।

( ৪ )

"আচ্ছা, ভায়া, তুমি যে আগনি কলেজত থাকোঁতে তোমাৰ সৰু ভনীয়েৰা এজনীৰ কথা কৈছিলা, তেওঁ এতিয়া ঘৰতে আছে নে কৰবালৈ দিয়া হল ? সেই বোৰ কথা এতিয়াও নতুন যেন হে লাগে—অথচ সি চাৰি-পাঁচ বছৰৰ আগৰ।"

"শুনিয়াবা, ভাই, সেইবোৰ কথা !" এই বুলি মই ৰামদাসৰ আগত সেই দুখৰ কাহিনীৰ মোনা মেলিলোঁ। কেনেকৈ ভাল পাত্ৰ নোপোৱাত মালতীক ডাঙৰলৈ বিয়া নিদি ৰাখিব লগীয়া হৈছিল, কেনেকৈ দুই বছৰমানৰ আগেয়ে মাই আৰু পিতাই কামাখ্যা চাবলৈ আহাত ময়ো তেওঁবিলাকৰ লগত আহিব লগীয়া হৈছিলোঁ। মালতী তেতিয়া ১৫-১৬ বছৰীয়া—কেনেকৈ অকলে ঘৰত এৰি আহিব নোৱাৰি তাইকো লৈ আহিব লগীয়া হৈছিল। আমি যাত্ৰা কৰাৰ কিবা দিনা কেনেকৈ ব্ৰহ্মপুত্ৰৰ মাজতে ধুমুহাই পালে—কেনেকৈ নাও ডুবিল—কেনেকৈ আমাক ডোমৰ নাও কেইখনমানে তুলিলে। কেনেকৈ আমি অজ্ঞান আৰু মূৰ্চ্ছিত হৈ আছিলোঁ—পাৰ পাই হে কেনেকৈ আজলী মালতীৰ কথা মনত পৰিল—তাৰ পাছৰ নিষ্ফল অন্বেষণ, বৃথা ক্ৰন্দন, নৈৰাশ্যৰ হাহাকাৰ, সকলো কথা বিৱৰি ৰামদাসৰ আগত কলোঁ। আজলী মালতীৰ মৰম লগা মাত, নাওখনৰ চাৰিও ফালৰ গহীন শোভা দেখি তাইৰ নাচি উঠা বং, ধুমুহাৰ দিনাৰ জলৰ আৰ্তনাদ, পানীত পৰি উদ্ধাৰৰ বাবে ব্যৰ্থ কাকুতি—এই বিলাক কথা মনত পৰাত সিদিনাও শোকে-দুখে মাৰি ধৰিলে। মৰমৰ আৱৰণ কোনো এটা কথা পাহৰিব নে! কোন মানুহীনে তাক পাহৰিব পাৰে, বা মনত পৰিলে চকুৰ পানী এটোপা নেপেলোৱাকৈ থাকিব পাৰে! ময়ো

অৰ্থহীন এটোপা চকুপানীৰে মালতীৰ স্মৃতিৰ উদ্দেশ্যে তৰ্পণ কৰিলোঁ! মোৰ লকেটত মালতীৰ সৰু ছবি এটি সুমাই থৈছিলোঁ। সেই স্মৃতিৰ পট, সেই নিৰৰ্থক প্ৰতিকৃতি ৰামদাসক দেখুৱালোঁ। হায়, মানৱ জীৱন! কাকতৰ আৰু মচীৰে সজা প্ৰতিকৃতি এটাতকৈয়ো ই নশ্বৰ, ক্ষণস্থায়ী!

( ৫ )

"আহা হে, আমাৰ ঘৰতে চাহ এটোপা খাই যাবাচোন।" এতিয়াহে মোৰ মৰণ, মোৰ তো আপত্তি নাথাকে। কিন্তু মানুহে দেখিলে! পিতায়ে শুনিলে! মোৰ চোন বিলাইৰ কথাকে নকওঁ পিতাৰ কি অৱস্থা হব! সমাজৰ আগত দেখোন তেওঁৰ নাক উলিওৱাই টান হব! পেটৰ অসুখ, চাহ খোৱাত মোৰ তৃপ্তি নাই, ইত্যাদি খিবোৰ ছল দেখুৱাব পাৰি, তাৰ আধ্যা কৰিলোঁ। কিন্তু ৰামদাসে যেতিয়া কলে,—"থাক, থাক! খোৱা তোমাৰ অসুখ! মই আচল কাৰণটো জানো, তোমাৰ জাত যায়, হয় নে হে! তাহানি যে কলিকাতাত টপাটপ মুৰগীৰ কণীৰ শ্ৰাদ্ধ কৰি, ইমান উদাৰতাৰ লেকচাৰ ফেকচাৰ দি, এতিয়া এনে টো ভেকোচন্দ্ৰ সাজিছা!"—তেতিয়া আৰু কি উপায়! মৰণত শৰণ দি অগত্যা গলোঁ গৈ। তেওঁৰ ঘৰৰ ওচৰ পোৱাত ভালকৈ ইফাল সিফাল চাই লৰ এটা মাৰি একেলগে ঘৰৰ ভিতৰ পালোঁ গৈ—জানোচা কোনোবাই দেখে!

( ৬ )

তাৰে পিৰাদিনা মই ৰামদাসৰ ঘৰৰ পদূলিতে, ৰামদাসো মোৰ পচদতে। এনেতে এখন ঘোঁৰাৰ গাৰী পাছে পিনে গৈ, আৰু তাৰ ভিতৰৰপৰা বিশুদ্ধ হিন্দু সমাজৰ অগ্ৰণী মোৰ পিতা আৰু তেওঁৰ সহধৰ্মিণী মোৰ মাতৃদেৱী। ওলাই আহি সমাজদ্ৰোহী ৰামদাসৰ ঘৰৰ ভিতৰলৈ সোমাই গল।

( ৭ )

ৰামদাসে কলে, "হয়! আপোনালোকে যি খিনি কলে, তাৰে পাছৰপৰাই মোৰ কথাৰ আৰম্ভ। আমিও সেই সময়তে কামাখ্যালৈ আহিছিলোঁ—মোৰ বেছ মনত আছে, তেতিয়া ফাগুন মাহ, অৰ্দ্ধোদয়া যোগ। ধুমুহাৰ আগন্তুক বুজিব পাৰি কামাখ্যাৰ ওচৰৰ বালিতে আমাৰ নাও বান্ধা হৈছিল। ধুমুহাৰ পাছত মুকলি হোৱাত বালিত দেখিলোঁ,—মৰা শ এটি, ওচৰলৈ গৈ দেখিলোঁ ছোৱালী এজনী, তেতিয়াও জীয়াই আছে। সেয়ে আপোনালোকৰ চেনেহৰ মালতী! মালতীক অলপ পাছতে চিনি পালোঁ। ককায়েক মোৰ কেনে বন্ধু জানেই! তেওঁ কব পাৰিব কি কাৰণে মই মালতীক মানুহৰ গঞ্জনা সহিও বিয়া কৰাব লাগিছিল।"

মালতীও তাতেই বহি আছিল। ৰামদাসে মালতীৰ ফালে চালে—সেই তাহানিখন কলেজত থাকোঁতে দুই জনে ঘৰৰ কথা পাতোঁতে ৰামদাসৰ চকুত, মুখত, শৰীৰত আনন্দৰ যি ঢৌৰ খেলা দেখিছিলোঁ, সেই আনন্দ-তৰঙ্গৰ খেলা, সেই স্ফূৰ্তি!

মালতীয়ে সেই আনন্দ আৰু জয়োল্লাসতে নিজৰ সোণোৱালি হাঁহিৰ সোণালী কিৰণ এজাকিৰে সকলোকে অৱশ কৰি ওৰণীখন টানি ভিতৰলৈ উঠি গল।

# মালিনী

( পুৰণি আখ্যায়িকাৰপৰা )

( ১ )

বাৰাণসী ৰাজ অন্তঃপুৰৰ ফুলনি—গঙ্গাৰ পাৰৰপৰা বাৰাণসীৰাজ কুকীৰ প্ৰাসাদলৈ বিয়াপি থকা ফুলনি। নানাপ্ৰকাৰৰ ফুল—গোলাপ, যুতি, জ'াই, চম্পা, গুলঞ্চ, গুটিমালী, লবঙ্গ প্ৰভৃতি কুসুমবিলাকে, সূৰ্য্য অস্ত গমনোন্মুখ সময়ত, ৰবিৰ ৰাঙ্গলী ৰশ্মি পৰি থকা ভাগীৰথীৰ পবিত্ৰ সলিল শোধিত বায়ুৰে সৈতে নিজৰ সৌৰভ মিহলি কৰি উদ্যান দেবীক অৰ্চনা কৰিব ধৰিছে। ওপৰত ডাঙৰ ডাঙৰ গছত পৰি চৰাইবিলাকে সূৰ্য্যদেৱক শোক সঙ্গীত গাই বিদায় দি নিজৰ পোৱালিবিলাকে কি কৰিছে কি নকৰিছে চাবলৈ ধৰিছে। এনে সময়ত এজন উন্নত-ললাট দীৰ্ঘ-বাহু, সুশ্ৰী যুৱকৰ লগত ৰূপ-লাৱণ্যযুতা এজনী যুৱতী সেই গঙ্গা-তীৰৰ উদ্যানলৈ আহিল। যি ঠাইলৈ মানুহে শতসহস্ৰ শোকত পীড়িত হৈ গলেও সুখ লভে, সেই ঠাইত এনে দুজন যুৱক-যুৱতী বহি থকা দেখিলে যে মনত কি সুখ হয়, তাক ভাষাৰে বুজাই কব নোৱাৰি। যুৱক-যুৱতী উভয়ে নীৰবে আহি বকুল গছৰ তলত থকা শিল এটিত বহিল। বহুত পৰলৈ উভয়ে নীৰব। প্ৰকৃতিও নীৰব, কাৰণ, এতিয়া দিনৰ ভাগ নাই। কেবল কুসুমামৃত-পিপাসু মলয়াৰ সংঘৰ্ষণত কোমল কুসুমৰ কোমল অঙ্গৰ পৰা যি শব্দ উঠিছিল, তাকে মাথোন শুনা গৈছিল। বহুত পৰৰ মূৰত যুৱকজনে দীঘল হুমুনীয়াহ কাঢ়ি কলে "মালিনি! তেনেহলে তোমাৰ সংকল্পেই ঠিক!" যুৱকৰ কথাত মালিনীয়ে হঠাৎ একো উত্তৰ নিদি বহুত পৰ ভাবিলে, পাছত কলে, "কি কৰিম! মানুহ নিজৰ অধীন হলে এই সংসাৰক অসাৰ বুলিব নোৱাৰিলেহেঁতেন। নিশ্চয় জানিবা মই তোমাৰ সুখৰ নিমিত্তে উৎসৰ্গিত-প্ৰাণা। কিন্তু মোৰ মন সেই পিনে ঢাল খাইছে, তাক ওভোতাম কেনেকৈ? মোৰ সাধ্য কি?"

"হৰি, হৰি। মহাত্মা জনে তোমাক কিহেৰে বান্ধিলে কব নোৱাৰোঁ। তেওঁক দেখি যি ভাবিছিলোঁ, তাৰ বিপৰীত হল।"

"বিপৰীত একো হোৱা নাই। বাৰু, তোমাৰো এনেকুৱা ইচ্ছা নহয় নে?"

"মালিনি, তোমাৰ নিমিত্তে সৰোজে প্ৰাণ এৰিব পাৰে, এই টো তো সামান্য কথা।"

"তেনেহলে বাধা কি?"

"পিতা-মাতা, বন্ধু-বান্ধব।"

"বন্ধু-বান্ধবৰ আৱশ্যক?"

"আৱশ্যক আছে। নহলে থাকিম কেনেকৈ? মোৰ আচলতে দৃঢ় বিশ্বাস হোৱা নাই। কেৱল তোমাৰ নিমিত্তে হে।"

"বিশ্বাস নাই! তেনেহলে কেতিয়াও তোমাক এনেকৈ নকওঁ।"

সৰোজকুমাৰে কিছুমান সময় মনে মনে ভাবিলে, পাছত দুখেৰে কলে "মালিনি! মোৰ মনৰভাব তোমাৰ আগত গুপুত কৰা উচিত নহয়। আচলতে মহাত্মাজনে তোমাৰ মনৰ ভাব যিমান টানিলে, মোৰ মন সিমান টানিব পাৰা নাই।"

"সৰোজ! তেনেহলে মই কি কৰিম! এতিয়া তোমাৰ ওপৰত নিৰ্ভৰ। মই ঠিক কৰিছোঁ মহাত্মাজন আহিলেই আৰু মোৰ থাকা নহব।"

"মোৰ আশা?" মালিনীৰ বুকুত শেল পৰিল। হায়! হায়! মালিনীৰ কপালত ইমান দুখ আছিল, আজি সৰোজৰ মুখৰ পৰা এনেকুৱা কথা শুনিব লাগিল! বহুত পৰৰ পাছত কলে "সৰোজ, তোমাৰ আশা! তোমাৰ আশা নে মোৰ ভাগ্য? নিশ্চয় উভয়ে পূৰ হব।"

"কেনেকৈ?"

"উপায় আছে।"

"কি উপায়?"

"সৰোজ, নিৰুদ্বেগে থকা; উপায় হব। এতিয়া চোৰাচোন, ৰাতি বহুত হল। জোনো ডুবিবৰ হল।" উভয়েই নীৰবে উঠিল। সেই গঙ্গাৰ পাৰ আগৰ দৰে আকৌ জনশূন্য হল। জোন বুৰিল। নৈশ-নিস্তব্ধতা ভঙ্গ কৰি এটি ফেচাই "কু" "কু" বুলি মাত লগালে। মালিনী সৰোজ উভয়ে নিজ নিজ ঘৰলৈ গুচি গল।

(২)

কাশীৰাজ ক্ৰকীয়ে বৌদ্ধ-ধৰ্মৰ প্ৰাদুৰ্ভাৱৰ সময়ত ৰাজত্ব কৰে। তেওঁৰ মন্ত্ৰী হিৰণ্যকুমাৰ। ৰাজাৰ কেৱাজনো লৰা-ছোৱালী। সচিব-শ্ৰেষ্ঠ হিৰণ্যৰো লৰা-ছোৱালী কেৱাজন। আগত কোৱা সৰোজকুমাৰ আৰু মালিনী মন্ত্ৰী-পুত্ৰ ও ৰাজকুমাৰী। সৰোজৰ দুই বছৰৰ পাছত মালিনীৰ জন্ম। তেতিয়া ৰাজা আৰু মন্ত্ৰীৰ বিশেষ সম্বন্ধ থকাহেতু সৰোজ আৰু মালিনী সৰুৰেপৰা একে লগে আছিল, খাইছিল, বহিছিল, ৰং কৰিছিল। যেতিয়া মালিনী ৰাজপ্ৰাসাদত শত শত দাসীৰে লালিতা হৈ মাধৱী-লতাৰ নিচিনা বাঢ়িবলৈ ধৰে, তেতিয়া মন্ত্ৰী গৃহতো সৰোজৰূপী সহকাৰে ডাল-পাত মেলিবলৈ ধৰে। সেই সময়ত কোনোৱে ভবা নাছিল যে সেই মাধৱীলতা এই ৰসাল-বৃক্ষগামিনী হব। উভয়ে একে ঠাইতে থকা বাবে বাল্যাৱস্থাতে মালিনী আৰু সৰোজৰ, উভয়ৰ প্ৰতি উভয়ৰ চেনেহ ওপজে। এজন নহলে আনজনে ধেমালি কৰিবলৈকে ভাল নাপায়। এজনক নেদেখিলে আনজনে এখন্তকো থাকিব নোৱাৰে।

(৩)

সময় কাৰো প্ৰতি অপেক্ষা নকৰে। লাহে লাহে মালিনী আৰু সৰোজ, উভয়ে বালসুলভ চপলতা, অকপটতা, পবিত্ৰতা, প্ৰভৃতিৰ প্ৰভুত্ব পৰিত্যাগ কৰি, যৌৱনৰ গাম্ভীৰ্য্য, কপটতা, অপবিত্ৰতা আৰু ৰূপ-গৰ্বৰ দাস হল। তেতিয়া উভয়ে যেন কিহৰ অভাৱ বোধ কৰিব ধৰিলে। উভয়ৰ হৃদয়ৰ অন্তঃপ্ৰদেশত যেন অস্ফুট স্বৰে কোনোবাই তেওঁলোকৰ অভাৱ সোঁৱৰাই দি গীত

গাব ধৰিলে। সঁচা কথা কবলৈ হলে, উভয়বে শিশু অৱস্থাৰ শিশু-স্নেহ, যৌবন অৱস্থাৰ প্ৰেমত পৰিণত হল।

তেতিয়া ৰাজা, মন্ত্ৰী আৰু ৰাজ্যৰ আন আন সকলো ভদ্ৰ লোকে জানিলে, মালিনী-কমলিনী সৰোজ-মিহিৰাভিমুখিনী। মালিনী যদিও যৌৱন-আক্ৰান্তা যুৱতী তথাপি সৰোজ তেওঁৰ ভাবী স্বামী ইয়াকে জানি ৰাজা বা ৰাণী কোনেও তেওঁলোকৰ প্ৰণয়ত ব্যাঘাত জন্মোৱা নাছিল। তেওঁলোক দুইজনেও মনৰ আনন্দৰে কাল কটাইছিল। কিন্তু হায়! এই সংসাৰত যি যেনে আশা কৰে তাৰ বিপৰীত ফল হে ফলে। যি সংসাৰক সুখৰ আকৰ বুলি জ্ঞান কৰে, সি অসীম দুঃখভাগী হয়! মানুহৰ অৱস্থা কেতিয়াও একে নাথাকে। ৰাজা পথৰ ভিখাৰী, পথৰ ভিখাৰী ৰাজা হয়। সংসাৰৰ নিয়মেই এই। এই নিমিত্তেই জ্ঞান-চকুত সংসাৰ অসাৰ। মালিনী সৰোজ যদিও কোনো দোষৰ দোষী নহয়, যদিও উভয়ে নিৰ্দোষী একবৃন্তোদ্ভূত কুসুম, তথাপি তেওঁলোক সংসাৰী, সংসাৰৰ নিয়মৰ তলতীয়া। এতিয়া সেই সংসাৰৰ নিয়মৰ বশীভূত হৈ তেওঁলোকেও কষ্ট ভুগিব লগীয়া হল।

আগেয়ে কোৱা হৈছে এই সময়ত বৌদ্ধধৰ্মৰ প্ৰাদুৰ্ভাৱ। তেতিয়া ভাৰতত এনে ঠাই নাছিল, যত বৌদ্ধ ধৰ্মাবলম্বী নাই। কাশী অতি পুৰণি আৰু প্ৰসিদ্ধ হিন্দুতীৰ্থ। ইয়াত যে বৌদ্ধ-ধৰ্মাবলম্বী থাকিব তাত আশ্চৰ্য্য কি? ৰাজপ্ৰাসাদৰ অনতিদূৰবৰ্ত্তী গঙ্গাৰ পাৰত শ্ৰমণবিলাকৰ * আশ্ৰম। আগত কোৱা গঙ্গাৰ পাৰৰ ফুলনিৰ পৰা আশ্ৰম স্পষ্ট ৰূপে দেখা যায়। তেতিয়া বৌদ্ধধৰ্মৰ প্ৰাদুৰ্ভাৱ দেখি ডাঙৰ ডাঙৰ চহৰত বৌদ্ধ বেচিকৈ আছিল, আৰু সেই নিমিত্তে হিন্দু আৰু বৌদ্ধৰ, বিশেষ নহলেও, অলপ সংস্ৰৱ আছিল।

যেতিয়া মালিনীৰ বয়স ১২ বছৰ আৰু সৰোজৰ বয়স ১৫ বছৰ, এদিন তেওঁলোকে আগেয়ে কোৱা শিলত বহি আছিল। কিন্তু আজিৰ যি ভাব, সিদিনা সম্পূৰ্ণৰূপে বিপৰীত। সেই দিনা উভয়ে বাল্য নদীৰ মুখ পাই যৌবন সমুদ্ৰত পৰোঁ পৰোঁ হৈছিল। আজি কিন্তু সম্পূৰ্ণৰূপে নিমগ্ন। সেই দিনা ভবিষ্যত আশা দেবীৰ কোমল শয্যাত শায়িত আছিল। আজি পাপী-ক্ৰন্দন-পৰিপূৰ্ণ শোক-স্বৰোচ্ছ্বাসিত নিৰাশাৰ সশঙ্ক গৰ্ভত নিমজ্জিত। সেই দিনা মনৰ সুখত সংসাৰক অতুলনীয় দিবলোকতকৈয়ো শ্ৰেষ্ঠ বুলি ধৰিছিল। আজি নিৰাশাৰ ভয়ঙ্কৰী মূৰ্ত্তি তেওঁলোকৰ আগত উপস্থিত। চাৰি বছৰ ভিতৰতে ইমান প্ৰভেদ!

উভয়ে মনৰ আনন্দত বহি আছে, এনেতে শ্ৰমণাশ্ৰমত আনন্দ-কোলাহল শুনিবলৈ পালে। বৌদ্ধবিলাকে কোনো কোনো বিশেষ উৎসৱত বৰ ধুম ধাম কৰে। হিন্দুবিলাকে সচৰাচৰ সেই বিলাক চাবলৈ যায়। ওচৰতে আশ্ৰম-আনন্দ কোলাহল শুনি দুয়োও সেই ঠাই চাবলৈ ব্যগ্ৰ হল আৰু অলপ পৰৰ পাছতে গলেই। যদিও বৌদ্ধ আশ্ৰম। তথাপি হিন্দুৰাজকুমাৰ সকল, বা আন আন যুৱকবিলাক তালৈ গলে তেওঁলোকে বিশেষ সমাদৰ কৰে। আজিও যুৱক-যুৱতী দুজন আশ্ৰমত সমাদৃত হল।

উপযুক্ত সম্মিলিত আৰু সমাদৃত মালিনী-সৰোজে পাছত জানিব পাৰিলে, যে তেওঁলোকে যি ভাবিছিল সি সম্পূৰ্ণ সত্য নহলেও আংশিক সঁচা। তাত থকা বৌদ্ধ মণ্ডলীৰ গুৰু, প্ৰধান

---

* বুদ্ধ সন্ন্যাসীক শ্ৰমণ বুলিছিল।

শ্ৰমণ সমাগত। প্ৰধান শ্ৰমণ মধ্যত সমাসীন; চাৰিও পিনে আন আন সন্ন্যাসী বিলাক দণ্ডায়মান। কোনেও অভ্যাগতক সৎকাৰ কৰিছে, কোনোৱে শোভাকে চাইছে, কোনোৱে পুথি পঢ়িছে। এনেতে সেই মহাত্মা জনৰ চকু মালিনী সৰোজৰ ওপৰত পাৰিল। ওচৰত থকা কোনো এজনক সুধি তেওঁলোকৰ পৰিচয় জানিব পাৰিলে, আৰু তেওঁলোক দুই জনক এটি ঘৰলৈ মাতি নি সভা ভঙ্গ কৰিলে। আকৌ আগৰ যি আশ্ৰম আছিল সেই আশ্ৰম হল। মানুহ নোহোৱা হল।

মালিনী সৰোজ উভয়ে অতীব ৰূপবান। মহাত্মাজনে উভয়কে ঘৰলৈ মাতি নি বৌদ্ধধৰ্মৰ বিষয়ে বহুত উপদেশ দিলে। তেওঁ কলে, জগত মিছা। সংসাৰ অসাৰ। আজি তোমা-লোকৰ এনে ৰূপ, এনেকুৱা তেজ, এনেকুৱা যৌৱন, কালিলৈ নাইকিয়া হব। অনিত্য সংসাৰত নিত্য একো নাই। পশু-পক্ষী, গছ-লতা, সকলোৱে এদিন কালচক্ৰত লয় পাব। সদায় আছে, আছিল আৰু থাকিব "কাল" "মনুষ্যৰ হৃদয়ৰ ভাব", আৰু "ঈশ্বৰ"। এতেকে মিছামিছি দুদিন ইমান আয়ম কৰাৰ আৱশ্যক কি? এই ৰকমে বহুত বুজালে। মহাত্মা জনৰ এনেহে বাক্‌শক্তি আছিল যে মালিনী আৰু সৰোজ একেবাৰেই মোহিত হল। কিন্তু তাৰপৰা আহাত, কিছুদিন পাছে সৰোজৰ হৃদয়ৰ পৰা সেইবোৰ কথা কিছু পৰিমাণে আঁতৰ হল। কিন্তু মালিনীৰ হৃদয়ত আৰু টানকৈ হে বহিল। মালিনীৰ মনত এতিয়া দুই চিন্তা উপস্থিত, এটি সংসাৰ, এটি ঈশ্বৰ। সৰোজৰ মুখ দেখিলে সংসাৰ আৰু সংসাৰ-তত্ত্ব দেখিলে ঈশ্বৰক মনত পৰে।

(৪)

সেই দিনাৰপৰা বৌদ্ধধৰ্মৰ ফালে মালিনীৰ বৰ শ্ৰদ্ধা হল। প্ৰায় সদায় ধৰ্মৰ ভাৱতেই কাল নিয়ায়। এতিয়া সৰোজৰ লগতো প্ৰায় ধৰ্মৰ বিষয়ে হে কথা হয়। তেওঁৰ এদিন শ্ৰমণ ভোজন কৰাবলৈ বৰ অভিলাষ হল, কিন্তু মহাৰাজ ৰুকী গোৰা হিন্দু; প্ৰাসাদত আনি শ্ৰমণ-ভোজন কৰায়, মালিনীৰ এনে সাহস নাই। তথাপি, মালিনী ৰূপৱতী মাক বাপেকৰ মৰমৰ ছোৱালী, যি খোজে তাকে পায়। যদিও ৰাণী বা ৰাজা এই কথাত বিৰক্ত হৈছিল, তথাপি জীয়েকৰ মৰমৰ নিমিত্তে শ্ৰমণ-ভোজন দুই তিনিবাৰ সাপ্তাহিক হয়। এই বিলাক দেখি শুনি ৰাজ সভাস্থিত পণ্ডিতসমাজ মালিনীৰ ওপৰত অসন্তুষ্ট। তেওঁলোকে ৰাজাক বহুত বুজাইছিল, তথাপি অপত্য স্নেহ, যি স্নেহৰ গুণে অসাৰ সংসাৰ মধুময় বুলি বিবেচিত হয়, সেই অপত্য স্নেহ আহি, সেই বিলাক আপত্তিৰ ওপৰত, অনলত জল পৰাৰ দৰে অজস্ৰ ধাৰে পৰিল। ৰুকীয়ে ভাবিলে, মালিনী বালিকা, ইয়াত দোষ নাই। বয়সৰ লগে লগে মনৰ পৰিবৰ্তন হব?

যি দিনাখন মালিনী আৰু সৰোজে মহাত্মাজনৰ লগত সাক্ষাৎ কৰে, সেই দিনা তেওঁ চাৰি বছৰৰ মূৰত ঘূৰি আহিব বুলি কৈছিল। আজি প্ৰায় চাৰি বছৰ বিগত। মালিনী ধৰ্মত লিপ্ত। তেওঁ কোন দিনা সংসাৰ বন্ধনৰ পৰা মুক্তি পাই ধৰ্মৰ পদ-সেৱা কৰিব পাৰিব তাকে ভাবিয়েই বিহ্বলা। আজি আশাৰ মোহন বীণাই মনোমোহন সুৰত মালিনীৰ শ্ৰৱণ কুহৰ পৰিতৃপ্ত কৰিছে। আজি মালিনীৰ আনন্দ নধৰে। সৰোজেৰে সৈতে পৰামৰ্শ কৰিলে। সৰোজৰ মত নহল। নিজে ধৰিলে। পাঁচ দিনৰ পাছত ৰাজ প্ৰাসাদত শ্ৰমণ-ভোজন হব। বিপুল আয়োজন

কৰিব ধৰিছে। আয়োজক যুৱক-যুৱতী মালিনী আৰু সৰোজ। এই বিষয় তেওঁলোক দুইজনত বাজে এটি পিপিৰায়ো গম পোৱা নাই। লাহে লাহে দিন উপস্থিত। ৬০০ শ্ৰমণে তেওঁলোকৰ গুৰুৰে সৈতে কুকী-ৰাজপ্ৰাসাদত ভোজন কৰিলে। হঠাৎ এনে আশ্চৰ্য্য কাণ্ড—ৰাজপ্ৰাসাদত শ্ৰমণ-ভোজন। সকলো নগৰবাসী বিদ্ৰোহী হল। ৰাজ্যত হুলস্থুল লাগিল। সৰোজৰ মুখৰ মাত নাই। কিন্তু মালিনী? মালিনী প্ৰশান্তবদনা উদ্বেগবিৰহিতা। আজি এই যুৱক-যুৱতীৰ এক প্ৰাণ এক মনত বিভিন্ন ভাব কিয়?

আগেয়ে কোৱা হৈছে ব্ৰাহ্মণ পণ্ডিতসকল আৰু হিন্দুধৰ্মাবলম্বী কাশীবাসী সমুদায় প্ৰজা মালিনীৰ বিৰুদ্ধে দণ্ডায়মান। আগেয়ে ৰাজাৰ অনুৰোধত বালিকা বুলি ক্ষমাৰ পাত্ৰী আছিল। কিন্তু এতিয়া ধৰ্মপ্ৰাণ হিন্দুৰ ওচৰত মালিনী বালিকা নহয়। ধৰ্ম-ভ্ৰষ্টা, ক্ষমাৰ অযোগ্যা যৌৱন-সুলভ অহঙ্কাৰ বশীভূতা যুৱতী। এতিয়া সকলোৱে বিদ্ৰোহী হল, কব ধৰিলে ৰাজাৰ এনেকুৱা অধৰ্ম, প্ৰজাই কৰিব কি? এনেকুৱা বিধৰ্মী ৰাজাৰ তলত থাকিব কোন? ৰাজ্যৰ সকলো পিনে হুলস্থুল লাগিল আৰু প্ৰধান প্ৰধান মানুহবিলাকে লগলাগি কুকীক খেদি তেওঁৰ ভায়েকক ৰাজা পাতিবৰ প্ৰস্তাব কৰিলে, আৰু ঠায়ে ঠায়ে উপদ্ৰৱ আৰম্ভ কৰিলে। সকলোৰে ৰাজাৰ প্ৰতি কোপ-লোচন। তথাপি কুকী নিশ্চেষ্ট। অপত্য স্নেহৰ গাঠি তেওঁৰ গলত এনেকৈ লাগিছিল যে ৰাজ্য-বিপ্লবানলো তাৰ ওচৰত পৰাস্ত। কুকী দেশৰ ৰাজা তেওঁৰ প্ৰতি মালিনী যেনে, আশাধাৰী মগনীয়াও তেনে। তেওঁ মালিনীৰ প্ৰতি ইমান অযথা অনুগ্ৰহ প্ৰদৰ্শন কৰা অন্যায়। কিন্তু কি কৰিব? তেওঁ মালিনীৰ কথা এৰাব নোৱাৰে। প্ৰজাবিলাকে মালিনীকে দণ্ড দিবলৈ বৰ আন্দোলন কৰিলে। ৰাজাই দণ্ড দিয়া উচিত বিবেচনা কৰিলে। কিন্তু ৰাজমহিষী মালিনী-অনুৰক্তা। মহিষীৰ প্ৰাৰ্থনা ভালকৈ গমি চালে। তাক অগ্ৰাহ্য কৰি কি ৰকমে মালিনীক দণ্ড দিব সাহস কৰে। প্ৰাণ যাই যাওক, ৰাজ্য নষ্ট হয় হক, প্ৰজা মৰে মৰক, তথাপি তেওঁ মালিনীক শাস্তি দিব নোৱাৰে। গতিকে মালিনীৰ একো দণ্ড নহল। আগৰ যি মালিনী, এতিয়াও সেই মালিনী। কেৱল ৰাজ্যত বিদ্ৰোহ। কুকী ব্ৰাহ্মণ পণ্ডিতসকলক অনেক বুজাই সেই বাৰৰ নিমিত্তে বিদ্ৰোহানল দমন কৰিলে। কিন্তু যাৰ নিমিত্তে ইমান গণ্ডগোল, তেওঁ কত, সেই মালিনী কত? মালিনী মনৰ দুখত এটি ঘৰত অকলশৰে শুই আছে। দুখ, সংসাৰ এৰি বনৰ পখীৰ দৰে ফুৰিব নোৱাৰিলে। নিজৰ ধৰ্ম-পিপাসা পৰিতৃপ্ত নহল। মালিনী আকৌ কৌশল কৰিলে। দুই দিনমানৰ পাচত মালিনী আকৌ শ্ৰমণ-ভোজন এটি প্ৰাসাদত সমাপন কৰিলে। এইবাৰ আৰু ৰক্ষা নাই। যেইয়ে শুনিলে, সেইয়ে গৰ্জ্জি উঠিল—"ৰাজাই বৌদ্ধ বিলাকক লাই দিব ধৰিছে।" হিন্দুৰ পৰম পুণ্য তীৰ্থ কাশী অলপতে বৌদ্ধৰ কৰ্ম্মক্ষেত্ৰ হব। এনেকুৱা অপমান কোন হিন্দুৱে সহিব! সকলোৱে লগ লাগি কুকীৰ ভায়েকক ৰাজা ৰূপে অভিষেক কৰিলে। সকলোৱে ৰাজাক মাৰিবলৈ আৰু প্ৰাসাদ নষ্ট কৰিবলৈ অগ্ৰসৰ। এনেতে কুকী দয়া-মায়া, স্নেহ-মমতা সকলোকে বিসৰ্জন কৰি, মুহূৰ্তৰ নিমিত্তে মোহ মায়াৰ পৰা মুক্ত হৈ চিঞৰি, চিঞৰি, সভাৰ প্ৰজা মণ্ডলীৰ আগত কলে, "কুকীক ক্ষমা কৰা। মালিনীয়ে এইবাৰ অৱশ্যে দণ্ড পাব। মালিনী এই মুহূৰ্ত্তৰ পৰা নিৰ্বাসিতা!"

কুকী নিজে এজন উপযুক্ত ৰাজা আছিল। ৰাজ্যৰ সকলোৱে তেওঁক উচিত ৰাজভক্তি

প্ৰদৰ্শন কৰিছিল। কেৱল মালিনীৰ নিমিত্তে ধৰ্মৰ ব্যাঘাত হোৱা দেখি হে সকলোৱে তেওঁক অত্যাচাৰী বুলি ভাবিব ধৰিছিল। এতিয়া তেওঁৰ মনৰ এনেকুৱা পৰিবৰ্তন হোৱা দেখি সকলোৱে ক্ষান্ত হল, মালিনীক নিৰ্বাসন কৰাত ৰজাক ক্ষমা কৰিলে। শাসনৰ নিয়মমতে কৰ্মচাৰীয়ে মালিনীক নিৰ্বাসন কৰিবলৈ আহাত, মালিনীয়ে পিতাকক এবাৰ দৰ্শন কৰিবলৈ ইচ্ছা কৰিলে। মালিনীৰ সেই বাঞ্ছা পূৰ্ণ হল। পিতাকক প্ৰণাম কৰি সাত দিন বেচিকৈ সময় ললে। ৰজাই প্ৰধান প্ৰধান অমাত্যবিলাকৰ মত লৈ মালিনীকে সেই সাত দিনৰ সময় দিলে। এতিয়া মালিনী নিৰ্বাসিতা। সৰোজ! সৰোজে মালিনীৰ নিৰ্বাসন শুনি, ভবিষ্যত আশা পৰিত্যাগ কৰি অগাধ চিন্তাত নিমগ্ন। চিন্তা এই, মাক বাপকেৰ আজ্ঞা লঙ্ঘন কৰি তেওঁ মালিনীৰ অনুগমন কৰা উচিত নে অনুচিত।

( ৫ )

সৰোজে ঠিক কৰিলে, মালিনীৰ লগত যোৱা। কিন্তু পিতা মাতাৰ আদেশ পালন নকৰি, আৰু বিশেষ স্ত্ৰৈণতা প্ৰকাশ কৰি, যায় কেনেকৈ? এই দৰে যোৱা দেখিলে মানুহে তেওঁক নিন্দা কৰিব। লোক-নিন্দাতকৈ মৃত্যু শত গুণে শ্ৰেয়ঃ। আন পিনে, মালিনী নিৰ্বাসিতা হল। তেওঁৰ অবিহনে সৰোজ থাকে কেনেকৈ? যাৰ নিমিত্তে সংসাৰৰ মহৎ মহৎ পাপ-সাপক সোণাৰ হাৰ বুলি গলত আৰি লবলৈ প্ৰস্তুত, সেই মালিনী যদি দেশৰপৰা নিৰ্বাসিত হয়, তেনেহলে তেওঁ ইহলোকৰপৰা নিৰ্বাসিতা হোৱাতো একো আপত্তি নাই। মূঠৰ ওপৰত চিন্তা-সাগৰৰ গভীৰৰপৰা গভীৰতৰ জলত নিমগ্ন হৈ দেখিলে তেওঁৰ মৃত্যুই শ্ৰেয়ঃ। যেতিয়া কোনো মানুহ ভয়ানক বিপদত পৰে, তেতিয়া প্ৰায়েই মানুহৰ বুদ্ধি লোপ পায়। সদায় মন কুভাব-তৰঙ্গ-ঘাতেৰে চালিত হৈ কুপথত ভ্ৰমণ কৰিব ধৰে। সৰোজোৰে আজি ঠিক সেয়েই হৈছে। যিমান ভাবে, সিমান বেয়া ভাবে আহি লগ ধৰে। বুদ্ধি একেবাৰেই লোপ পাইছে। ভাবি ভাবি আন একো উপায় নাপাই মালিনী বিহনে থকাত কৈ মৰাই ভাল এইটো ঠিক কৰিলে। সৰোজে মালিনীৰ নিমিত্তে কিয় ইমান অস্থিৰ, সেইটো যিজনে কেতিয়াও প্ৰেম-সুধা-পানৰ সুযোগ পোৱা নাই তেওঁক বুজোৱা টান। কিন্তু মালিনী,—মালিনীৰ সেই সুন্দৰ ভ্ৰমৰ কৃষ্ণ কুন্তলৰ এডালি আহি পৰি থকা গোলাপী বাগৰ গণ্ডযুক্ত বদন কমল সৰোজৰ মনত পৰিল। সৰোজ অধীৰ হল। যি মালিনীৰ নিমিত্তে তেওঁ প্ৰায় গত-প্ৰাণ, সেই মালিনীয়ে তেওঁক কি ভাবিছে, সেই মালিনীক এবাৰ নেদেখাকৈ সৰোজে কি সাহসে প্ৰাণ এৰিব পাৰে। সৰোজ তৎক্ষণাৎ উঠি মালিনীৰ ঘৰৰ পিনে খোজ ললে। সৰোজে যি ঘৰত আগে ভবিষ্যতৰ আশা-দীপ্তি ঝিনিকি ঝিনিকি দেখিছিল, আজি সেই ঘৰত নিৰাশাৰ প্ৰেত-মূৰ্তি দেখি বিকম্পিত। তেওঁৰ হৃদয় কঁপি উঠিল, মূৰৰপৰা ভৰিলৈকে তাড়িত ছুটিল। আগেয়েও এই ঘৰত সোমাওঁতে তেওঁৰ বুকু ধিপিং ধিপিং কৰিছিল। কিন্তু আজিৰ কঁপনি তেনেকুৱা নহয়, আগেয়েও এই ঘৰত সোমাওঁতে সৰোজৰ গাত তাড়িত ছুটিছিল; কিন্তু আগৰ আৰু আজিৰ কি বিভিন্নতা? সিদিনাৰ তাড়িত মধুৰ কিন্তু আজিৰ তাড়িত গৰল। এই বিভিন্নতাৰ তাৎপৰ্য্য কি? ইয়াৰ কৰ্তা কোন? কাল! সৰোজে গভীৰ চিন্তাযুক্ত হৃদয় লৈ মালিনীৰ ঘৰত প্ৰৱেশ কৰিলে। আগৰ মিচিনা সৰোজে

"মালিনী" "মালিনী" বুলি মাতিলে ; কিন্তু তেওঁ মালিনীৰ মাত শুনিবলৈ নাপালে। সৰোজে চাৰিও পিনে বিচাৰিলে, মালিনী নাই। ভাবিলে প্ৰকৃতিৰ ক্ৰীড়া পুতলী মালিনী ক্ৰীড়াৰ সামগ্ৰী। যদি তামাছাতে কৰবাত লুকাই আছে? চাৰিও পিনে বিচাৰিলে তথাপি নাই। বহুত সময়ৰ পাছত বিছনাৰ পৰা ১০।১২ হাত মান দূৰৈতে এখন পাটিত—কাপোৰ নাই গাৰু নাই—শায়িতা মালিনীক দেখা পালে। হঠাৎ তেওঁৰ মন আনন্দত পৰিপূৰ্ণ হল। কিন্তু পাছ মুহূৰ্ততেই নৈৰাশ্যৰ ঘোৰ ছায়া আহি তেওঁক আবৰি ধৰিলে, ইচ্ছা হল মালিনীক মাতে। কিন্তু পৰ মুহূৰ্ততেই তেওঁৰ মনত কি যেন ভাব হল ; মালিনীক নজগালে ; ভাবিলে ধৰ্মৰ আনন্দ কোলাত সুষুপ্তা মালিনী! আহা! মুখৰেই কি আভা! এই বদনত পূৰ্ণ-শশী-বিকাশ গোলাপ-ৰাগ-ৰঞ্জিত কপোল যুগল কি সুন্দৰ। এনেকুৱা ৰূপ কিহৰ। কিহে এই কপোলৰ নিচিনা মোহিনী শক্তি ধাৰণ কৰে? আকৌ পূৰ্ণিমাৰ চন্দ্ৰতুল্য বদনৰ ওপৰত নীলবৰণীয়া চকু দুটি। ওপৰত সূৰ্য্য কিৰণ আছিল, খিৰিকী এটিৰে সূৰ্য্যকিৰণ আহি মালিনীৰে বাওঁ গালত পৰিছে। সৰোজে ভাবিলে, সূৰ্য্যদেৱ! তুমিও মালিনীৰ প্ৰেমত মতলীয়া হৈ মোৰ আগতে তেওঁক চুমা খাবলৈ সাহ কৰিছা? উস্! মই কি কলোঁ! এনেকুৱা পবিত্ৰ ভাবত, এনেকুৱা পবিত্ৰ হৃদয়ত এনেকুৱা দোষ আৰোপণ কৰি নৰকৰ পথ উন্মুক্ত কৰিলোঁ। হায়, মালিনী! কি কুগ্ৰহ সংমিলন সময়ত তোমাৰ মোৰ ভিতৰত স্নেহ উপজিছিল? এই প্ৰতিমা, এই স্বৰ্ণ প্ৰতিমা বিসৰ্জন দিলোঁ। হৃদয় কঠোৰ হ। তোৰ ভিতৰত যেন দয়া-মমতা নাথাকে। মালিনী, পাপিয়সী, মোৰ হৃদয়ৰ পবিত্ৰ আশা নষ্ট কৰিলি, ৰক্ষা নাই!" মনৰ আবেগতে "ৰক্ষা নাই" শব্দ ডাঙৰ কৈ কোৱাত মালিনী সাৰ পাই যি দেখিলে সি কি ভয়ানক! মালিনী কঁপিবলৈ ধৰিলে। তেওঁ দেখিলে সৰোজ এখন তীক্ষ্ণ-ধাৰ অসি লৈ ওচৰত দণ্ডায়মান। সূৰ্য্যৰ কিৰণ তাত পৰি চিক্-মিকাইছে। মালিনীয়ে কলে "সৰোজ! সৰোজ ই কি? ইমান তোমাৰ স্নেহ।" সৰোজৰ জ্ঞানোদয় হল। তাতে তৰোৱাল পেলাই দি লৰ দিলে আৰু কৈ গল "মালিনী! মই তোমাৰ ওচৰত বহুত দোষৰ দোষী। ক্ষমা কৰিবা।" মালিনীয়েও সৰোজৰ পাছে পাছে গল। ভয়ানক ৰদ। বাটত মানুহ নাই। উভয়ে নীৰবে নীৰব প্ৰকৃতিৰ মাজেদি সিদিনা বহা শিলৰ ওচৰলৈ গল। সৰোজে চাৰিও পিনে চালে, পাছত মালিনীক দেখা পাই "হে ভগবান, ক্ষমা কৰা। মাতঃ গঙ্গে! তোমাৰ শীতল হৃদয়ত ৰাখি এই অধমৰ উত্তপ্ত প্ৰাণ শীতল কৰা।" এই বুলি পানীত জাপ দিলে। মালিনীয়েও সেই মুহূৰ্ততে সেই খিনি পাই জাপ দিলে। কিন্তু সৰোজক কত পাই! নিৰাশাৰ উপদ্ৰৱত থাকিব নোৱাৰি অনন্ত প্ৰেমময় সৰোজ অনন্তত মিল হল। অনন্ত কাল সমুদ্ৰৰ এটি ঢৌ মাৰ গল। অলপ সময় থাকি মালিনী উঠিল। যদি ধৰ্মৰ বিমল জ্যোতিয়ে তেওঁৰ হৃদয় অধিকাৰ নকৰিলেহেঁতেন তেনেহলে মালিনী সৰোজ একে সময়তে উদ্বেগময় সংসাৰৰ পৰা বিদায় ললেহেঁতেন। কিন্তু মালিনী-জীৱনৰ এটি অঙ্ক হে শেষ হল। আন পিনে সৰোজ-জীৱন-নাটৰ যবনিকা পতন। মালিনীয়ে তেওঁৰ হৃদয়ৰ প্ৰতিমা সৰোজক গঙ্গাত বিসৰ্জন দি দুখ মনৰে উলটি আহিল। তেওঁৰ হৃদয়ৰ মাণিকটি গল। সৰোজ কালৰ গৰ্ভত লীন হল।

( ৬ )

মালিনী যে ওলাই যাবলৈ বেছিকৈ সময় লৈছিল তাৰে এদিন শেষ হল। বাকী ছয় দিন। মালিনী ধৰ্মত নিমগ্না। তেওঁ তেওঁৰ মাক, বাপেক, ভাই, বন্ধু, ইষ্টকুটুম্ব কাৰো প্ৰতি কটাক্ষ নকৰে। কিন্তু এই বিলাক শত শত জীৱক কেনেকৈ পাপ সাগৰত এৰি থয়! পৰোপকাৰ ধৰ্মই প্ৰধান। মালিনীয়ে ইমান মানুহক কেনেকৈ মোক্ষ-ৰূপ চিৰ সুখৰ পৰা বঞ্চিত কৰিব? পৰোপকাৰ তেওঁৰ জীৱনৰ প্ৰধান উদ্দেশ্য।

ধৰ্ম ভাবৰ উগ্ৰতাই তেওঁৰ জিহ্বাত সৰস্বতী অধিষ্ঠান কৰালে। মালিনীৰ ইমান দিনৰ লুপ্ত বাক্‌শক্তি হঠাৎকাৰে জ্বলি উঠিল, যেন অগ্নিস্ফুলিঙ্গ ছাইৰ তলত লুকাই আছিল, এতিয়া হঠাৎ ছাই সমন্বিতে জ্বলালে। তেওঁ সেই ছয় দিন অনবৰত উপদেশ দিব ধৰিলে। তেওঁৰ বক্তৃতাৰ এনেহে মোহিনী শক্তি—সেই ছয় দিনত, ৰজা, ৰাজকুমাৰ, ৰাণী, মন্ত্ৰী, সভাসদ, সভাপণ্ডিত আদিকৰি ৰাজ্যৰ অনেক ডাঙৰ ডাঙৰ মানুহ বৌদ্ধ-ধৰ্মত দীক্ষিত হল। সকলোৱে বুদ্ধদেৱৰ জয়পতাকা ঘৰে ঘৰে উৰাই বুদ্ধৰ গুণকীৰ্তন কৰিব ধৰিলে। মালিনীৰ আৰু নিৰ্বাসন নহল। গুৰু মানি সকলোৱে মালিনীক পূজা কৰিব ধৰিলে। কিন্তু হায়! এনেকুৱা সুখৰ দিনতো মালিনী নিৰাশ। তেওঁৰ হৃদয়ৰ অন্তস্তম প্ৰদেশৰ পৰা এটি দীঘল নিশ্বাস আহিল। হায়! সৰোজ আজি কত? আজি সৰোজৰ কি আনন্দৰ দিন। প্ৰভো! অতৰ্ক মহিমা তোমাৰ! তোমাৰ ইচ্ছাই পূৰ্ণ হক!

মালিনী আৰু গৃহাশ্ৰমত ৰত নহল। গঙ্গা-তীৰত এটি প্ৰকাণ্ড মন্দিৰ কৰি, সৰ্বদাই দহ হাজাৰ ভিক্ষুকৰ আহাৰৰ বন্দ-বস্ত কৰিলে। মালিনী সেই ঘৰৰ ওচৰত কোনো এটি সৰু কুটীৰত বাস কৰিব ধৰিলে। ৰজা, মন্ত্ৰী সকলোৱে তেওঁক এই মহদভিপ্ৰায়ত সহায় কৰিলে। মালিনীও এই ৰকমে ধৰ্ম মন্দিৰত ধৰ্ম চৰ্চাত জীৱন কটালে। তেতিয়া বহুত মানুহে দেশ বিদেশৰ পৰা আহি মালিনীৰ ওচৰত ধৰ্মৰ গূঢ় ৰহস্য শিকিছিল।*

* জোনাকী, নতুন খণ্ড, দ্বিতীয় ভাগ, চতুৰ্থ সংখ্যা, পুহ, ১৮২৫ শক আৰু পঞ্চম সংখ্যা, মাঘ, ১৮২৫ শক। সন্নিবিষ্ট গল্পটোৰ সামান্য সাল-সলনি কৰা হৈছে।—সং, শ. গো. ৰ.

# নিবেদন

"গল্পাঞ্জলি" লিখি বাইজৰ্ব পৰা আশাতীত অনুগ্ৰহ পাই "মৰমা" ছপাবৰ সাহ কৰিলোঁ।

ইয়াত দিয়া কেইটামান গল্প আগেয়ে মাহিলি কাকতত প্ৰকাশ হৈছিল। কেইটামান বহু দিন পূৰ্বে লিখা, এতিয়া নকৈ লিখি দিয়া হল।

স্কুলত পঢ়া দিনত আমি কেইজনমান ছাত্ৰই 'অঙ্কুৰ' নামেৰে হাতে-লিখা মাহিলি এখন উলিয়াইছিলোঁ। 'যাত্ৰী' নামক গল্পটো তাৰ পৰা তুলি দিয়া হল। ইয়াত মহাকবি টেনিচনৰ 'ইনক আৰ্ডেন' গল্পৰ অলপ আভাস আছে। ইয়াকো সম্প্ৰতি নতুনকৈ লিখা হল।

বাইজৰ সন্তোষত হে লিখকৰ শ্ৰমৰ সফলতা। এই বিষয়ত বিচাৰৰ ভাৰ সাধুসকলৰ।

যোৰহাট নৰ্মাল স্কুল,
চেপ্তেম্বৰ ১৯২২

গ্ৰন্থকাৰ।

# ময়না

( ১ )

মই কোনো ছোৱালীৰ কথা কোৱা নাই—মোৰ "ময়না" কোনো মৰম লাগা ছোৱালীৰ মৰমৰ মাত নহয়। মই নিজেই তিৰী মানুহ, ছোৱালীবিলাকত মতা মানুহে যি সৌন্দৰ্য্য দেখে বুলি ভাবে, মই বোধ কৰোঁ দেখিবলৈ তেনে একো নাপাওঁ। মোৰ ময়না আচল চৰাই ময়না। সোণাৰ ভৰি—সোণাৰ ঠোঁট—সোণাৰ কাণ—আৰু সোণাৰ চকু থকা চিকমিকীয়া কলা পাখিৰ ময়না।

( ২ )

সি অনেক দিনৰ কথা। মোৰ সকতে বিয়া হইছিল। আৰু মোৰ স্বামী স্বামী বুলিলে তোমালোকে কি বুজিবা? নাটক-নভেলত প্ৰাণনাথ, হৃদয়নাথ, প্ৰাণেশ্বৰ প্ৰভৃতি বহুত শব্দৰ কথা পঢ়িছা; এই আটাইবিলাক শব্দ লগ কৰি এটা যদি শব্দ গঢ়ি দিব পাৰিলা হয়, তেনেহলে বুজিব পাৰিলা হয় মোৰ স্বামী বোলাত মই কিহৰ কথা কইছোঁ। মই আদৰতে 'দেউতা' বুলি মাতিছিলোঁ।

মোৰ দেৱতা—মোৰ স্বামীএ সকতে মোক তেওঁৰ লগলৈ আনিছিল। তেওঁ চাকৰি কৰিছিল নামনিৰ ফালে—মই উজনিৰ মানুহ। মোৰ দেৱতাই মোক লই নামনিৰ ফালে চাকৰি কৰিবলৈ গইছিল। দুই তিন বছৰমানৰ পাছত মোৰ কোলাখান শুৱাই আৰু মোৰ দেৱতাৰো মনটো উজ্জ্বল কৰি এটি দেৱদূতে আমাৰ ঘৰত ঠাই ললেহি। সেই শিশুৰ অমৃত সানা কথাত, তাৰ নাচন-বাগন কান্দন-কাটনত আমাৰ ঘৰ-বাৰী, আমাৰ অন্তৰ-আত্মা অপূৰ্ব সুধা ৰসত মধুময় হৈ উঠিল। কিন্তু যমে তাক মাৰি নিলে—যম দেৱতাটো এনে নিষ্ঠুৰ!

মোৰ স্বামীৰ কামটোত মফঃস্বল ফুৰিব লগীয়া আছিল। সদায় বাহিৰলৈ যাব লাগে আৰু আঁতৰত থাকিব লাগে। তেওঁ বাইচিকেল ৰাখিছিল—পাৰিৎপক্ষত সদায় মোৰ ওচৰলৈ আহিবৰ নিদানত। তেওঁ গলে মই ঘৰত অকলে থাকিব লাগে—চাকৰ মুঠতে একজন, সিও নামনিৰ মানুহ। প্ৰথম প্ৰথম তাৰ কথাকে ভালকৈ বুজিব পৰা নাছিলোঁ—পাছত লাহে লাহে সি বৰ মৰমৰ চাকৰ হই উঠিছিল—তাৰ নামটো ধনীৰাম। কিমান দিন তেওঁ আৰু মই কোৱা-কুৱি কৰিছোঁ,—লৰাটো বাচি থাকা হলে মই ঘৰত বেচ সুকলমে সুখত থাকিব পাৰিলোঁ হয়। তাৰ পাছত দুয়োটাই কিমান দিন আশাও কৰিছিলোঁ—কি জানি ঈশ্বৰে এটি সন্তান দিয়ে! কিন্তু ঈশ্বৰৰ সেই কেৱা কৃপা নহল।

( ৩ )

এদিন মই ঘৰতে অকলে বহি আছোঁ, মোৰ স্বামী মফঃস্বলত—সিদিনা আহাৰ কথা

[illegible]

আছিল[১]। মই অকলে বহি কত কি ভাবিছোঁ; ক'ত মোৰ উজনিৰ আই-বোপাইৰ ঘৰ, তাত লক সক ভাই ভনীহঁত—মৰমৰ আই বোপাই—পকি-ঘৰ—গাড়ী-ঘোঁৰা—এই আটাই বিলাক সুখ স্বাচ্ছন্দ্য; আৰু ইয়াত, কৰ এখন নামনিৰ গাওঁ—তাৰে এচুকত মানুহ-দুমুহৰপৰা নিলগত এটি ভুকলা সক খেৰৰ পঁজা; ভিঠিত জেকনি, চাৰিও কালে ঢেকিয়া আৰু কচু বন। এই বিলাক কথা ভাবিছিলোঁ—আৰু ভাবিছিলোঁ মোৰ দেৱতাৰ কথা। উজনিৰ ঘৰতো কোনো নাই, যি মোৰ দেৱতাৰ সমান। মোৰ দেৱতাই মোক কি সুখ শান্তি ৰসত ডুবাই ৰাখিছে!

এনেতে বাইচিকেলৰ ঘণ্টা এটা কাণত পৰিল। ঘূপুহ কৰে ওলাই পদূলিলৈ আহিলোঁ। মোৰ দেৱতা আহি পালে, গোটেই গাটোত আনন্দ আৰু হৰ্ষৰ ঢৌ এটা বাগৰি গল। চাকৰটোএ চাইকেলখন ধৰিলে। তেওঁৰ হাতত এটা সজা—এতিয়াহে মন কৰিলোঁ। সজাটো হাতত দি মোৰ দেৱতাই কলে—"এইটো ময়না, ইয়াক পঢ়িবলৈ শিকাই ললেইয়ে তোমাৰ লগ হব—মই কেতিয়াবা নহলে।"

হায়! সেইদিনা বুজিলোঁ সন্তানহীনাৰ প্ৰাণত কি দুখ! সেই দিনা জানিছিলোঁ। নে তেওঁৰ এই কেই আষাৰ কথা কেনেকৈ ভবিষ্যতে ফলিল!

( ৪ )

মোৰ ময়নাটোৱেই মাত ধৰিলে। ৰাতি হলে কয়—"আইদেউ। দেউতা নাহে"। বাইচিকেলৰ ঘণ্টা শুনিলে কয়—"আইদেউ। সোঁ দেউতা আহিল।" আৰু নিজানত, যেতিয়া মোৰ দেৱতা চৰ্কাৰী কামত বাহিৰত থাকে, তেতিয়া মোৰ ময়নাৰ লগত কিমান আলাপ কৰোঁ, কিমান কথা পাতো, তোমালোকে কি বুজিবা? হয়তো ভাবিবা, চৰাইৰ লগত কি কথা। অমাতাৰ লগত কিহৰ আলাপ। কিন্তু মোৰ ময়না জানো চৰাই আছিল। দেখাতেহে চৰাই—সি মোৰ আদৰৰ সোণ—মোৰ যে মৰি গল সেই কোলা শুৱনি সোণাতকৈও যে বেছি মৰমৰ। কিজানি সিয়েই মোৰ দুখ সহিব নোৱাৰি ময়না জন্ম লই আকৌ ঘূৰি আহিছিল।

( ৫ )

মোৰ দেৱতাৰ কথা ফলিল। মোৰ দেৱতাই মোৰ লগ এৰিলে। সেই নিঠুৰ যম দেৱতা—যাক মই আজিলৈকে বিচাৰি পোৱা নাই—সি মোৰ দেৱতাক মাৰি নিলে। মোৰ লগ হল তেওঁ থই যোৱা ময়না। ময়নাই কয়—"আইদেউ। দেউতা নাহে।" মই কান্দো, তাই কয়—"আইদেউ! নাকান্দিব, দেউতা আহিব"। হায় মূঢ় পখী!—তই জানা হলে কোন লোকলৈ মোৰ দেৱতা গইছে—সেই লোকৰ পৰা প্ৰত্যাগমন আছে নে নাই—সেই লোক কি? মই আৰু কান্দো, তাই আৰু কয়—"আইদেউ! নাকান্দিব দেউতাক পাব"।

উজনিৰ ঘৰৰ পৰা মানুহ আহিল, মোক নিবলৈ। কিন্তু যি পবিত্ৰ পিঠত মোৰ দেৱতা নোহোৱা হইছে—আৰু এৰি যাওঁ কেনেকৈ? কাৰো লগত মোৰ কথা কবৰ মন নাই—কাৰণ, আনে মোৰ যন্ত্ৰণা, মোৰ দুখ, কি বুজিব! ময়নাৰ লগত মোৰ মেল—ময়নাৰ লগতে মোৰ খেল। উজনিলৈ নগলোঁ।

---

১. পাণ্ডুলিপিত 'আছিল' আছে। —সং, শ, গো।

(৬)

কুৰ্চটীয়া যমৰ ইমানতো সন্তোষ নহল। এদিন এটা চোলা[১] পঠিয়াই মোৰ আদৰৰ ময়নাটোক সি মাৰি নিলে। মোৰ এতিয়া কথা কবলৈ কোনো নাই—মই নামাতো। মাতিলে নো লাভ কি? নিজে নিজে ভাবি থাকোঁ—পাৰিলে যমক এটা সেকা দিবলৈ।

মানুহে কয় মই বলিয়া। কওক, যাৰ যিহকে মন যায়। ময়ে বলিয়া নে সিহঁতেই বলিয়া—মই হে তাক বুজোঁ—সিহঁতে কি বুজিব? মুঠে মোক যমটোক লাগে। তাক এটা সেকা দিব পাৰিলে—তেতিয়া মাতিমো, থামো আৰু মানুহক দেখুৱাম যে মই বলিয়া নহওঁ—প্ৰতিশোধ হে বিচাৰোঁ।

১. পাণ্ডুলিপিত 'চেলা' আছে, চেলাহে শুদ্ধ। — সং, শ. গো. ব
ৰচনাকাল ৫।৩।১৭

# ব্ৰহ্মপুত্ৰৰ বুকত

(১)

কথাটো এই। শৰত কাল, পূজাৰ সময়। বিজয়া দশমীৰ দিন। দেৱী বিসৰ্জ্জন চাই নিজৰ নাৱত উঠি ভটিয়াই আহিলো। বাটতে ৰাতি হল।

ব্ৰহ্মপুত্ৰৰ পাৰৰে পৰা অৰ্দ্ধবৃত্তাকাৰে থকা এখন গাওঁ। এদাঁতিত এখন এৰা বাৰী আৰু তাৰ মাজত এটা ভঙা-চিঙা টিনৰ বঙলা ঘৰ। মানুহে কয় ইয়াতে ভূত থাকে। গতিকে, ৰাতি নালাগে দিনতো কোনো মানুহ সেই ফাললৈ নাযায়।

ব্ৰহ্মপুত্ৰৰ বুকত বালি চৰ; আকাশৰ বুকত মেঘৰ চকা চকি স্তুপ। সন্ধিয়াতে জোনৰ ৰূপালি কিৰণে গোটেই সংসাৰ আবৰি পেলালে, যেন মৰমিয়াল মাকে চেনেহিয়াল হাতেৰে শিশুসন্তানক আকোৱালি হে ধৰিছে। প্ৰকৃতিৰ এক অবৰ্ণনীয় শোভা দেখি ইয়াতে ৰাতিটো থপিবলৈ বৰ মন গল।

আৰু এটা কৌতূহল – এই ভূত নো কি, আছে নে সঁচা কৈ, কোনে নো বাৰু দেখিছে ভূত? ডেকা কালৰ তেজ পিৰ্-পিৰ্, খৰ্ খৰ্ কৈ বয় তাক বোধ কৰোঁ সৰহ খিনি মানুহকে কব নালাগে। এই ভূত নো কি এবাৰ চাওঁ এইচোন!

নাৱৰীয়াইঁতক এই কথা কোৱাত সিইঁত কোনো মতে মান্তি নহয়, মোকো নানা প্ৰকাৰে ভয় দেখুৱায়! মনত যে ভয় নালাগিছিল ডাঠি কব নোৱাৰোঁ। কিন্তু ইফালে ডেকা গাৰ বল, আৰু সিফালে ইংৰাজী পঢ়াৰ ফল। ভূতৰ সংস্কাৰত ভয় লাগিল যদিও তাক প্ৰকাশ কৰা এটা অশ্ৰেদ্ধয় কথা। সেই দেখি মই জেদ্ পাতিলোঁ। শেষত সিইঁত সম্মত হল; কিন্তু নাও লগালে এৰা বাৰীৰ পৰা আঁতৰি, গাৱঁৰ ওচৰ চপায়। ময়ো বাধা দিয়াৰ কাৰণ নেদেখিলোঁ অন্তৰে অন্তৰে কিজানি অলপ ভালকে পালোঁ। ভূতৰ ভয় নো কাৰ নাই?

নাৱৰীয়াইঁতে খোৱা-লোৱাৰ কাৰবাৰত মন দিলে। গুৰিয়ালজনে তাৰ বুৰঞ্জীৰ দীঘল মোনাখন মেলি এই ভাঙা ঘৰটোৰ বিবৰণ মোৰ আগত কব ধৰিলে। বাবা ব্ৰহ্মপুত্ৰৰ নাৱৰীয়াই বাবাৰ বুকৰ প্ৰত্যেক আঙুল ঠাইৰ ইতিবৃত্ত নাজানাটো মহাপাপ বুলি ভাবে। কথাটো শুনিবলৈ ভাল। কিন্তু শুনি ভয়ো লাগিল। আগেয়ে ঘৰটোতে শুই থাকিম বুলি ফুটনি কৰিছিলোঁ। এতিয়া ৰাতিও হল, নাৱৰীয়াবো হাক, মনতো ভয়, গাই বই উঠি নাৱৰ ভিতৰতে বাগৰ দিলোঁ।

(২)

লাহে লাহে টোপনি আহিল। শৰত কালৰ জোনাক, নদীৰ বুকত শীতল বতাহ, দূৰ বননিত বায়ুৰ কম্পন, ওচৰৰ গাৱঁৰ হাই-বোল সকলো গম্ভীৰ হৈ আকাশত মিহখাই গৈছে। সেই ঠাইখন অপূৰ্ব আনন্দময় যেন লাগিল। মনত এনে ভাব হল কি যেন এক সুন্দৰ পুৰিলৈ উঠি যাব ধৰিছো; পৃথিবীৰ গণ্ডগোল, সংসাৰৰ হাই উৰ্মি সকলো আলাই-আহুকাল যেন কোন তলৰ দেশত পৰি বল। এনে অৱস্থাত দেখিলো :—

(৩)

মই শুই আছো, মোৰ আগত এটি অনিন্দ্য সুন্দৰী ৰমণী মূৰ্তিৰ আবিৰ্ভাৱ হল। ডেওঁ

কলে, 'তুমি অকলে আছা দেখিছোঁ, বহিব পাৰোঁ নে ?' মই বহিবলৈ কোৱাত, তেওঁ মোৰ সমুখতে থকা মূঢ়া এটাত বহি কবলৈ ধৰিলে :—

(৪)

"তুমি মোৰ নাম নাজানা, তোমাৰ নাৱৰীয়ায়ো নাজানে, সি মোক ভূত বুলিছে। মই ভূত নহওঁ, মই মানুহ। তোমাৰ যৌৱন দৃপ্ত প্ৰাণত জীৱনৰ যি অপূৰ্ব স্পন্দন অনুভৱ কৰিছা, মোৰ প্ৰাণত জীৱনৰ সেই স্পন্দন যে কিমান খৰ আছিল, তাক তোমাক বুজাব নোৱাৰোঁ। মোৰ প্ৰাণত জোনৰ জোনাক, বেলিৰ পোহৰ, ডাৱৰৰ অহা যোৱা, বুঢ়ুহাৰ তাণ্ডৱ নৃত্য, বতাহৰ খেলা, ফুলৰ গন্ধ, ভিন ভিন সময়ৰ ব্ৰহ্মপুত্ৰৰ ভিন্ ভিন্ শোভা— এই সকলোএ এক অজানিত সুৰৰ ঢউ খেলাই দিছিল। মই জোনৰ লগত হাহিছিলোঁ, ফুলৰ লগত নাচিছিলোঁ আৰু বতাহৰ লগত ধেমালি কৰিছিলোঁ। মই মানুহ, মানুহৰ শৰীৰৰ সকলো আনন্দ, মই অতি তীব্ৰ ৰূপে অনুভৱ কৰিছিলোঁ।

ভাঙা বঙলা ঘৰটো দেখিছা, এয়ে এদিন মোৰ সুখৰ আলয় আছিল। ইয়াৰে বহল বাৰাণ্ডাত বহি মই এদিন সুনীল আকাশত কিৰণৰ বিনন্দীয়া ৰেখাপাত দেখিছোঁ, ব্ৰহ্মপুত্ৰৰ প্ৰাণ মতলীয়া কৰা মনোৰম গীতি শুনিছোঁ, মৃদু বতাহৰ ছাত লাগি বননিৰ ফুলময়ী লতাৰ নিচিনা নাচি উঠিছোঁ। বাৰিষা ব্ৰহ্মপুত্ৰৰ দুই পাৰ যেতিয়া পানীএ পানীএ ভৰি পৰে আৰু আশ্চৰ্য্য শক্তিৰে সেই আকুল পানী পশ্চিমলৈ লৰ ধৰে, তেতিয়া মোৰ অন্তৰতো কি যেন এটা মত্ত আনন্দই উন্মত্ততাৰ তৰঙ্গ তুলি কি মদত মতলীয়া কৰি তুলিছিল, তাক এতিয়া মুঠে সুঁৱৰিব কে পাৰোঁ। আৰু যেতিয়া শীতৰ আগমনত ক্ষীণ পানী ৰেখাই বহল বালি চৰবোৰক চেনেহতে সাবোটা মাৰি ধৰে, আৰু তেনে চেনেহতো পমি নগই উদাস ভাৱে চৰবোৰ আকাশলৈ চাই ৰয়, তেতিয়া তাঁহাতৰ এই প্ৰেমৰ অভিনয় দেখি মোৰ মনত যে কিমান আকুল উদাস হৈছিল, সি এতিয়া স্মৰণৰো অতীত হল। মোৰ প্ৰথম যৌৱনৰ আনন্দত এই ঠাই স্বৰ্গপুৰতকৈয়ো মনোৰম আছিল, আৰু ইয়াতেই মই বিশ্বৰ এটা অব্যক্ত মধুৰ সঙ্গীত শুনিছিলোঁ। বহু দিন হল, সেই দিন অতীত হৈছে ; তাৰ মধুৰ স্মৃতিগিনি মাথোন মনৰ কোনোবা নিভৃত চুকত সঞ্চিত আছে। মোৰ দুখ, মোৰ জীৱনৰ দুঃখময় কাহিনী কাৰো আগত কব নোৱাৰোঁ, কোনো মানুহ,—প্ৰাণ-থাকা, জীৱনীশক্তিৰে ভৰপূৰ, আনন্দৰ-নৃতনত মনোহৰ, আচল কোনো মানুহ— এই অভাগিনীৰ ঘৰৰ ওচৰলৈ নাহে। নাহে, নাহিবৰ কথাই, মানুহৰ সমাজত যি কাজ ঘৃণিতৰো ঘৃণনীয়, মই তেনে অপৰাধত অপৰাধী।

কিন্তু মোৰেই নে অকল দোষ! মানুহৰ ধী শক্তিৰ ওপৰতো কিবা এটা অনুভূতি, কিবা এটা প্ৰবল পৰাক্ৰমে মানুহটোক লৈ খেলা নকৰে নে? কি জানো আনৰ কথা! মই হলে অন্তৰৰ গভীৰতম আত্মাৰে অনুভৱ কৰিছোঁ, মানুহৰ প্ৰবল আকাঙ্ক্ষাৰ কৰবাত এটা উঁহ আছে, যাক পৰ্বত পৰিমাণ যুক্তি-তৰ্ক বুধিৰেও ছাপ দি ৰাখিব নোৱাৰি।

(৫)

"মই তোমালোকৰ দেশৰ ছোৱালী নহওঁ, মই বঙালী মই হিন্দুও নহওঁ, ব্ৰাহ্মিকা। মোৰ পিতা এজনা আঢ়ৱন্ত মানুহ আছিল। তেওঁ কলিকাতাত থাকিছিল। সক কাল তোখৰ যে কি আনন্দত গল তাক তোমাক কবই নোৱাৰোঁ। পিতৃৰ পালন, মাতৃৰ মৰম, ওচৰচুবুৰীয়াৰ

আদৰ, সকলোৰে প্ৰশংসমান স্নেহ—এইবোৰে পৃথিবীতে মোৰ কাৰণে এখন স্বৰ্গৰাজ্য সৃষ্টি কৰিছিল।

পাছত ইস্কুললৈ গলোঁ। তাতো শিক্ষকৰ দয়া, লগৰীয়া ছোৱালীৰ সহানুভূতি, কাৰো কাৰো ঈৰ্ষা,—এইবোৰে মোৰ জীৱনটোক ফুলিব ধৰা ফুলটোৰ দৰে প্ৰফুল্ল কৰি ৰাখিছিল। প্ৰাইজ দিয়া সভাত মোৰ গীতৰ লয়, মোৰ অঙ্গৰ ভঙ্গী, মোৰ মাতৰ সুৰে দৰ্শকসকলক মুগ্ধ কৰি হাত-চাপৰিৰ পুৰা মাছুল উচুল কৰিছিল; আৰু সমূহ লোকৰ প্ৰশংসাৰ সুৰে মোৰ সমস্ত শৰীৰত তীক্ষ্ণ অনুভূতিৰ আনন্দ-ধাৰা বোৱাই দিছিল। আৰু যেতিয়া কলেজ পালোঁ গৈ, ঘোঁৰাৰ গাড়ীৰ খিৰিকীৰে দেখা কলিকতা নগৰৰ আলিবাট, আলিবাটৰ অসংখ্য মানুহ, কলেজৰ ছাত্ৰৰ গাড়ীখনৰ প্ৰতি লুব্ধ দৃষ্টি, এনে অসংখ্য ঘটনাই মোৰ অন্তৰত আনন্দৰ লহৰ তুলি দিছিল। যি কচোৱানে আমাৰ গাড়ী চলাইছিল, মই গাড়ীৰ ভৰিদানত ভৰি দিয়া সময়ত তাৰ শৰীৰতো কি জানি এটা পুলকে ক্ষণেকৰ কাৰণে খেলা কৰি গৈছিল। কলেজত প্ৰফুল্লতা, ৰূপ, বুদ্ধি আৰু কথা কাটাকাটি কৰাত মোৰ এটা খ্যাতি আছিল, যাৰ কাৰণে আজি এই উখৰ অন্তৰতো মই অলপ গৌৰৱ অনুভৱ নকৰি নাথাকোঁ।

(৬)

"এদিন আমাৰ কলিকাতাৰ ঘৰত ড্ৰইং ৰুমত বহি আছোঁ। তেতিয়া কলেজ এৰিলোঁ। অনেক বঙালী কাকতত মোৰ গল্প প্ৰবন্ধ ছপা হয়। কিছু অৰ্থৰ কাৰণে, কিছু বিদ্যাৰ কাৰণে আৰু নিশ্চয় অনেক পৰিমাণে মোৰ ৰূপৰ কাৰণে, আমাৰ ড্ৰইং ৰুমত সদায় সন্ধ্যাৰ সময়ত অনেক বন্ধু-বান্ধৱৰ সমাগম হয়।

এদিন গধূলি আহিল কি এক দিব্য কান্তিৰে বিভূষিত হৈ এজন ডেকা; তেওঁৰ মুখত গাম্ভীৰ্য্য, কথাত বিদ্যা আৰু চকুত প্ৰতিভাৰ দীপ্তি ফুটি উঠিছিল। সৰহ নকওঁ, তেৱেঁ মোৰ স্বামী হল। আৰু তেওঁৰ লগতে মই এইখিনি পালোঁহি।

তেওঁৰ টকাৰ অভাৱ নাছিল, স্বাস্থ্যৰ অভাৱ নাছিল, সৌন্দৰ্য্যৰ অভাৱ নাছিল। কিন্তু অভাৱ আছিল তাৰে, যিহৰ প্ৰতি তীব্ৰ তৃষ্ণাই মোৰ সমস্ত দেহ, সমস্ত মন আৰু সমস্ত প্ৰাণ ভৰাই থৈছিল। তেওঁৰ অগাধ বিদ্যা, দেশ-বিদেশৰ কাগজ পত্ৰত তেওঁৰ খ্যাতি! দেশ বিদেশৰ কাগজ পত্ৰত তেওঁৰ খ্যাতি। দেশ-বিদেশৰ জ্ঞানী লোকে তেওঁৰ ওচৰলৈ জ্ঞানৰ পিপাসা পূৰাবলৈ আহিছিল। কিন্তু মোৰ অন্তৰৰ যি তৃষ্ণা, যি তীক্ষ্ণ দুখ-সুখেৰে ভৰা এক মহা পিপাসা, বোধ কৰোঁ তেওঁ তাৰ বুজকে নাপাইছিল।

তেওঁ যে মোক আদৰ নকৰিছিল, মোৰ মনত ভাল লগাৰ চেষ্টা নকৰিছিল, তেনে নহয়। তেওঁ মোৰ মন প্ৰফুল্ল ৰাখিবলৈ ঘৰত গান-বাজনাৰ যন্ত্ৰ ৰাখিছিল, বাহিৰত ফুৰিবলৈ ঘোঁৰা গাড়ী অনাইছিল, ব্ৰহ্মপুত্ৰৰ বুকুত খেমালি কৰিবলৈ ঘাটত 'জলি-বোট' বান্ধি থৈছিল। কিন্তু এই সকলোকে কিবা এটা জ্ঞানৰ নীৰসতাই, তুলা কুপৰ দৰে কিবা এটা কোমল শুষ্কতাই আবৰি থৈছিল। তেওঁৰ অন্তৰত প্ৰেমৰ ৰসবিহ্বল আনন্দ আকুল সৰসতাৰ যেন ঠাই নাছিল। কব লাগে নে যে অৰ্থৰ সহস্ৰ সাজ-সজ্জাৰ মাজতো নাৰীৰ ওচৰত এনে আত্মাহীন আড়ম্বৰ যাতনাৰ যন্ত্ৰ মাথোন? দেখাত মই সুখী আছিলোঁ; আৰু মোৰ অন্তৰখনত মানুহৰ সেই আদিম ৰসৰ সৰস তীব্ৰ সোঁত নোবোৱা হলে কি জানি মই তিতৰতো সুখী হব পাৰিলোঁহেতেন।

( ৭ )

"সেই দিনাও আজিৰ দৰে শুভ্ৰ জোনাকৰ কিৰণত দশোদিশ হাস্যময়ী। সেই দিনাৰ স্মৃতি মাত্ৰ আছে, আৰু একো নাই।

নাই নে? যি যায় তাৰ একো অস্তিত্বই নাথাকে নে কি? শব্দ নে কি অনন্ত—আকাশৰ ঢৌৱে ঢৌৱে অনন্তকাল বাগৰি ফুৰে। পোহৰো নে কি তেনে। তেনেহলে মানুহৰ জীৱনটোহে এনে নে যে তাৰ শেষ হয় শ্মশানতে। সুখৰ স্মৃতিও বাজে আন একো অস্তিত্বই নাই নে কি?

মোৰ অতুল ৰূপ। ভাৱত, ভঙ্গীত, চলন-ফুৰণত, কথা-বাৰ্ত্তাত মোৰ ৰূপৰ তৰঙ্গ জলক্ জলক্ কৰি ওলাই পৰিছিল। আজি যি শুকান হাড় ছাল দেখিছা, তাৰ উপযুক্ত ঠাইত গাখীৰৰ ফেনৰ নিচিনা কোমল, জাবৰ জুইৰ দৰে উমাল আৰু বিজুলীৰ নিচিনা উজ্জ্বল দেহৰ কল্পনা কৰা, বুজিবা কেনে ৰূপ।

ব্ৰহ্মপুত্ৰৰ বুকুত নাৱত উঠি ফুৰিছিলোঁ, মই আৰু মোৰ স্বামীৰ বন্ধু বিলাতৰ পৰা নতুনকৈ ফিৰি অহা বেৰিষ্টাৰ—তেওঁৰ নাম নকওঁ, তুমি বা কোনোএ তেওঁৰ নাম জানিব নালাগে—সি মোৰ নিগূঢ় আনন্দৰ সামগ্ৰী, মোৰেই হৈ থাকক। কি হল,—কি জানি সকলো কথা শুনিলে তুমি মোক ঘৃণা কৰিবা। মুঠতে ইয়াকে জানি থোৱা, সেই লাজতে মই ব্ৰহ্মপুত্ৰৰ বুকুত ডুবিলোঁ, জানোবা মোৰ তীব্ৰ লালসা আৰু তীক্ষ্ণ লাজৰ দংশন বাবাৰ শীতল জলে শীতলাই দিয়ে; কিন্তু সেই শীতলতা আজিলৈ নাপালো—কতো।

এই মোৰ জীৱনৰ কাহিনী তোমালোকৰ মনত ক্ষুদ্ৰ হব পাৰে, বিশেষত্ব নাথাকা হব পাৰে। কিন্তু মই হে জানো, সেই কেই দিনৰ অলপীয়া জীৱনত কিমান সুখ, কিমান দুখ, কিমান আকাঙ্ক্ষা, কিমান অতৃপ্তিৰ প্ৰবল ঢৌএ মোৰ ক্ষুদ্ৰ জীৱনৰ নদীত কিমান তোলপাৰ লগাই আছিল।

মই ভূত নহওঁ, এতিয়া জানিছা মই দেৱতাও নহওঁ। মই মানুহ—আশা বাসনা, কাম, অবিবেচনা পূৰ্ণ আদি মানুহৰ আত্মা মোৰ। তোমালোকৰ নীতি শাস্ত্ৰত মোৰ জীৱন ঘৃণ্য, মই পতিতা, মোৰ নামতো সাধুলোকৰ নাক কোঁচ খায়। কিন্তু জগৰ কাৰ? মোৰেই নে অকলে? নে, মানুহৰ অন্তৰ আত্মাত যি অজ্ঞাত পুৰুষে বাসনাৰ এই তীব্ৰ হলাহল, প্ৰবৃত্তিৰ এই আদি উদ্দীপনা জগাই দিয়ে, তেওঁৰো অলপ ভাগ আছে?"

( ৮ )

আচ্ছা নে তুমি আহা নে—চিঞৰি চকমক খাই সাৰ পালোঁ। সচিত নে সপোন প্ৰথমতে বুজাই নাছিলোঁ। এনেতে গছত পুৰতী চৰাইৰ গীতে নিজ অৱস্থা মনত পেলাই দিলে। নাৱৰীয়াইতক মাতি পুৱাতে নাও ভটিয়াই দিলোঁ।

তেতিয়া না-আন্ধাৰ না পোহৰ। ভঙা টিনৰ ঘৰটোৰ কাষেদি যাওঁতে কিবা এটা প্ৰথৰ হাঁহিৰ শব্দ যেন আকাশৰ ইমূৰৰ পৰা সিমূৰলৈ তাল মাৰি গল। আটাই কেইজন উচাপ খাই উঠিলোঁ। অলপ পৰ সকলোটি থমকি বোৱাত শুৱিয়াগৈ কলে, "কি বোলে, সেইটো কি চৰাই!"

তাৰ পৰা যেতিয়াই ব্ৰহ্মপুত্ৰৰ বুকুত নাওত উঠোঁ, তেতিয়াই এই ঘটনাটো মনত পৰে।*

কিন্তু আজিলৈকে জানিব নোৱাৰিলোঁ, এই ঘটনাত কিবা সত্য আছিল, নে ই বঙালী উপন্যাস পঢ়া মোৰ বিকৃত মস্তিষ্কৰ অদ্ভুত উদ্ভাৱনা।*

---

* এই গল্পটো "তটিনী-তীৰে" নামত হাতে লেখা আলোচনী 'অঙ্কুৰ'ত (প্ৰথম ভাগ, ষষ্ঠ সংখ্যা, ১৮২৭ শক, আহিন) প্ৰকাশ হৈছিল। সেই গল্পটোকে কিছু সাল সলনি কৰি নতুন নামত ইয়াত সন্নিবিষ্ট কৰিছে।—সং, শ গো. ৰ.

# দিল্লীকা-লাড্ডু

## নাটক

নান্দী ।

জংঘামধ্যস্পৰশিকামিজঃ
গোৱালিস্পশিধুতিঃ ।
হেজ্লিন্-স্নোনা শোধিতবদনঃ
নির্মুক্ত-গোফদাড়িঃ ।
মুখে ফুটদাখৈস্নানামিব
মিহলীংবাজিবুলিঃ ।
ডিগ্রীগ্রস্তঃ যুৱাবিৰৰ সঃ
ৰক্ষতু বঃ বুকাৰিঃ ।

—•—

### প্ৰস্তাৱনা—সূত্ৰধাৰ

খাইছানে দিল্লীৰ লাক—যাক খালেও পস্তাব লাগে নাখালেও পস্তাব লাগে। বোধ কৰোঁ খাইছা, হয়তো গম পোৱা নাই।

বি-এ পাছ! বি-এ পাছ! বি এ পাছ কৰি নো ভালেই হয় নে বেয়াই হয় কোনোবাই কব পাৰা নে?

যি দিনা পৰীক্ষাটো দি উঠিলা, সেই দিনা তোমাৰ মূৰৰপৰা প্ৰকাণ্ড এটা বোজা নামিল, —তোমাক সপোনত জানিবা জৰকাই হেঁচা মাৰি ধৰিছিল, তুমি কক-বকাই মক-মকাই বক-বকাই আছিলা; সাৰ পাই দেখিলা, ভীষণ কিবাই তোমাৰ সমস্ত প্ৰাণটোৰ ঘস চেপি উলিয়াই আছিল সি আচলতে সপোন হে!

তাৰ পাছত প্ৰায় তিনটা মাহ নিৰুপদ্ৰৱত নিৰুদ্বেগত ঘৰে ঘৰে জা জলপান খাই, পুৱা দেৰিকৈ শুই উঠি আবেলি সোনকালে ফুৰিব ওলাই, গধূলি তাচ-পাশা খেলি, সকলোৰে মেথনিয়াৰ হৈ—এইদৰে তিনিটা মাহ কটালা। তুমি যেনিবা উদং-খোৱা গৰু, অভিভাৱকৰ

শাসন জোং, কলেজৰ নিয়ম-ক নন বেব, এই সকলোবোৰৰ যুগ গল, যুগ আহিল তোমাৰ মুকলি মনৰ, বাধা-হীন প্ৰাণৰ, অনাস্বাদিত স্বাধীনতাৰ গৌৰৱৰ!

মাতৃকুলনাশন মেট্ৰিকুলেছন পৰীক্ষাৰ ফল ওলাল, আই এ, এ-আই-ছিঃ আই এ আৰু আই এচ-চি বো থবৰ জনাজাত হল। তোমাৰ বুকত ধৰিবা ঢেঁকীৰ হে গৰিক! দিন যাই যালে বুকুৰ ধমধমনিও বেছি থৰ হয়। এনেতে আঁহিল এদিন যিদিনা দৌৰা দৌৰি চাইকেলৰ সৰসৰনি, টেলিগ্ৰাফ যন্ত্ৰৰ টঙ্‌টঙনি, কাৰো হাঁহি, ক'ৰো বেজাৰ, কাৰো প্ৰশ্নৰ আগ্ৰহাতুৰ কোলাহল, সকলোএ প ৰ'বতবুল সমাকুল-ইষ্টকগৃহৰ দৰে টেলিগ্ৰাফৰ অফিছ ঘৰটোক মু খৰিত আৰু টেলিগ্ৰাফৰ বাবু বেইটাক ত্যক্ত উত্যক্ত কৰি তুলিছে। এনেতে এখন তাৰ আহিল, যাৰ হালধীয়া খোহাটোৰ ভিতৰত তোমাৰ সমস্ত জীৱনৰ আশা ভৰষা, যেন সমস্ত জীৱনৰ সাৰ, ঘনীভূত হৈ আছিছে। টেলিগ্ৰাফৰ ৰ্চিদ চহী কৰিবলৈ পাহৰি, কঁপা হাতেৰে গোটাই গাটোই ঘামি ঘামি, স্থিৰ হবলৈ ইচ্ছা কৰিও অস্থিৰ হুই, পটি চালা—"Roll · ····· No··· ··· অৰ্থাৎ খোদ তুমি পাছ!

বি এ পাছ কৰিলা! এই পৰীক্ষাৰূপ অপাৰ বাৰিধি কলৰ ভেল সাজিয়েই পাৰ হলা! বা জলনিধিৰ অতল জলত ডুব দি ডিগ্ৰি ৰূপ মহা মাণিক্য লাভ কৰিলা!

পেট্ৰোল লেম জলাওঁতে প্ৰথম, জুই দপদপকৈ উঠি পাছৰ বগা প্ৰখৰ পোহৰে সমস্ত ঠাই পোহৰাই দিয়াৰ দৰে তোমাৰ সমস্ত উত্তেজনা ক্ষীণ পৰিল, কিন্তু কৃতকাৰ্য্যতাৰ কিৰণ, তোমাৰ গৰ্ব্বোজ্জল মুখ, আনন্দিত শৰীৰ, প্ৰেৱৰবা ভোজ, সকলোৰে পৰা বিৰিডি ওলাল।

বাটত ঘূৰোঁতে, দোকানত সোমাওঁতে, ঘৰলৈ আহোঁতে, তুমি বুজিব পাৰিলা, তোমাৰ ফালে যেন সকলোএ চকু আঙুলিয়াই বৈছে, 'এওঁ বি-এ, এওঁ গ্ৰেজুৱেট'। লোকৰ প্ৰশংসমান চকুৰ গোচনিএ তোমাৰ এনেই কঁপি থকা শৰীৰটোক আৰু যেন কঁপাই দিয়ে!

তুমি দহৰ মাজৰ এক, তুমি কৃতী, তোমাৰ আনন্দ, তোমাৰ উৎসাহ, তোমাৰ সিদ্ধি, লোভনীয়, ঈৰ্ষাৰ সামগ্ৰী।

হায়, কৃতী! হায়, গ্ৰেজুৱেট! তুমি জানা হলে তোমাৰ সমুখত কি কঠোৰ জীৱন-সংগ্ৰামে অপেক্ষা কৰি আছে!

## প্ৰথম অঙ্ক

### (১)

টঙৰৰ আলিবাটত কিছুমান কলেজৰ ডেকা ঘুৰিছে, জুন মাহৰ প্ৰায় শেষ, দুই দিনমান আগতে মাত্ৰ ডিগ্ৰী পৰীক্ষাৰ কল ওলাই গৈছে। সৰ্বেশ্বৰ বৰুৱাই নতুনকৈ বি-এ পাছ কৰিছে, distinctionও পাইছে, অৰ্থাৎ ভাল কৰি পাছ হৈছে।

হৰনাথ আগৰ বছৰৰ বি-এ, এতিয়া ল-কলেজৰ ছাত্ৰ। তেওঁ কলে, "বৰুৱা, তুমি [illegible] বি-এ পাছ কৰিলা। এতিয়া কি কৰিবা? ল-কে পঢ়াইক। That's a jolly good life, খুব আমোদৰ দিন, বুজিছা।"

সৰ্বেশ্বৰ—How so! মোৰ বৰ মন আছে; পাছে my family obstructs, খবত বাধা দিয়ে হে!

ৰামকুমাৰ—(অসমীয়া ছাত্ৰৰ ভিতৰত এওৰ নাম; অনাচ লৈ বি-এ পাছ কৰি এতিয়া কলিকতাত একে লগে এম এ, বি-এল পঢ়ে) থৈ দিয়া family! এতিয়া ঘৰৰ চুকত পৰি থাকিবৰ সময় নে হে! This is the real time to enjoy students' life, এতিয়াহে ফুৰ্তিৰ দিন! আগ ডোখৰটো গাধা খাটনি দি খাটিলা।

সৰ্বেশ্বৰ—চেষ্টা কৰি চাওঁচোন। "যত্নে কৃতে" কি হে বাকী ডোখৰ? এই সংস্কৃতবোৰ ঠিক আমাৰ তাহানিৰ পণ্ডিত মহাশয়ৰ দৰেই জেংৰা, অলপমানো ৰস নাই।

চন্দ্ৰকিশোৰ—(সংস্কৃতৰ অনাৰ্চ লৈ বি-এ পঢ়ে) কি কয় আপুনি; সংস্কৃতত ৰস নাই! আপুনি হে তাৰ আচল ৰস বুজিব লাগিছিল। (সৰ্বেশ্বৰ বিবাহিত)

"মধ্যে ক্ষামা শিখৰীদশনা।"

ৰামকুমাৰ—থৈ দিয়া তোমাৰ সংস্কৃত! তুমি সংস্কৃতত অনাৰ্চ পঢ়া বুলি ভু পাওঁ। বুজিছা, বৰুৱা, তুমি ইংলিছত এম-এ পঢ়া। কিমান liberal ideas (উদাৰ মত), কিমান ৰস কি খাচা! আৰু প্ৰফেচাৰ ঘোষজন—বেছ পঢ়ায়, কলিকাতাতে তেওঁৰ খুব নাম।

(২)

সৰ্বেশ্বৰহঁতৰ চৰা-ঘৰত বুঢ়াভগীয়া মানুহ কেইজনমান বহি আছে। সময়, সাঁজ পৰি গৈছে; সৰ্বেশ্বৰ ভিতৰলৈ সোমাই আহিল।

বুঢ়া ফুকন (হাতত এটা কিচকিচিয়া কলা হোকা লৈ, আৰু মাজে মাজে গুৰুক গুৰুক কৰি টানি, আহা, বাপা, আহা। ঈশ্বৰে তোমাৰ মঙ্গল কৰক। পিছে বি-এ টো পাছ কৰা শুনি বৰ সন্তোষ পালোঁ।

সৰ্বেশ্বৰ—এৰা, আপোনালোকৰ আশীৰ্বাদত।

বুঢ়া বৰুৱা—(খুন্দনাত তামোল খুন্দি আৰু মুখত তামোল পাগুলিয়াই আছে) নহব কিয় হে ফুকন! নেদেখিছা কেনে বিনীত লৰা। পাছে আজিকালিৰ ডেকা লৰাবোৰ শুছিল; আমাক ভাবে old fools, বুঢ়া গৰ্দভ। মুঠে বোপাদেৱৰ দৰে দু এজন লৰাই হে—(কাঁহে)

বুঢ়া দুৱৰা—(এওঁ কাণে অলপ কম শুনে; আগেয়ে কাছাৰীত কাম কৰিছিল, পেঞ্চন পায়, অনেক মাটিবাৰী আৰু মকৰ্দমা আছে। বৰুৱাৰ কথা শেষ হব নোপাওঁতেই তেওঁ কি জানি একো নকলে বেয়া দেখি, এই ভাবি মাত লগালে) কি কৈছা বৰুৱা, বোপাই হাকিমী কাম বিচাৰিছে নে! উহুঁ, সেইটি ভাল নহয়। আমাৰ দিনত কিমানবোৰ হাকিম দেখিলোঁ। বৰ খাটনি, তাতে বৰ চাহাবৰ বঙলাৰ তলত এই দৰে (মুদ্ৰা দি দেখুৱালে) ৰৈ থাকিব লাগে। আৰু ইফালে কেৰাণীবোৰে নাকী দি ঘুৰাই নহয়! ময়েই কেইজন হাকিমক কি কৰিলোঁ। উহুঁ, উহুঁ, উহুঁ। বোপা, উকীল হে হব লাগে। নেদেখিছা সেই বঙালী উকীলজন, আমাৰ চকুৰ আগতে কিমান পইচা ঘটিলে তাৰ এতিয়া চাহৰ বাগিচাই চাৰি-পাঁচখন! প্ৰথম যেতিয়া আহে তেতিয়া লাং লাং থাং থাং।

ফুকন—হয়, দুৱৰীয়াই ভাল কথাকে কৈছে। এতিয়া সো বাপাই কি কৰিব খুজিছে।

সৰ্বেশ্বৰ—জানো দেউতাই বা কি কয়! মোৰ হলে এম-এ পঢ়িবৰ হে মন।

দুৱৰা—হয়; বোপা, সেয়েহে ভাল, উকীল হোৱা। ঈশ্বৰে কৰিলে চাই থাকোঁতেই তোমাৰো বাগিচা, মটৰগাৰী হব। হাঃ হাঃ হাঃ।

ফুকন—(এওঁ ক্ষাহাৰিৰ কটন চাহেব আছোঁতে তেওঁৰ কৰ-মৰ্দন পাইছিল; আগত বাগিচাৰ কামকাজী আছিল; এতিয়া বৰ পুতেৱা সকৰ দুটেক আৰি, বাগিচাত, তেওঁ পেঞ্চন পায়।

ৰাজনীতি কথা কব ভাল পায়, আৰু নিজক দেশ-নায়ক বুলি অন্তৰত ভাৱে) এম-এবে নো কি কৰিবাইক! নেদেখিছা আমি অতদিনে চিঞৰি আছোঁ—বোলোঁ আমাৰ ২০।২৫ জন এম-এ আছে, তাৰে এজন হলেও কটন কলেজত সুমাই দিয়া। আজিকালিৰ গবর্নমেণ্টে আমাৰ দৰে মানুহৰ কথা শুনে কত! এতিয়া আৰু ৰায় বাহাদুৰ, খাঁ-বাহাদুৰৰ হে দিন। তেওঁলোকে আকৌ চাহাবক চালাম হে দিয়ে, দেশৰ কথাত হলে নেমাতে! আমি কি কৰিম।

বক্তা - ডাঙৰীয়াই ভাল কথাখন কয় হয়। ৰায় বাহাদুৰৰ হে দিন। হিঃ হিঃ হিঃ।

দুৱৰা কাণে শুগুনা মানুহ। কোনে কি কলে একো নুশুনিলে। কিন্তু নাইঁহিলে কি জানি বস বঙ্গা নপৰেই, ইয়াকে ভাবি তেৱোঁ হাঁহিত যোগ দিলে।

( ৩ )

ৰান্ধনি ঘৰৰ মজিয়াত সৰ্বেশ্বৰ, দেউতাক সৰ্বেশ্বৰৰ ভায়েক কেইটি ভাত খাবলৈ বহিছে। মাকে ভাত দি উঠি অলপ আঁতৰতে থিয় হৈ আছে।

সৰ্বেশ্বৰৰ মাক মই হলে কওঁ, ৰৰমইনা আৰু গুৱাহাটী বা কলিকতা এইবোৰ বঙলুৱা দেশলৈ যাব নেলাগে। ঘৰতে থাওক।

সৰ্বেশ্বৰৰ পিতাক—ঘৰত থাকি নো কি কৰে!

মাক—কেলেই, বি এ পাছ কৰি সৌ হেমকান্ত চবডিপুটি হৈছে নহয়। কৃষ্ণনাথ মুন্সুপ তেও বি-এ হে পাছ। ৰৰমইনাও হাকিম বা মুন্সুপ কিবা এটা হওক।

পিতাক - পালেহে আকৌ।

মাক—নাপাব নো কেলেই! বাৰীৰ টেঙা মাটি কঁঠালটোৰ পৰা চেহাবৰ বঙলালৈ ভাৰে ভাৰে যাবই লাগিছে। আপুনি চেহাবক কওক, মইনাক ভাল কাম এটা দিয়ক।

সেই বঙাল হাকিমটোক যদি দেখোন মইনাক দিলেই হয়। সেইপাতে বোলে আমাৰ মাত কথাকে নুবুজে। সিদিনা আজিনী বাই কৈছিল নহয়। তেনেটো হাকিমক আমাৰ ইয়াত কেলেই! আপুনি চাহাবক বুজাই দিব।

( ৪ )

সৰ্বেশ্বৰৰ শোৱনি ঘৰ। সেই দিনাই নিশা শুবৰ সময়। সবেশ্বৰে বিছনাত পৰি ইকাটি সিকাটি কৰি আছে, টোপনি অহা নাই। ঘৈণীয়েক আহি সোমাল।

সৰ্বেশ্বৰ—আহিলা নে কথমপি? বৰ সোনকাল দেখোন!

ঘৈণীয়েক—পলম হলে নো আমি কি কৰিব পাৰোঁ। আমি আৰু ঘৰৰ বেটী হে! সাজ ধোঁতে ঘৰ লিপোঁতে অলপ দেৰি হয় আৰু।

সৰ্বেশ্বৰ এৰা কি কৰিবা? নিজে উপাৰ্জন কৰিব নোৱাঁৰো মানে আছে আৰু কষ্ট।

ঘৈণীয়েক—নিজে নো উপাৰ্জন নকৰে বা কিয়? এতিয়া বোলে বি এ নে খি এ কিবা পাছ নে আগ হৈছে। কিবা এটা দেখোন ভাল চাকৰী ললে হয়।

সৰ্বেশ্বৰ—চাকৰী নো দিয়ে কোনে হে?

ঘৈণীয়েক—আয়ে কৈছে নহয় বোলে হাকিম বা মুন্সুপ কিবা এটা হওক।

সৰ্বেশ্বৰ—তুমি আৰু তোমাৰ আয়েৰাই কাম দিব পৰাহেঁতেন তো আছিলেই! কাম পাছে দিয়ে চাহাবে হে।

ঘৈণীয়েক—আমি সেইবোৰ কি জানো দেও হে। “শাক খাওঁ পাত খাওঁ, কি জানো মেলেছুৰ মাও।” আমাৰ মনেৰে হলে আৰু পঢ়িব নেলাগে, বুঢ়ালৈ নো কোনোবাই পঢ়ে নে?

এটা চাকৰি হে কৰক। আৰু যদিবা পঢ়েই যেটীক দেউতাৰ ঘৰত থৈ আহক। এখন বাইকৰ চুৰা সাজ ধুই বেটীএ হাৰ কেইডাল জুনজুনীয়া কৰিব নোৱাৰে ।।

( ৫ )

দুই চাৰিদিন পাছৰ কথা। চৰা ঘৰত সৰ্বেশ্বৰৰ দেউতাক আৰু বুঢ়া ফুকন ডাঙৰীয়া বহি আছে। হোকাটো হাতত আছেই, তাক মাজে মাজে গুৰুক্ গুৰুক্ টান মাৰি আছে। সৰ্বেশ্বৰ দেউতাকে এখন পাঁজি চাইছে ! ফুকনে হোকাৰ পৰা মুখ তুলি একোবাৰ তেওঁৰ ফালে চায়।

ফুকন—পালা নে কিবা এটা দিন। যাত্ৰাৰ ক্ষণটো চালেই হয়, সেই সময়ত যোগিনী ভাল থাকিলে বা মাহেন্দ্ৰ বা অমৃত যোগ হলে হয় দেখোন।

সৰ্বেশ্বৰৰ পিতাক—হওঁতে ১১ আহাৰ ভাল আছিল . কিন্তু বাৰটো হল ৰবিবাৰ। সেই দিনা আকৌ চাহাবক লগ পাব পাৰি কেনেকৈ ?

ফুকন—ত্ৰয়োদশী তিথিটো চোৱাচোন। সৰ্বসিদ্ধা ত্ৰয়োদশী। সেই দৰে গলে চাহাবৰ মনি কুমলিব পাৰে।

সৰ্বেশ্বৰৰ পিতাক—( অলপ পৰ পাঁজি চাই ) এই দিনটো চাওকচোন। সাড়ে ৮ বজাৰপৰা সাড়ে ১১ বজালৈ মাহেন্দ্ৰযোগ আছে। ( এই বুলি পাজিখন ফুকনৰ হাতত দিলে। ফুকনে চাব ধৰিলে। )

ফুকন হয়, ভাল হৈছে। সেই দিনাই হব। পাছে, বোপাদেৱক ভাল পোচাক একোৰা-নালাগিব নে ? আছে জানো ?

সৰ্বেশ্বৰৰ পিতাক - সেইটো সি আনিব কিবা দিহা কৰি। মই হলে কৈছিলোঁ, এইখন কৰা তকৈ ওকালতিকে পঢ গৈ।

ফুকন - পিছে ?

সৰ্বেশ্বৰৰ পিতাক—তাৰ মন নাই। সি বোলে চাকৰি হে কৰে। হওঁতে বোৱাৰীএও ফচ্‌লিয়াই হব পায়।

ফুকন - এৰা দেৰ, আজিকালিৰ ডেকাবোৰ তেনেই গুছিল, আটাইবোৰ মাইকীৰ মেপে-লাৰ তল হল। আমাৰ দিনত এনেটো নাছিল, কি কোৱা ?

সৰ্বেশ্বৰৰ পিতাক—হয় হয়। ইও ইংৰাজী শিকাৰ হে ফল। ইংৰাজলোকৰ ইস্তিৰি স্বাধীনতা আছে; হাতত ধৰি তিৰোতাক আলিয়ে-পদুলিয়ে লৈ ফুৰায়। পাৰিলে আমাৰ ডেকাবোৰকো তাকেই কৰিব লাগে। তেনে বৰেঁতে মাইকীবোৰ মূৰত উঠিল। ( অলপ থমকি ) পাছে, বৰ চাহাবক আপুনিও এবাৰ কব লাগে।

ফুকন—লাগে তোন। মই যি পাৰোঁ কম। আমাৰ ঘৰৰপৰা এটা চাকৰিত সুমাই দিব পাৰিলে তো হয়েই।

—:*:—

## দ্বিতীয় অঙ্ক

( ১ )

সৰ্বেশ্বৰ যি সময়ৰ গ্ৰেজুৱেট সেই সময়ত চব-ডিপুটি হাকিমীটো কেৱল বিশিষ্ট লোকৰ পুত্ৰ

বা জোঁৱাইৰ কাৰণেই নিজাৰ্ভ কৰি থোৱা নাছিল; বা কেৱল বিশেষ ৰকমৰ কপুৱাত জন্মা অতি ভাগ্যবান লোকৰ ভাগ্যত হে ঘটিছিল, এনেও নহয়। সাধাৰণ তলপৰ গ্ৰেজুৱেট্ হলেও কেতিয়াবা ভুল প্ৰমাদত এই হাকিমী বিষয়বন পাইছিল। সৰ্বেশ্বৰো বৰ মন হাকিম হবলৈ। বিশেষ কৰি সেই মণ্ডলটো, যি তেওঁক তাহানিখন অনেক মানুহৰ আগতে তঁয়া-ইঁয়া কৰি অপমান কৰিলে, তাৰ অলপ সেকা দিব নোৱাৰিব নে! আৰু ভাগী এঘৰেৰে সৈতে মাটিৰে৷ গোলমাল!

সৰ্বেশ্বৰৰ দেউতাকে পাঁজি চাই ঠিক কৰি দিয়া দিনৰ দিনা পুৱা নও মান বাজিবৰ সময়। সৰ্বেশ্বৰৰ গাত কলা পোছাক এজোৰ, থুতুৰিলৈকে উঠা বৰ বগা শকত কলাৰ, মূৰত বাবু-টুপী। পোছাক জোৰ বৰ টাইট হৈছে, কোটটোৰ বুটাম কেইটা টানি মানি হে মাৰিব পাৰিছে, বুকৰ পোনে উশাহ লওঁতে ছিগি যায় যেন। কলাৰটো ইমান ওখ, গলটোও ইকাটি সিকাটি কৰা টান। গৰমৰ দিন, সৰ্বেশ্বৰ ঘামতে তলমল।

বৰ চাহাবৰ বঙলাৰ সমুখ। বাহিৰৰ পৰাই দেখি, চাহাবে অফিছত বহি ঘামি জামি কাম কৰি আছে, কামিজটোৰ হাত দুখন কোঁচোৰা, গলৰ বুটাম খোলা, গাত কোট নাই, মুখত পাইপৰ নল ওপৰত চাউপ চাউপ কৰি পাংখা চলিছে। সৰ্বেশ্বৰে অতি সন্তৰ্পণে ইফালে সিফালে চাই প্ৰবেশ কৰিলত চাপ্ৰাচী আহি সমুখত থিয় হল। সৰ্বেশ্বৰে কাৰ্ডটো তাৰ হাতত দি কলে,—

সৰ্বেশ্বৰ—কাৰ্ডটো চাহাবক দিয়াগই হে।

চাপ্ৰাচী—চাহাব নাই বাবু।

সৰ্বেশ্বৰ—কিয়, সৌৱা দেখোন কাম কৰি আছে।

(চাপ্ৰাচী নীৰৱ) নিয়া হে, মোৰ সকাম আছে।

চাপ্ৰাচী—সকাম আছে যদি দেখোন তুমিয়েই দিব পাৰা।

সৰ্বেশ্বৰ—ধৰা ধৰা নিয়া।

(জেপৰপৰা আধলি এটা উলিয়াই কাৰ্ডটোৰ লগতে দিয়ে। চাপ্ৰাচীএ আধলিক কাৰ্ডৰ প্ৰথমটো নিজৰ পকেটত থই আৰু দ্বিতীয়টো চাহাবৰ আগত দি ক্ষন্তেকতে ফিৰি আহিল।)

চাপ্ৰাচী—চালাম দিছে বাবু।

(সৰ্বেশ্বৰে কি কৰিব লাগে বুজিব পৰা নাই। চালাম দিয়া অৰ্থ যে চাহাবে মাতিছে, এই কথা তেওঁৰ শ্ৰুতিগোচৰ হোৱা নাছিল। চাপ্ৰাচীএ বুজিব পাৰি ওঁঠদুটাৰ মাজত অকণমানি হাঁহিৰ ৰেখা ৰেঙাই কৈছে,

চাপ্ৰাচী—চাইছা কি বাবু? চাহাবে তোমাক মাতিছে ভিতৰলৈ যাবা।

(সৰ্বেশ্বৰে জোতাৰ শব্দ নোহোৱা কৰি বৰ সাৱধানে চাহাবৰ অফিছ কমৰ দুৱাৰমুখ পাই মূখেৰে একো নামাতি দীঘল কৰি হালি চালাম দিলে।)

চাহাব—Come in Babu.

ভিতৰলৈ আহা, বাবু। (সৰ্বেশ্বৰ ভিতৰ সোমাই গল।)

চাপ্ৰাচীএ মনতে ভাবিছে, "এই নতুন বাবুবোৰ বৰ বুৰ্‌বক্। চাকৰি এটা পালে দুদিনৰ পাছতে এইবে আকৌ ফুটনি চাই কোনে?"

চাহাব—You can take a seat বহিব পাৰা।

(সৰ্বেশ্বৰ বহিল; কিন্তু সিও তেওঁৰ এক শাস্তি হে হল। চুট জোৰা গাত ইমান টান হয় যে পিঠি বুক টানি বহিলে হে কথমপি বহিব পাৰি; কলাৰটোই গলত ধৰে; ইফালে আকৌ যিগন ধনঞ্জয় মাচিয়া হে দিলে বহিবলৈ! তেওঁ, চাহাবৰ কথা পালন কৰিলে।)

চাহাব—(ইংৰাজীত) তুমি গ্ৰেজুৱেট আছা, বাবু।

সৰ্বেশ্বৰ হয়, হজুৰ। (Yes, your honour),

চাহাব—তোমাৰ নাম হৈছে—হৈছে—(কাৰ্ডটো চাই) সৰ্বেশ্বৰ বৰুৱা?

সৰ্বেশ্বৰ—হয়, হুজুৰ।

চাহাব—তোমাৰ ঘৰ কত আছে?

সৰ্বেশ্বৰ—নগৰতে, চাৰ, হুজুৰ।

চাহাব—নগৰ, কোন নগৰ, এই নগৰ?

সৰ্বেশ্বৰ—হয়, হুজুৰ।

চাহাব—What can I do for you? তোমাৰ কাৰণে কি কৰিব পাৰোঁ?

সৰ্বেশ্বৰ—মই চবডিপুটি কলেক্টৰৰ কাৰণে দৰখাস্ত কৰিছোঁ, হুজুৰ।

চাহাব—চব-ডিপুটি কলেক্টৰ! আজি কালি টান দিনত চব-ডিপুটি কলেক্টৰি কাম পোৱা মস্কিল। তোমাৰ পিতাৰা কোন?

সৰ্বেশ্বৰ—মোৰ পিতাক হুজুৰে জানিবও পাৰে? তেওঁৰ নাম বাপুৰাম বৰুৱা। কিছুমান দিন চৰবৰাহকাৰ আছিল। এতিয়া খেতি কৰে। তেওঁ ধনী আৰু মানী। (rich and respectable).

চাহাব—Oh, that is very good. (বৰ বঢ়ীয়া কথা)। You are Bapuram's son—a nice old man. (তুমি বাপুৰামৰ পুতেক, বঢ়ীয়া বুঢ়া মানুহ জন।) You want to be a Sub-Deputy Collector. It is very right But in my opinion, Babu, you youngmen of Assam should take to cultivation. (তুমি চব-ডিপুটি হব বিচাৰা। ভাল কথা। কিন্তু, বাবু, মোৰ মতেৰে হলে, তোমালোক ডেকাবিলাকে খেতি হে কৰিব লাগে।)

সৰ্বেশ্বৰ—How can we take to cultivation, your honour? It is not paying, not also quite respectable.

(খেতি কেনেকৈ কৰোঁ, হুজুৰ। তাৰ পৰা আয় নহয়; আৰু বৰ মানীলোকৰ ব্যৱসায়ো নহয়।)

চাহাব—But you were telling me just now that your father was a respectable gentleman, although he was a cultivator. And why not you! (কিন্তু তুমি মোক এতিয়াই কৈছিলা, তোমাৰ পিতাৰা খেতিয়ক হলেও ধনী মানী। তুমি নো নহবা কিয়?)

(এই কথা আখৰে সৰ্বেশ্বৰৰ গাটো বিন্ধি গল। কিন্তু চাহাবে কথাখিনি ইমান মিহি সুৰত মিঠা হাঁহি মাৰি বলে, যে চাহাবে আচলকৈ ঠাট্টাই কৰিলে নে সঁচা উপদেশকে দিলে বুজিবলৈ টান।)

চাহাব—(অলপ পৰ থমকি) Have you got anything else!

সৰ্বেশ্বৰ—Your honour's kindness, Sir. If you take pity, Sir, I may be favoured with the appointment

(হুজুৰৰ দয়া। হুজুৰে অনুগ্ৰহ কৰিলে কামটো দিব পাৰে।)

চাহাব—Oh, yes your application will receive all consideration. (অকণমান ৰই) You see, I am so busy, good morning. (নিশ্চয়, তোমাৰ দৰখাস্ত সুন্দৰৰূপে বিবেচনা কৰা হব।·· নেদেখিছা, মোৰ বহুত কাম। গুডমৰ্ণিং।)

সৰ্বেশ্বৰে শিকি থইছিল যে চাহাবে গুড্‌মৰ্ণিং বুলিলে আৰু বৰ নাপায়; আৰু কোনো আমোলা বন্ধুৰ পৰা ইয়াকো বুজি লৈছিল যে আহোঁতে চাহাবৰ ফালে পিঠি দি আহিব নাপায়। সৰ্বেশ্বৰে এই বাৰো ছালি চালাম দিলে, আৰু চাহাবৰ ফালৰপৰা মুখ নুঘুৰোৱাকৈ অফিচ্‌কমৰ দুৱাৰ মুখ পালেহি। তাতে আকৌ এটা চালাম দি ওলাই আহিল। তেওঁৰ মনত হল যেন অগ্নি-পৰীক্ষাত হে উত্তীৰ্ণ হল।

বাহিৰত চাপ্ৰাচী বৈ আছিল। দুৱাৰ মুখৰ পৰা অলপ মান আহোঁতেই কৈছে,

চাপ্ৰাচী—দেউতাক চিনিব হে পৰা নাছিলোঁ। দেউতা আমাৰ বৰুৱা ডাঙৰীয়া মৌজাদাৰৰ ঘৰৰ নহয় জানো? দেউতাই চবডিপুটি কাম বিচাৰিছে হব পায়?

সৰ্বেশ্বৰে—( মনত ভাল পালে। ইয়েই তেওঁক তুমি-তামা কৰি এতিয়াই কথা কোৱা নাছিল নে! ) এৰা, তুমি নো কেনেকৈ জানিলা?

চাপ্ৰাচী—দেউতা, ইমান দিনে চৰকাৰৰ নিমখ খাইছোঁ, মানুহ আৰু অলপ চিনি পাওঁ, দেউতা। পাছে দেউতাই কামটো নিশ্চয় পাব।

সৰ্বেশ্বৰ—কেনেকৈ জানিলা বাৰু?

চাপ্ৰাচী—কেলেই, বৰ চাহাবে কাৰ্ডটো দিয়া মাত্ৰকতে মাতি নিলে, এতেখিনি পৰ হাঁহি হাঁহি কথা পাতিলে, এনেয়ে জানো? আও, এইটো বৰ কালান্তক চাহাব, দেউতা। আমাৰ বৰ হাকিম আহিলেও থিয়ই থিয়ই হে কথা পাতে। আৰু কিমান বাবু আহে, বাৰাণ্ডাৰ তলতে থিয় হৈ থাকে নহয়, বৰ চাহাবে কেটাহিকে নকৰে। দেউতাক বহিবলৈ চকি দিলে, হান-চেউ কৰিলে। দেউতালৈ জকৰ বৰ চাহাবৰ মৰম লাগিছে।

সৰ্বেশ্বৰ—দেখোঁচোন, বাৰু কি হয়?

( এইদৰে কথা পাতি প্ৰায় কম্পাউণ্ডৰ বাহিৰ পালে হি। )

চাপ্ৰাচী—পাছে, গোলামে নো মিঠাই খাবলৈ একো নাপাওঁ নে?

সৰ্বেশ্বৰ—লগত তো পইচা-কৰি আহা নাই। হোৱঁ। ( এই বুলি টকা এটা চাপ্ৰাচীক দিলে ) আমাৰ ঘৰৰ ফালে যাবাচোন, চিনি নোপোৱা জানো?

চাপ্ৰাচী—কেলেই চিনি নাপাওঁ, দেউতা। মৌজাদাৰ দেউতাৰ ঘৰ আকৌ চিনি নাপাওঁ নে? যাম, দেউতা। এতিয়া গোলামৰ এয়ে ঢেৰ। কামটো হক, আৰু আছে নহয়।

( সৰ্বেশ্বৰ ওলাই আহিল। পাছত মনত পৰিল তেওঁ শুনিছে যে কোনোবা চীফ কমিছনাৰৰ খানছামাএ বোলে চবডিপুটি কাম দিয়াব পাৰিছিল। আৰু কোনোবা কমিছনাৰ চাহাবৰ চাপ্ৰাচীৰো তেনে অসাধাৰণ ক্ষমতা আছিল। বৰ চাহাবৰ চাপ্ৰাচী নো এক আখৰ কথা কব নোৱাৰিব নে। সৰ্বেশ্বৰে চাপ্ৰাচীক অলপ টান কৈ শোঁহাই মাতিলে। চাপ্ৰাচী দৌৰি আহিল। )

সৰ্বেশ্বৰ—হেৰা ককাই, তোমালোক সদাই চাহাবৰ লগত লাগি থকা মানুহ। কেতিয়াবা এক আখাৰ কব নোৱাৰা নে হে!

চাপ্ৰাচী—কব লাগিছে নে, দেউতা? ভাল, ভাল।

সৰ্বেশ্বৰ—এৰা, পাৰিলে কৰাচোন।

( এইবাৰ সৰ্বেশ্বৰ গল। )

চাপ্ৰাচী—( মনতে ) এনে আহাম্মখ, এই বাবুবোৰ তেনেই গাধা।

( ২ )

চহৰৰ এখন সৰু দোকানত অনেক ডেকা লৰা গোট খায়। সেই দিনাৰে আবেলি সময়ত হৰনাথ, ৰামকুমাৰ আদি বহি আছে। এনেতে সৰ্বেশ্বৰ সোমাই আহিল।

হৰনাথ—কি হে নতুন ডিগ্ৰী, কৰিলা নে বৰ চাহাবক দেখা?

সৰ্বেশ্বৰ—এৰা ভাই, কোনোমতে হল। কিন্তু চাহাব দেখা কৰা মানে এচলু তেজ শুহোৱা হে, জানিছা।

ৰামকুমাৰ—কিয় হে, কি হল? ইংৰাজী কওঁতে খোকোজা লাগিল নে কি? হওঁতে

হয়, চাহাব প্ৰফেছৰৰ তলত নপঢ়িলে কিছু আছকাল হয়। বঙালীবোৰৰ pronunciation-এ (উচ্চাৰণ) নহয়।

চন্দ্ৰকিশোৰ—থওক আপোনাৰ চাহাব প্ৰফেছৰ। কিমান চাহাব প্ৰফেছৰ দেখিলো, মাতটোকে মাতিব নোৱাৰে।

হৰনাথ—ৰবাচোন, তোমালোকৰ ইংৰাজী আৰু সংস্কৃতৰ তৰ্কখন আমাক নালাগে। (সৰ্বেশ্বৰলৈ) পাছে কি হল হে?

সৰ্বেশ্বৰ—কি আৰু হব! apply (দৰখাস্ত) কৰিবলৈ কৈছে।

দোকানী—(এজন ডেকা লৰা, কলেজতো এমামান পঢ়িছিল, সুন্দৰ ফিট ফাট বাবু) তোমাৰ হব হে সৰ্বেশ্বৰ, বুইছা। তোমাৰ দেউতাৰাৰ যি হে খাটিব। এই বাৰো বৰদিনৰ দালিটোৰ ভালকৈ দিহা কৰা।

এনেতে দোকানলৈ ভিৰধৰ পেস্কাৰ সোমাই আহিল। এওঁ কাছাৰীৰ এজন প্ৰবল আমোলা, মাটি বৃত্তি ধন জন টকা কৰি অপাৰ। সকলো চাহাৰ আৰু হাকিমৰ লগত বৰ খাতিৰ। এবছৰৰপৰা চহৰত ৰটনা-খচনা যে তেওঁক ৰায়চাহাব খিতাপেৰে সুশোভিত কৰিবলৈ বৰ চাহাবে ওপৰলৈ লিখিছে। বয়স ৪০।৪৫ৰ ভিতৰতে; সকলো দলতে এওঁৰ মিল, লৰাৰ-পৰা বুঢ়ালৈ। এনে হেন মহাপুৰুষক বেঙ্কিত বহিবলৈ দিয়া অন্যায় বুজি, দোকানীএ বেত-চিঙা হাত-ভঙা মাচিয়া এখন আগ বঢ়াই দিলে; পেস্কাৰ ডাঙৰীয়াই নিজৰ লুষ্ট-পুষ্ট শৰীৰ ডোখৰ তাতে থলে। ক্ষন্তেকলৈ ডেকাৰ দল নিজুম।

পেস্কাৰ—কি কৈছিলা হে বোপাইত? কাক বৰদিনৰ দালি দিয়া? সেইবোৰ আমাৰ বুঢ়া তৰপৰ আমোলা-মহৰীৰ হে কথা। তোমালোক নতুন কলেজত পঢ়া ডেকাৰ কিহৰ দালি!

ৰামকুমাৰ - (পেস্কাৰে মুশুনাকৈ) Nonsense, sycoph.nt (আহাম্মথ, খোচামোদী।)

দোকানী—এয়া, আমি সৰ্বেশ্বৰে চাহাবক দেখা কৰি কথা পাতিছিলোঁ, কাম পাবলৈ হলে আজি কালি খাতিৰ হে লাগে।

পেস্কাৰ—হওঁতে হয়, পাছে চাহাবক বশ কৰা বৰ টান। সাপকো বিশ্বাস কৰিবা, তেওঁ চাহাবৰ জাতত বিশ্বাস নাই। যিমান দিন তোমাৰপৰা কাম অ'দায় হয় তুমিয়েহে তুমি, বেনে-বাকৈ যদি কিবা এটা ভুল ওলাল, "যাও ·· বেটা জলমে।" আজি কালিৰ চাহাব এই। (সৰ্বেশ্বৰলৈ) পাছে, বৰ চাহবক Your Hoı our (হুজুৰ) বুলি কথা কলা নে নাই?

সৰ্বেশ্বৰ—এৰা Honcur মুখতে নোলায়চোন; পাহৰি পাহৰি যাওঁ; চেষ্টা কৰিছিলোঁ হওঁতে।

পেস্কাৰ—ৰৰ', এখোন। হাকিম এটা হৈ লোৱা। তেতিয়া মুখেনাকে Honour ওলাব। চালাম আৰু? গুড্ মৰ্ণিং বুলিলা নে চালাম দিলা?

সৰ্বেশ্বৰ—কলেজৰ পৰা ওলাই আহিয়েই কেনেকই নো চালাম দিয়ে। গুড্ মৰ্ণিঙকে দিলোঁ। সিও দে·ান হাতখন আগবঢ়াই দিলে। আও যিহে টিপা, মোৰ হাতখনকে ছিগি নিয়ে যেন পালোঁ। (এই বুলি অলপ বঙা পৰি, কি জানি তেওঁৰ মিছা আখৰ কোনবাই ধৰিব পাৰিলেই সৰ্বেশ্বৰে হাঁহিলে। বাস্তৱিকে চাহাবে তেওঁৰ লগত হেণ্ডচেক কৰা নাছিল।)

পেস্কাৰ—হুঁ, এইবোৰ পাছে একো নহয়। চাহাবপূজাৰ এটা মাত্ৰ মন্ত্ৰ আৰু এটা মাত্ৰ মুদ্ৰা আছে। খুব দীঘলকই চালাম দিবা। (চালামৰ নমুনা দেখুৱাই দিলে।) এইটো মুদ্ৰা। আৰু মন্ত্ৰ হৈছে, যিহকে নকওক "হয় হুজুৰ" "হয় হুজুৰ" বুলিবা। (হাত যোৰ কৰি ইয়াবো মুদ্ৰা দেখুৱালে।) এই মতে, উ—হ, খুব তেল দিবা (হাতেৰে তেল দিয়া প্ৰথা অনুকৰণ কৰিলে)। যেতিয়ালৈ তলতলিয়া পিছল নহয়, তেতিয়ালৈ হাতে মুখে পিটি দিবা মানীও মাএজী

তেল্। পিছত, যেতিয়া দেখিবা বেছ নিমজ হৈছে, দিয়া···হঁতৰ ওপৰেদি ৰেলগাড়ী চলায়। সুধিব, 'এয়া কোন, ইমানটো মৰ্দালি কৰিছে?' কোনবাই কলে, 'অমুক হে;' বিশ্বাস নকৰে— 'উহুঁ, সি কেনেকৈ হব। কাৰবাৰ কৰবাত ভুল হইছে।'

দোকানলৈ এই সময়ত বৰ-হাজৰিকা ডেকা উকীল আহিল। এওঁ পাতলা কৰি লাগে, দীঘল চেহাৰাৰ মানুহ চকুত সোণোৱালি দীপচকু, মূৰত পাগ, গাত দীঘল ছোলা। মানুহজন বৰ তেজী বুলি খ্যাতি আছে। মক্কেল-মহলত প্ৰসিদ্ধি— চাহাবৰ আগত এওঁৰ মুখেৰে আখৈ হে ফুটে! টকা কৰিও যথেষ্ট আৰ্জিছে—

বৰ-হাজৰিকা- (অলপ হাঁহি ৰেঙাই) কি লেক্‌চাৰ দিছে পেস্কাৰ ডাঙৰীয়াই!

(পেস্কাৰে খচ্ মচ্ কৰি উঠি হাতখন কপাল চুৱাই উকীলক চেলাম কৰিলে। দোকানীএ নিজে বহি থকা মাচিয়াখন উকীলক আগ বঢ়াই দি নিজে গই গদীত বহিল। ডেকাৰ দলে গাকে লাৰা নাই।)

পেস্কাৰ- আমি কি লেক্‌চাৰ্ দিম, ডাঙৰীয়া। আপোনালোকে শুনিলেও নাক শিঙৰাই দিব। এওঁবিলাকক কলেজত নপঢ়া বিদ্যা শিকাইছিলোঁ, চাহাবক বশ কৰা মন্ত্ৰ আৰু ডন্।

দোকানী—আমাৰ সৰ্বেশ্বৰে বৰচাহাবক দেখা কৰিবলৈ গৈছিল নহয়, চবডিপুটি-কামলৈ। তাৰে কথা কৈছিল পেস্কাৰ ডাঙৰীয়াই। চাহাবে বোলে দৰখাচ্ কৰিবলৈ কৈছে।

বৰ-হাজৰিকা- চাহাবৰ দৰখাচ্ কৰিবলৈ কোৱা থৈ দিয়ক।·· হঁতৰ কোন কথাতে rely (বিশ্বাস) কৰিব নোৱাৰি। Best consideration receive কৰিব, খুব consider কৰিম, apply কৰা, I will see - এইবোৰ চাহাবহঁতৰ বুলিয়েই। কোনোমতে একো নকৰে, খাতিৰ নহলে।

(বৰ-হাজৰিকা দেৰে বি-এল পাছ কৰিয়েই হাকিমী কামলৈ বৰ চেষ্টা কৰিছিল। বি.এ পাছ কৰা কোনো হাকিমৰ লৰাক সেই কাম দিলে, তেওঁক আশা দিও শেষত নিদিলে। লোকে কয়, সেই কাৰণেই তেওঁ গবৰ্ণমেণ্ট, চাহাব আৰু হাকিমৰ ওপৰত বৰ নাৰাজ।)

ৰামকুমাৰ—হব পাৰে সেইটো কাৰো কাৰো পক্ষে; সেই বুলি যে all will sail in the same boat (সকলোৰে একে দশাই হব) তাৰ কি মানে আছে?

উকীলে একো নামাতিলে, ক্ষণমান হাঁহিৰ ৰেখা মুঠতে মুখত বিৰিঙি ওলাল, আৰু কিবা এটা বস্তু লই গল; উকীল গল; তাৰ পাছতে পেস্কাৰো গল। তেতিয়া দোকানীএ প্ৰথম মাত লগাইছে—

দোকানী ·· ৰামকুমাৰ, দেও, তুমি কম নোহোৱা, পাই! উকীলক ভাল থেকেচাটো দিলা, হয়।

ৰামকুমাৰ - নিদি কৰা কি হে? এনেকুৱা unasked for insolence unsufferable (ইমান অনাহক ফুটনি সহিব নোৱাৰি।) তেওঁ কাম নাপালে বুলি আৰু কোনোএ নাপাবই নে কি?

চন্দ্ৰকিশোৰ—থওক, আপোনাৰ গেলা গপটো। বৰ-হাজৰিকা কিমান টকাৰ মানুহ কব পাৰে নে?

ৰামকুমাৰ—miserable miser (কটকিন কিপিণ।) টকা ধুই পানী খাব নহয়। countryৰ causeত (দেশৰ বাবে কেতিয়াবা পইচা এটা দিয়ে নে দেখিছা।

এইবাৰ দোকানত নৰেশ্বৰ দাৰোগা সোমাল। এবেঁা চহৰৰ ডেকাদলৰে এজন। প্ৰায় এবছৰ কলেজতো পঢ়িছিল। দাৰি-গোঁফ কমোৱা, তুলতুলীয়া চেহাৰা, গাত এটা মিহি মুগাৰ কোট আৰু গুণাৰ ফুল দিয়া এখন পাতৰ চাদৰ। গোটাই মানুহটোৱেই চিকুচিকাই

আছে। পুলিচ হলেও এওঁৰ patriotic feelings (দেশৰ মঙ্গল চিন্তা) আছে বুলি প্ৰসিদ্ধি আছে।)

দাৰোগা—কোনে পইচা নিদিয়ে হে, ৰাম ?

ৰামকুমাৰ নকবা ভাই, এই উকীলখনৰ কথা কৈছোঁ।

দাৰোগা—আও, উকীলবোৰে আৰু পইচা দিয়ে নে! একোজন মস্ত বাক্যবীৰ। মুখত হলে ৰক্ষাই নাই; ইফালে 'অমৃত বাজাৰ পত্ৰিকা' এখন লবলৈকো ভয়। দোষ আমাৰ পুলিচৰ হে! হুঃ!

দোকানী—(অলপ হাঁহি তেওঁ বুজিছা, নৰেশ্বৰ, পুলিচতকৈ ঢেৰ ভাল।

দাৰোগা—কিহৰ ভাল হে, কিহৰ ভাল? মিছা সাখী শিকোৱাত কাল। এই উকীলখনৰ বাবেই চুৰি-চাপ্ৰাচী ইমান বেছি। কেইজন উকীলৰ কথা জানো. receiver of stolen property (চোৰাই মাল ৰাখে)।

হৰনাথ—নাহে নাহে, বুজিছা, defamation (মান হানি) হব।

দাৰোগা—কিহৰ নাহে নাহে হে? গিনান চোৰ বদমাইচ. আটাইকে মিছা সাখী শিকাব, আৰু খালাচ কৰিব। এই উকীলখনৰ বাবেই justice ন্যায় তেনেই miscarriage অন্যায় হৈছে!

## তৃতীয় অঙ্ক

(১)

সেই বছৰ জানুৱাৰী মাহৰপৰা কেইবাখনো হাইস্কুল চৰকাৰী কৰি লোৱাৰ কথা। শিক্ষাবিভাগ অসমীয়া গ্ৰেজুএট বিচাৰি হায়ৰান্। আটাই গ্ৰেজুএটে মুঠ বান্ধাৰ দৰে কৰিছে, আৰম্ভণি দৰমহা ৭৫৲ টকা নিদিলে কোনো কামত নোসোমায়। চৰকাৰৰ ঘৰত চাকৰি কৰা আৰু চাকৰি নকৰিও চৰকাৰৰ নিমখ খোৱা লোক সকলে গ্ৰেজুএটবিলাকক ভিন্ ভিন্ ৰূপে বুজাইছে, কিন্তু নো গ্ৰেজুএট সকলে থেহ ধৰি থাকিব নালাগে। কোনোএ কইছে, কিছুদিনৰ পাছত ৫০৲ টকীয়া কামো পাবলৈ নাইকিয়া হব; কিছুমানে কইছে, মাষ্টাৰি কাম লোৱা মানে দেশৰ মহৎ হিত চিন্তা কৰা, কাৰণ আমাৰ স্কুলবোৰত অসমীয়া মাষ্টাৰ নাই, এতিয়া নললে বঙালীএ ভৰি পৰিব, তেতিয়া আৰু ত্ৰিশ বছৰলৈ অসমীয়া মানুহ সোমাব কেনেকই; কোনোএ কইছে, আৰম্ভণতে ৫০৲ টকা হলেও সোনকালে মাষ্টাৰসকলৰ দৰমহা বেছি হব, কাৰণ বিলাতৰ পাৰ্লিয়ামেণ্টত মণ্টাগু চাহাবে ৪০০৲ চাৰিশলৈ মাষ্টাৰৰ দৰমহা হব বুলি কৈছে নহয়। (মণ্টাগু চাহাব তেতিয়া ভাৰতৰ আণ্ডাৰ চেক্ৰেটৰী; লৰ্ড মৰ্লি চেক্ৰেটৰী।)

যি দৰে কোনো কঠোৰ তপস্বীৰ একাণপতীয়া অৰ্চনা অনেক দিনলৈ ইষ্টদেৱতাৰ ওপৰৰ পৰা ফিৰি আহি থাকে, সেইদৰে চৰকাৰী আৰু চৰকাৰে ফেটাই দিয়া লোকসকলৰ সাধ্য-সাধনা গ্ৰেজুএটবিলাকৰ ওচৰত বিফল হল। তেতিয়া বঙালী গ্ৰেজুৱেটে স্থায়ী কামবোৰ ললে আৰু চৰকাৰে অসমীয়া গ্ৰেজুৱেটক অস্থায়ী কামত লোৱাৰ নিয়ম কৰিলে।

ইমান দিনে অনেকেই ৫০৲ টকীয়া চাকৰি লবলৈ আন্তৰিক ইচ্ছা আছিল, চকুৰ লাজত হে লব পাৰা নাছিল। এতিয়া এই উবাদিহ পাই কেইবাজনো অসমীয়া গ্ৰেজুৱেট মাষ্টাৰ হৈ সোমাল। এওঁলোকৰ ভিতৰত সৰ্বেশ্বৰ বৰুৱা বি-এ ডাঙৰীয়াও একজন।

সৰ্বেশ্বৰ মাষ্টাৰি কাম লই মনে মনে আলোচনা কৰিছে—“হওঁতে কাপোৰ-কানি কেইখনো ফাটিলে; চুৰিয়া কামিজ ভাল চাই কিনা টান ঘৰৰপৰা দেখোন টকা দিব নোখোজে। ইফালে আৰাৰ “তেওঁ়কো” গন্ধতেল, শাৰীকাপোৰ মিহি চেমিজ এইবোৰ দিবলৈ হাত উদং। ভালেই হল, এই চাকৰিৰ পইচা কেইটাৰে একৰকম pocket expense (বাহিৰা খৰচ, চলিব। আৰু এইটো জানো মোৰ চাকৰি! হাকিম তো হমেই! মাজৰ এই কেইটা দিন এনেহুৰা হৈ বহি থকাত কৈ এই দৰে পঞ্চাশটাকৈ টকা পোৱাও বেয়া নহয়।”

( ২ )

নগৰৰ হাইস্কুলৰ শিক্ষকবিলাকৰ খোটালীত ১॥০ মান বজাত দুজনমান শিক্ষক বহি আছে; ডাঙৰ মেজখনতে সৰ্বেশ্বৰ শুই আছে। সৰ্বেশ্বৰ আজি তিনি দিন স্কুললৈ অহা নাছিল। কাৰণটো এই চৰডিপুটি হবলৈ হলে এখন riding (ঘোঁৰাত উঠিব পাৰা বুলি চাৰ্টিফিকট লাগে। সেই কাৰণে তেলীয়া এজনৰ বটুৰা ঘোঁৰা এটা লৈ তেওঁ আলিৰ বাটে দি লাহে লাহে ঘোঁৰা শিকিছিল। কোনোবা দুষ্ট বজৰুৱা লৰা দুটামানে সৰ্বেশ্বৰৰ ঘোঁৰাত উঠাৰ লক্ষণ দেখা পাই পাছফালে দিলে কোটাল লগাই কোনোবা এটাই ঘোঁৰাটোক কোব এটাও মাৰিলে নে কি! ঘোঁৰাই মাৰ লৰ! সৰ্বেশ্বৰে ছুটি-মেলা ঘোঁৰাত এদিনো উঠি পোৱা নাই, লাগাম এৰি তেওঁ জীনখনতে খামোচা মাৰি ধৰিলে। লাগাম ওলমি পৰাত আৰু চক খাই ঘোঁৰাটোই আৰু লৰ দিছে, তেতিয়া সৰ্বেশ্বৰে পৰে যেন দেখি ঘোঁৰাৰ গলটোতে সাবোটা মাৰি ধৰিলে। ঘোঁৰাৰ চক আৰু বেছি হল, সি জপিয়াই-লফিয়াই সৰ্বেশ্বৰক পিঠিৰপৰা পেলাই দি দৌৰি গই কোনোবা দেশ পালে। সৰ্বেশ্বৰে পৰি দুখ পালে, আৰু ৰাজহুৱা আলিত মানুহৰ আগত ইমান লতি-ঘতি হৈ বৰ লাজো পালে। সেই দেখি তিন দিন স্কুললৈ অহা নাছিল। তেতিয়াও, সেই পিৰিয়ড-টোত তেওঁৰ শ্ৰেণী আছে; তেওঁ শ্ৰেণীলৈ নগই, মেজত শুই কেইজন শিক্ষকৰ লগত কথা পাতি আছে।

হেড্ মাষ্টাৰজন সেই কমলৈ সোমাই আহিল। এওঁ বঙালী মানুহ ৪৫।৫০ বছৰীয়া, খাটা-বুটা, গৌৰবৰ্ণ, পেটটো কিছু ডাঙৰ, মুখখন দেখিলেই এনে অনুমান হয় যেন তেওঁৰ পেটৰ ভিতৰৰ সহস্ৰ কথাৰ এটা ওলাবলৈকো এই মুখৰ মাজেদি সুৰুঙা নাই। তেওঁ আহি ইংৰাজীত কলে, “সৰ্বেশ্বৰ বাবু এইক'লৈ আহি যাব।”

সৰ্বেশ্বৰে অসমীয়াতে কলে,—“আচ্ছা যাইছোঁ।” (হেড্ মাষ্টাৰে বোলে কোনোবা দিনা অসমীয়া কবলৈ গৈ ‘গৈছোঁ’ নকই, এইদৰে কৈছিল।’ হেড্ মাষ্টাৰৰ কমৰ ভিতৰলৈ সৰ্বেশ্বৰ গলত

হেড্ মাষ্টাৰ—(বঙালীত) আপ্ নিতো আজ তিন দিন আসেন নাই। কেজুয়েলেৰ জন্য দৰখাস্তও কৰেন নাই। আৰ এখন আপনাৰ ক্লাস আছে, আপনি ঘুমিয়ে ৰয়েছেন। বলুন দেখি এৰকম কোৰ্ লে কাজ চলে কি কৰিয়া?

সৰ্বেশ্বৰ—আপনাৰ কাজ কি কইৰা চলে, আমি কি জানি মশায়। ঘণ্টাটো এই মেৰে দিছেন, আমি ক্লাসেতো যাব বলেই ভাবি উঠিব ধৰিয়াছিলাম। ঘণ্টাটা মাৰিয়া দিলেই কি ঘণ্টাটা শেষ হইয়া যায়?

হেড্ মাষ্টাৰ—দেখুন, সৰকাৰী চাকুৰি, আপনিও কৰেন, আমিও কৰি। একটু বুঝে-সুঝে চলাই ভাল।

সৰ্বেশ্বৰ—ৰাখুন মশায়, আপনাৰ ভাৰী চাকৰি। পঞ্চাশ ডাল টকাৰ চাকৰিও আবাৰ চাকৰি! আপনাদেৰ মতন তো আমৰা বঙাল কঙাল নহি, এই চাকৰিকেই মুঠা মাৰিয়া থাকিব।

হেড্মাষ্টাৰ - ৰাগ কৰেন কেন? বঙাল কঙাল না হলে তো দেখি আপনাদেৰ চলেই না।

সৰ্বেশ্বৰ — চলে না কিসেৰ মশায়? আমি হোজা অসমীয়াক আপনাৰা লুটিয়া খাইতে আসিয়াছেন।

হেড্মাষ্টাৰ—যান, যান। ৰাগ কৰিয়া কাজ নাই; ঐ তিন দিনেৰ লিভেৰ জন্য একটা দৰখাস্ত কৰবেন। এখন ক্লাসে যান।

সৰ্বেশ্বৰ — ক্লাসেতো যাবই, আপনাকে বলতে হবে কেন?

সৰ্বেশ্বৰ দপদপাই ক্লাচলৈ ওলাই গুচি গল। হেড্মাষ্টাৰে মনতে ভাবিছে "এই বেটা আসামী গ্ৰেজুয়েটৰা, এক একটা নবাবেৰ বাচ্ছা যেন। ও সাব-ডিপুটি হবে বলে আমাদেৰ গ্ৰাহ্যই কৰে না। আচ্ছা দেখাচ্ছি বেটাৰে।" অলপ পাছতে confidential (গোপনীয়) খাম দুখনত দুখন চিঠি হেড্মাষ্টাৰে নিজ হাতে লিখি বন্ধ কৰি এখন ইনিস্পেক্টৰৰ নামে আৰু ইখন ডিপুটি কমিছনাৰ আৰু প্ৰেচিডেন্টৰ নামে তেওঁৰ বাহাতে থাকা চিৎটীয়া চাপ্ৰাচীটোৰ হাতত পঠাই দিলে।

( ৩ )

ডাক আবেলি তিনি মান বজাত বিলি হয়। সৰ্বেশ্বৰ ক্লাছত বহি আছে। পিয়নে এটা ডাঙৰ লেফাফা, চৰকাৰী খাম মোহৰ মৰা, চাৰি অনীয়া টিকট লগোৱা, সৰ্বেশ্বৰৰ হাতত দিলেহি। সৰ্বেশ্বৰে আথে-বেথে লেফাফাটো খুলিলে। তাৰ ভিতৰত কোনোবা চুকত ৮ ইঞ্চি মান দীঘল আৰু ৪ ইঞ্চি মান বহল পাতল টাইপলিখা এখুটুৰা চিঠি পালে। পাই পঢ়িলে, পঢ়ি যাওঁতে তেওঁৰ মুখত হাঁহি ওলাই গল। ইমান ডাঙৰ লেফাফাৰ মাজত যদিও ইমান সৰু কাকত ডোখৰ, তাত লেফাফাৰ গুৰুত্ব অনুসৰিয়েই মস্ত খবৰ আহিছে। যিবিলাক গ্ৰেজুএটে চবডিপুটি হাকিম আৰু আচল হাকিম হবলৈ দৰখাস্ত কৰিছে তেওঁলোকে নবেম্বৰ মাহৰ ১৭ তাৰিখে পুৱা গুৱাহাটীত গৈ কমিছনাৰ চাহাবক দেখা কৰিব লাগে। তলত লিখা যিবিলাক আবেদনকাৰীয়ে ৰাইডিং আৰু স্বাস্থ্যৰ চাৰ্টিফিকট দিয়া নাই, তেওঁলোকে এই দুখন চাৰ্টিফিকেট ইতিমধ্যে দিব লাগে। সেইদিনা নবেম্বৰৰ ৮ তাৰিখ।

সৰ্বেশ্বৰৰ হাঁহি আৰু গুৰু গম্ভীৰ লেফাফাৰ ভিতৰত টাইপ কৰা চিঠি দেখি ছাত্ৰবোৰে কোৱাকুই কৰিছে - "হেই, মাষ্টাৰ হাকিম হোৱাৰ খবৰ আহিল।"......"নহয় ঐ, সেয়া ইউনিভাৰ্চিটিৰ চাৰ্টিফিকট।"..."কত ব' কাম পালে? বজালে পোৱালি মাষ্টাৰে এইবোৰ!" ইত্যাদি। এজন সাহ থাকা বিধৰ লৰাই সুধিলে, "চাৰ আপোনাৰ হাকিম হোৱাৰ খবৰ পালে নে কি?"

সৰ্বেশ্বৰ—কেনেকৈ জানিলা? (হাঁহিৰে মুখ ভৰি পৰিছে।)

ছাত্ৰজন—আপোনাৰ মুখ চাই ভাবিছোঁ।

সৰ্বেশ্বৰ—হাকিম হোৱা খবৰ নহয়, পাছে কমিছনাৰ চাহাবক Interview (দেখা) কৰিবলৈ মাতিছে।

ছাত্ৰজন—কেতিয়া, চাৰ?

সৰ্বেশ্বৰ—এই ১৭ তাৰিখৰ দিনা।

ছাত্ৰজন—এইবাৰ হব, চাৰ।

আন এজন ছাত্ৰ—(উঠি) হয় চাৰ! আমাক আজি এৰি দিব লাগে। আমাৰ খুব ফুৰ্ত্তি হৈছে।

সৰ্বেশ্বৰৰো যাবৰ মন— এই সুসংবাদ তেওঁৰ বন্ধুসকলক ঘৰত আৰু গৃহিণীক জনাব লাগে। ইফালে চাৰ্টিফিকট দুখনৰো দিহা কৰিব লাগে। ক্লাছ ছুটী দি তেওঁ গুচি গল।

( ৪ )

নবেম্বৰৰ ১২ তাৰিখৰ পুৰা ৯ মান বজাৰ সময় সৰ্বেশ্বৰে বি-এ পাছ কৰাৰ পাঁচ বছৰ হয়। ৰাইডিং চাৰ্টিফিকটৰ পৰীক্ষা দিবলৈ বৰ চাহাবে মাতিছে। সৰ্বেশ্বৰে দুখমল মণ্ডলৰ সাধা ঘোঁৰাটোত জীন আৰু নিজৰ গাটোতো লাগতিয়াল সাজ কৰি বৰ চাহাবৰ বঙলাৰ সমুখ পাইছেহি, এনেতে বৰ চাহবো ওলাই আহিল। সৰ্বেশ্বৰে শুনিছিল যে চাহাবলোকে চটফটাই ফুৰা মানুহক কাৰ্য্যদক্ষ বুলি ভাবে; সৰ্বেশ্বৰে চকু-মুখ মুজি ঘোঁৰাটোৰ পৰা জাপ মাৰি পৰিল আৰু এৰেলগে মাটি ছুই বৰ চাহাবক চালাম দিলে।

চাহাবে সৰ্বেশ্বৰক ৯ বজাত সময় দি পাহৰিলে। তেওঁক কোনো বন্ধু চাহাবৰ গৃহিণীএ দেখা কৰিবলৈ তদ্দণ্ডে মাতি পঠোৱাত তেওঁ ঘৰৰ পৰা ওলায়েই দেখে এই জঞ্জাল! মনে মনে অলপ বিৰক্ত হল, কিন্তু সৰ্বেশ্বৰৰ চালামটো পাই মনটো অলপ কুমলিল। তেওঁ কলে, "Oh yes! Ride your pony and just center round the Kutchery Comp und" সৰ্বেশ্বৰে জাপ মাৰি ঘোঁৰাত উঠিল। তেওঁ center কি একো নুবুজে। চাহাবে ঘোঁৰাটোক হাতত লাঠি গছেৰে এটা কোব মাৰি দিলে; সি থক থক কৰি থেকেছি সৰ্বেশ্বৰক লই লৰ দিলে। চাহাবে সেই ফাললৈ কেটাহিকো নকৰি তেওঁৰ গন্তব্য স্থানলৈ গুচি গল।

সৰ্বেশ্বৰ ফিৰি আহি বঙলাৰ সমুখৰ আলিত নামিব খোজোতেই চাপ্ৰাচীএ (তাহানিৰ সৰ্বেশ্বৰৰ চিনাকী মানুহ জনেই—এতিয়া পৰিচয় আৰু গহন হৈছে) লৰি আহি কলে যে চাহাব নাই, তেতিয়াই গল—আৰু অলপ সৰুকৈ, অমুক মেমচাহাবৰ তালৈ। সৰ্বেশ্বৰে চাপ্ৰাচীক চাৰ্টিফিকটৰ কথা চাহাবক সোঁৱৰাই দিবলৈ কৈ ঘৰলৈ গল।

প্ৰথম বছৰৰ দৰমহাৰ পইচাৰে তেওঁ এখন চাইকোল ঘটিছিল। ঘৰত ঘোঁৰাটো এৰি তেওঁ সেই বাইচিকলখন ললে আৰু টিলিঙা বজাই ডাক্তৰ চাহাবৰ বঙলা পালে গৈ। তেতিয়া যুদ্ধৰ দিন, ডাক্তৰ চাহাবজন বঙালী এচিষ্টেণ্ট চাৰ্জন; এতিয়া একটিং চিভিল চাৰ্জন কৰিছে। কেবাবাৰো টিলিঙা বজোৱাত এজন মানুহ ওলাই আহি কলে, "সাএব নাই, বাবু, জেলমে গিয়াছে।" সৰ্বেশ্বৰে কি কৰিব কি নকৰিব এনেকৈ ভাবি থাকোঁতে 'সাএব' টিলিঙা মাৰি চাইকোলত উঠি ঘৰ পালেহি। সৰ্বেশ্বৰৰ লগত আগৰ কথা আছিলেই, "Please come up" বুলি 'সাএবে' তেওঁক ওপৰলৈ মাতি নিলে আৰু এটা বাহিৰা কামৰাত বহিব দিলে। তাত এখন আধা-ভাঙা বেতৰ চেয়াৰ অকণমানি ডেক চেয়াৰ এখন আছিল, সৰ্বেশ্বৰে ডেক চেয়াৰ খনকে অধিকাৰ কৰিলে। ক্ষন্তেকতে 'সাএব' ওলাই আহিল। সৰ্বেশ্বৰে বেতৰ চকিখনৰ চুকতে টকা ৩২৲ থৈ দিলে। 'সাএবে সৰ্বেশ্বৰলৈ চাই, "you appear quite a healthy man," বুলি আৰু এবাৰ ভিতৰলৈ গল আৰু চাৰ্টিফিকট খন পুৰাই আনি সৰ্বেশ্বৰৰ হাতত দিলে।

সৰ্বেশ্বৰ ৰক্ষা পৰিল, সেই দিনাই দুপৰীয়া কাছাৰীৰ পৰা তেওঁ ৰাইডিং চাৰ্টিফিকটখনো পালে। তেওঁ fair rider বুলি লিখা আছে। এই আৰম্ভৰ দৰেই যদি শেষো হয়! তেওঁৰ মনত মহা ফূৰ্তি।

# চতুৰ্থ অঙ্ক

## ( ১ )

সৰ্বেশ্বৰ বৰুৱাই ঘৰৰ পৰা টকা ৫০৲ টা আনি হেল্পৰ তৈয়াৰী জোপা এজোৰা কিনিলে আৰু চেকেণ্ড ক্লাছৰ টিকট কৰি গুৱাহাটী পালে গৈ।

নবেম্বৰৰ ১৭ তাৰিখৰ দিনা পুৱা সুন্দৰকৈ পিন্ধি উৰি মূৰত ফেল্ট-হেট এটা লৈ ঠিকা গাড়ী এখনত উঠি কমিছনাৰ চাহাবৰ অফিছ ঘৰৰ পদুলি পালে আৰু গাৰোৱানক তাতে ৰখলৈ কৈ তেওঁ ভিতৰ সোমাই গল। চাপ্ৰাচীএ বাহিৰতে চালাম দিলে, সৰ্বেশ্বৰে তাৰ হাতত টকা এটা সৰকাই দিলে। সি আগবাঢ়ি দৌৰি গই মাচিয়া এখন জাৰি জোকাৰি সৰ্বেশ্বৰক বহিবলৈ দিলে। তাত আগৰে পৰা নন্দনাথ শইকীয়া, কল্লেশ্বৰ হাজৰিকা, মহম্মদ চফিউৰ ৰহমান আৰু প্ৰিয়গোপাল সেন বহি আছিল। সৰ্বেশ্বৰক যোৱা দেখি সকলো কেইটি অলপ অলপ হাঁহিলে, হাঁহিৰ ভাব যেন—'আহিছা তুমি, বাৰু, আমিও আহিছোঁ; দেখা যাক কোনে কাক পাবে।' আটাইৰে হাঁহিৰ মাজেদি মনৰ ব্যগ্ৰতা আকাঙ্ক্ষাৰ আতুৰ ভাব ওলাই পৰিছে। সৰ্বেশ্বৰে লেখ কৰি চালে, সৰাতো কৰি তেওঁৰেই সাজ-পাৰ ভাল আৰু বঙালীজনৰ বেয়া। চাহাবৰ চাপ্ৰাচীএ অলপ হালি প্ৰত্যেকৰ পৰা কাৰ্ড লই গল; তাতো দেখিলে সৰ্বেশ্বৰৰ জিত, কাৰণ অকল তেওঁৰেহে ছাপা কৰা কাৰ্ড।

কাৰ্ড লৈ যোৱা মাত্ৰকতে সকলো কেইটাৰে বুকৰ ধিপ-ধিপনি উঠিল, মুখত পানী নোহোৱা হল। ইটোই-সিটোই আলাপ কৰি মনৰ এই আতুৰতা দূৰ কৰিবলৈ গৈ দেখে যে কথাৰ উপৰি কথা নজমে। প্ৰথমতে চাপ্ৰাচীএ মাতিলে আহমদ ডাঙৰীয়াক। তেখেতে এবাৰ ইফালে এবাৰ সিফালে চাই হাঁহিবই নে কাঁদিবই একো ঠিক কৰিব নোৱাৰি চাহাবৰ কমলৈ গল; যাওঁতে ভৰি লাগি তেওঁ বহা মাছিয়াখন ( বেণ্ট উড্ চকি আছিল ) বাগৰি পৰিল, তেওঁ আৰু ত্ৰস্ত হৈ খোজ ললে। পাঁচ মিনিট মানৰ পাছতে তেওঁ ওলাই আহিল; আৰু চাপ্ৰাচীএ মাতিলে আহি সৰ্বেশ্বৰক।

সৰ্বেশ্বৰে ভালকই কবই নোৱাৰিলে কেনি নো গই তেওঁ চাহাবৰ কামৰাৰ দুৱাৰ মুখ পালে। চাহাবে মাত লগালে, "গুড্ মৰ্নিং। ভিতৰলৈ আহা।" সৰ্বেশ্বৰে একো নামাতি ভাল কৰি হালি চালামটো দি ভিতৰলৈ গল। চাহাব—Take a seat, please. Your name ( কাৰ্ডটো চাই ) is Sarbeswar Barua, ( বহা, তোমাৰ নাম সৰ্বেশ্বৰ বৰুৱা )।

সৰ্বেশ্বৰ—Yes, your Honour, ( হয়, হুজুৰ। )

চাহাব—তুমি আহিছা ?

সৰ্বেশ্বৰ—নগৰৰপৰা।

চাহাব · তোমাৰ পিতাৰা ?

সৰ্বেশ্বৰ—মোৰ পিতা শ্ৰীযুক্ত ইন্দ্ৰেশ্বৰ বৰুৱা।

চাহাব—তোমাৰ কোনোবা আত্মীয়ই চৰকাৰী চাকৰি কৰে নে ?

সৰ্বেশ্বৰ—নাই—হয় হুজুৰ। মোৰ পিতা মৌজাৰ চৰৰাহকাৰ; আৰু মিউনিছিপালিটিৰ মেম্বৰ। আৰু মোৰ শহুৰ মৌজাদাৰ আৰু লোকেল বোৰ্ডৰ মেম্বৰ।

চাহাব—আ—বেছ কথা। তোমাৰ বয়স ? ( your age, please ? )

সৰ্বেশ্বৰ—( অলপ খোকোজা লাগি ) মোৰ বয়স হুজুৰ ২৫ বছৰ ৫ মাহ।

চাহাব—পঁচিশ বছৰ পাঁচ মাহ। I am very sorry, my dear youngman, you are over age. ( মই বৰ দুঃখিত, মোৰ সোণাই, তোমাৰ বয়স বেছি হৈ গল। )

সৰ্বেশ্বৰ—হুজুৰ, মই চৰকাৰী চাকৰী কৰিয়েই আছোঁ।

চাহাব—কি চাকৰি ?

সৰ্বেশ্বৰ—মাষ্টাৰ, হুজুৰ, গৰ্ভৰ্ণমেণ্ট স্কুলৰ মাষ্টাৰ।

চাহাব—I See! মাষ্টাৰি কাম ভাল পোৱা নে ?

সৰ্বেশ্বৰ—পাওঁ হুজুৰ। কিন্তু—

চাহাব—কিমান দিন মাষ্টাৰি কৰিছা ?

সৰ্বেশ্বৰ—প্ৰায় পাঁচ বছৰ হুজুৰ।

চাহাব—That's a fairly long period. যথেষ্ট সময়। তোমাৰ অভিজ্ঞতাৰ পৰা শিক্ষাবিভাগক বঞ্চিত কৰা ন্যায়োচিত নহয়।

সৰ্বেশ্বৰ—( কথাৰ সুৰ কোন ফালে ঢাল লইছে অলপ বুজিলে ) নহয়, হুজুৰ, মই ৰেড লিষ্টত ( Red List ) আছোঁ ?

চাহাব—সেইটো আকৌ কি ?

সৰ্বেশ্বৰ—লিষ্টত আমাৰ নাম ৰঙা চিয়াহীৰে ছপা হয় হুজুৰ।

চাহাব—কিয়, I am afraid I cannot follow you মোৰ আশঙ্কা হৈছে, তুমি কি কৈছা মই ভালকৰি বুজা নাই।

সৰ্বেশ্বৰ—( অলপ বিমোৰত পৰিল ) হুজুৰ—

চাহাব—( সৰ্বেশ্বৰৰ বিপদটো বুজিব পাৰি কথা ঘূৰাই ) তুমি কিমান পোৱা ?

সৰ্বেশ্বৰ—পঞ্চাশ টকা হুজুৰ।

চাহাব—পঞ্চাশ টকা! আজি-কালিৰ ইমান টান দিনত পঞ্চাশ টকা বেছ ভাল। তুমি কি কোৱা ? নহয় নে বাৰু ?

সৰ্বেশ্বৰ—হয়, হুজুৰ! কিন্তু—

চাহাব—তোমাৰ মত যে মোৰ লগত মিল হল, মই বৰ খুচি হলোঁ। হয়, হয়, তোমাৰ সুন্দৰ চাকৰি এটা হৈছে। আৰু দেশৰ মৰমৰ কাৰণেই তোমালোকে স্কুলৰ চাকৰি কৰিব লাগে। নেদেখিছা, তোমালোকৰ দেশত বিদেশীবোৰে কেনেকই সকলো কাম কাজ বেপাৰ-বণিজ লুটি লব ধৰিলে। তোমাৰ দৰে ডেকা-লৰাক শিক্ষা বিভাগত দেখি বৰ খুচি হৈছোঁ, আৰু আজি আমাৰ চিনাকি হোৱাতো বৰ সুখ পালোঁ। ( I am very pleased to make your acquaintance). Good Bye ( বিদায় )।

এই বুলি চাহাবে ঘণ্টাটো ঘটং ঘটং কৰি মাৰি দিলে, আৰু গিৰিপ কৰি চকীৰপৰা উঠি হাতখন আগবঢ়াই দিলে। কলৰ পুতলাৰ দৰে সৰ্বেশ্বৰো থিয় হল, চাহাবৰ হাতৰ লগত হাতৰ স্পৰ্শ কৰালে। চাহাবে আকৌ কলে, "Good Bye, wish you good luck," ( বিদায়, তোমাৰ সৌভাগ্য কামনা কৰিছোঁ )।

সৰ্বেশ্বৰৰ তেতিয়াহে হিচুক হল, কেনেকৈই তেওঁ নিজ মুখে নিজৰ সকলো আশাৰ মূৰত এই পাঁচ-বছৰৰ আশা-আশঙ্কাৰ ওপৰত, কুঠাৰ মাৰিলে। তেওঁ মৰণত শৰণ দি অলপ পৰ বল; ইয়াতে তেওঁৰ পাছত হাজৰিকা আহি কামৰাৰ দুৱাৰ মুখ পালে। চাহাবে অতি সৰুকৈ সুধিলে,

"Anything else ?" কিন্তু এই সক কথা আধবৰ সুৰটোতে তেওঁৰ বিৰক্তিৰ ভাৱ সম্পূৰ্ণ ৰৈ-ফুটি ওলাল।

সৰ্বেশ্বৰ ( তভা তৈয়াকৈ ) —If you please Your Honour—Sir—you know, Sir, my post is temporary—I am applicant Sir—Yout Honour—for S. D. C. ship—five long years, Sir—your kindness, Sir—if you take pity—( যদি হুজুৰে অনুগ্ৰহ কৰে—মোৰ কামটো অস্থায়ী—হুজুৰ—মই চবডিপুটি কামৰ দৰখাস্ত কৰিছোঁ—হুজুৰ পাঁচটোটা দীৰ্ঘ বছৰ—চাৰ—হুজুৰ—হুজুৰৰ দয়া—চাৰ—যদি কৃপা কৰে—)

চাহাব—Yes, yes, your application will certainly receive due consideration. Good Bye. বেয়াৰা ( হয়, হয়, নিশ্চয় তোমাৰ দৰখাস্তৰ নিয়ম মতে বিবেচনা কৰা হব। বিদায়, বেয়াৰা—। )

চাহাবৰ মাতৰ সুৰ কঠোৰ। সৰ্বেশ্বৰে অগত্যা বাহিৰ ওলাল।

( ২ )

এই পাঁচ বছৰত সৰ্বেশ্বৰৰ জীৱনত অলপ অলপ পৰিবৰ্তন হৈছিল। তেওঁৰ গৃহিণীএ দুজনী লক্ষ্মীস্বৰূপাং কন্যাকাং জন্ম দি তেওঁলোকৰ ঘৰৰ জেউতি আৰু নিজৰ বকনিৰ অধিকাৰ চৰাইছিল। তেওঁৰ দৰমহাৰ টকা কেইটা নিজৰ চুৰট ধপাত আৰু গৃহিণীৰ কাপোৰ-কানিতে খৰচ হোৱা দেখি ঘৰতো তেওঁৰ প্ৰতি বিৰক্তিৰ নহলেও অশ্ৰদ্ধাৰ ভাৱ হৈছিল। তথাপিতো কেতিয়াবা হাকিম হব বুলি ভাবি ঘৰত তেওঁৰ জীৱন সিমান দুৰ্বিসহ হৈ উঠা নাছিল। ইফালে, স্কুলত হেড মাষ্টাৰৰ লগত সম্পৰ্ক আগত কৰি কোনো প্ৰকাৰে ভাল হৈ উঠা তো অসম্ভৱেই ! ইয়াৰ তিতৰতে ইনিস্পেক্টৰে কেইবাবাৰো তেওঁক স্থায়ী কাম যাচিলে ; স্থায়ী কাম ললে হাকিম হোৱাৰ খবৰ পাবৰ দিনাই স্কুল এৰি যাব নোৱাৰিব বুলি তাক লোৱা নহল।

কমিছনাৰ চাহাবৰ লগত দেখা কৰি আহি সৰ্বেশ্বৰে এক প্ৰকাৰ বুজিলে যে চাকৰিলৈ আৰু আশা কৰি থাকা বৃথা। তেওঁ স্থায়ী কামৰ কাৰণে ইনিস্পেক্টৰলৈ এখন দৰখাস্ত কৰিলে। হেড মাষ্টাৰে কলে "কেন, সৰ্বেশ্বৰ বাবু, আপনি তো হাকিমই হবেন। মিছে কেন আমাদেৰ কাজ বাড়ান ?" সৰ্বেশ্বৰে ঠাট্টাটো মৰ্মে মৰ্মে বুজি উত্তৰ দিলে,—"আজ্ঞে হাঁ। আপনাৰ পঠাবাৰ ভজন পাঠান, আমাকে ঠাট্টা কেন ?"

হেড্ মাষ্টাৰ—ঠাট্টা কিসেৰ ? কমিশনাৰ সাএব তো বল্লেন যে আপনাকে আৰো দুই এক মাসেৰ মধ্যেই যেতে হবে।

সৰ্বেশ্বৰ—কে বলিল আপনায় ?

হেড মাষ্টাৰ—সেদিন আপনিই বল্লেন না ?

সৰ্বেশ্বৰে কমিচনাৰ চাহাবৰ লগত দেখা হোৱাৰ আচল বিবৰণটোকে লগৰ মাষ্টাৰৰ আগত কৈছিল। হেড মাষ্টাৰে তাকে শুনি হেনো কোনো বঙালী মাষ্টাৰৰ আগত কৈছিল, "তা ওকে আৰ হাকিম হইতে হয় না। সে ঠিক হয়েই আছে।" এই কথা, আৰু তাহানিয়েই তেওঁৰ বিৰুদ্ধে দিয়া ৰিপোৰ্টৰ কথা শুনি আগৰে পৰা হেড মাষ্টাৰৰ ওপৰত সৰ্বেশ্বৰৰ আক্ৰোশ। আজিৰ এই কথা শুনি তেওঁ জ্বলি উঠিল—"D—n Fool, I don't care for your teachership"—এই বুলি আস্তিন কোঁচাই মাৰে এতিয়া হেড মাষ্টাৰক ! হেড মাষ্টাৰৰ মুখ ভয়তে তৎকাই টুটৰি লাগিল ; ওচৰতে আৰু এজন বয়সীয়া মাষ্টাৰ থিয় হৈ আছিল। তেওঁ সৰ্বেশ্বৰৰ হাতত

ধৰিলে। হেড্ মাষ্টাৰে উৎসাহ পাই কলে, "দেখুন, মাষ্টাৰ মশায়, (বয়সীয়ালৈ সম্বোধন কৰি) আপনাদেৰ Youngman (ডেকা) দেৰ এত ৰাগ ভাল নয়। ৰাগেৰ মাথায় এৰা কি যে কৰ্তে পাৰে। আচ্ছা যান, আপনি ছেলে মানুষ, আপনাৰ কোন অপৰাধ নেব না। আজই আপনাৰ application (দৰখাস্ত) recommend (ভাল বুলি) কৰে forward কৰ্ছি (উপৰলৈ পঠাওঁ)।"

(৩)

জানুৱাৰীৰপৰাই গেজেট চোৱাৰ ধুম। এইদৰে ফেব্ৰুৱাৰী মাহৰ দ্বিতীয় সপ্তাহৰ গেজেটৰ অকণমানি ঠাইত ওলাল - আসাম ভেলিৰ পৰা মৌলবী মহম্মদ চফি উৰ-ৰহমান আৰু শ্ৰীযুত প্ৰিয়গোপাল সেন আৰু চুৰমাভেলিৰপৰা দুজন চব ডিপুটি প্ৰবেচনাৰ নিযুক্ত হৈছে।

অত দিনৰ কত আশা, কত খাতিৰ, কত চালাম, কত আশঙ্কা - এই সকলোৰে শেষ কৰিলে মল-পৰা কাগজত ছপা হোৱা এই সামান্য এক আধৰ কথাই! নিৰাশাৰ আৰু অবধি থাকে নে। একোবাৰ মনত হয়, এই প্ৰিয়গোপাল সেন এই কেইটা আখৰৰ বদলি সৰ্বেশ্বৰ বৰুৱা এই কেইটা আখৰ ছাপাত উঠা নো কি অসম্ভৱ আছিল। আশাই-নিৰাশাই বাস্তৱে-স্বপ্নে মিহলি হৈ নিৰাশাৰ প্ৰথম ঢৌটো বুজিব নোৱাৰাতে পাৰ হল। তাৰ পাছত— আন কথাত সংসাৰত দিনে যি হৈ থাকে, ইয়াতো হল সেয়ে।

কেইদিন মানৰ পাছতেই ইনিস্পেক্টৰৰ পৰা এখন চিঠি আহিল, তাত সেই স্কুলতে সৰ্বেশ্বৰ বৰুৱাক পঞ্চাশ টকা দৰমহাত চাবৰ্ডিনেটচাৰ্ভিছৰ ৰেড-লিষ্টৰ অষ্টম গ্ৰেডত প্ৰবেচনত মকৰল কৰিছে।

(৪)

সেই দোকানত কেতিয়াবা কথা ওলায়। ৰামকুমাৰ এতিয়া এম্-এ, বি-এল্ উকীল; হৰনাথো উকীল; চন্দ্ৰ কিশোৰে শেষত অনাৰ্চ এৰি দি বি এ পাছ কৰি এতিয়া স্থানীয় নতুন স্কুল এখনতে মাষ্টাৰ। সৰ্বেশ্বৰে কথাই কথাই কয়—"হাকিম নহলোঁ, কি হল। ইবিলাক সকলো অফিছাৰ Black (কলা) লিষ্টত, মই কিন্তু চোৱা Red (ৰঙা) লিষ্টত হে! আৰু দৰমহা নো কি বেয়া—আ- ঢৈ—কুৰি ৰূপৰ মূৰতে এক অনা—(টিকটৰ)—হে কম! তদুপৰি এই এই হওক"—

## ভৰত-বাক্য।

প্ৰবৰ্ত্ততাং প্ৰকৃতি-হিতায় সভিগ্ৰঃ
সলেভিযৈঃ শ্ৰুতিমহতী ন হীয়তাম্।
অস্মাকঞ্চ ক্ষপয়তু কৃষ্ণলোহিতঃ
উপাধিব্যাধিজদোষান্ স বিকৃতীন্ ॥*

---

* লেখকৰ মতে গল্পটোৰ ৰচনাৰ তাৰিখ ২৯।৮।১৮ চন। কিন্তু এই গল্পটো পাছত কিছু সাল-সলনি কৰি 'ময়না'ৰ অন্তৰ্ভুক্ত কৰা হয়। লেখকৰ এখন পুৰণি বহীত গল্পটোৰ মূল কথা এজন স্নাতকৰ জীৱন-কাহিনী (life story of a graduate)—বুলি আছে—

সং. শ. গো. ৰ.

# বনৰীয়া প্ৰণয়

( ১ )

কিবা এটা মোকৰ্দমাৰ কমিছন এটাত খেমাজীৰ ফাললৈ যাবলৈ হৈছিল। নতুন উকীল দেখি হাকিমে মৰম কৰি মোকেই যাবলৈ কলে। তেতিয়া বাৰিষা, সেই দেখি গাড়ীত নগৈ নাৱত গলোঁগৈ।

মোকৰ্দমাৰ কাম শেষ কৰি ফিৰি আহাৰ দিনা ব্ৰহ্মপুত্ৰৰ বুকতে বেলি মাৰ গল। চাৰিওফালে আথৈ-থৈ ব্ৰহ্মপুত্ৰৰ পানী, কতো কুলকিনাৰাকে নেদেখি। মাজতে এখন সৰু চাপৰিৰ বগা বালি আৰু দীঘল দীঘল বিৰিণা বনবোৰ ওলাই আছিল, খৰালি হলে ইপাৰেই —বাৰিষা হে সৰু সোঁতা এটাৰে পানী আহাত ই দীয়া হৈ পৰিছে। নাৱৰীয়াইঁতে আনফালে যাবলৈ মন নকৰি ইয়াতেই নাও লগাবলৈ মোত সুধিলে—মোৰ কোনো আপত্তি নাছিল।

( ২ )

চাপৰিটোত এখন মিৰি-গাওঁ। পানীৰপৰা ৫।৬ নল ওখতৰতে দীঘল দীঘল চাং-ঘৰবোৰ শাৰী পাতি সজা। তলত গাহৰী, কুকুৰা, গৰু, ছাগলী, হাঁহ আদি জীৱিত সম্পত্তিবোৰৰ আবাস; আৰু ওপৰত থাকে এইবোৰৰ মালিক, মানুহ। ঘৰৰ ওচৰে ওচৰে একোটা গোবৰ-জাবৰৰ দাম, আৰু জলকীয়া কোমোৰা আদি পাচলিৰ দুই এজোপা গছ।

কেইবাদিনো খোৱাত সুখ হোৱা নাই। বাৰিষা পানী ইমান বেছি হৈছে যে বাবা ব্ৰহ্মপুত্ৰত মাছৰ সমাগমেই নাই। মই নিজে গাৱঁলৈ উঠি গৈ হাঁহ, পাৰ বা হাঁহৰ কণী বিচাৰিলোঁ। ওচৰতে কেইজনীমান গাভৰু ছোৱালীএ পিয় দি মোৰ নাৱৰ ফালে চাই আছিল। মোক সিহঁতৰ ফাললৈ যোৱা দেখি, কেইজনীমানে লৰ মাৰিলে, আন কেইজনীমানে ফিচিঙা-ফিচিঙি কৰি মোৰ ফালে চাই থাকিল। হাঁহ-পাৰ বিচাৰিলোঁ, কিন্তু কমিছনৰ উকীলৰ কপাল, নাপালোঁ—সিহঁতৰ হুনু এইদৰে বেচিবলৈ নাই।

মনটো দমি গল। নিৰাশ মনে আহি দালি আলুৰেই চাউল মুঠি ধৰা যাওক বুলি ৰান্ধনিজনক ৰান্ধিবলৈ যাবলৈ কৈ নাৱৰ ছৈৰ ওপৰত বহি ব্ৰহ্মপুত্ৰৰ এই অপাৰ পানীৰ খেল চাই আছোঁ। দূৰত ৰঙা বেলিএ ব্ৰহ্মপুত্ৰৰ বুকত ডুব মাৰিছে, গোটাই পশ্চিম দিশটো কিবা এটা অফুটা আনন্দত ফুলি উঠিছে। বিপৰীত ফালৰ পৰা গুৱনী গাভৰুৰ বহল কপালৰ সিন্দুৰৰ ফোটৰ দৰে জোনে বাবাৰ বুকৰ পৰা ওলাই আকাশখন গুৱাই ধৰিছে। চাই চাই বৰ ভাল লাগিছিল। চাপৰিৰ সিমূৰৰ পৰা অনেক মতা-মাইকী গাৱঁলৈ ফিৰি আহিছে—সেই বিতোপন উদাৰ সিন্দুৰীয়া সৌন্দৰ্য্যৰ মাজেদি।

মিৰিৰ এইটো নিয়ম—পুৱাতে খাই-বৈ উঠি পথাৰলৈ যায়; পথাৰত দিনমানটো কাজ কাম কৰি গধূলি ফিৰি আহে। আৰু সাঁজতে খাই বৈ উঠি বুঢ়া-বাঠা লৰা-ছোৱালী শুই থাকে। ডেকা গাভৰুই কি কৰে পাছত দেখা যাব।

নাৱৰ ছৈৰ ওপৰত বহি আছোঁ। এটা বুঢ়া মিৰি মোৰ নাৱৰ ওচৰলৈ আহিল—তাৰ বৰণ বগা, চুলিও পকিছে; এখন চাক চুৰিয়া, এটা চোলা পিন্ধিছে। তাৰ পাছতে দুটামান ডেকাই কিবা কিবি বস্তু-বাহানি লৈ আহিছে। এইবাৰ উকীলৰ কপাল ফিৰিল। বুঢ়াই অনেক খাতিৰ কৰি মোক এটা হাঁহ, কেইটামান ভিমা, কেইটামান সৰু মাছ, ভজলুক, কোমোৰা,

খৰি, চাউল আদি অনেক খোৱাৰ সম্ভাৰ দিলে। মই হলু সিহঁতৰ আলহী —মোক সোধ পোছ নকৰাকৈ নোৱাৰে। বহু দিনৰ মূৰত বাবা ব্ৰহ্মপুত্ৰৰ বহল বুকত মুখৰ খজুৰতি মাৰি এক সাজ খাব পাম ভাবি বাৰুনিজনক নিজে অনেক যা-যতন কৰি দিলোঁ।

ডেকা কেইজন উঠি গল ; বুঢ়াই অনেক মেল পাতিলে। আগৰ দিনত সি কেনেকৈ কোন চাহাবৰ ছিকাৰত ফুৰিছিল, কোন চাহাবে কি বঁটা দিছিল, কোন চাহাব মৰমিয়াল আৰু কোন দগাবাজ ; সিহঁতৰ গাৱঁত কিমান মানুহ, গাৱঁৰ মানুহে তাক কিমান খাতিৰ কৰে, চৰকাৰৰ পৰা তাক কেনেকৈ গাম পাতিছে ; ইত্যাদি বিধৰ অনেক মেল মাৰিলোঁ।

এনেতে টিন্ টিন্ কৈ ঢোলৰ মাত কাণত পৰিল। চকু ঘূৰাই দেখিলোঁ, মই যত নাও বান্ধিছিলোঁ, তাৰ নিচেই ওচৰতে দহ জন মান ডেকা-গাভৰু ঢোল-পেঁপাই গোট খালে হি। প্ৰথমতে মোক দেখাবলৈ বুলি হে নাচিব খুজিছে বুলি ভাবি হাক দিম বুলি ভাবিছিলোঁ ; কিন্তু বুঢ়াই কলে যে এইদৰে সদাই নাচাটো সিহঁতৰ দস্তুৰেই। অলপ পাছতে বুঢ়া লাহেকৈ উঠি গল, মই তৰকিবলৈ নহল।

ঢোলৰ টিন্ টিন্ পেঁপাৰ পে-পে মাতৰ লগত ডেকা গাভৰুৰ বিহুনামৰ আধা ফুটা কোমল সুৰ আৰু তাৰ তালে তালে নাচ মোৰ বৰ ভাল লাগিছিল। ঢোলৰ মাত শুনি ওচৰৰে মিৰি কেই ঘৰৰ ৪।৫ জন ডেকা পেঁপা বজাই নাৱেৰে আহি নাচত যোগ দিলে।

চাৰিওফালৰ সৰু উলুবনৰ হাবি, ব্ৰহ্মপুত্ৰৰ বহল পানী আৰু জোপৰ মাজে মাজে যেন কোনোবা অজানা দেশলৈ যোৱা সৰু সৰু সুতিৰ এঁকাই-বেঁকাই ফুৰা গতি—আৰু তাৰ লগে লগে কি জানি মোৰ অন্তৰতম হিয়াখনো—এক অপূৰ্ব সুৰত কঁপি উঠিল।

(৩)

চাই চাই মোৰ বৰ ভাল লাগিছিল। ক'ত সভ্যতাভিমানী আমাৰ ৰসহীন কঠোৰ জীৱনসংগ্ৰাম, আৰু ক'ত এই বনৰীয়া মিৰিৰ নিৰ্ভাব নিশ্চিন্ত প্ৰকৃতিৰ লগত উল্লাসৰ নৃত্য।

ওপৰত পূৰ্ণিমাৰ জোনৰ বহল নীলা আকাশত মেলি দিয়া অশেষ কিৰণৰ গৌৰৱময় হাঁহি, তলত বাবা ব্ৰহ্মপুত্ৰৰ অনন্ত পানীৰ অশেষ ক্ৰীড়া। চাৰিওফালে ফট্ ফট্ কৰে পৰিষ্কাৰ আৰু উদাৰ। চহৰৰ ঠেক বাট, ঠেক ঠাই, মানুহৰ হাহাকাৰ আৰু গাড়ী-ঘোঁৰাৰ ঘৰ্ঘৰণিত চেপা খাই থকা প্ৰাণটো যেন এই উদাৰ সৌন্দৰ্যাৰ মাজত পৰি বহল আৰু উদাৰ হৈ গল। এই বিৰাট সৌন্দৰ্য্য আৰু তাৰ মাজত প্ৰকৃতিৰ শিশু মিৰি ডেকা-গাভৰুৰ এই আনন্দৰ সম্মিলন আৰু উল্লাসৰ নাচন দেখি মনৰ দুৱাৰ যেন বিৰাট এক আঘাতত মেল খাই গল ! কলৰ পুতলাৰ দৰে ভাত কেইটা খালোঁ গৈ।

মনত কত ভাবৰ খেলা ! মিৰিহঁতৰ জীৱন কেনে সৰল, সুন্দৰ, মধুৰ ; কেনে প্ৰকৃতিৰ মাজত, কি আনন্দ উপভোগ কৰে ইহঁতে ! সেই সভ্যতাৰ আদি যুগ—যেতিয়া বৈদিক ঋষি-সকলে বিশ্বৰ মহৎ সৌন্দৰ্য্য আৰু সেই শাশ্বতী সৰ্বনিয়ন্ত্ৰী শক্তিৰ মহত্ব হৃদয়ত অনুভৱ কৰি, অপাৰ আনন্দত আকুল হৈ হিয়া মেলি প্ৰাৰ্থনা আৰু কৃতজ্ঞতাৰ স্তোত্ৰ আপোনা আপুনি হোৱা কি এক মহা সুৰত গাই পেলাইছিল—সেই জ্ঞানৰ আৰু আনন্দৰ, সৌন্দৰ্য্যৰ আৰু উল্লাসৰ কোনোবা অতীত স্বৰ্ণময় যুগৰ পট এটা যেন আগতে দেখিলোঁ ! হায় সভ্যতা ! আজি কত সেই শীতল মধুৰ আনন্দৰ ৰস !

অনেক ভাবিলোঁ—মিৰিহঁতৰ লগত বাস কৰিলে ! সকলো বিদ্যা বুদ্ধি মান-সম্ভ্ৰম আদৱ-কায়দা ব্ৰহ্মপুত্ৰৰ জলত বিসৰ্জন দি মিৰিৰ লগত মিৰিৰ দৰে থাকিব পাৰিলে কি সুখেই হয় ! কি সৌন্দৰ্য্যতেই জীৱনটো নিয়াব পাৰি ! বোধ কৰোঁ জীৱনৰ আচল উপভোগ কৰা হয় !

আৰু ভাবিলোঁ—যদি ওকালতি কৰি কেতিয়াবা ধন ঘটিব পাৰোঁ তেনেহলে এনেকুৱা নিজান ঠাইত, ব্ৰহ্মপুত্ৰৰ পাৰত, মিৰিৰ ওচৰত এটা country residence ( গাৱঁৰ ঘৰ ) কৰিব লাগে।

হঠাৎ ব্ৰহ্মপুত্ৰৰ পানীত জুপ্, জুপ্ কৈ দুটা শব্দ হল। ঢোলে আধা মাতিছিল, তাতে মাত এৰিলে ; বিহুনামৰ আধা গোৱা হৈছিল, তাতে নাম বন্ধ হল ; পেপাই সুৰৰ আধা গাই-ছিল, তাতে পেপা নিমাত হল ; আৰু গাভৰুএ নাচনৰ আধা পাক দিছিল, তাতেই নাচন স্থগিত হল।

গাৱঁৰ ভিতৰতে ধুনীয়া গাভৰু লনী পানীত পৰিল, আৰু তাইক তুলিবলৈ সেই ঠাইৰ ভিতৰতে ধুনীয়া ডেকা গামৰ সৰু পুতেক মণিৰাম পানীত জাপ মাৰি পৰিল।

মিৰি বোলে পানীৰ পোক। দিহাদিহি ডেকা কেওজনে নাও লৈ বিচাৰিলে, কিন্তু মণিৰাম আৰু লনী কাৰো একো ফুট-ফাটকে পোৱা নগল। পূৰ্ব মুহূৰ্তৰ আনন্দৰ উল্লাস বিসাদৰ দোলনত ভল পৰিল।

মনটোত বৰ বেয়া লাগিল। নিঠুৰ কালৰ কি নিঠুৰ নিয়তি! জীৱনৰ সকলো সুখ সকলো ভোগ কি এক বিষাদৰ বিষম ভাৱবেৰে ঢকা—একে মুহূৰ্ত্তে হিয়া ভেদি বজ্ৰপাত হৈ সকলো সুখ আৰু সম্ভোগৰ কিৰণক অগ্নিশিখাৰ তুল্য কৰি তোলে! গোটেই অস্তিত্বৰ প্ৰতি এটা বিষম বিতৃষ্ণা আৰু ব্যৰ্থ ৰাগ হল!

ৰাতি-পুৱাই বুঢা গামক সান্ত্বনাৰ দুটা এটা কথা কৈ নাও মেলি দিলোঁ।

( ৪ )

ইযাৰে তিনি মাহমানৰ পাছৰ কথা। এদিন মই চৰা ঘৰত বহি আছোঁ। মক্কেল-ধক্কেল নাই। সোণালী আখৰেৰে জিকমিকাই থকা প্ৰকাণ্ড আইনৰ কিতাপ কেইখনমান মই যে ডাঙৰ উকীল তাৰেই ৰহস্যময় বিজ্ঞাপন স্বৰূপে টেবিলৰ ওপৰতে থৈ দিছোঁ। এনেতে এজন মতা আৰু এজনী মাইকী চৰা ঘৰলৈ উঠি আহিল। মানুহটো মিৰি, ডেকা, বগা, চকু দুটা সৰু, শৰীৰ হৃষ্টপুষ্ট, স্বাস্থ্যৰ সৌন্দৰ্য্যৰে ভৰপূৰ। ই জনী মিৰিৰ ছোৱালী—গাভৰু বয়স, সুন্দৰ বগা, গাল দুখন ৰাঙলি, মূৰত দীঘল চুলিৰ ডাঙৰ খোপা—তাতে দুপাহি বগা ফুল, গোটাইটো পুষ্ট আৰু নিপোটল শৰীৰৰ পৰা সৌন্দৰ্য্য যেন ভিৰ্ বিৰ্ কৰে খোপাখোপে বাহিৰ হৈ পৰিছে।

মিৰিটোএ মোৰ ফালে চাই হাঁহি পেলালে আৰু কলে, "দেউতাই চিনি পোৱা নাই নে?" দূৰ বনৰীয়া মিৰি! তাক মই চিনি পাওঁ কেনেকৈ! তথাপিতো মক্কেল ; গহীনাই মাতিলে, "নাই পোৱা"। "কেলেই মই মণিৰাম নহওঁ নে?" অলাধ বনৰীয়া। তাই মণিৰাম নে ধনিৰাম মই জানো কেনেকৈ! তথাপিতো আগৰ দৰে কলোঁ "পাছে?" "দেউতাই এইবাৰ আৰু ৰাখিব লাগে। আপোনাক আগত ৰাখিয়েই আৰু আমাৰ বিয়াখন হৈছিল। তাকে পকা কৰিব লাগে। এই জনী লনী তাইকো লৈ আহিছোঁ।"

তেতিয়াহে মোৰ গাত চেতন আহিল। ইহঁতে কয় কি? আখেৰেখে সুধিলোঁ, "কি হল কচোন ক। তহঁত পানীত পৰিছিলি নহয়?"

মণিৰামৰ মুখখন আনন্দৰ হাঁহিত ফুলি পৰিল ; লনীয়ে মিচিকীয়াই হাঁহি ভল মুখ কৰিলে।

মণিৰ আৰু লনীৰ দুয়ো বহুদিনৰে পৰা জনা-শুনা মনৰ মিল আছিল। কিন্তু মণিৰ

বাপেকে মণিলৈ আন এজন গামৰ ছোৱালী আনিব বুলি লনীক বিয়া কৰাবলৈ মান্তি নহয়। পাছে তুয়ো বুদ্ধি সাজি পানীত পৰা আৰু বিচৰা ছলতে, আগৰ পৰা ওচৰতে থৈ দিয়া নাও এখনত উঠি বাতিয়েই দিচাং-মুখ পালে গৈ তাত মণিৰ মোমায়েকৰ ঘৰ। তাতেই বিয়া-বাৰু কৰাই বাপেকলৈ খবৰ দিলে। এতিয়া বুঢ়া গামৰ কথামতে লনীৰ বাপেকে মণিৰ ওপৰত মোকৰ্দমা কৰিছে। মোকৰ্দমাত মই উকীল হব লাগে।

বৰ ভাল লাগিল। যি জনা হাকিমৰ গুৰিত মোকৰ্দমা, কলিকতাত পঢ়াৰ পৰায়েই তেওঁৰ লগত ভাল। ছেগ বুজি তেওঁৰ আগত এদিন গোটাইখিনি কথা ভাঙি-পাতি কৈ থলোঁ।। শুনি তেৰোঁ বৰ খুছি হল।

(৫)

প্ৰথম কাছাৰীতে মণিৰ মোকৰ্দমাটো উঠিল আৰু ডেকা হাকিমে কাকো দাবি দাওৱা নোহোৱাকৈ লনীক মণিক দি দিলে। তাঁহাত তুয়োৰো মুখ আনন্দত প্ৰকাশ হৈ পৰিল।

*　　　*　　　*

সেই দিনাৰ পৰা মনত এটা ভাৱ খেলাই আছে—কি জানি মিৰি হৈ জন্ম লব পাৰিলেই ভাল আছিল।*

* আলোচনী, অষ্টম বছৰ, ১০ম সংখ্যা, শাওণ ১৮৩৯ শক

# যাত্ৰী

( ১ )

গাৱঁত সৰু-সুৰা বেপাৰ কৰিছিলোঁ, কিছু টকা লাভ হল, চহৰো বৰ দূৰ নহয়; কেইবছৰ মানৰ পাছত চহৰতে এখান দোকান খুলিলোঁ। ঈশ্বৰৰ ইচ্ছাত ইয়াতো কাৰবাৰৰ সুবিধা হল।

মই নিজে কিন্তু আমি তিমান কাৰবাৰৰ জেঠা সহি থাকিব নোৱাৰিলোঁহেতেন। ভাগ্যৰ গুণত মোৰ গোমস্তাজন পালোঁ বৰ বিশ্বাসী আৰু বৰ কাৰ্য্যদক্ষ। তেওঁকো কেনেকৈ পালোঁ সিও এক মস্ত বুৰঞ্জী।

( ২ )

সেই দিনা পুৱা দুখনমান "বিলটি" লৈ ৰেলৰ ষ্টেচনলৈ গৈছিলোঁ—কলিকতাৰ পৰা পূজাৰ মাল কিছুমান আহি পাইছে। এজন মানুহ—দীঘল কৈ লাগে, ক্ষীণ, চকুদুটি উজ্জ্বল, তেজগোৰা, হাতত এটা বেগ—আহি মোক সুধিলে "নাতু সদাগৰৰ দোকানখনলৈ মোক বাট দেখুৱাই দিব পাৰে নে! মই অলপ আচৰিত হলোঁ। মোৰ আচল নাম আচলতে নবীন হে, স্কুলত যেতিয়া পঢ়িছিলোঁ তেতিয়া মুকুৰাপৰা আছিলোঁ দেখি লগৰীয়াইতে মোক মাতিছিল 'নাতু' বুলি। এতিয়া দোকানী হোৱাতো 'নাতু সদাগৰ' নামটোহে মোৰ প্ৰখ্যাত হল।

বেছি কোৱাৰ সকাম নাই; তেৱেঁ হল মোৰ প্ৰধান গোমস্তা। তেওঁৰ নাম কেশৱ।

( ৩ )

কেশৱৰ ঘৰ আছিল আমাৰ গাৱঁৰ ওচৰৰে এখন গাৱঁত। তেওঁৰ মাক-বাপেক সৰুকালতে ঢুকাল। ককায়েকে আন জিলাত থাকি কোনো উকীলৰ তৰপি কাম কৰিছিল। সেই আপাহতে তেওঁ উকীলৰ ঘৰত তেওঁলোকৰ আধা ঘৰৰ লৰা আধা চাকৰ হৈ থাকি, ইংৰাজী স্কুলত লেখাপঢ়া কৰিছিল। শ্ৰেণীতো ভাল লৰা আছিল, পৰীক্ষাতো পাছ হই প্ৰাইজ-তাইজ পাইছিল।

( ৪ )

উকীলৰ ঘৰৰ লগত প্ৰায় একে চোতালতে ঘি-ঘৰ মানুহ আছিল, তেওঁলোকৰ ঘৰত জীয়াৰী ছোৱালী আছিল এজনী—তেওঁৰ নামটো হল সৰযূ। এই সৰযূৰ কাৰণেই কেশৱ সৰু কালতে, ১৯২৮ [illegible] দেশ এৰি বিদেশী হল; আৰু কলিকতা, বোম্বাই, নাগপুৰ আদি ঠাইত কোনো সময়ত চুৰি পাতি, কোনো সময়ত [illegible] কৰি, আৰু কোনো সময়ত কেৰাণী হৈ, প্ৰায় [illegible]

দেশে-বিদেশে ঘূৰি ফুৰিলে, আৰু শেষত নিজৰ ঠাইৰ কিবা এটা এৰাব নোৱাৰা টানত পৰি আকৌ নিজৰ ঠাইলৈ ঘূৰি আহিল। মোৰ কথাটো বোলে জানিলে মোৰ কিছুমান এৰি মুগা কাপোৰৰ বিজ্ঞাপন দিয়া 'হেণ্ডবিল' আছে, তাৰেপৰা। মোৰ টেলিগ্ৰাফৰ ঠিকানা, 'নাহুসদাগৰ।'

( ৫ )

সৰযূৰ লগৰ সম্পৰ্ক, সিও এটা মহা উপন্যাসৰ ঘটনা। কেশৱ আৰু সৰযূ দুয়ো প্ৰায় একে বয়সীয়া, ৭।৮ বছৰৰেপৰা দুইবো বৰ লগ, বৰ মিল। আনকি কুঁহি এটি হলেও দুয়ো একেলগে খাব লাগে, বালিৰ ভাত বান্ধিবলৈ দুয়োৰো যতন লাগে; এনেকি নিশা পঢ়িবলৈকো দুয়োৰো লগ হব লাগে। সৰু-কাল ডোখৰ সকলোৰে এইদৰেই যায়, তেওঁলোকৰো গল। যেতিয়া কিছু ডাঙৰ হল তেতিয়া দুয়োৰো বাহিৰৰ লগ ভাঙিল যদিও, অন্তৰৰ লগৰ বান্ধন টিলা নাখাই আৰু অলপ টানকৈ হে লাগিল। দুয়োৰো দেখাদেখি হয়, কথাবাৰ্তা হয়, সৰযূই মাতি নি কেশৱক জলপানো খুৱায়। কিন্তু দুয়োৰো মাজৰ বাহিৰত খেলা-খেলি ভিতৰত টানাটানিৰ যি এক মধুৰ সম্বন্ধ সেই সম্বন্ধ সেই দৰেই থাকিল। কোনো সন্ধ্যাত সৰযূৰ সাজা জলপান খাই আহি কেশৱৰ গোটাই গা অমৃত ৰসত ডুবি থাকে, বুকুৰ মাজত বুজিব নোৱাৰা আনন্দৰ ঢৌএ তোলপাৰ লগাই দিয়ে! তেনে দিনৰ গধূলি কেশৱে ভাত খায় টোপনিত থকা মানুহৰ দৰে, বিছানাত পৰি প্ৰায় গোটেইটো নিশা জাগ্ৰত আৰু স্বপ্নৰ মাজামাজি অৱস্থাত কটায়, তাৰ শ্ৰেণীৰ পঢ়াতো পঢ়াই।

যেতিয়া এই অৱস্থা, এদিন কেশৱে গধূলি ভাত খাওঁতে মাকে উকীলৰ লগত কথা-পাতা শুনিলে—সৰযূৰ বিয়া। মনত কি ভাৱ খেলি গল প্ৰকাশ কৰিব নোৱাৰি। কিন্তু পাছত কেশৱে মনটোক বেছ কৰি বুজালে যে সৰযূৰ তো বিয়া হবই আৰু বিয়াও তেওঁৰ লগত নহয়; কাৰণ অৱস্থাৰ হীন দেখি আৰু বয়সৰ তেনেই অমিল। সেই দেখি কেতিয়াবা সেই চিন্তাই কোনোবা ফালৰ পৰা বুকুত খুন্দা মাৰি দিলেও, কেশৱে জোৰ কৰি স্কুলৰ পৰা আহিয়েই ইংলণ্ডৰ বুৰঞ্জীৰ বুজিব নোৱাৰা কথাবোৰ চিঞৰি পঢ়িবলৈ ধৰে।

দিন এই দৰেই গল। সৰযূৰ কথালৈ বৰ মন নপৰা হল। এনেতে এদিন সুন্দৰ ফটফটীয়া জোনাকত গোটেইখন সংসাৰ ফুলি পৰিছে; গধূলি ফুৰি আহি তেওঁৰ ইংলণ্ডৰ বুৰঞ্জীখন মেলোঁতেই এডোখৰ কাগজত লিখা, "মই মৰিম।" কাৰ লিখা বিচাৰিবৰ সকাম নহল, কাৰণ সেই আখৰ কেশৱে সকলে পৰা ইমান ভালকৈ জানে। তেওঁৰ ভৰিৰ পৰা মূৰলৈ শিঞৰি উঠিল।

( ৬ )

ভাৱনাৰ পাৰকূল নাই। নূতন বয়সৰ ডেকা লৰাৰ ত্যাগ প্ৰেম আদি ভাৱৰ মহত্ত্বৰো ইয়ত্তা নাই। কেশৱে ভাবিলে, আনোচা আচলতে সৰযূএ কিবা এটা সাংঘাতিক কৰি তোলেই! সম্ভৱ, তেওঁ নোহোৱা হলে, বা তেওঁৰ পৰা এনে ভাৱৰ বিপৰীত কোনো কথা পালে সৰযূৰ এনে-বোৰ উন্মাদ কল্পনাৰ উদয় নহবই। এই দৰে ভাবি চিন্তি ভাই কেশৱে সেই নিশায়ে ঘৰ এৰিলে; সৰযূৰ কাৰণে এক ডোখৰ কাকতত লিখি থৈ গল "তুমি বলিয়া হৈছা।" কাকত ডোখৰ সৰযূৰ নিচেই দুখনীয়া ভায়েকটোৰ হাতত দিছিল; সৰযূই পাইছিল নে নাইকোনে জানে।

যি হওক কেশৱে সেই ঘৰ এবাই এৰিলেই। পোনতে দুই তিন বছৰ প্ৰেমৰ কাৰণে এনে অসাধাৰণ ত্যাগ কৰা বুলিয়েই তেওঁৰ দিন তাৰৱ উন্মাদনাত গল। পাছলৈ তাৰ প্ৰাখৰ্য্য কমিল যদিও গাম্ভীৰ্য্য বাঢ়িল। ইকালে দেশ বিদেশে এনে মুকলি ঘূৰীয়া জীৱনো এটা উপভোগৰ বস্তু! সাতে সত্তৰে লগ লাগি তেওঁ কুৰি বছৰ কাল বিদেশত কটাই, শেষত মোৰ লগ লাগিল হি।

( ৭ )

কেশৱ মানুহ অনৰ বেপাৰত বেছ অভিজ্ঞতা আছিল। আৰু আমাৰ দোকানবোৰত যিবোৰ বস্তু বেছি দামত বিক্ৰী হয়, সেইবোৰ কোন ঠাইত সস্তাত পোৱা যায় বেছকৈ জানিছিল। তেওঁক লগ পাই পাঁচ ছয় বছৰ মানৰ ভিতৰতে মোৰ দোকানৰ বিশেষ উন্নতি হল। অলপ টকাকড়ি জমা হলত কেশৱৰ দিহাতে নগৰতে মাটিবাৰী লৈ এখন ঘৰ কৰিলোঁ। টকা হল বুলি, কেৱল টকাৰ পাছতেই লাগি লৰা-তিৰোতাক এৰি চিৰ দিন থাকিব পাৰি জানো! এইবাৰ ঠিক কৰিলোঁ, নগৰত সপৰিবাৰে থাকিবলৈ লওঁ।

( ৮ )

কেশৱ মোৰ লগত প্ৰায় দুহ বছৰ থাকিল; ইমান দিন একেলগেই আছিলোঁ। মোৰ পৰিবাৰ আহাৰ ঠিক হলত তেওঁক সুধিলো, তেওঁৰ বেলেগে থাকিবৰ মন নে মোৰ লগতেই। তেওঁ মোৰ লগতে থাকিবলৈ মান্তি হল। কেশৱক এতিয়া কোনো দৰমহা নিদিছিলোঁ, কাৰবাৰৰ এক তৃতীয়াংশ তেওঁক লিখা পঢ়া কৰি দিছিলোঁ।

নগৰত আহি এইদৰে ঘৰ পাতি আছোঁ, কেশৱৰো বাহিৰ ভিতৰ একো বাধা নাই; তথাপিতো স্বভাৱতে তেওঁ ভিতৰলৈ ভাত পানী খোৱাৰ আৱশ্যকত বাজে এনে নাযায়। বেছি সময় ভাতো খায় বাহিৰৰ ঘৰতে। কিন্তু মোৰ লৰা-ছোৱালী কেইটিক হলে বৰ মৰম কৰে। এনেকৈ যিহক বুলিব পাৰি সুখ তেনে অৱস্থাত দিন যাবলৈ ধৰিলে।

মোৰ বৰ ছোৱালী দুজনী বিয়া দিছিলোঁ; এতিয়া তৃতীয় জনীৰ বিয়াৰ দিহা লগালোঁ, তাইৰ বয়স প্ৰায় পোন্ধৰ বছৰ। দৰা কেশৱইতৰ গাৱঁৰে লৰা; বি-এ পাছ কৰি গুৱাহাটীৰ কলেজত ল' পঢ়ে। নগৰত ধনী বুলি খ্যাতি হৈছিল; গতিকে মোৰ মানো বাঢ়িছিল। বিয়াটো অৱশ্যে মোৰ এই নতুন ধন আৰু মানৰ জোখাই পাতিবলগীয়া হৈছিল। কেশৱেও বিয়াৰ যোগাৰত বৰকৈ খাটি ফুৰিছিল।

( ৯ )

বিয়ালৈ দুদিন নে তিনদিন আছে; বেলা দুহ এঘাৰমান বজালৈ কেশৱ নাই। প্ৰথমতে ভাবিলোঁ কিবা কাৰবাৰত ফুৰিছে। সেইদিনা লৰা-ঘৰ অহাৰ কথা। কিন্তু বেলা কাটি দিলে, পাঁচ বাজাৰ গাড়ীত বৰ-ঘৰীয়া আহি পৰে লাগে, কেশৱটো নো কত লুকাল, ইমান দিন থাকি বুঢ়া হৈ বুধি হত হল ইয়াৰ। মনত বিৰক্তি লৈ কেশৱক বিচাৰিলোঁ, নাই চাঁত কৰি মনত সন্দেহ হল, জানোচা টকা-কড়ি লুটি লৈ তেৱেঁই মোৰ সৰ্বনাশ কৰিলে। হিতোপদেশৰ "অজ্ঞাত

কুলশীলত" লোকে খুন্দি কৰিব খুজিলে। কিন্তু কি কৰা যায়, ৰৰযৰীয়া আহি পোৱাৰ সময়; কেশৱকে ভৰসা কৰি আছিলোঁ সকলো যোগাৰত; সি মৰিলে মূৰত এই টাঙোন! মনত মহা অশান্তি আৰু অনুতাপ লৈ সভ্যহৰ কৰ্ত্তব্য কৰিবলৈ লৰালৰি লগালোঁ।

( ১০ )

বিয়া হৈ যোৱাৰ আঠ দহ দিনমান হৈছে। পিয়নে মোৰ নামৰ ৰেজেষ্টাৰী কৰা চিঠি এখন দিলে; শিৰোনামাৰ আখৰ কেশৱৰ। কঁপা হাতেৰে চিঠিখন পঢ়িলোঁ।

"মৰমৰ" ভাওৰিয়া,

যদি এই অপৰাধীৰ ক্ষমা আছে ক্ষমা কৰিব। মোক আপুনি নিচিনিলে; কিন্তু আপোনাৰ পৰিবাৰে চিনিবলৈ উপক্ৰম কৰিছিল। সেই দেখিয়েই পলাই আহিলোঁ।

মোৰ নাম কেশৱ নহয়, গদাধৰ। মই যেতিয়া স্কুলত পঢ়োঁ তেতিয়া আপুনি গাৱঁত দোকান দিয়ে। মই দূৰ জিলাৰ পৰা আহি আপোনাৰ দোকানতে বহুৰ দিন কেইটা প্ৰায় কটোৱা অভ্যাস কৰিছিলোঁ; কাৰণ আপোনাৰ কথাবাৰ্ত্তা তেতিয়া বৰ ভাল লাগিছিল।

আপোনাৰ আগত মই মোৰ যি ইতিহাসৰ কথা কইছিলো, সেইটোও আপোনাৰ গাতে ফলিয়াইছে। আপোনাৰ পত্নী শান্তিয়েই মোৰ বুৰঞ্জীৰ সময়। আচৰিত নহব! এই বাবে মোক দায় নিদিব আৰু শান্তিৰো জগৰ নধৰিব। আৰু আপোনাৰ যি নতুন জোঁৱাই বি-এ, পাছ কৰা ডেকা সিয়েই মোৰ ভতিজা। মোৰ বিজন ককায়ে উকীলৰ তৰণি কাম কৰিছিল, তেওঁৰ লৰা।

মই পলাই আহিলোঁ সেই কাৰণেই। মই আটাইকে চিনি পাইছিলো, কিন্তু মোক কোনেও চিনি পোৱা নাছিল। মুঠতে ইয়াকে লক্ষ্য কৰিছিলো যে শান্তিএ মাজে মাজে ভাত খাবলৈ বহোতে একেবাৰে আচৰিত হৈ মোৰ ফাললৈ চায়। বিবাহ সময়ত আমাৰ গাৱঁৰ অনেক মানুহৰ আহাৰ কথা, কোনোবাই কৰবাত চিনি পাব; তেতিয়া!

আৰু মাজু আইদেওৰ বিয়া! প্ৰায় ত্ৰিশ বছৰৰ পূৰ্ব্বৰ এটা দিনৰ কথা মনত উদয় হল। ডেকা কালৰ বলিয়ালিকে বুলিছোঁ মই, কিন্তু এনে অদ্ভুত বলিয়ালি, তাৰ চেকা আজিলৈকো নগল।

ইকালে মোৰ পক্ষে মোৰ এই জীৱনেই ভাল। ভাৱ চিন্তা নাই, দেশ বিদেশত ঘূৰি ফুৰিছোঁ। এই নিৰ্মুক্ত জীৱনৰ আস্বাদো এবিধ উপভোগৰ বস্তু। আপোনাৰ লগত দহ বছৰ যে থাকিলো, কিবা এটা অন্তৰৰ নিভৃততম ভাৱে যেন জোৰ কৰে! ব্যৰ্থ প্ৰেমিক! জীৱনটো তো এনেই গল, যাৰ বাবে এনে কৰিছ, তাৰ সুখৰ কাৰণেই চোন অলপ যোগাৰ কৰি দে!

সেই দেখি এতিয়া বিদায় কৰিছোঁ। মোক নিবিচাৰিব, নাপায়। দোকানৰ মোৰ অংশটো মাজু আইদেও আৰু ভতিজাৰ বিয়াত উছৰ্গা কৰিছোঁ। সিহঁতকেই দিব।

শেষ অনুৰোধ, শান্তিক একো দোষ নধৰিব। শান্তি একো দোষ কৰা নাই। আৰু ইমান দিনে অভাগিনী আপোনাৰ সঙ্গতে সুখত নাছে নে?

মই টকা কৰি লৈ পলাই আহিছোঁ, অৱশ্য প্ৰথমতে সকলোৰে এনে সংশয় হৈছিল। ইমান

দিনে আপুনি আচল হিচাব পাইছে। কিন্তু আন মানুহৰ মনত সেই বিশ্বাস থাকাই ভাল, বিশেষকৈ শাস্তিৰ মনত ; নহলে সন্দেহ হব পাৰে।

মোৰ অপৰাধ গুৰুত্ব মই বুজিছোঁ। কিন্তু আপুনি ক্ষমা কৰিব বুলিও আশা কৰিছোঁ। ইতি।"

( ১১ )

নন্-কো-অপাৰেচনৰ দিন। ডেকাদলৰ সেৱা-যত্নৰ কাৰণে আকুল।

পুৱাই এজন ডেকাই খবৰ দিলেহি 'স্বৰাজকুটিৰ'ত এজন সন্ন্যাসীএ মোক বিচাৰ কৰিছে, তেওঁৰ বৰ নবীয়া। মোৰ ঘোৰাত অলপ পলম হল। কাছাৰীৰ পৰা জোৰ'াইকো লৈ গৈছিলোঁ। তেওঁ এতিয়া নগৰতে ওকালতি কৰে। গৈ দেখো, যি সন্দেহ কৰিছিলো সেয়ে ; আজি পাঁচ বছৰত কেশৱৰ ইমান পৰিবৰ্তন হোৱা নাই যে তেওঁক চিনি নাপাব।

কেশৱৰ চেতনা নাই প্ৰায়। মই গলত চিনি পালে, তেওঁৰ অৱস্থা দেখি মোৰ চকুৰ পানী ওলাল। জোৰ'াইৰ ফালে চালে। মই বুজিলোঁ, কলে'। "তোমাৰ ভতিজা।" হাত বাও দি তাক মাতি নি তাৰ মূৰত হাত ফুৰাই দিলে, তিনিওৰো চকুৰে গিৰ গিৰ কৰি চকুৰ পানী ওলাল। কিছু পৰৰ পাছত বৰ চেষ্টা কৰি কেশৱে মাত দিলে, "শাস্তি—মোক ক্ষমা কৰিব।" মই চিঞৰি কলোঁ, "কেতিয়াবাই কৰিছোঁ। একো চিন্তা নকৰিবা।"

ক্ষন্তেকতে উত্তেজিত চকু দুটি শান্ত হল, তাৰ পাছত—শেষ!

অনন্ত পথৰ যাত্ৰী, অনন্ত প্ৰেমৰ ভিখাৰী, অনন্ত প্ৰেমময়ৰ ওচৰ পালে গৈ নে বাৰু ?*

* এই গল্পটো পোনতে হাতে-লেখা আলোচনী অৰুণ, ১৮২৭ শক, কাতি, প্ৰথম ভাগ, সপ্তম সংখ্যাত প্ৰকাশ হৈছিল। সেই গল্পটোকে সামান্য আল-সলনি কৰি "মৰমী"ত সন্নিবিষ্ট কৰা হৈছে।—সং, শ. গো: ব.

# পৰিচিন্তা

( ১ )

বৃহস্পতিবাৰৰ বাৰবেলা বঙালী কবি দ্বিজেন্দ্ৰলাল ৰায়ৰ গানত ধন্য হৈ আছে। কিন্তু ই মানুহক একোটা থেকেচা দিদিয়াকৈনেৰে। মই বাৰবেলা-যাত্ৰাৰ এটা কাহিনী কম।

ঘৰৰ পৰা যাত্ৰা কৰিলোঁ ঠিক বৃহস্পতিবাৰৰ বাৰবেলাত। ষ্টেচন পাই শুনিলোঁ, ৰেল সেইদিনা এক ঘণ্টা দেৰি।

ৰেল আহিল, কাৰণ সময় যে বই নাথাকে ই সকলোৰে জানা কথা। ৰেল এৰি দিবৰো হল—গাৰ্ডে সেউজীয়া নিচান জোকাৰে, ড্ৰাইভাৰে কিন্তু গাৰ্ডৰ ফালে নাচায়; যেতিয়া ড্ৰাইভাৰে গাৰ্ডৰ ফালে চায়, তেতিয়া আকৌ গাৰ্ডে ই মুখ কৰে। এইদৰে প্ৰায় আৰু আধা ঘণ্টা। শেষত বোলে ৰেলৰ 'ভেকুৱাম' নে কি বেয়া হল, ৰেল আৰু নাযায়। আগলৈ বাৰবেলাত যাত্ৰা নকৰিম বুলি মনে মনে ঠিক কৰি ষ্টেছনৰ পৰা গুচি আঁহিলোঁ। ঘৰ পাই আহি চাওঁ যে মোৰ জলপানৰ জাপা আৰু পানী দিয়া ঘটিটো ৰেলতে বই আহিল।

( ২ )

ক্ষুধাতুৰ মানুহে যি দৰে ভাতক থং কৰিলে ৰান্ধনীৰ হে জয় হয়, মোকৰ্দমা-লাগা মানুহে যি দৰে উকীলক থং কৰা অৰ্থ নিজৰ পৰাজয় মাতি আনা, সেইদৰে যি ৰেলত যাব লগীয়া তেনে মানুহে ৰেলৰ পৰা গুচি গলেই নচলে, একদিন নে একদিন অৱশ্যে ৰেলৰ 'শৰণ পশিব' লাগে। এই বেলি দিন-বাৰ চাই যাত্ৰা কৰা হল। নিৰ্বিঘ্নে ৰেলে ডাঙৰ জংচন এটা পালে হি। গাড়ীৰ যি খোটালীটোত আছিলোঁ তাতে উঠিল একজন বঙালী বাবু আৰু তেওঁৰ 'পৰিবাৰ' আৰু পৰিয়াল, চাৰিজনমান মানুহ। আগেয়ে অলপ আৰামত আহিছিলোঁ; এতিয়া কিছু দিগদাৰি হল। কিন্তু কাকো মোৰ দখলত থকা বেঞ্চখনৰ ওচৰ চাপিবলৈ নিদিবৰ মনে মেৰাই থোৱা বিছনাখন মেলি ললোঁ; আৰু নিতান্ত নিৰ্লিপ্তভাবে সেইদিনাৰ Statesman কাগজখন খুলি লই তাৰ বিজ্ঞাপনৰ Column কেইটা চাব ধৰিলোঁ।

খবৰৰ কাগজৰ বিজ্ঞাপন চোৱাৰ যাৰেই অভ্যাস আছে, সেয়ে জানে যে চখু যায় প্ৰথমে 'কৰ্মখালি'ৰ ঠাইলৈ আৰু তাৰ পাছতে বিক্ৰীৰ জিনিছলৈ। ইয়াৰ কাৰণ এয়ে হব পায় যে কোনো মানুহেই নিজৰ অৱস্থাত সুখী নহয়, আৰু কি জানি আন কৰবাত কিবা এটা ভাল মিলেই, এই ভাবি সকলোৰে মনে অজানিত ভাবে অজানিত ভালৰ অনুসন্ধান কৰি ফুৰে। জিনিছৰ সম্বন্ধে, কত সস্তাত কি জিনিছ পায়, কেনেকৈ এক পইচা খৰচ কৰি চাৰি পইচাৰ জিনিছ আনি আমি লাভৱান হব পাৰোঁ, এইটোৱে সকলোৰে আন্তৰিক ইচ্ছা।

যি হক "শিক্ষা সম্পৰ্কীয়" স্তম্ভটোত এখন বিজ্ঞাপন দেখিলোঁ—ছোৱালী এজনী পঢ়াবলৈ তিনি মাহৰ কাৰণে উপযুক্ত শিক্ষক বা শিক্ষয়িত্ৰীৰ আৱশ্যক। স্বাস্থ্যকৰ পৰ্বতৰ ওপৰৰ ঠাই। দৰমহা মাহেই এক শত টকা; খোৱা আৰু থকাৰ কাৰণে একো দিব নালাগে। উত্তম চৰিত্ৰ আৰু ভাল লেখা-পঢ়া থকা মানুহ লাগে। "ষ্টেটচম্যান" বিজ্ঞাপন বাকচ নং ৫৩৭৬৩।"

মোৰ যে চাকৰিৰ অভাৱ আছিল বা মই যে চাকৰি হে বিচাৰি ফুৰিছিলোঁ। তেনে নহয়। কিন্তু এই মাষ্টাৰিটোৰ কাৰণে দৰখাস্ত কৰিবলৈ মন গল। মাজতে ছুটী লই এখন Hill stationত থাকিম বুলিও ভাবিছিলোঁ, কাৰণ মোৰ স্বাস্থ্য তিমান ভাল নহয় বুলি বন্ধুসকলে কইছিল—কিহত যে বেয়া সেইটো মই নিজে যদিও ভাবি নাপাইছিলোঁ, এই সুযোগটো মনত লাগিল—Hill station, ছুটী আৰু উপৰঞ্চি মাহে একশ টকা। আকৌ—আকৌ কিজানি অজ্ঞাতা ছাত্ৰীয়েও অজানিত কৈশোৰৰ মাধুৰ্য্যইদি মোৰ অলপপাল টানিছিলেঁ। বিজ্ঞাপন ভোখৰ ছিৰি জেপত সুমাই থলো।

( ৩ )

"দাও না গো। দাও না এঁঃ—এঁঃ—দাওনা" কেং-কেং-মেন্-মেন্ এই আধা আৰুৰ মাত শুনি কাগজখনৰ পৰা চকু দুটা তুলি শব্দ-আহা ফাললৈ দিলো যে দেখোঁ, এজনী বাৰমাহ বছৰীয়া ছোৱালীএ বেলৰ খিৰিকীৰ কাঠৰ দুৱাৰ এখন খুলিব নোৱাৰি মেন্-মেনাইছে, ওচৰতে থকা যুৱতীজনীয়ে তাইৰ এনেটো আবদাৰত টিপি টিপি হাঁহিছে। যিজন বঙালী বাবু বেলত উঠা বুলি কৈছিলো, তেওঁ ছোৱালীজনীৰ গালত ঠোকোনা এটা মাৰি দি দুৱাৰখন নামাই দিলে। খোলা খিৰিকীৰ মাজেদি আহা পোহৰে গাড়ীৰ ভিতৰখন মুকলি কৰি দিয়াৰ লগতে ছোৱালজনীৰো কুঞ্চিত কপাল আৰু অসন্তুষ্ট মুখখন মুকাল হই পৰিল। তাই ইজনীৰ গলত সাবোটা মাৰি ধৰি দুয়ো গালে পাৰেমানে চপাচপ্ চুমা খাই বেচাৰীক ব্যতিব্যস্ত কৰিলে; আৰু পাছতে হাঁহিৰ ৰিণৰিণীয়া মধুৰ সুৰেৰে গোটাই গাড়ীখনকে মুখৰ কৰি তুলিলে। ছট্‌ফটীয়া নিপোটল ছাগল-ছানাৰ শৰৎ কালৰ ৰোদ পাই যেনে আনন্দৰ নাচন, ফট্‌ফটীয়া জোনাক নিশা বহল পানীৰ ঢৌৰ ভিতৰত জোনৰ যেনে তলবলীয়া কিৰণ, পূৰবী ৰাগিনীৰ মাজত সুৰৰ যেনে মৃদু-মধুৰ কম্পন, এই আনন্দশীলা হাস্যময়ী ছোৱালীজনীৰ হাঁহি আৰু তামাচায়ো মোৰ মনত তেনে এটা কবিতাময়ী সৌন্দৰ্য্যৰ সুষমা ঢালি দিলে। তেওঁৰ খেল, হাঁহি, ডেকা-জনৰ ওচৰত আবদাৰ আৰু যুৱতীজনীৰ কোলাত ধেমালি—আটাইখিনি মোৰ মনত অতি সুন্দৰ লাগিল।

ৰাতি হল, ৰেলত বিজুলী চাকি জ্বলিল। অলপ কিবা খাই শুই থাকোঁ বুলি ভাবি খোৱা বস্তুটোৰ টোপোলাটো উলিয়ালো। বাটত কিনাকুটা বস্তু বিশেষ একো নাই—খোৱা বস্তুৰ জাপাটো ৰাৰবেলাৰ যাত্ৰাই সামৰিয়ে থইছে, পানীও এটোপা নাই। পাছৰ ষ্টেছনত গাড়ী থামিল—ফেৰিৱলাই ডাক দিলে—"চোডা লিমনেড্।" মই এটা বোটল ললো। বাবুটোই কলে—'Kindly আমাদেৰ জন্ত ও দুই বোটল দিন তো।"

পৰিচয়ৰ এই সূত্ৰপাত হল। তেওঁ কলিকতাৰ মানুহ—জমিদাৰ আৰু সদাগৰ। গৰমৰ দিন কেইটা দাৰ্জ্জিলিঙত থাকিবলৈ আহিছে। লগত থকা তিনজন কোন সুধিবলৈ অজ্ঞাৰি; কিন্তু আৰম্ভ:কা নহল—আদাজতে বুজি ললো, তেওঁৰ স্ত্ৰৈণীয়েক, জীয়েক আৰু পুতেক। পুতেকটি নিতান্ত সৰু, দুই বছৰমান বয়সৰ।

বাবুজনৰ জলপানৰ ভাগকে ললো—লুচি, মিঠাই, কিবাকিবি ভাজা; যথেষ্টকৈ ভুঞ্জনকালো খোৱা হল। খাই-বাই উঠাত, ছোৱালীজনীৰ টোপনি আহিল—বেঞ্চৰ পৰা জৰি নমাই, গাড়ীৰ

গাত দুখ খৈ তাই শুই পৰিল। আগেয়ে মোৰ বেঞ্চিখন কাকো এৰি নিদিবলৈ মনে মনে কৰা সংকল্প কৰবাতে উৰি গল। মই তাইক আঙুলিয়াই কলোঁ।—

"একে আমাৰ বিছানায় ঘুমুতে দিন।"

"আপনি?"

"আমি ওপৰের Berth এ শোব অখন।"

"কেন মিছে কষ্ট কৰবেন! ও বেশ আছে।"

"কেন কিশেৰ মশায়! আমি এখানে শুয়ে থাকব, আৰ ঐ মেয়েটি ওৰকম কৰে থাকবে! সে হতে পাৰে না।"

কথাৰ লগত লাজৰ সম্পৰ্ক ৰাখি ছোৱালীজনীক দাঙি আনি মোৰ বিছনাখনতে শুৱাই থলোঁ। কিছুপৰৰ পাছত যুদ্ধ, হোমৰুল, লৰ্ড কাৰ্মাইকেল, আমাৰ কৃষক, ৰেলৰ তৃতীয় শ্ৰেণী ইত্যাদি ভাবতৰ সকলো কথাৰ আলাপ সাং কৰি উপৰৰ বাৰ্থ এখনত শুলো। ৰাতি ৰেলে পাৰ্বতীপুৰ পালে। বাবুজনে 'Good night' আৰু "Thank you very much for your kindness" কৰি গুচি গল।

( ৪ )

তিনি মাহৰ ছুটী লই দাৰ্জিলিং অভিমুখে যাত্ৰা কৰিলোঁ। যেতিয়া, তেতিয়া মোৰ মনটো খুব পাতল লাগিল। অনেক দিন নৰিয়াত পৰি থাকি চুলি-দাৰি খুৰাই প্ৰথম গা-ধুলে যেনে পাতল লাগে, বৰ ডাঙৰ সকাম এটা কৰি তাৰ সকলো লেঠা মাৰি উঠিলে যেনে পাতল লাগে, তেনে পাতল লাগিল। ষ্টেটচ্‌মেন কাকতত বিজ্ঞাপন দিয়া শিক্ষকৰ কামটো মোকেই দিছে। যাৰ মোক আৱশ্যক তেওঁ থাকে দাৰ্জিলিঙত। পাৰ্বতীপুৰত গাড়ী বদলাই ললোঁ; আকৌ শিলিগুৰিত বদলালোঁ। শিলিগুৰিৰ পৰা এঁকা-বেকা পৰ্বতীয়া বাটৰ মাজেদি ৰেল গাড়ীখন প্ৰকাণ্ড এটা কেঁকেলুৰাৰ দৰে পৰ্বত বগাই যাব ধৰিলে। মাজে মাজে অভ্ৰভেদী পৰ্বতৰ শৃঙ্গ; মাজে মাজে অতলস্পৰ্শ গহ্বৰ। ঠায়ে ঠায়ে ঝোপ আৰু জাবৰিৰ মাজেদি পৰ্বতৰ ওপৰৰ পৰা ঠেক উপত্যকা বগাই বগাই কটিকৰ নিজৰাই উঠি-নামি হাঁহি-কান্দি কিশোৰী বালিকাৰ দৰে গোটাইটো দৃশ্যক এক অপূৰ্ব মাধুৰ্য্যত পূৰ্ণ কৰি দিছে। শেষত যাই দাৰ্জিলিং পালোঁ। ষ্টেছনত এজন মানুহে অপেক্ষা কৰিছিল। মুটিয়াৰ মূৰত মালবস্তু দি যাৰ ঘৰত চখৰ চাকৰিটো লইছিলোঁ তেওঁৰ ঘৰ ওলালোঁ।

যিজন মানুহে ছোৱালীৰ শিক্ষক একশ টাকা বেতন দিব পাৰে, তেওঁ নিতান্ত চাহাব বুলি মোৰ মনে মনে অলপ আশঙ্কা আছিল। সেই দেখি ৰেলতেই মই চাহাবী পোছাক এটা পিন্ধি লইছিলোঁ। আৰু মনে মনে কেনেকৈ Good morning দিব, Hand Shake কৰোঁতে কোনটো কাষদাত হাত জোকাৰিম, ইংৰাজী কওঁতে Sir Sir মুখত মাহাৰ কি উপায় কৰিম, Thanks Thanks বোলাৰ কি দৰে অভ্যাস কৰিম ইত্যাদি কথাৰ বিশেষ আলোচনা কৰি লইছিলো। মাজে মাজে 'বেয়া পায় যদি পালে—মোৰ চাকৰিটো চখৰ হে, ইচ্ছা হলেও এৰি গুচি যাম'—ইত্যাদি ভাবি মনটোক ডাঠ কৰি লইছিলো। এই দৰে যাই গন্তব্য ঠাই পেলো।

এটা সুন্দৰ সৰু বঙলা ঘৰ, অলপ ওখ টিলা এটাৰ উপৰত। পুৱাই পৰিস্কাৰ ৰোদ উঠি বঙলাটো জিক-মিকাই দিছে। বঙলাৰ সমুখৰ বাৰাণ্ডাৰ পৰা কাঞ্চন-জঙ্ঘাৰ দৃশ্য কি মনোৰম! বিশাল বপু মহাদেৱৰ দৰে জ্যোতিৰ্ময় মূৰটো আকাশলৈ দাঙি কি গম্ভীৰ মনোমুগ্ধকৰ শোভা ধাৰণ কৰি আছে—হিমালয়ৰ এই বৰ পুত্ৰই!

বাবু ঘৰত নাই—কাৰ্য্যান্তৰত কলিকতাক গইছে। চাহাব বোলাৰ সকাম নাই, কাৰণ যদিও প্ৰাইভেট টিউটৰকে একশ টকা যাচিছে, তথাপি ঘৰৰ ভিতৰৰ আদব কায়দা তেনেই বঙলুৱা। সেই মাছৰ ঝোল ভাজি আঞ্জা, আলুৰ চচৰি আৰু ভাত, সেই কুশাসন আৰু ঘটিৰ পানীৰ আচমন।

( ৪ )

সৰু এটি খোঁটালীত বহিছোঁ, মাজতে এখন সৰু ধুনীয়া গদি দিয়া চেয়াৰ, ওচৰতে একচেট দেৰাজ—ওক কাঠৰ—চিকৃচিকাই আছে। বেৰাত এখন নল-দময়ন্তীৰ, এখন সীতাৰ আৰু এখন অজ ইন্দুমতীৰ ছবি? সমুখৰ বেৰাত এজনী যুৱতীৰ ছবি, ওচৰতে দহ বছৰীয়ামান ছোৱালী এজনী। এই ছবি দুটা কিহৰ কব নোৱাৰিলো; কৰবাত যেন দেখিছোঁ অথচ মনত নপৰে।

মনত কিমান ভাবিছোঁ – ছাত্ৰীজনী মোৰ কেনে, কিজানি বেছ ধুনীয়া ফুটফুটীয়া হব! মই কি সুধিম! এনেতে বগা চেমিজ এটাৰ ওপৰত ৰঙা পাৰী দিয়া ধপ্ ধপীয়া বগা শাৰী এখন পিন্ধি, পিঠিত দীঘল চুলিৰ বেণী ওলমাই, শৰৎ কালৰ পুৱাৰ শেৱালী ফুলৰ দৰে, সন্ধ্যা আৰতিৰ দীপ শিখাৰ দৰে, মোৰ ছাত্ৰী আহি খোঁটালীত সোমাল।

কিন্তু—এইজনী যে সেইজনী ছোৱালী; যাক মই ৰেলত সিদিনাখন পাইছিলো আৰু যাক নি মোৰ বিছনাখনত শুৱাই নিজক ধন্য বুলি ভাবিছিলো! সমুখৰ বেৰৰ ছবি চিনিলো।

তেওঁ "মা মা এ যে···বাবু" বুলি লৰি ভিতৰলৈ সোমাই গল।

—:*:—

# বক্তবীজ

(১)

এখন গাৱঁত দুজন খেতিয়ক আছিল; দুয়োবো ওচৰা ওচৰি ঘৰ; দুয়ো সম্পত্তিপন্ন চহকী। দুয়ো বুঢ়াৰ বৰ মিল। দুয়ো ঘৰৰ চাকৰ-নাকৰ বন্ধা-ভতুৱা তিৰী-ছলি সকলোৰে এই মিল বৰ্তিছিল।

(২)

দুই বুঢ়াৰ দুই বৰ পুতেক, মণি আৰু যদু। ইহঁতে বিয়াবাৰু কৰালত, দুয়ো বুঢ়াই ধৰ্মচৰ্চাত মন দিলে। বাটৰ মূৰৰ বকুলৰ তলত বহি দুয়ো কীৰ্তন-দশম পঢ়ে, গধূলি নাম ঘৰত গৈ নাম গায় আৰু মাঘ আৰু বহাগ মাহা গুৰু ঘৰত আঠ দহ দিন থাকি আহেগৈ।

(৩)

কাতি মাহা ধান পকিব আৰম্ভ হৈছে; আকাশ কৰকাল নীল বৰণীয়া, দুপৰীয়াৰ ৰোদ চোকা আৰু পৰিষ্কাৰ, বাট পথ চাফ-চিকণ; চাৰিওফালে উজ্জ্বল তৃপ্তিৰ জেউতি বিয়াপি পৰিছে। ওচৰৰ গাৱঁৰ ৩০।৪০ জন মানুহ—মতা মাইকী—লগত লৈ জগন্নাথৰ পাণ্ডা আহিল, দুই বুঢ়াক শ্ৰীক্ষেত্ৰলৈ নিবলৈ।

গধূলি দুই বুঢ়াই একোখন ধচা, দুখনকৈ কাপোৰ, একোটা ঘটী আৰু বাটি, আৰু চাউল পিঠাগুৰি লৈ যাত্ৰীৰ লগত ঘৰৰ পৰা ওলাই আহি নামঘৰত ৰাতি থপিলে। গাৱঁৰ মানুহে সকলো যাত্ৰীকে সিধা দিলে। সাজতে মতা মানুহে আৰু অলপ ৰাতি হলত তিৰোতাবিলাকে নাম ঘৰত নাম-কীৰ্তন কৰিলে। মহাপ্ৰভু দৰ্শনৰ সম্ভাৱনাত যাত্ৰী সকলৰ আনন্দৰ বাৰ্তাই গোটাই গাওঁখনৰ ওপৰেদি পবিত্ৰ আনন্দৰ ঢৌ এটা বাগৰাই দিলে।

(৪)

ইফালে কি কাণ্ড হল! এদিন মণিহঁতৰ গৰু এটাই যদুহঁতৰ খেতিত সোমাই কেইডালমান ধান খালে। তাতে দুই গোৰখীয়াৰ কাজিয়া লাগিল। মণি গোৰখীয়াৰ মাক আছিল এনে এজনী তিৰোতা, দন্দৰ সময়ত যাৰ জিভাৰ আগত সৰস্বতীৰ অধিষ্ঠান হৈছিল। তাই ওচৰত আছিল। তাইৰ গালিত পথাৰ খানতে তোলপাৰ লাগি পৰিল। যদু গোৰখীয়াৰ মাকো ওলাই আহিল। দুই মাকৰ গালাগালি হুৱাহুৱি চুলিয়া-চুলিত মানুহ ভৰি পৰিল।

ইয়াতে শেষ হলে তো কথাই নাছিল। এনেতে সেই বাটেদি যদুৰ পুতেক—১২।১৪ বছৰীয়া লৰা মুঠে—কৰবালৈ যাওক। সি কাজিয়াৰ মাজত গৈ কিবা কওঁতে, মণিৰ গোৰখীয়াৰ মাকে, "মোৰ বাছাক খালে ঐ, খালে ঐ" কৰি চিঞৰ ধৰিলে। কোনোবা কালৰ পৰা মণিৰ পুতেকো—সিও একে বয়সৰ লৰাই—লৰি আহি কাজিয়াৰ মাজত সোমাল। দুই গৃহস্থৰ দুই লৰাৰ মাজত লাগিল কাজিয়া, তাতে যদুৰ পুতেকৰ কৰখাত তেজ ওলাল।

যি মানুহ জমা হৈছিল, তেওঁলোকে কাজিয়া ভাঙি দিলে। বৰ গৰ্জনি মাৰি বতাহ বৰষুণ হলে যেনেকৈ পাছলৈ গৰ্জনিবোৰ সৰু হৈ হৈ নাইকিয়া হয়, এই দন্দবো গালি সেই দৰে ক্ৰমাৎ নিজম হল।

( ৫ )

কিন্তু গালিৰ লগতে দলৰ শেষ নহই নতুনকৈ আৰম্ভ হে হল। যদুৰ তিৰীএ তাইৰ লবাৰ তেজ ওলোৱা কথা কই কই কান্দি আছে। যদু ঘৰত নাছিল, বাতি কিবি আহি দেখে এই কাণ্ড। বন্ধা-ভতুৰাই, তিৰি-ছলি সকলোএ এক গুণ কথাক শ গুণ কৰি বৰ্ণালে। যদুৰ খং উঠিল।

পাছ দিনা পুৱাই যদুএ মেল থুপুৰি কৰিলে। মণিও আহিল। কিছুমানে গৰ্জে যদুৰ ফালে, আন কিছুমানে গৰ্জে মণিৰ ফালে। বেলা দুপৰ হল, মেল নাভাঙে, কোনোএ ছাৰ নামানে। শেষত বৰ মেলেকি কেইজনে বায় দিলে, যদুৰ ফালে; মণিৰ ফালৰ মেলেকিবিলাকে গৰ্জি উঠিল; কেনেকৈ নো এই দণ্ড হয় চাওঁগোন! মণি একো নামানি উঠি গল। মেলেকি-বিলাকে একো কৰিব নোৱাৰি যদুক কলে, পাৰে যদি সি মোকৰ্দমা কৰক।

( ৬ )

ধনবৰ তৰণী ওচৰৰে মানুহ, যদুৰ অলপ সম্বন্ধো লাগে। ধনবৰে কলে, মোৰ উকীলক মুঠে তুমি একুৰি ৰূপ বায়না দিয়া, তেওঁ নিজে হাকিমৰ কলমত ধৰি মণিক আৰু তাৰ পুতেকক ফাটেকত সুমুৱাই হে এৰিব।

যদু বৰ খুছি হল, টকা দিলে, মোকৰ্দমা হল। গাৱঁৰ বহুত মানুহে সাখী দিবলৈ অমান্তি হোৱাত আন গাৱঁৰ মানুহ ধৰি সাখী দিয়ালে। বিচাৰত মণিৰ দহ দিন ফাটেক হল; আৰু পুতেকক সৰু লৰা দেখি হাকিমে তাক দহোটা বেত দিলে। যদুৰ দিল খুছি হৈ গল!

( ৭ )

সনাতন তৰণী মণিৰ থুলশালীৰ শাল-পতি। সনাতন মণিহঁতৰ ঘৰক আহিল; তাত তিনি-চাৰি বাতি থাকি আৰু নগৰলৈ গুচি গল। ইয়াৰে কেইদিনমানৰ পাছত মণিএ যদুৰ ওপৰত দেৰ শ টকাৰ মোকৰ্দমা কৰিলে—যদুৰ বাপেক আগেয়ে এবাৰ শ্ৰীক্ষেত্ৰক যাবলৈ মণিৰ পৰা যদুএ টকা আনিছিল। এই মোকৰ্দমাৰো সাখী-বাদী-প্ৰমাণ হল; আৰু ডিক্ৰীৰ টকা যদুএ কাছাৰীত জমা দিব নৌ পাওঁতেই সনাতনে পিয়াদা আনি যদুৰ ঘৰ ক্ৰোক কৰালে।

হওক, দহ দিন ফাটেকৰ অলপ ধাৰ শুজা গল!

( ৮ )

ঘৰত এই অবস্থা। ইফালে আঠ মাহৰ মূৰত বহুত তীৰ্থ ঘুৰি দুই বুঢ়া আহি ঘৰ পালে। ঘৰৰ কথা-বতৰা শুনি দুয়ো মূৰে কপালে হাত দিলে। দুয়ো পুতেকক অনেক বুজনি দিলে। কিন্তু বুঢ়াৰ কথা শুনে কোনে?

মণিএ কলে,—"যদুই মোক ফাটেকত দিছে। সাত শত্ৰুয়ো এনে নকৰে। মোৰ বেটাক কনিষ্টবলৰ হাতে বেত খুৱাইছে! এই লাজ সহি থাকিব পাৰি না? তহঁতৰ গাত তেজ থাকিলে হে। মই বাচাৰ তেজ পীহে এৰিম।"

যদুএ কলে,—"মণি মোৰ ঘৰত পিয়াদা সুমাই মোক লঘু-লাঞ্ছনা কৰিছে। মোৰ তিৰীক বঙালৰ হাতে নিজ ঘৰৰ পৰা বাহিৰ কৰি দিছে। এই অপমান জান থাকে মানে পাহৰিব পাৰিম না। তুমি যিহকেই নোকোৱা, ইয়াৰ ধাৰে তাক মই এদেকা দিহে এৰিম।"

এনেবোৰ কথা শুনি দুয়ো বুঢ়াই আৰু মূৰে কপালে হাত দিয়ে। এইবিলাক যে কলিৰ হে মাহাত্ম্য, কলিৰ ভৰ হোৱাত হে নিজ-ঘৰত এনে কাজিয়া মিলিল—ইত্যাদি কথাপাতি নঙালাৰ মূৰৰ বকুল তলত বহি দুয়ো বুঢ়াই পুৱা-গধূলি কটায়।

(৯)

পুহ মাহ্য় যদুৰ বাপেকৰ কফ হল। বুঢ়া প্ৰায় মৰে মৰে। মণিৰ বাপেক খবৰ লব যাব খোজে, কিন্তু মণিএ যাব নিদিয়ে, কয়, "তই যদি যাহ, মই ঘৰ এৰি যাম।"

সেই দিনা বুঢ়াৰ বৰ টান; মণিৰ বাপেক যাব ওলাল। মণিএ আগে ভাল কৰি, পাছত ৰবহুৰাই উঠি বুঢ়াক বাধা দিলে; বুঢ়াই মুগুনিলে, "তোৰ কথা শুনি মোৰ কাকাক মৰাৰ দিনা নাচাই থাকিব পাৰোঁ না? তোৰ যি খুচি তাকে কৰ।" বুঢ়া যদুহঁতৰ ঘৰক গল।

যদুএ মণিৰ বাপেকক দেখি একো নামাতিলে। মৰিয়াৰ ওচৰৰপৰা আঁতৰি গল। যদুৰ তিৰী বুঢ়াক পীৰা এখন আগ বঢ়াই দিলে, বুঢ়াই যদুৰ বাপেকৰ ওচৰ চাপি বহিল।

মৰিয়া প্ৰায় সংজ্ঞাহীন। বুঢ়াই মাতিলে, "কাকা কাকা।" যদুৰ বাপেকে চকু মেলি চালে, চিনি পালে কোন, কথমপি বুজিব পাৰা হৈ ফুটিল, মাত 'পানী'। বুঢ়াই পানী অলপমান মুখত দি কলে, "কাকা, কাকা, আমাক এৰি যোৱা না?" মৰিয়াই মাতিব নোৱাৰিলে, হাতখন অলপমান দাড়ি ওপৰলৈ দেখুৱালে। বুঢ়াৰ চকুৰপৰা তুইটোপা চকু-লো লোতোৱা-পৰা গালে দি বাগৰি পৰিল। কিছুপৰৰ মূৰত মৰিয়াই মাতিলে—বৰ ক্ষীণ আৰু সেঁহাই—"যদু—মণি—মিলাই দিবি। মোৰ সময় আহিল।"

(১০)

গোটাইখান ঘৰৰ হকা-বাধা মুগুনি বুঢ়াই যদুৰ বাপেকৰ শ্ৰাদ্ধলৈ মিঠাই একলহ গাখীৰ এক মাঠ আৰু কল একথোক দি পঠালে, কলে,—"বাৰু, যদুই যদি মোৰ বস্তু ফিৰাই দিব পাৰে দিয়ক।"

বুঢ়াই তেতিয়াও ভাবিছিল, দেখাত যিমান কাজিয়াই হক, অত দিনৰ অন্তৰৰ মৰম এনেকৈ গুচিব পাৰে নে? কিন্তু বুঢ়াৰ বুজাত ভ্ৰম হৈছিল, কালৰ গতি ফিৰিছে। যদুএ বয়-বস্তু একো নাৰাখি ফিৰাই পঠালে।

বুঢ়া ঘৰত নাছিল। পাৰিলে ভোজৰ দিনা এটা খাহী দিবৰ মন, ভাল খাহী বিচাৰি কোনবা কালে গৈছিল।

ভাৰখান ফিৰাই আনি বান্ধাটোই মণিৰ আগতে থলে। মণি খঙতে ঘৃতাহুতি হল। "বুঢ়া, বুঢ়া, বুঢ়া! বুঢ়া হৈ হৈ যায় মানে বুদ্ধি হত হৈ যায়! ইমান হাক, তেওঁ শুনিছিল না! এতিয়া মজাটো চাওক আহি।" মণি দাঁত মুখ কামুৰি উঠিল, পালে আৰু পাৰিলে যে বুঢ়াক থিয়ই গিলিব!

খং অলপ জিমাল। মানুহটোক সুধিলে, কি বুলি নো ফিৰাই পঠালে যদুএ। সি এক গুণক শ গুণ কৰি কলে; আৰু যদি যদুয়ে তেনে কথা কোৱা নাছিল, সি কলে "তোমালোকৰ বস্তু সিহঁতেই মুচুৰে, গুৰু-বামুণে নো খাব কিয়?" কিবা এটা কথাৰ আচলতে তেনে গোলমাল অলপমান আছিল। ঘাৰতকাঁটাই বিন্ধিলে জিন্-জিনাই যোৱাৰ দৰে, কথাই মণিৰ খং চৰাইদিলে। সি, "হেঃ মোৰ বাদ লাগিছে, বহ বাৰু," এই বুলি খঙতে জ্বালা-কালা হৈ তাৰ পৰা গুচি গল।

(১১)

যদুহঁতৰ চোতালি মুছা-কাছা। ওপৰত এখন চন্দ্ৰতাপ আৰা, চুকত কল দোনা, তাৰ চোঁছ। মাজত শেষ হৈ যোৱা শ্ৰাদ্ধৰ থালি থালি-পটুৱা, গাজি কল চাউল-তামোল পান। পুৰোহিত আৰু যি তুই এজন বামুণ আহিছিল, তেওঁলোকে খাই উঠিছে। গাৱঁৰ মানুহক জলপান খুৱাবৰ কাৰবাৰ হৈছে। বিলনীয়া কেইজনে ইকালে সিকালে হাহাকাৰ কৰি দৌৰিছে! ইটোৱে কয় এটা, সিটোএ কয় এটা, কিন্তু কোনোএ একো নকৰে!

এনেতে কোনোএ ভকিব নোৱাৰা কৰি মণি যদুৰ চোতালত থিয় হৈ কব ধৰিলে, "দেউ-সকল, ভকতসকল ! এই বাতুৰাৰ ঘৰত কোনোএ নাখাব। গুৰু-গোসাঁইৰ কিবা, মোৰ কথা বিচাৰ কৰি সকলে শুনক। মই যদি মিছা কৈছোঁ, মোক আপোনাসকলে খটি খটি মাৰক, মোক গোসাঁয়ে খুলি খুলি খাওক।"

মস্ত গোলমাল লাগি পৰিল ; যদু-মণিৰ হাকাহাকি লাগিল। কোনে কি কই একো মুবুজি—ভয়ঙ্কৰ তমবোল। এজন বামুণ,—দীঘল ক্ষীণ বগা, গাত এখন বঙালী চাদৰ, কপালত দীঘল ফোটা, টিকনিত তুগ্ধ-জবা এটা আঁৰা—তেওঁ উঠি কলে, "ৰবা ভকত সকল, ৰবা ! "শুন, শুন, অধ্যাপক দেউ কি কয় শুন," ইটোই সিটোই এই দৰে কৈ গোলমাল অলপ থামিল। অধ্যাপকে কলে, "ৰবা, ইয়াতে এই দৰে হাহাকাৰ মাৰামাৰি কৰি থাকিলে একো নহয়। আমি জানাত যদুৰ একো দায় নাই। মণিৰামৰ লগত কাজিয়াও। তেও যদি মণিৰামে বাদ দিব খোজে, তেওঁ এই সমাজক সন্মুখ কৰি বৰ পুতেকৰ মূৰত ধৰি ধৰ্ম শপত কৰক। নহলে মুখৰ কথা এটাতে যদুৰ কাৰ্য্যটো পণ্ড কৰিব পাৰি না ?" অধ্যাপকৰ কথা শুনি আৰু এবাৰ কথাৰ তমবোল লাগিল। অৱশেষত তেওঁৰ কথাতেই সকলোএ হবিভৰ দিলে।

মণিএ "বাৰু, মই মিছা কৈছোঁ না কিবা। মই কিবাকে কৰিম" এই বুলি ঘৰলৈ আহিল।

সমাজে বাট চাই আছে মণি নাহে। মানুহ পঠালে মণিক মাতিবলৈ, মণিয়ে তুপ তুপাই কৈ পঠালে, "মই মিছা কৈছোঁ না কিবা মই যে কিবা কৰিব লাগে। মোৰ কোৱাৰ ভজন কৈছোঁ, সমাজে খাই থাক, নাখাই থাক। মোৰ কি ?"

মণি নাহিল ! বৰ পুতেকৰ মূৰত ধৰি কিবা, অসম্ভৱ !

যদুৰ ঘৰত শ্ৰাদ্ধৰ জলপান কিছুমানে খালে কিছুমানে নাখালে। ভোজৰ দিনাও সেয়ে হল, কিছুমানে ভোজ খালে অনেকে নাখালে। গাৱঁৰ তুই খেল হল।

( ১২ )

ৰক্তবীজৰ ৰক্ত একবিন্দু ক্ষেপণ হল। আৰু কত ৰক্তবীজৰ সৃষ্টি, তাৰ কি ইয়ত্তা কৰিব পাৰি।

গাৱঁৰ এক খেলত নাম-গুণ হলে, ই খেলে নাযায় ; সি খেলত ভাত ভোজ হলে, ই খেলে নাখায়। বিয়া সভা দেউল ভঠেলি সকলোতে তুই খেল, তুই ভাগ।

ধনবৰ আৰু সনাতন তৰণী গাৱঁলৈ ঘনাই ঘনাই আহে। ই খেলৰ এজনৰ মোকৰ্দমাত সি খেলৰ মানুহে বিপক্ষে সাখী দিয়ে ; আৰু সি খেলৰ মোকৰ্দমাত ইখেলে বিপক্ষে হাথা হাথি কৰে।

আগৰ দিনত হাই কাজিয়া গাৱঁৰ মেলতে মৰিছিল। এতিয়া কথাই কথাই মোকৰ্দমা পুলিচ আৰু উকীল ! বাট পথ ভাল কৰিবলৈ কোনোএ পইচা এটা দিব নোৱাৰে। ভাগা-ভাগিত গাৱঁৰ গোসাঁইঘৰ ভাঙি গল, বছৰেকীয়া দেউল আৰু সভা নোহোৱা হল। অথচ মোকৰ্দমাত কুৰিএ কুৰিএ টকা খৰচ কৰিবলৈ কাৰো অনাটন নাই।

গাৱঁৰ লৰা-ছোৱালীএ তুই খেল হৈ খেমালি কৰে। আগৰ দৰে বুঢ়া ডেকাই গধুলি নাম-ঘৰত বহি কীৰ্ত্তন নকৰে। মেলেকিৰ ঘৰে ঘৰে ইখেলে সিখেলৰ কু-কথা চৰ্চে আৰু কাক কেনেকৈ জব্দ কৰিব পাৰি তাৰ পৰামৰ্শ কৰে।

এনে কোনো দেৱী নাই নে যি স্বৰ্গৰ পৰা নামি আহি এই ৰক্তবীজৰ ৰক্ত নিঃশেষ কৰি চেলেকি গাওঁ কেইখনক ৰক্ষা কৰিব পাৰে !

# ডাক্তাৰ

( ১ )

জহনী ৰাক্ষসীয়ে আমাৰ দেশখন খালে! সেই বছৰ প্ৰথম আমাৰ গাৱঁত জহনী লাগিল। কি ভীষণ সেই সময়ৰ দৃশ্য! কোন কত মৰে ঠিক নাই, কোন কোন দিনা মৰিল তাৰ লেখ নাই। একে ঘৰতে ৪ জন, ৫ জন, ৮ জন, ১০ জন গোটাইথন ঘৰ, তেনেই মৰিল, কাক কোনে চায়! কেঁচুৱাই মৰা মাকৰ পিয়াহ কামুৰে, ওচৰতে পৰি বাপেকে উপায়হীন হৈ চাই থাকে! ঘৰৰ পৰা টানি আনি মৰা শ বাহিৰত থওঁতা নাই। গাওঁখনকে যেন কিবা এটা ভীষণ ছায়াই গিলিপ মাৰি ধৰিলে! বাটৰুৱাই গাৱেঁদি বাট এৰিলে; ইষ্ট-মিত্ৰ কোনো খবৰ কৰিবলৈ নাহা হল। আন্ধাৰ নৌ হওঁতেই কাৰো কতো সাৰি-সুৰা কাট-ফুট নাই; মূঠে ৰাতীত জহনীৰ দেৱতাৰ ভুপ-ভুপনি, গভীৰ ৰাতি যম-ডাকিনীৰ দীঘল বিঙনি আৰু শিয়াল-কুকুৰৰ তমবোল আতাহ! মৃত্যু বিভীষিকাই যেন মূৰ্তি ধৰি গাৱঁখনকে ছাদি ধৰিলে! এই ভীষণ দিনকেইটাত যি কেইজন বাচি থাকিল, তাহাঁতৰো পেটত কিমান ভয়, কিমান শঙ্কা!

( ২ )

কোনোবাই কেনেবাকৈ কাৰবাক খবৰ দিলে, কৰবাৰপৰা ডাক্তাৰ এজন আহিল, লগত দুজন কম্পাউণ্ডাৰ। কম্পাউণ্ডাৰ দুজনে আলাগ-নিলাগ কৰি বেমাৰীৰ কাষক যায় কাৰো ঔষধ মুখত, কাৰো চকুত আৰু কাৰো বা মূৰত ঢালি থৈ আহে! কাকো গালি পাৰে, কাকো ঔষধ খুৱাওঁতে গালে মুখে চৰ মাৰে, আৰু সকলোকে খং কৰে। মান্নাৰ দেওৰ উপদ্ৰৱতকৈ এই দুজন চৰকাৰী দেওৰ উপদ্ৰৱ বেছি অসহ্য হৈ উঠিল। গাৱঁত ডেকা লৰা দুজনমানে ডাক্তাৰক কলে। ডাক্তাৰে তাৰ উপায় কৰিলে। কম্পাউণ্ডাৰ দুজনক কেৱল ঔষধ আনা-নিয়া তৈয়াৰ কৰা এই কাম দি আমাক কেইজনমানক লৈ ডাক্তাৰে এটা সেৱক দল গঠন কৰিলে। যি ৰকমে চলিলে জহনীলৈ ভয় নাথাকে, তেওঁ আমাক সেই দৰে ৰাখে, তেওঁৰ লগতে খুৱায়, তেওঁৰ লগতে ৰাতি থাকিব লাগে। এইদৰে ডাক্তাৰৰ অক্লান্ত পৰিশ্ৰম আৰু বিজ্ঞ চলনৰ ফলত পোন্ধৰ দিন-মানৰ মূৰত জহনীৰ প্ৰকোপ কমিল। কৰবাত কোনোদিন এটা মৰে মাথোন!

এই কেইদিনতে ডাক্তাৰে গাওঁখন জিনি ললে। তেওঁৰ নিৰ্ভীকতা, সেৱা-যত্ন, নৰিয়াৰ প্ৰতি মৰম, সান্ত্বনাৰ সুমিষ্ট কথা—এই সকলোএ গাৱঁলীয়া মানুহৰ মনত তেওঁক দেৱতাৰ শাৰীলৈ তুলিলে।

( ৩ )

ইয়াৰেপৰা ডাক্তাৰৰ লগত চিনাকি, খুব মিল। তেওঁ শ্ৰীহট্টৰ মানুহ; প্ৰথমতে লোকেলবোৰ্ডৰ ডাক্তাৰ আছিল, যেতিয়া আমাৰ গাৱঁত জহনী হয়। তাৰপৰা বদলি কৰিব খোজাত তেওঁ বোৰ্ডৰ কাম এৰি দি নিজে ডাক্তাৰি আৰম্ভ কৰিলে।ময়ো পঢ়া-শুনা সাং কৰি বহিলোঁ, চহৰতে কিবা এখন সৰু দোকান দি।

দোকানৰ সন্মুখৰ আলিত থিয় হৈ ডাক্তাৰে মাতিলে, "হেৰা, আহা! বেমাৰীক কিমান শুশ্ৰূষা কৰিব জানা এইবাৰ পৰীক্ষা হব।" তেওঁৰ কথাৰ সুৰত ব্যঙ্গ ভাৱৰ চেষ্টা থাকাতো মাতটো গম্ভীৰ, মোৰ কাণত বাজিল! অলপ পৰৰ পাছত মহৰীজনক দোকান চাবলৈ কৈ ডাক্তাৰৰ লগত নৰিয়া চাবলৈ ওলালোঁ।

যাৰ নৰিয়া তেওঁ এজনী বঙালী তিৰোতা, বা ছোৱালী ; প্ৰথম সন্তান প্ৰসৱ কৰিয়েই সুতিকাৰ জ্বৰত পৰিছে। খুব টান বেমাৰ, চাওঁতা কোনো নাই। তেওঁৰ স্বামী কি অফিচত কাম কৰে ; ইমান বিপত্তিটো বৰ-বাবুএ কোনো প্ৰকাৰৰ ছুটী নিদিয়ে ; চাহাবক কবলৈকো তেওঁৰ সাহ নাই।

ডাক্তাৰে কলে, "দেখিছা, এই অৱস্থা। কেইজন বঙালীক কলোঁ, বেটাইত থাবৰ বেলিকা বৰ লগ! ৰাতি থপোতা কোনো নাই। তুমি ৰাতি থাকিব লাগে। সি (নৰিয়াৰ স্বামীক সুচাই) একো নাজানে, অতি কেঁচা লৰা, আসামক বাদি হৈ আহাবো আজি তিনি মাহমান মুঠে।"

মই মান্তি হলোঁ। পাছত শুনিলোঁ, এই ডেকা কেৰাণীজন ভাল শ্ৰেণীৰ বামুণ ; তাঁহাতৰ বৰ-বাবুৰ জাত তিমান ভাল নহয় ; ইবোৰ বঙালীএ হলে তেওঁৰ লগত আহাৰ-ব্যৱহাৰ কৰে ; এই নতুন কেৰাণীৰ আপত্তি। এইটোই বাবুটোৰ ওপৰত আক্ৰোশ ; আৰু সেই দেখি কোনো বঙালীএ তেওঁৰ নৰিয়া ঘৈণীক নাচায়।

বেছি দিন ৰাতি থপিব নালাগিল। তৃতীয় দিনা ছোৱালীজনী দুখ-সুখ কাতি কৰি এৰি গুচি গল ; যিটি শিশু হৈছিল, মাইকী, অলপ পাছতে তাইবো অকণমানি জীউটোই কৰবালৈ ভুকত কৰি উৰা মাৰিলে। কেৰাণী বাবুৰ হুকহুকিত শিলবো বুক গলি যায় ; ডাক্তাৰৰ চকু পানীত বাট নেদেখা অৱস্থা হল। মোৰো বুক ফাটি কান্দন ওলাল।

তেও মৱেই প্ৰথম শুণ্ডিলোঁ। বহু কাওঁ-কাকুতি কৰাত মোৰ দোকানৰ ওচৰতে থাকা বঙালী পুৰোহিতজন আহিল ; আমি চাৰিও এই দুই নতুন মাক-জীয়েকৰ—দুই ৰকমে সংসাৰ-ভাওনাত প্ৰবেশ কৰা এই দুই প্ৰাণীৰ—সৎকাৰ কৰিলোঁ।

( ৪ )

মই সুধিলোঁ "ডাক্তাৰবাবু আপুনি নো বিয়া নকৰাই নে? ইকালে দেখোন বুঢ়াই হল! এ, আপোনাৰ চুলিও পকিল, কোনে আপোনাক আৰু ছোৱালী দিব?" এই বুলি ডাক্তাৰৰ মুৰৰপৰা পকা চুলি এগছ আনি মেজতে থলোঁ।

আমি তিনিজন আছিলোঁ, ইজন বি-এ পাছ কৰা ডেকা, মাষ্টাৰি কামৰ উমেদাৰি কৰিছে। ডাক্তাৰে কলে, "বিয়া কৰাই কি হব? নেদেখিছা সিদিনা বসন্তৰ বিলাই।" বসন্ত সেই বামুণ কেৰাণী জনৰ নাম। ডাক্তাৰ গম্ভীৰ হল ; তেতিয়া আৰু তেনে কথা পাতিব ভাল নালাগিল। আচলতে ইয়াৰ পাছত আৰু আলাপ নজমিলেই ; আমি ই আথৰ সি-আথৰ কথা পাতি, ফুটবল মেচ্ খেলিবলৈ আহি বিপক্ষ দল নাহাত যেনেকৈ খেলোৱাৰবিলাকে বলটোক উদ্দেশ্যহীন গোৰ-লাথি বহাই ঘৰাঘৰি যায়, তুয়ো ঘৰক আহিলোঁ। বাটত বি-এ বন্ধু জনে কলে, আধা ইংৰাজীত, "কি কোৱা ভাই, ডাক্তাৰক বঢ়িয়া মানুহটো যেন লাগে!"

( ৫ )

কি জানি চাৰি-পাঁচ বছৰ হৈ গল। ডাক্তাৰৰ বুঢ়া চাকৰটো লৰি আহি মোক খবৰ দিলে, ডাক্তাৰৰ পুৰা এবাৰ কিট হৈছিল, এতিয়া টান বেমাৰ, মই যাব লাগে। এই বুঢ়া ডাক্তাৰৰ অতি প্ৰিয়, সি একেলগে চাকৰ, অভিভাৱক, সকলো। সি লৰি আহা দেখি বুজিলোঁ, কথা কিছু টান ; মই তেতিয়াই ডাক্তাৰৰ ঘৰলৈ গলোঁ।

ডাক্তাৰে কলে, "বসন্তক এখান টেলিগ্ৰাম কৰা। সি নগাৱঁত আছে। বুঢ়া, পইচা দে।"

মই প্ৰথমতে ভাবিলোঁ, ডাক্তাৰে ভুল বকিছে, বসন্ত আকৌ আহিব কিয়, ছুয়োবো নৌ কি সম্বন্ধ ! মই বিশ্বাস নকৰা অনুমান কৰি ডাক্তাৰে আকৌ কলে, "তুমি বুজা; সিয়েই মোৰ নিতান্ত আত্মীয়, ধৰা জোৱাঁই। তোমাক সকলো কথা কম এতিয়া ; আগাৰি টেলিগ্ৰাম খান দিয়া।"

মই আচৰিত মানিলোঁ, জোৱাঁই, কতা ডাক্তাৰে ইমান দিন কোৱা নাই ! টেলিগ্ৰাম লিখি নিজে গৈ ডাক ঘৰত দি আহিলোঁ।

( ৬ )

ভাটিবেলা কি জানি পাঁচ বাজিল ; জেঠমহীয়া দিন কিন্তু বৰষুণ হৈ থকাত তিমান গৰম নাই। ডাক্তাৰে কলে, "বুজিছা, মই আৰু এইবাৰ নাবাচোঁ। মোৰ apoplexyৰ দৰে হৈছে ; যদি এনে ফিট আৰু দুটা বা তিনিটা হয়, তেনেহলেই শেষ ! তোমাক সৰুৰেপৰা পাইছোঁ। তোমাৰ আগত মোৰ জীৱনৰ কাহিনীটো কম, কবৰ মন গৈছে।" মই নামাতি থাকিলোঁ। তেওঁৰ বিছনাৰ ওচৰতে বহি তেওঁৰ হাত পিহি দিব ধৰিলোঁ।

( ৭ )

ডাক্তাৰে কলে, "মোৰ বাবা বেছ আঢ্যৱন্ত লোক আছিল ; ময়েই বৰ পুত্ৰ। এফ-এ ফেল কৰাত তেওঁ মোক পঢ়া একৰাই আনি ঘৰতে ৰাখিলে। তেতিয়া শ্ৰীহট্টৰ অনেক লোকে চাহৰ বাগিচা কৰিছে, তেৰোঁ মোক চাহ খেতি কৰিবলৈ লগাই দিলে।

"আমাৰ ঘৰৰ ওচৰতে আমাৰেই ভাৰা ঘৰত যি ঘৰ মানুহ আছিল তেৰোঁ বামুণ, পশ্চিম বঙ্গৰ, বিশিষ্ট চাকৰি কৰে ; টকাকড়ি অনেক। তেওঁৰ ঘৰত তেওঁৰ স্ত্ৰী, এজনী ছোৱালী, নাম প্ৰভা আৰু এজন তোলনীয়া লৰা, তাৰ নাম বিনয়।

"বিনয় শিক্ষিত মাৰ্জিত ডেকা, বি-এ পাছ কৰি চাকৰিৰ উমেদাৰি কৰে। আমি দুটাৰ ভিতৰত ঢেৰ কথাবাৰ্তা হয় ; যৌৱনৰ তেজৰ মহিমাত একোদিন স্বৰ্গ-মৰ্ত-পাতাল তেত্ৰিশ কোটি দেৱতাৰে সৈতে উৰুৱাই দিওঁ আৰু একোদিনতেত্ৰিশৰঠাইত ছয়-ষষ্টি কোটি দেৱতাৰ সৃষ্টি কৰোঁ।

"প্ৰভাও কিছু শিক্ষিতা আছিল ; বয়সো হৈছিল প্ৰায় ১৪।১৫ ; তাইও কেতিয়াবা কোনো কোনো কথাত যোগ দিয়ে।

"কথাই বাৰ্তাই ঠিক হল, প্ৰভাৰ মাক-বাপেকে প্ৰভাক মোতেই বিয়া দিব খোজে। মোৰ বাবা আৰু মাও এই কথাত মান্তি হল। প্ৰভা সুন্দৰী ছোৱালী। মোৰ মনত লাগে, মাই এই কথা জানে ; বাবাই দেখিলে এই সুযোগত প্ৰভাৰ বাপেকৰ সম্পত্তিটো প্ৰায় আমাৰেই হব। বিশেষ বাগিচা খোলাত অনেক টকাৰ আৱশ্যক ; প্ৰভাৰ বাপেকৰো এটা অংশ আমাৰ বাগিচাত আছে। সকলো ফালে বৰ সুবিধা। গতিকে বিয়াৰ কথাবাৰ্তা ঠিক হল, মোৰ মনত বৰ ভাল পালোঁ। কাৰণ সেই বয়সত প্ৰণয়ৰ মহত্ত্ব আৰু সৌন্দৰ্য্যহে মনত খেলায় ; সেই মানত আচলতে মই প্ৰভাক খুব ভাল পাইছিলোঁ।

"মানুহে গঢ়ে, বিধাতাই ভাঙে।" এইবোৰ কথাবাৰ্তা চলি থাকোঁতে—মনত আছে নে তোমালোকৰ গাৱঁৰ জহনীৰ কথা—শ্ৰীহট্টতো জহনী লাগিল ; যদিও তাৰ প্ৰকোপ তিমান বেছি নহল, প্ৰভাৰ মাকবাপেক দুয়ো এদিন আগাপিছাকৈ সেই বেমাৰতে মৰিল।

"শেষৰপৰা প্ৰভাৰ খুৰাক আহিল ; টকাকড়ি সম্পত্তিৰ হিচাপ কৰিলে ; বাবাৰ লগত পৰামৰ্শ কৰি শ্ৰাদ্ধাদিও তাতেই কৰিলে। কিন্তু আচল কথাত লাগিল কেৰোণ ! খুৰাকে প্ৰভাক মোৰ লগত বিয়া দিবলৈ ৰাজি, কিন্তু মই লেখি দিব লাগে যে মই বা মোৰ ভৱিষ্যতৰ লৰা ছোৱালীএ প্ৰভাৰ বাপেকৰ কোনো সম্পত্তিত দাবি-দাওৱা নকৰোঁ বা নকৰে। মোৰ কোনো আপত্তি নাছিল ; কিন্তু আপত্তি হল বাবাৰ।

মূৰ্চ্ছত প্ৰভাৰ লগত মোৰ বিয়া নহল। প্ৰভা-বিনয়ক লৈ খুৰাক দেশলৈ গুচি গল, যোৱাৰ সময়ত বিনয়ক লগ পালে ; কিন্তু প্ৰভাৰ মুখখনকো দেখা নাপালে।

মনত বৰ বৈৰাগ্য জন্মিল। প্ৰেমৰ প্ৰজ্বল ভাৰত একো কাম কৰিবলৈ এৰিলে। বাবাক কলে, 'মই বাগিচা নকৰো, ডাক্তাৰি পঢ়িম।' বাবাৰ পোনতে খং ; কিন্তু মাই বুজিলে আৰু সত্তৰ বাবাক বুজালে ; কিছু দিনৰ পাছত মই ডাক্তাৰি পঢ়িবলৈ কলিকাতা কেম্পবেল স্কুললৈ গলে।

( ৮ )

"মই তেতিয়া ডাক্তাৰি পাছ কৰি উঠি কেম্পবেল স্কুলতে হাউছ-চাৰ্জন। সেই দিনা জুলাই কি আগষ্ট মাহ, আবেলি একজাক বৰ ডাঙৰ বৰষুণ হৈ গৈছে ; মই কেম্পবেল হাস্পাতালৰ সন্মুখতে কেইভালমান নতুন ফুল চাই আছে। দপ্-দপ্-কৰি এখন জুৰি গাড়ী সোমাই আহিল। তাৰ প্ৰধান আৰোহীজনক মই তৎক্ষণাৎ চিনিলে, সেই প্ৰভাৰ খুৰাক। তেওঁ কিন্তু মোক চিনি নাপালে। মোকেই প্ৰথমতে লগ পাই তেওঁ কলে, 'বিষ-খোৱামানুহ' সোনকাল কৰি দিহা কৰি দিয়ক।'

মই লৰালৰি কৰি ৰোগীক ভিতৰলৈ নিয়ালে ; গুৱাই খোৱাত দেখিলো, বিনয় ! কিমান সম্ভৱ-অসম্ভৱ ভাব মনৰ ভিতৰেদি ক্ষন্তেকে খেলি গল। কবপৰা আহিল কি হল জানিবলগীয়া কথা লিখি লোৱা হলত মটৰকাৰ আৰোহী কেইজনক লৈ গুচি গল।

"বিনয় অচেতন ; ময়েই নিজে থাকি পতি কৰি আছো। ৰাতি আঠোটামান বাজাত বিনয়ৰ অলপ সংজ্ঞা আহিল। মই কলে, "ভালকৈ চোৱা, মই অমুক, শ্ৰীহট্টত যাৰ ঘৰৰ কাষতে আছিলা।" বিনয় চিনি পালে, মৃত্যুৰ ছাঁয়াই আবৰি ধৰা মুখত যেন সন্তোষৰ এটা বিৰিঙণি দেখা পালে। বিনয় বৰ কষ্ট কৰি টানি নিয়া জিভাৰে কলে, "মোক বিষ খুৱালে। প্ৰভাক মোত বিয়া দিছিল। সম্পত্তিৰ লোভ। প্ৰভাক চাবা।" ইয়াৰ পাছত কিমান চেষ্টা কৰিলে, বিনয়ৰ আৰু জ্ঞান নাহিল। দহমান বাজাত বিনয়ৰ আত্মাই তাৰ দেহ-পিঞ্জৰ এৰি থৈ গল।

"বিনয়ে কোৱা কথাই মোৰ মনত ভয়ঙ্কৰ তোলপাৰ লগালে। কিন্তু ভাবি চালে, সেই কথা কোৱাৰ পৰা একো লাভ নাই, কোনে পতিয়াব, বৰং আগৰ সকলো কথা শুনি মানুহে মোকেহে খিয়াল কৰি বদনাম দিয়া বুলি কব ! সেই দেখি চৰকাৰী ৰিপোৰ্টত বিনয় নিজে বিষ খাই মৰাটোই সাব্যস্ত হল।

( ৯ )

"প্ৰভাহঁত কলিকতাতে আছে, তাঁহাতৰ ঠিকনাটো বিনয়ক হাস্পাতালত ভৰ্ত্তি কৰোঁতেই জানি থৈছো। পাছ দিনা হাস্পাতালৰ আজৰি পৰতে এখন মটৰগাড়ী লৈ প্ৰভাহঁতৰ ঘৰলৈ গলে। মটৰখান অলপ দূৰতে এৰি তাঁহাতৰ ঘৰৰ সন্মুখ পালেগৈ। ঘৰখন চাৰ্কুলাৰ ষ্ট্ৰীটৰ ওচৰতে, ডাঙৰ ঘৰ, সন্মুখত এখন চোতালো আছে।

"প্ৰভাক কেনে কৰি মো লগ পাব পাৰি এইটোকে ভাবি আছোঁ। ভাগ্যক্ৰমে প্ৰভাইঁতৰ লগত শ্ৰীহট্টৰ থকা এটা চাকৰক গুলাই আছা দেখিলোঁ। সেয়ে মোৰ এই বুঢ়া। তাৰ সহায়তে প্ৰভাক অকলে লগ পালোঁ; ঘৰত খুৰাক নাছিল, আন বাধা দিওঁতা নহল।

প্ৰভা ক্ষীণ হৈ গৈছে, মলিন, পিন্ধনতো মল-পৰা শাৰী এখন মাত্ৰ, গাত একো অলঙ্কাৰ নাই। মোক দেখি তাই হুক হুক কৰি কান্দিবলৈ ধৰিলে। মই চমুকৈ কলোঁ, "মই সকলো কথা জানিছোঁ, মই এতিয়া ডাক্তাৰ, বিনয় সকলো কৈছে। সময় নাই। তুমি ইয়াত থকা নিৰাপদ নহয়। যদি মোক বিশ্বাস কৰা, পৰহি সন্ধ্যা ৭ বজাত ৰাস্তালৈ ওলাবা, তোমাক লৈ যাম।"

"জাৰি-জোকাৰি কিনি-বিকি প্ৰায় এক হেজাৰ টকা হাতত হল। গধূলি বিশেষ ৰূপে এখন মটৰগাড়ী ভাৰা কৰি লৈ চাকু'লাৰ ষ্ট্ৰীটৰ সেই ঠাই পাইছোঁ। দেখিলোঁ এখন আলো-য়ানেৰে গা-মূৰ ঢাকি মানুহ এজন আহিছে। বুজিলোঁ এয়ে প্ৰভা। খুব বেগাই গাড়ী হাৱৰা ষ্টেচন পালে; পাঞ্জাব মেল যাবলৈ সাজু হৈছে, চাকু'লাৰ ষ্ট্ৰীটৰ প'ৰা আধা ঘণ্টাৰ ভিতৰতে আমি পাঞ্জাব-মেইলত হুপ হুপ ডুপ ডুপ কৰি কলিকতা পাছত এৰি বেগাই লৰ দিলোঁ।

"কোনো ডাঙৰ ঠাইলৈ নগলোঁ; টকা কম, দূৰলৈকে নগই নাইনিতে নামিলো; সুবিধা —ইফালে ঠায়ো সৰু, সিফালে এলাহাবাদৰো নিচেই ওচৰ।

"তেতিয়াহে বুজিলোঁ, অৰ্থৰ কাৰণে মানুহ কি পিশাচ হব পাৰে। প্ৰভাৰ অন্তঃসত্ত্বা অৱস্থা। খুৰাকে বিনয়কে বিহ খুৱাই নেৰিলেহেঁতেন, অন্ততঃ প্ৰসৱৰ সময়ত প্ৰভাৰো সেয়ে গতি হলহেঁতেন বুলি ভাই আৰু বুঢ়াই আশঙ্কা কৰিছিল। প্ৰভা যে এই দৰে আহিব পাৰিলে, বুঢ়া লগত থাকত!

"প্ৰভা বিধৱা হৈছিল; তাই বামুণৰ বিধৱাৰ সকলো নিয়ম পালি থাকিল; মই বিষম সমস্যাত পৰিলোঁ। পিছে গোসাঁয়ে নিজেই সেই লেঠা ভাঙি দিলে।

"নাইনিত থকা এমাহ হওঁ-নহওঁতেই প্ৰভাৰ প্ৰসৱ হল। মই ডাক্তাৰ; একো ভয় বা আশঙ্কাৰ কাৰণ নেদেখিলোঁ। কিন্তু সদ্যজাত শিশুটিৰ তোঁহা কান্দন শুনি সূতিকা ঘৰক গৈ দেখোঁ, তাৰ মাক, মাক হব পাওঁ-নাপাওঁতেই তাইৰ এই চুটি জীৱনৰ নতুন প্ৰাণত পোৱা অত্যধিক শোক দুখ তাপ এৰি সকলো সুখ দুখৰ অতীত অজ্ঞাত লোকলৈ গতি কৰিলে!

"মই প্ৰথমতে বৰ বিপাঙত পৰিলোঁ। ধাই এজনী ৰাখিলোঁ। পাছত ভাবিলোঁ, ভালেই হল, এতিয়া প্ৰভাক লৈ একো গোলমাল হোৱাৰ আশঙ্কা নাই, একো দায়-জগৰো নাই বা সামাজিক লাজ-গ্লানিও নাই।

"ঘৰলৈ চিঠি লিখিলোঁ, মই দেশ ফুৰিবলৈ আহি এলাহাবাদৰ ৰেলৰ ষ্টেচনত এই ছোৱালীটি পাইছোঁ; এই অনাথ অজ্ঞান শিশুটিলৈ মোৰ বৰ মৰম জন্মিছে; তাইক লই ঘৰলৈ যাব লাগিছোঁ।

"ঘৰ পালত, বাবাৰ খং; মুঠতে তেওঁ মোৰ উত্তাৰন কথা গল্প বিশ্বাস কৰা নাই, ভাবিছে মোৰেই কোনো কু-কীৰ্তিৰ ফল। তথাপিতো বৰ পুত্ৰেকক ঘৰ সোমাব নিদিয়া কেনেকৈ।

"তুই এদিনতে মই মা-ক সকলো কথা কলোঁ। তিৰী মানুহ, তেওঁ বুজিলে। কিন্তু সেই কথা আৰু কাকো নকলে, বাবাকো নহয়।

"মই দেখিলোঁ মই ঘৰত থকা অসম্ভৱ; মোৰো ভাল নালাগে; বাবায়ো পছন্দ নকৰে। মোৰ সৰু ভাই তিনিওজন পঢ়াশুনা ব্যৱসায়-বুদ্ধিত বাবাৰ উপযুক্ত হৈ উঠিছে। মই তোমালোকৰ ইয়াতে লোকেলবোৰ্ডৰ চাকৰি লৈ আহিলোঁ। অদল-বদল হৈ থাকিব লাগে দেখি গবৰ্ণমেণ্টৰ চাকৰিলৈ মন নগল।

"ছোৱালীজনী লাহে লাহে ডাঙৰ হল। বিয়াৰ প্ৰসঙ্গত মাই বাবাক সকলো কথা কলে। কিছু টকাৰ বলত, কিছু খাতিৰত, কিছু কোনো নাই বুলি, বাবাই বসন্তক এই ছোৱালীজনী বিয়া দিলে। বসন্তয়ো নাজানে সেই ছোৱালী কাৰ, তাই মোৰ নিজা সন্তান নহলেও, কেনেকৈ তাইৰ লগত মোৰ হৃদয়ৰ সমস্ত বৃত্তিৰ কি ঘনিষ্ঠ সংযোগ আছিল।

"এই কাৰণেই আমাৰ দেশৰ মানুহে বসন্তক কিছু ঘিণ কৰে, আৰু সিও আনক ঘিণ কৰি তাৰ পোতক তোলে!

"যাক, এই দুৰ্ভগীয়া বুৰঞ্জী মই মৰিলেই শেষ হব। ঈশ্বৰে সোনকালে মোকো নিলে হয়।"

( ১০ )

পাছ দিনা দুপৰীয়া বসন্ত নগাৰ্ঁৰপৰা পালেহি। ডাক্তৰে নিজৰ ৰোগ ঠিক ধৰিব পাৰিছিল। সেই দিন ৰাতি এবাৰ, আৰু পাছ দিনা পুৱা এবাৰ ফিট হৈ ডাক্তৰৰ মৃত্যু হল। তেওঁক সতকাৰ কৰিবলৈ মানুহৰ অভাৱ নাছিল, বঙালী-অসমীয়াই ভৰি পৰিল।

* * * *

ডাক্তৰৰ এই অতৃপ্ত প্ৰেম, প্ৰভাৰ এই দুৰ্ভাগ্য কাহিনী, প্ৰথমতে আজি মই আপোনালোকক কৈছোঁ। কোনোবাই কব পাৰে নে মৃত্যুৰ সিপাৰত ইমান প্ৰেমৰ ইমান আবেগৰ কিবা চিন থাকিব গৈ নে নাই!

# নদৰাম

( ১ )

১৯১৮ চনৰ অক্টোবৰ মাহৰ নিশা ন-দহ বজাৰ সময়ত আমি কেইজনমানে খোলা পোৰ্টিকোত বহি 'প্লেনচেত' ধৰিছিলোঁ। সেইবাৰ মহামাৰী ইনফ্লুয়েঞ্জাই তেতিয়াও তিমান পৰাক্ৰমেৰে দেখা দিয়া নাছিল ; গতিকে, বতৰ অলপ জাৰ হলেও বাহিৰৰ বহিবলৈ ভয় বা অসুখ লাগা নাছিল।

উপস্থিত মণ্ডলীৰ কোনোএ ভূত মানে, কোনোএ নামানে, কোনোএ 'প্লেনচেতত' ভূতৰ আবিৰ্ভাব হয় বুলি বিশ্বাস কৰে, কোনোএ 'প্লেনচেতক' 'প্লেইন চীট' ( Plain cheat ) 'সৰল— ফাঁকি' বুলি ভাবে।

এবাৰ 'প্লেনচেত'টো ঘূৰি 'নদৰাম' লিখিলো প্ৰশ্ন হল—

তোমাৰ নাম?

নন্দৰাম।

কি লাগে?

ফ্ৰান্সত যুদ্ধ কৰিছোঁ।

ঘৰ কত?

গোৱালপাৰাত।

কি বিচাৰিছা?

মোৰ তিৰোতা—

সকলোএ গিৰ্জনি মাৰি হাঁহি মাৰি উঠিল। 'প্লেনচেত' ধৰোঁতা দুজনৰ এজনে, 'যা, যা তোৰ তিৰোতা ইয়াত নাই' এই বুলি 'প্লেন্‌চেত' এৰি দিলে। অবিশ্বাসী দল আৰু সংশয়শূন্য হল যে 'প্লেন্‌চেত' এটা মস্ত বুজৰুকি!

তাৰ পাছত, ইনফ্লুয়েঞ্জাৰ প্ৰবল আক্ৰমণত মনত আতঙ্ক আৰু বাতি নবিয়া পতি কৰি থাকিব লগীয়া নোহোৱাকৈ যি দুই চাৰি দিন আছিল, সেই কেইদিনৰ প্ৰত্যেক সন্ধ্যাবেলাতেই 'প্লেন্‌চেত' ধৰোঁহক আৰু প্ৰত্যেক দিনে নদৰামৰ আবিৰ্ভাব হয়। কিন্তু আমি কোনোএ তাক আমল নিদিওঁ—'প্লেন্‌চেতে' নদৰাম লিখিলেই আমি হাত এৰা দিওঁ, নদৰামৰ বক্তব্য বৈ যায়!

( ২ )

প্ৰায় এবছৰৰ পাছত কাৰ্য্য-চক্ৰত পৰি এদিন নবেম্বৰ মাহৰ পুৱাবেলা গোৱালপাৰাৰ উত্তৰ শালমাৰা বজাৰত বহি আছোঁ। আগৰ দিনা অনেক কাম কৰি আহিছোঁ। মোৰ সঙ্গীজনৰ অলপ অসুখ ; সেই দেখি সেই দিনটো প্ৰায় আজৰি। বেতেৱাকৈ এবছৰৰ আগৰ 'প্লেন্‌চেত'

ধৰাৰ কথা মনত পৰিল—সেই নন্দৰাম, সি চিপাহী। এইবোৰ ঠাইৰে কোনোবা মেচ বা ৰাজবংশী চিপাহীৰ নাম নন্দৰাম নাই নে ?

এনেতে চিপাহীৰ বুট পিন্ধা, ভৰিত ফিটা মেৰোৱা, মূৰত বুৰেৰ হেট, কঁকালত কুক্ৰী থুমৰি আৰা, ২২।২৩ বছৰ বয়সীয়া গোৰা বৰণৰ ডেকা লৰা এটা ঘপৰ ঘপৰ কৰি বঙলাৰ ভিতৰলৈ সোমাই আহিল ; আৰু এটা মিলিটাৰী চেলাম দি ওচৰতে থাকা বেঞ্চি এখনত বহি পৰিল। মই আচৰিত হলোঁ। চৰকাৰী বিষয়াৰ অভিমানেও এটা খুন্দা খালে। মই অলপ বিৰক্ত হৈ সুধিলোঁ—

'কি লাগে ?'

'দেউতা, আপুনি অসমীয়া নেকি ?'

'এৰা'—চৰকাৰী হাকিমসকলে এইবোৰ প্ৰশ্ন ভাল নাপায়, সেই দেখি অতি সংক্ষেপ উত্তৰ।.

'বৰ ভাল হল। মোৰ এখন আৰ্জি লব লাগে। মোৰ মাইকী লৈ কিবা এটা কাজিয়া হৈছে।'

ওচৰতে পুলিচ থানা, বঙলাৰ লগত লগা-লগি। মই বুজিলোঁ, মানুহটোএ মোক দাৰোগা বুলি ভুল কৰিছে। এই কথা ভাবি বিৰক্তি আৰু অলপমান চৰিল। হাতেৰে দেখুৱাই কলোঁ—

'সৌৱা থানা। এয়া নহয়' এই বুলি আগত থাকা পুৰণি খবৰৰ কাকতখন মেলি ললোঁ।

খবৰৰ কাকত দেখি মানুহটোএ আৰু সুবিধাহে পালে। সি সুধিলে, 'দেউতা লড়াইৰ খবৰ কি ?' মই নামাতি থাকিলোঁ। সি বুজিব পাৰিলে, যে মই তাক তাচ্ছিল্য কৰিছোঁ। সি ঘপহ্ কৰে থিয় হৈ কৈ উঠিল, 'উঃ, অসমীয়া মানুহেই অসমীয়া মানুহক নামাতে যদি আনে কি কৰিব ! যাওঁ দেই।' এই বুলি ঘপ ঘপ কৰে ওলাই গল।

মোৰ মনত অলপ অনুতাপ উপজিল, বুজিলোঁ হাকিমি-মেজাজটো ভাল দৰে নাখাটিল। মানুহজনক মাতি আনিলো, বহিবলৈ দি সুধিলোঁ,—

'তোমাৰ নাম কি ?'

'নন্দৰাম।'

'নন্দৰাম, মাইকীৰ মামলা। এবছৰ আগৰ সকলো স্মৃতি জাগি উঠিল।

'তুমি ফ্ৰান্সলৈ যুঁজলৈ গৈছিলা নে কি ?'

'হয়। দেউতাই কেনেকৈ জানিলে ?' তাৰ প্ৰশ্নৰ প্ৰতি কাণ নকৰি কলোঁ,—

'কোৱাচোন কোৱা তোমাৰ মাইকীৰ বাবে কি কাজিয়া হৈছে।'

( ৩ )

নন্দৰামৰ কথাটো এই—

প্ৰায় দুবছৰ পূৰ্বে সি যুদ্ধলৈ যায়। যোৱাৰ ছ মাহমানৰ আগতে তাৰ গাৱঁৰে ছোৱালী এজনী সি বিয়া কৰাইছিল। ছোৱালীজনী ৰূপহী ; বহুদিন আগৰ পৰা তাহাঁত দুইৰ জনা শুনা। ফ্ৰান্সৰ কোনবা ঠাইত যুদ্ধ কৰি থাকোঁতে সি হঠাৎ এদিন চিঠি পালে, তাৰ বৈণীয়েক

তাঁহাতৰ সমনীয়া আৰু লগৰীয়া ভাটিৰামৰ তালৈ গুচি গৈছে ; বুঢ়া মাক-বাপেকৰ দুখৰ পাৰ-কূল নাই।

কমাণ্ডাণ্ট অফিচাৰক নন্দৰামে সকলো কথা কলে। অফিচাৰে তাৰ চিঠিখন লৈ জিলাৰ ডিপুটি কমিছনাৰলৈ পঠালে কিন্তু আচল কথাটোৰ আৰু একো খা-খবৰ অনেক দিন নিমিলিল।

ইয়াৰ পাছত ফ্ৰান্সত থকা ভাৰতীয় সৈন্য ইজিপ্ট, মেচপটেমিয়া প্ৰভৃতি ঠাইত ঘূৰি ফুৰাৰ লগতে নন্দৰামেও অনেকদিন ঘূৰি ফুৰি মাহ ডেৰমাহৰ আগতে ঘৰ পাইছেহি।

ঘৰ পাইয়েই তাৰ 'মামলাটোৰ' এটা মীমাংসা কৰিবলৈ 'চালিচ' ছপাইছিল ; কিন্তু ভাটিৰামে একো নামানে।

তাৰ ঘৈণীয়েক ভাটিৰামৰ তালৈ যোৱাত নন্দৰামৰ তিমান আপছোচ নাই ; কিয়নো ভাটিৰামৰ অৱস্থা ভাল, মানুহ জনো দেখন-শুনন চকু-লগা, আৰু আগৰ পৰা ভাটিৰামৰ লগতো ছোৱালীটিৰ প্ৰীতি আছিল। কিন্তু আপছোচৰ কথা এই, যে সি ঘৰত নাথকাত মাক-বাপেকক ইমানখিনি দুখ দি তাই এনেটো কৰিব নালাগিছিল। সি লড়াইত ঘাইল হোৱা হলে মাক বাপেকৰ দুৰ্দশা কি হলহেঁতেন।

কোৱা বাহুল্য, যে এই কথাৰ মীমাংসা মোৰ পৰা হবৰ একো সম্ভাৱনা নেদেখি নন্দৰামক থানালৈ যাব কলো।

প্ৰায় এঘণ্টাৰ পাছত নন্দৰাম থানাৰ পৰা ঘূৰি আহিল। থানাত সি সম্বিধান পালে, যে আঠ দহ দিনৰ ভিতৰতে বৰ চাহাব সেইবোৰ ঠাইলৈ আহিব ; তাৰ কথাটো বৰ চাহাবক মুখে মুখে কলে, চাহাবে তেতিয়াই তাৰ এটা সুমীমাংসা কৰিব।

নন্দৰামৰ ভাব, সি লড়াইৰ পৰা অহা মানুহ, ৰজাৰ কাৰণে যুদ্ধ কৰি যদি ফুৰোতে যদি আনে তাৰ তিৰোতা লৈ যাব লাগিল, তেনেহলে ৰজাৰ গৌৰৱ নো ৰক্ষা পৰিল কেনেকৈ ?

( ৪ )

জিলাৰ বৰ চাহাব কি এটা ষ্টেশনত নামি তাৰ ওচৰতে ইনস্পেক্‌চন বঙলাতে আছেহি। নন্দৰামে তাৰ গোচৰ বৰ চাহাবক জনালে। চাহাবে হুকুম কৰিলে, যে তাঁহাতৰ নিজ গাৱঁত গৈ তেওঁ পাছ দিনাই এই কথাৰ মীমাংসা কৰিব।

* * *

গাৱঁত গাওঁবুঢ়া মেম্বৰ প্ৰভৃতি অনেক লোক। বৰ চাহাবে খোজ কাঢ়ি আহি সেইখিনি পালে। নন্দৰাম, ভাটিৰাম আৰু ছোৱালীটিক হাজিৰ কৰা হল। চাহাবে গাওঁবুঢ়া আৰু নন্দৰামৰ বুঢ়া বাপেকৰ পৰা কথাটো আতিগুৰি মাৰি শুনিলে ; শুনি হুকুম কৰিলে, 'ছোৱালীজনী এতিয়াই নন্দৰামৰ ঘৰলৈ যাব লাগে ; আৰু ভাটিৰামক ধুবুৰীলৈ চালান দিব লাগে, তাত তাৰ বিচাৰ হৈ ফাটেক হব। যদি খুচিমতে ছোৱালীএ নন্দৰামৰ ঘৰ নকৰে, তেন্তে তাইকো ফাটেক দিয়া যাব।'

( ৫ )

গধূলি, প্ৰায় সঁাজ গবি গৈছে। বঙলাৰ বহল বাৰান্দাত ইজি-চেয়াৰ এখনত বহি বৰ চাহাব, ওচৰতে সৰু টী-পয় এখনৰ ওপৰত সেউজীয়া আঁৰ দিয়া লেম্ আৰু বৰ চাহাবৰ হাতত খবৰৰ কাগজ।

মানুহ এজন মিলিটাৰী বুটৰ গেৰপ্-গেৰেপনি তুলি একেলগে চাহাবৰ সমুখতে হাজিৰ—গতি-বিধিত অলপো সঙ্কোচৰ ভাৱ নাই। চাহাবে কিছু বিৰক্ত হৈ সুধিলে,—'কোন?' 'হুজুৰ হাম্ নন্দৰাম হুঁ।'

'কিয়া মাঙতা?'

'হুজুৰে ভাটিৰামক মাফ কৰি এৰি দিব লাগে।'

'ক্যা?'

'হুজুৰে ভাটিৰামক এৰি দিব লাগে।'

'ভাটিৰামতো তোমাৰ দুষমন্ আছে?'

'হয়, হুজুৰ। পাছে, তাই ছোৱালীজনী কান্দিকাতি বিয়াকুল হৈছে। কি জানি ভাটিৰামক নাপালে তাই আত্মঘাতী হয়। কৈছে, বোলে তাইহে ভাটিৰামক এইবোৰ কৰিলে, ভাটিৰামৰ কিবা হলে তাই নিশ্চয় জীয়াই নাথাকে।'

'সেই মাইকী তোমাক নালাগে?

'লাগিলে কি হব হুজুৰ! মোৰ লগত তাইৰ ৰাজীখুচি নাহিল যেতিয়া, তাইক ৰাখি কি লাভ হব? ভাটিৰামৰ লগতে থাকক।'

'তোমাৰ মোকৰ্দমা ভাল নালাগেতো কৰিছিলি কেলেই?'

'হুজুৰৰ হুকুমে ৰাজাৰ মান ৰাখিছে, মোৰো মান বচাইছে। এতিয়া মই নিজে খুচি হৈ এৰি দিছোঁ।'

'তোমাৰ বুড্ঢা মাও-বাপ?'

'বুড্ঢা মাও-বাপক হুজুৰ বুজাই দিম, ৰাজী খুচি নহলে ছোৱালীৰে ঘৰ কৰি কি সুখ হব!'

বৰ-চাহাব এক মুহূৰ্ত থমকি ৰল। তাৰ পাছত কলে, 'নন্দৰাম, তুমি সাচ্চা আদমি আছে। ভাটিৰামক আমি খালাচ দিব।'*

---

* চেতনা, দ্বিতীয় বছৰ, তৃতীয় সংখ্যা, কাতি, ১৮৪২ শক।

# দেৱ-দৰ্শন

(১)

বিদ্যাৰত্ন মহাশয় পৰম ধাৰ্মিক আৰু সাত্ত্বিক লোক। গোটেইটো জীৱন পূজা, অৰ্চা, হোম, স্নান, দান আদি সৎ ক্ৰিয়াত কটাই প্ৰৌঢ় বয়সত তীৰ্থ কৰিবলৈ ওলাল। মনৰ হেপাহ বদৰিকা, দ্বাৰাৱতী, সেতুবন্ধ আৰু শ্ৰীক্ষেত্ৰ এই চাৰি তীৰ্থ ভ্ৰমণ কৰি আহিবৰ। গোটেইখন ভাৰতবৰ্ষ ফুৰিলেহে এই চতুৰ্তীৰ্থ কৰা হয়; গতিকে বিদ্যাৰত্নই টকা-কড়িৰ যথেষ্ট বন্দবস্ত কৰি গল।

(২)

শাওণৰ মাহ। কাশীত বৰ বেজাই গৰম, বাহিৰত ওলোৱাই প্ৰায় অসম্ভৱ। বৰষুণো তাত কম, তেও সেই দিনা বৰষুণ হৈ বাট-পথ ভিজি আছে আৰু ভাঙা ভাঙা মেঘৰ মাজেদি ভাটিপৰৰ ৰাঙা ৰাঙা ৰোদ দেখা দিছে।

বিদ্যাৰত্নৰ মনোৰথ সিদ্ধিৰ কোনো লক্ষণ নাই। কাশী পোৱাৰ পাছতেই তেওঁ জ্বৰত পৰিল, হাতত নিয়া টকা খৰচ হৈ গল। ঘৰলৈ টকাৰ কাৰণে লিখি দহ-বাৰ দিন বহি আছে, ঘৰৰো খবৰ নাই, টকাৰও লাই-লতাৰ নাই। হাতত যি দহ-বাৰ টকা আছে, কাশীতে আৰু দুই-এদিন থাকিব লগীয়া হলে সিও অন্ত পৰে। সাত-পাঁচ গুণি বিদ্যাৰত্নই ঘৰক ফিৰি আহা হে ঠিক কৰি, হাতত তেওঁৰ সামান্য সৰ্বস্বৰ টোপোলাটো লই, সেই দিনা বেলৰ ষ্টেচনৰ ফাললৈ খোজ লৈছিল—সেই ভাঙা মেঘ আৰু ৰাঙা ৰোদৰ মাজেদি।

গঙ্গাৰ পাৰত বাবা বিশ্বনাথৰ মন্দিৰ সুগঠিত পৰ্বতচূড়াৰ দৰে, বিশ্বনাথৰেই অপৰ মূৰ্তি যেন, নিশ্চল-নিস্তব্ধ, থিয় হৈ আছে; যাত্ৰীৰ সংখ্যা কিছু কম। বিদ্যাৰত্নই বিশ্বনাথক প্ৰণাম কৰি মনতে ভাবিছে, "বাবা বিশ্বনাথ! অধমৰ প্ৰতি নো তোমাৰ এই অকণমানি দয়া নহল কিয়? সমস্ত জীৱন-ব্যাপী এটা কামনা, তাক নো সিদ্ধ হবলৈ নিদিলা কিয়? ভাল-বেয়া তুমি হে জানা, বাবা! ইও তোমাৰে হৈ লীলা।"

ষ্টেচনৰ ফালে কেইখোজমান লওঁতেই এজন পশ্চিমা বামুণে বিদ্যাৰত্নক কলে,—"খেৰো, বাবা।" তেওঁ দীৰ্ঘল,-গৌৰবৰ্ণ, মূৰত পাগ, কপালত দীঘল ফোট আৰু গাত দীঘল কোট-ছোলা। তেওঁ কলে, "খেৰো বাবা। আপকা মনোৰথ বাবা বিশ্বনাথ সিদ্ধ কৰেগা। কাল এহি ৰথত আপকা ৰূপেয়া মিলনা চাহি—আশী ৰূপেয়া আৱেগা, এক শো নহি। আৰৰ, দ্বাবাৰতী মে আপকা সাক্ষাৎ নাৰায়ণজীকা দৰ্শন হোগা। আভি ষ্টেশন মে মৎ যায়ে, বাবা।"

বিদ্যাৰত্ন স্তম্ভিত হল। ই নো দেখামাত্ৰকে মনৰ সকলো কথা এই দৰে কব পাৰিলে নে?

তেওঁ আৰু কিবা প্ৰশ্ন কৰিবলৈ মানুহজনক চালে, নাই, তেওঁ কোনফালে দি কক গল বিদ্যাৰত্নই ধৰিব নোৱাৰিলে। যি হক, তেওঁ ফিৰি আহিল। আকৌ বিশ্বনাথক প্ৰণাম কৰি মনতে কলে—"বাবা, তুমি অন্তৰ্য্যামী। মোৰ প্ৰাণৰ কিমান প্ৰবল বাসনা তাক তুমি জানা। তোমাৰ কৃপাকে ভাৰসা কৰি আজি ফিৰিলোঁ; এইবাৰ যেন আৰু নিৰাশ নকৰা প্ৰভু। যুগ-যুগান্তৰ ধৰি কিমান ভক্তই তোমাৰ চৰণত অঞ্জলি দিছে; মোৰ প্ৰাৰ্থনাটো পূৰণ কৰিবা বাবা।"

কিবা দিনা ঠিক তেনে সময়তে টকা আশীটা টেলিগ্ৰাফ মনি-অৰ্ডাৰত আহি বিদ্যাৰত্নৰ হাতত পৰিল। নগৰৰ যি ভদ্ৰলোকৰ হাতত তেওঁ টকা থৈ আহিছিল, বিশেষ কাৰ্য্যোপলক্ষে তেওঁ নগৰত নথকাত টকা পঠিয়া দেৰি হল, সেই খবৰো পালে।

(৩)

দ্বাৰাৱতীলৈ যাবলৈ ৰেল ষ্টেচন সৌদামিনীপুৰ—যত ভক্ত বিপ্ৰ দামোদৰৰ ঘৰ আছিল। কোন যুগৰ সেই পবিত্ৰ অতীত স্মৃতি। দৰিদ্ৰ বিপ্ৰ দামোদৰ আৰু

অতি পতিব্ৰতা তাহান গৃহিণী
দুখে দণ্ডে যুগ যায়।
কাম্পন্তে আসিয়া স্বামীক বুলিলা
মুখৰ মাত নোলায়।

কেনেকই ভাৰ্য্যাৰ বচন শুনি চাউল-চিৰা চাৰি মুঠি লই সমস্ত অৰ্থৰ আধাৰ শ্ৰীকৃষ্ণক ভেটিবলৈ গৈ তাৰ বিনিময়ত দৰিদ্ৰ বিপ্ৰে অপাৰ্থিব ৰত্নলাভ কৰিছিল; সেই ভক্তবিনোদ শ্ৰীকৃষ্ণ, যাক পাৰ্থিব সমৃদ্ধিএ আৰু অপাৰ্থিব ঐশ্বৰ্য্যও ছাত্ৰাৱস্থাৰ বন্ধু দৰিদ্ৰ দামোদৰক পাহৰাব পৰা নাছিল, আৰু সেই সমদৰ্শী মহাপ্ৰাণ শ্ৰীকৃষ্ণ, যি অমিত বিলাস-ভৱনৰ মাজলৈ শ্ৰী আৰু ঐশ্বৰ্য্যৰে লালিত মহিষীসকলৰ ভিতৰলৈ চিৰা কাপোৰ পিন্ধা দৰিদ্ৰ দামোদৰক টানি নি ৰত্নৰ পালঙ্কত বহুৱাবলৈ সঙ্কোচ কৰা নাছিল! প্ৰীত, গৌৰৱত, মহত্বত, বন্ধুত্বত, বীৰত্বত, বিলাসত মহান্ সেই যে শ্ৰীকৃষ্ণ-আৰু তেওঁৰ অতীত লীলা! তাক স্মৰণ কৰি বিদ্যাৰত্নৰ হৃদয় ভক্তি গৌৰৱত উপচি পৰিল।

বিদ্যাৰত্নই ৰেল-ষ্টেচনৰ পৰা ওলাই আহি দ্বাৰাৱতীক নো কেনেকৈ যাব পাৰি তাৰ অনুসন্ধান কৰিলে। সৌদামিনীপুৰৰ পৰা দ্বাৰাৱতী ৬০ মাইলৰ বাট। যোৱাৰ উপায় একমাত্ৰ গো-যান; অথচ গৰুৰ কান্ধত উঠি নো বিদ্যাৰত্নই তীৰ্থ কৰে কেনেকৈ?

গুজৰাটৰ এই অঞ্চল প্ৰায় মৰুভূমি, মাটি উৰ্ধৰা আৰু বালিৰেই ভৰা। পথাৰৰ কথাই নাই, আলিবাটবোৰো সৰু সৰু কাঁটাৰ গাছে আবৰা—সুধা ভৰিৰে খোজ কাঢ়িলে কাঁটাই ভৰি ফালি চিৰিলা-চিৰিল কৰে। এইবোৰ ঠাইত শস্য-পতান একো নহয় বুলিলেই হয়, গাছোঁ অতি বিৰল। এনে দুৰ্গম পথত অকলে যোৱাও শঙ্কাজনক, বাটত চোৰ-ডকাইতৰ ভয়।

বিদ্যাৰত্নই বিপাক গণিলে। "প্ৰভু দ্বাৰকানাথ, তোমাৰ ৰাজ্যত তুমি মো এটা উপায় নিদিয়া নে?

যেন বিদ্যাৰত্নৰ মনৰ প্ৰাৰ্থনাৰ হে উত্তৰ আহিল—বিদ্যাৰত্নক ৰাজপুত এজনে সুধিলে,—"তেওঁ

দ্বাৰাৱতীক যাব নে ? ৰাজপুতো সেই পুৰীলৈ যাবলৈ আহিছে, লগ বিচাৰিছে।" ৰাজপুতৰ দীৰ্ঘাকৃতি সুঠাম দেহ। বিদ্যাৰত্নই যেন হাতেদি স্বৰ্গ পালে! তেওঁ দ্বাৰকানাথৰ উদ্দেশ্যে সহস্ৰ প্ৰণাম কৰি ৰাজপুতৰ লগত খোজ ললে।

( ৪ )

কল্যাণপুৰ থানা সৌদামিনীপুৰৰ পৰা ৩৩ মাইল আৰু দ্বাৰাৱতীলৈ মাজ বাটত। বিদ্যাৰত্ন আৰু ৰাজপুত দুয়ো বাটে বাটে গৈ আছে ; দুপৰীয়া খৰ ৰোদৰ ঝা-ঝা এটা শব্দ উঠিছে। বিদ্যাৰত্ন কিছু আগত আৰু ৰাজপুত কিছু পাছত। কল্যাণপুৰলৈ আৰু দুই মাইল মান আছে।

হঠাৎ বিদ্যাৰত্নৰ কাণত ধাপ-ধুপ কৰি কেটামান শব্দ সোমাল। পাছৰ ফালে ফিৰি চাই যি কাণ্ড দেখিলে, তাত তেওঁৰ চুৰ্তিয়ে হৰাল।

এজন ভীমকায় মানুহে টোকান এডালেৰে ৰাজপুতক গাই-ভৰিয়ে-মূৰে ধুপ-ধাপ কৈ মাৰ লগাইছে। বিদ্যাৰত্নই ফিৰি চাওঁ-নাচাওঁতেই ৰাজপুত বাগৰি পৰিল আৰু ডকাইতজনে তেওঁৰ টোপোলাটো লৈ লৰ দিলে।

বিদ্যাৰত্নই নিজৰ ভাগ্যৰ প্ৰশংসা কৰি ৰাজপুতৰ ওচৰলৈ আহিল ; দেখে যে তেওঁৰ কোনোটো আঘাতেই তিমান সাংঘাতিক হোৱা নাই। বহু প্ৰৱন্ধ কৰি ৰাজপুতক লৈ তেওঁ চাকা পাটত বহা সময়ত কল্যাণপুৰৰ থানা পালে গৈ।

( ৫ )

কাইলৈকে ডকাইতি মোকৰ্দমাৰ বিচাৰ—থানাতে জবানবন্দী লোৱা হব। ঘটনাৰ পন্ধৰ দিন হল, ৰাজপুত আস্পাতালত থাকি ভাল হৈ উঠিছে, পুলিচে তেওঁৰ মালেৰে সৈতে ডকাইতটোক ধৰি আনিছে, আৰু এই মোকৰ্দমাৰ একমাত্ৰ সাক্ষী বুলি পুলিচে বিদ্যাৰত্নকো এক প্ৰকাৰ আটক কৰিয়েই ৰাখিছে।

নিশা খাই বই সকলো শুইছে। দুপৰমান ৰাতিত ৰাজপুতে বিদ্যাৰত্নক মাতি জগালে। ৰাজপুতে কলে, পণ্ডিতজী এই মোকৰ্দমাৰ আপুনি হে একমাত্ৰ সাথী।"

বিদ্যাৰত্ন—হয়, পাছে ?

ৰাজপুত—এই মোকৰ্দমাত মই মিছা মাতিম। আপুনিও মিছা কথা কব লাগিব।

বিদ্যাৰত্ন—আও! মই তীৰ্থ কৰিবলৈ আহি মিছা সাথী কব পাৰোঁ না ? মোৰ চৌধ্য পুৰুষ গল সাথী নকওঁ তে। তোৰ লগত পৰি সাথী কব লাগাত পৰিছোঁ। মিছা সাথী কম কেনেকৈ ?

ৰাজপুত—শুনক, বাৰু আগেয়ে এই মানুহটোই যে মোক মাৰি মোৰ বয়-বস্তু ডকা দি নিছিল, তাৰ কিবা উপায় থাকোঁতে তেনে কৰিছিল বুলি ভাবে নে ?

বিদ্যাৰত্ন—কেনেকৈ জানিম ?

ৰাজপুত—নাই, তাৰ উপায় থাকাত সি এইদৰে ডকাইতি কৰিব কেলেই ? হয়তো তাৰ ঘৰত লৰা-ছোৱালী আছে, তিৰোতা আছে, তাহাঁতক খুৱাবলৈ হে সি এনেধন পাপ কৰিছে। পণ্ডিতজী, ৰত্নাকৰ দস্যুৰ কথা পাহৰিলে নে ?

বিদ্যাৰত্ন—পাছে ?

ৰাজপুত—দেখক, পণ্ডিতজী, দ্বাৰকানাথৰ অনুগ্ৰহত মোৰ একোৰেই অভাৱ নাই। সংসাৰত নিজা বুলিবৰ এজনী মাথোন ছোৱালী ; দ্বাৰকানাথে তাইকো উত্তম গৃহস্থৰ ঘৰত বিয়া দিয়াইছে। তাৰ পাছত বাবাই মোক তেওঁৰ এই বিনন্দীয়া সৃষ্টি এইদৰে দেখুৱাই লৈ ফুৰিছে। মোৰ টোপোলাটোত আছিল যদি দহ পোন্ধৰ টকাৰ বস্তু। সেইখিনি যোৱাৰ পৰা মোৰ কি লোকচান হব ? আৰু মাৰ কেইটা শৰীৰৰ ওপৰত হে। ই তো ব্যাধিৰ মন্দিৰেই। যি দুখ পাইছিলোঁ নগল নে সি ? যি দ্বাৰকানাথে দুঃখ দিছিল তেৱেঁই তাকো নখওাইছে নে ? আপুনি বা মই জানো কিবা কৰিব লাগিল ? কিন্তু ইফালে এই ডকাইতটোক চাওক। তাৰ যদি ফাটেক হয়, তাৰ লৰা ছোৱালীৰ কি দুৰ্গতি হব ? তাৰ প্ৰত্যবায়ে আমাক নাপাব নে ? সেই দেখি হে মই আপোনাক মিছা কবলৈ কৈছোঁ। আমি দুয়ো যদি এই মানুহটো নহয় বুলি কওঁ আৰু আমাৰ মাল-বস্তবোৰ নহয় বুলি কওঁ, তেতিয়া দেখোন সকলো কথা নিষ্পত্তি হৈ যায়। আপুনি এই মিছা কব নোৱাৰিব নে ?

বিদ্যাৰত্ন কথা শুনি আচৰিত হল। অলপ পৰ থমকি কলে—"ৰাজপুত, তোৰ এই আখৰ মিছা সহস্ৰ সঁচাতকৈও সত্য। যেনেকৈ কলে তোৰ মনস্কামনা সিদ্ধ হয় মই সেইদৰে কবলৈ ৰাজি আছোঁ।"

( ৬ )

পাছদিনা নিশা প্ৰায় দহমান বজাত কল্যাণপুৰ থানাৰ পৰা দুই মাইল মান দূৰতে বিদ্যাৰত্ন আৰু ৰাজপুতে শুবৰ যোগাৰ কৰিছে। বাহিৰত কোনোবাই মাতিলে, "দেৱতা" দেৱতা, দুৱাৰ মেলি দেখে যে সেই ডকাইতটো। প্ৰথমতে দুয়োৰো ধাতু উৰি গল। কিন্তু পাছ ক্ষণতেই ডকাইতে ভৰিত সাবোটা মাৰি ধৰি কান্দিবলৈ ধৰিলে, "দেৱতা, মোক ৰক্ষা কৰা, মই পৰম পাপী।"

ডকাইতটোৱে ৰাজপুতৰ সমস্ত বস্তু আৰু তাৰ লগতে গাখীৰ ময়দা ঘিউৰ এটা সিধা লৈ আহিছে। বিদ্যাৰত্ন আৰু ৰাজপুতে তাক কিমান বুজালে, সি নাখায়। শেহত ৰাজপুতে কলে, "দেখ বাচ্ছা, তই কাপোৰ-কানি যি নিছিলি লৈ যা ; তোৰ মঙ্গল হব ; সাধুৰ আশীৰ্বাদ বুলি ভাবিবি তাক। আৰু তোৰ যি মাউৰা বাল-বাচ্ছা আছে বুলি কৈছ, তাহাঁতক চুৰি-ডকাইতি কৰি নুখুৱাবি। কাজ কৰিবি, লাগে মাগিবি। আমি তোৰ ওপৰত খুচি হৈ তই অনা সিধাটো ৰাখিছোঁ।"

( ৭ )

দ্বাৰাৱতী, সেতুবন্ধ আৰু জগন্নাথ দৰ্শন কৰি বিদ্যাৰত্ন ফিৰি আহিল ; সেই যাত্ৰাত বদৰীনাথ দৰ্শন নহল।

মই কলোঁ, "বিদ্যাৰত্নদেৱ, কল্যাণপুৰ থানাত মিছা মাতা কাৰণে আপোনাৰ পাপ হল। সেই কাৰণেহে আপোনাক বদৰীনাৰায়ণে দৰ্শন নিদিলে।"

বিদ্যাৰত্ন জাপ মাৰি উঠিল,—"কি কোৱা, বাপা ? জ্যোতিষীটোৱেই কাশীধামত কৈছিল নহয়

দ্বাৰাৱতীত সাক্ষাত নাৰায়ণ দৰ্শন হ'ব। মোৰ নাৰায়ণ দৰ্শন হ'ল দেখিও, কলৌ নাৰায়ণে ভাবিলে মই দৰ্শন নকৰিলেও হ'ব।”

মই—আপুনি যে সাক্ষাত নাৰায়ণ দেখিছে কত?

বিদ্যাৰত্ন—কিয়? জীৱৰ প্ৰতি দয়া কেনেকৈ আচৰিব লাগে সেই ৰাজপুতে মোক শিকাই থৈ নগ'ল নে? মই ভাবিছোঁ, সেই ৰাজপুতেই নাৰায়ণ, মায়া কৰি দাসক দৰ্শন দি গ'ল, আৰু শিকাই গ'ল বাহিৰা তীৰ্থ দৰ্শনত কৰি অন্তৰ শুদ্ধি হে আচল তীৰ্থ।*

* পাণ্ডুলিপিত এই গল্প ৰচনাৰ তাৰিখ ১৮।৬।১৭ তাৰিখ বুলি উল্লেখ আছে। লেখকে মন্তব্য কৰিছে যে কামৰূপৰ পণ্ডিত মহীৰাম বিদ্যাৰত্নৰ মুখে শুনা সত্য ঘটনা—সং, শ. গো. ৰ.

# গল্পাঞ্জলি

গ্ৰন্থকাৰৰ প্ৰথম গল্পৰ পুথি।   প্ৰথম সংস্কৰণ এ বছৰ পূৰ নোহওঁতেই শেষ হল।

দ্বিতীয় সংস্কৰণ ছাপা হব।

মূল্য—দ৹ অনা মাত্ৰ।

সংবাদ-পত্ৰৰ মতামত :—

"গল্পবোৰ আমাৰ নিশ্চয় তৃপ্তিপ্ৰদ হৈছে। ** তেওঁৰ লেখিবৰ গঢ় ভাল; প্ৰত্যেকটো গল্পত তেওঁৰ হিয়াৰ লেখনীৰ সুনিপুণ ৰেখা পৰি গল্পবোৰ জীপ পাই উঠিছে।"

—বাঁহী

'গোটাচেৰেক গল্প পঢ়ি আমি সঁচাকৈয়ে মুগ্ধ হৈছোঁ।  সেইবিলাকে চুটি গল্পলিখাত গোস্বামী ডাঙৰীয়াৰ যে হাত আছে তাৰ বেচ পৰিচয় দিয়ে।  সেইবিলাকৰ ভাষা ভাল আৰু লিখাৰ ধৰণো মনোমুগ্ধকৰ।'

—আলোচনী

"গল্পবিলাক পঢ়িলে মন হৰ্ষিত হয়।"

—আসাম বিলাসিনী

"প্ৰত্যেকটি গল্পতে ৰচয়িতাৰ কোমল আৰু হৃদয়গ্ৰাহি সৌন্দৰ্য্য সৃষ্টিৰ চিনাকি পোৱা যায়। ভাব চাই ভাষা লগোৱাত আৰু বাক্য চাই অলঙ্কাৰ পিন্ধোৱাত লেখকে বিশেষ পাৰ্গতালি দেখুৱাব পাৰিছে। *** গল্পাঞ্জলি অসমীয়া সাহিত্যৰ ভঁড়ালত এটি মূল্যবান সৰু সম্পত্তি বাঢ়িল।"

—আসাম বন্তি

# বাজিকৰ

পণ্ডিতলোকৰ মেল বহিছে ; নানা প্ৰকাৰৰ আলাপ, নানা প্ৰকাৰৰ কথা-বাৰ্তা। ধৰ্ম, সাহিত্য, বিজ্ঞান, দৰ্শন, ৰাজনীতিৰ লালী-নিছিগা কথা। তাৰপৰা কথা ওলাল—ইন্দ্ৰজাল, মেচমেৰিজিম, বাজিকৰৰ।

বিজ্ঞানবিদ্ পণ্ডিতে কৈছে, "মেদেম কুৰিৰ দৰে বাজিকৰ জগততে দেখা নাই, এই অকণমানি মাইকী জনীয়ে আচল স্পৰ্শমণি উলিয়াই হে এৰিব, যাৰ স্পৰ্শত বস্তু মাত্ৰেই সোণত পৰিণত হয়!"

দাৰ্শনিকে কয় "কান্ত (Kant) আৰু বেদান্তৰ দৰে বাজি কি হব পাৰে, যাৰ আত্মা-ভেদা যুক্তিৰ বলত সংসাৰৰ পদাৰ্থসমূহৰ প্ৰকৃত সত্তাৰ জ্ঞান পাব পাৰি।"

কবিয়ে মাত লগালে, "বাজিকৰ যদি বোলা—কবি কালিদাস, যি প্ৰাকৃত-অপ্ৰাকৃত, ঋষি-ৰজা, দেৱতা-মানুহ একেলগে মিহলাই কি এক বিচিত্ৰ সংসাৰ সৃষ্টি কৰিলে, যি সংসাৰত প্ৰত্যেক বৃক্ষে মধুৰ, ক্ষৰণ কৰে, প্ৰত্যেক পক্ষীয়ে মধুৰ সঙ্গীত গায়, প্ৰত্যেক বস্তুৱে মধুৰ প্ৰেমত উত্ৰাৱল হয়, আৰু প্ৰত্যেক মানৱৰ আত্মা ৰূপ-ৰস-গন্ধত ভৰি আমোল-মোলাই থাকে। প্ৰকৃত বাজিকৰ কালিদাস।"

ধাৰ্মিকে ক'লে, "বাজি যদি বোলা গীতাৰ। প্ৰতিটো আখৰতে, এনে কি এটা আকাৰ বা অনুস্বাৰতে কিমান অৰ্থ গাজ খাই আছে।"

ৰাজনীতি বিশাৰদে উক্তি কৰিলে, "পৃথিবীত এই যুগত বাজিকৰ জন্মিছে দুজনা। মহাত্মা গান্ধী আৰু লয়েড জৰ্জ। অকণমান মানুহজন, গাত নাই বল, নাই তেজ! তেও নো এই মানুহজনে ভাৰতবৰ্ষৰ দৰে বিশাল দেশখনক কি শক্তিৰে এনেকুৱাকৈ তলমলাই তুলিছে হে! আৰু লয়েড জৰ্জ। বৃটিছৰ পোৱালিৰ বাহাদুৰি হলে হয়। চোৰাঁচোন গোটেইখন পৃথিৱীকে ভুৱা দি কেনেকৈ মহাযুদ্ধৰ সকলো লাভ নিজৰ জাতিলৈ টানি নিলে।"

অ-পণ্ডিত দুই এক সমাগত আছিল। তেওঁলোকে এদণ্ডৰ ভিতৰতে আমৰ বাটুঠিৰপৰা গছ ওলাই আম পকাৰ কথা কলে, এটা বেটৰ পেটেৰাৰপৰা দুজন মানুহ উৰি যোৱাৰ কথা কলে, আৰু সেই মানুহেই আকাশৰপৰা নানা প্ৰকাৰ ভূত-ভবিষ্যত বাণী কোৱা কথা কলে।

এইদৰে অনেক আচৰিত বাজিৰো কথা ওলাল।

সভাৰ অদূৰত আছিল এক সন্ন্যাসী ; ধীৰ, গম্ভীৰ। সকলোৱে কলে, "এই ফকিৰে অনেক দেশ ফুৰিছে। এওঁক সোধাঁচোন কিবা বাজি দেখিছে নে?"

সন্ন্যাসীয়ে কলে, "পণ্ডিতমণ্ডলী, মই ডকান সন্ন্যাসীয়ে এজন বাজিকৰৰ বাজি দেখিছোঁ। শুনিব খোজে যদি কব পাৰোঁ।"

সকলোৱে অনুগ্ৰহ কৰি কবলৈ দিলে।

সন্ন্যাসীয়ে কলে, "মই দেখা বাজিকৰজনৰ কায় অতি আচৰিত। তেওঁ [illegible]

এটাৰপৰা চকুৰ আগতে প্ৰকাণ্ড প্ৰকাণ্ড জীৱ আৰু উদ্ভিদ সৃষ্টি কৰে। তোমালোকে স্পৰ্শমণিৰ কথা কৈছা; তেওঁৰ হাতেই স্পৰ্শমণি, ধূলি-মাকতি যিহৰ তিহৰপৰা তেওঁ যি ইচ্ছা তাকে তৈয়াৰ কৰি যাক যিমান লাগে তিমানকে দিয়ে। নিচেই খুদকণ ফুল এটাৰ ভিতৰতো তেওঁ ইমান সাজ-সঁজুলি এনে বিতোপন কৈ সজাই ৰাখে, যে কোনো ইঞ্জিনিয়াৰৰ সাধ্য নাই তাৰ কৌশল বুজি উঠে। তেওঁ ঘিট-মিটীয়া আন্ধাৰ গুচাই জকজকীয়া পোহৰ কৰে, পুৰা-ফাটা ৰোদ গুচাই জীপাল ৰৰষুণ দিয়ে, আৰু থকথকীয়া জাৰৰ সলনি বসন্তৰ মলয়া বলায়। তেওঁ যে কিমান ধৰণৰ সৰু-বৰ শুৱনি-অশুৱনি জীৱ-জন্তু সৃষ্টি কৰে আৰু প্ৰত্যেককে ভাগে ভাগে দিহা লগাই থয়, এবাৰ যদি ভাবি চোৱাঁ আচৰিত হবা। মোৰ বাজিকৰৰ ডাঙৰ মজা এইটো। যে তেওঁ কৰা বাজি সকলোখিনি দেখিবা, কিন্তু তেওঁক হলে নেদেখা। আৰু তাতোকৈ মজা এই—তেওঁ যেঁ বাজি কৰি তোমাৰ আগতে দেখুৱাই আছে, সেই কথাটোও তোমাৰ মনত নপৰে। তেওঁ হৰেক ৰকমৰ ধন-সম্পত্তি পৰ্বত-বিল, নদী-জংঘল, সমুদ্ৰ-মৰুভূমি সকলো ঠাইতে সিঁচৰি থয়, তথাপিতো তেওঁৰ ভাণ্ডাৰ শূন্য নহয়! তেওঁতকৈ ডাঙৰ বাজিকৰ হলে মই দেখা নাই।”

সকলোৱে আচৰিত হৈঁ সুধিলে—ক’ত দেখিলা নো এনে বাজিকৰ, ফকিৰ বাবা?

ফকিৰে অলপ হাঁহি উত্তৰ দিলে, “চাৰিওফালে এই বিনন্দীয়া সংসাৰখন চোৱাঁ। ইয়াৰ দৰে ভেল্কি বা বাজি দেখিছা নে কৰবাত?”

১৫।৮।২১

# অন্তৰ আবৰণ

আকাশেদি হৰ-পাৰ্বতী যায়। তলত দেখে এখন হাবিৰ মাজে মাজে মানুহ; মুনিহ-তিৰোতা, লৰা-বুঢ়া বেলেগ বেলেগ একোটা একোটা হৈ আমন-জিমন কৰি বহি আছে। মানুহৰ বসতিৰ ফালে চকু দিয়াত পাৰ্বতীয়ে দেখিলে তাত মানুহ পাতলিল; মাজে মাজে হে ঘৰ-বাৰী কৰি একো পৰিয়াল থকা দেখা গল।

পাৰ্বতীয়ে হৰত সুধিলে "প্ৰভু, আজি নো ই কি দেখোঁ! মানুহে দেখোন ঘৰ-বাৰী এৰি বনৰ মাজ সোমালহি! আৰু হাবিতো দেখোন সিঁহঁতে লগ বান্ধি নাথাকি এটা হৈ হে থাকিছে।"

হৰে উত্তৰ দিলে "পৰ্বত-জীয়াৰী, মানুহৰ অতৰ্ক মায়াৰ কথা কি কম তোমাক! তাহাঁতৰ আজি কিবা নতুন দুখ উপস্থিত। সিঁহঁতৰ এইবোৰ আমনি শুনি থাকিব নোৱাৰি। আহাঁক, কৈলাসলৈ যাওঁ; মোৰ আবেলিৰ ভাঙ চিলিমৰ দেৰি হবগৈ, নহলে।"

দেৱতা হলেও পাৰ্বতী মাইকী মানুহ হে। তেওঁৰ কৌতুহল কমক ছাৰি বাঢ়িল হে। তেওঁ কলে, "প্ৰভু ভাঙ-চিলিমৰ কাৰণে অলপ ক্ষমা দিব লাগে। আজি মই নিজহাতে গাখীৰ, চেনি আৰু বাৰ মছলা মিহলাই সিদ্ধি ঘুটি দিম। দাসীয়ে মানুহৰ দুখ দেখি সহি থাকিব নোৱাৰে। অনুগ্ৰহ কৰি ইয়াত এখন্তক বৃষভটোক ৰাখক।"

হৰে কি কৰিলে নকলেও হলহেঁতেন। বনৰ এচুকত গছ এজোপাৰ তলতে নামি তেওঁ বৃষভটোক ধৰি থাকিল। আৰু পাৰ্বতীয়ে মগনিয়াৰ ভেশ ধৰি মানুহৰ ওচৰ চাপিল।

( ২ )

তেওঁ গৈ প্ৰথমতে এজন ডেকা লৰা দেখা পালে; দীপ-লিপ তাৰ চেহেৰা, উজ্জল গৌৰ কান্তি। কিন্তু কি দুখত ক্ষীণাই-শুকাই গৈছে? ঘনে ঘনে দীঘল হুমুনিয়াহ আৰু আকাশৰ ফাললৈ চোৱা উদাস-দৃষ্টি।

পাৰ্বতীয়ে তেওঁক সুধিলে,—"ভদ্ৰমুখ, মই এজনী নিঃকিন মগনীয়া। তোমাৰ দুখ দেখি মোৰ অন্তৰ পৰিমিত শুকাই গৈছে। কোৱাঁচোন তুমি নো কি দুখত মানুহৰ বসতি এৰি এইদৰে বনে-জংঘলে ফুৰিছা?"

ডেকাই উত্তৰ দিলে, "আই, তোমাৰ মাইকীৰ গঢ় দেখি তোমাক বিশ্বাস কৰিবৰ মন যোৱা নাই। মুখত এনে মধু কথা, অন্তৰত বা তোমাৰ কি আছে!, তেও শুনা। যি হবলগীয়া হৈছেই, এতিয়া কলে বা নকলে একো হানি বা লাভ নাই। মই বস্তিৰ দৰে লাৱণ্যময়ী এগৰাকী ছোৱালীক মোৰ সমস্ত প্ৰাণ-কণাৰে ভাল পাইছিলোঁ। কিন্তু কিমান সাধ্য-সাধনা কৰিও, তেওঁৰ মন নাপালোঁ। মুখৰ আবৰণে তেওঁৰ অন্তৰৰ ভাব ঢাকি থৈছে। সেই অন্তৰত মোৰ প্ৰতি মৰমেই আছে, নে সি অপৰিমেয় উপেক্ষাৰে ভৰি পৰিছে, আজি পৰ্য্যন্ত কব নোৱাৰিলোঁ। এয়ে মোৰ দুখ"।

পাৰ্বতীয়ে ডেকাক এৰি হাবিৰ মাজে মাজে আৰু কিছুদূৰ গৈ এজনী গাভৰু ছোৱালী দেখিলে। দেখিলেই বুজি যে তেওঁৰ আকৃতি কুন্দত-কাটা আছিল। এতিয়াও সোণৰ দৰে গাৰ বৰণ, সৰি পৰিব খোজা শেফালিৰ দৰে দেহৰ সৌন্দৰ্য্য, আৰু শুকতাৰাৰ দৰে চকু দুটিৰ ফালে চালে বেথা আৰু মৰমত হৃদয় পমি যায়। তেওঁ তলমূৰকৈ সৰসৰকৈ চকু-লো পেলাই আছে, কলা চুলিডাৰে আউলি-বাউলি হৈ শৰীৰৰ ফুটি ওলাব খোজা ৰূপ আধা ঢাকি ধৰিছে। পাৰ্বতীয়ে সুধিলে, "আই, তোক দেখি মোৰ প্ৰাণ গলি যায়। ক, আই ক, তোৰ কিহৰ দুখ।"

ছোৱালীজনীয়ে কলে, "আই, তোমাৰ মাইকীৰ গঢ় দেখিছোঁ। পুৰুষ জাতিতকৈ তেও তোমাক বিশ্বাস কৰিব পাৰি। মোৰ নো দুখৰ কথা কি শুনিবা। মই মোৰ সমস্ত হৃদয়ৰ দয়া-মৰম-প্ৰীতি-বেথাৰে এখনি নৈবেদ্য সাজি এজনা ডেকাক উপহাৰ দিলোঁ। তেওঁ তাক গ্ৰহণেই কৰিলে নে অৱজ্ঞাৰে অতদিন এচুকত পেলাই থৈ দিলে, তাক কোনো ক্ৰমে বুজিব নোৱাৰোঁ। কেতিয়াবা তেওঁ মৰমতে মোৰ সমগ্ৰ আত্মাক অমৃত ৰসত ডুবাই ৰাখে, আৰু কেতিয়াবা পৰ্বত প্ৰমাণ অৱজ্ঞা আৰু অবিশ্বাসৰ ভৰত মোৰ প্ৰাণ-ৰস চেপি চেপি উলিয়ায়। আজি পৰ্য্যন্ত মই তেওঁৰ মনৰ তত্ত্ব নাপালোঁ। এই মোৰ মৰ্ম্ম-ক্ৰন্দন খেদ।'

পাৰ্বতীয়ে ছোৱালীজনীক এৰি গৈ দেখে, অলপ দূৰতে লৰা-ছোৱালী এহাল মহা বিষাদত মগ্ন হৈ বহি আছে। তেওঁ সুধিলে "বাছাহঁত, তহঁত কোন? ইযাত নো জংঘলৰ মাজত এইদৰে বহি আছ কিয়? ভয় নাই নে তহঁতৰ?"

সিহঁতে কলে, "আই, ভয় কিহৰ? আই-বাপাইতকৈ বনৰ জন্তুক বেছি ভয় কৰিব নালাগে। আমি দুয়ো ভাই-ভনী। আমাৰ আই-বোপাইৰ উৎপাতত ঘৰত বব নোৱাৰি হাবিৰ মাজ পাইছোঁহি। সিহঁতে আমাক কেতিয়াবা মাৰে, কেতিযাবা খুৱায়, কেতিযাবা মৰম কৰে, কেতিয়াবা গালি পাৰে, কেতিয়াবা লঘোনে থয়। খাব খোজা বাহানিখিনি খাব নিদিয়ে, যাব খোজা ঠাইলৈ যাব নিদিয়ে, এই উৎপাত। তেনে আই-বোপাইৰ ঘৰতকৈ এই হাবি-জংঘলেই ভাল।"

পাৰ্বতীয়ে সিহঁতকো এৰি আৰু অলপ আগবাঢি গৈ দেখে, বুঢা-বুঢী, ইটোৰ মুখলৈ সিটোৱে চোৱা-চুই কৰি বহি আছে। কান্দোতে কান্দোতে তেওঁলোকৰ চকু উখহি গৈছে। পাৰ্বতীয়ে সুধিলে, "ভকত-ভকতনী, আপোনালোক কোন, কি দুখত বা ইযাত এইদৰে বহি আছে?"

পাৰ্বতীৰ কথা শুনি বুঢাই চকু দুটা পোন্দাই তেওঁৰ ফালে চাই বল। বুঢীয়ে মাত লগালে, "আই তই যেয়ে নহৰ, তোৰ মাত আখাবি তেও আমাৰ বোৱাৰীৰ মাততকৈ মিঠা। ই আমাৰ কপাল আই। বেটা বৰী সকলো আছে। বন কৰি খুৱাব নোৱাৰোঁ, বোৱাৰীয়ে দেখিব নোৱাৰে; মাতৰ টেঙাত ভাত খাম ছাৰি চকু-লোৰে মাটিৰে চাৰি আঙুল তিতে। পো বোৱাৰীৰ কাজে। তাই যি কয়, সেয়ে হয়। আমি জনম দিলোঁ, পতি-পাল কৰিলোঁ, পোহ-পাল দি ডাঙৰ-দীঘল কৰিলোঁ, সকলো মিছা হল। কৰবাৰপৰা খৰি আনা

ছোৱালীজনী হল আপোন, আৰু মাক-বাপেক হল পৰ। এই দুখতে বনবাস খপিছোঁ, আই, ইয়াতে নাথাই মৰোঁ।"

( ৩ )

ইফালে বেলিও পৰি আহিল। হৰৰ খং উঠিব বুলি ভয় কৰি পাৰ্বতী বৃষভটি য'ত আছে তালৈকে ফিৰি আহিল। হৰে পাৰ্বতীক বৃষভৰ আগৰ ফালে তুলি লৈ কৈলাসলৈ ছুটি মেলিলে।

বাটত হৰে সুধিলে, "গণেশৰ মাক, নৰলোকত কি দেখিলা ?"

পাৰ্বতীয়ে কলে, "কি দেখিম, প্ৰভু। নৰলোকৰ আচলতে বৰ দুখ। আপুনি ব্ৰহ্মা আৰু বিষ্ণুৱে লগ হৈ কি যে অভেদ্য আবৰণেৰে তাঁহাতৰ হৃদয় ঢাকি থলে। কাৰো অন্তৰৰ কথা কোনোৱে বুজি নাপায়। ইটোৱে সিটোৱে বিশ্বাস নাই। মৰমক ভাবে উপেক্ষা বুলি, শাসনক লয় নিষ্ঠুৰতা ৰূপে। নৰলোকৰ দুখৰ পাৰ-কূল নাই প্ৰভু। ইয়াৰ এটা উপায় কৰক।"

হৰে কলে, "কি কৰিব লাগে কোৱাঁচোন বাৰু ? তোমাৰ কথা মই জানো কেতিয়াবা পেলাওঁ।"

পাৰ্বতীয়ে উত্তৰ দিলে, "বাৰু, দাসীয়ে সময়ত নিবেদন জনাব।"

( ৪ )

কৈলাস পাওঁতে অলপ নিশা হল। দেখি হোৱা দেখি নন্দীয়ে পদূলি ওলাই বাট চাই আছে। ঘৰৰ দুৱাৰ মুখ পোৱা মাত্ৰকতে চাৰিওফালৰপৰা সহচৰ সকল আহি বৃষভক তাৰ গোহালিলৈ লৈ গল। আৰু গোসাঁই-গোসাঁনীকো জিৰণি লবৰ সুবিধা কৰি দিলে।

হৰে বাঘৰ ছালত দীঘল দি পৰি কলে, "নন্দী, আজি বৰ ভাগৰ লাগিল। ভাং চিলিম বৰ ডবল কৰি দিবিহঁক। আৰু গণপতিৰ মাক, শুনিছা নে, মই হলে পাহৰা নাই। বাৰ মছলাৰে ঘুটা সিদ্ধি নাপালে আজি আমাৰ আৰু নিশাৰ ভোজন নহয়।"

হৰৰ কথা শুনি, পাৰ্বতীয়ে মিচিক কৰি হাঁহি সিদ্ধি ঘুটাত লাগিল ; আৰু কিছু পৰৰ মূৰত প্ৰকাণ্ড এটা কাঠৰ চৰিয়াতকৈ এক চৰিয়া মহা সুগন্ধময় সিদ্ধি আনি গোসাঁইৰ আগত হাজিৰ কৰিলে। সিদ্ধিৰ পাত্ৰ দেখি আৰু গন্ধ পাই, গোসাঁইৰ তিনিওটি চকু আনন্দত নাচি উঠিল, আৰু চিপ-চিপকৈ সেই সুধা সদৃশ সিদ্ধি পান কৰিবলৈ ধৰিলে।

ছেগ চাই পাৰ্বতীয়ে কলে, "প্ৰভু, দাসীৰ নিবেদন এতিয়া জনাব খোজোঁ।"

হৰে বুলিলে, "কি নিবেদন হে, তোমাৰ ! ভাঙ খুৱাই বলিয়া কৰি যিহকে খুচি তাকে কৰাই লোৱা। বৰ দুষ্টু !"

পাৰ্বতীয়ে লাহেকৈ মাত লগালে, "দাসীৰ প্ৰাৰ্থনা শুনিব খুজিছিল দেখিহে আকৌ কবলৈ সাহ হৈছে।"

"অঁ, বাৰু বুজিছোঁ, কোৱা । নৰলোকৰ কি কৰিব লাগে কোৱা ।"

"প্ৰভু, নৰলোকৰ এই দুখ গুচাই দিব লাগে । তাঁহাতৰ অন্তৰ-আবৰণখনি তেনেই টানি তুলি দিব লাগে । প্ৰত্যেকে যেন প্ৰত্যেকক দেখা মাত্ৰেই মনৰ সকলো ভাব, মন্দাকিনীৰ ধাৰাৰ উপল-খণ্ডৰ দৰে, ফটফটীয়াকৈ জানিব পাৰে । ইয়াকে কৰিব লাগে, প্ৰভু ।"

হৰে কলে, "জানোচা তাকে কৰিলে তুমি আকৌ বেছি দুখকে হে পোৱা ।"

"নাপাওঁ, প্ৰভু, তাকে কৰি দিয়ক ।"

হৰে ঘৰ-সংসাৰ কৰি অত দিনে বুজিছে, পাৰ্বতীৰ লগত তৰ্কৰ বা যুক্তিৰ একো ফল নাই । ইফালে সিদ্ধিৰ ৰাগীত চকু দুটিও ঢুল-ঢুল । হৰে কলে, "তথাস্তু ।"

( ৫ )

অলপ পাছতে, ভয়ঙ্কৰ কোঢাল ! নৰলোকৰপৰা আকাশ ভেদি কৈলাসতো খলক লাগি গল । পাৰ্বতীয়ে আথেবেথে সুধিলে, "প্ৰভু, ই কি । নৰলোকৰপৰা ই কিহৰ বিষম কোঢ়াল ?"

"যিহৰে নহক, মেনকাৰ কন্যা, মনে মনে থাকা । মোৰ টোপনি ধৰিছে ।"

এই বুলি ঘোৰ্ঘোৰ কৰি নাক ডকাই গোসাঁইৰ দোৰ্ঘোৰ টোপনি আহিল । ইফালে নৰলোকৰ হাহাকাৰৰ খলকনিয়ে পাৰ্বতীৰ কাণত শেল বিন্ধা দিব ধৰিলে , তেওঁ কি কৰিব কি নকৰিব একো উপায় নাপাই থাকিল উচ্-পিচ্ কৰি ।

( ৬ )

পাচদিনা ফুটিল পুৱাতে পাৰ্বতী উঠি হৰক ভা এক চিলিম ভাল কৰি সজাই দি কলে, "প্ৰভু ই কথাই কথা নহয়—নৰলোকৰ কি হৈছে চাব লাগিব । তাঁহাতৰ হাহাকাৰত মোৰ চাৰা ৰাতি টোপনিকে আহা নাই ।"

অগত্যা মহাদেৱ বৃষভৰ নাকীত ধৰি উঠি বহিল । পাৰ্বতীও বৃষভৰ ওপৰত নিজৰ ঠাই ললে , বৃষভে উৰা মাৰি দিলে । খন্তেকতে তেওঁলোক নৰলোকৰ ওপৰৰ আকাশ পালেগৈ ।

তাত দেখে যে, আচনক কাণ্ড ! মানুহৰ সৰহ ভাগে ঘৰ-দুৱাৰ এৰি হাবি-বন-পৰ্বতৰ ফালে লৰ ধৰিছে । মানুহ দেখিলে ভয়তে লৰি বাঘ, ভালুক, সিংহ, হাতী যিহকে পাই তাৰ পেটৰ তলত সুমাই আশ্ৰয় বিচাৰিছে । মানুহে মানুহৰ ভয়ত বিতত হৈ কালসৰ্পকো সাবটি ধৰিছেগৈ । মুঠে মাজে মাজে দুই চাৰিজনে এই অদ্ভুত বিপদ দেখি মানুহক তাৰপৰা ৰক্ষা কৰিবলৈ চিএঞৰি-বাখৰি ফুৰিছে ।

সকলো দেখি শুনি পাৰ্বতী স্তম্ভিত হল । হৰত সুধিলে, "প্ৰভু, আজি আৰু ই কি ভীষণ দৃশ্য দেখিলোঁ । আজি দেখোন মানৱ-সমাজ তেনেই ধ্বংস হল !"

হৰে উত্তৰ দিলে, "প্ৰিয়ে, দেখিবা আৰু কি ! কালি তুমি যি উপায়েৰে তাঁহাতৰ সুখৰ বিধান কৰিব খুজিছিলা, তাৰ ফল এই ।"

পাৰ্বতীয়ে আচৰিত হৈ কলে, "কেনেকৈ ? মানুহে মানুহৰ অন্তৰ বুজিয়েই এইদৰে মানুহৰ সঙ্গ ত্যাগ কৰি বনৰীয়া জন্তুবো সঙ্গ বিচাৰিছে নে ?"

হৰে মাত নগালে, "নহলে আৰু কি বুলি ভাবিছা।"

পাৰ্বতীয়ে সুধিলে, "তেনেহলে এই দুই চাৰি জন—যিবিলাকে মানুহক এই ধ্বংসৰ মুখৰপৰা ৰক্ষা কৰিবলৈ বিতত হৈ ঘূৰি ফুৰিছে, এওঁলোক কোন ?"

হৰে কলে, "এওঁলোক প্ৰকৃত সজ মনৰ মানুহ। এওঁলোকৰ হৃদয় পবিত্ৰ, আকাশৰ দৰে উদাৰ আৰু নিৰ্মল। প্ৰকৃততে এওঁলোকৰ ভাব-ধাৰাই হে মানৱ-সমাজ ৰক্ষা কৰি আছে।"

পাৰ্বতীয়ে সুধিলে, "ইবিলাক মানুহে তেনেহলে কেনেকৈ ঘৰ-গৃহস্থী কৰি, সংসাৰ পাতি, সমাজ বান্ধি, ইমান দিনে সুখত বাস কৰি আছিল ?"

হৰে কলে, "পৰ্বত-জীয়াৰী, যেতিয়ালৈকে মানুহে মানুহৰ অন্তৰ দেখা নাছিল, তেতিয়ালৈকে বাহিৰৰ কাৰ্য্যকে অন্তৰৰ ভাব বুলি ভাবি মানুহে একেলগে বসবাস কৰি আছিল। যেতিয়ালৈকে মুখৰ কথাই অন্তৰৰ ভাব গোপন কৰি ৰাখিব পাৰিছিল, নেদেখা উদ্দেশ্যবোৰ দেখা কামৰ আঁৰত লুকাই আছিল, তেতিয়ালৈকে মানুহে বিশ্বাস-অবিশ্বাস, দয়া-নিৰ্দয়তা, মৰম-ঘৃণাৰ মাজত এক ৰকমে দিন কটাব পাৰিছিল। তোমাৰ বৰৰ প্ৰভাৱত মানুহৰ হৃদয়-পট মুকলি হল, মানৱ-মনৰ স্বাৰ্থবিজড়িত হিতৈষণাৰ ভিতৰ ওলাই পৰিল, ক্ৰূৰতাপ্ৰণোদিত দয়াৰ অন্তস্থল দেখা গল! তেতিয়া মানুহে দেখিলে অৱস্থা বুজি মানুহ বাঘতকৈও ভয়ঙ্কৰ, ভালুকতকৈও নিষ্ঠুৰ আৰু সৰ্পতকৈও ক্ৰূৰ। সেই দেখি আজি মানৱ-সমাজৰ এই দশা দেখিছা।"

পাৰ্বতীয়ে আথে-বেথে কলে, "প্ৰভু, মানুহৰ আৰু এই দশা সহি থাকিব নোৱাৰি। কালি মোৰ খাটনিত যি অন্তৰ আবৰণখনি টানি পেলাই দিছিল, আজি আকৌ সেইখনি ঢাকি দিয়ক প্ৰভু।"

"তথাস্তু" বুলি গোসাঁয়ে বৃষভক কৈলাস মুৱা কৰি ছুটি মেলি দিলে।

বাটত যাওঁতে পাৰ্বতীক কলে "প্ৰিয়ে, তুমি কৈলাসৰ অধিষ্ঠাত্ৰী হলেও, মাইকী মানুহ হে। এইবোৰ কথাত হাত নিদিয়াই ভাল।"

৭।৯।২১

# তিনি কুৰি টকা

## ( ১ )

তিনি কুৰি টকাৰে কি কৰিব পাৰি, কোৱা।

প্ৰথমতে, আগৰ দিনত হোৱা হলে ( অৰ্থাৎ যুদ্ধৰ পূৰ্ব যুগত ) এই টকাৰে এটা 'ভেইম্না' ( ভেৰোণীয়া ) ৰাখিব পাৰি, এহাল ভাল জাতি গৰু কিনিব পাৰি, আপী বিয়া কৰাবলৈ হলে এটা আপীৰ গা-ধনো দিব পাৰি। আৰু কলেজত পঢ়া লৰা এটাৰ এবছৰৰ মাছুল, তুই মাহৰ খৰচ, তিনিজোৰা পোছাকৰ দাম ইত্যাদি, এই পৰিমাণৰ টকাৰে যোগাব পাৰি। আৰু কেৰাণী এজনৰ এমাহৰ দৰমহা, শিক্ষক এজনৰ সাড়ে-সাত মাহৰ বেতন, চাকৰ এটাৰ চাৰি মাহৰ তলব, হাকিম এজনৰ তিনিদিনৰ 'পে', চাহাব এটাৰ ওঠৰ ঘণ্টাৰ 'চেলেৰী' দিব পাৰি। আৰু সৰু-সুৰা ছটা ভেটি, মাজা-মাজি আঠেটা ভেটি আৰু ডাঙৰ পোৱাটা ভেটিৰ দিহা এই টকাৰেই কৰিব পাৰি।

এই প্ৰকাৰে তিনি কুৰি টকাৰে অসংখ্য কাৰবাৰ কৰিব পাৰি। বা একোকে নকৰি, গোটেইখিনি টকা দলি মাৰি পেলাই দিব পাৰি বা হৰুৱাবও পাৰি।

তুমি সুধিবা কেনেকৈ ?

অৱশ্যে তাৰো কায়দা জানিব লাগে। টকা তিনি কুৰি উলিয়াই বাহিৰত পেলাই থলা, তাৰপৰা কোনোবাই বুটলি লৈ গল ; ইয়াত হৰুৱাৰ অলপো কায়দা নাখাটিল।

বা, তিনিকুৰি টকা জেপত লৈ জন-জনাই সভা-ভঠেলি বা হাট-বজাৰক গলা। তাৰপৰা ফুটা ছোলাৰ জেপেৰে এটা এটা কৰি সৰি পৰি থাকিল, বা কোনোবাই মোনাত হাত সুমাই গোটাই কেইটা লৈ গল। তাতো কায়দা সম্পূৰ্ণ ৰূপে নাখাটিল।

## ( ২ )

দস্তুৰ মাফিক কায়দা লগাই কেনেকৈ হৰুৱাব পাৰি এটা কথা কওঁ শুনা।

মই এদিন ৰেলত ফুৰিছিলোঁ। এটা ষ্টেচনত টকা-কড়ি গণি-পিতি লৈ দহ-টকীয়া ছয় খন নোট বেছ কৰি জাপি-জুপি এটা চামৰাৰ ডাঙৰ 'মনিবেগৰ' ভিতৰত থাপ খুৱাই সুন্দৰৰূপে সুমাই থলোঁ।

কিন্তু বেছি টকা আছে, আৰু ছোলাৰ জেপটোও গধুৰ গধুৰ লাগে ; সেইদেখি ৰেলৰ টিকট, নোট আৰু টকা-পইচাৰে ভৰপূৰ বেগটো এটা সৰু হাতনি পেৰাত সুমাই থৈ তাৰ তলাটো বন্ধ কৰি ছাবিপাত উৰমালৰ এটা চুকত বান্ধি জেপত থৈ দিলোঁ।

এই দৰে তিনি ঘণ্টামান আহাৰ পাছত মোৰ যি ষ্টেচনত নামিবৰ কথা, তাৰ ওচৰ পালোঁহি। ষ্টেচনত পেৰা খোলা, বেগ খোলা আহুকাল হব ভাবি, ষ্টেচন নোপাওঁতেই পেৰাটো মেলিলোঁ ; তাৰ পাছত বেগটো আনি তাকো মেলিলোঁ ; আৰু ৰেলৰ টিকট আৰু

কেই অনামান পইচা উৰমালত বান্ধি লৈ বেগটো আৰু হাতনি পেৰাত সুমাই থৈ ছাবি বন্ধ কৰিলোঁ।

ষ্টেচনৰ পৰা ঘৰ পালোঁহি। খোৱা-বোৱা কৰাত দুই এক ঘণ্টা সময় গল। পাছত মোৰ লগুৱাটোৱে কিবাৰ কাৰণে টকা লাগে বুলি কলে। ছাবিপাত লগৰপৰা এৰাই নাই। হাতনি পেৰাটো খুলিলোঁ; বেগটো মেলিলোঁ, আচৰিত। নগদ টকা কেইটা আছে, ভাঙনীয়া পইচাখিনিও আছে; কিন্তু নাই—সেই দহটকীয়া ছয় খন নোটৰ টোপোলাটো।

( ৩ )

এতিয়া নকবা নে যে নিয়মতে টকা হেৰুৱাবলৈ যথেষ্ট কায়দাৰ আৱশ্যক ?

তুমি কি ভাবা কব নোৱাৰোঁ, কিন্তু টকা হেৰোৱাৰ পাছতে যাকে যাকে এই কথা কলোঁ, সেয়ে কলে, 'বাহাদুৰি আছে হলে হয়।'

বিশেষকৈ, প্ৰথমতে মোৰ কথা যি কেইজন লোকে শুনিলে, তাৰ ভিতৰত ডেকা লৰা এজনে হলে মোক মস্ত এজন আহাম্মখ সুবুলি বীৰ বুলি পূজাকে কৰিবলৈ দিহা কৰা যেন লাগিল। তেওঁৰ বয়স ওঠৰ-উনৈশ বছৰ, দীঘল, বগা, ক্ষীণ, মুখত মিল-মিলীয়া দাৰি গোফ, নাকটো তিহ্-তিহীয়া। কলেজত লজিক আৰু অঙ্ক লৈ পঢ়িছিল, সম্প্ৰতি নন্-কো-অপাৰেচন কৰি ঘূৰি মেলি ফুৰিছে। তেওঁ মোক সুধিলে, "ডাঙৰীয়া, এই কথা অসম্ভৱ যেন লাগিছে। ছাবিপাত সদায় আপোনাৰ হাতত আছিল নে ?"

"হয়, এক চেকেণ্ডো মোৰ হাতৰপৰা আন ঠাইত থকা নাই।"

"ভাবি চাওকচোন বাৰু, আপুনি যি ষ্টেচনত টকা গণি ললে, তাতে কি জানি নোট খিনি এৰি আহিল ?"

"উহুঁ। মোৰ সুন্দৰকৈ মনত আছে, নোট খিনি মই জাপি এইদৰে বেগটোত সুমাই থৈছোঁ।" (জাপি থোৱাৰ ভাও দি দেখুৱাই দিলোঁ)

তেওঁ অলপ পৰ ভাবি আকৌ সুধিলে, "আপুনি ঘৰ পোৱাৰ পাছতো হাতনি-পেৰাটো সদায় আপোনাৰ লগতে আছে নে ?"

"হয়, মোৰ চকুৰ আগতে আছে। মুঠে ভাত খোৱা পৰ খিনিত হে নাই। তেতিয়াও কিন্তু মোৰ লগুৱাটো ইয়াতেই বহি আছে।"

"আপুনি বিমোৰত পেলালে। ভাল; আপুনি যিখন গাড়ীত আহিছিল, তাত কোন কোন লোক আছিল কব পাৰে নে ?"

"হয়, খুব পাৰোঁ। কাৰণ মই আহা গাড়ীখনত মুঠে আমি দুজন মানুহ উঠিছিলোঁ; মই আৰু জিতেন বাবু—পাৰলিক ৱাৰ্কচৰ ইঞ্জিনিয়াৰ।"

"জিতেন বাবু যে বুলিছে তেওঁক আপুনি চিনি পায় নে ?"

"হয় পাওঁ। অনেকদিন একেলগে ফুৰা, দেখা, শুনা।"

"বাৰু ? আপুনি কেতিয়াবা হাতনি-পেৰাটো গাড়ীত এৰি বাহিৰত আছিল নে ?"

"হয়, আছিলোঁ, প্ৰায় দহ মিনিট, ইঞ্জিনে পানী লওঁতে, বাহিৰত নামি আন এজন লোকেৰে সৈতে কথা পাতিছিলোঁ।"

"তেতিয়া জিতেন বাবুৱে কি কৰিছিল ?"

"ঠিক মনত নাই। কিন্তু বোধকৰোঁ তেওঁ আগৰটো ষ্টেচনৰপৰাই খবৰৰ কাগজ চাওঁতে চাওঁতে টোপনিয়াই আহিছিল।"

"আ! ঠিক! Another Professor Mortiary দ্বিতীয় প্ৰফেচাৰ মৰ্তিয়াৰি। ডাঙৰীয়া, আপুনি নিশ্চিন্ত থাকক, মই এঘণ্টাৰ ভিতৰতে টকা লৈ আহিম।"

এই বুলি কৈ ঘপহ কৰি ডেকাজন ওলাই গল। তেওঁৰ শেষৰ কথাখিনিৰ অৰ্থ গ্ৰহণ কৰিবৰ আমাৰ সময়েই নহল।

( ৪ )

পাছত হে গম ধৰিব পাৰিলোঁ।—ও, এওঁ চাৰলক্ হোমচ্ আৰু প্ৰফেচাৰ মৰ্তিয়াৰিৰ কথা কৈছে। এওঁ নিজে প্ৰসিদ্ধ ডিটেকটিভ হোম্চৰ চাউল মাৰিবলৈ কাৰবাৰ কৰিছে নেকি ? হোমচ্ দেখোন কাল্পনিক। চাওঁৰেচোন বাৰু কি কৰে ?

এঘণ্টাৰ ঠাইত দুই চাৰিদিন গল। কিন্তু হোমচ্ যশঃস্পৰ্দ্ধী ডেকাৰ হলে খবৰেই নাই।

( ৫ )

এদিন বাটত পুলিচৰ চুপাৰিণ্টেণ্ডেণ্ট্ জনাই লগ পাই সুধিলে, "হেৰি ডাঙৰীয়া, আপোনাৰ বোলে ৰেলত টকা তিনি কুৰি হৰাল।"

মই আচৰিত হলোঁ, এওঁ জানিলে কেনেকৈ ? ইয়াতে কৈ থোৱা ভাল যে পুলিচৰ চাহাব হলেও এওঁ দেশী মানুহ।

মই সুধিলোঁ, "আপুনি জানিলে কেনেকৈ ?"

"কিয় ? আপোনাৰ ডিটেকটিভ নতুন হোম্চৰ পৰা।"

"কি হৈছে কওকচোন, কওক।"

"কি আৰু হব! বেচাৰিয়ে কনানডয়েলৰ গল্পবোৰ পঢ়ি পঢ়ি ভাবিছে যে analysis কৰি ( ভাঙি পাতি বুজি ) গলে সকলো কথাৰে সকলোৱে গম ধৰিব পাৰে। আপোনাত সকলো কথা সুধি-পুছি উঠি সেই ডেকাজনে পোনে পোনে জিতেন বাবুৰ বাহাক গল। জিতেন বাবু ভাগ্যক্ৰমে তেওঁৰ অফিচৰ কামবাত অকলে বহি আছিল। এওঁ গৈয়ে তেওঁক চোৰ ধৰিলে। কলে বোলে, "জিতেন বাবু এই ৰকম ভদ্ৰলোক বদমাইচ পৃথিবীত অনেক আছে ; তাৰে আপুনিও এজন। মোৰ হাতত ধৰা পৰিল। ইকাটি সিকাটি নকৰি অমুকৰ হাতনি-পেৰাৰপৰা যে ৰেলত টকা তিনি কুৰি আনিলে এতিয়া দিয়ক।"

"পাচে, পাচে ?"

"পাচে জিতেন বাবু তো কথা শুনি অবাক। আগেয়ে ভাবিলে, বলিয়া হল। পাছত

ডেকাজনে কোনোমতে নেৰেহে নেৰে। এইদৰে প্ৰায় এঘণ্টা কাল—উপায়ান্তৰ নেদেখি জিতেন বাবুৱে মোলৈ Slip ( শ্লিপ ) দি পঠালে বোলে, 'তেওঁৰ বিপদ, তৎক্ষণাত আহি যাব লাগে।' মই গৈ দেখোঁ এই কাণ্ড।

"ডেকাজনক সুধি-পুছি মই সকলো কথা শুনিলোঁ। শুনি কলোঁ, 'তুমি নিতান্ত মূৰ্খ। এই ভদ্ৰলোক জনক চোৰ ধৰাৰ আগেয়ে তোমাৰ এই বুদ্ধিটো নহল নে যে অমুকে হাতনি-পেৰাৰ পৰা বেগটো উলিয়াই ৰেলৰ টিকট বেলেগাই লওঁতে, নোট কেইখনো ওলাই পৰিব পাৰে। আৰু নোটৰ ফালে অমুকৰ চকু নপৰিবও পাৰে।' শুনি ডেকাজন তেনেই মুচ-কচ যোৱাৰ নিচিনা হল ; আৰু তৎক্ষণাৎ তাৰ পৰা উঠি লৰ দিলে।"

"জিতেন বাবু আৰু মোৰ মস্ত হাঁহি। আপুনি তাৰ পাছত জিতেন বাবুক লগ নাই পোৱা হব পায় ?"

"নাই পোৱা।"

"যি হক, টকা হেৰুৱাই ভাল ডিটেকটিভি কাণ্ডটো কৰালে।"

( ৬ )

"এতিয়া বাৰু কোৱাঁ, এইদৰে টকা হেৰুৱাই বাহাদুৰি আছে নে নাই ?"

১৭।৫।২১

# মেঘ আৰু ভেকুলি

( ১ )

খৰ খৰ ; মাটি ফাটি ছিটাছিটি হৈছে। খেতিয়কৰ ত্ৰাস।

তাকে দেখি ভেকুলিয়ে কলে, "ককাই, ভয় কৰিছা কিয় ? মেঘ মোৰ মিতা। মোৰ বিয়া পাতা, মই মেঘক বৰষুণ দিবলৈ কৈ দিম।"

মহা মেলাৰ দিন—ভেকুলি-বিয়া। দেশৰ লৰা-ছোৱালী, মতা-মাইকী, ঢুলীয়া-খুলীয়া, বামুণ-পুৰোহিত—আটাইবে মহা সাজ-সজ্জা, আনন্দৰ তমবোল।

বিয়া হৈ গল, বৰ সমাৰোহ, বৰ উৎসৱ, কিন্তু বৰষুণ নাই।

( ২ )

খেতিয়কে কলে, "ভেকুলি দেউতা, তোমাৰ বিয়া পাতিলোঁ, মেঘে দেখোন বৰষুণ নিদিয়ে ?"

ভেকুলিয়ে কলে, "ৰবা ককাই, মিতালৈ বাতৰিহে দিছোঁ। ডাঙৰ লোকৰ কথা নহয়, কিছু গহীন-গম্ভীৰেহে হয়।

আৰু দিন গল ; খেতিয়কে ভেকুলিত আৰু গোচৰ জনালে।

ভেকুলিয়ে কলে, "ককাই, তুমি অবুজন। মোৰ মিতাৰ ঘৈণীয়েকৰ মুৰৰ কামোৰ। তেওঁ তোমালোকৰ কথালৈ এতিয়াও মন দিব পাৰা নাই। কোৱাঁচোন বাৰু, তেওঁৰ ঘৈণীয়েকৰ মুৰৰ কামোৰণিতকৈ নো তোমালোকৰ পেটৰ পোৰণি বেছি বুলি ভাবিব পাৰি নে ?"

( ৩ )

এইদৰে আৰু দিন গল। আকৌ খেতিয়কৰ গোচৰ আহিল।

ভেকুলিয়ে সেইবাৰ কলে, "খেতিয়ক ককাই, তোমালোকে মোক বিয়া নিদিলা, বিহ হে দিলা। ইমানকৈ আমনি দিবা বুলি জনাহেঁতেন, মই তোমালোকৰ বাবে ইমান খাটোঁ। কেলেই ? মই বাৰু বাতৰি পঠাইছোঁ। তোমালোক মনে মনে বহি থাকা গৈ। মিছাতে দিগ নিদিবা।"

এইদৰে আৰু দিন গল। খেতি-থালা শুকাই পথাৰত জুই লাগিল, গৰু-মানুহে পিয়াহত কল-মলাই ফুৰিব ধৰিলে।

( ৪ )

অৱশেষত আহিল বৰষুণ ; গুৰু-গম্ভীৰ গৰ্জন কৰি মেঘে কেইটোপামান পানী পৃথিৱীত পেলালে। শুকান মাটিত পৰি পানী শুহি গল। পৃথিৱীৰ পিয়াহত মেলা মুখ মেলাই থাকিল।

ভেকুলিয়ে তবক্ তবক কৰি জনাই দিলে, "নেদেখিছা, খেতিয়ক ককাই, মোৰ মহত্তালি। মই মেঘ মিতাক কোৱা মাত্ৰকে তোমালোকৰ কিমান উপকাৰ কৰিলে। বৰষুণ দিলে, পানী দিলে; আৰু কি লাগে? তেওঁ তোমালোকে মোৰ শলাগ নোলোৱা।"

খেতিয়কে ভাবিলে—'হয়, এওঁৰ কৃপাতেই যি অলপ হল। আৰু জানোচা হয়।'

( ৫ )

এইদৰে আকৌ মহা সমাৰোহ, আৰু মহোৎসৱৰ মহামেলা, ভেকুলিৰ আকৌ বিয়া। গোটাই দেশৰ তিৰী-মুনিহ, লৰা-ছোৱালী, তনহ-মনহ কৰি আহি মেঘৰ মিতা ভেকুলিৰ বিয়াত যোগ দিলে।

সেই দিন ধৰি দেশত ভেকুলি-বিয়া প্ৰচলিত হল।

*　　　*　　　*　　　*

ফল—জানোঁ তাই জানে।

১।১২।২১

# বায়ন

( ১ )

ৰামে আক্ষেপ কৰি সীতাক কৈছিল—"তে হি নো দিৱসাঃ গতাঃ"—যেতিয়া গুৰুজন-সকলে আদৰ-মৰম কৰি আমাক লালন কৰিছিল, সীতা, সেই দিন আৰু আমাৰ নাই।

আমাৰ মাজত অনেকেই সেই প্ৰাচীন আক্ষেপ কৰি কবলগীয়া হয়, "তে হি নো দিৱসাঃ গতাঃ।"

বায়নৰো "তে হি দিৱসাঃ গতাঃ।" যেতিয়া তেওঁৰ খোলৰ ঢা-টিক-ধিং-টি বোল আৰু তেওঁৰ গলৰ সুহাই ৰাগ শুনিবলৈ হাজাৰ-বিজাৰ মানুহ সভাত গোট খাইছিল, আজি আৰু সেই দিন নাই। প্ৰাচীন খোল-কৰতালৰ ঠাই ডাইনা-বাৱা, বেহেলা-হাৰমোনিয়মে অধিকাৰ কৰি বহিছে; প্ৰাচীন ভাওনাৰ ঠাইত যাত্ৰা-থিয়েটাৰৰ আবিভাৱ হৈছে। প্ৰাচীন শ্ৰীকৃষ্ণ, বলৰাম আৰু গোপবালকসকলৰ নাচনৰ ঠাইত মাইকীৰ সাজ পিন্ধা 'ছোকৰা' আৰু কলিকতাৰ নটীৰ নাচৰ আমদানি হৈছে। ভাওনাৰ ধৰ্ম আৰু আনন্দৰ ঠাই থিয়েটাৰৰ আমোদ আৰু অশ্লীলতাই অধিকাৰ কৰিছে।

বায়নৰ "তে হি দিৱসাঃ গতাঃ!" সেই দেখি গাৱঁৰ এক চুকত অনাদৃত হৈ বায়ন পৰি থাকে।

কেতিয়াবা যাত্ৰাৰ কথা শুনি চাবলৈ যায়—আৰু তাত সাজ-পাৰৰ চাক-চিক্য, ৰাধা-কৃষ্ণৰ প্ৰেমাভিনয়ৰ অশ্লীলতা, দৰ্শকৰ মুখত পাণ-চুৰট, মাজে-মধ্যে মদৰ দুৰ্গন্ধ আৰু অন্তৰত অনুভূতি বিহীন আমোদ উপভোগৰ বাঞ্ছা দেখি ব্যথিত হৃদয়খনি লৈ ফিৰি আহে। তেতিয়া মনত পৰে সেইদিনৰ কথা, যেতিয়া শ্ৰীকৃষ্ণ সাজিছিল—কেৱল গোসাঁই-মহন্তৰ লৰাই হে; যেতিয়া ৰঙ্গভূমিত শ্ৰীকৃষ্ণৰ প্ৰবেশ হোৱা মাত্ৰে সমজ্যাৰ লোকৰ হৰি-ধ্বনিৰ ৰোলত আকাশ উপচি পৰিছিল, আৰু সেই মহা-মহিম চিৰন্তন শ্ৰীকৃষ্ণৰ প্ৰীতি-উদ্দেশে দিয়া ভক্তিৰ অঞ্জলি পাই ভাওনাৰ শ্ৰীকৃষ্ণও এক অপূৰ্ব গৌৰৱত উদ্ভাসিত হৈ উঠিছিল! তেনে গৌৰৱময় দিনৰ কথা, যেতিয়া খেৰৰ কালি-নাগে ভক্ত-দৰ্শকৰ প্ৰাণৰ স্পৰ্শ পাই হাজাৰ ফণা ধৰি প্ৰকৃত কালি-নাগ হৈ ফোঁফাই উঠিছিল আৰু মূৰত শ্ৰীকৃষ্ণৰ অৰুণ পদ-কমল লৈ ব্ৰহ্মপুত্ৰত পৰি কৃষ্ণৰ সহিত অন্তৰ্ধান হৈছিল।

সেই প্ৰাণ-ৰসৰ দ্বাৰা উজ্জীৱিত ভাওনাৰো এক দিন, আৰু আজি সংসাৰৰ হেঁচা-ঠেলাৰ মাজত লালসাৰে তৈয়াৰী বিলাস-কৃত্ৰিমতা আৰু অহঙ্কাৰ-পূৰ্ণ থিয়েটাৰৰো এক দিন!

কণ্ব-শিষ্য শাঙ্গৰ্ৰব ঋষিয়ে আশ্ৰম আৰু দুষ্মন্তৰ নগৰ তুলনা কৰি কৈছিল:—

"তথাপীদং শশ্বৎ পৰিচিতবিবিক্তেন মনসা
জনাকীৰ্ণং মন্যে হুতবহপৰীতং গৃহমিব।"

যদিও দুষ্মন্তই সকলো শাস্ত্ৰবিধি পালন কৰে, আৰু ভাল আচাৰত থাকে, তথাপিতো আশ্ৰমত থাকি থাকি জনাকীৰ্ণ ৰাজপুৰীখান মোৰ মনত জুই-লাগা ঘৰৰ দৰে লাগিছে।”

আজিৰ যাত্ৰা আৰু থিয়েটাৰ দেখি এই শ্লোক বায়নৰ মনত পৰি যায়, আৰু কবিৰ লগত অনুভৱ কৰি মনতে ভাবে—এই যাত্ৰা আৰু থিয়েটাৰ “জনাকীৰ্ণং মন্যে হুতবহপৰীতং গৃহমিব।”

( ২ )

গাওঁত মহোৎসৱৰ সময়—ৰাইজৰ সভা। কোনোৱে কলে বঙালী যাত্ৰা অনা যাক, কোনোৱে কলে থিয়েটাৰ পাতা যাক! বুঢ়া কবিৰত্নই কলে, বায়নৰ ভাওনা হক। কবিৰত্ন ধনী, মানী, সম্ভ্ৰমী লোক, তেওঁৰ ডাঙৰ লৰাটো নগৰত উকীল, তেওঁৰ কথা ৰজিল। ৰাইজৰ সভাত বায়নে যাত্ৰা কৰিব, ঠিক হল।

সি কিমান যো-জা! মুখা সাজাই মুখা সাজিলে, পাগুৰি বান্ধাই পাগুৰি বান্ধিলে, খোলৰ য'ত ঘুণ এৰিছিল তাত ঘুণ আৰু য'ত ডন ছিঙিছিল তাত ডন দিয়া হল।

সভাৰ দিন আহিল, সভাৰ খোলাত য'ত ব্যূহ লাগে, য'ত ৰথ লাগে, য'ত ঘি লাগে সকলো ঠিক্-ঠাক্ কৰি সজোৱা হল।

( ৩ )

ঢেৰ মানুহ—সভাৰ খোলাত ইমান মানুহ, বোধ কৰোঁ অনেক বছৰ গোট খোৱা নাই।

ৰাইজে বুঢ়া বায়নৰ নাম শুনিছে—আগৰ দিনত বুঢ়া বায়নৰ যাত্ৰা চাবলৈ কিমান মানুহ জমে, বুঢ়া বায়নে কোন সময়ত কি কথা কয়, বুঢ়া বায়নৰ কোনটো ৰাগ শুনি ৰাইজে কান্দে, আৰু কোনটো ৰাগৰ প্ৰাণ অৱশ কৰা তানত গোটাই সভাই নিজম মাৰি ছোৱালীৰ কোলাৰ মেকুৰীটোৰ দৰে নিজকে পাহৰি যায়—বুঢ়া বায়নৰ এই যশ মানুহৰ মুখে মুখে কথা-ফুটা লৰায়ো এইবিলাক কথা কব পাৰে।

তাতে বুঢ়া কবিৰত্নদেৱে গাৱেঁ-গাৱেঁ, খেলে-খেলে, কাজে-কামে, বুঢ়া বায়নে ডেকা বয়সত কেনেকৈ সভাক সুৰৰ মোহিনী মাৰিছিল আৰু আহা ৰাইজৰ সভাত কেনেকৈ তেওঁৰ আগৰ দিনৰ সকলো কীৰ্তি দেখুৱাব খুজিছে, এইবিলাক কথা লাগাই নালাগাই শুনাই নুশুনাই কৈ ফুৰিছিল। গতিকে কোনোৱে আশা কৰি, কোনোৱে কৌতুহলী হৈ, কোনোৱে ৰং চাবলৈ, এইদৰে সভাত অনেক মানুহ গোট খালে।

লাহে লাহে ৰাতি হল, ঢুলীয়া পৰিল। হৰি-বোল হৰি-বোল ধ্বনিত সভাৰ খোলা তল্-মলাই উঠিল। এনেতে খোলৰ “তা-তা-গিন্-গিন্-তা” বোল বাজি উঠিল। নানা বিধ ৰৰ ধেমালী সৰু ধেমালী বজোৱাৰ পাছত বাজানা শেষ হল। সকলো উদ্‌গ্ৰীৱ—বায়ন কেতিয়া আহে।

মূৰত দীঘল পাগুৰী, কাণত কঁৰিয়া, গাত দীঘল কলা চাপকান্ আৰু গলত সোণাৰ হাৰ

পিন্ধি, আৰু হাতত ৰূপাৰ নাল-লগোৱা বগা চামৰ ঢুলাই বুঢ়া বায়ন ওলাই ৰাইজক আঠু লৈ সেৱা জনালে। আকৌ হৰিধ্বনিৰ ৰোলত সভাত খলক লাগিল। দেখিবলৈ বগা, দীঘল পাতল অথচ পুষ্ট দেহ, দাৰি-গোফ্ খুৰোৱা মুখ, উন্নত নাক আৰু বহল কপাল দেখি কোনে কব—বায়ন বুঢ়াই নে ডেকাই!

কবিৰত্নদেৱে আনন্দত বিভোৰ হৈ কলে—"চোৱাঁ, চোৱাঁ বায়নৰ নব-যৌৱন-সম্পন্ন শ্ৰী।"

চোৱাঁৰ ঢুলাই, ভৰিৰ পাক আৰু হাতৰ মুদ্ৰা দি বায়নে গীত ধৰিলে—

প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন।
সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ॥

নিস্তব্ধ সভাই নিজম মাৰি শুনি থাকিল। গীত কেতিয়াবা চৰা সুৰত উঠিল, কেতিয়াবা ঢিলা সুৰত নামিল। গীতৰ আৰু নাচনৰ চেৰত গোটাই সভা যেন একবাৰ উঠিল একবাৰ পৰিল, একবাৰ নাচিলে, একবাৰ হাঁহিলে, একবাৰ কান্দিলে। সৰোবৰৰ পদুম-ফুলবিলাক যিদৰে মৃদু বতাহে তোলা পানীৰ ঢৌৰ চেৰত হিন্দোল-দোলাই থাকে, গীতৰ আৰু নাচনৰ চেৰত যেন দৰ্শকৰ চিত্ত সেইদৰে ৰসৰ ঢৌত ঢুলি ঢুলি হালি জালি থাকিল। মঙ্গলাচৰণ গীত সমাপন কৰি বায়নে পাক আৰু নাচৰ লগতে খোলাৰ মূৰ পালে, "হৰি বোল হৰি বোল" ৰোলত আকৌ আকাশ ভৰি পৰিল। কি জানি বিদ্যাধৰী আৰু গন্ধৰ্ব সকলেও সেই ৰোল শুনি খোলত চাপৰ দি স্বৰ ছানি স্বৰ্গত ফুনাই গীতৰ ৰাগিনী তুলি ধৰিলে।

এইদৰে ৰূপে, ৰসে, গীতে, গন্ধে একবাৰ উঠি একবাৰ নামি যাত্ৰা শেষ হল। পুহ মাহৰ দীৰ্ঘ ৰজনীয়ে যাত্ৰাৰ জীৱন ৰস পাই যেন নিজৰ কঠোৰ মূৰ্তিটিকো লাৱণী কৰি দিলে। থৰবৰীয়া নিঠুৰ বুঢ়া শীতেও যেন সেই ৰঙতে সঞ্জীৱিত হৈ বসন্তৰ যৌৱন শ্ৰী ধাৰণ কৰিলে।

সেই ৰাতিৰ আত্যন্তিক উত্তেজনা, বুঢ়া কালত ৰাতি উজাগৰে থকা, বা পুহমহীয়া জাৰৰ প্ৰকোপ হেতুকে, সভাৰ পাচদিনাৰপৰা বুঢ়া বায়নৰ জ্বৰ-কফ হল।

তিনি দিনৰ দিনা কবিৰত্নদেৱে বায়নৰ খবৰ কৰিবলৈ গল। "বায়ন তুমি ভাল হবা। ভয় নাই! আমাক আহা বছৰ আৰু গাই শুনাব লাগিব নহয়।"

"ভয় নাই দেৱ! ভালো হম। কিন্তু আহা বছৰ ইয়াতে গাই শুনাব লাগে নে আন কোনো লোকত, তাবে হে ঠিক নাই।"

"কিয়, তুমি চিন্তিত হৈছা কিয়!"

"সমূলি নাই হোৱা দেৱ! সেইদিনাৰ বিজয় যাত্ৰাৰ পাছত মৰণৰ বাবেহে চিন্তিত হৈছোঁ—কেনেবাকৈ সিদিনাৰ গৌৰৱ বিয়লি যায় সেয়েহে চিন্তা। সেই গৌৰৱত মৃত্যু হে মোৰ একান্ত বাঞ্ছাৰ বিষয়।"

"আৰু তোমাৰ গীত শুনিম, বায়ন, তোমাৰ কোনো চিন্তা নাই।"

"নিশ্চয় দেৱ, আপুনিও শুনিব, ময়ো শুনাম। কিন্তু এই লোকত আৰু নহয়।"

বুঢ়া বায়নে বুঢ়া কবিৰত্নদেৱক সেৱা জনালে। বুঢ়া লোকৰ চকুৰ চুকত যদি পানী বিৰিঙে, কিজানি এই দুই পুৰণি বন্ধুৰ চকুতো বিবিঙিছিল, কোনে জানে।

( ৫ )

দুই দাঁৰমান বেলিৰ পাছত কাষত বহি থকা মানুহৰ আগত কবিৰত্নই হৰ্ষ-বিষাদিত হই কইছে, "বুঢ়া বায়নটো বৰ পুণ্যবান আছিল। ভীষ্মৰ দৰে উত্তৰায়ণকে বাট চাই আছিল, কালি উত্তৰায়ণ সংক্ৰান্তি গইছে মঠে, আৰু দেখা, এটাও পুষ্কৰ নাই।"

# পিয়াহৰ পানী

(১)

"পানী—পানী ঐ—পানী—ও মাই, পানী।"

মাকৰ একেটি সন্তান। দহ বাৰ দিন জ্বৰ। চোৱা ভাৰ পৰিল মোৰ মূৰত। মই মেডিকেল পৰা ডাক্তৰি পাচ কৰি তাতেই 'হাউছ-ছাৰ্জন' আছিলোঁ। কলেজত মেডেল পাইছিলোঁ। তেতিয়া চৰকাৰী এচিষ্টেন্ট ছাৰ্জন হৈ ওলাই আহিছোঁ।

মই দেখিলোঁ জ্বৰ টাইফয়েড্। ইয়াৰ উপসৰ্গ হৱলৈ বহুতো আছে। প্ৰধান এটা পেট ফিকা। পানী খালে পেট ফিকাত সহায় হে কৰিব। সকলোকে টানকৈ কৈ দিলোঁ

"সাৱধান, বৰ পিয়াহ লাগিব, কিন্তু পানী নিদিবা। দুটা এটা ডালিমৰ গুটি, অকণমানি মিছিৰী, দুই এক চামুচ পানী মিহলোৱা গাখীৰ বা চাগু-পানী—বছ! কিন্তু পিয়াহ পলাই পানী দিবা, তেনে সৰ্বনাশ।"

নৰিয়া সন্তানৰ পিয়াহত অণ্ঠ-কণ্ঠ শুকাই যায়, ক্ষীণ মাতেৰে কয়,—"পানী—ও মাই, এটোপ পানী।"

সন্তানৰ দুখত মাকৰ অণ্ঠ-কণ্ঠ শুকাই যায়। মনৰ উচ-পিচনি সমস্ত শৰীৰত বাগৰি ফুৰে। কিন্তু ডাক্তৰৰ হাক।

"বাছা—ও বাছা—ভাল হোৱা মইনা—পিযাহ পলাই পানী দিম"—গিৰগিৰকৈ চকুলো ওলাই মাকৰ মুখ ভিজে, নৰিয়াৰ শেতেলি ভিজে। মাকৰ কান্দন দেখি নৰিয়াই অলপমান পৰ মনে মনে থাকে।

আকৌ পিয়াহে অন্তৰাত্মা শুকাই আনে। অতি কষ্টে বাগৰ সলাই অতি ক্ষীণ সুৰত মাতে মুঠে এটোপ—এটোপ পানী।"

কি পাপত ডাক্তাৰ কৰি প্ৰজিলা প্ৰভু।

সকলোৰে শাস্ত্ৰত কয়, ডাক্তাৰ কবিৰাজে কিবা আয়ু দিব পাৰে নে? সম্ভৱতঃ নোৱাৰে। কিন্তু—আয়ু নিব নোৱাৰে নে?

(২)

যাক, জানোতাই হে জানে!

কেইই বছৰ যে হল ঠিক হিচাব কৰিব নোৱাৰিম। আৰু কিমান ঠাই যে সলালোঁ তাৰো লেখ দিব নোৱাৰিম।

এদিন গুৱা অ-মান বজাত আস্পাতালত আছোঁ। কেইজনমান ডেকা ল্বাই এজনী অতি

জীৰ্ণ অৱস্থাৰ মাইকী মানুহক লৈ আহিছে। দেখিলেই বুজা যায়, বলিয়া। বাটৰ কাষত পৰি আছিল, প্ৰায় মৃত অৱস্থাত।

"ও বাছা পানী খোৱা—মইনা পানী"—অতি ক্ষীণ মাতত তাই এই কথা কয়; আৰু গিৰগিৰকৈ চকুলো পৰি তাইৰ মুখ ভিজে, তাইৰ পিন্ধা ফটা কানিখন ভিজে আৰু তাই থিয় দিয়া তলৰ মাটিও ভিজি উঠে।

চিনিবৰ বাকী নাথাকিল। হায় বিধাতা যাৰ সন্তানক মই ডাক্তাৰী বিদ্যাৰে হত্যা কৰিলোঁ, তাক এই দুৰ্দশাগ্ৰস্ত কৰি মোৰ হাতত পেলাই দি মোকেই শাস্তি দিছা নেকি?

পতিপাল কৰালোঁ। কিন্তু স্নেহৰ জীৱন্ত মূৰ্তিস্বৰূপা মাতৃৰ উপযুক্ত ঠাই পৃথিৱীত নাই। এদিনো এটোপা পানী নাখাই পিয়াহত অণ্ঠ-কণ্ঠ শুকাই মাতৃয়ে মৰ্ত্যভূমি এৰিলে।

(৩)

আৰু এতিয়া—কু-বিজ্ঞানেৰে দুটি জীৱৰ হত্যা কৰি, চেনেহৰ কোমল অন্তৰ তীক্ষ্ণ-বিষেৰে নষ্ট কৰি—এতিয়া ডাক্তাৰী শাস্ত্ৰে কয়—টাইফয়েড হলে নৰিয়াই খাব খোজে মানে পানী দিবা! স্বভাৱক বাধা নিদি সহায় কৰিবা।

ধিক্ বিজ্ঞান! ধিক তোৰ আত্মম্ভৰিতাৰ মহামূৰ্খামি!

# চিকাৰী আৰু হাঁহ

( ১ )

শৰৎ কাল, আকাশ নিৰ্মল , মাজে মাজে বগা মেঘ কিছুমানে ইনাই-বিনাই ভাহি ফুৰিছে। আকাশৰ মাজেৰে কল্ কল্ কাকলি কৰি বগা হাঁহৰ শাৰী উৰি গৈছে , দূৰৰ পৰা শুনি, নদীৰ মধুৰ কল্লোলৰ দৰে , দেখি প্ৰকৃতি দেৱীৰ বিশাল নিতম্বত ওলমি পৰা মেখলাৰ দৰে।

এটা মতা হাঁহে মাইকীক কৈছে, "আমি এইবাৰ গৈ বিলৰ নিজান চুকত ঘৰ পাতিব লাগে যাতে কোনো শত্ৰুএ দেখা নাপায়। বিশেষকৈ বন্দুকবালা মানুহৰ পৰা দূৰত থাকিবই লাগিব। ইফালে পোৱালি দুটাও হল ডাঙৰ। তাহাঁতকো শিকাব লগীয়া কথা বহুত আছে। আহা জহৰ দিন কেইটা মানস সৰোবৰত কটাবলৈ প্ৰথমে যি শিকনি দিব লাগে, তাক তুমিয়েহে দিব লাগিব। মই বাহিৰত পাহাৰা দি থাকিম। কোনো ভয় নাই।"

মাইকী হাঁহে উদাৰ আকাশৰ সৌন্দৰ্য্যত, স্বামীৰ প্ৰেমত, পোৱালীৰ স্নেহত পমি গৈ কল কল্ কৰি আনন্দ ধ্বনি কৰি উঠিল।

( ২ )

তলত আছিল চিকাৰী , হাতত বন্দুক, বন্দুকত চাৰা গুলীবালা কাৰ্ট্ৰিজ খাজা। ওপৰত হাঁহৰ কল্ কল শব্দ শুনি বন্দুকটো দাঙি ধৰিলে , আৰু হাঁহলৈ টোঁৱাই আবাজ কৰিলে - গুৰুম।

দুটা হাঁহ ধৰ ফৰ কৰি মাটিত বাগৰি পৰিল—সেই মতা হাঁহটো, তাৰ সংসাৰ পাতাৰ অসীম আকাঙ্ক্ষাৰে সৈতে আৰু তাৰ বৰ পোৱালিটো, যাৰ ওপৰত মতা-মাইকীৰ আছিল দুৰ্দিনৰ আশা আৰু যাৰ নতুন জীৱনে কোমল অঙ্কুৰৰ দৰে অসীমলৈ স্নিগ্ধ দৃষ্টিৰে চাবলৈ শিকিছিল মাথোন।

( ৩ )

চিকাৰীৰ ঘৰত বৰ আনন্দৰ দিন। দুটা পাচি যেন হাঁহ, মঙহে তেলে থল-থলাই আছে। তাতে তেওঁৰ বৰ, পুতেক আজি দূৰ দেশলৈ যাব, বিদ্যা আৰ্জিবৰ অৰ্থে, সুখৰ আহিলা গোটাবলৈ, ভবিষ্যতত নিজৰ পিতৃ-মাতৃৰ ভাই-ভাগীৰ গৌৰৱ আৰু সুখ বৃদ্ধি কৰিবৰ উদ্দেশ্যে।

( ৪ )

হায় মায়া-মুগ্ধ মানৱ, তোমাৰ জীৱন, তোমাৰ সুখ-দুখ, তোমাৰ জল্পনা, তোমাৰো আশা-ভৰসা এনেকুৱাকৈ কোনো কাল মুহূৰ্ত্তত লয় হৈ নাযায় নে ? জানা জানো তোমাৰ চিকাৰী কোন ?

১৫।১১।২০

# মানুহৰ সৃষ্টি

( ১ )

ব্ৰহ্মা সৃষ্টি কাৰ্যত মত্ত। কত সহস্ৰ প্ৰকাৰৰ জীৱ সৃজন কৰিলে তাৰ ইয়ত্তাই নাই। গছ-বৃক্ষ—প্ৰকাণ্ড প্ৰকাণ্ড একো ডাল, তাৰ পাত, ফল, ফুল, ছাল- সকলো সুৰক্ষিত, গাত খোপাখোপ কাঁটা—তাৰ আত্মৰক্ষাৰ অস্ত্ৰ।

জীৱ জন্তু—কাৰো আকৃতি পৰ্বতৰ শৃঙ্গৰ দৰে বিশাল আৰু মজবুত, কাৰো ছাল লোহাৰ পাতত কৰিও ডাঠ আৰু ঘন, কাৰো দাঁত-নখ সুতীক্ষ্ণ অস্ত্ৰত কৰিও চোকা আৰু তিহ্‌তিহীয়া, কাৰো লোমাৱলী পচমৰ অত্যাৎকৃষ্ট বস্ত্ৰত কৰিও কোমল আৰু গৰম।

পোক-পৰুৱা—কাৰো মুখত সুতীব্ৰ বিষ, কাৰো শুঙত সাক্ষাৎ হলাহল, কাৰো গঠন তাৰ আবাস ভূমিৰ লগত অভিন্ন, অৱস্থা বুজি কাৰো গাৰ বৰণৰ পৰিবৰ্তন।

পশু পক্ষী—কোনো দৌৰত সুপটু, কোনো আত্মৰক্ষাত ধীৰ স্থিৰ, কোনো উৰণত বায়ুৰ তুল্য, কোনো চিকাৰত, ঘ্ৰাণত, দৃষ্টিত সৃষ্টিৰ মাজত অতুলনীয়।

ব্ৰহ্মাদেৱে স্বৰ্গীয় বুদ্ধিৰ পৰাকাষ্ঠা দেখুৱাই নিজৰ ওপৰতে ভৰ দি চলিব পৰা কৰি অসংখ্য জীৱ সৃষ্টি কৰি তেওঁৰ কাৰখানা ভৰাই থলে। বিষ্ণুদেৱে আহিলে, আৰু তেওঁ ভাল বুলিলে সেইবিলাকক সংসাৰত মেলি দিব লাগে।

(২)

ব্ৰহ্মাদেৱৰ আছিল এজনী জীয়েক—কথা ফুটিছে, চাৰিও ফালে দাউৰি-হাউৰি ফুৰে. আৰু আদৰৰ অত্যাচাৰ কৰি ব্ৰহ্মাদেৱক আৰু তেওঁৰ গৃহিণী সাবিত্ৰী দেৱীক অস্থিৰ কৰি তোলে। কোনো দিনা অমৃত খাব নাপাই কান্দন, কোনো দিনা অমৃত খাব পাই হাৱা-ৰাৱা; কোনো দিনা তৰা ফুলবোৰ ফুটে দেখি গাউৰি, আৰু কোনো দিনা নুফুটে দেখি হাহাকাৰ।

ব্ৰহ্মাৰ জীয়েকৰো পিতৃ-দেৱতাক অনুকৰণ কৰি কিবা এটা সৃষ্টি কৰিবলৈ মন গল—সৰু লৰা-ছোৱালীয়ে যিদৰে জেকৰ বৰ-কইনা সাজে।

সৃষ্টি-পদাৰ্থৰ ছেৰা-ছোছোৰা যত যি পালে, ব্ৰহ্মাদেৱে নাজানা কৰি আনি জীয়েকো সৃষ্টি কাৰ্যত লাগি গল। ফলত হল লেট-পেটু লোপ-সোপ এটা মূৰ্তি, তাৰ ছাল হল সকলোতো কৰি পাতল, দাঁত হল ভোতা নিচেই চুটি, নখ নাই বুলিলেই হয়, জাৰ-তাপৰ পৰা ৰক্ষা পাবলৈ লোমবিহীন, আটি বান্ধিব নোৱাৰাত গাটোৰ বান্ধন হল ঢিলা. দাঁত আৰু মুখ কোমল হোৱাত খাব নোৱাৰা হল সি একোকে।

জীয়েকৰ কাণ্ড দেখি ব্ৰহ্মাদেৱৰ পকাদাঢ়ীয়া সুমথিৰা দৰে ৰঙা আৰু নিতোল চাৰিও মুখৰ খিল খিল কৰি হাঁহি উঠিল। সাবিত্ৰীক মাত লগাই কলে, "হেৰা, চোৱাহি তোমাৰ আপীৰ কীৰ্ত্তি!"

মাক আৰু পিতাকৰ হাঁহি দেখি জীয়েক লাজতে জঁয় পৰি গল, আৰু ফেঁকুৰি ফেঁকুৰি কান্দিব ধৰিলে। কোনো প্ৰকাৰে সান্ত্বনা নাই।

শেষত সাবিত্ৰী দেৱীএ কলে, "নাকান্দিবি আই, নাকান্দিবি। তোৰ বিষ্ণু খুৰা আহক বাৰু, এই মূৰ্তিকে পিতাৰৰ সকলো মূৰ্তিৰ ওপৰত ৰাজা কৰিহে এৰিম।"

(৩)

সৃষ্টি কাৰ্য প্ৰায় শেষ হল। বিষ্ণুদেৱ পৰিদৰ্শনৰ কাৰণে উপস্থিত।

ব্ৰহ্মাদেৱে চামে চামে, থাকে থাকে, জাতে জাতে নানা প্ৰকাৰ গছ-লতা, জীৱ-জন্তু. পশু-পক্ষী, কীট-পতঙ্গ দেখুৱালে। সিবিলাকৰ গঠন-কৌশল আত্মৰক্ষাৰ উপায় সকলোকো ভাঙি পাতি বিষ্ণুদেৱৰ আগত প্ৰকাশ কৰিলে। বিষ্ণুদেৱ ব্ৰহ্মাৰ সৃষ্টি-কৌশল দেখি বৰ খুচি হল; আৰু ব্ৰহ্মাৰ বুদ্ধিক খুব তাৰিফ কৰিলে।

কাম-কাজ হৈ যোৱাৰ পাছত ব্ৰহ্মাদেৱ আৰু বিষ্ণুদেৱ একেলগে খাবলৈ বহিল গৈ। থালত অমৃতৰ ভিন্ ভিন্ সহস্ৰ প্ৰকাৰ খাদ্য আৰু চাৰিওফালে অমৃত-ৰসৰ পানীয়।

এনেতে বিষ্ণুদেৱে কাণলৈ উচুপি উচুপি কান্দাৰ শব্দ গল যেন পালে। তেওঁৰ মনত পৰিল ব্ৰহ্মাৰ জীয়েকৰ কথা। বুঢ়া কালত হোৱা একেটি সন্তান; কিবা কথাত অনাদৰ যেন পাই তায়ে নিশ্চয় কান্দিছে! তেওঁ সুধিলে, "দাদা, আপোনাৰ মাইছানাজনী ক'ত?"

ব্ৰহ্মাৰ গম্ভীৰ মুখৰ হাঁহি দাবি আৰু গাম্ভীৰ্য্য ভেদ কৰি বাহিৰ ওলাল; সাবিত্ৰীএ ভিতৰতে মুখ টিপি হাঁহিলে।

ব্ৰহ্মাই কলে, "কি কবা তাইৰ কথা। তাই মোক সৃষ্টি কৰা দেখি, তাৰে কৰবাৰ পৰা কি এক সোপা গোটাই এটা কিম্ভুত-কিমাকাৰ সাজি থৈছে; না-আছে তাৰ গাৰ বান্ধ, না-আছে তাৰ আত্মৰক্ষাৰ উপায়, না-আছে তাৰ আহাৰ আহৰণৰ সম্বল। এতিয়া তাইক বোলে সেইটোকে সৃষ্টিৰ ৰাজা কৰি দিব লাগে। এইজনীৰ অত্যাচাৰত অতিষ্ঠ হৈ উঠিলোঁ।।"

জীয়েক আছিল ওচৰতে কৰবাত নেদেখাকৈ। তাই আধা হাঁহি আধা কান্দি কৈ উঠিল, "কিয়, খুৰা আহিলে মায়ে মই সাজা সোণটোকে ৰাজা পাতি দিব সুখুজিছিল নে? এতিয়া না-আছে তাৰ গাৰ বান্ধ, না-আছে তাৰ ই, না-আছে তাৰ সি, এইথন চেলাইছে!"

বিষ্ণুদেৱৰো উঠিল অলপমান হাঁহি। তাকে দেখি তাইৰ আৰু খং উঠিল, "খুৰা, তুমিও সেই একে, একে বুঢ়াৰ একে ভাই। তইঁতৰ লগ নহওঁ।"

(৪)

ব্ৰহ্মা আৰু বিষ্ণুৰ ভোজন শেষ হল; মুখ-শুদ্ধি কৰিলে। তেতিয়া বিষ্ণুদেৱে হাঁহি হাঁহি কলে, "বাৰু আই, বাচোন তোৰ সৃষ্টিৰ কীৰ্তিটো লৈ আহ।"

ব্ৰহ্মাৰ জীয়াৰী তৎক্ষণাৎ হাজিৰ। বিষ্ণুদেৱে সুধিলে, 'ইয়াৰ নো নাম কি ?" ব্ৰহ্মাৰ জীয়েকে কলে, "ইয়াৰ নাম 'মা-নৱ,' নতুন মাই।"

"বাৰু, এইটোকে ৰজা কৰি দিব লাগে হবলা ?"

"লাগেতোন। তুমি দিবা বুলি মায়ে কৈ থৈছে নহয়।"

"মায়ে যদি কৈ থৈছে, হবই লাগে। তোৰ মাৰা-সাবিত্ৰী দেৱী--জ্ঞানৰ অধিষ্ঠাত্ৰী। তেওঁৰ কথা অথলে নাযায়। বাৰু দাদা, তুমিতো এইবোৰ সৃষ্টি কৰিলা ; ৰজাও তো এজন লাগিব ; তুমি নো কাক ৰজা পাতিবা বুলি ভাবিছা ?"

ব্ৰহ্মাই কলে, "সেই কথা মই ভাবাই নাই। এতিয়া তোমাৰ লগত দিহা-পৰামৰ্শ কৰি এজনক পাতিলেই হব।"

"কাক নো পাতিবা ? তুমি দেখোন প্ৰত্যেককে একোটা বিশেষ শক্তি দিছা। কোন ডাঙৰ কোন সৰু কেনেকৈ ঠিক কৰিবা ? মই কওঁ ইয়াকে, মাইছানাৰ মানৱকে ৰজা পাতোঁচোন।"

ব্ৰহ্মাদেৱৰ জীয়েকৰ আনন্দৰ সীমা নাই। "হয়, খুৰা হয়। পাতা। ই খুৰা ভাল ৰজা হব !"

ব্ৰহ্মাদেৱৰ হাঁহি উঠিল, "তোমাৰো কথা বিষ্ণু ! তুমিয়েহে লৰা-ছোৱালীৰ লগত এইবোৰ ধেমালি কৰিব পাৰা।"

"ধেমালি নহয়, দাদা, বৌদেৱে কোৱা কথা ৰাখিবই লাগিল। চাওঁ, আই, লৈ আহ তোৰ মানৱক।"

ব্ৰহ্মাৰ জীয়েকে মূৰ্তিটি বিষ্ণুৰ ওচৰলৈ নিলে। বিষ্ণুৱে অতি সন্তৰ্পণে মানৱৰ মুখত অমৃতৰ কণা এটি সুমাই দিলে।

ব্ৰহ্মা আচৰিত হৈ কৈ উঠিল, "কি কৰিলা বিষ্ণু ! ই যে অমৃত !"

'হয় দাদা, অমৃতেই। ই অমৃতৰ এই কণা পাই অমৰ হব। আৰু ৰবা।"

এই বুলি বিষ্ণুদেৱে থুহ্ কৰি নিজৰ আঙুলিটো ফুটাই তাৰ পৰা দুগ্ধফেনৰ দৰে শুভ্ৰ আৰু কোমল তেজৰ বিন্দু এটা মানৱৰ শৰীৰত ভৰাই দিলে।

ব্ৰহ্মাদেৱ উচাপ খাই উঠিল। "বিষ্ণু, বিষ্ণু, কি কৰিলা ! ই যে বিষ্ণু-তেজ !"

"হয় দাদা, ই বিষ্ণু-তেজ। এই তেজৰ বলতে ই সৃষ্টিৰ ৰজা হব। এই তেজ-কণা তাঁহাতৰ গাত মন, আত্মা, বুদ্ধি, চিত্ত আদি নানা নামত জনাজাত হব।"

( ৫ )

তেতিয়া বিষ্ণুদেৱে ব্ৰহ্মাৰ জীয়েকৰ ফালে চাই কলে, "আই, তোৰ মানৱক মই অমৃতৰ

এক কণা আৰু মোৰ তেজৰ এক বিন্দু দিলোঁ। ইয়াৰ প্ৰভাৱত তাৰ জীৱন কণ্টকীয়া হোৱাতো সি দেৱ-বাঞ্ছিত অমৰত্ব পাব ; তাৰ শৰীৰ সকলোতো কৰি ৰক্ষা-শূন্য আৰু দুৰ্বল হোৱাতো সি সমস্তকে বশ কৰি সকলো সৃষ্টিৰ ৰাজা হব। তই ইয়াক ধেমালি কৰিবলৈ সৃষ্টি কৰিছিলি ; ইয়াৰ ক্ৰিয়া—কলাপো তোৰ ধেমালিৰ লগত একে হব। তোৰ মাতৃ-দেৱী সাবিত্ৰী দেৱী জ্ঞানৰ অধিষ্ঠাত্ৰী ; তেওঁৰ কথামতে ইয়াক ৰাজা পাতিলোঁ ; ই জ্ঞানৰ গৰাকী হব। নি আই, এতিয়া আৰু নাকান্দিবি, বং কৰ।”

১।১০।২১

—:*:—

# পূজাৰী

## ( ১ )

ঘৰত বাল-গোপালৰ বিগ্ৰহ—কিমান পুৰুষৰপৰা চলি আহিছে তেওঁৰ পূজা-সেৱা, তাৰ হিচাব নাই।

পূজাৰী আৰু তেওঁৰ ঘৈণী। পূজাৰীএ ফুল তোলে, পূজা কৰে; ঘৈণীএ নৈবেদ্য সজায় আৰু ভোগ ৰান্ধে।

ৰজাৰ দিয়া ভোগধনী মাটি; ভোগৰ অপ্ৰতুল নাই। সেই ভোগৰেই দুয়ো প্ৰসাদ লয়; আয়-অতিথি মা-মগনীয়া-লৈকো এমুঠি হয়।

মূৰ্তি গোপাল সাক্ষাৎ গোপাল। তেওঁৰ নামত কল-গোপালভোগ সলে হৰোৱা গৰু পায়, নৰিয়া মৃতকৰপৰা ফিৰি আহে।

পূজাৰী-পূজাৰিণীৰ এনেকৈ দিন যায়। একোৰে অভাৱ নাই; একোৰে দুখ নাই।

নিৰ্মল শান্তিত বাল-গোপালৰ থান বৈকুণ্ঠ-পুৰৰপৰা উভালি আনা এটা খণ্ডৰ দৰে শোভা পাই থাকে।

## ( ২ )

এইদৰে দিন যায়। কিন্তু অশান্তিৰ কাম-ছায়া দেখা নেদেখাকৈ হঠাৎ পৰে—ঘৈণীৰ অতদিনে কোনো সন্তান নাই; পূজাৰীৰ পাছত সাতাম পুৰুষীয়া বিগ্ৰহৰ পূজা বন্ধ হয় নেকি!

পতি-পত্নীৰ মনত দুখ। দিনে দিনে পূজাৰ সময়ত গধূলি গধূলি আৰতিৰ পৰত, স্বামী-স্ত্ৰী এ নীৰৱে দেৱতাত প্ৰাৰ্থনা জনায়—'গোপাল এটি তোমাৰ সেৱক, তোমাৰ দাসানুদাস দান কৰা'। মূৰ্তি গোপালৰ মুখ যেন হাঁহিত দীপ্তি পাই উঠে।

দৰ্শনাৰ্থী যাত্ৰী, কল-গোপালভোগ আনা লোক সকলোএ নিজে আশীৰ্বাদ লোৱাৰ পাছত গোপালক খাটনি ধৰে, "প্ৰভু গোপাল, কৃপা কৰা, তোমাৰ সেৱা-যত্ন চলি থাকাৰ এটা বিধান কৰা।"

মূৰ্তি গোপালৰ মুখ যেন কিবা ৰহস্যত প্ৰকাশিত হৈ উঠে।

## ( ৩ )

ক্ষীন আলোক ৰেখাই বাতিপুৱাৰ আগজাননী দি গল।

পূজাৰী চক্মক্ খাই সাৰ পাই উঠি গোপাল বিষ্ণু নাম স্মৰণ কৰি কলে, "শুনিছা, ইমান দিনৰ মূৰত গোপালৰ দয়া হল কিজানি! মই এতিয়াই সপোনত দেখিলোঁ, বাল-গোপালে ৰহস্যময় হাঁহি মাৰি মোৰ গলত সাবট মাৰি ধৰিছে।"

পূজাৰিণীএ স্বামীৰ ভৰিত পৰি সেৱা কৰি কলে, "প্ৰভুৰ কৃপা; ময়ো ঠিক এই সপোনটোকে দেখি সাৰ পালোঁ।"

সেই দিনা বাল-গোপালৰ পূজাত আনন্দ আৰু আকাঙ্খাৰ নতুন কিৰণ এছাটিএ খেলি গল। স্বৰ্ণ কমলৰ দৰে মূৰ্তিৰ বদন-কমল মৃদু হাস্যেৰে উদ্ভাসিত হৈ উঠিল।

( ৪ )

বাল-গোপালৰ থানত নন্দনৰ আনন্দ ধ্বনি ফুটিল। শিশুৰ হাঁহি-কান্দন নাচন-বাগনত থানত যেন প্ৰকৃত গোপালৰ আবিৰ্ভাৱ হল।

পূজাৰী পূজাত বহে—কিন্তু মনটো থাকে, মূৰ্তি গোপালত নহয়, সেই জীৱন্ত গোপালত, যাৰ হাঁহি, যাৰ কান্দন, যাৰ আধা ফুটা মাতে পূজাৰী-পূজাৰিণী আৰু থানৰ যাত্ৰীবিলাকৰ অন্তৰ-আত্মাত আনন্দৰ হিল্লোল তুলি দিয়ে। আসন পাতি ধ্যান কৰিবলৈ বিচাৰে বাল-গোপালৰ মূৰ্তি ; ধ্যানৰ সংযমন হয় আহি এই জীৱন্ত গোপালত। সবিতৃ-মণ্ডল-মধ্যবৰ্ত্তী নাৰায়ণৰ ধ্যান কৰোঁতে, ধ্যান-চকুত ফুটি উঠে ধূলা-ধূসৰিত নিপোটল সুকুমাৰ সুকোমল শৰীৰৰ এই চলন্ত আনন্দ-মূৰ্তি।

পূজাৰীৰ গা শিয়ৰি উঠে—অতকালৰ বিগ্ৰহ ; পূজাত ক্ৰটী হলে জানোচা শিশুৰ অমঙ্গল হয়।

পূজাৰিণীএ পূজাৰ্ পাছত, আৰতিৰ অন্তত, সভক্তি সেৱা জনাই, সকলো বাসনা গোপালত সঁপি দিবলৈ ইচ্ছা কৰে ; কিন্তু সেৱাৰ ভিতৰত মনশ্চক্ষুৰে দেখে এই গোপালক, যাৰ প্ৰাণময় হৰ্ষৰ খেলাত, মলয়াৰ বাত বসন্ত-ফুলনিৰ দৰে, সমস্ত অস্তিত্ব নাচি থাকে। পূজাৰিণীৰ গা কঁপি উঠে—বাছাৰ বা কি অশুভ হয়।

( ৫ )

এইদৰে দিন যায়।

* * * *

হঠাৎ আৰ্তৰাৱ শুনি পূজাৰী পূজাৰিণীএ ওলাই চায়—স্নেহেৰে গঠিত আকাঙ্ক্ষাৰে পালিত সুকুমাৰ শৰীৰত সৰ্পৰ দংশন।

* * * *

আকাশ ক'লা পৰি গল। শান্তিৰ আশ্ৰম শোকৰ গভীৰ ছাঁই ঢাকি পেলালে।

এই শ শ বছৰৰ ভিতৰত বাল-গোপালৰ পূজাত সেই দিনা কিজানি অলপ খুঁত ৰল।

* * * *

এইদৰে দিন যায়। সহস্ৰ মধুৰ স্মৃতিয়ে শোক উদগাই দিয়ে ; সহস্ৰ সহস্ৰ অনাদৰ আৰু উপেক্ষাৰ নিকৰুণ সুৰে প্ৰাণৰ অন্তস্থলত শোকৰ ৰাগিনী তোলে।

পূজাৰিণীএ কান্দে—সমস্ত শৰীৰ আৰু মনৰ সেই কান্দন, তাত অশ্ৰু নাই, বিলাপৰ হাহাকাৰ নাই।

পূজাৰীএ সান্ত্বনা দিয়ে—"শোক নকৰিবা। প্ৰভু গোপালে শৰীৰ ধৰি যি কেইদিন আমাৰ লগত তুখ খাই গল, সেয়ে যথেষ্ট কৃপা নহয় নে ?"

# দৰ্শন

## (১)

কলিকাতাৰ কলেজত পঢ়োঁ, মেছত থাকোঁ। আমাৰ ঘৰটো দোতালা, তাৰ গাতে লাগা তেতালা ঘৰ এটা। ইয়াতে এঘৰ বঙালী মানুহ থাকে।

ঘৰত কোন আছে নাই কব নোৱাৰোঁ। কিন্তু তেতালাৰ ছাদত দেখোঁ কেইটামান ছলি ভাঠী পৰত ৰং-ধেমালি কৰি থাকে।

সেই দিনা কলেজৰপৰা আহি পানীৰ কলৰ কাষত থিয় হৈ মুখ ধুইছোঁ। কলটো দুয়োটা ঘৰৰ যিখন সাধাৰণ দেৱাল তাতে লাগা।

হঠাৎ এটা বিকট চিৎকাৰ শুনি চাওঁ, ওপৰৰপৰা গিৰিপ কৰি ছলি এটা আহি মোৰ ওপৰতে পৰে।

তেতিয়া কেনেকৈ এই কামটো কৰিছিলোঁ, কব নোৱাৰোঁ। বোধ কৰোঁ শৰীৰ-যন্ত্ৰই এইদৰে আকস্মিক বিপদৰ প্ৰতিকাৰ কৰে।

কিন্তু এই ঘটনাৰ আকস্মিকতা অলপ কম পৰাত দেখিলোঁ যে মোক আমাৰ মেছৰ লৰা-বিলাকে আৰু বঙালী ঘৰৰ মানুহ কেইজনমানে বৰ বাহাবা দিছে—মই ওপৰৰপৰা পৰা ছলি-টোক আলাগতে ধৰিলোঁ, আৰু এইদৰে তাইক অৱশ্যম্ভাবী মৃত্যুৰপৰা ৰক্ষা কৰিলোঁ।

তাই আঠ ন বছৰমানৰ ছোৱালী এজনী।

## (২)

কোৱা বাহুল্য যে বঙালী ঘৰৰ লগত মোৰ চিনাকি হল।

এই ঘটনাকে সূত্ৰ কৰি তেওঁলোকে আমাৰ মেছৰ সকলোটিকে এদিন বৰ ডাঙৰ ভোজ পাতি খুৱালে; মোক ছোৱালীজনীৰ দাদা পতাই দিলে।

তাৰ পাছত প্ৰায় দুদিনে তিনদিনে মোৰ নিমন্ত্ৰণ আছেই। আজি কাৰ্তিক পূজা কালি গোপাষ্টমী ব্ৰত, পৰহি জীৰ তত্ত্ব আৰু এদিন বোৱাৰীৰ তত্ত্ব—এইদৰে নিতৌ নহলেও, প্ৰায় সদাই, সন্দেশ, ৰসগোল্লা আৰু কিবাকিবি পিঠাৰে মোৰ অপৰাহ্নিক ভোজনটি তাঁহাতৰ ঘৰতে সমাধা হবলৈ ধৰিলে। আগৰ চিনাকিও গহন হল।

দুৰ্ভাগ্যাক্ৰমে আন ছাত্ৰই বিশ্ববিদ্যালয় দৌৰৰ যি জপনাবিলাক চাৰি বছৰত পাৰ হয়, তাত মোৰ সাত বছৰ লাগিল।

এই সাতো বছৰ অৱশ্যে মই আগৰ ঘৰটোৰ মেছতে থকা নাছিলোঁ। কিন্তু পৰিচয় হোৱাৰ পাছত এই সাতো বছৰে বঙালী ঘৰৰ লগত আহা যোৱা, জলপান খোৱা চলি আছিল।

বঙালী গৃহস্থজনৰ নাম সুশীল বাবু। তেওঁ সদাগৰী অফিচত ত্ৰিশমান টকাত কাম কৰে।

সুশীল বাবুৰ যিজনী ছোৱালীৰ জীৱন এনে অসম্ভাবিতৰূপে ৰক্ষা কৰি মই বীৰ নাম পাইছিলোঁ, তাইৰ নাম লতিকা।

আগৰ ডোখৰত তাইৰ কথা কোৱা নাই; কিন্তু মোৰ এই মাওমান কথাটি তাইক লৈহে।

যেতিয়া লতিকাৰ বয়স বাৰ তেৰ বছৰ হৈ আছিল, তেতিয়া তাই মোৰ লগত আগৰ দৰে ধেমালি-ধুমুলা কৰিবলৈ সঙ্কোচ বোধ কৰিব ধৰিলে; আমাৰ আগৰ ঘনিষ্ঠ সম্ভাষণ, কোলাত লোৱা, ফুৰিবলৈ যোৱা ইত্যাদিবিলাক ক্রমে মাৰ গৈ কেৱল কথা-বাৰ্তা, জলপান দিয়া, বঙালী কিতাপ কাকতৰ কথা ইত্যাদি অৰ্থহীন আলাপত ৰল গৈ।

অৰ্থহীন হব, কিন্তু এই অৰ্থহীন আলাপো এদিনলৈকো ৰসহীন হোৱা নাছিল। ময়ো তাইৰ লগতে বাৰে-ভচঙ্গ কথা পাতি বৰ ভাল পাওঁ, আৰু তায়ো, মোৰ মনেৰে মোৰ লগত কথা পাতি বৰ ভাল পায়। দুদিন তিনদিনলৈকে তাইক দেখা নাপালে মোৰ মনতো বেযা লাগে, আৰু সাক্ষাতৰ ব্যৱধান কিছু দীঘল হলে তাযো কিছু ঘনাই যাবলৈ মোক অনুৰোধ কৰে, বা নোযোৱা কথাটোত অভিমান জনায়।

আপোনালোকে তৎক্ষণাৎ সিদ্ধান্ত কৰিব পাৰে যে আমি পৰস্পৰৰ প্ৰেমত আবদ্ধ হলোঁ। কিন্তু মুঠেই তেনে নহয়। আমাৰ বিয়া যে হব নোৱাৰে এই কথা তায়ো জানিছিল, ময়ো জানিছিলোঁ। আৰু এনেয়ে সেই বয়স সুলভ প্ৰণয়ৰ ভাৱ অলপমানো মোৰ মনত সোমোৱা নাছিল; আৰু মোৰ বিশ্বাস তাইৰ মনটোও সেইদৰে শুভ্ৰ হৈ আছিল।

তথাপিতো দুয়োৰো ভিতৰত যে এনে এটা স্নেহৰ মধুৰ সম্বন্ধ ঘটিছিল, সি মনত পৰিলেই আজিও মোৰ মন হৰ্ষিত হৈ উঠে।

বোধ কৰোঁ সৌন্দৰ্যৰ প্ৰতি আকৃষ্ট হোৱা মনৰ স্বভাৱ। ধুনীয়া ফুলটিক যিদৰে ভাল পাওঁ, প্ৰকৃতিৰ কোনো সুন্দৰ দৃশ্যত যিদৰে যম মুগ্ধ হয়, সেইদৰে সুন্দৰী ছোৱালীৰ ৰূপ দেখি, তাক চাই থাকিবলৈ যি হেঁপাহ হয়, সিও নিষ্কলুষ হৈ থাকিব পাৰে। অনেকৰ মনত থাকেও। মোৰো তেনেকুৱা হৈছিল। আন্ধাৰ ঘৰৰ চাকিৰ দৰে, পুহ মাহৰ নিশাৰ জুইৰ দৰে, লতিকাই মোৰ মনত, মোৰ সমস্ত প্ৰাণত এক অবৰ্ণ্য পোহৰ আৰু প্ৰীতিৰ ভাৱ উদ্রেক কৰিছিল।

দীঘলীয়া সাত বছৰৰ পাছত যেতিয়া মই অসমলৈ ঘূৰি আহিলোঁ, আমাৰ বিদায়ৰ দৃশ্যৰ যি কৰুণতা, সি আজিও মোৰ চকুলৈ পানী নিগৰি আনে। কান্দা কাটা কিবা হৈছিল জানো? নহয়। দুয়ো দুইকো নীৰৱ-নিশ্চলভাৱে চোৱা, আৰু অন্তৰৰ অন্তৰত এক দীৰ্ঘ নিৰাশ আৰু উদাস ভাৱ। দুয়ো দুয়োৰো কথা বুজি পাইছিলোঁ—মনে মনক সমস্ত কাৰুণ্য জনাইছিল; আৰু দুয়ো বুজিছিলোঁ কিজানি এই জন্মৰ কাৰণে এয়ে শেষ দেখা।

( ৩ )

ইয়াৰ পাছত বহুত দিন গল। আগৰ কালৰ সুখ-দুখৰ স্মৃতিৰ ওপৰত এটা বিস্মৃতিৰ পাতল তৰপ পৰিল। বহু পুৰণি চিত্ৰই সময়ৰ স্নিগ্ধতা গোটাই যি এক প্ৰকাৰ মৃদু সৌন্দৰ্য্য

ধাৰণ কৰে, মোৰো লৰা আৰু ডেকা কালৰ স্মৃতিৰ ওপৰেদি কালৰ সোঁত বৈ যোৱাত, সেই কালৰ দুখ-সুখৰ অনুভূতিৰ তেনে মৃদু ভাৱ হল। লতিকাৰ কথা একো দিন মনত পৰে— মনত পৰে তাইৰ শেষ দিনাৰ বিদায়ৰ দৃশ্য, সেই অন্তৰৰ উদাস ভাব। আৰু জানিবৰ মন যায় লতিকাৰ কি হল, কাৰ লগত বিয়া হল, তাইৰ পিতাক সুশীল বাবু আৰু মাক জীয়াই আছে নে নাইকিয়া হৈছে? কিন্তু জানিবৰ একো উপায় নাই।

কেইবা বছৰৰ পাছত সংসাৰৰ কাৰ্য্যৰ ঠেলাত এবাৰ কলিকাতা পালোঁ গৈ। কাম-কাজ শেষ হল। আহিবৰ পৰা লতিকাৰ কথা মনত আছিল। এইবাৰ তেওঁলোক থকা ঘৰটোলৈ গলোঁ। গৈ যে দেখোঁ আগৰ ঘৰৰ, আমাৰ মেছৰ একো চিন-চাব নাই। Calcutta Improvement Trust (কলিকাতা উন্নতি কৰা সমাজ)ৰ কৃপাত সেই ঠাইত প্ৰকাণ্ড ৰাজ-আলি। মানুহক সুধিলোঁ, কোনেও একো কব নোৱাৰে।

অন্তৰৰ কৌতূহল তাতেই লীন হল।

## (৪)

এদিন ৰেল ষ্টেচনৰ ফালে ফুৰিবলৈ গৈছোঁ। কলিকাতাৰ ফালৰ ডাকগাড়ী যোৱাৰ প্ৰথম ঘণ্টাটো দিলে। এনেতে এজন চাহাবী পোছাক পিন্ধা বঙালী বাবু আৰু এগৰাকী তিৰোতা আহি প্ৰথম শ্ৰেণীৰ খালী কামৰাটোত উঠিল। লগত বোধ কৰোঁ দুই তিনজন লৰা-ছোৱালীও আছিল। তেতিয়া মন কৰাৰ বিশেষ কাৰণ নাছিল!

অলপ পাছতে দ্বিতীয় ঘণ্টা পৰিল। গাড়ীখন হুপ্‌ হুপ্‌ কৰি লাহেকৈ লৰিল।

চকুৱে চকুৱে পৰিল। এইজনী—প্ৰথম শ্ৰেণীৰ কামৰাত এই বাবুৱনীজনী—এওঁ লতিকা নহয় নে? তবধ লাগি চাই ৰলোঁ। ৰেল প্ৰায় প্লেটফৰম্ পাৰ হল।

এনেতে চাহাব-বেশী বাবুজনে হেটুটোৰে মোৰ ফালে চাই ৰবকৈ বাৰ দি মাতা দেখিলোঁ। মই লৰ দিলোঁ, খিৰিকীৰ মুখত লতিকা বুলি যাক ভাবিছিলোঁ, তেওঁক ওলাই থকা দেখিলোঁ। কিন্তু ৰেলৰ বেগ চৰিল। তেওঁবিলাকে হাত দাঙিলে; ময়ো কলিকাতাৰ ডাক-গাড়ী দৌৰি ধৰা অসম্ভৱ কামৰ পৰা ক্ষান্ত হলোঁ।

থিয় হৈ পাছ ফালে দেখোঁ, বঙালী এজনেও মোৰ দৰে দৌৰিছে, আৰু থিয় হৈ হেকাই-ফেপাই কৈছে—"নাঃ, আৰ পাৰা গেল না।"

---

২১।৩।২৪

# সামান্য প্ৰাণী

( ১ )

পৰ্বতৰ নথত তাঁহাতৰ উমি উমি চিকুণ ঘৰটিৰ পাছৰ ফালে ওখ আকাশ-লংঘী শিলৰ স্তূপ, মেঘেৰে সৈতে কোলাকুলি কৰি আছে। সমুখত সেউজীয়া গছ আৰু বন; যিমানলৈ চকু যায় তিমানলৈ এই স্নিগ্ধ ৰসাল সৌন্দৰ্য্য।

আৰু তাঁহাতৰ অকণমানি ঘৰটোৰ দাঁতিৰে এটি নিজৰা নাচি-বাগি যে কৰপৰা আহি কলৈ গৈছে কোনোৱে কব নোৱাৰে; কেৱল তাইৰ চিৰন্তন নাচন-বাগন, কুল কুল কৰা হাঁহিৰ, নে হাঁহিতে কন্দা কান্দনৰ, সঙ্গী ততকৈও সুমধুৰ ধ্বনি। এযে এটা ধুনীয়া ছবি আঁকি তাঁহাতক চিৰকাল এক অবৰ্ণনীয় আনন্দত ডুবাই ৰাখি আহিছে।

ঘৰত মতা-মাইকী এহাল আৰু শিশু সন্তান দুটি। খাৱন-দাৱন শেষ কৰি দুপৰীয়া দুয়ো নিজৰাৰ পাৰত জিৰায়; আৰু সন্তান দুটিএ দৌৰা-দৌৰি কৰি ইফালে জাঁপ মাৰি সিফালে বাগৰি পৰি ৰং-ধেমালি কৰে। আৰু অকলশৰীয়া নিজৰায়ো এই কেইটা উদাৰ জীৱ লগ পাই বেছি ৰঙেৰে নাচি নাচি পৰ্বতৰপৰা নামি আহে; আৰু বেছি মধুৰ সুৰেৰে কুলু কুলু কৰি গীত গায়।

এনে নিৰ্মল নিৰাবিল তাঁহাতৰ জীৱন-যাত্ৰা। কতো অলপো আজাহ নাই; খোৱা-লোৱাৰ একো চিন্তা নাই; শৰৎ কালৰ মেঘৰ দৰে, কেতিয়াবা মনত অলপ দুশ্চিন্তা আহে—দূৰত বাঘৰ হাঁওৰণি শুনিলে, বা কৰবাৰ কেনেবাকৈ বন্দুকৰ বা তেনে কোনো আকস্মিক শব্দ শুনিলে।

মোৰ এই ক্ষুদ্ৰ কথা জংঘলৰ এক হৰিণ পৰিয়ালৰ।

( ২ )

সেই দিনা দুপৰীয়া বৰ ৰোদ। হঠাতে আকাশত মেঘ ওলাল, আকাশখন ক'লা পৰিল; বিজুলীৰ চক্‌মকনি দুটামান দেখা গল। তাৰ পাছতে দক্ষিণ-পশ্চিম ফালৰ পৰা বতাহ মেলিলে; বৰষুণ আহিল। আৰু এঘণ্টামানৰ পাছতে আকৌ আকাশ মুকলি হল, আকৌ ৰোদ ওলাল। মুঠে বৰষুণৰ টোপাবোৰ বনৰ ওপৰত লাগি থাকি, আৰু ৰোদত চিক্‌মিকাই, গোটাই জংঘলখনকে এক নতুন শ্ৰীৰে বিভূষিত কৰি তুলিলে - যেন প্ৰকাণ্ড এখন সেউজীয়া দলিচাত মণিমুক্তাৰ ফুল।

বহাগ মাহত এনেকুৱা বতৰ মাজে-সময়ে হয়।

হৰিণ-হৰিণী নিজৰাৰ পাৰত শুই আছিল। হৰিণে কলে—"হৰিণী, ঘাঁহবোৰৰ কোমল আগ ওলাল। আজি বৰষুণ পৰি কোমল হৈছে। বলা, আজি অলপ দূৰৰপৰা চৰি আহোঁহক।"

হৰিণীয়ে কলে—"এৰা, যাব পাৰিলে ভাল আছিলতোন। ইয়াত আজি অতদিনে শুই শুই গাটোও মেৰমেৰীয়া লাগিছে। পাছে, আজি যোৱাটো ভাল নহব। অথনি দুটা হাতীত আঠ-দহজন মানুহ এইফালেদি যোৱা দেখা নাই জানো? তাতে আজি কেইদিনমানৰপৰা মোৰ সোঁ চকুটোও থৰ থৰ কৰি লৰি আছে। আন এদিন যাম বাৰু; আজিলৈ থাওক।"

হৰিণে উত্তৰ দিলে—"তোমাৰ কথাবোৰ সদাই এনেকুৱাই। মই যিদিনাই কিবা এটা কৰিব খুজিম, তুমি কিবা নে কিবা এটা উলিয়াবাই। আজি নো কি হল বাৰু আজিয়েই যাওঁক বলাচোন।"

হৰিণীএ কলে—"মোৰ কথাত নো এতিয়া সোৱাদ লাগিব কেনেকৈ? কোমল ঘাঁহ খাবলৈ যাব লাগে নে, সৌ দলনিৰ ওচৰৰ ভেৰটোলৈ যাব লাগে, তাকে কওক। মই দেখিছোঁ, তাত থকা সৌ চেঙেৰী হৰিণীজনীৰে বিলৰ কানত ফুচ্‌ ফুচাই কথা পাতি থাকা।"

কথাটো হলে সঁচা হয়। বিলৰ পাৰৰ ইকৰাৰ ভেৰত আচলকৈ ধুনীয়া গাভৰুজনী থাকে, আৰু সুন্দৰ দেখিলে জীয়াত চকুৱে কেতিয়াবা নোচোৱা কৰি থাকিব পাৰে জানো? হৰিণে চায়। কিন্তু চায় হে; ছলিয়ে আকাশৰ জোন নাচায় জানো, ফুলে ফুলৰ ফালে চাই নাথাকে নে, আকাশে জানো শৰৎ কালৰ তন্বী নদীলৈ চাই থাকি মোহ নাযায়? সেই চোৱা।

কিন্তু প্ৰগাঢ় প্ৰণয়-পদুমৰ ফুলটিৰ কাঁইটো আছে, সি ঈৰ্ষা।

হৰিণৰ মনত বৰ অভিমান হল। সি কাহানিৰ কথা, প্ৰায় মনতে নপৰে। তাৰ মাক-বাপেকৰ কি হল সি নাজানে, আৰু তায়ো নাজানে তাইৰ মাক-বাপেকৰ কি হল। অহু-কাণে পহু-কাণে শুনিছিল মুঠে, যে ওচৰৰে কোনোবা বৰ ডাঙৰীয়াৰ ঘৰত সকাম হৈছিল, কোন কাহানিবাই; আৰু বহুত মানুহে জাল, বন্দুক, হাতী লৈ জাৰণিত সোমাইছিল। সেই দিনা হৰিণৰ বংশত মৰক লাগিছিল। কোনেও দেখা নাছিল যে তাহাঁতৰ মাক-বাপেকক কোনোবাই মাৰি নিলে। কিন্তু আটাইৰে অনুমান সেইটোহে।

তাৰ পাছত দুয়ো অকলে অকলে কেটামান দিন অনাই-বনাই অকলশৰীয়া হৈ ফুৰি ফুৰিছিল। এদিন এই নিজৰাৰ পাৰতে দেখা দেখি।

তেতিয়া জংঘলৰ গছে গছে নতুন কোমল পাত, লতাই লতাই কুসুম-পুলক; ঘাঁহবোৰৰ কোমল সেউজীয়া বৰণ; বতাহ কঁপি কঁপি আহে আৰু যায়; আৰু নিজৰাবো নতুন প্ৰাণ, নাচি নাচি শীতল পানীৰে, সুললিত সুৰেৰে, বননি জুৰ পেলাই, আকুল কৰাই, কৰবালৈ গতি কৰে। তেতিয়া বেলি ডুব যায় যায়, এনে পৰ। গছৰ পাতৰ মাজেদি সূৰ্য্যৰ কিৰণবিলাকে মণি-মুক্তাৰ মালাৰ দৰে সমস্ত বননিতে এক অপৰূপ জেউতি চৰাই দিছিল। দুয়ো দুই কালৰপৰা আহিছিল, পানী খাবলৈ, পিয়াহ পলুৱাবলৈ। বিধিৰ বিধান; তাতে দুয়ো দুয়োৰো অন্তৰৰ পিয়াহ বুজি পালে; আৰু স্বৰ্গৰ ঋষিৰ দৰে দুয়ো দুইতো সন্তোষ পাই, তৃপ্তি পাই; প্ৰথম মিলনৰ তীৰ্থক্ষেত্ৰতে থাকিবলৈ ললে।

কোন কাহানিৰ কথা সি মনত নপৰে। সেই দিনাৰ পৰা হৰিণৰ আন চিন্তা নাই—

হৰিণীৰ চিন্তা আৰু সন্তান দুটিৰ ভাৱনা। তথাপিতো ইমানতো, অবিশ্বাস। তাৰ মনত বৰ অভিমান হল।

সি বেছি একো নকলে—"বাৰু তোমাৰ খুচি" এই বুলি সি ঘৰৰপৰা ওলাই আহিল।

( ৩ )

ওলাই আহিল হয়; কিন্তু যায় কেনেকৈ? যিমানে সি কোমল ঘাঁহ দেখে, যিমানে আকাশৰ স্নিগ্ধ কোমল জীপাল সৌন্দৰ্য্যই তাৰ প্ৰাণটোক উদাৰ কৰি তোলে, যিমানে আকাশে বননিয়ে নতুন ৰূপ ধৰি তাৰ অন্তৰতম আত্মালৈকে পুলক তুলিব খোজে, সিমানে তাৰ মনত পৰে হৰিণীলৈ। আজি তায়ো লগত থাকা হলে, কিমান সন্তোষৰ কথা হলহেঁতেন!

সেইদেখি বিলৰ পাৰৰ ভেৰলৈ যোৱা নহল। কিন্তু ইমান অভিমান কৰি আহি নো ঘৰলৈ ফিৰে কেনেকৈ! সি ঘৰৰপৰা অলপ আঁতৰলৈ আহি অলপ হাবি থাকা ঠাইত আগৰ খুলি এটা বিচাৰি উলিয়ালে। ৰোদৰ পাছত বৰষুণ পৰি শুকান মাটিৰ সুগন্ধই আকাশ ছানি ধৰিছে; সি তাতে নিঃপয় দি শুলে; কিন্তু মূৰটো দাঙি চাই থাকিল তাৰ ঘৰৰ ফাললৈ। তাৰ ঘৰ তাৰপৰা দেখি।

তাৰ মনত কিমান সুখ-দুখৰ কল্পনা। তিৰী জাতি অতি নিষ্ঠুৰ, নিকৰুণ, একো নুবুজে! তাৰ মনৰ কথাটো হৰিণীএ ইমান দিনে বুজিব পাৰা নাই নে? আৰু সি ইমান খং কৰি ঘৰৰপৰা ওলাই আহিল. সিজনীএ নো এবাৰ ফিৰিও চাব নাপায় নে?

এইদৰে সি নানান কথা ভাবি, অভিমানত, খঙত আৰু মৰমত কি-কৰোঁ কি-নকৰোঁ হৈ আছে; আৰু ডিঙি মেলি তাৰ ঘৰৰ ফালে চাই আছে তাহাঁতে নো কি কৰে।

হৰিণীৰো মনত বৰ বেয়া লাগিল। তাই বুজিলে যে অনাহকত হে তাই গিৰীয়েকক কটু-কাটব্য কৰিছে। সেইদেখি তায়ো কিছু পৰ উচ-পিচ কৰি থাকি সন্তান দুটিক কলে, "তহঁত বাৰু ইয়াতেই থাক; দুষ্টালি কৰি আনফালে নাযাবি। হাতী দুটাৰে আজি মানুহ হাবিত সোমাইছে; সিটোৰ বা কি হয়!"

এই বুলি কৈয়েই হৰিণীৰ অন্তৰটো কঁপি উঠিল। তাইৰ মুখৰপৰা দেখোন হঠাৎ অমঙ্গলীয়া কথাটো ওলাই পৰিল। যি ঈশ্বৰ, স্বৰ্গ আৰু পৃথিবী, মানুহ আৰু পশু, সকলোৰে সমানে বুজ লওঁতা, তেওঁ নো তাহাঁতৰ এই নিজু নিৰীহ পৰিয়ালটোলৈ পাহৰিব নে?

তাই গিৰীয়েকক বিচাৰি কোন ফালে যাব তাকে চাবৰ মনেৰে দীঘল কোমল চকু দুটাৰে ডিঙিটো মেলি চঞ্চল চকু দুটা ইফালে সিফালে ঘূৰাবলৈ ধৰিলে।

হৰিণে দেখিলে যে হৰিণীএ ইফাল সিফাল চাইছে; কিজানি তাকেই বিচাৰি আহিব। বিচাৰি বাৰু অলপ দিগ্ পাওক, এই বুলি সি টলকা মাৰি যতে আছিল তাতে শুই পৰিল। তাৰ কাণ থাকিল, হৰিণীৰ আহা শব্দ নো কেতিয়া পায়।

( ৪ )

এনেতে গুকম্ গুকম্ কাৰ দুটাও শব্দ হল। চঁক খাই হৰিণে চাই দেখে তাৰ দুই কালে দুটা হাতী; ওপৰত চাৰি-পাঁচোটাকৈ মানুহ। তাৰে দুটা মানুহক যেন দেৱে ধৰিছে, তাঁহাতৰ গাৰ থৰ-কাছুটি নাই, চকু ৰঙা আৰু উজ্জ্বল; হাতত বন্দুক লৈ কঁপিছে।

কাৰ বন্দুক কাৰ গাত লাগিল সি কবই নোৱাৰি "হৰিণী ঔ" বুলি চিঞৰ মাৰি ঘৰৰ ফালে এটা কি দুটা লাফ মাৰিলে।

এনেতে তাৰ মনত পৰিল, তাৰ সন্তাম দুটিৰ কথা, মৰমত পমি যোৱা হৰিণীৰ কথা, আৰু নন্দনৰ কুঞ্জৰ সদৃশ তাৰ থাকা ঘৰটোৰ কথা। সি যদি ঘৰৰ ফালে যায়, তেন্তে এই ৰাক্ষস কেইটাই ছলি-পলি সমন্বিতে ঘৰখনকে উপান্ত নকৰিব নে?

সি ফিৰিল। বিদ্যুৎসঞ্চাৰে ঘৰৰপৰা ওভোতা ফালে লৰ মাৰিলে। তেতিয়া দেখিলে গুলী তাৰ গাতেই লাগিছে; তাৰ গলধনৰ পৰা চৌ-চৌকে তেজ ওলাইছে; সি ভয়, আশা, নিৰাশা, বেজাৰত উধাতু খাই আৰু লৰ দিলে।

লৰি গৈ বিলৰ পাৰৰ ভেৰৰ ওচৰত বাগৰি পৰিল; শক্তিয়ে আৰু নুকুলায়। ভাবিলে কিজানি ৰাক্ষসহঁতে ইমানখিনি খেদি আহি নাপাব; আৰু প্ৰাণ যায় যদিও কিজানি ভেৰৰ সেই গাভৰুজনী, তাই আহি অন্তিম সময়ত তাক অলপ পতি কৰিব পাৰেই।

কিন্তু হতভাগা হৰিণ! তাৰ তেজে যে সি পলাই অহা বাটৰ চিন কৰি থৈ আহিছে৷ তাৰ তো সেই ভাৱ নহল। হাতীয়ে-মানুহে খেদি আহি তাক তাতেই লগ পালে।

অলপ দূৰৰ পৰা গুলী কৰিব ধৰিছে যেন অনুমান কৰি, হৰিণে প্ৰাণ টাকি আৰু এটা লৰ মাৰিলে। কিন্তু সেই দেহাই যে আৰু নসয়। তিনি-চাৰি নল গৈ সি ঢেৰ-মেৰ দি বাগৰি পৰিল। মানুহবিলাকেও সেইখিনি পালে; হাতীৰপৰা জঁাপ মাৰি তিনি-চাৰিজন মানুহ নামিল; তাৰে এজনে তাৰ মূৰতে দাৰে কোব মাৰি দিলে। প্ৰাণৰ কাতৰত, মনৰ দুখত, হৰিণে চিঞৰ মাৰি দিলে। মুহূৰ্ততে মৰণৰ যন্ত্ৰণাত তাৰ চকু জাপ খাই আহিল।

সেই সময়ত সি যেন দেখিলে, দূৰত তাৰ হৰিণী আৰু বিলৰ পাৰৰ ভেৰৰ গাভৰু— দুয়োৰো দীঘল নোমেৰে আবৰা চকুৰ পৰা গিৰ্ গিৰকৈ চকু লো ওলাইছে। তাৰ কিন্তু সুস্থিৰ জ্ঞান নাছিল; সেই দৃশ্য দেখা-নেদেখাতে তাৰ প্ৰাণ ওলাই গল।

( ৫ )

হৰিণীএ ডিঙি মেলি চাওঁতে গুকম্ গুকম্ শব্দ শুনি তাইৰ গোটাই গাটো কঁপিবলৈ ধৰিলে। পাছ মুহূৰ্ততে দেখিলে হৰিণ সিহঁতৰ ফালে লৰি আহিছে; কিন্তু ক্ষন্তেকতে সি তাৰ বাট ফিৰালে।

হৰিণীএ তৎক্ষণাৎ বুজিলে কি হল। দেহাত জীউ নোহোৱা হৈ তাই সি শুই থাকা ঠাইলৈ দৌৰি আহিল। তাৰ গাৰ তাপত তেতিয়াও ঠাইখিনি তপত হৈ আছে; আৰু তাৰ

গাৰ গহুত মোল মোলাই আছে। তাই চলে, তাত তেজ নাই ; মনতে ভাবিলে "গোসাঁয়ে কিজানি বা ইবাৰলৈ ৰক্ষা কৰিছেই !"

তথাপিতো তাই হৰিণ যোৱা বাটেৰে লৰি গল। অলপ গৈয়ে দেখে তেজ ! চুলিৰ আগেৰে তাইৰ জীউ উৰি যোৱা যেন হল। হায় কি কুক্ষণত আজি তাই এনে অশ্ৰাব্য কটু কথাটো কৈছিল। তাইৰ জ্ঞান নোহোৱা হল ; চুতি হ্‌ৰাল।

"আজি মহো তোৰ লগতে মৰোঁ।" বুলি হৰিণীএ হৰিণৰ পাছে পাছে লৰ দিলে। লৰি লৰি বিলৰ পাৰৰ ভেৰৰ ওচৰ পালে। তাত গৈ দেখে ভেৰৰ গাভৰুএও হৰিণৰ ফাললৈ চাই কি-কৰোঁ কি নকৰোঁ, কি হৈছে কি নহৈছে বুলি তধা লাগি চাই আছে।

গাভৰুক দেখি হৰিণীৰ শোক উথলি উঠিল। তাই এইজনীকে অন্যায় কৰা নাই নে ? দুয়ো লগ লাগিল ; কথা হবৰ আৱশ্যক নহল। দুয়ো দ্বিতীয় বাৰ লৰি হৰিণ যিফালে গৈছিল, সেই ফাললৈ লৰ দিলে।

এনেতে হৰিণৰ মুৰত সেই ভীম টকোনৰ প্ৰহাৰ। তাৰ আৰ্তনাদে আকাশ ভেদি গল ; আৰু তাঁহাতৰ বুকত শেল হানিলে। তাঁহাত দুখ-বেজাৰত মৰাৰ দৰে থিয় হৈ ৰল, চকুৰে গিৰ্‌ গিৰ্‌কৈ লো বব ধৰিলে।

পাছ মুহূৰ্ত্ততে সেই ৰাক্ষসহঁতে হৰিণক হাতীৰ ওপৰত তুলি বান্ধি লৈ গল। ইফালে গধূলি হৈছে।

হৰিণী আৰু গাভৰু সেই ঠাইলৈ আহিল। আহি দেখিলে হৰিণৰ তেজেৰে গোটাইগন থল ৰঙা পৰিছে। আৰু হাতী, মানুহ আৰু হৰিণৰ টনা-আজোৰাত তেজেৰে মাটি পৰিমিত বোকা হৈ গৈছে।

দুয়ো মূৰ্চিত হৈ পৰিল।

(৬)

ইফালে ৰাতি ভেৰপৰমান হোৱাত চিকাৰীহঁত ঘৰ পালেহি। তাঁহাতৰ লৰা-তিৰোতা, পো-পৰিয়াল সকলোৱে বাট চাই আছিল, চিকাৰ চাবলৈ।

লুষ্টু-পুষ্টু প্ৰকাণ্ড হৰিণ এটি দেখি তাঁহাতৰ জিভাৰ পানী পৰিব ধৰিলে ; আৰু তেতিয়াই খোৱা-কামোৱা পিকিন্দালি কৰি হৰিণক কাটি-বাছি খাবৰ যো-জা কৰিলে। *

১৫।৬।২৫

* পাণ্ডুলিপিত আছে—"১৯২৫ চনৰ এপ্ৰিল মাহৰ কামপুৰৰ এটা চিকাৰৰ সোঁৱৰণত !"

# বেণ্টু মণি

(১)

তাৰ নামটো আছিল যেনে অদ্ভুত আন দৰৰ, মানুহটোও আছিল তেনেকুৱা অদ্ভুত, সকলোৰে উপলুঙা কৰা।

কাৰ ঘৰত কোন গাৱঁত আৰু কিমান চনৰ কিমান তাৰিখে সি জন্ম গ্ৰহণ কৰিলে—এইবিলাক কথা ডাঙৰ লোকৰ ভাগ্যবান পুত্ৰৰ বেলিকা হিচাবত থাকে; কিন্তু বেণ্টু মণিৰ বেলিকা, হুঁঃ!

কিবা প্ৰকাৰে সি ডাঙৰ হল। গাখীৰ বা বাৰ্লি নাইবা বিধে বিধে নতুন নতুন খাদ্যৰ কথা সি নালাগে তাৰ সাতাম পুৰুষেও নাজানে। কি খাই যে সি বৰ্তিল আৰু ডাঙৰ হল, তাক ঈশ্বৰেহে জানে।

যি গাৱঁত তাৰ জন্ম, সি পানীত তল যোৱা বাঁহৰ মাজৰ চেঁচুক গাওঁ। তাতে মেলেৰিয়াত মানুহ মৰে, কলেৰাত ভেটি উছন হয়; আইত ঘৰে ঘৰে সৰ্বনাশ হয়; আৰু পচা পানী, সেমেকা হাৱা, জঙ্ঘলীয়া দেৱে অনেকক সিপুৰীৰ ট্ৰেন-গাৰীত তুলি দিয়ে। তথাপিতো 'বেণ্টু মণি' নমৰিল, ডাঙৰ হল অৰ্থাৎ দহ বছৰমান বয়স হল।

সেই সময়ত কিবা এটা হাপাহ লাগিছিল, ছলি ধৰাৰ। বেলৰ আলি বন্ধাবলৈ কোম্পানীয়ে লাখে লাখে টকা খৰচ কৰে। বেকী, পাগলাদিয়া বান্ধি ৰাখিব নোৱাৰে। সেই দেখি বোলে কোম্পানীয়ে ন-টা লৰা বলি দিব খুজিছে। ছলি ধৰিবৰ কাৰণে মূৰত পাগুৰি বান্ধা, ঠেঙত ঠেঙা আলোৱা, মুখত দাৰি-গোফে ভৰঃকাৰ, দীঘল ডাঙৰ বহুত পাঞ্জাবী মানুহ চাৰিওফালে ঘূৰি ফুৰে।

সকলোৱে ছলি-পলিক আন্ধাৰ নৌহওঁতেই ঘৰত সুমাই থয়; আনফালে যাব নালাগে, চকুৰ আঁৰ হবকে নিদিয়ে। কিন্তু বেণ্টু মণিক চায় কোনে? সি দপ্‌ দপ্‌ কৰি চাৰিওফালে ঘূৰি ফুৰে।

এদিনাক-পতি বেণ্টু মণি সেই গাৱঁত নোহোৱা হল। যি যি বাটে সি যায়, যাৰ ঘৰত লৰাক জোকায়, যত যত বহি থাকিলে এৰা-বোৱা ভাত এমুঠি পায়, সেইবোৰ ঠাইত এদিন নহয়, দুদিন নহয়, বেণ্টু মণিক দেখিবলৈকে নোহোৱা হল। সকলোৱে ভাবিলে—তাক ছলি-ধৰাই নিলে; আৰু কিজানি কোনোবা নদীৰ দলং বান্ধিবলৈ বলিও দিলে। সকলোৱে নিজৰ লৰা-ছোৱালীক আৰু ভালকৈ অৰৰক্ষণ কৰাৰ দিহা কৰিলে; কিন্তু বেণ্টু মণিৰ খবৰ কেৱে নললে বা নাপালে।

মাক-বাপেকে তাক কোনো নাম দিয়া নাছিল বা দিছিল যদিও তাক কোনোৱে কব

নোৱাৰে। কোনোবা এদিন কোনোবা এজনে কিবা কাৰণত থং কৰি মাতিলে বেণ্টু মণি বুলি। সেই দিনাৰপৰা তাৰ নাম হল বেণ্টু মণি।

যিদৰে অনাদৰ কৰি তাক গাৱঁৰ মানুহে এনেকুৱা অশ্ৰদ্ধাৰ নাম দিছিল, সেই অশ্ৰদ্ধাৰ বা এলাহৰ কাৰণেই গাৱঁৰ মানুহে তাৰ আৰু বিচাৰ নকৰিলে।

( ২ )

কেনেকৈ যে বেণ্টু মণি আহি সেইখিনি পালে কব নোৱাৰি। কিন্তু তাৰ গাৱঁৰপৰা বহুত মাইল দূৰত ৰেল আলি নতুনকৈ হব ধৰিছে, এনে এখন ঠাইত কিবা প্ৰকাৰে সি ওলাল গৈ। কুলী-মালী, ঠিকাদাৰ-দোকানী, এইবিলাক অনেক মানুহ। সকলোৰে কাষে কাষে সি হাত পাতি ফুৰে, আৰু সকলোৱে তাক অলপ-অচৰপ খাবলৈ দিয়ে।

এনেকৈ থাকোঁতে এদিন ৰেলৰ বৰ-ঠিকাদাৰজন আহিল। তেওঁক সকলোৱে শেঠ বুলি কয়। সোণৰ গুণাৰ কাম কৰা পাগুৰি, সেই দৰৰ চোলা, জোতা, পায়জামা। লগত অসংখ্য লোক-লস্কৰ-তাম্বু ইত্যাদি। শেঠৰ লগত ঘৈণীয়েক আৰু সৰু লৰা এটাও আছিল। ৰেল বান্ধা আড্ডাত ৰাজা আহাৰ দৰে ধুম-ধাম।

এদিন লৰাটোৱে তাম্বুৰ বাহিৰত খেলা কৰি আছিল। এনেতে পাগলা কুকুৰ এটাই কৰবাৰ পৰা তাক কামুৰিবলৈ খেদি আহিল।

বেণ্টু মণি আছিল ওচৰতে। সি "খালে ঐ, খালে ঐ" বুলি চিঞৰি লৰাটোক কোলাত তুলি ললে। কুকুৰটো আহি বেণ্টু মণিৰ ভৰিত এটা কামোৰ মাৰিলে। এনেতে অসংখ্য মানুহ লৰি আহিল। সকলোৱে ধৰি কুকুৰটোক মাৰিলে।

শেঠৰ ঘৈণীয়েকে লৰাটিক সুস্থ অৱস্থাতে পাই স্বৰ্গ ঢুকি পোৱা যেন হল।

বেণ্টু মণিক কুকুৰে কামুৰিলে; তাক চিকিৎসা কৰিব লাগে। তাৰ মাক-বাপেকৰ খবৰ কৰিলে, কোন গাৱঁৰ খবৰ কৰিলে, কোনোৱে নাজানে। সেইদেখি শেঠে ঠিক কৰিলে, তেৱেঁই তাক চিকিৎসা কৰিবৰ কাৰণে কচৌলিলৈ লৈ যাব। তেতিয়া শিলঙত পাগলা কুকুৰে খোৱা চিকিৎসাৰ হস্পিতাল হোৱা নাই।

তাৰ পিছদিনাই শেঠ ঘৰলৈ গল। লগত বেণ্টু মণিকো লৈ গল।

(৩)

এইদৰে শেঠৰ লগত তাৰ বহু দিন গল। সি চিকিৎসাত ভাল হল। যি লৰাটোক সি কুকুৰৰ হাতৰপৰা বচাইছিল, তাৰো দহ বাৰ বছৰ বয়স হল।

এনেতে লাগিল মহাযুদ্ধ। পাঞ্জাবত সৈন্য হৈ যোৱা মানুহ বহুতো ওলাল। এদিন কাৰবাৰ লগত আহি বেণ্টু মণিও সৈন্যদলত ভৰ্তি হল আৰু লাহোৰ পালে গৈ। তাত তাৰ দীঘল বহল ওজন জুখিলে চকু চালে, বুকত ৰবৰৰ নলী লগোৱা কিবা এটাৰে বুকথল চালে।

সি সৈন্যৰ উপযুক্ত হল। সি দস্তুৰমতে চিপাহী হল ; আৰু তিনি চাৰি মাহৰ ভিতৰত হুং চিপাহীৰে সৈতে জাহাজ এখনত সাগৰৰ মাজেদি কৰবালৈ গুচি গল।

কেইবা দিনো গৈ এখন দেশত জাহাজ লাগিল। মানুহে কলে, এইখন দেশ ফ্ৰান্স ; আৰু ইয়াতেই যুদ্ধ লাগিছে।

তাহাঁত তাতে নামিল। সেই দেশৰ সকলো মানুহ চাহাব আৰু মেম। আৰু এই চাহাব-মেমবোৰে বেণ্টু মণিক আৰু আন আন চিপাহীবোৰক মৰম কৰি কিবা কিবি খাব দিলে। কিন্তু বেণ্টু মণিয়ে জাত যাবৰ ভয়ত সেইবোৰ একো নাখালে। চৰকাৰৰ পৰা আটা, ঘিউ আৰু দালি যি দিছিল তাৰেই টিকিৰা তৈয়াৰ কৰি খালে।

অলপ পাছতে ৰেল আহিল। সকলোবোৰ গিৰগিৰকৈ গৈ ৰেলত উঠিল। ৰাতিৰ ৰাতিটো ৰেল গল। পুৱা এখন ঠাইত ৰেল থামিল আৰু তাহাঁতকো নমাই দিলে। তাতে কোনোবাই অলপ চাহ ৰুটি খাবলৈ দিলে। চিপাহীবিলাকে খালে।

খোৱা হোৱা মাত্ৰকে হুকুম দিলে "মাৰ্চ"। 'মাৰ্চ'—'মাৰ্চ'—'মাৰ্চ'। নিচিনা নজনা ঠাই। গাওঁবিলাক চাফ চিকণ ; বাটবিলাকো ভাল। কিন্তু মানুহ কম। আধামান ঘৰ শূন্য। কিন্তু যতে যি মানুহ আছে সকলোৱে সিহঁতক চাবলৈ আহে। অবুজা ভাষাৰে কিবা কথা কয় ; আৰু মাইকীবিলাকে মৰম কৰে।

এনেকৈ দিনটো গৈ সিহঁতে এখন ঠাই পালে। তাত ঘৰ-দুৱাৰ বন-জংঘল একো নাই। সেই ঠাইৰ এটা ডাঙৰ দীঘল গড়খাৱৈত তাহাঁতক সুমাই দি কলে, "এয়ে যুদ্ধ। যুদ্ধ কৰিব লাগিব। হুকুম পালেই গুলী কৰিবি"।

( ৪ )

গুৰুম্ গুৰুম্ কৰি কাণ-ফালা আৱাজ হল। আৰু আৱাজৰ উপৰি আৱাজ। শ শ বজ্ৰ একেলগে পৰিলে যেনে ভয়ঙ্কৰ শব্দ হয় তেনে। তাৰ লগতে চাৰিও ফালৰ পৰা ভাঙা শিল কাচ, লোহা ছিটিকি ছিটিকি আহে, আঙঠাৰ দৰে ৰঙা আৰু চপৰা চপৰে মাটি ছিটিকি যায়।

চিপাহীবিলাকে মনে মনে গড়খাৱৈৰ তলত পেট পেলাই বহি আছে। কিছু পৰৰ মূৰত এই আৱাজ কিছু কম পৰিল। তেতিয়া হুকুম হল—"গুলী কৰ।"

গুলী—গুলী গুলী- কেৱল গুলী। বৰ খৰকৈ টিনৰ ঘৰত শিল পৰিলে যেনে খট্ খট্ শব্দ হয়, তেনে শব্দ। গুলী—গুলী—সকলোৱে যিমান পাৰে, যিমান খৰকৈ পাৰে গুলীকে কৰিছে।

বেণ্টু মণিয়েও গুলীকে কৰি আছে। কেতিয়া যে তাৰ ওচৰৰ আটাইবিলাক মানুহ মৰি গল, আৰু বিপক্ষৰ সেনাই আহি তাহাঁত থকা গড়খাৱৈৰ ওচৰ পালে সি কবই নোৱাৰে। সি গুলী কৰিব লাগে গুলী কৰিয়েই আছে।

এনেতে এটা গুলী আহি তাৰ হাতত লাগিল ; তাকো সি কব নোৱাৰে, আৰু এটা

আহি তাৰ পেটত পৰি পেট ফুটিল, তেতিয়াও তাৰ তত নাই। সি গুলী কৰিয়েই আছে। তাৰ পাছত আৰু এটা আহি তাৰ চকু এটাত পৰিল ; তাৰ চকু ওলাই গল। এখন হাতেৰে চকু মোহাৰি ইটো চকুৰে চায় যে তেজ! তাৰ ধাতু উৰি গল! এক মুহূৰ্তৰ কাৰণে তাৰ চুৰ্তি হল যে সি যুদ্ধ কৰিছে, গুলী কৰিছে, তাৰ পাচত মূৰ্চা।

( ৫ )

বহু দিন গল। এদিন সি বহুদিনীয়া ঘুমটিৰ পাছত সাৰ পোৱাদি সাৰ পালে। ওচৰতে মেম এজনীয়ে তাক কিবা অতি সোৱাদ ফলৰ ৰস খুৱাই আছিল। যুদ্ধৰ কোলাহল তাত নাই। বিছনা-পত্ৰ ৰাজাৰ দৰে। তাক চকু মেলা দেখি মেমজনীয়ে হিন্দুস্থানীৰে কলে, "ডৰ কৰো মত। তু আচ্ছা হ্যায়। তুম ভাৰি বীৰ হ্যায়।" মেমৰ চকুত আনন্দ।

সকলোৱে ভাবিছিল ইবাৰ সি নাথাকিব কিন্তু ডাক্তৰৰ সুচিকিৎসাত সি বাচি উঠিল। বাচি উঠাত সকলোৰে মহা আনন্দ।

যিজন চাহাবৰ লগত সি জাহাজত উঠি গৈছিল, তেওঁ এদিনা আহি কলে যে বেণ্টুমণিয়ে গুলী চলাই থাকাৰ কাৰণেহে জাৰ্মানে আজি সেই গড়খাৰৈটো অধিকাৰ কৰিব নোৱাৰিলে। সি মূৰ্চা যোৱাৰ অলপ পাছতে আমাৰ ফালৰ সৈন্যই জাৰ্মানক খেদি দিলে। সেই গড়খাৰৈটো সেই দিনা লব পাৰা হলে, জাৰ্মানৰ জয় অনিবাৰ্য্য। এতেকে প্ৰধান সেনাপতিৰ কথা অনুসৰি সম্ৰাটে বেণ্টুমণিক ভিক্টোৰিয়া ক্ৰচ্ ( Victoria Cross ) দি সন্মান কৰিছে।

# পান্থ

( ১ )

দিন নাই, ৰাতি নাই, ৰোদ নাই, বৰষুণ নাই, পান্থই ঘূৰি ফুৰে। কত দেশ, কত নদী-নালা, কত পাহাৰ-পৰ্বত পাৰ হল, কত বন-জংঘল জন্তু-জনোৱাৰ দেখিলে, কত নগৰ কত গাওঁ চেৰাই আহিল, কতো বিশ্ৰাম নাই।

কোন সুদূৰ অতীতত যে এই যাত্ৰাৰ আৰম্ভণ, তাক মনে ঢুকি নাপায়। একোবাৰ মুঠে ছায়া মায়াকৈ স্মৰণ পথত উদিত হয়, কোনোবা অতীতত এই বিৰাম বিহীন যাত্ৰাৰ আৰম্ভ হল ; সেই ক্ষণৰপৰা আৰু বিশ্ৰাম নাই, কেৱল ভ্ৰমণ, কেৱল ঘূৰণ।

এইদৰে পান্থই ঘূৰি ফুৰে, আৰু যাকে দেখে তাকে সোধে বিশ্ৰামৰ ঠাই কত।

সকলোএ একোটা দিশ দেখুৱাই দিয়ে ; কে'নেও হাতেৰে আঙুলিয়াই পৰ্য্যন্ত দেখুৱায় বিশ্ৰামৰ ঠাই আৰু ভৱন। পান্থই অনেক কষ্ট কৰে ; ঘামি-জামি লালকাল হয় ; কাঁইট কাননৰ আঁচোৰত গা ছিৰা ছিৰ হয় ; আলিৰ শিলৰ খোঁচনি খাই ভৰি ফালি-ছিৰি যায় ; দেখুৱাই দিয়া ঠাইত উপস্থিত হৈ পান্থই দেখে তাতো বিশ্ৰাম নাই। আৰু হতাশ্বাস হৈ আন ফালে গতি কৰে। কেতিয়াবা এনে নিদাৰুণ দুৰাশাই মনত দুৰ্বাৰ বল দিয়ে, আৰু কেতিয়াবা বা দুৰ্ঘোৰ দুৰ্বলতা আনি জীৱনী-শক্তিকে অসাৰ কৰি তোলে।

যিমান দিনৰ কথা মনত পৰে, স্মৃতি চিন্তাই যিমান অতীত কথা ঢুকি পায়, তাৰ চমু বুৰঞ্জী এই। পান্থৰ বিৰাম নাই, বিশ্ৰাম নাই।

( ২ )

কোনো অতীত যুগত, একোবাৰ মনত পৰে, একোজন সাধু-সন্ন্যাসীএ বিশ্ৰামৰ বাট দেখুৱাই দিছিল ; আৰু সেই বাটেৰে গৈ এই সীমাহীন ঘূৰণৰপৰা বিৰাম পাবৰ আশা হৈছিল। এনেতে বাটত আৰু পণ্ডিত লোকক লগ পায় ; সিবিলাকে নানা তৰ্ক-যুক্তিৰে দেখুৱাই দিয়ে সে সাধু-সন্ন্যাসীবিলাক পাগল, তেওঁলোকে দেশৰ হাৰা চিনি নাপায়, বাটৰ একো ভু-ভটং নাজানে। পান্থই তেওঁলোকৰ মতে চলিলে কেৱল নৈৰাশ্য দুখ দৈন্য হাহাকাৰৰ মাজলৈহে যাব পাৰিব ; শান্তি নাপাব, বিশ্ৰাম নাপাব।

এইসকল পণ্ডিত লোকৰ অকাট্য যুক্তিৰ কথা শুনি পান্থ আগৰ বাটৰপৰা ফিৰি আহে ; আন বাট লয়। কোনোটোৱে অৰ্থৰ বিলাস-ভৱন পায়, কোনোটোৱে যশস্যাৰ কীৰ্তি-মন্দিৰ সোমায়, কোনোটোৱে ভোগৰ সুখালয়ত প্ৰৱেশ কৰে ; কিন্তু পান্থই ইমান সুদূৰ অতীতৰ পৰা বিচাৰি ফুৰা বিশ্ৰামৰ চিন কতো নেদেখে।

(৩)

মৰুভূমিত মৰীচিকা-লুব্ধ হৰিণাৰ দৰে পান্থই দিশ-বিদিশ হৰুৱাই হাহাকাৰ কৰি ফুৰিছে—বিশ্ৰাম কত, বিৰাম কত, এই দুখময় পথৰ অন্ত কত! যদি কোনোবা আছা কোৱা, বিৰাম কত, বিশ্ৰাম কত! যদি কোনোবাই জানা কোৱা, এই দুখময় পথৰ অন্ত কত!

এনেতে জোনাকৰ দৰে শুভ্ৰ স্নিগ্ধ মূৰ্তি এজনাৰ আবিৰ্ভাৱ হল। মূৰ্তিয়ে কলে—"ভয় নাই, ভয় নাই, বিৰাম আছে, বিশ্ৰাম আছে। চোৱাঁ, তুমি যতে আছা তাতে। ইয়াতে থাকা, এয়ে তোমাৰ বিশ্ৰাম-ভৱন, ইয়াতে জিৰণিৰ অনন্ত শান্তি পাবা, পথৰ অশেষ ক্লেশৰ অন্ত হব।"

সুধা-ৰসত পান্থৰ শৰীৰ ডুবি গল। অন্তৰ-আত্মাৰে সৈতে শৰীৰ শান্তিৰ আনন্দত হৰ্ষিত হৈ উঠিল। পান্থই সুধিলে—"প্ৰভু, তুমি কোন? তুমিও বা ইবিলাকৰ দৰে ফাঁকি দিছা?"

গম্ভীৰ উত্তৰ ওলাল—"ভয় নাই ভয় নাই, মই তুমি। মোৰ বচনত আস্থা স্থাপন কৰা। যতে আছা ততে বিশ্ৰাম, ততে শান্তি।"

এনেতে স্বৰ্গ-মৰ্ত-আকাশ বিকসিত কৰি বচন ওলাল; পান্থই গম্ভীৰ বচন শুনিলে—

"যৎ কৰোষি যদশ্নাসি যজ্জুহোষি দদাসি যৎ।
যৎ তপস্যসি কৌন্তেয় তৎ কুৰুষ মদৰ্পণম্॥
শুভাশুভফলৈৰেবং মোক্ষ্যসে কৰ্মবন্ধনৈঃ।
সন্ন্যাসযোগযুক্তাত্মা বিমুক্তো মামুপৈষ্যসি"॥

গীতা : ৯।২৭।২৮

১৬।৪।২৩

# বিবেক-বিপৰ্য্যয়

(১)

পঁচিশ-ত্ৰিশ বছৰমান আগৰ কথা। তেতিয়া আমাৰ দেশখন অসম প্ৰদেশ নহয়, পূৰ্ববঙ্গ আৰু অসম প্ৰদেশ।

বকৰাবাৰী গৱৰ্ণমেণ্ট হাইস্কুল। আজিকালিৰ কেইবাখনো হাইস্কুলৰ দৰে তেতিয়াৰ হাইস্কুলৰ ঘৰ-বাৰী ইমান পকা-পকী নহয়, মাষ্টৰসকলৰো দৰমহা কম; আৰু নিয়মকানুনো কিছু ঢিলা।

ডাইৰেক্টৰ চাহাবজন কিন্তু বৰ চোকা। তেওঁ চাৰ্কুলাৰ দিয়াত বৰ পাকৈত, আৰু তাতোকৈ পাকৈত সেই চাৰ্কুলাৰ মতে কাম কৰে নে নাই এনে কথাবোৰ ধৰাত, আৰু ধৰি শাস্তি দিয়াত।

এনে সময়তে সচ্চিদানন্দ সেৱাদাস বকৰাবাৰী হাইস্কুলৰ এজন মাষ্টৰ—চতুৰ্থ, কি পঞ্চম, কি ষষ্ঠ, কি সপ্তম মাষ্টৰ—হেড্‌মাষ্টৰ, চেকেণ্ড মাষ্টৰ আৰু থাৰ্ড মাষ্টৰৰ তলত কোনজন কি মাষ্টৰ সকলো ল'বাই ভালকৈ বুজি নাপায়।

সচ্চিদানন্দ সেৱাদাস নামটো কিছু নতুন। এতেকে কেনেকৈ এই নাম হ'ল তাৰ চমু বুৰঞ্জী কোৱাৰ আৱশ্যক।

সৰু কালতে পিতৃ-মাতৃদত্ত এওঁৰ নাম আছিল সংৰাম দাস। গুৱাহাটীৰ আৰু কলিকতাৰ কলেজত পঢ়োঁতে কিছুমান ব্ৰাহ্ম ছাত্ৰৰ আৰু তাৰ পাছত এটা ব্ৰাহ্ম পৰিয়ালৰ সংশ্ৰৱ পাই সংৰামৰ ঠাইত তেওঁ নাম ললে সচ্চিদানন্দ। আৰু যেতিয়া কলেজৰ পৰা বি. এ. ফেইল মাৰি ওলাই আহিল, তেতিয়া কিছুদিন কতো একো কাম-কাজ যো-জা কৰিব নোৱাৰি দেশসেৱা মহাব্ৰতত জীৱন প্ৰায় উচৰ্গা কৰি ঠায়ে ঠায়ে বক্তৃতা দি ফুৰিলে। সেই সময়ত স্বদেশী ব্যৱহাৰৰ আৰু বিদেশী বৰ্জনৰ আন্দোলন। এই দেশসেৱা ব্ৰতত ফুৰোঁতে হঠাৎ তেওঁৰ মনত ভাব হ'ল যে, সচ্চিদানন্দ দাসতকৈ সচ্চিদানন্দ সেৱাদাস নাম ললে তেওঁৰ মনৰ ভাব, শৰীৰৰ শক্তি আৰু সম্প্ৰতি লোৱা ব্ৰত—এই সকলোটিৰে সুন্দৰ সামঞ্জস্য ৰক্ষা কৰা হয়—তেতিয়াৰে পৰা তেওঁ নাম ললে সচ্চিদানন্দ সেৱাদাস।

ইয়াৰ পাছত দেখা গ'ল যে, দেশসেৱা ব্ৰতত বক্তৃতা দিবলৈ সুযোগ বহুতো ওলায়, কিন্তু পেট পুহিবলৈ তিমান সুবিধা নাই—নিজৰ পেট পুহিবলৈ কিছু থাকিলেও, পৰিয়ালৰ কালে মন দিয়া বৰ টান। সেইদেখি কোনো ছেগত ইনিস্পেক্টৰ চাহাবক কৈ-মেলি ৪০্ টকাৰ এটা মাষ্টৰী চাকৰি ললে। সম্প্ৰতি সচ্চিদানন্দ সেৱাদাস, আগত কোৱা হৈছে, বকৰাবাৰী চৰকাৰী হাইস্কুলৰ এজন মাষ্টৰ।

মাষ্টাৰ হৈ তেওঁ তেওঁৰ বক্তৃতা দিয়াৰ অভ্যাস আৰু ব্ৰাহ্ম ধৰ্মৰ নৈতিকতাৰ সূত্ৰবোৰ এৰা নাছিল; বৰঞ্চ এইবোৰৰ চৰ্চা কৰিবলৈ স্থলত সুযোগহে ঘটিছিল। স্কুলৰ ডিবেটিং ক্লাব, প্ৰাইজ সভা, ছাত্ৰোন্নতি সমিতিৰ বছেৰেকীয়া অধিবেশন, ৰামমোহন ৰায়ৰ বাৰ্ষিক উৎসৱ, ৰামকৃষ্ণ পৰমহংসৰ তিথি পালন ইত্যাদিবোৰত তেওঁৰ বক্তৃতাৰ ধ্বনিয়ে গোটেই সভামণ্ডপ তোলপাৰ লগাইছিল; আৰু তেৱেঁ তেওঁৰ ধৰ্ম আৰু নীতিৰ সূত্ৰবোৰৰ পুনৰাবৃত্তি কৰিবলৈ একোটা সুবিধা পাইছিল।

সেই সময়ত হেমচন্দ্ৰ বৰুৱাৰ বা আনন্দৰাম বৰুৱাৰ স্মৃতিৰ অৰ্থে বছেৰেকীয়া সভা নবহিছিল; আৰু শঙ্কৰদেৱৰ বা দেৱ দামোদৰৰ তিথিও এতিয়াৰ দৰে পালন কৰা নহৈছিল।

সেই সময়ত আৰু এটা কথা বিদ্বৎ-সমাজত প্ৰচলিত আছিল যে বি. এ. পাছ কৰা মানুহতকৈ বি. এ. ফেইল কৰা মানুহৰ ইংৰাজী ভাষাৰ জ্ঞান বেছি পুৰা; কাৰণ, ফেইল কৰা ডেকা-সকলৰ ইংৰাজী সাহিত্যৰ প্ৰতি ইমান আগ্ৰহ যে, তেওঁলোকে এই বিষয়ত বৰ বেছিকৈ মন দিয়াৰ কাৰণে বি. এ. পৰীক্ষাৰ অন্য দুটা বিষয়লৈ তিমান কাণ কৰিব নোৱাৰে। তাৰ ফলত, অন্তদৃষ্টিশূন্য সহানুভূতিবিহীন বিশ্ববিদ্যালয়ে এনেহেন ইংৰাজী অভিজ্ঞ ডেকাসকলক ফেইল কৰি থয়।

সচ্চিদানন্দ সেৱাদাস এই বিষয়তে প্ৰচলিত মতৰ সত্যতা প্ৰমাণ কৰিছিল, তেওঁৰ কটকটীয়া ইংৰাজী বক্তৃতাৰ দ্বাৰা।

এই প্ৰকাৰে নানা প্ৰকাৰ কাৰ্য্য-কাৰণৰ সমন্বয়ত বৰুৱাবাৰী চহৰত এই খ্যাতি বিস্তৃত হৈছিল যে, সচ্চিদানন্দ সেৱাদাস এজন বিদ্বান্, বক্তা, সমদৰ্শী, দেশসেৱাপৰায়ণ লোক। তেওঁ নিজৰ বা আন কাৰো সুখ-দুখ, লাভ-ক্ষতিলৈ বিচাৰ নকৰি, কাৰো প্ৰতি অলপো কৃপা বা শঙ্কা নকৰি, নিজৰ বিবেকে যিহকে ভাল বুলি কয় সেইদৰে চলে। ইংৰাজীত তেওঁ কয় যে, তেওঁ এজন fearless conscientious worker.

( ২ )

বৰুৱাবাৰী হাইস্কুলৰ পৰীক্ষা-হল। শাৰী শাৰীকৈ বেঞ্চ পতা। দেৰশ-দুশ মান ছাত্ৰই পৰীক্ষা দিবলৈ বহিছে।

সচ্চিদানন্দ সেৱাদাস 'গাৰ্ড' সকলৰ ভিতৰৰ এজন—তেতিয়াও ইন্‌ভিজিলেটৰ শব্দটো প্ৰচলিত হোৱা নাই; গতিকে, গাৰ্ড বুলিলে তাচ্ছিল্য কৰা নহয়।

বিকালে সেৱাদাস যায়, সেইকালেই ছাত্ৰবিলাক নিজম। এনেকি, অহ কৰোঁতে দুই-চাৰিজনৰ মুখত যি গুণ্‌গুণনি উঠে সেই শব্দও নাথাকে। সকলোৱে জানে, সেৱাদাস মাষ্টাৰ বৰ বিবেকী, তেওঁৰ আঁগত ধৰা পৰিলে ৰক্ষা নাই।

সেইদিনা পৰীক্ষা দিয়া ছাত্ৰৰ ভিতৰত আছিল অতুলকৃষ্ণ। অতুলকৃষ্ণ বুদ্ধিমান, চোকা ল'ৰা; শ্ৰেণীত প্ৰথম, দ্বিতীয় হৈ থাকে; এতিয়া তৃতীয় ( আজিকালিৰ অষ্টম মান ) শ্ৰেণীত পঢ়ে। অতুলকৃষ্ণ ইংৰাজীত সদায় শ্ৰেণীত প্ৰথম হয়; অঙ্কত অলপ কেঁচা। আজিকালিৰ দৰে তেতিয়া খেলাৰ তিমান প্ৰচলন নাছিল। কিন্তু অতুলকৃষ্ণই ফুটবল আৰু ক্ৰিকেট

দুয়োবিধ খেলিছিল ; আৰু মাজে-সময়ে অনুগ্ৰহ কৰি যেতিয়া চাহাবসকলে স্কুলৰ ছাত্ৰৰ লগত দুখন-এখন মেচ খেলিছিল, তেতিয়া স্কুলৰ এবাৰজনৰ ভিতৰত অতুলকো থাকিছিল। ইয়াৰ বাহিৰে কিছু দুষ্ট আৰু সাহসী বুলিও অতুলৰ অলপ খ্যাতি আছিল। সকলোৰে ওপৰত অতুলৰ মোমায়েক এজন হাকিম, আৰু ককায়েকে ইনিসপেক্টৰ চাহাবৰ বিশ্বাসী কেৰাণীৰ কাম কৰে।

সেইদিনা তৃতীয় শ্ৰেণীৰ অঙ্কৰ পৰীক্ষা। সচ্চিদানন্দ সেৱাদাসে অতুল বহা বেঞ্চৰ ওচৰে-পাজৰে কেইবাবাৰো ঘূৰিছে। শেষত খপ কৈ অতুলৰ আগত থিয় হৈ অতুলক সুধিলে,—"তোৰ চোলাৰ মোনাত সেইসোপা কি ?" আৰু এইবুলি কৈয়েই চোলাৰ মোনাৰ ওপৰেদি মুৰ ওলাই থকা কটা কিতাপৰ পাত কেইখিলামান উলিয়াই আনিলে।

গোটেই হল নিমাত, নিস্তব্ধ!—হঠাৎ যেন বজ্ৰ পৰিল। অতুল বগা পৰি থিয় হৈ কঁপিবলৈ ধৰিলে ; আন ল'ৰাৰ বুকতো ধপ ধপনি উঠিল।

সেৱাদাসে অতুলৰ উত্তৰৰ কাগজসোপা টোপোলা বান্ধি লৈ ক'লে,—"আহ, হেড মাষ্টাৰৰ ওচৰলৈ।"

হেড মাষ্টাৰৰ ওচৰ পাই সেৱাদাসে ক'লে—"চাৰ, অতুলৰ জেপত এইবোৰ কিতাপৰ ফলা পাত। চাওক, জ্যামিতিৰ পাত। আজি ইয়াৰ অঙ্কৰ পৰীক্ষা।"

হেড মাষ্টাৰে ফলা পাতবোৰ চালে—হয়, জ্যামিতিৰ পাত। সুধিলে,—"সি চাইছিল নেকি ?"

সেৱাদাস—"চোৱা নাই হ'বপায়। মই কেইবাবাৰো মন কৰিছোঁ, তাৰ জেপৰ ওপৰেদি পাত কেইখিলামান ওলাই আছে। তিনি-চাৰিবাৰমান অহা-যোৱা কৰি শেষত তাক উঠিবলৈ কৈ চাওঁ যে এইসোপা !"

হেড মাষ্টাৰে অতুলক বুদ্ধিমান আৰু চতুৰ ল'ৰা বুলি অলপ মৰম কৰে ; আৰু তাৰ সম্পৰ্কৰ বাবে মনে মনে অলপ খাতিৰো কৰে। বিবেকী আৰু সমদৰ্শী সেৱাদাসৰ ঠিক এই কাৰণেই অতুলৰ ওপৰত তিমান সন্তোষৰ ভাব নাই। হেড মাষ্টাৰে সুধিলে,—"অতুল ! কিয় নকল কৰিছিলি ?'

অতুল—"নকল কৰা নাই, চাৰ ! আৰু সেই কেই পাতত আজিৰ পৰীক্ষাত অহা কোনো প্ৰতিজ্ঞাও নাই।"

হেড মাষ্টাৰে—"হয়নেকি ?" বুলি পাতকেইটা প্ৰশ্নৰ লগত মিলাই চাই দেখে যে হয়, প্ৰশ্নত অহা কোনো এটা প্ৰতিজ্ঞাই তাত নাই। তেওঁ সুধিলে,—"পাতবোৰ আনিছিলি কিয় ?"—অতুল নিমাত।

সেৱাদাসে কলে—'পাতবোৰ আনিছিল নকল কৰিবলৈ। আজিৰ প্ৰতিজ্ঞা নাই দেখি নকল কৰিব নোৱাৰিলে। তাৰ মতলবটো বেয়া। কোনো কাৰ্য্যৰ শেষ ক্ৰিয়াটো চাব নে তাৰ উদ্দেশ্যটো চাব। তাৰ intention (মতলব) নকল কৰা হে আছিল ; বিশেষ circumstance-ত (অৱস্থাত) পৰি সেই মতলব সিদ্ধ কৰিব নোৱাৰিলে। সি দণ্ড পাবই লাগে।"

হেড্‌মাষ্টাৰে জানে যে ethics লৈ সেৱাদাসৰ লগত তৰ্ক কৰাৰ একো ফল নাই। তেওঁ সেৱাদাসক পৰীক্ষা-হললৈ পঠাই অতুলক সেই দিনালৈ পৰীক্ষা নিদি ঘৰলৈ যাবলৈ ক'লে।

সময়ত প্ৰমোচন দিবৰ কাৰণে শিক্ষকসকলৰ মিটিং বহিল। অতুলৰ কথা ওলাল। হেড্‌-মাষ্টাৰে আগৰ নম্বৰ, ক্লাছৰ পঢ়া-শুনা সকলো চাই, অতুলক প্ৰমোচন পাব বুলি মত দিলে। গণিতৰ মাষ্টৰজনে দেখুৱালে যে, অৰুৰ পৰীক্ষাৰ দিনা সি আধাআধি লিখা সত্বেও পাছ নম্বৰ পাইছে। আন আন মাষ্টাৰসকলেৰো তাক প্ৰমোচন দিবৰে মত—বিশেষ হেডমাষ্টাৰৰ মতৰ বিপক্ষে কোনোৱে একো কোৱাও উচিত নহয়, আৰু শিক্ষকৰ সাধাৰণ মনৰ ভাব, ল'ৰাই যিমানে প্ৰমোচন পায় সিমানে ভাল।

কিন্তু এই কথাই বিবেকী সেৱাদাসৰ বিবেকত খুন্দা মাৰি দিলে। তেওঁ খপ্‌কৈ থিয় হৈ কবলৈ ধৰিলে,—"এই কথাত মই মান্তি নহওঁ, চাৰ! অতুলক আপোনালোকে গুৰু অপৰাধত অপৰাধী বুলি জানিও শাস্তি নিদিয়ে। এনে অনীতিৰ কথাত মই নাই, চাৰ!"

হেড্‌মাষ্টাৰ—"কিয়, তাক বেত মাৰিব খুজিছিলে'। নহয়। আৰু বিশেষ সিতো সেইদিনা নকল কৰা নাছিল।"

সেৱাদাস—"চাৰ, স্বীকাৰ কৰিব। মোৰ সেই মত নহয়। সি নকল কাৰ্য্যেৰেহে কৰা নাছিল; তাৰ নকল কৰাৰ অভিপ্ৰায় সম্পূৰ্ণ আছিল। অৱস্থা বিশেষতহে সি নকল কৰিব নোৱাৰিলে। Intention is all that counts in morality. ( নৈতিকতাত অভিপ্ৰায়হে আচল কথা। )"

কোনোবা এজন মাষ্টাৰ অলপ মুখ চোকা। তেওঁ ক'লে—"থাওক আপোনাৰ নৈতিকতা ( morality )। অতুলে প্ৰমোচন পাব লাগে চাৰ।"

সেৱাদাস গৰ্জি উঠিল,—থাওক morality ( নৈতিকতা )। Conscience ( বিবেক ) নাথাকিলে, শিক্ষা কিহৰ? সকলোকে সমান দেখিব নোৱাৰিলে বিদ্যামন্দিৰৰ পবিত্ৰতা ক'ত থাকে? অতুল অমুকা হাকিমৰ ভাগিন, আৰু অমুকা কেৰাণীৰ ভায়েক নোহোৱা হ'লে, আপোনালোকে তাক প্ৰমোচন নিদিলেহেঁতেন। এতিয়া ডাঙৰ মানুহৰ ল'ৰা দেখি তাৰ দোষ, দোষ নহয়। মই এনে কথাত নাই। নীতিৰ আগত, বিবেকৰ আগত সকলো সমান।"

কথা অপ্ৰীতিকৰ হৈ উঠে দেখি হেড্‌মাষ্টাৰে ক'লে,—'বাৰু! অতুলৰ কথা এৰা যাওক। মই বাৰু প্ৰেচিডেণ্ট চাহাবক পৰামৰ্শ কৰি চাম।" —অন্য কাম কৰি মিটিং শেষ হ'ল।

অতুলে অৱশেষে প্ৰমোচন পালে।

( ৩ )

পৰীক্ষাৰ এমাহমান পাছৰ কথা। ডাইৰেক্টৰ চাহাব স্কুল চাবলৈ আহিছে। লগতে ইনিস্পেক্টৰ চাহাবো আছে। হেড্‌মাষ্টাৰৰ গাত তত্‌ নাই —কিজানি ক'ৰবাত কিবা প্ৰকাৰে চাহাবহঁতৰ বেয়া পাই যায়। তলৰ মাষ্টাৰসকলেৰো মনত ভয়।

চতুৰ্থ শ্ৰেণী ( আজিকালিৰ সপ্তমমান ) চাওঁতে এটা বিষম কথা হ'ল। ইংৰাজীৰ শিক্ষক-সকলে মুখাই মুখাই ছাত্ৰক কৈ পঠাইছিল যেন কী-বুক ( অৰ্থৰ কিতাপ ) কোনেও স্কুললৈ

নৈ নাহে। ইংৰাজী কিতাপৰ বঙালী অৰ্থৰ কিতাপ সকলো ল'ৰাই পঢ়ে; শিক্ষকসকলে জানেও আৰু পঢ়িবলৈকো কয়। কিন্তু কিছুদিন পূৰ্বে ডাইৰেক্টৰ চাহাবে হুকুম দিছে চাকুঁলাৰ জাৰি কৰি, যে প্ৰকৃত শিক্ষাৰ কাৰণে কী-বুক ব্যৱহাৰ কৰা প্ৰকৃততে অনিষ্টজনক। গতিকে প্ৰত্যেক শিক্ষক সাৱধান হব, যেন কোনো ল'ৰাই কী-বুক নপঢ়ে।

চতুৰ্থ শ্ৰেণীৰ ল'ৰা এজনক ইংৰাজী পঢ়ি থাকোঁতে ডাইৰেক্টৰ চাহাবে অৰ্থ সুধিলে; ল'ৰাজনে এনে ইংৰাজী দি অৰ্থটো কলে যে, চাহাবৰ মনত সংশয় জন্মিল যে শব্দটো ইংৰাজী কী-বুকৰ। চাহাবে সুধিলে,—"তুমি কী-বুক ব্যৱহাৰ কৰা হ'ব পায়?" ল'ৰাজনৰ উচিত আছিল 'নকৰোঁ' বুলি উত্তৰ দিয়া। কিন্তু ভয়তে তাৰ ভগৰন্ত কঁপি আছিল; তাৰ মুখত ওলাল—"হয় চাৰ!"

চাহাবে ক্লাছ মাষ্টাৰক মাতিলে,—"মাষ্টাৰ এই বিষয়ে আপোনাৰ কি কব লগীয়া আছে?"

ক্লাছ মাষ্টাৰ আছিল সচ্চিদানন্দ সেৱাদাস। তেওঁ ক'লে,—"চাৰ, মই আপোনাৰ চাকুঁলাৰৰ কথা বঢ়িয়াকৈ বুজাই দিছোঁ। সিহঁতে কী-বুক ব্যৱহাৰ নকৰে।"

চাহাব—"এই ল'ৰাজনে যেখোন কৰা বুলি কয়।"

সেৱাদাস—"হয় নে, তই কী-বুক ব্যৱহাৰ কৰ নেকি?"

তিমানখিনি সময় ল'ৰাৰ বুদ্ধি চাপি আহিছে। সি ক'লে,—"নকৰোঁ চাৰ চাহাবৰ কথা বুজিব নোৱাৰিহে 'ইয়েছ' বুলিলোঁ!"

সেৱাদাসে কথাষাৰ বুজাই দিলে। এইদৰে এটা কথাত অপমান বাধা পাই চাহাবৰ খোৰ চাপিল। 'বাৰু' এইবুলি ইনিস্পেক্টৰৰ সৈতে গোটাইটো ক্লাছৰ কিতাপপত্ৰবিলাক ঘুঁকটি চাব ধৰিলে। চোৱা হ'ল, বহুতো মলি বহী, ৰাফ্ বুক, ফটা কাগজ—এইবোৰ ওলাল কিন্তু কী-বুক এখনো নোলাল।

সেৱাদাস মাষ্টাৰৰ মুখ জয়ৰ গৰ্বত ফুলি পৰিল। ক'লে,—"মই কৈছিলোঁ নহয় চাৰ! মোক বিশ্বাস কৰিব পাৰিলেহেঁতেন।"

স্পষ্ট কথা কোৱাত ভয় নকৰে বুলি সেৱাদাসৰ খ্যাতি ছাত্ৰৰ আগত অক্ষুন্ন ৰাখিব লাগে নহয়।

বাঘ আৰু হৰিণাৰ লগত তুলনা নকৰি ঘৰুৱা মেকুৰী আৰু নিগনিৰ লগত তুলনা কৰিয়েই কওঁ। মেকুৰীৰ হাতৰ পৰা নিগনিটো পলাই সাৰিলে মেকুৰীৰ মনত যেনে ভাব হোৱা সম্ভৱ, এইদৰে ধৰোঁ ধৰোঁ পৰোঁ পৰোঁ আসোঁৱাহৰ পৰা মাষ্টাৰ মুক্ত হোৱা দেখি, চাহাবৰ মনতো তেনে ভাব হ'ল। তেওঁ বঙা পৰি ক'লে—'বাৰু, হেড্‌মাষ্টাৰ, তোমাৰ ল'ৰাক কিতাপ যোগায় কোনে?'

এই প্ৰশ্নটোৰ এটা উদ্দেশ্য আৰু সাৰ্থকতা আছিল। সেই সময়ত কোনো কোনো স্কুলত একোজন শিক্ষক ছাত্ৰৰ কিতাপ-কাগজ, বহী-কলম আদি যোগাবৰ অনুমতি দিয়া হৈছিল। বৰুৱাবাৰী স্কুলতো এই অনুমতি আছিল, আৰু সেই অনুমতি পাইছিল শ্ৰীযুক্ত সচ্চিদানন্দ সেৱাদাসে।

হেড্‌মাষ্টাৰে ক'লে,—"সচ্চিদানন্দ বাবুৱে—এৱেঁই।"

চাহাব,—"আপোনাৰ কিতাপবোৰ ইয়াতে থয় নে?'

উচিত উত্তৰ উচিত সময়ত ওলাবলৈ হলে সচ্চিদানন্দই কব লাগিছিল যে, তেওঁ কিতাপ স্কুলত নথয়, বা কিতাপবোৰ বিক্ৰী হৈ গৈছে, বা এনে এটা অন্য কথা। অৱশ্যে স্কুলত নিজৰ আলমাৰীত বিক্ৰীৰ কিতাপ থলেও তেতিয়া একো অপৰাধ নহৈছিল। কিন্তু সচ্চিদানন্দৰ মুখত উচিত উত্তৰটো নোলাল; সঁচাটো ওলাল।

চাহাবে "থাক, চাওঁহঁক" বুলি খোজ ললে। তেতিয়া আৰু অন্য কথা কৈ চাহাবৰ গতি সলাবৰ অৱসৰ নাইকিয়া হ'ল।

কিতাপৰ আলামাৰীটো সেৱাদাসে খুলি দিলে। হেড্ মাষ্টাৰে আৰু ইনিস্পেক্টৰ চাহাবে পাত্ পাত্ কৈ কিতাপবোৰ চালে। তাৰ মাজৰ পৰা ওলাল—এখন নহয়, দুখন, তুখন নহয়, সাতখন কী-বুক!

ঘোঁৰাত উঠি চুটি মেলি গৈ আছা, হঠাৎ ঘোঁৰাটো বলে, গাটো যেনে হমাৎ কৰি উঠে; একান্তমনে কোনো এখন কিতাপ পঢ়ি আছা, কাণৰ কাষত কোনোবাই আটাহ পাৰি দিলে মনটো যেনেকৈ ঝিনিৎ কৰি বাজে, সেৱাদাসৰ এইবাৰ মনৰ অৱস্থা তেনে হ'ল। তেওঁ ক'লা পৰিল, কঁপিব ধৰিলে, আৰু গাৰ তত হেকৰাই বহি পৰিল।

তেওঁৰ তেনে অৱস্থা দেখি চাহাব দুজনে বিশেষ একো নকলে। ডাইৰেক্টৰ চাহাবে হেড্ মাষ্টাৰক ক'লে,—"হেড্ মাষ্টাৰ, আপোনাৰ supervision (তলৰ মানুহৰ কাম-কাজ চোৱাত) ইয়াতকৈ বহুতো ভাল হোৱা যুগুত।" আৰু স্কুলৰ পৰা ওলাই গ'ল।

বাটৰ যেতিয়া ডাইৰেক্টৰ চাহাবে ইনিস্পেক্টৰ চাহাবক ক'লে,—The cheek of some men! He himself encourages the boys to use keys and makes a profit out of it and has the audacity to contradict us!"

চাহাব যোৱাৰ একমিনিটমানৰ ভিতৰতে গোটেই স্কুলত ৰজন্‌জনাই গ'ল, কি কাণ্ড আজি ঘটিল!

( ৪ )

হেড্ মাষ্টাৰ ক'লা পৰি অফিচ ঘৰ সোমাল। তেওঁক মাতিবলৈ কাৰো সাধ্য নহ'ল।

সচ্চিদানন্দ কমনৰুমলৈ গ'ল। নবীন মাষ্টাৰৰ মুখ চোকা বুলি খ্যাতি আছিল। তেওঁ ক'লে—"আপোনাৰ morality আৰু conscience আজি ধৰা পৰিল।"

বিনয় মাষ্টাৰ ভদ্ৰলোক। তেওঁ ক'লে,—"ব'বা নবীন, সকলোতে তোমাৰ ধেমালিখন! In all conscience it is an extremely serious matter. বৰ বেয়া কথাটো ঘটিল। কিবা এটা কৰিব লাগে।"

সচ্চিদানন্দই একো নমতাকৈ আছিল। তেওঁ ক'লে—"Even the best of us have faults; নহলেতো পৃথিবী গুচি স্বৰ্গই হলহেঁতেন। A friend in need is a friend indeed. কিবা পাৰে যদি পৰামৰ্শ দিয়ক।"

সকলোটি পৰামৰ্শত লাগিল। কিছু পৰৰ পাছত নবীন মাষ্টাৰে বিস্ময়েৰে গৈন্তে লগলাগি

সচ্চিদানন্দক একলীয়া কৰি ৰাতি নিলে আৰু অনেক পৰ কথাবাৰ্ত্তা হ'ল।

শেষত সচ্চিদানন্দই ক'লে,—"তেনে হলে দিয়ক তাকে কৰি। ৰক্ষা কৰক মোক। স্কুলৰ বদনামটো যাওক। ইয়াত আমাৰ সকলোৰে বদনাম।

নবীন—"আপুনি নিজে সকলো দুৰ্ঘটনা ঘটাব, morality পাব; আৰু এই কাম কৰিবৰ বেলিকা লাগে আমাক—immoralityৰ কাৰণ। সেইটি নহয়। আপোনাৰ চাকৰি যায় যাব; আমাৰ কিছুৰ বদনামটো হ'ব। উপায় দিছোঁ—কৰক।"

বিনয়—"ৰবা হে নবীন, তুমি কোন দিনা থাটি খোৱাহে। নহয় সেৰাদাস, আপুনি নিজে কৰিলেহে ভাল। নহলে আৰু ৰক্ষা নাই।"

সেৰাদাসে ক'লে,—"বাৰু।"

( ৫ )

গধূলি সময়। অতুলকৃষ্ণৰ পদূলিৰ আগত সেৰাদাস, তেওঁৰ হাতত এটা টোপোলা। অতুল এই সময়তে খেলি আছে। অলপ ইকাল সিকাল কৰাৰ পাছতে অতুল আহিল; আহিয়েই সেৰাদাস মাষ্টাৰক পদূলিত দেখি নমস্কাৰ দিলে।

সেৰাদাসে ক'লে—"অতুল, তোমাৰ কাৰণে বৈ আছোঁ।"

অতুল আচৰিত হ'ল। ক'লে,—"কিয় চাৰ?"

সেপ ঢুকি সেৰাদাসে ক'লে—"বৰ কথা এটা হ'ল। তুমি ৰক্ষা কৰিব লাগে। আজি স্কুলৰ ঘটনা শুনিছাই নহয়। তুমি জানা এইবাৰৰ পৰীক্ষাৰ কথা। তোমাক পৰীক্ষা দিবলৈ কাৰো মতেই নাছিল। মৱে হে হেড্ মাষ্টাৰক ধৰি মেলি প্ৰমোচন দিয়ালোঁ।"

অতুলে প্ৰমোচনৰ মিটিঙৰ সকলো কথা জানে। তেওঁ মাষ্টাৰক খাতিৰ কৰি ক'লে—"হয়, চাৰ।"

সেৰাদাস—"আজি কী-বুকৰ কথাত মোৰ চাকৰি যায়। চাকৰি যোৱাৰ অৰ্থ কি জানা নহয়! ল'ৰা-তিৰোতাৰ খাবলৈ নোহোৱা হয়। আচলতে কী-বুকৰ কথাত মই নিৰপৰাধ। ডাইৰেক্টৰ চাহাবেই হওক বা যেয়ে হওক সকলো কথাৰ আৰু আদেশৰ একোটা অৰ্থ থাকিব লাগে। বিবেক-বিবেচনাৰ বিৰুদ্ধে দিয়া আদেশ আমি কিয় পালিব লাগে? মোৰ মনেৰে ছাত্ৰই কী-বুক পঢ়া একো দোষণীয় নহয়। সেইদেখিহে মই পঢ়িবলৈ কওঁ আৰু বিক্ৰী কৰোঁ—ছাত্ৰৰ ভালৰ অৰ্থেহে।"

অতুল—"হয়, চাৰ।"

সেৰাদাস—'এতিয়া এই বিপদৰ পৰা তুমি উদ্ধাৰ নকৰিলে আনে নোৱাৰে। প্ৰকৃততে অকল মোৰ বিপদ নহয়; আমাৰ স্কুলৰ বদনাম আৰু হেড্ মাষ্টাৰো যেয়া। সেই দেখিহে তোমাক কৈছো। অকল মোৰ নিজৰ কথা হোৱা হলে তোমাক এই কথা নকওঁ।"

অতুল—"হয় চাৰ। পিচে কি কৰিব লাগে?"

সেৰাদাস—"বিশেষ টান কাম নহয়। মোৰ হাতত যে টোপোলাটো আছে, ইয়াত পাঁচ-ছ বছৰীয়া পুৰণা পাঠ্য পুথিৰ কী-বুক সাতখন আছে। আজি ইনিস্পেক্টৰ চাহাবে যি

কেইখন লৈ গ'ল, সেই কিখন আজিকালিৰ পাঠ্যৰ কী-বুক। তুমি যদি এই কেইখন চাহাবৰ টেবিলৰ ওপৰত থৈ তাত থকা কেইখন আনি দিব পাৰা, তেনেহলে আমাৰ সকলোৰে দোষ খণ্ডন হয়। তোমাৰো একো ভয় নাথাকে। তুমিতো চাহাবৰ বঙলালৈ অহা-যোৱা কৰাই।"

অতুল—"কৰোঁ হয়, চাৰ। পাছে চাহাবে বা কিতাপবোৰ থৈছে ক'ত? যদি অফিচৰ টেবিলৰ ওপৰতে আছে, মই যাম। কিন্তু যদি ড্ৰুৱাৰ বা আলমাৰীত বন্ধ কৰি থৈছে, তেনেহলে কি হ'ব?"

সেৱাদাস—"তেতিয়া কপালত যি হয় হ'ব। তুমি এবাৰ যাব লাগে, অতুল। তোমাৰ বুদ্ধি আৰু সাহ আমি সকলোৱে জানো। সেই দেখিহে সকলো মাষ্টৰে তোমাক এইটো কাম কৰিবলৈ কৈ পঠাইছে। হেড্‌মাষ্টৰেও ভাল পাব।"

অতুল—( আচৰিত হৈ ) "হেড্‌মাষ্টৰেও কৈছে নে?"

সেৱাদাস—( খত্‌মত্ খাই ) "হেড্‌মাষ্টৰে ঠিক এইদৰে স্পষ্টকৈ কোৱা নাই। কিন্তু এই বিপদৰ পৰা উদ্ধাৰ পাবলৈ বুদ্ধি সাজিব পাৰিলে, নিশ্চয় ভাল পাব বুলি আমি ভাবিছোঁ।"

অতুল—"ভাল, ভাল! মই এতিয়াই চেষ্টা কৰি চাম। চাহাব ক্লাবত থাকিব পায়।"

সেৱাদাস—"পাৰিবা, বাপা তুমি। তোমাক ঈশ্বৰে কল্যাণ কৰক।"

(৬)

এই ঘটনাৰ পাছ দিনা ইনিস্পেক্টৰ চাহাবৰ পৰা তাগাদা চিঠি আহিল, ডাইৰেক্টৰ চাহাবৰ আদেশৰ বিৰুদ্ধে স্কুলত কিয় কী-বুক চলোৱা হয় আৰু স্কুলৰ মাষ্টৰ এজনে কিয় কী-বুক বিক্ৰী কৰে, আৰু সেই মাষ্টৰজনক এই অপৰাধৰ কাৰণে শাস্তি দিয়া নহ'ব কিয়?

এই চিঠিৰ উত্তৰত হেড্‌মাষ্টৰে যথাবিহিত সম্মান আৰু বিনয় দেখুৱাই আৰু পূৰ্বাপৰ ঘটনা বিবৰি লিখিলে,—"The teacher in question? Sjt. Sachchidananda Sevadas says that the keybooks are old ones and were in stock from four or five years past. I have taken special care to see that keybooks are not used in the school; and so far as I am able to ascertain no new keybook has been used or sold in my school since the date of the D. P. I.'s Circular."

ইনিস্পেক্টৰ চাহাবে চিঠি পালে অফিচত, আৰু পাই পকেটত সুমাই থৈ দিলে। ভাটিবেলা ৪½ বজাত চাহ খাবৰ সময়ত চিঠিখন ডাইৰেক্টৰ চাহাবক দেখুৱালে। ক'লে যে তেওঁ keybook বোৰ পৰীক্ষা কৰি চাইছে, হয় সেইবোৰ চাৰি-পাঁচবছৰীয়া পুৰণা।

ডাইৰেক্টৰ চাহাব্ অলপ তভক্ মাৰি ৰ'ল। শেষত ক'লে—"We were fools not to examine their dates on the spot."

---

# পঢ়াশালি পৰিদৰ্শন

(১)

শ্ৰীযুত কল্লেশ্বৰ শৰ্ম্মা ফুকন ঢোপৰ স্কুলৰ পণ্ডিত, মৌজাদাৰৰ ভায়েক, জিলাৰ ইংৰাজী স্কুলৰ দ্বিতীয় শ্ৰেণী অৰ্থাৎ নৱম মানলৈ পঢ়া আৰু ইপিনে যোৰহাট নৰ্ম্মাল স্কুলৰ পৰা গুৰু বাৰ্ষিক পাছ।

তাহানিখন তেওঁ হাইস্কুলত পঢ়োঁতে কোনো গুৰু অপৰাধত স্কুলৰ পৰা 'নিৰ্ব্বাসিত' হৈছিল। ল'ৰাটোৰ একো নহল দেখি মৌজাদাৰ ডাঙৰীয়াই পোনতে তাক মণ্ডলৰ কাম দিয়ালে, কিন্তু আৰ মাটি তাৰ নামত লগাই দিয়া অপৰাধত সেই কামৰ পৰা বিদায় পালে। লোকেল বোৰ্ডৰ ওভাৰচিয়াৰ বাবুক কৈ মেলি আলি এটা মেৰামতিৰ ঠিকা লৈ দিলে, সেইবেলি মৌজাদাৰৰ নগদ ৩০০্ টকা লোকচান হ'ল। পাছত, ৩ খন হাল আৰু ১০ পূৰা মাটি কৰি দি অলপ দূৰত খেতি কৰিবলৈ লগালে, হালোৱা গৰু আটাই কেইটা মৰিল আৰু ভাল ধান পালে ১০৫ ভাৰ। তাৰ পাছত কাছাৰীত এছিষ্টেণ্ট নকলনৱীচ পাতি দিলে। তাতো কিবা কাকতৰ গোলমাল কৰাত সেই কামৰপৰা খেদা খালে। অৱশেষত, আন ক'তো একো নোহোৱাত মৌজাদাৰ ডাঙৰীয়াই নিজৰ চ'ৰাৰ আগতে আলিটোৰ সিপাৰে এটা চাৰিচলীয়া ঘৰ বান্ধি দি ভাবি-ধমকেৰে গাৱঁৰ পৰা ল'ৰা-ছোৱালী কিছুমান গোটাই কল্লেশ্বৰক তাৰ পণ্ডিত পাতি দিলে।

এদিন ডিপুটী ইনিস্পেক্টৰ ডাঙৰীয়া সেই বাটেদি যাবলৈ ধৰোঁতে মৌজাদাৰ ডাঙৰীয়াই লৰি গৈ তেওঁক বাটতে এটা চালাম দিলে আৰু অনেক কাকুতি-মিনতি কৰি তেওঁক নিজৰ চ'ৰালৈ লৈ আহিল। কথাই-বতৰাই ডিপুটী ডাঙৰীয়াই সেই নিশা তাতে থপিলে। পাছ দিনা পুৱাৰে পৰা কল্লেশ্বৰৰ স্কুল মঞ্জুৰ হ'ল; আৰু সেই মাহৰে যোৱা পহিলা তাৰিখৰ পৰা ৮্ টকা নিৰিখত কল্লেশ্বৰৰ 'তলব' বন্দবস্ত হ'ল। যেতিয়া ট্ৰেইনিং পাছ কৰি আহিল, তেতিয়া তেওঁৰ দৰমহা হ'ল ১২্ টকা; আৰু কেপিটেছন উঠি যোৱা সময়ৰ পৰা কল্লেশ্বৰ ১৭্ টকাকৈ পাব ধৰিলে।

(২)

স্কুলৰ চেয়াৰত বহি টেবুলত ভৰি মেলি আৰু মুখত চুৰুট লৈ কল্লেশ্বৰ বহি আছে; আৰাৰ ঘৰটোৰ কোনোৰা চুকৰ জেকা মাটিত ফটা খলিয়াৰ কানি পাতি তিনি নে চাৰিজন ল'ৰা। তাৰে কাৰতে তেনে সঁজুলিৰ ওপৰত এজন ডেকাই শুই কেঁচ-কেঁচাইছে। এনে সময়তে 'ডাক পিয়োনি' আহি চৰকাৰী চাব মৰা দীঘল খাম এটা কল্লেশ্বৰৰ হাতত দিলে। ডাকঘৰ

স্কুলৰ পৰা বহুত দূৰ, ৮৷১০ দিনে এই বিবয়াজনৰ মৌজাদাৰ থকা বুলি সেই গাৱঁত অৱতাৰ হয়। অসম্ভৱ ৰূপে পিয়নৰ প্ৰবেশত ঘৰৰ ভিতৰত থকা সকলোটি প্ৰাণী চমক্ খাই উঠিল। কমেশ্বৰে টেবুলৰ পৰা ভৰি নমালে,বহি থকা ল'ৰা কেইজনে 'বিজনে নিৰ্ভৰ কৰে সদায় পৰত'— এই ফাঁকি খেলি-মেলিকৈ গাব ধৰিলে। আৰু শুই থকা ডেকাটোৱেও ছঁ কৰি বাগৰ সলালে।

পিয়ন গ'ল; কমেশ্বৰে ধীৰে সুস্থিৰে লেকাকাটো খুলি ফুৰফুৰকৈ চুৰটৰ ধোঁৱা উলিয়াই চিঠিখন পঢ়িলে। সৰ্বনাশ! ডিপুটি ডাঙৰীয়াই পৰৱানা পঠাইছে:—

"যেহেতু মহামহিমান্বিত শ্ৰীল শ্ৰীযুক্ত অসম উপত্যকা আৰু পৰ্বতীয়া বিভাগৰ সমুদায় স্কুল-সমূহৰ ইনিস্পেক্টৰ চাহাব বাহাদুৰ মহোদয় অত্ৰ মহকুমালৈ স্কুল পৰিদৰ্শন কৰিবলৈ আহিছে—

আৰু যেহেতু উক্ত শ্ৰীল শ্ৰীযুক্ত চাহাব বাহাদুৰৰ জানুৱাৰী মাহৰ ১০ তাৰিখৰ পৰা ২০ তাৰিখলৈ ইয়াৰ ভিতৰত তোমাৰ স্কুলৰ সমুখৰ আলিয়েদি যোৱাৰ সম্ভাৱনা আছে—

এতেকে তোমাক সতৰ্ক কৰা গ'ল যে, তুমি শ্ৰীল শ্ৰীযুক্ত চাহাব বাহাদুৰক স্কুল দেখুৱাবলৈ সকলো প্ৰকাৰে সাজু হৈ থাকিবা। ইয়াৰ অন্যথা নকৰিবা। ইতি—

..................

ডিপুটী ইনিস্পেক্টৰ।"

চিঠি পায়েই তো কমেশ্বৰৰ ধাতু উৰিল। স্কুল দেখুৱাবলৈ আছে কি? ঘৰটো ভঙা; বেৰ নাই; জেটিটোও জেকা—চাল উকথে। হাজিৰা হাজিৰাই, ছাত্ৰ তো আছে ৩ বা ৪ জন। ইফালে নোট বহী এটা নাই, কল কৰা কাকত এডোখৰ নাই, পেন্সিল হেন্দেল কাৰো নাই, ল'ৰাৰ কিতাপবোৰ পুৰণি, একটকীয়া ভূগোল আৰু ছঅনীয়া আখৰ লিখা বহী কিনা নাই। সৰ্বনাশ—এইবাৰ দেখোন চাকৰিটো ৰখাই টান হ'ল। তাতে আজি আকৌ ১৩ জানুৱাৰী! চাহাব আনোচা আজিকালিতে ওলায়হি। খালে, খালে, খালে ইহঁতে!

এনেতে ল'ৰা এটাই মাটিৰ পৰা সৰু কাকতৰ টুকুৰা এখন পণ্ডিতৰ হাতত দি ক'লে— "এইয়া বাবু, ডাঙৰখন কাকত যেনেঁতে সৰি পৰিছিল।" বাবুৱে সৰু কাকতখন চালে— তাতে লিখা আছে—

'পণ্ডিত, অলপ গাখীৰ, অলপ মাছ, আঠৌটামান পাৰ আৰু পাৰিলে এটা পঠা যোগাৰ কৰি ৰাখিবা।'

( ৩ )

বিস্ময়ৰ ওপৰত বিস্ময়! এইদৰে থাকোঁতেই স্কুলৰ ছাব-ইনিস্পেক্টৰ বাবুৰ চাপৰাছীটো ওলালহি।

"এই ক'ৰপৰা ঔ, বৰ্গাই?"

"কিয় আপুনি জানো খবৰ পোৱা নাই। আপোনালোকৰ ইনিস্পেক্টৰ চাহাব আহিছে মহয়?"

"কি কয়! ক'ত আছে?"

"কেলেই ৰধৰি বঙলাত। কাইলৈ যেমাকৰ বঙলাত থাকিবহি। আপোনাৰ

স্কুল কাইলৈ চাব নহয়, সেইহে খবৰ দিবলৈ ডিপুটীয়ে খৰখৰকৈ পঠালে। তাত ভাত-পানী খাই ৪ মান বজাত এই খিনি পাবহি।"

আকাশ ভাঙি পণ্ডিতৰ মূৰত পৰিল। উপায়? অলপ পৰ থমকি ৰৈ বগাইক সুধিলে, "হেৰ, মোৰ কালে হ'ল বগাই! নেদেখিছ স্কুল কি হৈ আছে।"

"চিন্তা কৰিছে কিয় বাবু আপুনি? চাহাবজন বৰ বেয়া মানুহ নহয়। আপুনি খুব মতে চালাম দিব, ভাল পাই যাব। আৰু কলটনা কাকত আৰু নোটবোৰ নাইনে?"

"সেইবোৰ থকাহেঁতেন কি চিন্তা আছিল। হেৰ, চালাম হালি মাটিৰ পৰা দিলে ভাল পায়নে অ' বগাই?"

"খুব ভাল পায়, বাবু। ডিপুটীয়ে আৰু আমাৰ বাবুয়ে নিতৌ পুৱা উঠি 'গুড মৰ্ণি' আৰু গধূলি 'গুড নাই' কবে নহয়; আমি যেতিয়াই দেখোঁ তেতিয়াই হালি হালি এইদৰে চালাম দিওঁ। বাবু সকলে আমাক শিকাই দিছে।" এই বুলি বগাইয়ে চালামৰ নমুনা এটা দেখুৱাই দিলে।

পণ্ডিতে অলপ পৰ ৰৈ সুধিলে—"তই ঘিৰি যাবি নে কি বগাই?"

"এবা, হওঁতে ফিৰি যাবলৈ কৈছিলে। পাছে, ভাত এমুঠি দিব, খাকোইহঁক, দহ মাইল বাট এতিয়া কোনে যাব! কম বোলোঁ নিশা হ'ল, হাবিতলীয়া বাট। ঘোঁৰাটো লৈ অলপ দিগদাৰ হ'ব—চাব বাবুৰেই।"

( ৪ )

"হেৰ নদাই, উঠ উঠ! গাহৰিটোৱে শুইছেহে শুইছে! উঠ কুকুৰ পোৱালীটো!"

তেতিয়া কাষত থকা ল'ৰা দুটামানে নদাইক টোপনিৰ পৰা তুলি দিলে। শুই থকা ভেকাজনেই নদাই। "কেলেই আমনি কৰিছে বাবু?"

"কটা আমনি কৰিছোঁ! গাহৰি! শুনিছ নে নাই শুনা, বন্দীৰ পোৱালী!"

"গালিখন পাৰে কেলেই! কি হৈছে কওক বাৰু!"

"কটাৰ পো! আৰু হ'বলগীয়া নাই। কাইলৈ ইনিস্পেক্টৰ চাহাব আহিব—শুনিছ? তাৰলৈকে পঠা এটা লাগে, আৰু দহোটামান হাঁহ-পাৰ লাগে।"

"কোন চাহাব?"

"তোৰ বাপেৰ চাহাব, কটা শু বন্দী! ইনিস্পেক্টৰ চাহাব! সকলোৰে ওপৰত—বুইছ?"

"আজিয়েই এইবোৰ ক'ত পাম মই, বাবু?"

"হেৰ ক'ত পাবি মই কি জানোঁ। গাৱঁত হাঁহ-পাৰ নোহোৱা হ'ল, হোঁ? গধূলি গৈ আনিব নোৱাৰ? হোঁ ন'।"—এইবুলি পণ্ডিতে জেপৰ পৰা তিনিটা চুৰট নদাইৰ হাতত দিলে। নদাইৰ চকুত আৰু মুখত তৃপ্তিৰ ভাব ফুটি উঠিল। "বাৰু, হাঁহ-পাৰ হব। পঠাটোৰ হলে ধন দিব লাগিব।" এইবুলি কৈ ভঙা চিলত আৰু কটা কিতাপটো লৈ নদাই ওলাই গ'ল।

তেতিয়া পণ্ডিতে বাকী চাৰিজনৰ যাৰ ঘৰত গাখীৰ আছিল তাক গাখীৰ, যাৰ ঘৰত

তাৰ জহা চাউল আছিল তাক জহা চাউল আৰু বাকী দুটাক খৰি আৰু মাছৰ যোগাৰ কৰিবলৈ হুকুম দি বিদায় দিলে। যাবৰ বেলিকা কৈ দিলে, যদি কোনোবাই বস্তু ঠিকমতে যোগাৰ দিব নোৱাৰে, তেন্তে কোবত তাৰ পিঠি ছিগিব।

( ৫ )

পাছদিনা পুৱা উঠি কমলেশ্বৰে বগাই চাপৰাছীক মাতিলে; মাতি তাক চাহ আৰু লুচি খুৱালে। দহমান বজাত ভাত খুৱালে, তাৰ পাছত তাৰ হাতত চাহ-চেনি-গাখীৰ, ভজা লুচি কিছুমান, সিজোৱা কণী কেইটামান, প্ৰভৃতি বস্তুৰে সৈতে বগাইক বঙলালৈ গৈ চাহৰ যোগাৰ ৰাখিবলৈ বুলি পঠাই দিলে। বঙলালৈ এমাইলমান দূৰ।

অলপ পাছতে যথাসাধ্য তাৰতেটি লৈ ল'ৰা কেইটা ওলালহি। চাহাব আহিব শুনি ৮।১০ জনমান ল'ৰা আহিছে। "কটাৰ পো কটাইত আজি আহিব পাৰিছ। কি অনিছ অ'—" পণ্ডিতৰ এনে হুকুম হোৱাত ল'ৰাইতে যাৰ হাতত যি আছিল সকলোকে থলে; তেতিয়া পণ্ডিতে কলে,—"যা এতিয়া, আজি স্কুল নহয়। মই চাহাবক দেখা কৰিবলৈ খৰখৰি বঙলালৈ যাব লাগে।" নৰাইৰ কাম নিশাতে হৈ আছিল।

মৌজাদাৰ ঘৰত নাই, মৌজাত। তেওঁৰ চ'ৰাঘৰটো থকা ঘৰৰ পৰা কিছু আঁতৰত—কাছাৰীৰ দৰে। ঘৰটো চাৰিচলীয়া, চুণ দিয়া, দক্ষিণ মূৱা আৰু দক্ষিণৰ ফালে এখন বাৰাণ্ডা থকা; সমুখতে অকণমানি ফুলনিও আছে। আলিটো আহিছে দক্ষিণৰ পৰা উত্তৰলৈ, গতিকে চ'ৰাৰ মুখ আলিৰ ফালে নহয়। চ'ৰাৰ মুখত আলিৰ সিপাৰে ভঙা স্কুল ঘৰ। কমলেশ্বৰে তেওঁবিলাকৰ চ'ৰাৰ সমুখত সৰু-সুৰা 'গেট' বনালে, মানুহ লগাই চাৰিওফালে নিকালে আৰু গেটৰ পৰা চ'ৰাৰ বাৰাণ্ডালৈ দুই শাৰী কলপুলি পুতি দিলে। ইফালে ভাগি থকা স্কুল ঘৰটো যাতে চকুত নপৰে সেইদৰে তাৰ ওচৰত কিছুমান পাত-খেৰ আদি ছেদেলি-ভেদেলি কৈ ৰাখিলে। মানুহে কিবা সুধিলে ক'লে, "চাহাব আহিব আজি! এইবোৰ তইতে কি বুজিবি? এইবোৰ ডিকোৰেচন হৈছে।" গাৱঁৰ মানুহৰ বিশ্বাস, কমলেশ্বৰে ইংৰাজী খুব জানে; আৰু সেইদেখি চাহাব-চুহাবৰ কথা তেওঁ যিমান বুজি পায় মৌজাদাৰেও তিমান নাপায়।

স্কুলৰ পৰা আধামাইলমান দূৰত এখন সৰু নৈ আছে, জানুৱাৰীৰ শেষত যেতিয়া তাত পানী নোহোৱা হয়, তেতিয়া লোকেলব'ৰ্ডে তাৰ ওপৰেদি নলবিৰিণা আদি জাপি এখন দলং দিয়ে; এই দলং এপ্ৰিল মাহত যি বৰষুণ হয় তাৰ পানীয়ে উটাই লৈ যায়। ইনিস্পেক্টৰ চাহাব বাহাদুৰ অহাৰ সময়ত এই নৈৰ দলং তেতিয়াও সম্পূৰ্ণ হোৱা নাই। কমলেশ্বৰে ৩ মান বজাতে গৈ সেই নৈৰ ওচৰত বহি থাকিল।

( ৬ )

চাৰি বাজি গ'ল, পাঁচ বাজি গ'ল, প্ৰায় ছয় বাজে; তেও কাৰো দেখাদেখি নাই। বৰ্থোদ্বেগে পণ্ডিতৰ আমনি লাগিছে। এনেতে দূৰত দেখা গ'ল কেইটামান ঘোঁৰা

আহিব ধৰিছে। কমলেশ্বৰে ১ ফাৰ্লংমান বাট পিচুৱাই গৈ সেইখিনি বৌৰি আছিল। এনেতে ঘোঁৰা কেইটাও নৈৰ সিটো পাৰ পালে।

কমলেশ্বৰে হাত মাটিত লগাই কুঁধা হৈ এটা এটাকৈ ছটা চালাম দিলে। নৈত পানী প্ৰায় নাই। ঘোঁৰা কেইটা ইপাৰ পোৱাত আকৌ সেইদৰে এটা এটাকৈ ছটা চালাম দিলে। এই ছটা ঘোঁৰাত শিক্ষা বিভাগৰ ছজন প্ৰধান গৰাকী। শ্ৰীশ্ৰীযুক্ত ইঃ চাহাব বাহাদুৰ খোদ ভাওৰ গেৰেলাপেটীয়া ঘোঁৰাটোত। এই ঘোঁৰাটোৰ প্ৰধান গুণ এই যে, ই ৰৰ ভাৰী বোজাও লৰ পাৰে আৰু মৰিবৰাই মাৰিলেও কেতিয়াও দৌৰ মাৰাৰে। ইয়াৰ জীন-লেকাম ভাল। বাকীবোৰ ঘোঁৰাৰ কাৰো ৰছীৰ লেকাম, কাৰো খলিয়াৰ জীন; কাৰো বেকাৰী এপাট, কাৰো পটিৰ ঠাইত মৰাপাট। কাৰণ আটাইবোৰ ঘোঁৰাই গাঁৱৰ পৰা পণ্ডিতৰ হতুৱাই ধৰাই অনা। বাকী পাঁচজনাৰ একনা সেই মহকুমাৰ ডিপুটি, একনা সেই মহকুমাৰ স্কুলচোৱা বাবু আৰু বাকী তুজনা ওচৰৰ মহকুমাৰ স্কুলচোৱা বাবু অৰ্থাৎ ছাব্-ইনিস্পেক্টৰ। পৰিদৰ্শন শিকাবলৈ বুলি ইনিস্পেক্টৰ চাহাব বাহাদুৰে সি মহকুমাৰ পৰা এওঁলোকক লৈ আহিছে।

চালামৰ কায়দা দেখিয়েই শ্ৰীশ্ৰীযুক্ত ইনিস্পেক্টৰ চাহাব বাহাদুৰে সুধিলে,—I say, Deputy Inspector, who is this man ?"

"He is Sir, the pandit, Sir, of the last school, Sir."

"Very well-behaved Pandit you have got, you should be congratulated."

"Your favour, sir,"

"টোমি পণ্ডিত আছে ?"

"হয় হজুৰ।"

"স্কুল কৰিছেনে এতিয়া ?"

"স্কুল কৰিছে হজুৰ! পাছে গৰীবৰ অপৰাধ হ'ল। হজুৰ সকলৰ কোনো জন কিজানিবা চাইকেলতে আহে,—তেতিয়া এই নৈখনত কিবা অসুবিধা হয় বুলি মানুহ এটা ইয়াত ৰহাই থৈছিলোঁ, সি গধূলি হ'লত গুচি গ'ল। তাকে খবৰ পাই গোলাম ইয়ালৈ দৌৰি আহিলোঁ, হজুৰ ল'ৰাবোৰকো বাৰ দিলোঁ। মাফ কৰিব লাগে হজুৰ।"—বুলি পণ্ডিতে মাটিতে আঠু লৈ পৰিল।

"ৰাক, ৰাক, এই দোষ মাফ কৰিছে। বুজিছে।" এইবুলি চাহাব বাহাদুৰ টকৰ টকৰ কৰি আগবাঢ়ি গ'ল। লগতে মহকুমাৰ ডিপুটিত বাদে বাকী চাৰিজনো গ'ল। ডিপুটী পাছ পৰিল; কমলেশ্বৰক সুধিলে, "যোগাৰ আছেনে নাই ?" বাকী কেইজন অলপ আঁতৰ হ'লত কমলেশ্বৰে হাতযোৰ কৰি থাকি লাহেকৈ ক'লে, "আমাৰ সক হাকিমকো মাতিব লাগিছিল।"

"কাক ?"

"সক হাকিমক। চৰ ইনি—"

"অঃ! ছাব্-ইনিস্পেক্টৰক। Well—please hear Sub-Inspector,—Sir, kindly

go ahead, Sir." ছাব-ইনিস্পেক্টৰ ফিৰি মাহিল। ডিপুটীয়ে সুধিলে, "কি যোগাৰ কৰিছা ?" "সকলো হৈছে। চিঠি বগাই অহাৰ ১০ মিনিটমানৰ আগতহে পোৱা হ'ল। কেৱল পঠাটোহে ছমহা মান ঘাঁহ দিব লাগিব।"

'বাৰু, এতিয়া দিবাচোন। মোৰ পৰা পাছত বাকী আনিবা।"

"সেইটো কোৱা নাই নহয়, দেউতা। ইবিলাক সকলো হৈছে। পাছে কেইটামান সুমথিৰা টেঙা আৰু মালভোগ কল আছে, দিম জানো ?"

"What a man you are ! আৰু সুধিব লাগিছে, দিবাচোন।"

"ভাল পঠাই দিম তেনেহলে, মই যাম নে ?"

"ৰবা ৰবা। তুমি নিজেই লৈ যাবাচোন ; আৰু দেখা-নেদেখাকৈ চাহাবৰ সমুখেদি চাপৰাছীৰ হাতত দিবা গৈ। মোৰ বাবে বেলেগ কল ল'বাৰ হাতত দিবা, বুজিছা।"

এইদৰে কথা-বতৰা হৈ থাকোঁতে চাহাব বাহাদুৰ আৰু সি মহকুমাৰ হাকিম তিনিওজনে মৌজাদাৰৰ সজাই থোৱা চ'ৰাৰ আগ পালে। সাজ-সজ্জা আৰু আকাৰ-প্ৰকাৰ দেখিয়েই চাহাব বাহাদুৰে চ'ৰাকেই স্কুল ঘৰ বুলি ভুল কৰিলে বুলি নকলেও বুজিব পাৰি।

"Well Deputy Inspector, this is excellent."

সি মহকুমাৰ ডিপুটীয়ে উত্তৰ দিলে, "He is behind, Sir, having a good conversation with this Pandit."

"Oh, but you see Sub-Inspector, you also mark, ( সম্মুখত থিয় হৈ ) just this sort of house, facing south with such a garden—do you see ?"

"Yes, Sir, yes." ( আটায়ে একেলগে )

'Yes, just note and mark. This is fine, fine, very excellent."

ঘোঁৰা টকৰ টকৰ কৈ আগবাঢ়ি গ'ল। চাহাব বাহাদুৰক আগবাঢ়ি যোৱা দেখি মহকুমাৰ পাছ পৰা ডিপুটী আৰু ছাব-ইনিস্পেক্টৰে ঘোঁৰা দৌৰাই গৈ বঙলাৰ ওচৰত চাহাব বাহাদুৰক লগ ধৰিলে।

"I am very much pleased, Deputy Inspector, with your this man. He has kept his school house going decently ."

চাহাবে ঠাট্টাকে কৰিলে নে কি কৰিলে একোকে বুজিব নোৱাৰি ডিপুটীয়ে কৈ থলে, "Your favour Sir."

( ৭ )

চাহাব বাহাদুৰৰ গাড়ী বহু পাছত, কিজানি ৰাতি ১২ মান বজাতহে পাবহি।

ইনিস্পেক্টৰ চাহাব বাহাদুৰ এখন ইজি চেয়াৰত শুই আছে ; তেওঁৰ চাৰিওফালে কিছুমান কাইল ; মুখৰ আগতে মেলা ফাইল এটা। চাহাব বাহাদুৰৰ ঘোৰ্ঘোৰীয়া নিদ্ৰা।

মহকুমাৰ ডিপুটীয়ে লাহেকৈ ইনিস্পেক্টৰ চাহাব বাহাদুৰৰ ওচৰলৈ গৈ ক'লে—"Sir, one thing. Will you so very kindly take some rice ?" চাহাব বাহাদুৰ চক্ খাই

উঠিল, "Rice, well, when could you have rice ?"

"Sir, the Pandit you saw on the road—I had it cooked by him. He is a good Brahmin, Sir, brother of Mouzadar, Sir."

"Well, you are so very clever."

"Your favour, Sir. Will the rice be brought here ?"

"Thank you. That will be very convenient."

"Your favour, Sir."

( ৮ )

উপৰোক্ত ঘটনাৰ তাৰিখ ২৭ জানুৱাৰী। ইয়াৰ প্ৰায় ১১ মাহৰ পাচত, অৰ্থাৎ সেই বছৰৰ নভেম্বৰ মাহত মহকুমাৰ ডিপুটী ইন্‌স্পেক্টৰৰ হাতত আন আন কাকতৰ ভিতৰত তলত দিয়া কাকত খনো পৰিল।

Dhopor-Gerid Primary School ····· · ·········Sub-division·········
date 27th January 19XX

I was very glad to have been able to visit this school, though I could not see it in work ; but the Pandit, whom I met afterwards and who is an exceptionally intelligent and well behaved young man belong ing to a very respectable family and well qualified—he having read up to class IX of High School and passed 'Guru' class Exam. from Jorhat—was not to blame.

The school house and the compound presented a very neat and pleasing appearance. The garden was exceptionally successful. I trust the inner working of the school is compatible with its outer establishment.

I congratulate the local officers on this very beautiful school. Attendance was not bad. I understood.

I noted that the Pandit got only Rs. 17. The Local Board, the present Chairman of which is so enthusiastic about education, may be very kind to increase the Pandit's pay to Rs. 20. He fully deserves it.

The Deputy Inspector of························ ···and······················ and their Sub-Inspectors················numbering three in all—accompanied me.

ৰিপোৰ্ট পঢ়িয়েইতো ডিপুটী আচৰীত অবাক!

# DISCIPLINE

( ১ )

[ কলেজত আজি উখল-মাখল। মহাত্মা গান্ধীৰ জন্ম দিন। কলেজ খুলিছে। ছাত্রবিলাক আহি হোষ্টেলে হোষ্টেলে আৰু নগৰৰ ঠায়ে-ঠায়ে বহা লৈছে। ঘৰ এটাত বহুত পাৰই বাহা ললে যেনেকৈ ঘৰখনক খলক লগাই থাকে, চহৰখনকো ল'ৰাবিলাকে সেইদৰে 'চৰ-গৰম' কৰি ৰাখিছে। ৰমানাথ, ভূদেৱ, কালিদত্ত, চমচেৰ, হীৰাচিং আৰু তেওঁলোকৰ লগৰ অনেক ল'ৰা—চল্লিশ-পঞ্চাশজন মান হব। হোষ্টেলৰ পৰা প্ৰিন্সিপালৰ ঘৰৰ ফালে যাব ধৰিছে। কলেজ কম্পাউণ্ডৰ 'ভিতৰুৱা' বাট। সিফালৰ পৰা প্ৰিন্সিপাল ওলাই আহিছে। ]

ৰমানাথ—সৌ প্ৰিন্সিপাল দেখোন এই ফালেই আহিছে। আজি ন নৌ বাজোঁতেই ওলাল নে?

চমচেৰ—ভালে হ'ল ব'লা। ইয়াতেই দেখোন ধৰিলে হয়। আমাৰ দুখ কমিল।

[ এনেতে Principal ওচৰ চাপিল—ল'ৰাবিলাকে যোৰ হাত কৰি নমস্কাৰ কৰিলে। ]

প্ৰিন্সিপাল—Good morning, my young friends. Why have you left the hostel so early, and in such a large body? It is not yet nine.

ভূদেৱ—চাৰ, আমি আপোনাক দেখা কৰিবলৈ হে আহিছিলোঁ।

প্ৰিন্সিপাল—Why? What can I do for you?

হীৰাচিং—Sir, to-day is Mahatma Gandhi's birthday. We want to celebrate it. And first we want your permission to fly the National Flag over the College buildings.

প্ৰিন্সিপাল—Oh, Mr. Gandhi has my greatest respects. Nobody can appreciate him better than I do. In fact, I try to conduct my life according to his teachings.

ৰমানাথ—So far so good, Sir. এতিয়া আমাক National flag fly কৰিবলৈ permission দিয়ক, Sir.

প্ৰিন্সিপাল—National flag! কি National flag? You mean the Congress flag? কিন্তু মুছলমানেতো Congress flag স্বীকাৰ নকৰে। তেতিয়া Muslim League flagও উবাব লাগিব।

কালিদত্ত -Quite right, Sir,—আজি আপুনি আমাক মহাত্মা গান্ধীৰ জন্মদিনত Congress flag উবাবলৈ দিয়ক। Mr. Jinnahৰ জন্মদিনৰ দিনা Muslim League flag তাৰ ওচৰতে আঁৰি দিব।

প্ৰিন্সিপাল—( কিছু সময় বিমোৰত পৰে ) তোমালোকৰ College class আছে নহয়। গভৰ্ণমেণ্টৰ হুকুম নহলেতো মই College class cancel কৰিব নোৱাৰোঁ।

ভূদেৱ—পণ্ডিত জৱহৰলাল নেহৰু আহোঁতে cancel কৰিছিল নহয়। সুভাষ বসু আহোঁতেও কৰিছিল। তেতিয়া জানো গভৰ্ণমেণ্টে হুকুম দিছিল ?

প্ৰিন্সিপাল—I am sorry, friends, that you want to argue. It is not for the Principal of a big College to argue with his unruly students.

হীৰাচিং—That sir, it should be for the Principal, to listen to the wishes of his obedient students.

প্ৰিন্সিপাল—I am willing to do that.

হীৰাচিং—Then let us have the permission we want.

প্ৰিন্সিপাল—Not in the attitude you are demanding it. I am afraid I cannot give you the permission. You better go back to your hostel and attend your classes. There will be no flag-flying in my College.

হীৰাচিং—Why not, sir ? You allowed us flag-flying all right while the Congress Government was in office. Why not now ?

প্ৰিন্সিপাল—I cannot argue with you. You better go back. The consequences of disobedience may be serious, I warn ycu.

(প্ৰিন্সিপালে ল'ৰাবিলাকক তাতে এৰি হন্ হন্ কৰি গুচি যায়।)

ৰমানাথ—লাগিল লেঠা ; লাগিব জানিছোঁৱেই। পাছে এতিয়া কি কৰা ? সৌ Pıincipal চাহাবলৈ চোৱা। তেওঁ ডিপুটী কমিছনাৰৰ বঙলাৰ ফালে লৰ ধৰিছে। কি কৰিবা ?

বহুতে—কি কৰিবৰ আছে ! আমি flag উৰামেই। Principal আমাৰ জাতিক অপমান কৰিবৰ কোন ?

চন্দ্ৰদেৱ—বা আমাকেই বা অপমান কিয় ?

ৰমানাথ—তেনেহলে সেয়ে ঠিক !

বহুতে—ঠিক ! আলবৎ ঠিক !

ৰমানাথ—Flag আঁৰি দিব কোনে ? (সকলোবোৰ নিমাত) কোৱা কোনে volunteer কৰিবা ? নে মই দিব লাগে ?

হীৰাচিং—মই volunteer কৰিছোঁ।

(তেতিয়া আন অনেকে 'ময়ো volunteer কৰিছোঁ' বুলি আগবাঢ়ি আহিল।)

ৰমানাথ—বাৰু ! ইমানবোৰ নালাগে। হীৰাচিঙৰ লগত আৰু চাৰিজন হলে হব। কিন্তু সাৱধান, আন পলেও flag আঁৰি দিহে আহিব লাগিব।

হীৰাচিং—বাৰু ! (ই বিলাকেও 'বাৰু', 'খুব পাৰিম' এইদৰে কলাগিলে। হীৰাচিঙৰ সহকাৰী চাৰিজন তাতে বাছা হ'ল)

( ২ )

[ ইয়াৰ এঘণ্টা মানৰ পাচত। Coll ge buildingsৰ Administrative Blockৰ ওপৰত তিনি ৰঙৰ National flag জল্-জল্ কৰি জলিছে আৰু বতাহত ফট্ ফট্ কৰি শব্দ কৰিছে। ৰমানাথকে আদি কৰি কিছুমান ল'ৰা Flag সম্মুখ কৰি লৈ শাৰী বান্ধি বৈ আছে বাহিৰত। কলেজৰ বাৰাণ্ডাত কিছুমান লৰা বৈ আছে। কিছুমানে দূৰৰ পৰা চাইছে। আলি-বাটত্যো কিছু মানুহ গোট খাইছে। আৰু প্ৰফেছৰ বিলাকৰ এজন দুজন চকু-মুখ মুদি খপ খপ্ কৰি কলেজৰ অফিচলৈ সোমাই গৈছে। এজন দুজনে ভিতৰৰ পৰা সেমেনা-সিমেনি কৰি চোৰা-চুই কৰিছে। এনেতে কলেজৰ ঘণ্টা পৰিল। দহোটা বাজিল। লৰালৰি কৰি Professor সকল নিজৰ নিজৰ শ্ৰেণীলৈ গ'ল। দেখে দুই-এজন ল'ৰাৰ বাহিৰে class বোৰ শূন্য। Vice-Prircipalৰ কমত telephone ৰিং ৰিং কৰি বাজি উঠিল। Vice-Principalএ খৰধৰ কৰি phone ধৰিলে। ]

ভাইচ-প্ৰিন্সিপাল—Yes, the Vice-Principal is speaking·· yes, sir, good morning, Sir ··No, there are about half a dozen boys in the classes···Oh, professors, they are in their rooms ··Their attitude seems to be peaceful ···I do not know what they intend to do · It would be better if you come, sir, they will certainly respond much better to your—the Principal's appeal. Oh, all right, if you want me to speak to them, I will···Yes, I shall take the senior professor with me. Are you not coming to college then ? Oh, indisposed ? I did not know that···Good morning, sir.

( ইয়াৰ পাচত কেইজনমান ছিনিয়ৰ প্ৰফেছৰক লগত লৈ Vice-Principal ল'ৰা-বিলাকৰ আগলৈ গ'ল। )

(ল'ৰাবিলাকক) Good morning, boys. তোমালোকে class লৈ নোযোৱা কিয় ? বাহিৰত এইদৰে থকা discipline ৰ against এ গৈছে।

ৰমানাথ Sir, class লৈ যাবলৈ সাজু হৈ আছোঁ। তাৰ আগেয়ে আমাৰ National flag salute কৰিব লাগে। আপনালোকেও আহক। আমি Prirc pal লৈ বাট চাই আছোঁ।

ভাইচ-প্ৰিন্সিপাল—Oh, Principal is indisposed—তেখেতে আহিব নোৱাৰে।

চমচেৰ—Indisposed কেতিয়া হ'ল ? Sir, অলপ আগতে আমি ডেপুটী কমিছনাৰ চাহাবৰ বঙলাৰ ফালে যোৱা লগ পাইছোঁ।

( ল'ৰাবিলাকৰ মাজৰ পৰা 'Coward' এই শব্দ শুনা গ'ল। )

এজন Senior Prof.—Well boys, I will put it to you straight. মহাত্মা গান্ধীৰ প্ৰতি আমাৰ সকলোৰে ভক্তি আৰু শ্ৰদ্ধা আছে। কিন্তু বৰ্ত্তমান অৱস্থাত আমি একো কৰিব নোৱাৰোঁ। আমি গৱৰ্ণমেণ্টৰ চাকৰ, সেইমতে চলিব লাগে।

ভূদেৱ—মানিলোঁ চাৰ। যোৱা বেলি দেখোন এই কলেজত এইবোৰ উৎসৱ পাতিবলৈ উদগনি দিছিল ?

Senior Prof.—Things change, my friends ! তোমালোকক সৰল ভাবেৰে কৈছোঁ we are helpless।

ৰমানাথ - তেনেহলে sir, আপোনালোকে যাওক। আমি Flag salute কৰিহে যাম। Principal যদি নাহে, তেওঁক আনিবলৈ যত্ন কৰোঁ।

কালিদত্ত—ঠিক ! ব'লা Principalক লৈ আহোঁগৈ।

হীৰাচিং—Yes ; এইটো ভাল কথা। (প্ৰফেছৰসকলক) হয় Sir, আপোনালোক ভিতৰলৈ যাওক। আমি Flag salute কৰিহে যি কৰোঁ। বলাহঁক।

( এইবুলি ডুকুৰিমান ছাত্ৰ উত্তেজিত হৈ Principalৰ বঙলাৰ ফালে যায়। )

( ৩)

[ ইয়াৰ দহ মিনিট মানৰ পাছত। প্ৰিন্সিপালৰ বঙলা। তেওঁৰ বৈণীয়েকে টেলিফোনটো লৈ আছে। ওচৰতে Principal বিমৰিষ মনেৰে বহি আছে। ]

Mrs. Principal—(টেলিফোন হাতত লৈ ) কি কলে ? ল'ৰাবোৰ উত্তেজিত হৈ আমাৰ বঙলাৰ ফালে আহিছে ? আপোনালোকে কি কৰিছিল ? তাঁহাতক বুজাব নোৱাৰিলে এতিয়া আপোনালোকে মজা কৰক। আমাৰ সৰ্বনাশ ইমানবিলাক ল'ৰাই আমাক কাটেই নে মাৰেই ! তৎক্ষণাৎ চকীদাৰ-চাপ্ৰাচীবিলাকক পঠাই দিয়ক···হয় বঙলালৈ। তাঁহাতৰ ঘৰলৈ পঠাব কৈছো নেকি ? ভাল বুদ্ধি আপোনালোকৰ !

Principal - চাওঁ, চাওঁ মোক দিয়াচোন। (Telephoneটো ধৰে) Yes. Good morning···why could you not manage the situation মই যে indisposed ·· Absolutely not, এদিন এৰণ্টা Principal নহলে কলেজখন নচলে। Crisisটো হয়েই। সেইবুলি আপোনালোকে কি কৰিলে ? ···ঘৰলৈ যাব বিচাৰে Professor সকলে ? ৰাক তেনে। সকলোবিলাক nervous হলে কেনেকৈ হব···All must stay in the college. That is the order··· · whoever leaves, does so at his risk,···yes, that is final. [ এনেতে বাহিৰত ল'ৰাবিলাক আহি পোৱা গোলমাল লাগে। ল'ৰাবিলাক ডাঙৰ ডাঙৰ কৰি কথা পাতে, কিন্তু একো অভদ্ৰ আচৰণ কৰা নাই। ]

Mrs. Principal—(টেলিফোনটো কাঢ়ি নিয়ে আৰু ধৰ আৰু আন connection নাই, নাই, আপুনি বাহিৰলৈ যাব নোৱাৰে। মই D. C. লৈ phone কৰোঁ পুলিচ পঠাবলৈ। আপুনি বহি থাকক।

Principal—পুলিচ আনিলে হাজামা হ'ব, ৰ'বা।

Mrs. Principal—আপুনি বহি থাকক। পুলিচ আহিলে যদি হাজামা হয়, হাজামা নিমিটালে কিয়? মই গুণ্ডাবোৰৰ হাতত ল'ৰা-ছোৱালীবে সৈতে মৰিব নোৱাৰোঁ। (টেলিফোন বাজি উঠে) হয় প্ৰিন্সিপালৰ বঙলাৰ পৰা··· হয় পুলিচ লাগে। যিমান পাৰে তিমান পঠাওক। তুৰন্তে। বহুতো ল'ৰা। ···আছে। হাতত দা, লাঠী, জোং, যাঠি এইবোৰ আছে, নাই, আপুনি অকলে নাহিব। পুলিচ পঠাওক। শীঘ্ৰে···ভয় মাথাই কি কৰোঁ? বৰ বিপদ আমাৰ। ৰক্ষা কৰক···তেওঁ ইয়াত বহি আছে। তেওঁ ভয়তে অৱশ··· বাৰু, thank you, যিমান সোনকালে পাৰে ( টেলিফোন থৈ দিয়ে। )

Principal—তুমি ভাল নকৰিলা। বাৰু যি হয় হব। মই এবাৰ বাহিৰলৈ যাওঁচোন।

Mrs. Principal - ('এ নাযাব নাযাব' বুলি হাক দিয়ে। এনেতে দহ-বাৰ জন মান ল'ৰা বাৰাণ্ডালৈ উঠি আহি Principal ক মাতে—'Sir, আমাক মাত এষাৰ দিয়ক'।) কি গুণ্ডা ল'ৰা তোমালোক! Principalৰ অসুখ। তোমালোকে তেও নেৰা।

ছাত্ৰ—আপুনিয়ে মাত দিয়ক তেনেহলে।

[ এনেতে কলেজৰ চকীদাৰ, চাপ্ৰাছী আঠ-দহজন মান আৰু দহ বাৰটা মান পুলিচ আহি প্ৰিন্সিপালৰ বঙলাৰ সমুখত থিয় হ'লহি। ]

Mrs. Principal—(বাৰাণ্ডালৈ আহি ) ধৰঁা, ধৰঁা, ইহঁতক। আমাক মাৰি সাং কৰিলে। ধৰা ধৰা (Principalও বঙলাৰ বাৰাণ্ডালৈ আহিল। ছাত্ৰ, চকীদাৰ, পুলিচ সকলোৰে মাজত এটা হাহাকাৰ লাগিল। কিছুমানে ইফালে সিফালে দৌৰিলে। মৰামৰি খুন্দিয়া-খুন্দি লাগিল। এষাৰ মান বজাৰ আগতে এই কাণ্ড ঘটিল। কেইটামান ল'ৰাৰ মূৰত, বুকত, ভৰিত, পিঠিত আঘাত লাগিল। দুটামান পুলিচৰো তেনে হ'ল। এজন চকীদাৰ আৰু এজন ছাত্ৰ মাটিত পৰি গ'ল। ছাত্ৰজন চমচেৰ। অলপ পাচতে চমচেৰ, ৰমানাথ হীৰাচিং প্ৰভৃতি দহ বাৰজন মান ছাত্ৰক হাতকেৰেয়া দি পুলিচে ধৰিলে। অলপ পাচতে ডিপুটী কমিছনাৰ চাহাব মটৰেৰে Principalৰ বঙলা পালেহি। আৰু কাণ্ড দেখি ধপ্ ধপ্ কৰি বঙলাৰ ওপৰলৈ উঠি গ'ল।

D. C.—Oh, what a mess!

( ৪ )

[ ছিলং চহৰ। শিক্ষা মন্ত্ৰীৰ ঘৰ। সময় গধূলি। সাত মান বাজে। শিক্ষা মন্ত্ৰী নিজৰ Drawing Roomত বহি আছে। তেওঁৰ লগত দুগৰাকী মহিলা। সাজ-পাৰ গম্ভীৰ, অথচ নতুন ধৰণৰ। এজনী হীৰাচিঙৰ মাক। আৰু এজনী চমচেৰৰ সম্বন্ধত পেহীয়েক। হীৰাচিঙৰ মাক তলৰ পৰা ছিলঙলৈ আহিছে। ই গৰাকী ছিলঙতে থাকে। তাৰ বিশিষ্ট লোক এজনৰ বৈণী। ]

শিক্ষা মন্ত্ৰী— আজি নে?

হীৰাচিঙৰ মাক—হয় আজি, এবাৰ বজাত। মই আবেলিৰ সময়ত মটৰত আহিলোঁ।

শিঃ মঃ—বৰ বেয়া কথা। মোলৈ একো ৰিপোৰ্ট অহা নাই।

হীঃ মাঃ—ৰিপোৰ্ট কৰ পৰা আহিব? ডি চি. ৰ লগত পৰামৰ্শ কৰিহে আপোনাৰ Principal এ ৰিপোৰ্ট পঠিয়াব। ইতিমধ্যে ল'ৰাবোৰৰ কি হব? আৰু চমচেৰৰ অৱস্থা বৰ বেয়া।

চমচেৰৰ পেহীয়েক—হয়, জোনাব। ইমান পুলিচৰ অত্যাচাৰ সহিব নোৱাৰি।

হীঃ মাঃ—পুলিচৰ গাত কি দোষ দিব? সকলো বিলাকৰে মূল এখেত সকলৰ ভীক অকৰ্ম্মণ্য Principal টোহে। তেওঁৰ যে বৈণীজনী? সিজনী আৰু একাঠী চৰা। তেওঁক নোকোৱাকৈতো Principal এ একোকে কৰিবই নোৱাৰে।

শিঃ মঃ—পিছে, একোটো ৰিপোৰ্ট নোপোৱা কৰি মই কি কৰিম? (হীঃ মাকক) আপুনি দুই-এদিন থাকক। বৰ মস্কিল হ'ল। ইফালে পৰহিৰ পৰা Assembly বহিব। বৰ দিগ্‌দাৰ কৰিলে এই কলেজৰ দুষ্ট ল'ৰাবোৰে।

চঃ পেঃ—দুদিন বৰ নোৱাৰি, জোনাব। আজিয়েই কিবা এটা কৰক। লাগিলে Premier ক সোধক।

হীঃ মাঃ—মই উধাতু খাই লৰি আহিলোঁ। আপুনি, আমাৰ Premier এইসকল ইয়াত থাকোঁতে নো আমাৰ ল'ৰাৰ এইবোৰ দুৰ্গতি হব লাগে নে?

শিঃ মঃ—বৰ বাৰু অলপ। (এইবুলি telephoneটো লৈ 'Double two O, please'। অলপ পৰৰ পাচতে telephone বাজি উঠে) মই শিক্ষা মন্ত্ৰী···ভাল। অসময়ত আমনিহে কৰিছোঁ। পাছে কলেজৰ ঘটনাটো শুনিছে নে? .. চমচেৰৰ পেহীয়েক মোৰ ইয়াত বহি আছে · কলেজৰ ঠাইৰ পৰা আপুনি phone পালে নেকি? · হয়, হীৰাচিঙৰ মাক মোৰ খুলশালী। তেৰেঁ ইয়াতে···ময়ো তাকে ভাবিছোঁ। Assembly বহাৰ আগতে কিবা এটা কৰিব লাগিব···আজি হাজতত থাকিব লাগিব কিজানি। এতিয়া তো ৰাতি হলেই। Superintendentক কোৱা জানো ভাল হব? ···ভাল আপুনি কৈছে যেতিয়া মই সেইদৰে কাম কৰিম·· বাৰু মই Principal আৰু D. C. দুয়োকে সোধোঁ। আৰু কওঁ যেন কালি পুৱাই এই কামৰ এটা শেষ মীমাংসা কৰি দিয়া হয়'। আপোনাক পৰামৰ্শ কৰা বুলি কম জানো·· হয়' আপোনাৰ কথা কলে ভাল হয়···কলেজৰ লগত connection হওঁতে বা কতপৰ লাগে? দহ বজাৰ পাচত ৰাতি আপোনাক আমনি নকৰোঁ, কাইলৈ পুৱা ন মান বজাত মই নিজে আপোনাৰ ওৰিলৈ যাম···বাৰু, মই তেওঁলোকক আপোনাৰ কথা কৈ সান্ত্বনা দিম। (মহিলা দুগৰাকীৰ প্ৰতি) Premierৰ লগত কথা পাতিলোঁ। দেখিলেই। তেখেতে হয় বুলিছে যেতিয়া কিবা এটা কৰা যাব। মই বাৰু Collegeলৈ connection বিচাৰোঁ। (এই বুলি শিক্ষা মন্ত্ৰীয়ে কলেজৰ লগত connection দিবলৈ Exchangeক নিৰ্দেশ দিলে। এনেতে চাহ আৰু তাৰ লগতে অলপীয়া জলপান লৈ চাপ্ৰাচী এটা আহিল। তাৰ পাচতে মন্ত্ৰীয়নী আহি বহিল। সকলোৱে চাহ খোৱাত লাগিল।)

মন্ত্ৰীয়নী—হীৰাচিঙৰ মূৰত দুখ পোৱা বুলি শুনিলোঁ। হয়নে ?

হীঃ মাঃ—দুখ তিমান পোৱা নাই। পাছে তাক হাতকেৰেয়া মাৰি নিলে পুলিচে। চাওকচোন বাইদেও।

মন্ত্ৰীয়নী—চমচেৰ একা ?

হীঃ মাঃ- সি অজ্ঞান হৈ পৰিছিল। তেজ-চেজ তিমান হলে ওলোৱা নাই।

চঃ পেঃ—চাওকচোন বাৰু! আমাৰ ল'ৰা কেইটাক হে আপদে পাব পায়নে ?

শিঃ মঃ—কলেজৰপৰা connection আহোঁতে কিমান সময় লাগে ঠিক নাই। আৰু আপুনি (চমচেৰৰ পেহীয়েকৰ প্ৰতি) কথা-বতৰা পাতি থাওক গৈ। মই অলপ আহিছোঁ। এওঁবিলাকে কথা পাতক। ফোনৰ কল আহিলেই মোক কবা। মই আহিছোঁ। (বাহিৰলৈ ওলাই যায়)

চঃ পেঃ—(মন্ত্ৰীয়নীৰ প্ৰতি) বাইদেউ, আপুনি নেৰিব। আজি ৰাতিৰ ভিতৰতে কিবা এটা কৰিব লাগে। আমাৰ Premier এ কলেই নহয়।

মন্ত্ৰীয়নী - বাৰু, মই নেৰিছোঁ। (চঃ পেহীয়েক অলপ পৰৰ পাছত যায়। এওঁবিলাক দুৰো যাবৰ মন কৰিছে, এনেতে টিলিং টিলিং কৰি ফোন বাজে - মন্ত্ৰীও সোমাই আহে)

শিঃ মঃ—(Telephone হাতত লৈ) Education Minister is speaking··· Good Evening What is all these about the College? Could none of you avoid a scene like this ? ·· Excuse তো বহুতো দিব পাৰি। কি আমাক কি difficulty ত land কৰাইছে জানিছে নে ? Ministry may fall for this···দোষ আপোনালোকৰ নহয়, কাৰ ? ·· মোৰ নে Hon'ble Premierৰ ? ·· নাই থং কৰা নাই; কিন্তু really speaking we are worried and the Premier is annoyed too ·· settle তো কৰিবই লাগে। কি কৰি settle কৰিব ? লৰাবিলাকক কিবা punishment দিলে নে কি ? ···They are already suspended and sent away from the hostel দহজন জেলত ? বৰ কেলেঙ্কাৰীখন হ'ল। কি কৰিব খুজিছে ?···হয় D. C.ক দেখা কৰি কওক যে গভৰ্ণমেণ্টৰ ইচ্ছা আজি ৰাতিৰ ভিতৰতে কিবা নিষ্পত্তি হব লাগে। Premierৰ কথাও কব পাৰে। লাগে যদি মই Jail Supdt. আৰু D C লৈ Phone কৰিব পাৰোঁ। কিন্তু ৰাতি Jailৰ পৰা মানুহ অনা টান। কালি পুৱা আঠ-নটাৰ ভিতৰত নিষ্পত্তি কৰি আমাক জনাব · বাৰু থং নকৰে, মই Premierক কম। Good night.

( ৫ )

[ কলেজ থকা নগৰ। সময় গধূলি আঠমান বাজে। Assemblyৰ Opposition Leaderৰ ঘৰ। তেওঁ আৰু দুই-তিনিজনমান M. L. A. ডেকা আৰু কেইজনমান ছাত্ৰ। ]

এজন M. L. A.—আজি এতিয়া special timing আছে নে নাই ?

এজন ডেকা—আজি আৰু নাই। কালিলৈ পুৱাই চাৰে চাৰি বজাত যাব পাৰি। সাত বজোতে হিলং পাবগৈ।

M L. A.—সেয়ে ভাল। সেই সময়ত যাব লাগে। পাছে গাড়ী যাব কাৰ আৰু খবৰ দিয়ে কোনে ?

ডেকা—গাড়ী-পেট্ৰোল বাক আমি যোগাৰ কৰি দিম। কিন্তু গৈ কি কৰিব তাকে ঠিক কৰক।

M. L. A.—No. confi 'ence motion দিব লাগে। Assembly adjourn motion দিব লাগে। ল'ৰাইতক jailৰ পৰা আনিব লাগে।

Opposition Leader—এঃ এইবোৰতো কৰিব পাৰিবাই। কিন্তু ফল হব কি ? European Block টোতো তেনেই Govt ৰ ফালে। আমাৰ group বো পাঁচ-ছয়জনৰ একো ঠিক নাই। যিফালে লাভ যেন দেখে সেই ফালেই যাব। কিন্তু আচল কথা হৈছে, এই কুকাণ্ডখন কৰালে কোনে ? প্ৰিন্সিপালক দেখোন এনেই সৰল মানুহ যেন দেখি। তেন্তে নো পুলিচ মতাই ছাত্ৰক মৰালে নে ?

ভূদেৱ—Coward, Sir, coward ! বোধ কৰোঁ তেওঁতকৈও Mrs. Principal এহে বেছি ভয় খালে।

M. L A.- তোমালোকে নো কি কৰিছিলা ?

ভূদেৱ—আমি একো কৰা নাছিলোঁ, ছাৰ। We meant to be peaceful and obedient, পাচে আমি কথা পাতি থাকোঁতেই পুলিচ আহিল, চকীদাৰ আহিল আৰু পুলিচ আহিয়েই মাৰিবলৈ লাগিল। তেতিয়া আমিও দুই-এটা মাৰ সোধালোঁ। কিন্তু চমচেৰৰ বৰ সাংঘাতিক। তাৰ Brain concussion হৈছে। মৰে নে জীয়ে ঠিকেই নাই।

এজন M. L. A —ভাগ্যে হিন্দু-মুছলমানৰ কাজিয়া বুলি গৱৰ্ণমেণ্টে will not be able to make a capital out of it !

Opp. Leader—বৰ দুখৰ কথা। Very sad. যেতিয়ালৈকে গোলাম জাতি হৈ আছোঁ তেতিয়ালৈকে আছে এই নিৰ্য্যাতনবোৰ।

ভূদেৱ পিচে, Sir, কি কৰা ঠিক হ'ল ?

এজন M. L A.—বাক গাড়ী ঠিক কৰাগৈ; আমি দুজন কালি পুৱাতে ছিলঙলৈ যাম। যাতে কালি beforenoonত ল'ৰাবোৰক খালাচ কৰিব পাৰি তাৰ দিহা কৰিম। আৰু পৰহিৰ Assemblyত no-confidence motion আৰু House adjourn কৰিবলৈ motion দিম।

ভূদেৱ—আমি হলে ল'ৰাবিলাক জেলত থাকে মানে strike কৰিবলৈ ঠিক কৰিছোঁ। তেতিয়া আমাক সুদুৰিব।

Opp Leader—Strike কৰা যুগুত হ'ব as a protest। কিন্তু যাতে violence অলপো নহয় তাৰ বাবে সাৱধান হবা। আজিকালিৰ দিনত আৰু এখন মাৰামাৰি লগাই পুলিচৰ কিল খাবৰ কোনো আৱশ্যক নাই।

ভূদেৱ—খাব লাগিলে, কিল খাবই লাগিব, Sir।

M. L. A.—আপুনি ছিলঙলৈ কেতিয়া যাব Sir?

Opp. Leader—কাইলৈ ভাটিবেলা। তোমালোকে গৈ motion টোক table কৰিবাগৈ।

(৬)

[কলেজ থকা নগৰ। গধূলি ৮½ মান বাজে। ডিপুটী কমিছনাৰ চাহাবৰ ঘৰ। ডিঃ কঃ, প্ৰিন্সিপাল, পুলিচ চাহাব Jail Supdt বহি থাকে)

D. C.—Altogether a mess (Principalৰ প্ৰতি) আপোনালোকে নো পুলিচক ইমান urgently মাতি পঠাইছিল কিয়?

পুলিচ চাহাব—Well, well—যি হবলগীয়া তো হলেই। But don't you see the fun of the thing? গোটেই সোপা দায় জগৰ, বদনাম হব পুলিচৰ। (Principalৰ প্ৰতি) I envy you, Principal. আপুনিতো report এটা দিয়েই খালাচ।

Principal—I admit, rather an awkward situation. But what could I do? আমাৰ প্ৰফেছৰ সকলো বিৰোধী। তেওঁলোকতো একো সহায় নকৰিলে।

পুঃ চাঃ—Is it not your business to see that the professors obey you?

D. C.—আপোনাৰ প্ৰফেছৰবিলাক! All of them are backboneless cowards. আমিওতো ছাত্ৰ আছিলোঁ। আমাৰ প্ৰফেছৰবিলাকক দেখিলে দেখোন আমি বাঘৰ নিচিনা ভয় কৰিছিলোঁ। Let that go. But what to do now, Doctor? (জেলৰ ছুপাৰিণ্টেণ্ডেণ্টৰ প্ৰতি) you have heard the হুকুম?

জেল ছুপাঃ—হুকুম or no হুকুম; you know the rules. They are strict. কিন্তু আপুনি যদি written order দিয়ে মই সেই মতে কাম কৰিম। Ministerএ phone-এ যে কলে কি হ'ব? Let him send an order in proper form. ৰাতি কি কাৰণে কয়দী উলিয়াই দিব পাৰি ভাবি চাওক।

Dy. Commissioner—Right. I am not going to take the responsibility. After all what does it matter if a few headstrong young men are kept in jail for a night? They deserve it fully, perhaps more.

Principal—কিন্তু তাৰে দুজনমান ল'ৰা যে very influentially connected.

পুঃ চাঃ—They therefore deserve severe punishment. আপোনালোকৰ-policyৰ* ফল এনে হে।

D. C—What's the use of discussing these things now? I wise I were not connected with it. Now let us inform the minister. আমি ভেনেহলে ঠিক কৰিলোঁ যে, জেলৰ পৰা ৰাতি ল'ৰাবোৰক এৰি দিব নোৱাৰি। কিন্তু কালি পুৱা সকলোৱে এৰি দি matter টো drop কৰা যাব, we agree?

---

* পাণ্ডুলিপিৰ এই শব্দটো সম্ভৱ cringing—সম্পাদক, শ. গো. ৰচনাৱলী।

তিৱিও – Yes.

D. C.—বাৰু, তেনেহলে মই এতিয়াই phone কৰি Ministerক জনাওঁ। Thank you gentlemen Good night.

( ৭ )

[ ইয়াৰ পাছদিনা। কলেজৰ হল আৰু কম্পাউণ্ড। সময় ১১ মান বাজিছে। চাৰিওফালে বহুত ল'ৰা। প্ৰফেছৰসকলৰ কোনোজনে ইফাল-সিফাল কৰি ফুৰিছে। বেছি ভাগেই Common Roomত বহি আছে। ]

Prof. Bora—That's the sample of new discipline. আৰু তিনি মাহ সাত দিন আছে—for my retirement এইদিন কেইটা গ'লে ৰক্ষা পৰোঁ।

ডেকা প্ৰফেছাৰ– আপুনিতো ৰক্ষা পৰে, Sir, আমাৰ বাধ্‌না কি হব ?

আন Senior Prof—তোমালোকে চলিবা আৰু নতুন Regimeত। এতিয়া Politically influential হলেই হ'ল। আন কি লাগে ?

(এনেতে বহুত ল'ৰা হৈ-চৈ কৰি Common Roomৰ বাৰাণ্ডাত থিয় হৈ "জয় মহাত্মা গান্ধীৰ জয়" দিয়ে।)

Prof. Bora–(ওলাই আহি) তোমালোকে গোলমাল কৰি হে থাকিবানেকি ? Class নকৰা ?

এজন ছাত্ৰ—আজি class নাই, Sir. Principalএ class cancel কৰিছে। তাকেহে আপোনালোকক জনাবলৈ আহিলোঁ। "জয় মহাত্মা গান্ধীৰ জয় !" "জয় অসমৰ জয় !"

Prof. Bora—Thank you, my dear boys. I wish you all well.*

---

ৰচনাকাল ২২।৭।৪৩—সম্পাদক, শ. গো. ৰচনাৱলী।

# মন্ত্র ( নাটিকা )

## প্ৰথম দৃশ্য

(যদুনাথ মাষ্টাৰ গ্ৰেজুয়েট। চহৰৰ হাইস্কুলৰ ৫ম মান শ্ৰেণীৰ ক্লাছ মাষ্টাৰ। অবিবাহিত। চহৰত এটা ৫৲ টকীয়া ভাড়া ঘৰত থাকে। ৰান্ধনি, চাকৰ, বেহাৰা, সকলো কাম কৰে একমাত্ৰ মনাই চাকৰে। তাৰ বয়স কিমান কব নোৱাৰি। দেখাত ৮।১০ যেন দেখি। কাম-বন কৰে ১৮।২০ বছৰীয়া ডেকাৰ দৰে, কথাও তেনে। যদুনাথে সঙ্গী কেইজনমানৰ লগত পুৰা তাচ খেলি আছে)

যদুনাথ -আজি নেৰোঁ। তোমালোকক ছক্কা এখন বান্ধি হে উঠিম। এই –মাৰ কুৰি!

বিপক্ষৰ ১ম—থোৱা থোৱা তোমাৰ ছক্কা। উঁঃ উঁঃ পাঞ্জা আৰু বোমৰ গন্ধ ওলাইছে। হেৰ মনাই অলপ এচেঞ্চ লৈ আহ, তইঁতৰ মাষ্টাৰৰ নাকত গন্ধ সোমায়।

মনাই (বেগেৰে প্ৰবেশ কৰি) কি লাগে দেউতা? দেউতাৰ নাকত কি সোমাল? চাওঁ এই পাত ঘুন্টিৰে উলিয়াই দিওঁ। (বিপক্ষৰ গিৰ্জনি মাৰি হাঁহি। যদুনাথ ৰঙা-ক'লা পৰে।)

যদুনাথ—যাঃ বুৰবকটো। কি সোমাল তাৰ বাপেৰৰ নাকত, ঘুন্টিপাত লৈ আহিছে যাঃ!

মনাই—মই কি কৰিম দেউতা, এখেতসকলে ৰিং ধৰিছে নহয়, কাণ ফালি যায়, হেৰ মনাই, পিবাটো লৈ আহ, নাকত সোমাল। পাৰেমানে আপোনালোকে তাচ খেলক, মই মনাইৰ গাত কিহৰ জগৰ লাগিল! এইদৰে হলে মই আৰু থাকিব নোৱাৰোঁ দেউতা, একে কথাতে কৈ দিছোঁ।

যদুনাথ—যা, বলিয়াটো, কেকৃকেকাই নাথাকিবি। ধঁপাত লৈ আহ।

মনাই—ধঁপাত আকৌ দিবলৈ হাক দিছে নহয়। বোলে সিদিনা ধঁপাত সাং হওঁতে মই কলোঁ, তাচ খেলোতে দিওঁতে দিওঁতে সাং হ'ল। আপুনি খং কৰি কৈছিল নহয় বোলে সেইবোৰ—

যদুনাথ কি আপদটোৱে পালে! যা বাৰু যা। গুচ আগৰ পৰা, গাধাটো।

মনাই—মই গাধা হলো কেনেকৈ? আপুনিয়ে হাক দিছে বোলে ধঁপাত দিব নালাগে। এতিয়া আকৌ মোক গাধা পাতে। দিওঁ বাৰু মই, এচিলিম নহয় দহ চিলিম দিওঁ। স্কুললৈ যাবৰ সময়ত নাপালে তেতিয়া আকৌ মোক খং নকৰিব। (প্ৰস্থান)

বিপক্ষ ২য়—এইয়া, তুমি বং এখন চাপ্ৰাচী কৰিছিলা নহয়। সেইবাৰ মোৰ নবুৰ লগত বং দিয়া নাই, এইবাৰ ক'ৰ পৰা ওলাল ?

যদুনাথ সিটোহাত—কিয় নিদিম ? সেই পিটটো চোৰা। মই ৰঙৰ আঠাখন দিছোঁ।

বিপক্ষ ২য়—তুমি আঠাখন দিছা নে ? আমাৰ সিহাতৰ পৰা ওলাইছে। বাজি ৰাখা।

যদুনাথ সিটোহাত বাজি, কিহৰ বাজি ! তুমি বাৰে বাৰে মোক চোৰ ধৰি মন পাই গৈছা ? I will not tolerate it ! আচ্ছা, তোমাৰ জুৰিক সোধা।

বিপক্ষ ১ম—জানো, ময়ে দিছোঁ হব পায়তো আঠাখন।

বিপক্ষ ২য়—এতিয়া, liar, মিছলীয়া !

যদুনাথ সিটোহাত—চুপ ! মোক বৰ liar বুলিবি। মজা দেখুৱাই দিম।

বিপক্ষ ২য়—কিহৰ মজা দিবা তুমি ? তুমি liar, এবাৰ নহয়, হাজাৰ বাৰ liar বুলিছোঁ।

যদুনাথ সিটোহাত—Damn. fool, মই liar নে কোন liar দেখুৱাওঁ চা।

( তাচৰ খেলত হুৱামুৱা মাৰামাৰি লাগে। কাজিয়া লগা দুজনে ঘুচিয়া-ঘুচি, গালাগালি কৰে। ই দুজনে হাহাকাৰ কৰি কাজিয়া ভাঙিবলৈ চায়। )

মনাই—(ধঁপাত লৈ প্ৰবেশ আৰু মাৰামাৰি দেখি আচৰিত) ঔ আই, কি হল, মাৰিলে, তেনেই মাৰিলে, কোন ক'ত আছা আহাইক, মৰিল, মৰিল, চিপাহী ককাই আহাইক, মৰিল, মৰিল। ( বাটেৰে এজন চিপাহী গৈ আছিল, সি এই হাহাকাৰ শুনি সোমাই আহিল। ) এইয়া, চোৰা, মৰিল ! মাৰিলে। ( যদুক দেখি ) অ' আমাৰ দেউতা, তেও মৰা নাই, এই-বাৰলৈ ৰক্ষা। ( চিপাহীক দেখি আটায়ে অলপ শান্ত হ'ল। )

যদুনাথ—এই আপদটো ! চিপাহীক মাতি আনিছ কেলেই, গাধাটো।

মনাই—মই হে হলোঁ গাধা ! চিপাহী নহয়, হাৱালদাৰ। এওঁ নোহোৱা হলে দেখোন সেই দুপাতে জোবোৰা-জোবোৰি কৰি মৰিলেইহেঁতেন।

হাৱালদাৰ—কি হৈছে বাবু আপোনালোকৰ ? আপোনালোক ভদ্ৰ মানুহ, এইখন কি হাল্লা পাতিছে।

যদুনাথ—একো হাল্লা নাই হাৱালদাৰ চাহাব। মোৰ বন্ধু দুজনে ধেমালিহে পাতিছিল, এই গৰুটোৱে চিঞৰ-বাখৰ কৰি হাহাকাৰ কৰিছে।

মনাই—এৰা, জগৰ লাগিল অমুকাৰ গাত। আপোনালোকে মাৰামাৰি, গালাগালি কৰক আৰু চিপাহীয়ে মোক ধৰি নিয়ক : ভাল চাকৰি কৰিছোঁ !

হাৱালদাৰ—মইতো এৰি যাব নাপাৰিম বাবু চাহাব। চৰকাৰকা নিয়ম থাইকে নিয়ম-হাৰামি কাঁহাসে কৰিব পাৰিম। আপলোকে আজি থানামে যাব লাগে।

যদুনাথ—( আটাইকেইজনে চোৰা-চুই লগায়) এৰা, ভাল আপদখনে পালে। হাৱালদাৰ

চাহাব, খানা-কানা খাবলৈ ভাল নহয় আপুনি চলি যাওক। আৰু বেয়া নাপায় যদি অলপ পাণ-চুৰট খাবলৈ এই পইচা আঠ আনাকে লওক।

হাৱালদাৰ—নাই, বাবু-চাহাব পইচা নালাগে; সব মানাহি আছে! আপলোক তো সব জানে। আচ্ছা আগলৈ হাল্লা নকৰিব। আভি যাওঁ।

( হাৱালদাৰ যায়। তাচ খেলোঁতা ইজনে-সিজনে কোৰাকুই কৰে, আৰু তাৰে এজনে আধলি এটি লৈ হাৱালদাৰক দি আহেগৈ। )

তাচখেলোঁতা এজন—কলে নে হে?

দিওঁতাজন—নকব কেলেই, মই তাৰ আও-ভাও তে জানিছোঁ নহয়, অকলে বিচাৰে।

যদুনাথ—এৰা, ভাল আপদখন হ'ল। এই যুৰকটো হে সকলো সৰ্বনাশৰ মূল। ( মনাইলৈ চকু ঘোপা কৰি চায়। )

মনাই—মোৰ কালে তেনেকৈ চাব নালাগে। আৰু যদি এইদৰে মাৰামাৰি কৰিবলৈ হয়, অমুকা ইয়াত নাথাকে। আই ঔ, এইখন বোলে আকৌ ভাল মানুহ। তাচ খেলিও মৰামৰি কৰে! থুই, থুই, এনেখুন তাচ নেখেলিলে আকা।

যদুনাথ—ই দিনে দিনে চল পাই গৈছে আহ াম্মখ!

( মাৰিবলৈ খেদা মাৰে, মনাই ওলাই লৰ মাৰে )

দৃশ্যপট পৰে।

## দ্বিতীয় দৃশ্য

[ সৰু পুলি এটা, আন্ধাৰ, লেতেৰা, ধঁপাতৰ ছাই, শাক-পাচলিৰ চোঁচ ইত্যাদিৰে ভৰা। তাৰ মাজত অকণমানি পীৰা এখনৰ সমুখত ভাত-আঞ্জা। যদুনাথ খাব বহিছে ]

যদুনাথ—হেৰ মনাই, আজ কিবা ৰান্ধিছ নে?

মনাই—আৰু নো কিমান খাব খোজে দেউতা। দিনটোলৈ ৵০ অনা পইচা দি কব বোলে ইয়াৰে চাউল, দালি, মাছ, ধঁপাত পাণ-তামোল, চাহ-চেনি, গাখীৰ সকলো আনিবি। ৵০ অনা পইচাৰে আৰু কি জুতি খুৱাম লগাই মই।

যদুনাথ—এই গাধাটোৰ মুখত কথা নোলায়, আধৈহে ফুটে যেনিবা। এইখন কি ৰান্ধিছ গৰুটো। দালি যেআৰু সিজাই নাই!

মনাই—দালি নো সিজে কেনেকৈ! পুৱাই তই মুঠাতেই পাতিব তাচৰ খেল! মনাই ধঁপাত দে, মনাই তামোল দে, আজি তাতে আকৌ মনাই চিপাহীও দে লগালে। মনাই নো তৰোঁ কেনেকৈ! চোকাৰ জুই নুমাল। দালি নিসিজিলেই। ইকালে আকৌ এখাৰ বাজিবৰ হলেই ধৰিলে, মই নো কি কৰিম!

যদুনাথ—কোনে খায় এইবোৰ ! (এইবুলি যদুৱে খণ্ডতে ডালিৰ বাটিটো চৰিয়াত বাকি দিব খুজিলে। তপ কৰে মনায়ে হাতত ধৰি)

মনাই—চৰিয়াত বাকে কেলেই। নেখায় যদি এৰি যাওক। আমিয়ে চাম, এবাৰ !

যদুনাথ—হুঁ এইখন খাই পেটৰ অসুখ হৈ কলেৰা কৰ, আৰু মই ডাক্তাৰ-দাৰাই বিচাৰি ফুৰোঁ। নহয় নে গৰু ?

মনাই—পেটৰ অসুখ হব কিয় ! মই জানো এইদৰে খাম বুলি কলোঁ। এৰি যাওক আপুনি। পাঁচ বজালে নো কি কৰিম। এইবোৰকে সিজাই সিজাই খাম নহয়। নেখায় যদি নেপেলাব।

যদুনাথ—(ভাত আঞ্জা এৰি উঠিব খোজে।)

মনাই—(মনতে) এইডালে আকৌ দিনটো লঘোনে থাকে কেনেকৈ। (ফুটাই) মুঠিব দেউতা, ৰব, দোকানৰ পৰা লৰি গৈ দৈকে অলপ আনি দিওঁ। ভাল দৈ দেখিছোঁ। (লৰ মাৰে।)

পট পৰে।

## তৃতীয় দৃশ্য

[ কলাই কানীয়াৰ কানি-গোলা। কানি খোৱা হোকা খোলা, একালে, পিৰিছ এখনত অলপ গুৰ; আন কালে চেকা লাগি থকা পিতলৰ বাটি এটাত ৰঙা চাহ। ওচৰতে জয়ৰাম আৰু ভদ্ৰেশ্বৰ বহি আছে। ইঁহত দুয়ো স্কুলত পঢ়ে। জয়ৰাম সাধাৰণ গৃহস্থৰ ল'ৰা, প্ৰাইমাৰী পৰীক্ষাত বৃত্তি ধৰি হাইস্কুলত পঢ়িছে। ভদ্ৰেশ্বৰ ধনী, ডাঙৰ মানুহৰ ল'ৰা। দুয়ো একে শ্ৰেণীত পঢ়ে। দুয়োৰো বয়স এঘাৰ-বাৰ বছৰমান। কলায়ে ফুৰুত ফুৰুত কৰি টিকিৰা উৰায় আৰু ইঁহত দুজনে আচৰিত হৈ চায়। ]

ভদ্ৰেশ্বৰ—চোৱাচোন জয়ৰাম চোৱা, কেনে সুন্দৰ দেখি ! দিয়া কলাই কাই, আৰু এটা ফুৰুত কৰি উৰাই দিয়াচোন। বাৰু, তুমি হোপাচোন, চেঁচুটো মই ধৰোঁ। (কলাইৰ হাতৰ পৰা চেঁচু আনি ধৰে আৰু টিকিৰাত লগায়। কলায়ে একো প্ৰামাতি টিকিৰা খায়।)

জয়ৰাম—ভদ্ৰ, যাওঁইক আহা, ৯ বাজিলেই। নহলে স্কুললৈ দেৰি হব।

ভদ্ৰেশ্বৰ—ৰবাচোন। কত্ কৰে গা-ধুই আহিম এতিয়াই নদীৰ পৰা। এইখিনি কলাই কায়ে খাওক।

কলাই—দেৰি হলে নো কি হয় বোপা দেউতা ?

ভদ্ৰেশ্বৰ—আও, কলাই কি হয় ! আমাৰ যি হে হেড্‌মাষ্টাৰ, এক চেকেণ্ড—চেকেণ্ড কি জানানে কলাই কাই ! এক মিনিটত ৬০, তিনি কুৰি চেকেণ্ড থাকে—এই যেনা তোমাৰ টিকিৰা ফুৰুত কৰি উঠে যে সেই—এক চেকেণ্ড !

কলাই—হেডমাষ্টাৰে কি কৰে বোপা-দেউতা ?

ভদ্ৰেশ্বৰ—কি হে কৰে ! বেত দিয়ে, বেঞ্চৰ ওপৰত থাৰা কৰি থয়, কাণ মলে, আৰু কত কি কৰে, নীল-ডাউন কৰে। নীল-ডাউন কি জানানে ? এইয়া, এইদৰে থাকিবলৈ কয়। (নীল-ডাউন কৰি দেখুৱায়)

কলাই—তাহানিথন আমিও স্কুলত পঢ়িছিলোঁ। আমাৰ যি হে কাল পণ্ডিত আছিল। খুব বেতায় নহয়। পাচে মোক নোৱাৰিছিল।

জয়ৰাম—তুমি চাগৈ ভালদৰে পঢ়া দিছিলা।

কলাই—পঢ়া, পঢ়া দিবা ক'ৰ পৰা। মাছ-মাৰিবলৈ যাওঁ, আম-তিয়ঁহ খাই ফুৰোঁ। গা ধুবলৈ আহি পানীত নাদুৰোঁ। পঢ়িবা কেতিয়া ?

ডুয়ো—তেনেহলে তোমাক নামাৰিছিল কিয় ?

কলাই—নামাৰিছিল ক'ত, আগেয়ে বৰ মাৰিছিল। পিচত হল এটা কথা।

ডুয়ো—কি কথা, কি কথা ?

কলাই—এদিন ঠিক এনে সময়ত দেই। তোমালোকে ডুয়ো যেনেকৈ গা ধুবলৈ আহি ইয়াত বহিছা, সেই দৰে মই আৰু ভদাই—ভদাই আমাৰ পেহীৰ ককায়েকৰ পুতেক ভায়েক দেই, সি মৰিল এতিয়া—আমি দু'টাই আম খাবলৈ গৈ সৌ নদীৰ পাৰৰ গছ এজোপাতে উঠিলোঁ। সেই বৰ আমগছ জোপা দেখিছা নে, তাতে। কালিৰ কথাৰ দৰে মোৰ চকুৰ আগতে আছে।

ডুয়ো—পাচে, পাচে !

কলাই—পাচে আম খাই থাকোঁতে দেখি হল। নামি ডুয়ো কথন-মথন কৰিছোঁ। এনেতে দেখোঁ যে আগতে দেখোন সন্ন্যাসী এটা। মস্ত বাবাজী। এয়া লমলম ডাঢ়ি। বগা গোটেইটো। তেজ ফুটো ফুটো কৰে।

ডুয়ো—পাছত, পাছত !

কলাই—সেই বাবাজীয়ে মোক এই দৰব কেৰা খাবলৈ শিকালে। নহলে কানি-আফিং আমাৰ ঘৰত চুৰা আছিল নহয়।

ভদ্ৰেশ্বৰ—কিয়, বাবাজীয়ে জানো কানি খায়, ভাং হে খায়।

কলাই—এই সক-সুৰা বোৰে ভাং খায় তো। বৰ বৰ বাবাজীয়ে ইয়াক ধৰিব পাৰে। ই মহাদেৱৰ বস্তু নহয় জানো। সকলোৱে ইয়াক খাই হজম কৰিব নোৱাৰে নহয়।

জয়ৰাম—তাৰ পাছত দেখি হল যে কি কৰিলা ?

কলাই—ওঃ, দেখি আৰু ক'ত হল। বাবাজীয়ে মন্ত্ৰ কৰিলে নহয়। পিতৃ-পুৰুষ বাবাজী (ওপৰলৈ হাত দাঙি সেৱা কৰে।)

ভদ্ৰেশ্বৰ—মন্ত্ৰ, কি মন্ত্ৰ ?

কলাই—আ, বোপা দেউতা, আচৰিত মন্ত্ৰ ! আমাক এটা মন্ত্ৰ শিকাই দি বোলে তহঁতৰ পণ্ডিতে দেখি হোৱা বুলি কলে, এই মন্ত্ৰ মাতি তিনিটা ফুঁ মাৰি দিবি। পণ্ডিতে পাহৰি যাব ; বড়ীলৈ চালে বড়ী উলটি আহিব।

ভুয়ো—হয় নে ! (আচৰিত হৈ চোৰা-চুই কৰে)

ভদ্ৰেশ্বৰ—দেখি হলেহে নেকি, পঢ়া নোৱাৰিলে একো মন্ত্ৰ নাই নে ?

কলাই—কেলেই নাই, সেই মন্ত্ৰই হয় নহয় ? সি সৰ্বঢাক, সকলো কথাতে খাটে।

ভদ্ৰেশ্বৰ—আমাকো শিকাই দিয়া, কলাই কাই।

কলাই—এইদৰে শিকাব নোৱাৰি নহয়, বোপা দেউতা। গুৰু মানিব লাগে। এই মন্ত্ৰ আমাৰ ইয়াৰ নহয় নহয়। স্বৰ্গৰ বস্তু। ইন্দ্ৰদেৱতাৰ বাণ।

জয়ৰাম—কি লাগে ?

কলাই—শিকিটো, আধলিটো। তামোল-পাণ এযোৰ হলেই হয়।

ভদ্ৰেশ্বৰ—পাছত দিলে নহয়নে ?

কলাই· পাছত দিলে নহয়তো। পাছে এটা বুধি কৰিব পাৰি। মযে ৰূপ এটকা তোমালোকক ধাৰলৈ দিওঁচোন। গুৰু মাননি কৰা। পাছত টকাটো দিবা একা। নহলে মন্ত্ৰৰ গুণ নধৰে।

ভদ্ৰেশ্বৰ—বাৰু দিয়া।

( কলাই ভিতৰলৈ গৈ [ যাওঁতে কানি পোৰা সঁজুলি লৈ যায় ] ৰূপ এটকা আনি ভদ্ৰেশ্বৰৰ হাতত দিয়ে, আৰু ভদ্ৰেশ্বৰ আৰু জয়ৰামক আঠু লৈ বহিবলৈ কয়। সি নিজে থিয় দি )

কলাই গাই যাবা দেই। তিনিবাৰত মুখত আহিব লাগিব। নহলে নফলে।

( কলায়ে এশাৰী গায়। ল'ৰা দুটাই পাচে পাচে মাতে )

থুঃ থুঃ ফুট
ধাঃ ধুঃ বুট
অমুকা পণ্ডিতৰ হাত
ভেঙ্কি মাৰিলোঁ তাত
মোৰ ডাক, গুৰুৰ হাক
যেনেকৈ আছ তেনেকৈ থাক
কামৰূপৰ কামাখ্যা মাও
এই কথা নাৰাখিলে গৰু-মানুহ খাওঁ।

( তিনিবাৰ কলায়ে মাতে। ল'ৰা দুটাই আওৰায়। )

জয়ৰাম--ভদ্ৰ, চোৰাচোন মোৰ মুখত আহিল নে ? ( মাতে )

ভদ্ৰেশ্বৰ—মযো মাতোঁ, চাবাচোন। ( মাতে )

কলাই—বঢ়িয়াকৈ আহিছে ! আজি আবেলিকৈ মাননিখিনি দি যাবাইক।

ভুয়ো—বাৰু, বাৰু।

( মন্ত্ৰ মাতি ল'ৰা দুটা একালে, কলাই আনকালে ওলাই যায়। )

[ স্কুলঘৰৰ কোঠাৰ সমুখ। ভিতৰত ছাত্ৰবোৰ বহি আছে। দুৱাৰ মুখত হেড্‌মাষ্টাৰে ইফাল-সিফাল কৰিছে। শ্ৰেণীত মাষ্টাৰ নাই। ঘড়ীত ঢং ঢং কৰি এঘাৰটা বাজিল। অলপ পাচত ভদ্ৰেশ্বৰ আৰু জয়ৰামৰ দৌৰা-দৌৰি কৰি হেঁপাই-ফোঁপাই প্ৰবেশ। ]

জয়ৰাম—( ফোঁপাই ) ভাল হল আজি! মোৰ বৃত্তি কটা যাব নহয় এতিয়া।

ভদ্ৰেশ্বৰ—( ফোঁপাই ) একো ভয় নাই, বাপা। এয়া এঘাৰটা বাজিল মাথোন হে। ( খিড়িকীৰে চাই ) সোঁৱা, মাষ্টাৰ অহাই নাই নহয়।

( এনেতে শ্ৰেণীৰ দুৱাৰ মুখ পাই, আৰু হেড্‌মাষ্টাৰক দেখি শিলামূৰ্ত্তিৰ দৰে হৈ ৰয়। )

হেড্‌মাষ্টাৰ—কেমন, তোমাদেৰ বাড়ীৰ ঘড়ীতে এখন বুঝি এঘাৰটা বাজে? কটা ঘড়ী আছে, বাড়ীতে?

( দুয়ো নিমাত হয়। )

জয়ৰাম—( কাণে কাণে ) হেৰা কলাইৰ মন্ত্ৰটো আওৰোৱাচোন।

হেড্‌মাষ্টাৰ—বলি, মুখে কথা ফোটেনা যে? বুঝতে পাৰ না বাঙলা কথা? ভূতসব।

দুয়ো—( ফুচ্‌ফুচ্‌কৈ মন্ত্ৰ আওৰায় )

থাঃ থুঃ ফুট
ধাঃ ধুঃ ধুট
হেড্‌মাষ্টাৰৰ হাত
ভেঙ্কি মাৰিলো তাত
মোৰ ডাক, গুৰুৰ হাক
যেনেকৈ আছ তেনেকৈ থাক
কামৰূপৰ কামাখ্যা মাও
এই কথা নাৰাখিলে গৰু-মানুহ খাওঁ।

হেড্‌মাষ্টাৰ—বিৰ-বিৰ কৰ্চ্ছ কি? ( ল'ৰা দুটাই আকৌ মন্ত্ৰ আওৰায় ) কি ভূতদেৰ পাল্লায় পৰা গেল। বুঝেও না কিছু। এদেৰ বা দোষ কি? মাষ্টাৰই ত নাই। যাও ক্লাছে যাও।

( লৰা দুটা ক্লাছত সোমায়। আৰু আনকালৰ পৰা যদুনাথ মাষ্টাৰ আহি দুৱাৰ মুখ পায়। ) বলি মিষ্টা—ৰ যদু বাবু, are you just awake? ( ঘড়ী দেখুৱাই ) you are 6½ minutes late. I am afraid you won't be marked present for to-day.

যদুনাথ—( চকু পোন্দাই ) I am sorry, sir. This is the only occasion. I beg pardon.

হেড্‌মাষ্টাৰ—আচ্ছা, যান, ক্লাছে যান। দেখবেন যেন আৰ দেৰি না হয়। Don't repeat this another time. ( হেড্‌মাষ্টাৰ গুচি যায়। )

ভদ্রেশ্বৰ—হয়, ভাই, ভাল মনত কৰি দিলা। নহলে আজি আৰু—

জয়ৰাম—এৰা হে, মন্ত্ৰটোৰ গুণ আছে হয়।

( ইফালে যদু শ্ৰেণীত সোমায় ল'ৰাবোৰ উঠে। যদুৱে হাজিৰা কৰিব ধৰে। )

ভদ্রেশ্বৰ –ঠিক হৈছে ৰবা ! হেৰা কলাইক টকা দিবা কৰ পৰা ?

জয়ৰাম—মই বৃত্তি পালে তাৰে টকা এটাকে দিব লাগিব।

ভদ্রেশ্বৰ—মই হলে কথা এটা ভাবিছোঁ।

জয়ৰাম—কিনো ?

ভদ্রেশ্বৰ—মন্ত্ৰটো শিকিলোঁৱেই। তাক একো নিদিলে নহয় নে হে ? একো নিদিলে আকা ?

জয়ৰাম –সি নকলে বুলি—

(ইফালে যদুনাথ মাষ্টাৰে ভদ্রেশ্বৰৰ নাম মাতিলে ভুবাবো। জয়ৰামৰ নাম পাচত। ইহঁত দুয়ো কথাত ইমান ভোল গৈ আছে যে মাষ্টাৰৰ মাত মুশুনিলে। মাষ্টাৰে ভদ্রেশ্বৰক দেখিছে। সিফালে তাচৰ খং। ইফালে হেড্‌মাষ্টাৰৰ বকনি, সকলোৰে খিলি যদুৰ খং মূৰ পালেগৈ। খং কৰি "ভদ্রেশ্বৰ গৰু নামাত কিয়" বুলি গৰ্জ্জন কৰাত জয়ৰাম আৰু ভদ্রেশ্বৰৰ কথাত বাধা পৰিল।)

যদুনাথ –ভদ্রেশ্বৰ, গৰু নামাত কিয় ?

ভদ্রেশ্বৰ—শুনাই নাই, ছাৰ !

যদুনাথ শুনাই নাই ছাৰ! কি কৰিছিলা ছাৰ ? কাণত কি সোমাইছিল ছাৰ ? তোমাৰ কাৰণে ঢোল কোবাব লাগে নে কি ছাৰ ! উঠি আহ এই ফালে।

ভদ্রেশ্বৰ –(অণ্ঠ-কণ্ঠ শুকাই উঠি যায়।)

জয়ৰাম –হেৰা, মন্ত্ৰটো গাই যাবা।

ভদ্রেশ্বৰ –(ফুচ্‌ফুচ্‌ কৰি মন্ত্ৰ গাই যায়।)

যদুনাথ –( ভদ্রেশ্বৰৰ কাণত ধৰি আৰু দুই গালে দুই চৰ বহুৱায় ) কি ছাৰ ! আৰু মুশুনিবা নে ছাৰ ! যা গৰুটো !

ভদ্রেশ্বৰ –( ফিৰি গৈ জয়ৰামক অকলে ) কি হে এইবাৰ দেখোন নফলিল।

জয়ৰাম -( ভাবি চাই ) সেয়া তুমি টকা নিদিওঁ বুলিছিলা নহয় ?

ভদ্রেশ্বৰ –এৰাতোন। কোনোমতে দিব লাগিব হে !

যদুনাথ –Well, boys stand up.

ল'ৰাবোৰ –We stand up.

যদুনাথ—Sit down

ল'ৰাবোৰ—We sit down.

যদুনাথ—Joyram, stand up.

জয়ৰাম—I stand up.

যদুনাথ—Sit down.

জয়ৰাম—I sit down.

যদুনাথ—Nabin, what is this ?

নবীন—This is a pen.

যদুনাথ—Bhadreswar, what is this ?

ভদ্ৰেশ্বৰ—This is a ink-ঘটী।

যদুনাথ—ঘটী, who told you ঘটী ?

ভদ্ৰেশ্বৰ—Pot Sir, pot.

যদুনাথ—ঘটী কোনে কলে, গৰু ?

ভদ্ৰেশ্বৰ—ঘৰত পঢ়ুৱা মাষ্টাৰে কৈছিল, ছাৰ, Pot অৰ্থে ঘটী।

যদুনাথ—Pot অৰ্থ ঘটী। Say, this is an ink-pot.

ভদ্ৰেশ্বৰ—This is a ink-pot.

যদুনাথ—ষ্টুপিড গৰু, an ink-pot.

ভদ্ৰেশ্বৰ—A ink-top.

যদুনাথ—( অধৈৰ্য্য হৈ ) top নহয়, pot.

ভদ্ৰেশ্বৰ—Pot.

যদুনাথ—গোটেইটো ক। This is an ink-pot.

ভদ্ৰেশ্বৰ—This an ink-pot.

যদুনাথ—Is টো ক'ত থাকি ? চাওঁ এইফালে আহ।

ভদ্ৰেশ্বৰ—( যাব ধৰে )।

জয়ৰাম—হেৰ, এইবাৰ টকা দিম বুলি গাই যাবা। নিশ্চয় ফলিব।

ভদ্ৰেশ্বৰ—কলাই কাই টকা দিম। ( মন্ত্ৰ আওৰায় ) কলাই কাই টকা দিম ( আৰু আওৰায়। এইদৰে মাষ্টাৰৰ ওচৰ পায় আৰু ভয়তে কঁপে। ইফালে কলাই কাই টকা দিম, এই বুলি আধা আধা মন্ত্ৰ মাতে। )

যদুনাথ—( মনে মনে [ যাঃ, ইয়াক আজি এবাৰ মাৰিলোঁ। আৰু মাৰিলে কি হব ? ] ফুটাই ) যা, বহগৈ। ঘৰতো মাষ্টাৰ এটা আছে। মুখস্থ কৰি আহিব নোৱাৰে। আজিৰ পৰা ভালকৈ শিকি আহিবি। আটায়ে বহী উলিয়াই লেখ, a b c d খন। ( ল'ৰাহঁতে বহীত লিখিবলৈ লয়, যদুৱে টেবুলত ভৰি থৈ চকু মুদে। )

ভদ্ৰেশ্বৰ—( ফিৰি গৈ ) আজিলৈ ৰক্ষা হল হে।

জয়ৰাম—মই কৈছিলো নহয়, টকা দিম বুলি ভাবিবা। নহলে কিয় ফলিব।

## পঞ্চম দৃশ্য

[ ভদ্রেশ্বৰহঁতৰ ঘৰ। এটা খোটালীত গোধূলি সময়ত ভদ্রেশ্বৰে কিতাপ আগত লৈ পঢ়ি আছে। প্ৰাইভেট টিউটৰো আছে বহি। এটা সৰু লেম্প জ্বলিছে। অলপ দূৰত ভদ্রেশ্বৰৰ পিতাক এখন আৰাম-চকীত বহি ভৰি নচুৱাই আছে। ]

ভদ্রেশ্বৰ—( পঢ়ে ) This, T h i s, This, This মানে এই, এইটো। is, i s, is ; is মানে হয়। an, an, an ; an মানে এটা। ink, i n k, ink, ink মানে মহী, চিয়াহী। pot, p o t pot ; pot মানে ঘটী। This—is—a an ink-pot. এইটো—হয়—এটা—মহী—ঘটী—দোৱাত ; এইটো এটা মহী ঘটী দোৱাত ; এইটো এটা মহী ঘটী দোৱাত।

ভদ্রেশ্বৰৰ পিতাক—মহী ঘটী দোৱাত কি ঐ ? মহীচুঙা নেকি ?

ভদ্রেশ্বৰ—হয়, দেউতা ; মহীচুঙাই। ইংৰাজীত আকৌ মহীঘটী বোলে। ink মানে মহী, আৰু pot মানে ঘটী ; সেইদেখি ink-pot মানে মহী ঘটী।

ভদ্রেঃ পিতাক—হয় নে হে মাষ্টাৰ ?

মাষ্টাৰ—হয়, ডাঙৰীয়া, বোপা দেউতাই বৰ ভালকৈ কৈছে। ঠিক সেয়ে।

ভদ্রেঃ পিতাক—কিয় ? ইংৰাজীত চুঙাক নো কি বোলে ?

মাষ্টাৰ—( বিমোৰত পৰিল ) এৰা—ডাঙৰীয়াই লেঠা হে লগালে,—চুঙাৰ ইংৰাজী নাই নহয়। বাঁহৰ হে চুঙা হয় ; তাহাঁতৰ দেশত বাঁহ নায়েই নহয়। আৰু আমাৰ দুখীয়া মানুহৰ হে চুঙা ; তাহাঁত ধনী দেশ, বটল, গিলাছ, কাপ, জাগ এইবোৰহে আছে। চুঙা দেখাই নাই যেতিয়া ক'ৰ পৰা চুঙাৰ ইংৰাজী থাকিব ?

ভদ্রেঃ পিতা—উ। পিচে, আমাৰ দেশত যে চাহাবক গাখীৰৰ চুঙা দিওঁহক, তাক নো তাহাঁতে ইটোই-সিটোই - ধৰা মেমচাহাবে চাহাবক কেনেকৈ বুজাই কব ?

মাষ্টাৰ—তেতিয়া ঘূৰাই, পকাই কয়। যেনে মেমে কৈছে ধৰক—My dear অমুক gave good milk in bamboohart all empty but one ঠিলা over head—অৰ্থাৎ অমুকে ( যেনিবা ডাঙৰীয়াই ) এমূৰে ঠিলা থকা ফোপোলা বাঁহ এডোখৰত ভাল গাখীৰ দিছিল। ( হাঁহে )।

ভদ্রেঃ পিতা—ঠিলা কিহে, গাঁঠি নেকি ?

মাষ্টাৰ—হয় ডাঙৰীয়া, গাঁঠি।

ভদ্রেঃ পিতা গাঁঠিক জানো ঠিলা বোলে ইংৰাজীত।

মাষ্টাৰ নহয়, নোবোলে, পিছে দুটা-এটা আমাৰ দেশৰ শব্দ সিহঁতে বুজে নহয়।

ভদ্রেঃ পিতা—তেনেহলে, ঠিলা বুলিলে যদি গাঁঠি বুজে, চুঙা নুবুজিব নে ?

মাষ্টাৰ—চুঙা নুবুজে ডাঙৰীয়া। তাহাঁতে সদায় বটল খুলি মদ আৰু কিবা-কিবি খাই থাকে নহয়। সেই দেখি আমাৰ দেশৰ বেহেৰা-চাপ্ৰাচীয়ে কোৱা ঠিলা শব্দটো বুজিব। গাঁঠিটোও নুবুজিব।

ভদ্ৰেঃ পিতা – ও, এৰা, এৰা।

মাষ্টাৰ—এইয়া,' ডাঙৰীয়াই এক আবাৰ কথাতে বুজিলে নহয়নে? এইখিনি কথাবে সৌ চিৰাস্তাদাৰক বুজাবলগীয়াহৈঁতেন, দেখোন তিনি দিন লাগিলহেঁতেন। বোপা দেউতাৰো বুজটো ডাঙৰীয়াৰ দৰে। এবাৰ কলে আৰু দুনাই কবই নালাগে। পঢ়ক বোপা দেউতা, তাৰ পাচত।

ভদ্ৰেশ্বৰ—It, i t, It ; It মানে এইটো ; is—i s—is ; ইজ মানে হয়। on—o n—on ; on মানে ওপৰত। the—t h e—the ; the মানে ঐ। book—b o o k—book ; book মানে কিতাপ, পুস্তক। It is on the book– এইটো হয় ওপৰত ঐ পুস্তক।—এইটো হয় ওপৰত ঐ পুস্তক।

মাষ্টাৰ—কওকচোন, বোপা দেউতা, এইটো কি অৰ্থ বুজিলে?

ভদ্ৰেশ্বৰ - অৰ্থাৎ, পুস্তক কিতাপখন এইটো ওপৰত হয়।

মাষ্টাৰ—হয়, হয়, ঠিক!

ভদ্ৰেঃ পিতা – কি পুস্তকখন এইটো ওপৰত হয়হে? মই দেখোন একো নুবুজিলোঁ।

মাষ্টাৰ—হেঁঃ, হেঁঃ! ডাঙৰীয়াই নুবুজা নো কি আছে। তেওঁ সুধিছে যেতিয়া ক'ব লাগে। অৰ্থাৎ It is on the book। মহীঘটীটোৰ কথা কৈছে। কিতাপখন তাৰ ওপৰত হয়, মানে থাকে।

ভদ্ৰেঃ পিতা—কিতাপখন আকৌ মহীচুঙাৰ ওপৰত কিয় থাকেহে?

মাষ্টাৰ—মহী পৰি কেতিয়াবা বেয়া কৰিব বুলি, কিতাপখনেৰে ঢাকি থয় আকৌ! চাহাব লোকৰ চব পৰিষ্কাৰ ডাঙৰীয়া।

ভদ্ৰেঃ পিতা—এৰা। পঢ়োৱা বাৰু মই ভিতৰৰ পৰা আহোঁ।

মাষ্টাৰ—ভাল, ডাঙৰীয়া, ভাল। মই বঢ়িয়াকৈ পঢ়াম। ডাঙৰীয়াই পাছে, এইদৰে কোৰাটো ভাল। আমাৰো মাজে-মাজে ভুল চুক ধৰা পৰে।

(ভদ্ৰেঃ পিতাক যাব খোজে।)

ভদ্ৰেঃ ভনী—(প্ৰবেশ কৰি) দেউতা, দেউতা, শুনিছে নে, দেউতা, অ' দেউতা। মোক মায়ে মাৰিলে নহয়, দেউতা!

ভদ্ৰেঃ পিতা—(নগে বৈ) আয়ে দেহি! ক'ত মাৰিলে তোমাক আই। চাওঁ চাওঁ। (মৰম কৰে)

ভদ্ৰেঃ ভনী – এইয়া চাওক ; গালত চৰ এটা আৰু পিঠিত এটা চাপৰ মাৰি দিলে।

ভদ্ৰেঃ পিতা—আয়ে, আয়ে, কিয়নো মাৰিলে মাৰাই (কোলাত লৈ মৰম কৰে।)

ভদ্ৰেঃ ভনী—আপোনাক কৈ দিব খুজিছিলোঁ, সেই দেখি।

ভদ্ৰেঃ পিতা – কিনো কৈ দিব খুজিছিলা আই?

ভদ্ৰেঃ ভনী—সেইয়া ককাইদেৰক তেতিয়া টকা এটা দিছে। মই লুজন আনিবলৈ ক'লে নানে, ককাইদেৰক হলে টকা এটা দিছে।

ভদ্ৰেঃ পিতা—টকা এটা ! কিয় ? হেৰ ভদ্ৰেশ্বৰ, কিয় টকা এটা নিলি কিয় ?

(ভদ্ৰেশ্বৰ নিমাত, ইফালে-সিফালে চাই লৰ মাৰে ।)

ভদ্ৰেঃ পিতা—কি বদ্‌মাইচ্ ! চাওঁ । (খঙ্‌ত ভদ্ৰেশ্বৰৰ ভনীয়েকক থেকেচা মাৰি থৈ যাব খোজোতে মাকে নেপথ্যৰ পৰা এহাতে ভদ্ৰেশ্বৰক ধৰি টেকলৈ ঠেলি দিছে ।)

ভদ্ৰেঃ মাক—(নেপথ্যত দিলোঁইই বা টকা এটা ? ল'ৰাটোক নো এইদৰে মাৰিব লাগে নে ? বেঙে মৃতা গৰুৰ দৰে বাছাই মোৰ কঁপিব ধৰিছে ।

ভদ্ৰেঃ পিতা—মাৰিলে কোনে ? (ভিতৰলৈ চাই ।)

ভদ্ৰেঃ মাক—(ভিতৰৰ পৰা) মাৰিলে কোনে আকৌ ? যাক টকাই নাটে ।

ভদ্ৰেঃ পিতা—টকাই নাটে কাক ?

ভদ্ৰেঃ মাক—(নেপথ্যৰ পৰা জানো কাক, মৰ কুঠীয়াৰ দৰে টকা আৰ্জে মানে আৰ্জে ; বাছাক মোৰ টকা এটাৰ বাবে এইখন কৰিব লাগে নে ? টকাই খাব এইখান ঘৰক ।

ভদ্ৰেঃ পিতা - কি আপদ ! মাষ্টাৰজন আছে দেখা নাপায় নে ? ল'ৰাক মই কি কৰিলোঁ ?

ভদ্ৰেঃ মাক কি কৰিলে আকৌ ! থাকক মাষ্টাৰ ! মাষ্টাৰ থাকিলে ল'ৰাটোক এইদৰে মাৰিবলৈ এৰি দিব লাগেনে কি ? চাওঁ এইজনী, বাপেকৰ সুৱাগীজনী । (ছোৱালী-জনীক হাত মেলি ভিতৰলৈ টানি নিয়ে । তাই ভিতৰত হাওঁ হাওঁ কৈ কান্দিব ধৰে ।)

ভদ্ৰেঃ পিতা—(খঙতে অধীৰ হৈ) কি আপদ, ল'ৰাক মাৰে কোনে ? মই দেখোন ল'ৰাক চুৱাই নাই ইফালে ছোৱালীজনীৰ দাঁতে-ওঁঠে কাটিলে নহয় ! চাওঁ ইয়াকো বহাওঁ ।

(ভদ্ৰেশ্বৰে কঁপি কঁপি মন্ত্ৰ মাতে ।)

ভদ্ৰেঃ মাক—বহাওকচোন চাওঁ । মোৰ ল'ৰা-ছোৱালীক মই মাৰিছোঁ । সেই বুলি ল'ৰাটোক, টকা এটাৰ কাৰণে ইমানবোৰ মাৰিব, কাটিব খুজিব লাগেনে ? উঃ ৰাম ! টকা এটা দিছোঁ ।—যেন মই গৃহস্থালিখন খান্তাং হে কৰিলোঁ । আহ বাৰু, এটা নহয়—দহোটা টকা দিওঁগৈ, কোনে কি কৰে চাওঁ । (ল'ৰাকো ভিতৰৰ পৰা টানি নিয়ে ।)

ভদ্ৰেঃ পিতা—কেনে অদ্ভুত কথা ! মই দেখোন ল'ৰাৰ গাত হাত দিয়াই নাই । এই মাষ্টাৰেই সাক্ষী । সোধা বাৰু ।

মাষ্টাৰ—হয়, আই-দেউতা, ডাঙৰীয়াই বোপা দেউতাক একো কোৱা নাই । টকা এটা নো কি ?

ভদ্ৰেঃ মাক - হয় নে ঔ, গৰুটো ; দেউতাই নাই মৰা যদি আকৌ মৰা বুলি কৈছিলি কেলেই ?

ভদ্ৰেশ্বৰ—(বাহিৰলৈ লৰি আহি) মইতো মৰা বুলি কোৱা নাই । মই দেউতা বোলোঁতে দেখোন তয়েই দৌৰি আহি এইখন লগালি । এতিয়া আকৌ মোৰ গাত দিছে ।

ভদ্ৰেঃ মাক—তেওঁৰ গাত দিছে । চাওঁ ইয়াকে কিল দিওঁ বাপেকে ! মানুহৰ আগত লাজ-লঘু কৰি মাৰিলে এই বাপেক-পুতেক হালে । (টানি নি মাৰে ।)

ভদ্ৰেশ্বৰ—(হাওঁ হাওঁ কৰি কান্দি ভিতৰৰ পৰা দৌৰি আহে আৰু চাৰিওফালে দৌৰাদৌৰি কৰি মন্ত্ৰ মাতে)

ভদ্ৰেঃ পিতা—ইঃ ল'ৰাটোৰ কি হল ? কি কৰিলা ল'ৰাটোক ? চাওঁ কি হল। কি হল ?

মাষ্টাৰ—ইঃ কি হল, কি হল ঔ! টকা এটা নো কি হল ?

পট পৰে*

---

* পাণ্ডুলিপিৰ পৰা অনুমান কৰিব পাৰি যে গল্পটো ১৯২৪ চন মানত ৰচিত —সং: শ. চ. গো. ৰচনাৱলী।

# সন্ধিৰ বাঁহ

## প্ৰথম দৃশ্য

( টোল এখন। মাজতে অধ্যাপক বহি পঢ়াই আছে। চাৰিওফালে আঠ-দহজনমান নানা বয়সৰ লৰাই নানা প্ৰকাৰ পুথি পঢ়িছে। অলপ দূৰত দুজন ছাত্ৰই হোকা লগাইছে)

অধ্যাপক—ওজা, কি কৰিলা? ইমানতক দিলা নে পাঠখিনি পঢ়াই?

ওজা ছাত্ৰ—হয়, দেও, দিয়া হ'ল। পিছে ই সোমেশ্বৰ বৰ দুষ্ট, সি আজি পঢ়াশালি ভালকৈ নমচিলে।

অধ্যাপক—হয়নে অ' সোমেশ্বৰ, পঢ়াশালি—

কেইবাজনে—দেও, সোমেশ্বৰ ইয়াত নাই।

অধ্যাপক—নাই, ক'লৈ গ'ল, হেৰ সোমাই? ক'ত মৰিলি তই?

ওজা ছাত্ৰ—দেও, ই হলধৰে জানিব পায়। সি হাঁহিছে।

হলধৰ—মই নাজানো দেও। এতিয়াই আছিল; ওজাই আপোনাৰ আগত তাৰ নাম কোৱা মাত্ৰেই কোনোবা ফালে গুচি গ'ল।

অধ্যাপক—উঃ! এই ল'ৰাটো কি দগাবাজ! তাক আজি এসেকা দিব লাগিব। ঘৰ-মচা অকল তাৰ পাল আছিল নে ওজা?

ওজা ছাত্ৰ—নহয় দেও! ই হলধৰেও মচিব লাগিছিল। সিও একো নকৰিলে।

অধ্যাপক—হলধৰ, তই নমচিলি কিয়?

হলধৰ—মই অকলে মচিম কেনেকৈ, দেও। তাতে কালি খৰি ফালোঁতে এডাল সোমাই হাতখন ফিকি আছে। ( হাতলৈ চায় আৰু উঃ উঃ উঃ কৰে।)

অধ্যাপক—তইত বৰ বদমাইচ! তইঁতে মোৰ পঢ়াশালিখন ভাঙিছে এবিধি যেন দেখিছোঁ। চা-চোন বাৰু, বাহি ঘৰত বহিনো এই শুদ্ধ পবিত্ৰ পুথিবোৰ পঢ়াব পাৰি নে? সাত পুৰুষত নকৰা কাম হ'ল! ওজা!

ওজা ছাত্ৰ—দেও!

অধ্যাপক—দিয়া এই গৰুখনক এৰি; চুৰা-পাতত ঘাঁহ খকগৈ। এইদৰে ম্লেচ্ছৰ দৰে থাকিব পাৰি নে? ময়েই ঘৰ মচোঁ। তুমি পানী আনি দিয়া। ( সকলোবিলাক ছাত্ৰই ইয়াৰ-তাৰ মুখলৈ চোৱা-চুই কৰে ) যোৱা, কি চাইছা?

ওজা ছাত্ৰ—এঃ দেও, আপুনি নো—

অধ্যাপক—মই নকৰিলে কোনে কৰিব! সোমাই আৰু হলধৰ এই দুইটাই ডাঙৰ ছাত্ৰ; পাঠতো উঠিছে; ইফালে ভাল মানুহৰ ঘৰৰ ল'ৰা। তাইতৰ ভাগৰ বননো কোনে কৰি দিব?

( কেইবাজনো ছাত্ৰই মচিবলৈ ধৰায়। হলধৰো আহি খটখচ কৰি অধ্যাপকৰ আগত থিয়

হয় ) যাঃ, যাঃ, নালাগে এতিয়া। ঘৰ মচিব পাৰ যদি আগৰ পৰা কি হৈছিল? বাহি ঘৰত মোৰ এইদৰে জাত-মান খালি কিয়? যাঃ।

সোমেশ্বৰ—( প্ৰবেশ কৰি আৰু অধ্যাপকৰ ভৰিত পৰি ) দেও, ক্ষমা কৰক। মোৰহে অগৰ। মই মূৰ্খই এনেটো কৰিব নাপাওঁ। আপুনি ঘৰ মচো বোলোঁতে মোৰ পাপ লাগিল। আৰু নকৰ। মই এতিয়াই ঘৰ মচি দিম। কিবা অলপ কামত হে অলপ দেৰি হ'ল। ( সোমেশ্বৰ ভৰিৰপৰা উঠে ) হেৰা হলধৰ, যোৱা, গোবৰ-মাটি আনাগৈ; মই এতিয়াই পানী আনি দিওঁ।

## দ্বিতীয় দৃশ্য

[ সেমেশ্বৰে আৰু হলধৰে টোলঘৰ মচি থাকে। ওজাই আৰু অধ্যাপকে মচাৰ ফালত বহি আনবিলাক ল'ৰাক পঢ়াই থাকে। ধপাত লগোৱা ল'ৰাটোৱে অধ্যাপকক হোকা দিছে। আৰু অধ্যাপকেও হোকা খাই থাকে। এনেতে গিৰিধৰ নামেৰে গাৱঁৰে বামুণ এজন টোললৈ সোমাই আহে। তেওঁক অহা দেখি সোমেশ্বৰ ইফাল-সিফাল কৰি ওলাই যায় ]

গিৰিধৰ—( সোমাই আহি ) দেও, প্ৰণাম!

অধ্যাপক—কুশল হওক। অ', গিৰিধৰ বাপা। পুৰাই দেখোন ওলালাহি। মুখখনো শুকান শুকান দেখিছোঁ।

গিৰিধৰ—নকব দেও। আমি আৰু এই গাওঁ এৰিবলগীয়া হে হ'ল।

অধ্যাপক—( আচৰিত হৈ ) কিয়, কি হ'ল?

গিৰিধৰ—দেও, আপুনি শুনি থাকিবই পায়। আপোনাৰ ছাত্ৰইঁতৰ উৎপাতত আমাৰ শান্তি নোহোৱা হ'ল। গছত এথোকা কল লগাই থাবৰ উপায় নাই। বাৰীত শুকান বাঁহ এডাল নাথাকে। গছত আম-কঁঠাল পকিবলৈ নাপায়। আপোনাৰ ছাত্ৰইঁতে যাৰ বাৰীত যিহকে পায়, তাকে চুৰ কৰি আনি খায়।

অধ্যাপক—( বিমোৰত পৰে। ইফালে-সিফালে চায়। )

ওজা ছাত্ৰ—হেৰি, পুৱাতে নো দেওৰ আগতে আমাক গালি-শপনি পাৰিছে কিয়? আমি নো আপোনাৰ কি অপকাৰ কৰিলোঁ? ( ইবিলাক ছাত্ৰই পাঠ এৰি কৌতূহল দৃষ্টিৰে কিনো হয় চাই থাকে। হলধৰে ঘৰ মচি থাকে। )

গিৰিধৰ—কি হে অপকাৰ কৰিলা? চোৱা, বাৰীত মালভোগ কল এথোকা লাগিছিল। মই গোপাল গোসাঁইৰ ভোগ দিম বুলি কলথোকা বান্ধিছিলো। আজি পাবোঁ, কালি পাবোঁ বুলি থাকোঁতে, আজি পুৱাই চাওঁ কলথোকা নাই। পাচে—

ওজা ছাত্ৰ—বাৰু আপোনাৰ কলথোকা নাই। আমাক চোৰ ধৰিবলৈ আহিছে কিয়?

গিৰিধৰ—কাৰণ, তোমালোকে খালা।

ওজা—আমি খালোঁ ? কোনে কলে আপোনাক ? কি প্ৰমাণ দিব পাৰে ? আপুনি মিছাতে আমাৰ টোলৰ এনে বদনাম কৰি ফুৰে। এই কথা ভাল নহয়।

( ছাত্ৰবোৰৰ মাজত উত্তেজনাৰ সঞ্চাৰ হয়। সকলোৱে 'হয় এনে কথা ভাল নহয়', 'আপুনি ডাঙৰ মানুহ হৈ আমাৰ এনে বদনাম কৰে'- ইত্যাদি কথা কয়। )

গিৰিধৰ ভাল-বেয়া কি কথা আছে। ভাল কৰিলেহে ভাল কথা ওলায়। বেয়া কৰিলে বেয়া কথাহে ওলাব। টোলখন পাতোঁতে ভাবিলোঁ বোলে গাৱঁৰ ছলি-পলি মূৰ্খ হৈ যায়, এখন টোলকে পাতোঁ। এতিয়া মূৰ্খ নাই ছলি-পলিবোৰ ডকাইত হে হ'ল। দেও, কি কৰে কৰক।

ওজা ছাত্ৰ দেৰে কি কৰিব ! আপুনি আমাক মিছা বদনাম কিয় দিছে ? আপোনাৰ কল আমি আনা নাই।

গিৰিধৰ - কোনে নিলে ?

ওজা জানো কোনে নিলে ? আপুনিহে জানে। কি জানি আপুনিয়ে নি আমাক বদনাম দিবলৈ আহিছে।

গিৰিধৰ—দেও, দেখিছে আপোনাৰ ছাত্ৰৰ কথা। মই কি কৰোঁ কওক।

অধ্যাপক—ৰ'বা, গিৰিধৰ। খং নাখাবাচোন। মই ইহঁতক সুধি-পুছি চাওঁ। ( ছাত্ৰবিলাকৰ প্ৰতি ) হেৰ তহঁতে মোক ইয়াৰ পৰা খেদাইহে এৰিবি। বামুণৰ গাওঁখনত থাকি কোনোমতে এমুঠি চাউল খাইছিলোঁ। তহঁতৰ উৎপাতত তাৰো মুদা মৰিল। গিৰিধৰ বাপা, যোৱা তুমি ঘৰলৈ যোৱা। কলখোকাৰ দাম যি হয় মৱেই দিম। আৰু আজিৰ পৰা মই এই পঢ়াশালি এৰিলোঁ। কিবাকিবি বহী-কাকত আছে ; আজি ভাটি-পৰলৈ হৰকান্ত বাপুক মাতি আনিবা। তোমালোক দুজনক চমজাই দি, মই আজিয়েই যাম।

( সকলোৱে ইটোৱে-সিটোৰ মুখলৈ চোৱা-চুই কৰে। অধ্যাপক উঠি বাহালৈ যায়। বাহাটো টোলৰ চোহদৰ ভিতৰতে। )

গিৰিধৰ—দেও, আপুনি যায় কিয় ? বাৰু যি হ'ল হ'ল। আপুনি ইহঁতক সোধকচোন।

ওজা বাৰু ৰ'ব, মই দেওক মাতি লৈ আহোঁ। ( ওজা ওলাই যায় আৰু অধ্যাপকক মাতি আনে। )

গিৰিধৰ—দেও, আপুনি মোক খং কৰে কিয় ? বাৰু ছাত্ৰইঁতক একোবাৰ সোধক।

অধ্যাপক—( অলপ পৰ নিমাত হৈ ) হয়নে ওজা, কলখোকা কি হ'ল ?

ওজা—দেও, কলখোকা কোনোবাই খালে। আমি হলে কল আনা নাই।

অধ্যাপক—সঁচা কৈছানে ?

ওজা —দেও, কল আনা নাই, সঁচা কৈছোঁ। আপোনাৰ আগতে মিছা কম নে ?

( অধ্যাপকে এটা এটাকৈ ল'ৰাবিলাকক সোধে। প্ৰতিটোৱে কয় কল আনা নাই বুলি। )

অধ্যাপক—চোৱা গিৰিধৰ। মই কি কৰিম। ( এনেতে এজনী গৰুৱে মুখত পকা মালভোগ কলৰ বাকলি কিছুমান খাই আহি ছাত্ৰ-অধ্যাপক সকলোৱে আগেৰে যায়। )

গিৰিধৰ—দেও, চাওক। হাতে হাতে সাখী। ইহঁতে কল আনাই নাই। এই গাই-জনীয়ে মালভোগ কলৰ বাকলি ক'ৰ পৰা পালে? (এইবুলি তেওঁ গাই অহাৰ ফাললৈ যায়। আৰু তাৰ পৰা মাটিত অলপকৈ পুতি থোৱা এসোপা মালভোগ কলৰ বাকলি লৈ আহে।) এতিয়া চাওক দেও! আৰু কলপুলি দুটাও মোৰে বাৰীৰ পৰা কাটি আনিছে।

অধ্যাপক—(খঙতে) ওজা, এতিয়া আকা? এতিয়া কোনে এই কাম কৰিলা?

ওজা—দেও খং নকৰিব। আমি আচলতে কল অনা নাই। এই কল আমি খাইছোঁ হয়। সোমেশ্বৰে আনিছিল বুলি কৈছিল। কালি ৰাতি আমি খালোঁ। আপোনাৰ আখিটো গোসাঁই ঘৰতে থৈ দিছোঁ নহয়।

অধ্যাপক—ইঃ ইঃ ইঃ। সৰ্বনাশ কৰিলি পাপীহঁত। চুৰ কৰি বামুণৰ বাহানি খাই নেৰিলি, মোকো সেই পাপৰ ভাগী কৰিলি। হেৰ সোমেশ্বৰ! সোমেশ্বৰ!!

ছাত্ৰবিলাক—(ইফালে-সিফালে চাই) সোমেশ্বৰ দেখোন নাই, দেও। এতিয়াই ঘৰ মচি আছিল।

অধ্যাপক—খালে, খালে, এই পাপীষ্ঠই! আজি কি কুক্ষণত ৰাতি পুৱাল। পুৱাতে বাহি ঘৰত পাঠ পঢ়ালোঁ৷ তাৰ পাচতে এই কাণ্ড। এই পাপীষ্ঠ কলৈ গ'ল?

(এনেতে সোমেশ্বৰ আলিৰ ফালৰ পৰা লৰি আহি টোলত সোমাল। তেওঁৰ হাতত কিছুমান ফুল, এধাৰ মালা আৰু এখন ৰঙা কাপোৰ।)

হেৰ সোমাই কলৈ গৈছিলি? গিৰিধৰ বাপাৰ কলথোকা চুৰি কৰি—

সোমেশ্বৰ—(অধ্যাপকৰ ভৰিত পৰি) হয় দেও, মই পাপীয়ে কলথোকা চুৰি কৰিছোঁ আৰু কল পুলি দুটাও কাটিছোঁ। কিন্তু এতিয়া সৌ ডিপুটী কমিছনাৰ চাহাব আহিছে। পালেহি বুলিয়েই। মই ঘৰৰ পৰা এইবোৰ লৈ আহিছোঁ। চাহাবক আমাৰ টোল দেখুৱাম! কল চুৰ কৰাৰ বাবে যি শাস্তি দিয়ে পাছত দিব। এতিয়া এইখিনি কৰিব লাগে।

অধ্যাপক—কি কলি, জিলাৰ চাহাবক মই টোল কেনেকৈ দেখুৱাম! মই ইংৰাজী নাজানোঁ। কি—

সোমেশ্বৰ—দেও। আপুনি একো কৰিব নালাগে। বহি থাকক। ওজা, আহাঁহে। হলধৰ আহাঁ। যাচোন তইঁত চাৰিজনমান গৈ ৰঙা কাপোৰখন বাটৰ গেটখনত আঁৰি দে আৰু দুজনে গৈ কালি ৰাতি কাটি আনা কল পুলি দুটা আনি তাত পোত। (গিৰিধৰৰ প্ৰতি) আপুনিও আহক।

## তৃতীয় দৃশ্য

[ ওপৰত কোৱা দৰে টোলৰ সমুখ সজোৱা হৈছে। টোলৰ গেটতে অধ্যাপকে হাতত ফুলৰ মালা এডালি লৈ একালে থিয় হৈ আছে। ছাত্ৰবিলাক দুশাৰী হৈ তাৰ পাচত থিয় হৈ আছে। আৰু একালে গিৰিধৰে হাতত চন্দন আৰু প্ৰদীপ ধৰি থিয় হৈছে। এনেতে ডিপুটী কমিছনাৰ চাহাব, লগত চব-ডিপুটী কলেক্টৰ, স্কুলৰ চব-ইনিস্পেক্টৰ, মৌজাদাৰ আৰু কিছুমান আন মানুহবে সৈতে গেট পালেহি। ]

সোমেশ্বৰ—"জয় কৰ্ণেল মৰ্টনৰ জয়"!

( সকলোৱে তিনিবাৰ জয়ধ্বনি দিয়ে। )

ডিপুটী কমিছনাৰ—আপুনি Headmaster ( অধ্যাপকৰ প্ৰতি )?

( অধ্যাপকে থতমত খায়। সোমেশ্বৰে খুচিয়াই দিয়ে—'মালাখাৰি দিয়ক', অধ্যাপকে মালা দিলে। ডিপুটী কমিছনাৰে হাঁহি মালা পিন্ধিলে। )

দেখি বৰ ভাল পালোঁ। আপোনাক কি লাগে?

S. I. Schools—They simply wanted to honour your honour, sir, in the right oriental fashion.

S. D. C.—Yes, Sir, it is very good of them. They absolutely loyal. No Congress, no politics.

ডিঃ কঃ—কিমান ছাত্ৰ আছে?

ওজা—বাৰজন ছাত্ৰ হুজুৰ।

ডিঃ কঃ—কি দৰমহা পায়?

ওজা—একো দৰমহা নাই।

ডিঃ কঃ—একো দৰমহা নাই! কি কৰি খায়?

ওজা—খুজি-মাগি খায় হুজুৰ।

ডিঃ কঃ - ওঃ পঢ়ায়, খুজি খায়! Sub-Inspector, what does your Department do?

S. I. S.—Sir, the Tols are not under our Department; but under the Assam Sanskrit Board at Sylhet.

D C.—Damn it! Why don't they pay the teacher? ( অধ্যাপকক ) আপুনি দৰমহা নোখোজে কিয়? কিয় এনেকৈ পঢ়ায়?

সোমেশ্বৰ—হুজুৰ, আমি খুজিলে কোনেও নুশুনে। হুজুৰে দয়া কৰিলে দৰমহা দিব পাৰে।

ডিঃ কঃ—অৱশ্যে দয়া কৰিব লাগে। মই আজিয়েই ডাইৰেক্টৰ চাহাবক লিখি মাহত দহ টকা কৰি grant দিয়াম। আৰু এই দহ টকা মোৰ পৰা দিলোঁ। নমস্কাৰ! (চাহাব আদি ওলাই যায়।)

অধ্যাপক - উঃ ৰক্ষা! কি কলে হে চাহাবে?

সোমেশ্বৰ—দেও, দহ টকাকৈ আপোনাক দৰমহা দিবলৈ লিখিব। আৰু এই দহ টকা আপোনাক দি গ'ল।

অধ্যাপক—তইনো এইখন ক'ৰ পৰা সাজিলি?

সোমেশ্বৰ—দেও, এইখিনি তেনেই দাদাৰ বুদ্ধি। তেওঁ নগৰত চাকৰি কৰে নহয়। আৰু কালি আহি সকলোখিনি মোক শিকাই দিলে। এইবোৰ সাজোঁতেহে ঘৰ-মচা পলম হ'ল। পাচে কালি কলপুলি আনিবলৈ গৈ লোভ সামৰিব নোৱাৰি কলথোকাও আনিলোঁ হয়। এখেতে সদায় কল পকাই পকাই খায় আৰু বেচে। খুজিলে গোসাঁইলৈ থোৱা বুলি কয়।

অধ্যাপক—ইহঁতে তেন্তে নাই আনা বুলি কয় কিয়?

ওজা—হয় দেও, আমি অনা নাই। আমিতো থোৱা বুলি কৈছোঁ। আনিলে সোমেশ্বৰেহে।

(অধ্যাপকে আৰু গিৰিধৰে হাঁহিব নে কি কৰিব বুজি পোৱা নাই। ইফালে-সিফালে চাইছে।)

সোমেশ্বৰ—দেও, মোৰ দোষ হৈছে, দণ্ড দিয়ক।

গিৰিধৰ—(হাঁহি) দেও, মোৰ হে অপৰাধ। হয় ইমানখিনি ল'ৰা আগত থাকোঁতে মই কলবোৰ অকলে খাব নাপাওঁ। সোমাই বোপাই, তুমি মোক ভাল শিক্ষা দিলা। (এইবুলি কৈ লৰ মাৰি গোসাঁই ঘৰৰপৰা এক আখি কল লৈ আহে।) দেও, এই আখি আপোনাৰ বাবে বাপাইঁতে থৈ দিছে। মই সেৰা কৰিছোঁ, গ্ৰহণ কৰক। (ভৰিত পৰে) মই গোপাল ভোগৰ কাৰণে কল থৈছিলোঁ। ভাল গোপালত লাগিল। আৰু এথুকি আছে। তাকো পঠিয়াওঁ গৈ।

অধ্যাপক—ওজা, যোৱা। আজি ৰাতিলৈ অলপমান নাম পাতা। চাহাবে টকা দহোটা দিলেই। গিৰিধৰ ধাপা আহিবা। হৰকান্ত বাপু আৰু আন আনকো মাতিবা।*

* ৰচনাকাল ১৯৪৩ চন। গল্পৰ শেহত লেখকে ২৭।৬।৪৩ তাৰিখে চহী কৰিছে।
-স, শ. চ. গো. ৰচনাৱলী

# পণ্ডিত বাবু

( এক )

নগৰৰ মাজলৈ এঘৰ মানুহৰ বাহিৰৰ ঘৰ এটাত বেঞ্চ এখন পাতা আছে। ৰ'দ বৰষুণ পৰি বেঞ্চৰ কাঠ ধোঁৱা বৰণৰ হৈ উঠিল, এটা খুটা টিল। হোৱা কাৰণে বেঞ্চখন লৰে আৰু খুৰাত লগোৱা দীঘল বাতাম এডাল ভাঙি পৰি আছে।

হাতত এখাং হাঁহৰ ডিমা আৰু এক চুণী ঘিঁউ লৈ আহি এটা ১৭।১৮ বছৰমান বয়সীয়া ল'ৰা সেই বেঞ্চত বহিল। ল'ৰাৰ পিন্ধনত এখন ধুতি, ফুলপাৰি, গাত কামিজটোৰ বুকুত ফুল তোলা, কান্ধৰ চাদৰখনত গুণাৰ ফুল। ল'ৰাটোৰ বিশেষ লক্ষ্য কৰিবলগীয়া তাৰ মূৰৰ সেওঁতাটো আৰু চুলি কেইডাল। সেওঁতাটো একেবাৰে প্ৰকাণ্ড কৰি ফলা আৰু চুলি কেই-ডালত টপ্ টপ্ কৰে বৈ পৰা তেল। তেল কাণলতিৰ কাষেদি গালত পৰিছে।

কিজানি দুপৰীয়া ১২ মান বজাতে ল'ৰাটো আহিল। তাৰ পৰা প্ৰায় দুঘণ্টা অতীত হ'ল, ভিতৰৰ ফালৰ পৰা কোনো ওলোৱা নাই। অথচ ভিতৰত চাকৰক ধমকি দিয়া, মাইকীৰ লগত দ্বন্দ্ব কৰা, ল'ৰা-ছোৱালীক গালি পৰা, ইত্যাদি নানাপ্ৰকাৰ শব্দ তাৰ কাণত পৰিছেহি। সি উচ্পিচ কৰি ইফাল-সিফাল কৰি আছে। অথচ তাৰো মাতিবৰ সাহ হোৱা নাই। কাৰণ, এই ঘৰ হৈছে স্কুলচোৱা বাবু চব-ইনিস্পেক্টৰৰ আৰু সি নিজে এজন পণ্ডিতকামৰ প্ৰাৰ্থী।

প্ৰায় তিনমান বজাত চকু-মুখ মোহাৰি মোহাৰি গাত গেঞ্জি এটা পিন্ধি আৰু হাতত হোকা এটা লৈ বাহিৰলৈ স্বয়ং চব-ইনিস্পেক্টৰ ওলাই আহিল। তেওঁ অহাৰ সঁহাৰি পাই ল'ৰাজনে থপ্ কৰে বেঞ্চৰ পৰা উঠিল। আৰু আহি সমুখ পোৱা মাত্ৰকতে হাতযোৰ কৰি কঁকাল হলাই চালাম কৰিলে। চব-ইনিস্পেক্টৰে সুধিলে, "কি হ'ল, ক'ৰ পৰা ওলালাহি তুমি ? কিবাচোন তোমাৰ নামটো ?"

ল'ৰা—জয়ৰাম, দেউতা ! দেউতাক এবাৰ সেৱা জনাই যাবলৈ আহিলোঁ। চাপ্ৰাছীক এবাৰ মাতিব লাগিছিল !

চব-ইনিস্পেক্টৰ—( হাঁহৰ ডিমা আৰু ঘিঁউলৈ চাই ) এইবোৰ কি আনিছা ? নাপায় নহয় চৰকাৰী বিষয়ালৈ আনিবলৈ।

ল'ৰা—শুদা হাতে আহিবলৈ বেয়া লাগে, দেউতা।

চব-ইনিস্পেক্টৰ—বাৰু, আনিছা, ভাল হৈছে দিয়া। তোমালোকে যেতিয়ালৈকে আনি থাকা, তেতিয়ালৈকে খাই থাকিম। পাছত আকৌ বেনামী দৰখাস্ত নকৰিবা।

জয়ৰাম—( হাত মোহাৰি ) এনে কথাও কয় নে দেউতাই !

চব-ইনিস্পেক্টৰ—পাছে তোমাক চাকৰি লাগে নহয় নে। সম্প্ৰতি কাছাৰী মহললৈ যোৱা। বঢ়িয়া ঠাই, তাত দৰমহাও অলপ বেছি! দহ টকাকৈ পাবা। যাবা নে?

জয়ৰাম—বন্দীৰ ঘৰৰ ফালে কোনো নাই দেউতা; অকল মাতৃ-গৰাকী। তাক পোহ-পাল—

চব-ইনিস্পেক্টৰ—তেনেহলে কাম নাই জানিছা। তোমালোক প্ৰত্যেকৰে ঘৰে ঘৰে এখোন স্কুল পাতি দিওঁ ক'ৰ পৰা? ওচৰত কাম নাই, কিছুদিন ৰোৱা। যদি খালি হয় দেখা যাব।

জয়ৰাম—( অলপ পৰ ৰৈ ) দেউতাই যি হুকুম কৰে তাকে কৰিম বন্দীয়ে। দেউতাই মনত ৰাখিলে দুদিন পলমেও ওচৰলৈ টান মাৰিলে হ'ব।

চব-ইনিস্পেক্টৰ—বাৰু, সি পাছৰ কথা। এতিয়া যাবলৈ ৰাজী আছা?

জয়ৰাম—হয়।

চব ইনিস্পেক্টৰ—তেনেহলে আজি যোৱা। পৰহি শনিবাৰলৈ আহিবা; সেইদিনা পৰোৱানা লৈ যাবাহি।

জয়ৰাম—হাজিৰ কেতিয়া হব লাগে বা?

চব-ইনিস্পেক্টৰ—পৰোৱানা লৈয়েই যাবাগৈ। মই তাত ছেক্ৰেটৰীলৈ তোমাক সুবিধা কৰি দিবলৈ লিখি দিম।

( ২ )

শালনিবাৰী স্কুলত আজি মহা হুলস্থূল। গাৱঁৰ গাওঁবুঢ়া আৰু পণ্ডিতে দুজনমান মানুহৰ হতুৱাই ঠাই চিকোণাইছে, ছাত্ৰকেইজনমানে কলপুলি পুতিছে; পণ্ডিতে নিজে আৰু গাওঁবুঢ়াৰ ল'ৰাই ( যি মজলীয়া স্কুলত পঢ়ে—দুবছৰ হ'ল এই স্কুলৰ পৰাই পাছ কৰিছে ) ৰঙা-ক'লা কাগজ কাটি স্কুলঘৰ সজোৱাত লাগিছে। আজি স্কুলৰ ইনিস্পেক্টৰ চাহাব স্কুল পৰিদৰ্শন কৰিবলৈ আহিব।

ভাটীবেলা ৩টা বাজিবৰ সময়ত খোজ কাঢ়ি কাঢ়ি হেলি-দুলি ফোঁপাই-জোপাই ইনি-স্পেক্টৰ চাহাব, ডিপুটী ইনিস্পেক্টৰ ডাঙৰীয়া আৰু চব-ইনিস্পেক্টৰ বাবু আহি স্কুলত উপস্থিত! পণ্ডিত, গাওঁবুঢ়া আৰু ছেক্ৰেটৰীয়ে কঁকাল হলাই, মাটি চুই চালাম দি ডাঙৰীয়াসকলক অভ্যৰ্থনা কৰিলে। ছাত্ৰকেইজন ( সাধাৰণতে ৬।৭ জন উপস্থিত থাকে, আজি খাটি-খুটি কাবৌ-কোকালি কৰি ১৭ জন মান ছাত্ৰ কৰা হৈছে ) থিয় হল। গাৱঁৰ মানুহ যি দুই-চাৰিজন গোট খাইছিল, সিহঁতে হেঁচাহেঁচি কৰি ডাঙৰীয়াসকলক বাট এৰি দিলে। সকলো সন্ত্ৰস্ত, নিস্তব্ধ।

ইনিস্পেক্টৰ চাহাবে সুধিলে, অবশ্যে ইংৰাজীত, 'স্কুলখনৰ কি নাম'; ডিপুটীয়ে খৰধৰ কৰি আগেয়ে নিয়ম মতে তৈয়াৰী কৰি থোৱা কাগজখন আনি চাহাবৰ হাতত দিলে; তাত স্কুলৰ নাম, ছাত্ৰ সংখ্যা, পণ্ডিতৰ নাম, বিদ্যা, দৰমহা ইত্যাদি আছিল। চাহাবে অলপ পৰ চাই কলে, 'অ! পণ্ডিতজন ট্ৰেইনিং পোৱা নহয়!'

ডিপুটী—নহয় চাৰ।

ইনিস্পেক্টৰ—ট্ৰেইনিং পাছ কৰা শিক্ষক পোৱা ইয়াত টান নে কি ?

ডিপুটী—হয় চাৰ, বৰ টান।

ইনিস্পেক্টৰ—কিন্তু অলপতে স্কুল পৰিদৰ্শন কৰোঁতে মোক তাৰ ছুপাৰিণ্টেণ্ডেণ্ট ডাঙৰীয়াই কৈছিল যে, এই মহকুমাৰ কেইবাজনো ট্ৰেইনিং পাছ কৰা শিক্ষকে কাম নাপাই বহি আছে!

ডিপুটী অলপ বিপাঙত পৰিল। চব-ইনিস্পেক্টৰ মাত লগালে, 'আছে হয়, চাৰ। কিন্তু ট্ৰেইনিং পাছ কৰা মানুহবিলাকে ইমান দূৰলৈ আহিবলৈ ভাল নাপায়। এইবোৰ বৰ backward ঠাই!'

ডিপুটীয়ে উশাহ পাই লগাই দিলে, 'আৰু ট্ৰেইনিঙৰ পৰা আহিলে গুৰুবোৰৰ বৰ ডেম হয়। সেইটো যে কি কাৰণে হয় কবই নোৱাৰোঁ।'

ইনিস্পেক্টৰ —ও হয় হয়! মই সেই কথা বেছ জানো! প্ৰথমতে সিহঁতে 'দেউতা' বা 'হুজুৰ' গুচাই 'চাৰ' 'চাৰ' বুলিবলৈ লয়। প্ৰথমে থিয় হৈ মিলিটেৰী চালাম দিবলৈ শিকে। ও হয়, গুৰুবোৰ অহঙ্কাৰী আৰু ডাঙৰক নমনা হয়। এইটো ট্ৰেইনিং স্কুলৰ শিক্ষাৰ দোষ।

ডিপুটী—আৰু মই দেখাত ট্ৰেইনিঙৰ পৰা আহিলে যে গুৰুবোৰ বিশেষ কিবা ভাল হৈ আহে, মই তেনে নাভাবোঁ।

ইনিস্পেক্টৰ—ঠিক কৈছা! তাত তো কাম একো নহয়, ট্ৰেইনিং স্কুলৰ মাষ্টাৰকেইজনে ডাইৰেক্টৰ চাহাব গ'লে ঠাই-ঠুই আঁটাই, বহীবোৰ অলপ ভাল কৰাই ডাইৰেক্টৰৰ মনত ভাল লগায়। আমাৰ ডাইৰেক্টৰ চাহাবৰ স্কুল চোৱা নেদেখিছা, তেৰোঁ ইমূৰৰ পৰা সিমূৰলৈ এটা লৰ মাৰিলে—হ'ল আৰু। ট্ৰেইনিং স্কুল ভাল বৰ।

চব-ইনিস্পেক্টৰ—ইমানবোৰ ল'ৰানো পাছ হয় কেনেকৈ, তেনেহলে ?

ইনিস্পেক্টৰ—তাৰ বাবে নো কি আহুকাল! গেজেটত মন কৰা নাই নে, তাৰ চুপাৰিনটেণ্ডেণ্টক বোৰ্ডৰ মেম্বাৰ কৰি দিয়া হৈছে।

ডিপুটি—ৰক্ষকেই ভক্ষক নেকি চাৰ ?

( তিনিও খিক্ খিক্ কৈ এবাৰ হাঁহি ললে )

ইনিস্পেক্টৰ—বাৰু আমাৰ কাম আমি কৰোঁহঁক।

( ডিপুটি আৰু ইনিস্পেক্টৰে তৎক্ষণাৎ লৰ মাৰি স্কুল ঘৰটোৰ দুয়োফালে সোমাল আৰু খচ্ খচ্ কৰি বহীবোৰ ইনিস্পেক্টৰ চাহাবৰ আগত দিলে। চাহাবে বহীবোৰ চাই চাই এটা বহী মেলি লৈ পণ্ডিতক মাতিলে। )

ইনিস্পেক্টৰ—পণ্ডিত, এইফালে আহিব লাগে।

( পণ্ডিত সন্ত্ৰস্তভাৱে আহিল। ) এই ব আখৰটো দেখিছানে ?

পণ্ডিত—হয় ধৰ্মাৱতাৰ!

ইনিস্পেক্টৰ—এই চোৱা, এই আখৰটোৰ এইটো আঁচ পোন হৈছেনে ?

পণ্ডিত—নাই হোৱা, হুজুৰ।

ইনিস্পেক্টৰ—কিয় হোৱা নাই ?

পণ্ডিত—নজনা কছাৰী ল'ৰা হুজুৰ, একো নুবুজে ।

ইনিস্পেক্টৰ—নজনা কছাৰী ল'ৰা, হুজুৰ ! তোমাক ইয়াত দৰমহা খুৱাই বোৰ্ডে পুহিছে কেলেই—হুজুৰ !

( পণ্ডিতে ভয়তে থৰ্‌থৰ্‌কৈ কঁপিবলৈ ধৰে । )

ইনিস্পেক্টৰ—এইটো কাৰ চাৰ্কেল ?

চব-ইনিস্পেক্টৰ—মোৰ চাৰ্কেল Sir ।

( মুখখন অলপ বিবৰ্ণ হয় আৰু সেপ ঢুকে । )

ইনিস্পেক্টৰ—I see, I cannot congratulate you on your wcrk. See this line. This is not perfectly horizontal. চোৱা পণ্ডিত এই লাইন, এইদৰে ঠিক পোন হব লাগে । Horizontal, থিয় । আৰু এই লাইন এইদৰে ঠিক চিধা হব লাগে, vertical বুজিছা ?

পণ্ডিত—হুজুৰ, বৰ টান কাম ; প্ৰথমতে ল'ৰাবিলাকে পোন কৰিবলৈ বৰ টান পায় ।

ইনিস্পেক্টৰ—Damn fool ; তৰ্ক কৰিব পাৰে ! টান পালে চলিব কিয় ? Director চাহাবৰ চাৰ্কুলাৰ দেখা নাই—হবই লাগিব । Do you understand, Sub-Inspector, when there is a circular, it must be done ; no matter whether boys are able or not—the D. P. I's circular must be obeyed.

চব-ইনিস্পেক্টৰ—I perfectly understand, sir. আগেয়েতো আমি এই চাৰ্কুলাৰ কেতিয়াও এইদৰে বুজা নাছিলোঁ Sir । আজিহে ইয়াৰ আঁতিগুৰি পালোঁ । আজিৰ পৰা ঠিক horizontal আৰু vertical line পোনাই দিয়া হব ।

ইনিস্পেক্টৰ—That's right. Inspection Book.

( ডিপুটী ইনিস্পেক্টৰ লৰি গৈ খচ্‌মচ্‌ কৰি পৰিদৰ্শন বহীখন আনি দিলে )

ইনিস্পেক্টৰ—( খচ্‌মচ্‌ কৰি লিখি আঁটাই ) 'Here it is. I paid a tutorial visit to this school and instructed the teacher, the D. I. and the S. I. in the right method to be followed in writing excercises—a subject to which greater importance and better attention can now be givεn. The D. P. I. has also kindly issued instruction to take this subject up in the Log Book Circular. I explained that no matter what happens, circulars must be obeyed. This is discipline. I found the D. I. an energetic and intelligent officer ; and the S. I., though a comparatively junior man, having had only about 12 years' service, is very willing to learn and ready to follow instructions. The Pandit however is far from what he should be. He should be deputed to the Training School next January

without fail ; and till he can qualify himself, I recommend that his pay be reduced by Re. 1/- ( one ).

I was pleased with the decorations. The boys did not know how to salaam ; this ought to be taught, as a lesson in good behaviour.' পণ্ডিত খুব ভাল কৰি কাম কৰিবা। বুজিছা ?

ইনিস্পেক্টৰ ওলাই আহিল। বাহিৰত মানুহবিলাকে চালাম দিলে। ইনিস্পেক্টৰ ইংৰাজীত ডিপুটীক কলে, যে চাহাবৰ লগত বাটে-পথে কথা কোৱা ভাল নহয়। ওচৰৰ বঙলাত তেওঁলোকে থাকিব। যদি কোনোবাৰ কথা আছে, বঙলাতে দেখা কৰিব গৈ।

( ৩ )

[ দৃশ্য - নগৰ। ডিপুটী ইনিস্পেক্টৰৰ ঘৰ। ডিঃ ইঃ আৰু চঃ ইঃ বহি আছে। এজন মজলীয়া স্কুলৰ শিক্ষক বহি আছে, দুজনমান বাৰাণ্ডাত থিয় হৈ আছে। জয়ৰাম পণ্ডিতৰ প্ৰবেশ। ডিঃ ইঃক হাতযোৰ কৰি নমস্কাৰ কৰে। ]

ডিঃ ইঃ—( জয়ৰামৰ ফালে নাচাই ) বুজিছে হেড্‌পণ্ডিত, আমাক লাগে, discipline—শাসন। Discipline is the ⅞th of Education ; অৰ্থাৎ শিক্ষাৰ ⅞ ভাগ শাসন, তাৰ মানে ভাল ব্যৱহাৰ। যেনে নমস্কাৰ কৰা। তাকেই যদি নাজানিলে, তেনে কি ভাল শিক্ষা হব।

হেড্‌-পণ্ডিত—হয়, হয়, এখেতে যি কৈছে। ( ইবিলাক পণ্ডিতলৈ চাই ) নহয়নে, এয়েহে আচল কথা।

( জয়ৰাম হেড্‌পণ্ডিত বহি থকা বেঞ্চতে বহে। ডিপুটীয়ে কেৰা-কেৰি কৰি চাই )

চঃ ইঃ—ও, তুমি জয়ৰাম হবলা। ট্ৰেইনিঙৰ পৰা আহিলা ?

জয়ৰাম—হয়, sir, কালি আহি পালোঁ।

ডিঃ ইঃ—হয়নে, sir, ইয়ালৈ কিয় আহিলা বা sir ?

( জয়ৰাম বিমোৰত পৰি, সেমেনা-সেমেনি কৰে। )

হেড্‌-পণ্ডিত—ও, আপুনি নতুন ট্ৰেইনিং পাই আহিল হবলা—ওপৰৰ হাকিমসকলক কেনেকৈ মাতিব লাগে, তাকো ট্ৰেইনিঙত নিশিকালে নে ? তাত নো কি শিকায় ?

জয়ৰাম—হয়, তাতে হে শিকিলোঁ। আমাৰ মাষ্টাৰসকলে দেখোন কলে বোলে, হালি কুঁজা হৈ চালাম দিয়া বেয়া, আৰু sir বুলি মাতিলেও একো বেয়া নহয়। আমাৰ Supdt. কো sir হে বোলোঁহঁক।

হেড্‌-পণ্ডিত—হেঃ হেঃ চুপাৰিণ্টেণ্ডেণ্ট আৰু স্কুলৰ হাকিম একে হলনে ? দৰমহা বেছি হব পাৰে। হক বেছি, কি হ'ল ! কিয় আমাৰ মেতৰটোৱে ১৫ টকা আৰু চকীদাৰটোৱে ১১ টকা নাপায়নে ? সেইবুলি কোন ডাঙৰ ?

জয়ৰাম—সেইবোৰ আমি কি বুজ পাওঁ দেও। যি কৈছিল তাকেহে কৈছোঁ।

চব-ইনিস্পেক্টৰ— কি নো কৈছিল ?

জয়ৰাম—sir বুলিও মাতিব পায় বুলি।

চব-ইনিস্পেক্টৰ—কোনে ?

জয়ৰাম—আমাৰ সকলো শিক্ষকে।

চব-ইনিস্পেক্টৰ—তোমালোকৰ শিক্ষক আছে নে গাধা আছে ?

জয়ৰাম—সেইবোৰ নকৰা, ছাৰ !

চব-ইনিস্পেক্টৰ—আকৌ sir, তোক আমাৰ আগত বহিবলৈ কলে কোনে sir ?

জয়ৰাম—আগত বহে দেখিহে বহিছোঁ, জগৰ হ'ল যদি উঠো !

ডিপুটী ইনিস্পেক্টৰ—বুৰবক্ ! মুখে মুখে কথা কবলৈ শিকিছে। ট্ৰেইনিঙৰ সেই গাধা গাধা মাষ্টাৰকেইটাৰ পৰা আশয় পাই আমাৰ সকলো শিক্ষক গুচিল। Discipline নোহোৱা হ'ল।

হেড্-পণ্ডিত—( জয়ৰামক ) হে-হেৰি উঠক।

জয়ৰাম—কেলেই তোমাৰ কি হ'ল ?

ডিপুটী ইনিস্পেক্টৰ—কি হ'ল ! গাধা মাষ্টাৰৰ গাধা ছাত্ৰ !

জয়ৰাম—মোক গাধা বোলক ! আমাৰ মাষ্টাৰক গাধা নুবুলিব। আপোনালোকৰ দৰে গাধাক ২০ বছৰ শিকাব পাৰে।

ডিপুটী ইনিস্পেক্টৰ—তোৰ ইমান সাহ ! হেৰা তোমালোক সকলো সাক্ষী। আজিয়েই ইয়াক dismiss কৰিবলৈ লিখিম। তোমালোকৰ আগতে মোক অপমান কৰিছে।

জয়ৰাম—লিখিব নালাগে। ময়ে কাম এৰিছোঁ। এনে গাধাৰ দলত চাকৰি কৰিলে গাধা হে হব লাগিব। ( প্ৰস্থান )*

* ৰচনাকাল সম্ভৱ—১৯২৫ চন—সং, শ. চ গো. ৰচনাৱলী

# বটু বাপুৰ বৰ বেপাৰ

( ১ )

যিদিনা নিম্ন প্ৰাইমাৰী বৃত্তিৰ খবৰ পানী-বিল, বন-জংঘল ভেদি গৈ বামুনগাওঁ ওলাল, সেইদিনা সেই গাৱঁত হুলস্থুল লাগিছিল তাৰ তুলনা কিহৰ লগত দিলে যে মিলি যাব তাক আজি পৰ্য্যন্ত ভাবি ঠিক কৰিব পৰা নাই। নতুন বৰচাহাব আহিলে নগৰত যি হুলস্থুল লাগে, গাৱঁত বিয়া হলে গাভৰু ছোৱালীৰ গাত যি উখল-মাখল উঠে, বৰ বৰ পৰীক্ষাৰ খবৰ ওলাবলৈ হলে ডেকা ল'ৰাবিলাকৰ মাজত যি উঠপ-ঠপ লাগে,—বামুণগাৱঁৰ সেইদিনাৰ উখল-মাখল তাতকৈ কোনো অংশে কম নহৈছিল। ইয়াৰ মূল কাৰণ সেই গাৱঁৰ নিতান্ত নিঃকিন আৰু দুখীয়া পেটুৰা বামুণৰ প্ৰথম আৰু একমাত্ৰ বংশৰক্ষাকৰ্ত্তা শ্ৰীমান বটু বাপুৱে সেইবোৰৰ নিম্ন প্ৰাইমাৰী মহলাত বৃত্তি লাভ কৰিলে। ন্যায় বিচাৰে যে দেশৰ অতি অন্তস্তম প্ৰদেশো ভেদিছে গৈ তাৰনো ইয়াতকৈ কি ডাঙৰ দৃষ্টান্ত হব পাৰে?

পেটুৰা বাপুৰ ঘৰত বৰ উৎসৱ। গাৱঁৰ বাপ-ভাই সকলোৱে ৰং পোৱাকে দেখা গ'ল; কাৰণ, পেটু বাপু ইমান গৰীব আৰু বটু বাপু ইমান খৰ্বাকৃতি যে তেওঁৰ পুত্ৰ বটু বাপুৱে যে কেতিয়াবা ডাঙৰ দীঘল হৈ বৰ মানুহ হব আৰু লিখা-পঢ়া শিকি গাৱঁৰ আন কোনো মানুহতকৈ ডাঙৰ বোলাব, এইটো কাৰো মনত নোসোমাইছিল। নাম-সবাহ, পূজা-স্বস্ত্যয়ন দুখীয়াৰ মতেই হৈ গল। বটু জননীৰ গাত তত নাই। তাহানি বাপেকৰ ঘৰত দেখা সকামৰ পাচত আজি অতদিনে বটু জননীয়ে ইমান কাৰবাৰ কৰি এনে পূজা-সেৱা কৰা আৰু তেওঁৰ ভাগ্যত হোৱা নাই; তাতে তেওঁৰ পুতেকে বৃত্তি পাইছে। সকলোৱে বটুৰ বুদ্ধিক প্ৰশংসা কৰা নাইনে? কিয়, সেইদিনাই আবেলি অধ্যাপকদেৱে তেওঁৰ ল'ৰা শ্ৰীমান নিৰ্মলচন্দ্ৰ ভট্টাচাৰ্য্যতকৈ বটুৰ বুদ্ধি যে ভাল তাক পাকে-প্ৰকাৰে স্বীকাৰ কৰা নাইনে? আৰু স্কুলৰ পণ্ডিতক বটু জননীয়ে নিজে উপযাচি কাণৰ কৰিয়া বকৃচিচ দিয়া নাইনে? পুত্ৰৰ গৌৰৱতকৈ মাকৰ আৰু কি আনন্দৰ বস্তু থাকিব পাৰে!

( ২ )

বামুণগাৱঁৰ শ্ৰীযুক্ত সোণেশ্বৰ বৰপূজাৰী লাংটিং বাগিচাৰ বৰকেৰাণী। তেওঁৰ অপাৰ সম্পত্তি। ল'ৰাটিয়ে নগৰত হাইস্কুলত পঢ়ে—কোনোবা এটা শ্ৰেণীত ৩ বছৰো থাকিল। বুদ্ধিৰ অভাৱত নহয়, নিজে ভাত-পানী ৰান্ধি খাব লাগে—এই দুখত। নগৰত ভাত ৰান্ধি খাইনো ইংৰাজী পঢ়া কৰিবৰ সময় থাকিব পাৰেনে? ইকালে বোৰ্ডিঙতো থব নোৱাৰি, বিদ্যাতকৈ সাতামপুৰুষীয়া জাতটো কিমান বেছি মূল্যবান! জাত এৰি ইংৰাজী পঢ়ি যাৰে-তাৰে লগত খাই-ফুৰা ডেকাবিলাকে তাৰ কি বুজিব। ৰান্ধনি এটাও দিয়া টান; চাকৰ-ৰান্ধনি

ইত্যাদিৰ খৰচ জানো কম! এই আটাইবিলাক ভাবি-চিন্তি চাই—শ্ৰীযুক্ত বৰকেৰাণী ডাঙৰীয়াই এদিন পুৱাই লাংটিং বাগিচাৰ চাহাবক এটা দীঘল কৰি চালাম দিলে আৰু গধূলিকৈ এটা ঘোঁৰাত উঠি নিজৰ ঘৰ ওলালহি; আৰু ঘৰত হাত-ভৰি ধুই নিজৰ পকা বঙলাৰ ছিৰিৰে নামিগৈ পেটু বাপুৰ পঁজা ঘৰৰ আগচালিত উপস্থিত হল।

পেটু, পেটুগৃহিণী আৰু বটু সকলো আচৰিত। এনে ঘটনাতো সিহঁতৰ সংক্ষেপ বুৰঞ্জীত আগেয়ে ঘটা নাই। অলপ অলপ গৰ্বও অনুভৱ কৰিলে। বহুদিনীয়া পুৰণি পাটীডাৰিখন আটালৰ পৰা উলিয়াই আনি কেৰাণি ডাঙৰীয়াক বহিবলৈ দিলে আৰু আথে-বেথে তামোল-ধপাত দিয়াত লাগিল।

বৰকেৰাণী—হয়নে হে পটু বোপা, তুমি ঘৰটোনো এইদৰে ৰাখিব পোৱানে? চালৰ দেখোন ফুটা দেখাই পায়, বাৰিষানো কেনেকৈ থাকিবা পিছে?

পেটু—কিনো কৰিব দেউতা, কোনোমতে কঁপিজৰি আছোঁ ইয়াতে পৰি।

বৰকেৰাণী—সি কোন কথা! তুমি মোৰ ভতিজা হোৱা; তোমাৰ মাৰাৰ মোমায়েকৰ খুড়াকৰ পিতেকেৰ ছোৱালী জানো আমাৰ বৌটি নহয়! টান মস্কিল, সুখ-দুখৰ কথা আমাত জনালে বেয়া জানো?

পেটু গৃহিণী—( মনে মনে আচৰিত হৈ বেৰৰ আঁৰৰ পৰা ) কবলৈহে ভয় লাগে, পাছে হাকিম আমাৰ সম্বন্ধত ভিনীহি নহয় জানো। হাকিমৰ যিজনী আনিলে তেওঁ আমাৰ মাহীদেৱৰ জাৰ জীয়েক নহয় জানো। আমি দুখীয়া দেখি সেইবোৰ সম্বন্ধ বিচাৰিলেনো কি হব।

বৰকেৰাণী—কেলেই নহব আইটি, হওঁতে মই জানো নাজানো! আমাৰ বাগিচাত থাকোঁতেই যায়। ঘৰলৈনো কেতিয়া আহিব পাৰো। যেতিয়া এদিনৰ আজৰি পাওঁ তেতিয়াও আকৌ মাটি-বাৰী, মানুহ দুনুহৰ লেঠা ভাঙোতে যায়। ইফাল-সিফাল কৰিবলৈ সময়ে নহয়। সেই দেখি আজি বোলে আন মানুহে খবৰ নৌ পাওঁতেই তোমালোকৰেই খবৰটো লৈ আহো। বৰ ভাল হৈছে আইটি, বটু বাপাটিয়ে বৃত্তি পোৱা অতি উত্তম হৈছে। সি আমাৰ মুখ উজ্জ্বল কৰিব।

বটু জননী—জানো আপোনালোকৰ আশীৰ্বাদ কি হয়। তাকে চাইটো এইদৰে এসাজ খাই এসাজ নাখাই আছোঁ।

বৰকেৰাণী—ভাল হব, ভাল হব, একো চিন্তা নকৰিবা! তাক এতিয়া পঢ়োৱাৰ দিহা কৰা কি? ইংৰাজী পঢ়োৱা দেখোন বৰ খৰচ!

বটু জননী—আমিনো নগৰত থৈ ইংৰাজী পঢ়াম কেনেকৈ দেউতা। সিদিনা দেখোন পণ্ডিতে কৈছিল বোলে মাজগাৱঁৰ কি এখন ইস্কুলত ছাত্ৰবিত্তি নে কি—এনেই পঢ়িব পাৰিব; আৰু তাত পঢ়ি আকৌ এইদৰে টকা পাব, নহলে পণ্ডিতকেই হব পাৰিব, সেইবোৰকে কিবা এটা কৰিব লাগিব।

বৰকেৰাণী—হওঁতে সেইটো ভাল কথা ; পাচে বঙলা পঢ়ালেনো কি হব ? ইংৰাজী জানিলে অনেক আছে—চাহবাগিচাৰ কেৰাণী-মহৰি আৰু কপাল থাকিলে হাকিম-উকীল অনেক হব পাৰি। মই হলে কওঁ, আইটি, ল'ৰাটিৰ বুধি যেনে চোকা তাক ইংৰাজী স্কুলত দিলে সি খোপক খোপে উঠি যাব পাৰিব। আমাৰ ল'ৰাটিও আছে নহয় !

বটু জননী—আছেতোন ! আমিনো আকৌ বজাৰ লগত হাল লগ কৰোঁ কেনেকৈ। ভিনীহিদেৱে ইচ্ছা কৰিলে অলপ সহায়-সামৰথ কৰি ল'ৰাটোক পঢ়াব পাৰে। বাপাচানাৰ (কেৰাণীৰ ল'ৰাক সুচাই) লগত গলে তাৰ চাউল দুটাও লাগিলে সিজাই দিব।

বৰকেৰাণী—(মনতে বৰ আনন্দ পাই) ওঁ, কথাটো হওঁতে সজ, সিও ভাত অকলে থাকে। ঘৰৰ দুটা ল'ৰা হলে লগে ভাগে থাকি দুটা ভাত খাব পাৰেতোন। কিন্তু চহৰৰ খৰচ বৰ বেছি ! বাৰু মই চাওঁচোন।

বটু জননী—ভাত চাইটা দিলে বাকী খৰচ তাৰ জলপানীৰ টকাৰেই চলাব পাৰিব লাগে। তাকে কৰিলে আৰু জনম দুখুনী উধাৰ হয় দেউতা।

বৰকেৰাণী—বাৰু দেখোচোন, তেন্তে, (সমুখত বটুক দেখা পাই) এই কালে আহা বাপাটি। আমি বৰ ভাল পাইছোঁ। তুমি এতিয়া বৰ মনোযোগেৰে পঢ়িব লাগে। তামোল খোৱানো ? (বটুই নামাতি থাকে) বুজিছা আইটি, বাপাটিক তামোল খাবলৈ নিদিবা। তামোল খালে জিভা গেধেমা হয়। তেতিয়া আৰু ইংৰাজী পঢ়িব নোৱাৰি। তামোল আমাৰ চহা মানুহৰ বস্তু। চাহাব লোকে তামোল নাখায় নহয় ; খালে সিহঁতে কথাকে কব নোৱাৰিব ; মই কেতিয়াও চাহাবৰ আগলৈ তামোল খাই নাযাওঁ নহয়—গলে বৰ খং কৰে। এদিন তামোলেৰে মুখ ৰাঙলী হৈ আছিল, এনেতে চাহাবে মাতি পঠালে বোলে বৰ জৰুৰী। মই আকৌ যেনে আছিলোঁ তেনেই ওলালোঁগৈ। তাৰ আগ-পাছত দেখোন সি মোৰ মুখৰ কালে নমতাকৈ গোডোৰাটো দি এইদৰে চাই আছিল ; পাছত কলে, 'বাবু তুমি এতিয়াই মুখ ধুই আহিব লাগে। তেতিয়াহে মোৰ গাত চেত্তন আহিল। লৰালৰিকৈ ওলাই গৈ মুখ ধুলোঁ। তেতিয়া আহিলত চাহাবেনো কি কয় বোলে তামোলৰ চোবাবোৰৰ দৰে তামোল খোৱা মানুহৰ মুৰৰ ঘিবোৰ গোবৰ হৈ যায়। তামোল-পাণ ঘাঁহ আছে, গছৰ পাত আছে ; ঘাঁহ, গছৰ পাত গৰু আৰু ছাগলীয়েহে খায়। সেইদিনাৰ পৰা মই আৰু কেতিয়াও তামোল খাই অফিচলৈ নাযাওঁ নহয় ! আইটি, বাপাটিক তামোল খাবলৈ নিদিবা। পাৰিলে চাহাবলোকে খোৱা বোম্বাই চুৰট খোৱা ভাল। ইয়াত তাক ক'ত পাবা ! আমাৰ সোণটিয়ে সেইবোৰ শিকিছে। সি বোম্বাই চুৰট একোটা যি দৰে খাব, দেখিলে তুমি ভাবিবা অপাৰ চাহাবটি ! তাৰ লগত থাকি বাপাটিয়েও অলপ শিকিব পাৰিব।

পেটু বাপু—দেউতা চুৰট যদি লগত আনিছে দুটামান আমাকো দিবচোন। ভাল বস্তু আমিও খাব পাওঁ।

বৰকেৰাণী—কেলেই নাই অনা ? হোৱাঁ (জেপৰ পৰা চুৰট খোৱা টেমাটো উলিয়াই তাৰে এটা দিয়ে) আকৌ বাবা, মোৰ ঘৰত আছে।

পেটু বাপু—যাম দেউতা।

বৰকেৰাণী—এতিয়া যাওঁ, আইটি। তেনেহলে সেইটোৰেই ঠিক হ'ল। মযে তাক চহৰত থৈ আহিম গৈ। ঘৰটো বেয়া হৈ আছে; মই বঙালী এটা পঠাই দিম, তাকে দেখুৱাই-শুনাই ভাল কৰি লবাচোন।

(৩)

জানুৱাৰী মাহৰ ২ তাৰিখ। নগৰৰ চৰকাৰী স্কুলৰ দুৱাৰ মুখৰ আলিত নধৰবপু সোণেশ্বৰ বৰকেৰাণীয়ে ব্ৰীচ, পটীবন্ধা কোট, নেকটাই আৰু বাবুটুপীৰে সজ্জিত হৈ ইফালে-সিফালে তহলি আছে। পাছে পাছে বঙালী এটাই ঘোঁৰাটোৰ লাগামত ধৰি বৰকেৰাণীৰ পশ্চাদনুসৰণ কৰি বৰকেৰাণীৰ নবৰত্ন বজাই ৰাখিছে। আবেলি ৩ মান বাজিছে। হেড্‌মাষ্টাৰ মহোদয় স্কুলত নাই, বৰ চাহাবক দেখা কৰিবলৈ গৈছে। এইদৰে কিছুপৰ তহলি থকাৰ পাছত হেড্‌মাষ্টাৰ মহোদয় আনকালৰ পৰা দুৱাৰ মুখ পালেহি। দুৱাৰ মুখৰ এই সজোৱা পুতলা সদৃশ দীঘলে প্ৰায় সমান পুৰুষটোক তেওঁ আগৰে পৰা ৰেখ কৰি আহিছিল। দুৱাৰ মুখ পায়েই কিন্তু নেদেখাৰ ভাও কৰি স্কুলৰ কম্পাউণ্ডৰ ভিতৰলৈ সোমাব খোজোঁতেই বৰকেৰাণী ভাওৰীয়াই "Good morning, Sir" বুলি হেড্‌মাষ্টৰ মহোদয়ৰ বাট আগচি ধৰিলে আৰু মঙহেৰে লোদোৰ-পোদোৰ হৈ থকা হাতখন আগ বঢ়াই দিলে। হেডমাষ্টাৰে নিজৰ হাতখন কোঁচাই নিলে আৰু সুধিলে—Well, who are you ?

বৰকেৰাণী—I am Sir, Barkerani of Langting Tea Estate. My name Srijut Soneswar Barpuzari, Esqr.

হেড্‌মাষ্টাৰ—What do you want ?

বৰকেৰাণী—I have come to admission Sir.

হেড্‌মাষ্টাৰ—What do you mean ? You can't be admitted.

বৰকেৰাণী—No Sir. My guardian, my boy, my khul-salis boy Sir. Lower Primary scholarship.

হেড্‌মাষ্টাৰে কথাটো কথমপি বুজিলে। তেওঁ তেতিয়া কলে বোলে তেওঁৰ "ৱাৰ্ড" টোৰে সেই সময়ত ভৰ্তি হোৱাৰ অৰ্থে পৰীক্ষা দিব লাগে। তাক পেঞ্চিল আৰু কাকত দি লৈ আহিব লাগে, তেহে ভৰ্তি হব পাৰে। কোৱা বাহুল্য যে বৰকেৰাণী ভাওৰীয়াই যি প্ৰকাৰে হওক এই সংবাদ যোগাৰ কৰি বটু বাপুক কাকত-পেঞ্চিলেৰে সুশোভিত কৰি স্কুলৰ বাৰাণ্ডাত হাজিৰ ৰাখিছিল আৰু পৰীক্ষাও দিয়াইছিল। তেওঁ তাকে কলে, আৰু হেড্‌মাষ্টাৰে তেওঁক "Come in then" বুলি ভিতৰলৈ লৈ গ'ল।

স্কুলৰ যিটো হল বা ডাঙৰ খোটালী তাতেই ভৰ্তি লোৱাৰ কাৰবাৰ হৈছিল। দুজন ডেকা মাষ্টাৰে—মুখৰ ডাড়ি-গোঁফ চাই আৰু বুকু খোলা কোটলৈ চাই বুজিব পাৰি যে দুয়ো কলেজৰ পৰা নতুনকৈ ওলাই অহা গ্ৰেজুৱেট—ভৰ্তি কৰিছে। এজনে নাম-ধাম আদি লিখিছে।

ইজনে টকা লৈছে। হেড্‌মাষ্টাৰ মহোদয়ৰ প্ৰবেশ হোৱা মাত্ৰকতে আটাইবিলাক গিৰিসাই উঠিল। তেখেতৰ উপবেশন হোৱাত আটাইবিলাক বহিল। শ্ৰীযুক্ত সোণেশ্বৰ বৰপূজাৰী এছুকোৱাৰেও সেই ছেগতে চেয়াৰ এখন লৈ বহিল। আন আন কিছুমান গাৰ্জেন থিয় দি আছিল ; ভৰ্তিও প্ৰায় শেষ হৈ গৈছে। সোণেশ্বৰক বহা দেখি হেড্‌মাষ্টাৰ মহোদয়ৰ খং চুলিৰ আগ পালে প্ৰায়। তেওঁ কলে—Well, **other guardians are standing, why did you occupy a chair, Garden-Babu ?"**

সোণেশ্বৰ—Sir, Sir, I—I –

হেড্‌মাষ্টাৰ—Don't mind. But you Garden-Babus ought to learn manners. You are so many brutes.

সোণেশ্বৰ উঠিবলৈ খোজাত হেড্‌মাষ্টাৰে আকৌ তেওঁক বহিবলৈ কলে। ইবিলাক ল'ৰা ভৰ্তি হোৱাৰ লগতে বটু বাপুও ভৰ্তি হ'ল। সোণেশ্বৰ আৰু হেড্‌মাষ্টাৰ মহোদয় আটাই-বিলাক যাবলৈ ওলাল। ইলৰ বাৰাণ্ডা পোৱাত সোণেশ্বৰে কি বুলিনো হেড্‌মাষ্টাৰক খাতিৰ কৰিব একো ধৰিব নোৱাৰি, জেপৰ পৰা চুৰটৰ টেমাটো উলিয়াই তাকে তেওঁলৈ আগবঢ়াই কৈছে - "Wish a cigarette, Sir." হেড্‌মাষ্টাৰে উত্তৰ দিলে,—"No". সোণেশ্বৰ— **Very good cigarette, Sir. The Europeans smoke. American and London make cigarette, Sir. Not Japanese, or German make.**

হেড্‌মাষ্টাৰ—Damn your Japan and German, I don't smoke, man.

সোণেশ্বৰে আৰু এবাৰ এইদৰে বাধা পাই কি কৰিব একো বুজিব নোৱাৰি নিজৰ মুখতেই চুৰটটো দি দিয়াচলাইৰ কাঠী এটা মাৰিবলৈ সাজু হৈছে মাথোন, হেড্‌মাষ্টাৰে বজ্ৰগম্ভীৰ স্বৰেৰে কলে, "Don't smoke man. Don't you know this is a school and not a Tea Garden Kal Ghar ?" আৰু অলপ নমা সুৰত "I have no patience with these foolish Cockscombs—these Dangariyas"—ওচৰেৰে যোৱা এজন শিক্ষকৰ কাণত।

লাংটিং বাগিচাৰ বৰকেৰাণীয়ে—যাৰ নিজৰ বাগিচাত আৰু নিজৰ গাৰ্ডত- এনে অখণ্ড প্ৰতাপ—এনে লটি-ঘটি সহি বৰ মনস্তাপেৰে স্কুলৰ কম্পাউণ্ডৰ বাহিৰলৈ আহিল আৰু "Good-bye Sir" বুলি চেলাম এটা দি ভেঁা ভেঁা কৰি গুচি গ'ল। হেড্‌মাষ্টাৰ মহোদয়ে manners নজনা মানুহটোৰ চেলামটোও গ্ৰহণ নকৰিলে।

( ৪ )

ইয়াৰ দুবছৰমানৰ পাছত। স্কুলৰ গৰমৰ বন্ধৰ দিন ওচৰ চাপিছে। সকলো ছাত্ৰই সপ্তাহ গণনা শেষ কৰি দিন গণনাত ধৰিছে। বৰকেৰাণীৰ বৰমইনাই কাগজ এখনত মাৰ্চ মাহৰ আদিৰে পৰা বন্ধৰ আৰম্ভলৈ দিনবোৰ এটা এটাকৈ লিখি শোৱা চাওৰ দাঁতিতে আঁৰি থৈছিল আৰু নিতৌ গধূলি শুবৰ সময়ত এটা এটাকৈ কাটি কাটি গৈছিল,– জানোবা এইদৰে অপমান কৰিলে বাকী দিনকেইটা কিছু সোনকালেই গুচি যায়। তেওঁৰ সেই কাকতত আৰু ৫।৭ টামান কাটিবলৈহে বাকী।

এনেতে এটি আকস্মিক ঘটনাত বটু বাপুৰ অনেক দূৰ উন্নতি হৈ পৰিল। ইনিস্পেক্টৰ চাহাবৰ অনুগ্ৰহত এটা খালি থকা অস্থায়ী মাষ্টাৰী কামত নতুনকৈ এজন বঙালী বি. এ. ভৰ্তি হৈ বছৰ ঠিক আগতে হাজিৰ হবৰ আদেশ পাইছে, যাতে তেখেতৰ বছৰ তলবখিনি ইমান কষ্ট কৰি বা অনুগ্ৰহ কৰি অসমীয়াক শিক্ষা দিবলৈ অহাৰ পুৰস্কাৰ হয়। ইনিস্পেক্টৰ আৰু হেড্-মাষ্টাৰ চাৰিওফালে সেই মাষ্টাৰজনৰ প্ৰশংসা ৰতি ফুৰিছে যে তেওঁ এজন Ideal Teacher, 'আদৰ্শ শিক্ষক'। গতিকে 'আদৰ্শ শিক্ষকে' Direct Methodৰ আদৰ্শ দিবলৈ বুলি আৰু শ্ৰেণীলৈ গৈ বটু বাপুৰ শ্ৰেণীত সেইদিনা হাজিৰা কৰিবলগীয়া হ'ল। বঙালী সভ্য মানুহ স্বভাৱতে অসভ্য অসমীয়া নাম তেওঁৰ মুখত নাহে—'ৰাতিৰামক ৰম্ভিৰৌ', 'ভদ্ৰেশ্বৰক বদেৰচৰ', 'খগেন্দ্ৰক কগেন্দৰ' ইত্যাদিকৈ ডাকি শেষত বটুকান্ত শৰ্ম্মাৰ নামটোক মাতিলে 'বটকৃষ্ণ শৰ্ম্মা'। হাত কৰে এই লৈতেৰা পুৰাণা নামটোৰ বদলি এনে সুন্দৰ বঙালী সভ্য-ভব্য নামটো হোৱাত বটু বাপুৰ আনন্দৰ সীমা নোহোৱা হ'ল। তেওঁ তেতিয়াই স্থিৰ কৰিলে যে তেওঁ বটকৃষ্ণ শৰ্ম্মাহে লিখিব। কোৱা অনাৱশ্যক যে তাৰ পাছৰ পৰা বটু বাপু বটকৃষ্ণ বাবু নামে প্ৰখ্যাত হৈ পৰিল। তেওঁৰ নিজ গাৱঁতো এই কথা ৰজনজনা হৈ গ'ল যে মাষ্টাৰসকলে পঢ়াত বিশেষ ভাল পাই বটু বাপুৰ আগৰকলীয়া কুৰুচ নামটো গুচাই চাহাবৰ হতুৱাই তেওঁক এই নতুন বিতোপন নামটো দিছে। পঞ্জিকাত এই নামটো অৱশ্যে অনেকেই ছপা হোৱা দেখিছিল, অনেকে ভাবিলে বটু বাপুৰ নাম পঞ্জিকাতো ছপা হয়, অৱশ্যে সি কালত এটা পুৰুষ হব।

( ৫ )

এইদৰে আৰু বছৰ দুই গ'ল। আহিল ইং ১৯২১ চন। তেতিয়া বটু বাপু আৰু বৰকেৰাণীৰ বাপু দুয়ো অষ্টম মান শ্ৰেণীত পঢ়ে। গান্ধী ৰাজাৰ আৰ্তৰাৱে দেশ বিয়পি পৰিছে। উকীল-মোক্তাৰে কাছাৰী নকৰে। ছাত্ৰই স্কুলত নপঢ়ে। চৰকাৰী বিষয়াই বিষয় নাখায়। দোকানীয়ে দোকান নিদিয়ে। চাৰিওফালে অহিংস অসহযোগ। পালে পালে মানুহ ফাটকত যায়। বাটে বাটে গান্ধী মহাৰাজাৰ জয় দি চেঙেৰা ছলিবিলাকে সমদল কৰে। পুলিচে ধৰি ধৰি কোবায়। গা ফাটি তেজ ওলায়। গান্ধীৰ জয় গোৱা আৰু বেছি হয়।

বটু বাপুৰ স্কুলত Strike। গান্ধী ৰাজা নগৰক আহিছে। আজি পুৱা হাজাৰ হাজাৰ মানুহে তেওঁক ষ্টেশ্যনৰ পৰা বৰি আনিছে। দুপৰীয়া বাৰ বজাৰ পৰা মিটিং। হেড্মাষ্টাৰে ওপৰৰ পৰা হুকুম পাইছে, কোনো ছাত্ৰ বা মাষ্টাৰ মিটিঙক যাব নোৱাৰে। গতিকে ছাত্ৰবিলাকে মুঠ বান্ধি স্কুলক নগৈ মিটিং চাবলৈ গ'ল। তাৰ ভিতৰত বটু বাপু আৰু বৰকেৰাণীৰ ল'ৰাও।

মিটিঙত চাৰিওফালে বৰ উত্তেজনা। ইফালে মানুহ সিফালে মানুহ। গান্ধী ৰাজা ঠিক এক বজাত মিটিঙলৈ আহিব। ৰাইজৰ মাজত এটা উৎসাহ, আনন্দ, উত্তেজনা আৰু ভয়ৰ অপূৰ্ব মিহলি ভাব। ৰাইজ উগুল্-থুগুল্। এনেতে পাৰিষদবৰ্গেৰে সৈতে গান্ধী ৰাজাক মিটিঙৰ থলৰ মূৰত দেখা গ'ল। বান্ধি থোৱা পখি গিৰিপ কৰি বান্ধ ভাঙি বিৰাশৰদে ওলাই পৰিল ; ভাৱৰে গুম কৰি থোৱা আকাশৰ পৰা ধুম-ধুম কৰি বৰষুণ পৰিল ; নিশ্চল হৈ থকা প্ৰকৃতিত ধুমুহাৰ প্ৰচণ্ড ঢৌ উঠিল। মানুহৰ মাজতো তেনে হ'ল।

কিছুমান চেঙেলীয়া ডেকাই মূৰত গান্ধী টুপী, গাত খদ্দৰৰ কুৰ্তা পিন্ধি চাৰিওফালে লৰি ফুৰিছে। কাৰো একো কাম নাই। অথচ গাত চুতিও নাই। পুলিচ কেইজনমান অলপ দূৰত আছিল। লৰি ফুৰোঁতে কিছুমান ল'ৰা গৈ তাহাঁতৰ মাজ সোমাল। কাৰবাৰ গাত পৰিল।...

আৰু ক'ত ৰক্ষা! পুলিচে ল'ৰাহঁতক ধৰিলে। ধৰি থানালৈ লৈ গ'ল।

তাৰ ভিতৰত বটু বাপু আৰু বৰকেৰাণীৰ পুত্ৰ।

* * * *

গান্ধী ৰাজা আহিল, গ'ল। অহিংস অসহযোগ ঢিলা হ'ল। উকীল-মোক্তাৰে কাছাৰী ধৰিলে। বিষয়াই দুগুণ উৎসাহেৰে চৰকাৰী কাম কৰিলে। দোকানীয়ে আগতো কৰি ডাঙৰ কৰি দোকান দিলে। ওপৰৰ পৰা হুকুম আহিল। যিবিলাক ছাত্ৰই স্কুল-কলেজ এৰিলে সিহঁতে "অনুতাপ কৰিলে", আকৌ স্কুল-কলেজক আহিল।

বৰকেৰাণীৰ ল'ৰাই বাপেকৰ বাগিচাতে তলৰ ফালৰ মহৰী হ'ল। কিন্তু বটু বাপুৰ স্কুললৈকো অহা নহল, পঢ়াও নহল আৰু কোনো কামো কপালত নিমিলিল।

(৬)

এতেকে বটু বাপুয়ে বটকৃষ্ণ নামটোকে সাৰোগত কৰি ব্যৱসায় কৰিবলৈ মন মেলিলে।

ব্যৱসায়ত লেঠা। মূলধন লাগে। ব্যৱসায়ৰ যে কিবা শিকিবলগীয়া আছে এনে কথা নহয়। বস্তুবিনি কিনি তাতে লাভ ধৰি তাকে বেচা অতি সাধাৰণ বুদ্ধিৰ কাম। কিন্তু মূলধন আহে ক'ৰ পৰা? এই চিন্তাই বটু বাপুক ব্যাকুল কৰিলে।

এই সময়ত দেশী কাৰবাৰ কৰা, সূতা কটা, খদ্দৰৰ কাপোৰ বেচা, এনেবোৰ ব্যাপাৰৰ মহাধুম। বঙালী কাকতবোৰত নানা ৰকম বিজ্ঞাপন ছপা হয়। কোনোটো কাৰবাৰত ঘৰত বহি মাহেকত ডেৰ শ টকা আৰ্জিব পাৰি। কোনোটোত অলপ ইফাল-সিফাল কৰিলেই হাজাৰ টকা লাভ হয়। কোনোটোত এশ টকা খটালে অলপ দিনৰ ভিতৰতে লক্ষপতি হব পাৰি, ইত্যাদি।

বটকৃষ্ণৰো এনে এটি কাৰবাৰত যোগ দিবৰ মন গ'ল। এখন বঙালী কাকতত এটা বিজ্ঞাপন ডাঙৰ ডাঙৰ আখেৰেৰে সদায় ওলায়। বটু বাপুয়ে ভাবে এই কাৰবাৰ কৰিলে ভাল লাভ হব পাৰে। শেষত কিবা প্ৰকাৰে মাকে সাঁচি থোৱা টকা দহোটা আনি তেওঁ সেই কাৰবাৰ কৰিবৰ মন কৰিলে।

বিজ্ঞাপনটো এই:—

মজাৰ কথা। বিশ্বাস কৰিবেন না। লাভবান না হইলেও খুশি হইবেন। যদি অল্প ব্যয়ে মজা লুটিতে চান তবে পত্ৰ লিখুন।

স্বদেশী প্ৰচাৰ

একশ দেশী চাদৰ

পাঁচ টাকা মাত্ৰ

ভিঃ পিঃ তে পাঠান হইবে।

বটু বাপুৱে, বটকৃষ্ণ ভট্টাচাৰ্য্য, C. E. ( Student Class Eight ), বিজ্ঞাপনত দিয়া ঠিকনালৈ চিঠি দিলে যেন অৰ্ডাৰ পোৱা মাত্ৰে বিজ্ঞাপনত লেখা মতে মাল ভিঃ পিঃ ডাকত সৰবৰাহ কৰা হয়।

চিঠি লেখি বটু বাপুৱে বেপাৰৰ হিচাপতে লাগিল। এক শ চাদৰ যদি খনত আঠ অনাকৈয়ো বেচে তেন্তে তেওঁৰ পঞ্চাশ টকা হব। খৰচ-পত্ৰ বাদে অন্ততঃ ৩৫৲ টকা লাভ হব। তেতিয়া তাৰে আৰু পাঁচ-ছয় শ চাদৰ আনি ওচৰতে থকা কেঁঞাৰ গোলাত দিলে তেওঁৰ দুই আঢ়ৈ শ টকাতো লাভ হব। তেতিয়া আৰু আন Business ৰ কথা ভাবিব পাৰি।

কোন দিনা পাৰ্চেল আহে বটুৱে দিন গণে। এনেকৈ এদিনত এক সপ্তাহ কৰি আঠ দিনমান গ'ল। তাৰ পাছত এদিন ডাক ঘৰৰ পৰা পিয়নে খবৰ দিলে যে বটু বাপুৰ নামত এটা V. P. মাল আহিছে। খৰচ সকলো ৫।৶০ অনা।

শুনি বটু বাপুৰ উৎকণ্ঠাৰ শেষ নাই। এশ চাদৰৰ পাৰ্চেল ডাকত আনিব নোৱাৰি। বেলৰ ৰচিদখনহে ভিঃ পিঃ হৈ আহিল হবলা।

বটু বাপুৱে টকা লৈ ডাক ঘৰলৈ গ'ল। তাৰ পৰা V. P. খামটো ললে। খামটোৰ ভিতৰত খহ খহ কৰে এইবোৰ কি? ডাকঘৰৰ পৰা বাহিৰলৈ আহিল। তাৰ পৰা ওলাল সুন্দৰকৈ ছপোৱা কাগজ এখন। তাত লেখা আছে—

—"অৱশ্যে ঠকিলেন। কিন্তু নিশ্চয় সবাই অনেক আমোদ পাইলেন।"

—আৰু কাগজৰ পৰা ওলাল কেইটামান চাহৰ দানা।

বটু বাপুৱে প্ৰথমতে বিশ্বাসকে কৰিব নোৱাৰিছিল—কি হ'ল।

বহুত পৰৰ পাছত তন্দ্ৰি উঠি—বিজ্ঞাপনৰ আচল অৰ্থ বুজিলে। গণি চাই দেখে—ঠিক এশটা চাহ-পাতৰ দানা পাঁচ টকাত V. P. হৈ আহিছে।

— - —

# প্ৰেমৰ কাহিনী

(১)

সেই দিন এক সুন্দৰ সুষমাপূৰ্ণ দিন। মানুহৰ জীৱনত এনে একোটি দিন হয়, যিদিনা জগতৰ সকলো পিনে সৌন্দৰ্য্য আৰু মাধুৰ্য্যত বাদে আন একো চকুত নপৰে। সিদিনা এজন বন্ধুৰ ঘৰলৈ গৈছিলোঁ। গাৰঁতে এটি সৰু পুখুৰী, চাৰিও কাষত দুবৰি বনৰ শুৱনী দলিছা পতা। মাজে মাজে এজোপা দুজোপা গহীন গছ। বিশ্ৰামৰ অৰ্থে যাব খোজা বেলিৰ, প্ৰিয়তমা সন্ধ্যাৰ মুখ দেখি, মুখখন প্ৰেমৰ আবেগত ৰঙা বৰণৰ হৈছিল, সন্ধিয়া বেলিকাৰ সমাগম দেখি চটক চটকী প্ৰেমৰ কৰুণ সুৰ টানিছিল। সেই পুখুৰীৰ পাৰত সিদিনাৰ সেই সময়ত মোৰ জীৱনৰ সৌন্দৰ্য্যপূৰ্ণ দিনে দেখা দিলে। মোৰ আগত দেখিলোঁ অনন্ত মধুৰিমাৰ প্ৰতিমা এখনি, অসীম সৌন্দৰ্য্যৰ ভঁৰাল এটি, পবিত্ৰ প্ৰেমৰ আধাৰ এজন। সেই প্ৰতিমা, সেই মাধুৰ্য্য আৰু সেই সৌন্দৰ্য্য ভুলিব নোৱাৰাক; ভুলিব পাৰিলে হয় দেৱ নহয় দানৱ হ'লোহেঁতেন। সি অনেক দিনৰ কথা, সেই দিনা কেতিয়াবাই অতীত হ'ল; তথাপি তাৰ মুখৰ স্মৃতিখিনি কেতিয়াও মনৰ পৰা নাযায়। তাৰ সেই সৌন্দৰ্য্যমনা মুখখনৰ মাধুৰ্য্য কেতিয়াও নাপাহৰোঁ। গানৰ সুৰ লয় মনত নাথাকে; থাকে তাৰ মনত উচটোৱা ভাবখিনি। ফুলৰ ৰূপ বা সৌৰভ মনত নাথাকে; থাকে তাৰ আবেগপূৰ্ণ মাধুৰ্য্যখিনি। মোৰ সেই মুখখনৰ আকৃতি মনত নাই; আছে কেৱল সেই মধুৰিমাখিনি, সেই মন প্ৰাণ বিভোল কৰা মোহখিনি। এয়ে মোৰ জীৱনৰ সাৰবস্তু; ইয়াকে লই গোটেইটি জীৱন এইদৰে কটাই দিওঁ—এয়ে মোৰ বাঞ্ছা।

(২)

ফুল দেখিলে হাতত লবলৈ ইচ্ছা হয়, সেইটো তোমাৰ দোষ নে ফুলত যিজনে এনে আকৰ্ষণী শক্তি স্থাপিত কৰিলে সেই বিধাতাৰ দোষ? লাহতে হালি-জালি পৰা জোনটিক দেখি কেঁচুৱা লবাই পাবলৈ ইচ্ছা কৰাতো, ল'ৰাৰ দোষ নে যিজনে জোনত এনে মধুৰ সৌন্দৰ্য্যৰ স্থিতি কৰালে সেই বিধাতাৰ দোষ? ফুলটি ফুলি সৌৰভত দশোদিশ মোহিছে; যেতিয়ালৈ আছে ই, তেতিয়ালৈ তাক পাবৰ আশা; গছৰ পৰা আঁতৰ হ'লেই আশাৰ শেষ। জোন পাব নোৱাৰি বুলি নজনা মানেই তাক পোৱাৰ আশা; জানিলেই সেই আশাৰো শেষ। কিন্তু এই আশাৰ শেষত কিবা সুখ আছেনে? সকলো নিৰাশাৰ ঘন আন্ধাৰত মগন—আগে-পাছে ক'তো একো নাই। মোৰ সেই মুখখনি নিজৰ কৰিবলৈ ওচৰে ওচৰে এই মুখখনি ৰাখি বিশ্বসংসাৰ ভুলিবলৈ, বৰ আশা আছিল, বৰ বাসনা কৰিছিলোঁ। কিন্তু এদিন জানিব পাৰিলোঁ, সেই মুখখনি আনৰ হ'ল, ফুলটি বৃন্তচ্যুত হ'ল জোনক অকালতে ৰাহুৱে গ্ৰাস কৰিলে। ফুলৰ সৃষ্টি দেৱ পূজাত উৎসৰ্গিত হৈ সজ্জনৰ শিৰত স্থিতিৰ অৰ্থে; কিন্তু সেই ফুলো বিলাসিনী নৰ্তকীৰ বেশ ৰচনাৰ উপকৰণ হয়। বিধাতাৰ ইচ্ছাহে পূৰ্ণ হয়। গতিকে মোৰ বহুদিনৰ বাঞ্ছনীয়, হৃদয়ৰ নিতান্ত

আকাঙ্ক্ষিত বস্তু মোৰ নহ'ল। নিৰাশা দুখৰ ভঁৰাল; আশাতেই সকলো সুখ। সেই দেখি আজিও মই তাৰ আশা এৰিব পৰা নাই। আজিও অতৃপ্ত বাসনা লৈ আশাপূৰ্ণ হৃদয়েৰে সৈতে সেই দিনলৈ অপেক্ষি আছোঁ, যিদিনা এই বাসনাৰ অতৃপ্তি নিবাৰিত হ'ব। জন্ম-জন্মান্তৰ কিমান দিনৰ পৰা এই দুটি আত্মাই পৰস্পৰৰ মিলন ইচ্ছাৰে, অনন্ত বাহিনী দুখনী নৈৰ নিচিনা, বিশ্বব্ৰহ্মাণ্ড ঘূৰি ফুৰিব লাগিছে। যিদিনা এই আত্মাদুটিৰ মিলন হ'ব, যিদিনা দুয়োখন নৈ মিলি শান্তিৰ শীতল বায়ুৰ আঘাতত কুল্ কুল্ কৈ সুখৰ মৃদুমধুৰ গীত ধৰিব, সেই দিনা কেনে মধুৰ! সেইদিনা কেনে সুন্দৰ! সেই দিনক বাট চাই আশাক সাৱটি ধৰি আবেগপূৰ্ণ হৃদয়েৰে সৈতে বৈ আছোঁ। কোনে জানে কিমান জন্মৰ পাছত এই আশা পুৰ হ'ব, এই বাসনাৰ তৃপ্তি হ'ব! তথাপি সেই দিনৰ আশা আছে; ইয়াতেই, এই আশাতেই, আৰু তাৰ স্মৃতিতেই মোৰ অনন্ত সুখ, অপাৰ আনন্দ! যেতিয়া হংসীৰ মদ ধীৰ গতি দেখা পাওঁ; যেতিয়া হৰিণীৰ বিলোল কটাক্ষ নাইবা বতাহৰ দ্বাৰা মৃদু সঞ্চালিত লতাৰ ঠেও ধৰা বিভ্ৰম চকুত পৰে, তেতিয়া মোৰ মনত পৰিব তাৰ সেই মাধুৰী, কিন্তু এইবোৰ স্বত্বেও তাৰ মিলনৰ যি অভাৱ সেই আকাঙ্ক্ষাৰ যে অপূৰণ, সেয়ে হৃদয়ত কেনে গুৰু ব্যথাই জন্মায়, তাতে যেন হিয়া ফাটি-ছিটি অৱলম্বনহীন হৈ পৰে!

যি মতলীয়া বসন্তৰ মলয়াই সংসাৰক মোহৰ আৱৰণত আৱৰি ৰাখে, সেয়ে মোৰ চকুৰ পানীৰ এটি নীৰৱ বিন্দু উলিয়াই দিব; আৰু অপূৰণ আকাঙ্ক্ষাৰ ঢৌ তুলি উদাস ভাব আৰু অতৃপ্ত বাসনাৰ সৃজন কৰিব।

কাব্য পঢ়িলেই তাৰ ৰস পোৱা নাযায়; প্ৰাণত অনুভৱ কৰিব নোৱাৰিলে কাব্য-শ্ৰুতি সুখকৰ বাক্যাৱলী মাথোন। কালিদাসে অজৰজাৰ মুখত প্ৰিয়তমাৰ অৰ্থে এইদৰে বিলাপৰ কৰুণ সুৰ উলিয়াইছে—

> কলমন্যভৃতাসু ভাষিতং কলহংসীষু মদালসং গতম্।
> পৃষতীষু বিলোলমীক্ষিতং পবনাধূতলতাসু বিভ্ৰমাঃ ॥৫৯
> ত্ৰিদিবোৎসুকয়াপ্যবেক্ষ্য মাং নিহিতাঃ সত্যমমী গুণাস্ত্বয়া।
> বিৰহে তব মে গুৰুব্যথং হৃদয়ং ন ত্ববলম্বিতুঃ ক্ষমাঃ ॥৬০

বাস্তৱিকেই সেই কথা। যেতিয়া কুলিৰ কুহু কুহু কুহৰণে সংসাৰ মতোৱাৰা কৰে, তেতিয়া মোৰ মনত জাগিব সেই সুখৰ মাধুৰ্য্যখিনি। বিশ্বৰ যি ফালে সুন্দৰলৈ চাওঁ সেইফালে তাৰ সেই বিশ্ববিভোৰ কৰা মুখখনৰ মাধুৰ্য্যত বাদে আন একো দেখিবলৈ নাপাওঁ। এই স্মৃতি আৰু এই দশোদিশ বিয়পা বিমোহন মাধুৰ্য্যৰ বাসনা বুজোঁ। ই সুখ নে দুখ?*

* ৰচনাকাল ২১।৬।০৭। কলিকতা

# শহুৰ-জোঁৱাই

## ( ১ )

মঙ্গলু জাতিত কোঁচ আৰু গোলামৰ সন্তান হলেও, সি সৰুতে অলপ লেখা-পঢ়া কৰিছিল। গাৱঁৰ কাৰবাৰ কেতিয়াবা চিঠি আহিলে কোনোবাই কোনোবাই মঙ্গলুৰ হাতেও পঢ়াই লৈছিল, কেতিয়াবা লেখাৰ দৰকাৰ হ'লে লেখাইছিলো। তাত বাদে নামে প্ৰসঙ্গে, শ্ৰাদ্ধে-কাণ্ডে শাস্ত্ৰ মেলিবলৈয়ো বহুতে মঙ্গলুক মাতিছিল। কাণখোৱা, স্যমন্ত হৰণ, ৰাধাহৰণ, কুমাৰ হৰণ, কীৰ্ত্তন, দশম, ৰামায়ণ, মহাভাৰত, এনেকি ঘোষা পঢ়াও মঙ্গলুৰ পক্ষে বৰ ডাঙৰ কাম নাছিল।

কুৰি বছৰ বয়সত বাপেকৰ সঞ্চিত যি অলপ আছিল, তাকে ভাগি মঙ্গলুই এজনী অৰ্দ্ধা অৰ্দ্ধাঙ্গিনী কিনি আনি নিজক পূৰ্ণ কৰিলে। তেতিয়া মঙ্গলুৰ হাতত হালৰ হালোৱা গৰু এহাল আৰু এজনী গাইত বাদে আন একো নাথাকিল। নিজৰ মাটি নাথাকিলেও আধি চুকানী লৈ মঙ্গলুই এই হালখন বাই যি পায় তাৰে পেট পোহে, মগনীয়াক এমুঠি দিয়ে, আৰু খাজনা খিনিৰও লোণ-তেলৰ পইচাও তাৰেই পৰা উলিয়ায়। কালক্ৰমে মঙ্গলুৰ দুটি সন্তান হয় এজনী ছোৱালী, আনটি লৰা, বৰ হাবিয়াস কৰি ছোৱালীজনীৰ নাম দিলে ৰুক্মিনী আৰু লৰাজনৰ নাম ৰাখিলে হৰগোবিন্দ।

## ( ২ )

সেই বছৰ বৰ বেয়া দিন। বহাগত এটোপাও বৰষুণ পৃথিৱীত নপৰিল। জেঠত দুই এজাক হ'লেও সি প্ৰচুৰ নহল। আহাৰত আকৌ খৰ। মঙ্গলুই গাৱ তেজপানী কৰি যি এডৰা দুডৰা আহুধান পেলালে, পানীৰ অভাৱত সি মৰি গল, বাও বা আছড়া ধান দিবলৈ পানীয়ে নাই। শালিৰ খেতিত অলপ পাব বুলি ভাবিছিল; কিন্তু আহাৰত বৰষুণ নোহোৱাৰ গুণে কঠীয়া পাৰিবলৈ পানী নেপালে। শাওনত দুজাক-এজাক বৰষুণ হ'ল; পানীও হল। কিন্তু মঙ্গলুৰ বৰ দুৰ্কপাল, তেওঁৰ ঘৈণীয়েকৰ ভয়ঙ্কৰ জৰ হ'ল। প্ৰথমতে মঙ্গলুই ঘৰৰ বনবাৰী কৰি, ঘৈণীয়েকক পতি কৰিও খেতিত অলপ মন দিছিল। কিন্তু পাছত আৰু অসহ্য হ'ল। ইপিনে ঘৈণীয়েকৰ জৰ বেছিহে হ'ল। অৱশেষত সেই বছৰতে তেওঁৰ ইহলীলাৰ সমাপতি হ'ল।

অৱস্থানুযায়ী ঘৈণীয়েকৰ কাম-কাজ খেদায়ো মঙ্গলুই মাউৰা ল'ৰা-ছোৱালীজনীক পুহিবলৈ খোঁত কৰিবৰ মন মেলিলে। কিন্তু ইও বিধাতাৰ সহ্য নহল। বসন্ত ৰোগত মঙ্গলুৰ হালৰ দুয়োটা হালোৱা গৰু মৰিল।

( ৩ )

তেওঁ হাল গৰু এৰিব মুখুজিছিল। ওচৰচুবুৰীয়া বন্ধু-বান্ধৱ ইষ্ট-মিত্ৰ সকলোৰে ওচৰত গৰু কিনিবলৈ টকা ধাৰে খুজিলে ; কিন্তু কোনোৱে মাটিবাৰীবিহীন মঙ্গলুক টকা দিব আগ নাবাঢ়িলে। পাছত আন উপায়বিহীন হৈ মঙ্গলুই আনৰ বন কৰি খাবলৈ ঠিক কৰিলে। কাৰবাৰ ওচৰত বন্ধা বা মৈৰা সোমালে হৰগোবিন্দ আৰু ৰুক্মিণীক চাওঁতা কোনো নোহোৱা হয়। সেই কাৰণে ৰেলওৱেৰ বনত সোমাল। তেতিয়া নতুনকৈ গোলোকগঞ্জৰ পৰা গুৱাহাটিলৈ ৰেল খুলিব খুজিছে।

তেওঁ ৰেলওৱেৰ বনত নিতৌ ছয় অনা কৈ পইচা পাইছিল। মঙ্গলুই আপদ কাল বুজিছিল ; আৰু "কৰ্ত্তব্যং সঞ্চয় নিত্য" এই নীতিবাক্যৰো যথাৰ্থ মৰ্ম অৱগত হৈছিল। তেওঁ নিয়ম কৰিলে, যে নিতৌ চাৰি অনা পইচা হে খৰচ কৰিব, আৰু দুই অনা সাঁচিব। এইদৰে এবছৰ মানত মূৰত মঙ্গলুৰ হাতত ৪০।৫০টি মান টকা জমা হ'ল।

( ৪ )

তেতিয়া ৰুক্মিনীৰ বয়স তেৰ বছৰ আৰু হৰগোবিন্দ আঠ বছৰৰ। দৰিদ্ৰতা সদিচ্ছাৰ শক্ৰ নহয় ; আৰু সামাজিক জগতৰ তলত হলেও দৈন্যে মূৰ দাঙি। ওথ ভাবৰ ফালে চাব পাৰে। মঙ্গলু দুখীয়া হ'ক, মগনীয়া হ'ক, তেওঁৰ বৰ ইচ্ছা ৰুক্মিনীক এঠাইত ভাল বৰ এটিত বিয়া দিয়ে ; আৰু হৰগোবিন্দক অলপ লিখা-পঢ়া শিকায়। সেই উদ্দেশ্য হৰগোবিন্দক পঢ়াশালিত পঢ়িব দিছিল ; সি আখৰ শিকিছে, প্ৰথম ভাগ দ্বিতীয় ভাগ পঢ়িব পাৰে। ধাৰাপাতো তাৰ মুখতে। এতিয়া তৃতীয় ভাগত ধৰিছে। অৱশ্যে শূদ্ৰৰ কন্যাৰ পক্ষে তেৰ বছৰত বিয়াৰ বয়স পাৰ হৈ নাযায় ; তথাপি প্ৰচলিত নিয়মমতে উপযুক্ত বয়সত বিয়া দিয়াকে ভাল ভাবি মঙ্গলুই পাত্ৰৰ অনুসন্ধান কৰিছিল।

তেওঁলোকৰ ওচৰৰে আনন্দ চন্দ্ৰ মাইনৰ পাছ কৰা ল'ৰা—অৱশ্যে সকতে এওঁৰ নাম আন্ধু আছিল আৰু শুনা যায় উচ্চ প্ৰাথমিক পাছ কৰা ছাৰ্টিফিকটতো আন্ধুই আছে ; কিন্তু মাইনৰ পৰীক্ষাৰ সময়ত আন্ধু আনন্দত পৰিণত হৈছিল ; ডাৰউইন চাহেবৰ জয়। যি হ'ক তেওঁক বৰ্তমানে আনন্দ বুলিলে সকলোৱে জানে। মাইনৰ পাছ কৰি পঢ়াৰ খৰচ নোহোৱাৰ বাবেই হ'ক বা মন নোযোৱাৰ বাবেই হ'ক আনন্দই তাৰ পাছতে পুলিছত সোমাল আৰু থানাৰ মহৰী বা সাধুভাষাত কব গলে ৰাইটাৰ কনিষ্টবল হ'ল। ৰুক্মিণী দেখতে শুৱণী আছিল ; আৰু মঙ্গলুৰ যত্নৰ গুণত অলপ পঢ়িব পাৰিছিল ; আৱশ্যক মতে কাউৰীৰ ঠেঙৰ নিচিনা আখৰ দি এখন বালি কাকতত, এখন কাৰ্ডৰ কথা ধৰাই, চিঠিও লিখিব পাৰিছিল। থানাৰ মহৰী ভদ্ৰাচাৰধাৰী আনন্দৰ ইমান দিনে বিয়া হোৱা নাছিল এজনী প্ৰেমলিপি লিখিব পৰা ৰূপহী ছোৱালীৰ অভাৱত। হঠাতে ৰুক্মিণী আনন্দৰ চকুত পৰিল ; ভাবিলে নামটিও ধুনীয়া, প্ৰেমিকাৰ উপযুক্ত। ইফালে আনন্দও মঙ্গলুৰ চকুত পৰিল ; ভাবিলে লৰাটি লেখাপঢ়া জানে, আৰু চৰকাৰী কাম কৰা ভদ্ৰলোক। গতিকে প্ৰজাপতি আৰু মঙ্গলুই আনন্দ আৰু ৰুক্মিণীৰ পৰিণয় বন্ধন বান্ধি দিলে। মঙ্গলুৰ হাতে যি আছিল সকলো খৰচ কৰি বিয়াৰ গহনাপাতি দিলে, আৰু এই উপলক্ষে ৩০টি টকা তেওঁৰ বিয়াকৰ ওচৰত ধাৰ থাকিল।

কিন্তু "মনে খোজে ৰজা হব, বিধাতাই নিদিয়ে খুজি খাব।" মঙ্গলুই ভাবিছিল উপযুক্ত জেঁাৱায়েক পাই তেওঁ সুখী হব ; বুঢ়াকালত কষ্টৰো অলপ লাঘৱ হ'ব ; আৰু বিশেষ হৰগোবিন্দক ভালকৈ পঢ়াব পাৰিব। কিন্তু বিধাতাৰ তাত খুচি নহল। বিয়াৰ ৮ দিনৰ দিনা আঠমঙ্গলা খাব জেঁাৱায়েক আহিল। মঙ্গলু দুখীয়া মানুহ, সেইবাবে জেঁাৱায়েকৰ লগত বেছি মানুহ আনিব হাক দিছিল। কিন্তু জেঁাৱায়েক থানাৰ মহৰী, তেওঁ দোলা আৰু লগত চাৰিখন ভাৰ নোহোৱাকৈ শহুৰেকৰ ঘৰলৈ যোৱা অতীব অন্যায়। সেই কাৰণে উপযুক্ত জাকজমক কৰি জেঁাৱায়েক শহুৰেকৰ ঘৰলৈ গ'ল। কিন্তু দুখীয়া মঙ্গলুই ইমান মানুহক খুৱান-ধুৱানৰ বন্দোৱস্ত কৰা নাছিল, যিহক জেঁাৱায়েকে নিয়া বস্তুবেই খুৱা হল ; কিন্তু আহিবৰ সময়ত লগত যোৱা মানুহক গাৰেপতি একোখন কাপোৰ আৰু উপযুক্তমতে টকা দিব নোৱাৰিলে। কাপোৰৰ অভাৱ হোৱাত জেঁাৱায়েককো ৩খন হে দিব পাৰিলে। এনে অসম্মান ব্যৱহাৰত আনন্দ বৰ অপমানিত হৈ ফিৰি আহিল। আহিবৰ সময়ত তেওঁৰ বাবে গৰম কৰি থোৱা গাখীৰ টোপাও নাখালে। আৰু দিবা দিনত মঙ্গলুক কৈ পঠালে যে মঙ্গলুৰ লগত আনন্দৰ শহুৰ জেঁাৱায়েকৰ সম্বন্ধ সিদিনাৰ পৰা ছিণ্ডিলে। যদি ইচ্ছা কৰে ৰুক্মিণীক জেঁাৱায়েকৰ ঘৰলৈ পঠাব পাৰে, ইচ্ছা নকৰিলে নিজৰে বা পুতেকলৈকো ৰাখিব পাৰে। মঙ্গলুই ভদ্ৰ জেঁাৱায়েকৰ ভদ্ৰামিৰ ধন্যবাদ দিলে ; উপায়ান্তৰ নেদেখি ৰুক্মিণীক সিদিনাই শহুৰী খাটিব পঠিয়াই দিলে।

( ৫ )

সংসাৰৰ দুখ-সুখৰ মাজেদি পাঁচ বছৰ হৈ গল। মঙ্গলুই এই কেইদিনত বেছি নহলেও এশ মান টকা জমাব পাৰিলেহেঁতেন। কিন্তু তেওঁ টকা নজমাই যিখিনি হাতত আছিল সেইখিনি আৰু নিজৰ পৰিশ্ৰমৰ ওপৰত নিৰ্ভৰ কৰি হৰগোবিন্দক মাইনৰ স্কুলত থলে। হৰগোবিন্দৰ ১৩ বছৰ বয়সত মাইনৰ পৰীক্ষা দি ঘৰক আহিল ; মঙ্গলুৰ আনন্দত গাওঁখনে জিলিকি উঠিল ; আৰু দুখীয়াৰ দুখীয়া পঁজাটিকো আনন্দে চিকচিকাই দিলে। কিন্তু বিধাতাই দুখীয়াক দুখ ভুগিবলৈকেহে সৃজন কৰে হব পায়। মঙ্গলুহঁতৰ গাৱঁৰ ওচৰতে এখন সৰু নৈ আছিল। জেঠ মাহ। বৰ বৰষুণ হৈ যোৱাত এই নৈৰ পানী বাঢ়িল। আৰু লগৰীয়া লৰাৰ লগলাগি হৰগোবিন্দ তাত নাও খেলিব গ'ল। দুৰ্কপাল মঙ্গলুৰ ; হঠাতে এটি চাকনৈপত পৰি নাওখন বুৰ গ'ল ; তিনজন লৰা মৰিল ; বাকীবোৰ বাচিল ; মৰাৰ ভিতৰত হৰগোবিন্দও এজন।

( ৬ )

চৰকাৰৰ আইন নহওক পুলিচৰ আইনমতে মঙ্গলুই গাৱঁৰ দুই এজন মানুহৰ লগত হৰগোবিন্দক থানালৈ লৈ আহিল। মঙ্গলুৰ বৰ ভৰষা আছিল জেঁাৱায়েক আনন্দচন্দ্ৰ থানাৰ মহৰী, ভাল সময়ত কাজিয়া কৰিলেও এই বিপদত কেতিয়াও এৰিব নোৱাৰিব। কিন্তু মুদ্ৰাদেৱীৰ নিচিনা শক্তিমতী দেৱী সংসাৰত নাই। এওঁৰ আগত পিতা-পুত্ৰ, শহুৰ-জেঁাৱাই, মাক-জীয়েক একো নাথাটে ; এওঁৰ ওচৰত ভাল-বেয়া, ধৰ্ম-কৰ্ম সকলো মিছা ; সঁচা কেৱল তেওঁৰ ধৰণ। আমাৰ থানাৰ জমাদাৰবাবুয়ে আনন্দক ভালকৈ বুজাই দিলে যে মঙ্গলুৰ পৰা যি টকা ওলায় তাৰ

ভাগ আনন্দৰো আছে ; বিশেষ মঙ্গলু এই মোকৰ্দমাত অকল নহয় ; হৰগোবিন্দৰ লগত যি দুজন আন লৰা মৰিছিল, সিহঁতৰো বাপেক ভায়েক আছিছে, মুখৰ অলপ লাজত বা কুটুমৰ অলপ থাটিৰত ইমান টকা পানীত পেলোৱা অতীব নিৰ্বোধৰ কাম। সুবোধ আনন্দচন্দ্ৰ থানাৰ মহৰীয়ে এই কথাকেইটিৰ সাৰমৰ্ম অতি ভালকৈ বুজিলে। যেতিয়া মঙ্গলু আৰু গাৱঁৰ আন আন মানুহ কেইজন আহি থানাত হাজিৰ হ'ল, তেতিয়া জমাদাৰ আৰু দাৰোগা ৰূপধাৰী যমদূতদ্বয়ে লাছ পৰীক্ষাত প্ৰমাণ পালে যে ই তিনটা খুন, থানাত তাৰ মীমাংসা হব নোৱাৰে, গুৱাহাটীলৈ চালান দিব লাগে। কথা এই, ইয়াৰ লগত হেজাৰ ধমকানি আৰু কেটামান বেতৰ কোবো খৰচ হ'ল।

মঙ্গলু উপায়ন্তৰ নেদেখি আনন্দৰ ওচৰলৈ গল। থানাৰ মহৰী ভৰিত জোতা গাত ছোলা মূৰত টুপি পিন্ধি আৰু বাউসীত ছালৰ জৰি আলাই মজিয়াত বহি টেবিলত কাকত লিখি আছে। বহাঘৰৰ সন্মুখত আঁৰি দিছে No admission—সোমাব নোৱাৰি। মঙ্গলুই শত্ৰুত্বৰ খাটিৰত আৰু বিপদৰ কোবত থানাৰ মহৰী, no admission সকলো কাটি কৰি থৈ সোমাই গল আৰু মাতিলে, বাপ্পা ফিৰি চাওক বোলে। 'খবৰ পোৱা নাইনে ?" তপত তেলত পানী পৰিলে যেনেকৈ চেৰ-চেৰাই উঠে, বা খেৰত জুই দিলে যেনেকৈ দপদপানি লাগে, এই কথা শুনি থানাৰ মহৰী আনন্দ-চন্দ্ৰৰ সেই দৰে কোপ ধ্বনি উঠিল ; চাহেবী ভাষাত কলে, "হায় কনিষ্টবল ! উস্কো নিকাল দাও। ড্যাম ফুল আদমি নাহি জান্‌তা হ্যায় ইহা থানা হ্যায়, কুটুমছেলানাকা ঘৰ ন্যাহি হ্যায়।" কনিষ্টবল আহি মঙ্গলুৰ গলত ধৰিলে, বলি দিব নিয়া পঠাৰ শেষ ছটফটনিৰ দৰে মঙ্গলুই কলে, "মই বোপাৰ শত্ৰুৰেক"। থানাৰ মহৰী তাত আৰু দহগুণ জ্বলিল। "ঐ আদমী বলিয়া পাগল হ্যা ! উস্কো আভি থানাকা সীমানে নিকলা দাও। আভি যাও।"

এই থানা আৰু থানাৰ গৰাকীৰ কীৰ্তি।

( ৭ )

দুখে হ'ক সুখে হ'ক দিন বৈ নাথাকে আৰু দুখ বা সুখৰো প্ৰথম আবেগ লাহে লাহে কমি যায়। বাৰ্নিচ্ কৰা বস্তুত মল পৰাৰ দৰে, সময়ে সকলোতে মল পেলাই দিয়ে, আৰু সেই মলে সকলোৰে প্ৰথম ছবি অলপ আঁৱৰি থয়। মঙ্গলুৰ দুখ অনন্ত সাগৰৰ নিচিনা, তাৰ সীমা নাছিল ; কিন্তু সীমা নাথাকক সেই দুখ সাগৰৰ গভীৰতা লাহে লাহে কমি আছিল তেওঁৰ আন ভাব নাই, আন চিন্তা নাই। নিজৰ পেট পোহা বৰ সৰু কথা ; আৰু আশাহীন জীৱনত কামৰ আকৰ্ষণ নাথাকে। সেই দেখি মঙ্গলুই ইদিক-সিদিক কৰি পেটটি পুহি থাকে ; আপদ-বিপদ বুলি এটি কাণাকড়িও নাসাঁচে বা সাঁচিবৰ নাথাকে। এনেকৈ কেবা বছৰো অতীত হ'ল। দুখময় নৈৰাশ জীৱনত দিনেই বা কি বছৰেই বা কি, তাৰ সংখ্যা লয় বা কোনে ? কিন্তু ৰোগৰ কোব দুখীয়াৰ শুকান হাড় বা ধনীৰ থকবকীয়া মাংস উভয়তে সমান। মঙ্গলুৰ প্ৰথমে জ্বৰ হ'ল। তাৰ ভাল হ'লেও চাওঁতা নাই, মৰিলেও কান্দোন নাই। তাৰ মৰিবৰ মায়া কিহৰ ? মঙ্গলুই যি পায় তাকে খাই জ্বৰ বেছি কৰিলে। পাছত শয্যাগত হ'ল, উঠিব নোৱাৰে, ফুৰিব নোৱাৰে, খাবও নাপায়, দয়া বা বদান্যতা দুই চাৰি দিনৰ হে বন্ধু ; অনন্তকাল দয়া বা বদান্যতাৰ বন্ধুত্ব নাথাকে। মঙ্গলুই য'তে থাকে তাতে পৰি থাকে, খাবৰ নাই নাখাবৰো নাই।

আনন্দ ওৰফে থানাৰ মহৰীৰ ঘৰ মঙ্গলুৰ ওচৰতে। তেওঁৰ মত নহলেও ৰুক্মিনী অৰ্থাৎ থানাৰ মহৰণী মনে মনে বাপেকৰ খবৰ লৈছিল, এটি পুতেক আছিল দহবছৰৰ, সেয়ে প্ৰধান দূত। এই পুতেকজন এদিন মঙ্গলুৰ খবৰ লব আহি ৰুক্মিণীক যি দেখিলে তাকে কলে। হাজাৰ হক জীয়েক জীয়েকেই। ৰুক্মিণী বাপেকৰ এনে সংবাদ পাই তেওঁক তেওঁৰ জেঁাৱাইৰ ঘৰলৈ নিয়ালে, আৰু প্ৰতিপাল কৰিলে। মঙ্গলুৰ তেতিয়া জ্ঞানহীন অৱস্থা, সজ্ঞানে থাকিলে তেওঁ তাক নাথায়।

সিদিনা আনন্দচন্দ্ৰ ঘৰলৈ আহিল। ঘৰ পাই যি দেখিলে তাত তেওঁৰ সৰ্বাঙ্গ জ্বলি উঠিল। "এই পাগলাক পৰৰ বোজাক ঘৰলৈ আনিছ কিয় হাৰামজাদি" বুলি ৰুক্মিনীৰ পিঠিৰ ফালে এক গোৰ বহুৱালে আৰু "এনেকৈয়ে মোৰ গৃহস্থী খালি" বুলি মৃতপ্ৰায় শহুৰেকক টানি বাহিৰ কৰি দি আনন্দচন্দ্ৰ থানাৰ মহৰীয়ে ঘৰত নানা উৎপাত লগাব ধৰিলে। আৰু ককায়েকে মঙ্গলুক ঘৰলৈ আনা সত্ত্বেও একো নোকোৱাকৈ আছে বুলি সিদিনাই তেওঁক বেলেগ কৰি থলে।

* ৰচনাকাল ২৩।৭।০৮

# প্ৰতিহিংসা

( ১ )

অতুলচন্দ্ৰ ধনী মানুহ। টকা আছে, কড়ি আছে ; ধন আছে, জন আছে ; হাল আছে, গৰু আছে ; গধূলি অতুলৰ আগত জুইৰ শালত বহি তেওঁৰ গুণ-কীৰ্ত্তন কৰি জগৎ ভৰোৱা, পাছত গছৰ ছায়াত বহি দহ জনেৰে সৈতে তেওঁৰ দোষ কীৰ্ত্তন কৰা গোলাম আছে, বান্দী আছে ; ধনী আৰু গছত লাগেনে ? এয়ে ধনী, এয়ে সুখী ; এতেকতে কওঁ অতুলচন্দ্ৰ ধনী মানুহ।

তেওঁ এদিন বাহিৰ ওলাই যাওঁতে বাটতে এটি মানুহ হেন দেখিব পালে—বাটৰ দাঁতিত ৰুগ্ন অৱস্থাত পৰি আছে। অতুল ধনী মানুহ ; গতিকে তেওঁৰ পাছত মাখিৰ নিচিনা বা ভোমোৰাৰ সদৃশ কেতবোৰ অকামিলা দুইপদ বিশিষ্ট জানোৱাৰ আছিল। অতুলে সেই জন্তুসকলৰ এটিক বাটৰ দাঁতিত কি আছে চাবলৈ কলে, সি আথে-বেথে যাই চাই আহি অতুলৰ আগত কলে, "দেউতা ! কোনো এটি মানুহ বেমাৰত পৰি পৰি আছে। তাত নো দেউতাই চকু দিছে কিয় ?" অতুলে বেমাৰী মানুহ বুলি শুনি ওচৰলৈ গল। যাই দেখিলে এটি ১৯।২০ বছৰীয়া যুৱা। জ্বৰৰ তাপত ছটফট্ কৰিব ধৰিছে। অতুলে সুধিলে, "বোপা ! তোমাৰ কি হৈছে ?" উত্তৰ আহিল "প্ৰতিহিংসা ! প্ৰতিহিংসা।" অতুলে আকৌ সুধিলে। আকৌ সেয়ে উত্তৰ। অতুলে একো তৎ ধৰিব নোৱাৰিলে। পাছত লগৰ মানুহক সেই ডেকাটিক তেওঁৰ ঘৰলৈ লব কলে। অতুল ধনী মানুহ ; গতিকে তেওঁৰ আদেশ পালিত হল।

( ২ )

সেই ডেকাজন ২।৩ মাহৰ মূৰত জ্বৰৰ পৰা সম্পূৰ্ণ আৰোগ্য হল। তেতিয়া অতুলে ডেকাৰ পৰিচয় সুধিলে কিন্তু সেই যুৱাজনে একো কব নোৱাৰিলে। বাপেকৰ কি নাম, মাকৰ কি নাম, ঘৰ ক'ত, বাৰী ক'ত, একো কব নোৱাৰিলে, এনেকি নিজৰ নাম পৰ্য্যন্তও ভুলিছে। অতুলৰ বুজিবলৈ বাকী নাথাকিল ভয়ানক জ্বৰৰ গতিকে যুৱাটিৰ এই দুৰদৃষ্ট।

( ৩ )

যিদিনা অতুলে সেই যুৱাজনক নিজৰ ঘৰলৈ লৈ যায় সিদিনাৰ পৰা তেওঁৰ ওপৰত বিশেষ চকু ৰাখিছে। যেন কি এটি কথা যেন কি এটি ভাব সদায় অতুলে লুকাই ৰাখে, যেতিয়া দেখিলে ডেকাটোৱে সকলো কথা পাহৰিছে তেতিয়া এদিন সুধিলে, "তুমি ৰমণীমোহন নামে কোনোবা মানুহক জানানে ?" যুৱাজনে কি যেন ভাবিলে ! কি যেন এটি কথা মনত পৰিও নপৰে। বহুত পৰ ভাবি চিন্তি চাই কলে, "মোক সকলোৱে ৰমণীমোহন বুলিছিল, মোৰ এতিয়াহে স্মৰণ হৈছে।" অতুলে আকৌ এবাৰ তীক্ষ্ণ দৃষ্টিৰে ৰমণীমোহনৰ পিনে চালে। পাছত সুধিলে, "তাৰিণীমোহন

আৰু জাহ্নৱী দেৱী বুলি কোনোবা মানুহক জানানে?" ৰমণীয়ে আকৌ ভাবিলে। এইবাৰ প্ৰায় ৩ ঘণ্টা মান ভাবি সৰুশেষত কলে, "মোৰ এতিয়া অলপ অলপ মনত পৰিছে। তেওঁলোক মোৰ পিতা-মাতা। ঠিক এতিয়া মোৰ কি মনত পৰিছে তথাপি নপৰে। কি এটি কথা আছে আৰু যায়। মোৰ আই বোপাইক—কি! কোনে কি কৰিছিল!" অতুলৰ মুখত তেজ নাইকিয়াত পৰিল। তেওঁৰ ওঁঠ কঁপিবলৈ ধৰিলে আৰু চকু দুটি ঠিক ৰমণীৰ মুখৰ ওপৰত ৰাখি কব ধৰিলে, "ৰমণী! সেইবিলাক তুমি এতিয়া নাভাবিবা। তোমাৰ গা এতিয়াও ভাল হোৱা নাই। এইদৰে ভাবি থাকিলে অন্যায় হোৱা অসম্ভৱ নহয়।" অতুলৰ স্নেহ দয়াত ৰমণী বৰ সুখত আছিল, সেই বাবে অতুলৰ কথা শুনি সকলো ভাব এৰি দিলে। কিন্তু মনৰ ওপৰত ৰজা কোন? ৰমণীয়ে চিন্তা নকৰিবলৈ হাজাৰ চেষ্টা কৰিও নভবাকৈ বৰ নোৱাৰিলে, বহুত পৰ ভাবি ভাবি ৰমণীয়ে কৈ উঠিল, "অতুল! ঠিক অতুলচন্দ্ৰ! অতুল—অতুলচন্দ্ৰ কি!" ৰমণীয়ে আকৌ ভাবিব ধৰিলে মনৰ উদ্বেগত আগৰ কথাশাৰী ৰমণীয়ে ডাঙৰকৈ কৈছিল, গতিকে অলপ দূৰত থকা অতুলে শুনিলে* তেতিয়া অতুলে গোলাম, বান্দী সকলোকে ৰমণীৰ আগত তেওঁৰ নাম কব বাধা দিলে, তাৰ পৰিবৰ্তে কৰ বুলিলে "অমূল্য"। ৰমণীৰ নামো কাৰো আগত প্ৰকাশ নকৰিলে।

(৪)

হওঁতে হওঁতে অতুলৰ বা অমূল্যৰ ঘৰত ৰমণী এবছৰ থকা হ'ল, তেতিয়া এদিন অতুলে ঘৈণীয়েকক কলে, "কামিনীৰ বিবাহৰ কি দিহা কৰিছা।" ইয়াতে পাঠকসকলে জানি থ'ক যে অতুলৰ একমাত্ৰ সন্তান কামিনী নামে এজনী জীয়েক। অতুলৰ ঘৈণীয়েকৰ নাম চিন্তা। চিন্তাই কলে, "আমি তিৰোতা মানুহ। মই কি কম। আপুনিয়ে যি কৰে কৰক। বিশেষ আমাৰ ইমান সম্পত্তি। খাবলৈ কোনো নাই। কামিনীৰ নিমিত্তে এটি ঘৰজোঁৱাই ৰাখিব পাৰিলে ভাল।"

অতুল।—এৰা, ময়ো এইটিকে বহুত দিনৰ পৰা ভাবিছোঁ। কিন্তু ভাল ঘৰৰ ভাল লৰা ঘৰজোঁৱাই পাবলৈ টান।

চিন্তা।—তেনেহলে কি কৰিব খুজিছে?

অতুল।—"মই এটি ভাবিছোঁ এতিয়া তোমাৰ মত হে লাগে, "ৰমণীৰে সৈতে কামিনীৰ বিয়া দিব খোজোঁ।"।

চিন্তা।—মইও সেইটোকে ভাবিছিলোঁ। কামিনীৰো কথা-বাৰ্তাই তেনে ইচ্ছা যেন প্ৰকাশ হয়। কিন্তু ৰমণী কাৰ ঘৰৰ লৰা তাৰ ঠিক কি? গাৱঁৰ মানুহৰ গৰিহণাত ঠাই নোপোৱা হ'ব।

অতুল।—"তুমি সেই বিষয়ে ভাবিব নালাগে। তুমি জানো চিনি পোৱা নাই। সেইটো তাৰিণী ডাক্তৰীয়াৰ লৰা।" এই বুলি অতুলে ৰমণীৰে সৈতে হোৱা কথা-বাৰ্তাৰ বিশেষৰূপে কলে। আৰু কলে, "গাৱঁৰ বহুতে ৰমণীক চিনি নাপাই স'চা। কিন্তু বিশস্ত চাই ডাঙৰ-ডাঙৰ

* তেতিয়াও অতুলৰ নাম ৰমণীয়ে নেজানিছিল।

কেইটিৰ আগত ৰমণীৰ পৰিচয় দি অন্যবিলাকক টকাৰে বশ কৰিম।" চিন্তাই কলে "সেইটো সঁচা। কিন্তু ৰমণীয়ে জানে যে তেওঁৰ বাপেকে আমাৰ নিমিত্তেই বৃন্দাৱনত ফাটক খাটে। সেইবিলাক জানি-শুনি কিয় থাকিবই?" অতুলে, ৰমণীয়ে যেনেকৈ এইবিলাক কথা জানিব নোৱাৰে তাৰ বিষয় বহুত সাৱধান হৈছিল। আৰু বিশেষ জ্বৰৰ নিমিত্তে সকলো কথা ৰমণীয়ে পাহৰিছে। চিন্তাক এইবিলাক বুজাই কলত চিন্তা সন্মত হ'ল।

অতুলৰ সাৱধানবশতঃ ৰমণীয়ে নাজানিলে এই অতুলেই তেওঁৰ প্ৰতিহিংসাৰ ঠাই। পাছত যদিও জানিলে অমূল্য বা অতুল অতুলৰ নাম; তথাপি তেওঁৰ আগৰ কথা মনত নপৰিল। গতিকে কামিনী ও ৰমণীৰ বিবাহ হৈ গ'ল।

ৰমণীয়ে কোনোমতে জানিব নোৱাৰিলে যে অতুল তেওঁৰ পিতেক তাৰিণীৰ সৰ্বনাশক। আচলতে অতুলে এই কথা অপ্ৰকাশিত থাকিবলৈ বহুত যত্ন কৰিছিলো। যত্নৰ ফলো ফলিল। ৰমণীয়ে এই কথা নাজানিলে।

কামিনী ও ৰমণী দম্পতী প্ৰণয়ত সুখে দিনাতিপাত কৰিব ধৰিলে। কামিনীয়ে এদিন এটি কিবা গল্প ৰমণীক পঢ়ি শুনাইছিল, তাতে 'প্ৰতিহিংসা' এই শব্দটি চাৰিবাৰ মান একে-লগে আছিল। ৰমণী আগেয়ে পিতেকৰ অপমানৰ কথা আদি সকলো পাহৰিছিল। 'প্ৰতিহিংসা' শব্দটি যেন তেওঁ হঠাৎ কি স্মৰণ কৰিলে। যেনেকৈ ভূঁইকঁপ অহাৰ আগত তাৰ বিষয় অলপো নাজানি অথচ হঠাৎ একেবাৰে সমুদয় পৃথিৱীতে তোলপাৰ লাগে, সেইদৰে ৰমণীৰ আগেয়ে এই বিষয় অলপো মনত নাছিল, হঠাৎ সকলো কথা মনত পৰিল। ৰমণীয়ে মনত কৰি কৰি কান্দিবলৈ ধৰিলে। কামিনীয়ে ৰমণীৰ হঠাৎ এনে পৰিবৰ্তন দেখি বৰ আচৰিত হল, আৰু "যদি সুধিলে কিয় তেওঁ হঠাতে এনেকৈ কান্দিছে। ৰমণীয়ে বহুত পৰৰ মূৰত কান্দিব এৰি কব ধৰিলে, যদি শুনিবা তেনেহলে শুনা—মোৰ পিতাৰ নাম আছিল তাৰিণীমোহন তেওঁ আমালোকৰ গাৱঁত ধনী, মানী আৰু গণ্য, মান্য লোক আছিল। তেতিয়া অতুলচন্দ্ৰ নামে এজনা মুন্সেফ্ আছিল। অতুলে যৌৱনৰ গৰ্বত কাকো কেটাহি নকৰিছিল। মোৰ পিতাৰো সেই সময়ত যৌৱন, অৰ্থাৎ তেতিয়া তেওঁ ২০।২৫ বছৰীয়া। কোনো এদিন এটি সামান্য কাৰণৰ নিমিত্তে অতুলচন্দ্ৰ মুন্সেফ্ আৰু পিতাৰ লগত এটি কাজিয়া হয়। তেতিয়াৰ পৰা অতুলৰ সদায় চেষ্টা কেনেকৈ পিতাৰ অধঃপতন হয়। লাহে লাহে মনৰ আবেগ সম্বৰণ কৰিব নোৱাৰি অতুলে পিতাৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰে। পিতা ধনী, মানী মানুহ; অতুল ৰাজঘৰৰ বিষয়া; সুতৰাং অতুলক বহুতে এই বিষয় সহায় কৰিলে। এদিনাখন ৰাতিপুৱা উঠি দেখে আইৰ ডিঙি দুডোখৰ হৈছে। তৎক্ষণাৎ পুলিচ্ আহিল। পিতাৰ চালান হ'ল। যিবিলাক আমাৰ শত্ৰু আছিল সিহঁতে নানা প্ৰকাৰৰ কল্পনা কৰি কৰি পিতাই যে হত্যাকাৰী এনেকৈ এটি কথা প্ৰকাশ কৰিলে। অতুলৰ ষড়যন্ত্ৰত এই কাম হৈছে। অতুল বিচাৰপতি; তেওঁৰ সহায়কাৰীসকল সাক্ষী। মোকৰ্দ্দমাত পিতাৰ বিপৰীতে বিচাৰ হ'ল। জজ-কোৰ্টলৈ ৰিপোৰ্ট গ'ল। তাত পিতাৰ প্ৰাণদণ্ডৰ আদেশ হ'ল। হাইকোৰ্টত প্ৰাণদণ্ডৰ পৰিবৰ্তে যাবজ্জীৱন কাৰাবাস আদেশ হ'ল। পিতাই আৰু এই কষ্ট সহিব নোৱাৰি খুটাত মূৰ মাৰি ইহলোক পৰিত্যাগ কৰিলে। মোৰ তেতিয়া বয়স দুই বছৰ মাথোন। এই সুযোগতে অতুল আৰু তেওঁৰ সহায়কাৰী সকলে পিতাৰ সমুদয় সম্পত্তি কৌশলেৰে নিলে। মোক এজনী গাৱঁৰ তিৰোতাই

প্রতিপালন কৰিছিল। তেওঁৰ মুখৰ পৰা মই এই কথা শুনিছোঁ। ভাবি চোৱাঁ ই কেনে দুখৰ কথা! বিশেষ বৰ্ণাই কব নোৱাৰো।" এই বুলি ৰমণীয়ে কান্দিলে। পাছত তেওঁ চকুমুখ ৰঙাকৈ কলে, 'কামিনী' মই ইয়াৰ প্ৰতিহিংসা লম। অতুল কোন নিজে কব নোৱাৰেঁ। দোষী কোন নিজে নাজানো। কালীদেৱীৰ আগত সেৱা কৰি জনাম—মাতঃ! দোষীক দণ্ড দিয়া। এতিয়া তুমি মোৰ পত্নী। মোক এই বিষয় সহায় কৰা। মোৰ লগত মহামায়াৰ মন্দিৰলৈ আহা, কামিনীয়ে আথে বেথে ক'লে, শুনক! শুনক! এই অপৰাধৰ অপৰাধী মোৰ পিতা। তেওঁৱেই অতুলচন্দ্ৰ। তেওঁক ক্ষমা কৰক। মোক চাই অন্ততঃ পিতাক ক্ষমা।"

"ক্ষমা! ক্ষমা! এনে দুৰাত্মাক ক্ষমা! দোষী কোন নাজানো। গতিকে মহামায়া মোৰ বিচাৰ-কৰ্তা। যদি মোৰ ধৰ্মত সহায় হোৱা আহা।" এই বুলি ৰমণী বেগেৰে ঘৰৰ বাজ হৈ গ'ল। কামিনীও পিছে পিছে গ'ল।

পুৱাৰ সূৰ্য্যৰ ৰঙলীয়া জেউতি চাৰিওদিক ৰঙিছে। চাৰিওপিনে মৃদু মধুৰ পবন হিল্লোল। নিশা-শেষে উষা দেৱী হাঁহি জগতত ভৰি দিছেহি।

ৰমণী কামিনীৰে সৈতে মহামায়াৰ মন্দিৰ পিনে গৈছে। ৰমণীৰ মৃদু মধুৰ হাঁহি। মনত ভাবিছে, "কালিকে মহামায়া! তুমি আজি মোৰ বিচাৰপতি। যদি আচলতে কোনোবা দোষী তাক দণ্ড দিবা। মাতঃ! মোৰ প্ৰাৰ্থনা যেন তোমাৰ অনুগ্ৰহত ন্যায়মতে কাম হয়।" আনন্দে পতি-পত্নী মহামায়াৰ মন্দিৰত সোমাল। সোমাই দেখিলে আৰু কি ভীষণ দৃশ্য! তেজেৰে সমুদায় মন্দিৰ ৰঞ্জিত। চাৰিওপিনে ৰক্ত আৰু তেজ। ৰমণীয়ে আনন্দতে হাঁহি হাঁহি ক'লে "মহামায়া! প্ৰতিহিংসা! মই চৰিতাৰ্থ হলোঁ।" কামিনী ও ৰমণী দুয়ো ভালকৈ চাই দেখিলে, অতুলচন্দ্ৰ ও চিন্তাৰ মূৰ মাটিত পৰি আছে। ৰমণীয়ে দেখি ৰৰকৈ হাঁহিলে। হাঁহি হাঁহি কলে, "প্ৰতিহিংসা! প্ৰতিহিংসা! কালী! পাপ বিনাশিনী! জগন্মাতঃ। তুমি আচল বিচাৰ-কৰ্তা, পিতৃ-বৈৰী নিপাত হ'ল দেৱী। মোৰ প্ৰতিজ্ঞা পূৰ্ণ এতিয়া। কালিকে! মহামায়া! তুমি অনন্তা! তোমাৰ মহিমা অনন্তা। এই দীন পুত্ৰৰ প্ৰতিজ্ঞা পালন। প্ৰতিহিংসা চৰিতাৰ্থ হ'ল। এতিয়া প্ৰতিজ্ঞা পূৰণ।" এই বুলি দেৱীৰ হাতৰ খড়্গাৰে নিজৰ গলত ঘা মাৰি ৰমণী মৰিল। কামিনী দেখি শুনি অবাক্। কামিনী কব নোৱাৰিলে স্বপ্ন নে আচল। তথাপি পতি, পিতা-মাতা বিয়োগত অধীৰা হৈ সেই খাণ্ডাৰে নিজক দেৱীৰ আগত বলি দিলে। মন্দিৰত ৰক্তৰ নদী বহিল।

প্ৰতিহিংসা! তোমাৰ অদ্ভুত মহিমা! তোমাৰ দ্বাৰা নহৰ পাৰে কি!*

* আসাম-বান্ধৱ, প্ৰথম বছৰ, দশম সংখ্যা, শাওন, ১৩১৭ চন

# চিনাকী

( ১ )

আবেলি চাহটোপা খাই কাপোৰ-কানি পিন্ধিব ধৰিছোঁ—অলপমান ফুৰি আহিবৰ মন। এনেতে আলিৰ পৰা মাত লগালে; "কি কৰিছাহে এতেখিনি পৰ। নেমাতাই চোন!" খিৰিকীৰে চাওঁ ৰামদাস। "ৰবা অলপমান" এই বুলি খৰধৰকৈ ফুৰিবলৈ ওলালোঁ; দুয়োৰো সেইপিনা ফুৰিবলৈ যোৱাৰ কথা আছিল।

( ২ )

ৰামদাসৰ লগত তাহানি কলেজতে চিনাকী। দুয়ো একেলগে পঢ়িছিলো; আৰু কেটামান দিন একেলগে একে মেছতে একে কোঠালীতে থাকিছিলোঁ। তেওঁ বি-এ কি এফ-এ পাছ কৰি এতিয়া ডাঙৰ চাকৰি কৰিছে অলপতে বদলি হৈ আমাৰ চহৰখনলৈ আহিছে মাথোন। আমাৰ ফালে হলে পঢ়া-শুনা কৰিবলৈ নহল। এতিয়া পিতাৰ-ওকালতিৰ ধনৰ ভাগ লওঁ; আৰু ইফালে সিফালে কৰি খাজনাপাতি মাৰি কোনোমতে পেটৰূপী জনাৰ্দ্দনাৰ পূজাসেৱা চলাওঁ। মুঠতে ৰামদাস সম্ভ্ৰমী লোক, মই হলে বাজে মাৰ্কা। যি কি আমাৰ কলেজৰ দিনৰ বন্ধুত্ব গুচা নাছিল। কিন্তু দুখৰ কথা, তেনে বন্ধুত্ব থকাও নাছিল। নথকাত নে মোৰ বা ৰামদাসৰ কিবা দোষ আছিল তেনে নহয়। আমি ভাল-বেয়া শুভ-অশুভ একো নাজানো আৰু নামানো। আমাৰ শাস্ত্ৰই সৰু ডাঙৰ কথা নকয়। সকলোকে সমান কৰি সমানভাবে সকলো ঠাইতে খাই ফুৰিবলৈ আমাৰ আপত্তি নাই। কিন্তু এই সমাজটো চকু চৰহা কুঠাৰৰ কাণ নমনা অথচ বেজীৰ জলঙা মনা, নাইবা চকুত চলিহাই ধৰা বুঢ়া সমাজটো। ইয়াৰনো কোনে সহিবা সিমান। ইয়াৰ অত্যাচাৰত আমাৰ আৰু কতো শাস্তি নহল। এই বুঢ়া সমাজটোৰ ভয়তেই কঁপি চলি ফুৰিবলগীয়া হোৱাত আমাৰ দুটাৰ ভিতৰত আগৰ দৰে বন্ধুত্ব থকা নাছিল।

( ৩ )

ৰামদাসৰ পিতাকে তাহানি গোৱালপাৰা জিলাৰ কোনোবা জমিদাৰীত কোনোবা এজন জমিদাৰৰ তলত নায়েব নে নাজিৰ এনে কিবা এখন বিষয় খাইছিল। তেওঁ হেনো কেনেবাকৈ কেতিয়াবা কৰবাৰ এজনী ছোৱালী তুলি-তালি ঘৰতে ডাঙৰ-দীঘল কৰিছিল। আমাৰ শাস্ত্ৰ মতে "অজ্ঞাতকুলশীলস্য বাসোদেয়ো ন কস্যচিৎ" কথাটি মনাটো নায়েব নে নজিৰ বিষয়খোৱা ৰামদাসৰ পিতাকৰ উচিত আছিল। সেইটো নমনাৰ গুণত, সেই বিড়ালতপস্বী ৰূপিনী ছোৱালী-জনীয়ে ৰামদাসৰ বুকুৰ মাজত লুকুৱাই থোৱা প্ৰেমৰ ভাৰকেইটা এটা এটাকৈ ঠগামিৰ কাৰবাৰ কৰিলত ৰামদাসে সময় থাকোতে জৰদগৱৰ দৃষ্টান্ত নলৈ সেই ছোৱালীজনীৰে শৰণাগত হল; আৰু দুয়ো পলাই পতং মাৰিলে। তেতিয়া তেওঁ চাকৰি পোৱা ডাঙৰ মানুহ। সুতৰাং কাৰো

মুখলৈ নেচাই নিজৰ আয়েৰেই খাই লৈ থাকিল। কিন্তু গোটেইখন আসামতে হুলে তোলপাৰ লাগি পৰিল অমুক বি-এ এনেহে কৰিলে, অমুকে তেনেহে কৰিলে ইত্যাদি।

খিহক সকলোৱে ৰামদাসক ঘিণৰ চকুৰে চোৱাত পৰিল। সেয়েহে নিতান্ত নিৰুপায় হৈ বেচেৰা ৰামদাসেও সকলোকে ঘিণৰ চকুৰে চাবলৈ বাধ্য হল। গতিকে যেতিয়া ৰামদাস আমাৰ পিতৃৰ দিনৰ পুৰণি সমাজৰ ধাৰখোৰা চহৰখনলৈ বদলি হল, তেতিয়া এটা হুলস্থুল কাণ্ড লাগি পৰিল। তাতে আমাৰ পিতৃ-দেৱতা সমাজৰ বৃদ্ধ। সুতৰাং নেতা, আৰু সেয়েহে মানুহক আলাগ-নিলগ কৰা আৰু দোষ-গুণ বিচাৰ কৰি অৱস্থানুযায়ী ব্যৱস্থা কৰা ভাৰটো তেওঁৰ হাততেই আছিল। তেওঁ খাচ পুৰণা চহৰবাসীৰ ভিতৰুৱা সমাজটোক সাৱধান কৰি দিলে যেন কোনোৱে ৰামদাসৰ লগত জুই পানী ব্যৱহাৰ নকৰে। মোক তেওঁৰ সহপাঠী বুলি জানি মোৰ ওপৰত সেই হুকুম আৰু অলপ কাৰাকৈয়ে জাৰি হল।

সেই দেখিয়েই ৰামদাস লাহে লাহে আলিৰ পৰা মাতিলে ঃ আৰু ময়ো কোনোৱে নেদেখাকৈ ওলাই আহি বৰ বেগেৰে গৈ চহৰৰ বাহিৰ পালোঁহি।

( ৪ )

"আচ্ছা ভায়।" তুমি যে তাহানি কলেজত থাকোঁতে তোমাৰ সৰু ভনীয়েৰা এজনীৰ কথা কৈছিলা, তেওঁক কত বিয়া দিলা হে! সেইবিলাক কথা ইমান নতুন যেন লাগে যেন কালি পৰহিৰ হে—অথচ সি আজি ১৪।১৫ বছৰৰ কথা।

"সুলিয়াবা সেইবোৰ কথা ভাই।" এই বুলি মই সেই দুখৰ কাহিনীৰ মোনা ৰামদাসৰ আগত মেলিলোঁ। কেনেকৈ মাই আৰু পিতাই কামাখ্যা চাবলৈ আহিব খোজাত ময়ো তেওঁবিলাকৰ লগত আহিবলগীয়া হৈছিলোঁ; মালতী তেতিয়া সৰু ১৫।১৬ বছৰীয়া; কেনেকৈ মালতীয়েও আখুটি ধৰিলে কামাখ্যালৈ আহিবলৈ, কেনেকৈ নাও এখন লৈ আহিলোঁ; আহিবৰ ফিৰা দিনা কেনেকৈ ব্ৰহ্মপুত্ৰত বৰ ধুমুহা উঠিল; আমি থকা নাওখন কেনেকৈ ডুবিল; আমি কথমপি কেনেকৈ অলপ পৰ ভাহি থকাৰ পাছত তোমাৰ নাৱে আহি আমাক তুলিলে; আজলী মালতীক কেনেকৈ অকালতে অকূল পানীয়ে গ্ৰাস কৰিলে। সকলো কথা কলোঁ! সেই অতীতৰ দুখ মনত পৰাত নজনাকৈয়ে চকুত এটোপা পানী আহিল সেই পুৰণা দুখৰ স্মৃতিয়ে মনত শোকৰ নতুন আবেগ তুলি দিলে। আজলী মৰমৰ মালতীক কেনেকৈ পাহৰিম—তাইৰ সেই আখুটি, ধুমুহাৰ দিনা ভয়ৰ আৰ্তনাদ, পানীৰ পৰা উদ্ধাৰৰ অৰ্থে ব্যৰ্থ কাকুতি, এইবিলাক কথা পাহৰিবৰ নে? মোৰ লকেতে মালতীৰ সৰু এটি ছবি আঁৰি থৈছিলোঁ, সেই স্মৃতিৰ পট সেই অৰ্থহীন প্ৰতিকৃতি ৰামদাসক দেখুৱালোঁ; আৰু সেই ছবি চাই আকৌ এবাৰ কান্দিলোঁ, আৰু এবাৰ শোকৰ ঢৌৱে আকুল কৰি ধৰিলে।

( ৫ )

"আহা, ভাই; আমাৰ ঘৰতে চাহ এটোপা খাই যাবা। আজি ইমান দিনে একেলগে একো খাব পোৱা নাই। এতিয়াহে মোৰ মৰণ! মোৰ তো আপত্তি নায়েই। কিন্তু মানুহে

দেখিলে! পিতায়ে শুনিলে! মোৰ চোন বিলাইৰ কথাকে নকওঁ। পিতাৰ কি অৱস্থা হ'ব! তেওঁৰ দেখোঁ সমাজৰ আগত নাক উলিয়াবলৈ টান হ'ব। খাবলৈ ইচ্ছা নাই, পেটৰ অসুখ ইত্যাদি কেবাটাও অছিলা দেখালোঁ। কিন্তু ৰামদাসে যেতিয়া কলে, "বাৰু থোৱা তোমাৰ অসুখ। মই আচল কাৰণটো জানো! তোমাৰ জাত যায় হয় সেয়েহে এৰা, এইবাৰ কথা কলেজত নো কি শিকিছিলা! তাহানি নো লেকচাৰ ফেক্‌চাৰ দি এতিয়া এনেটো ভেবেলাচন্দ্ৰহে হ'ব খুজিছা নেহে! তেতিয়া আৰু কি উপায়! মৰণত শৰণ দি অগত্যা গলোঁগৈ। তেওঁৰ ঘৰৰ ওচৰ পোৱাত ইফালে সিফালে চাই কোনোৱে নেদেখাকৈ সোমাই পৰিলোঁ।

( ৬ )

তাৰে ফিৰাদিনা মই ৰামদাসৰ ঘৰৰ পদূলিতে—ৰামদাসো মোৰে ওচৰত। এনেতে এখন ঘোঁৰাৰ গাড়ী তাতেই থিয় হলহি ; আৰু তাৰ ভিতৰৰ পৰা হিন্দু সমাজৰ অগ্ৰণ্য মোৰ পিতা আৰু আই ওলাই আহি ৰামদাসৰ ঘৰত সোমাল।

( ৭ )

ৰামদাসে কলে, "হায়! আপোনালোকে যিখিনি কৈছে তাৰ পাছতেহে মোৰ কথাৰ আৰম্ভ। আমিও সেই সময়তে কামাখ্যা চাবলৈ আহিছিলোঁ। মোৰ বেছ মনত আছে, ফাগুন মাহ ; অৰ্দ্ধোদয়া যোগ। ধুমুহাৰ আগন্তুক দেখি কামাখ্যাৰ ওচৰৰ বালিতে আমাৰ নাৱৰীয়াই নাও বান্ধিছিল। ধুমুহাৰ পাছতে বালিত দেখিলোঁ ছোৱালী এজনীৰ মৰা শ। অলপ চেষ্টা কৰাত জীয়া দেখা পাই লৈ গলোঁ। সেয়ে আপোনালোকৰ চেনেহৰ মালতী।" মালতীও তাতেই বহি আছিল? ৰামদাসে এই বুলি চকুৰে-মুখে ভৰা আনন্দেৰে মালতীৰ ফালে চালে। মালতীয়ে সেই আনন্দ আৰু জয়োল্লাসতে নিজৰ মিচিকিয়া হাঁহিৰে সোনালী কিৰণ এছাটি সানি ওৰণি টানি দি আনন্দতে ভিতৰলৈ উঠি গল।*

* ৰচনাকাল ১১।১।১২। ছিপাঝাৰ

# চিৰকুমাৰ

মিষ্টাৰ বৰুৱা চিৰকুমাৰ। ইংৰাজী-জনা পাঠকে হলে Bachelor (বেচেলৰ) বুলিলে বেছি সহজতে বুজিলেহেঁতেন। কিন্তু দুৰ্ভাগ্যক্ৰমে অসমীয়া কথা পঢ়োঁতা অনেকেই ইংৰাজী নাজানে। সি যেয়ে নহক মিষ্টাৰ বৰুৱা চিৰকুমাৰ। ইংৰাজীত কব গলে a jolly bachelor—তেওঁৰ কতো একো চিন্তা নাই। নিৰ্বিকাৰ, নিৰাসক্ত সন্ন্যাসী।

চিৰকুমাৰ মিষ্টাৰ বৰুৱা আজিকালি এজন ডাঙৰ বিষয়া—ডাঙৰ বোলোতে অলপ-সলপ ডাঙৰ নহয়—মিষ্টাৰ বোলাব পৰা ভব্য ডাঙৰ। অৱশ্যে বৰুৱাই স্কুল-কলেজত পঢ়িছিল। কিন্তু বি. এ., এম. এ. প্ৰভৃতি অৰ্থহীন ডিগ্ৰী আদি তেওঁৰ একো নাই—আছে হৃষ্টপুষ্ট সুন্দৰ বপু, বেছ ডাঢ়ি—গোঁফ নোহোৰা ঘূৰণীয়া তুলতুলীয়া মুখখন, মিহি পাতল চুলিৰ সেওঁতা আৰু হেট, কোট, পাণ্টালুন সমন্বিত। কণ্ঠত নেকটাই সুশোভিত চাহাবী পোছাক আৰু খুব চাহাবী কায়দাত ফট্‌ফট্ কৰে আখৈ ফুটা ইংৰাজী বুলি।

বৰুৱা চাহাবে—ঘনেপতি মিষ্টাৰ মিষ্টাৰ কৈ থকা অশোভন—কলিকতাৰ কলেজত পঢ়িছিল, ডাঙৰ এখন কলেজতেই, কাৰণ বৰুৱা চাহাবৰ পিতৃ-চাহাব বেছ আঢ্যৱন্ত স্বচ্ছল অৱস্থাৰ মানুহ আছিল। আৰু তেতিয়াৰে পৰা বৰুৱা চাহাব চাহাব আছিল, কাৰণ ঘৰত চাহৰ বাগিচা থকাত তেখেতৰ পিতৃও চাহাবেই আছিল। চাহৰ চাহ আৰু বাগিচাৰ বা আহি বাৰ আকাৰ হুত যোগ হৈ চাহাব শব্দ নিষ্পন্ন হৈছে নে নাই সি ভাষাবিদ্ পণ্ডিতসকলে ভাবিবলগীয়া বিষয়—আমাৰ প্ৰদেশৰ অৰ্থাৎ Province-ৰ বাহিৰ। কলেজত থকাৰ পৰা তেওঁৰ মত, যে বিবাহ বা বিয়া এটা অনাৱশ্যক বোজা। ইয়াৰ পৰাই সংসাৰত যত পাপ আৰু শোকৰ আবিৰ্ভাৱ হৈছে। যি ঠাই যিমান উন্নত তাত বিবাহ-বন্ধন সিমান কম; আৰু যি মানুহ যিমান সভ্য তেওঁ বিবাহৰ প্ৰতি তিমান স্পৃহাহীন। অৱশ্যে অসভ্য সমাজতো বিবাহ-বন্ধন কম। সেইটোৱেই বৰং প্ৰমাণ কৰে যে Two extremes always meet বা extreme civilisation borders on extreme savagery; এই কথাটোই cycle টো complete কৰে মাথোন। ইংৰাজী নজনা পাঠকসকলে লিখকক মাফ কৰিব। এই কথাকেইটাৰ অসমীয়া তৰ্জমা কৰিলে এনে হয়—যে চৰম অসভ্যতা আৰু চৰম সভ্যতাৰ মিল আছে; আৰু ইয়াৰ পৰাই এই সভ্যতা-অসভ্যতাৰ চক্ৰটো সম্পূৰ্ণ হয় তাকেহে প্ৰমাণ কৰে। এইবিলাক কাৰণত মিষ্টাৰ বৰুৱাই বিয়া কৰোৱা নাই—আৰু তেওঁৰ প্ৰতিজ্ঞা বিয়া নকৰাবও। তেওঁ চিৰদিন কুমাৰ হৈ থাকিব।

(২)

ঠাই—আগামৰ এখন নগৰ, দৃশ্য—সোমধৰ উকীলৰ চৰাঘৰ—অৰ্থাৎ আজিকালিৰ মুখঘৰ বা পোৰ্টিকো। সময়—আবেলি কাছাৰীৰ পৰা আহি জলপান আদি খাই ফুৰাৰ পৰত।

সোমধৰ ডেকা উকীলৰ পোর্টিকোৰ টেবিলখনত এটা সৰু পার্চেল আছিল ধুনীয়াকৈ বান্ধা আৰু শিৰোনামা লিখা কাগজখনো চিত্ৰ-বিচিত্ৰ। বৰুৱা চাহাব আহি পোর্টিকোত টেবিলৰ ওচৰতে ৰহিল; ৰহি পার্চেলটো দেখা পালে! দেখা পাই হাতত ললে; লৈ চালে; চাই দেখিলে যে পার্চেলটো কলিকতাৰ থেকাৰ স্পিঙ্ক কোম্পানীৰ পৰা অহা। এনেতে বৰুৱা চাহাবৰ সহাঁৰি পাই উকীল ওলাই আহি ওচৰৰ আৰু এখন চেয়াৰত বহিল। বৰুৱা চাহাবে সুধিলে—"কি হে এইটো? Thacker Spinkৰ পৰা কিবা কিতাপ অনালা নেকি?

উকীল—ওঁ, সেইটো পালা হব পায়? থৈ দিয়া বাৰু; কিতাপ নহয়!

বৰুৱা—কিনো বাৰু কোৱাচোন?

উকীল—একো নহয় হে, থেঁৰা!

বৰুৱা চাহাবে দেখিলে যে উকীলে কি বস্তুটো থৈছে নকয়; গতিকে তেওঁৰ বস্তুটোৰ কথা জানিবৰ বেছি ইচ্ছা হল। গতিকে সোমধৰ ডেকা উকীলৰ আক্ৰান্তি সত্ত্বেও, বৰুৱাই নিজে পার্চেলটো খোলাত, ভিতৰৰ পৰা ওলাই পৰিল crown parchment pieric, carrova white প্ৰভৃতি অতি সুন্দৰ ধুনীয়া, চিঠি লিখা কাকত আৰু খাম। তেতিয়াহে বৰুৱা চাহাবৰ কথাটো ভালকৈ গম হল। "অ' বাৰু বুজিছো" বুলি বৰুৱাই ৰহস্যৰ হাঁহি হাঁহিলে। উকীলেও সেই চেৱতে আহি কাকতখিনি গোটাই একেলগে ঘৰৰ ভিতৰত থৈ আহিল।

দেখা গল যে বৰুৱা চাহাবে কথাষাৰ বুজিলে। কিন্তু আমাৰ পাঠকসকলে বুজিলে জানো? বুজিবলৈ প্ৰাচীন ইতিহাস অলপ জনাৰ আৱশ্যক। কলিকতাত পঢ়োতে সোমধৰ ফুকন আৰু মিঃ জি. বৰুৱা দুয়ো একে মেছতে আছিল—অৱশ্যে একে কলেজত পঢ়া নাছিল। চিৰকুমাৰ সম্মিলন বা Bachelors' League-ৰ কর্তা এওঁলোক দুজনেই আছিল; আৰু দুয়ো ঠিক কৰিছিল যে এই লীগৰ যি সভ্য হব তেওঁ—(ক) সকলো বিষয়ত উদাৰ মতাৱলম্বী হব লাগিব; (খ) চিৰকাল কুমাৰ ব্ৰত লৈ থাকিব লাগিব; আৰু (গ) দেশৰ কাৰণে গোটাই জীৱন উৎসর্গ কৰিব লাগিব। এসময়ত Bachelors' League ৰ প্ৰায় ২০।২৫ জন মান সভ্য হৈছিল। আজি বহুদিনৰ মূৰত নগৰত তাৰে দুইজন সভ্যৰ সম্মিলন।

কিন্তু কালৰ চক্ৰত ইয়াৰ এজনে—অর্থাৎ উকীলে ব্ৰত ভাঙিব লগীয়াত পৰিল—তেওঁ বিয়া কৰাইছিল। আজি প্ৰায় মাহেকৰ কথা উকীলৰ নতুন ঘৈণীয়েকে গোটাইখন ঘৰ পোহৰাই চাৰিওফালে আনন্দৰ ঢৌ তুলি উকীলৰ ঘৰত স্থিতাপি লাগিছে। অৱশ্যে উকীলৰ ব্ৰত-ভঙ্গৰ এটা বিশেষ কাৰণ আছিল—মাতৃভক্তি! বুঢ়ী মাকে উকীলক বিয়া কৰাবলৈ ইমানকৈ লাগিল যে তেওঁ বিয়া নকৰাই নোৱাৰিলো; মাতৃৰ আদেশ লঙ্ঘনতকৈ ব্ৰত-ভঙ্গই ভাল। অৱশ্যে মাকে উকীলক আৰু কিছুমান কৰিবলৈ মানা কৰিছে—যেনে—ডাক বঙলাৰ খানা খোৱা, আজি-কালি মিঃ বৰুৱাৰ লগত; দোকানৰ পাউৰুটি আৰু বিস্কুট খোৱা ইত্যাদি। কিন্তু সেইবোৰ উকীলে এৰিব পৰা নাই কাৰণ শনৈঃ হে পর্বত লঙ্ঘনম্! প্ৰথম বাৰু বিয়াকে কৰাইছে—এই জানো কম!

ডেকা উকীলৰ গাভৰু ঘৈণীয়েকে লিখা-পঢ়া জানে। বিয়াৰ আগত সোমধৰ ফুকনে যে কেতিয়াবা নোটপেপাৰ নামধেয় কোনো পৰিষ্কাৰ কাগজত চিঠি লিখিছিল এনে কাহিনী জনা

নাথায়। তেওঁৰ চিঠিৰ কাকত, বাল্লিকাকত আৰু খাম আৱশ্যকমতে ডাকঘৰৰ দুই পয়চারালা। গতিকে Thacker Spinkৰ পৰা কাকত অনা কথাটোও বুজিবৰ অনেক আছিল আৰু এই অনেকখিনি বৰুৱা চাহাবে বুজি পোৱাই কৈছিল, "অ' বাৰু বুজিছো" আশা কৰোঁ। আমাৰ পাঠকৰ ভোট এতিয়া বৰুৱা চাহাবৰ কালে দিব পাৰা হৈছে'।

( ৩ )

আসামৰ নগৰত কলিকতাৰ বেৰিষ্টাৰ আহা কথাটো কিছু অসাধাৰণ। যি হক বৰুৱা চাহাবৰ ঘৰত আজি খানা-খাওঁতা চাহাব নিজে, সোমধৰ ডেকা উকীল (গোপনে) আৰু কলিকতাৰ সুপ্ৰসিদ্ধ নহলেও প্ৰসিদ্ধ বেৰিষ্টাৰ মিঃ কেঃ চক্ৰবৰ্ত্তী। নগৰত এটা ডাঙৰ Session মোকৰ্দ্দমা লাগিছিল। প্ৰতিবাদী বা আসামীৰ পক্ষৰ পৰা দিনে ৩০০৲ টকা কৈ দি চক্ৰবৰ্ত্তী চাহাবক আনা হৈছিল; তেওঁক Instruction অৰ্থাৎ উপদেশ দিবলৈ; আন আন উকীলৰ মাজত সোমধৰ ডেকা উকীলো আছিল।

আসামীৰ পক্ষৰ বেৰিষ্টাৰ আহি হাকিমৰ লগত থকা অশোভন, আৰু বৰুৱা চাহাব চক্ৰবৰ্ত্তীৰ Class friend হোৱা সত্ত্বেও তেওঁ এই অপৰাধ নকৰি ডাক বঙলাতে আছিল। পাছে কলেজত পঢ়া দিনৰ বন্ধুতা, তাতে ইমান দিনৰ মূৰত আসামত সন্মিলন, সুতৰাং আজি বৰুৱা চাহাবে তেওঁক ডিনাৰলৈ মাতিছিল।

খোৱা-লোৱা, সাজ-সজ্জা আটাইখিনি চাহাবী বোধকৰোঁ। তলখাপৰ চাহাবী; কাৰণ ওপৰ খাপৰ কৰিবলৈ যোৱা তিনিশ টকীয়া হাকিমৰ আয়ৰ বহুতো ওপৰত! ডাক বঙলাৰ খানচামা এটা আহি ভিতৰত সকলো দিহা-পোহা কৰি দিছে। অৱশ্যে serve কৰিছে হাকিমৰ নিজা চাকৰেই, দীঘল জামা পিন্ধি; হাকিমৰ বগা বঙৰ চাপকান এটাও আজি এই উপলক্ষ্যে চাকৰ এটাই দান পাইছে। খোৱা-লোৱাৰ ধৰণ কাৰণে। চাহাবী-কায়দা সম্মত! মুঠতে কাঁটা আৰু ছুৰিখন লৈ ডেকা উকীলৰ অলপ বিপদ হৈছে। তাক ভদ্ৰতাৰ খাতিৰত কোনোৱে লক্ষ্য নকৰাই ভাল। আলাপ, হাঁহি, কথাবাৰ্ত্তা—তাতো চাহাবী কায়দা। কথা পাতিছে সৰহখিনি বঙলাতেই। পাৰ্য্যমানে ডেকা উকীল আৰু মিঃ বৰুৱাৰ ভিতৰত স্বকীয়াকৈ আলাপ হোৱা নাই। ভয়, যদি অসমীয়া ওলাই পৰে! হলেও তেতিয়া ইংৰাজীত হৈছে! আমি যি আলাপৰ অংশ তলত দিলোঁ সি অসমীয়া ভাষাত ভাঙনি হে।

বেৰিষ্টাৰ—চাবাচ, বেবো! তোমাৰ Principleটো খুব ঠিক! এইটো কি জানা নে? এইটো টো খেয়াল what they call a whim-অৱশ্যে বিলাতত বেলেগ কথা। যতে লাগে তাতে এজনী সুন্দৰী গাভৰু লগ পাবা। কলিকতাৰ সমাজো এই বিষয়ত বৰ উন্নত—অপেক্ষাকৃত। কিন্তু পঁচা পাৰাগাৰ'ত well how can you live without wife! life is so dry here.

সোমধৰ—ঠিক কৈছে আপুনি। ময়ো মোৰ বন্ধুক সদায় এইদৰে কৈ আহিছোঁ। কিন্তু তেওঁতো কোনো যুক্তি শুনেনে।

মিঃ বৰুৱা—এই ভদ্ৰলোক Bachelors' League কৰোঁতে মোৰ সহায় আছিল। তেওঁ এতিয়া পলাতক।

বেৰিষ্টাৰ—তুমিও পলাতক হোৱা উচিত! এটা খেয়ালত বন্ধ হৈ থাকি জীৱনৰ সুখও জলাঞ্জলি দিছে। You must be a great fool, Barrow.

মিঃ বৰুৱা—তোমালোকে যিয়েই কোৱা—মোৰ প্ৰতিজ্ঞা মই নেৰোঁ। অৱশ্যে ময়ো বুজিছোঁ যে এনে আদৰ্শ সংসাৰৰ উপযোগী নহয়; আৰু সম্ভৱতঃ এজনী মাইকী মানুহ থাকিলে জীৱনটো সৰস হয়। তথাপিতো my word once given must be kept.

বেৰিষ্টাৰ—বেছ, But you are not an immaculate young man you know.

মিঃ বৰুৱা—Oh, that's a separate matter, altogether. অৱশ্যে তিৰোতাৰ মিহি মাতৰ লেনিয়াই কোৱা কথা, আৰু খোজ দিলেই নাচি নাচি উঠা সৌন্দৰ্য্য বৰ ভাল, বৰ হেপাহ কৰিবলগীয়া বস্তু। কিন্তু তাৰ লগে লগে গৃহস্থালীৰ কষ্টবোৰ সয় কোনে! Women, you know, are a great handicap to one's progress. সিহঁতৰ যত্ন লওঁতেই তুমি হাৰবাণ।

বেৰিষ্টাৰ—তোমাৰ মত কি তেনেহলে? কোনোৱে বিয়া কৰাব নাপায়?

মিঃ বঃ—কেলেই নাপাব। যিবোৰে দেশৰ একো কৰিব নোৱাৰে, সেইবোৰে বিয়া কৰাওক; সন্তান উৎপাদনো দেশৰ পক্ষে আৱশ্যক!

বেঃ—তুমি নো দেশৰ কি কৰিছা?

মিঃ বঃ—মই কৰিব পৰা নাই সঁচা। কিন্তু আগেয়ে নিজে যোগ্য শক্তিমান, অৰ্থবান হলে হে কৰিব পাৰি। I am collecting materials with a view to future work.

এইদৰে অনেক কথোপকথনৰ ভিতৰত খানা শেষ হল। পাছদিনা বেৰিষ্টাৰ ট্ৰেনত উঠিল। মিঃ বৰুৱা আৰু ডেকা উকীল ষ্টেচনলৈ আহিল। ট্ৰেন এৰি দিয়াত যথাযথ কৰমৰ্দ্দনৰ পাছত বেৰিষ্টাৰে কলে—"Remember Barrow, I expect you during the 'mas. There will be enough to enjoy." বৰুৱা চাহাবে কলে—"Thank you I will try." ট্ৰেন গল। এওঁবিলোকো ঘূৰি আহিল। কবলৈ পাহৰি যাব পাৰো বেৰিষ্টাৰ আনি আসামীয়ে মোকৰ্দ্দমাত জয়ী হল।

( ৪ )

এই ছেদটোৰ কথাৰ ঠাই একেবাৰে ভাটীৰ বঙলুৱা কলিকতাৰ ওচৰৰ বালিগঞ্জ। বৰদিন আছিল; বেৰিষ্টাৰ মিঃ চক্ৰবৰ্ত্তীৰ কথামতে মিঃ বৰুৱা কলিকতালৈ গৈ তেওঁৰ অতিথি হলগৈ। ঘৰটো মিঃ চক্ৰবৰ্ত্তীৰ নিজা নহয়! মাহেকত ৮৭৲ টকা দি ভাৰা কৰা। একপ্ৰকাৰে একতালা বুলিব পাৰি। কিন্তু ছাদৰ ওপৰত দুটা সৰু খোঁটালী আছে; ইয়াৰ এটাত কেতিয়াবা মিঃ চক্ৰবৰ্ত্তী বহা-মিলা কৰি সন্ধ্যাবেলা চাহ খায়; আৰু ইটো সম্প্ৰতি মিঃ বৰুৱাক থাকিবলৈ দিয়া হৈছে। ভিতৰত কাৰ্পেট পতা, বেৰত কাগজ লগোৱা নহয়; কিন্তু নীলা ৰং দিয়া। আচবাবপত্ৰ বেছ ধুনীয়া আৰু দামী। বৰুৱা চাহাবৰ ঘৰত বোধ কৰোঁ তেনে ধৰণৰ এখন বস্তুৱো নাই।

সেইদিনা এটা সৰু Garden Partyৰ বন্দোবস্ত আছিল। শিবপুৰলৈ গৈ কোম্পানীৰ বাগিছাত ( Botanical Garden ) খোৱা-বোৱা আদি কৰি গধূলি মটৰ কাৰত উঠি বালিগঞ্জলৈ ফিৰি আহাৰ কথা। চাকৰ-বেয়াৰা আদিত বাদেও ৮।১০ জন মানুহ; মিষ্টাৰ আৰু মিচেচ চক্ৰবৰ্ত্তী, মিষ্টাৰ বৰুৱা, চক্ৰবৰ্ত্তীৰ বন্ধু মিষ্টাৰ দে, মিচেচ দে আৰু মিচ্ দে আৰু মিষ্টাৰ মাহান্তি আৰু তেওঁৰ ভনীয়েক মিচ্ মাহান্তি। গাড়ীদুখনৰ এখন চক্ৰবৰ্ত্তীৰ আৰু ইখন মহান্তিৰ। মিষ্টাৰ দে আৰু মিঃ মাহান্তিও বিলাত-ফেৰত—প্ৰথমজন বেৰিষ্টাৰ আৰু দ্বিতীয়জন বেৰিষ্টাৰী পঢ়া; কিন্তু সদাগৰ। উভয়ে ধনী বাপেকৰ লৰা। চক্ৰবৰ্ত্তীৰ দৰে নিজৰ গুণত ধন আৰ্জিব লগা হোৱা নাই। দুয়োৰো প্ৰকাণ্ড প্ৰকাণ্ড "বাগানে"ৰে সৈতে দুই তিনি মহলীয়া নিজৰ নিজৰ ঘৰ। এই পাৰ্টিটো পুৰা ৮ মান বজাত ঘৰত জলপান আদি খাই মটৰ গাড়ী দুখনত উঠি Botanical Gardenলৈ গল। চাকৰ-বাকৰ আদি আগেয়ে গৈছিল।

মিষ্টাৰ বৰুৱাই এই প্ৰথম আচল চাহাবী কায়দা-কাৰখানাৰ মাজত পৰিছিল। আসামত যে তেওঁ চাহাব আছিল সি কেৱল দেখা-দেখিত হে। কাটা চামুচেৰে খাইছিল যদিও ভাত ভালিকেহে। কাৰভিং কৰা, বোষ্ট খোৱা, ছুপ্ শোহা আদি চাহাবী খানাৰ ৰহস্য তেওঁ তিমান নাজানিছিল। গতিকে গোটেই পাৰ্টিটোৰ ভিতৰত যে বৰুৱা চাহাবৰ কিছু আচহুৱা লাগিব তাত সন্দেহ কৰিবলগীয়া বা আচৰিত হবলগীয়া একো নাই। আৰু এটা সকলোতকৈ আচহুৱা লগা কথা আছিল—এই চাৰিজনী Ladyৰ সঙ্গ, মিচ্ দে আৰু মিচ্ মাহান্তিও Lady শ্ৰেণীতেই গণ্য হব পাৰিছিল—কাৰণ যদিও তেওঁলোকক আনবোৰে little girl বুলিহে কৈছিল, বৰুৱা চাহাবৰ চকুত দুয়োজনী সুন্দৰী ষোড়শী, ৰূপতে চলচলীয়া যুৱতী কাৰণ দুয়োৰো বয়স ১৬।১৭ বছৰ আন্দাজ হৈছিল। সৰুৰে পৰা বৰুৱা চাহাবে মাইকী মানুহৰ সঙ্গ পোৱা নাছিল; স্কুল-কলেজত থকা দিনত মাইকী মানুহৰ—অৰ্থাৎ নিজৰ ভনী বা মাক ব্যতীত—সঙ্গ নিষিদ্ধ বস্তু আৰু বৰুৱাৰ মাক বা ভনীয়েক কোনো নাছিল। তেওঁৰ তিৰোতা সম্বন্ধে যি জ্ঞান সি কেৱল নাটক-নভেলৰ পৰা পোৱা, আৰু নিজৰ চিন্তাৰ পৰা হোৱা! এনে অৱস্থাত তিৰোতা মানুহক দেখিলেই মনত যেন কি এটা লাজৰ ভাৱ আহে, কেনে এটা কি হয় তাক কথাৰে প্ৰকাশ কৰিব নোৱাৰি। ১৫।১৬ বছৰীয়া ছোৱালী হলেই ভবা যায় যে তেওঁ কাৰো বৈণীয়েক বা কাৰো মাক। এনে ৰূপ আৰু যৌৱন লৈ যে কোনো ছোৱালী কাৰো বৈণীয়েক নোহোৱাকৈ থাকিব পাৰে সেয়ে আমাৰ কল্পনাৰ অতীত। গতিকে তেওঁৰ বন্ধুসকলৰ চেষ্টা সত্ত্বেও আৰু সকলোৰে ইচ্ছা থকাতো, বৰুৱা চাহাবে একেলগে মন-প্ৰাণ খুলি, হাঁহি-মাতি মহিলাসকলৰ লগত কথাবাৰ্তা পাতিব পৰা নাছিল। আৰু তেওঁৰ আন আন বন্ধু-বান্ধৱৰ লগতো তিমান খোলা হৈ কথা পাতিব পৰা নাছিল। যি বৰুৱা চাহাবৰ আসামত সিংহৰ বিক্ৰম, কথা কলে মুখেৰে আধে ফুটা ইংৰাজী ওলায়, সৰু বৰ সকলোকে সকলো বিষয়তে উপদেশ দি ফুৰে—সেই বৰুৱা চাহাব এই মজত পৰি—ভেৰা-ঢাকা দি থাকিবলগীয়া হৈছিল। সেই বুলিয়েই হব পায় তেওঁৰ প্ৰতি সকালোটিৰে বিশেষকৈ তিৰোতা কেইজনীৰ বিশেষ মনোযোগ পৰিছিল।

( ৫ )

খোৱা-লোৱাৰ পাছত বকৰা চাহাবে অলপ সময় অকলে ফুৰিবলৈ মুকচুট পাইছিল। আৰু সেই ছেগতে বাগিচাৰ নিকুঞ্জ এটাৰ ভিতৰত সোমাই ফুলবোৰ চাই ফুৰিছিল—চাইছিল কিন্তু মনোযোগ তাত নাছিল, কাৰণ তেওঁ মনে মনে আন কথা হে ভাবিছিল।

ভাবিছিল এই ছোৱালীদুজনীৰ কথা। তেওঁ ধকা ঠাইত এনে দুজনী ছোৱালীৰ লগত ফুৰিব যোৱাহেঁতেন মানুহে কি বুলিলেহেঁতেন ; আৰু কেনে সুন্দৰী, বেছ পৰিষ্কাৰ ৰং, প্ৰায় মেম-চাহাবইতৰ নিচিনা ; গা গোটেইটো ভৰি পৰিছে, হাতৰ বাহু প্ৰভৃতি কেনে নিপোটল ; মুখখন যেন চাই থাকিবলৈ হে মন যায়। চুলিতাৰকে কি সুন্দৰকৈ বান্ধিছে ; আৰু পিন্ধিছে শাৰীৰ কি ঘূৰীয়া। আৰু অনেক সৌন্দৰ্য্যৰ কথা ভাবিলে—চিন্তা কৰিলে ! আটাইখিনিয়ে যেন কেনে সুন্দৰ। তেওঁ আৰু জীৱনত কেতিয়াও এনে নিঃসংকোচভাবে এনে বয়সৰ ছোৱালী দেখা নাছিল। গতিকে পূৰ্ হৰ খোজা যৌৱনৰ মতলীয়া ৰূপ তেওঁৰ মনত বৰকৈ লাগিছিল আৰু তাকে তেওঁ ভাবিছিল। বিশেষকৈ মিচ দে আৰু মিচ মাহান্তিৰ কোনজনী বেছি সুন্দৰী। ভালৰ নো শ্ৰেণী বিভাগ কৰিবা কি ; তেওঁ মিচ মাহান্তি কিছু পাতল আৰু দীঘল, মিচ দে হৃষ্টপুষ্ট গোল-গাল ; আৰু মিচ দেৰ বঙটোও যেন কিছু বঙা ; মিচ, মাহান্তি প্ৰায় শোৱা বঙৰ। কিন্তু চকুৰ ভুৰুবোৰৰ বাহিৰত হলে মিচ, মাহান্তিক কোনে পাবে ; চকু দুটাৰ ফালে চালেই মৰম লাগি যায়।

হঠাৎ এইবোৰ চিন্তাৰ সোঁতত বাধা পৰিল। ওচৰতে যেন কোনোবা মাইকী মানুহে চিঞৰিছে—বৰ আতুৰত পৰি। তেওঁ ওলাই দেখে তেওঁৰ পৰা ২০।২৫ গজমান আঁতৰত মিচ মাহান্তিক এজন ফিৰিঙ্গীয়ে আকোৱালি মাৰি ধৰিছে আৰু আন এজনে অলপ দূৰতে থিয় দি পাৰেমানে হাঁহিছে ; আৰু মিচ, মাহান্তিয়ে চিঞৰিছে। বকৰা চাহাবৰ দেখিয়েই ধাতু উৰিল ! একে চোচাই গৈ যি ফিৰিঙ্গীয়ে মিচ, মাহান্তিক ধৰিছিল তাৰ চাৰিওফালে যতে পালে ততে কিল চৰ ভুকু বহাই দিলে। যি মিচ, মাহান্তিক এৰি বকৰাক খেদি ধৰিলে। আৰু তাৰ লগৰীয়াটোয়েও তাক সহায় কৰিলে। ইতিমধ্যে মিচ, মাহান্তিয়ে চক্ৰবৰ্ত্তী, দে আৰু মাহান্তিক খবৰ দিবলৈ দৌৰি গৈ, তেওঁবিলাকে বাটতে চিঞৰ শুনি সেইফালে অহা দেখা পালে আৰু সকলো কথা কলে। আটায়ে দৌৰি আহি দেখে যে মিঃ বকৰা মাটিত প্ৰায় অজ্ঞান অৱস্থাত। ফিৰিঙ্গি দুটাই তেওঁক পাৰেমানে মাৰিছে। দূৰত কেবাজনো মানুহ অহা দেখি সিহঁত দুয়ো দৌৰি পলাল। চক্ৰৱৰ্ত্তী আৰু মাহান্তিয়ে অলপ পাছে পাছে খেদিলে হয় কিন্তু সিহঁত পলাই গৈ একেবাৰেই কৰবাত লুকাল। আৰু দেখা পোৱা নগল। মিঃ বকৰাৰ যি অৱস্থা—সেই অৱস্থাত আৰু বেছি সময় বাট চাব নোৱাৰি। আটায়ে মটৰ কাৰত উঠিল। বকৰাক এখন কাৰত তুলি দি—মিচ, মাহান্তি আৰু মিছেছ চক্ৰবৰ্ত্তীক তেওঁৰ দুয়োফালে তুলি দিলে ; আৰু আনন্দ কৰিবলৈ গৈ বিষাদৰে সৈতে আটায়ে ঘৰ পালে। ঘৰ পায়েই ডাক্তৰ অনালে। ডাক্তৰে মিঃ বকৰাক চাই কলে সময় লাগিব পাৰে, কিন্তু ভাল হোৱাত একো সংশয় নাই।

(৬)

মিঃ বৰুৱা অৰণ্যে ভাল হল। কিন্তু ভাল হওঁতে যথেষ্ট সময় লাগিল। তেওঁ সেই কেইমাহ কলিকতাতেই বেৰিষ্টাৰ চক্ৰৱৰ্ত্তীৰ ঘৰতেই থাকিল। আসামৰ পৰা বিদবে ছুটিফুটি লব লাগে তাক অৰণ্যেই লোৱা হৈছিল।

মিচ্ মাহান্তিৰ কাৰণেই এই বিপদ। সুতৰাং নিতৌ তেওঁ আৰু তেওঁৰ ককায়েকে বৰুৱাৰ খবৰ কৰিছিল। নাৰিয়াই খাব পৰা আঙুৰ, আপেল, নাচপতি প্ৰভৃতি নানা প্ৰকাৰ ফল আৰু মনত ৰং লগাবলৈ নানাবিধ ফুল সদাই মাহান্তিৰ ঘৰৰ পৰা আহিছিল। প্ৰথম প্ৰথম অজ্ঞান অৱস্থাত থকা কিছুদিন মিচ্ মহান্তি আৰু মিচেচ্ চক্ৰৱৰ্ত্তীয়ে অনবৰত বৰুৱাক শুশ্ৰূষাও কৰিছিল। দে পৰিবাৰেও অৰণ্যেই বৰুৱাক যথোচিত দয়া আৰু সৌজন্য কৰিছিল।

এমাহ মানৰ মূৰত বৰুৱাই খোজ কাঢ়িব পৰা হল; কিন্তু তেওঁৰ ভৰি এখন বেঁকীয়া হৈ থাকিল। অলপ লেচেৰাই লেচেৰাই খোজ কাঢ়িব লাগে। তেতিয়া মাঘ মাহ—কলিকতাৰ দক্ষিণৰ বতাহৰ মাধুৰ্য্য উপভোগ কৰাৰ প্ৰধান সময়। দিনটো বদ, গৰম আৰু sultry; কিন্তু আবেলিৰ পৰা ৰিব্ ৰিব্ কৈ দক্ষিণৰ মলয়া আহি সেই প্ৰকাণ্ড হেণ্ডোল গোলৰ চহৰখনৰ গাত যেন শান্তিৰ জুৰণি আনি দিয়ে। বৰুৱাই প্ৰায়েই ছাদৰ ওপৰত এখন ইজিচেয়াৰত বহি তুলি থাকে। আৰু তেওঁ ওচৰতে মিঃ চক্ৰবৰ্ত্তী, মিচেচ্ চক্ৰবৰ্ত্তী, মিঃ বা মিচ্ মাহান্তি আৰু দে পৰিবাৰৰ ভিতৰৰ কোনোবা নহয় কোনোবা এজন থাকে। কিন্তু বেছিকৈ আবেলিৰ এই সময়ত প্ৰায় মিচ্ মাহান্তিয়েই তেওঁৰ সঙ্গী হয়।

এদিন এনে সময়ত ছাদৰ ওপৰত বৰুৱা আৰু মিচ্ মাহান্তি বহি আছে। সমুখত এখন বেতৰ চা-পায়ী; তাৰ ওপৰত ধপধপীয়া বগা কাপোৰ। ওপৰত চাহ খোৱাৰ সঁজুলি। বৰুৱাই মাজে মাজে দুটা এটা চকোলেট মুখত দিছে আৰু একো শোহা চাহ খাইছে, মিচ্ মাহান্তিয়ে কথা পাতি আছিল। তেওঁ কলে—"মিঃ বৰুৱা, নিশ্চয় ময়েই আপোনাৰ সকলো দুখৰ বাবে দোষী। মোৰ বাবেহে আপোনাৰ ইমান কষ্ট হল।"

বৰুৱা—আপুনি কি কয়? ই মোৰ পৰম সৌভাগ্য। পৰা হলে সেই ফিৰিঙ্গীৰ পোৱালী কেইটাক গুড়ি কৰিবৰ মন আছিল।

মিঃ মাহান্তি—তথাপিতো আপুনি ইমান দিন বিদেশত থাকিবলগীয়া হৈছে। অপৰিচিত ঘৰত আৰু নজনা মানুহৰ মাজত পৰি কিমান কষ্ট পালে।

বৰুৱা—মিচ্ মাহান্তি! আপুনি আৰু যেন কথা নকয়। মোৰ নো ইয়াতকৈ কি সুখ আছে। আসামত থকাহেঁতেন, আন নকওঁ, এটা আঙুৰ ফলকে দিয়ে কোনে? বৰফ এডোখৰ পাওঁ কত?

মাহান্তি—কেনেই, আসামত নো এইবোৰ নাপায় নে কি?

বৰুৱা—ভাল পৰ্বতত দুবাৰ ভিমা বিচাৰে আপুনি।

মাহান্তি—যি হ'ক মিঃ বৰুৱা মই অসমীয়া জাতিটোক এতিয়াৰ পৰা সম্মান কৰিব শিকিলোঁ। আগেয়ে ভাবিছিলোঁ—অসমীয়াবোৰো উৰিয়াহঁতৰ নিচিনা আধা অসভ্য।

বৰুৱা—আপুনি নিজেই দেখোন উৰিয়া ! আপুনিনো উৰিয়াক ইমান অভক্তি কৰে কিয় ?

মাহান্তি—আমি হওঁতে নামতহে উৰিয়া। আমাৰ আতাৰ পিতাক হেনো উৰিয়া আছিল, তাৰ পাছত আমাৰ সকলো কাৰবাৰ বঙালীৰ লগতে চলিছে।

বৰুৱা—তথাপিতো আপুনি উৰিয়া নাম লৈছে। উৰিয়া-তেজ আপোনাৰ গাত আছে। নিজৰ জাতিক নিন্দা কৰা মহা পাপ।

মাহান্তি—ইয়ো এটা আপোনাৰ পৰা শিক্ষা পালোঁ। আপোনাৰ ঘৰলৈ মনত পৰা নাই নে।

বৰুৱা—ঘৰনো কি ? ঘৰতকৈ ইয়াত সুখত আছোঁ। বহি বহি চৰকাৰৰ টকা, মিঃ চক্ৰবৰ্ত্তীৰ খাদ্য আৰু আপোনাৰ সময় হজম কৰিছোঁ। অৱশ্যে ভাল পালেই ঘৰক যাব লাগে।

মাহান্তি—আপোনাৰ ঘৰত কোন আছে নো ?

বৰুৱা—ঘৰত ঘৰ আৰু মই !

মাহান্তি—ওঃ।

বৰুৱা—ওঃ কৰিলে দেখোন।

মাহান্তি—আপোনাৰ ৰৰ কষ্ট হয় চাগে।

বৰুৱা—কষ্ট আৰু কি ? I am a jolly bachelor. I mean to remain so all my life. বৰুৱাই এটা হাঁহি মাৰিলে। মিচ মাহান্তিয়েও হাঁহিলে।

তাৰ পাছত অনেক কথা-বাৰ্ত্তা হল। পাছত আন আন বিলাকেও যোগ দিলে।

(৭)

মিঃ বৰুৱা প্ৰায় ভাল হৈ উঠিল। আজিকালি মটৰ কাৰত উঠি ইডেন গাৰ্ডেনলৈ ফুৰিবলৈ যাব পাৰে। ইতিমধ্যে তেওঁ নিজেও মটৰকাৰ চলাব পৰা হল। মটৰ কাৰ চলোৱা একো ডাঙৰ বিদ্যা নহয়। বৰুৱা দেও, ডেকা, তেজী আৰু কূটখাট কৈ থাকিবলৈ ভাল পোৱা মানুহ। তেওঁ আজি কালি কৰি মটৰকাৰ চলাবলৈ শিকি ললে।

এদিন মিচ্ মাহান্তি; মিষ্টাৰ আৰু মিচেচ চক্ৰবৰ্ত্তীক বৰুৱাই নিজে কাৰত তুলি লৈ ইডেন গাৰ্ডেনলৈ ফুৰিবলৈ গল। ইডেনৰ উত্তৰফালে বৰকৈ মানুহৰ ভিৰ নোহোৱা অনেক ঠাই আছে। তেওঁবিলাক সেইফাললৈ ফুৰিবলৈ গল। কৰ পাহৰিছোঁ, মিচেচ্ চক্ৰবৰ্ত্তীৰ তিনি বছৰীয়া লৰাটো তেওঁবিলাকৰ লগতে গৈছিল। সি ইফালে সিফালে দৌৰিছে দেখি মিচেচ্ চক্ৰবৰ্ত্তী তাক খেদি ধৰিবলৈ গল; মিঃ চক্ৰবৰ্ত্তীয়েও সেইফালেই কলৈ গল বুলি আগবাঢ়িলে। মিচ্ মাহান্তিয়ে অলপ ইফাল সিফাল চাই কলে—"এওঁবিলাক দুয়ো দেখোন গলেই।"

মিঃ বৰুৱা—কিয় ? ভয় কৰিছে নে কি ?

মিচ মাহান্তি—আপোনাৰ লগত ভয় কিহৰ ?

শিবপুৰৰ আৰু কথা নকলে ! দুয়ো মনে মনে অলপ ফুৰিলে। তিনি মিনিট মান পাছত বৰুৱাই কলে, "মিচ মাহান্তি ! আপোনাৰ আমায় দেশখন চাবলৈ মন নাযায় নে ?"

মিঃ মাহান্তি—মন যায়—আপোনাৰ মুখে শুনি ঠাইখন চাবৰ ইচ্ছা হয়।

মিঃ বৰুৱা—পাছে, নাযায় নো কিয় এবাৰ ?

মিচ মাহান্তি—যাম কেনেকৈ ? আমাৰ কোনো আত্মীয় নাই।

দুয়ো আৰু নীৰৱ। আৰু ৪।৫ মিনিটমান ইফালে সিফালে খোজ কাঢ়ি থাকোতে মিচ্‌ মাহান্তিয়ে কলে—এবা চক্ৰৱৰ্তীহঁত কলৈ গল ! মিঃ বৰুৱাই একো নামাতিলে। এনেকৈ আৰু ২।৪ মিনিটমান গলত হঠাৎ মিঃ বৰুৱা থিয় হৈ মিচ্‌ মাহান্তিৰ হাতত ধৰিলে। মিচ্‌ মাহান্তিও থিয় হল। তেওঁৰ গোটেই মুখখন ৰঙা হৈ পৰিল—দুয়োৰো হাত যেন অলপ কঁপিলে। মিঃ বৰুৱাই কলে—"মিচ্‌ মাহান্তি ! আপোনাক এটা কথা কওঁ বুলি নাপাৰ।" আৰু অলপ নীৰৱতা। "মিচ্‌ মাহান্তি ! আপুনি মোৰ হব নে ?" আৰু নীৰৱতা।

বালিৰ প্ৰথম বান্ধ খহিলে যেনেকৈ জুৰ জুৰকৈ গোটেই বান্ধ খহে তেনেকৈ প্ৰেমৰো প্ৰথম কথা ওলালে, সোঁতৰকৈ বেগত কথা ওলাই পৰে। মিঃ বৰুৱাই কলে—"মিচ্‌ মাহান্তি ! আপোনাক মই বৰ ভাল পাওঁ। আপুনি মোৰ হব নে কওক ! আপোনাৰ অবিহনে মোৰ আৰু সুখ নাই।" মিচ্‌ মাহান্তি নীৰৱ। বৰুৱাই হাতত ধৰিলে, হাতৰ পাছত ঘাৰত ধৰিলে, ঘাৰৰ পৰা আকোৱালি মাৰি দীঘলকৈ মুখত মুখ লগাই চুমা দিলে। আৰু যেতিয়ালৈ মিচ্‌ মাহান্তিয়ে তাৰ প্ৰতিদান নিদিলে তেতিয়ালৈ এৰি নিদিলে। দুয়ো যেন সেই ক্ষন্তেকতে লীণ হৈ গল—সকলো পৃথিৱী যেন ভৰিৰ তলত লীণ হৈ গল। প্ৰেমৰ এনে সোৱাদ !

দূৰত মিচেচ্‌ আৰু মিঃ চক্ৰৱৰ্তী, লৰাটো দৌৰি আহি আগত ওলাল।

( ৮ )

আসামৰ বৰুৱা চাহাব থকা নগৰখনত বৰুৱাৰ ঘৰত ভাল চাকৰ আছিল—চাকৰ মানে বাবু চাকৰ। ইফাল সিফাল কৰে, খায় আৰু ভালকৈ পোছাক পিন্ধে। সি এদিনাখন এখন টেলিগ্ৰাম পালে। ঘৰটো ভালকৈ থব লাগে আৰু ষ্টেচনলৈ বাগীৰে সৈতে মানুহ যাব লাগে।

তাৰে দুদিনৰ পাছত নগৰবাসী সকলোৱে দেখিলে বাগীৰ ওপৰত বৰুৱা চাহাব, তেওঁৰ ওচৰতে সুন্দৰী ষোড়শী ছোৱালী এজনী।

সোমধৰ ডেকা উকীল সেইদিনা বৰুৱা চাহাবৰ ঘৰত ওলাল। বৰুৱা চাহাবে ভিতৰলৈ লৈ গৈ কলে; "Mrs, Barua, Mr Phukan, my dear friend and member of the now extinct Bachelor's League !"*

---

* ৰচনাকাল ২৪।১১।১৬ চন। এই গল্পটোৰ মূল কথা সম্পৰ্কে এখন বহীত লিখিছে "৪। চিৰকুমাৰ—A veiled sattire on the sentimental patriotism of youth." —সং, শ. গো. ব.

# ব্ৰহ্মচৰ্য্য

## ( ১ )

ভবলাত সুৰ বান্ধি লাহেকৈ গিন্ গিনাই দিলে কেনে এটা মধুৰ শব্দ উঠে। বেহেলা, চেতাৰ বা তেনেবিধৰ যন্ত্ৰত টানকৈ সুৰ বান্ধি অলপ চুই দিলে কেনে সুমধুৰ জন্ জন্নি এটিয়ে বিয়পি পৰে। মানুহৰ জীৱনতো এটা সময় আছে যেতিয়া গোটেই বিশ্বতে তেনে এটা মধুৰ সুৰৰ মেল,—তেনে এটা বিস্ময়ৰ অস্ফুট আনন্দৰ ধ্বনি—চাৰিওফালে ৰিণ্ ৰিণাই থাকে।

ৰামচন্দ্ৰ বৰুৱাৰ সেই সময় বুলিব পাৰি, সেই সুৰত তেওঁৰ জীৱনী শক্তিটো বন্ধা। তালৈকে পাছ-তাছ কৰি পঢ়া শেষ কৰিছে; পঢ়া শেষ কৰিয়েই ডাঙৰ বিষয় পাইছে; বিষয় পাইয়েই লক্ষ্মীসদৃশা ৰূপে-গুণে ধন্যা সহধৰ্মিনীক ঘৰলৈ আনিছে; ঘৰলৈ অনাৰ পাছতে নিৰ্মল চন্দ্ৰকলাটো যিমান ধুনীয়া; নতুনকৈ হোৱা দপদপীয়া ছাগলী পোৱালীটো যিমান স্ফূৰ্তিশীল, আৰু ভবৰয়সৰ ফেটি সাপটো যিমান মোহলগা, তেনে এজনী ছোৱালীয়ে ৰামচন্দ্ৰ বৰুৱাৰ আৰু তেওঁৰ ঘৈণীয়েকৰ কোলা আৰু ঘৰ-সংসাৰ শুৱাই পৰিছে। ৰামচন্দ্ৰৰ স্বভাৱ ভাল। চৰিত্ৰ উত্তম, বিদ্যা-বুদ্ধি, গান-বাজনা, মান-সন্মান সকলোতে খতিখুন নোহোৱা। তেওঁৰ সংসাৰ যেন এক বিচিত্ৰ মেলা—চাৰিওফালে আনন্দৰ স্তূপাকাৰ বজাৰ—চাৰিওফালে প্ৰসন্ন হ'াহিৰ শান্ত খেলা!

ৰাতিপুৱা চৰাইৰ গানত, কলকলিৰ লগত যেতিয়া তেওঁৰ আধা ফুটা কৈ কথা কব পৰা সুকান্তিয়ে আৰু মধুৰ কল-কলিৰ যোগ কৰি দিয়ে, যেতিয়া তাই মাক-পিতাকক "উঠ-উঠ" বুলি গাখীৰৰ ফেনতকৈয়ো কোমল হাতদুখনেৰে নাকে-মুখে চেপা মাৰি ধৰে তেতিয়া কি সুখ বিৰিঙি উঠে। খোৱাৰ সময়ত, বহাৰ সময়ত, অফিছত, কাম কৰাৰ সময়ত, শোৱাৰ সময়ত —সকলোতে যেন সেই অস্ফুট ৰিণৰিণিয়ে গোটেই সংসাৰ বিয়পি থাকে। সোণোৱালী—সন্ধ্যাবেলা গহীন ব্ৰহ্মপুত্ৰৰ মাজৰ বালিত চাৰিওফালে যেতিয়া দূৰ গাওঁ আৰু পৰ্বতৰ মনোৰম দৃশ্য বিনিকি বিনিকি দেখা যায়। আৰু দক্ষিণৰ বতাহ আহি ৰিব্ ৰিব্ কৈ শৰীৰটো কোমলাই দি যায় তেতিয়া যি আনন্দৰ অনুভৱ কৰিব পাৰি, সেই সুখেৰে যেন সংসাৰও তেনেই বিৰিঙি উঠিছে।

## ( ২ )

১২।১৩ বছৰ পাছৰ কথা। ৰামচন্দ্ৰই সংসাৰত ইমান দিন সুখেৰেই কটালে। যেনেকৈ প্ৰকৃতিৰ শান্ত সুশীল সৌন্দৰ্য্যই ভীষণ নিয়তিৰ গতি লুকাই ৰাখে, যেনেকৈ বাৰনাৰীৰ মোহিনী ৰমণী মূৰ্ত্তিয়ে ভিতৰৰ হলাহল লুকাই থয়, যেনেকৈ বাহিৰৰ সাজ-পোছাকে ভিতৰৰ অন্তঃকৰণৰ খেলা দেখিবলৈ নিদিয়ে, ঠিক তেনেকৈয়েই যে সংসাৰৰ ৰমণীয় মাধুৰীৰ মাজত শোকৰ বিভীষণ মূৰ্ত্তি থাকিব পাৰে; অথবা ৰসাল জীৱনৰ ছাঁত ক্ৰূৰ মৰণে ক্ৰীড়া কৰি ফুৰে, এই কথা ৰামচন্দ্ৰৰ বা ৰামচন্দ্ৰৰ ঘৈণীয়েকৰ মনত উদয় হোৱা নাছিল।

ৰামচন্দ্ৰৰ আৰু লৰা-ছোৱালী নহল ; আৰু তাৰ বাবে তেওঁবিলাকৰ বিশেষ একো দুখো নহল। যেনেকৈ পূৰ্ণিমাৰ ৰাতিয়ে অকল জোনটিকে লৈ ভাৱে যে তাৰাবিলাক নোহোৱাৰ পৰা একো লোকচান হোৱা নাই, সেইদৰে ৰামচন্দ্ৰ বৰুৱা আৰু বৰুৱানীয়েও ভাবিছিল এই দীপৰ শিখাৰ নিচিনা উজ্জ্বল ছোৱালীজনী থাকোঁতে আন লৰা-ছোৱালী নথকাতো একো লোকচান হোৱা নাই। বয়সত ৰূপ-গুণ বংশ-মৰ্য্যাদা আৰু বিদ্যা-বুদ্ধি চাই বৰুৱাই সুকান্তিক এজন ডেকা গ্ৰেজুৱেটলৈ বিয়া দিলে ; আৰু চীফ চেক্ৰেটৰী চাহাবক কৈ জোঁৱায়েকক এটা হাকিমৰ বাব দিয়ালে। আৰু সুখৰ উপৰি সুখ—তেওঁ যি চহৰত কাম কৰিছিল, জোঁৱায়েকক সেই চহৰত কামটো দিয়ালে।

( ৩ )

সেইবাৰ ডিপাৰ্টমেণ্টাল পৰীক্ষা শিলচৰত হৈছিল। পৰীক্ষা দি জোঁৱায়েক সেই দিনাৰ পুৱাৰ মেইল গাড়ীত আহি পোৱাৰ কথা ; সেইদেখি ৰামবৰুৱাই এটা ডাঙৰ ৰৌমাছ অনাই কটাইছে ; আৰু কিবা-কিবি আঞ্জা ৰান্ধিবৰ কাৰণে জীয়েকক ৰান্ধনি ঘৰলৈ পঠাইছে। পুৱা ৮ মান বজাত মেইল আহে। ৰাম বৰুৱাই ঘোঁৰাৰ গাড়ীৰ ঘৰ্ঘৰণি শব্দ শুনিয়েই পদূলি-লৈ ওলাই আহিল ; গাড়ী এখনৰ পৰা চব-ডিপুটি নিৰ্মলচন্দ্ৰ ওলাই আহিল, তেওঁৰ জোঁৱায়েক নাই ; শিলচৰলৈ তেৰেঁা পৰীক্ষা দিবলৈ গৈছিল। নিৰ্মলচন্দ্ৰৰ বৰণ শেঁতা, মুখ বিবৰ্ণ আৰু চকু গাতত সোমোৱা ; চলচলীয় নিৰ্মলক দেখিয়ে ৰামচন্দ্ৰৰ ধাতু উৰি গল। "কি হৈছে সোন-কালে কোৱা, সোনকালে কৰা !"

হায়, ৰামচন্দ্ৰ ! এই কথাও নো মানুহে মুখলৈ আনিব পাৰেনে ? তোমাৰ আদৰৰ বুকুৰ কলিজা সুকান্তিৰ গিৰীয়েক আৰু নাই—

কলেৰাত পৰি লালমণিহাটাত তেওঁ ক্ৰুৰ মৰণৰ হাতত কোনোবা অজান দেশলৈ গুচি গল।

এটা চিঞৰে গোটাইখন ঘৰকে বিদীৰ্ণ কৰি পেলালে। আৰু কোনোবা পৰীৰ ৰাজ্যৰ নিচিনা যিমতে আছিল তাতে অচেতন হৈ পৰিলা। হায় ক্ৰূৰ কাল ! তাৰ পাছত কি হ'ল—কাৰ শক্তি আছে বা সাহ আছে তাক বৰ্ণাবৰ।

( ৪ )

২।৩ বছৰৰ পাছত আৰু এবাৰ ৰামচন্দ্ৰ বৰুৱাৰ সোনৰ সংসাৰত চকু দিয়া। বৰুৱা চাকৰিৰ পৰা অৱসৰ লৈ গাৱঁত থাকে—সন্ন্যাসীৰ দৰে গেৰুৱা বসন পিন্ধে, হৱিষ্য ভোজন খেৰ্ণীয়েক আৰু ইহ-সংসাৰত নাই—সেই আঘাতৰ পৰা আৰু বাঁচিব পাৰেনে ? আৰু সুকান্তি হায় ! অদৃষ্ট—শতধাৰ অশ্ৰ‍ু বৰিষণ নকৰাকৈ কোনে কাণ্ডাৰীবিহীন নৌকা, অনাদৃত কুসুম আৰু মাতৃহীনা হৰিণ শিশুৰ দৰে সেই বাল-বিধৱাৰ ফালে চাব পাৰে।

ৰচনাকাল ২৪।১।১৭

# চনিয়া

( ১ )

বুধন আৰু চনিয়া আহুতবাৰী টি কোম্পানীৰ জেনেৰেল মেনেজাৰ চাহাবৰ মালী আৰু মালিয়নী। সিহঁতে নো কেনেকৈ এই কাম পালে, সি এক বুৰঞ্জী।

( ২ )

প্রায় ৫ বছৰৰ আগৰ কথা। চনিয়া বাগানৰ পৰা আহি কলে, "মাই খাবৰ কিবা দে। চাৰা দিনটো বন কৰি বৰ ভুখাৰ লাগিছে।" মাকে কিন্তু চনিয়াক একো উত্তৰ নিদিলে। চনিয়াই আৰু ৩।৪ বাৰমান খাবৰ বস্তু খুজিলে ; মাক নিরুত্তৰ। চনিয়া ঘৰৰ ভিতৰলৈ গল। দেখে যে মাক শুই আছে—ওচৰতে এনামেলৰ এটা অপৰিষ্কাৰ বাটি ; তাৰপৰা মদৰ গন্ধ ওলাইছে। "হে মাই, মাইজী, খানেকা কোই চীজ হ্যায় !" মাকে নিজৰ লুষ্ট্-পুষ্ট্ মেদল শৰীৰটো ইকাটি সিকাটি আৰু 'আ' 'উ' উত্তৰ কৰি আকৌ শুই পৰিল। অহকালি আবেলি— বৰ বদ। মলিন কাপোৰ আৰু মলিন গাৰপৰা জৰজৰকৈ ঘাম পৰিছিল ; ঘামৰ আৰু মদৰ, গৰম আৰু বন্ধ বতাহৰ দুৰ্গন্ধ চনিয়াকো অসহ্য হোৱাত চনিয়া বাহিৰলৈ ওলাই আহিল।

বাহিৰত বুধন, থিয় হৈ একেথৰে চনিয়াৰ ফালে চাই আছে। চনিয়াই বুধনক দেখি আচৰিত হোৱাৰ ভাও জুৰিলে "আৰে বুধন, তোম আভি বাগিচাসে, আয়া হো।" বুধনে উত্তৰ দিলে "তোমাৰা বাপজীকা পাশ আয়া হো।"

চনিয়া—বাপ তু আভি কলঘৰ মে কহুতা।

বুধন—আচ্ছা তোমাৰ পাশ মে আয়া তেভি !

চনিয়াতো হঁাহিয়ে আকুল ! "হামৰা পাশ মে বুধন, কাহেঁ হো।"

চনিয়াই আকৌ হঁাহিব ধৰিলে, হঁাহি হঁাহি বাগাৰিয়েই পৰে ! বুধন বিৰক্ত হল— "কাঁহে এতনা হাসি হো চনিয়া !" চনিয়াৰ আকৌ হঁাহি। শেষত বুধন যাবলৈ ওলাল— "আচ্ছা বাহা ! হাম—"কথাষাৰ শেষ নকৰাকৈয়ে বুধনে চনিয়াইতৰ ঘৰ এৰি বেগাই খোজ ললে। এইবাৰ চনিয়াই ভাবিলে যে বুধন হয়তো যাবই—"হে বুধন ! বাহা বাহা বাত শুনা যাও।" বুধনে থিয় থমক দিলে ; চনিয়াই আৰু এবাৰ মাতাত আকৌ ফিৰি চনিয়াৰ ঘৰৰ সম্মুখৰ ৪।৫ হাতমান ঘিথিনি বন নোহোৱা চনচনীয়া ঠাই সেইখিনি পালেহি। সুধিলে—"কাহে ?" চনিয়াই উত্তৰ কৰিলে—"কেলেই মোৰ পাশক আহিলি !" বুধন "আমি কি জানি ! তুই আভি কলি, মোৰ পাশক আহিলি কাহেঁ ?"—বুধনে কি কব ভাবি উত্তৰকে নাপালে। চনিয়াই আকৌ ভেক ভেক কৰি হঁাহি উঠিল। বুধনে কলে, "মোক ঠাট্টা কৰ কিয় চানিয়া ?"

চনিয়া—"কি ঠাট্টা নো কৰিবোঁ।" আকৌ হাঁহি।

বুধন—দেখ চনিয়া! যদি তই মোক বেয়া পাৱ আৰু মই আহিলে বেয়া পাৱ তেনেহলে তোক আৰু দিগ্ নকৰোঁ।

চনিয়াই দেখিলে বুধন বৰ গম্ভীৰ ; তাৰ মাতটোও যে বজি বজি ওলাইছে। বুজিলে আৰু ঠাট্টাৰ তামাচাৰ সময় নহয়। তাই হাঁহি উত্তৰ কৰিলে—"বুধন, তামাছা কৰিলে বেয়া পাৱ যদি আজিৰ পৰা আৰু তামাছা নকৰোঁ।"

বুধন—"নহয় নহয় চনিয়া! তোক মই বুজিবকে নোৱাৰিলোঁ। বাৰু-বাৰু—কচোন তই মোৰ লগত চাদি সোমাবৰ মন আছে নে নাই।"

চনিয়াৰ মুখ ৰঙাও নপৰিল, লাজো নালাগিল। তাই আকৌ "কেইয়া বুধন—কেইয়া বুধন" বুলি ভেক ভেক কৰি হাঁহিব ধৰিলে। এনেতে চনিয়াৰ মাকৰ টোপনি ভাগি বাহিৰলৈ ওলাই আহিল—চনিয়া আৰু বুধনে তবকিবলৈকে নহল। বুধন নিতান্ত দোষী মানুহটোৰ দৰে খুচমুচ কৰি গুচি গল। চনিয়াই হাঁহি মাকৰ ফালে চাই কলে, "মাইজী, ভাৰী ক্ষিদ্। খানেকা কুছ দেও।"

( ৩ )

চনিয়াৰ এই মাইজীজনী বয়সত প্ৰায় তাইৰেই সমান—গতিকে নকলেও সকলোৱে বুজা উচিত যে এইজনী চনিয়াৰ সতীয়া মাক। চনিয়াৰ নিজা মাক মৰাৰ পাছত, বাপেকে এইক নতুনকৈ আনিছে।

বৰলোকৰ দৰে সৰু সৰু মানুহৰো সকলো প্ৰবৃত্তি সজাগ ; আৰু আঁহতবাৰী বাগিচাৰ মিয়াদী কুলি লালিয়াৰ গাতো "বৃদ্ধস্য তৰুণী ভাৰ্য্যা" কথাটো কিছু পৰিমাণে খাটিছিল। চনিয়াৰ এই তৰুণী গৃহিণীজনীয়ে লালিয়াৰ ঘৰলৈ যিদিনাই পলাই আহিল, সেইদিনাৰ পৰা কাম কৰিবলৈ এৰি দি বাবু সাজিছে। লালিয়া আৰু চনিয়াই দুয়ো বাগিচাত কাম কৰে ; আৰু ঘৰত বহি বহি এই তৰুণীজনীয়ে সকলো আৰ্জনৰ আগ-ভাগ খায়। লালিয়াৰ এই তৰুণী ভাৰ্য্যাৰ নাম শুৰনী—বন্ধুৰাহঁতে মাতিছিল "ছেউনী।" ছেউনী দেখিবলৈ ঠিক বহুৰাৰ মাইকীৰ দৰে নহয়। গাৰ বৰণটো কিছু ক্ষৰকাল, মুখখনতো অলপ যে লাৱণ্য নাই তেনে নহয়। লালিয়া কলধৰৰ কুলি, গতিকে তাৰ দৰমহা কিছু বুজন। ইফালে চনিয়ায়ো আৰ্জে। গতিকে ছেউনীৰ পিন্ধনৰ চাদা শাৰীখন বৰ বিচাৰ কৰিবলগীয়া কথা নহয়। আচলতে ছেউনী খাঁটি কুলিৰ ছোৱালী নহয় ; তাইৰ মাক অসমীয়া—চাউদাং কি ছুটিয়াৰ মাইকী আছিল। সেই দেখিহে তাইৰ নাম হব পাৰিছিল শুৰনী বা ছেউনী।

চনিয়াই কলে, "মাইজী ভাৰীতো ক্ষিদ হো? খানেকা কুচ দেও।" মাইজী আকৌ হামিয়াই হামিয়াই বাহিৰলৈ ওলাই আহিল ; আহি গম্ভীৰভাবে ঘৰৰ কাষিত সৰু পীৰা এখনি পাৰি বহিল ; আৰু বহি কলে, "আৰে বেটি, কাজ-কাম নাই কৰিস্। বুধনকো সাথ পীৰিত কৰিস্। আভি—বসো না কি খানেকো কুচ দেও! খানেকো কিয়া মিলিবেৰে বেটি।" মাইজীৰ কথা শুনি চনিয়াৰ অভিমান হল—তাই কলে, "কাহে মাইজী। বাম্ভিসে কিসকা গন্ধ হেয়! তোমাৰা

খানেকা সব মিলা আৰ আমাৰা ভাগমে নাই।" এই বুলি হুন্ হুন্ কৰি চনিয়া বাগিচালৈ গুচি গল। মাইজীয়ে কিবা বকবকালে, চনিয়াই তালৈকে কাণো নকৰিলে।

( ৪ )

নগৰৰ পকা আলি ৰঙা পৰি আছে ; আবেলি ফুৰফুৰীয়া বতাহত দিনৰ গৰমটোৰ জ'াই অলপ মৰিছে। বৰুৱা উকীল ওলাইছে ফুৰিবলৈ। বাটৰ বিপৰীত ফালৰ পৰা মহৰ গাড়ী এখন আহা দেখি উকীলে সুধিলে, "গাড়ী কাঁহা সে আয়া হো।" গাৰোৱানে উত্তৰ দিলে, "বাগান সে বাবু।"

"কাঁহা যাবি।"

"উকীল কা ঘৰমে যাইমু।"

"আচ্ছা যাও যাও" বুলি উকীল গুচি গল।

গাড়ীৰ গাৰোৱান লালিয়া। উকীল আঁহতবাৰী বাগিচাৰ Retainer ; কিবা এটা কথাত বাগিচাৰ পৰা গাড়ী আহা কথা আছিল ; আৰু গাৰোৱানক বাগিচাৰ কুলি যেন অনুমান কৰিয়েই উকীলে কথাষাৰ সুধিছিল।

আঁহতবাৰী বাগিচাৰ এচিষ্টেণ্ট মেনেজাৰজন চেঙ্ৰা চাহাব। সেইদিনা ৰবিবাৰ। শনিবাৰে বনুৱাইঁতে তলব পাইছে—ৰবিবাৰে সিইঁতক পায় কোনে? ঢোল, গান, নাচ আৰু মদ। বৰমহৰী আৰু এচি. মেনেজাৰ চাহাব কুলিৰ লাইনৰ ফালৈ ফুৰিব গৈছিল। এচি. মেনেজাৰে কৈছিল, "ভাৰী খোচ, বাবু!"

"এৰা, চাহাব! আজি সিইঁতৰ ফুৰ্তি পায় কোনে?"

"দেখা, বাবু, টোমালোক ভাৰতবাসী খুব কম টকা হলেই চলিব পাৰে।"

"চলিব নোৱাৰি কৰিম কি ; চাহাব? তোমালোকে তো নিদিয়া। জেপে জেপে টকা তোমালোকে হে লোৱা।"

"বৰমহৰী বাবু, টুমিটো politician বন গিয়া,। আচ্ছা, এই কুলিলোক কি ৰকমে এত্না আমোদ কৰি থাকে। সিইঁতৰটো এক মহিনাকা তলব আমালোকক৷ একদিন ভি নচালব।"

"কুলিলোকৰ কথা নাই বুলিবা, চাহাব! They all jolly fellows, চাহাব। সিইঁতে কোৰখন হাতৰপৰা থৰ আৰু ইফালে ঢোলটো কাণত লব। সিইঁতৰ কি দুখ আছে, খাইছে লইছে, ফূৰ্তি কৰিছে আৰু বহি আছে।"

"বাৰু আমাৰ বাগানত কুলিলোক খুব সুখত আছে। দেখা এইসব আদমী খাইছে বাগানৰ, ঘৰ-বাৰী বাগানৰ, লাকৰী-সুকৰী বাগানৰ, বখৰ হৈছে তো বাগানৰ ডাক্তৰ আছে, ঔষধ খাইছে, তভি নিমকহাৰাম লোক বেআদৰী কৰতা ; and your politicians they are for uplifting them! We all garden people do a jolly good lot than all your politicians combined together."

"Yes, Sir ; yes, Sir ; these native niggers not anything understand Sir." এই বুলি বৰমহৰী বাবুয়ে হাতখন ঘূৰাই not anythingৰ মুদ্ৰা দেখুৱালে।

"You know English Babu ; why don't you speak in English with me.

'I know Sir, English little little. Read Matric—No No Sir Entrance first class. Govt High school Sir not private school Sir.

"Oh, that's very good. What is private school Babu."

"You don't know, Sir. One man Sir no money Sir to eat. He holding bring Sir some boys a school establish. He has the proprietor Sir. This is private school Sir.

"Oh, I see! Moharer Babu you must speak in English with me from now. You know such good English."

"You kindness Sir I can."

এই কথা হৈ আহোঁতে আহোঁতে দুয়ো কুলি 'লাইন' পালেহি। লাইনৰ সমুখত মুকলি ঠাইত খুব নাচ-গান। খুব ঢোলৰ বাজনা। কুলি মতা-মাইকী উৎসৱতে উন্মাদ। চাহাব আৰু বৰমহৰীক দেখি ১৪।১৫ বছৰীয়া লৰা-ছোৱালী কেইটামান তেওঁলোকৰ ওচৰলৈ দৌৰি আহিল আৰু খুজিলে ঃ "হুজুৰলোক পইচা দে!

হামলোক আভি ফুর্তি কৰিব। পইচা দে।" এই লৰা-ছোৱালীবোৰৰ ভিতৰত চনিয়ায়ো আছিল।

চনিয়া কুলিৰ ছোৱালী, কিন্তু ৰংটো ক'লা নহয়, বসন্ত কালত গছৰ নতুন পাতৰ বৰণটো যেনে তাম বৰণীয়া চিকচিকীয়া চনিয়াৰো গাৰ বৰণটো তেনে। মুখখন ঘূৰণীয়া, চকু দুটা দীঘল আৰু ভুৰুজোৰা পূৰা গাৰ গঠনো নিতান্ত অসুন্দৰী বুলিব নোৱাৰি।

বৰ মহৰীয়ে কলে, "This woman Sir" কিছু লাহেকৈ। "Damned good girl, Babu, all right.

লৰা-ছোৱালীবোৰক চাহাবে কেই আনামান পইচা মাটিত দলি মাৰি দিলে; সকলোৱে বুটলিবলৈ খেলি-মেলি লগালে। এই ছেগতে বৰমহৰীয়ে চনিয়াৰ হাতত দুটা টকা টিপতে দি আহিল। [শুনা যায় সেই বাবে চাহাবে তেওঁক ৫৲ টকা দিছিল।]

চনিয়া হাঁহি আকুল। "আৰে হুজুৰলোক হামকো দুই ৰূপেয়া দিয়া, দুই ৰূপেয়া দিয়া।" —বুলি একেলৰে গৈ লাইনৰ নিজ ঘৰ পালে। তাইৰ অনেক দিনৰ হেপাহ আছিল, এজোৰ কাঁচৰ বালা। টকা দুটা নি তাই থকা ঠাইৰ বেৰৰ ওচৰত মাটিত পুতি থৈ আহিল।

সেই দিনাই নগৰলৈ গাড়ী যোৱাৰ কিবা সকাম আছিল। লালিয়া যদিও কলঘৰৰ কুলি আৰু সি প্ৰায়েই গাৰোৱান হৈ নাযায়, তথাপিতো বৰ মহৰীৰ হুকুমত সিয়েই সিদিনা যাব লাগিল। বৰ মহৰীয়ে কলে, "বৰ জৰুৰী কাম, আন আদমী নাপাৰিব হো লালিয়া।"

( ৫ )

যি সময়ত উকীলে লালিয়াৰ লগতে নগৰত কথা হৈছিল, ঠিক সেইদিনা তেনে সময়তে বাগানৰ বৰ মহৰীয়ে কথা হৈছিল—ছেউনীৰ লগত। ছেউনী কৈছিল, "ৰহো তো ছোৱালী আদমি বাবু। আৰু আমাৰ মতা যি মানুহ জানিলে তো আমাৰ জান নাই ৰাখিব।"

"ধাঃ ৰে ছেউনি, তুমি ভি এইছা বনি গলি। তাক পঠালোঁ কেনেই। আজি আৰ সি নাহিব। তোক মনে মনে একদম অনেক ৰূপেয়া দি দিব। চাহাবৰ খুব মন বুজিলি। আজি ৰাত ভৰ নাই থাকিব। দুই এক ঘণ্টা থাকিব আৰু আহি শুই থাকিব।"

"চনিয়া তো বাবু ৰব বদ ছোৱালী। তাই তো আমাৰ কথা নাই শুনিব।"

"তোৰ বাজি হোনেসে কি? মই ফাকি কৰি লৈ যাম। চাহাবে তোকো ভি খুচি কৰিব।" এই বুলি বৰ মহৰীয়ে ছেউনীৰ হাতত ৰূপ ১০৲ টকা দিলে। ছেউনীয়ে টকা দহোটা ধোবাই-ধোৱা শাৰীৰ একাষে খুঁহি লৈ "তামোল খাই যোৱা বাবু" বুলি ভিতৰলৈ গল আৰু পাণ-মছলা দিয়া তামোল এখন আনি বাবুক দিলে। বৰ মহৰীয়ে তামোল খালে আৰু ছেউনীৰ লগত দুই-এক আষাৰ ৰহস্য কথা কই হাঁহি হাঁহি হাতৰ লাঠিডাল ঘূৰাই চাহাবৰ বঙলা যি ফালে বাগিচাৰ সেই ফাললৈ গল।

সেই সময়তে লালিয়াইঁতৰ ঘৰৰ পাছফালে যি গোমধান আছিল, তাৰ পৰা এজন মানুহ মনে মনে ওলাই গল। ছেউনী বা ৰৰমহৰীয়ে তৰকিব নোৱাৰিলে।

এনেতে চনিয়া আহিল; ইমান সময় তাই কাম কৰা নাছিল; আন আন ছোৱালীৰ লগত তাইৰ নো টকা দুটাৰে কি কৰিব কি নকৰিব তাৰ খুব আলাপ-আলোচনা কৰিছিল।

চনিয়া আহি ঘৰ পাবলৈ অলপ আছে, এনেতে বাটত বুধনক পালে। চনিয়াক দেখি বুধন আৰু বুধনক দেখি চনিয়া থতমত খাই ৰল। বুধনে অলপ আমন-জিমন কৈ কলে, "একটু কথা আছে হো চনিয়া।" চনিয়াই তাইৰ চকু দুটা বুধনৰ মুখৰ ওপৰত অমাতাকৈ সুধিলে কি কথা। বুধন আৰু যেন বিপাঙত পৰিল; এবাৰ ৰঙা পৰি, এবাৰ ঘামি জামি "আজি ৰাতভৰ ঘৰমে থাকিবি" এই বুলি কৈ যেন কিবা এটা বিষম দায় লগালে এইদৰে প্ৰায় আধা দৌৰ মাৰি আঁতৰি গল। চনিয়াতো হতবুদ্ধিৰ দৰে তাই একো বুজিব নোৱাৰি খিলখিলকৈ হাঁহিব ধৰিলে।

চনিয়াই তাইৰ প্ৰেমাৰ্থী এই কুলি যুৱকটো আধা clown আৰু আধা ভাল মানুহৰ দৰে ভাবিছিল। বুধনে বৰকৈ মদ নাখায়, বাগানত দুটা দুটা হাজিৰা সদায় পায়, এদিনো গৰহাজিৰ নাথাকে, কোনো টান কাম কৰিব লাগিলে যি পিছ নোহঁহকে। কিন্তু সি কাৰো আগত বেছি কথাও নকয়—নিজৰ মনত কি ভাবে সিয়েহে জানে। বুধনক দেখিলে চনিয়া খুচি হয়। তাৰ কথাত খুব হাঁহে; আৰু তাক ভালেই পায় নে বেয়াই পায় কব নোৱাৰে। খুব মান্যৱন্ত ৰাণী এজনীয়ে নিতান্ত হোজা নকৰ এটাক যিদৰে পুতৌ কৰা সম্ভৱ, চনিয়াই বুধনক যেন সেই দৰৰ কিবা এটা ভাবত ভাৱে।

চনিয়াই সেইদৰে খিলখিলকৈ হাঁহি ঘৰ পালেহি। ঘৰত মাকক দেখি তাইৰ হাঁহি আৰু বেছি হল। মাকে সুধিলে, "কি হো চনিয়া।" "আৰে কি হোগা মাইজী। বুধন বলা কিনা ৰাতভৰ ঘৰমে বাহিৰ নাযাও।" কথাষাৰ শুনি মাইজীৰ মুখৰ ওপৰেদি যেন এটা চিন্তাৰ ভাব ভাহি গল। পাছতে তায়ো হাঁহি হাঁহি কলে, "বুধন ভাৰি বুৰবক, চনিয়া। আজি তো তোমাৰা বাপ নেহি, চল ৰৰমহৰী বাবুকা ইস্তিৰী দেখিবি। যাবি?" চনিয়াই নাযাবৰ কোনো কাৰণ নেদেখিলে। বিশেষ বুধনে যেতিয়া তাইক যাবলৈ মানা কৰিছে। তেতিয়া তাই ভাবিলে কিজানি লালিয়া নোহোৱা সংবাদ পাই বুধনে সেইদিনা গধূলি—আন দুটা এটা গধূলিৰ

দৰে—সিহঁতৰ ঘৰলৈ আহি তাইৰ ফালে চাই চাই বহি থাকিব। চনিয়াৰ এইটো বৰ অসহ্য আছিল। যেতিয়া বুধন সিহঁতৰ ঘৰলৈ আহে, তেতিয়া লালিয়া আন কৰবাত থাকিলে—মাইজী বিছানাত পৰি ফোচফোচাই থাকে, চনিয়া আৰু বুধনে বহি বহি থাকে। বুধন নামাতে; একো নকয়। চনিয়াই আলাপ কৰিবলৈ বিচাৰে, কিন্তু হাঁহিৰ প্ৰতাপত তায়ো একো কৰিব নোৱাৰে। শেষত বহি বহি নিতান্ত বাতি হলে, সি উঠি গুচি যায়। এইদৰে নিমাত নিবোল হৈ বহি থাকা—তাতে বুধনৰ দৰে মানুহ এজনৰ লগত—চনিয়াৰ নিতান্ত অসহ্য! সেই দেখি চনিয়া মাইজীৰ লগত বৰমহৰীবাবুৰ ইস্তিৰী চাব যাবলৈ ৰাজি হল।

( ৬ )

চনিয়া আৰু ছেউনী দুয়ো সোনকালে ভাত খালে। খাই উঠি ছেউনীয়ে তিনটা পাৰী দিয়া জকমকীয়া ফুলা শাৰী এখন পিন্ধিলে; আৰু তেনে এখন শাৰী চনিয়াকো দিলে। মাইজীৰ আদৰ দেখি চনিয়া আচৰিত হল। যোৱা ফাকুৱাৰ সময়ত তাই কিমানকৈ এনে এখন শাৰী আধাঘণ্টাৰ কাৰণে পিন্ধিবলৈ মাকক ধৰিছিল; কিন্তু মাইজী শাৰী পিন্ধিবলৈ দিয়ক ছাৰি চনিয়াক ইমান গালি পাৰিলে যে চনিয়াই কান্দি ঘৰৰপৰা আঁতৰ হৈছিল। আজি মাইজীয়ে ইমানখিনি মৰম কৰিছে, ভাবি-চিন্তি চনিয়া অবাক।

দুয়ো কাপোৰ-কানি পিন্ধিলে আৰু গধূলি হলও বৰমহৰীৰ বহাৰ ফাললৈ যাবলৈ ধৰিলে। বৰমহৰীৰ ঘৰলৈ লাইনৰ পৰা যাওঁতে এচিষ্টেণ্ট মেনেজাৰ চাহাবৰ বঙলা পাৰ হৈ যাব লাগে; আৰু আন ঠাইৰপৰা বাগানলৈ আহোঁতে চাহাবৰ বঙলাৰ কিনাৰেদি আহিব লাগে। ইহঁত দুয়ো সেই বাটৰ মোৰ পাওঁতে চাহাবৰ বঙলাৰ পৰা মাইকী মানুহ এজনী ওলাই ছেউনীক মাতিলে; ছেউনীৰ সই সেইজনী। দুয়ো সইৰ ঘৰলৈ গল। সই তেতিয়া ভাত ৰান্ধিবলৈ গৈছিল। এইজনী অসমীয়া মাইকী; তাইৰ মতাটোও বাৰেমিহলি অসমীয়া। ইহঁত চাহাবৰ বঙলাৰ চকিদাৰ; গতিকে ইহঁতে বঙলাটো বেছকৈ জানে। আৰু কোনো আত্মীয় কুটুম্ব আহিলে বঙলাৰ আলাপটোকেহে বেছকৈ পাতে।

সইয়ে কলে, "দেখিছা সই, আমাৰ চাহাবে যিহে ধনঞ্জয় ছবি এখন আনিছে! দেখিলেই হাঁহি উঠে।"

"কি ছবি সই?"

"কি কবা! এটা মেম চাহাবৰ ছবি—যি দৰেহে আছা—।" এই বুলি কিছু সৰুকৈ চনিয়া আৰু ছেউনীৰ আগত ছবিটোৰ বিৱৰণ কলে। বিৱৰণ শুনি ইহঁতৰ ছবি চাবলৈ মন বেচিকৈহে গল।

চনিয়াই হাঁহি হাঁহি কলে, "মাইজী, চলনা তচ্‌বীৰ টু দেখি আওঁ।"

সইয়ে কলে,—"আও, কেনেকৈ যাবি তালৈ? সেইটো চাহাবৰ খাচ কামৰা।"

"তোমলোকতো সব সময় যাও। বল না।"

"আচ্ছা ৰবি, চাহাব আছে নে নাই।" এই বুলি সই বাহিৰলৈ ওলাই গৈ বঙলাৰ ওচৰলৈ গল আৰু ফিৰি আহি কলে,

"খুব ভাল সময় হৈছে। চাহাব ক্লাবৰপৰা ফিৰা নাই। আজি আহিব। যদি চাব খোজ আহ।"

তিনিওজনী মাইকী চাহাবৰ খাচ-কামৰাৰ ছবি চাবলৈ গল। চিকচিকীয়াকৈ তেল লগোৱা কাঠৰ মিমজ ছিৰিৰে তিনিও চাং-বঙলাৰ ওপৰলৈ উঠিল। চাং-বঙলা নানাবিধ মূল্যবান সাজ-সজ্জাৰে সজোৱা। সইয়ে লাহেকৈ গৈ চাহাবৰ খাচ-কামৰা খুলিলে। ভিতৰত এটা ধুনীয়া লেম জলি আছিল; তাক অলপ উজ্জলাই দিলে। গোটেই ঘৰটো জিকমিকীয়া পোহৰ হৈ পৰিল। বেৰৰ ফালে আঙুলী দেখুৱাই সইয়ে দেখুৱালে—এটা নহয় পাঁচ-ছয়খন প্ৰকাণ্ড প্ৰকাণ্ড ছবি।

ছবিৰ বিষয় কি নকলেও চলিব পাৰে। যিবিলাক ছবিক সভ্য-সমাজে Paris de salon আখ্যা দিয়ে আৰু কলাশিল্পৰ অনুশীলনৰ ছলত বিলাসী লোকে যিবোৰ nude ছবি ব্যৱহাৰ কৰে, এইবোৰ তেনে ছবি। Nudeৰ যিমানবিলাক ভোগৰ অৱস্থান হব পাৰে, আটাই-বিলাক বেৰত আঁকা আছিল।

চনিয়াই এনে বিভোগনকৈ সজোৱা ঘৰ, ইমান বহুমূলীয়া খাট-পালেং, সতৰঞ্চি, কাপোৰ, মেজ, চকী—এই প্ৰথম দেখিছে। আৰু এই ছবিবোৰ চনিয়াই নেলাগে—বোধ কৰোঁ আন অনেক বেছি সভ্য আৰু জনাজাত মানুহেও এই ছবিবোৰ এনেদৰে একেভাগে দেখা নাই। ঘৰৰ ভিতৰলৈ সোমাই চনিয়া ইমান আচৰিত হল যে তাই সপোনকে দেখিছে নে, সজাগতে আছে—কব নোৱাৰিলে। তাই ৰ লাগিলচাই ৰল।

কেতিয়াবা কাণৰ গোচল-খানাৰ সৰু দুৱাৰ এখন মেলি যে বাগানৰ এচিষ্টেণ্ট মেনেজাৰ চাহাব আহি তাইৰ ওচৰত থিয় হল, তাই তাক তৰকিবই নোৱাৰিলে। "কেনে দেখিছে পিয়াৰী" বুলি চাহাবে যেতিয়া চনিয়াৰ হাতত ধৰিবলৈ গল, তেতিয়া তাই চক খাই উঠিল, আৰু ইফালে সিফালে চাই দেখিলে যে তাইৰ মাক আৰু সই কোনো ঘৰত নাই। তেতিয়া ছাঁত কৰে তাইৰ মনত সকলো কথা যেন পৰিষ্কাৰ হৈ গল; অৱস্থা বুজি চনিয়াই চিঞৰ মাৰি দিলে।

চাহাবে "আৰে আও আও" বুলি চনিয়াক সাৱটি মাৰি ধৰিছে; এনেতে শুনিলে বাহিৰৰ বাৰান্দাত বৰ হাহাকাৰ; কোনোবাই চিঞৰিছে, কোনোবাই কান্দিছে, আৰু দুৱাৰত দুপদুপকৈ ঘাপ পৰিছে।

কি হল বুলি চাহাবে বাহিৰলৈ ওলাই আহিব খোজোঁতেই তেওঁৰ ঘাৰ-ডালাত এটা দাৰ কোব পৰিল; চিৰচিৰকৈ তেজ ওলাব ধৰিলে। এনেতে আগৰ চিঞৰ শুনি লৰি অহা কিছুমান মানুহে কোবমাৰা মানুহটোক ধৰি বান্ধি পেলালে। চনিয়াই অবাক হৈ দেখিলে সেইটো বুধন। বাহিৰৰ বাৰাণ্ডাত তাইৰ মাইজী বাগৰি পৰি আছে, গোটাই গাটো তেজময়—দাৰ দুটা কি তিনিটা ঘাপ পৰিছে কিজানি তাইৰ গাত।

বুধন কেনেকৈ আহিল আৰু কি কৰিলে তাক নকলেও হব। সি চনিয়াৰ হাঁহি দেখি মনত আশ্বস্ত হব পৰা নাছিল; আৰু লাইনৰ পৰা চনিয়াক আৰু মাকক আহা দেখি অলপ পাছে পাছে আহি আছিল। তাৰ পাছত সি ইহঁতৰ গতিবিধি লক্ষ্য কৰি আছিল আৰু চনিয়াক ঘৰৰ ভিতৰত এৰি যেতিয়া মাক আৰু সই ওলাই আহিছিল তাকো দেখিছিল। শেষত চনিয়াৰ চিঞৰ শুনি সি এই কাণ্ড কৰিলে।

(৭)

নগৰৰ ডাঙৰ মোকৰ্দমা হল। বুধনক হাত কেৰেয়া দি আনি হাজতত ৰখা হৈছিল।

তাৰ বিৰুদ্ধে গুৰুতৰ আঘাতৰ মোকৰ্দমা। ভাগ্যক্রমে তাৰ দাৰ কোবত চাহাব বা ছেউনী কোনো নমৰিল। জজ চাহাব আহি জুৰীৰে সৈতে মোকৰ্দমা বিচাৰ কৰিলে বুধনৰ বিৰুদ্ধে লালিয়া, চাহাব, বৰমহৰী আৰু অনেক সাখী ওলাল। চনিয়ায়ো তাৰ বিপক্ষৰ চৰকাৰী পক্ষৰ সাখী। বুধনৰ ফালৰ কোনো উকীল নোহোৱাত জজ চাহাবে স্থানীয় এজন উকীলক তাৰ ফালে উকীল কৰি দিলে।

এটা এটাকৈ সাখী আহিল। সকলোৱে একমুখে কলে যে বুধনে অনেক দিনৰ পৰা চনিয়াৰ পাছ লাগিছে। কিন্তু লালিয়া থাকাত একো কৰিব পাৰা নাছিল। সেই দিনা গধূলি চনিয়াক ঘৰত থাকিবলৈ কৈ গৈছিল। চনিয়া নাথাকাটোই তাৰ অগৰ। সি পাছে পাছে খেদি গই চাহাবৰ বঙলাত চনিয়াক জোৰ কৰিব খুজিছিল। এনেতে ছেউনী আৰু সইয়ে চিএৰিলে। মেনেজাৰ চাহাব বঙলাত আছিল; চিএৰ শুনি ওলাই আহি দেখে যে এই কাণ্ড। শেষত চনিয়া সাখীৰ গৰালত থিয় হল। তাই শেতা পৰিছে—অলপো কঁপা নাই। আহিয়েই বুধনৰ ফালে চালে। বুধন গহীন গম্ভীৰ হৈ আছে; চনিয়া আহা মাত্রকতে সি তাইৰ ফালে চাই আৰু চকু নমালে।

চনিয়াৰ সাক্ষ্য আৰম্ভ হল। তাইক বুধনৰ পক্ষৰ উকীলে জেৰা কৰিলে। পুৰা বৰমহৰীয়ে টকা দুটা দিয়া কথা, বঙলাৰ ভিতৰলৈ যোৱা কথা ইত্যাদি সকলো ওলাই পৰিল। উকীলে সুধিলে, "বুধন তোৰ কি?"

চনিয়া—"বুধন হামাৰা মতা।"

প্রশ্ন—"বুধনে তোক কিবা কেতিয়াবা জোৰ কৰিছিল নে?"

উত্তৰ—"একো নাই। সি আমাৰ মতা হয়। মোক চাহাবে জোৰ কৰিছিল। সি বাধা দিছে।"

চৰকাৰী উকীলে ঘূৰাই পকাই সুধিছে মানে সুধিছে যে চনিয়াৰ বিয়া হোৱা নাই—কিন্তু চনিয়াই হলে এই এক আষাৰ কথা নেৰিলে "বুধন আমাৰা মতা, আৰু মাইজী আৰু সই হামকো ছল কৰনেকো মাংগতা।"

মোকৰ্দমা শেষ হল। জুৰীয়ে ৰায় দিলে যে খঙৰ বেগত বুধনে যি কাম কৰিছে তাক আন যেই সেই মানুহে কৰিলেহেঁতেন। তাকে লই জজ-চাহাবে দণ্ড দিয়ক।

জজ-চাহাবে বুধনক ছমাহৰ ফাটক দিলে।

(৮)

ছমাহৰ পাছৰ কথা। আহতবাৰী branch garden. জেনেৰেল-মেনেজাৰ চাহাবে যেতিয়া সকলো কথা গম পালে, তেওঁ এচিষ্টেণ্ট মেনেজাৰ চাহাবক আৰু বৰমহৰী বাবুক বাগানৰপৰা খেদি দিলে।

বুধন যেতিয়া ওলাই আহিল, জেনেৰেল মেনেজাৰ চাহাবে চনিয়াক আৰু বুধনক তেওঁৰ বঙলালৈ লৈ গল, আৰু তাত সিহঁতক নিজৰ মালী কৰি ৰাখিলে।

---

ৰচনাৰ তাৰিখ, ২।৭।১৮

পাণ্ডুলিপিত আছে—"Khoveal Casea আদালতে দিয়া।" তেওঁ আন এখন বহীত গল্পৰ তালিকাত চনিয়া গল্পৰ পোনা-বা ক্লি চাহ-বাগিচাৰ মহৰী (tea-garden moharir) বুলি উল্লেখ কৰিছে।—সং, প. গো. ব.

# এওঁ কোন?

(১)

"এওঁ কোন"? ইষ্টাৰ্ণ বেঙ্গল ষ্টেট্ৰ বেলওৱেৰ শিৱনিবাস আড্ডাৰ পশ্চিমফালে গছৰ আঁৰত সন্ধিয়াৰ বেলি বিশ্ৰাম লবৰ মনেৰে হাত ভৰিৰ নিচিনা নিজৰ কিৰণবোৰ মেলি দিছিল। হুপ্, হুপ্, হুপ্, হুপকৈ আহি বেলগাড়ী আড্ডাত থামিল। মধ্যম শ্ৰেণীৰ এটি কুঠৰীৰ গ'ৰা দীঘল ফট্‌ফটীয়া ডেকা এজন ওলাই আহি তিৰোতা থকা কুঠৰীৰ এজনী তিৰোতাৰ লগত দুই আষাৰমান কথা কৈ নিজৰ কুঠৰীত সোমাবলৈ আহোঁতে শুনিলে সেই তিৰোতাজনীৰ ওচৰতে থকা আন এজনী ছোৱালী তেওঁত সুধিছে—"এওঁ কোন?" ডেকাজনে গম নোপোৱাকৈয়ে মুখ ফিৰাই দেখিলে— দেখিলে দীঘল প্ৰীতিপূৰ্ণ এযুৰি চকু তেওঁৰ চকুৰ ওপৰত পৰি তেতিয়াই তললৈ নামিল। এনেতে 'টিৰিঙিৰিঙ,' 'টিৰিঙিৰিঙ'কৈ বেলৰ ঘণ্টাত কোব পৰিল। ডেকাজনে আহি নিজৰ কুঠৰীত সোমাল। মনতে লৈ আহিল 'এওঁ কোন"।

(২)

ডেকাজনৰ নাম ধৰ্মেশ্বৰ ফুকন। কলিকতাৰ বিপন কলেজত চতুৰ্থ বাৰ্ষিক শ্ৰেণীত পঢ়ে। তেওঁৰ চিনাজনা বঙালীছাত্ৰৰ মামীয়েকৰ ভনীয়েকৰ নন্দেক ধুবুৰীলৈ আহিবলগীয়া হোৱাত, সেই বঙালী লৰাজনে তেওঁক ধৰ্মেশ্বৰৰ লগতে পঠিয়াই দিলে। গতিকে প্ৰত্যেক ষ্টেচনতে নামি নামি ধৰ্মেশ্বৰে তেওঁৰ খবৰ লৈ আহিছিল। যি ছোৱালীজনীৰ কথা কোৱা হল, তেওঁ হওঁতে অসমীয়া ছোৱালী। কলিকতাৰ পৰা এনেদৰে অসমীয়া ছোৱালী ক'ৰপৰা ওলাল বুলি পাঠকৰ মনত অলপ সংশয় জন্মিব পাৰে, কিন্তু গোৰৰ কথা ফেৰি শুনিলে তেতিয়া আৰু অপ্ৰত্যয় নহয়।

হলধৰ বৰুৱা নামে দৰঙৰ এজন ভদ্ৰলোক তীৰ্থ কৰিবলৈ গৈছিল—লগত এই ছোৱালীজনী —এওঁৰ নাম যমুনা। হলধৰ বৰুৱাৰ টকা-কড়ি বহুত আছিল। আৰু তেওঁৰ মনৰ মতে ঘৈণীয়েক এজনী পোৱাত সকলোৱে তেওঁক পৰম সুখী বুলি কৈছিল। কিন্তু সম্পূৰ্ণ সুখ ভোগ কৰা মানুহৰ কপালত নহয়—সেই দেখিয়ে হব পায়, এই ছোৱালীজনী ওপজাৰ এমাহ পাছতে ঘৈণীয়েকে এই সংসাৰৰ ভোগ এৰি গুছি গ'ল। 'মাক খাইতী' ছোৱালী বুলি খঙতে হলধৰে যমুনাক মোমায়েকৰ ঘৰত থৈ দেশ চাবলৈ মন মেলিলে, আৰু টকা থাকিলে একো কামতে অকৃতকাৰ্য্য হব নালাগাৰ গুণে তেওঁ বিদেশ ফুৰিবলৈ গল। এনেকৈ বাৰ বছৰ ঘূৰি তেওঁ আকৌ দেশলৈ আহিল। আহি যি সম্পত্তি বিদবে গোটাইছিল দেখিলে যে সেই বন্দোৱস্ততেই আছে। ফিৰি আহোঁতে হলধৰে ভাবিছিল তেওঁ আৰু সংসাৰত বন্ধ নহয়, এনেকি ছোৱালীজনীৰো মুখ নাচায়। কিন্তু সন্তানৰ প্ৰতি স্নেহৰূপ যি স্ৰোত আছে তাৰ আগত এনে সংকল্প—ৰৰ ধাৰাল নৈৰ আগত, বালিৰ বাঁধতকৈয়ো কম স্থায়ী। যমুনাক ঘৰলৈ আনিলে আৰু তেওঁত ঘৈণীয়েকৰ

ছবিটি মেহেৰে চিকচিকীয়া কই পৰিস্ফুট হোৱা দেখি ইমান দিনৰ নীৰস সংসাৰৰ তলিত আকৌ ৰসৰ আবিৰ্ভাৱ দেখিলে। কিন্তু ঘৰত বহি থকা তেওঁৰ মনত নিতান্ত অসহ্য হল। গতিকে যমুনাক লগত লৈ আকৌ দেশে-দেশে ঘূৰি ফুৰিব বুলি মনে মনে স্থিৰ কৰিলে। ইফালে বাৰ বছৰীয়া ছোৱালীক বিয়া নিদি লগে লগে লৈ ফুৰাৰৰ মন দেখি হলধৰৰ আত্মীয়স্বজন, বন্ধু-বান্ধৱ আদিয়ে তেওঁক বুজাই দিলে যে ই কিমান ডাঙৰ অন্যায় কথা, বিদেশ ফুৰি ফুৰি হলধৰৰ মন বিগৰি গৈছিল। তেওঁহলে কিমান ডাঙৰ অন্যায়খিনি বুজি নাপালে। তথাপি সকলোৱে আক্ৰান্তি এবাৰ নোৱাৰি এজনে দৰা ঠিক কৰি ফুৰিবলৈ গল।

তাৰে পৰা দুটি বছৰ পাৰ হল। ধাৰকাত হলধৰক কাহ ৰোগে চুলে, আৰু বিধাতাৰ নিগ্ৰহ, লাহে লাহে সেই বেমাৰতে মানুহজন হ্ৰাস পৰি আহিব ধৰিলে। কথা বেগতিক দেখি তেওঁ ঘৰলৈ আহিব খুজি কলিকতা পালেহি। কলিকতা পাই দেখিলে যে তাৰ পৰা ঘৰলৈ অহা অৰ্থ বাটতে মৰা। তেজপুৰত হাকিমী কাজ কৰা বীৰেন্দ্ৰনাথ মিত্ৰই পেঞ্চন পাই কলিকতাত আছিলহি। হলধৰৰ লগত তেওঁৰ বিশেষ পৰিচয়। কলিকতালৈ আহি হলধৰে তাতে থাকি চিকিৎসা কৰালে, কিন্তু যি যেতিয়া হব লাগে তাত বাধা দিওঁতা কোন? কলিকতাতেই হলধৰৰ মৃত্যু হল। মৰাৰ সময়ত যমুনাক সকলো সম্পত্তি উইল্ কৰি দি বীৰেন্দ্ৰবাবুক তাৰ পৰিদৰ্শক পাতি গ'ল।

এই বীৰেন্দ্ৰনাথ মিত্ৰ আমাৰ ধৰ্মেশ্বৰ ফুকনৰ লগত চিনাজনা বঙালী লৰাজনৰ বাপেক; সেইবাবেই ধৰ্মেশ্বৰৰ লগত সিহঁতৰ তিমান চিনা-পৰিচয়—ধৰ্মেশ্বৰো তেজপুৰৰে আছিল। হলধৰ মৰাৰ পাছত বীৰেন্দ্ৰই যমুনাক ঘৰলৈ পঠিয়াবৰ সুবিধা পোৱা নাছিল, পাছে হলধৰৰ কোনো এজন আত্মীয়ক ধুবুৰীলৈ আহিব কৈ, তেওঁৰ আত্মীয়ৰ লগত ধুবুৰীলৈ পঠাই দিলে। ধৰ্মেশ্বৰ যে কোন, যমুনাই তাক আগেয়ে জনা নাছিল। ইষ্টেছনত খবৰ লোৱা দেখি সেই বঙালী তিৰোতাজনীক আগেয়ে সুধিব খুজিছিল, তেওঁ কোন; কিন্তু ইমান সময় যেন কি লাজে ভেটা দিছিল। এতিয়া শিৱনিবাসত সুধিলে—এওঁ কোন?

যমুনাৰ কথা ইমানখিনি কৈ ধৰ্মেশ্বৰক এনেকৈ এৰিলে বৰ অন্যায় বা injustice কৰা হয়। গতিকে তেওঁনো কোন তাকো কৈ আমাৰ গাৰ পৰা দায়ৰ গেধেমা বোজাটি নমাই থওঁ।

তেজপুৰৰ লকো ফুকন বা লম্বোদৰ ফুকনৰ কথা নজনা মানুহ ই ৰাজ্যত নাই। যদি কোনোবা আছে, তেনেহলে লেখকৰ হুকুম তেওঁ তেতিয়াই ই ৰাজ্যৰ পৰা আন এখন ৰাজ্যলৈ "চলি যাওক। লকো ফুকনৰ বাপেক দুখীয়া আছিল। সেইবাবে এওঁৰ সকতে শিক্ষা বৰ বেছি হোৱা নাছিল; তেওঁৰ নাম দস্তখত কৰিব। বাতৰি কাকতৰ দুই এটি লাইন যোটাই যোটাই পঢ়িব পাৰা শক্তিখিনি আছিল। পাছে লাহে লাহে ফুকন ডাঙৰীয়াই এখন চাহৰ বাগিচাৰ মহৰীগিৰিৰ কাম পালে। নিজৰ যত্ন আৰু সদগুণৰ গুণে কেইবছৰমান পাছতে চাহ বাগিচাৰ অংশীদাৰ ইমাহুয়েল, ব্ৰাউন, স্কট, ম্যাদাগাস্কাৰ, ব্লাডিভোষ্টক প্ৰভৃতি নামৰ লগত ল্যাম্বাদুৰ ফুকনৰো নাম সোমাল। তাৰো কেইবছৰমান পাছত আন আন সকলো নাম, থালৰ ভাত পেটত সোমোৱা দি, মোকৰ্দমা লগা মানুহৰ ভেটি আক্ৰোলাৰ জেপত লোপ পোৱাৰ দৰে, প্ৰলয় কালত সকলো বিশ্বব্ৰহ্মাণ্ড লীণ হোৱাৰ নিচিনা, ৰাহুৰ গ্ৰহণৰ সময়ত চন্দ্ৰ-সূৰ্য্য, ৰাহুৰ [illegible] মুখত

সোমাই যোৱাৰ ন্যায়, অথবা পাছত কটকটাই গালিপৰা মানুহৰ আগত মুনিবক দেখি মুখতে কথা লোপ পোৱাৰ সদৃশ, আন আন সকলো নাম ল্যাম্বাদূৰ পুকনৰ নামত লোপ পালে, সোমাল বা লীণ হল। অৰ্থাৎ তেতিয়াৰ পৰা ল্যাম্বাদূৰ পুকন, বা লম্বোদৰ ফুকন বা লকো ফুকন সেই কিৰিং মিৰিং চাহবাগিচাৰ গৰাকী, কৰ্তা, ওনাৰ অধিপতি Proprietor সৰ্বেসৰ্বা বা ম্যানেজাৰ চাহাব হল। আমাৰ ধৰ্মেশ্বৰ ফুকন এই লম্বোদৰ ফুকনৰ প্ৰথম লৰা—কলিকতাৰ বিপন কলেজৰ চতুৰ্থ বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ—ইংৰাজীত অনাৰ্চ পঢ়ে।

(৩)

ধৰ্মেশ্বৰৰ গাড়ী আহি গোমুকাদীয়া ঘাট পালে, জাহাজেৰে ঘাট পাৰ হল, সাৰাঘাটত আহি ৰেলগাড়ীত সোমাল। মাজতে অলপ কথা হ'ল। সেইখিনি বঙালী তিৰোতাজনীৰ লগত—তাৰ বিষয় যমুনা। যমুনা কোন, ক'ৰ পৰা আহিল, ইত্যাদি। এইখিনি কথা আমি নকলোঁ, বাকী তাৰ ভাব আগতে দিয়া হৈছে।

দুটা চিন্তাই একেসময়ত সমানে মন অধিকাৰ কৰিব নোৱাৰে, দুয়োৰো হেঁচা-থেলাত কেতিয়াবা এটি কেতিয়াবা বা আনটি কম-বেছি ঠাই অধিকাৰ কৰে। ইমান সময় পদ্মাপাৰ হৈ সাৰাঘাটত গাড়ীত উঠা, তিনিটা মানুহৰ বয়বস্তুখিনি কুলিৰ হাতে নিয়া আৰু দুজনী তিৰোতাক ভালকৈ গাড়ীত তুলি দিয়া এই চিন্তাৰ বল বেছি থকাৰ বাবে—আন চিন্তাই ধৰ্মেশ্বৰৰ মন দমন কৰিলেও খৰ সাব্যস্ত কৰিব পৰা নাছিল। ঈশ্বৰৰ অনুগ্ৰহে ধৰ্মেশ্বৰ পদ্মা পাৰ হৈ সাৰাঘাটত গাড়ীত উঠিল, তিনিটা মানুহৰ বয়বস্তুখিনি কুলিৰ হতুৱাই নিয়ালে আৰু দুজনী তিৰোতাক ভালকৈ গাড়ীত তুলি দিলে। তেতিয়া সেই চিন্তাৰ দখল ওৰ পৰিল। ধৰ্মেশ্বৰে যি গাড়ীত উঠিল তাত আন মানুহ নাছিল, মাজে মাজে দুটি এটি উঠিছিল আৰু এটি বা দুটি ষ্টেচন পাই নামিছিল। সেই দেখি সেই গাড়ীৰ চিৰস্থায়ী বন্দোৱস্ত তেওঁৰ নামেই হ'ল, মাজে মাজে দুটি এটি বাবত আহি অকণ বেছি সময়ৰ নিমিত্তে বহিছিল মাথোন। গতিকে তেওঁ ওপৰত ওলমাই থোৱা বিছনা এখনত বিছনা পাতি আৰাম কৰি শু'লে।

সুখৰ সময়ত নানা প্ৰকাৰ সুখৰ বা আশাৰ চিন্তাই লগ দিয়ে, আৰু দুখৰ সময়ত দুখৰ চিন্তাইহে লগ ধৰে। কলিকতাৰ পৰা আহি পদ্মাপাৰ হৈ সাৰাঘাটত এনেকৈ গাড়ীত তুলি দিয়া, বয়বস্তু নিয়া আৰু অকলে এখন গাড়ীত উঠি এনেকৈ শুব পৰা যে কি সুখ তাক যদি তোমালোকে কোনোৱে ভোগ কৰিব পৰা নাই, তেনেহলে মই লিখি বা কৈ তোমালোকক বুজাব নোৱাৰোঁ। ভৱিষ্যতত যদি কেতিয়াবা তোমালোকৰ তেনে সৌভাগ্য হয়, তেতিয়া এই কথাখিনি মনত কৰিবা! আৰু লেখকে যে কিমান সঁচা কথা কৈছে তাকে ভাবি ভাবি লেখকৰ সহস্ৰ সহস্ৰ, লক্ষ লক্ষ, কোটি কোটি, অসংখ্য অসংখ্য ধন্যবাদ, আশীৰ্বাদ, বিবাদ, বিসম্বাদ দিবা। এই সুখৰ সময়ত ধৰ্মেশ্বৰৰ মনত সঁচাকৈয়ে বহুত চিন্তাই আহি মৰামৰি কটাকটি লগালে—কাৰ দখল হয়।

যমৰ সুখ, মাকৰ মৰম, লগৰীয়াৰ আদৰ সমান। যমলৈ যাই কেতিয়া কাৰ [illegible] কেনেকৈ যে ৰাত উঠিব, পৰত চাব যাব, বাগিচাত থাকিব, বাগিচাৰ কুলিবোৰৰ

উন্নতিকল্পে যত্ন কৰিব, ইত্যাদি নানাপ্ৰকাৰ ভাৱনা উদয় হৈ গুৰুপক্ষৰ দ্বিতীয়াৰ জোনৰ নিচিনা তেতিয়াই বিলয় হল। তেওঁৰ সকলোতকৈ ডাঙৰ আৰু ধুনিব নোৱাৰা চিন্তা হল——ৰ!

কিহৰ কোৱাচোন! অ' তোমালোকে জানো বুজিব পৰা নাই। তোমালোক যেনে টেঙৰ, যেনে সাত ঘাটৰ পানী খোৱা চেলেকণি, তোমালোকে জানো নুবুজাকৈ আছা! তথাপি মই কওঁ শুনা—সকলোতকৈ ডাঙৰ আৰু পাহৰিব নোৱাৰা চিন্তা হ'ল—"এওঁ কোন!" বা যমুনাৰ! বুজিলানে এতিয়া! এতিয়া সন্তোষ হল। জানি বুজি সকলোও পোৱা-কুঁহিয়াৰ পেৰা দি।

( ৪ )

সিদিনা শুক্লপক্ষৰ নে কৃষ্ণপক্ষৰ ৰাতি আছিল ঠিক কৰ নোৱাৰিলোঁ; হাতত পাঁজি নথকাৰ বাবে চাই থৱলৈ নহল, আৰু বজাৰলৈ দু'মাইল মান যাব লাগে দেখি আৰু চাবি অনাত কমে পাঁজি নাপাই দেখি কিনিবলৈকো নহ'ল। যেনেহলে মেঘ দি আকাশখন ক'লা তো ক'লা পৰম বা অধম ক'লা কৰিছে। "ঘনঘোৰা তিমিৰাবৃতা অমানিশা" প্ৰভৃতি ৰব এন্ধাৰ ৰাতিৰ বিমান-বিলাক বিৱৰণ গোটাব পাৰা সকলোকে একেলগ কৰি এখন বৰ্ণনা লিখিলে যেনে এন্ধাৰ ৰাতিৰ বৰ্ণনা হয়, তাতোকৈ এন্ধাৰ ৰাতি। মাজে মাজে দূৰ আকাশৰ কোলাত দুটি এটি বিজুলীৰ ছাটিয়ে সেই এন্ধাৰক আৰু গভীৰ কৰি তুলিছিল, মাজে মাজে দুটি এটি মেঘৰ গাজনি সেই এন্ধাৰৰ নিস্তব্ধতাক আৰু ভয়ঙ্কৰ নিস্তব্ধ কৰি তুলিছিল, এনেই স্থিৰ, কিন্তু মাজে মাজে দুখীৰ গভীৰ নিশ্বাসৰ নিচিনা একোটি বতাহৰ ঢৌ আহি শন্‌শনাই সকলোকে কঁপাইছিল; আৰু তাৰ লগতে চকুৰ লোৰ নিচিনা দুই এটোপা বৰষুণ পৰি সকলোকে চমকিত কৰিছিল। আৰু দূৰত কোনো কুটীৰৰ বা শ্মশানৰ জুইৰ ক্ষীণ আলোক ৰেখাই নীৰবে এই দৃশ্য চাই আছিল। কিন্তু বেলগাড়ী-খনে এইবোৰৰ একো "কেয়াৰ" নকৰি হুংহুপ্‌ হুপহুপ্‌কৈ তাৰ বাটেৰে দৌৰি যাই আছিল। সংসাৰো এনেই গহীন আন্ধাৰৰ নিশা। যাৰ অন্তৰত পোহৰ আছে, যাৰ হৃদয় আলোকময়, সিয়েহে সকলো আন্ধাৰ আৰু দুৰ্যোগ ফালি কৰ্তব্যপথত অগ্ৰসৰ হব পাৰে।

মাজতে এইবোৰ আবোল-তাবোলহে বকা হল। আমাৰ কথা আছিল ধৰ্মেশ্বৰে কি ভাবিছিল। ধৰ্মেশ্বৰে ভাবিছিল—যমুনা! যমুনা কেনে সুন্দৰী! তেওঁৰ মুখখন কেনে ধুনীয়া—চকুযুৰি কেনে ভাবময়! হলধৰ বৰুৱাৰ জীয়েক, গতিকে তেওঁলোকো বামুন। যমুনাৰ বিয়া হোৱা নাইতো? সেইটো সোধা নহল, সুধি থাখিলে! নহ'ব পাৰে—বৰুৱা ডাঙৰীয়া মুৰি মুৰোতে গৈছে, বিয়া কেতিয়া দিব? নাই, নাই হোৱা। এতিয়া যমুনাৰ অভিভাৱক বা কোন; বৰুৱা ডাঙৰীয়া থাকিলে—অৱশ্যে আশা আছিল, মোতো দিব পাৰিলেহেঁতেন! বৰুৱা আচলতে সুন্দৰ মানুহ আছিল; অসমীয়া ল'ৰা নো বি. এ. পঢ়াত বাদে ক'ত ভাল মিলে! তাতে মোৰ পৰীক্ষাত ফল ভাল, বৃত্তি পাই আহিছোঁ। বি এও হয়তো অনাৰ্চ লৈ পাছ কৰিম। আৰু নো আমাৰ কি লাগে? অৱশ্যে দিলেহেঁতেন; কিন্তু তেতিয়া অভিভাৱক বা কোন! যদি তেওঁ সম্পত্তিৰ লোভত যমুনাক নিজৰ কোনো আত্মীয় বান্ধৱৰ লগতহে দিয়ে! না—না—তেনেই দিব! মোকেই দিব! মোক সম্পত্তি নেলাগে, লিখি দিম। কিন্তু কেনেকৈ হয়! কাক কওঁ!

সেউতাক! এ বাম নোৱাৰি! মাইক! দেখা যাক; অৱশ্যেই হব। যমুনা বাস্তৱিকে কেনে সুন্দৰী! কত যে কি ৰূপ ঠাৰবাৰেই নোৱাৰি। সকলো সুন্দৰ! সুন্দৰ! আৰু কত কি ভাব! সেইবোৰ লিখি ফুটাব নোৱাৰি! নিজে নিজে অনুভৱ কৰি ল'বা! আৰু যদি নোৱাৰা তেনেহলে তোমাৰ দুৰ্কপাল।

ধৰ্মেশ্বৰৰ এই ভাবটি ঠিক, প্ৰেম নহয়; ৰূপ মোহ! সৌন্দৰ্য্য মোহেহে আচল প্ৰেম; অৱশ্যে ৰূপ-মোহেই প্ৰেমৰ প্ৰথম স্তৰ বা অৱস্থা। এই ৰূপ-মোহত আৱেগ থাকে, উৎকণ্ঠা থাকে, লালসা থাকে, লিপ্সা থাকে, ভোগ-বাসনা থাকে। কিন্তু প্ৰেম আবেগ উৎকণ্ঠাহীন, ভোগ লালসা-বিহীন, নিজতে নিজে পূৰ্ণ আনন্দময়। ৰূপ-মোহত চলন-ফুৰণ, ভাব-ভঙ্গী, নাক-মুখ, চকু-কাণ—সকলোতে এটি আশ্চৰ্য্য শক্তি ফুটি ওঠে, তাক পাবলৈ আকুল হব লাগে। তাক দেখিলেই আত্মহাৰা হব লাগে। এনেকি কথা কোৱাত ওঁঠৰ লৰণ, কপালৰ ওপৰত চুলিৰ ফেৰ, গাৰ কাপোৰৰ প্ৰত্যেক ভাঁজ,—পিন্ধা অলঙ্কাৰ বা গছকা মাটি—সকলোকে এটি আচৰিত আৰু শক্তিময় মোহে আৱৰি ৰাখে—সকলো সুন্দৰ! সকলো বিমোহন! যেতিয়াই দেখিবা তেতিয়াই বুকু নাচি উঠিব। গোটেই অস্তিত্বই তাতে লোপ পাব। যদি তোমালোকে এই বিমোহন ৰূপত মুগ্ধ হোৱা নাই তেনেহলে জীৱনতো অসাৰ, ধিক্কাৰ।

গাড়ী এই গহীন-গভীৰ আন্ধাৰ নিশাৰ মাজেৰে বুক আলোকময় কৰি হুপহুপাই দৌৰিয়েই আছিল; ধৰ্মেশ্বৰেও এইদৰে কিবাকিবি ভাবি যাই আছিল। অৱশ্যে প্ৰত্যেক ষ্টেচনতে নামি তেওঁ তিৰোতা দুজনীৰ খবৰ লৈ আহিছিল; আৰু প্ৰত্যেক বাৰেই তেওঁৰ সেই প্ৰীতিপূৰ্ণ চকুযুৰি তেওঁৰ চকুত পৰি তললৈ নামিছিল আৰু প্ৰত্যেক বাৰেই কিবা কথা কব যাই কিবা কৈ ফিৰি আহিছিল। ই মায়াৰ খেলা! তাত উপায় কি!*

* এই গল্পটো ১।৭।৪৩ তাৰিখে লিখি শেষ কৰে।—সং, শ. গো. ৰ

# বীৰ মাটি

কামৰূপ জিলাৰ ভিতৰত হলদিয়া নামে এখন সৰু গাওঁ আছে। তাত চাৰি পাঁচ ঘৰ বামুণৰ বসতি; গাৱঁৰ বাকী ২০।২৫ ঘৰ মান মানুহ শূদ্ৰৰ—কিছুমান কলিতা, কিছুমান কোঁচ। এই গাৱঁৰ পূব পিনে দি মননদী নামেৰে এখনি সৰু নৈ বাৰিষা মৰালি বৈ থাকে। নৈৰপাৰ ইমান ওখ যে যি বাৰিষা মননদীৰ পানীৰ ওচৰ পাজৰৰ সকলো গাওঁ বুৰ যায় সেই বাৰিষাতো হলদিয়াৰ মানুহবোৰে ঘৰাজিৰ মিচিনা শুকান বাটত খোজ দিব পাৰে, চাং নপতাকৈ শুব পাৰে আৰু গৰু-বাছৰু শুকান ঠাইত থাকিব পাৰে। গতিকে এই গাৱঁৰ মানুহবোৰৰ চেৰ সুবিধা আছিল, আৰু সেই দেখি নৈৰ পানী পোৱা ওচৰৰ গাৱঁৰ কিছুমান মানুহে এই গাৱঁলৈ উঠি আহিব পাৰিলে বৰ ভাল পাইছিল। ইয়াত বাদেও এই গাৱঁৰ লগৰ পথাৰখিনি গোটেই বৰধানতলী—আহুখালি দুয়োটি খেতি নদন-বদন হৈ উঠে। তদুপৰি মাহ, সৰিয়হ, কুঁহিয়াৰ আদি কৰি পূৰক খেতিৰ কথাই নাই। কিন্তু হলদিয়াৰ মানুহবোৰৰ ভিতৰত নিচেই দুখীয়া অৱস্থাৰ মানুহ নাছিল; নাই বুলিলেও সকলোৱে পেটেভাতে পোহ পৈ আছিল; সেই দেখি যাৰ যি মাটি আছিল, তাক বহুত দাম দিলেও বিকোঁতা নোলাইছিল; কাজে কাজেই বাজে গাৱঁৰ মানুহৰ আহিবৰ ইচ্ছা থাকিলেও তালৈকে অহা হৈ নুঠিছিল।

কিন্তু এই গাৱঁৰ পুৰণি বিৱৰণ নজনা এজন মানুহ যদি ইয়াত উপস্থিত হয়, তেনেহলে তেওঁ দেখি আচৰিত হব যে এডোখৰ বৰ ডাঙৰ মাটি চন পৰি থকাতো আন গাৱঁৰ পৰা উঠি আহিব খোজা মানুহ কেলেই উঠি নাহে; বিশেষ এই মাটিডোখৰ সুন্দৰ বসতিৰ যোগ্য; আৰু আগৰ দিনত যে তাত বস্তি আছিল; কিছুমান ডাঙৰ ডাঙৰ আম, কঠাল প্ৰভৃতিৰ গছ তাৰে সাক্ষীৰূপে বহুদিনৰ পৰা ব'দ-বতাহ আৰু বৰষুণৰ উৎপীড়ন সহি থিয় দি আছিল। তেওঁ যদি গাৱঁৰ বুঢ়া এজনক সোধেগৈ সেই মাটিত মানুহৰ বসতি নাই কিয়, বুঢ়াজনে কব, “বাপা' সেই মাটি বীৰ মাটি। তাত কিমান দেও-ভূতৰ বাস, তাত মানুহ থাকিব কেনেকৈ!”

অহে মোৰ প্ৰিয় লৰা নানা শাস্ত্ৰ জ্ঞানাভিজ্ঞ পাঠক-পাঠিকাবৃন্দ-বৃন্দ। আপোনালোকৰ দ্বাৰা বীৰ মাটিৰ অৰ্থ জ্ঞাত কি অজ্ঞাত সেই কথাটি বৈদেশিক কৃষ্ণকাষ্ঠ মালবিশিষ্ট লেখনী-হস্ত মোৰ দ্বাৰা বিদিত নহয়; অতএৱ মোৰ দ্বাৰা ইয়াক ভাল বুজিত হৈছে যে মসেৎনীৰ কাজ্জলবদন কৃষ্ণ মস্যশ্ৰুমুখী হৈ জগৎসকাশত যাৰ্থ বিজ্ঞাপিত কৰে।

“কালো কাল বিষম কাল। ছাগলে ছেলেকে খায় শাল” এই প্ৰবাদ বচনটি আপোনালোকে সকলোৱে জানিব পাৰে। এনে “বিষম কাল” যি ঠাইত হয় সেয়ে বীৰ মাটি। অৰ্থাৎ সাধাৰণতে সাপেহে বেঙ খায়; যি ঠাইত এনে কাণ্ড ঘটে অৰ্থাৎ সাপে বেঙ খায়, মানুহে ভাত মাছ খায়, মেকুৰীয়ে এন্দুৰ খায়, গৰুৱে ঘাঁহ খায়, সেই মাটিৰ একো নাম নাই; কিন্তু যই

তাৰ কাপুৰুষ মাটি বুলিব খোজোঁ। (কাৰবাৰ যদি আপত্তি থাকে জনাব); কিয়নো যি ঠাইত ভেকুৱে সাপ খায়, তাত বা মাছে মানুহ খায়, এন্দুৰে মেকুৰী খায়, ঘাঁহে গৰুক খায়, তাকে সকলোৱে বীৰ মাটি বোলে। তাতে মানুহ খোৱা আদি কৰি কথা শুনি মোক পগলা বুলি ভাবিছে হবলা; তাৰ মই প্ৰমাণ দিওঁ চাৰ। যথা—পদ্ম পুৰাণে অনুবাদ—এজন মানুহ হাইজা ৰোগত আক্ৰান্তিত হৈছিল। গোটেই ভাল নোহওঁতেই তাৰ দ্বাৰা ভাত ভক্ষিত হ'ল, আৰু তাতেই বেমাৰ বৃদ্ধিবশতঃ মৃত্যু হল—অতএৱ ভাতে মানুহ খায়। ভেট পুৰাণে অনুবাদ—কোনো এক মানুহ মৃত হৈছিল; নদীত পতিত সি মাছসকলৰ ভক্ষ্য হ'ল। অতএৱ মাছে মানুহ খায় ইত্যাদি। শিঙৰি পুৰাণে অনুবাদ—মাৰ্জাৰবিহীন কোন এক দেশত মূষিক বোৰৰ উপদ্ৰৱে শৰ্কৰাৰ এটা বিড়াল কৃত হৈছিল; শৰ্কৰা (গুড়) দেখি মূষিকবোৰৰ দ্বাৰা সি খাদিত হল অতএৱ এন্দুৰে মেকুৰী খায়।

বিলপুৰাণে অনুবাদ—কোনো অৰণ্যত অনেক গৰু বাস কৰিছিল; তাত একবন সুকোমল শস্য আছিল; গৰু এজনী শস্য ভক্ষণ কৰিবলৈ গমন কৰাত বৰদীৰ্ঘ শস্যৰ ভিতৰত অদৃষ্ট হ'ল; অতএৱ ঘাঁহে গৰু খায়। আপোনালোকে প্ৰমাণ নাপালে একো কথা বিশ্বাস কৰিব নোখোজে দেখি মাজতে আপোনালোকৰ কেইআষাৰমান কথা কোৱা হ'ল। ইয়াত মোৰ দোষ নাই; দোষ যদি হৈছে সি আপোনালোকৰ হে, কাৰণ মোৰ কিমান ক্ষতি কৰিলে ভাবি চাব।

এতিয়া বীৰ মাটি কাক বোলে বুজিলে। ভেকুৱে সাপ খালে, বীৰ মাটি হ'ল, তেনেহলে বেছি কথা নাছিল। কিন্তু যেনেকৈ পোকালগা কুকুৰৰ পাছে পাছে অসংখ্যাত মাখি ফুৰে, যেনেকৈ বলিয়াৰ পাছত কাজ-কাম নোহোৱা অসংখ্যাত লৰাবোৰ ফুৰে, আৰু যেনেকৈ "হাকিমৰ" পাছে পাছে অসংখ্যাত লেমটো ফুৰে, সেইদৰে নিশা কেঁচাৰ মাজৰ পাছত মৰণ, হাত কঁপনিৰ পাছত জাল-মেৰা বাটত বিক্ৰিশা এজুপি দেখাৰ পাছত যাত্ৰাৰ শুভাশুভ আৰু ভেকুৱে সাপ খোৱাৰ পাছত সৰ্বনাশ ফুৰে। তোমালোকে মেলেছৰ ভাষা পঢ়ি আৰু মেলেছি ভাব শিকি ইয়াক নপতিয়াব পাৰা, কিন্তু আমি হিন্দুৰ আৰ্য্যশাস্ত্ৰ মানি চলোঁ, আৰ্য্যৰ আচৰণ নীতি জানো, আমি হ'লে নপতিয়াই নোৱাৰোঁ; আমাৰ তেনে স্বভাৱ নহওক; নাতি-পুতাইও কিন্তু লৈ যেন নহয় ইয়াকেহে খাটোঁ। আমি তেনে নাস্তিক বুদ্ধি তেনে ধৰ্মৰ বিৰোধ বা দেৱতাৰ অৱজ্ঞা সহিব নোৱাৰোঁ। তুমি ৰবিসাৰৰ জোৰোলা বৃত্তান্ত সোধা, জোনকুছিৰ পেটু ঠাকুৰীয়াত সোধা, কল-খোৱাইতৰ কানাই খাওঁবৃত্তান্ত সোধা, আৰু বিশেষকৈ তোমালোকৰ নিচিনা মেলেছি ভাব-শিকা দিখিনাৰ মণ্ডলত সোধা, তেওঁলোকে এনে কথা কিমান জানে, এনে হোৱা কিমান দেখিছে।

তথাপি যদি তোমালোকে বিশ্বাস কৰিব নোখোজা, তেনেহলে মই আৰু কি কম। তেতে কথা এই যে ইংৰাজ বাহাদুৰে আমাৰ খান জাল কৰিলে—আমি দুই চাৰি অনা পইচা দি ৰেলত বহি সপ্ত দীপৰ বস্তু পাইছোঁ; একো কথা নকৰিলেও কথমপি পেট পুহিব পাৰিছোঁ, আমি অসমীয়া মানুহ; আমাক মো বৰ্বা হ'ব লাগিলে! কিন্তু তেওঁলোকে আমাৰ তেকা-সকলৰ মতি-গতি ইমান দুৰ্ব্বোধ্য নাহে মধ্যে দেখাব পাইছোঁ; এতিয়া আমালোকে আগৰ ৰীতি-নীতি ত্যজি নোখোজে আমাৰ কথা মোজন, প্ৰেত-প্ৰেতাকি কম বৰকে। তাৰ মেলেছি

শিক্ষা। কীৰ্ত্তনত মহাপুৰুষে কৈছে নহয়—"কলিৰ শেষত হৈবা কল্কি অৱতাৰ। কাটি মাৰি ম্লেচ্ছক কৰিবা বুন্দামাৰ॥" এই কোৰ মেলেছ নহলে কল্কি অৱতাৰ হৈ কি কাটিব! লাহে লাহে সকলো মেলেছ হ'ব, মেলেছৰ দেশো হ'ল, কলিৰ কাল! কালৰ গতি, কালৰ ধৰ্ম।

তোমালোকৰ মেলেছি ভাষাৰ কোনো কিতাপতে এই কথা লেখা নাই, দেখি বিশ্বাস নকৰা নেকি? তোমালোকৰ নো কিতাপ হোৱাৰ কিমান দিন হল। সিদিনা মানৰ দিন গৈছে। তাৰ পাছত তো কিতাপ, তাৰ পাছত তো পঢ়া। হুজবিয়া পাৰ্ব্বে সৰাওকৈ বুঢ়া মন্দা মেধি কিমান দিনৰ মানুহ? মান আহোঁতে তেওঁ ডাঙৰ হাবি-বননিৰে পলাই ফুৰিছিল। তেওঁতকৈ তো তোমাৰ কিতাপ লিখাৰবোৰ আগবঢ়ীয়া নহয়; আৰু তেওঁতকৈ ডাঙৰো নহয়, মানী-ধনীয়ো নহয়। তেওঁত সোধা। নে তেওঁকো নপতিয়া? তোমাৰ মেলেছৰ লেই লিখাকবোৰ নো আমাৰ বুঢ়া মন্দা মেধিতকৈয়ো ডাঙৰ হ'লনে; তাঁহঁতে দেশ ছাৰখাৰ কৰিলি। বাৰু তেওঁত সুধি চোৱা, তেওঁ কি কয়। এই মাটিতোৰৰ মানৰ দিনৰ পৰা চন পৰি আছে। মন্দা মেধিহঁত যেতিয়া ৩।৫ বছৰৰ তেতিয়া তেওঁলোকে ইয়াত মানুহ দেখিছিল। যীৰ মাটি হোৱাৰ পৰা কি কি হ'ল তেওঁত সোধা কৰ।

কি কলা! সুধিবা? বেছ! সৎ ল'ৰা! সজ কথা! সোধা। ভাবি-চিন্তি চোৱাঁ—পতিয়াবা নে নপতিয়াবা তাৰ পাছৰ কথা। তাৰ আগতে মোৰ কথা এটা শুনা। তুমি সেই যীৰ মাটিৰ ওচৰেৰে বাটত যাবাচোন, তাত কিমান ঢোল কৰতালৰ বাজনা শুনিবা। সেইখন এতিয়া দেওৰ ঘৰ হৈছে। দেওবাৰে তাত নামপ্ৰসঙ্গ কৰে; প্ৰসাদ খায়; মানুহ থাকিলে মানুহকো দিয়ে, মানুহে খাব নোৱাৰে, দেওৰ প্ৰসাদ হাড়-মূৰ প্ৰভৃতিৰ হে। কেতিয়াবা কেতিয়াবা তাত টকাৰ জন্‌জনি শুনি। ৰাতি পোহৰ লৈ দেওবোৰে ফুৰে। কেতিয়াবা কেতিয়াবা দেওৰ ৰাণীজনীক অলঙ্কাৰ পিন্ধি থকা দেখা পায়। যোৱা বছৰ নমৰ্দ্দীৰ দেওবোৰে এইঠোখৰ দখল কৰিব খুজিছিল; দুয়ো দেওৰ এনে যুদ্ধ লাগিল ৰাতি বন্দুকৰ শব্দত পাৰ্ব্বৰ মানুহৰ টোপনি নাই। নমৰ্দ্দীৰ পানী এহাত বাঢ়িলে যীৰ মাটি চাৰি হাতত‌কৈ বৰো হয়। আৰু ক'ত কি কাণ্ড-কাৰখানা! কেইজন মানুহক কিলাই মাৰিলে। দেওৰ অন্যায় কৰিলে তাত থকা গছৰ পাত এটি আনিলেও দেৱতাৰ অপৰাধ হয়। পাছে ভালকৈ পূজা দিব পাৰিলে, কাবৌ-কাকুতি কৰিব পাৰিলে কেতিয়াবা টকাও পায়। আমাৰ পাৰ্ব্বে ভলোই হে টুনি টকা পালে; এতিয়া তাৰ বৰৈয়া গৃহস্থী। সি বছৰি দেওক একোটি পূজা দিয়ে। অ' তোমালোকে হাঁহিছা, এতিয়াও পতিয়ন যোৱা নাই নে?

বাৰু যোৱাঁ সোধত সোধাগৈ, তেতিয়া যদি নপতিয়া, তেতিয়াহে।*

* ৰচনাকাল ১।৭।৬৩

# এজন বুঢ়া বামুণ আৰু তেওঁৰ তিনি পুতেক

( ১ )

কোনো দেশত এজন বামুণ আছিল। তেওঁৰ ঘৰত বৈণীয়েক আৰু তিনিজন পুতেক। বামুণৰ গৃহখো ঈশ্বৰ আৰু শান্তিৰ। অলপ মাটি বৃত্তি আছিল। তাৰে পৰা ভাত মুঠি হয়। যজন কৰি যজমানবিলাকৰ পৰা কাপোৰথন পইচাটো পায়। বামুণ সজ মানুহ; অলপ সংস্কৃতো জানে। গাঁৱে-ভূঞে মেলে-মিটিঙে অলপ সন্মানো পায়।

বামুণৰ ক্ৰমে বয়স হ'ল। পুতেক তিনিজনো ডাঙৰ-দীঘল হ'ল।

বামুণ-বামুণনীৰ বৰ আগ্ৰহ পুতেক তিনিজনক শিক্ষিত কৰি তোলে। তেতিয়াৰ দিনত আৰু সেই দেশত ৰীতি-নীতি বেলেগ আছিল। এতিয়াৰ দৰে স্কুল-কলেজত খোৱাক-পোছাক যোগাই ছলিক শিক্ষা দিওঁতে গৃহস্থ সৰ্বস্বান্ত হ'ব নালাগে। গুৰুৰ ঘৰত গৈ ছাত্ৰই নিজে নিজে গুৰুৰ সকলো আদেশ পালন কৰি আৰু গুৰুঘৰৰ সকলো কাম কৰি দি, নিজৰ বুদ্ধি আৰু ক্ষমতা অনুসাৰে বিদ্যা আৰ্জে। আৰু গুৰুৱে পাঠ শেষ হ'লে ঘৰলৈ আহিবলৈ কয়। তেতিয়া ঘৰলৈ আহে; যথাশক্তি গুৰু-দক্ষিণা দিয়ে; আৰু গৃহস্থাশ্ৰম প্ৰৱেশ কৰি সংসাৰ কৰে।

( ২ )

বামুণৰ ল'ৰা তিনিজনৰো যথাসময়ত বিদ্যাশিক্ষা সমাপন হ'ল। আৰু গুৰুৰ আদেশ লৈ তিনিও ঘৰলৈ আহিল। যথাশক্তি বামুণ-বামুণনীক গুৰু-দক্ষিণা দি গুৰুক সন্তুষ্ট কৰিলে।

কিছুমান দিন পিতা-মাতা-পুত্ৰ সকলোৱে আনন্দ কৰি ঘৰত আছে। এনেতে এদিন অলপ জ্বৰ হৈ তিনিদিন জ্বৰ ভুগি একো কষ্ট নোখোৱা কৰি বামুণনী মৰি থাকিল। এই সময়লৈ বামুণো বুঢ়া হ'ল।

শ্ৰাদ্ধাদি শাস্ত্ৰীয় বিধানমতে সমাপন হোৱাত বামুণে এদিন পুতেকহঁতক মাতি কলে, "বাপা, তহঁত এতিয়া ডাঙৰ হলি। পঢ়া-শুনাও কৰি আহিলি। মাৰাও স্বৰ্গী হ'ল। তেওঁ পুণ্যাত্মা; তহঁত আৰু মোৰ আগতে একো দুখ নোখোৱা কৰি তেওঁ চলিল। এতিয়া তহঁতে সংসাৰ কৰ; বিয়া বাৰু কৰা। আৰু মোকো বিদায় দে। মোৰ সংসাৰ হ'ল। মই এতিয়া যি কেইদিন থাকিব লাগে পাৰিলে কাশীতে থাকোঁগৈ। কাশীত থকাৰ কাৰণে তহঁতে মোক খৰচ দিব লাগিব বুলি ভয় কৰিব নালাগে। মাহেকত সাতোটামান টকা হ'লেই মোৰ হ'ব। পাছে, আমাৰ যজমান যদম চৌধুৰীয়ে মোক মাহত দহোটা টকা দিব বুলি বহু-দিনৰ পৰা কৈ আ[illegible] তেওঁক ক'লেই মোৰ হ'ব।"

পিতাকৰ এই কথা শুনি ডাঙৰ পুতেকে ক'লে, "পিতাদেৱ, আপুনি যি কথা ক'লে যি সজ আৰু শাস্ত্ৰ-সন্মত। আমাৰো পাঠ সমাপন হৈছে। এতিয়া আমি অৱশ্যে গৃহী হোৱা উচিত। কিন্তু অপৰাধ নধৰে যদি মই এটা কথা কওঁ। যাই নথকাৰ কাৰণে মনত দুখ পাব বুলি এই কথা মই কওঁ কওঁ কৰি ইমান দিনে কোৱা নাই। এতিয়া আপুনি বৃদ্ধ আৰু শাস্ত্ৰজ্ঞ। আপোনাক কথাটো ক'লেই আপুনি অৱশ্যে সজ উপদেশ দিব।"

বামুনে সুধিলে, "বাৰু, কি কথাখনো কব খুজিছা, কোৱা।"

ডাঙৰ পুতেকে ক'লে, "পিতাদেৱ, মোৰ পঢ়াৰ হিচাপ আজিলৈ হোৱা নাই। মোৰ বৰ ইচ্ছা যে মই আৰু কিছু দিন শাস্ত্ৰ চৰ্চা কৰোঁ। মই শুনিছো পূব দিশত এজন বৰ অগাধ পণ্ডিত আছে। তেওঁৰ নিচিনা সাধু আৰু শাস্ত্ৰদৰ্শী পণ্ডিত বিৰল। তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰি আৰু কিছুকাল অধ্যয়ন কৰিবলৈ মোৰ বৰ আগ্ৰহ থাকিল আৰু বিশেষ, মোৰ এতিয়া দাৰ পৰিগ্ৰহ কৰিবৰ মন হোৱা নাই। মই সম্প্ৰতি শাস্ত্ৰ চৰ্চাৰ কাৰণে পূব দেশলৈ যাবৰ মন কৰোঁ—যদি আপোনাৰ অনুমতি পাওঁ।"

ডাঙৰ পুতেকৰ এই কথা শুনি বামুণে মাজু পুতেকক সুধিলে, "বাপু, তোমাৰনো কি কথা? তোমাৰো সংসাৰ কৰিবৰ মন নাই নেকি?"

মাজু পুতেকে উত্তৰ দিলে, "পিতাদেৱ, গুৰুৰ মুখত শুনিলো আৰু শাস্ত্ৰয়ো কয়; পিতা-মাতা পৰম গুৰু। যাইৰ অবিহনত আপুনিয়ে দুয়োৰো আসন অধিকাৰ কৰিছে। আপুনি, যি কয়, আমাৰ ভাললৈহে কয়। পাঠৰ অন্তত সংসাৰ কৰা মানুহ মাত্ৰৰে কৰ্তব্য। এতেকে গৃহস্থাশ্ৰমত প্ৰবেশ কৰিবলৈ মোৰ একো আপত্তি নাই। আপোনাৰ আদেশ পালে সংসাৰ কৰিবলৈ সাজু।"

বামুণে তেতিয়া কনিষ্ঠ পুত্ৰক সুধিলে, "বাপু, তুমিনো কি কৰিব খোজা?"

তেওঁ উত্তৰ দিলে, "পিতাদেৱ; মাজু দাদাই যি ক'লে সকলো সঁচা। কিন্তু গুৰুজনৰ আদেশ লৈ গৃহাশ্ৰম অৱলম্বন নকৰি আন আশ্ৰমত বাস কৰা আমাৰ শাস্ত্ৰৰো সন্মত আৰু সজলোকৰ তেনে দৃষ্টান্তৰো অভাৱ নাই। এতেকে ডাঙৰ দাদাৰ আগ্ৰহকো মই অন্যায় বুলিব নোৱাৰোঁ। মোৰ নিজৰ অভিমত অলপ অন্যৰূপ। ডাঙৰ দাদাই কোৱা কথা সঁচা। কিন্তু সেইমতে সকলো মানুহ চলিব লাগিলে সংসাৰ নিটিকিবই। এতেকে সকলোৱে পক্ষে সংসাৰ ত্যাগ ধৰ্মশাস্ত্ৰৰ সন্মত হ'ব নোৱাৰে। মোৰো বিবাহাদি কৰাই সংসাৰত প্ৰবেশ কৰিবৰ মন আছে। কিন্তু তাকেই এতিয়া নহয়। আপুনি বিজ্ঞ। শাস্ত্ৰৰ অৰ্থ জানে আৰু সাংসাৰিক ব্যৱহাৰতো আপুনি অভিজ্ঞ। সংসাৰত অৰ্থ নহ'লে একো কাম সিদ্ধ নহয়। অৰ্থৰ পৰা বিদ্যা, যশস্যা, গৌৰৱ, সুখ, ধৰ্ম সকলো হয়। অৰ্থহীন মানুহৰ জীৱন নানাবিধ দুখ আৰু অভাৱৰ পীড়াত বৰ কাতৰ হৈ উঠে। অৰ্থৰ বলত মানুহ বলী হয়, অৰ্থৰ বলত মানুহে সন্মান পায়। অৰ্থৰ বলত মানুহে মূৰ্খ হৈয়ো পণ্ডিতৰ সন্মান পায়। এতেকে সংসাৰী হোৱাৰ আগতে মোৰ উপাৰ্জনৰ কাৰণে বৰ আগ্ৰহ আছে। পশ্চিম দেশত অৰ্থ আৰ্জনৰ বহুতো পথ আছে। সেইদেখি আপোনাৰ আদেশ পালে মই পশ্চিম দেশলৈ যাব খোজোঁ। ডাঙৰ দাদাৰ দৰে মাই থকা কালত মোৰো এই গোপন আকাংক্ষাৰ কথা আপোনালোকৰ আগত ক'বলৈ সাহ কৰা নাছিলোঁ।

বুঢ়া বামুণে তিনিওজন পুতেকৰ কথা শুনি সন্তোষ পালে; আৰু ক'লে, "বাপাহঁত তোমালোকে তিনিও সৰল চিত্তেৰে তোমালোকৰ মনৰ অভিলাষ মোৰ আগত ব্যক্ত কৰি ভাল কৰিলা। আপোনাৰ জনৰ পৰা সকলো কথা লুকাই ৰাখিব নাপায়। এই সজ উপদেশৰ মূল বুজিছা দেখি মই ভাল পালোঁ। তোমালোক মোৰ উপযুক্ত পুত্ৰ। তোমালোকৰ ভাল-বেয়া বিবেচনাৰ শক্তি হৈছে। তোমালোকে ভাল শিক্ষা পাইছা। শাস্ত্ৰত কয় ষোড়শ বৰ্ষৰ পাছত পুত্ৰক মিত্ৰবৎ আচৰণ কৰিব লাগে। মই বুঢ়া হলেও, আৰু তোমালোকত কৰি মোৰ সাংসাৰিক কাম বেছি হ'লেও, তোমালোকৰ সজ ইচ্ছাত মই বাধা হ'ব নাপাওঁ। তিনিওৰো বাঞ্ছা সজ। এতেকে তোমালোকৰ নিজ নিজ অভিৰুচি অনুসৰি তোমালোকে কাম কৰিবলৈ যাবু হোৱা। মই তোমালোকক তাৰ অনুমতি দিলোঁ। আৰু আশীৰ্বাদ কৰিলোঁ। তোমালোকৰ সকলো সজ বাঞ্ছা সিদ্ধ হওক।"

ইয়াৰ পাছত বামুণে মাজু পুতেকলৈ সজ কুলৰ সুৰূপা সুশীলা আৰু সু-শিক্ষিতা কন্যা এজনী বিয়া কৰালে। বিয়াৰ পাছত নতুন বোৱাৰীক ঘৰলৈ আনি সকলোৱে কিছুদিন পৰম আনন্দেৰে কটালে। তাৰ পাছত বৰপুতেক গ'ল পূব দেশলৈ বিদ্যা আৰ্জনৰ কাৰণে; আৰু সৰু পুতেক গ'ল পশ্চিম দেশলৈ অৰ্থ আৰ্জনৰ উদ্দেশ্যে। তেতিয়া বামুণ কাশীক যাবলৈ সাজু হ'ল। কাশীলৈ যাবৰ বেলিকা মাজু পুতেকে পিতাকক ক'লে, "পিতাদেৱ এই গৃহস্থী আৰু সম্পত্তি আপোনাৰ। আপুনি যজমানৰ অৰ্থত কাশী-বাস কৰিব। এই কথা আপোনাৰ পক্ষে বা আপোনাৰ পুত্ৰৰ পক্ষে সন্মানজনক নহয়। যদিও যজমানৰ অৰ্থগ্ৰহণত গুৰুজনৰ কোনো অপৰাধ নহয়। এতেকে কাশী-বাসৰ যি খৰচ তাক আপোনাৰ এই অযোগ্য পুত্ৰই যোগাবলৈ গাত লৈছে।"

বামুণে পুতেকক আশীৰ্বাদ কৰি কাশী-বাস কৰিবলৈ গ'ল।

(৩)

দিন গ'ল। এদিন দুদিন কৰি বাৰ বছৰ কাল গ'ল। বামুণে কাশীত থাকে। দশাশ্বমেধ ঘাটলৈ দুবেলা আহ্নিক কৰিবলৈ যায়। আৰু নিজে ৰান্ধি গধূলি হবিষ্যান্ন গ্ৰহণ কৰে। মাজু পুতেকে টকা পঠায়। চৌধুৰীয়ে টকা পঠায়। যি দুই চাৰি পইচা বয় বামুণে তাৰে কাই-কপনীয়া, দুখীয়া ছাত্ৰ, সাধু-সন্ন্যাসীক শুশ্ৰূষা কৰে। এইদৰে শান্তিতে বামুণৰ দিন যায়।

এদিন পুৱা দশাশ্বমেধ ঘাটত আহ্নিক কৰি আহি বামুণ বিশ্বেশ্বৰ মন্দিৰলৈ সেৱা কৰিবলৈ গৈছে। বামুণৰ হাতত ফুলৰ মালা। মালাৰ ফুল দেখি বাটত ফুৰি থকা ষাঁড় এটাই অলক্ষিতে আহি বামুণৰ হাতৰ ফুলৰ মালা খাই পেলালে। তাকে ভয় পায়েই হওক, বা হেঁচা খোৱাতে হওক, বামুণ মূৰ্চ্চা যাই পৰিল। ওচৰৰ মানুহৰ শুশ্ৰূষাত বামুণ [illegible] উঠিল।

ঘৰলৈ আহি বামুণে ভাবিলে মোৰ দিন আৰু চাৰি আছিল। এইবাৰ দেহ এৰিবৰ সময় হৈছে। মই বাৰ বছৰ তীৰ্থ স্নান কৰিলোঁ। তীৰ্থ-মৃত্যু সকলোৱে বাঞ্ছা কৰে। কিন্তু [illegible] এসটো প্ৰাপ্ত হোৱা নাই। যি ঠাইত জন্মিলোঁ, যি পাৰ্বতী-বতাহে বাল-কাল মোৰ [illegible] পৰিলে, তাৰ সমান পুণ্য ঠাই নাই। এতেকে মোৰ আপোনাৰ ঠাইলৈকে ঘূৰি যাবলৈ লাগিল। আৰু পুৱা তিনি জনকো বাতৰি পাই আহিবলৈ [illegible]

ডাইতৰো চাৰ লাগে। নিজৰ মনক ফাঁকি দিব নোৱাৰি। এনে বৃদ্ধকালত মই আকৌ সংসাৰলৈ ঘূৰি গ'লে মানুহে হাঁহিব পাৰে। কিন্তু মানুহৰ হাঁহিৰ ভয়ত মোৰ অশান্ত চিত্ত শান্ত ন'হব। আৰু মোৰ বয়সত যিটো ভাল দেখিছোঁ, তাকেহে কৰা উচিত।

এইবিলাক কথা ভাবি-চিন্তি চাই বামুণে দেশলৈ ঘূৰি আহিবলৈ মন কৰিলে।

তিনিও পুতেকে পিতাকলৈ চিঠিপত্ৰ দি নিজৰ নিজৰ বা-বাতৰি দি থাকিছে। ডাঙৰ আৰু সৰু পুতেকৰ পৰা চিঠিপত্ৰ পোৱাত কেতিয়াবা অলপ পলম-আলম হয়। কিন্তু মাজুৱেকে মাহেকত দুখন দুখনকৈ চিঠি দি থাকে।

এই বাৰ বছৰত ডাঙৰ পুতেকে বহুতো দৰ্শন শাস্ত্ৰত পুৰাণ আদি পঢ়িলে। মাজুৰৰ সংসাৰ বঢ়িল। তেওঁৰ লৰা-ছোৱালী তিনিটি। ঘৰত একো দুখ নাই। সৰুজনৰ কাৰবাৰত উত্তৰোত্তৰ উন্নতি হৈছে। এতিয়া তেওঁ বহুত কল-কাৰখানা আৰু কাৰবাৰৰ মালিক।

( ৪ )

বুঢ়া বামুণে দেশলৈ আহোঁতে ভাবিলে, "মই বুঢ়া হ'লোঁ। মোৰ অভাৱো কম। আৰু পাৰিলে এতিয়া ধৰ্ম আলোচনা কৰিব পাৰি, এনেকুৱা ঠাইত থকাই উচিত। এতেকে মই পূৱ দেশলৈ যাওঁ। মোৰ বৰপো তাত আছে। সামান্য যি আল-পৈচান লাগে তেৱেঁই সেই আল-পৈচান কৰিব পাৰিব।"

এই ভাবি বামুণ পূৱদেশৰ বৰ পুতেকৰ ওচৰলৈ গ'ল। তাতে গৈ বৰ পুতেক থকাৰ গাঁও-খন বিচাৰি বিচাৰি উলিয়ালে। পুতেকৰ নাম লোকে কোনোৱে নাজানে। পাছত অনেক সোধা-পোছা কৰাত মানুহে ক'লে "অ, এওঁ বুঢ়াই ওকান বাবাৰ কথা সুধিছে। তাকে নকয় কিয়? ওকান বাবাক নজনা মানুহ ইয়াত কোন আছে। আহক আমি লৈ যাওঁ।"

এই বুলি বুঢ়াক ওকান বাবা অৰ্থাৎ বৰ পুতেকৰ ওচৰলৈ লৈ গ'ল।

বুঢ়াই দেখিলে, তেওঁৰ সন্মুখত এজন দীৰ্ঘাকৃতি পুৰুষ। চুলি-দাড়ি-গোঁফে ভোৰোকাৰ। গত মঙহ নাই। বয়স কিমান চিনিব নোৱাৰি। কেৱল চকুৰ কালে চালে দেখি চকু দুটাযুৰিৰ জ্যোতিত জিলিকি আছে। বহুত পৰ চাই বুঢ়া বামুণে বৰ পুতেকৰ মুখৰ আকৃতি ধৰিব পাৰিলে।

পিতা-পুত্ৰৰ পুনৰ পৰিচয়ৰ পাল পৰিল। পিতাকে ক'লে, "বৰ বাপু, আজি বাৰ বছৰ তোমাক দেখা নাই। কাশী-বাস কৰি বুজিব পাৰিলোঁ। নিজৰ জন্মদাত্ৰী ভাইৰ ঘৰে নিজৰ ঠাইখিনি এৰি কতো শান্তি নাপাওঁ। মৰিবৰো বয়স হ'ল। সেইদেখি ভাবিলোঁ বাকী দিন-কেইটা তোমাৰ লগত থাকিয়েই অলপ ধৰ্ম আলোচনা কৰি কটাওঁ।"

পুতেকে এই কথা শুনি বৰ আনন্দিত হ'ল। কিন্তু পিতাকৰ বুঢ়া বয়সত দুখ হ'ব বুলিও আশঙ্কা কৰিলে। তেওঁ ক'লে, 'পিতাদেৱ' আপুনি শেষ বয়সত মোক সুৰুঙা কৰি মোৰ লগত থাকিবলৈ আহিল; ই মোৰ পৰম ভাগ্য। কিন্তু মোৰ মনত আশঙ্কাও হৈছে। আপুনি বুঢ়া। আহাৰ-বিহাৰত কিছু পাৰিপাটীৰ আৱশ্যক। সেই সকলোবিলাক কাৰণে মই আপোনাক [illegible] [illegible] কৰিব [illegible]

পিতা-পুত্ৰ দুয়ো থাকিল। বৰ পুতেকে ৰবেৰ পুৱাতে উঠে। পিতাকক আহ্নিক আদি কৰিবৰ ব্যৱস্থা কৰি দিয়ে। আহাৰৰ ব্যৱস্থাও কৰে। আৰু নিজে তেওঁৰ পূজা-আহ্নিক শাস্ত্ৰ পাঠ ইত্যাদিত ব্যস্ত থাকে। কেতিয়াবা খায়। কেতিয়াবা খাবৰ সময়ে নহয়। কেতিয়াবা সময়ৰ মূৰত কোনো আতুৰ আহি পালে তেওঁৰ সেৱাতে পলম হয়। পিতাকৰ প্ৰতি মন থাকিলেও সদাই চকু দিব নোৱাৰে। এইদৰে দুই এমাহ গ'ল। এদিন বুঢ়া বামুণে ক'লে, "বাপু, তোমাৰ লগত মই ইমান দিন থাকিলোঁ। তুমি মোক সুখত ৰাখিবলৈ যত লাগে মানে যতন কৰিছা। কিন্তু তুমি আনক পতিপাল কৰা কামত অনভ্যস্ত। এনেকি নিজৰ শৰীৰৰ প্ৰতিও তুমি মন কৰিব নাজানা। তুমি শাস্ত্ৰবিৎ। জানাই শৰীৰহে সকলো ধৰ্ম সাধনৰ মূল। এতেকে মই তোমাক অনুৰোধ কৰোঁ, তুমি বিবাহ কৰি গৃহস্থৰ জীৱন অৱলম্বন কৰা। গৃহস্থই সকলো আশ্ৰমৰ মূল।"

পিতাকৰ কথা শুনি পুতেকে উত্তৰ দিলে, "পিতাদেৱ, আপোনাৰ আদেশ পুত্ৰ হৈ মানিব লাগে। কিন্তু বিবাহত মোৰ অলপো শ্ৰদ্ধা নাই। সংসাৰ কঠিন বন্ধন। আৰু সংসাৰৰ কৰ্ত্তব্য, স্ত্ৰী-পুত্ৰ-কন্যাৰ ভৰণ-পোষণ, শিক্ষাদান প্ৰভৃতি কাৰ্য্য বৰ কঠোৰ। বৰ ব্যয়সাধ্য। মই অৰ্থহীন। আৰু কোনো বৃত্তিত শিক্ষাবিহীন। বৃত্তি ব্যতিৰেকে সংসাৰৰ ভাৰ গ্ৰহণ বিজ্ঞজনৰ কাম নহয়। বিশেষ আপুনি জানে, সংসাৰ ঘোৰ মায়াময়। দাৰা-পুত্ৰ, অৰ্থ-সম্পত্তি সকলো পদুম-পাতৰ পানীৰ নিচিনা। এইবোৰৰ কোনো বাস্তৱ সত্তা নাই। মই জ্ঞান-চৰ্চাতে পৰম আনন্দ পাইছোঁ। এতেকে আপুনি খং নকৰিব। মই দাৰ গ্ৰহণ কৰিবলৈ সৰ্বতো-প্ৰকাৰে পৰাঙ্মুখ।"

পুতেকৰ কথা শুনি বামুণে ক'লে, "বাপু। মানুহৰ ৰুচি ভিন্ন, মত ভিন্ন। তুমি মোৰ জ্যেষ্ঠ পুত্ৰ, আৰু শাস্ত্ৰজ্ঞ। তোমাৰ ইচ্ছাৰ বিপৰীতে কোনো কামকে কৰিবলৈ তোমাক কবলৈ মোৰ সত নাযায়, আৰু উচিতো নহয়। কিন্তু বাপু বেজাৰ নকৰিবা। তুমি মোৰ নিচিনা বৃদ্ধক চোৱা-চিতা কৰিবলগীয়া হোৱাত বিশেষ ব্যতিব্যস্ত থাকিব লাগে। তাত তোমাৰো জ্ঞান-চৰ্চাৰ বিশেষ বাধা জন্মে। অথচ, মোৰো বিশেষ সুখ-শান্তিৰ বিধান কৰিব নোৱাৰা। এতেকে, বাপু, দুই চাৰি দিন থাকি মই তোমাৰ পৰা বিদায় ল'ম। ভগৱন্তৰ কৃপাতে তোমাৰ আৰু দুই জন ভ্ৰাতৃ আছে। মই তাঁহাতৰ কোনোজনৰ গুৰি চাপিব পাৰিম। হওঁতে মাজু বাপু পুত্ৰ-কন্যাৰে সংসাৰ কৰি আছে। তেওঁৰ কিন্তু আয় সামান্য। ইফালে সৰু বাপুৱে পশ্চিম দেশত থাকি অনেক অৰ্থ উপাৰ্জন কৰে। মই বুঢ়া মানুহ এজন থাকিলে তেওঁ গমেই নাপাব। আৰু ময়ো স্বচ্ছন্দ ভাৱত থাকিব পাৰিম।"

ইয়াৰ পাছত আৰু কেইদিনমান বৰ পুতেকৰ লগত থাকি বামুণে পুতেকক আশীৰ্বাদ দি বিদায় ললে; আৰু পশ্চিম দেশলৈ সৰু পুতেকৰ ওচৰলৈ যাত্ৰা কৰিলে।

( ৫ )

পশ্চিম দেশৰ বেলৰ ষ্টেচনত অলেখ মানুহ। বুঢ়া বামুণে ষ্টেচনত নামি উবামিহ ঢেকৰালে। গামান মানুহে বহুত কোলাহল কৰি যি যত যাব লাগে তালৈ বাট ধৰিলে। মানুহৰ ভিৰ অলপ

পাতল পৰিল। এনেতে সোণোৱালি সাজ পিন্ধা এজন বৰকান্দাজ বামুণৰ ওচৰত থিয় হৈ নমস্কাৰ কৰিলে; আৰু তেওঁৰ পৰিচয় সুধিলে। অলপ পাছতে চাহেবী সাজেৰে মানুহ এজনে বামুণৰ ভৰিত চুই সেৱা কৰিলে; আৰু ক'লে, "পিতাদেৱ, আপুনি আহিব আহিব বুলি আজি তিনি দিনে এইখন গাড়ী চাবলৈ মই নিজে আহিছোঁ; আৰু পূৱ দেশৰ পৰা অহা আটাইখিনি গাড়ী খবৰ কৰিছোঁ। এখন টেলিগ্ৰাম দিয়াহেঁতেন ভাল আছিল। এতিয়া আহক গাড়ীলৈ।" এই বুলি সৰু পুতেকে বামুণক বাহিৰত ৰৈ থকা মটৰগাড়ীলৈ লৈ গ'ল। লগত অহা বৰকান্দাজ, চাপ্ৰাচী আদিয়ে বামুণৰ সৰু টোপোলাটো লৈ পাছে পাছে গ'ল। বামুণে বুজিলে এয়ে তেওঁৰ কনিষ্ঠ পুত্ৰ। পুত্ৰৰ সৌভাগ্য আৰু অৰ্থৰ গৌৰৱ দেখি বামুণৰ মনতো আনন্দ আৰু অলপ গৰ্বৰ ভাৱো উদয় হ'ল।

সৰু পুতেকৰ ৰাজপুৰী যেন ঘৰ-দুৱাৰ, ফুলনি, পুখুৰী, বিজুলী বন্তি, মাৰ্বল শিলৰ মূৰ্তি আৰু কত কি! ঘৰনো কিমান, চাকৰনো কিমান সংখ্যা, কোন কোন কালে যায়, কোনে কি কৰে; ঘৰৰ ভিতৰত চকি মেজ; শতৰঞ্জি, চোফা, কিতাপ, ধুনীয়া বস্তু, কত নো কিমান বস্তু আছে; আৰু সেইবোৰৰ কি ব্যৱহাৰ—ইত্যাদি কথা শুনি বামুণ তক হ'ল। বামুণৰ কল্পনাই ইন্দ্ৰপুৰীকো ইমান উজ্জ্বল, ইমান ধুনীয়া আৰু ইমান বিলাসৰ আবাস বুলি ভাবা নাছিল।

সৰু পুতেকে বামুণৰ সেৱা-শুশ্ৰূষাৰ কাৰণে এজন নিজ দেশৰ বামুণ, এজন চাকৰ আৰু সেই দেশৰ এজন চাপ্ৰাচী যোগাৰ কৰি দিলে। থাকিবলৈ ফুলনিৰ মাজত এটা মনোৰম সৰু ঘৰ দিলে। গোসাঁই সেৱা কৰিবলৈ ইটাৰে সজাই এটা অস্থায়ী গোসাঁই ঘৰ কৰি দিলে আৰু ইফালে সিফালে ফুৰিবলৈ এখন মটৰকাৰ পিতাকৰ কাৰণে সুকীয়া কৰি দিলে। খোৱা লোৱা বস্তু-বাব, পিন্ধা-উৰা কাপোৰ-কানি কিমান যে দিহা কৰিলে তাৰ আদি-অন্ত নাই।

এনেকৈ অপাৰ আৰু অনভ্যস্ত বিলাস আৰু আৰামত বামুণ সৰু পুতেকৰ লগত থাকিল। মনত ভাৱ উদয় হোৱা মাত্ৰকতে অভাৱৰ পূৰণ হয়।

বামুণৰ পুতেক প্ৰকাণ্ড ঘৰ এটাত থাকে। তাত কিমান খোটালী লেখ কৰিব নোৱাৰি। কিন্তু তাত থাকোতে তেওঁৰ বাহিৰে কোনো নাই।

এনেকৈ দিন যায়। কিছুমান দিনৰ পাছত বামুণে এদিন সৰু পুতেকক ক'লে, 'সৰু বাপু, তোমাৰ ধন-বস্তু ঐশ্বৰ্য্য দেখি বৰ আনন্দ পাইছোঁ। তোমাৰ মাৰা জীয়াই থকা হ'লে তোমাৰ ঐশ্বৰ্য্য বিভূতি দেখি বৰ সুখ পালেহেঁতেন। কিন্তু তোমাৰ যে নিজৰ কিবা সুখ হৈছে, মইতো বুজিব পৰা নাই। তুমি ৰাতি থাকোঁতে শুই উঠা আৰু ইফালে দোভাগ ৰাতিলৈ কামকে কৰি থাকা। কিমান নো মানুহ আহে। কিমান ঠাইলৈ লৰি চাপৰি দিনটোত কেইবাৰ যোৱা, ঘৰত অলপ ৰহিলেই টেলিফোনটোৰ কিমান ৰিণ্‌ৰিণনি! তুমি যেখোন খাবলৈ শুবলৈ সময়কে নোপোৱা। মৰেই তোমাৰ পিতা। আজি এত দিনে যেখোন তোমাৰ লগত সুখ-দুখৰ কথা পাতিবলৈকে তোমাৰ আহৰি নাই। ইফালে ইমানবোৰ ঘৰ, ইমানবোৰ চাকৰ-নাকৰ। মানুহ তুমি যে অকলে। মই বাপু এইবোৰ একো বুজি পোৱা নাই। অৰ্থ মানুহক লাগে। ভোগ কৰিবলৈ আৰু দান কৰিবলৈ। তুমি যেখোন ভোগো নকৰা। দান কৰা যে নকৰা তাকো নাজানো। তোমাৰ মুখ দেখিলেহে আমাৰ মনে বুঢ়া মানুহৰ মনত

ভাল লাগে। এতেকে মই কব খোজোঁ যে তুমি ইমানতে বিয়া-বাৰু কৰাই গৃহবাস কৰা।

পুতেকে উত্তৰ দিলে, "পিতাদেউ, কাৰবাৰ কৰোঁতে মোৰ কাৰবাৰ ইমান বহল হ'ল যে মই এৰোঁ বুলিলেই এৰিব নোৱাৰোঁ। সম্প্ৰতি পঞ্চাশ ষাঠি লাখ মান টকাৰ কাম চাৰিও-ফালে বিয়পি পৰিছে। এইবিলাক কাম চাপি নাহে মানে মই ইফাল সিফালকে কৰিব নোৱাৰোঁ। আৰু আপুনি মোৰ অৰ্থৰ কথা কৈছে, ই অতি সামান্য। ঘোঁৰা-খেল আপুনি অৱশ্যে নাজানে। ডাঙৰ ডাঙৰ দেশত ধনী ধনী লোকে একেদিনাৰ ঘোঁৰা-খেলতে মোৰ এবছৰৰ আৰ্জন খৰচ কৰে। মোৰ নগদ টকা এতিয়াও এক কোটি হোৱা নাই। ধনী দেশৰ মানুহৰ শ কোটি, হাজাৰ কোটি ইমান টকা। আমি দুখীয়া দেশ দেখিহে আমাৰ মানুহে ইয়াকে বহু সম্পত্তি বুলি ভাবে। যি হক মই টকাৰ কথা কোৱা নাই। কিন্তু দিন-ৰাতি লোহোৱা কৰি খাটি মোৰ মনটোত বৰ আৰাম পাওঁ। এনেই বহি বহি থাকি কি কৰিব? এতিয়া মোৰ ভৰডেকা বয়স। এই সময়তে কাম-কাজ কৰি টকা অলপ আৰ্জি লওঁ। পাছত বিয়া-বাৰু কৰাই ঘৰধাৰী কৰি প্ৰৌঢ় আৰু বৃদ্ধ কালছোৱাৰ সুখত কটাব পাৰিম। ডাঙৰ দাদাৰ দৰে মই সংসাৰত বিৰক্ত নহওঁ, আৰু কামৰপৰা আজৰি পালেই বিয়া-বাৰু কৰাই সংসাৰ কৰা ভোগ-বিলাসৰ মো'ৰ কামনা আছে। সম্প্ৰতি মই কাৰবাৰত ইমান লাগি থাকিবলগীয়া হৈছে যে আজি অতদিন মই এবাৰ ঘৰলৈ গৈ মাজুদাদাৰ বৌ আৰু লৰা-ছোৱালীখিনিকো চাই আহিব সময় পোৱা নাই। অথচ তেওঁলোকলৈ সদাই মোৰ মনত পৰে।"

বামুণে ক'লে, "বাপু, তোমাৰ কথা বুজিলোঁ। অৰ্থৰ চিন্তা বৰ ডাঙৰ আৰু অৰ্থৰ মোহ বৰ মোহ। যিমানেই বিচাৰিবা তিমানেই পাবা। আৰু যিমানেই পায় তিমানেই বেছি কৰি লগা হয়। সি যি হক, এটা বিশেষ তোমাৰ ভুল যেন লাগিছে যে তুমি ডেকা বয়সত অৰ্থ উপাৰ্জনতে কটাই প্ৰৌঢ় হ'লেহে সংসাৰ কৰিবা। আমাৰ শাস্ত্ৰই কয় ডেকা কাল অৰ্থোপাৰ্জন আৰু সংসাৰ ভোগৰ সময়। প্ৰৌঢ় কাল বানপ্ৰস্থৰ হে। তথাপিতো তোমাৰ ইচ্ছাত মই কোনো প্ৰকাৰৰ বাধা দিব নোখোজোঁ। তুমি মোৰ সুখৰ অৰ্থে যিমান সুবিধা লগাই দিছা তাৰ এশভাগৰ একভাগো মই কল্পনা কৰিব নোৱাৰিছিলোঁ। কিন্তু বিষয়ৰ সম্ভোগ যিমানেই সুপ্ৰচুৰ নহওক। হৃদয়-বৃত্তি বিলাকৰ স্ফুৰণ নহলে মনত শান্তি নাহে। তোমাৰ ইয়াত ইমান লাহ-বিলাহৰ মাজতো স্নেহৰ চিকণ তাৰ মই কতো দেখা নাপাওঁ। সকলোবিলাক শুকান—নীৰস। তুমি অহোৰাত্ৰ কৰ্মত লিপ্ত থাকা। তুমি উমানকে ধৰিব পাৰা নাই। চোৱা মই পিতৃ, তুমি পুত্ৰ। মোৰ লগত কথা পাতিবলৈ তোমাৰ সময় নাই। তুমি কৰ্মত লিপ্ত আছা ভাল হৈছে। কিন্তু মই তোমাৰ ইয়াত সুখত আছোঁ যদিও মনত তৃপ্তি আৰু শান্তি পোৱা নাই। এতেকে তুমি যদি মেলা পোৱ'-নোপোৱা মই অন্ততঃ কিছুদিনৰ কাৰণে মাজু বাপুৰ ঘৰলৈ যাওঁ। তাত মোৰ পুৰণা বন্ধু বিলাকো আছে, তেওঁলোককো চাই আহোঁগৈ।"

(৩)

বুঢ়া বামুণ গৈ নিজ গাৱঁৰ নিজ ঘৰত উপস্থিত হ'ল। লগত [illegible] পুতেকে [illegible] সম্ভাৰ, দাসদাসী-লোকজন, ভতিজাহঁত [illegible] দিব বিধে [illegible] বোৱা [illegible]

সঁফুলি কি পঠাইছিল। বামুণ ঘৰ পোৱা সময়ত পুতেক ঘৰত নাছিল। কোনো যজমানৰ ঘৰলৈ গৈছিল।

বোৱাৰীয়েকে শহুৰেক অহা জানি তপত পানী কৰি ভৰি ধুৱালে। হাত-মুখ ধুবলৈ পানী দিলে। নতুন কাপোৰ দিলে। গোসাঁই সেৱা কৰিবলৈ দিহা কৰি দিলে। আৰু চিৰা-সান্দহ গুৰ, মালভোগ কল, আঠা দৈ, নাৰিকলৰ লাৰু, আখৈৰ লাৰু ইত্যাদি বিবিধ খাদ্যেৰে শহুৰেকক জলপান দিলে। আৰু জলপান খোৱা হ'লত কাষত বহি ঘৰৰ খবৰ-বাতৰি কলে। তেওঁলোকৰ তিনিটি সন্তান। ছোৱালীজনী এবাৰ বছৰীয়া, ল'ৰা দুটি সাত আৰু তিনি বছৰীয়া। তাহাঁতক আতাকক শুৱিবলৈ আনি কথা-বাৰ্ত্তা কোৱালে। সাঁজ পৰাৰ আগে আগে মাজু পুতেক আহি ঘৰ পালে। ঘৰ পায়েই পিতাকক দেখি হৰ্ষিত হ'ল, আৰু ভৰিত পৰি সেৱা কৰিলে। পিতাকেও পুতেকক আশীৰ্বাদ কৰি স্নেহেৰে তেওঁলৈ চাই থাকিল।

বামুণে দেখিলে যে পুতেকৰ গৃহস্থীৰ শ্ৰী আগতকৈ বাঢ়িছে। ঘৰ-বাৰী লেপা-পুছা। চাৰিওফালে ফিৰ্ ফিৰ্ কৰে। বাৰীৰ ভিতৰলৈকে সকলো ঠাই নিকা। বাৰীত আম-কঠাল-কল-সুমথিৰা-মধুকল-মধুৰি আম, মধুকল মধুৰি কঠাল আদি অনেক ফল। ওচৰতে ফুলনিবাৰী। তাৰ কাষতে শাকনিবাৰী। অলপ দূৰত গোহালি, ভঁড়াল ঘৰ, ঢেঁকী ঘৰ, খৰি থোৱা ঘৰ—যিফালে দেখে সেইফালে সুন্দৰ বন্দৱস্ত। কতো একো সজি নাই। পানী খোৱা পকি নাদ। বাটৰ আগত পুখুৰী। তাত মাছ।

সকলোকে দেখি-শুনি বামুণৰ মনত তৃপ্তি বলেৰে ভৰি প'ল। বামুণে মহা শান্তিৰে মাজু পুতেকৰ লগত থাকিবলৈ ললে।

পুৱাতে উঠি বামুণে দেখে নাতিনীজনীয়ে পানী তপতাই, তেল গামোছা লৈ আতাকক গা ধুবৰ যতন কৰি দি থৈ আছে। আতাকে গা ধোৱে মানে, তাই গৈ গোসাঁইৰ বন কৰি দিলে। গোসাঁই ঘৰৰ পৰা ওলাই আহি দেখে বোৱাৰীয়েকে গাখীৰ কল আদিৰ জলপান সজাই শহুৰকলৈ অপেক্ষা কৰি আছে। এনেকৈ দিনটোত যেতিয়াই যিহকে লাগে মাকে-জীয়েকে বামুণৰ আল ধৰে। গোধূলি গোসাঁই সেৱা আদি কৰি বামুণ পুতেক আৰু নাতি দুজন একেলগে বহি নানান কথা পাতে। বামুণে শ্লোকবোৰ নাতিহঁতক শিকায়। মাকে আৰু জীয়েকে ভাত পানী ৰান্ধে। ভাত খোৱা হয় সোনকালে। তেতিয়া ল'ৰা দুটি শোৱে। বামুণে পুতেক বোৱাৰীয়েক আৰু নাতিনীয়েকক লৈ নানান সজ আলোচনা কৰে, প্ৰায়েই নাতিনীয়েকে ৰামায়ণ মহাভাৰত কীৰ্ত্তন দশম আদি পুথি পঢ়ে। আৰু বামুণে ঠাই বুজি সেইবোৰৰ অৰ্থ কয়। আৰু দুটা এটা সাধু কথাৰে শাস্ত্ৰৰ অৰ্থ মুকলি কৰি বুজাই দিয়ে।

এইদৰে এক অপাৰ্থিব পবিত্ৰ সুখত বামুণৰ দিন যায়। সংসাৰ যাত্ৰাৰ একো অভাৱ নাই। বিলাসিতাৰ অপচয় নাই। অৰ্থৰ অনাৱশ্যক সুপ্ৰচুৰতা নাই।

মাজে মাজে ডাঙৰ পুতেকৰ আৰু সৰু পুতেকৰ কথা ওলায়। ডাঙৰজনৰ কঠোৰ ধ্যান-তপস্যা আৰু সৰুজনৰ সমানে কৰ্কশ অৰ্থ-তপস্যাৰ কথা ওলায়। ল'ৰা-ছোৱালীহঁতে জেঠাকৰ জ্ঞানৰ সাৰগৰ্ভ কথা, আৰু খুড়াকৰ বিলাস সম্ভাৰৰ বাহুল্যৰ কথা আচৰিত হৈ শুনে।

এনেকৈ আৰু তিনি-চাৰি বছৰ গ'ল। এনেতে বামুণৰ আৰু এদিন বুঢ়াৰ [illegible] হ'ল।

বেজ-জ্ঞানী আনি পুতেকে দেখুৱালে। বোৱাৰীয়েকে পতিপাল কৰিলে। নাতিনী-নাতি-ইঁতে নানা প্ৰকাৰ কথা পাতি আতাকৰ মনত ৰং লগালে। বামুণ কিছু ভাল হ'ল।

এদিন মাজু পুতেক আৰু বোৱাৰীয়েকক কাষলৈ মাতি আনি বামুণে ক'লে, "বাপু আৰু আই, মোৰ কাল চাপি আহিল। আৰু মই বেছি দিন এই সংসাৰত থাকিব নালাগে। ভগৱন্তই মোক অনুগ্ৰহ কৰিছে। মোৰ তিনি পুত্ৰ। তিনিও সজ আৰু সাধু। তোমাৰ দৰে বোৱাৰী আৰু নাতিনী-নাতিইঁতৰ দৰে সুশীল ল'ৰা-ছোৱালী। তোমালোকৰ আগতে মই মৰিব পৰাটো মোৰ পৰম সৌভাগ্য। মই শান্তি পাম বুলি কাশীক্ষেত্ৰত বাৰ বছৰ থাকিলোঁ। কিন্তু নিজৰ ঠাইৰ দৰে তীৰ্থ ভূ-ভাৰতত নাই আৰু নিজৰ ঘৰৰ দৰে শান্তিৰ ধাম স্বৰ্গতো নাই। বৰ বাপুৰ লগত থাকিলোঁ—ধৰ্মচিন্তা কৰি শান্তি পাম বুলি। কিন্তু অকল শুকান জ্ঞানৰ আলোচনাত ধৰ্ম হয় যদিও, তৃপ্তি নাই। সৰু বাপুৰ ঠাইত অৰ্থৰ আৰু বিলাসৰ সম্ভাৰ যথেষ্ট দেখিলোঁ। ভোগৰো বহুত আয়োজন দেখিলোঁ। কিন্তু তাতো তৃপ্তি নাই। শেষত তোমাৰ ইয়ালৈ আহি জঞ্জালহীন গৃহস্থালী, সুশীলা বোৱাৰীৰ মৰম আৰু কোমল মাত, আৰু সজ স্বভাৱৰ নাতি-নাতিনীৰ পবিত্ৰ কথা-বাৰ্তা আৰু খেল-ধেমালিত মই যি ৰস পালোঁ সি মোৰ পৰম আত্মাকো তৃপ্ত কৰিলে আৰু মোৰ সমস্ত জীৱন শান্তিৰসত বুৰাই থলে। তোমালোক সকলোটিকে আশীৰ্বাদ কৰিছোঁ। তোমালোকৰ এই তৃপ্তি আৰু শান্তি অক্ষয় হ'ক। মোৰ আশা ল'ৰা দুটিক আৰু আত্মীয়-স্বজন আৰু সকলোৰে মই ঈশ্বৰক খাটো যেন তেওঁৰ কৃপাগুণত মানুহে তৃপ্তি পায়; আনন্দত থাকে, আৰু শান্তি লাভ কৰে।

এইদৰে কথাবাৰ্তাই দিন যায়। বামুণক দেখিলেই বুজিব পাৰি তেওঁ যেন এই পৃথিৱীত শান্তিধামৰ সোৱাদ পাইছে। আৰু পুতেকে বোৱাৰীয়েক ল'ৰা-ছোৱালীক দেখিলেই মনত হয় এওঁলোক ৰোগ-শোক-তাপহীন এক দিব্য লোকৰ হে অধিবাসী।

এনেতে এদিন দুপৰীয়া স্নান-আহ্নিক আহাৰাদি কৰাৰ পাছত, অলপ জিৰণি লওঁতে হঠাতে বামুণৰ হৃদ্‌যন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ তেওঁ স্বৰ্গী হ'ল।

(৭)

বামুণৰ মাজু পুতেকে দুই ভায়েকলৈ তৎক্ষণাত খবৰ দিলে যে তেওঁলোকৰ পিতাকৰ মৃত্যু হৈছে। ইষ্ট-কুটুম্ব সকলোলৈকে খবৰ দিয়া হ'ল।

বৰপুতেকে ভায়েকলৈ চিঠি দিলে, "মাজু বাপা। পিতা স্বৰ্গ প্ৰাপ্তিৰ সংবাদ শুনিলোঁ। সংসাৰ অনিত্য। দেহা নশ্বৰ। ইয়াত শোক কৰিবলগীয়া একো নাই। বিশেষ, পিতাৰ বয়সো হৈছিল। তেওঁৰ সংসাৰো সুখৰ আছিল। এই বয়সতে একো কষ্ট নোপোৱা কৰি তোমাৰ, বোৱাৰীৰ আৰু ছলি-পলিৰ আদৰ-যত্নত তেওঁৰ মৃত্যু হোৱা বৰ ভাগ্যৰ কথা। শ্ৰাদ্ধলৈ মোৰ যাবৰ মন আছিল। পাছে তুমিয়ে তাত শ্ৰাদ্ধাদি কৰিবা। মই ইয়াতে পিতৃৰ প্ৰতি যি কৰ্তব্য তেনে শ্ৰাদ্ধাদি সামান্যভাৱে কৰিম। শ্ৰাদ্ধত শাস্ত্ৰানুমোদিত যি কাম কৰিব লাগে তাৰ এটা তালিকা লগতে দিলোঁ। অহা মাঘ মাহত মোৰ এবাৰ তীৰ্থ ভ্ৰমণৰ

বাসনা আছে। সেই সময়ত গয়াকে আদি কৰি তীৰ্থক্ষেত্ৰত পাৰলৌকিক বিধি ক্ৰিয়া কৰিব লাগে, তাক মই কৰিম।"

সৰু ভায়েকো শ্ৰাদ্ধৰ সময়ত আহিব নোৱাৰিলে। তেওঁ লেখিলে, "সৰু দাদা, পিতাৰ বিয়োগ বাতৰি পালোঁ। পিতা যে এই বুঢ়া কাললৈকে থাকি একো কষ্ট নোপোৱা কৰি স্বৰ্গী হ'ল, এইটো আমাৰ সকলোৰে সৌভাগ্য। বৌদেৱ, তুমি আৰু তোমাৰ ছলি-পলিয়ে শেষ বয়সত তেওঁক যথেষ্ট পতিপাল কৰিলা। দুখৰ কথা যে মই শ্ৰাদ্ধলৈ ঘৰক যাব নোৱাৰিম। এই সময়তে কিছুমান ঠিকা কাম আছে। সময়ত দিব নোৱাৰিলে বহু টকা লোকচান হয়। পুৰোহিত এজনক ইয়াত নোপোৱা সকলো শ্ৰাদ্ধৰ বস্তু দি তুৰন্তে পঠাই দিয়া। মোৰ কৰিব-লগীয়া কামখিনি ইয়াতে কৰিম। আজি পাঁচ হাজাৰ টকা তোমালৈ পঠালোঁ। শ্ৰাদ্ধটো ভালকৈ কৰিবা, যাতে কোনেও বেয়া বুলিব নোৱাৰে। আৰু পঁচিশ হাজাৰ টকা মই আচুতীয়াকৈ থৈছোঁ। পিতাৰ আৰু মাইৰ কোনো স্মৃতি ৰাখিবৰ অৰ্থে। ইয়াৰে আমাৰ গাৱঁত কোনো স্কুল বা হাস্পতাল বা আন ৰাইজৰ মঙ্গলজনক কাম কৰিব লাগে এই বিষয় তাওৰ দাদা আৰু আমাৰ জনা-বুজা আত্মীয়-স্বজনক সুধি যি হয় দিহা কৰিবা। লাগে বুলিলেই মই টকা পঠাই দিম।

মোৰ ঠিকাৰ লেঠা অলপ পাতলিলে এবাৰ ঘৰলৈ যাম। বৌদেৱ আৰু ছলি-পলি কেইটাক চাই আহিবৰ বৰ মন হৈ আছে। কিন্তু ইয়াত যে কি জঞ্জালত পৰিছোঁ ইফাল-সিফাল কৰিবৰ এক চেকেণ্ড সময় নাপাওঁ।"

মাজু পুতেকে আপোন মানুহৰ সহায় লৈ শ্ৰাদ্ধৰ সকলো যোগাৰ কৰিলে। বৃষোৎসৰ্গ কৰা হ'ল। ওচৰ-পাজৰৰ বামুণ মতা হ'ল। অধ্যাপকসকলক ভাল বিদায় দিলে। গাৱঁ-কুচলীয়া সকলোকে তৃপ্তি কৰি ভোজন কৰালে।

শ্ৰাদ্ধৰ অন্তত ইষ্টমিত্ৰ যি সকল লোক গোট খাইছিল সকলো ঘৰাঘৰি গ'ল। মাজু পুতেকৰ গৃহস্থৰ শ্ৰী আগতো কৰি চৰিল। ওচৰ-চুবুৰীয়াৰ সন্তোষৰ কিৰণে তেওঁলোকৰ ঘৰ উজলাই ৰাখিলে।*

---

* এই গল্পটোৰ প্ৰথম দুটা ভাগ (১+২) ২২।৮।২৯ তাৰিখে লিখা আৰু বাকী অংশ ১০,৭।৪৩ তাৰিখে লিখি শেষ কৰে। আন এখন তালিকাত গল্পটোৰ নাম আছে "জ্ঞান-কৰ্ম-গৃহস্থ" আৰু টোকাত আছে "A Man's three sons. Parents find rest with the গৃহস্থ!"—সং., শ. গো. বৃ.

# দুই ভাই

( ১ )

ধৰ্মনাথ আৰু গদাধৰ দুই ভাই। বৰুৱাৰ ঘৰৰ লৰা, কিন্তু আজিকালিৰ সকলো পুৰণি ডাঙৰ মানুহসকলৰ নিচিনা, তেওঁলোকৰো অৱস্থা বেয়া, মাটিবাৰী সেপাই বন্ধাৰ ঘৰত, অলঙ্কাৰ আদি কৰি পুৰণিকলীয়া আন সম্পত্তিৰো সেই গতি। গদাধৰে মাইনৰ পৰীক্ষাৰ বৃত্তিৰে এণ্ট্ৰেন্স স্কুলৰ দ্বিতীয় শ্ৰেণীলৈ পঢ়িছিল, কিন্তু সিকালে কোনোমতে খৰচ নিমিলাত ঘৰত সোমালহি। এনেতে ঘৰৰ কৰ্তা—তেওঁলোকৰ পিতাকৰ মৃত্যু হল। ধৰ্মনাথ ডাঙৰ, তেওঁ তেনেই অকূল সাগৰত পৰিল। ভাল উপদেশ দিয়ে—এনে এজন বন্ধুয়ো তেওঁলোকৰ নাই। বৰুৱা বংশৰে গোপীনাথ বৰ ধনৱন্ত আৰু মান্তৱন্ত মানুহ; তেওঁৰ লগত কিন্তু ধৰ্মনাথহঁতৰ সাতপিৰীয়া কাজিয়া। বাজৰ পৰা আন উপায় নেপাই দুয়ো ভায়েকে পৰামৰ্শ কৰি, যি বাকী অলপ গহনা-পত্ৰ আছিল তাকে বন্ধক থৈ পিতাকৰ শ্ৰাদ্ধাদি ক্ৰিয়া সমাপন কৰি উঠিল। চাৰি পইচাৰ ঠাইত এপইচা দি কোনো মতে ক্ৰিয়া-কাণ্ড কৰি এতালে; বুঢ়া বৰুৱাৰ বৈৰীয়েকে, বৰুৱাৰ কাম কিবা এনে দুখীয়াভাৱে হৰলগীয়া হোৱাৰ বাবে বেজাৰ কৰিলে, কিন্তু অন্য উপায় কি? ধৰ্মনাথ আৰু গদাধৰৰ বুকত মাকৰ এই দুখৰ নিশ্বাস লাগিল।

যেতিয়া সকলো কামকাজ গ'ল, তেতিয়া দুয়ো ভায়েকে দেখিলে যে তেওঁলোকৰ আগত সংসাৰ-সমুদ্ৰত উত্তাল তৰঙ্গমালা। যি ফালে চাই সেই ফালেই বিপদে যেন ভয়ঙ্কৰ মুখ মেলি তেওঁলোকক গিলিবলৈ আহিছে। পিতাকৰ দিনত চাৰি পাঁচ হেজাৰ মান টকাৰ ধাৰ আছিল; গোপীনাথৰ তলে তলে উদগনি পাই, সকলোৱে মোকৰ্দ্দমা কৰিলে। নিজৰ ভজৰ যি বহতীয়াৰ বা গোলাম আদি সহায়ৰ মানুহ আছিল, সকলোৱে গোপীনাথৰ নানাবিধ ছলত সিঃকিন ধৰ্মনাথ আৰু গদাধৰক এৰি যাব ধৰিলে। দুটি এটি মিছা মোকৰ্দ্দমাৰ আচামী হয়। হৰলগীয়াত পৰিল। চাৰিওফালৰ পৰা যেন সংসাৰে বিকট মুখ মেলি তেওঁলোকক তেনেই গিলি খাবলৈ তুৰন্তে আহিব ধৰিলে। এইবিলাক দেখি শুনি বৰুৱানীৰ দুখৰ সীমা নাই; দিন-ৰাতি চকুৰ পানীৰে মাটি তিতাই তেওঁ এমা-তিমা ল'ৰা দুটিক ঈশ্বৰে এই বিপদ-জালৰ পৰা মুক্ত কৰে তাকে ধিয়াই থাকে। নানা প্ৰকাৰৰ দুখে-কষ্টে তেওঁৰো শৰীৰত একো নাইকিয়া হল।

ধৰ্মনাথে সকলোকে দেখিলে; সংসাৰখন যে তেওঁলোকৰ ওচৰত কেনে বিপদ-সঙ্কুল তাকো বুজিলে। গদাধৰক মাতি আনি কি কৰা যায় দুয়ো তাৰে পৰামৰ্শ কৰিলে। তেওঁ-লোকৰ মাটি-বাৰী জেৰ আছিল, তাৰে কিছুমান প্ৰায় ৩০।৫০ বছৰৰ পৰা অনাতৰ হৈ পতিত হৈ আছে। তেওঁলোকৰ পিতাকে পৈতৃক সম্পত্তি বুলি নিজৰ মাটি ইজৰা দিলে লোকৰ আগত মানৰ হানি হ'ব বুলি, কেতিয়াবা সেই মাটিবোৰ ভাল হব বুলি, নাইবা নিজাক পাচ

পইচাকৈ খাজনা দিব লাগে বুলি সেই মাটিবোৰ ইজৰা দিয়া আছিল; যদুপি বহুবি অনাবৃষ্টত আৰ খাবে ৮৫।৴০ অমাটৈ খাজনা দি আছিল। তাত বাজেও ছিনোৰ মাটিতালে আছিল সেইবোৰ বিঘাত ৪।৫ টকাকৈ বন্ধক আছিল। তেওঁলোকৰ চাৰিওফালে সমূহ বিপদ দেখি দুয়ো ভায়েকে ভালে হক বা বেয়াই হ'ক এবাৰ চেষ্টা কৰি বাব স্থিৰ কৰিলে; তেওঁলোকে ভাবিলে, আজিকালি যেনে বিপদ ইয়াৰ পৰা যে বকা পৰি সংসাৰত সুখ কৰিব পাৰি? তেনে আশা বৰ কম। বি হৈছে হক, এইবাৰ হয় তেওঁলোক আমীৰ হ'ব নহয় বাটৰ মগনীয়া হৈ গছৰ তলে, বৃক্ষৰ তলে ফুৰিব।

ধৰ্মনাথ আৰু গদাধৰে মন ডাঠ কৰি কুলাতল মাটি সোণাই ইজৰা দিলে। বাকীবোৰ মাটি বেছিব বুলি জাননী দিলে। এই সময়ত একন চাহাবে আপোনাৰ কপাহৰ খেতি কৰিব বুলি ভাল মাটি বিচাৰি ফুৰিছিল। ধৰ্মনাথহঁতৰ মাটি কপাহৰ উপযুক্ত দেখি আৰু সৰাতে পাই ১২০০০ টকালৈ কিনি ল'লে। তেওঁলোকে এই টকাবোৰ লৈ পিতাকৰ সকলোখিনি ধাৰ মাৰিলে; বন্ধাৰ ধৰৰ টকাবোৰ দিলে; আৰু য'ত যি সোঠা আছিল সকলো মাৰি দেখিলে হাতত ১১৫০ টকা ৰ'লগৈ। তেতিয়া নিজৰ চেষ্টা আৰু ঈশ্বৰৰ অনুগ্ৰহৰ ওপৰত সকলো নিৰ্ভৰ কৰি ৭৫০৲ টকালৈ কিতাপ, কাকত, কলম, কাপোৰ প্ৰভৃতিৰ এখন দোকান খুলি দিলে বাকী ৪০০ টকা মাকৰ হাতত জমা থলে। ঘৰৰ চাপটিত বাদে তেওঁলোকৰ সকলো গ'ল।

(২)

ভাৰবিয়ে ভীমৰ মুখেৰে যুধিষ্ঠিৰক কৈছিল:

"নিৰসন্তি পৰাক্ৰমাশ্ৰয়া ন বিষাদেন সমং সমৃদ্ধয়:"—পৰাক্ৰম অৰ্থাৎ উদ্যোগে যাৰ আশ্ৰয় তেনে সমৃদ্ধি বিষাদৰ বা এলাহৰ ওপৰত বাস নকৰে। ঈশ্বৰৰ ইচ্ছা আৰু যত্নবো বল, ধৰ্মনাথ-হঁতৰ দোকান অতি সুচাৰুৰূপে চলিব ধৰিলে। কলিকতাৰ পৰা জিনিচ নি বিক্ৰী কৰিব ধৰাত তেওঁলোকৰ লাভো যথেষ্ট হল। পিতাক বৰ্ত্তমান থাকোতে ধৰ্মনাথৰ বিয়া হৈ গৈছিল। এতিয়া তেওঁৰ দ্বিতীয় বিবাহ নিষ্পন্ন হ'ল। নতুন বোৱাৰীয়েকক ঘৰত দেখি বহুদিনৰ মূৰত বৰুৱানীৰ ওঁঠত হাঁহিৰ সৰু এটি ৰেখাই দেখা দিলে। বিপদৰ নিচিনা সম্পদো অকলে অকলে নাহে। তেওঁলোকৰ দুখৰ দিনত যিমান বিপদে লগ ধৰিছিল, এতিয়া সুখৰ দিনত সেইবোৰ বিপদৰ ঠাই সম্পদে অধিকাৰ কৰিলে। বহুদিন বহুদিন ঘৰ-চোতালত মানুহৰ সমাগম নাছিল বুলি, মানুহ নথকা ঘৰৰ যি শূন্য ভাবে তেওঁলোকৰ ঘৰে-চোতালে মহলীয়া হৈ ফুৰিছিল, তাক খেদি এতিয়া মানুহ চলা-ফিৰা কৰা সহজভাবে সকলোতে নিজৰ আধিপত্য বিস্তাৰ কৰি দিলে। চোতালৰ কোণৰ দূৰৰি আৰু কেঞা বনৰ ঠাইত তুলসী আৰু ফুল আৰু যুতি ফুলে ঠাই পালে; পি ঘৰবোৰত সোমালে যেনে মুকলি মুকলি জয়লগা হেন ভাব হৈছিল, এতিয়া সেই ঘৰৰ কোনোটিত বৰা তমুৱা, কোনোটিত অতিথিসকল, কোনোটিত কানীয়া ভাণ্ডাৰীৰা, কোনোটিত পাঙ-পূইৰ বন্ধু-বান্ধৱ, কোনোটিত লৰা-ছোৱালী। মিমাজী বাৰীৰ আজিকালিৰ [illegible]—[illegible] যোৰ [illegible] [illegible], আৰু মুকলা মিৰতি হ'ব চাৰা।"

এনে সময়ত গদাধৰৰ বিয়া নোহোৱাকৈ থকাৰ সমান কিবা অন্যায় কথা পাঠক ভাবিব পাৰিবনে? গোবিন্দ বাপুৰ খাবৰ ভাত নাই, পিন্ধিবৰ কাপোৰ নাই, তাৰ পুতেকজনে ১৫ বছৰতে বিয়া কৰালে; মধু ডেকাৰ ভায়েকে খাবক বুলিব নোৱাৰে তাৰ ১৩ কি ১৪ বছৰতে বিয়া হৈ গল; নাথৰ কাইঠৰ ভতিজাক, অজলাবো অজলা পৰম অজলা, ভূতটি যেন দেখি সিয়ো বিয়া এটি কৰিছে, আৰু সেই দিপক কোঁচ পুতেক সিয়ো বিয়া কৰালে। ছোৱালী ঘৰক আনিলে। এই নেকি যকৰাৰ ঘৰৰ এনে চিকণ ডেকা, এনে লেখা-পঢ়া জনা—এনে আঢ্যৱন্ত হৈয়ো গদাধৰৰ বিয়া হোৱা নাই। এনে অবিচাৰ! এনে অন্যায়! এই অন্যায়ৰ ঢৌৱে গাঁৱৰ ইষ্ট-মিত্ৰ বন্ধু-বান্ধৱ সকলোকে আকুল কৰিলে; মাজে মাজে সৰু সৰু ল'ৰা-ছোৱালীবোৰো এই ঢৌত ডুব যাব ধৰিলে। গোপীনাথে এই ঢৌৰ আগত সকলোৰে সমূহ বিপদ দেখি গদাধৰক বিয়াৰ কথা মনে মনে ভাবিলে। গাঁৱৰ বুঢ়ী কেইজনী কোনো গোপীনাথৰ আবুয়েক, কোনোজনী আবুয়েকৰ আবুয়েক ইত্যাদি আৰু তাঙৰ তাঙৰ বোৱেক কেইজনীৰ উপদ্ৰৱত কাৰো ঘৰে-চোতালে যোৱাও গদাধৰৰ পক্ষে বিপদ হৈ উঠিল। এনেতে ৺কয়ানীৰো মনত সৰু বোৱাৰীয়েকৰ মুখ চাই মৰাৰ ইচ্ছা প্ৰবল হৈ উঠিল। বহুদিনৰপৰা ৺কয়ানীৰ একো ইচ্ছা নাছিল, থাকিলেও মনৰ ইচ্ছা মনতে মৰিছিল, আজি এই ইচ্ছা গোপীনাথৰ আগত প্ৰকাশ কৰিলে। গোপীনাথে মাকৰ চৰণধূলা লৈ কলে, "চাওঁ তেন্তে চেষ্টা কৰি, ঈশ্বৰে যি কৰে।"

(৩)

বিয়া কি বস্তু যাৰ বিয়া হৈ গৈছে তাকতো কব নেলাগেই, যাৰ হোৱা নাই বোধ কৰোঁ তাকো নকলেহে ভাল; কাৰণ, তেওঁলোকৰ মনত যি এটি অস্পষ্ট সুখৰ নিচিনা ভাব আছে তাক স্পষ্ট কৰিলে পূৰ্ণিমা নিশাৰ জোনাকক দুপৰীয়াৰ ৰদত পৰিণত কৰিব লাগে, আৰু এনে নিৰ্দয় কাম কৰিবলৈ আমি বৰ পৰাঙ্মুখ। সি যি হওক গদাধৰৰ বিয়াৰ ঠিক হ'ল। খোৰা, কোঙা, বুঢ়া বা মূৰ্খ বৰৰ নিমিত্তেই ছোৱালীৰ অভাৱ নহয়, সুপুৰুষ আৰু জনা-বুজা দৰাৰ নিমিত্তে হোৱা দেখা নাযায়; বিশেষ "কৃতদাৰ" নহলে। যদিও গদাধৰৰ বয়স বেছি বুলি কোনো হ'ব খোজা শহুৰেকৰ হিচাবত উঠিছিল, তথাপি ছোৱালীৰ অভাৱ নহল; পাণহাটী গাঁৱৰ মৌজাদাৰৰ ঘৰত ছোৱালী ঠিক হ'ল; আৰু বিয়াৰো দিন ঠিক হ'ল। গাঁৱৰ সৰু সৰু ছোৱালীবোৰে ঘাটক পানী আনিব যোৱাত গদাধৰৰ জোৰাই জোৰাই বিয়াৰ নাম গাব ধৰিলে; নতুন বোৱাৰীবোৰে ওৰণীৰ তলৰ পৰা বহু দূৰলৈ মণিৰপৰা চকুজুৰিৰে গদাধৰৰ ফালে চাই লগত অহা আন বোৱাৰীবোৰক দেখাব ধৰিলে গদাধৰ কোনটি বকুলৰ তলত দুখৰক দেখি বিভাৰ নগৰৰ বোৱালীবোৰৰ নিচিনা যদি তেওঁলোকৰ কোৰা-ভুৰি কৰিছিল আমি নাজানোঁ, নিলগৰ পৰা যি দেখা যায় তাকেহে কব পাৰোঁ, ওচৰ চাপি তেওঁলোকৰ কথা শুনাৰ সাহ আমাৰ সমূলি নাই। আৰু বুঢ়ীবোৰে গদাধৰক দেখি দুই এক আৱাৰে মিঠা ঠাট্টাৰে কথা কবলৈকো ত্ৰুটি নকৰিলে; বহুতে তামোল পাণ খোৱা। ডেকাসিন্দুৰ জোৰাৰ ইচ্ছাও প্ৰকাশ কৰিলে। বিয়াত তিৰোতাসকলৰ প্ৰধান আনন্দ, তেওঁলোকে এইদৰে আনন্দ প্ৰকাশ

কৰিলে। মুনিহৰ কালেয়ো আনন্দ কম হোৱা নাছিল; তেওঁ সি যোটা মানুহৰ যোটা আনন্দ।

সৰশেষত বিয়াৰ দিন আহিল। আজি তেলৰ ভাৰ—পৰহি খাটা বিয়া। গোপীনাথে ১৫০ খন ভাৰ কৰালে। গাখীৰ, মাছ, মিঠৈ, কল, লাড়ু, তামোল, পাণ ছোৱালীঘৰৰ পৰা যিমান খুজিছিল তাৰ দুগুণ দিলে। বামুন এজনৰ হাতত অলংকাৰৰ টেমা দিলে। তেলৰ ভাৰ যাত্ৰাৰ সময় আহিল। পদূলিৰ মুৰত ঢুলীয়া আৰু খুলীয়াৰ বাজনাৰ লগত কালিৰ মাতে "পেউ" "পেউ" কৈ উঠিল; ভিতৰ চোতালৰ পৰা তিৰোতাসকলৰ জোকাৰৰ উৰুলি আৰু গীতৰ শব্দ তাৰে লগত মিহলি হৈ আকাশ ছানি পেলালে; লগৰ কুকুৰ ভায়ায়ো ঘেউ ঘেউ কৰি সুৰ টানি দিলে; ইপিনে বিয়াৰৈ কৰোঁৱা খোকা ছিলৈ আৰু কটকাৰ শব্দয়ো অলপ ঠাই পাবৰ মনে তাৰ ভিতৰত হেঁচি সোমালে। সেন্দুৰৰ ফোট দিয়া নাৰিকেল লৈ যাত্ৰা ভাৰ আগত কৰি তেলৰ ভাৰ যাত্ৰা কৰিলে; পুৰোহিতে মঙ্গল-মন্ত্ৰ উচ্চাৰণ কৰিলে।

যেতিয়া তেলৰ ভাৰৰ গোলমাল থামিল, তেতিয়া ডনা-বুঢ়া ইষ্টমিত্ৰ সকলো লগলাগি কথাবাৰ্তা, আলাপ-প্ৰলাপত ধৰিলে। কোনোৱে বা তাচ খেলিলে, কোনোৱে বা গানকে এটি ধৰিলে; কোনোৱে বা কোনো কাজত মদ ৫ দিবলৈ উঠি গল; কোনোৱে বা ধপাত হুপি তামোলৰ বটা আগত লৈ বিছনাত হেলান দি বহিল। ভিতৰত বৰুৱানী আৰু বোৱাৰীয়েক তিৰোতাবোৰক সন্মান কৰাত ব্যস্ত, বিয়াৰ বাবে ইষ্টকুটুম্বৰ যি দূৰসম্পৰ্কীয় আছিল, সকলো আহিছিল; তেওঁলোকেয়ো এইদৰে কাল কটাইছে। মুঠতে গোপীনাথৰ ঘৰৰ বাহিৰে-ভিতৰে গমগমীয়া। হৈ উঠিছে। তাৰো লগত লুকা ভাকু খেলিবলৈ অহা সৰু সৰু লৰা-ছোৱালীবোৰৰ হাহাকাৰ।

তাৰ পাছত আজি বিয়াৰ দিন। পুৱাৰপৰা "পঁজাৰ ঠাট"। কোনোৱে গাখীৰ আনিছে, কোনোৱে খুৱাইছে, কোনোৱে খাইছে। সকলো কামত ডনা-বুঢ়া মানুহ লাগি গৈছে। পুৰোহিতে দোনা আদি কটাত ব্যস্ত। দুপৰীয়া শ্ৰাদ্ধ হৈ গ'ল, এতিয়া বৰ ধুৱাৰ সময়। ধুলীয়া, খুলীয়া, কালীয়া সকলোৰে বমবম বাজনা; তিৰোতাৰ গীত জোকাৰ, হিলৈ বাখৰৰ শব্দ; সকলো এটি মহা আনন্দৰ কোলাহল। বৰ ধুৱোৱা হল, সুৰাগ তোলা হল। বৰ যাত্ৰাৰ সময় আহিল। চাৰিওফালে দৌৰা দৌৰি, লৰালৰি। দোলা অনা, হাতী, ঘা-ঘুৰা, এখন মহা হাহাকাৰ। শেষত সুন্দৰকৈ সজোৱা চৌদোলাত উঠি আগে-পাছে অসংখ্য মানুহ, হাতী-দোলা আৰু পোহৰৰ ভিতৰত গদাধৰ বৰভাৱে যাত্ৰা কৰিলে। নিৰ্বিঘ্নে তেওঁৰ বিয়া সমাপন হল।

আগৰ দিনত হনু হনুমান বান্দৰে একে জাপতে ৫০ পঞ্চাশ যোজন বাট যাব পাৰিছিল। আৰু বনৰ মাজৰ বনবীয়া বাল্মীকিয়ে তাকেই বৰ ডাঙৰ কথা ভাবি তেওঁৰ ৰামায়ণখনত লেখি থৈ গৈছে। কিন্তু বাল্মীকিয়ে যদি জানিলেহেঁতেন যে লেখকৰ আগত হনুমান বান্দৰহে, যে লেখকে ইচ্ছা কৰিলে একে নিমিষৰ বেলাতে দহোটা বছৰ খেদাব পাৰে, তেনেহলে, বাল্মীকিৰ সেই কথা লেখতে মৰণান্তিক লাজ পাই আৰু হনুমানে নিজৰ জাপটি তেকুলীৰ জাপতকৈয়ো সৰু দেখি, দুয়ো কাকবাৰ গাত বিহাবিলেহেঁতেন। কিন্তু তেতিয়াৰ অনক্য

ধৰ্মীয়া ছিল, এনে সত্য তথ্য বাল্মীকিৰ চাই আছিল ক'ত? যাক, আমি এতিয়া ৰঘুনাথৰ বাপেক, আতিয়েক, চৌধ হেজাৰ পুৰুষেও নোৱাৰে। এটি জাপ মাৰি এই মিৰিৰতে বহোটা বছৰ পাৰ হলোঁ। অৰ্থাৎ আমি এতিয়া বহু বছৰৰ পাছৰ কথা কম।

ধৰ্মনাথহঁতৰ এতিয়া কেনে বৰবিয়া গৃহস্থী হৈছে সেইটো সকলেও হ'ব পাৰে। কাৰণ তেওঁলোকৰ ১৮ খন মাটি, ৪ খন দোকান, ১০ খন হালৰ খেতি, ১০টা ধানৰ ভঁৰাল, ৩টা হাতী, ইত্যাদি কথা নজনা মানুহ সংসাৰত নাই যেন; পাঠক বা পাঠিকাসকলেও এই কথা নজনাকৈ থকা নাই। গৃহস্থী কেৱল বাহিৰা বস্তুতে ঠিক হৈ নাথাকে; গৃহস্থৰ সন্তোষ আৰু গৃহস্থৰ মানুহবোৰৰ প্ৰত্যেকৰ প্ৰতি আত্মত্যাগী, ভাল পোৱা হলেই গৃহস্থীৰ মূল। যেতিয়া গৃহস্থৰ মূলধন আত্মত্যাগী আৰু কৰ্মীষ্ঠ হ'ব নোৱাৰে, তেতিয়া সেই গৃহস্থৰ ভিতৰে ভিতৰে এটি খোদাল হয় আৰু সেই খোদালেই সময়ত ওপৰৰ আৱৰণখিনি খঁহাই দি সকলো গৃহস্থীকে ধ্বংস আৰু পতনৰ হাতত পেলাই দিয়ে। অথবা যেতিয়া গৃহস্থীত উপাৰ্জন কামে উপাৰ্জন নকৰি অলসতাৰ সুখক আশ্ৰয় কৰে, আৰু আনৰ উপাৰ্জনৰ ওপৰত নিজৰ জীৱিকাৰ বাবে নিৰ্ভৰ কৰে তেতিয়াও সেই অলসতাৰ যামৰে গোটাই গৃহস্থীখনকে ছানি পেলায় আৰু সাৰশেষত সি ভাঙি চূৰ্ণ-বিচূৰ্ণ হয়। ধৰ্মনাথহঁতৰ ঘৰত এই দুয়োটা আহি দেখা দিলে। সোণৰ সংসাৰ ছাৰখাৰ হল।*

* এই গল্পটো ১।৭।১৯৩৬ তাৰিখে লিখি শেষ কৰে।—সম্পা, শ. গো. ৰ.

# চোৰ

ঘিণাৰাম বৰ ঠাকুৰীয়াৰ গৃহস্থীখন বৰ জকমকীয়া, গপ্ গপ্ কৰে। তেওঁৰ তিনিটা ভায়েক, তিনিও একেলগে আছে। সৰাতকৈ ডাঙৰ ঘিণাৰামে অলপ লেখা-পঢ়া জানে, মেলে-দৰবাৰে যাই দুই-এ' পইচা পায়; গাওঁৰ মণ্ডল বা চবডেপুটি চাহেব আহিলে খৰচপাতি যোগায়ো, অলপ-আচৰপ লাভ হয়, আৰু ইয়াৰ মোকৰ্দ্দমা কৰিব বুধি দি, তাৰ বিয়াৰ ঠিক কৰি দি যে দুটি এটি পাই-পইচা নেপায় এনে নহয়। মুঠতে তেওঁৰ আয়ৰ পৰা ঘৰৰ লোণ ডালি, আচু-সূতাৰ খৰচ চলে, বছৰৰ খাজনাখিনি দিয়ে, সৰু ভায়েক মদনচন্দ্ৰক মাইনৰ ইস্কুলত পঢ়াৰ খৰচ মাহিলি মাচুল দুই অনা আৰু কিতাপৰ দাম দিয়ে, আৰু টানত পৰি আহিলে দুই এ পইচা ধাৰ ধুপাবো দিয়ে। মাজু ভায়েক কিনাৰামৰ কপালত বিধাতাই যি খোঁচ মাৰিছিল, তাত কিনাৰামে যে আখৰ চিনিব পাৰিব এই কথাখিনি ঘুঁচিল গতিকে তেওঁ বদ্ধা চাৰিজন, গৰু ছ'হাল চলাই ২০-২৫ পুৰা মাটিৰ ধান, মাহ, মুঁহিয়াৰ প্ৰভৃতি কৰিয়ে সন্তুষ্ট আছিল। সৰু ভায়েকৰ নাম জন্মত আছিল মীনাৰাম; কিন্তু বিধাতাৰ ইচ্ছা, ইস্কুলত পঢ়াৰ পৰা তেওঁৰ নাম মদনচন্দ্ৰ হৈ পৰিল। ঘিণাৰামৰ এজন লৰা, এজনী ছোৱালী, ঘৰৰ ভিতৰত এয়ে সন্তান-সন্ততি। কিনাৰামৰ লৰা এজন আৰু ছোৱালী এজনী আছিল, মৰিছে। তেওঁলোকৰ মাকৰ আক্ৰোশ এৰাব নোৱাৰি মদনচন্দ্ৰ ওৰফে মীনাৰামকো ১৮ বছৰ বয়সতে ৯ বছৰীয়া ছোৱালী এজনী বিয়া কৰাই দিছিল। ঈশ্বৰে মুখ ভাঙি চালে নো কি লাগে, মদনলৈ বিয়া কৰোৱা ছোৱালীজনীও ডাঙৰ হৈ শাহুৰী খাটিবলৈ আহিছিল।

মদনচন্দ্ৰে মাইনাৰ পৰীক্ষাত উত্তীৰ্ণ হ'ল; গুৱাহাটীলৈ ইংৰাজী স্কুলত পঢ়িবলৈ আহিল। তেওঁৰ কপাল গুণতে হ'ক বা সঙ্গৰ দোষতে হ'ক নাইবা মাষ্টৰ-পণ্ডিতৰ দোষতে হ'ক, অথবা ঘৰৰ অভিভাৱকৰ দোষতে হ'ক কিম্বা পঢ়া কিতাপৰ দোষতে হ'ক মদনৰ একো দোষ নোহোৱাকৈ তেওঁৰ পঢ়া-শুনাত মনযোগ অলপ অলপ কমি আহিল। প্ৰথমতে ফুটবল ক্ৰিকেট তাৰ পাছে তাছ, পাশা, তাৰ পাছে বাতি ঢুলা-ঢক্কা তাৰ পাছে মোটৰৰ মেলা, আৰু পাছে দেৱী সেৱাত ৰখি মদনচন্দ্ৰ একেলগে মাটি হ'ল। তৃতীয় শ্ৰেণীৰ পৰা প্ৰমোচন স্থগিত কটা পৰিল। কিনাৰামে বহুত গৱেষণা কৰি আৰু এবছৰ খৰচ দিলে, সেইবাৰো পৰীক্ষাৰ পাছত খবৰ ওলাল মদনচন্দ্ৰ ফেল হ'ল। মদনে তেতিয়া বুজিলে তেওঁৰ কপালত দ্বিতীয় শ্ৰেণী দেখিবৰ ভাগ্য নাই। গতিকে ইস্কুলৰ ওচৰত বিদায় গ্ৰহণ আৰু ছাত্ৰজীৱনত সামৰণি কৰি, কৰ্ম্মজীৱন বা চাকৰী জীৱনৰ সোৱাদ চাবলৈ শ্ৰীযুত মদনচন্দ্ৰ বৰঠাকুৰীয়াৰ মন গ'ল।

প্ৰথমতে পুলিচৰ দাৰোগা, তাৰ পাছত ইনিস্পেক্টৰ চাহেব, তাৰ পাছত চুপাৰিণ্টেণ্ডেণ্ট চাহেবক খাটি-খুটি আৰু ১৫৫ টকা ধন খৰচ কৰি শ্ৰীযুক্ত মদনচন্দ্ৰ বৰঠাকুৰীয়াই চাকৰি পালে ৰাইটাৰ কনিষ্টবল বা সাধুভাষাত ক'ব গলে থানাৰ মহৰী। মদন; [illegible] পুৰা

আঠোটা টকা দৰমহা পায় ; তাৰেই তেওঁৰ বোটলৰ খৰচ নচলে। যাকে ধ'তে পায় মাৰি ধৰি, খুজি-মাগি ২০-২৫, টকা আয় কৰে, আৰু তাত নানা প্ৰকাৰৰ সদ কাৰ্য্যত ব্যয় কৰি পৰজন্মলৈ পুণ্য সাঁচে।

গাৱঁৰ মানুহে প্ৰথমতে যেতিয়া শুনিলে যে মীনা বোপাটি থানাৰ মহৰী হৈছে, তেতিয়া চাৰিওকালে জয় জয় বাচ পৰি গ'ল। ঘিণাৰামৰ মেলেকীৰ শ্ৰেণীত প্ৰমোচন হ'ল, কিনা-ৰামে নিজে হাল বাব এৰিলে। ভিতৰত ঘৈণীয়েকজনী নিজহাতে গোবৰ নেপেলাই এজনী বুঢ়ী ঠিক কৰিলে। ঘিণাৰামৰ লৰাটি সৰু। এজোৰা জোতা পিন্ধি পাঠশালালৈ যাব ধৰিলে ; আৰু মদনচন্দ্ৰৰ ঘৈণীয়েকে মেখেলা এৰি শাৰী পিন্ধিব ধৰিলে। গাৱঁৰ দু'জন এজনকৈ কালীয়া ভাওৰীয়া আজি-কালি কৈ আহি ঘিণাৰামৰ চৰাৰ পৰা মুঠা হ'ল, আজি এখন ঠগি, কালি অলপ পাঠস্বস্ত্যয়ন। পৰহি ইয়াক মাহত ঘুউৰা, চঠা-দিনা কুটুমৰ ঘৰলৈ ভাৰ-ভেটি পঠোৱা প্ৰভৃতি ৰদ্ধাৰ পৰা ঘৰৰ আজুৰি নাইকিয়াত পৰিল। মদনচন্দ্ৰ বা মীনাৰাম থানাৰ মহৰী। আৰু সংসাৰত এইবোৰ পৰিবৰ্ত্তন। ইয়াৰ পাছত কোনে কব সাহ কৰে যে অতি সৰু ঘটনাৰ লগতো বিশ্বৰ সম্বন্ধ আছে ই মিছা।

কিন্তু মহাকবি কালিদাসে মেঘদূতৰ এঠাইত কৈ গৈছে 'নীচৈৰ্গচ্ছত্যুপৰি চ দশা চক্ৰ নেমি ক্ৰমেন' অৰ্থাৎ ৰথৰ চকাৰ নিচিনা মানুহৰ অৱস্থা কেতিয়াবা তললৈ যায়, কেতিয়াবা ওপৰলৈ উঠে—ইয়াক কোনোমতে মুই বুলিব নোৱাৰা। যেতিয়া ঘিণাৰাম আৰু কিনাৰামে দেখিলে যে মদনৰ পৰা তেওঁলোকে টকা-পইচা পোৱা দূৰৰ কথা, কেতিয়াবা কেতিয়াবা নিজেও চাউল নি তেওঁক দি আহিব লাগে, তেতিয়া তেওঁলোকে এই কথা গভীৰভাৱে বিবেচনা কৰিলে ; আৰু কিছুমান দিন মনে মনে থাকিল। কিন্তু বিধিৰ বিধানত যি হবলগীয়া আছে তাকে খণ্ডাব পাৰে কোনে ? কিনাৰামৰ ঘৈণীয়েক চহাৰ তিৰোতা, চহা-তাৰেই থাকে। ঘিণাৰামৰ ঘৈণীয়েক মেলেকিৰ তিৰোতা মেলেকিৰ নিচিনা থাকে। আৰু মীনাৰামৰ ঘৈণীয়েক মহৰীৰ তিৰোতা মহৰীৰ ভাৱতে কটায়। কিণাৰামৰ ঘৈণীয়েকৰ কাম, চোতাল সৰ আৰু সাজ ধোৱা ; ঘিণাৰামৰ ঘৈণীয়েকৰ কাম ভাত ৰান্ধা আৰু কাপোৰ ধোৱা ; মীনাৰামৰ ঘৈণীয়েকৰ কাম খোৱা আৰু লগৰীয়াৰ লগত মেল কৰা। ভায়েকে ভায়েকে সৈ শুনি থাকিব পাৰে, কাৰণ একে তেজৰ একে গৰ্ভৰ ; কিন্তু বৰ গুণৱতী নহলে জায়েকে জায়েক সৈ শুনি থকা বৰ টান, কাৰণ দুদিনীয়া দেখাত বাদে সিহঁতৰ ভিতৰত প্ৰায় আন সম্বন্ধ নাথাকে। কিনাৰামৰ ঘৈণীয়েকে ফুচ্‌ফাচ্ কৰি তেওঁক বুজাই দিলে যে ঘিণাৰাম, মীনাৰাম আৰু সিহঁতৰ ঘৈণীয়েকে একো কামকাজ নকৰি, কিণাৰাম আৰু তেওঁৰ ঘৈণীয়েকৰ ওপৰতে বহি বহি খায়। তেওঁলোকৰ খাওঁতা ডালভঙুৰা মুনিহ-তিৰোতা দুজন, তাৰ বাবে গাৰ তেজ পানী কৰা, মূৰৰ ঘাম, ভৰিত পেলোৱাৰ দৰকাৰ নিজৰ কম। ইয়াৰ পৰা সূত্ৰপাত হৈ তিনো ভায়েক বেলেগ হোৱা দিহা হ'ল। মীনাৰামৰ বৰ ইচ্ছা নাথাকিলেও বিধাতাই যিদৰে টানিলে সেইদৰেই হল। এতিয়াৰ পৰা তেওঁলোকে সকলোৱেকিন ভাৱ পাব ধৰিলে, আৰু গুৰু-গোঁসাই, মগনীয়া, বামুণ, পুৰোহিত সকলোৰে তিন ঠাইত চাউল প্ৰভৃতি মিলিল। *

* বাঁহী ১২।৮।৪৩

# কপালৰ লিখন

আবৰৰ-জগত যি বছৰ ধাৰা লাগে, সেই বছৰত কোনো কোনো মৌজাদাৰে কুলি ধৰি দিছিল। সুৰাগকুছি গাওঁতো এজন মৌজাদাৰে কুলি ধৰিছিল, আৰু ৰায়তৰ ওপৰত অযথা অত্যাচাৰ কৰিছিল। সেই গাৱঁত মনদীঘলা মুদৈৰ ৰৰ আজিকালিত মুদৈ নহয়—আগৰ হিচাপ। মনদীঘলাৰ আচল নাম আছিল মনোহৰ। দেখিবলৈ ক্ষুদ্ৰ, বগা আৰু দীঘল গুণেৰে গাঁৱৰ আৰু ওচৰ-পাজৰৰ মানুহে মনদীঘলা মুদৈ বুলি তেওঁক মাতিছিল। গাৱঁত এজন ব্ৰাহ্মণ পণ্ডিত আছিল। তেওঁ তাৰ আৰু এটা অৰ্থ কৰিছিল, বহুব্ৰীহি সমাস খটায় অৰ্থাৎ যাৰ মন দীঘল বা উদাৰ ; কাৰণ মুদৈ সেই অঞ্চলত মানুহৰ বিপদৰ কাৰণ আৰু নিৰাশ্ৰয়ৰ আশ্ৰয় আছিল। মুদৈয়ে আজিকালি মুদৈৰ কাম এৰি খেতিয়কৰ কাম কৰিছিল। ঘৰত ৭টা ধানৰ ভাখেৰী আৰু তিনিখন পামতো তদ্ৰূপ।

মৌজাদাৰে যেতিয়া ৰায়তবিলাকৰ ওপৰত কিছু অত্যাচাৰ আৰম্ভ কৰিলে, তেওঁ প্ৰথমতে মৌজাদাৰক বুজাই বুজাই কলে যে তেওঁ যি কৰিছে সি পাপ আৰু অন্যায়। কিন্তু মৌজাদাৰজন ইংৰাজীজনা ডেকা ; তেওঁ কলে কুচ্ পৰোৱা নেহি। হায় কপীয়া মাংগতা। মৌজাদাৰৰ পৰা একো সমিধান নাপাই মুদৈ নগৰলৈ গল। ডিপুটী কমিছনাৰ চাহাবক দেখা কৰিলে, সকলো কথা কলে। চাহাব সুৰাগকুছিলৈ আহিল, সকলো অত্যাচাৰ নিবাৰণ কৰিলে ; কিন্তু নিজৰ বুদ্ধিৰ বলতে হ'ক বা আন মানুহৰ বুজনতে হ'ক চাহাবে ভাবিলে যে মুদৈ বৰ সাংঘাতিক মানুহ। গাৱঁত, এনে মানুহ থকা বৰ ভাল লক্ষণ নহয়—কাৰণ এনে ক্ষমতাশালী আৰু নিৰ্ভীক মানুহৰ পৰা নহৰ পাৰে কি ? চাহাবৰ মনত মুদৈৰ প্ৰতি এটা সংশয়ৰ ভাব থাকি গল।

## দ্বিতীয় অধ্যায়

তাৰ পাছত কেবা বছৰো অতীত হল। ইয়াৰ ভিতৰতে মুদৈৰ লৰা এটাই ইংৰাজী স্কুলৰ পৰা ওলাই গুৱাহাটীৰ কলেজত সোমাল ; আৰু জোৰাঁয়েক এজনে মেট্ৰিকুলেচন পৰীক্ষা দিবলৈ সাজু হল। মুদৈয়ো কিছু বুঢ়া হল। তাৰ পাছত আৰু চাহাব-চুবৰ লগত দেখা-সাক্ষাৎ কৰিবলৈ মুদৈৰ একো আৱশ্যক হোৱা নাছিল, আৰু দেখাও কৰা নাছিল। সেই সময়তে জিলাৰ দুই তিনিজন চাহাব বদলি হল। ইউৰোপৰ মহাযুদ্ধ লাগিল। আৰু এজন ডেকা ২০/২৫ বছৰীয়া খোৰা চাহাব জিলাৰ অধিপতি ডিপুটী কমিছনাৰ হল। জিলাৰ ভিতৰত সুৰাগকুছিৰ মৌজাদাৰেই সি ইংৰাজীজনা হ্যাট্, কোট্, পিন্ধা চিকাৰ কৰি ফুৰা মৌজাদাৰ। মাজতে ডিপুটী কমিছনাৰ চাহাবৰ লগত মৌজাদাৰৰ পৰিচয় হল ; আৰু চাহাবে মৌজাদাৰক দেখিলেই, Well Mauzadar Babu, how do you do কৰি মোআ

হল। সুৰাগুৰুছিৰ ওচৰৰ বিলত ৰবদিনৰ বন্ধত হাঁহ চিকাৰ কৰাৰ চাহাবৰ লগত মৌজাদাৰৰ ৰন্ধ আৰু অলপ ঘনিষ্ঠ হল ইয়াৰ পাছতেই পূজাৰ সময়ৰ সেই ভীষণ বৰষুণ। নগাঁৰ পশ্চিম খণ্ড তেনে পানীয়ে উটাই নিলে। মুদৈৰ সকলো কেইটা ধনৰ ভঁৰাল, গৰু-মহখৰ-বাৰী সকলো পানীৰ হাতত পৰি পানী হৈ গল। একে দিনাৰ বেলাতে প্ৰতিপত্তিশালী, ধনী আৰু সচ্ছল অৱস্থাৰ মুদৈ নিতান্ত গৰীব হৈ পৰিল। তেওঁৰ পোষ্য অনেক—কি খুৱাই যে জিয়াই ৰাখিব তাৰে উপায় নোহোৱা হ'ল। চীফ কমিছনাৰ চাহাবে প্ৰজাৰ বিপত্তি শুনি সহায় কৰিবলৈ বিষয়া কিছুমান পাঠিলে। মুদৈয়ে তেওঁবিলাকৰ ওচৰ চাপি দুই হাজাৰ টকা ধাৰ খুজিলে আৰু খাটি দিলে যে এবছৰৰ মূৰতে ধাৰ সুজিব। দুই হাজাৰ টকা দিবলৈ যেই সেই বিষয়াই পাৰে জানো! মৌজাদাৰৰ পৰা ৰিপোৰ্ট খুজিলে। মৌজাদাৰে জনালে যে মুদৈ সম্পত্তিশালী মানুহ। তেওঁ এই টকা আন মানুহক বেছি সুতত ধাৰ দিবলৈহে নিব খুজিছে। ডিপুটী কমিছনাৰ চাহাবৰ কাণত কথাটো পৰিল। মৌজাদাৰে কলে যে আবৰ ধাৰাৰ সময়ত এওঁৱেই চৰকাৰৰ কামত অনেক প্ৰতিবন্ধক জন্মায়; এতিয়াও এওঁ মানুহক জুলুম কৰিবলৈহে খুজিছে। যুদ্ধৰ সময় সকলোৱে যি পাৰে সহায় কৰিছে; মাই-মগনীয়ায়ো পইচা এটা দিছে। বৰ্ত্তমান যুদ্ধত নহলেও আগৰ যুদ্ধ এটাতে যে এই বদমাছটোৱে বাধা জন্মাব খুজিছিল ইয়াকে ভাৱেঁাতে চাহাবৰ খঙে মূৰ পালেগৈ। "এয়া, চুৱাৰ কা বাচ্ছা! মূঠ মূঠ বাত্ বল্তা হৈ ঔৰ ৰূপীয়া মাংগতা বায়ত লোককো জুলুম কৰণে কা।" এই বুলি ঘেঁাৰাৰ ওপৰৰ পৰা চাবুকেৰে কোৰ এটা মাৰিলে! মুদৈ ততকে ধৰিব নোৱাৰিলে। কি হল! অলপ পৰ থমক মাৰি ভাৱেঁাতে চাহাবে আৰু এবাৰ চাবুক তুলিলে। তেতিয়া মুদৈ যেন খঙতে ৰুদ্ৰ মূৰ্তি হল, গোটাই মানুহটো খঙতে কঁপিবলৈ ধৰিলে আৰু "কুকুৰ পোৱালি! জোক হেনে বজাৰৰে আমাৰ চাহাব পাতিবলৈ পালে" বুলি ৰূপৰ চুলা দিয়া বাহঁৰ গাঠিয়া টোকোলাৰে চাহাবৰ হাততে কোৰ লগাই দিলে। একে কোবতে চাহাব বাগৰি পৰিল। আৰু খঙৰ বেগ সামৰিব নোৱাৰি তেতিয়াও কেইটা মনে কোব আৰু লাঠি মাৰিলে! চাৰিও ফালে মানুহৰ ভিৰ। সকলোৱে কি হল কি নহল চমক লাগিল। মুদৈৰ গাৱঁৰ মানুহে মুদৈক ঘৰলৈ লৈ গল। মৌজাদাৰ, চৰ-ডিপুটী প্ৰভৃতিয়ে, চাহাবক ক্যাম্পলৈ নি সেই দিনাই গৰুৰ গাড়ীতে তুলি নগৰলৈ পঠাই দিলে।

মোকৰ্দ্দমা হল—খুব জবৰদস্ত ডাঙৰ মোকৰ্দ্দমা। আবৰ ধাৰাৰ ডিপুটী কমিছনাৰৰ Confidential নোটেও মুদৈৰ বিৰুদ্ধে সাক্ষী দিলে। মুদৈ আসাম মুলুকত উকীল নাপাই, কলিকতাৰ পৰা এজন বেৰিষ্টাৰ আনিলে। হাইকোৰ্ট হল। শেষত নিষ্পত্তি হ'ল, মুদৈৰ এহেজাৰ টকা জৰিমনা। মোকৰ্দ্দমাত মুদৈ একেবাৰে নিঃস্ব হল—মাটিবাৰী সকলো গ'ল। প্ৰায় ২৫০০০ টকা খৰচ কৰি কোনোমতে জেলৰ পৰা মুক্তি পালে। কেৱল মহাজনৰ পৰা নেছি সুতত আৰু বন্ধকত অনেক টকা লৈছিল। বছৰ পাৰ নৌহওঁতেই মিহঁতে মুদৈৰ সকলো মাটিবাৰী সম্পত্তি ক্ৰোক কৰি ললে। মুদৈ এতিয়া ভিকহ মগনীয়া; বাইজৰ কৃপাৰ ওপৰত তেওঁ জীয়াই থকাৰ পাজৰ হবলগীয়া হ'ল।

## তৃতীয় অধ্যায়

মুদৈৰ লৰা হৰিহৰ কলেজৰপৰা ওলাই আহিল। জোৰ্ঁহাৰেক নিৰ্মল স্কুলতে থাকিল। নগৰৰ স্কুলত থকা তিমান খৰচসাপেক্ষ নহয়, আৰু হৰিহৰেও কামকাজ কিবা এটা পাব বুলি আশা কৰিছিল। হৰিহৰে আই-এ পাছ কৰি বি-এ পঢ়িছিল। সেই সময়ত তাহাঁতৰ চাহাবৰ চাকৰ্লাৰ মতে বি-এ বা আই-এ পাছ কৰা মানুহক ৫০৲ টকাত চাকৰি দিয়া নিয়ম হৈছিল। হাইস্কুলৰ এজন বঙালী মাষ্টাৰে ছুটি ললে; হেডমাষ্টাৰজন বঙালী। হৰিহৰে তেওঁক কামৰ খাতিৰ কৰিবলৈগৈ। ইফালে মনোহৰ মুদৈ বি বৰ চাহাবৰ লগত মোকৰ্দ্দমা খেলায় তেনে মানুহৰ পুতেক আৰু তাতেই স্থানীয় অলযীয়া, মাষ্টাৰী কাম নাপালে। এনেতে নাজিৰা হাইস্কুলত মাষ্টাৰ এজন লাগে বুলি টাইমচ্‌ত দেখি তালৈ হৰিহৰে দৰখাস্ত কৰিলে; অলপ পাছতে ৬০৲ টকাত সেই কামটো পালে।

বুঢ়া মুদৈৰ মন আগেয়ে তেনেই ভাঙি গৈছিল। তেওঁৰ সকলোতকৈ দুখৰ বিষয় হৈছিল যে যিবোৰ মানুহে আগৰ দিনত তেওঁক দেৱতাৰ নিচিনা সেৱা ভক্তি কৰিছিল সেইবিলাকেও এতিয়া তেওঁক ফিৰি নোচোৱাত পৰিল। অনেক মুদৈৰ সম্পত্তি অলপ টকাতে বন্ধকত থাকি পাছত ফিৰাই নিদিয়াত পৰিল। মানুহৰ আন সকলো সহ্য হয়; কিন্তু অকৃতজ্ঞতা আৰু বিশ্বাসঘাতকতা সহ্য বৰ টান। মুদৈ একেবাৰে বুঢ়া হ'ল। হৰিহৰে ঘৰলৈ ৩০/৪০ টকা পঠায়, তাৰেই পৰিয়ালটো কথমপি চলি থাকে।

মৌজাদাৰ ভাঙৰীয়াই খবৰ পালে যে হৰিহৰে নাজিৰাত কাম কৰিছে। কথাটো ডিপুটী কমিছনাৰ চাহাবৰ কাণত পেলালে; আৰু বুজালে যে ৰাজদ্ৰোহী মুদৈৰ পুতেকক কোনো চৰকাৰী সম্পৰ্ক থকা কামতে দিয়া অনুচিত। চাহাবে ইনিস্পেক্টৰ চাহাবলৈ D. O. লিখিলে; ইনিস্পেক্টৰে চেক্ৰেটেৰীৰ কৈফিয়ৎ তলব কৰিলে আৰু লিখি পঠালে যে যদি তেনে এজন মানুহ তাত আছে, তাক তেতিয়াই কামৰ পৰা বিদায় দিব লাগে, নহলে স্কুলৰ সাহায্য বন্ধ কৰা হব। হৰিহৰে কামৰ পৰা অৱসৰ পালে। পাছত ইনিস্পেক্টৰে ডিপুটী কমিছনাৰলৈ ডি. অ.; লিখি জনালে যে তেওঁ বৰ চাহাবৰ হুকুম তামিল কৰিছে।

মুদৈৰ ঘৰ আকৌ নিৰুপায় হল। পুতেকক কামত সোমোৱা দেখি মুদৈৰ আগৰ চিনাকি মানুহ দুই এজনে খাতিৰ কৰিবলৈ আৰম্ভ কৰিছিল মুঠে, পাছত যেতিয়া মৌজাদাৰৰ মুখে শুনিলে কি হৈছে, তেতিয়া তেওঁক সকলোৱে ফলহীন তৰুৰ নিচিনা পৰিত্যাগ কৰিলে। হৰিহৰ তাৰপৰ পাছতে ঘৰলৈ আহিল।

বুঢ়া মুদৈ আৰু পুতেকে বুজিলে যে ই সকলো মৌজাদাৰৰ কাৰ্য্য। সহায়-সম্বলহীন হলেও মুদৈয়ে আগৰ সমান ঔদাৰ্য্য এৰিব পৰা নাছিল। ভাবিলে মৌজাদাৰে তেওঁকতো বিয়াল কৰাৰ কোনো অৰ্থ নাই; কাৰণ কোনো দিনাই মৌজাদাৰৰ কোনো অনিষ্ট চিন্তা তেওঁ কৰা নাই। তেওঁ মৌজাদাৰৰ ওচৰলৈ যাব ওলাল। পুতেকে হাক দিলে যাবলৈ যদি প্ৰয়োজন ভাল; তেওঁ যেন পিতাক মৌজাদাৰৰ ঘৰলৈ নাযায়। বুঢ়া মুদৈয়ে মানি নিলে। মৌজাদাৰৰ চৰাত উপস্থিত হল। পাৰিষদবৰ্গৰ মাজত আবৃত হৈ মৌজাদাৰ চকীত বহি আছিল—[illegible]

নামাতিলে। মূদৈ কি কৰিব কি নকৰিব ভাবি একেবাৰে মৌজাদাৰৰ ওচৰ পালেগৈ, আৰু ওচৰতে থাকি থকা চকীখনত বহি মাত দিলে, "বোপা" আৰু কবলৈ নহল। মৌজাদাৰৰ বজ্ৰনিনাদ স্বৰে আদেশ হল, "ৰামতৰন! এয়া বুঢ়াকো নিকাল দেও"। মূৰত পাগুৰি বন্ধা পশ্চিমা চকীদাৰে মূদৈৰ হাতত ধৰিবলৈ আহিল। কিন্তু সি ধৰিব নালাগিল—পাছফালৰ পৰা তীম টোকোনৰ কোবত সি হাত কোচাই নিলে, আৰু মৌজাদাৰো মাটিত বাগৰি পৰিল। পিতাকৰ অনিষ্ট আশঙ্কা কৰি হৰিহৰে মনে মনে তেওঁৰ পাছতে আহিছিল। পিতাকৰ অপমান দেখি তেওঁ এই কাণ্ড কৰিলে। তাত থকা মানুহে মৌজাদাৰৰ আৰু মূদৈৰ কথাতে ব্যস্ত থকাত কি হল তৰকিবকে নোৱাৰিলে।

আৰু এটা মোকৰ্দ্দমা হল। কিন্তু এইবাৰ আগৰ দৰে জবৰদস্ত নহয়। খোৰা চাহাব জিলাৰ পৰা বদলি হল কাৰণ তেওঁৰ কীৰ্ত্তিয়েই ছিলঙৰ পৰ্বতো উঠিলগৈ; আৰু গৱৰ্ণমেণ্টেও বুজিলে যে চাহাব হলেও ইমানতে বদলি কৰাহে ভাল। তেতিয়া পুৰণা এজন চাহাব ডিপুটী কমিছনাৰ। তেওঁ সকলো কথা শুনিলে—শুনি বিবেচনা কৰিলে। সেইবাৰ অৱশ্যে মূদৈৰ ঘৰে উকীলো পালে। কিন্তু তাতোকৈ পালে পাছৰি মূৰ চাহাবক। বুঢ়া মূদৈৰ মূৰ চাহাবৰ লগত বৰ সম্ভাব আছিল‚ কাৰণ মূৰ চাহাব নগাৱঁৰ মানুহৰ ঘৰুৱা হৈ পৰিছিল; আৰু মূদৈৰ নিচিনাই উদাৰ আছিল। মূৰ চাহাবে মূদৈৰ সকলো বিপদৰ কথা শুনি জিলাৰ চাহাবক কলে। জিলাৰ চাহাবে সকলো গমি-পিতি চাই হৰিহৰকতো একো নকৰিলেই, তদুপৰি কাছাৰীত ৩৫৲ টকাত দেৱানীৰ পেস্কাৰ কৰি দিলে। নৰকৰ পৰা স্বৰ্গৰ দৰে কুসপোনৰ পৰা জাগ্ৰত অৱস্থাৰ দৰে, মূদৈৰ ঘৰে এই অসম্ভাৱিত অনুগ্ৰহ-অভ্যৰ্থনা কৰিলে।

## চতুৰ্থ অধ্যায়

ইয়াৰো পাছত অনেক দিন গল। হৰিহৰৰ পৰিশ্ৰমত মূদৈৰ ঘৰ আগৰ দৰে নহলেও কিছু টনকিয়াল হৈ উঠিল। দুটি ভায়েক কলেজত সোমাল আৰু জোৰঁাই নিৰ্মলে বি, এ পাছ কৰি নগাৱঁৰ স্কুলতে মাষ্টৰী কামত সোমাল। ইফালে বিচক্ষণ বুদ্ধি আৰু সততাৰ আদৰ্শ হৰিহৰো অলপ দিনৰ ভিতৰতে কাছাৰীত ৰেভিনিউ চেৰিস্তাদাৰ হৈ উঠিল। বুঢ়া মূদৈ তেতিয়াও জীয়াই আছে—তেওঁৰ আদৰ-অভ্যৰ্থনা খাতিৰ পুনৰায় আগৰ দৰে হৈছে। মূদৈৰ ঘৰৰ বমক-জমক ওচৰচুবুৰীয়াৰে হিংসাৰ বিষয় হৈ উঠিল।

ইতিমধ্যে সুৰাগপুৰৰ মৌজাদাৰো নিৰস্ত হৈ থকা নাছিল। তেওঁ নানা প্ৰকাৰে বেনামী দৰখাস্ত দি হৰিহৰৰ অন্যায় চিত্ৰিবলৈ এৰা নাছিল। কিন্তু নগাৱঁৰ যিসকল ডিপুটী কমিছনাৰ হল, তেওঁলোকে উপৰ্য্যপৰি হৰিহৰক ভাল বোলাত, এইবোৰ বেনামীৰ একো ফল নহল। সৌভাগ্যক্ৰমে জিলাৰ চাহাব কেইজন তিমান চিকাৰ্বাগ্ৰয় নাছিল—নহলে সুৰাগপুৰৰ কিলৰ হাঁহৰ মঙহৰ বলত হৰিহৰৰ কি হলহেঁতেন ঠিক নাই।

সেইবাৰ যুদ্ধৰ খণৰ বছৰ। নগাৱঁত সকলোতকৈ এই খণৰ প্ৰকোপ বেছি—মৌজাদাৰ চাবডিপুটী, ডিপুটী ইন্সিপেক্টৰ—সকলোৱে ইটোতকৈ সিটো চৰা হৰৰ মনেৰে যি যেনেকৈ

পাৰিছে টকা আদায়ৰ চেষ্টা কৰিছে। আমাৰ মৌজাদাৰেও গাও বুঢ়া আৰু তেওঁৰ নিতান্ত আপোন ও ভকাইত মানুহ কিছুমানৰ সহায়ত প্ৰতি প্ৰজাৰ পৰা ১০০/১৫০/বহু বিশ বি পাৰ টকা তুলিলে। প্ৰায় এহেজাৰ মানুহৰ পৰা ২০ হাজাৰ টকা উঠিল। কিন্তু মৌজাদাৰে বহু হাজাৰৰহে Post office cash certificate কিনিলে। বাকীখিনি তেওঁ আৰু তেওঁৰ আত্মীয় দলে আত্মসাৎ কৰিলে। তেওঁ নিজে ৭৫০০৲ টকা ১৯৪১—১৯৩৭ চনৰ যুদ্ধ ধনত দান কৰিলে। ১৯১৮ চনৰ অনাৰ লিষ্ট ওলাল; শুনাগলকৈ মৌজাদাৰ বক্সেৰ শইকীয়া ৰায়চাহাব হৈছে খবৰ ওলাল। মৌজাদাৰৰ মৌজাত আনন্দৰ সীমা নাইকিয়া হল। হৰিহৰক আৰু বুঢ়া মুদৈৰ এই উৎসৱ উপলক্ষে কৰা সভালৈ মাতিলে। হৰিহৰ নগল; কিন্তু পুত্ৰেকৰ বাধা নামানিও মুদৈ গল। ৰায়চাহাবৰ মৌজাদাৰ ভাওৰীয়াই মুদৈক ৰহিবলৈ ধাৰি এখন দিলে। মুদৈ নবহিল। তেতিয়া ৰায়চাহাব ভাওৰীয়াই কলে "যদি বুঢ়াটোৰ বহিবৰ মন নাই, তেওঁ যোৱাই ভাল। মোৰ সভালৈ আহি নবহি থকা অশোভন আৰু মোৰ অপমান।" বুঢ়া মুদৈ মাত দি'ল, "বাপা"। তেওঁ কথা আৰু কব নালাগিল। মৌজাদাৰে মাত দিলে, যদি কিবা কব খোজ ভাওৰীয়া বুলি কবা। দেখা নাই নে মই আগৰ ধনেশৰ শইকীয়াৰ লৰা বক্সেৰ মৌজাদাৰ নহওঁ। মোক চৰকাৰ ঘৰেও ৰায়চাহাব খিতাপ দিলে তেওঁৰ ওচৰত থকা বন্ধু-বান্ধৱ সকলোৱে শলাগিলে; মুদৈ হন্ হন্ কৰি ঘৰলৈ ঘূৰি আহিল।

কথাটো হৰিহৰৰ কাণত পৰিল। তেওঁ দাঁত-মুখ কামুৰি মনে মনে ভাবিলে, "পিতাৰ পৰা একো উপায় নাই বুঢ়া মানুহ কথাও নুশুনে, চাৰিওফালে জঞ্জাল হে লগায়।"

## পঞ্চম অধ্যায়

হৰিহৰ সদৰৰ ৰেভিনিউ চিৰস্তাদাৰ। কব লাগিলে তেৱেঁ ডিপুটী কমিছনাৰ। দ্বিতীয় ডিপুটী কমিছনাৰ তো হয়েই।

পিতাক, বুঢ়া মুদৈক, মৌজাদাৰে এনে অপমান কৰাত তেওঁ বৰ বেয়া পালে। মন কৰিলে তেওঁ আঠুৰাৰ তলৰ মহৰ দৰে মৌজাদাৰক মোহাৰিব পাৰে। বন্ধু-বান্ধৱে সেইদৰে কথা লগালেও কিন্তু হৰিহৰে এচকা নকৰিলে। পিতাকক কলে মাথোন—"আপুনি বুঢ়া হল। আপুনি আৰু মিছাতে দুখ-কষ্ট নকৰি ঘৰত বহি থাকিলেই ভাল।"

মুদৈয়ে বুজিলে। কলে, "বাৰু বাপা; তইঁতে বুঢ়াৰ বাবে একো ভাবিব নালাগে। এতিয়াৰ পৰা তইঁতৰ মনে ৰাখিহে মই চলা-ফিৰা কৰিম।"

এইদৰে দিন যায়। পাঁচ বছৰ গল। জিলাৰ চাহাব কেইবাজনো বদলি হ'ল। এইবাৰ এজন বঙালী হাকিম জিলাৰ বৰ চাহাব হৈ আহিল।

কি দুৰ্দিন—তেওঁ আহিবৰ বছৰি টকাৰ টান দিন হল। খাজানা ভাল কৰি আদায় নহল। সকলোবিলাক মৌজাদাৰৰে খাজনা বাকী পৰিল।

ইফালে নতুন একটিং বৰ চাহাব। খাজানা নিয়ম মতে আদায় নহলে এই পদত নিগাজী হোৱা টান বুলি তেওঁৰ মনত ধাৰণা। গতিকে তেওঁ খাজনা আদায় কৰিবলৈ মৌজাদাৰ

সকলোক তাগিদ দিব ধৰিলে। তেতিয়া চিৰস্তাদাৰ হৰিহৰৰ গাত ভত নাই। কাৰ কিমান বাকী আছে, সকলোকে পৰোৱানা পঠালে। বেছি বাকী থকা মৌজাদাৰসকলৰ ঘৰলৈ নাজীৰ পঠালে।

আন মৌজাদাৰৰ নিচিনা ৰত্নেশ্বৰ শইকীয়াৰো বহুতো খাজনা বাকী। কিন্তু তেওঁৰ ঘৰলৈ হৰিহৰে নাজীৰ পঠোৱা নাই; তাগাদাহে দিছে।

ৰবচাহাবে এদিন খাজানা বাকী হিচাব চাই ৰায় চাহাবৰ বহুতো খাজানা বাকী দেখি হৰিহৰক কলে, "আপুনি ৰায়চাহাবৰ ঘৰলৈ নাজীৰক যাব নিদিয়ে তেওঁ আপোনোলোকৰ গাৱঁৰ মানুহ দেখি। সম্ভৱ আপোনাৰ কিবা লাগেও। কিন্তু চৰকাৰী খাজনা। এই শনিবাৰে নাজীৰক সুৰাগপুৰৰ মৌজাদাৰৰ ঘৰলৈ পঠাব। আৰু টকা দিব নোৱাৰিলে তেওঁৰ মাল ক্ৰোক কৰিব। কাগজ লৈ আহক মই এতিয়াই হুকুম দিওঁ।

হৰিহৰে বুজিলে ৰবচাহাবৰ আগত কোনো কথা কই লাভ নহব। অথচ ৰায়চাহাব শইকীয়াৰ তালৈ নাজীৰ পঠালে তেৱেঁহে যে ষড়যন্ত্ৰ কৰি পঠাইছে, এই বদনামো হব। কিন্তু উপায় একো নাই। তেওঁ ৰবচাহাবৰ হুকুম পালিলে।

ৰবিবাৰৰ দিনা পুৰা মৌজাদাৰৰ গাৱঁত আৰু ঘৰত তোল-পাৰ লাগিল। দহ-বাৰ হাজাৰ টকা খাজানা বাকী। আগদিনাই নাজীৰ পিয়াদাহঁতেৰে সৈতে গৈ মৌজাদাৰৰ ঘৰতে আছে। পাঠা মাৰি মৌজাদাৰে ভাত খুৱাইছে। নানা প্ৰকাৰ কাকুতি-মিনতি কৰিছে। কিন্তু নাজীৰৰ উপায় নাই। তেওঁ হয় টকা নহয় মাল নিবই লাগিব। নাজীৰে কৈছে—ঘৰত সোনকালে কি আছে দিয়ক।

পুৰা মৌজাদাৰৰ ঘৰত চাহ-জলপান খাই নাজীৰ হৰিহৰৰ পিতাক বুঢ়া মূদৈক দেখা কৰিবৰ মনেৰে তেওঁলোকৰ ঘৰলৈ গল। নাজীৰৰ পৰা বুঢ়া মূদৈয়ে সকলো বাতৰি পালে। নাজীৰক সোধাত কলে, যে তেওঁ সেই দিনাই অৰ্থাৎ—ৰবিবাৰৰ দিনা ফিৰি নগৰ পাবই লাগে। সোমবাৰৰ দিনা ৰবচাহাবক হয় মাল নহয় টকা দিবই লাগিব।

ইফালে মৌজাদাৰে টকা দিবলৈ একো উপায় পোৱা নাই। কি কৰিব কি নকৰিব ভাবি একো ঠিক কৰিব পাৰা নাই।

সকলোৰে খোৱা-বোৱা কৰি উঠিছে। নাজীৰৰ যাবৰ পৰ হল। মৌজাদাৰে সোনকালে এহেজাৰ টকা মানৰ মাল আৰু টকা দুহেজাৰ যোগাৰ কৰি নাজীৰৰ হাতত দিছে। নাজীৰৰ হুকুম, সকলোৰে পাচঁ হাজাৰ টকাৰ কমত তেওঁ ফিৰি নাযায়।

এইদৰে সকলোৰে বিবুদ্ধি হৈ বহি থকা সময়তে বুঢ়া মূদৈ আহি তাত উপস্থিত হল।

সভাত অপমান পাই যাবৰ দিনাৰ পৰা বুঢ়া মূদৈ মৌজাদাৰৰ ঘৰলৈ অহা নাছিল। তেওঁক হঠাৎ উপস্থিত হোৱা দেখি মৌজাদাৰ আচৰিত হল। তেওঁ একো কবলৈ নৌ-পাওঁতেই মূদৈয়ে মাত লগালে, "বাপা খং নকৰিবা। তোমাৰ বিপদৰ কথা শুনিলোঁ। মোৰ হাতত এইজোৰ সোণৰ মুঠি খাৰু আছে। ই আমাৰ বহুদিনীয়া সম্পত্তি। তুমি এই জোৰকে দি নাজীৰক বিদায় দিয়া। খাজানা উঠিলে খাৰু জোৰ মোক ফিৰাই দিলে হব। এই বুলি কৈ মূদৈ যেনেকৈ আহিছিল তেনেকৈ ঘৰৰ ফালে খোজ ললে। সকলো অবাক হল। *

* গল্পটো ১৯২৫ চন মানত আৰম্ভ কৰে। পঞ্চম অধ্যায়টো ১২.৮।৪৩ তাৰিখে লিখি গল্পটো শেষ কৰে।—সং, শ. গো. ৰ.

# বাবা ব্ৰহ্মপুত্ৰ

মহাবাহু ব্ৰহ্মপুত্ৰ শান্তনু-কুল-নন্দন আৰু অমোঘা গৰ্ভ-সম্ভৱ। ই পুৰাণ-সম্মত বিশ্ববিশ্ৰুত কাহিনী। পৰশুৰামৰ পৰশুৰ দ্বাৰা কাটাখালেৰে ব্ৰহ্মকুণ্ডৰপৰা ব্ৰহ্মপুত্ৰ কেনে কৰি লৌহিত্য নাম ধৰি গোটাই অসমভূমি মৰম আৰু সঞ্জীৱিত কৰি সাগৰলৈ গতি কৰিছে তাকো সকলোৰে জানে।

কিন্তু বাবা ব্ৰহ্মপুত্ৰ!

বাৰিষাৰ দিন, বহল পথাৰ। নদী বিল পথাৰ পানীতে একাকাৰ। সক নাওৰ ওপৰত মানুহ। মাজে মাজে একোখন গাওঁ; মাজে মাজে একো জাহ গছ। আন সকলো পানী। ভাঠি পৰ। বোদো ওলায়। মেঘো দিয়ে। অলপ বৰষুণো আনে। নাও গৈ থাকে।. দূৰত ৰোদত ৰূপাৰ দৰে কিবা চিকমিকাই উঠে। চকুত চমক লাগে। গুৰিয়ালে কৈ উঠে—"বাবাৰ পানী।" সকলোৰে থিয় হই, বা গল ডাঙি চাই, ৰূপালি বৰণৰ দীঘল-বহল চাদৰ এখন পুণ্য কামৰূপ দেশৰ বুকেদি মেৰোৱা আছে। সকলোৰে মনত অপূৰ্ব আনন্দৰ ভাব—সকলোৰে কয় "বাবাৰ পানী।" সেইফালে চাই থাকে। নাও গৈ থাকে। বাবাৰ কলেৱৰ অলপ অলপ কৈ ডাঙৰ হৈ ওলাই থাকে। জুৰ বতাহে গা-মনত হৰিষ লগাই যায়। সকলোৰে কয়, "বাবাৰ বুকৰ জুৰ বতাহ।" শান্তি আৰু পবিত্ৰতাত মন ভৰি পৰে।

কাতিৰ মাহ, বেলি ছুটি। নাৱত উঠি ব্ৰহ্মপুত্ৰৰ বহল বুকত। ইপাৰৰ পৰা সিপাৰৰ গাওঁ-ভূঁই ৰিণি ৰিণি দেখি। বহল বহল বালিচৰ। শুকুলা, নিৰ্মল। চৰৰ কাষে কাষে মাজে মাজে ব্ৰহ্মপুত্ৰৰ নীলা পানীৰ সোঁত। শান্ত-শীতল। আকাশ নীলা, মাজে মাজে বগা বগা মেঘৰ খণ্ড। বাবাৰ বুকুৰেই ধুনীয়া নে আকাশেই ধুনীয়া। ওপৰলৈ চাবা সুন্দৰ, মনোৰম। আৰু মাজত ব্ৰহ্মপুত্ৰৰ বহল বুক, নীলা পানী। শুকুলা চৰ। সৌন্দৰ্য্যৰ বিৰাট মেলা। নাও গৈ থাকে। স্থিৰ, শান্ত, শীতল। এটা আঁইহা (কেঁচা মাছৰ নিচিনা) গোন্ধ আকাশ পুৰাই দিয়ে। চাৰিওফালে ঘোৰ নীলা। পানী নীলা। আকাশ নীলা। বতাহ নীলা। এজনে কয় ওজোন (ozone) ওজোনৰ গোন্ধ। বাবাৰ বহল বুকৰ স্নিগ্ধ ওজোন। দীঘল দীঘল উশাহ লৈ ভিতৰলৈ শুহি লয়। বাবাৰ ওজোন! প্ৰীতি, সহজাত অন্তৰ উপচি পৰে।

ফাগুনৰ মাহ। মাজে মাজে ব'দ। মাজে মাজে মেঘ। ভাটী পকত বতাহ। বাবাৰ বুকত আন্দোলন। খং নে শোক। প্ৰকাণ্ড প্ৰকাণ্ড ঢৌ। ঢৌ কাটি চিৰাচিৰ হয়; ঢৌৱে ঢৌৱে লাগি খলকনি উঠে; বগা ফেন ওলায়; ঢৌৱে গৰ্জে। আকাশত মেঘ আৰু বতাহত বালি। পানীলৈ চালে ভয় লাগে; বতাহৰ মূৰ্তি দেখি ভয় লাগে; আকাশৰ ওন্দোলোৱা ৰূপ দেখি ভয় লাগে। বাবা ব্ৰহ্মপুত্ৰৰ কি উগ্ৰ মূৰ্তি! বাবা ই তোমাৰ খং? কাৰ ওপৰত! ই

তোমাৰ শোক, কাৰ কাৰণে? তোমাৰ এই খঙৰ কোবত তোমাৰ এই শোকৰ বেগত কিমান নাও ডুবযাব হয়! কিমান নাৰৰীয়াই প্ৰাণ এৰে! তুমি একোলৈকে ভ্ৰূক্ষেপ নকৰা। তোমাৰ গৰ্জন শুনি, তোমাৰ আস্ফালন দেখি ভয়তে বুক ডুবডুবাই থাকে।

ফিৰিকা দিনা পুৱা, আকৌ তোমাৰ শান্ত-শীতল স্নিগ্ধ মূৰ্তি। তোমাৰ নীলা বসাল পানীয়ে আকৌ বালিচৰ সাৱটি ধৰি পাৰৰ কাষে কাষে গাৱঁৰ লৰা-ছোৱালীক হঁহুৱাই নচুৱাই আৰু স্থিৰ গম্ভীৰ হৈ সাগৰৰ ফালে গতি কৰি থাকে।

বাৰিষাৰ ব্ৰহ্মপুত্ৰ। দুই পাৰ পানীৰে ভৰি পৰে। পানী উপচি পৰি পাৰ ভাঙে। গোটাই দেশ বগা পানীৰে চপচপাই থাকে, চিকচিকাই থাকে। পাৰাপাৰ নাই। পানীৰে চপচপোৱা মনিব নোৱাৰা দেশ। বাবাৰ বুকত যাত্ৰীৰ নাও। পুৱা মেলি দিওঁতে তামোল-পাণ দি বাবাকি সেৱা কৰি গুৰিয়ালে নাও মেলি দিয়ে। কোনো ঠাইত লগীৰে ঠেলি, কোনো ঠাইত ভঁাৰ কোবাই, আৰু কোনো ঠাইত গুণ টানি নাও গৈ থাকে। অপাৰ সমুদ্ৰ বাবাৰ শৰীৰ! বৰকৰ নিচিনা ঢেঁকি পানী। ওপৰৰ বতাহ তেনে জুৰ। বৰ ৰোদ। কিন্তু জুৰ বতাহে ৰোদ আছে নে নাই গমকে ধৰিব নিদিয়ে। ক্ৰমে বেলি পৰি আহে। নাৱৰীয়াই বাবাৰ ঘুলি চাই নাও চপায়। ৰাতিৰ আহাৰ নৌ হওঁতেই খাব-লবৰ দিহা হয়। সঁাজ লাগাৰ লগে লগে খোৱা-লোৱা শেষ হয়। নাৱৰীয়াই খঞ্জৰি আৰু কৰতাল লৈ নানাবিধ গীত গায়। শুবৰ সময়। বাবাৰ বুকুৰ সিপাৰৰপৰা মাজে মাজে বৰঢৌপৰ গৰ্জনৰ নিচিনা গুকম গুকম শব্দ হয়। পানীৰ পাক। পাকত পানীৰ শব্দ। নাৱৰীয়াই কয় বাবাৰ তলত থকা দেৱতাসকলে পাৰৰ দেৱতাৰ লগত যুঁজ কৰিছে। ৰাতি গভীৰ, প্ৰাণত ভয় মিহলোৱা অপূৰ্ব স্নিগ্ধতাত বিভোৰ। বাবা, ইও তোমাৰ এক মূৰ্তি!

দিনত নাৱৰীয়াই নাও মেলে। এইবাৰ পাৰি দিব লাগে। সিপাৰৰ একো দেখা নাযায়। মুঠে বিৰিঙি দেখা নীলা এটা শাৰী—গছেই নে পৰ্বতে নে গাৱেঁই। গুৰিয়ালে কয় অমুক গাওঁ বা অমুক নদীৰ মুখ।

নাৱৰ টিঙৰ আগৰ পৰা সেৱা-সন্মান কৰি বাবাক তামোল-পাণ আৰু ৰূপৰ দুআনি এটি দি গুৰিয়াল-বাইচা আৰু যাত্ৰীয়ে বাবাক শ্ৰদ্ধা-সম্ভ্ৰম-ভয়েৰে সেৱা জনায়—বাবা এইবাৰ ভালে ভালে সিপাৰ কৰা। নাও যায়—প্ৰথমে লগীৰে। পাছত ভঁাৰে। গুৰিয়ালে কয়, মাৰ মাৰ। ঢিলা পানী। বাইচাবিলাকে হাত সলনা সলনি কৰে। আন কথা-বতৰা পাতে। কিছু আগত টান পানী। গুৰিয়ালে কয়, হুচিয়াৰ। ভাল কৰি মাৰিবি ভাইহঁত। প্ৰকাণ্ড চাকনৈয়া। পানীয়ে প্ৰচণ্ড মূৰ্তি ধৰি ঘূৰে। ঘূৰি ঘূৰি মাজত একোটা প্ৰকাণ্ড গাঁত হয়। একোটা ধুম কৰি শব্দ হয়। মাৰ, মাৰ। বাইচাই ভঁাৰ মাৰে—গাৰ বলেৰে। গুৰিয়ালে গোৰ ধৰে টান মুঠিৰে। মানুহ কেইজন ঘৰ-ঘামি ধায়। মাৰ, মাৰ, মাৰ। ভাল কৰি ধৰিবি। টান পানীৰ পাৰ পায়। আৰু এক মুহূৰ্ত্ত উশাহ পায়। সকলোৰে মুখলৈ পানী আহে। গাত ধাতু আহে। এইদৰে এবেলা লাগে বাৰিষাৰ ব্ৰহ্মপুত্ৰত পাৰি দিবলৈ। সিপাৰৰ গাওঁ, গছ দেখা হয়। ক্ৰমে লগী লৈ নাও খেলে। ঢুপৰীয়ালৈ এটা খুলি চাই আকৌ নাও বান্ধে।

বাবা, তোমাৰ কিমান শক্তি, কিমান গাম্ভীৰ্য্য! তোমাৰ ক্ৰোধ কিমান, মৰম কিমান, আৰু শোক!

ব্ৰহ্মপুত্ৰৰ কিবা শোক আছে নে? নহলে ক্ৰন্দনৰ ভয়বোলৰ নিচিনা শোকাহতৰ দিগবিদিগ জ্ঞানশূন্য তাণ্ডৱ কাণ্ডৰ দৰে, তুমি মাজে মাজে এনে কাণ্ড কৰা কিয়, বাবা!

পুৰাণ শাস্ত্ৰত তোমাৰ জন্মকাহিনী লেখা আছে। তোমাৰ ৰূপ কালিকা পুৰাণত বৰ্ণিত আছে—তুমি নীলা বসন পৰিধান কৰা; তোমাৰ মূৰত কীৰিটি; তোমাৰ গলত ৰত্নৰ মাল্য; তোমাৰ বৰণ ৰক্ত গৌৰ; তুমি চতুৰ্ভুজ; চাৰি হাতত পদ্ম, বিদ্যা, ধ্বজ আৰু শক্তি ধাৰণ কৰা; আৰু তোমাৰ বাহন শিশুমাৰ, তোমাৰ আবাস পৰ্বতৰ মাজত। উত্তৰে কৈলাস, দক্ষিণে গন্ধমাদন, পশ্চিমে জাৰুধি আৰু পূবে সংবৰ্ত্তক—এই চাৰি পৰ্বতশ্ৰেণীৰ মাজত যি কুণ্ড আছে সেয়ে তোমাৰ নিজ কুণ্ড (কালিকা পুৰাণ, ৮২ অধ্যায়, ৩২—৩৬ শ্লোক)।

পুৰাণ শাস্ত্ৰত সিহঁতে লেখা থাকক মই মোৰ অন্তৰ্দৃষ্টিৰে তোমাক চিনি পাইছোঁ। তুমি বাবা, স্নেহান্ধ পিতা আছিলা; আৰু এতিয়াও "বাবা" হৈ আছা। সেই যুগত তোমাৰ এগৰাকী স্নেহশীল দুহিতা আছিল, তেওঁৰ ৰূপ পিতৃৰ অনুৰূপ আছিল। নীলবাসা, স্বৰ্ণ কীৰিটিনী, ৰত্ন মালাধৰা আৰু ৰক্ত গৌৰবৰ্ণা। তেওঁৰ ৰূপে দেৱতাৰ চকুতো চমক লগাই ছিল। আৰু তেওঁৰ গুণে সৰস্বতী শচী দেৱীকো লাজ দিছিল। তেওঁৰ অপৰিসীম স্নেহ, অশেষ ধৈৰ্য্য আৰু অন্তহীন আনন্দই তোমাৰ পিতৃ-প্ৰাণ তৃপ্ত, সন্তুষ্ট আৰু পৰিপূৰ্ণ কৰি ৰাখিছিল।

হঠাতে এদিন পুৰাৰ দোক-মোকালিত দেৱৰাজৰ বজ্ৰাঘাতত তোমাৰ কন্যাৰ বিনাশ হ'ল। দেৱৰাজৰ কিয় ক্ৰোধ হ'ল, কি অপৰাধত তোমাৰ প্ৰতি উগ্ৰ শাস্তি হ'ল, কোন পূৰ্বজন্মৰ কাৰ দোষত নিৰ্দোষ কোমল প্ৰাণৰ ভোগা বয়সত বিলোপ হ'ল—সি অজ্ঞেয় আৰু অজ্ঞাত হৈ থাকিল।

তোমাৰ শোকৰ উৰ্মি উতলি উঠিল। গোটাই শৰীৰত ঢৌৰ কঁপনি উঠিল। তোমাৰ বুকত প্ৰকাণ্ড প্ৰকাণ্ড শোকৰ ঢৌৱে মহা ভৈৰৱ ৰূপ লৈ খলকণি লগালে! তোমাৰ প্ৰশান্ত স্ৰোতে উগ্ৰ মূৰ্তি ধৰিলে, তোমাৰ বেজাৰ আৰু খঙৰ কোৰত ধুম ধুম কৰি গৰা খহিব ধৰিলে, তোমাৰ নিৰ্মল জল পঙ্কিল হৈ উঠিল, তুমি শীতল জল আৰু সাৰুৱা মাটি দিয়াৰ সলনি গাওঁ-, ভুঁই ভাঙি লণ্ড-ভণ্ড কৰিব ধৰিলা। তোমাৰ উগ্ৰ মূৰ্তি দেখি প্ৰাণীসকল স্তম্ভিত হ'ল।

তোমাৰ শোকৰ কি পীড়া, তোমাৰ বেজাৰৰ কি প্ৰাণন্তুদ ব্যথা—তোমাৰ দৰে বিৰহী জনৰ বাহিৰে কোনে বুজিব!

বাবা, তোমাৰ শোকৰ মূৰ্ত্তি দেখি, তোমাৰ হৃদয়ৰ দাৰুণ খেদ পাতলাবৰ অৰ্থে পাহাৰ-পৰ্বত, বন-কানন, নদ-নদী, পশু-পক্ষী, জল-প্ৰাণী সকলোৱে তোমাক বাবা বুলি আতুৰ মধুৰ সম্বোধন কৰে! নদীবিলাক কোনো দেৱকন্যা। পৰ্বতৰ পৰা নামি আহে, তোমাক বাবা বোলে। তোমাৰ গাত আহি তোমাৰ দুহিতাৰ দৰে লালন্তি বাগৰি ফুৰে। তুমি অলপ শান্তি পোৱা। বন-কানন-লতা (দেৱ-কন্যাৰ অনুচৰ অনুচৰী। সিবিলাকে তোমাক শাবটি

ধৰে। তোমাৰ গা পিটিকে। তোমাক চৰণ সেৱা কৰে। তোমাৰ মূৰত মজৰি দিয়ে। তুমি মোক পাহৰি প্ৰশান্ত মূৰ্তি, ধৰা। পাহাৰ পৰ্বত দেৱ নন্দন। তেওঁলোকে তেওঁলোকৰ বীৰত্বেৰে, ধৈৰ্য্যেৰে তোমাৰ শোক পাতলাবলৈ প্ৰয়াস পায়। পশু-পক্ষী-মানুহ তোমাৰেই পালিত সন্তান)। বাবা বাবা বুলি তোমাক সান্ত্বনা দিবলৈ যত্ন কৰে। নানান প্ৰকাৰে তোমাৰ মন পাতলাবলৈ চেষ্টা কৰে। কাকো পানী লাগে, কাকো মাছ লাগে। কাকো লাগে খবি। আৰু কাকো লাগে বেপাৰ। তুমি গহীন হৈ গম্ভীৰভাৱে সকলোৰে অভাৱ অভিযোগ শুনা। যাক যিমান পাৰা সহায় কৰা। কৰ্মত ব্যাপৃত থাকি শোক পাহৰিবলৈ যত্ন কৰা।

কিন্তু একোদিন শোকৰ উৰ্মি উঠনি উঠে! সকলো ধৈৰ্য্য সকলো চেষ্টা শোকৰ বেগত উঠি বুৰি ভাহি যায়! তুমি বৰ্ষাৰ প্ৰচণ্ড মূৰ্তি ধৰা। ফাগুনৰ ধুমুহাৰ প্ৰলয়ঙ্কাৰিণী ক্ষমতা বা কানন-বন-পৰ্বত ৰূপৰ পুত্ৰসকলে বা জন-প্ৰাণী মানৱে তোমাৰ অত্যুগ্ৰ ৰূপ দেখি ভয়ত থৰহৰি কঁপে। তেতিয়াও মাতে বাবা। বাবা ব্ৰহ্মপুত্ৰ ৰক্ষা কৰা। ক্ৰোধ সংবৰণ কৰা। শোক পাহৰা।

বাবা, মই চিনিছোঁ তোমাক। তুমি কন্যাশোকাতুৰ বৃদ্ধ। বিশ্বৰ ওপৰত আনিব খোজা মনৰ অধিকাৰ। কিন্তু প্ৰবল শোকে সেই বাধা কোনো কোনো ক্ষণত খণ্ড বিখণ্ড কৰি পেলায়।

পুৰাণকাৰসকলে আৰু এনে প্ৰচণ্ড শোকৰ এটা কাহিনী কয়। পত্নীৰ শোকত পতি পাগল হৈছিল। শিৱ মহাদেৱ সতীৰ শোকত বলিয়া হৈ সৃষ্টিত প্ৰলয় আনিব খুজিছিল।

আৰু, বাবা তুমি কন্যাৰ শোকত আকুল হৈ তোমাৰ অন্তৰত সদাই এই প্ৰলয় কাণ্ড কৰি থাকা।*

* ৰচনাকাল ১৭।৯।৪৩ ; ২০।৯।৪৩

# মানুহ আৰু গছ

(১)

জোনাক ৰাতি। ফাগুন মাহ। জাৰ নাই। গৰমো নাই। ফুৰিবলৈ ওলালোঁ। লগত মোৰ সহধৰ্মিনী। ফুৰিবৰ ঠাই নগৰতে। নগৰৰ যিখন পাৰ্ক বা উপবন; আমাৰ পৰা এমাইলমান দূৰ।

ৰাতি ৯ মান বাজিছে। খোৱা লোৱা শেষ কৰি লৰা-ছোৱালীক শুৱাই থৈ আমাৰ সৰু গাৰীখনত আমি দুয়ো উঠি পাৰ্কলৈ গলোঁ। লগত এজন অৰ্ডালি। সি গাৰী ৰাখি থাকিল। আমি পাৰ্ক সোমালোঁ।

বৰ সুন্দৰ ৰাতি, বৰ সুন্দৰ ফুলনি। আমাৰ মনতো নিৰাবিল শান্তি আৰু সুখ। ফুলবোৰ চাই, গছবোৰ চাই, পাৰ্কৰ মাজত যিটো পুখুৰী আছে, তাৰ পাৰতে বহিলোঁ। বহিবলৈ মালিৰ এখন শীতল বেঞ্চি। ওপৰত দুই জোপা উচ্চ গছৰ আৱৰণ। দিনত ছা দিয়ে। ৰাতি উম দিছে।

আমি দুয়ো অনেক কথা পাতিলোঁ। সাধাৰণ কথাই, কিন্তু কি মধুময়! কথায় কথায় বেছ আমেজ লাগিল, দুয়ো এই জগতত যেন নাই, আন জগতত যেন বিৰাজ কৰিলোঁ। এই সংসাৰৰ সুখ-দুখ, হাই-কোঢ়াল বহুত আঁতৰত পৰি থাকিল।

এনেতে দিব্য কান্তিৰে পুৰুষ এজন আমাৰ আগত আবিৰ্ভাৱ হল। আমি চাই থাকিলোঁ। তেওঁৰ পৰিধানত দিব্য সাজ, সোণৰ মুকুট, ফুলৰ মালা, পাটৰ অম্বৰ। আমি দুয়ো উঠি অভিবাদন জনালোঁ।

তেওঁ কলে, "মোক চিনি নোপোৱা। আগেয়ে দেখা নাই। মই এই বৃক্ষৰ অধিষ্ঠাত্ৰী দেৱতা। তোমালোকৰ ওপৰত প্ৰীত হই দেখা দিলোঁ। কি লাগে কোৱাঁ।"

আমি অবাক হলোঁ। তিৰোতাৰ উপস্থিত বুদ্ধি মুনিহতকৈ বেছি। মোৰ সহধৰ্মিণীয়ে কলে, "প্ৰভু, ইমান অনুগ্ৰহ কৰিছে যেতিয়া কওঁ। আমাক ধন জন বিদ্যা সম্ভ্ৰম প্ৰভুৱে দিছে। পাছে স্থায়ী সুখ কেনেকৈ পাম তাৰ দিহা দিয়ক। আমি সুখ বিচাৰোঁ।"

দেৱতা—তোমালোক এতিয়া সুখী নে? এই মুহূৰ্ত্তত!

সহধৰ্মিণী—হয় প্ৰভু। পাছে এই সুখ এতিয়াই অস্ত হব বুলি ভয়ো লাগি আছে। ঘৰলৈ উলটিলেই সকলোবোৰ লেঠাই আগুৰি ধৰিব।

দেৱতা—চোৱাঁ, তোমালোক মানুহ। তোমালোকৰ দুখ আহাৰ অন্বেষণ, বিশ্ৰামৰ অভাৱ, যৌন-ক্ষুধা আৰু ভবিষ্যতৰ ভয়—এই চাৰিবিধ। মই বৃক্ষৰ অধিষ্ঠাত্ৰী। বৃক্ষ-জীৱনত এনে ঠাইতে থাকি কষ্ট নকৰা কৰি আহাৰ পাব পাৰি; সমস্ত সময়েই বিশ্ৰাম; যৌন-ক্ষুধা উদ্ৰেক মাত্ৰই তৃপ্তি হোৱাৰ ব্যৱস্থা আছেও আৰু ভবিষ্যতলৈ অভাৱৰ ভাবনা নাই। গতিকে তোমালোক বৃক্ষ হোৱা।

মোৰ সহধৰ্মিণী মাস্তি হল ; অৱশ্যে মমো হলোঁ। আমি দুয়ো তেতিয়াই দুই জোপা ধুনীয়া বকুল গছ হলোঁ।

আমাৰ বৃক্ষ জীৱন আৰম্ভ হল। খোৱা-বোৱাৰ চিন্তা নাই। চাউল-দালি খৰি-মাছ বিচাৰিব নালাগে। ৰান্ধাবাঢ়াৰ লেঠা নাই। কোনো পৰিশ্ৰম নাই। এনেকি শুবৰ কাৰণে শেতেলিত বাগৰি পৰাৰ কষ্টখিনিও নাই। যেতিয়াই মন যায় তেতিয়াই আমাৰ বাসনাৰ তৃপ্তি হয়। পুৱা দেখোঁ সুন্দৰ সূৰ্য্যৰ কিৰণে আৰু শীতল বতাহে আমাৰ শৰীৰত উম দিয়ে আৰু শাঁত লগায়। ৰাতি জোনৰ ফটফটীয়া জোনাকে গোটাই গাতে হৰিষৰ ৰহণ সানি দিয়ে। আমাৰ ভাবনা নাই, চিন্তা নাই। সুখ, শান্তি !

(২)

দিন যায়। এদিন সহধৰ্মিণীয়ে কয়, "হেৰি, সাৰ পালে নে ? কেনে লাগিছে !"

মই কওঁ, "বৰ ভাল। টকা আৰ্জিব নালাগে, অকিছু কৰিব নালাগে ; খোৱা-বোৱা শোৱা-লোৱা একোৰে চিন্তা নাই। বৰ ভাল লাগিছে, তোমাৰ আকা ?"

"মোৰ কথা নো কোনে সোধে ? আপোনাৰ যদি ভাল লাগিছে, মোৰো ভাল। মোক আকৌ সুধিব লাগে কিয় ?"

"তেওঁ, বাৰু ? তুমিয়েই দেখোন বৰ হেপাহ কৰি দেৱতাৰ পৰা বৰ লই বৃক্ষ-জীৱন পালা।"

"হয়, সেইটো জানো। শেষলৈ গৈ যে জগৰ মোৰেই হব, তাক জানো। বাৰু ভাল হৈছে। পাছত, লৰা-ছোৱালী কেইটাৰ বা কি হল ! আৰু ধুনীয়া মটৰ কাৰখন ? নতুনকৈ অনালো হে। ভাত তো উঠিবৰেই নহল। জানো—মোৰ কপালত কোনো সুখ ভোগ নাই।"

"ই আৰু কি কোৱা, তুমি সুখ বিচাৰি হে দেখোন বকুল গছ হলা। এই জীৱনত দেখোন একো কৰিব নালাগে। একো পৰিশ্ৰম ভাবনা-চিন্তা নাই। নিজৰ ঠাইত বৈ থাকিলেই সমস্ত মিলে। তোমাক এই আৰামে আমুৱালে নে কি ?"

"ভাল, ভাল আপুনিয়েই আৰাম কৰক। আমাৰ কপালত নো আৰাম আছে কত ? সঁচাকৈয়ে কওকচোন। এইদৰে চিৰকাল থাকিব লাগিব নে কি ?"

"সেইটো কব নোৱাৰিছোঁ, ৰবা। আমি হে বৰ লৈ গছ হলোঁ। গছৰ জীৱন বৰ দীঘল। কোনো কোনো গছ দুশ তিনিশ বছৰলৈ জী থাকে। আমাৰ তেওঁ চাৰি-পাঁচ দিন-মান হে হৈছে।"

"তেনেহলে কি উপায় হব ! মই হলে আৰু বেছি দিন ইয়াতে থিয় হৈ থাকি এইদৰে একো কাম-বন নকৰা কৰি লৰচৰ নকৰি থাকিব নোৱাৰোঁ। কিবা এটা কৰক।"

"কি কৰিবা ? একো কৰিবৰ তো উপায় নাই। যিদৰে আছা সেইদৰেই থাকিব লাগিব। ৰোদ আহিব, বৰষুণ আহিব। জাৰ গৈ জহ আহিব। জাৰত পাত শুকাব। বসন্ত আহাৰ লগতে কোমল পাত মেলিবা। ধুনীয়া ধুনীয়া খুদ খুদ বগা ফুলবোৰ ফুলাবা।

তোৰ গোন্ধত চাৰিওদিশ আমোল মোলাই দিবা। ধুনীয়া ছোৱালীবোৰে ফুলবোৰ বুতলি নি মালা গাঁথিব। সেই মালা প্ৰিয়জনক পিন্ধাব, দেৱতাক দিব। কিমান যশস্যা তোমাৰ। কিমান আনন্দ দিবা তুমি!"

"ঠাট্টা-মস্কৰা, এৰক। কিন্তু মোৰ লৰি-চৰি ফুৰিবৰ কাৰণে গাটো টন টন কৰিছে। লাগিলে ইয়াৰে পৰা নি মোৰ হতুৱাই আলিবাটৰ গাটো টন টন কৰিছে। লাগিলে ইয়াৰে পৰা নি মোৰ হতুৱাই আলিবাটৰ শিলকে ভঙাওক। তেওঁ মই এই বাগানত থাকিব নোৱাৰোঁ। আৰু মনটোত কিমান কথা আছে যায়। আপুনিও কথা কবলৈ ভাল নাপায়। মৰম পুতৌ কৰিবলৈ কোনো কতো নাই। আমাৰ ছলি-পলি ঘৰ দুৱাৰ সাজ সৰঞ্জাম—এইবোৰ বা কি হল? কিবা এটা কৰক। নহলে মৰিবলৈকে দিয়ক।"

"মই মৰিবৰ দিবৰ কোন! তোমাৰ এই বৃক্ষ জীৱনৰ আয়ুকাল গলে আপুনি কিবা প্ৰকাৰে, মৰিবা। তাৰ পূৰ্বে আৰু কি উপায় আছে। ঘৰত বোলে বৰ আহুকাল পাইছিলা; সুখ শান্তি নাছিল। এতিয়া দেখোন একো হাহাকাৰ গোলমাল নাই। এইদৰে থাকোঁহঁক দুয়ো।"

"মই নোৱাৰিম, বুজিছে নে মই আৰু নোৱাৰোঁ। কিবা এটা উপায় কৰক।"

এই বুলি মোৰ সহধৰ্ম্মিণীয়ে তেওঁৰ ডাল-পাত মোলৈ মেলি দি উচুপি উচুপি ফেঁকুৰি ফেঁকুৰি কান্দিব ধৰিলে।

* * * *

হুৰমূৰ কৰি চকু লাগাৰ পৰা সাৰ পালোঁ। মোৰ সহধৰ্ম্মিনী মোৰ বুকৰ মাজত মুখখন গুমুৰাই কান্দিছে। মই মাত দিলোঁ, "হেৰা উঠা। আমাৰ বৃক্ষজীৱন অন্ত হলক আকৌ মানবী জনম পালোঁ।'

তেওঁ ৰাম হৰি সুমৰি সাৰ পাই উঠিল। "প্ৰভু ৰক্ষা কৰিলা।"

ঘৰীলৈ চাওঁ ৰাতি বাৰটা বাজে। বাহিৰতে কাৰখান বৈ আছিল। ঘৰলৈ আহিলোঁ।*

---

* ৰচনাকাল ২৬।৮।৪৩ চন

# পূজাৰ নৈবেদ্য

মহাষ্টমীৰ দিন—দুৰ্গা পূজা। গৃহিণীয়ে পুৱা উঠি গা-পা-ধুই মাহ-প্ৰমাদ ভিজাইছে। উপকৰণ কাটিছে। ঘৰৰ কুমাৰী বোৱাৰী জীয়ৰী সকলোৱে পুৱা গা ধুই শুচি কাপোৰ পিন্ধিছে। পূজাৰ সম্ভাৰ সজাব লাগে।

ঘৰৰ পৰা অলপ দূৰত শ্ৰীশ্ৰীদুৰ্গা পূজাৰ স্থান। তাত নৈবেদ্য দিব লাগে। পূজাৰ সম্ভাৰ যোগাব লাগে। ঘৰত উৎসৱৰ আৰু শুচিতাৰ উখল-মাখল।

গৃহিণীয়ে লগত দুজনী জীয়ৰীৰে সৈতে হাতত ফুল, নৈবেদ্য আদি সম্ভাৰ লৈ পূজা স্থানলৈ যায়। সময় ডেৰ দি পৰ। পূজা আৰম্ভ হৈছে। পুৰোহিতে মন্ত্ৰ পঢ়িছে। ঢুলীয়াই মাজে মাজে অলপ অলপ ঢোল বজাইছে। কালীয়ায়ো তাতে যোগ দিছে। আৰু আয়তী সকলে মন্ত্ৰৰ ছেও ধৰি গীত-জোকাৰ দিছে। পূজাস্থলী হৰ্ষত বঞ্জিত। গৃহিণীয়ে নিজৰ ঘৰৰ পদূলিৰ আগ পালেহি। লগত জীয়ৰী দুজনী আৰু কুল পুৰোহিত।

সমুখৰ ফালৰপৰা শীৰ্ণকায় তিনিজন ভিখাৰী। মাইকী এজনী। লৰা এজন। আৰু ছোৱালী এজনী। সৰু। মাক-পুতেক-জীয়েক। পৰিধানত জীৰ্ণ কাপোৰ—মলত ক'লা পৰা। ইমান ফটা-ছিৰা কোনো প্ৰকাৰেহে লাজ ৰক্ষা পৰে। তিনিওৰো বৰণ চিনিব নোৱাৰি। বগা আছিল যদিও ক'লা পৰি গৈছে। দেহত কেৱল হাড় কেইডাল। চকু গাতত সোমোৱা। অসংস্কাৰ হৈ থকাত চুলি নখ দেহ মলিৰে ভৰা। তথাপিতো অঙ্গৰ সৌষ্ঠৱ দীনতাই ভেনেই লুপ্ত কৰিব পাৰা নাই।

গৃহিণীক দেখি তিনিও ভিক্ষুক আগতে বহি পৰিল। ছোৱালীজনীয়ে কান্দি পেলালে। লৰাটোৱে মাকলৈ একেথিৰে চাই ৰল। মাকে কলে, "আই,আজি তহঁতৰ দুৰ্গা পূজা। আমাৰো এদিন আছিল। আজি বাটৰ মগনীয়া। আজি তিনি দিনে পেটত অন্ন নাই। কিবা এবিধ দে। নহলে ছলি ছুটাৰে সৈতে জীউ যায়।"

পুৰোহিতে কলে, "এতিয়া আমনি নকৰা। আই পূজালৈ যায়। সৌ ভিতৰলৈ যোৱাঁ, তাতে ভিখা দিব।"

গৃহিণী গৈ থাকিব খোজে। মগনীয়াইঁতক এৰি এখোজ কি দুখোজ গৈছে। এনেতে এটি কাতৰ শব্দ শুনি পাছলৈ চালে।

দেখে, ছোৱালীজনী মাটিত ঢলি পৰিল। অজ্ঞান। পদূলিৰ ওচৰতে বকুল জুপি। গৃহিণীয়ে কলে, "সেই গছৰ ছাঁলৈ নিয়া। দেহি ঐ!"

মাকে পুতেকে কোলাত তুলি ছোৱালীটিক গছৰ ছাঁলৈ নিলে। গৃহিণী তেওঁৰ লগৰীয়া কেইজনেৰে সৈতে তালৈ গল। ছোৱালীৰ জ্ঞান নাহে। মাকে কান্দিবলৈ ধৰিলে। পুতেকে কি কৰিব নকৰিব কব নোৱাৰে।

গৃহিণীৰ হাতত আছিল ফুলৰ পুষ্পপাত্ৰ। জীয়ৰী এজনীৰ হাতত দি ছোৱালীৰ ওচৰ চাপিল। অৱস্থা দেখি মাকৰ কাষতে বহিল। ছোৱালীৰ গা-মূৰে হাত বুলাব ধৰিলে ; হাত-ভৰি পিহি দিব ধৰিলে। "অলপ পানী আন! মাত চোন কাৰবাক", গৃহিণীয়ে কলে। জীয়ৰী দুগৰাকীৰ উথপ-থপ লাগিল। হাতত পূজাৰ সম্ভাৰ। গাত শুচি পাটৰ কাপোৰ। লৰাটোৱে ঘৰৰ ফালে লৰ মাৰিলে, পানীৰ কাৰণে।

গৃহিণীৰ চকু পৰিল পুৰোহিতলৈ। তেওঁৰ এক হাতত দুগ্ধ ঘট আৰু হাতত চন্দন-পাত্ৰ।

গৃহিণীয়ে মাতিলে, "বাপু, চাওঁ এই ফালে আহক।" পুৰোহিত ওচৰ চাপি আহিল। গৃহিণীয়ে পুৰোহিতৰ হাতৰ পৰা গাখীৰৰ ঘটটো আনিলে। পুষ্পপাত্ৰৰ পৰা অৰ্ঘা আনিলে। আৰু অৰ্ঘা অৰ্ঘা কৰি ছোৱালীৰ মুখত গাখীৰ দিলে। ছোৱালীৰ অলপ চেতন আহিল। চকুত পৰিল চন্দনৰ পাত্ৰ। সোপাই চন্দন আনি ছোৱালীৰ কপালত আৰু চকুৰ শিৰঠিত সানি দিলে।

লৰাটোৱে ইতিমধ্যে মানুহ মাতি, গৃহিণীৰ ঘৰৰ পৰা পানী লৈ আহিল। লগত আন মানুহো আহিল। পূজাৰ ঠাইৰ ওচৰ। পূজা চাবলৈ অহা মানুহ। পূজাৰ সভাত থকা মানুহ। অনেক মানুহ আহি বকুল গছৰ গুৰিত থোপ খালে।

সকলোৱে এই দৃশ্য দেখিলে। এই অঞ্চলৰ বৰ ঘৰৰ বৰ ঘৈণী। তেওঁৰ লগত দুই গৰাকী জীয়ৰী। লগত বামুণ পুৰোহিত। মাটিত পৰে তিনটা ভিক্ষুক। সক ছোৱালীজনী অচেতন। গৃহিণীৰ শুশ্ৰূষাত ক্ৰমে চেতন লভিছে।

গৃহিণীৰ এতিয়াহে হুঁচ হল। তেওঁ উঠিল। পূজাৰ সম্ভাৰ নিচিনা শীল ফুল নাজানা ছোৱালী এজনীৰ কাৰণে লগালে। তেওঁৰ শুচি কাপোৰ চুৱা হল। পাটৰ কাপোৰ পেঁক-পানী লাগি মলিয়ন হল। পূজাৰ কাৰণে আনা নৈবেদ্য জীয়ৰীৰ হাতত। ইমান মানুহৰ হেঁচাত কোনে বা চুলে?

ভিখাৰী মাকৰো হুঁচ হল। পূজাৰ সম্ভাৰ নিজৰ ছোৱালীৰ কাৰণে, নিজৰ দুৰদৃষ্টৰ হেতুকে চুৱা হল। গোসাঁনীৰ বা কি অপৰাধ লাগে।

মানুহ ইকাণ সিকাণ কৰিছে।

কুল-পুৰোহিতে সকলো দেখিলে। মানুহৰ কাণা ঘুচা শুনিলে। গৃহিণীৰ মনৰ ভাব বুজিলে। তেওঁ কলে, "আই উঠক। দুৰ্গাপূজাৰ নৈবেদ্য আতুৰৰ সেৱাত লাগিল। আপোনাৰ নৈবেদ্য সাৰ্থক হ'ল। এতিয়া আকৌ পূজাৰ সম্ভাৰ সজাই আনিলে হব। এওঁবিলাকক ঘৰলৈ লৈছোঁ। আপুনি আগবাঢ়ক।"*

* ৰচনাকাল: ১৫।১০।৪৩

# প্ৰভাৱতী

অহকালি দুপৰীয়া। সূৰ্য্যৰ প্ৰচণ্ড কিৰণেৰে সমুদয় জগৎ সমুদ্ভাসিত। ক'তো একো সাৰ শব্দ নাই, এনেকি গছৰ পৰা এটি পাত পৰা শব্দও দূৰস্থিত গৃহবাসীৰ কৰ্ণগোচৰ হয়। পৱনদেৱ পৰিশ্ৰান্ত হৈ যেন জিৰণি গৈছে। সকলো প্ৰাণীয়ে নিজ নিজ ভৱনত জিৰাইছে। পথুৰ কৰ্ত্তব্যানুৰোধে বন্ধ মানুহত বাদে সকলোৱে ঘৰৰ ভিতৰত বা গছৰ শীতল ছায়াত শ্ৰান্ত শিৰ থিৰ কৰিছে। মিবাৰৰ ৰাণা ৰাজপুত কুলতিলক ৰাজ সিংহ নিজৰ শয়ন মন্দিৰত উপবেশন কৰি চিন্তাত নিমগ্ন। বাহিৰৰ ৰ'দৰ তাপতকৈ ভিতৰৰ চিন্তানলৰ তাপ শতসহস্ৰ গুণে অধিক। তেওঁ চিন্তাত ইমান মগন হৈছে যে ঘৰত কেতিয়া দ্বাৰপাল প্ৰৱেশ কৰিছে কব নোৱাৰে। বহুত সময় এনেকৈ থাকি অস্ফুট স্বৰে কৈ উঠিল "হায়! পূৰ্বপ্ৰণষ্ট গৌৰৱ উদ্ধাৰ সুযোগ মোৰ কপালত বিধিয়ে দিয়া নাই। কোনো দোষ নেদেখিলে ৰাজপুতে সন্ধি ভঙ্গ নকৰে। প্ৰসিদ্ধ মিবাৰ ৰাজ্য মোগল সাম্ৰাজ্যৰ জাইগীৰ! উঃ এই কথা চিন্তা কৰিলেও হৃদয় শোণিত উত্তপ্ত হয়। এই কথাকেয়ে মূৰ দাঙি দ্বাৰীক আগত দেখা পালে, ৰাজসিংহে গম্ভীৰভাবে সুধিলে, "কি আৱশ্যক? দ্বাৰৱানে উচিত সম্ভ্ৰমেৰে উত্তৰ কৰিলে, "মহাৰাজ, দ্বাৰত ৰূপ নগৰৰ পুৰোহিত উপস্থিত।" "শীঘ্ৰে লৈ আহ" বুলি ৰাজসিংহে ক'লত, দ্বাৰীয়ে ভাল বুলি বাহিৰ হ'ল। "ৰূপ নগৰৰ পুৰোহিত! কি সকাম? কিয় আহিছে? ইমান দিনে মোৰ আশা ফলৱতী হল নে? অসম্ভৱ! অসম্ভৱেই বা কিয়?" ইত্যাদি নানা প্ৰকাৰ প্ৰশ্ন উঠি সুধীৰ ৰাজসিংহৰো মন কিছু সময়ৰ নিমিত্তে উচাটন কৰিলে। এনেতে দ্বাৰপালে পুৰোহিতক লগত লৈ ৰাণাৰ বিশ্ৰাম-কক্ষত প্ৰবেশ কৰিলে। পুৰোহিতে ৰাণাৰ হাতত চিঠি দিলত ৰাণাই পঢ়িব ধৰিলে। যেতিয়া পঢ়া শেষ হ'ল কলে "যদি মোৰ মিবাৰ ৰাজ বংশৰ গৌৰৱ আছে, যদি গোহৰ বংশধৰ পেহেলাট নামৰ অযোগ্য নহয়, তেনেহলে নিশ্চয় প্ৰভাৱতীক উদ্ধাৰ কৰিম।" এতিয়া চিঠিখন কিহৰ বিষয় আছিল তাৰে অলপ পাঠকসকলক কোৱা যাওক।

মাৰৱাৰৰ ৰঠোৰ বংশীয় বহুত সামন্ত ৰাজপুতনাৰ মোগল অধিকৃত দেশত সামান্য নৃপতিৰ নিচিনা বাস কৰিছিল। ৰূপনগৰো এনেকুৱা এজন ৰজাৰ অধীন। যেতিয়া যৱনাপকৃষ্ট আওৰঙ্গজেৰে মোগল সাম্ৰাজ্যৰ শাসনদণ্ড পৰিচালনা কৰিবৰ নিমিত্তে দিল্লী সিংহাসনত উপবিষ্ট, তেতিয়া তৎকালীন ৰূপ নগৰ-সামন্তৰ এজনী দুহিতা যৌৱনৰ প্ৰফুল্ল সৌৰভেৰে তৎসাময়িক ভাৰতীয় কামিনীবিলাকৰ ভিতৰত উচ্চাসন অধিকাৰ কৰি প্ৰভাৱতী নামে প্ৰভা বিস্তাৰ কৰিছিল। তেওঁৰ ৰূপ, গুণ সমুদায় ভাৰতত শশধৰৰ প্ৰশান্ত কিৰণৰ নিচিনা বিৰাজ কৰিছিল। আওৰঙ্গজেৱ এই কামিনীকুল—শিৰোমণি প্ৰভাৱতীৰ ৰূপত মোহিত হৈ অত্যন্ত নিৰ্লজ্জভাৱেৰে তেওঁক পাবলৈ চেষ্টা কৰিব ধৰিলে। তেতিয়া আওৰঙ্গজেৱৰ মনত উদয়

হোৱা নাছিল যে যি বংশত পদ্মিনীয়ে ৰাজপুত গৌৰৱ উজ্জলতম কৰিছিল, সেই ৰাজপুত বংশৰ কামিনী ম্লেচ্ছৰ অঙ্কশোভিনী হোৱাতকৈ নিজ প্ৰাণ হত্যা কৰিব বেছি ভাল পায়। আওৰঙ্গজেবে নিজ বল, বীৰ্য্য, ঐশ্বৰ্য্য আৰু ক্ষমতাত স্ফীত হৈ ভাবিলে, প্ৰভাৱতীয়ে এই প্ৰস্তাৱ অতি সাদৰেৰে গ্ৰহণ কৰিব। তেতিয়া তেওঁ অলপো নেভাবিলে ধৰ্ম্মিষ্ঠৰ সহায় ঈশ্বৰ নিজেই হিন্দু ৰমণীৰ সতীত্ব ৰক্ষাৰ নিমিত্তে যে বহুত হিন্দুৱে শোণিত প্ৰদান কৰিবলৈ অলপো ইতস্ততঃ নকৰে, এই কথাটো অতি সূক্ষ্মভাৱেও তেওঁৰ মনত তেতিয়া সঞ্চাৰিত নহল। সম্ৰাটে নিজৰ ঐশ্বৰ্য্যৰ গৰ্বত এই ঘৃণিত প্ৰস্তাৱ কৰিবৰ নিমিত্তে দুই সহস্ৰ অশ্বাৰোহী ৰূপ নগৰলৈ প্ৰেৰণ কৰিলে।

সম্ৰাটৰ আদেশ পাই অশ্বাৰোহীবিলাকে সদৰ্পে ৰূপ নগৰাভিমুখে যাত্ৰা কৰিলে। আৰাবলী পৰ্বতমালাৰ ওচৰত ৰূপনগৰ স্থাপিত। সমুদয় সৈন্য যেতিয়া ৰূপনগৰ পালে তেতিয়া তত্ৰত্য নৃপতিয়ে সম্ৰাটৰ সেনা বুলি তেওঁলোকক উচিতৰূপে অভ্যৰ্থনা কৰিলে। উচিত অভ্যৰ্থনাৰ পাছত, যেতিয়া সকলোৰে খোৱা-লোৱা হ'ল, তেতিয়া সেনাপতিজনে সম্ৰাটৰ আগত সম্ৰাটৰ স্বাক্ষৰিত পত্ৰখন দিলে। সম্ৰাটৰ এই ৰকম অসম্ভৱ অনুগ্ৰহ দেখি সামন্তে বিশেষ আগ্ৰহেৰে পত্ৰ পাঠ কৰিলে। পাঠ কৰা মাত্ৰেই তেওঁৰ শোণিত উত্তপ্ত হ'ল। যদি সেই মুহূৰ্ত্তে সমস্ত জগত সমস্ত প্ৰাণীবিলাকেৰে সৈতে কোনো এক অসাধাৰণ আকস্মিক ঘটনা বলে ৰসাতললৈ গ'লহেঁতেন, যদি আকাশৰপৰা সহস্ৰ সহস্ৰ অনল-শিখা পৰি জগত পুৰিলেহেঁতেন, তথাপি তেওঁ এই পত্ৰ পাঠ কৰি যিমান দুখী, অধৈৰ্য্য হৈছিল সিমান কেতিয়াও নহলহেঁতেন। তেওঁৰ গাত যেন শত শত বৃশ্চিকে দংশন কৰিব ধৰিলে। একো উপায় নেপাই বহুত সময়ৰ নিমিত্তে নিস্তব্ধ হৈ থাকি পাছত অন্তঃপুৰলৈ গ'ল।

এই সময়ৰ ভিতৰতে অন্তঃপুৰবাসিনী তিৰোতাসকলেও আওৰঙ্গজেবৰ প্ৰস্তাৱ শুনিছিল। কিন্তু প্ৰভাৱতীয়ে নিজৰ ফুলনি বিশ্ৰাম-ভৱনত থকা বাবে এইবিলাক একোকে শুনা নাছিল। তেওঁ নিজৰ ভাবতে বিভোৰ।

সামন্ত ৰাজাৰ প্ৰাসাদৰ অন্তঃপুৰৰ পৰা বাহিৰ হবৰ নিমিত্তে এখন দুৱাৰ আছে। সেই দুৱাৰেৰে ওলালেই চাৰিওপিনে ইষ্টক নিৰ্মিত প্ৰাচীৰেৰে বেষ্টিত এখন ডাঙৰ উপবন। চাৰিওপিনে ডাঙৰ ডাঙৰ ফুলৰ গছ। ইটা আৰু শিলেৰে বন্ধোৱা পুখুৰীৰ পাৰৰ চাৰিওপিনে প্ৰায় যোল হাত দূৰলৈকে ফল-ফুল একো নাই। উত্তৰ পাৰত কাণৰ পৰা যোল হাত দূৰৈত এটি পকিঘৰ। ঘৰটি দোতালা। ওপৰ তালাত তিনিটি কক্ষ। পুবদিশৰ কক্ষটি চাৰিওপিনে বেৰা। দুখন দুৱাৰ, আৰু দুখন খিৰিকী। পশ্চিমৰ দুৱাৰেৰে মাজৰ কোঠাটিত সোমাব পাৰি। ইয়াতো দুখন দুৱাৰ আৰু দুখন খিৰিকী। উত্তৰ পিনে এখন খাট ইয়াতে প্ৰভাৱতী খাটখনত বহি ভাগৱত এখন পঢ়ি আছে। চাৰিওপিনে গোলাপ, চম্পা, যুতি, মালতী প্ৰভৃতি ফুলবিলাকে যেন প্ৰভাৱতীক তেওঁলোকৰ আৰাধনীয়া দেৱী ভাবি সৌৰভেৰে তেওঁ থকা ঘৰটি প্ৰপূৰিত কৰিছে। ভাগৱতখন আগত আছে, কিন্তু পঢ়া নাই। তেওঁৰ মন আন চিন্তাত নিমগ্ন। তেওঁৰ বদন-কমলত চিন্তাৰ এটি বিষাদ ৰেখা পৰিছিল। হঠাৎ তেওঁৰ মুখৰ পৰা

ওলাল "হায় ? মই এজনী সামান্য সামন্ত ৰাজকন্যা। তেওঁ মিৱাৰাধিপতি মহাৰাণা।" এই বুলি কৈয়েই পশ্চিমৰ দুৱাৰৰ পিনে চাই তেওঁৰ সখীয়েক শচীক দেখা পালে। তেওঁৰ মুখ লাজতে ৰক্তবৰ্ণ হ'ল। শচীয়ে লাহে লাহে ওচৰলৈ আহি কলে "সখি, আজি তোমাৰ ৰোগৰ ঔষধ পালেঁ।" শচীৰ মুখ সেই মুহূৰ্ততেই বিষণ্ণ হ'ল। হয় অলপ হাঁহি মাৰিছিল, কিন্তু মেঘৰ মাজৰ বিজুলীৰ নিচিনা হাঁহি তেতিয়াই লোপ পালে। বিষণ্ণ চিত্তে আকৌ কলে "সখি মহাৰাণা ৰাজসিংহৰ প্ৰতি যদি তুমি অনুৰক্তা ই বৰ সুখৰ কথা। আগেয়ে কলেই হলহেঁতেন।" তেওঁৰ মুখ লাজতে আকৌ ৰঙা হল, তেওঁ তলমূৰ কৰিলে আৰু এই আশ্বাসত তেওঁৰ হৃদয় নাচি উঠিল। কিন্তু আওৰঙ্গজেবে ইপিনে যে তেওঁলৈ কি টাঙ্গোন সাঁচিছে তাৰ একো খবৰেই পোৱা নাই। নিজৰ ভাবতে বিভোৰ।

যিদিনা আওৰঙ্গজেবে ৰূপনগৰলৈ সৈন্য পঠিয়াই তাৰ ৪ দিন পূৰ্বে ৰাণা ৰাজসিংহ দলে-বলে মৃগয়া কৰিবলৈ আহে। আৰাৱলী পৰ্বতমালাৰ প্ৰাকৃতিক শোভা সন্দৰ্শন অভিলাষ তেওঁৰ বহুদিনৰ পৰা আছিল। এজন চৰ্দাৰে এদিন ৰাণাৰ আগত কলে, "মহাৰাজ! আৰাৱলী পৰ্বতশ্ৰেণীৰ শোভা চাবলৈ গলে মৃগয়াৰ সাজে যোৱা উচিত।" ৰাজসিংহৰ বহুদিনৰ আশা আকৌ উদ্দীপ্ত হ'ল। তেওঁ চৰ্দাৰসকলক মৃগয়ালৈ সাজু হবলৈ ক'লে। সকলোৱে ৰাজাদেশ পালন কৰিলে। ৰাণা ৰাজসিংহে সুন্দৰৰূপে সজ্জা কৰি আৰাৱলী পৰ্বতৰ পিনে ধাৱমান হ'ল। মৃগয়া শেষ কৰি অহাত ৰূপনগৰৰ ৰাজ-প্ৰাসাদৰ ওচৰেদি দুই-তিনিজন চৰ্দাৰেৰে সৈতে অহাৰ ঠিক কৰিলে। আহোঁতে আহোঁতে অন্তঃপুৰ সংলগ্ন ফুলনিৰ প্ৰভাৱতীৰ বিশ্ৰাম-ভৱনৰ ফালে চালত এজনী লোকললনা ৰমণীৰ কমল-লোচনেৰে সৈতে ৰাজসিংহৰ নয়ন মিলন হ'ল। উভয়ে উভয়ৰ ৰূপত মোহিত হ'ল। প্ৰভাৱতীয়ে যদিও তেতিয়া জনা নাছিল তেওঁৰ নয়নৰঞ্জক কোন, পাছত, বিশেষ পিতাকৰ কথাৰ পৰা, জানিলে এওঁৱেই ৰাজসিংহ। এই চাৰি দিন প্ৰভাৱতী সেই ভাবতে আছে। কাৰো আগত একো নকয়। সখীয়েক শচীয়ে বহুত চেষ্টা কৰিও একো উলিয়াব পৰা নাছিল। সিদিনা এনেকুৱা অসম্ভাবিতৰূপে সকলো প্ৰকাশ পোৱাৰ নিমিত্তে আনন্দ পালে, কিন্তু তন্মুহূৰ্তে আকৌ আৰঙ্গজেবৰ ঘৃণিত প্ৰস্তাৱ স্মৰণ কৰি বিষণ্ণা হ'ল। কি ক'ব একো উপায় নেপালে।

পাছত বহুত চেষ্টা কৰি কলে, "সখি হৰিণীৰ মাংসৰ দৰে তোমাৰ ৰূপেই তোমাৰ শত্ৰু হল।" কথাটি শুনি প্ৰভাৱতী ব্ৰজাহতৰ নিচিনা হ'ল। "মোৰ ৰূপেই মোৰ শত্ৰু" ইয়াৰ অৰ্থ কি? ৰাজসিংহে জানো মোৰ মন বুজি পিতাৰ বিৰুদ্ধে যুদ্ধ যাত্ৰা কৰিছে? নহয়। এনেকুৱা কিয় কৰিব? বিবাহৰ প্ৰস্তাৱ কৰিলেও তো পিতাই বিবাহ দিব। তেনেহলে আন কোনো বিপদ নে কি? একেলগে এই ৰকম শত শত প্ৰশ্ন উঠি তেওঁৰ মন আকুল কৰি পেলালে। অত্যন্ত অধীৰা হৈ কলে "সখি, কেনেকৈ মোৰ ৰূপেই মোৰ শত্ৰু।" শচী মনোবেগ সংবৰণ কৰি উত্তৰ কৰিলে "মোগল সম্ৰাট আওৰঙ্গজেবে তুমু তোমাৰ বিবাহৰ প্ৰস্তাৱ কৰি দুই সহস্ৰ অশ্বাৰোহী পঠিয়াইছে।" এইখিনি কাণতো সোমাল, ইপিনে সংজ্ঞাহীনাও হল। শচী বৰ ধৈৰ্য্যশীলা। হেজাৰ বিপদ সন্মুখত থাকিলেও বীৰ ৰমণীৰ নিচিনা সিহঁতক দূৰ কৰিবলৈ

আগবাঢ়ে। তেওঁ অন্তঃপুৰত থাকোঁতে, সামন্তৰাজ ভিতৰলৈ আহে, তেতিয়া নৃপতিক এই বিপদ উদ্ধাৰৰ কথা সোধে। নৃপতি অধীৰ। তেওঁৰ মুখত কিহে জুই জ্বলাই দিছিল কব নোৱাৰে। তেওঁৰ প্ৰতি বসুধা শতধা হোৱাত যিমান কষ্ট তাতকৈয়ো বেছি। যেতিয়া শচীয়ে তেওঁত উপায় সুধিলে, তেতিয়া একো কব নোৱাৰি মূৰ্চ্ছিত হ'ল। শচীয়ে গতি বৰ ভাল নেদেখি প্ৰভাৱতীৰ বিশ্ৰাম-ভৱনলৈ আহিল।

প্ৰভাৱতী মূৰ্চ্ছা গ'লত শচীয়ে বহুত চেষ্টা কৰি তেওঁৰ চৈতন্য উদয় কৰিলে, পাছত দীঘল কৈ এটি হুমুনিয়াহ ছাৰি কলে "সখি, এই ৰকম কৰিলে তো নচলিব। তোমাৰ পিতা অত্যন্ত অধীৰ। এতিয়া উপায়?" প্ৰভাৱতীয়ে ভাবিলে, "ৰাজসিংহকে এই সময়ত সাহায্য কৰিব নিমন্ত্ৰণ কৰা উচিত। কিন্তু পৰ মুহূৰ্ত্ততেই এই ভাব লোপ পালে।" ৰাজসিংহে বা কিভাবে? আকৌ তেওঁৰ প্ৰতি যদিও মই নিতান্তানুৰক্তা, তথাপি মোক উদ্ধাৰ কৰাৰ নিমিত্তে যে মই তেওঁৰ পৰিণীতা হ'ম এনেকুৱাও ভাবিব পাৰে। ইত্যাদি নানা ৰকম সন্দেহ উপস্থিত হোৱাত প্ৰথমে এই সংকল্প পৰিত্যাগ কৰিলে। পাছত মাৰৱাৰ অধিপতিৰ কথা স্মৰণ হ'ল। কিন্তু মাৰৱাৰৰাজ সম্ৰাটৰ একপ্ৰকাৰ বেতনভোগী। ইপিনে নিজৰ পিতাক এজন সামান্য মোগলাধীন নৃপতি। তেওঁৰ সম্ৰাটৰ লগত যুদ্ধ কৰিব পৰা সৈন্যবল নাই। এতিয়া তেনেহলে উপায় কি হব? তেন্তে আৰ্য্য ৰমণীৰ সতীত্ব ধৰ্ম্ম-ৰক্ষক এই পৃথিবীত কোনো নাই নে কি? তেন্তে নিশ্চয় কি কোমলাঙ্গী কমলিনী ম্লেচ্ছ মণ্ডকৰ উপভোগ্য হব? হিন্দুৰ, বিশেষতঃ ৰাজপুতৰ যশ-গৌৰৱ, বীৰত্ব, সাহস ইয়াতে শেষ নে কি? এতিয়া হিন্দু-কামিনী সতীত্ব ৰক্ষা কৰিবলৈ অক্ষমা নে কি? কেতিয়াও নহয়। সতীত্ব ৰক্ষাৰ উপায়, সনাতন ধৰ্ম্ম ৰক্ষাৰ উপায়, কামিনীবিলাকৰ প্ৰতি চুৰিকা, বিষ, আৰু ৰজ্জু। প্ৰভাৱতীয়ে ভাবিলে—আত্মঘাতিনী হ'ম, তথাপি ম্লেচ্ছৰ হাতত নিজ গৌৰৱ মলিন নকৰোঁ।

প্ৰভাৱতীয়ে ঠিক কৰিলে সখিৰ আগত আত্মহত্যাৰ প্ৰস্তাৱ কৰে। কিন্তু অলপ পাছতে তেওঁৰ কাণত যেন কোনোবাই কৈ দিলে "প্ৰভাৱতী, নিৰাশ নহবা। মিৱাৰৰাজ মহাৰাণা ৰাজসিংহ আৰ্য্য-গৌৰব অক্ষুণ্ণ ৰাখিবলৈ অৱতাৰ। তেওঁৰ সহায় প্ৰাৰ্থনা কৰা! ইয়াত লাজ কি? তেওঁ তো তোমাৰ বিষয়ে একো বেয়া নেভাবে, ৰাজসিংহৰ সহায় লোৱাঁ।" প্ৰভাৱতীৰ মন এই আশ্বাস-বাক্যত উৎফুল্ল হ'ল। শচীৰ আগত এই প্ৰস্তাৱ কৰিলে। শচী যৎপৰোনাস্তি আনন্দিতা হৈ ৰূপনগৰৰ বিশ্বস্ত পুৰোহিতক মাতি আনি প্ৰভাৱতীৰ লিখিত চিঠি দি ৰাজসিংহৰ ওচৰলৈ পঠিয়ালে।

চিঠিখন অতিশয় উৎসাহী ভাষাত লিখা আছিল। প্ৰথমতে লিখিছিল "মহাৰাণা আমি অবলা। আমালোকে আমাৰ সতীত্ব আৰু ধৰ্ম্ম ৰক্ষাৰ নিমিত্তে সম্পূৰ্ণ অক্ষম। যদি হিন্দু-গৌৰৱ ৰাজপুত যশসৌৰভ আপোনাৰ মস্তিষ্কত কঠিন অক্ষৰে অঙ্কিত, যদি আপুনি বাস্তবিকে এজন ৰাজপুত, তেনেহলে প্ৰভাৱতীক উদ্ধাৰ কৰিবৰ নিমিত্তে আপুনি অলপো হেলা নকৰিব।" পাছত পিতাকৰ অক্ষমতা আৰু আন আন ৰজাবিলাকৰ নিবুৰ্দ্ধিতা আৰু কাপুৰুষত্ব জনাই তলত লিখাদৰে পত্ৰৰ উপসংহাৰ কৰিলে। "নিশ্চয় কি তেনেহলে ম্লেচ্ছৰ হাতত আৰ্য্য-গৌৰৱ

লুপ্ত হব ? তেনে আৰ্য্য ৰমণীৰ সতীত্ব ৰক্ষাৰ উপায় নাই নে ? উপায় আছে। কিন্তু হিন্দু-বিলাকে এই বিষয়ত হেলা কৰিলে ইয়াকে বুজা যাব যে সকলো আৰ্য্য অনাৰ্য্যত পৰিণত।”

পুৰোহিতে পত্ৰ ৰাজহস্তগত কৰিলে, প্ৰভাৱতীৰ নাম দেখি তেওঁ আনন্দতে অধীৰ হ'ল। নিজৰ ভাগ্যত সম্পূৰ্ণ বিশ্বাস কৰিলে। ৰাজসিংহে ৰূপনগৰৰ পৰা আহোঁতে কোনো ৰাজপুতক সুধি প্ৰভাৱতীৰ নাম জানি আছে। তেতিয়াৰে পৰা তেওঁৰ প্ৰিয় বস্তু যে প্ৰভাৱতী সেইটো জানিছিল। সিদিনা আৰু তেওঁৰ নামৰ পত্ৰ দেখি আনন্দতে অধীৰ হল। পাছে সম্পূৰ্ণৰূপে পত্ৰ পাঠ কৰি প্ৰভাৱতী যে কি বিপদৰে বেষ্টিতা এইটো জানি তেওঁৰ হৃদয় ক্ৰোধ, হিংসা ও প্ৰতিহিংসাৰ ভাবেৰে পৰিপূৰিত হল। প্ৰথমৰ পৰা তেওঁ এটি দোষ বিচাৰিছিল। এতিয়া সেই সুযোগ পাই তেওঁৰ হৃদয় লুপ্ত স্বাধীনতা উদ্ধাৰ-আশাত নাচি উঠিল। পুৰোহিতৰ আগত সেইদৰে প্ৰতিজ্ঞা কৰি ৰণৰ নিমিত্তে সাজু হবলৈ চৰ্দাৰসকলক আদেশ দিলে। ৰণবীৰ চৰ্দাৰ-সকলে যুদ্ধৰ নিমিত্তে নাচি উঠিল। ঘোঁৰাবিলাক ৰণোন্মত হ'ল। দলে-বলে ৰাজসিংহে সেই নিশা ৰূপনগৰলৈ গৈ, সম্ৰাটপ্ৰেৰিত ক্ষুদ্ৰ দুই সহস্ৰ সৈন্যক চূৰ্ণ বিচূৰ্ণ কৰিলে। এই কষ্টৰ ফল-স্বৰূপে ৰাজসিংহে প্ৰভাৱতীক পালে ; আৰু পূৰ্বপুৰুষ প্ৰণষ্ট গৌৰৱ উদ্ধাৰ কৰিবৰ আনন্দেৰে নৱপৰিণীতা প্ৰভাৱতীৰ সৈতে মিৰাৰলৈ ঘূৰি আহি সুখে দিন নিয়াব ধৰিলে।*

* জোনাকী, নতুন খণ্ড, দ্বিতীয় ভাগ, দ্বিতীয় সংখ্যা, কাতি, ১৮২৫।

# সোণা পানী আৰু ৰূপা পানী

(১)

বৰ্তমান সৃষ্টিৰ কথা নহয়। ইয়াৰ আগৰ কোনো এক সৃষ্টিৰ কথা।

খাচিয়া পাহাৰৰ নাম তেতিয়া বা কি আছিল আৰু দেশৰ বা সংস্থান (configuration) আছিল কেনে!

অতি অতীত যুগৰ কথা।

(২)

এজন মুনিয়ে খাচিয়া পাহাৰত তপস্যা কৰে। তপস্যাৰ ঠাই মনোৰম। গিৰি-নদী বন-ফল-ফুল-তৰু-লতা-সমন্বিত শান্তিৰ পুৰী।

তপস্বীৰ দুজনী কন্যা নাম সোণা আৰু ৰূপা। সোণাই ছাৰ নে ৰূপাই ছাৰ একো কব নোৱাৰি। সোণাৰ বৰণ তপত সোণৰ দৰে; ৰূপ অপ্সৰা নিন্দিত। ৰূপাৰ বৰণ সিন্দুৰ মিহলোৱা গাখীৰৰ দৰে; ৰূপত দেৱ-কন্যাই লাজ পায়।

দুই কন্যাই তপস্বী মুনিৰ তপস্যাৰ আৰু শাৰীৰিক ধৰ্ম নিৰ্বাহৰ সকলো প্ৰকাৰ বিধান কৰে। ফুল তোলে, ঠাই মচে, নৈবেদ্য সজায়, ধূপ বটে, দীপ দিয়ে; পানী আনে; ৰান্ধে-বাঢ়ে; গাই-পোহে; গাখীৰ দোৱে; ফুল-ৰোৱে, শাকৰ খেতি কৰে; পানী দিয়ে। এই প্ৰকাৰে নানান লাহি মনোৰঞ্জক কৰ্মত কাল কাটে।

তপস্যাৰ আহৰি পৰত পিতাকৰ লগত শাস্ত্ৰ পঢ়ে; শাস্ত্ৰৰ অৰ্থ আলোচনা কৰে।

মুনিক লগ পাবলৈ দেশ-বিদেশৰপৰা সাধু-সজ্জন আহে। গণ্য-মান্য লোকসকলৰ সমাগম হয়। বিদ্বজ্জনৰ সভা বহে।

দুই কন্যাই সকলোৰে লগত মধুৰ ব্যৱহাৰ কৰে; শাস্ত্ৰৰ আলাপ কৰে; লঘু জা-জলপানৰ দিহা কৰে।

এই দৰে নিৰাবিল আৰু নিৰিবিলি কৰ্মত আৰু কৰ্মৰ আনন্দত দিন যায়।

জুৰিয়ে জিৰ্‌ জিৰ্‌ কৰি বৈ যায়। নানান সুৰত গীত গায়। বতাহে জুৰ জুৰ কৰি বিছে; পানীয়ে সকলো পখালে; বদে উম লগা কৰি তাপ দিয়ে। ফুল ফুলে, ফল ফলে, গছে পাত মেলে, লতাই নাচে, বাঁহে হালে জালে। বিতোপন দিন, বিতোপন থান।

(৩)

আশ্ৰমলৈ পঢ়িবলৈ আহিল ৰাজপুত্ৰ। তেজ গোৰা বৰণ; উজ্জল আৰু আয়ত চকু; দীঘল-পাখনা দেহ; অঙ্গ-প্ৰত্যঙ্গ লহ-পহ কৰে। বেশ ৰাজ-পুত্ৰৰ নহয়, সাধাৰণ ব্ৰহ্মচাৰীৰ। মন্ত্ৰীয়ে ৰাজপুত্ৰক লৈ আহিছে; ৰজাই কৈ পঠাইছে, শাস্ত্ৰত আৰু শীলত যেন ৰাজ-পুত্ৰ সু-শিক্ষিত হয়।

সোণা, ৰূপা আৰু ৰাজপুত্ৰই একেলগে পঢ়ে ; একেলগে খেল ধেমালি কৰে। আশ্ৰমৰ কাম বন কৰে ; ৰাজপুত্ৰই গৰু চৰায়, খৰি লুৰে, ফুলনি নিকায়, শাকনি চহায়। সোণা-ৰূপাই ঠাই সাৰে, গাখীৰ দোহে,ভাত ৰান্ধে, পানী আনে।৮

ক্ৰমে তিনিওৰো বয়স হল ; বয়সৰ লগে লগে শৰীৰ বাঢ়িল ; শৰীৰৰ লগে লগে ভাবৰ সলনি হল।

ৰাজপুত্ৰই সোণা-ৰূপাৰ গতিত লয়-লাসৰ নৃত্য দেখে ; ইফাল সিফাল আহা যোৱাৰ ভঙ্গীত নতুন সৌন্দৰ্য দেখে। মুখৰ ফালে চালে চকু জুৰি নামি আহিব খোজে। দেহৰ সৌষ্ঠৱত অজানিতভেই চকু থমকি ৰয়। মনত ঝনাৎ কৰি বিজুলি খেলি যায়।

সোণা-ৰূপাই ৰাজপুত্ৰৰ ফালে আগৰদৰে সৰল দৃষ্টিৰে চাব নোৱাৰে। পুৰা উঠি ৰাজপুত্ৰই মাটি কোবায়—শাক কৰ লাগে, ফুল কৰ লাগে। সোণা ৰূপাই অজানিততেই তেওঁৰ বলী বাহুৰ ফালে স্তব্ধ হৈ চাই থাকে। তেওঁৰ বহল বুক, পুৰঠ কৰঙনত চকু পৰে। চমকি উঠে। দুপৰীয়া ৰাজপুত্ৰ গৰু চৰাবলৈ যায়। দুয়ো ভনী মনৰ চুকত ভাবি থাকে, ৰাজপুত্ৰ কেতিয়া আহিব, কি খাব, কি কৰ। গধূলি তিনিও শাস্ত্ৰ অভ্যাস কৰে। শাস্ত্ৰৰ অৰ্থৰ লগতে কিশোৰ-কিশোৰীয়ে পৰস্পৰৰ মাতৰ সুৰটোতো অজানিততেই কাণ পাতি থাকে।

এনেকৈ দিন যায়। হৰ্ষৰ, সংশয়ৰ, চিন্তাৰ আৰু উৎকণ্ঠাৰ দিন।

তপস্বী মুনিয়ে তপ কৰে। শাস্ত্ৰ চৰ্চে, পুণ্য আৰ্জে।

এদিন সাঁজৰ সময়। আশ্ৰমত বন্তি দিবৰ সময়। গোসাই ঘৰত আৰতিৰ সময়। মুনি সায়ং সন্ধ্যাত ব্যস্ত।

সোণাই বাট-পথ-চোতাল সাৰি নিকা কৰিছে। পঁজাবোৰৰ মাজত থকা তুলসী জোপাৰ চাৰিওফাল সাৰি-সুৰি ফুটফুটীয়া কৰিছে। কাতিৰ মাহ। গাত কুট-কুটাই দিয়া জাৰ লাগে। বতাহত শেৱালি ফুলৰ মৃদু গোন্ধ। আকাশত ফুটফুটীয়া তাৰাবিলাক। সংসাৰ জুৰি মধুৰ হৰ্ষৰ পমি যোৱা আবেশ।

ৰাজপুত্ৰই বন্তি লৈ আহিছে, তুলসীৰ গুৰিত দিবলৈ। কুমাৰী আৰু সধবা তিৰীএ তুলসীৰ গুৰিত চাকি নিদিয়ে।

ইফালে সোণাই ঠাই অঁতাই ভিতৰলৈ যায়। সিফালৰ পেৰা ৰাজপুত্ৰই হাতৰ আঁৰ দি দীপ লৈ আহে। মুখ আন্ধাৰি লাগা সময়। দুয়ো দুয়োকো নেদেখে।

হঠাতে তুলসীজোপাৰ ওচৰতে দুয়োৰো ঠেকা-ঠেকি লাগে। শৰীৰৰ ঠেকা-ঠেকি আৰু অতি সংক্ষিপ্ত এটা ক্ষন্তেকৰ কাৰণে দুয়োৰে চকুৱে-চকুৱে ঠেকা-ঠেকি ; আৰু মনে-মনেও। দুয়ো উচাপ খাই উঠে। দুয়োৰো শৰীৰৰ মাজেৰে বিজুলিৰ সোঁত বলি যায়। থতমত খাই দুয়ো দুই ফালে যায়। ৰাজপুত্ৰৰ হাঁত কঁপে। তুলসীমঞ্চৰ বন্তি ঠিৰেৰে নাথাকি গছৰপৰা মাটিত পৰি যায়। সোণাই গৈ ঘৰ সোমায় ; গতি অথিৰ। ভৰিত লাগি গোসাঁইৰ ফুলতোলা বেতৰ কৰণিটো বাগৰি পৰে। দুয়োৰো ভাব হয় এটা বিপদৰ ক্ষণ ঘনীভূত হৈ আহিছে।

( ৫ )

ৰূপা আছিল গোসাঁই ঘৰত। পিতাক সন্ধ্যাত নিমগ্ন ; তাই গৈছে গোসাঁইৰ প্ৰদীপ লৈ হঠাৎ তাইৰ চকুত পৰে—ৰাজপুত্ৰই আৰু সোণাই দুয়ো যেন দুয়োকো সাবট মাৰি ধৰিলে। সাঁজৰ আধা-আন্ধাৰ আধা-পোহৰ। একো ভাল কৰি নেদেখি। যেন তাইৰ চকুক চকুৱে দুয়োবো চকু পৰিল।

তাইৰ গাটো জিম্ জিম্ কৰি গল, চকুৱে আন্ধাৰ-মুধাৰ দেখিলে ; গোটাই সংসাৰ অথিৰ-অথিৰ হৈ ঘূৰিব ধৰিলে। হাত কঁপিল। হাতৰ বন্তি গছাৰ শুৰি নাপালে। ভৰি কঁপিল। পিতাক বহা আসনত উজুটি খালে। বন্তি হাতৰপৰা সৰি পৰিল ; ঘিউ আৰু জুই পিতাকৰ গাত লাগিল।

মুনিৰ তপস্যা ভাঙিল। ক্ৰোধ উপজিল। প্ৰলয় কাণ্ড হল।

* * * *

( ৬ )

সৃষ্টি উলটি গল। ৰাজপুত্ৰই ভয়তে লাজতে মাটি ফুটি পাতালপুৰীত লুকাল। সোণা হল সোণা-পানী। আৰু ৰূপা পানী হল ৰূপা—প্ৰেম স্নেহ ভয় ভক্তি একত্ৰিত হৈ দুধাৰা উদ্বাউল পানীৰ সোঁত।

নিমিষতে তপস্বী মুনিৰ মনত সকলো কথা প্ৰতিভাত হৈ উঠিল। দুখ, শোক আৰু অভিমানত মুনি হল এটা পাষাণস্তূপ, পাহাৰ।

সোণাপানী আৰু ৰূপাপানীয়ে অলেখ বছৰ ধৰি পিতৃৰ শৰীৰত শীতল স্পৰ্শ দি তেওঁৰ মনত শান্তি-বাৰি সিঞ্চনৰ চেষ্টা কৰে। তেওঁলোকৰ অন্তৰ অতৃপ্ত স্নেহ, ব্যৰ্থ প্ৰণয়, অকাৰণ ঈৰ্ষা আৰু নৈৰাশ্যৰ হা-হুমুনিয়াহে আকুলি-বিকুলি কৰে। আৰু দুয়ো লগ হৈ ৰাজপুত্ৰক বিচাৰি পাতালপুৰী প্ৰবেশৰ প্ৰয়াস পায়।

লাখ-বিলাখ বছৰ এই অফুৰন্ত ব্যাকুল ব্যথা জড় মূৰ্তি ধৰি থাচিয়া পাহাৰত পৰি আছে।

নাজানা লোকে সোণা আৰু ৰূপাক এতিয়া নাম দিছে, Bishop's fall's আৰু Beadon's fall's ( বিচপ্‌স্ ফল্‌স্ আৰু বীডন্‌স্ ফল্‌স্ )।*

---

* জয়ন্তী, ষষ্ঠ বছৰ, ১ম সংখ্যা। আহোণ, ১৮৬৫ শক। এই সাধুটো ৰচনাৰ তাৰিখ ৭।১০।৪৩ চন। আৰু ২৮।১০।৪৩ তাৰিখে জয়ন্তীৰ সম্পাদকলৈ পঠায়। —সং, শ. গো. ব.

# প্ৰথম অধ্যায়

আজি দিল্লী নগৰীত উৎসৱৰ মহা ধুমধাম। চাৰিওফালে ঢাক ঢোল পাখোৱাজ প্ৰভৃতি নানাপ্ৰকাৰ বাজনা বাজিছে। নগৰীয়াসকলে দুখী দুখী ডাঙৰ সৰু নিৰ্বিশেষে যাৰ যেনে শক্তি যেনে সামৰ্থ্য তেনে'কৈ নানা বৰণীয়া সাজপাৰ পিন্ধি চহৰৰ আলিয়ে আলিয়ে বগুৱা গা ফেলাই ফুৰিছে। চাৰিওপিনে আনন্দৰ কোঢ়াল। চহৰৰ দুৱাৰ বিচিত্ৰৰূপে বহুমূলীয়া সাজেৰে সজোৱা হৈছে। মুঠতে দিল্লী নগৰী যেন বিবাহ উৎসৱত সাজি-পাৰি ওলোৱা ছোৱালীজনীৰ নিচিনা হৈ আছে; আৰু তেওঁৰ আনন্দৰ ঢৌ নগৰীয়াৰ সাজ-পাৰ ফুৰা-চকাত ওলাই পৰিছে।

ইমান আনন্দ উৎসৱৰ কাৰণ,—পঞ্জাবৰ শাসনকৰ্ত্তা দৌলত খাঁ লোডী সম্ৰাট ইব্ৰাহিম লোডীৰ নিমন্ত্ৰণমতে আজি দিল্লীলৈ আহিব। দিল্লীৰ সম্ৰাট আজি-কালি বৰ কাৰ্য্যতৎপৰ নহয়; তেওঁ প্ৰধান অমাত্যসকলৰ ওপৰত সকলো কামৰ ভাৰ সমৰ্পণ কৰি বেছি ভাগ সময় অন্তঃপুৰতে কটায়। দৌলত খাঁ সম্ৰাটৰ সোঁ হাতৰ নিচিনা। তেওঁৰ যত্ন আৰু তত্বাৱধানৰ গুণেই এতিয়াও পাঠান সাম্ৰাজ্যত বিশৃঙ্খলা আৰু ৰাজদ্ৰোহ প্ৰভৃতি হব পৰা নাই। সম্ৰাটেও দৌলত খাঁৰ ওপৰ:ত সকলো কাৰ্য্যভাৰ দি নিশ্চিন্ত থাকে। দৌলতক সন্মান কৰিবৰ অৰ্থে ইব্ৰাহিমে তেওঁক দিল্লীলৈ মাতি পঠিয়াইছিল। আজি তেওঁৰ আহিবৰ দিন। সেই বাবেই দিল্লীত এনে আনন্দৰ কোঢ়াল; সেই বাবেই সম্ৰাটে আদেশ দিছে আজি দিল্লীত নাচ-গান আমোদ-প্ৰমোদ হক; সকলো নগৰবাসীয়ে আনন্দ উপভোগ কৰক। ৰাতি সকলো দোকানত সকলো গৃহস্থৰ ঘৰত সকলো ঠাইত চাকি লগোৱা হক।

পঞ্জাবৰপৰা দূত আহি জনাইছে যে সন্ধ্যা লগা সময়ত হে দৌলত দিল্লী পাবহি। ৰাজ-ধানীৰ উত্তৰ দুৱাৰত অসংখ্য মানুহ। কোনোৱে বা হাতীত, কোনোৱে বা ঘোঁৰাত, কোনোৱে বা ছালৰ ওপৰত, কোনোৱে বা গছৰ ওপৰত ঠাই লৈছে। আৰু যিখিনিৰ নিমিত্তে ওপৰত ঠাই নাটিল, তেওঁলোকে বা মাটিতে ঠেলা-হেঁচা কৰি কথমপি থিতাপি হৈছে অসংখ্য চাকি জ্বলি গোটেইখন চহৰ জিক্‌মিকাব লাগিছে, দিন যেন পোহৰ হৈছে। এই আলোক-মালাৰ ভিতৰত থাকি নাগৰিকসকলে কৰই নোৱাৰিলে প্ৰকৃতি দেৱীয়ে কেতিয়া তেওঁৰ কলা বসন'নিৰে নিজৰ অঙ্গ আবৰি পেলালে।

চাৰিওপিনে নানাপ্ৰকাৰ সুমধুৰ বাজনা; কতো কতো ঢাক ঢোল বাজিছে, কতো কতো বীণ বেহেলাৰ সুৰৰ লহৰী আকাশ ভেদি উঠিছে; কতো কতো সুমিষ্ট বাজনাৰ স্বৰৰ লগত তাতে'কৈ মিঠা গায়িকাৰ কোমল মাত মিহলি হৈ দৰ্শক-শ্ৰোতাক মুহি পেলাইছে।

এনেতে সম্ৰাট ইব্ৰাহিমে প্ৰকাণ্ড হাতী এটাত উঠি সেইখিনিতে দেখা দিলে। হাতীৰ চাৰিওপিনে কেতবোৰ হাতী ঘোঁৰা প্ৰভৃতিত ৰাজ্যৰ প্ৰধান প্ৰধান মানুহসকলে সম্ৰাটক আগুৰি আছিল। আগত হাজাৰ দুই অশ্বাৰোহী সৈন্য, তাৰ্হাত তিনি চাৰি হেজাৰ পদাতিক শাৰী পাতি

সম্ৰাটৰ আগে-পিছে যাবলৈ ধৰিলে। সম্ৰাট আৰু অমাত্যসকলৰ হাতী ঘোঁৰা সুন্দৰ ভাৱে সজোৱা। সোণৰ কাম কৰা হাওদা; জিনবোৰ মণি মুক্তাখচিত। সম্ৰাটৰ দল লাহে লাহে গৈ নগৰৰ বাজত শ্ৰেণীবদ্ধ হৈ থাকিল। অশ্বাৰোহী শৰীৰ ৰক্ষকৰ ভিতৰত সম্ৰাট সকলোৰে আগত।

তেতিয়া আৰু বেছিকৈ নানাপ্ৰকাৰ বাদ্যভাণ্ড বাজি উঠিল; চাৰিওপিনৰপৰা নানাপ্ৰকাৰ খাৰৰ বাজীয়ে চন্দ্ৰ নক্ষত্ৰ প্ৰভৃতিক ব্যঙ্গ কৰি যেন আকাশত নানা ভাৱে খেলা কৰিবলৈ ধৰিলে। দৰ্শক মণ্ডলীৰ প্ৰাণত উগুল থুগুল লাগিল—কেতিয়া দৌলত আহে।

এনেতে দূৰত ৰিণিকি ৰিণিকি দেখা গল এটি পোহৰৰ ৰেখা। লাহে লাহে সেই ৰেখা অলেখ আলোকমালাত পৰিণত হল। দূৰৰপৰা নানা তৰহৰ বাজনাৰ অস্ফুট কাকলি শুনিবলৈ পোৱা গল। সকলো উদ্‌গ্ৰীৱ—কেতিয়া দৌলত আহি পায়। অলপ সময়ৰ ভিতৰতে মানুহ দেখা পোৱা হল আৰু দেখোঁতে দেখোঁতে নিচেই ওচৰ চাপিল।

তেতিয়া সকলোৰে মনত বিজুলীৰ ৰেখাৰ নিচিনা এটি আনন্দৰ, আবেগে দেখা দিলে। ঢাক ঢোলৰ তুমুল কোঢ়াল উঠিল; বাঁহী বেহেলাৰ টানকৈ সুৰ ওলাল; খোল-মৃদঙ্গত আনন্দৰ বোল ফুটিল; লগে লগে সুগায়িকাৰ কণ্ঠস্বৰেৰে সৈতে সমবেত দৰ্শকসকলৰ আনন্দ ধ্বনি, ঘোঁৰাৰ হ্ৰেষাৰৱ, হাতীৰ চিঞৰ, সৈন্যৰ সামৰিক জয়ধ্বনি, সকলো মিলি এটি আনন্দ-কোলাহল বিশ্বসংসাৰত যেন বিয়পি পৰিল। চাকিবোৰে যেন আনন্দত জিক্‌মিকালে; আৰু আকাশৰ তাঁৰাবোৰৰ মুখত তাৰ প্ৰতিবিম্ব পৰিল।

সম্ৰাটে উচিত সম্বৰ্ধনাৰ পাছত দৌলতক আনি নিজৰ ওচৰতে হাতীত বহুৱালে। এনেতে বিনামেঘৰত বজ্ৰ পৰাৰ নিচিনা হঠাৎ "গুকম্" কৈ এটি শব্দ হল, আৰু তেতিয়াই বন্দুকৰ এটি গুলি ইব্ৰাহিম্ আৰু দৌলতৰ মাজেদি আহি তেওঁলোকৰ হাতীৰ মাউতৰ মূৰত পৰিল গৈ। মানুহবোৰ স্তব্ধ হল। এনেতে আকৌ "গুকম" শব্দ, আকৌ এটি গুলি; আকৌ এটি; তাৰ পিছতে আনপিনৰ পৰা আকৌ এটি। সকলো আতঙ্কত দিহাদিহি ভাগিল।

প্ৰধান সেনাপতিৰ আদেশ পাই সেনাবোৰে তেতিয়া চাৰিওপিনৰপৰা সম্ৰাটক আগুৰি ধৰিলে। সম্ৰাটেও দৌলতক লৈ প্ৰাসাদৰ পিনে যাবলৈ সাজু হল। এনেতে আকৌ এটি গুলি আহি দৌলতৰ হাতত পৰিল আৰু চৌ-চৌ কৰে তেজ বব ধৰিলে। আথেবেথে সম্ৰাটে দৌলতক লৈ প্ৰাসাদলৈ গল। যি পিনৰপৰা গুলি আহিছিল সেই পিনে সেনাবোৰ গল; কিন্তু অসংখ্য মানুহ, কোনে কাক ধৰে? যি থিনিত গুলিৰ ধোৱাঁথিনি তেতিয়াও ওলমি আছিল, সি উৎসৱৰ ঠাইৰপৰা বহু দূৰত তাত মানুহেই নাই। তৎক্ষণাত সম্ৰাটৰ আদেশ প্ৰচাৰিত হল,—যি এই বিদ্ৰোহীক ধৰিব পাৰিব সি সম্ৰাটৰ প্ৰিয়ভাজন হব, চৰ্কাৰত ডাঙৰ পদ পাব আৰু নগদ দহ হাজাৰ মোহৰ পুৰস্কাৰ পাব।

# দ্বিতীয় অধ্যায়

কিছুমান দিন আগেয়ে কুতবুদ্দিন, তেওঁৰ ভায়েক এজন, ভনীয়েক ফিৰোজা বিবি আৰু মহাতৰ নামেৰে আন এজন মানুহ—সকলোটি মিলি ইব্ৰাহিমৰ তলতে চাকৰি পাবৰ আশাত তুৰ্কীস্থানৰপৰা দিল্লীলৈ আহে। কুতবুদ্দিনে এটি ডাঙৰ পদ পাইছে আৰু সম্ৰাটৰ প্ৰধান অমাত্যৰ তেৰেঁা এজন। যদিও বিদেশী তথাপি নিজৰ গুণ আৰু যত্নৰ বলত কুতব দিল্লীৰ ভিতৰত লেখৰ এজন। ফিৰোজা বিবি কুতবৰ লগতে থাকে। মহাতৰ কাৰাগাৰৰ প্ৰধান প্ৰহৰী। দিল্লীলৈ অহাৰ সময়ত কুতবৰ ভায়েকজনে কোনো প্ৰধান অমাত্যৰ বিৰাগ-ভাজন হৈ প্ৰাণ হেৰুৱায়।

দৌলতৰ ওপৰত কোনে গুলি কৰিলে, এই কথাত চাৰিওফালে হুলস্থুল লাগি পৰিল। প্ৰধান সেনাপতি গিয়াচুদ্দিনে নানা প্ৰকাৰ সন্দেহ কৰি কেতবোৰ মানুহক ধৰিলে। কিছুমানৰ ওপৰত দণ্ড বিধ'নো হল। ৰজা নিজে অকৰ্মা; মন্ত্ৰীৰ হাতত সকলো কাম। দোষ কৰিলে দণ্ড পাব লাগে, অমাত্যসকলে এই বিধি বিশেষ ৰূপে খটাইছিল, কিন্তু কেতিয়াবা ৰামৰ দোষত হৰিয়ে শাস্তি পালে তালৈ বৰ মন নকৰিছিল। তেওঁলোক মহা পণ্ডিত, সকলো ভূতকে সমজ্ঞান কৰি এটাৰ বদলি আন এটাক শাস্তি দিয়া কোনো গৰ্হিত কাম বুলি তেওঁলোকে নাভাবিছিল।

সেইদিনাৰ সভাত উপস্থিত, বিশেষ যি পিনৰপৰা গুলি আহিছিল সেই পিনে থকা বহু মানুহৰ প্ৰাণ দণ্ডৰ বিধান হল। সঙ্গদোষ যে কিমান ডাঙৰ দোষ ভবিষ্য বংশলৈ এই নীতিৰ বিশেষ প্ৰমাণ থবলৈ ইব্ৰাহিমেও তাতেই সম্মতি দিলে। সকলো ঠাইতে এই হতভাগ' কেইজনৰ বাবে বহুত মানুহে বহুত হা-হুমুনিয়াহ এৰিলে; কিন্তু সম্ৰাটৰ সন্তোষ বিধানৰ আগত পৰি দুখৰ হাহাকাৰ আনন্দ কোলাহলত পৰিণত হল। কি মহিমা! দুখ সুখৰূপে, কান্দোন হাঁহিৰূপে প্ৰকাশ পায় কাৰ বলত!

সন্ধ্যা লাগিছে। পশ্চিমৰ ভোটাতৰাই আকাশত তেওঁৰ আসনখনিত বহি পৃথিবীৰ ক্ৰিয়াকলাপলৈ চাই চাই, কি বাবে কব নোৱাৰোঁ, একোবাৰ গা জিকাৰ মাৰি উঠিছে। দিল্লীৰ অট্টালিকায় অট্টালিকায় অগণন চাকি জ্বলিছে; তাৰ কিৰণ খিৰিকিয়েদি বাহিৰ হৈ পৰি আকাশৰ তৰাবোৰক লাজত পেলাইছে। অট্টালিকাৰ ছালে ছালে ঘৰৰ ভিতৰৰ চাকিতকৈয়ো উজ্জ্বল তিৰোতাসকলে সন্ধিয়া বেলিকা শীতল বতাহ সেৱন কৰিবলৈ ধৰিছে।

ফিৰোজা বিবিয়ে ছালৰ ওপৰত বহি ভাবিছে "হায়! হায়! বেছেৰা মানুহ কেইজনৰ কপাল কি মন্দ! কোনে গুলি কৰিলে, কোনে কি কৰিলে, ঠিক নাই;—হতভাগাইত মিছাতে হে মৰে! ৰজাৰে বা কি বিচাৰ! প্ৰমাণ অপ্ৰমাণ একো নোচোৱাকৈ যেই ধৰি আনিলে সেই শাস্তি!"

এনেতে কুতবুদ্দিন ঘৰলৈ আহিল। তেনে সময়ত ফিৰোজা সদায় ছালতে থাকে। কুতবুদ্দিনো ওপৰলৈ গল। ছালত দেখিলে ফিৰোজাই আকাশৰ পিনে মুখ কৰি, ছালৰ বেৰত

আজিজি কি ভাবি আছে কুতবে দেখিলে কি সুন্দৰ মূৰ্তি! মুখৰ ওপৰত জোনাকৰ ৰেখাই খেমালি কৰিছে; কিন্তু চন্দ্ৰৰ কিৰণতকৈয়ো সুন্দৰ আৰু স্নিগ্ধ কিৰণ-ৰেখাৰ প্ৰভাৱে ফিৰোজাৰ মুখ বিকশিত।

কুতবে ফিৰোজাৰ স্বভাৱ বেছকৈ জানে; তেওঁ কি ভাবিছে তাকো জানে; তথাপি কুতবে সুধিলে "কি ভাবিছা, ফিৰোজা?"

ফিৰোজাই অকস্মাৎ চেতন পাই দেখিলে ককাযেক। ফিৰোজাই কলে "বিশেষ একো নহয়।"

কুতব—"বাৰু কি ভাবিছা কোৱাচোন?"

ফিৰোজা—"এই গুলি কৰা অপৰাধত ধৰি অনা মানুহ কেইজনৰে কথা।"

কুতব—"কি ভাবিছা বাৰু?"

ফিৰোজা—"নিৰ্দোষী মানুহ কেইজন মিছাতে মৰে! কোনে বা গুলি কৰিলে তাৰ ঠিক নাই। দুৰ্বলৰ ৰজাই বল, ৰজা যদি দুৰ্বলৰ সহায় নহয় তেনেহলে কি হব? শুনিছোঁ মানুহ কেইজনৰ কোনোটিয়েই তেনে কাম কৰিব পৰা বিধৰ মানুহ নহয়।"

কুতব—"তাৰ কি ঠিক?"

ফিৰোজা—"ঠিক বেছ আছে ককাইদেউ। বেয়া কামবো ডাঙৰ সৰু আছে। তেজস্বী আৰু সাহসী মানুহ নহলে এনে ডাঙৰ কাম কৰা যাবে তাৰে সাধ্য নহয়। মই নিজে মানুহ কেজনক চাই আহিছোঁ; মোৰ কেতিয়াও বিশ্বাস নহয়। সম্ৰাটে নো একো নোচোৱাকৈয়ে এনে আদেশ দিলে নে?"

কুতব—"কৰ্তব্য কাৰ্য্যত হেলা হলে মানুহৰ এনেহে হয়। তাৰ আৰু জ্ঞান নেথাকে।"

ফিৰোজা—"এনে ৰাজ্যৰ কেতিয়াও মঙ্গল হব নোৱাৰে! যি ৰাজ্যত ৰজা প্ৰজাপীড়ক হে প্ৰজাৰ ভালৰ অৰ্থে চেষ্টা নকৰি নিজৰ ভোগ-বিলাসত মত্ত থাকে, সেই ৰজাৰ পতন নিশ্চয়।"

কুতব—"এনে কথা শুনিলে, ফিৰোজা। তুমিও সিহঁতৰ ভাগ্যৰ অংশী হে হবা।"

ফিৰোজা—"ফিৰোজাই তালৈ ভয় নকৰে ককাইদেউ! সত্যত মৰণো মঙ্গল। মই যদি প্ৰাণ দিয়ো এই নিৰপৰাধ কেইজনক উদ্ধাৰ কৰিব পাৰিলে হেঁতেন!"

কুতব "এনে দয়া কিয়, ফিৰোজা?"

ফিৰোজা—"মোৰ দয়া কিয়? সকলোৰে দয়া হোৱা যুগুত। নজনা-নুশুনা নিৰপৰাধ মানুহৰ বধ দেখি কোন সহিব পাৰে? যি গুলি কৰিছিল সিও নিশ্চয় কাপুৰুষ! নহলে নিৰ্দোষ প্ৰাণ কেইটি উছৰ্গা দি সি কিয় জীৱনলৈ ইচ্ছা কৰিব?"

কুতবৰ মনত আঘাত লাগিল। অলপ পৰ নমতাকৈ থাকি কুতবে কলে "ফিৰোজা! মোৰ ৰাজ-সভাত কাম আছে, অলপ আহোঁ।"

এই বুলি কৈ কুতব উঠিল। ফিৰোজাই আৰু ভাবিবলৈ ধৰিলে হতভাগ্যহঁতৰ ভাগ্য।

## তৃতীয় অধ্যায়

কুতব বাহিৰলৈ ওলাই আহিল। ঘৰৰপৰা ওলাই আলিবাট পালেহি। তেওঁ ওপৰৰ ফালে চলে—দেখিলে অসীম সুনীল আকাশৰ মাজত সপ্তৰ্ষীৰ জোন। চাৰিওফালে লেখ-জোখ নোহোৱা তৰা। বাক! এই উজ্জ্বল জোনটিৰে ৰেখোন কম-উজ্জ্বল তৰাবোৰৰ জেউতি মৰা নাই! ইয়াৰ ভিতৰতো কিমান সৰু সৰু তৰা দেখা যায়! কেতবোৰ কোনোমতে চকুত পৰে হে, কেতবোৰক জুমি চালে হে দেখি; আন কেতবোৰ বহুত পৰ চাই থাকিলেহে এবাৰ ভুমুকি মাৰি দেখা দিয়ে; আকৌ কেতবোৰ ভণ্ডৰ তাণ্ডৱ। ইমান উজ্জ্বলৰপৰা ইমান তাণ্ডৱৰ-পৰা ইমান অনুজ্জ্বল ইমান সকলোকে আছে। ইহঁতৰ ভিতৰত তো একো খিয়লাখিয়লি ভাব নাই। যি যেনেকৈ আছে তেনেকৈ থাকে, দেখাত সকলোৰে সমান ঠাই! ইয়াত তো হিংসা নাই। কেৱল সাম্য আৰু মৈত্ৰীৰ হে বিকাশ!

আকৌ বনত ফুল ফুলিছে, কাৰো গন্ধেই বা বননি উপচি পৰিছে, কাৰো ৰূপ জলমলাই বননিত জোনৰ নিচিনা জ্বলি আছে, কাৰো বা ৰূপ নাই, বা গন্ধো নাই। ইহঁতৰ ভিতৰতো তো খিয়লাখিয়লি নাই; যি যেনে তেনেই আছে, নিজৰ যি আছে তাতেই সি সন্তুষ্ট। ইয়াত নিৰৈশ্বৰ্য্যৰ ওপৰত তো ঐশ্বৰ্য্যবানৰ অত্যাচাৰ নাই।

তেন্তে মানুহে হে খিয়লাখিয়লি প্ৰভৃতিৰে প্ৰকৃতিৰ সৌম্য মূৰ্তিক এনে বিকট কৰিছে নে কি? তেন্তে মানুহেই প্ৰকৃতিৰ শান্তিৰ লীলা-ভূমিত সংগ্ৰামৰ হাহাকাৰ বিস্তাৰ কৰিছে নে কি? য'ত প্ৰকৃতিৰ অনুৰাগ আৰু ভালপোৱাৰ ভাৱ ত'ত মানুহেই হিংসা আৰু ঘৃণা আনি সেই সুখৰ ঠাইক দুখময় কৰি তুলিছে নে কি?

এনেকৈ ভাবি ভাবি যাওঁতে কুতবে গিয়াচুদ্দিন সেনাপতিৰ ঘৰ পালেগৈ। চাকৰৰ হাতত তেওঁ অহা সংবাদ পঠিয়ালে। গিয়াচুদ্দিনে কুতবক মৰম কৰিছিল, আৰু তেওঁৰ গুণ দেখি মোহিত হৈছিল। কুতবক তেওঁ ওপৰলৈ মাতি নিলে। এটি সুসজ্জিত ঘৰত কুতবক সুমুৱা হল। মাৰ্বোল পাথৰৰ মজিয়া, তাৰ ওপৰত কাম-কৰা কোমল দলিচা পৰা। তাৰ ওপৰত মছনদ। মছনদত মূল্যবান পাথৰৰ জলম লাগোৱা গাৰু। বেৰত নানা প্ৰকাৰ চিত্ৰ কৰা, মাজে মাজে দুই এখন চকচকীয়া পাথৰ। ওপৰত নীল বৰণীয়া মখমলৰ চন্দ্ৰাতপ, মাজে মাজে সুন্দৰ টোপ। মাজতে তাণ্ডৱ এটি জাৰে টোপবোৰক তৰা আৰু চন্দ্ৰাতপক আকাশ কৰি লৈ সুন্দৰ পোহৰ বিকিৰণ কৰি নিজৰ "চন্দ্ৰত্ব" ৰক্ষা কৰিছে।

কুতব সেই ঘৰতে বহিল। সেনাপতিয়ে ওলাই আহি মুখখন হাঁহিৰ ৰেখাৰে পোহৰাই সুধিলে, "কুতব, এই ৰাতি অহাৰ উদ্দেশ্য কি?"

কুতবৰ মন উজাল নহয়। তেওঁ কলে, "এটা তাণ্ডৱ কাম আছে, সেইবাবেহে আহিছোঁ।"

সেনাপতি—"কি কাম কোৱা, কুতব?"

কুতব—"অপৰাধী বুলি যিবোৰ মানুহ ধৰি আনিছে, সিহঁতক মুক্তি দিয়ক, সিহঁত নিৰ্দোষ।"

সেনাপতি—"নিৰ্দোষ বুলি কেনেকৈ জানিলা? যেতিয়া আনক দোষী পোৱা নগৈছে, সিহঁতকে দোষী সাব্যস্ত কৰা হৈছে।"

কুতব—"যি গুলী কৰিছিল, তাক পালেতো নিৰ্দোষ বুলি জানিব?"

সেনা—"জানিম। কিন্তু কুতব! তুমি লৰামতীয়া মানুহ। যি গুলী কৰিছিল তাক জানিবা কেনেকৈ? সন্দেহৰ ওপৰত ধৰিলে ইহঁতক ধৰাৰ নিচিনাই হব!"

কুতব—"যদি সি নিজে সৈ কাঢ়ে?"

সেনা—"বাক বিবেচনা কৰা যাব।"

কুতব—"বিবেচনা নহয়। ঠিককৈ কওক, এৰি দিব নে নিদিয়ে?"

সেনা—"দোষী নহলে এৰি দিয়াই যাব। কিন্তু যেতিয়া এবাৰ ধৰি অনা হৈছে- বাক, বাদ্‌ছাহত কৈ চোৱা যাব।"

কুতব—"তেন্তে এৰি দিব নহয়?"

সেনা—"হয়, দিমেই। পিছে গুলী-কৰা জনক পোৱা ক'ত?"

কুতব—"ময়ে গুলী কৰিছিলোঁ। মোৰ যি দণ্ডবিধান কৰে কৰক। কিন্তু মই আপোনাৰ চৰণত ধৰিছোঁ, মোৰ হৈ নিৰ্দোষ প্ৰাণ কেইটিক মামাৰিব, নিৰপৰাধ পৰিবাৰ কেইটিক অনাথ নকৰিব।"

কুতবৰ চকুৰপৰা পানী ওলাল। গিয়াচে কিছুমান সময় তবধ লাগি মনে মনে থাকি কলে, "কুতব! তোমাৰ এনে কাম! মোৰ বিশ্বাস নজন্মে। দয়াৰ নিমিত্তে হে তুমি তোমাৰ ডিঙিত দোষ পাতি লব খুজিছা।"

কুতবৰ চকুলৈ আকৌ পানী আহিল। তেওঁ এইবাৰ অলপ ডাঙৰকৈ কলে, "সেনাপতি! মোৰ হৃদয়ত দয়া থাকিলে এই নিৰ্দোষ প্ৰাণ কেইটিৰ এই থিনি দুৰ্গতি নসহেঁা। ই মোৰ ফিৰোজাৰ দয়া। মই আল্লাৰ নামে শপত খাই কৈছোঁ, ময়ে সেই গুলী কৰা হয়।"

কুতবৰ ভাব-ভঙ্গী স্বৰপ্ৰণালী চাই গিয়াচে অবিশ্বাস কৰিব নোৱাৰিলে। তেওঁ সুধিলে, "তুমি এনে কিয় কৰিলা কুতব?"

কুতবে আকৌ উত্তেজিত স্বৰেৰে কলে, "মই কিয় কৰিলোঁ? ঢেৰ কাৰণ আছে। যেতিয়া তুৰ্কীস্থানৰপৰা ইয়ালৈ আহোঁ, তেতিয়া আমি বৰ নিৰাশ্ৰয়। ভনী ফিৰোজাৰ তেতিয়া পোন্ধৰ যোল বছৰ বয়স। দেখিবলৈ গুৱলী। পঞ্জাবত দৌলতৰ চকুত পৰিল। দৌলতে ৰাজ-ক্ষমতাৰ আঁৰত লুকাই ফিৰোজাৰ পবিত্ৰ সতীত্ব কলুষিত কৰিবৰ মনেৰে আমাক নিবলৈ মানুহ পঠিয়ালে। জেলাল মোৰ সক ভাই, তাৰ প্ৰখৰ বুদ্ধি আছিল। সি দৌলতৰ অভিপ্ৰায় কিবাৰূপে জানিব পাৰি আমাক পলুৱাই পঠিয়াই নিজে দৌলতৰ মানুহক ভুলাই ৰাখিলে। ফাকি দিয়া বুলি জনাত দৌলতে জেলালক ৰাজধানীলৈ ধৰাই নিয়ালে, আৰু পশুৰ নিচিনাকৈ মোৰ প্ৰাণৰ ভাইক হত্যা কৰিলে। সেই প্ৰতিহিংসাৰ অগনি, সেনাপতি, মোৰ মনত এতিয়াও

জলিছে। এতিয়াও দৌলতৰ শোণিতত ভাইৰ তৰ্পণ কৰিব নোৱাৰিলে এই ক্ৰোধৰ শান্তি নহয়! দৌলতে যি আঘাত দিছে তাৰ প্ৰতিহিংসাতেই মই তাক গুলী কৰিছিলোঁ। হাতীটোৱে ভাগ্যে ঘূৰি তাক ৰাখিলে। কিন্তু এতিয়াও মোৰ মনত পৰিছে ভাইৰ সেই বীৰোচিত মুখৰ ছবিটি! ঔদাৰ্য্যৰ প্ৰতিমা! এই ভাইক যি বুকৰপৰা কাঢ়ি নিছে তাৰ শোণিত পান কৰিব নোৱাৰিলোঁ, এয়ে মোৰ ক্ষোভ।"

কুতবৰ মুখ থঙত ৰঙা পৰিল, চকুৱে যেন জুইকুৰা জুই ওলাবলৈ ধৰিলে। সেনাপতিয়ে কুতবৰ এই বিকাৰ দেখি মনত কষ্ট পালে; বহুত পৰ নামাতা-নোবোলাকৈ থাকি পাছত কলে, "কুতব, তোমাৰ সকলো কথাকে বুজিছোঁ! কাম এটা কৰাঁ, মই কওঁ।"

কুতবে সেনাপতিৰ মুখৰ পিনে চালে, সেনাপতিয়ে কুতবক কলে, "বাক কওঁ, ইয়াৰপৰা আহা! তাক বৰ গুপুতে হে কৰিব লাগিব; তেনে কৰিলে উভয় পক্ষে ৰক্ষা পাব পাৰে।" এই বুলি গিয়াচুদ্দিন উঠিল। কুতবো তেওঁৰ পাছে পাছে গল।

# চতুৰ্থ অধ্যায়

পাছ দিনা পুৱা সকলো ফালে বাষ্ট্ৰ হল,—কুতবুদ্দিন দৌলত খাঁৰ গুলী কৰা অপৰাধত ধৰা পৰিছে; তেওঁক ৰাজপ্ৰসাদৰ ওচৰত থকা কাটেৰ ঘৰতে ৰাখিছে; আৰু বিচাৰৰ পাছত তেওঁৰ উচিত শাস্তি বিধান হব।

ফিৰোজাই ককায়েকৰ কথা শুনিলে। তেওঁ মনে মনে ভাবিলে, হয় তো ককাইদেৱে দয়াপৰবশ হৈ হে নিজৰ গাত মিছা অপৰাধ পাতি লৈছে; নাইবা প্ৰতিহিংসা চৰিতাৰ্থ কৰিবৰ নিমিত্তে হে তেনে কৰিছে। মনে মনে ফিৰোজাই আকাশ পাতাল বহু ভাবিলে, কিন্তু একো ঠিক নহল। কুতৰ যি কয়েদঘৰত আছে, তাৰ প্ৰধান ৰক্ষক মহাতব। ফিৰোজাই মহাতবক মাতি পঠিয়ালে। মহাতব ফিৰোজাইতৰ মৰমৰ আছিল, মহাতবেও তেওঁলোকক বৰ মৰম কৰিছিল।

ৰাজপ্ৰাসাদৰ পশ্চিম ফালে এই কয়েদঘৰ। এইটি কেৱল ডাঙৰ ডাঙৰ মানুহবোৰে উৎকট অপৰাধ কৰিলে তেওঁলোকৰ বাবেহে। চাৰিওপিনে বৰ ওখ পকি দেৱাল; দুইপিনৰ-পৰা সমান; মাজত খোপ নাই। ওপৰত লো'ৰ গজাল, কাচৰ খোলা প্ৰভৃতি নানাবিধ কাঁই-টীয়া বস্তু—যাতে কোনোমতে কোনো কয়েদী পাৰ হব নোৱাৰে। ভিতৰত এটি ডাঙৰ ঘৰ, তাৰ চাৰিও পিনে বহু পহৰীয়াই পহৰা দি আছে—হাতত খোলা তৰোৱাল আৰু বন্দুক। এই ঘৰৰ দুৱাৰ এখন, সিও সদাই ভিতৰৰপৰা বন্ধ থাকে; স'চাৰ কাঠী প্ৰধান ৰক্ষকৰ হাতত। ইয়াৰ ভিতৰত আকৌ এটি ঘৰ—সৰু কিন্তু সুন্দৰ। ভিতৰত ভদ্ৰলোকৰ উপযোগী ৫।৬টি সজোৱা পুলি। বাহিৰৰপৰা তাত পোহৰ বা বতাহ সোমাব নোৱাৰে, ওপৰত কাচৰ ছাল, আৰু জাহাজবোৰত দিয়াৰ নিচিনা কেইটামান নলা, তাৰেই ভিতৰলৈ বায়ু আৰু পোহৰ সোমায়। সেই ঘৰৰ ভিতৰতে দুৱাৰমুখত প্ৰধান ৰক্ষক মহাতব। গড়ৰ বাহিৰে পহৰা কম। ওলাবলৈ বাট এটি মাথোন।

গধূলি হল। আগৰ নিচিনাই চহৰত সন্ধিয়াৰ কাৰ্য্যকলাপ আৰম্ভ হল; আগৰ নিচিনাই চহৰত অসংখ্য আলোকমালা জ্বলি উঠিল। কিন্তু ফিৰোজা বিবিৰ মন আগৰ নিচিনাই নাথাকিল; তেওঁ আগৰ নিচিনা ঘৰৰ ছালৰ ওপৰত উঠি সান্ধ্য সমীৰণ সেৱন কৰি কৰি উদাস দৃষ্টিৰে নানা কথা ভাবি থাকিব নোৱাৰিলে। ফিৰোজাই সুন্দৰ কাপোৰ-কানি পিন্ধি মহাতব থকা কাটেৰ ঘৰলৈ গল। গড়ৰ বাহিৰৰ প্ৰহৰীক বাদছাহৰ অনুমতি-পত্ৰ দেখুৱালে। বাদছাহে মহাতবক দেখা কৰিবলৈ ফিৰোজা বিবিক যাব দিয়া দেখি ৰক্ষকসকলে তেওঁক বাট এৰি দিলে। ভিতৰৰ এজন পহৰীয়া গৈ ফিৰোজাক মহাতবৰ হাতত দি অপেক্ষা কৰি বল। সাধাৰণ পহৰী-য়াৰ ভিতৰলৈ যোৱা নিষেধ; মহাতবে এনে ঠাইত ৰক্ষক স্বৰূপে থাকি ভদ্ৰ বন্দীসকলক তেওঁ-লোকক দেখা কৰিবলৈ আহা বন্ধু-বান্ধৱৰ লগত দেখা কৰিবলৈ দিয়ে। বাহিৰৰ প্ৰহৰী ডাঙৰ ঘৰটিত সোমাই ভিতৰৰ ঘৰৰ বাহিৰত থাকে। দেখা-সাক্ষাৎ হলে সি বন্দীৰ বন্ধুসকলক বাহিৰত থৈ আহেহি। মহাতবে ফিৰোজাৰ হাতত এটি চাকি দিলে, আৰু ক'লে "বৰ সাৱধানে সকলো

কাজ 'হাচিল' কৰিবা"। ফিৰোজা ভিতৰলৈ সোমাই গল। মহাতৰ পুলিৰ বাহিৰত প্ৰহৰী হৈ থাকিল।

পুলি এটিৰ দুৱাৰ মেলি ফিৰোজা তাত সোমাল; দেখিলে কুঞ্জৰ নহয়, আন এজন হে। তেওঁৰ দীঘল দেহ; সুন্দৰ মুখৰ ছবি; মুখত এতিয়াও ভাটিবয়সৰ কোঁচ-খোৱা চিন পৰা নাই। সুন্দৰ দাড়ি-গোফেৰে মুখ শোভিত। কিন্তু শোক দুখত তেওঁৰ সেই সুন্দৰ মুখৰ অলপ বিকৃতি হৈছে। ফিৰোজাই তাক লক্ষ্য কৰিলে। ভালকৈ চাই তেওঁ চিনিলে, এয়ে দৌলত খাঁ। দৌলত খাঁ কিয় বন্দী-ঘৰত, তাৰ একো কাৰণ তেওঁ অনুমান কৰিব নোৱাৰিলে। ফিৰোজাই ভাবিলে, সুধিলে হানি কি? তেওঁ দৌলতৰ ওচৰ চাপি লাহেকৈ মাতিলে, "খাঁ চাহেব! খাঁ চাহেব!"

যিদিনা ৰাতি কুতবে সেনাপতিৰ আগত আহি নিজৰ দোষ স্বীকাৰ কৰে সেই ৰাতিতে দৌলত খাঁ বন্দী হল। তাৰ একো কাৰণ দৌলতে অনুমান কৰিব নোৱাৰিলে। দৌলত বাদচাহৰ বৰ বিশ্বাসী কৰ্ম্মচাৰী আছিল। তেওঁৰ যত্নৰ গুণতে ইব্ৰাহিম তেতিয়াও সম্ৰাট; সপোনতো এদিন দৌলতে বাদচাহৰ অনিষ্ট কৰিব খোজা নাই। তেওঁ ইব্ৰাহিমৰ পিতৃ-ৰজাৰ দিনৰে কৰ্ম্মচাৰী। সেই দেখি নিজৰ অতুল ক্ষমতা থকাতো, ইব্ৰাহিমক খেদি নিজে বাদচাহ হব পাৰাতো, এক নিমিষৰ নিমিত্তেও দৌলতে ৰাজদ্ৰোহ বা কোনো অবিশ্বাসী কাম কৰা নাই। এনে থলত সম্ৰাটৰ এনে বিশ্বাসঘাতকতা দেখি দৌলতে মৰ্ম্মান্তিক বেদনা পালে। ক্ৰোধ, ক্ষোভ, ঘৃণা, অপমানত দৌলতৰ মন জৰ্জ্জৰিত হল। দৌলতে ভাবিলে—সংসাৰত আচলতে ভালৰ আদৰ নাই। সৰলতাক কুটিলতা, আৰু দয়া মায়া ভালপোৱাক শত্ৰুৰ লুকাই থকা আচৰণ বুলি সংসাৰে সদাই ভাৱে। যি ভাল ভাবেৰে এটি কাম কৰিব, আনে তাৰ বেয়াহে কৰা দেখা যায়। উপকাৰ কৰিলে অপকাৰ পায়। এই সংসাৰৰ গতিবিধি যেনে, তেনেকৈ নচলি ভাল ভাবেৰে চলিব খুজিলে, বেঁকা পথ নধৰি সৰল পথ ললে, নিশ্চয় তাৰ খোজে খোজে বিপদ! তেওঁ এনেকৈ ভাবি ভাবি সংসাৰৰ ওপৰত বেছি বিৰক্ত হৈছে, আৰু প্ৰতি মুহূৰ্ত্ততে খং আৰু ঘৃণাৰ ভাবে তেওঁৰ মুখ আগুৰি পেলাইছে। এনেতে তেওঁৰ মনত পৰিল—সৰু সৰু লৰা-ছোৱালী দুটীৰ কথা।

সেই ছোৱালীজনী হাঁহি মুখেৰে আহি যেতিয়া দৌলতৰ কোলাত উঠে, আৰু আধাফুটা মাতেৰে "দেউতা" "দেউতা" বুলি তেওঁৰ নাকে মুখে সাবটি ধৰি আদৰৰ আবেগত কুমলীয়া হাত দুখনেৰে টেপা মাৰি ধৰে। সেই লৰাটিএ যেতিয়া আহি দৌলতৰ আগত "আলিফ্" "বে" পঢ়ি পঢ়ি নিজৰ গুণৰ পৰিচয় দিয়ে, আৰু তেওঁৰ কোলাত উঠি সৰল প্ৰাণৰ আবেগময় অজ্ঞানতাৰ নানা কথা কয়! দৌলতৰ সকলো কথা মনত পৰিল। কালিলৈ সিহঁতৰ কি অৱস্থা হব! আৰু গুলজান! পতি-সে হাগিণী—পতিৰ প্ৰাণতে যাৰ প্ৰাণ, সেই গুলজানৰ কি অৱস্থা হব! হয় বাটৰ মগনীয়া হৈ খুজি খাই ফুৰিব! নাইবা! নাইবা! দৌলতে ভাবিবলৈও আমৰ্ষ—নাইবা ক্ৰুৰ নিষ্ঠুৰৰ হাতত প্ৰাণ হেৰুৱাব। দৌলতে আৰু সহিব নোৱাৰিলে—শোক দুখত অজ্ঞান হৈ তেওঁ শয্যাত পৰিল।

সেই সংজ্ঞাহীন অৱস্থাতে দৌলতে এটি সপোন দেখিলে,—দেখিলে যেন মহাপুৰুষ।" কতো

একো নাই,—আকাৰ নাই, পোহৰো নাই, গছ বৃক্ষ ল গা পাত জীৱ জন্তু একো নাই। কেৱল বিষাদ-কালিমাৰ নিচিনা বিবৰ্ণ মহাশূন্য। তাৰ ভিতৰত দৌলত। যি পিনে চোৱা যায়, সেই পিনেই অসীম শূন্য—শূন্য—শূন্য। শব্দ নাই, অথচ নীৰৱতাৰ কি এটি ভয়ানক ঝাঁ ঝাঁ শব্দই দৌলতৰ কাণত তাল মাৰি ধৰিছে। দৌলত অকলৈ। চাৰিওপিনে কেৱল শূন্য! অলপৰ পিছতে তেওঁ দেখিলে,—সেই শূন্যতে তেওঁৰ ল'ৰা ছোৱালী দুটি, আৰু গুল্‌জান! কাৰো ওচৰত কোনো নাই। ইটোৱে সিটোৰ ওচৰলৈ যাব খোজে, কিন্তু কোনেও কাকো লগ নাপায়। অনন্ত মহাশূন্যত অদ্ভুতভাৱে সকলোটি ঘূৰি ফুৰিছে। এনেতে সেই ঠাইত এজনা দেৱীৰ আবিৰ্ভাৱ হ'ল। দেৱীয়ে দৌলতক সেই মহাশূন্যৰপৰা উদ্ধাৰ কৰি পৃথিৱীত থলে।

এনেতে দৌলতে ফিৰোজা বিবিৰ মাত শুনিলে—"খাঁ চাহেব! খাঁ চাহেব!"

দৌলতে "দেৱি! মোৰ লৰা তিৰোতাক ৰক্ষা কৰা" বুলি চিঞৰ মাৰি সাৰ পাই দেখিলে—আগতে অপৰূপ সুন্দৰী ৰমণী এজনী। দৌলতৰ বিশ্বাস নহল।

এনেতে ফিৰোজা বিবিয়ে আকৌ মাতিলে, "খাঁ চাহেব। মনত পৰে নে?"

দৌলতৰ কি এটি অস্পষ্ট ছবি মনত পৰিল। কিন্তু আজিৰ এই যুৱতীৰ নিৰুপম ভক্তিৰ প্ৰতিমা সেই প্ৰতিমাৰ লগত নিমিলে।

ফিৰোজাই আৰু এবাৰ কলে, "খাঁ চাহেব! জেলালউদ্দিন নামে মানুহক জানিছিলা নে?"

দৌলতৰ মনত পৰিল, দৌলতে কলে, "ফিৰোজা! যথেষ্ট হৈছে! তোমালোকৰ অপৰাধ কৰিছোঁ, যেনে ইচ্ছা তেনে শাস্তি দিয়া। আজি তাৰ নিমিত্তে শাস্তি পাবলৈ সাজু হৈছোঁ। কিন্তু ফিৰোজা! জেলালক মই মৰা নাই। ফাটেকৰপৰা পলাই গৈছে। কোনো সন্ধান নাই।"

ফিৰোজাৰ মুখত আনন্দৰ ৰেখা পৰিল। যেনেকৈ ডাৱৰত বিজুলীৰ ৰেখাই দেখা দি পুনৰ লুকায়, তেনেকৈ এই বিষাদতো ফিৰোজাৰ মুখত আনন্দৰ কিৰণ-ছটা ভাহি উঠিল, আৰু তেতিয়াই তাতে লুকাল।

ফিৰোজাই কলে, "খাঁ চাহেব, শাস্তি দিয়াৰ গৰাকী মানুহ নহয়। সকলোৰে বিধান কৰোঁতা, সকলোৰে নিয়ন্তা ভগৱান আছে, তেওঁ যাৰ যেনে অপৰাধ তেনে শাস্তি দিব।"

দৌলতে অশ্ৰুকণ্ঠেৰে কলে, "ফিৰোজা! ভগৱান আছে! ঠিক কৈছা। তেওঁ পাপ অনুযায়ী শাস্তি দিব। দুদিনৰ নিমিত্তে মানুহে যৌৱনৰ মদত বা সাংসাৰিক ভোগবিলাসত মত্ত হৈ তেওঁৰ বিধান নামানিব খোজে হয়, কিন্তু কালত সেই বিধান আপুনি আপুনি আহে, আপুনি পৰে। কিন্তু ফিৰোজা, তোমাৰ ওচৰত মই যি দোষত দোষী, কোৱা সেই বাবে তুমি মোক ক্ষমা কৰিলা। তোমাৰ ভৰিত ধৰিছোঁ, কোৱা ফিৰোজা তুমি মোক ক্ষমা কৰিলা।"

দৌলতৰ চকু-লো পৰিবলৈ ধৰিলে; তেওঁ কৰুণ ভাৱে ফিৰোজাৰ মুখৰ পিনে চাই ৰল। ফিৰোজাৰো চকুৰপৰা পানী ওলাল। এনেকৈ দুয়ো বহুত পৰ নমতাকৈ থাকিল। ঘৰত চাকিৰ পোহৰ; নিতব্ধ; কতো একো সাৰসুৰ নাই।

ফিৰোজাই কলে, "খাঁ চাহেব! বাহিৰ হৈ যাবা নে? পলাবা নে?"

দৌলতে আকৌ ভগা ভগা স্বৰেৰে কলে, "কোৱা ফিৰোজা! আগেয়ে কোৱা তুমি মোক ক্ষমা কৰিছা!"

ফিৰোজাই এটি হুমুনিয়াহ কাঢ়ি কলে, "খাঁ চাহেব! মই ক্ষমা কৰিলে যদি ঈশ্বৰে ক্ষমা কৰে তেনেহলে বহুত আগেয়ে কৰিছোঁ। এতিয়া তেওঁক খাটা, ময়ো খাটোঁ যেন তোমাক ক্ষমা কৰে। সম্প্ৰতি পলাই যাব খোজা নে?"

দৌলতৰ বিশ্বাস নহল; নতুন উদ্যমেৰে তেওঁ ফিৰোজাৰ মুখৰ পিনে চালে। ফিৰোজাই বেছি দৃঢ়ভাৱে কলে, "যদি যোৱা তেনেহলে সাজু হোৱা। যাবা নে?"

দৌলতে মুখ নমাই লাহেকৈ কলে, "নাযাওঁ।"

"কিয় নাযাবা?" ফিৰোজাই পুনৰায় কলে, "নোযোৱা কিয়, খাঁ চাহেব?"

দৌলতে ফিৰোজাৰ চকুলৈ চাই কলে, "ফিৰোজা তুমি দেৱী! তোমাৰ দয়াত মই মোহিত হৈছোঁ। মোৰ এই পৰিণামেই বাঞ্ছনীয়। মই নাযাওঁ।"

ফিৰোজাই কলে, "খাঁ চাহেব! তুমি নগলে হব কিয়? চোৱা, দিল্লীৰ সিংহাসন টলমল। ইমান দিন তুমি ধৰি আছিলা বুলি তাৰ পতন হোৱা নাছিল; তোমাৰ মৃত্যুৰ পিছত, প্ৰজাৰ প্ৰতি অত্যাচাৰ, প্ৰপীড়ন, লাঞ্ছনা আদি সকলো পাপৰ সমষ্টিয়ে দিল্লীৰ সিংহাসন মোহাৰি পেলাবহি। তেতিয়া কোনে তাক ৰক্ষা কৰে? খাঁ চাহেব! ৰাজলক্ষ্মী তোমাৰ অঙ্কভাগিনী হবলৈ বিয়াকুল। সেই চোৱাঁ, ভাৰত সম্ৰাটৰ মুকুট লাহে লাহে তোমাৰ মূৰৰ ওপৰলৈ আহিছে; এনে সময়ত তুমি নাযাবা কিয়?"

দৌলতৰ মনত ভাৰত সাম্ৰাজ্য, দিল্লীৰ সিংহাসনৰ মোহ জাগ্ৰত হৈ উঠিল। তেওঁ কলে "ফিৰোজা! দিন আহক, উচিত পুৰস্কাৰ পাবা। কিন্তু যোৱা হব কেনেকৈ?"

ফিৰোজাই মনতে ভাবিলে, পুৰস্কাৰ কালিলৈ যথেষ্ট মিলিব। পাছে এটি দীঘল হুমুনিয়াহ কাটি তেওঁ ফুটাই কলে, "দৌলত খাঁ লোভী ইমান হীনবীৰ্য্য নহব পায় যাতে প্ৰহৰী এটাক জিনি যাব নোৱাৰিব।"

দৌলতে সগৰ্বে উত্তৰ দিলে, "কিন্তু প্ৰধান ৰক্ষকক জিনিলেও সিকালে কেনেকৈ যোৱা হব?"

ফিৰোজাই কলে, "মহাতব প্ৰধান ৰক্ষক। তেওঁ বন্ধু। তেওঁক মাৰাৰ দৰকাৰ নকৰে। বাহিৰৰ ঘৰলৈ একেটি মাত্ৰ ৰক্ষক মোৰ লগত আহিছিল, তাৰ কাপোৰ-কানি নিলেই হব। কিন্তু খাঁ চাহেব! অনাহকতে প্ৰাণ এটি কিয় মাৰিবা। কোনো শব্দ নোহোৱাকৈ তাক অজ্ঞান কৰি এৰি যাবা।"

দৌলতে আকৌ সুধিলে, "তোমাৰ ইয়াত কি আৱশ্যক?"

ফিৰোজাই কলে, "মোৰ আৱশ্যক এতিয়াও সম্পূৰ্ণ হোৱা নাই। ককাই কুতবক তোমাক গুলি কৰা অপৰাধত ইয়াতে বন্দী কৰি থৈছে, তেওঁক মোকলাব লাগে। ককাইদেও তোমাৰ লগতে যাব; কোৱা, তুমি তেওঁক একো অন্যায় নকৰা।"

দৌলতে কলে, "তুমি মোৰ জীৱনদাত্ৰী– কুতবক কিয় অন্যায় কৰিম ?"

"তেন্তে আহাঁ" বুলি ফিৰোজাই আন এটা গুলিত সোমাই দেখিলে, কুতব মোকোটা মাৰি শুই আছে। তেওঁৰ মুখত বিষাদৰ চিন। ফিৰোজাই লাহে লাহে ককায়েকক জগালে ; জেলাল যে মৰা নাই সেই বাতৰি কলে ; আৰু দৌলতৰ প্ৰতি হিংসা-কোপ এৰি তেওঁৰ সঙ্গী হবলৈ কলে। কুতব সম্মত হল।

তেতিয়া ভায়েক ভনীয়েকে কাপোৰ সাল-সলনি কৰিলে ; কুতবে ফিৰোজাৰ কাপোৰ পিন্ধি ওলাল। তেতিয়া ফিৰোজাক দুয়ো সুধিলে, "তুমি যোৱাৰ উপায় ?"

ফিৰোজাই হাঁহি উত্তৰ দিলে, "তাৰ উপায় আছে। মহাতৰ আছে।"

তিনিওজন বাহিৰলৈ আহিল। মহাতৰক ফিৰোজাই সকলো কথা কোৱাত মহাতৰে কলে, "খাঁ চাহেব ! এদিনাৰ অত্যাচাৰ মনত আছে নে ? আজি তাৰ বিশেষ প্ৰতিফল দিব পাৰোঁ, কিন্তু দয়াময়ী ফিৰোজা ! ফিৰোজাৰ অনুৰোধত যোৱা। প্ৰহৰীৰ সাজ পিন্ধি যোৱাত যদি কোনোৱে সন্দেহ কৰি কিবা সোধে, তেন্তে উত্তৰ দিবা 'নুৰ'।"

দৌলতে কলে, "মহাতৰ ! আগৰ কথা এৰি দিয়া। মই বৰ অনুতাপ কৰিছোঁ, ক্ষমা কৰা।"

দৌলত আৰু কুতব ওলাই আহিল। ফিৰোজাৰ বেশ দেখি ঘৰৰ ভিতৰত থকা প্ৰহৰী কুতবৰ ওচৰে ওচৰে আহিল।

এনেতে জাঁৱৰপৰা ওলাই আহি দৌলতে পাছ ফালৰপৰা প্ৰহৰীৰ টেটুত ভালকৈ টেপা মাৰি ধৰিলে। তৎক্ষণাত লৰি আহি ফিৰোজাই নিজৰ কাপোৰৰ ভিতৰৰপৰা সৰু এটা টেমা উলিয়াই তাৰ নাকত ধৰিলে। প্ৰহৰী অজ্ঞান হল। তেতিয়া দৌলতে তাৰ কাপোৰ-কানি পিন্ধি সেই সাজেৰে বাহিৰ ওলাল। ফিৰোজাই মনে মনে ভাবিছিল, কুতবক এইদৰে প্ৰহৰীৰ সাজ পিন্ধাই নিব। কিন্তু দৌলতক মুক্তি দিবলৈ গৈ তেওঁ নিজে বন্দিনী হৈ থাকিল।

কুতব আৰু দৌলত বাহিৰ হৈ যোৱাত মহাতৰে ফিৰোজাক কলে, 'ফিৰোজা ! উপায় ? দৌলতক কিয় এনেকৈ এৰি দি নিজে মৰিলা ? মোকো মাৰিলা ?"

ফিৰোজাই কলে "মহাতৰ ! সাধাৰণ তিৰোতা এজনীৰ প্ৰাণেৰে কি হব ? দৌলত জীয়াই থাওক, ভাল ৰকমে চলিলে দেশৰ কল্যাণ কৰিব পাৰিব, প্ৰজাক শান্তিত ৰাখিব পাৰিব। তোমাৰ উপায় মই ভালকৈ কৰিছোঁ। বাদচাহে যাতে তোমাক সন্দেহ নকৰে তাৰ উপায় আছে ; দুদিন কাম গলেও সি দুদিনৰ নিমিত্তেহে। যেতিয়া দৌলত এই সিংহাসনত বহিব, এই ৰাজ্যৰ ৰজা হব তেতিয়া তুমিয়েই ৰাজ্যৰ সৰ্বময় কৰ্তা হবা। হোৱাঁ ! এই টোপা খোৱা।"

এই বুলি এগিলাচ মদ ফিৰোজাই মহাতৰক দিলে ; মহাতৰে তাক তেতিয়াই গিলি পেলালে।

# পঞ্চম অধ্যায়

যিদিনা কুতব পলাই গল, তাৰ পাছ দিনা তেওঁলোকৰ বিচাৰৰ দিন। কিন্তু পুৱাই সকলোপিনে খবৰ ওলাল যে কুতব আৰু দৌলত পলাই গল। সেনাপতি প্ৰভৃতি ডাঙৰ ডাঙৰ মানুহ কিছুমানে ফাটেকলৈ গৈ দেখিলে, তাত কুতব বা দৌলত কোনো নাই, ফিৰোজা ভিতৰত; বাহিৰত মহাতব অচেতন হৈ পৰি আছে। আৰু অলপ অনুসন্ধান কৰাৰ পাছত দেখা গল, আন এজন প্ৰহৰী অজ্ঞান অৱস্থাত, আৰু তাৰ ওপৰত দৌলতৰ কাপোৰ-কানি।

তেতিয়া অনেকে অনুমান কৰিলে, দৌলতে মহাতব আৰু প্ৰহৰীজনক মাৰি কুতবক পলুৱাই লৈ গল। কিন্তু কেনি গল, ফিৰোজা তাত কিয়, তাৰ একো কাৰণ অনুসন্ধান কৰি কোনেও নেপালে।

বহুত চেষ্টাৰ পিছত মহাতবৰ আৰু প্ৰহৰীজনৰ সংজ্ঞা হল। তেতিয়া পহৰীয়াজনে কলে, যে তাক কোনোবাই টেটুত টেপা মাৰি ধৰি তাতে পেলাই থৈ গল, তাৰপৰা কি হল সি কব নোৱাৰে। মহাতবে কলে যে তেওঁ ফিৰোজা ঘৰৰ ভিতৰত সোমোৱা কব পাৰে, তাৰ পিছত কি হৈছে তেওঁৰ মনত নাই। তেতিয়া ফিৰোজাৰ পাল পৰিল।

ফিৰোজাই কলে—দৌলত আৰু কুতব পলাই যোৱাত তেওঁ সহায় কৰিছে। মহাতবৰ লগত তেওঁলোকৰ পৰিচয় আছে। কয়েদ কুঠৰীত সোমাই যাওঁতে ফিৰোজাই মহাতবক এগিলাছ মদ দিছিল; সেই মদত অজ্ঞান কৰিব পৰা ঔষধ আছিল, তাক খোৱা মাত্ৰকতে মহাতব অজ্ঞান হৈ পৰে। এনেতে তেওঁ নিজে গৈ কুতব আৰু দৌলতক মুকলি কৰি দিয়ে। কুতবে ফিৰোজাৰ পোছাক পিন্ধি বাহিৰ হল; ফিৰোজাই কুতবৰ কাপোৰ-কানি লৈ তাতেই থাকিল। দৌলত এবেই বাহিৰতে আছিল। তেতিয়া ফিৰোজাৰ পৰামৰ্শ মতে, দৌলত থাই পিছ পিনৰপৰা আহি পহৰীয়া জনৰ টেটুত উশাহ নোপোৱাকৈ ধৰিলে, আৰু তেওঁৰ নাকত এটি ঔষধৰ ভাপ দিলে। সেই মুহূৰ্ততে পহৰীয়াটো অচেতন হৈ পৰাত দৌলতে সেই পোছাক পিন্ধি কুতবৰ লগত পলাই গল। আন আন পহৰীয়াই হয়তো টোপনিৰ বাগীতে বা এন্ধাৰৰ উপৰিতে তাৰ বিচাৰ লোৱা ঘৰ ৰখকাৰী বুলি নাভাবিলে।

এইখিনি আংশিক সত্য, আংশিক মিছাৰে গঢ়া এটি কৈ, ফিৰোজাই বাদ্‌চাহৰ আগত কলে, "জাঁহাপনা, এই অপৰাধৰ ময়ে একমাত্ৰ দোষী। ইয়াত মহাতব বা আন প্ৰহৰী সম্পূৰ্ণ নিৰ্দোষ। কি দণ্ডবিধান হয়, মোৰ ওপৰত হওক। এই নিৰ্দোষ প্ৰহৰী দুজনক মুক্তি দিবৰ আদেশ হওক।"

সকলোৱে মিলি বিবেচনা কৰি দেখিলে, মহাতব বা আন দুজনক দোষ নধৰে। তাতে ফিৰোজাই ইমান [illegible] কৰে, যে [illegible] কাৰণ [illegible]। [illegible]

তেতিয়া বাদচাহে হুকুম দিলে, "মহাতব আৰু প্ৰহৰীবিলাকৰ তিমান দোষ নাই; কিন্তু সিহঁতে ভাল পহৰা দিব নোৱাৰিলে দেখি কামৰপৰা সিহঁতক অৱসৰ দিয়া হল; আৰু সিহঁতৰ অৰ্থ-সম্পত্তি সকলো ৰাজ-ভাণ্ডাৰলৈ আহিব; আৰু সিহঁতৰ ভবিষ্যবংশত কোনেও কেতিয়াও চৰকাৰী কামত সোমাব নোৱাৰিব। ফিৰোজাৰ কথা ভাবিব লগীয়া। তিৰোতা এজনী হৈ এনে অসম সাহসিকতাৰ কাৰ্য্য কৰা গৰ্হিত। তিৰোতা নহলে, যিমান কঠোৰ শাস্তি বিহিত হব পাৰে সিমানে কৰা উচিত আছিল। তিৰোতা বুলিও কিন্তু ফিৰোজাৰ প্ৰাণদণ্ডই উপযুক্ত শাস্তি। তাকে নিষ্ঠুৰ ৰূপে নকৰি ঘাতকে আজি সন্ধ্যাৰ সময়তে তাইক কাটি পেলাব। তিৰোতা বুলি বিনা অনুমতিত তালৈ মানুহ যাব নোৱাৰিব। এতিয়াই এই আদেশ প্ৰতিপালিত হক।"

তেতিয়াই প্ৰহৰীবোৰৰ পৰা চৰকাৰী কাপোৰ-কানিৰ লগত সকলো ক্ষমতা আৰু নিজা নিজা সম্পত্তি কাঢ়ি লোৱা হল। ফিৰোজাক আন কিছুমানে ভৰিয়ে-হাতে লোৰ শিকলিৰে বান্ধি কয়েদ-ঘৰৰ অতি অন্ধকাৰ কুঠৰীত নি সুমাই থলে।

অৱসৰ পোৱা পহৰীয়াবোৰে হিয়া মুৰ ভুকুৱাই ভুকুৱাই, লৰা-তিৰোতাক কিহেৰে পতিপাল কৰে, ইয়াকে ভাবি ভাবি গুচি গল।

মহাতবৰ যি মুখত গৰ্ব আৰু অভিমানৰ ভাব এটি সদাই বিচৰণ কৰিছিল আজি সি মলিন হল, যি চলনত অৱজ্ঞাৰ ভঙ্গিমা এটি ফুটি উঠিছিল, সি আজি মৃদু আৰু বিনীত হল। দিল্লীৰ কোনো মানুহৰ ওচৰত মহাতবৰ অলপ টকা পাওনা আছিল। আজি মহাতবে তাকে সাধিবলৈ গল, কাৰণ সেইখিনি নাপালে লৰা-তিৰোতাক পুহিবৰ উপায় নাই।

লাহে লাহে হিতোপদেশৰ হৃতসৰ্বস্ব হিৰণ্য ইন্দুৰৰ নিচিনা মহাতবে খোজ ললে। কিছুমান গৈ হঠাৎ পাছৰ পিনৰ পৰা তেওঁ বাধা পালে। উভতি চাই দেখিলে—এজন দীৰ্ঘকায় পুৰুষ; মুৰত পাগুৰী, গাত মুছলমানী পোছাক, মুখত গোফ। তেতিয়া সেই অপৰিচিত জনে মহাতবৰ মুখৰ পিনে চাই হাঁহিবলৈ ধৰিলে আৰু অলপ পাছত কলে, "মহাতব! মোক চিনি পোৱা নাই নে?"

মহাতব অবাক! কব মানুহ! দেখা নাই, শুনা নাই! ই আৰু এইখন কি বকিছে! মহাতব নামকেই বা জানিলে কেনেকৈ! মহাতবে ঢেল্, ঢেল্, কৈ তাৰ পিনে চাই বল। মানুহজনে আকৌ হাঁহিবলৈ ধৰিলে।

বহুত পৰ চাই চাই মহাতবৰ মনত পৰিল—ঠিক জেলালৰ নিচিনা মুখখন। কিন্তু! জেলালক যে দৌলতে মাৰিছিল। যেই সেই মানুহ হলে ভূত বুলি মহাতব ভয়তে কোঁচ খাই পলাইছিল, কিন্তু মহাতবৰ সাহ বেছি; ভূত নমনা নহলেও ভয় কম। তথাপি তেওঁৰ বুকুখনে অলপ ঢিপ্, ঢিপালে, নাক মুখ বুকুৰেদি শিয়ঁৰা ভাব এটি বিয়পি গল।

মহাতবে বৰ সাৱধানে সুধিলে, "জেলাল! জেলাল হয় নে?"

জেলালে মাত দিলে "চিনি পালা, যে এয়ে কত ভাগ্য! পিছে থোৱা হৈছিল কলৈ? তোমালোকৰ খবৰ কি?"

মহাতবে সুধিলে, "বাৰু খবৰ শুনিবা; তুমি কৰ পৰা ওলালা?"

জেলালে কলে, "দৌলতে বন্দী কৰি নি মোক কাটিব মনত থাকিলে হয়; কিন্তু বতাহক বান্ধি

বান্ধিব পাৰিবি নে ? দৌলতৰ-বাপেক ককাক চৌধ পুৰুষ আহিলেও জেলালক বন্দী কৈ ৰাখিব পৰা ঘৰ নাই। মই তাৰপৰা পলালোঁ। পলাই চাৰিওফালে দেশবোৰ চাই ফুৰিলোঁ; পাঞ্জাব চালোঁ, কাশ্মীৰ চালোঁ, বঙ্গদেশ, আসাম, বিহাৰ, হায়দৰাবাদ, মহীশূৰ, সকলো দেশ চালোঁ। তুমি সুধিব খুজিছা হবলা, মই খাবলৈ পালোঁ কত ? টকা পইচা পালোঁ কত ? জেলালৰ ভাতৰ কত আকাল ? আল্লাৰ কৃপা থাওক মাথোন বাঁহৰ আগতো জেলালৰ ভাত। দৌলতৰ কাটকলীয়া ওলায়ে দস্যু এদলৰ লগ লাগিলোঁ। যেই সোমালোঁ, সেই সম্পূৰ্ণ অধিকাৰ ; দলপতিয়ে মোক বৰ মৰম কৰিবলৈ ধৰিলে। তেনে আদৰ মনত পৰিলে এতিয়াও আকৌ সিহঁতৰ লগলৈ যাবৰ হে ইচ্ছা হয়। কি জানি ককাইদেওৰ লগত দেখা কৰি যাওঁহেঁতে। তাৰপৰা দলপতিয়ে কোনোমতে এৰি নিদিয়ে ; কত কলে ; তথাপি মই বাধা নুশুনিলোঁ। ককাইদেও যে দিল্লীত থকা শুনিছোঁ, এবাৰ খবৰ লোৱা ভাল। এই বুলি আহিছোঁ। আজি ইয়াত সোমায়েই মাথোন তোমাক লগ পাইছোঁ। এতিয়া বলা, ককাইদেও কত আছে তাৰেকে যাওঁ।"

মহাতৰে দীঘল হুমুনিয়াহ এটি কাঢ়িলে আৰু কলে, "জেলাল! তুমি সকলো কথা নাজানা। শুনা বাৰু।"

এই বুলি সকলো কথা বিৱৰি মহাতৰে জেলালৰ আগত কলে। ফিৰোজাই দৌলতক এৰি দিয়া শুনি আৰু কুতৰ লগতে যোৱা শুনি জেলালৰ খং উঠিল ; জেলালে কলে, "মই এনে দয়া-তয়া নুবুজোঁ, মহাতৰ! ইয়াক আৰু কি বোলে ? যি দৌলতে। ফিৰোজাক এনে অপমান কৰিব খুজিছিল, তাক আৰু কিহৰ দয়া। সি মৰিলহেঁতেন, মনত সন্তোষ হলহেঁতেন, বুকু জুৰ পৰিলহেঁতেন। মই হলে মুঠ-মুঠ কথা জানো ; ই আৰু কি দয়া কি মায়া। যি যেনে তাক তেনে কৰিব লাগে। ককাইদেৱেই বা কি ? তেওঁ দৌলতৰ লগত গল কিয় ? ছি! ছি! মই হলে ইজন্মত তো নহয়েই, মৰিলেও দৌলতক ক্ষমা কৰিব নোৱাৰোঁ ; বেছ হৈছে। যেনে দয়াময়ী দেবী ওলাইছিল, তেনে শাস্তি হক! ইয়াত মই কি কৰিম! পাৰিলেও মই একো নকৰোঁ ; আমি তেনে দয়ালো মানুহ নহওঁ, তেনে দয়াৱতীকো উদ্ধাৰ কৰা আমাৰ বল নাই। মই যাওঁ তেন্তে ; তুমি কলৈ আহিছিলা যোৱাঁ।"

এই বুলি কৈ জেলালে তেতিয়াই মুখখন ৰঙা কৰি গুম্ গুম্ কৈ কিছুমান খোজ দিলে ; তেতিয়া মহাতৰে চিঞৰি চিঞৰি কলে, "জেলাল! জেলাল! বাবা ৰবাচোন! বাবা ৰবাচোন! বাবা। একাষাৰ কথা শুনা।"

"কি কথা ?" বুলি খঙৰ ভাবেৰে মুখখন ওলোমাই জেলাল উভতি থিয় হল।

মহাতৰে ওচৰ চাপি কলে, "জেলাল! এনে খং কৰা কিয় ? যি হল তো হৈ গলেই ; তাক আৰু ঘূৰাব নোৱাৰা। পিছে ফিৰোজা তো তোমাৰ ভনীয়েৰা তুমি তো তেওঁৰ ককায়েক ; পিছে—"

জেলালে অধীৰ হৈ কলে "এৰা। আন কথা আছে যদি কোৱা, নহলে যাবলৈ দিয়া।"

"আন কথা আছে যদি কোৱা নহলে যাবলৈ দিয়া। আন কথা আৰু কি ?"

মহাতৰে জেলালৰ হাতত ধৰি চকুৰে চকুৰে চাই কলে, "আন কথা আৰু কি জেলাল! আন কথা একো নাই। ভায়েক ভনীয়েকৰ ভিতৰত যদি এইখিনিও নহয়, তেন্তে তেনে গাঢ় সম্বন্ধ

# ষষ্ঠ অধ্যায়

বেলিটিয়ে দিনমান আকাশখনত ঘূৰি ঘূৰি বং তাৰৰ জলাৰ ৰূপে তেওঁৰ পশ্চিমীয়া বিছনা-ঘৰত লাজ-ৰাঙ্গ হৈ এটি বাগৰ দিলে; তাত চৰাই-চিৰিকটিৰ কেঁছু মেঁছনি, মানুহৰ হাই-কোল তনিৰ নোৱাৰি তাৰপাৰাও নাহেঁকৈ কোনোবাৰে গেলেগা ঠাই এৰুৱাবিলে মনৰ শান্তিৰে বিশ্ৰাম লভিবলৈ গুচি গল। বহুত চাৰি আহিল; তৰা উঠিল; জোনাকী পৰুবাবো আবিৰ্ভাব হল; চন্দ্ৰয়ো দেখা দিলে; কিন্তু সকলোটি মিলিও সূৰ্য্যৰ ঠাই পূৰাবলৈ সমৰ্থ নহল। হবেই বা কেনেকৈ? যাৰ যি ঠাইত যেনে শোভা তাক আনে পূৰাব নোৱাৰে। গোলাপৰ ঠাই আনো গোলাপী আতৰে কোনোবা দিনা পূৰাব পাৰে?

আজি ফিৰোজাৰ মূৰটি দীঘল অথচ গোল গলকণা খহি পৰিব। তিৰোতাৰ এনে শাস্তি কদা-কচিৎ হে হয়; সেই বাবে বহুত মানুহৰ সমাগম। বধ্যভূমিৰ ভিতৰতো অলেখ মানুহ। সম্রাটৰ আদেশ, অনুমতি নোহোৱাকৈ কোনো ভিতৰলৈ যাব নোৱাৰিব; কিন্তু অনুমতি লৈয়ে ইমান মানুহ গল যে আন সময়তকৈ বেছি হে হল।

বধ্যভূমিৰ চাৰিও পিনে বেৰা আছে; সেই বেৰৰ বাহিৰে মানুহৰ সংখ্যাই নাই। সকলো চাবলৈ উৎকণ্ঠিত—কি দৰে সাধাৰণ তিৰোতা এজনীএ এনে অদ্ভুত কাম এটি সম্পাদন কৰিলে,—সেই তিৰোতাজনী। কোনোৱে কৈছে তিৰোতাজনীৰ ভূত-সাধন আছে, কোনোৱে কৈছে তিৰোতাজনী নহয়, আন কোনোবাইহে কৰিলে; কোনোৱে কৈছে তিৰোতাজনীয়েই ভূত—কেনে দাঁত, কেনে মুখ, কেনে বিকটাকাৰ! আৰু যি অলপ সাহিত্যৰ বিষয় সি বা তৰ্ক কৰিছে, তিৰোতা হল বুলি নোৱাৰিব কিয়? আৰু তাৰ কথাৰ প্ৰমাণ স্বৰূপে নানা ইতিহাসৰ নানা তথ্য বৰ্ণনা কৰি কৰি নিজৰ জ্ঞান-গৌৰৱ আৰু বিদ্যাৰ পৰিচয় দিছে।

ইপিনে কাঠৰ ঘৰত ফিৰোজা। ফিৰোজাই জানিছে, তেওঁৰ মৃত্যু অতি ওচৰতে; তথাপি তেওঁৰ মনত উদ্বেগ নাই; ভয়ো নাই। আন্ধাৰে পোহৰে মিহলি হৈ ঘৰৰ ভিতৰ ধোঁৱাবৰণীয়া হৈছে; তাতে এজুকত বিছনা এখন পাৰত গাৰু আৰু চাদৰ বিলাকটি আৰু হাতৰ অনুমানৰ বাটে [illegible] উত্তেজনাহীন চকু দুটিৰে ওপৰলৈ পিনে চাই ফিৰোজাই ভাবিছে—"জীৱন নাটৰ শেষ অঙ্ক শেষ হবলৈ প্ৰায় [illegible]। এই [illegible] কি কৰিলোঁ, সংসাৰলৈ আহি

কি কৰিলোঁ ! নাজানি তুত্তনি পৰমেশ্বৰৰ ওচৰত কিমান অপৰাধত অপৰাধী ; তেওঁৰ আদেশৰ বিৰুদ্ধে কিমান আচৰণ কৰিছো ! আজি এই জীৱনৰ শেষ সীমাত তোমাক, হে দয়াময় পিতা তোমাক স্মৰণ কৰিছোঁ। সকলো দোষ, সকলো পাপ, সকলো তোমাৰ নিয়োগমতেই সম্পাদন কৰিছোঁ ; তোমাৰ ওচৰত আজি, যেতিয়া আৰু সময় নাই, কৰযোৰে কাকুতি কৰিছোঁ—অজ্ঞানতাৰ বাবে যি কৰিলোঁ সকলোকে ক্ষমা কৰা। আৰু কি ইচ্ছা আছে ! আৰু কি আছে ! একো নাই ! সংসাৰলৈ আহিছিলোঁ। অনন্তৰ ইপাৰে এই সংসাৰত আজিৰপৰা সকলো লীলাখেলাৰ সমাপতি। বিদায় সংসাৰ ! বিদায় পবিত্ৰ মানৱমূৰতি। বিদায় সুন্দৰ পশু-পক্ষী ! বিদায় গুল্মী ফল ফুল গছ লতা ! বিদায় ! বিদায় ! বিদায় ! সকলোৰে বিদায় দিয়া। মৰণৰ সিপাৰে কি সাঁচি থোৱা আছে, তাক সৰ্বনিয়ন্তাৰ বাজে আনে নাজানে ! তেন্তে পাৰ্থিৱ ভোগ-সুখ, লালসা-বাসনা, সকলো বিদায় ! বিদায় পবিত্ৰ ভালপোৱা ! বিদায় পবিত্ৰ প্ৰেম ! চাকি নুমাওঁ নুমাওঁ। তথাপি ! তথাপি ! যেন পৃথিৱীৰ মায়া-মোহৰ- সূত্ৰ বন্ধনৰপৰা মুকলি হ'বলৈ ইচ্ছা নহয় ! তথাপি যেন ইচ্ছা হয়—যদি আৰু কিছুমান দিন জীলোঁহেঁতেন ! কি জানি,—কি জানি সেই চিনাকি মুখ, প্ৰেমৰ গঠন সেই মূৰতি চাই মৰিবলৈ পালোঁহেঁতেন। সেই নিমিত্তেই মৰণক আলিঙ্গন কৰিব নোৱাৰোঁ। অন্ততঃ যদি জানিও মৰিবলৈ পালোঁহেঁতেন যে, অভাগিনী ফিৰোজাৰ যেতিয়া হাড়-ছাল মাটিৰ লগত মিহলি হৈ যাব, এই নশ্বৰ সংসাৰত যেতিয়া অভাগিনীৰ কোনো চিনেই নাথাকিব, তেতিয়াও প্ৰেম আৰু কৰুণাতে তিতি উঠা এজুৰি চকুৰ পবিত্ৰ তপত পানী হতভাগিনী ফিৰোজাৰ উদ্দেশ্যে পৰি পৰি অবহেলাতে ম্ৰিয়মাণ হৈ মাটিত মিহলি হৈ যাব, আৰু তাৰেই মহিমা অনন্ত আকাশ ভেদি মহাশূন্যত বিলীন হৈ যাব, তেতিয়াও মনৰ শান্তিৰে মৰিব পাৰিলোঁহেঁতেন ! তেতিয়াও জানিলোঁহেঁতেন ফিৰোজাৰ বাবে এটি প্ৰাণে কান্দিছে, এটি আত্মাই প্ৰেমৰ শোকত ভুগিছে ! কিন্তু সকলো নিৰাশ কল্পনা, আকাশৰ ফুল, জুইৰ শীতলতা ! বিদায় সকলো বিদায় ! দৌলত ! প্ৰাণৰ দৌলত ! বুকুৰ দৌলত ! মৰমৰ, প্ৰেমৰ, প্ৰাণৰো প্ৰাণৰ দৌলত ! বিদায়, বিদায় ! তোমাৰ উদ্দেশ্যে হতভাগিনীৰ প্ৰণিপাত, বিদায় !"

সেই অৱস্থাতে ফিৰোজাৰ চকুৰ পৰা জৰ্ জৰ্ কৰি চকুপানী পৰিল। কান্দি তেওঁৰ হৃদয় লঘু হ'ল। ফিৰোজাই আকৌ ভাবিলে, "প্ৰভু ! দয়াময় ! সকলো তোমাৰ ইচ্ছা, অন্তিমত বল দিয়া, তোমাৰ ৰাঙৈ চৰণ চিন্তি যেন মৰিব পাৰোঁ।"

এনেতে সেই ঘৰত ঘাতক সোমাল ; ফিৰোজাৰ প্ৰেম আৰু ভক্তিত উজ্জ্বল তিতা চকুৰে শোভা-পোৱা সুন্দৰ মুখখন দেখি সি নিজগতে থিয় দিলে। পাছ ক্ষণতে ভৰি-হাতত পাৰে মানে কোমল ভাৱে লোৰ শিকলি লগাই ফিৰোজাক বধ্যভূমিলৈ লৈ গল।

বধ্যভূমিত জুমুৰি খাই থকা মানুহৰ ভিতৰত আৰু হুমুনিয়াহ লাগিল ; কোনো কোনো ভৰিৰ বুঢ়া আঙুলিত ভৰ দি থিয় হ'ল ; কোনো কোনো আনৰ কান্ধত ধৰি থিয় দিলে ; কোনো কোনোৱে মাজে মাজে একোটি জঁপ মাৰি ফিৰোজাক একোবাৰ চাই ললে।

যেতিয়া আচল ঠাই তোখৰলৈ আহিল, তেতিয়া ফিৰোজাৰ বুকুখন কঁপিল, মনত ভয় হ'ল ; ভাবিলে তেওঁৰ আজিৰপৰা অস্তিত্বলোপ হ'ল ; নিজে নিজে ভাবি আলপ চক খাই উঠিল।

তেতিয়া দেখিলে ঘাতকৰ তৰোৱাল ওপৰলৈ উঠিছে। ফিৰোজাই চকু মুদিলে মনে মনে ভাবিলে—পৰমেশ্বৰ ৰক্ষা কৰা।

এনেতে কোন পিনৰপৰা অলক্ষিতে আহি ঘাতকৰ গলত এপাট শৰ পৰিল। ঘাতক বাগৰি পৰিল। হাতৰ তৰোৱাল খহি পৰিল। চাৰিওপিনে গোলমাল লাগিল, প্ৰহৰীবোৰে চাৰিওপিনে অনুসন্ধান কৰিবলৈ ধৰিলে। বধ্যভূমিৰ এপিনৰপৰা আনপিনলৈ মানুহৰ সোঁত; তেতিয়া আৰু বেৰ-তেৰৰ প্ৰতিবন্ধক নাথাকিল। মানুহৰ লৰালৰি দৌৰাদৌৰি হাইবোল হৈ-চৈ!

গণ্ডগোল যেতিয়া অলপ কম, তেতিয়া প্ৰহৰীবিলাকে ফিৰোজালৈ চায় যে ফিৰোজা নাই; তেওঁ থিয় দি থকা ঠাইত তিনিজন প্ৰহৰী মৃত্যু-শৰঘাত! গলৰপৰা তেজ বৈ পৰিছে।

# সপ্তম অধ্যায়

দিল্লীলৈ দৌলতৰ লগত বহু মানুহ আহিছিল। যেতিয়া সিঁহতে শুনিলে দৌলতক বন্দী কৰা হৈছে, তেতিয়া সিঁহতে নিজৰ বিপদ হ'ব পাৰে বুলি পলাবলৈ দিহা কৰিলে; কিন্তু সেই চেষ্টাত কৃতকাৰ্য্য হোৱাৰ আগেয়ে বাদচাহৰ সৈন্যই বেঢ়ি তাহাঁতক ধৰিলে; অতি কম সংখ্যক মানুহহে কোনোমতে পলাই সাৰিল।

দৌলতৰ ঘৈণীয়েক গুলজানে ইমান দিনৰ ভিতৰতো দৌলতৰ একো সংবাদ নাপাই অধীৰ হৈ পৰিল। তেওঁ দিল্লীলৈ বাতৰি লবলৈ মানুহ পঠিয়ালে; কিন্তু মানুহো উভতি নাহিল। তেতিয়া গুলজানৰ মনত ভালকৈ সন্দেহ হ'ল, আমোৰা দৌলতৰ কিবা বিপদ হে হ'ল।

এদিনাখন আবেলি গুলজানে ভিতৰত বহি মনে মনে ভাবি আছে দৌলতৰ বিষয়ে; আগতে ছোৱালীজনী, সৰু কালৰ অবোধ খেলাত নিমগ্ন। চকা পাতত বহোঁ-বহোঁ, এতিয়াও বগা পৰা নাই, কিন্তু পৰিবলৈ বৰ পলমো নাই। একটীয়া কিৰণ ৰেখাই দুৰ্ব্বল ভাৱে গছৰ আগত, অট্টালিকাৰ চালত, লাহে লাহে ইফাল সিফাল কৰিছে।

এনেতে টান পাইজামা আৰু দীঘল চোলা পিন্ধি হাতত এটি সৰু বন্দুক লৈ আগত ওলাল গুলজানৰ পুতেক। গুলজানে তেতিয়াও ভাবি আছে, আৰু মাজে মাজে অৰ্থশূন্য দৃষ্টিৰে ছোৱালীজনীলৈ চাইছে। তেওঁৰ পুতেক মোবাৰক আহি যে আগত থিয় দিছে সেইটো তেওঁৰ চকুত নপৰিল।

মোবাৰকৰ বয়স ছয়-সাত বছৰৰ ভিতৰতে। মোবাৰকে ক'লে, "মাই, বাহিৰত এটা মানুহে দেউতাৰ কিবাকিবিলাক কথা কৈছে আৰু কান্দিছে। মই সোধাত সি তোক হে এবাৰ দেখা কৰিব খুজিছে; কিবা কথা আছে বোলে।"

গুলজানে আধাআধি মোবাৰকৰ কথা শুনিলে। তেওঁ পুনৰ সুধিলে, "কি? মোবাৰক কি?"

মোবাৰকে আকৌ তাকে কোৱাত, লৰালৰিকৈ উঠি গুলজান বাহিৰলৈ আহিল। গুলজানে বৰ ব্যস্ত ভাৱে মানুহজনক সুধিলে, "কি কৈছা?"

মানুহজনে সকলো কথা বিবৰি ক'লে। গুলজানৰ মূৰত বজ্ৰাঘাত পৰিল। কান্দিবও নোৱাৰি, মাতিবও নোৱাৰি, গুলজান মূহ-কাঁহ হৈ পৰিল।

মোবাৰকে কি হ'ল ভালকৈ নুবুজিলে, মাথোন ইমানখিনি বুজিলে যে দেউতাকৰ বৰ বিপদ। দৌলত যে পলাই গৈছে সেই খবৰ মানুহজনে নাজানে। দেউতাকৰ এনে বেয়া সংবাদ দিয়াত হে যে মাক অজ্ঞান হৈছে তাকো মোবাৰকে বুজিলে; এই বাবে মানুহজনৰ ওপৰত মোবাৰকৰ খং উঠিল।

গুলজানে কলে, "দেউ, মোৰ নিমিত্তে একো কথা নাই, মই মৰিলেও মৰিলোঁ। কিন্তু লৰা-ছোৱালী দুটিক ইয়াত ৰাখোঁ কেনেকৈ ?"

সিদ্ধনাথে অলপ ভাবি কলে "আই, একো ভাবনা নাই। মোৰ ভগাই-ছিগাই যি ভোখৰ ঘৰ আছে, একো আপত্তি নহলে তালৈকেই বোপাহঁতক লৈ যাওঁ। আপুনি ইয়াতে থাকক। মোৰ মনেৰে কথাটো সঁচা যেন নালাগে।"

গুলজানে কলে, "দেউ! সেইটো নহব! এই সময়ত মই সিহঁতক নেদেখাকৈ থাকিব নোৱাৰোঁ।"

সিদ্ধনাথে আকৌ ভাবিলে, গুলজানক এনেকৈ তেওঁৰ ঘৰলৈ নিয়াটো উচিত নহয়। ইয়াকে ভাবি সিদ্ধনাথে, "মই এতিয়াই আহিম" বুলি কৈ তাৰপৰা আহি ৰাজধানীৰ ডাঙৰ মানুহৰ ঘৰে ঘৰে গল, কিন্তু ৰাজ-দণ্ডৰ ভয়ত কোনেও দৌলতৰ পৰিবাৰক আশ্ৰয় দিবলৈ মান্তি নহল।

সিদ্ধনাথে চহৰখন ঘূৰি শেষ কৰিবলৈ নৌ পাওঁতেই ৰাজধানীৰ ভদ্ৰলোকসকল সাজি-পাৰি নতুন শাসনকৰ্তাক অভ্যৰ্থনা কৰিবলৈ নগৰৰ বাহিৰলৈ যাত্ৰা কৰিলে। দৌলত মৰিল বা হৰিল, আন মানুহৰ কি হল। এজন ৰজা ভাগিল, সিহঁতে আকৌ আন এজন ৰজা পালে। চহৰত আকৌ নতুন ৰজা অহা উপলক্ষে নতুন ভাৱে আমোদ উৎসৱে দেখা দিলে।

সিদ্ধনাথে গতি বিষম দেখি দৌলতৰ ঘৰলৈ আহিল আৰু গুলজানহঁতক তেওঁৰ লগতে ওলাবলৈ সাজু হবলৈ কলে।

সকলো যাবলৈ ওলাইছে, এনেতে মোবাৰকে কলে, "আই, মই নাযাওঁ! কোন আহে আহকচোন! আমাৰ ঘৰ কোনে লব পাৰে লওকচোন চাওঁ। যি আহে তাকে মাৰিম।"

গুলজানৰ চকুলৈ পানী আহিল; লগৰ বান্দী আৰু সিদ্ধনাথেও কৰুণ দৃষ্টিৰে মোবাৰকলৈ চালে। কিন্তু আৰু সময় নাই। সিদ্ধনাথে ভেটি ভুটা দি, একৰ ঠাইত শ খৰচ কৰি, পহৰীয়া আৰু লগুৱাৰ সহায়েৰে চহৰৰ বাহিৰত থকা তেওঁৰ বাহালৈ গুলজানহঁতক লৈ গল।

সিদ্ধনাথে দেখিলে, গুলজানক তেওঁৰ বাহাত ৰখা সুবিধা নহব। দূৰৈৰ এখন সৰু গাঁৱত সিদ্ধনাথৰ ঘৰ; তালৈকে তেওঁ গুলজানক লৈ যাবৰ মন কৰিলে! বহুত কষ্ট কৰি, এপইচাৰ ঠাইত চাৰি পইচা দি, সিদ্ধনাথে দুজন দুলীয়া ঠিক কৰিলে; আৰু তেতিয়াই গুলজান, মোবাৰক আৰু ছোৱালীজনীক লৈ সিদ্ধনাথ যাত্ৰা কৰিলে। গুলজানৰ লগত অহা বান্দী দুজনীও লগতে গল। ৰাতি তেৰপৰ মান হোৱাত সিদ্ধনাথে তেওঁলোকৰ গাওঁ পালেগৈ।

সেইখন এখন সৰু গাওঁ; তাত ২০।২৫ ঘৰ মানুহৰ বসতি। বেছি ধনী বা ডাঙৰ মানুহ তাত সমূলি নাই; দুই এঘৰ আছে অলপ স্বচ্ছল অৱস্থাৰ। গাঁৱৰ বাহিৰে ৰাজ আলিৰ নিচিনা এটি বাট। বাটৰ এপিনে গাওঁখন। আন পিনে বহল শ্যামল শস্যক্ষেত্ৰ। বাটত ডাঙৰ সৰু নানাবিধ গছ। গছৰ ওপৰত চৰাইৰ বাহ। কোনোটি চৰায়ে পাখিৰে শব্দ কৰিছে, কোনোটিয়ে দিনৰ পৰিশ্ৰমত ভাগৰি অহা দেহটি শান্তিময় বাহত থৈ টোপনি লভিছে। গৃহস্থৰ পিছ'পিনে তামোল পাণ বাঁহ আম কঠালৰ বাৰী; কেতিয়াবা তাৰপৰা এটি দুটি শিয়াল ওলাই

আহি সিদ্ধনাথহঁতক দেখি লব মাৰিছে। মাজে মাজে বা গৃহস্থৰ ঘৰৰ কুকুৰে তেওঁলোকৰ অঙ্গৰ গন্ধ পাই বা শিয়ালৰ গোন্ধ পাই ভুক ভুক কৈ গৃহস্থক পহৰা দিছে।

সিদ্ধনাথৰ ঘৰটি গাৱঁৰ এমূৰত। তেওঁ মুছলমান ৰজা দৌলতৰ প্ৰিয়পাত্ৰ। গাৱঁৰ এমূৰে অলপ আহল বহল ঠাইত ঘৰ সজাই লৈছে।

দূবৰি বনৰ কোমল দলিছা পতা বাট এটি; সেই বাটৰ মূৰত বকুল আৰু শেৱালি ফুলৰ গছ; সেই গছৰ ফুলে চাৰিওফালে আমোদমোলকৈ ৰাখিছে। সেই বাটেদিয়েই সকলোটি সোমাই গল। এটি সৰু পুখুৰী পালে। তাৰ এপিনে এটি সুন্দৰ ঘৰ। ঘৰটিৰ ওপৰত এনেকৈ লতা বগাই বগাই উঠিছে, যে তাক লতাৰ নিকুঞ্জ যেন দেখি। তাৰ চাৰিওপিনে নাহৰ ফুলৰ শাৰী পতা গছ; গছত মাধৱী লতাবোৰে কোমল আৰু ধুনীয়া আগবোৰেৰে সাবটি ধৰিছে; কেতবোৰৰ আগ ফেৰ ধৰি উঠি চাৰিও পিনে সুন্দৰ ভাৱে ওলমি পৰিছে। ঘৰৰ দুৱাৰমুখত দুই পিনে দুডালি বকুল। এইটি সিদ্ধনাথৰ গোসাঁই ঘৰ। সিদ্ধনাথে তাতে এটি সেৱা কৰিলে।

পুখুৰীৰ আন এটি পাৰত আৰু দুটিমান ঘৰ। সেই ঘৰৰ ওচৰলৈ তেওঁ গল। লগৰ আন মানুহবোৰ অলপ দূৰতে থিয় দিলে।

সিদ্ধনাথে মাতিলে, "কিৰণ, কিৰণ!"

"দেউতা আহিল" বুলি এজনী বাইশ বছৰীয়ামান তিৰোতা ওলাই আহিল; তেওঁৰ পাছত হাতত চাকি লৈ এজনী বান্দী। তিৰোতাজনীৰ ভৰা যৌবন; কিন্তু তেওঁৰ গতিত অস্থিৰতা নাই, চকুত চঞ্চলতা নাই; নিটোল অথচ দীঘল মুখখানি, তাত ভক্তিৰ সৌন্দৰ্য্যেৰে উপচি পৰা এটি ভাৱ লালসাৰ আবিলতা নাই। গাত এখন বগা শাৰী, তাত যত্নেৰে কৰা কোনো ৰং চং নাই। তিৰোতাজনী বিধৱা, তেওঁৰ নাম কিৰণমালা; সিদ্ধনাথৰ ভতিজা জীয়েক। সিদ্ধনাথৰ নিজা বুলিবলৈ এই ছোৱালীটিয়েই যি।

কিৰণে আহি আনন্দত উল্লসিত হৈ সিদ্ধনাথৰ ভৰিত ধৰি সেৱা কৰিলে; উঠি দেখিলে, দোলা মানুহ।

কিৰণে সুধিলে "দেউতা, এওঁলোক কোন?"

সিদ্ধনাথে একো নমতাকৈ গৈ দোলাৰপৰা গুলজানক নমাই কিৰণৰ ওচৰলৈ মাতি আনিলে। কিৰণে দেখিলে, নানাবিধ বহুমূলীয়া অলঙ্কাৰ আৰু কাপোৰ-কানিৰে সুশোভিতা এজনী ৰমণী, কোলাত ছোৱালী এটি, ওচৰে ওচৰে লৰা এটা। ৰমণীৰ মুখত বিষাদৰ ছাঁ, চকুত দুখৰ ৰেখা। কিৰণৰ বুকুত বৰ আঘাত লাগিল! তেওঁ সকৰুণ দৃষ্টিৰে চাই ৰল।

সিদ্ধনাথে কলে, "এই জনী তোমাৰ ভনীয়েৰা; এই দুটি ভতিজা পুতেৰা আৰু জীয়েৰা।"

কিৰণে তাৰ অৰ্থ একো বুজিব নোৱাৰিলে; কিন্তু তেওঁলোকৰ প্ৰতি কিৰণৰ মনত বৰ দয়া উপজিল। কিৰণে বান্দীজনীক, সিদ্ধনাথক আৰু আলহীয়া কেইটাক বহিবৰ আসন আনি দিবলৈ কৈ, গুলজানৰ হাতৰপৰা ছোৱালীজনীক নি এটি চুমা খালে, আৰু কলে, "দেহি ঐ মোৰ

"আইটি! সূৰ্যৰ তলাই টোটোৱা পৰি গৈছে। আজি দিনমানটো একো খোৱা নাই চাগৈ।" এই বুলি কওঁতে কিৰণৰ চকুৰপৰা দুটোপামান পানী ওলাল। তলুজানে দেখিলে। তলু-জানৰো চকুলো ওলাল!

আহা! মানুহৰ চকুৰ দয়াৰ পানীৰ নিচিনা কোন বস্তু পৃথিৱীত মূল্যবান!

ইয়াৰ পাছত কিৰণে ছোৱালীজনী কোলাত লৈ আৰু মোবাৰকক হাতত ধৰি তেওঁৰ ঘৰৰ ভিতৰলৈ লৈ গল। তলুজানকো মাতি নিলে।

কিৰণে জানিছিল যে সেইভাবে আগে পাছে যেনে কৰে, তেনেকৈয়ে আজিও কোনো দুখত পৰা তিৰোতাক আশ্ৰয় দিবলৈ তেওঁৰ আশ্ৰমলৈ আনিছে।

# অষ্টম অধ্যায়

কুতব আৰু দৌলত কাটেক খৰখেদা ওলাই কলৈ যাব একো ঠিক কৰিব নোৱাৰিলে; ইপিনে ৰাতিও চুটি হৈ আছিল। তেওঁলোকে আন ঠাইলৈ যোৱা বৰ উপযুক্ত বিবেচনা নকৰি, চহৰৰ বাহিৰত এটি ভগা কবৰত লুকাই থাকিল; দিনমানটো ওলাবলৈ সাহ নকৰিলে। ৰাতি হোৱামাত্ৰে তেওঁলোকে উত্তৰ-পশ্চিম দিশে পঞ্জাবৰ মুৱা বাট ললে। এনেকৈ কেতিয়াবা নোখোৱাকৈ, কেতিয়াবা খুজি-মাগি এপাল খাই, কেতিয়াবা ছলে চেনুৰে পালে খোৱা বস্তু আনি, তেওঁলোকে আঠ দহ দিন গৈ ৰাজপুতনা আৰু পঞ্জাবৰ মাজতে এখন বৰ জাওৰ বননি পালে।

দৌলতে ভাবিলে, তেওঁ পঞ্জাবৰ ৰাজধানী লাহোৰ পায় মানে বাদ্‌চাহৰ নতুন মানুহ নতুন শাসনকৰ্তা গৈ পঞ্জাব পাব। ইয়াৰ ভিতৰতে [illegible] যি হব লাগে এবিধ হব। গতিকে তেওঁৰ নিজৰ জীৱনটিক বিপদত পেলাবলৈ লাহোৰ মুখি যোৱা তেওঁ বৰ উচিত বিবেচনা নকৰিলে।

কুতবক কলে, "কুতব, আমি ইমান দিন কষ্ট কৰি আহি এৰ দুখ পালোঁ। এতিয়া এই বনতে কিছুমান দিন অলপ বিশ্ৰাম লব লাগিব। নহলে কি কৰিবা! বনৰ দাঁতিত ভীল-আদি অসভ্য জাতিবোৰ আছে; সিহঁতৰ সহায়েৰে কোনোমতে জীৱন নিয়াব লাগিব।"

কুতবে সুধিলে, তেওঁৰ লৰা তিৰোতাৰ কালে কি হব।

দৌলতে কলে, "তাক ভাবিলে আৰু কি হব! দিল্লীৰ পৰা মানুহ গৈ ইমান দিনে পাইছে। সিহঁতৰ যি হবলগীয়া হৈছেই। বাদ্‌চাহে মোৰ অপৰাধৰ কাৰণে হে যদি মোক মাৰিব খুজিছিল, তেনেহলে সিহঁতৰ ওপৰত দয়া হবও পাৰে। মই আশা কৰোঁ, মোক মাৰিবৰ আন একো কাৰণ নাই। মনতে মো মই ইব্ৰাহিমৰ একো অন্যায় কৰা নাই। ইব্ৰাহিমক সকলে পৰা মৰম-চেনেহ কৰিছোঁ; আমি দুয়োজনৰ ভিতৰত বৰ প্ৰণয় আছিল। হঠাতে তেওঁ কিয় এনে কৰিলে কব নোৱাৰোঁ। আৰু তোমাকে বা তেনেহলে বন্দী কৰিলে কিয়? মোক মাৰা যদি উদ্দেশ্য আছিল, তেন্তে তুমি মোক ভণী কৰাত, তোমাক মাৰা তেওঁ উচিত নাছিল। কি হৈছে মই হলে একো ভাবি নেপাওঁ।"

কুতবে সকলো কথা জানে; আৰু তেওঁৰ বাবেহে যে দৌলত প্ৰায় মৰিব লগীয়া হৈছিল তাকো জানে। তেওঁৰ মনত অলপ লাজ লাগিল, কেনেকৈ তেওঁ তেনে এটা কথা কয়। কিন্তু নকলেও মনে নপতিয়ায়; এটা খুদুৰুদি থাকি যায়।

কুতবে কলে "খাঁ চাহেব! মোক যদি তুমি ক্ষমা কৰা, তেনেহলে মই কব পাৰোঁ।"

দৌলতে কলে, "কোৱা কুতব! তোমাক আৰু কিহৰ ক্ষমা খুজিব লাগে? তুমি কি কৰিছা?"

কুতবে আকৌ কলে, "নহয় খাঁচাহেব! তুমি কোৱা যে একো খং নকৰা, একো বেয়া নোপোৱা, আৰু মই যি কৰিছোঁ তাৰ বাবে ক্ষমা কৰিবা।"

দৌলতে কলে "বাৰু কোৱা! তুমি যি কৰিছা তাৰ বাবে ক্ষমা কৰিলোঁ।"

তেতিয়া কুতবে কলে, "খাঁ চাহেব! গুলি কৰি তোমাক মাৰিব নোৱাৰি মনত শান্তি নাপালোঁ; পিছে যেতিয়া দেখিলোঁ সন্দেহৰ ওপৰত আন মানুহ ধৰি আনি মাৰে, তেতিয়া নিজে ধৰা দিলোঁ। মই তো মৰিমেই কিন্তু যাৰ নিমিত্তে মৰিবলৈ ওলাইছোঁ তাৰ এবিধ কৰিব পাৰিলেহে ভাল; এই বুলি বাদ্‌ছাহৰ ওচৰলৈ গৈ এই দৰে কলোঁ—জাহাপনা! গুলি ময়েহে কৰিছিলোঁ; কিন্তু দৌলতৰ বিৰুদ্ধে নহয়, আপোনাৰ বাবেহে। দৌলতে মোক শিকাই ৰাখিছিল, এই সময়ত আপোনাক লক্ষ্য কৰি গুলি কৰিবলৈ, যাতে আপোনাৰ পতন হলে নিজে ৰজা হব পাৰে, সেই উদ্দেশ্যে লগত সেনাও আনিছিল বহুত। কিন্তু ভাগ্যক্ৰমে এটি গুলীও নপৰিল; শেহৰ গুলীটি পৰিলহেঁতেন, কিন্তু হাতীটি ঘূৰাৰ বাবে দৌলতৰ ওচৰত হে পৰিল। —মই এইদৰে কোৱাত সম্ৰাটে বিশ্বাস কৰিলে, আৰু দুয়োকো বন্দী কৰিবলৈ হুকুম দিলে; মই ভাবিলোঁ, যি নহক মনৰ আশা পূৰ হব।"

দৌলতৰ মুখত যেজাৰ আৰু অনুতাপৰ ভাবে দেখা দিলে। দৌলতে কলে "মই জানোঁ, ইব্ৰাহিমে মিছামিছিকৈ সন্দেহ কৰি কেতিয়াও মোক নধৰে। আহা! মিছাতেহে এইখন হল। মই এতিয়াও যাওঁ গৈ; এতিয়াও আশা আছে; নিশ্চয় ইব্ৰাহিমে বুজিব।"

কুতবে গম্ভীৰ মুখকৈ কলে—"খাঁ চাহেব। মই ভাল কৰা নাই। কিন্তু এতিয়া তুমি গলে তোমাৰে বিপদ। দুয়ো একে লগে পলাই অহা দেখি আৰু ফিৰোজা মুকলি কৰি দিয়াত থকা দেখি সকলোৰে মনত সন্দেহ ঠিক কথা ৰূপে ঠাই পাইছে, এতিয়া আৰু গলে, ভাবিব তুমি উপায় নাপাই ভয়তেহে গৈছা।"

দৌলতে ভাবিলে এই কথাই তো ঠিক। আৰু উপায় নাপাই বা ভয়তে যোৱা মতলব বুলি ভাবি দৌলতৰ আত্মগৌৰৱে অলপ আঘাত পালে; তেওঁ ভাবিলে, যি হৈছে হৈছেই; সাপ গাঁতৰ পৰা এবাৰ ওলালে আৰু নোসোমায়। এই পথ ধৰিলোঁ; কপালত যি আছে।

যেতিয়া কুতবে নিজে গৈ সেনাপতিৰ আগত তেওঁৰ অপৰাধ স্বীকাৰ কৰে, তেতিয়াই গিয়াছুদ্দিনে কুতবক মাতি নি কলে যে, দৌলতেহে ইব্ৰাহিমক মাৰিবলৈ কুতবক লগাইছিল, এনেকৈ যদি কুতবে সম্ৰাটৰ আগত কয়, তেনেহলে দৌলতো মৰা পৰিব আৰু কুতবৰো উদ্দেশ্য সিদ্ধ হব। আকৌ সেনাপতিয়ে আশা দিছিল, তেওঁ বাদ্‌ছাহত কৈ-মেলি কুতবৰ প্ৰাণ ৰাখিব।

সিদিনা গিয়াছুদ্দিনে বাদছাহক কৈছিলও, কিন্তু এনে গুৰু অপৰাধত বাদ্‌ছাহে কুতবৰ মুক্তি নিদিলে।

দৌলতৰ বিৰুদ্ধে গিয়াছুদ্দিনৰ এনে ষড়যন্ত্ৰ কৰাৰ কাৰণ আমি কব নোৱাৰোঁ। কিন্তু তাৰাবোৰ দেখি জোনাকী পৰুৱাই ধৰ্ ফৰ্ কৰি পাৰাকুপিকিক্ কৰে যি কাৰণে, ম'ৰাক দেখি কাউৰীয়ে চালি ধৰিব খোজে যি কাৰণে, বেয়াবংশৰ মানুহ ভাল হলে ভালবংশৰ নিগুৰ্ণ পুৰুষৰ বুকু পোৰে যি কাৰণে, আত বাজে যে আন কিবা কাৰণ আছে তাক ভাবি নাপাওঁ। কুতবে গিয়াছুদ্দিনৰ কথা একো নকলে।

দৌলতৰ ক্ষমতা আৰু কাৰ্য্যতৎপৰতা ইমান বেছি আছিল যে যেতিয়া দৌলত পলাই আহিল, তেতিয়া কাৰো বুজিবলৈ বাকী নাথাকিল, দৌলতে যেনেকৈ হক দিল্লীৰ সিংহাসনত এদিন উঠিবই; কুতবেও তাক বুজিলে, দৌলতেও বুজিলে; ইব্ৰাহিম আৰু গিয়াছুদ্দিন তেওঁলোকেও জানিলে। এইকাৰণে কুতবে ভাবিলে, যদি গিয়াছুদ্দিনৰ কথা কোৱা যায়, দৌলতে তেওঁৰ ভবিষ্যতে অন্যায় কৰিব পাৰিব। গিয়াছুদ্দিনে কুতবৰো ভালৰ নিমিত্তেই চেষ্টা কৰিছিল।

কুতবৰ কথা শেহ পৰাত দৌলতে কলে, "কুতব! মিছামিছি কথাত হে ইমান খিনি হলহেঁ। মোক বিশ্বাস কৰা; আৰু নকৰিবৰো কাৰণ নাই। ফিৰোজাৰ সম্পৰ্কে তোমালোকৰ বৰ ভুল ধাৰণা আছে। মোৰ নিতান্ত ইচ্ছা আছিল তেওঁক বিয়া কৰাম; কাপুৰুষৰ নিচিনা আচৰণ কৰা দৌলতৰ পক্ষে অসম্ভৱ। কিন্তু বাটতে বিষিনি হল। মোৰ এজন আত্মীয়ই ফিৰোজাৰ ৰূপত মোহিত হৈ তেওঁৰ ওপৰত অত্যাচাৰ কৰিব খোজে; আৰু নে কি মোৰ কথা কৈ ফিৰোজাক লৈ আহিব খুজিছিল। শুনিছোঁ, তুমি তেতিয়া ঘৰত নাছিলা; জেলালে, ফিৰোজাৰ ওপৰত জোৰ কৰিব খোজাত, সেই আত্মীয়জনক কাটি পেলায়। তাৰ লগত যোৱা মানুহবোৰে আহি কলে, জেলালে কিবা কথাত দন্দ লাগি মোৰ অমাত্য এজনক কাটিছে। তেতিয়া মোৰ স্বভাৱতে খং উঠিল, আৰু জেলালক বন্দী কৰি থোৱা হল। তাকে দেখি তোমালোকৰো বিশ্বাস হল ময়ে তেনে কৰিব খুজিছিলোঁ। তোমালোক পলাই আহিলা, জেলালো পলাল। পাছে বহুদিনৰ মূৰত সকলো কথা ওলাই পৰিল। তেন্তে চোৰাচোন। কি কথাত কি হল, মিছাতে হে মোক মাৰিব খুজিছিলা। ফাটেক ঘৰত ফিৰোজাক এইবোৰ কবলৈ সময় নহল, এনেই হে ক্ষমা প্ৰাৰ্থনা কৰি আহিছোঁ। আজি তোমাৰ আগত সকলো কথা খুলি কব পায়, ভাবিছোঁ দৌলতৰ অপবাদ এটি গুচিব। বিশ্বাস কৰিলা নে তুমি।"

দৌলতে কুতবৰ মুখৰ পিনে চালে; কুতবে আৰু অলপ লাজ পালে তেওঁ কলে, "খাঁচাহেব! তোমাৰ ওপৰত মিছামিছি বহুত অন্যায় কৰিলোঁ; সকলোকে ক্ষমা কৰিবা, কোৱাঁ।"

দৌলতে কলে, "কুতব! তোমাৰ বা জেলালৰ দোষ নাই; ফিৰোজা, মহাভৰ কাৰো দোষ নাই। তোমালোকে কথাটি যেনে শুনিছিলা, আৰু কথাও যে সেয়ে বুলি বিশ্বাস কৰাৰ বিমান কাৰণ আছিল, তেতিয়া সকলোৱে তোমালোকৰ নিচিনা কৰিলেহেঁতেন। ময়ো তাকে নকৰি নোৱাৰিলোঁহেতেন। ইয়াত তোমালোকৰ কি দোষ আছে?"

কুতবে কলে, "খাঁ চাহেব! ঠিক বুজিছা। আমি তোমাৰ কাম সুবুলি নোৱাৰিলো; সিইতে তোমাৰ ছাব-মোহৰ থকা কাগজ এখনো দেখুৱাইছিল বোলে।"

দৌলতৰ মনে মনে খং উঠিল; মনে মনে ভাবিলে, আজিও যদি সেই মানুহ থাকিলহেঁতেন, আৰু যদি ময়ো ৰজা থাকিলোঁহেতেন!

দৌলতে কলে—"উঃ! ইমানখিনি কৰিছিল!"

কথাৰ কথাৰ তেওঁলোকে ভীল আহি, মানুহ থকা ঠাইৰ ওচৰত গাওঁ এখন পালেহি। আগতে বহু দূৰে নিৰিপি কৰিছিল, ওপৰত আকাশ। ভীলবোৰে অসভ্য হলেও অতিথিক আদৰ কৰিছিল, আৰু ভাল মানুহ অতিথি বা আশ্ৰিত হৈ থাকিলে, সিহঁতৰ বৰ গৌৰৱ আৰু আনন্দ বুলি ভাবিছিল। সিহঁত বৰ বিশ্বাসী, পৰিশ্ৰমী। ভীলৰ হাতত লালন-পালনতেই ডাঙৰ হৈ মিবাৰৰ বৰত বাপ্পাই জীৱন ৰক্ষা কৰিছিল আৰু সিংহাসন পাইছিল। সিহঁতে দৌলত আৰু কুতবক সহজতে আশ্ৰয় দিলে, আৰু তেওঁলোকে ইচ্ছা প্ৰকাশ কৰাত বনৰ দাঁতিতে, সিহঁতৰ গাঁৱৰ অলপ দূৰত এটা ঘৰ সাজি দিলে।

এতিয়া কুতবে আৰু দৌলতে লগ-লাগি পৰামৰ্শ কৰিছে—বাবৰৰ সহায় লোৱা। প্ৰথমতে ভাবিছিল মিবাৰৰ মহাৰাণা সংগ্ৰাম সিংহৰ সহায় লোৱাৰ কথা। কিন্তু দেখিলে যে মহাৰাণাৰ লগত বাদ্‌চাহে সন্ধি কৰিছে; এই সন্ধি ভঙ্গ কৰি ৰাজপুতে এতিয়া কিম হেজাৰ সৈন্যত অৰিত পৰিলেও বাদ্‌চাহৰ বিৰুদ্ধে নচলিব। তেতিয়া আন উপায় নোহোৱা দেখি বাবৰৰ শৰণাপন্ন হবলৈ মন কৰিলে। তেতিয়া বাবৰৰ বীৰত্ব আৰু বুদ্ধিমত্তাৰ কথা চাৰিওফালে প্ৰকাশ হৈ উঠিছে।

এদিন ঘৰ দুৱাৰ মাজি এনে কথাবোৰেই আলোচনা কৰি আছে, এনেতে ঘৰৰ দুৱাৰত আহি এজন ভীলে মাত লগালে। কুতবে দুৱাৰ মেলি যি দেখিলে অলপ দূৰত দুজন মানুহ, এজনী তিৰোতা। তাকেঁ চাই চিনিব পাৰিলে—জেলাল, মহাতৰ আৰু ফিৰোজা।

# নবম অধ্যায়

দৌলত পলালত, ইব্ৰাহিমৰ মনত ভয় হল। আৰু কুতুবে লগত যোৱা যেতিয়া তেওঁ শুনিলে, তেতিয়া দৌলতৰ সম্পৰ্কে সকলো সন্দেহ স্থিৰ সত্যত পৰিণত হল। দৌলতৰ বীৰত্ব আৰু অসাধাৰণ শক্তি সকলোৰে বিদিত; ইব্ৰাহিমে নিজেও জানে যে দৌলতৰ সহায়ত হে তেওঁৰ সিংহাসন ইমান দিন পতন হোৱা নাই।

কিন্তু যেতিয়া দৌলতৰ এনে কদভিপ্ৰায় আছে, বুলি ভাবিবলৈ ধৰিলে তেতিয়া তেওঁৰ ভয় হল। ৰাজ্যৰ আমীৰ ওমৰাহ সকলে সম্ৰাটৰ ওপৰত অসন্তুষ্ট; সুবিধা পালেই তেওঁৰ বিৰুদ্ধে উঠিবলৈ সাজু। দৌলতে যদি অলপ চেষ্টা কৰে তেন্তে সিংহাসন তেওঁৰ হৈ আছেই। সেই নিমিত্তে তেওঁ দৌলতকে ধৰিবলৈ পাৰেমানে যত্ন কৰিলে; কিন্তু কৃতকাৰ্য্য নহল।

ইপিনে পঞ্জাৰ শাসনৰ ভাৰ কাৰ ওপৰত দিব তাৰো একো থিৰ কৰিব নোৱাৰিলে। তেও সেনাপতি গিয়াছুদ্দিনক পঞ্জাবলৈ যাবলৈ কলে; গিয়াছুদ্দিনে সম্ৰাটক বুজালে—দৌলত যেনে পুৰুষ, তেওঁ এনেই বহি নাথাকে, যুদ্ধৰ নিমিত্তে যেনে তেনে মতে সাজু হব। এনে সঙ্কটৰ সময়ত ৰাজ্যৰ প্ৰধান সেনাপতি গিয়াছুদ্দিন গলে কেনেকৈ চলিব? ইব্ৰাহিমে ভাবি চালে কথাটি যথাৰ্থ।

অগত্যা তেওঁ আন এজন আমীৰৰ হাতত পঞ্জাৱৰ শাসনভাৰ দিবলৈ থিৰ কৰি গিয়াছুদ্দিনক কলে, "সেনাপতি, সম্পূৰ্ণ বিশ্বাস কৰিব পাৰোঁ এনে আমীৰ বা ওমৰাহ কাকো নেদেখোঁ। দৌলতৰ ওপৰত সম্পূৰ্ণ ভৰসা আছিল, তেওঁ তাকেই কৰিলে। এনে থলত তুমি মোক নেৰিবা। তোমাৰ লগত আজিৰ নহয়, সৰুৰেপৰা একে লগে আছোঁ, খাইছোঁ; তুমি মোক কেতিয়াও নেৰিবা।"

গিয়াছুদ্দিনে কলে, "জনাব! ই আৰু কেনে কথা কৈছে! গোলামে যদি আপোনাৰ কাম সাধন কৰোঁতে প্ৰাণ হেৰুৱায় সি গোলামৰ পক্ষে ভাগ্য হে। কিন্তু জনাব বে-আদবী মাফ হক্। আপুনি যাক বিশ্বাস কৰিব লাগে তাক নিচিনে। দৌলতৰ নিচিনা কুটিলক হে বিচাৰি পায় গৈ! তাৰ কথা মই আপোনাক আগৰেপৰা কৈ আহিছোঁ; তাক মাতি আনি ইমান সম্মান দেখুৱাবো সকাম নাই বুলি কৈ আহিছোঁ; তথাপি আপুনি স্বাৰ্থপৰ কেজনমানৰকথা শুনি ইমান কৰিছিল। সি যি হক! জাহাপনা! আপোনাৰ কামত গোলামে যি পাৰে কৰিব।"

ইব্ৰাহিমে কলে, "এৰা সেনাপতি, মই এতিয়া সকলো কথা বুজিছোঁ। কিন্তু ঈশ্বৰ মঙ্গলময়! দৌলতৰ বাবে এনেখন নকৰিলে, এই সাপটিক শেষলৈকে তলত ৰাখাৰ নিচিনা নহলহেতেন নে? কিন্তু সেনাপতি, কোৱা তুমি মোক কেতিয়াও পৰিত্যাগ নকৰা। আহা আজি এই কোৰান ছুই দুয়ো ধৰ্মভ্ৰাতৃ হওঁ।"

গিয়াছে একো নোকোৱাকৈ কোৰানত ধৰি ইব্ৰাহিমৰ ওচৰত সদায় বিশ্বাসী থাকিব বুলি

প্ৰতিজ্ঞা কৰিলে। গিয়াছৰ মুখত শেতা ভাৱ এটা বিৰিঙি ওলাল, বলেৰে উলিৰা হাঁহি আৰু আনন্দৰ চিনত সেই ভাৱ বেছিকৈ ফুটি উঠিল। ইব্ৰাহিমে গিয়াছক বিদায় দিলে।

সংসাৰত দেখিবা বেছি ভাগ মানুহেই স্বাৰ্থপৰ। নিজৰ স্বাৰ্থলৈ নাচায় এনে মানুহ হাজাৰৰ ভিতৰতো এজন নোলায়। কিন্তু স্বাৰ্থপৰৰো কম-বেছ ভাল-বেয়া আছে। তুমি স্বাৰ্থ সাধন কৰিবলৈ ভাল পোৱা, কিন্তু নীতি আৰু ধৰ্মৰ মূৰত পদাঘাত কৰি মনক বোধ দিব নোৱাৰা। তেওঁ স্বাৰ্থ সাধন কৰে, নীতি আৰু ধৰ্মলৈকো বৰ ভ্ৰূক্ষেপ নকৰে, কিন্তু মুখৰ লাজ, বা কৃতজ্ঞতা, বা দয়াপৰবশ হৈ মনটি দমাই ৰাখে। আৰু ময়ো স্বাৰ্থপৰ; নীতি-ধৰ্মতো মোৰ কথা নাই; লাজ ভয় কৃতজ্ঞতা দয়াৰ লগতো খাতিৰ নাই; দেখোঁতে যাতে নিজৰ ভাল হয় তাৰ অৰ্থে শত মহাবাধা অতিক্ৰম কৰিবলৈকো স্বীকাৰ। কেৱল এয়ে নহয়, আৰু কেবা-বিধৰো স্বাৰ্থপৰ আছে। কিন্তু আমাৰ কথাৰ উদ্দেশ্য ইয়াতে শেহ হব বুলি আমিও ইয়াতেই মূৰিলোঁ।

ঠিক দুপৰীয়া হবলৈ এতিয়াও অলপ সময় আছে। বহুত ভদ্ৰলোকেই আহাৰ সমাপন কৰিছে; কোনোৱে বা কাজ কৰ্মৰ উদ্দেশ্যে বাহিৰ হৈছে; কোনোৱো বা পেটত অলপ বোজা দি ভাগকৰা যন্ত্ৰটিক ধপ্ ধপীয়া বগা কোমল বিছনাত লাহেকৈ থৈ দিছে, যাতে অলপ বিশ্ৰাম পায়; কোনোৱে বা তাচ বা পাশা বা ডবা খেলাৰ ঘৰলৈ গৈ অতি মনোযোগেৰে সৈতে অলপ আলাপ কৰি লৈছে; কোনোৱে বা ডাইনা-ডুগি, বাঁহী প্ৰভৃতি লৈ সা-ৰে-গ'-মা বুলি সঙ্গীত বিদ্যাৰ চৰ্চাত নিযুক্ত হৈছে। সাধাৰণ মানুহে ভাত খাবলৈ এতিয়াও পোৱা নাই, কাৰ্য্য-ক্ষেত্ৰতে নিযুক্ত আছে; চৰাইবোৰে আৰু গৰু-ছাগলীবোৰেও দুপৰীয়াৰ ৰদত জিৰণি লোৱাৰ সময় আহা নাই। বজাৰৰপৰা পোহাৰীবোৰ যোৱা নাই; ফেৰিৱালায়ো বাটে বাটে নানা প্ৰকাৰ অবুজা সুশ্ৰাব্য ভাষাৰে চৰাই-চিৰিকটিৰ অনুকৰণ কৰি নিজৰ মনৰ ভাৱ প্ৰকাশ কৰিবলৈ এৰা নাই।

সেনাপতি গিয়াছুদ্দিন নিজৰ বহা-ঘৰত বহি আছে। বাহিৰত মুকলি চোতালখনত ছুটি ছুটি বনৰ ওপৰত ফুলৰ গাছে মূৰ দাঙি নিজৰ প্ৰভাৱ দেখুৱাই থিয় দি আছে। তাতে শালিকা এজনীয়ে মেকুৰী এটাক খেদি নি চোতালৰ জতাৱ থৈ আহিল—আশা একাধিপত্য—কিহৰ কোনে জানে? সেনাপতিৰ চকুত এইবোৰ হলে একো পৰা নাই। তেও ভাবিছে তেওঁৰ ভাবনাকেই। এনেতে সেনাপতিৰ চোতালত মহাতৱ খাঁৰ আবিৰ্ভাব হল। হাঁহি মুখেৰে গিয়াছে মহাতৱক বহিবৰ ঘৰলৈ মাতি নিলে।

সেনাপতিয়ে কলে—"আহিলা মহাতৱ, বেছ কৰিলা।"

মহাতৱ—হুজুৰৰ কিহৰ বাবে আদেশ হৈছে?

গিয়াছ—মহাতৱ! কথা এটি আছে; বৰ দৰকাৰী বুলি হে তোমাকে মাতিছোঁ।

মহাতৱ—কি কথা আছে কওক।

গিয়াছ—যেনে তেনে কথা নহয়। আনৰ আগত হলে নকলোঁহেঁতেন, কিন্তু তোমাৰ লগত কিমান দিনৰপৰা বিশ্বাস। তোমাৰ আগত মোৰ কথা কম আৰু ভয় কি?

মহাতৱ—কিবা ডাঙৰ কথা যে পাতনিতে বুজা গৈছে।

গিয়াছ—এৰা, ডাওৰ বাবেই তে তোমাক আনাৰ কথা। পাছে দৌলত যোৱাৰ সম্পৰ্কে তোমাৰ কেনে অভিমত ?

মহাতব—সেনাপতি ডাঙৰীয়া, ফিৰোজাৰ কথাৰ পৰায়ে আপুনি সকলো জানিছে; মোৰ তাত কোনো সংশ্ৰৱ নাই। যদি মোৰ গাত দোষ থাকা বুলি ভাবিছিল তেতিয়াই দোষী বুলিলে হলহেঁতেন। এতিয়া আৰু কি ফান্দত পেলাবলৈ কি কৰিছে কি জানো ? মোৰ একো অভি-মতো নাই, হাতো নাই। মই তাত দোষী নহওঁ; মোক যাব দিয়ক গুচি যাওঁ। মোৰপৰা একো সংবাদ পোৱাৰ আশা নকৰিব।

গিয়াছ– আঃ! আঃ! তোমাক দোষী বুলিলে কোনে? তোমাক কেৱল সুধিছো হে, দৌলতে এতিয়া কি কৰিব ?

মহাতব - ঘূৰাই পকাই সুধিলেও, সেনাপতি ডাঙৰীয়া, মই একো কব নোৱাৰোঁ। দৌলতে মোৰ আগত কি কৰিব কৈ যোৱাহেঁতেন, মই তেওঁক ধৰিবই তো পাৰিলোঁহেতেন। মই তিমান মাৰ-পেঁছৰ মানুহ নহওঁ। মিছামিছি মোক একো সন্দেহ নকৰিব।

সেনাপতি—আঃ! নহয় মহাতব, সেইটো নহয়! তোমাক নো কিবা সন্দেহ কৰাৰ বা দোষ দিয়াৰ কথা হৈছে নে? অৰ্থাৎ এতিয়া দৌলতে কি কৰিব বুলি ভাবিছা ?

মহাতব—হুজুৰ, মই আপোনাৰ অভিপ্ৰায় বুজিছোঁ। মই শপথ খাই কৈছোঁ মোৰ একো দোষ নাই। আপুনি যিমান মেৰ লগাওক, মই একো নাজানো। মই যাওঁ।

এই বুলি একেছাবে মহাতব যাবলৈ থিয় দিলে। মহাতবৰ ইমান সন্দেহ কৰাৰ কাৰণো আছিল। কামত থাকাত সেনাপতিয়ে তেওঁক ইমান ভাল চকুৰে এদিনো চোৱা নাই; আজি হঠাৎ এনে অসম্ভৱ পৰিবৰ্তন দেখি মহাতবে অলপ আচৰিত মানিলে।

তেওঁক উঠা দেখি গিয়াছে তেওঁৰ হাতত ধৰি বহুৱাই কলে, "এঃ! মহাতব! বহা; তোমাক ভাঙি-পিটিকি কওঁতেহে বুজিবা।"

সেনাপতিৰ কথাৰ সুৰত মহাতবৰ মন ঘূৰিল, মহাতব আকৌ বহিল।

তেতিয়া গিয়াছে কবলৈ আৰম্ভ কৰিলে,—"দৌলত খাঁ যেনে বুদ্ধিমান আৰু কৰ্মদক্ষ পুৰুষ, তেওঁ যে ফাটেকৰপৰা পলাই গৈ এনেই বহি থাকিব, বা সাধাৰণ মানুহৰ নিচিনাকৈ জীৱনটি শেহ কৰিব এনে ভাবিব নোৱাৰি। নহয় নে মহাতব, তুমি কি কোৱা ?"

মহাতবে অলপ ইকাল সিকাল কৰি কলে,—"এনেই কোনে বহি থাকে? অৱশ্য কিবা এবিধ কৰিব।"

গিয়াছে কলে—"কিবা এবিধ তো কৰিবই। মোৰ মনত হলে ভাবিছো, দৌলতে দিল্লীৰ সম্ৰাট হবলৈ চেষ্টা কৰিব।"

মহাতবে আকৌ উছপ্ খালে; তেওঁ কলে, "তাক আমি কেনেকৈ জানিম! আৰু হলেই বা, আমাক সম্ৰাটৰ কৰ্মচাৰী বুলি মাৰিবহে, তাত লাভ কি ?"

গিয়াছুদ্দিনে আকৌ কলে, "লাভ নাই দেখিয়েঁ তো তোমাক মাতিছোঁ। বুজিছা নে মহাতব। পৃথিবীত বহুত মানুহ আছে; কিন্তু তাৰ ভিতৰত ডাঙৰ হব পাৰে কেইজন? যি

সংসাৰৰ অসুবিধা আৰু বিৰোধী অৱস্থাৰ ভিতৰত নিজৰ ভাগ্য গঢ়ি লব নোৱাৰে সি পুৰুষেই নহয়, তাক-মাক-বাপেকে মিছাতেহে জন্ম দিলে। সেই নিমিত্তেহে সকলো অৱস্থাতে ভাবি গুণি কাম কৰা উচিত। দৌলত যে এদিন দিল্লীৰ সম্ৰাট হব ই ঠিক। আৰু সেই দিনো বহুত দূৰত নহয়। এতিয়া তুমি গৈ দৌলতৰ সহায় নোহোৱা কিয়?"

মহাতবে আকৌ কৈ উঠিল, "ভাওৰীয়া, সেইবোৰ মোক কি বৈছে? মই একাষাৰ কথাতে কৈ থৈছোঁ—দৌলতৰ সম্পৰ্কে মই একো নাজানো, তেওঁ বাদ্‌ছাহ হলেও মোৰ লোক্‌চানত বাদে লাভ নাই। আপুনি মিছাতে মোক জুলুম নকৰিব। ইচ্ছা আছে যদি আপুনি দৌলতৰ সহায়তা কৰক গৈ।"

গিয়াছুদ্দিনে কলে, "শুনা, মহাতব শুনা! তুমি যেনেকৈ কৈছা সকলোতে তোমাৰ হাত আছে হেন বিশ্বাস হৈছে। সকলো কথা ঠিক শুনা; পাছে তোমাৰ কথা।"

মহাতবৰ মনত অলপ আশঙ্কা হল—সেনাপতিয়ে কিবা জানিছেই নে কি।

তেওঁ কলে, "সে নাপতি, মই আচলতে একো নাজানো। আপোনাৰ চৰণত ধৰিছোঁ। লৰা তিৰোতাৰ বধ নলব।"

গিয়াছুদ্দিনে কলে, "তেনে উদ্দেশ্য মোৰ মুঠেই নহয়। নহলে তোমাক বহুত আগেয়ে সন্দেহ কৰিলোহেঁতেন। যি কৈছোঁ তোমাৰ ভালৰ নিমিত্তেই! এতিয়া শুনা একো ভয় নাই!"

মহাতব অলপ আশ্বস্ত হল। তেওঁ কলে, "বাৰু শুনিছোঁ।"

গিয়াছে আকৌ আৰম্ভ কৰিলে,—"জানিছা নে মহাতব! বুদ্ধিমানৰ কাজ আগৰে-পৰা সাৱধান হোৱা। বিপদৰ আশঙ্কা উপস্থিত হলেই তাৰ প্ৰতিকাৰৰ অৰ্থে চেষ্টা কৰা সুপুৰুষৰ কৰ্ত্তব্য। গতিকে দৌলত বাদ্‌ছাহ হলেও যাতে আমাৰ কোনো হানি হব নোৱাৰে তাৰ বাবে চেষ্টা কৰা যুগুত। মই মনে মনে এটি বুদ্ধি সাজিছোঁ, শুনা। তোমাৰ আচলতে কৰলৈ গলে এতিয়া জানো সকলো নগল! চোৱা কালি তুমি বাহাদুৰিকৈ খাই আহিছিলা; তোমাৰ লৰা-তিৰোতাই দুজনক খুৱাইছিল; আজি তোমাৰ একো নোহোৱা হৈছে; নাৰিয়া পৰিলে চিকিৎসাৰ অৰ্থে পইচা এটি নোহোৱা হল! আজি তোমাৰ লৰা-তিৰোতাই ভিক্ষা নকৰিলে খাবলৈ নাই। কিন্তু এইবোৰ হল কিয়ই? তুমি দোষ কৰিলা কি? আন এজনে তোমাক অচেতন কৰি এইবোৰ কাম কৰিলে; বাহিৰত থকা প্ৰহৰীৰ জানিবা লোষেই, সিহঁতে নধৰিলে বাবে। তুমি ৰবাৰ নিচিনা পৰি থাকিলা, তোমাৰ দোষ কি? ইয়াতে বিচাৰ নাই খোচাৰ নাই, তোমাৰ এনে শাস্তি! এনে কাৰ্য্য তেজ মঙহৰ মানুহে সহিব পাৰে নে? ৰজা অত্যাচাৰী হলে এনেকুৱা হয়েই। নহয় সে বাৰু, তোমাৰ এই কথা হয় নে নহয়?"

মহাতবে দেখিলে বাস্তবিকতে তেওঁৰ শাস্তি আইনৰ বিৰুদ্ধে হে। তেওঁ কলে, "নহয় আৰু কি, সেনাপতি মোৰ দোষ কি? মই তাজকৈ পহৰা দিছিলোঁ।"

গিয়াছুদ্দিনে কলে, "তাকেই তো কৈছোঁ, তোমাৰ কি দোষ হল? এনে অত্যাচাৰী ৰজাৰ ওচৰত বিমান হব পাৰে তিমান অত্যাচাৰ হৈছে। তুমি হয় ইয়াৰপৰা আন ঠাইলৈ যোৱা, নহয় দৌলতৰ লগ লাগাগৈ। মই তোমাৰ ভালৰ নিমিত্তেহে কৈছোঁ। তোমাৰ মনত কেনে খেলায়?"

মহাতবে অলপ কাতৰ ভাৱে কলে, "হয়, ভাগুবীয়া! কিন্তু এতিয়া এই লবা-ছোৱালী-বোৰ লৈ কলৈকো যাব নোৱাৰোঁ। আৰু যামেই বা কলৈ! যাব ওচৰলৈকে যাওঁ সেয়ে বাদ্‌চাহে নাৰাখিলে বুলি আশ্ৰয় দিবলৈ সন্মত নহব। দৌলতৰ ওচৰলৈকে গলোঁহেঁতেন; কিন্তু ইপিনে লবাছোৱালী কেইটা কি কৰোঁ?' আৰু পিনে, দৌলতৰ ওচৰলৈ গলে দোষ হব পাৰে।"

গিয়াছে কলে, "দোষ কি হব? তোমাৰ ওপৰত ইমান অত্যাচাৰ কৰিছে অনাহকতে; এতিয়া তুমি তোমাৰ জীৱনৰ বাবে আশ্ৰয়ললেও দোষ নে? একো দোষ নাই; তুমি দৌলতক বিচাৰি যোৱাঁ। তোমাৰ লৰা-তিৰোতাৰ ভাৰ মোৰ গাত থাকিল, সিঁহতক মই ঘৰত বাধাৰ দৰে ৰাখিম।"

মহাতবৰ মনত আনন্দ হল। তেওঁ কলে, "হুজুৰৰ মই এনে কি প্ৰিয় কাম কৰি এই ধাৰ সুজিব পাৰোঁ!"

গিয়াছুদ্দিন হাঁহি মাৰি কলে, "মোৰ আৰু কি কৰিবা মহাতব! বৰং তোমাৰ লৰা-তিৰোতাক আশ্ৰয় দিয়া দেখি বাদ্‌চাহে মোক দেখিব নোৱাৰা হব। আগৰপৰায়ো তেওঁ মোক ভাল নাপায়। ময়ো সাৱধান হোৱা উচিত। সেই বাবে দৌলতক লেখি অনাম যে ময়ো তেওঁৰ কলীয়া তুমি সেই চিঠিখন অতি সন্তৰ্পণে লই যাব পাৰিবা নে?"

মহাতবৰ মনত আৰু ভাল লাগিল; "হুজুৰৰ কামত অধীনৰ কি আপত্তি আছে, আজ্ঞা হলেই নিব পাৰিম।"

গিয়াছৰ মন সুস্থিৰ হল। তেওঁ কলে, 'বাৰু, তেন্তে আজিয়েই যোৱা। আকৌ অলপ পৰ ভাবি কলে, "মহাতব! ফিৰোজা বিবিক তুমি বৰ মৰম কৰা দেখোন। তেওঁৰ উদ্ধাৰৰ নিমিত্তে চেষ্টা নকৰা কিয়?"

মহাতবে ভাবিছিল কেনেকৈ তাৰ এটি ভাল উপায় হব পাৰে! পিছে, সেনাপতিৰ মুখৰ পৰা এই প্ৰস্তাৱ শুনি তেওঁ ভালেই পালে। তেওঁ কলে, "হুজুৰ! তাৰ উপায় কেনেকৈ হব। আৰু আপুনিয়ে বা দোষীক মুক্তি দি নিজক বিপদত পেলায় কিয়?"

গিয়াছে কলে ' বিপদ কি? শুনিচানে মহাতব! ফিৰোজা-বিবিৰ ছবিটি যেনে সুন্দৰ মুখত যেনে কোমল পবিত্ৰ ভাব! তেওঁক সকলোৱে চেনেহ কৰিবলৈ ইচ্ছা হয়। তোমালোকে যদি ইচ্ছা কৰা উপায় মই দিম পাৰিম। দুজনমান সৈন্যক টকা অলপ দিলেই হব। তুমি চেষ্টা কৰাচোন।"

মহাতবে কলে, "সময় তো নাই। ইয়াৰ ভিতৰতে কি কৰিম?"

গিয়াছে আকৌ উত্তৰ দিলে, "সকলো পাৰিবা। ঘাতকজনক ৰাখিব পাৰিলেই হল কোনো নহবা বা সৈন্যই ৰখবা বন্দবস্ত মই কৰিম। তুমি ফিৰোজাক পলুৱাই লৈ যাবা। মোৰ ইয়াত বিপদৰ সম্ভাৱনা।"

মহাতবে বিদায় ললে।

# দশম অধ্যায়

যিদিনা ফিৰোজাৰ হত্যাৰ কথা আছিল, যিদিনা পুৱা জেলালউদ্দিনৰ লগত মহাতবৰ দেখা হৈছিল, আৰু যিদিনা দুপৰীয়া গিয়াছ আৰু মহাতবে এই পৰামৰ্শ কৰিলে, সেইদিনা আবেলি আগৰ কথাবাৰ্তা মতে জেলাল মহাতবৰ ঘৰলৈ আহিল। মহাতবে জেলালক গিয়াছৰ আন কথা লুকুৱাই ফিৰোজাৰ সম্পৰ্কে কথাখিনি কলে।

তেতিয়া জেলালে কলে, "মহাতব, সেই বিষয়ে চিন্তা নাই। বহুত নিলগৰেপৰা শৰ মাৰি চাওদাওক মই মাৰিব পাৰিম; তাত মোৰ বিশেষ সামৰ্থ্য আছে। তুমি কেৱল ফিৰোজাৰ ওচৰত থাকি তেওঁক লৈ যাবলৈ যত্ন কৰিবা।"

এনেকৈ অলপ পৰামৰ্শৰ পাছত মন্ত্ৰণা সভা ভঙ্গ হল। তাৰ পাছত কি হৈছিল তাক আগতে কৈ অহা হৈছে।

মহাতবে তেওঁৰ লৰা-তিৰোতা সকলোকে আগেয়ে গিয়াছৰ ঘৰত ৰাখি আহিছে। ফিৰোজাক এইদৰে উদ্ধাৰ কৰি, জেলাল আৰু মহাতব বৰ গোপনে গোপনে গৈ বনৰ মাজ সোমাল। তেওঁলোকে ভাবিলে, কুতব আৰু দৌলত নিশ্চয়ে পঞ্জাবৰ পিনেই গৈছে। তেওঁলোকেও বহুদিন বৰ পৰিশ্ৰম কৰি গৈ লাহোৰ পালেগৈ। জেলাল চহৰৰ বাহিৰলৈ সকলো খবৰ লবগৈ গল; ফিৰোজা আৰু মহাতব বাহিৰতে এখন সৰু গাৱঁত থাকিল।

জেলালে চহৰত শুনিলে যে দৌলতৰ তিৰোতা গুল্‌জান্ আৰু লৰা-ছোৱালী দুজনাক সিদ্ধনাথ বুলি এজন বামুণে পলুৱাই লৈ গৈছে। দুদিন হল, দিল্লীৰপৰা নতুন শাসনকৰ্তা আহিছে; দৌলতৰ কোনেও খবৰ নেজানে। দিল্লীৰ সাধাৰণ মানুহে দৌলত মৰিছে বুলিয়েই জানে।

চহৰৰপৰা ঘূৰি আহি জেলালে সকলো কথা মহাতব আৰু ফিৰোজাৰ আগত কলে। আশা আছিল, লাহোৰতে দৌলতৰ খবৰ পাব; এতিয়া তেওঁলোকৰ মূৰত বজ্ৰাঘাত হল।

তেওঁলোকে কি কৰিব কি নকৰিব একো থিৰ কৰিব নোৱাৰি ভাবি আছে। এনেতে ফিৰোজাই কলে যে চিতোৰৰ মহাৰাণা সংগ্ৰাম সিংহ ডাঙৰ ৰাজা। বাদ্‌চাহেও তেওঁক ভয় কৰে। তেওঁ ৰাজপুত, শৰণাগতক ৰক্ষা কৰা তেওঁলোকৰ ডাঙৰ ধৰ্ম। বৰ্তমান কাৰ্য্যকাৰণ ভাবি চালে, তেওঁৰ আশ্ৰয়ত থাকাত বাজে আন সুগম উপায় নাই। যিমান দিন দৌলতৰ বা কুতবৰ একো খবৰ পোৱা নাযায় বা আন সুবিধা নহয়, সিমানদিন চিতোৰত থাকাই যুক্তিযুক্ত। মুছলমান হলেও ৰাজপুতে সহায় দিবলৈ আগ বাঢ়িব।

লাহোৰৰ পৰা মিৱাৰলৈ বহুত বাট। বাটো দুৰ্গম। তথাপি প্ৰাণৰ ভয়ত সকলোকে কৰিবলৈ মন যায়। সেই দেখি মহাতব আৰু জেলাল তাতেই মান্তি হল। তেওঁলোকৰ মনত পৰিস আৰু এদিনৰ কথা, যি দিনা তুৰ্কীস্থানৰপৰা তেওঁলোক আহিছিল। এইদৰে কেবাদিনো

বাট বুলি, মাজত বা সুবিধা পালে ফিৰোজাৰ অলঙ্কাৰ বা জেলালৰ টকা ভগন কৰি নানা উপায়ে গৈ গৈ তেওঁলোকে মিৰাবৰ ওচৰৰ বন পালে গৈ।

তাতে বাটতে এজন ভীলৰ লগত তেওঁলোকৰ দেখা হল। জেলাল আৰু কুতবৰ ভিতৰত মুখৰ গঢ়ৰ বহুত সাদৃশ্য আছিল। এই ভীলজনেও কুতবৰ পৰা তেওঁৰ ভায়েকৰ কথা শুনিছে। সি ভাবিলে কুতবৰ পলাই যোৱা ভায়েক এই জনেই বা। ভীলটোৱে সৈতে অলপ কথা-বাৰ্ত্তা হোৱাৰ পাছত মহাতবে বুজিলে, যে ভীলে কুতব কত আছে জানে। তেতিয়া তেওঁ ভাক সকলো কথা খুলি কৈ কুতবৰ ওচৰলৈ তেওঁলোকক লৈ যাবলৈ কলে।

ভীলটোৱে কুতব আৰু দৌলত কেনে অৱস্থাত পলাই আহিছে জানে; সেইদেখি এওঁলোক বাদ্‌চাহৰ চৰ বুলি তাৰ সন্দেহ হল। সি সুধিলে, "তইত কুতব আৰু দৌলতৰ বন্ধু তো ?"

জেলালে তাক কলে, "মই কুতবৰ ভায়েক। এইজনী ভনীয়েক; আৰু লগত আহা মানুহজনো আমাৰ বন্ধু।"

তেতিয়া আৰু অসভ্য ভীলে এই কথাতে বিশ্বাস কৰি, কুতব আৰু দৌলত যি ঠাইত ঘৰ সাজি আছিল, এওঁলোকক সেই ঠাইলৈ লৈ গল। তাৰ পাছত আগত কোৱাৰ দৰে কুতবহঁতৰ লগত জেলালহঁতৰ সাক্ষাৎ হল। বহুত দিনৰ মূৰত অসম্ভাবিতৰূপে ভায়েক ভনীয়েক তিনিওজন একে অৱস্থাত একেলগ হল।

জেলালেও দৌলতক বৈণীয়েকৰ সংবাদ কলে, যে তেওঁলোক সিদ্ধনাথৰ ঘৰত আছে। দৌলতে বুজিলে কোন সিদ্ধনাথ। এতিয়া আৰু তেওঁলোকে বহি কাল কটোৱা উচিত বিবেচনা নকৰিলে। ইমান দিনে গুল্‌জান্ আৰু ফিৰোজাৰ ভাবনা আছিল; এতিয়া তেওঁ সকলো সংবাদ পালে।

দৌলতে আৰু কুতবে আগৰপৰা ঠিক কৈ ৰাখিছিল যে বাবৰৰ সহায় লোৱাত বাজে আন উপায় নাই। সেই দেখি তেওঁলোকে জেলাল আৰু মহাতবক সকলো কথা কোৱাত, জেলাল-মহাতবেও তেওঁলোকৰ মতত হৰিভৰ দিলে। শেহত বাবৰৰ সহায় লৈয়ে ইব্ৰাহিমৰ দমন স্থিৰ হল।

ইমান দিনে অসুবিধা আছিল—দৌলত যদিও পঞ্জাবৰ শাসনকৰ্ত্তা আছিল, আজি তেওঁ বাটৰ ভিক্ষাৰীতকৈও নীহ; কুতবো যদিও এদিন ভাঙৰ আমীৰ এজন আছিল, আজি তেওঁৰ অৱস্থাও তেনে। তেওঁলোকৰ কথাত বিশ্বাস কৰি বাবৰে কিয় বা কি সাহেৰে ইব্ৰাহিমৰ বিৰুদ্ধে যুদ্ধ কৰিব ? কিন্তু এতিয়া দৌলতৰ হাতত সেনাপতিৰ চিঠি পালে; সেই চিঠি দেখি বাবৰৰ বিশ্বাস হব পাৰিব যে দিল্লী নোপাওঁতেই বহুতে তেওক সহায় কৰিব। আৰু দৰকাৰ হলে সংগ্ৰাম সিংহই যে তেওঁক সহায় কৰিব খুজিছে, তাকো মিছাকৈয়ে বাবৰৰ আগত তেওঁ প্ৰকাশ কৰিব।

এইবোৰ চাৰিও পিনে ঠিক-ঠাক কৰি দৌলত আৰু কুতবে বাবৰক ভাৰতবৰ্ষ আক্ৰমণৰ নিমিত্তে নিমন্ত্ৰণ কৰিবলৈ সাজু হল।

কিন্তু ইয়াতো এটা ভাবনা হল—ফিৰোজা আৰু গুল্‌জান। ফিৰোজা যদিবা তাইহঁতৰ লগতে মহাতব বা জেলালক লগত লৈ কিছুমান দিন থাকিলেই; কিন্তু গুল্‌জান। গুল্‌জান লৰা-ছোৱালী দুজনেৰে সৈতে বৰ অসহায় অৱস্থাত। দুখীয়া নিঃসহায় বামুণে সিঁহতক ৰজাৰ বিৰুদ্ধে কেনেকৈ ৰক্ষা কৰিব, হয়তো বিশ্বাসী বামুণৰো প্ৰাণ যাব।

সকলো কথা ভাবি, ফিৰোজাহঁত যি উদ্দেশ্যে আহিছিল তাকেই তেওঁ ভাল যেন দেখিলে। মিৰাৰৰ ৰাণাৰ তলতে কিছুমান দিন তেওঁলোকক থোৱা যুক্তিযুক্ত বিবেচিত হল। দৌলতে ঠিক কৰিলে, কুতব আৰু দৌলত কাবুললৈ যাব; ফিৰোজা দুই-চাৰি দিন তাইহঁতৰ লগতে থাকিব; জেলাল আৰু মহাতবে গুল্‌জানক বামুণৰ ঘৰৰপৰা আনি, সেই দিনে ফিৰোজাক লগত লৈ গৈ মিৰাৰত ৰাণাৰ অধীনত, মিছা পৰিচয় দি থৈ দিব। পাছে তেওঁলোকেও দৌলত আৰু কুতবক সহায় কৰিব।

দৌলতে, জেলাল আৰু মহাতবক সিদ্ধনাথৰ গাৱঁৰ কথা কথা কৈ দিলে; সিদ্ধনাথলৈ তেওঁ এখন চিঠি দিলে। আৰু সকলো বন্দবস্ত ঠিক কৰি কাবুললৈ যাবলৈ ঠিক কৰিলে।

# একাদশ অধ্যায়

সিদ্ধনাথ, গুলজান আৰু তেওঁৰ লৰাছোৱালী তৃতীক তেওঁৰ ঘৰত ৰাখিয়েই নিশ্চিন্ত হৈ থাকিব নোৱাৰিলে। তেওঁ চাৰিওফালৰ অৱস্থা ভালকৈ ভাবি চালে। লাহোৰৰ প্ৰধান মানুহবিলাকৰ ওপৰত একো বিশ্বাস নাই। তেওঁলোকে স্বাৰ্থৰ নিমিত্তেই সকলোবে খাতিৰ কৰে। দৌলতৰ যেতিয়া সকলো ক্ষমতা গল, তেতিয়া তেওঁৰ পুত্ৰ পৰিবাৰক চেনেহ কৰা বা সিহঁতৰ ভালৰ অৰ্থে চেষ্টা কৰা মানুহৰ কৰ্ত্তব্যৰ ভিতৰত হবই নোৱাৰে। সিদ্ধনাথৰ ঘৰত গুলজানক ৰাখিলে, গুলজানৰ লগতে যে সিদ্ধনাথৰ, বা সিদ্ধনাথৰ লগতে যে গুলজানৰ বিপদ হব তাক তেওঁ বেছকৈ বুজিলে; বিশেষ তেওঁ দৌলতৰ প্ৰিয়-পাত্ৰ আছিল বুলি ৰাজধানীৰ ভাওৰ পেটলকল আগৰেপৰা তেওঁৰ বিৰুদ্ধবাদী হৈ আছে। গতিকে গুল্‌জানক তেওঁৰ ঘৰত থৈয়ে সিদ্ধনাথে গুপ্ত বেশে লাহোৰলৈ বুলি যাত্ৰা কৰিলে। কিৰণমালাক গুল্‌জানৰ সম্বন্ধে সকলো উপদেশ দি গল।

গুল্‌জানে এই শান্তিময় গাওঁখনৰ শান্ত মধুৰ মূৰতি দেখি বৰ ভাল পালে। গাৱঁৰ খেতিয়কৰ তিৰোতাই বাতি-পুৱাৰেপৰা নানাবিধ কামত ব্যস্ত থাকি যি সুখ স্বাচ্ছন্দ্য উপভোগ কৰে তাক দেখি তেওঁৰ মনত ঈৰ্ষা হয়। হায়! হায়! তেওঁৰ ভাগ্যও এনেকুৱা নহল; ইয়াত 'ভাল' আৰু 'ডাঙৰ' জীৱনৰ জালা-জঞ্জাল নাই; সদাই সমান ভাৱে শৰতৰ তটিনীৰ নিচিনা মৃদুমধুৰ জীৱন-সোঁত প্ৰবাহিত হৈ গৈছে, বাৰিষাৰ আবিল পানী, খৰস্ৰোত নাই; শীতৰ কৃচ্ছতা নাই, বসন্তৰ বতাহত নাচি উঠা উত্তাল তৰঙ্গ নাই। প্ৰশান্ত মূৰ্ত্তি, সুন্দৰ শোভা, স্নিগ্ধ গাম্ভীৰ্য। এই জীৱনত ক্ষমতা আৰু সৌভাগ্যৰ ক্ষণিক আনন্দ মত্ততা, পাছ মুহূৰ্ত্তে অৱহেলাত জীৱন দৈন্যৰ দ্বাৰাই পৰিবৰ্ত্তিত হবলৈ নাই—সৌভাগ্যাচলৰ উচ্চতম শিখৰৰপৰা দুৰ্ভাগ্যকূপৰ নিম্নতম গহ্বৰলৈ নামিবৰ আৱশ্যক নাই, সমান উপত্যকাত সমভাৱে জীৱন চালিত, সুখৰ সৌম্য আৰু সৌভাগ্যৰ স্থৈৰ্য্য ভাৱ।

গুল্‌জানে ভাবিলে, এই যে খেতিয়কৰ তিৰোতাবোৰ, ইহঁতে এদিনো সৌভাগ্যৰ ভোগ-বিলাস, গৰ্ব্বৰ মাদকতা বা অভিমানৰ অৱহেলাৰ লগত মন নচুৱাব পাৰা নাই; এদিনা ইহঁতে চকমকীয়া কাপোৰ, জিকমিকীয়া অলঙ্কাৰ, চিকচিকীয়া মুখৰ ছবি, ঐশ্বৰ্য্য গৰ্ব্বতে পাব বুলি লৈ পৃথিবীৰ ইতৰ প্ৰাণীক তৃণতকৈয়ো হেয় বুলি অৱজ্ঞা কৰিব পাৰা নাই; কিন্তু ইহঁতকেনো কি দুখ,

যি সাম্য, মোৰ সেই সুখ, সেই সাম্য অৱস্থা কত ? এদিনাখন মোহত মুগ্ধ হৈ সকলো সংসাৰকে কিবা যেন দেখিছিলোঁ, আজি এই দৰিদ্ৰ অৱস্থাত পৰি বুজিব পাৰিছোঁ তাৰ গুৰুত্ব। বুজিব পাৰিছোঁ, অনিশ্চয়ত মোহিত হৈ তাকে নিশ্চয় বুলি ভাবি থাকিলেও প্ৰকৃতিৰ বলত যি যেনে তেনেহে থাকে। মানুহ অতি সামান্য প্ৰাণী, তাৰ বল বুদ্ধি অতি সামান্য; কি সাধ্য যে প্ৰকৃতিৰ লীলা মানুহে অতিক্ৰম কৰে! হায়! মোৰ কপাল! এই যে সাধাৰণ গাৰ্ঁলীয়া তিৰোতা, যি খাব নাজানে, পিন্ধিব নাজানে, যাৰ টকা নাই, ঐশ্বৰ্য্য নাই, মান নাই, ইহঁতকৈও মোৰ কপাল আজি বেয়া! কালি যি পাটৰ ৰাণী আছিল, আজি সি বাটৰ মাগনী!

কিন্তু এই ৰকম দুখৰ অৱস্থাত থাকিও, শান্তিময় জীৱনৰ পৰা গুল্‌জানৰ প্ৰাণত শান্তি সেচিত হল। শান্ত কিৰণমালাৰ চেনেহেৰে নিৰ্ম্মাণ কৰা হৃদয়খনৰ শীতল শান্তিধাৰা পাই গুল্‌জানে বহুত শান্তি পালে। শোক কম হোৱাৰ লগে লগে শান্তি আৰু স্বচ্ছন্দ আদিয়ে তেওঁক লগ দিলে; আৰু কিছুমান দিন তেনে অৱস্থাত থাকাগুণে প্ৰথম অৱস্থাৰ শোকৰ গুৰুত্ব লঘু হল।

শোক লঘু হল হয়, কিন্তু তেওঁৰ ভয় নগল। কিৰণমালাৰ ঘৰত কিৰণমালা আৰু বান্দীজনীৰ বাহিৰে আন মানুহ নাই। সিদ্ধনাথ থাকিলে, তেওঁৰ সাহিয়াল মুখৰ ছবিটি দেখি গুল্‌জানে সাহ পাই আছিল; এতিয়া সিদ্ধনাথ নাই; গতিকে তেওঁৰ ভয়, জানোবা পাছে কিবা বিপদ ঘটে।

এদিনা কিৰণমালা আৰু গুল্‌জানে কথা পাতিছে, তেওঁলোকৰ বিষয়ে। গুল্‌জানে কৈছে, "কিৰণ, তোমালোকে যদি মোক আশ্ৰয় নিদিয়া, তেনেহলে মোৰ আৰু লৰাছোৱালী দুটিৰ কি হব!"

দুয়ো ওচৰাওচৰিকৈ বহি আছিল। কিৰণে গুল্‌জানৰ হাতখন আনি নিজৰ কোলাত থৈ কলে, "গুল্‌জান, আমি তোমাক আশ্ৰয় দিবৰ কোন? ভগবান্ আছে তেওঁৰ যি ইচ্ছা সেয়ে হব। কোনে কাক আশ্ৰয় দিব পাৰে, কোনে কাক ভালকৈ ৰাখোঁ বুলি ৰাখিব পাৰে? ইমান বিয়াকুল নহবা গুল্‌জান্! মিছাতে বিয়াকুল হলে কি হব?"

কিৰণমালাৰ এনে সান্ত্বনাত গুল্‌জানে শান্তি নাপাই কলে, "নহয় কিৰণ, তোমাৰ খুড়াদেৱা এতিয়াও লাহোৰৰপৰা উভতি নাহিল; তেওঁৰ বা কি বিপদ হৈছে! আৰু যদি তেওঁ নাজানাকৈ তাৰপৰা টেকেলা আহে, তেনেহলে কি হব!"

কিৰণে গুল্‌জানৰ সন্দেহ দেখি মনতে অলপ হাঁহিলে, তেওঁৰ মূৰটি টানি আনি কোলাত থৈ হাত বুলাই দিলে আৰু কলে, গুল্‌জান, খুড়াদেৱ ইমান কেঁচা মানুহ নহয়। তেওঁৰ একো বিপদ হোৱা নাই; আৰু নাজানাকৈ কোনো মানুহ আহাই অসম্ভৱ। দেউতাই কৈছে, টেকেলা আহাৰ গম পালেই, তেওঁ আহি বন্দবস্ত কৰিব। তোমাৰ কি ভয় আছে গুল্‌জান? আমি পাৰেঁমানে চেষ্টা কৰিম, পৰমেশ্বৰে যি কৰে। তেওঁ তো সকলোকে দেখিছে।"

মোবাৰকে ইমান সময় পদূলিৰ মূৰত বং ধেমালি কৰি আছিল। এই সময়তে সি আহি কিৰণক খবৰ দিলে, "মাহী, বাটত দুজন মানুহে কিবা কথা সুধিব খোজে। মই বোলো সক লৰা, মোৰ আগত নকয়।"

কিৰণে সুধিলে, "কোন মানুহ, মোবাৰক?"

মোবাৰেকে আগৰ নিচিনাই উত্তৰ দিলে,—দাড়ি-গোঁফ থকা মানুহ, কাপোৰ-কানি ভাল নহয়। কোন নিচিনো।”

গুল্‌জানৰ মনে চমক খালে; জানোঁবা এয়ে টেকেলা বা তাৰেই গুপ্তচৰ, খবৰ লবলৈহে আহিছে। তেওঁৰ বুকু টিপ্‌টিপাবলৈ ধৰিলে। কিৰণে বান্দীজনীক পঠিয়াই দিলে, কোন মানুহ, কি আহিছে সুধিবলৈ। তাই উভতি আহি যি কলে তাকে শুনি গুলজানৰ গা থক্ থক্ কৰে কঁপিবলৈ ধৰিলে। “কিৰণ। কি হব।” বুলি গুল্‌জান ঘৰৰ ভিতৰ সোমাল।

কিৰণে ঠিক একো বুজিব নোৱাৰিলে, বান্দীজনীক আকৌ সুধিলে। বান্দীজনীয়ে কলে, যে দুজন মানুহ গুল্‌জান আৰু লৰা-ছোৱালী দুটাক লৈ যাবলৈ আহিছে। কলৈ লৈ যায় কোন ফালে, তাক কব নোৱাৰিলে।

টেকেলা আহিব বুলি তেওঁলোকৰ মনত ইমান ভয় আছিল যে, গুল্‌জানক লৈ যাবলৈ আহা বুলি শুনাতে তেওঁ সিদ্ধান্ত কৰিলে, টেকেলাই।

কিৰণে কিন্তু ভালকৈ একো সুবুজি পৰ্দুলিলৈ ওলাই আহি সিহঁতক সুধিলে, সিহঁত কিয় আহিছে।

এজনে কলে—যে দৌলত খাঁই তেওঁৰ ঘৈণীয়েক আৰু লৰা-ছোৱালী ইয়াতে থকা শুনি তেওঁলোকক নিবলৈ মানুহ পঠিয়াইছে। দৌলতৰ চিঠিও আছে বুলি, কিৰণক চিঠিখন দিলে।

কিৰণ একো ঠিক কৰিব নোৱাৰিলে, জানোঁবা আন মানুহে কুপ্ৰবৃত্তিৰ বশীভূত হৈ ছল হে কৰিব খুজিছে, অথবা চৰকাৰৰ মানুহে হে ফাকিকৈ গুলজানহঁতক নিব খুজিছে। দৌলতক সম্ৰাটে মাৰিছে বুলিয়ে তো সিদ্ধনাথে তেওঁৰ আগত কৈ গৈছে। কিৰণে একো বিশ্বাস কৰিব নোৱাৰি কলে,—“দৌলত মৰা বুলি প্ৰকাশ। তোমালোকক যে তেওঁ পঠিয়াইছে বিশ্বাস নহয়। তোমালোকে যেনে তেনে যে কিবা বেয়া ভাবে আহিছা ই নিশ্চয়। কিন্তু ভালকৈ জানিবা, তোমালোকৰ কদভিপ্ৰায় সিদ্ধ নহয়। বল কৰিলে কামনা পূৰ্ণ নহয়।”

মোবাৰক কিৰণৰ লগত আছিল। তাৰ ধেমালিৰ বন্দুকটিও আছিল হাততে। সি কলে “বদমায়েছহঁত। ভালে ভালে তহঁত ইয়াৰপৰা গুচি যা, নহ'লে এই মাৰিম।”

কিৰণমালাৰ কথা শুনি মানুহ এজনে কলে, “দৌলত মৰা নাই। তেওঁ পলাইছে। তেওঁৰ সহায় এতিয়া তিনিজন মানুহ মাথোন। তাৰে দুজনক তেওঁ এই কামত পঠিয়াইছে। আপোনালোকে যেনে ইচ্ছা কৰক। চিঠিখন দৌলতৰ হয় নে নহয়, তেওঁৰ ঘৈণীয়েকে চিনি পাব পাৰিব।”

গুল্‌জানক চিঠিখন দেখুৱা কিৰণৰো মনোমত হল। তেওঁ ভিতৰলৈ গৈ গুল্‌জানক কলে, “গুল্‌জান, তোমাক ইয়াৰপৰা নি ভাল ঠাইত থবলৈ মানুহ আহিছে।”

গুল্‌জানে সুধিলে, “কবপৰা ?”

কিৰণে কলে “দৌলতে পঠিয়াইছে।” দৌলত মৰা বুলি গুল্‌জানে জানে. কিৰণৰ মুখত এই কথা শুনি তেওঁৰ চকুৰ পানী ওলাল।

কিৰণে কলে, “নাকান্দিবা গুল্‌জান। এই চিঠি কাৰ লেখা চোৱাচোন।”

গুল্‌জানে চিঠিখন চালে; দেখিলে তেওঁৰ স্বামীৰে, তেওঁলৈকে লেখিছে। গুল্‌জানে

কলে, "তেন্তে মই যাওঁ। তুমি কি কোৱা কিৰণ? এনে বিপদৰ ঠাইত থাকি লবাছোৱালী দুটিক মাৰিব নোৱাৰি। তেওঁ জীয়াই আছে!"

কিৰণে কলে "কলৈ যাবা গুলজান? এটা মানুহে আন এটা মানুহৰ নিচিনাকৈ লিখিব নোৱাৰে নে? কি বিশ্বাস কৰি যাব খুজিছা?"

গুলজানে একো নামাতিলে। তেওঁৰ মনত সন্দেহ হল।

কিৰণে একো ঠিক কৰিব নোৱাৰি মানুহ দুজনক কলে, "দেউতা এতিয়া ঘৰত নাই। তেওঁ নোহোৱাকৈ দৌলতৰ ঘৈণীয়েকক মই পঠিয়াই দিব নোৱাৰোঁ। তোমালোক আচলতে যদি দৌলতৰ বন্ধু হোৱা, আজি অপেক্ষা কৰা; কালি পুৱাহিলে দেউতা আহিবও পাৰে।"

মানুহ এজনে কলে যে সিদ্ধনাথৰ নিমিত্তেও এখন চিঠি আছে। কিৰণে চিঠিখন খুজি নিলে। তেতিয়া সিহঁতে বিদায় লৈ কৈ গল, যে দুই তিন দিন সিহঁতে গাৱঁতে অপেক্ষা কৰিব পাৰে। আৰু নহলে যাবও পাৰে; ইপিনে যেয়ে হক। কিৰণ বৰ ভাবনাত পৰিল। যদি বাস্তৱিকতে সিহঁতে বন্ধুহে হয়, তেনেহলে সিহঁতৰ লগত গুলজানহঁতক পঠিওৱাৰ নিচিনা কি ভাল উপায় হব পাৰে? কিন্তু বিশ্বাস কি? দৌলত মৰা বুলি খবৰ ওলাইছে। ইপিনে চিঠিও। গুলজানে চিঠিৰ আখৰবোৰ চিনিও পাইছে। কি জানি ভয়তেহে গুলজানে কলে আখৰবোৰ চিনি পোৱা বুলি। কিৰণে এই চিঠিৰ আখৰেৰে আগেয়ে যি চিঠি দৌলতে তেওঁৰ দেউতাকলৈ লেখিছিল তাৰ আখৰ মিলাই চালে; দেখিলে অমিল অলপো নাই।

তেওঁ এনেকৈ মহা ভাবনাত থাকোঁতে, চোতালত সিদ্ধনাথে মাত লগালে "কিৰণ! কিৰণ!" কিৰণমালাই উশাহ পালে। তেওঁ লৰালৰিকৈ ওলাই আহি সিদ্ধনাথক এটি সেৱা কৰিলে; বহিবলৈ আসন দিলে। গুলজানো চকু মুখ মচি ওলাই আহিল। সিদ্ধনাথে আন কথা এৰি কলে যে তেওঁ লাহোৰত শুনি আহিল দৌলতক মাৰিব পৰা নাই, তেওঁ পলাই সাৰিছে। কিন্তু দুই এদিনৰ ভিতৰত গুলজানহঁতক ধৰিবলৈ মানুহ আহিব। গুলজানে কথাটো শুনিয়েই বিবৰ্ণ হৈ গল! তেওঁ বহি পৰিল। ভাগ্যত যি থাকে হওক ভাবি গুলজানে কিৰণক কলে "আজি আহা মানুহৰ লগতে যাওঁ।"

সিদ্ধনাথে সুধিলে, "কি মানুহ?"

তেতিয়া কিৰণে আদ্যোপান্ত বিৱৰণ সিদ্ধনাথৰ আগত কলে। সিদ্ধনাথে দৌলতৰ চিঠি পঢ়ি চাই সম্পূৰ্ণ বিশ্বাস কৰিলে যে সেইখন দৌলতৰ চিঠিয়েই হয়। তেওঁ মানুহ দুজন কত আছে কিৰণক সুধিলে। কিৰণে কলে "এই গাৱঁতে আজি থকাৰ কথা। এতিয়াই ইয়াৰ পৰা গৈছে; অলপ বিচাৰ কৰিলেই পোৱা যাব।" সিদ্ধনাথে দুটা লৰাক সিহঁতক বিচাৰিবলৈ পঠিয়ালে। লৰা দুটাই সিহঁতক বিচাৰি লৈ আহিল। সিদ্ধনাথে সিহঁতক বিচাৰি লৈ আহিল। সিদ্ধনাথে সিহঁতৰ সকলো পৰিচয় ললে। তেওঁৰ সন্দেহ নাথাকিল।

পাঠক! তুমি যদি উপন্যাস পঢ়িব জানা, তেন্তে নিশ্চয় জানিছা, এই দুজনেই জেলাল আৰু মহাতব।

গুলজানক সিহঁতৰ লগত পঠিয়াই ঠিক হল। কিন্তু মোৱাকক বৰ "যেগ্ৰাদৰ।" সি কলে, মাইজেককে এৰি সি কেতিয়াও নাযায়। কিৰণমালাই অনেক কান্দিলে। তেওঁৰ খনত পৰিল

ঠিক এনে বয়সৰ, স্বৰ্গৰ দূতৰ নিচিনা তেওঁৰ পুতেকটিৰ কথা, যাৰ লগত আৰু এই সংসাৰত দেখা নহয়।

কিৰণে সিদ্ধনাথক কলে, "দেউতা, আপুনিয়ো লগত যাব লাগিব, ঘিৰাবত থৈছে উভতিব। নহলে বিশ্বাস নাই।"

সিদ্ধনাথে কলে "আই, মই গলে চৰকাৰৰ টেকেলাৰ বিশ্বাস হব যে ময়েহে দোষী। তেতিয়া তোমাক সিহঁতে বৰ বিৰক্ত কৰিব।"

কিৰণে কলে, "মোৰ কথা দেউতা নাভাবিব। মোৰ কাৰণেহে আপুনি কৰ্তব্যত হেলা কৰিব খুজিছে নে? গুল্‌জান আৰু কেঁচুৱা লৰা-ছোৱালী দুটি আপোনাৰ আশ্ৰিত; সিহঁতক বিপদৰপৰা ৰাখক। মই তিৰোতা বুলি আপোনাৰ কৰ্তব্যৰ পথত কাঁইট হবৰ কোন?"

# দ্বাদশ অধ্যায়

দিনটো পুৱাৰপৰা বেছ উজ্জ্বল আছিল। পুৱা পুব ফালৰপৰা বগা বদে ছাট মাৰি ধৰিছিল। দুপৰীয়াও তেনেকুৱাই, পোৱা ফাটা বদ। কিন্তু আবেলি তেনে হৈ নাথাকিল। আগেয়ে অলপ অলপ বতাহৰ আগ মেলিলে। চাৰিও পিনে ধূলাময় হল। অলপ পাছতে বতাহ সমূলি নোহোৱা হল। সূৰ্য্যক ধূলি আৰু মেঘে আবৰি ধৰিলে। বগা আৰু হালধীয়া মিহলালে যেনে বৰণ হয়, বা পোৱা মাটিৰ বৰণ যেনে, দিনটো তেনে বৰণীয়া হল। মাজে মাজে শেতা পৰা সূৰ্য্যৰ জ্যোতি পৃথিৱীত পৰে, আৰু তেতিয়াই লোপ পায়। সেই দিনা দৌলত আৰু কুতবে কাবুল পালেহি। কিন্তু তেওঁলোক আহিছে অতি সাধাৰণ ভাৱে, বাবৰৰ লগত কেনেকৈ দেখা কৰে তাৰ একো সুবিধা নেদেখিলে।

কাবুলত তেতিয়া সুশৃঙ্খলা শান্তি স্থাপিত হোৱা নাই। বাবৰে বহুদিনৰ চেষ্টাৰ বলত কাবুল লৈছে হয়, কিন্তু সকলো দলৰ মানুহক সম্পূৰ্ণ বশীভূত কৰিব পৰা নাই। তাত বিদেশী মানুহ থাকা-মেলাৰ সুবিধা নাই বুলিলেও হয়। প্ৰথমতে দৌলত ভাগৰ পলুৱাবৰ নিমিত্তে এখন "চৰ্ৰত"ৰ দোকানত সোমাল। তেওঁ তাত বহি দোকানীক "চৰ্ৰত" দিবলৈ কলে।

দৌলতে দেখিলে তাত আন মানুহো আছে। তেওঁলোকৰ বেশ আনবোৰৰ নিচিনা নাছিল, সেই দেখি তেওঁলোকক বিদেশী বুলি আনে বুজিলে।

দোকানত বহি থাকা এজন মানুহে সুধিলে, "তোমালোকৰ কাপোৰ-কানি ঠিক আমাৰ নিচিনা নহয়। কথাটো অলপ লৰচৰ আছে। তোমালোক কত থাকা?"

কুতবে পোনেই কলে, "আমি ভাৰতবৰ্ষৰ মানুহ।"

ভাৰতবৰ্ষৰ নাম শুনি কথা সোধা মানুহজনে বিস্ময় মানিলে। তেওঁ কলে, "তোমালোক কিয় আহিছা?"

কুতবে কলে, "আহাৰ এনেকৈ ডাঙৰ কাৰণো আছে।"

অপৰিচিত জনে কলে, "কি কাৰণ।"

তেতিয়া দৌলতে মাত লগালে, "বেপাৰ-বাণিজ্য হে।"

তাৰ মানুহ জনে আকৌ কলে, "বেপাৰ-বাণিজ্য! বেপাৰ-বাণিজ্য কৰিবলৈ আহিলে মানুহ ইমান নিঃসম্বল হয় নে? বাৰু এতিয়া থাকিবা কত?"

দৌলতে কলে, "সেইটো কব নোৱাৰিছোঁ। আপোনালোকেই স্থানীয় মানুহ, এটি সুবিধা বিচাৰি দিলে বৰ উপকাৰ হয়।"

তেতিয়া সেই মানুহজনে আকৌ কলে, "আজি-কালি কাবুলত সুবিধা হব কৰপৰা! তোমালোক বিদেশী মানুহ। যদি একো আপত্তি নকৰা, মোৰ ঘৰতে থাকিবলৈ যাব পাৰা।"

দৌলতে কলে "ডাঙৰীয়া, আমাৰ আৰু আপত্তি কি হব? আপুনি যদি অনুগ্ৰহ কৰি থাকিবলৈ ঠাই দিয়ে, সেইটো আমাৰ ভাগ্য হে।"

দোকানৰ মানুহেও কলে, "এৰা, যোৱাহঁক, ডাঙৰীয়াৰ ঘৰত ভালে থাকিব পাৰিবা"।

তেতিয়া দৌলত, কুতব আৰু মানুহজন উঠি গল।

যি মানুহজনৰ কথা কলোঁ। এওঁৰ নাম পীৰ মহম্মদ। এওঁ বাবৰৰ পৰম বন্ধু। এনেকৈ মানুহজনৰ আগ-গুৰি বৰ ভাল নহয়; কিন্তু তেওঁ সৰুৰেপৰা সদাই বাবৰৰ লগত আছে। যেতিয়া বাবৰে নানা প্ৰকাৰ কষ্টত পৰি আলৈ-আথানি হৈ ফুৰিছিল, তেতিয়াও পীৰ মহম্মদে তেওঁক এৰা নাই; যেতিয়া নানা প্ৰকাৰ দুখ আৰু অসুবিধাত পৰি বাবৰে ৰাজ্যৰ সকলো আশা এৰি দিব খুজিছিল, তেতিয়াও পীৰ মহম্মদে তেওঁক উপদেশ দি সকলো কামতে নিযুক্ত কৰিছিল। সংক্ষেপতে পীৰ মহম্মদৰ উৎসাহ বাক্য পাই হে বাবৰে আজি কাবুলত চুলতান হব পাৰিছে। এওঁৰ বয়সো বাবৰৰ সমানেই। মানুহজন বগা; মুখখন ঘূৰণীয়া, ধুনীয়াও। চকু দুটা দ। নাক আৰু কপালৰ জোৰাত এনে এটি কঠিন আৰু দৃঢ় ভাৱৰ প্ৰকাশ—দেখিলেই বুজি তেওঁ কেনে দৃঢ় সংকল্পৰ মানুহ।

পীৰ মহম্মদৰ বহুদিনৰ কল্পনা, এবাৰ স্বৰ্ণপ্ৰসূ ভাৰতভূমিলৈ যাব। কিয় যাব তাৰ উদ্দেশ্য বিশেষ নাই; তেওঁ ভাৰতবৰ্ষৰ নাম শুনি আহিছে, সেই দেখি তাক দেখিবৰ ইচ্ছা। এই কাৰণে ভাৰতীয় মানুহ বুলি শুনি দৌলতহঁতক নিজৰ ঘৰলৈ লৈ গল। দুই তিনি দিনৰ পাছত নানা প্ৰকাৰ কথাবাৰ্তাৰ চলতে দৌলত আৰু কুতবৰ লগত তেওঁৰ বিশেষ পৰিচয় হল; অলপ বন্ধুতাও হল।

তেতিয়া সুবিধা বুজি দৌলতে তেওঁৰ উদ্দেশ্যটি কলে, কিন্তু এতিয়াও নকলে যে তেৱেঁই পঞ্জাবৰ শাসনকৰ্তা।

পীৰ মহম্মদে ভাবিলে, এনে এটি সুযোগ হৈ উঠিলে সি বিশেষ সুবিধাৰ কথা। কিন্তু কি দৰে হব পাৰে? ই দৌলতৰ মানুহ, আহিছে বা কি উদ্দেশ্যেৰে? সঁচাই কৈছে নে মিছাই কৈছে? আৰু সঁচা হলেও তাৰ অৱস্থা বা কেনে? নিজে একো ঠিক কৰিব নোৱাৰি পীৰ মহম্মদে বাবৰৰ কাণত কথাটো তুলিলে।

বাবৰো বহুদিনৰ আশা এনেকুৱাই। তেওঁ ভাৰতৰ অৰ্থ আৰু সৌভাগ্যৰ কথা শুনি আহিছে, তাৰ সুখ স্বাচ্ছন্দ্য, সুন্দৰ জলবায়ু, উৰ্বৰ ভূমি, বহু ৰত্ন, ইত্যাদি সকলো কথা তেওঁ জানে। আৰু তৈমুৰলঙৰ আক্ৰমণৰ সময়ত যিমান ধন-ৰত্ন তৈমুৰে লৈ গৈছিল, তাৰ কথাও বিশেষ জানে। পীৰ মহম্মদৰ কথা শুনি তেওঁৰ বহুদিনীয়া এই বাসনাটো জাগ্ৰত হৈ উঠিল। তেওঁ দৌলতৰ লগত সাক্ষাতৰ অভিলাস প্ৰকাশ কৰিলে।

পীৰ মহম্মদে সুবিধামতে দৌলত আৰু কুতবক লগত লৈ বাবৰৰ আগত উপস্থিত হল। বাবৰে দৌলতক সকলো কথা পুঙ্খানুপুঙ্খৰূপে সুধিলে। দৌলতে কলে, দিল্লী সাম্ৰাজ্যৰ অৱস্থা অতি শোচনীয়। পঞ্জাবৰ শাসনকৰ্তা দৌলত সম্ৰাটৰ বিৰোধী। বাদ্‌ছাহৰ সেনাপতি আৰু মন্ত্ৰীবোৰো বাদ্‌ছাহৰ বিপক্ষে। বাদ্‌ছাহ নিজে অকৰ্ম্মা। এনে স্থলত যদি বাবৰে ভাৰত আক্ৰমণ কৰে, তেন্তে তেওঁৰ বহুত ধন-ৰত্ন লাভ হয়।

বাবৰে কলে—এইবোৰ কথা সঁচা মিছা বিশ্বাস কৰাৰ একো প্ৰমাণ নাই। মিছা হবও পাৰে।

তেতিয়া দৌলতে, পিয়াহুদ্দিনে যি চিঠি দৌলতলৈ লিখিছিল, সেই চিঠি বাবৰৰ হাতত দিলে। কিন্তু তাতো বাবৰৰ সন্দেহ নিমিটিল। তেওঁ কলে, সেনাপতিয়ে এনে চিঠিখন যাৰে তাৰে

হাতত দিব কিয় ? ভাল মানুহ বহুত পালেহেঁতেন। তেতিয়া দৌলতে নিজৰ পৰিচয় দিলে। ইব্ৰাহিমে যে তেওঁক দেখিব নোৱাৰে, কোনো দোষ নোহোৱাতো মাৰিব খুজিছিল, এইবোৰ কথা কলে। পাছত কলে যে চিতোৰৰ মহাৰাণা সংগ্ৰাম সিংহও বাদ্‌ছাহৰ বিৰুদ্ধে। তেওঁ বাবৰক সহায় কৰিব।

তেতিয়া বাবৰে দৌলতহঁতক বিদায় দি পীৰ মহম্মদৰ লগত কথা পাতিলে। বাবৰে চাৰিওফালৰ অৱস্থা ভালকৈ চালে; গিয়াছুদ্দিনৰ চিঠি, দৌলতৰ কথা, সকলো ভাবি চালে। তথাপি তেওঁৰ সাহ নহল। নানা ঠাইত যুদ্ধ কৰি তেওঁৰ বহু সৈন্যক্ষয় হৈছে, ইপিনে দিল্লীৰ বাদ্‌ছাহৰ সৈন্যবল আৰু পৰাক্ৰমৰ কথা শুনি, বাবৰে তেওঁৰ অলপীয়া সেনা লৈ ভাৰত আক্ৰমণ কৰা উচিত বিবেচনা নকৰিলে।

কিন্তু পীৰ মহম্মদ অতি অদ্ভুত মানুহ। তেওঁ কলে,—ভাৰত আক্ৰমণেই যুক্তিযুক্ত। যি বাবৰে বাৰ বছৰৰপৰা মুষ্টিমেয় সৈন্য লৈ দুৰ্ঘোৰ যুদ্ধ কৰি শত্ৰুক পৰাস্ত কৰি ৰাজ্য দখল কৰি ৰুখিব পাৰিছে, সেই বাবৰৰ বৰ্তমান অৱস্থাত ভাৰত জয় একো ডাঙৰ কথা নহয়। বাবৰে এবাৰ নিজ শক্তিৰ প্ৰতি চালে, এবাৰ ভাৰতৰ অৱস্থালৈ চালে, আৰু এবাৰ সেই সোণৰ দেশৰ ঐশ্বৰ্য্য বিভৱলৈ চালে; পাছত সিদ্ধান্ত কৰিলে, ৰাজপুতৰ নিচিনা সাহী আৰু পৰাক্ৰমী জাতি অতি বিৰল। যদি সংগ্ৰাম সিংহ এই কামত সহায় হয়, তেওঁ ভাৰত আক্ৰমণ কৰিব। সংগ্ৰাম সিংহৰ দূত বা তেওঁৰ ছাব-মোহৰৰ চিঠি পালে তেতিয়াহে তেওঁ যুদ্ধ সজ্জা কৰিব।

দৌলতক এই সংবাদ দিয়া হল। দৌলত প্ৰথমতে হতাশ হল। সংগ্ৰাম সিংহ বাদ্‌ছাহৰ মিত্ৰ; তেওঁৰ হাতৰ লেখা কি দৰে আনা হব! কিন্তু তথাপিতো দৌলত নিৰাশ নহল। ভাবিলে সংসাৰত অধ্যৱসায়ী আৰু সাহী নহলে একো নহয়। চেষ্টা কৰি চোৱা যাওক যদি আনিব পাৰি। এমাহৰ ভিতৰত সংগ্ৰামৰ চিঠি আনি দিব বুলি দৌলত আৰু কুতবে বাবৰৰপৰা বিদায় ললে।

ইফালে পীৰ মহম্মদেও ভাৰত জয় যে কিমান সুবিধাৰ তাকে বাবৰক বুজাবলৈ লাগি গল।

বাবৰে কলে, "মহম্মদ, বহুদিনৰপৰা ভাৰতলৈ চকু দিছোঁ। যিদিনা পূৰ্বপুৰুষ তৈমুৰে ভাৰত জয় কৰিছিল সেই দিনাৰপৰা আমাৰ বংশত ভাৰতৰ ৰাজত্ব বুলি ভাবিবা। কিন্তু এনে সুবিধা কেতিয়া হৈছে যে ভাৰত আক্ৰমণ কৰিলে সুফল ফলিবৰ আশা কৰা?

পীৰ মহম্মদে কলে, "চুলতান, ই আপোনাৰ ভ্ৰম মাথোন। কোনে বিশ্বাস কৰিব পাৰিছিল যে আপুনি ইমান কম সৈন্যেৰে কাবুল দখল কৰিব পাৰিব? সেয়ে তো হৈ গল। এতিয়া আপুনি বিদেশ আক্ৰমণ কৰিব লাগে। ৰাজ্য জয়ৰ সুবিধা হৈছে, ভাগ্য পৰীক্ষা কৰি লওক। যদি সিদ্ধ নহয়, তাত কি দোষ? বহুদিনৰপৰা আশা, চুলতান, আপোনাক পৃথিৱীৰ সাম্ৰাজ্যৰ সিংহাসনত বহুৱাই এদিন মনৰ হেপাহ পলুৱাওঁ।"

বাবৰে অলপ আমাচাৰ ভাবেৰে সুধিলে "তোমৰ লাভ?"

মহম্মদে কলে "মোৰ লাভ পৃথিৱীৰ মন্ত্ৰীত্ব।"

# ত্ৰয়োদশ অধ্যায়

গুল্‌জানক লগত লৈ মোবাই সিদ্ধনাথৰ থিৰ হল। কিৰণমালাক তেওঁ সকলো উপদেশ দিলে; তেওঁৰ কি কি দুৰ্গতি হব পাৰে তাকো বুজাই কলে। আৰু কলে, যেতিয়া লাহোৰৰপৰা ঘৈকেলা আহে, তেতিয়া প্ৰচুৰ অৰ্থ দি বান্দীজনীক বিদায় দিবলৈ।

যাবৰ সময়ত সিদ্ধনাথে কলে, "আই, এতিয়া যাওঁগে, ঈশ্বৰক চিন্তি থাক; তেওঁ যি কৰে।"

বুঢ়া সিদ্ধনাথৰ চকুৰপৰা এটোপা পানী পৰিল। কিৰণে তাক দেখিলে। তেওঁ ক'লে "পিতা, সকৰে পৰা পালিলা, তোমাৰ বিপদত বিপদ হবলৈ হে নে? তুমি তোমাৰ কৰ্তব্য পালনলৈ ওলাইছা, এতিয়া মোৰ নিমিত্তে চিন্তা নকৰিবা, অকণো ভয় নকৰিবা; কিৰণে তোমাৰপৰা যদি শিক্ষা-দীক্ষা পাইছে তেনেহলে কিৰণৰ কতো বিপদ নাই।"

বুঢ়া বামুণে আৰু মাতিব নোৱাৰিলে, তেওঁ গৌৰৱ দৃষ্টিৰে কিৰণৰ পিনে চাই বিদায় ললে।

কিৰণমালাই গুল্‌জানক কলে, "ভনী, মোৰ কবলগীয়া একো নাই। আশীৰ্বাদ কৰিছো স্বামীৰ লগত সুখে থাক; নিজৰ লৰাক সিংহাসনত বহুৱাই মৰিব পাৰ যেন।"

গুল্‌জানে একো কব নোৱাৰিলে, তেওঁৰো চকুৰপৰা এটোপা পানী ওলাল। কিৰণে মোবাৰক আৰু ছোৱালীজনীক চুমা খাই বিদায় দিলে।

যোৱাৰ সময়ত মোবাৰকে কলে, "মাহী, নাযাৰ কিয়? মাহীকো লৈ বলা আতা!" কিন্তু বালকৰ কথাত কাণ কৰোঁতা নহল। "মাহী" তাতেই থাকিল গুল্‌জান প্ৰভৃতিক লৈ সিদ্ধনাথ, জেলাল আৰু মহাতবে খোজ ললে। কিৰণমালাই চকুৰ আঁৰ নোহোৱা মানে বাটৰ মূৰৰপৰা তেওঁলোকক চাই ৰল। যেতিয়া নেদেখা হল, কিৰণে চকু মোহাৰি ঘৰলৈ আহিল; আহোঁতে ভাবিলে, "ভগবান, এই ভীৰু আৰু অবোধ তিৰোতাজনী লৰা-ছোৱালী দুটিৰে সৈতে যেন কতো বিপদত নপৰে, দয়াময়, তোমাক ইয়াকেহে খাটিলোঁ।"

সিদ্ধনাথহঁতে বিবাম নোহোৱাকৈ যাবলৈ ধৰিলে। গৈ গৈ তেওঁলোকে ফিৰোজাক যি বনৰ ওচৰত এৰি গৈছিল তাকে পালে গৈ। এই বননিথন মিৰাবৰ ভিতৰত। ৰাজধানী পাব হৈ দুই তিনি দিন মান গলে এই বনৰ এটি দাঁতি পায়, এই দাঁতিতে এখন জীল গাৱঁত দোলভহঁত আছিল; তেওঁলোকে ফিৰোজাকো ইয়াতে থৈ গৈছে। সিদ্ধনাথহঁত ইয়ালৈ যাব লাগে।

কিন্তু তেওঁলোকে এই ঠাইখিনি পোৱাৰ আগেয়ে এটি বিপদ উপস্থিত হল। জেলাল-উদ্দিনৰ স্বভাৱ সকৰেপৰা বৰ গোৱাঁৰ বিধৰ। তেওঁৰ যি ইচ্ছা তাকে নকৰি নোৱাৰে। পাছে যৌৱনৰ আৰম্ভতো আগত কৈ অহা অৱস্থাত পৰি, তেওঁৰ এই একলীয়া স্বভাৱৰ শিক্ষা হল বৰ বেয়া ঠাইত। উপায় নাপাই, বা নিজ ইচ্ছা মতেই, জেলালে ডকাইতৰ দলত সোমাল; যি [illegible] সকলো শক্তি আৰু বুদ্ধিৰ [illegible] আৰম্ভ কৰে, সেই সময়ত বেয়া প্ৰবৃত্তিক

[illegible]

যতন কৰি ভালবোৰক বিকাশ কৰিলেহে সৎ স্বভাৱ গঠিত হয়; কিন্তু জেলালৰ এনে নহল। যি সময় সৎ শিক্ষাত কটোৱা উচিত সেই সময়খিনিতে তেওঁ কুশিক্ষা পালে। যদিও তেওঁ সাহী আৰু নিয়মিত ধৰণৰ বুদ্ধিমান আছিল, তথাপি সেই সাহ আৰু বুদ্ধিৰ নীতিস্বৰূপ একো স্থায়ী গুৰি নোহোৱা গতিকে তেওঁৰ সেই সুন্দৰ শক্তি বৰ চঞ্চল হল আৰু বেয়াৰ পিনে ঢাল ললে। এনে লঘু চৰিত্ৰৰ মানুহৰ ভিতৰত দেখা যায়, বিশেষ বাধা বা ভয় নাথাকিলে, সিহঁতে পশুৰ নিচিনা আচৰণ কৰিবলৈ কুণ্ঠিত নহয়। সিহঁতে যে তেনে নকৰে তাৰ কাৰণ এটা লোকলজ্জা, আনটো ভয়। এই দুই বিষয়পৰা লুকাই বেয়া কাম কৰিবৰ অলপ সুবিধাও সিহঁতে এৰি নিদিয়ে। শিক্ষা-দীক্ষা পোৱা মানুহকো এনে লঘু চৰিত্ৰৰ দেখা যায়। বেয়া কাম কৰাত সিহঁতে নীতি বা ধৰ্মৰ বাধা নামানে।

জেলালে গুলজানৰ ৰূপ দেখি মোহিত হল আৰু তেওঁৰ ওপৰত পশুতকৈয়ো নিকৃষ্ট আচৰণ কৰিবলৈ মনে মনে ভাবিলে। জেলালে যিদিনা গুলজানক দেখে, বা যিদিনা তেওঁক লৈ আহে সেইদিনা যে জেলালৰ মনত এনে ভাব খেলাইছিল তেনে নহয়। এনে কি তেনে কথা তেওঁ দুই দিনমানলৈ ভাবিবও নোৱাৰিছিল। কিন্তু তেওঁৰ চৰিত্ৰৰ বল আৰু মনৰ দৃঢ়তা অতি কম। গুলজানক সদাই দেখি দেখি আৰু তেওঁৰ সুন্দৰ ৰূপ চাই চাই জেলালৰ মনত লালসাৰ উদ্ৰেক হল। লাহে লাহে সি মনৰ ভিতৰতে থাকিব নোৱাৰি সাধাৰণ কাজ-কাম আৰু কথা-বাৰ্ত্তাত অলপ অলপ প্ৰকাশ হবলৈ ধৰিলে। সিদ্ধনাথে সকলোকে দেখিলে, আৰু মনে মনে জানিলেও; মহাবতেও জানিলে; গুলজানেও গম পালে জেলালৰ মনৰ ভাব কেনে,—কিন্তু তেওঁৰ মনত ভয়, মুখত লাজ, আৰু এটা লাজ আৰু ভয় মিহলি কোমল ভাব। তেওঁ কাৰো আগত তাক প্ৰকাশ কৰিব নোৱাৰিলে। তেওঁ জেলালৰ বেয়া বিদ্ৰূপৰ কথা শুনে, মনত বৰ খং উঠি লাজো পায়, বেয়াও লাগে, কিন্তু জেলালৰ আগত ফুটাই একাষাৰো কব নোৱাৰে। জেলালে মোক বিপদৰপৰা উদ্ধাৰ কৰিব খুজিছে, তেওঁক টানি মানি কথা কলে বেয়া পাব মই অকৃতজ্ঞ হব লাগিব—এনেকুৱা তেওঁৰ মনত ভাব। বুঢ়া সিদ্ধনাথে গুলজানৰ মনৰ ভাব বহুত পৰিমাণে বুজি পালে।

সিদ্ধনাথে এদিন—সেইদিনা গাওঁখনৰ ওচৰ পাওঁ পাওঁ হৈছে—জেলালক ওচৰলৈ মাতি নি কলে, "জেলাল, মই বুঢ়া মানুহ; হয়তো তোমাৰ বাপেৰাৰ সমান বয়সীয়া। একাষাৰ কথা কওঁ, মনোযোগ দি শুনা।" বুঢ়াৰ পাতনিতে জেলালে কথা কেইটি এক ৰকম বুজিললে। সি বৰ খং মুৱাকৈ কলে, "বুঢ়াই হ আৰু যেয়ে হ, মোৰ কি? মই মোৰ মনৰ খুচিয়ে কাম কৰিম, কাৰো উপদেশ নিবিচাৰোঁ, পৰামৰ্শও নালাগে।"

সিদ্ধনাথৰ খং উঠিল। তেওঁ মনে মনে ভাবিলে মোৰ আগতে ইহাঁৰ ইমান কথা! মই থাকোঁতে সি কি কৰিব পাৰে? তথাপি তেওঁ ভাবিলে, এনে বেয়া অৱস্থাত খং কৰা অনুচিত; হয়তো বেয়া কাণ্ড এখন ঘটিবে। জেলালক শান্ত কৰিব পাৰিলেই এই ক্ষেত্ৰত অতি উত্তম।

সিদ্ধনাথে আকৌ শান্ত ভাৱে কলে, "জেলাল, কথা শুনচোন আগেয়ে। যৌৱনকালত মত হৈ বহুত বেয়া কাম কৰিবলৈ মানুহ ওলাব পাৰে, কিন্তু সকলোকে জ্ঞানী মানুহে অন্যায় ভাবি

চায়। তই দৌলতৰ বন্ধু। এতিয়া দৌলতৰ প্ৰতি বা তেওঁৰ তিৰোতাৰ প্ৰতি তোৰ যেনে আচৰণ ধৰ্ম আৰু নীতিবিৰুদ্ধ। মনত কি ভাবিছ, সেইবোৰ এৰি পেলা। বৰ্তমান কাৰ্য্যৰপৰা উদ্ধাৰ হ। পাছত তোৰ ইচ্ছামতে তই তিৰোতা লৈ আনন্দ কৰিবি।"

জেলালে এইবাৰ সেই উগ্ৰ ভাৱতে কলে, "কোনে কলে মই দৌলতৰ বন্ধু? মই দৌলতৰ শত্ৰু। দৌলতৰ তিৰোতাৰ প্ৰতি মই একো অন্যায় আচৰণ কৰা নাই। যি কৰিছোঁ সি অতি বেছি দয়াৰপৰাহে।"

সিদ্ধনাথে অলপ বেছি গম্ভীৰ আৰু উগ্ৰ হৈ কলে, "মোৰ আগত লুকাবি কেনেকৈ জেলাল? মই সকলোকে দেখিছোঁ।"

জেলালে কলে,—"জানিছ, জানিছ! মোৰ ইচ্ছাত কোনে বাধা জন্মায় চাওঁচোন! এই মই গুলজানৰ ওপৰত জোৰ কৰিম। কোনে বাধা দিয়ে দিয়ক।"

এই বুলি জেলালে দাঁত কামুৰি, হাতৰ গাঁঠি দুটা দুই হাতেৰে বৰ বলেৰে মোহাৰি মোহাৰি, বৰ খৰ বেগেৰে গুলজানৰ পিনে চোচা ললে। গুলজান বৰ বেছি দূৰত নাছিল। সিদ্ধনাথৰ মনত বৰ খং উঠিল। সিদ্ধনাথৰ গোটাইটো শৰীৰ কঁপিবলৈ ধৰিলে; চকুৰপৰা যেন জুই ফুকুৰা ওলাল; ভীম বেগেৰে গৈ তেওঁ জেলালৰ আগত থিয় হৈ থৰথৰ্ কৰে কঁপি থকা হাত দুখনেৰে জেলালক বাধা দি টানকৈ কলে, "মই বাধা দিছোঁ। মই থাকোঁতে চাওঁচোন কোনে গুলজানৰ ওপৰত অন্যায় আচৰণ কৰিব পাৰে? দূৰ হ পাষণ্ড! নহলে—"।

জেলালে কঁকালত বান্ধা থকা জোঙা তৰোৱালখন সিদ্ধনাথৰ বুকুত বহুৱাই দিলে। সিদ্ধনাথৰ বুকুৰপৰা হোলোকা-হোলোকে তেজ ওলাবলৈ ধৰিলে।

এই কাণ্ড দেখি মহাতৰ পলাল।

জেলালে "এই মই গুলজানক ধৰিলোঁ। কোনে বাধে চাওঁ", এই বুলি বৰ বেগেৰে গুলজানৰ পিনে যাবলৈ ধৰোঁতেই, গুলজানে অদ্ভুত ৰকমে এটি চিঞৰ মাৰিলে আৰু গুলজান অজ্ঞান হৈ মাটিত পৰিল। এনেতে হঠাৎ কৰপৰা আহি পাঁচ ছয় পাট কাঁড়, এপাটৰ পাছত এপাটকৈ, জেলালৰ মুৰ, ডিঙি, বুকু, হাত প্ৰভৃতিত পৰিবলৈ ধৰিলে আৰু ততালিকে জেলাল মাটিত বাগৰি পৰিল।

# চতুৰ্দশ অধ্যায়

কুতব আৰু দৌলত কাবুলৰপৰা আহিল। কিন্তু কেনেকৈ তেওঁলোকে সংগ্ৰাম সিংহৰ মোহৰ থকা চিঠি বাবৰৰ হাতত দিব পাৰিব গৈ তাৰ একো মীমাংসা কৰিব নোৱাৰিলে। দৌলতৰ প্ৰথম উৎকণ্ঠা আছিল গুল্জান আৰু লৰা-ছোৱালী দুটাৰ বিষয়। তেওঁলোকে সেই-বাবে প্ৰথমতে তেওঁলোকে থকা ভীল গাৱঁলৈ আহিল, যদি কিবা সংবাদ পায়। তেওঁলোকে সেই গাৱঁলৈ আহি ভীলবোৰৰে সৈতে সাক্ষাৎ কৰিলে; আৰু যি ভীলৰ ঘৰত ফিৰোজাক এৰি আহিছিল, সি নিজে আহি দৌলতৰ আগত কলে, যে ফিৰোজা বিবি এদিন ৰাতি কলৈ গুচি গল, সি একো কব নোৱাৰে; সিহঁতে বহুত অনুসন্ধান কৰিছে, কিন্তু একো খবৰ পোৱা নাই।

কুতবৰ মনত বৰ দুখ হল। তেওঁ দৌলতৰ আগত প্ৰকাশ কৰিলে যে ভীলহঁতে কি জানি কিবা কাৰণত ফিৰোজাক মাৰিলেহে। দৌলতে ভীলৰ স্বভাৱ বেছকৈ জানে; তেওঁ কলে ভীলহঁত তেনে জাতি নহয়; আৰু তেনে কৰিলে, সিহঁতে আমাক ইমান ভাল ব্যৱহাৰ নকৰি মাৰিব খুজিলেহেঁতেন। অসভ্য মানুহে মিছা কথা আৰু মিছা ব্যৱহাৰ নেজানে; সি সভ্যৰ হে সম্পত্তি।

তেতিয়া দৌলতে ভীলহঁতক গুল্জানহঁতৰ কথা সুধিলে, "কোনোবা মানুহ ফিৰোজাক বিচাৰি আহিছিল নে?"

সিহঁতে ক'লে "এজন আহিছিল; কিন্তু কলৈ গল, একো ঠিক নাই। তাৰ আগেয়েই ফিৰোজা নোহোৱা হৈছে।"

দৌলতে একো মীমাংসা কৰিব নোৱাৰি, সকলোকে পাছ কৰি তেওঁৰ ভাগ্যৰ অনুসৰণ কৰিবলৈকে প্ৰস্তুত হল।

দৌলতে বুজিলে, আচল ছাব-মোহৰ নোপোৱালৈকে কোনোমতে কাৰ্য্য উদ্ধাৰ নহব। গতিকে তেওঁলোকে চিতোৰলৈ গৈ এবাৰ চেষ্টা কৰা আৱশ্যক; কাৰ্য্য সিদ্ধ হলে ভালেই, নহলে তেতিয়া আকৌ অন্য বিবেচনা কৰা যাব। এই বুলি তেওঁলোকে চিতোৰলৈ যাত্ৰা কৰিলে। তেওঁলোক যাওঁতে হিন্দুৰ সাজ সিন্ধি ৰাজপুতৰ নিচিনা হৈ গল। কিন্তু টকা নহলে যে এনে কাম কোনোমতে সম্পাদিত হব নোৱাৰে, তাক দৌলতে বেছ জানিছিল। তেওঁৰ হাতত বহুমূলীয়া হীৰাৰ আঙঠি দুটিমান আছিল; কুতবৰ হাততো তেনে আঙঠি আছিল। তাকে তেওঁলোকে কোনোমতে বেচিলে; মাথোন যি দুটিত তেওঁলোকৰ নাম লেখা আছিল, তাক ৰাখিলে। প্ৰথমতে তেওঁলোকে কোনো উপায়কে যুক্তি সঙ্গত বিবেচনা নকৰিলে; একোকে থিতাৰ নাপালে।

প্ৰথমতে তেওঁলোকে ভাবিলে, যাৰ হাতত ছাব-মোহৰ আদি থাকে তাক টকা কড়ি দি বশ কৰিব। কিন্তু যদি সি নামানে, যদি বশ নহয়, ৰাজপুত জাতি। তাৰ পিছত ভাবিলে সেই ঠাইত যি মহৰী আদি থাকে সিহঁতকে যদি টকাৰে বশীভূত কৰিব পাৰি।

প্ৰথমতে কুতব এদিন তাওব মহবীজনৰ লগত যাচিত চিন-জানা হল। কেতিয়াবা কেতিয়াবা তেওঁ মহবীক মাতি আনি বহাত বহুৱাই অলপ জলপান পাতিও খুৱালে। এনেকৈ মহবীৰে লৈতে দৌলতৰো পৰিচয় হল। দুই এদিনকৈ তেওঁৰ বন্ধুবান্ধৱৰ লগতো পৰিচিত হল। দৌলতে কথাটি কিন্তু প্ৰথমতে মহবীৰ আগত কবলৈ সাহ নকৰিলে। মহবীৰ এজন তুখীয়া দুষ্ট বন্ধু আছিল। তাক মাতি আনি টকা-কড়ি দি দৌলতে কলে, যদি মহবীৰপৰা তেওঁ এখন বগা কাগজত মহাৰাণাৰ ছাব-মোহৰ আনি দিব পাৰে, তেন্তে তেওঁক আকৌ টকা দিব।

মহবীৰ এই বন্ধুজনে গৈ মহবীক কলে, "বন্ধু, তুমি মোক এবিধ কাম কৰি দিয় বুলি কোৱাচোন, তোমাক বহুত টকা দিম।"

মহবীয়ে কলে, "টকা কিয় দিবা ; কোৱাঁ বাক পাৰোঁ যদি এনেই কৰিম।"

বন্ধুজনে কলে, "পাৰোঁ যদি নহয়, কৰিবই লাগিব।"

মহবীয়ে আকৌ কলে, "বাক কোৱাঁচোন।"

তেতিয়া সেই বন্ধুজনে সকলো কথা কলে। কাৰ নিমিত্তে কাগজ লাগে তাক নকলে। মহবীয়ে কলে, "এনে কথা হব নোৱাৰে। এনে প্ৰস্তাৱ মোৰ আগলৈ আনাই তোমাৰ মহৎ অন্যায়।"

বন্ধুজনে আকৌ কলে, "অন্যায় কি হব। তুমি ইমান কষ্ট কৰি খোৱা। মোহৰ এটি মাৰি দিলাই বা। তাৰপৰা তো কাৰো একো অন্যায় নহয়। বহুত টকা পাবা তুমি মাত্তি হোৱা। আৰু নহলেও নহব, বিশেষ মই কৈ আছিছোঁ, যে তোমাৰ হতুৱাই অনাম।"

মহবীয়ে ডাঠকৈ কলে, "তুমি কৈ আহিলা, মোৰ কি হল ? ৰাজকাজত বন্ধুতাৰ খাতিৰ নাথাকে। তুমি যদি আকৌ কেতিয়াবা এনে কথা কোৱা তেন্তে নিশ্চয় মই তোমাৰ লগত সকলো কথা বাৰ্ত্তা বন্ধ কৰিম।"

বন্ধুজনে কলে, "খং কৰা কিয় ? তোমাৰ ভালৰ নিমিত্তে হে কৈছোঁ। টকা পালাহেঁতেন।"

"নালাগে মোক তেনে টকা," মহবীয়ে আৰু টানকৈ কলে। "ই টকাৰো কাম নহয়, বন্ধুতাৰো কাম নহয়। মই তোমাক ভালকৈ কৈছোঁ, এনে কথা লৈ আৰু যদি কেতিয়াবা আহা, তেন্তে তোমাৰ বেয়া হব।"

. বন্ধুৱে দেখিলে, তেওঁৰ মহবী বন্ধু যেই সেই মানুহ নহয়। তেও নিৰাশ হৈ গুচি গল। যথাসময়ত কুতব আৰু দৌলতে এই সংবাদ পাই আকৌ বেছি হতাশ হল।

কিন্তু তেতিয়াও তেওঁলোক সম্পূৰ্ণ নিৰুৎসাহ নহল। ভাবিলে আৰু চেষ্টা কৰা যাওক, কেতিয়াবা হব পাৰে।

আগেয়ে যিজন বন্ধুৰ কথা হৈছিল সেইজনে মহাবীৰ ঘৈণীয়েকৰ সক ভনীয়েকক বিয়া কৰাইছে ; দৌলতে এইবাৰ ভিতৰে ভিতৰে ক্ৰিয়া কৰিব পাৰি নে চালে। তেওঁ ভাল অলঙ্কাৰ দুডালিমান কিনি আৰু সেই বন্ধুজনক মাতি আনি কলে, "আপুনি এই অলঙ্কাৰ নি আপোনাৰ ঘৈণীয়েকক আমাৰ সেৱা জনাই দিব গৈ। তেওঁক সকলো কথা বুজাই কব। আৰু বায়েকক যেন তেওঁ ভালকৈ ধৰে, যাতে মহবীয়ে কাকতত ছাব-মোহৰ দিয়ে। তেওঁ যদি প্ৰথমে অসম্মতো হয়, তিৰোতা মানুহ, আপুনি [illegible]

এই বুলি বন্ধুজনক পুৰাই টকা অলপ-কি পঠিয়াই দিলে। মাজৰ কাৰণোৰ জানিবা ফৰাপতি হল।

এদিন মহৰীৰ বৈণীয়েকে বৰ ভূমিকা দি তেওঁৰ ভনীয়েক আৰু ভনীয়েকৰ গিৰীয়েকৰ বেয়া অৱস্থা বৰ্ণনা কৰিলে ; পাছে মহৰীয়ে যে ভনীয়েকৰ গিৰীয়েকক বেয়া মানুহ বুলি ভাবি ভুল বুজিছে, তাকো উনুকিয়ালে ; শেহত চকুলো মচি, কাকত এখনত মহাৰাণাৰ মোহৰ দিবলৈ কাকুতি কৰিলে ; তাৰ যুক্তি—ভনীয়েকহঁতৰ তাৰ পৰা উপকাৰ হব।

মহৰী অলপ বিৰক্ত হল ; তেওঁ বৈণীয়েকক সম্বোধন কৰি কলে, "তোমালোক তিৰোতা মানুহ, ভিতৰত থাকিব লাগে, ভিতৰতে থাকা। এইবোৰ কথা লৈ কোনে আন্দোলন কৰিবলৈ কৈছে ? তোমাৰ ভনীয়েৰাৰ ভাল হব বুলি বজাৰ ছাৰমোহৰ দিব পাৰি নে ? ইয়াৰ কি শাস্তি জানা নে ? ভনীয়েৰাৰ নিমিত্তে দুখ লাগিছে, টকা-কড়ি চাউল-পাত দি দুখ দুগুচুৱা কিয় ? তাত কোনে বাধা দিছে ? এনেবোৰ কথা যেন আৰু কেতিয়াও তোমালোকৰপৰা নুশুনো।"

মহৰীয়নীৰ মাতিবলৈ আৰু সাহে নুকুলালে ; তেওঁ মৌনব্ৰত অৱলম্বন কৰিলে। এই সংবাদো দৌলতে অচিৰে জানিব পাৰিলে। তেতিয়া তেওঁ ভাবিলে, এতিয়া উপায় ?

দৌলত আৰু কুতুব ইয়াতো ভগ্নোদ্যম নহল। তেওঁলোকে ভাবিলে আকৌ চোৱা যাওক। তেওঁলোকে যত বহা লৈছিল, তাৰ সমুখতে এটি সৰু বাট। বেছি মানুহৰ সমাগম নাই। সেই বাটেদি মহৰী দিনৌ ঘৰলৈ যায়। দৌলতে আৰু কুতবে ভাবিলে, এইবাৰ নিজে নিজেই চেষ্টা কৰি চোৱা যাওক।

এই বুলি তেওঁলোকে এদিনা মহৰীক তেওঁলোকৰ বহালৈ মাতি আনিলে ; আগেয়ে নানা প্ৰকাৰ কথাবাৰ্তা হল। প্ৰথমতে দৌলত নাই। কুতবে কথাবাৰ্তা সুধিলে, জলপান-তলপান দিলে। ঘৰৰ কথাবাৰ্তা সুধিলে।

এনেতে দৌলত বাহিৰৰ পৰা ঘৰৰ ভিতৰলৈ আহিল আৰু তেওঁ মহৰীৰ কালে চকু ঘুৰাই ঘুৰাই চাবলৈ ধৰিলে। মহৰীয়ে তেওঁ ৰহস্য কৰিছে বুলি ভাবি কলে, "হেৰি ! আহক ! আপোনালোকৰ ঘৰলৈ আহিলোঁ। আপুনি দেখোন দেখাকে নিদিয়ে।"

দৌলতে খঙতে যেন বজ্ৰ পৰি কলে, "ৰবি তালকৈ দেখা দিম ! আজি দিওঁ এসেকা ইয়াক !" এই বুলি তৰোৱাল এখন লৈ তেওঁ মহৰীক কাটিবলৈ খেদি আহিল। মহৰী অবাক ! তেওঁ শিলৰ মূৰ্তিৰ নিচিনা চাই ৰল। কুতুবে "কি হৈছে কি হৈছে" বুলি দৌলতৰ হাতত ধৰিলে। দৌলতে আজোৰ-পিজোৰ লগালে। কুতবে বহুত বুজাই বুজাই যেন দৌলতক অলপ শান্ত কৰি সুধিলে, কি হৈছে। দৌলতে কলে, "এই কুকুৰে এখন কাকতত বজাৰ ছাবটি দিব নোৱাৰিলে। তাক ইমান খাটিলোঁ, ইমান টকা দিব খুজিলোঁ ; আজি আকৌ ইয়াত দাত দেখুৱাই খাবলৈ আহিছে !"

মহৰীয়ে বুজিলে তেওঁৰ বন্ধুৱে কি কাৰণে কাকতত ছাৰমোহৰ খুজিছিল। তেওঁ খাব খুজিলে।

দৌলতে আকৌ কলে, "নোৱাৰ যাব, আজি থাক, নহলে খাবি।"

মহবীয়ে খঙেৰে কলে, "কাক মাৰিবি ? ৰাজপুতক কিহৰ ভয় দেখুৱাইছ।"

দৌলতে আকৌ কলে, "ভাই ৰাজপুত, আমি কি ?"

তেতিয়া কুতবে কলে, "ভাওৰীয়া, হাই নকৰিব। এই মানুহটি পাগলৰ নিচিনা। ই কেতিয়াবা অন্যায়ো কৰিব পাৰিব। কাকতখন খুজিছে যেতিয়া দিব লগে হে। আপুনি দিবও পাৰে। টকা দুটিমানো লাভ হয়।"

মহবীয়ে আকৌ টানকৈ কলে, "ভাওৰীয়া! আপোনাৰ নিচিনা ভদ্ৰলোকৰপৰা এনে কথা শুনিবলৈ আশা নকৰিছিলোঁ। মই ৰাজপুত জানিব। মোক টকা নালাগে; কাৰো ভয়ো নকৰোঁ। আপোনাৰ ইয়ালৈ আহি এনে অপমান পাম জানিলে, কেতিয়াও নাহিলোঁহেঁতেন।"

কুতবে কলে, "ভাওৰীয়া, মই একো বেছি কোৱা নাই। কেবল কথা এটি হে কৈছিলোঁ। — আপোনাৰ অভিৰুচি। মই তো আপোনাক কোনো অন্যায় কৰিবলৈ কোৱা নাই। মাফ কৰিব।"

মহবী যাবলৈ উঠিল। দৌলতে আকৌ কলে, "এবি নিদিওঁ। দিবি নে নিদিবি ক ?"

কুতবে তেতিয়া দৌলতক বলেৰে একতীয়া কৰি মহবীক বাজত থলেহি।

এই উদ্যমো একেবাৰে নিষ্ফল হোৱা দেখি দৌলত আৰু কুতব হতবুদ্ধি হল।

পুৰণি যুগৰপৰা অধ্যৱসায় বুলি এবিধ বস্তু আছে শুনিছোঁ; সেই বীৰৰ সহায়েৰে বোলে সকলো কামকে সম্পন্ন কৰিব পাৰি। ইতিহাসে কয়—স্কট্‌লণ্ডদেশৰ ৰবাৰ্ট ব্ৰুচ নামেৰে এজন ৰজাই আন বীৰৰ সহায়েৰে নোৱাৰি, এই বীৰৰ সহায় লৈ শত্ৰু জিনিলে। দৌলত আৰু কুতবেও এওঁৰ "চৰণতে শৰণ মাগিলে।"

মহবীয়ে যি ঠাইত কাম কৰে তাৰপৰা তেওঁৰ ঘৰলৈ দুই ক্ৰোশ মান হব। চহৰৰ বাহিৰত তেওঁৰ ঘৰ। যি বাটেৰে যাব লাগে সেই বাটৰ দুয়ো পিনে ঘন চাপৰ বন—খিৰিনা, কাঁহি, উলু। মহবী সদায় এই বাটেৰেই ঘোঁৰা এটিত উঠি ঘৰৰপৰা আহা যোৱা কৰে। কেতিয়াবা কেতিয়াবা ঘোঁৰাটি দৌৰায়ো নিয়ে।

এদিন তেওঁ এনেকৈ ঘোঁৰা দৌৰাই ঘৰলৈ যাবলৈ ধৰোঁতে, দেখিলে আলিৰ ওচৰৰ বনৰ মাজৰপৰা এজন মানুহ ওলাই তেওঁৰ ঘোঁৰাটিৰ আগেদিয়েই দৌৰ মাৰিলে। এনেতে তেওঁৰ ঘোঁৰাটি আহি সেই মানুহজনৰ ওপৰতে পৰিল। মানুহজন আলিৰ দাঁতিত বাগৰি পৰিল। মানুহ এজন পৰা দেখি মহবীয়ে ঘোঁৰাটি ৰখাই মানুহজনৰ ওচৰলৈ আহিল— দেখিলে মানুহজনৰ ভৰিৰ কলাফুলত ঘোঁৰাৰ টাৰ লাগি তেজ ওলাইছে। ভাল কৰি চাই দেখিলে,— তেওঁক যি জন ভদ্ৰলোকে বাহাত জলপান আনি খুৱাইছিল, এওঁ সেই ভদ্ৰলোক জন, কুতব।

তেওঁ বৰ আচৰিত হল। কুতবে মহবীৰ আগত তেওঁৰ যি নাম কৈছিল সেই নাম ধৰি ধৰি মহবীয়ে মাতিলে, মাত নাই। মহবীয়ে নাকত হাত দি চালে নিশাস নাই। ভালকৈ পৰীক্ষা কৰি চালে, জীৱনৰ চিন্ অলপো নাই। তেওঁ কি কৰিব কি নকৰিব একোকে ভাবি

শোৱা নাই," এনেতে পাছ পিনৰপৰা আহি যৰ উমনকৈ কোনোবাই তেওঁৰ হাতত ধৰিলে। উভতি চাই দেখিলে, সিদিনা যে তেওঁক ধৰ দাবি দিছিল, কাকতত মহাৰাণাৰ ছাপ-মোহৰ দিদিয়াৰ নিমিত্তে মাৰিব খুজিছিল, সেই মানুহজনেই দৃঢ় মুঠিৰে তেওঁৰ হাতত ধৰিছে।

মহবীৰ মনত ভয়ো লাগিল, আৰু কিবা এটা ভাব উপস্থিত হল। তেওঁৰ সকলো শৰীৰ ঘামি উঠিল। মহবীয়ে কিবা কোৱাৰ আগেয়ে দৌলতে দৃঢ়কৈ কলে, "তই মোৰ বন্দুক মাৰি কলৈ যাব খুজিছ? কল মহাৰাণাৰ ওচৰলৈ।"

মহবীয়ে কব খুজিলে যে তেওঁৰ একো দোষ নাই; কিন্তু ভয়ত তেওঁৰ কথা নোলাল।

"মো—মো" কৰি থাকোঁতে দৌলতে আকৌ কলে, "মো মো"- কৰিলে কি হব। সিদিনাৰ প্ৰতিহিংসাৰ বাবে বন্দুক মাৰিলি। এনে নহব। কাকত নিদিয়াৰ ভাল সেকা দিম এতিয়া কল।"

মহবীয়ে আকৌ কবলৈ ধৰিলে, "নাই। মই একো কৰা নাই।"

দৌলতে আকৌ গৰ্জন কৰি কলে, "ক, তেন্তে যদি তোক ৰজাৰ আগত নি দিব নালাগে তেন্তে সেই কাকতখন কৰি দিবি। তেনেহলে এই লাহু এতিয়াই পেলাই দিম।"

দৌলতে যৰ ৰলেৰে চকুৰ পাক দি মানুহ নোসোৰা ঠাইত বনৰ মাজত তেওঁক ধৰিছিল দেখি মহবীৰ বৰ ভয় হৈছিল; তেওঁ দেখিলে এটি নৰহত্যা অপৰাধো দৌলতে তেওঁৰ গাত গাঁথি দিব পাৰে; আৰু ইকালে মানুহজনো কি জানি বলিয়া।

সেই দেখি তেওঁ কলে, "দিম।"

দৌলতে কলে দিম বুলিলেই নহয়। এই কাকতত দস্তকত দে। ইয়াতে মই লিখিম যে তই মানুহ এটি মাৰিছ, আৰু ৰাণাৰ ছাব মোহৰ দি কাকত দিব খুজিছ। যদি কালিলৈ সেই কাকত নাপাওঁ, ইয়াকে দাখিল কৰিম। তেতিয়া তোৰ প্ৰাণদণ্ড হব; লৰা-তিৰোতাৰো সৰ্বনাশ। দস্তকত দে।" মহবীয়ে দস্তকতটি দিলে। তেতিয়া দৌলতে তেওঁক এৰি দিলে।

বুকৰ কঁপনি আৰু শৰীৰৰ অৱশতা লৈ মহবী ঘৰমুৱা হৈ যোঁৱা মেলাই দিলে।

# পঞ্চদশ অধ্যায়

এডাল গছৰ তলত বহুত মানুহ বহি আছে। কাবুললৈ যোৱা বাটত এই ডাঙৰ গছডালি। কাবুলত বদৰ প্ৰকোপ অলপ বেছি; সেইবাবে তুপৰীয়া বহুত মানুহে বদ আৰু ভাগৰত অৱশ হৈ এই গছৰ তলত বহি জিৰণি লৈছে। চাৰিওফালে বিস্তীৰ্ণ পথাৰ। শস্যৰ ভাল অৱস্থা নহয়। বেছি ভাগ ঠাইতে বালি। তাত জোপাজুপিকৈ কঁহুৱাবন গজিছে; কিন্তু তেজাল নহয়, টপা মূৰৰ চুলি যেন পাতল। বদে দশোদিশ জালিমকৈ ধৰিছে। ইয়াতে বাটকৰাবিলাকে বহি নানা বিষয়ৰ তৰ্ক পাতিছে; কোনোৱে কৈছে -বৰ বদ; আন এজনে শলাগিছে; তৃতীয় এজনে তাতকৈয়ো বেছি বদ যে পাইছে তাৰেই প্ৰমাণ দিবলৈ গুজাইছে; চতুৰ্থজনে বা কৈছে যে তেওঁ ডেকা বয়সত তেনে বদৰ কথা হেনেই নেদেখিছিল, এতিয়া বুঢ়া হোৱা গুণেহে। আৰু তেওঁৰ বিবৰণৰ সত্যতা ৰক্ষাৰ অৰ্থে কল্পনাৰ ভঁৰালৰপৰা লাখে লাখে ঐতিহাসিক তথ্য বাহিৰ কৰিবলৈ ত্ৰুটী কৰা নাই। এই দৰে নানা কথাতে সকলো ব্যস্ত।

এই বাটকৰা মানুহৰ ভিতৰত আমাৰো চিনাকী দুজন মানুহ আছে, এওঁলোক মহাতব আৰু ফিৰোজা। মহাতবে জেলালৰ খং দেখি পলাই প্ৰথমে ফিৰোজা থকা গাৱঁলৈ আহিল; তাত দেখিলে ফিৰোজা নাই; ভীলহঁতক সুধিও বিশেষ সংবাদ নাপালে। তেতিয়া কুতব আৰু দৌলতহঁতে কিবা জানে বুলি, মহাতবে কাবুললৈ বুলি যাত্ৰা কৰিলে।

ফিৰোজাই ইফালে কৰিলে কি, যেতিয়া নিৰ্দিষ্ট সময় অতীত হৈ গল জেলাল, মহাতব বা দৌলত-কুতব কোনো নিফিৰিল, তেতিয়া তেওঁ ভাবিলে, মনত উদ্বেগ লৈ আৰু একো কাজ নোহোৱাকৈ থকা উচিত নহয়। দৌলতকে বিচাৰি যাব। এই বুলি ভীলহঁতক নোকোৱাকৈয়ো তেৱেঁ। কাবুললৈ বুলি যাত্ৰা কৰিলে। বাটতে এই গছৰ তলত দুয়োৰো দেখা হল।

ফিৰোজাক দেখি মহাতবৰ আনন্দ হল; কিন্তু ফিৰোজাই বৰ বিষাদ হে পালে— কিজানি অভাগিনী গুলজানহঁতৰ কি জেলালৰে বা কি হল! তেওঁ মহাতবক সুধিলে, "মহাতব, তুমি যে অকলৈ আহিলা, আনবোৰ কত?"

তেতিয়া মহাতবে গুল্‌জান কেনেকৈ আছিল, কেনেকৈ সিদ্ধনাথৰ লগত আহিছিল, পাছত জেলাল আৰু সিদ্ধনাথৰ ভিতৰত কেনে কাজিয়া হল, সকলো বিৱৰি কলে। ফিৰোজাই শুনি বৰ দুখ পালে।

তেওঁ কলে, "হতভাগিনী গুল্‌জানৰ বা কি গতি হল! ইমান আদৰ সাদৰ পাই ডাঙৰ দীঘল হল, ইমান ডাঙৰ মানুহৰ ঘৰৰ তিৰোতা, তাইৰ কপালত এনেহে আছিল! লৰাহোৱালী দুটাৰ বা কি হল!"

কথা কওঁতে ফিৰোজাৰ খং আৰু ঘৃণাৰ উদয় হল। তেওঁ আকৌ ডাঠকৈ কলে, "জেলাল মোৰ ভাই নহৈ যদি শত্ৰু হলহেঁতেন! তুমিয়ে বা মহাতব পলাই আহিলা কিয়? কি লাজেৰে মোৰ আগত দেখা দিছা?"

মহাস্তৰ মুখ কলা পৰিল ; তেওঁ নিজৰ গাৰপৰা দোষ গুচাবৰ নিমিত্তে কলে, "মই— মই পাৰোঁতে পলাই—"

ফিৰোজাই মহাস্তক কথা শেহ কৰিব নিদিলে ; তেওঁ কলে, "হৈছে, ভাল পুৰুষালি কৰিলা !"

মহাস্তৰ আকৌ কলা পৰি গল ; তেওঁৰ মুখত লাজে দেখা দিলে। ফিৰোজায়ো খঙতে বগা পৰি বহু পৰ নামাতাকৈ থাকিল।

সূৰ্য্যটি মূৰৰ ওপৰৰপৰা এফলীয়া হৈ আকাশখনৰ ভেৰ হাতমান নামি গৈছে। ফিৰোজ'ইতৰ লগত বহা প্ৰায় সকলো বাটকৰাই সেই গছৰ তল এৰি গৈছে আৰু নতুন বাটকৰাৰ দ্বাৰাই সি পূৰ্ণ হৈছে। পথাৰত দুই এটা গৰু ছাগলী আৰু গৰখীয়া লৰা লৰি ফুৰা বা মাৰামাৰি কৰা দেখা গৈছে।

তেতিয়া মহাস্তে কলে, "ফিৰোজা, তুমি তিৰোতাৰ নিচিনা কাপোৰ-কানি পিন্ধি ইমান দূৰ আহা বৰ ভাল নহয়। বাটত বহুত বিপদ হব পাৰে। পুৰুষৰ নিচিনা কাপোৰ-কানি পিন্ধা।"

ফিৰোজাই টানকৈ মহাস্তক কথা কেইষাৰ কোৱা বাবে তেতিয়া অলপ লাজো পাইছিল। আৰু মহাস্তৰ যে পলাই আহাত মহাস্তৰৰ পক্ষে বৰ বেয়া হোৱা নাই তাকো নানা প্ৰকাৰ যুক্তিৰে বুজি লৈ ভাবিছিল, হয়তো বাধা দিলে জেলালে মহাস্তকো মাৰিলেহেঁতেন। গতিকে নিজেও মৰাতকৈ পলায়ে আহিল। প্ৰাণৰ ম'ৰা কাৰ নাথাকে ! সংসাৰত থাব লবৰ আশা বা নাথাকে কাৰ ! এই দৰে ভাবি ফিৰোজাই তেওঁৰ কৰ্কশ ব্যৱহাৰৰ বাবে অলপ দুখ পাইছিল ; আৰু তাৰে ক্ষতিপূৰণ স্বৰূপে মহাস্তক ফিৰোজাই অতি নম্ৰ ভাৱে কলে, "কিয় মহাস্তৰ, কাপোৰ-কানি বদল কৰিব লাগিছে কিয় ?"

মহাস্তে কলে, "কিয় লাগিছে কওঁ শুনা। তুমি গাভৰু ছোৱালী, বাটত কিমান ধৰণৰ মানুহ থাকে। কৰবাত বিপদতো পৰিব পাৰা। এতিয়াই তো এটা উদাহৰণ পালাই, ৰক্ষক হৈয়ে ভক্ষক হল।"

ফিৰোজাৰ আত্মগৌৰৱত অলপ আঘাত লাগিল ; আন সময়ত তেওঁ বৰ জোৰকৈ কলেহেঁতেন, কিন্তু মহাস্তৰ প্ৰতি আগৰ অন্যায় আচৰণৰ বাবে তেওঁ মন সংযত কৰি কলে, "তাত কি হল, মহাস্তৰ ? তিৰোতাও মানুহ ; ঈশ্বৰৰ সমান সৃষ্ট ; জগতৰ সমান অংশী। পুৰুষৰ ভয়ত তিৰোতাই পুৰুষ সাজিব ই কেনে কথা ; পুৰুষ তো বাঘ ভালুক নহয় যে খাই পেলাব। মানুহে ইমান ভয় কৰি চলিব কেনেকৈ ? মই যেনে তেনে তিৰোতা নহওঁ, মহাস্তৰ ! তুমি যেনে মানুহ,ময়ো তেনে ; তোমাৰ যেনে কাপোৰ কানি পিন্ধা দৰকাৰ তুমি তেনে পিন্ধিছা ; মোৰ দৰকাৰ এনে, মই এনে পিন্ধিছোঁ। যদি পুৰুষে মোক আক্ৰমণ কৰে, তাৰ প্ৰতিকাৰ মোৰো আছে। আত্মৰক্ষা কৰিবলৈ তুৰ্কীৰ তিৰোতাই কেতিয়াও ভয় নকৰে। পুৰুষক ভয় কৰি যদি তিৰোতা চলিব লাগে, তেনেকৈ তিৰোতাক ভয় কৰি পুৰুষো চলিব লাগে ! পুৰুষৰ ভয়ত সাজ সলাবৰ কি আবশ্যক ?"

মহাতবে ফিৰোজাৰ তেজীয়ান্ অথচ শান্ত কথা কেইটি শুনি তাৰ বিষয়ে আৰু বেছি কৰবলৈ সাহ নকৰিলে। আৰু অলপ সময় এনেকৈ গ'ল।

তেতিয়া মহাতবে আকৌ ক'লে, "ফিৰোজা, বহুদিনৰপৰা এটা কথা কওঁ বুলি ভাবি থৈছোঁ। কব দিয়া যদি কওঁ।"

ফিৰোজাই ক'লে, "কথা আৰু কব নিদিয়া কি, কোৱা কি কথা।"

মহাতবে অৰ্থহীনভাৱে দাড়িকোছা মোহাৰি আকৌ ক'লে, "কলে আকৌ বেয়া পোৱা। কোৱা বেয়া নোপোৱা বুলি?

ফিৰোজাই ক'লে, "বেয়া কিয়? কোৱা।"

মহাতবে দাড়িকোছা আকৌ মোহাৰিলে, অনন্ত বিদ্যুতীৰ সঞ্চাৰ হ'ল; আনা আজনা ভাবে কৈ পেলালে, "ফিৰোজা, মই তোমাক বৰ ভাল পাওঁ। তোমাক বিয়া কৰাব খুজিলে ৰাজি হবা নে?"

ফিৰোজাই কি শুনিলে ঠিক বিশ্বাস নহ'ল। মহাতবে তেওঁক ভাল পায় তাক জানে; কিন্তু সেই ভাল পোৱা যে এনে ভাবৰ তাক জনা নাছিল।

ফিৰোজাই কথাষাৰ শুনিয়েই মহাতবৰ মুখৰ পিনে চালে; মহাতবৰ মুখ কাণ নাক ৰঙা। তেতিয়া তেওঁ তলৰ পিনে চাই ক'লে, "মহাতব, তুমি তো বিয়া কৰিছা। লৰা ছোৱালীও আছে।"

মহাতবে ক'লে "মুছলমান শাস্ত্ৰত, ফিৰোজা, কেবাজনীও বিয়া কৰাবৰ নিষেধ নাই। আৰু তোমাৰ ইচ্ছা হলে সিইতক যি কৰিব লাগে—"

ফিৰোজাই কথা শেষ হব নিদিলে; অলপ বিৰক্ত হৈ ক'লে,—"ছিঃ মহাতব! ই কেনে কথা কোৱা?"

মহাতবৰ মন শান্ত নহ'ল। তেওঁ অলপ ওচৰ চাপি ফিৰোজাৰ হাতত ধৰি কব খুজিলে; ফিৰোজাই হাত কোঁচাই নিলে।

মহাতবে তেতিয়া ক'লে, "ফিৰোজা, আন কথা নালাগে! কোৱা তুমি ৰাজি আছা নে নাই?

ফিৰোজাই কি কব একো ঠিক নাপালে, তেওঁ মনে মনে থাকিল।

মহাতবে আকৌ ক'লে, "ফিৰোজা, কোৱা, নামাতা কিয় ফিৰোজা?"

ফিৰোজাই মহাতবৰ চকুৰে চকুৰে চাই ক'লে, "সি হব নোৱাৰে মহাতব! অসম্ভৱ!"

"অসম্ভৱ!" মহাতবে ক'লে, "অসম্ভৱ কিয়, ফিৰোজা? মই তোমাৰ নিমিত্তে কি নকৰিছোঁ। তোমাৰ বাবেই কাটেকৰপৰা দৌলত আৰু কুতবক এৰি দি নিজৰ কাজ-কাম লৰা-তিৰোতাৰ ভৰণপোষণ হেৰুৱাইছোঁ। তোমাৰ নিমিত্তেই নিজৰ প্ৰাণকো বিপদত পেলাই তোমাক বচাইছোঁ। দৌলত মোৰ কি? কুতবেই বা কি? কিন্তু তোমাৰ নিমিত্তেই সকলোকে এৰি দিছোঁ, আৰু ইমান কষ্ট কৰি বনে বনে ঘূৰিছোঁ। তেনেহলে কিয় হব নোৱাৰে ফিৰোজা? মই কি কৰা নাই?"

ফিৰোজাই আকৌ শান্ত ভাৱে কলে, "তুমি সকলোকে কৰিছা, মহাতৱ ! মোৰ নিমিত্তে সকলোকে কৰিছা ; কিন্তু সেই কাৰ্য্যৰ কাৰণ ইমান দিনে মই ভুল বুজিছিলোঁ। ইমান দিনে ভাবিছিলোঁ সি তোমাৰ চেনেহ আৰু মৰমৰ হে কাম। তুমি যে কেতিয়াবা এনেকুৱা ভাবিছা আৰু সেই বাবেইহে এনে কৰিছা, জানা নাছিলোঁ। তোমাৰ যি হৈছে, মোৰ অৰ্থে যিমান দুখ সহিছা, তাৰ বাবে তোমাক মই কি দিম। তুমি মিছাতে কষ্ট ভুগিবা। এই লোৱা মোৰ যি আছে ; এই অলঙ্কাৰ বেচি বৰ্ত্তমানে খোৱা গৈ। সুবিধামতে তোমাৰ সকলো হব। আৰু জানিবা তোমাৰ উপকাৰৰ নিমিত্তে ফিৰোজা চিৰদিন কৃতজ্ঞ থাকিব।"

প্ৰথমতে ভেটা অলপ ভাগিব পাৰিলে যেনে সোঁতৰ বেগত সি নাথাকা হয়, সেই দৰে টানি মানি প্ৰথম কথাটি উলিয়াব পাৰিলে পাছলৈ সকলো কথাকে সহজে কব পাৰি। মহাতৱেও এতিয়া ফিৰোজাৰ আগত কথা কোৱাত বৰ বেছি লাজ বা বেয়া নাপালে ; তেওঁ কলে "ফিৰোজা, এই কৃতজ্ঞতাই নহয়। তুমি মোৰ কথাত মান্তি হোৱা ; মই চিৰদিন তোমাৰ দাস হৈ থাকিম। যি কৰিবলৈ বোলা তাকে কৰিম।"

ফিৰোজা এইবাৰ বেছি বিৰক্ত হল, তেওঁ কলে, "মহাতৱ, এনে কথা মোৰ আগত নকবা। মই এনে কথা শুনিবলৈ ভাল নাপাওঁ।'

মহাতৱে কলে, "শুনিবলৈ ভাল নাপাব পাৰা, কিন্তু কৰিবলৈ পাব লাগিব।"

"মই কৈছোঁ এনে কথা নকবা আৰু।" ফিৰোজা অভিমানতে অধীৰা হল ; তেওঁ ডাঙৰকৈ কলে, "মই কৈছোঁ মহাতৱ ! এনে কথা মুলিয়াবা !"

মহাতৱে আকৌ মিনতি কৰি কলে, "খং কৰা কিয় ফিৰোজা ? মই আচলতে তোমাক ভাবি অস্থিৰ হৈছোঁ। অলপমান ভাবি তো চোৱা। ভাবি চোৱাঁ তোমাৰ নিমিত্তে কিমান কৰিছোঁ ; ভাবি চোৱাঁ তোমাৰ জীৱন মোৰপৰা ৰক্ষা পাইছে। তোমাৰ ভৰিত ধৰিছোঁ, মোৰ কথাত অমান্তি নহবা।"

মহাতৱে হাত জোৰ কৰি অতি দীন ভাৱে ফিৰোজাৰ মুখৰ পিনে চালে।

আকাশত চক্‌চক্ কৰে বদ। তলত ধো-ধো কৰে বালিৰ ওপৰত পাতল এডাল দুডাল দ্ৰুম। বহুত বিস্তীৰ্ণ পথাৰ। যিমান দূৰলৈ চকু যায় কেৱল ৰদতে ধক্‌ধকীয়া হোৱা যেনে পথাৰ তেনে বন। বাটেপথে দুজন এজন মানুহ। দূৰত পথাৰত গৰখীয়াই সুৰেৰে গীত ধৰিছে।

মহাতৱে কলে, "ফিৰোজা ! তোমাৰ ভৰিত ধৰিছোঁ ! নিৰাশ নকৰিবা।"

এই হতভাগ্য নিৰাশ প্ৰণয়ীলৈ চাই ফিৰোজাৰ দয়া হল ; তেওঁৰ চকুত পানীৰ টোপ নহলেও বিন্দুৰে দেখা দিলে। ফিৰোজাই কলে, "মহাতৱ, তোমাৰ অৱস্থা চাই মোৰ বৰ দুখ লাগে। মই অন্তৰৰপৰা কৈছোঁ, কোনোমতে পাৰাহেঁতেন মই তোমাৰ মনোবাঞ্ছা সিদ্ধ কৰিলোঁহেঁতেন। কিন্তু মহাতৱ ! এতিয়া উপায় নাই।"

মহাতৱে আকৌ সেই ভাৱেই কলে, "কিয় উপায় নাই ফিৰোজা ? উপায় নাই কিয় ?"

ফিৰোজাই তেতিয়া কলে, "মহাতৱ, আজি আৰু এই মন, এই প্ৰাণ, মোৰ নিজৰ নাই। থাকা হলে তোমাক দিব পাৰিলোঁহেঁতেন। ই বহুদিনৰ আগেয়ে আনৰ হৈ আছে।"

মহাতবে হঠাৎ আগৰ অৱস্থা এৰি গৰ্বিত ভাৱে বহিল ; তেওঁ হঠাৎ কৈ উঠিল, "বুজিছো, ফিৰোজা ! বুজিছোঁ ! তুমি দৌলতক ভাল পোৱা তাৰ চিন তোমাক পলুৱাই আনোতে পাইছোঁ। দৌলতক উদ্ধাৰ কৰিবলৈ তই মোৰ এনেকুৱা দুৰ্গতি কৰিলি কিয় ? ডাইনীৰ নিচিনা লোভ দেখুৱাই আনি মোৰ সৰ্বনাশ কৰিলি কিয়। তেতিয়াই নকলি কিয় যে তোৰ এনে কুঅভিসন্ধি ?"

ফিৰোজাই কলে, "শান্ত হোৱা, মহাতব, শান্ত হোৱা, তোমাৰ বহুত দুখ দুৰ্গতি কৰিছোঁ, সেই বাবে ক্ষমা কৰা। ঈশ্বৰে কৰক, অন্তপতে তোমাৰ যি দৌলত লাভ হব।"

মহাতবে অধীৰ হৈ কলে "ঈশ্বৰেও কৰিব. সকলো হৰও থাক, পাইছোঁ হায় ! হায় ! মই কিয় তোৰ নিমিত্তে এনে জীয়া জুইত পুৰি মৰিলোঁ। !"

মহাতব এতিয়া থিয় হল। ফিৰোজায়ো থিয় দি মহাতবৰ হাতত ধৰি কলে, "মহাতব, বহা, বহা, কথা শুনা।"

"নুশুনো কথা।" এই বুলি মহাতবে আজোৰ মাৰি ফিৰোজাৰ হাতৰপৰা হাত এৰুৱাই, "নুশুনো তোৰ কথা, কিন্তু কেনেকৈ দৌলতে দিল্লীৰ সিংহাসন পায়, তই কেনে ফিৰোজা হৈছ, চাম !" এই বুলি মহাতবে বৰ বেগেৰে তাৰপৰা প্ৰস্থান কৰিলে।

মহাতবৰ দুখ দেখি ফিৰোজাৰে দুখ লাগিল। মনতে ভাবিলে, গল এতিয়া কি কৰিম ? আন উপায় তো একো নাই !

# ষোড়শ অধ্যায়

আমি যি সময়ৰ কথা কৈছোঁ সেই সময়ত চিতোৰ বা মিবাৰত মহাৰাণা সংগ্ৰাম সিংহই শাসনদণ্ড পৰিচালনা কৰিছিল। চিতোৰ বৰ ডাঙৰ চহৰ নহয়। দিল্লীত যেনে যেনে ডাঙৰ ডাঙৰ ঘৰ, সুন্দৰ সুন্দৰ মন্দিৰ আছে, তেনে ডাঙৰ ঘৰ বা সুন্দৰ মন্দিৰো অলপ হে তাত দেখিব। কিন্তু চিতোৰত যিহকে দেখা সকলোতে আৰ্য্য গৌৰৱৰ চিন চিৰস্থায়ী আঁকেৰে আঁকা, সকলোতে বীৰ্য্য আৰু ঔদাৰ্য্য আৰু শৌৰ্য্যৰ কাহিনী সোণৰ আখৰেৰে লিখা।

চিতোৰৰ আগৰ সেনাপতিজনাৰ বৰ নাম আছিল। তেওঁ বহুত যুদ্ধ-বিগ্ৰহাদি কৰি বৰ প্ৰতিষ্ঠা লাভ কৰিছিল। এওঁ সংগ্ৰাম সিংহক তেওঁৰ ভায়েকহঁতৰপৰা ৰাজ্য পাওঁতে যিবান কষ্ট লাগিছিল সেইবোৰত বহুত সহায় কৰিছিল। কিন্তু কিছুমান দিনৰ আগেয়ে এওঁ সংসাৰত কেৱল মাত্ৰ এজনী ছোৱালী এৰি ইহ-লীলা সংবৰণ কৰিলে। এওঁৰ এজন আত্মীয় আছিল— সম্পৰ্ক একো নাই, কেৱল মুখৰ কথাবাৰ্ত্তাত বিশেষ ঘনিষ্ঠ হোৱা। সেনাপতিৰ মৃত্যু হোৱাত মহাৰাণাই এই আত্মীয়জনৰ হাতত ছোৱালীজনীৰ সকলো ভাৰ অৰ্পণ কৰিলে। এওঁৰ নাম আছিল হৰলাল। হৰলালে ছোৱালীজনীক তেওঁৰ ঘৰলৈ নিনি পিতাকৰ ঘৰতে সুবন্দবস্তকৈ ৰাখিলে; পিতাকৰ সম্পত্তিৰো এটি ভাল বন্দবস্ত কৰিলে। ছোৱালীজনীৰ নাম বিমলা।

হৰলালৰ কথাও অলপ এইখিনিতে আমি কব খুজিছোঁ; কাৰণ, তাৰ দৰকাৰ বেছি নহলেও, শুনি থওক। হৰলালৰ পূৰ্ব্ব পুৰুষৰ ভিতৰত "শৌৰ্য্যে বীৰ্য্যে অনুপম" কোনো মানুহ থকা বুলি পৃথিবীৰ ইতিহাসে নকয়। তেওঁ সামান্য ক্ষেত্ৰিয়ক এজনৰ লৰা। নিজৰ বিদ্যা, বুদ্ধি আৰু বীৰ্য্যৰ বলত তেওঁ সেনাপতিৰ দৃষ্টি আকৰ্ষণ কৰিলে। সেনাপতিয়ে হৰলালক ভালকৈ শিকাই বুজাই তুলি-তালি ডাঙৰ কৰিলত মহাৰাণাৰো তেওঁৰ ওপৰত চকু পৰিল। তেতিয়াৰপৰা তেওঁ গণ্য-মান্য হল। প্ৰায় কামতে হৰলালক নিযুক্ত কৰা মহাৰাণাৰ এটা ৰোগ হৈ পৰিল।

এনে কৈ থাকোঁতে আৰু এটা কথা হল - ই যুদ্ধবিদ্যাৰ কাৰ্য্য নহয়; ই কন্দৰ্পৰ ৰাজ্যৰ কথা। বিমলা আৰু হৰলালৰ ভিতৰত তাহানিৰ চেনেহৰ বান্ধনিটোৱে আন ৰূপে পৰিণতি লভিলে। গছৰ পুলি এডালিৰ গুৰিত লতা এডালি গজিল, ঠানি নেমেলালৈকে দুয়োৰো কাম হল, কেৱল চোৱা-চুৰি। যেতিয়া ডাল-পাত হল তেতিয়া লালসাৰ আবেগ এটিয়ে উভয়কে আবৰি ধৰিলে—দুয়ো মিলি, দুয়ো মেৰাই মেৰাই এটি হৈ উঠি ডাঙৰ হবলৈ, মনত অতৃপ্ত বাসনাই নানা প্ৰকাৰ মোহন খেলা খেলাবলৈ ধৰিলে। নতুন প্ৰণয়ী দুজনৰ প্ৰণয় দৃঢ় কৰিবলৈ মহাৰাণা আৰু সেনাপতিৰো মন গল। তেতিয়া এক ৰকম ঠিকেই হল যে বিমলা আৰু হৰলালক প্ৰণয়-সূত্ৰত আবদ্ধ কৰি এদিন বাতি পুৱাব আৰু তেওঁলোকক সেই বান্ধত আবদ্ধ দেখি সূৰ্য্যও এদিন পুব আকাশত উঠিব।

ঠিক দুলো-দুলো গোলাপ ফুলটিয়ে যেতিয়া আবেগৰৰ হিয়া উজাই দিয়ে তেতিয়া

সৌৰভত আত্মহাৰা হৈ কিমানে তাক পাব খোজে ! যেতিয়া বসন্তৰ মধুময় ৰূপে জগৎ বিভোল কৰে আৰু তাৰ লগে লগে কুলিটিয়ে আমৰ ফুলৰ আঁৰত লুকাই হৃদয় নচাই তোলে তেতিয়া সেই শোভা সেই আনন্দ ভোগ কৰিবলৈ কিমানে ইচ্ছা কৰে !

বিমলাৰো ৰূপৰ অফুটন্ত সৌন্দৰ্য্যত মোহিত হোৱা অনেক আছিল। গিৰিধৰ নামেৰে কুটিলতা-অসূয়া-পূৰ্ণ আৰু ধনী হতভাগ্য এটাও সেইবোৰৰ ভিতৰত। কিন্তু তাৰ আশা মনতে থাকিব লগীয়াত পৰিল ; কাৰণ, যদিও গিৰিধৰৰ দৃঢ় [illegible] নিচিনা ৰূপবান গুণবান আন পুৰুষ পাবলৈ নাই, তথাপি মানুহে সেই কথাক [illegible] কৰিবলৈ অলপ অৱহেলা কৰে।

বিমলাৰ বয়স সোতৰ-ওঠৰ বছৰৰ ভিতৰতে। তেওঁ যে বৰ সুন্দৰী বা ৰূপৱতী আছি আছি তেনে কথা ভাঠি কব নোৱাৰোঁ। কিন্তু কবিকুলে যে "হৰিণনয়নী," "কামধনু জয় ভুৰুৰ আকাৰ," "দন্ত তাৰ যেন মুক্তাপান্তি," "চন্দ্ৰমা আনন দেখি লুকাইলা লাজে," "বেণী দেখি ফণীধৰ গৰ্ত্তে প্ৰবেশিলা" "ৰম্ভা জিনি উৰু," "শুক চঞ্চুৰ ভাৱে ঈষৎ আনতা" প্ৰভৃতি উপমা আৰু বৰ্ণনাৰে "ৰমনাৰীগণক" বৰ্ণনা কৰিছে, সেইবোৰৰ বেছিভাগেই বিমলাৰ গাত খাটিছিল। কিন্তু সেইবোৰ কথা বা কবি-কল্পনা এৰি দিলে, আমি আচলকৈ ইয়াকে পাওঁ যে বিমলাৰ চকু দুটিৰপৰা বিনীত আৰু শান্ত ভাৱৰ কিৰণ এটি বিকীৰিত হৈছিল। মুখটি দয়া আৰু পৱিত্ৰতাৰ ভাবেৰে পৰিপূৰ্ণ থকা যেন দেখা গৈছিল। মানুহে তেওঁক দেখিলে আৰু এবাৰ নেদেখি নোৱাৰিছিল। মুখৰ ছবিত এনে এটি সৌন্দৰ্য্য আৰু সেই সৌন্দৰ্যৰ আঁৰত এনে এটি পৱিত্ৰতাৰ ভাৱ—কোমল, শান্ত, মোহনীয়, যে তাক নেদেখিলে লেখি প্ৰকাশ কৰিবলৈ সহজ নহয়।

বিমলা যি ঘৰত থাকে সেই ঘৰটিৰ ভিতৰত চাৰিওপিনে চাৰিটি খোঁটালী। এই ঘৰৰ ওপৰৰ তলাত বিমলা শোৱে ; তাত লেখাৰ সঁজুলি থাকে, দুখন এখন পুথি থাকে আৰু এটি সৰু কুঠৰী আছে। এই কুঠৰীত বিমলাই বৰ আগ্ৰহেৰে তেওঁৰ পূৰ্বপুৰুষৰ, বিশেষকৈ পিতাকৰ ঢাল তৰোৱাল বৰ্চ্ছা প্ৰভৃতি অস্ত্ৰ-শস্ত্ৰ আৰু বৰ্মবোৰ থৈ দিছে। এইবোৰ চাই চাই পিতাকৰ বীৰত্বৰ কাহিনী স্মৰণ কৰাও বিমলাৰ এটি আনন্দ। তাত বাজে সেই কুঠৰীত পদ্মিনী প্ৰভৃতি চিতোৰৰ সতী আৰু বীৰবালাসকলৰ তেওঁ নিজ হাতেৰে কল্পনাৰ বলেৰে আঁকা ছবি কেইখনমান।

বিমলাৰ শোৱা ঘৰত বিমলা এখন খাটৰ ওচৰত বহি ; খাটত একজনা কন্যা তিৰোত্তমা। আজি কেবাদিনো বিমলাই দিন ৰাতি নামানাকৈ বহুত পৰিশ্ৰম কৰি এই তিৰোত্তমাজনীৰ শুশ্ৰূষা কৰিছে। বান্দীহঁতক খোৱাও বিমলাই নিজেই এওঁৰ সকলোবোৰ কাম কৰিছে ; নিজ হাতেৰে পানী দিছে, ঔষধ খুৱাইছে, শেতেলি পাৰি দিছে, ওৰে ৰাতি জাগিছে। বহুদিনৰ মূৰত আজি দুই তিন দিনৰপৰা তিৰোত্তমাজনীৰ পীড়াৰ অলপ উপশম হৈছে। আজি তেওঁ ভালকৈ কথাবাৰ্ত্তা কৈছে ; এতিয়া দুৰ্বলতাত বাদে তেওঁৰ আন একো নৰিয়া নাই। কিন্তু তিৰোত্তমাজনী যে কোন তাক বিমলাই ভালকৈ জানা নাই ; লগত এটা সৰু লৰা আৰু এজনী কেঁচুৱা ছোৱালী ; সিহঁতৰপৰা তেওঁ কোনো মতে অলপ হে জানিছে। বুজিছে, যে তিৰোত্তমাজনী ভাগ্যৱান মানুহৰ ঘৰৰ। পাঠক ! যোন কথা আপুনি বুজিছে, এৰেঁই জানিছে।

গুলজানে চেতনা পাবৰ দিনাৰেপৰা মোৰাৰক আৰু ছোৱালীজনীৰ বাবে বাবে খবৰ লৈছে। তেওঁৰ কি হৈছে, কলৈ আহিছে, কত আছে, বিমলাই এই কেইদিন একো কোৱা নাই, নিজেও একে সোধা নাই। গুলজানক কৈ দিছে, "আই। তোমাৰ গা দুৰ্বল ; এতিয়া একো শুনিব নালাগে ; অলপ সবল হলে কম। ইয়াকে সংক্ষেপতে জানি থোৱা যে তুমি বৰ ভাল ঠাইত আছা ; একো ভয় নাই ; লৰা ছোৱালী দুটাও ভালে আছে।"

আজি বিমলাই দেখিলে গুলজানৰ অৱস্থা অনেকাংশে ভাল ; এতিয়া আৰু একো সংশয় নাই। তেওঁ গুলজানৰ কথা জানিবলৈ উৎসুক হৈ সুধিলে, "আই, তোমাৰ নামটি কি ?"

গুলজানে কলে, "গুলজান।"

তেতিয়া বিমলাই গুলজানৰ সকলো কথা জানিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। গুলজানে কথা লুকাবলৈ কেতিয়াও শিকা নাই ; তেওঁ সৰল আৰু ভীতু। তেওঁ সকলো কথা সৰল ভাৱে কৈ দিলে ;—দৌলতৰ লগত বিয়া হোৱা, দৌলত দিল্লীলৈ যোৱা, তাৰপৰা সিদ্ধনাথৰ লগত যোৱা, কিৰণমালাৰ কথা, জেলালইতৰ লগত আহা, সিদ্ধনাথৰ হত্যা, সকলো সহজ আৰু সৰল ভাৱে বিবৰি গল। জেলালে যে তেওঁৰ ওপৰত অত্যাচাৰ কৰিব খুজিছিল তাকো কলে ; তাৰপৰা কি হল বা কলৈ গল, কি কৰিলে তেওঁ একো কব নোৱাৰে।

গুলজানৰ দুখ শুনি বিমলাৰ এটোপা চকুৰ পানী পৰিল। গুলজানে সুধিলে, "তাৰ পিছৰপৰা কি হল ? এতিয়া কত আছোঁ, মোক কোৱা। মোৰ জানিবলৈ বৰ ইচ্ছা হৈ আছে।"

বিমলাই কলে, "মোৰ এজন আত্মীয় আছে। তেওঁ এদিন চিকাৰ কৰিবলৈ গৈছিল। চিকাৰৰপৰা ফিৰি আহাৰ সময়ত কিবা এটা বৰ আকট-বিকট চিএৰণি শুনি সেই পিনলৈ গৈ দেখিলে এজন মানুহে তোমাৰ কাললৈ বৰ বেয়া ভাৱে খেদি গৈছে। তুমি মাটিত পৰি আছা। ছোৱালীজনী থৰ লাগি চাই আছে, তাই কান্দিবও পাৰা নাই মাতিবও পাৰা নাই। মোবাৰকে হাতত এডালি মাৰি লৈ মানুহটোৰ পিনে চাই আছে। তেতিয়াই মোৰ আত্মীয়-জনে দূৰৰপৰা শৰ কৰি তাৰ মূৰত বিন্ধিলে। তাক মাৰাৰ উদ্দেশ্য নাছিল, কিবোৱা হে ! কিন্তু তেওঁৰ লগত আন মানুহো বহুত আছিল ; সিহঁতেও তাৰ বেয়া ভাব দেখি তালৈ শৰ কৰিলে, সি মৰিল। তেওঁ তোমাৰ ওচৰলৈ আহি দেখিলে তুমি অজ্ঞান অৱস্থাত ; ওচৰতে এজন বুঢ়া মানুহ ; তেওঁৰ বুকৰপৰা তেজ ওলাইছে। তেওঁলোকে চাই চিন্তি দেখিলে বুঢ়াজনৰ প্ৰাণ নাই। তেওঁ তোমাক লৈ আহি মোক গতাই দিলে। তাৰপৰা আজি তিনি-চাৰি দিন হল এতিয়া হে তোমাৰ চেতনা আহিছে। তুমি ইয়াত আছা একো ভয় নাই ; একোৰে অভাৱ নহয় ; কোনো বিষয়তে কষ্ট নোপোৱা। মোৰ আত্মীয়জনৰ হতুৱাই তোমাৰ স্বামীক বিচৰাই তেওঁক তোমাৰ খবৰ জানিবলৈ দিম ; একো চিন্তা নকৰিবা।"

গুলজানে এটি দীঘল হুমুনিয়াহ কাঢ়ি কান্দি হৈ শুলে ; বিমলাৰ চকুৰপৰা আৰু দোটোপা মান পানী পৰাত পৃথিবী শাঁত হল।

এনেতে সেই ঘৰৰে ভিতৰৰ তলাৰপৰা এজনে মাত লগালে, "বিমলা।"

বিমলাই বুজিলে হৰলালে মাতিছে। বিমলা বাহিৰলৈ ওলাবলৈ খিয় দিলে। গুলজানে "বিমলা" বুলি মাতা মাত আবাৰ শুনিলে; তেওঁ আকৌ ইকাতি হৈ বিমলাক সুধিলে "কোনে মাতিছে?" বিমলাই কলে "তোমাৰ উদ্ধাৰ কৰ্ত্তাই।"

গুলজানে কলে "ইয়ালৈ আহিলেও তো হয়; মই এবাৰ চাম।"

হৰলালে গুলজানক সেই দিনা তেনেকৈ উদ্ধাৰ কৰি আনি বিমলাক মাতি কলে, "বিমলা! তোমালৈ এটি উপহাৰ আনিছোঁ।" এই বুলি দোলাৰপৰা গুলজানক নমাই দিলে।

যি কেই দিন গুল্‌জানৰ চেতনা হোৱা নাছিল, সেই কেই দিন হৰলাল আৰু বিমলা দুয়ো তেওঁৰ চিকিৎসা কৰিছিল; বহুত সময়ত কেতিয়াবা দুয়ো তেওঁৰ ওচৰত বহিয়ো আছিল। কিন্তু যি দিনাৰপৰা গুল্‌জানৰ জ্ঞান হল, সেইদিনাৰ পৰা হৰলালে ভিতৰলৈ আহা বন্ধ কৰিলে, পাছে গুল্‌জানে লাজ পায়।

বিমলাই গুল্‌জানৰ কথা শুনি কলে, "বাৰু, মই তেওঁক তোমাৰ ওচৰলৈ লৈ আহিম," এই বুলি বিমলা আৰু তললৈ নামি আহিল।

বিমলা নামি আহিলত হৰলালে এটি মৃদু হাঁহিৰে মুখখন বিকীৰণ কৰি কলে, "বিমলা, তুমি এই তিৰোতাজনীক শুশ্ৰূষা কৰি নিজৰ শৰীৰটি মাটি কৰিব খুজিছা নে কি? তোমাৰ শৰীৰ বুলি তুমি যি ইচ্ছা কৰিব পাৰা হয়, কিন্তু তোমাৰ অকল স্বত্ব থাকিলেহে। তোমাৰ স্বত্বটি তুমি এৰি দিছা যদিও, মই হলে মোৰ ফেৰা এৰিব নোৱাৰিম; তিমান স্বাৰ্থত্যাগ নোৱাৰোঁ কৰিব।"

বিমলাহ লাহেকৈ হাঁহি কলে, "তুমি এটি উপহাৰ দিছা। তাক বেয়াকৈ ৰাখিলে ভাল পাবা নে? সেই বাবে পাৰোঁমানে ভাল কৰি থবলৈ যত্ন কৰিছোঁ।"

হৰলাল আনন্দত উথলি উঠিল; তেওঁ বিমলাক দুয়ো হাতেৰে আঁকোৱাল মাৰি ধৰি চুমা এটি খালে; বিমলাই অনিচ্ছাসত্বেও বলেৰে এৰাই গৈ অলপ আঁতৰত খিয় দিলে।

হৰলালে সুধিলে, "কিবা বিশেষ জানিলা নে বাৰু?"

বিমলাই "অলপ অলপ জানিলোঁ", এই বুলি গুল্‌জানৰ ইতিহাসটি সংক্ষেপে বৰ্ণনা কৰি কলে।

হৰলালে কলে, "তেন্তে কি হব? মই হলে ইয়াত থাকিবও নোৱাৰিম; মই আজিয়েই যাব লাগিব।"

"কলৈ?" বিমলাই উৎসুক হৈ তেওঁৰ চকুদুটি হৰলালৰ চকুৰ ওপৰত থৈ আকৌ সুধিলে "কলৈ যাব লাগে তুমি?"

হৰলালে কলে "মহাৰাণাই হুকুম দিছে, দিল্লীলৈ যাব লাগে। গুপ্তচৰৰপৰা সংবাদ পোৱা গৈছে যে ইব্ৰাহিমে হেনো আমাৰ বিৰুদ্ধে যুদ্ধ সজ্জা কৰিছে। মহাৰাণাৰ এতিয়া যুদ্ধৰ সৰঞ্জাম নাই। এই সময়ত যুদ্ধ কৰা যুক্তিযুক্ত নহয়। সন্ধি ভাঙি ইব্ৰাহিমে কিয় যুদ্ধ কৰিবলৈ আহিছে, তাকে জানিবলৈ, আৰু বাধা দিবলৈ।"

বিমলাই কলে "বাধা দিয়া কিয়?"

হৰলালে কলে, "বাধা নিদিলে কেনেকৈ হব ? এতিয়া যোগাৰ নাই ।"

বিমলা—তোমালোকে তো সেই সন্ধি এদিন ভাঙিবাই । যি দৰে যোগাৰ কৰিছা এদিন তো ভাৰত সাম্ৰাজ্যৰ ওপৰত হাত দিবাই । সেই কথা জানি ইব্ৰাহিমে আগৈয়ে যুদ্ধ যাত্ৰা কৰিছে, তাত আৰু বাধা দিয়া কিয় ? তোমালোকৰ যদি কেতিয়াও সন্ধি ভাঙিবলৈ ইচ্ছা নহলহেঁতেন সি এক কথা ; এদিন যেতিয়া ভাঙিবা, এতিয়া ভাঙাই ভাল ।

হৰলাল—এতিয়া ভাঙিলে কেনেকৈ হব ? আমাৰ যে যোগাৰ হোৱা নাই, সৈন্যবল কম !

বিমলা—সৈন্যবল কমেই । সেই বাবে কুটিল হবা কিয় ? আজি কৈ আহিবা 'হে বাদ্চাহ ! তোমাৰ লগত আমি সন্ধি কৰিছোঁ । তুমি সন্ধি ভাঙি যুদ্ধ কৰিব খুজিছা কিয়, ফিৰি যোৱা ।' আৰু কাইলৈ তুমি নিজেই সেই সন্ধি ভাঙিবা । ই কেনে কথা ?

হৰলাল—আমি আগৈয়ে কম যে সন্ধি ভাঙিম ।

বিমলা—বাদ্চাহেও আজি কৈছে যে সন্ধি ভাঙিছে ; তোমালোকে তোমালোকৰ কালৰপৰা হলেও তো জানিব পাৰিছা । এনে থলত কিয় অন্যায় আৰু অসৎ আচৰণ কৰিবা । তুমি জানো আজি কৈ আহিবা যে বাদ্চাহৰ লগত তোমালোকে এদিন সন্ধি ভাঙিবা, আজি কিন্তু নহয় ?

হৰলাল—এঃ ! তেনেহলে আৰু বাদ্চাহ ফিৰিব কিয় ।

বিমলা—তেনেহলে তোমালোকৰ কি সততা হল । আজি এক আষাৰ কথা, কালি এক আষাৰ কথা !

হৰলাল— ৰাজনীতিত এনে কথা হয়, বিমলা !

বিমলা—থৈ দিয়া তোমাৰ ৰাজনীতি । মই ৰাজনীতি-কাজনীতি নুবুজোঁ । মনত ৰাখিবা যে বহুত দিনৰ মূৰত তোমালোকেই ভাৰতৰ পুনৰ নতুন হিন্দু সাম্ৰাজ্য স্থাপন কৰিবলৈ সমৰ্থ আৰু সেই সামৰ্থ্য নিয়োগ কৰিবলৈ ওলাইছা । এই সৎ কামত যদি ৰেণু মাত্ৰও অসততাৰ সংস্পৰ্শ থাকে তেন্তে গাখীৰৰ মাখিত গোবৰ পৰা দি সকলো নষ্ট হব । মনত ৰাখিবা, তোমালোকৰ এই কাৰ্যৰ ফল বহুদিনলৈ পৃথিবীত পৰি থাকিব, তোমালোকৰ উত্তৰাধিকাৰীয়ে তাক ভোগ কৰিব লাগিব । ৰাজনীতি ধৰ্মনীতি সকলোতে অসত্যৰ সদায় প্ৰলয় ।

হৰলাল—বিমলা ! মহাৰাণাৰ আগত ময়ো কৈছিলোঁ ; কিন্তু মহাৰাণাই নামানিলে ; কলে "ৰজাৰ সম দম দণ্ড ভেদ এই চাৰি নীতি ।"

বিমলা অলপ শান্ত হল । তেওঁ কলে "তেনেহলে আজিয়েই যাব লাগিব নেকি ?"

হৰলালে কলে, "এতিয়াই, মহাৰাণাৰ হুকুম ।"

বিমলাই প্ৰকৃতিস্থ হৈ কলে, "মই যে ভৰ্ৎসনাজনক আশা দিছিলোঁ, তোমাৰ হতুৰাই তেওঁৰ খামীক বিচৰাই দিয়াম ।"

হৰলালে হাঁহি কলে "মোক তোমাৰ চাকৰ পালা নে কি ?"

বিমলাই মুখৰ এটি বিৰক্তিজনক সুন্দৰ ভাজ দি কলে "ছিঃ ! কি কথাখিনি কৈছা ?"

হৰলালে বুজিলে বিমলা অলপ বিৰক্ত হৈছে; তেওঁ কলে, "এতিয়া কেনেকৈ হব। মহাৰাণাৰ হুকুম আগেয়ে সম্পন্ন কৰি আছোঁ; পাছে তো চেষ্টা কৰিব লাগিবই।"

বিমলাই কলে, "মহাৰাণাৰ হুকুম অৱশ্যে পালিবা। কিন্তু তুমি যদি তোমাৰ ভাগৰ শৰীৰ ডোখৰক মৰিবলৈ নিদিয়া, তেন্তে আমাৰ ভাগৰ কেৰাক বা থাবলৈ দিম কিয়।"

হৰলালে আনন্দত হাঁহিলে। তেওঁ কলে, "মাগি লম। কৰযোৰে মাগিছোঁ।"

বিমলাই সেই কথা এৰি কলে, "তুমি যদি আজি যাবাই, ওপৰলৈ আহা। গুল্‌জানে ৰক্ষাকৰ্ত্তাজনক চাব খুজিছে।"

হৰলালে দ্বিৰুক্তি নকৰাকৈ ওপৰলৈ গল। গুল্‌জানে তেওঁলোক কেতিয়া আহে ভাবি আছিল; জখলাত ভৰিৰ শব্দ শুনি ভালকৈ শুলে। হৰলাল আৰু বিমলা ঘৰ সোমালত, গুল্‌জানে তেওঁৰ কৰুণ আৰু কৃতজ্ঞ চকু দুটিৰে হৰলালক চাই ললে।

হৰলালে কলে, "আপুনি একো নাভাবিব। সকলো বন্দবস্ত আমি কৰি দিম। আপোনাক যে বিপদৰ পৰা ৰক্ষা কৰিব পাৰিছোঁ, সি পৰমেশ্বৰৰ পৰম অনুগ্ৰহ। আপোনাক মোৰ মাতৃ হেন দেখিছোঁ; মোক আপোনাৰ সন্তান বুলি ভাবিব। যদি আদেশ হয় মাজে মাজে চাই যাম।"

বিমলায়ো তেতিয়াই কলে, "তোমাক কি বুলিম ভাবি পোৱা নাছিলোঁ। আজিৰপৰা ময়ো আই সম্বন্ধটোকে বহলাম।"

গুল্‌জানে একো মাতিব নোৱাৰিলে; কৃতজ্ঞতাৰ চিন স্বৰূপে তেওঁৰ চকুৰপৰা চকুলো কেটোপামানে বিছনাখন তিয়ালে।

গুলজানৰপৰা বিদায় লৈ হৰলাল নামি আহিল; বিমলাও পাছতে আহিল। বিমলাই হৰলালৰ হাতত ধৰিলে। হৰলালে কলে, "যাওঁ তেন্তে, বিমলা!"

বিমলাই কলে "যোৱা, কিন্তু আমাত যেন ৰাজনীতিৰ নিচিনা কথা নহয়।"

হৰলালে আকৌ দুয়ো হাতেৰে সাৱটি ধৰি বিমলাক এটি চুমা খালে, আৰু সেই পিনে চাই চাই ঘৰৰ বাহিৰ হল। বিমলা তাতে থিয় দি অলপ পৰ ৰৈ থাকিল।

# সপ্তদশ অধ্যায়

ইব্রাহিমে শুনিলে চিতোৰৰ ৰাণা সংগ্ৰাম সিংহই তেওঁৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ ওলাইছে। সেনাপতি গিয়াছুদ্দিনে বহুত যোগাৰ কৰি সম্ৰাটক বিশ্বাস কৰালে যে ৰাণা তেওঁৰ বিৰোধী। গতিকে তেওঁ ৰাণাৰ বিৰুদ্ধে যুদ্ধ সজ্জা কৰিলে। কিন্তু ইব্ৰাহিমে কাৰো ওপৰত বিশ্বাস কৰিব নোৱাৰে; ৰাজ্যৰ আমীৰসকলক সদায় সন্দেহ চকুৰে চায়। সেইবাবে আমীৰসকলেও তেওঁক ভাল নাপায়; অনেকৰ মন, দৌলতক পালে তেওঁৰ পক্ষ হে হয়।

পাছে যেতিয়া সম্ৰাটে আমীৰসকলক চিতোৰৰ বিৰুদ্ধে যুদ্ধলৈ ওলাবলৈ কৈ পঠিয়ালে, তেতিয়া তেওঁলোকৰ অনেকেই নানা কাৰণ দেখুৱাই অস্বীকাৰ কৰিলে। বৃদ্ধ উজীৰে সম্ৰাটৰ আগত কলে যে এনে অবিবেচিত যুদ্ধলৈ যোৱা উচিত নহয়; বিশেষতঃ সঠিক সংবাদ এতিয়াও পোৱা নাই; ৰাজপুত হৈ যে ৰাণাই এইদৰে সন্ধি ভাঙিব তাক বিশ্বাস কৰিব নোৱাৰি। কেৱল সেনাপতিৰ কথাতে বিশ্বাস কৰি অনৰ্থখন কৰিলে কি হব; যুদ্ধ স্থগিত থাওক; সঠিক সংবাদ জানিবলৈ গুপ্তচৰ যাওক।

সম্ৰাট ইয়াত সন্মত নহল। কোৰাণত ধৰি শপত খোৱাৰ দিনাৰপৰা গিয়াছুদ্দিনৰ ওপৰত তেওঁৰ বিশ্বাস হৈছিল। তেওঁ ভাবিলে গিয়াছুদ্দিন মোৰ বন্ধু; তেওঁ যি কৈছে সি ঠিক। উজীৰে আৰু আনে হে হয়তো কিবা এটা ষড়যন্ত্ৰ পাতিছে আৰু গিয়াছুদ্দিন মোৰ ফলীয়া হৈ থকা দেখি তেওঁৰ বিৰুদ্ধে কথা লগাইছে। যুদ্ধ স্থগিত ৰাখা কোনোমতেই কৰ্তব্য নহয়। চিতোৰক এবাৰ শিক্ষা দিব লাগিব, নহলে তাৰ বৰ অহংকাৰ। আলাউদ্দিন খিলিজিয়ে যেনে কৰিছিল, মই তাতকৈয়ো বেছি কৰিম। তেতিয়াহে বুজিব, মুছলমান এনেই দিল্লীৰ সিংহাসনত বহা নাই।

ইব্ৰাহিমে কাৰো উপদেশ নুশুনিলে; তেওঁ গিয়াছুদ্দিনৰ কথাকে সাৰোগত কৰি লৈ যুদ্ধ-যাত্ৰা কৰিলে। তেতিয়া তেওঁ আৰু এবাৰ আমীৰসকলক নিমন্ত্ৰণ কৰিলে। অনেক নাহিল। ইব্ৰাহিমৰ খং উঠিল। "মই সম্ৰাট, মোৰ অনুগ্ৰহত ইহঁত আমীৰ-ওমৰাহ। মোৰ আগতে ইহঁতৰ ইমান অহংকাৰ! বাৰু!"

সম্ৰাটে হুকুম দিলে—যি যি সম্ৰাটৰ আদেশ পালন নকৰিব সেইবোৰক বন্দী কৰি থোৱা হওক। কেজনমান বন্দী হল; অনেকে যুদ্ধত যোগ দিলে। ইব্ৰাহিমে সৈন্য সামন্ত লৈ যুদ্ধযাত্ৰা কৰিলে। সেইদিনা দিল্লীৰপৰা কিছু দূৰত এখন সৰু গাওঁত শিবিৰ সংস্থাপন কৰিলে।

মুছলমান বাদ্‌ছাহৰ দিনত যুদ্ধলৈ যাত্ৰা কৰোঁতে সকলো মানুহ গৈছিল। পদাতিক, অশ্বাৰোহী, চাকৰ-বাকৰ, হাতী, ঘোঁৰা, বন্দুক, গাড়ী প্ৰভৃতি সৈন্যৰ আৱশ্যকীয় বস্তু তো আছেই;

তাত বাদেও বহুত সেনাৰ তিৰোতা, বাই-নাচনীয়াৰ, ৰাজমাতাৰ আৰু সম্রাটৰ অন্তঃপুৰৰো বেগম, বেগমৰ লগত বান্দী প্ৰভৃতি সকলো গৈছিল। সংক্ষেপতে কব খুজিলে ৰাজধানীৰ প্ৰায়েই সকলো সম্রাটৰ লগতে যুদ্ধলৈ গৈছিল। সম্রাটে যত শিবিৰ সন্নিবেশ কৰে তাত নিয়ম মতে দৰবাৰ বহে, নাচ গান হয়, মজলিচ হয়, ৰং-ধেমালি চলে, বেপাৰ বাণিজ্য আদি সকলো হয়। শিবিৰৰ তম্বুবোৰেই একোটা প্ৰকাণ্ড প্ৰকাণ্ড অট্টালিকা – কোনোটি দুইতলা, কতো সোণ ৰূপৰ কাম কৰা, দেৱালত চিত্ৰ কৰা, মজিয়াত সতৰঞ্চ পাতা। বিহুকে বিচৰা যায় সকলোকে এই শিবিৰত পাব পাৰি। আৰু এইবোৰ বৈ নৈ ফুৰাবলৈ অসংখ্য হাতী, গাড়ী; বহুত মিবলৈ গাড়ী। এইবোৰৰপৰা যুদ্ধৰ সৌকাৰ্য কিমান হয় তাক যুদ্ধ কৰা মানুহে হে জানে, "আমি মূঢ় মতি, কি জানো—" সেই বাবে তাৰ বিচাৰ কৰিব নোৱাৰোঁ।

সম্রাটে কেনে দুৰ্ধৰ্ষ শত্ৰুৰ বিৰুদ্ধে যুদ্ধলৈ ওলাইছে, তাক বেছ জানিছিল। তেওঁ পাৰে-মানে সৈন্য সংগ্ৰহ, টকা সংগ্ৰহ আৰু বহুত সংগ্ৰহ কৰি চিতোৰৰ বিৰুদ্ধে প্ৰকাণ্ড ৰূপে সাজ-সৰঞ্জাম ঠিক কৰি যুদ্ধলৈ সাজিলে। দিল্লীৰ বাদ্‌ছাহ আৰু ভাৰতৰ সম্রাটৰ যিমান কৰিবলৈ শক্তি আছিল সকলো কৰিলে।

শিবিৰ সংস্থাপন কৰি সম্রাটে যুদ্ধৰ সকলো ঠিক কৰিবলৈ ভাবিছে; সেনাবোৰে নানা ভাবে বিশ্ৰাম কৰিছে; এনেতে বাহিৰত কিবা গোলমাল শুনিলে। কাৰণ অনুসন্ধান কৰি সম্রাটে জানিলে যে এজন সাধাৰণ মানুহে সম্রাটক দেখা কৰিবলৈ আহিব খুজিছে, প্ৰহৰী-বিলাকে আহিবলৈ দিয়া নাই। মানুহজনেও এৰা নাই। কি মানুহ, চাবলৈ সম্রাটৰ ইচ্ছা হল; তেওঁ কলে, "বাৰু কি মানুহ, ভালকৈ লৈ আহ।" কেজনমান প্ৰহৰীয়ে এজন ছিৰা-ফুটা কাপোৰ পিন্ধা আধাবলিয়া মানুহক সম্রাটৰ আগত হাজিৰ কৰিলে।

মানুহজনে সম্রাটক দেখি নিয়মমতে কুৰ্নিচ আদি কৰিলে। তেতিয়া তাৰ কি দৰকাৰ সোধা হল। সি কলে যে সকলো মানুহৰ আগত সি তাৰ কথা কব নোৱাৰে, আনবোৰ বাহিৰলৈ গলে কব।

আন সময়ত হলে ইব্ৰাহিমে এনে কথাত কাণ-সাৰ নকৰিলেহেঁতেন, কিন্তু আজি তেওঁৰ ইচ্ছা হল, এই মানুহটোৱে কি কয় কওক। তেওঁ প্ৰহৰী এটাক তাৰ গা পৰীক্ষা কৰি ওচৰলৈ লৈ আহিবলৈ কলে। প্ৰহৰীয়ে অচিৰতে বাদ্‌ছাহৰ হুকুম পালন কৰিলে। তেতিয়া বাদ্‌ছাহৰ হুকুম মতে আন মানুহ অলপ আঁতৰ হল।

তেতিয়া তাক ইব্ৰাহিমে সুধিলে, "কি কব খুজিছিলি এতিয়া ক।"

মানুহটোৱে প্ৰথমে একো নামাতাকৈ সম্রাটক এটি ছেলাম জনালে; তাৰ পিছত কলে "জাহাঁপনা, মোৰ নাম মহাতৰ। মই আপোনাৰ পুৰণি ভৃত্য। আপোনাৰ বিৰুদ্ধে বহুত ষড়যন্ত্ৰ কৰিছোঁ, যি শাস্তি হয় বিধান কৰক।"

ইব্ৰাহিমে মহাতৰক চিনিলে; তেওঁ কলে, "কি কৈছ, মোৰ বিৰুদ্ধে কি কৰিছিলি?"

মহাতৰে অলপো লুলুকাই, অলপো ভয় নকৰি, কি দৰে সি ফিৰোজাৰ লগত যোগ হৈ দৌলত আৰু মুতৰক বন্দীশালৰপৰা এৰি দিলে, কি দৰে ফিৰোজাক উদ্ধাৰ কৰিলে, সকলো কথা ইব্ৰাহিমৰ আগত কলে। ইব্ৰাহিমক ইয়াকো কলে যে দৌলতে সম্রাটৰ বিৰুদ্ধে একো

কথা নাই। কুতবে দৌলতক শুনি কৰিব নোৱাৰি তেনে মিছা যোজনা দিছিল। দৌলতে যে ইব্ৰাহিমৰ বিৰুদ্ধে বাবৰৰ সহায় লবলৈ গল তাকো কলে।

ইব্ৰাহিমে সকলো কথা শুনি আচৰিত হল; তেওঁৰ বৰ খং উঠিল। প্ৰহৰীক মাতি হুকুম দিলে—মহাতৰক এতিয়াই কাটি পেলা।

মহাতৰ অলপো নলৰিল; তেওঁৰ মনত অলপো ভয় নালাগিল।

মহাতৰে আকৌ কলে, "জাঁহাপনা, আপোনাৰ এতিয়াও বহুত শত্ৰু। সেনাপতি গিয়াছুদ্দিন আপোনাৰ বিৰোধী।"

ইব্ৰাহিম চক খাই উঠিল; গিয়াছুদ্দিন তেওঁৰ শত্ৰু! বিশ্বাস নহল। তেওঁ সুধিলে, "কি? শত্ৰু?"

মহাতৰে আগেয়ে সেনাপতিৰ কথা কোৱা নাছিল; এতিয়া তেওঁ কি দৰে দৌলতলৈ চিঠি লেখিলে, কি দৰে ফিৰোজাৰ উদ্ধাৰত সহায় কৰিলে, কি দৰে মিছামিছি চিতোৰৰ ৰাণাই যুদ্ধ সাজা বুলি কৈ সম্ৰাটক যুদ্ধলৈ লৈ আহিল, কি দৰে যুদ্ধৰ সময়ত বিশ্বাস-ঘাতকতা কৰিব খুজিছে, সকলো কথা কলে।

ইব্ৰাহিম আচৰিত আৰু চমকিত হ'ল। তেওঁ তেওঁৰ কাণক বিশ্বাস কৰিব নোৱাৰা হল। তেওঁ কলে, "সকলো মিছা! নিশ্চয় ইয়াত তোৰ কিবা অভিসন্ধি আছে।"

মহাতৰে উচাপ খাই উঠি কলে, "জাঁহাপনা, গোলামৰ ইয়াত একো অভিসন্ধি নাই! যদি সোধে কিয় ইমান কাম কৰি আপোনাৰ আগত সৈ কাঢ়িছোঁ, তাৰ কাৰণ আছে। মই লৰা তিৰোতা, কাম-কাজ সকলো এৰিলোঁ, এজনী ছোৱালীৰ নিমিত্তে। মই দৌলত আৰু কুতবক বন্দীশালৰপৰা মুকলি কৰি আপোনাৰ, মোৰ পালকৰ, দ্ৰোহ আচৰণ কৰিলোঁ সেই ছোৱালীৰ নিমিত্তে। বনৰ ভিতৰত লঘোনে-ভোকে ঘূৰিলোঁ তাইৰ নিমিত্তে। এতিয়া সেইজনীয়ে মোক দেখিব নোৱাৰে; মোৰ নাম শুনিব নোৱাৰে। পাপীয়সী দৌলতৰ প্ৰণয়িনী। তাৰ প্ৰতিশোধ, সেই স্নেহৰ সমাপন, ভালপোৱাৰ বিসৰ্জন, তিমান দুখ কষ্ট সহাৰ ফল, সকলোৰে হে দৌলতৰ যাতে অনিষ্ট হব পাৰে সেয়ে মোৰ কেৱলমাত্ৰ কাম। কেৱল তাৰ প্ৰতিশোধ! তাৰ প্ৰতিহিংসা! ফিৰোজাৰ ওপৰত প্ৰতিহিংসা!"

কথা কওঁতে কওঁতে মহাতৰৰ চকু মুখ জ্বলি উঠিল। তেওঁ ৰঙা পৰি থক্ থক্ কৰে কঁপিবলৈ ধৰিলে।

ইব্ৰাহিমে আকৌ কলে, "নহয় মহাতৰ, তথাপি এনে কথা বিশ্বাস নহয়।"

"বিশ্বাস নহয়! ভাল!" মহাতৰে পাহৰিলে যে তেওঁ ভাৰতৰ সম্ৰাটৰ আগত কথা কৈছে; তেওঁ বৰ জোৰেৰে কলে, "বিশ্বাস নহয়, ভাল! আপুনি আপোনাৰ দোষত মৰিলে মোৰ একো হানি নহয়। বিশ্বাস নহয় কিয়? মোৰ আৰু কিহৰ আশা আছে যে মই মিছা কথা কম? এতিয়াই এই প্ৰাণ আপোনাৰ আদেশতে এই শৰীৰৰপৰা বাহিৰ নহব নে। সংসাৰত মিছা কথা কৈ মোৰ কি লাভ আছে যে মই মিছা কথা কম? এতিয়াই এই সংসাৰৰ লীলা-খেলাৰপৰা বিদায় নলব নে? এতিয়াই এই পাপ-তাপৰ ৰাজ্যৰ পৰা নাজানা ৰাজ্যলৈ যাবাৰ নে? মিছা কথা কৈ মোৰ পাৰ্থিৱ জীৱনৰ এনে কি আশা আছে যে আজি মিছা

কথা কম? এতিয়াই ন্যায় বিচাৰালয় আৰু সাধুতাৰ মৰ্ত্ত উপস্থিত হ'বগৈ লাগিব নে? এতিয়া কিহৰ অৰ্থে মই আৰু মিছা কথা কম? পাপৰ ভয় কিবা আছে নে যে মিছা কথা কৈ আপোনাৰ আৰু যি সেনাপতিয়ে মোৰ লৰা-তিৰোতাক প্ৰতিপাল কৰি আছে তাৰ বেয়া কৰিম? মোৰ কি আছে, যে মিছা কথা কম? আপুনি বিশ্বাস কৰে কৰক, নকৰে নাই। ঘাতকক আদেশ দিয়ক, এই জীৱনৰ শেষ যেন অতি শীঘ্ৰে হয়।"

মহাতবে অভিমান আৰু গৰ্ত্তত বুকু ফুলাই মূৰ থিৰ কৰি থিয় দিলে। ইব্ৰাহিমে মহাতবৰ কথা শুনি নপতিয়াই নোৱাৰিলে। ইব্ৰাহিমে আকৌ সুধিলে, "সঁচা নে মহাতব?"

মহাতবে কলে, "হাজাৰ বাৰ সঁচা!"

ইব্ৰাহিমে উত্তেজিত হৈ কলে, "চিতোৰৰ বাণাই যুদ্ধ সজ্জা কৰাৰ কিবা কব পাৰা নে?"

মহাতবে গম পাইছিল যে দৌলতে বাণাক ইব্ৰাহিমৰ বিৰুদ্ধে তুলিব; তেওঁ কলে, "বাণাই এতিয়াও আপোনাৰ বিৰুদ্ধে একো কৰা নাই; কিন্তু দৌলতে যেনেকৈ নহক, তেওঁক বিৰোধী কৰিব।"

ইব্ৰাহিমৰ কি হল কব নোৱাৰিলে। উতলি থকা তেলৰ সোঁত এটি যেন চাট কৰে তেওঁৰ মূৰত উঠিল গৈ। তেওঁৰ বৃদ্ধ উজীৰৰ কথা মনত পৰিল; বিশ্বাস-ঘাতক সেনাপতিৰ চক্ৰজালত আবদ্ধ হৈ যে আমীৰবিলাকক বন্দী কৰিছিল সকলো মনত পৰিল; তেওঁৰ চাৰিওপিনে ভয়ানক জ্বালা হল; অসহ্য উত্তাপত যেন তেওঁৰ সকলো শৰীৰ দহি গল। ইব্ৰাহিমে সেনাপতিক কাটি পেলাবলৈ তেতিয়াই হুকুম দিলে। মহাতবক বন্দী কৰি থবলৈ হুকুম দিলে। তেওঁ আদেশ দিলে, যদি সেনাপতিৰ কটা মূৰ এঘণ্টাৰ ভিতৰতে তেওঁ নাপায় তেনেহলে তেওঁ নিজ হাতে সকলোকে কাটিব, এটি প্ৰাণীও বাঁচি নাথাকে। প্ৰহৰীসকলে মহাতবক বান্ধি তাৰপৰা উলিয়াই নিলে।

কান্দত পৰা বাঘ এটাক বাহিৰৰপৰা খোঁচ মাৰিলে সি যেনেকৈ ক্ৰোধত অধীৰ হৈ মহা গৰ্জন কৰি অতি ভীষণ ৰূপে চাৰিওপিনে ঘূৰি ফুৰে, ইব্ৰাহিমৰ সেই অৱস্থা হল। তেওঁ খঙৰ প্ৰতাপত কতো থিৰ হৈ থাকিব নোৱাৰা হল, চট্‌ফট্‌ কৈ ফুৰিবলৈ ধৰিলে। অবিশ্বাস, নিৰাশা, বিপদ আৰু ভাবী দুৰৱস্থাৰ ভাবনাই তেওঁৰ হৃদয় মথিবলৈ ধৰিলে; কতো তেওঁ শান্তি নোপোৱা হল। আগেয়ে অবিবেচনাকৈ কৰা কামবোৰ তেওঁৰ মনত পৰিবলৈ ধৰিলে; আৰু তেওঁৰ সেই খং সেই অধৈৰ্য্য বেছিতে বেছি হৈ উঠিল।

এনেতে এজনে আহি খবৰ কলে, চিতোৰৰপৰা বিশেষ কামত এজন দূত আহিছে। ইব্ৰাহিমৰ খঙে আৰু তেওঁৰ গাত ঠাই নাপালে, জ্বল বেছিকৈ দিলে তেল যেনেকৈ জ্বলি উঠে, ইব্ৰাহিমো তেনেকে জ্বলি উঠিল; তেওঁ হুকুম দিলে, "এতিয়াই তাক বন্দী কৰ। নোৱাৰিলে তহঁতৰ মূৰ নাথাকে।"

# অষ্টাদশ অধ্যায়

মহৰীৰপৰা দৌলতে মহাৰাণাৰ চাব দি উকা কাগজ এখন আনিলে। সেই খনতে তেওঁৰ ইচ্ছামতে বাবৰলৈ তেওঁ এখন চিঠি লিখি কাবুলত বাবৰৰ আগত হাজিৰ কৰিলে। বাবৰে কাকত দেখি সন্তুষ্ট হল; আৰু তেওঁলোকক আশা দিলে।

ইপিনে পীৰ মহম্মদ আৰু বাবৰে আগৰেপৰা ঠিক কৰি থৈছিল, যদি মহাৰাণাৰ চিঠি পায় তেন্তে নিশ্চয়ে বহুদিনৰপৰা ভাবি থকা ভাৰতৰ আক্ৰমণটি তেওঁ কাৰ্য্যত পৰিণত কৰিবলৈ অৱহেলা নকৰে। তেওঁলোকে এই সুযোগ এৰি নিদিলে। মহাৰাণালৈ এখন চিঠি লিখি দূত এজন পঠাবলৈ ঠিক হল। তেতিয়া সুবিধা বুজি দৌলতে আত্ম-পৰিচয় দিলে। বাবৰে দৌলতক পঞ্জাৱৰপৰাও বহুত সহায় আশা কৰিছিল; সেই বাবে তেওঁ বৰ সন্তোষ নেপালে।

যথাসময়ত বাবৰৰ দূত চিতোৰ নগৰীত উপস্থিত হল; আৰু যথাসময়ত মহাৰাণাৰ ওচৰত হাজিৰ হৈ বাবৰৰ চিঠি দিলে। চিঠিত লেখা আছিল—মহাৰাণা! মই আপোনাৰ দূতৰপৰা প্ৰেৰিত চিঠি পাই আপোনাৰ সহায়ৰ অৰ্থে ইয়াৰ পাছতে যাত্ৰা কৰিছোঁ। দূতে আপোনাক চিঠি দিয়াৰ আগেয়ে মই সসৈন্যে যাত্ৰা কৰিম। আপুনি সজ্জিত থাকিব। পঞ্জাৱৰ শাসনকৰ্ত্তাও সজ্জিত। ইপিনে শুনা গৈছে আমাৰ সকলোৱে এই যুদ্ধযাত্ৰা বুজিব পাৰি ইব্ৰাহিমেও দিল্লীৰপৰা যুদ্ধযাত্ৰা কৰিছে। কৰক; সি সুযোগে মাথোন। আপুনি সজ্জিত হওক; আমি সজ্জিত।

এইখিনি চিঠিৰ সাৰ মৰ্ম। মহাৰাণাই প্ৰথমতে ইয়াৰ একো অৰ্থ বুজিব নোৱাৰিলে। তেওঁৰ কৰ্মচাৰীক আদেশ দিলে, বাবৰৰ দূতক ভালকৈ সোধ-পোছ কৰিবলৈ।

তেতিয়া মহাৰাণাই মন্ত্ৰীক মাতি আনিলে। এই সময়তে ৰাণাই মুঠ কথাটি বুজি লৈছে। মন্ত্ৰী আহি ৰাণাৰ ওচৰ পালত ৰাণাই চিঠিখন তেওঁৰ হাতত দিলে। মন্ত্ৰীয়ে চিঠি পঢ়ি অ'তালে।

মহাৰাণাই সুধিলে, "কি বুজিলা?"

মন্ত্ৰী নিৰুত্তৰ; তেওঁ দুয়ো হাতেৰে চিঠিখনত কেবাটাও ভাজ দি কলে, "হয়, মহাৰাজ! ইয়াৰ তো একো অৰ্থকে বুজিব পাৰা নাই।"

ৰাণাই তেতিয়া অলপ হাঁহি কলে, "এৰা, অৰ্থ হলে একো পোৱা নাই। নিশ্চয় তলে তলে কিবা এফেৰা ষড়যন্ত্ৰ আছে। মোৰ মনত হলে এনে লাগে—পঞ্জাৱৰ শাসনকৰ্ত্তা দৌলত খাঁ। লোভী সম্ৰাট ইব্ৰাহিমৰ বিৰাগভাজন হৈ বাবৰৰ সহায় হৈছেগৈ। কিন্তু দৌলতৰ সৈন্যবল

কম বা সমূলি নোহোৱা দেখি বাবৰে ভাৰত আক্ৰমণ কৰিবলৈ অস্বীকাৰ কৰাত, হয়তো দৌলতেই ফিৰা ফিকিৰ কৰি তেওঁক বিশ্বাস কৰাইছে যে আমিও বাবৰৰ সহায় হয়। তোমাৰ মনত কি ধৰে?"

মন্ত্ৰীয়ে কলে, "তেনে হব পায়, মহাৰাজ। নহলে নো আৰু কি হব পাৰে! হয়তো এনে হব পাৰে যে আমাৰ শত্ৰুৱেহে বাবৰকো এইখন লিখিছে; ইব্ৰাহিমকো ফিৰাফিৰি ইকে যুদ্ধলৈ সজাইছে, যাতে আমি বাবৰৰ সহায় নাই খোজা বুলি কৈ পঠিয়ালে, বাবৰে আৰু ইব্ৰাহিমে যোগ হৈ আমাৰ বিৰুদ্ধে যুদ্ধ কৰিব পাৰে।"

মহাৰাণাই কলে, "তেনে হোৱাও অসম্ভৱ নহয়। যিয়েই হক বাবৰে যে আমাৰ লগত ইব্ৰাহিমৰ বিৰুদ্ধে যোগ দিবলৈ ওলাইছে ই ঠিক। ইফালে ইব্ৰাহিমেও আমাৰ বিৰুদ্ধে যুদ্ধলৈ ওলাইছে ইও ঠিক। এনে ঠাইত কি কৰা যুগুত?"

মন্ত্ৰীয়ে যোৰহাত কৰি কলে, "মহাৰাজ! দাসে এটা কৰ খোজে। যেনেকৈ হক আমাৰো এদিন ইব্ৰাহিমৰ লগত যুদ্ধ কৰিব লাগিব; ইব্ৰাহিমেই যেতিয়া আগেয়ে যুদ্ধ পাতিছে তেতিয়া আমি তেওঁৰ লগত যুদ্ধ কৰিলে ভালেই; কাৰণ, আমি সন্ধি ভাঙিবকে নালাগে, সম্ৰাটেই ভাঙিলে। সৈন্যবল যি কম আছিল, সি বাবৰৰ সৈন্যৰ দ্বাৰায়ে পূৰণ হব। এনে ঠাইত যুদ্ধ নিশ্চয়, নিতান্ত উচিত। কিন্তু আগেয়ে হৰলালক পঠিবা হল; হৰলাল যেতিয়া গৈছে, তেতিয়া ইব্ৰাহিমক ফিৰাই পঠিয়াবও পাৰে। যদি সেয়ে হয়, তেতিয়া উপায়?"

মহাৰাণাই অলপ ভাবিলে; আৰু পাছত কলে, "সি একো কথা নহয়, ইব্ৰাহিমে কেতিয়াও হৰলালৰ কথা শুনি ফিৰি নাযায়। যেতিয়া যুদ্ধলৈ সাজি আহিছেই, তেতিয়া ফিৰি নাযায়।"

মন্ত্ৰীয়ে কলে, "তাৰ একো ঠিক নাই, মহাৰাজ! ৰাজপুতক সকলোৱে বিশ্বাস কৰে। হৰলালে যেতিয়া আপোনাৰ চিঠি দেখুৱাব, তেতিয়া ইব্ৰাহিমে বিশ্বাসো কৰিব পাৰে।"

ৰাণাই হাঁহি সেই কথা উৰাই দিলে; তেওঁ কলে, "তাৰ একো ভয় নাই। ইব্ৰাহিম পাঠান। তেওঁ তেনে কথাত ভোল নাযায়। আৰু যদি গলেই, সিয়ো ভাল হে। জানিছা নে মন্ত্ৰী আমি কিমান ডাঙৰ কাম এটি হাতত লৈছোঁ? আজি আঠ শ বছৰ পুণ্যভূমি ভাৰতবৰ্ষ ম্লেচ্ছৰ অধীন। মুছলমানে হিন্দুৰ প্ৰাচীন কীৰ্ত্তিকলাপ নষ্ট কৰিবলৈ ধৰিছে। খিলিজি আলা-উদ্দিনে ৰাজপুতৰ এই নগৰতে যিমান অত্যাচাৰ কৰি গল, তাৰ কথা ভাবিলেও গা শিয়ঁৰি উঠে। যিদিনা তিৰোৱাৰি ক্ষেত্ৰত বীৰচূড়ামণি পৃথ্বীৰাজে স্বাধীনতা আৰু আৰ্য্য গৌৰৱৰ অৰ্থে নিজৰ জীৱন বলি দিয়ে, সেই দিনাৰ সূৰ্য্য অস্তৰ লগে লগে যি স্বাধীনতা-সূৰ্য্য অস্ত গল তাৰ আৰু পুনৰুদয় নহল। সেইদিনাৰপৰা দেশত অত্যাচাৰ অনাচাৰ। আমি সেই অত্যাচাৰ অনাচাৰ নিবাৰণলৈ যত্ন কৰিছোঁ; পূৰণি কীৰ্ত্তিকলাপ পুনৰ প্ৰতিষ্ঠাৰ নিমিত্তে চেষ্টা কৰিছোঁ; যৱনৰ হাতৰপৰা পুণ্যভূমিৰ উদ্ধাৰৰ অৰ্থে চেষ্টা কৰিছোঁ। ইয়াত যদিও অলপ কুটিল নীতিৰ সহায় বল লাগে, সি উপেক্ষনীয়। যেনেকৈ চন্দ্ৰৰ ৰূপালি কিৰণৰ কথা কবলৈ এৰি কোনোৱে তাৰ কলঙ্কৰ কথা নকয়, সেইদৰে আমাৰো অলপ বেয়া কামৰ পৰা একো লোকচান নহয়। তেন্তে এটি ভাবিব লগীয়া বিষয় আছে;—বাবৰে যদি দিল্লীৰ সিংহাসনলৈ লোভ কৰে।"

মন্ত্ৰীয়ে মহাৰাণাৰ কথা ভাবি চালে। তেওঁ কলে, "মহাৰাজ! সকলো সঁচাকৈ কৈছে। সেইটো ভয়ো আছে। দাসৰ বাচালতা মাৰ্জনা কৰক; হৰলাল আহালৈকে অপেক্ষা কৰিলে ভালো নহয়? ইব্ৰাহিমে কি উত্তৰ দিয়ে চোৱা যাওক।"

মহাৰাণাই আকৌ আগৰ নিচিনা ভাবেই কলে, "মন্ত্ৰী! এই জীৱনত সকলো সময়তে দাৰ্শনিক আৰু নৈতিক যুক্তি খটাই চলিব খুজিলে সংসাৰত উন্নতি কৰিব নোৱাৰি। হব পাৰে তোমাৰ কথাটি দেখাঁতে অতি উত্তম, অতি সঁচা। কিন্তু চাৰিওপিনৰ অৱস্থা নোচোৱাকৈ তাক খটাবলৈ যোৱা উচিত নহয়। জুই মানুহৰ উপকাৰৰ অৰ্থেই, কিন্তু সেই বুলি তাক সেৱাৰ ভবাই থলে সি অন্যায় কৰে। বিষে মানুহক মাৰে, ৰোগত বিষে মানুহক বচায়ো। স্বাধীনতা বৰ ভাল; সেই বুলি বলিয়া মানুহক স্বাধীনতা দিলে অপকাৰ হে হয়। সেইবাবে চাৰিওপিনৰ লগৰীয়া অৱস্থাবোৰ চাই সকলো কাম কৰিব লাগে। তেনেহলেহে সংসাৰত উন্নতি কৰিব পাৰি। বাৰু নোচোৱা কিয়, পুৰণি দিনতো তেনেই কৰিছিল—অভিমন্যুক যি সাতোটা ৰথীয়ে বেঢ়ি ধৰি মাৰিলে, তাৰ ভিতৰত কোনটো শাস্ত্ৰজ্ঞ নহয়? কিন্তু তেতিয়া সেই শাস্ত্ৰ কত আছিল? মিছা কথা কৈ দ্ৰোণক যেতিয়া মাৰিলে, তেতিয়া যুধিষ্ঠিৰৰ সত্যবাদিতা কলৈ গৈছিল? আৰু আমাৰ বংশতে চোৱা। আদি পুৰুষ গোহ বা বাপ্পাৰাও, কোনে তোমাৰ ধৰ্মনীতি বা দাৰ্শনিক যুক্তি খটাই সিংহাসন লব পাৰিছিল? তেনে কথা এৰি দিয়া। এতিয়া এই সুযোগ উপস্থিত হৈছে, ইয়াক এৰি দিয়া যুক্তিযুক্ত নহয়। কেৱল ভাবিব লগীয়া এয়ে, যদি বাবৰে দিল্লীৰ সিংহাসন লব খোজে।"

মন্ত্ৰীয়ে কলে, "বাবৰে তাকো কৰিব পাৰে।"

মহাৰাণাই গম্ভীৰ ভাৱে লাহেকৈ কলে, "পাৰে বুলি কথা আছে;—বাবৰৰ পূৰ্বপুৰুষ টাইমুৰ প্ৰভৃতি আহি তো সিংহাসন লোৱা নাছিল। বিশেষ বাবৰৰ ৰাজ্য আছে; তেওঁ কাবুলৰ ৰজা, সমৰখণ্ডও অলপতে তেওঁৰ অধিকাৰলৈ আহিব। ভাৰতবৰ্ষ যে সিহঁতে আক্ৰমণ কৰে কেৱল টকাৰ লোভত। বাবৰে দিল্লী লুট কৰি নিলেই সন্তোষ হব; নহলে আমিও অলপ দি তেওঁক বিদায় কৰিম। বাবৰে যে ইয়াত ৰজা হবলৈ আক্ৰমণ কৰিছে তেনে নহব পায়।"

মন্ত্ৰীয়ে কলে, "হলেও হব পাৰে, মহাৰাজ!"

ৰাণাই তেওঁৰ কথাত জোৰ দি কলে, "হলেতো হব পাৰেই, কিন্তু সংসাৰত যদি আগ গুৰি ভাবি কাম কৰিব নোৱাৰিলা, তেনেহলে বাহাদুৰি কত? কৃতকাৰ্য্যই বা হোৱা কেনেকৈ? বাবৰে সিংহাসনলৈ লোভ নকৰে। আৰু ধৰা যদি কৰেই, তেনেহলে আমাৰ উপায় নহব নে? ৰাজপুত সেনাই বহি থাকিব নে? বাবৰ নাহিলে ইব্ৰাহিমৰ লগতে যুদ্ধ কৰিব লাগিলহেঁতেন; তেতিয়া মহয় বাবৰৰ লগতে সেই যুদ্ধ হব।"

মন্ত্ৰীয়ে আকৌ সন্দেহেৰে মূৰ দুপিয়াই কলে, "বাৰু, সেইটো যদিবা তেনে হলেই, যৌনতে তো সিংহাসন লবলৈ চাব।"

মহাৰাণাই তীব্ৰকৈ কলে, "আঃ! এৰি দিয়া যৌনতৰ কথা। এঠাইলৈ যাওঁতে বাটতে অৰুণাৰ পানী এটোপা আছে, তাকে ভাবি নাযাবা নে? লোদৰ ওঁফাল অধিকাৰ কৰিবলৈ

ৰাইজৰ পৰা এটাই বাধা হিলে, তাকো শেষ কৰিব আহিল নে? মোৰ মতে হলে এই, যি মৰেই নহক বাবৰৰ সহায়টি আমি নিশ্চেই তাৰে থাকিও যেতিয়া পাইছোঁ, তাক এৰি দিয়া উপযুক্ত নহয়। মোৰ মনে মনে বিশ্বাস হৈছে, ই পৰমেশ্বৰৰ হে কাম। ঈশ্বৰৰ ইচ্ছা যে ভাৰতভূমি ম্লেচ্ছৰ হাতৰপৰা ধৰ্ম ৰক্ষাৰ অৰ্থে উদ্ধাৰ হব লাগে। নহলে নো আমাৰ নিচিন্তাকৈ এনে সুযোগ উপস্থিত হয় নে? আৰু বাবৰে বিশ্বাস কৰিছে যে মই যে চিঠি লিখিছোঁ, এতিয়া নাই লেখা বুলি কলে, তেওঁৰ থং উঠি আমাৰ বিৰুদ্ধে ইব্ৰাহিমৰ লগতো তেওঁ যোগ দিব পাৰে। তেতিয়া মৰিল। সেই বাবেৰ লগত যোগ দিয়াই ভাল। তুমি দূতজনক কৈ-মেলি পঠিয়া।"

মন্ত্ৰীয়ে নম্ৰভাৱে কলে, "তেন্তে হৰলাল অহালৈ অপেক্ষা কৰিব নালাগে?"

মহাৰাণাই কলে "একো দৰকাৰ নাই। ওত কাম শীঘ্ৰে হবলৈ দিয়া। বিলম্ব কৰিলে হয়তো বিপদ। সেই নিমিত্তে কোৱা, এতিয়াই দূতজনক কৈ পঠিয়াবলৈ আমি সন্মত। একো চিন্তা নকৰিবা, ই পৰমেশ্বৰৰ ইচ্ছা।"

মন্ত্ৰীয়ে "যি আদেশ" বুলি উঠিল।

ৰাণা সংগ্ৰাম সিংহৰ হৃদয় উৎফুল্ল হৈ উঠিল। তেওঁ ভাবিলে—যি সুযোগ ইমান দিন বিচাৰি ফুৰিছিল সি হাতত। কিমান দিনৰপৰা তেওঁৰ আশা, এদিন ভাৰতৰ একচ্ছত্ৰী চক্ৰবৰ্তী ৰজা হব। এদিন সংগ্ৰাম সিংহৰ তলত শ শ ৰজাই খাটি থাকিব। এদিন সমুদায় ভাৰত ৰাজপুতৰ গৌৰৱেৰে ভৰাই দিব। তেওঁ সেইদিন সমুখতে দেখিলে; তেওঁৰ হৃদয়ত স্থিৰতা নোহোৱা হল। তেওঁৰ ভাব, কোন দিনা যুদ্ধটি শেষ হয়, কোন দিনা পাঠান দিল্লীৰ সিংহাসনৰপৰা বিদূৰিত হয়, আৰু কোন দিনা হিন্দু ৰজাই নতুন গৌৰৱেৰে নতুন বৈভৱেৰে ভাৰতৰ সিংহাসনত অধিৰোহণ কৰি আৰ্য্যগৌৰৱ আৰু হিন্দুকীৰ্ত্তি পুনৰ প্ৰতিষ্ঠাপনা কৰে।

সংগ্ৰাম সিংহই তেওঁৰ মহাৰাণীৰ কথা ভাবিলে। তেওঁ ভাবিলে, যেতিয়া কৰ্মদেৱীয়ে শুনিব, তেওঁলোকে যি দিনৰ সপোন দেখিছিল সেই দিন সমুখতে, তেতিয়া তেওঁ কিমান আনন্দিত হব। তেওঁৰ মনত পৰিল, কেনেকৈ কৰ্মদেৱী আৰু তেওঁ ৰাতি বিছনাত শুই শুই এই বিষয়ে কথাবাৰ্ত্তা কৈ কৈ দো-ভাগ ৰাতিলৈকে টোপনি নাহাকৈ থাকে। এদিন কি হবে এই বিষয়ে কথা কৈ থাকোঁতে আবেগতে উন্মত্ত হৈ কৰ্মদেৱীয়ে তেওঁক সাবট মাৰি ধৰিছিল; কি হবে তেওঁ মহাৰাণীক গাঢ় আলিঙ্গন কৰিছিল; কি হবে দুয়োৰো ভাব মিলি গৈ দুয়োৰো চকুৰপৰা আনন্দ আৰু আশাৰ চকুৰ পানী ওলাইছিল। আনন্দত সংগ্ৰাম সিংহৰ হৃদয় নাচি উঠিল; তেওঁ ভাবিলে এই আনন্দৰ সংবাদ মহাৰাণীকো অতি সোনকালে জনোৱা উচিত।

কৰ্মদেৱী অন্তঃপুৰত তেওঁৰ নিজৰ কামত ব্যস্ত। তেওঁৰ শোৱা কুঠৰীত বীৰপুৰুষসকলৰ যুদ্ধ সাজ পিন্ধি থকা ছবি আৰু চাৰিওদিশে ভাৰে ভাৰে অস্ত্ৰ-শস্ত্ৰ। তাৰ বাবেও তেওঁৰ নিজৰ স্বামীৰ অস্ত্ৰ-শস্ত্ৰকে লৈ এটি যুদ্ধ-কোঠালি। অন্তঃপুৰৰ আন [illegible]

তেওঁৰ বন, এইবোৰ চোৱা আৰু তাৰ বিষয়ে মনতে আলচ পতা। ই তেওঁৰ নিজা বা ব্যক্তিগত কাম। ইয়াত ৰাণীক কোনোৱে বাধা দিব নোৱাৰে।

সংগ্ৰাম সিংহই অন্তঃপুৰত সোমায়ে কাকো নোকোৱাকৈ একেবাৰে গোৱা কুঠৰীত সোমাল। বেলা দুপৰ অতীত হৈ গৈছে; এই সময় ৰাজ-কাজ আলোচনাৰ। এনে সময়ত সংগ্ৰাম সিংহই কচিৎ হে অন্তঃপুৰলৈ আহিবৰ সময় পায়।

মহাৰাণাক দেখি কৰ্মদেৱী আচৰিত হল; তেওঁ মহাৰাণাক সুধিলে, "আজি ৰাজ-কাজ ইমান কম আছিল নে?"

সংগ্ৰাম সিংহই, "কম একো নহয়; আন কথা আছে," বুলি কৈ, সুন্দৰ মখমল লগোৱা সিংহাসনত বহিল। কৰ্মদেৱীয়ে কলে, "দাসীৰ প্ৰতি কি অনুগ্ৰহ বা? ইমান ডাঙৰ কাম কি?"

"ডাঙৰ কাম কি এতিয়াই বুজিবা" বুলি কোৱাৰ লগতে তেওঁ কৰ্মদেৱীক দুয়ো হাতেৰে ধৰি আনি আপোনাৰ ওচৰতে সেই সিংহাসনত বহুৱালে।

কৰ্মদেৱীয়ে কলে, 'আৰম্ভটি বেছ; শৰৎকালৰ মেঘৰ গৰ্জন নহলেই মঙ্গল।"

সংগ্ৰাম সিংহই বাওঁ হাতেৰে ৰাণীক আকোঁৱালি মাৰি ধৰি আৰু সোঁ হাতেৰে তেওঁৰ মুখখন ওচৰলৈ তুলি কলে "বাৰিষাৰ মেঘ গৰ্জনেই। শুনা।" এই বুলি তেওঁ বাবৰৰ দূত অহাৰ কথা কলে; তাৰপৰা, তেওঁ কি ঠিক কৰিছে তাকো কলে।

কৰ্মদেৱীয়ে কলে, "এই দূত কেনেকৈ আহিল? আপুনি জানো চিঠি দিছিল?"

সংগ্ৰাম সিংহই তেতিয়া তেওঁ নিজে যি বুজিছিল কৰ্মদেৱীকো তাকে বুজাই দিলে।

কৰ্মদেৱীয়ে কলে, "এই কথা বৰ ভাল হল যেন নালাগিল। সঁচা যে এদিন মুছলমানৰ হাতৰপৰা আৰ্য্যভূমি উদ্ধাৰ হোৱা দেখিবলৈ বৰ ইচ্ছা কৰিছোঁ; সঁচা যে প্ৰাণৰ স্বামী আৰু হৃদয়ৰ নিধি আপোনাৰ মূৰৰ ওপৰ আৰ্য্যভূমিৰ মণিময় কিৰীটি এবাৰ দেখিবলৈ বৰ ইচ্ছা কৰিছোঁ; কিন্তু পৰমেশ্বৰে হে জানে আপোনাৰ এই কামৰপৰা কি হয়!"

সংগ্ৰাম সিংহই ভাবিছিল ৰাণী এই কথা শুনি পৰম আনন্দিত হব। তেওঁ ৰাণীৰ এই বিপৰীত কথা শুনি আচৰিত হৈ সুধিলে, "কি হল? মইতো একো বেয়া দেখা নাই।"

কৰ্মদেৱীয়ে কলে, "আপুনি সদায় এই কাম উদ্ধাৰৰ ইমান চিন্তা কৰিছে, যে যি এটি উপায় দেখিছে তাকেই ভাল বুলি লৈছে; তাতো যে কিবা থাকিব পাৰে সেইটি আপোনাৰ মনতে নাহে। আপুনি ভাবে নে যে বাবৰে এবাৰ ভাৰতত সোমাব পাৰিলে সহজে এৰি যাব!"

ৰাণাই কলে, "নাযাব কিয়? তুমি ভালকৈ বুজা নাই। ইহঁতে যি আক্ৰমণ কৰে সকলো টকাৰ নিমিত্তে। ভাৰত কিমান মুছলমানে আক্ৰমণ কৰিলে, কিন্তু মহম্মদ ঘোৰীত বাদে কোনে ৰাজ্য স্থাপিবলৈ চেষ্টা কৰিছে? মামুদৰ নিচিনা পৰাক্ৰমী ছুলতান্, তেৰেঁা ইয়াৰপৰা টকা নিয়েই ক্ষান্ত। বাবৰেও কিছু টকা পালেই ক্ষান্ত হব।"

কৰ্মদেৱীয়ে দৃঢ়ৰবে কলে, "পৰমেশ্বৰত খাটিছোঁ সেয়ে হক! কিন্তু হব যে আশা নাই। আগৰ দিনত যি মুছলমানে ভাৰত আক্ৰমণ কৰিছিল, তেওঁলোক আছিল ডাঙৰ ৰাজ্যৰ ৰজা; নিজৰ ৰাজ্যৰ প্ৰতি মনোযোগ দিয়াতে তেওঁলোকৰ সময় ভুকাই গৈছিল; তেওঁলোকৰ অভাৱ

আছিল কেৱল অৰ্দ্ধ হে ; সেই বাবে বহুখনি ভাৰতবৰ্ষৰ অৰ্দ্ধ টলেয়ে ক্ষান্ত থাকিছিল। আৰু তেওঁলোকৰ সৈন্যবলো ইমান বেছি নাছিল যে ভাৰতৰ ভিন্ ভিন্ ঠাইৰ অসংখ্য ৰজাক দমন কৰি ৰাখিব পাৰে। আকৌ, আপোনাৰ মহম্মদ ঘোৰীলৈ চাওক। তেওঁ ৰাজ্য স্থাপন কৰিব পাৰিলে কিয় বা কৰিলে কিয় ? আফগানত ঘোৰ ৰাজ্য অতি ক্ষুদ্ৰ ; তাত ৰাজেও সিয়ো স্থিৰ নহয় ; তাত নানা প্ৰকাৰ গণ্ডগোল ; সেই নিমিত্তেই ভাৰত আক্ৰমণ কৰি তেওঁ আৰু নগল, ইয়াতে ৰাজ্য স্থাপন কৰিলে। সেই সময়ত তেওঁ কৃতকাৰ্য্য হোৱাৰো কাৰণ আছে। ৰাঠোৰ প্ৰদীপ মহাবীৰ পৃথ্বীৰাজে সেই সময়ত সকলো ৰাজ্যৰ ৰজাক বশ কৰি নিজে চক্ৰৱৰ্ত্তী ৰজা। ইপিনে কনৌজত কুলাঙ্গাৰ জয়চন্দ্ৰ মাত্ৰ তাওৰ ৰজা। আচলতে কবলৈ গলে, পৃথ্বীৰাজ আৰু জয়চন্দ্ৰ, এওঁলোকৰ দুজনৰ হাতত সকলো ৰাজ-ক্ষমতা। যেতিয়া এই ক্ষমতাৰ অৰ্দ্ধাংশই মহম্মদৰ লগত যোগ দিলে, বাকী অৰ্দ্ধাংশ সহজতে পৰাস্ত হল। ৰাজ্য স্থাপন কৰিবলৈ বা সিংহাসনত বহিবলৈ মহম্মদ অলপো কষ্ট কৰিব নালাগিল ; আৰু এটিও যুদ্ধ কৰিব নালাগিল ; তেতিয়া অৱহেলাক্ৰমে জয়চন্দ্ৰক পৰাজিত কৰি তেওঁ মুছলমান ৰাজ্য বিস্তৃত কৰিলে। ইয়ো ঠিক তেনে সময়। কাবুলত বাবৰৰ অধিকাৰ এতিয়াও স্থিৰ হৈ স্থাপিত হোৱা নাই ; সমৰখণ্ড পৰগণাৰ ফালে বাবৰে চাবই নোৱাৰে। এনে সময়ত যদি তেওঁ এনে ধনধান্যপূৰ্ণ এনে সুন্দৰ দেশখনৰ ৰজা হবলৈ পায়, তেন্তে তেওঁ কেতিয়াও এৰি নিদিয়ে ; মানুহৰ তেনে স্বভাৱেই নহয়। বাবৰ বিশেষতঃ ৰাজ্যলোলুপ পৰাক্ৰান্ত ৰজা আৰু সেনানায়ক। আজিও সেই আগৰ দিনৰ নিচিনা ভাৰতৰ ক্ষমতা দুই অংশত বিভক্ত—আপুনি আৰু ইব্ৰাহিম ; ইয়াৰ ভিতৰত আপুনিয়েই প্ৰধান। আপোনাৰ সহায় লৈ ইব্ৰাহিমক পৰাস্ত কৰিব পাৰিলেই, বাবৰে আপোনাৰ বিৰুদ্ধে অস্ত্ৰ লব। তেতিয়াও এনে ৰসাল সুন্দৰ ভাৰত এৰি কাবুলৰ কৰ্কৰীয়া মৰুভূমিত কপাল আফালিবলৈ বাবৰ নাযায়।"

কৰ্মদেৱীৰ কথা সংগ্ৰাম সিংহই ভাবি চালে ; তেওঁ চিন্তান্বিত হৈ কলে, "ধৰা নগলেই ; তেতিয়া বাবৰক খেদি পেলাম।"

কৰ্মদেৱীয়ে কলে, "আজিও খেদি পেলাব পাৰে। হৰলালে আপোনাৰ চিঠি লৈ ইব্ৰাহিমৰ ওচৰলৈ গৈছে, যদি ইব্ৰাহিম ফিৰি যায় ভালেই ; নহলে দুয়োৰো লগত যুদ্ধ কৰক।"

সংগ্ৰাম সিংহই কলে, "তেতিয়া বাবৰ আৰু ইব্ৰাহিম যোগ হব পাৰে।"

কৰ্মদেৱীয়ে কলে, "যোগ হব পাৰে হওক। আপুনি যুদ্ধৰ অৰ্থে সাজু হক ; তেতিয়া বি হয়। ৰাজপুত বীৰ্য্য যদি ইমানেই হীন বুলি ভাবে, তেন্তে আৰ্য্য-গৌৰৱ প্ৰতিষ্ঠাৰ যত্ন কৰে কিয় ?"

সংগ্ৰাম সিংহৰ বীৰত্ব জ্বলি উঠিল ; তেওঁ কলে, "কেতিয়াও নহয় ! আজিও ৰাজপুতে হেজাৰ হেজাৰ ইব্ৰাহিম আৰু বাবৰক পৰাস্ত কৰিব পাৰে। ৰাজপুতনাত এতিয়াও সংগ্ৰাম সিংহ আছে।"

কৰ্ম—"বেছ ! যুদ্ধ কৰক।"

ৰাণা—"এতিয়া কেনেকৈ হয় ? দূত যে আগেয়ে গল।"

কৰ্ম—"আকৌ পঠিয়াওক। বাবৰক খবৰ দিয়ক, আপুনি কেতিয়াও চিঠি লেখা নাই ;

ধৰ্ম্মযুদ্ধত এনে দুৰ্ণাম কাৰ নকৰো আপুনি কাবো সহায় নিবিচাৰিব, নিজৰ বীৰত্বৰ ওপৰতে আপোনাৰ নিৰ্ভৰ। তেতিয়া যি হব লগীয়া আছে হব।"

ৰাণা—"নহয়, কৰ্ণ! তোমাৰ অলপ ভুল হৈছে। ধৰা, বাবৰ ফিৰি নাযায়; এতিয়া দুয়ো লগ লাগি ইব্ৰাহিমক পৰাজিত কৰিলোঁ; তেতিয়া যদি নিতান্ত নাযায় তাৰ বিৰুদ্ধে যুদ্ধ কৰিম। এতিয়া দুজনৰ লগত যুদ্ধ কৰাতকৈ তেতিয়া এজনৰ লগত সহজ হব; বলো অলপ সঞ্চিত হব। হঠাতে এটা কাম কৰি ইমান দিনৰ আশা কেনেকৈ এৰি দিয়া? দেখাই যাওক কি হয়। মোৰ সম্পূৰ্ণ বিশ্বাস, এইবাৰ কৃতকাৰ্য্য হম।"

কৰ্ণ—ঈশ্বৰে কৰক যেন আপোনাৰ সদভিপ্ৰায় পূৰ্ণ হয়।"—

"এতিয়া বাৰু যাওঁচোন," বুলি ৰাণা অন্তঃপুৰৰপৰা ওলাল।

# ঊনবিংশ অধ্যায়

ৰাণা অন্তঃপুৰৰপৰা ওলাই ৰাজ-সভালৈ আহিল। ৰাজ-সভালৈ তেতিয়া হৰলালে দৌত্য-কাৰ্য্য সম্পাদন কৰি ফিৰি আহিছে। হৰলাল প্ৰথমতে আহি মহাৰাণাৰ ওচৰত হাজিৰ হল।

ৰাণাই সুধিলে, খবৰ কি ?

হৰলালে কলে, সকলো খবৰ এক ৰকম ভালেই।—তেওঁ ইব্ৰাহিমৰ ওচৰ পাওঁতে পাওঁতে ইব্ৰাহিমে তেওঁক বন্দী কৰিলে। সেই অৱস্থাতে দুই তিনি দিনমান থোৱাৰ পাছত ইব্ৰাহিমে তেওঁৰপৰা সকলো কথা শুনিলে ; আৰু মহাৰাণাই যে তেওঁৰ বিৰুদ্ধে একো কাম কৰা নাই তাত বিশ্বাস কৰিলে, আৰু আগলৈ যেন একো নকৰে প্ৰাৰ্থনা কৰি বা সেই চৰ্তে, তেওঁ সৈন্য ফিৰাবলৈ গাত ললে। এতিয়ামানে হয়তো সম্ৰাট ইব্ৰাহিমৰ সৈন্য দিল্লীৰ পিনে যাত্ৰা কৰিলে।

সংগ্ৰাম সিংহই হৰলালৰ কথা শুনি মনত ভাল নাপালে। তেওঁ কলে, "হৰলাল, কথা বৰ ভাল হৈ নুঠিল। মই ভাবিছিলোঁ, ইব্ৰাহিম এবাৰ যেতিয়া ওলাইছে তেতিয়া আৰু নিফিৰিব।"

হৰলাল কলে, "ভাল নহল কিয় ? এতিয়া গল ভাল হে হল। আপুনি তো সেই উদ্দেশ্যেই মোক পঠিয়াইছিল। এতিয়া আপোনাৰ সুবিধা হে হল।"

"হওঁতে একপ্ৰকাৰ সুবিধায়ে। কিন্তু যুদ্ধতো স্থগিত ৰখা নহব। ইব্ৰাহিম নিফিৰিলেই ভাল আছিল। এতিয়া ফিৰিল সঁচা, কিন্তু আমি তো যুদ্ধ কৰিবলৈ সাজু ; এতিয়া স্থগিত ৰখা নহয়।"

হৰলালে কলে, "নহলে কেনেকৈ হব, মহাৰাজ ? ইব্ৰাহিমৰ লগত যে তেনে বন্দবস্ত কৰি অহা হল ! তাক ওলোটাব খুজিছে নেকি ?"

সংগ্ৰাম সিংহই কলে, "ওলোটাব একো বিশেষ খোজা নাই, কিন্তু বাধ্য হৈছোঁ।"

হৰলালে সুধিলে, "কিয় বাধ্য হৈছে ?"

তেতিয়াই ৰাণাই বাবৰৰ দূতৰ কথা, তেওঁক কেনেকৈ বিদায় দিলে তাৰ কথা, আৰু বাবৰৰ যে সহায় হব খুজিছে সেই সকলো কথা হৰলালৰ আগত কলে।

হৰলালে শুনি আচৰিত হল। তেওঁ কলে, "যদি তেনে অভিমত আছিল, তেন্তে ইব্ৰাহিমৰ এনে ছলনা কৰা হল কিয় ?"

ৰাণাই কলে, "ছলনা কৰাৰ মন নাছিল, কাৰ্য্য গতিকে হৈ পৰিল। মনতে ঠাৱৰ কৈ থৈছিলোঁ, ইব্ৰাহিম এবাৰ আহিলে যেতিয়া তেওঁ নিফিৰিব। এতিয়া বাবৰ সহায় হবলৈ আহিছে, এনে সুবিধা এৰি দিয়া ঠিক নহয়। সেই বুজিয়ে তেনে বন্দবস্ত কৰা হল। ইব্ৰাহিমৰ আৰু যুদ্ধ সজ্জা কৰা নাই দেখি ফিৰি যাব তেনে কথা মনত আতাৰিছিলোঁ।"

হৰলালে কলে, "সেই বাবে কিবি যোৱা নহয়, নিজৰে অসুবিধা গুণেহে গল।"

ৰাণাই কলে, "গল তাতেই হল। এতিয়া আৰু যি হল হৈ গল। উপস্থিত কাৰ্য্যৰ বাবে সাজু হোৱা। অলপতে যুদ্ধলৈ ওলাব লাগিব।"

হৰলালৰ মুখত বিৰক্তিৰ ভাব দেখা দিলে। হৰলালে কলে, "মহাৰাজ! গোলামৰ বিয়াদবী ক্ষমা হয়। গোলাম যুদ্ধলৈ যাব নোৱাৰিব।"

সংগ্ৰাম সিংহই বুজিলে। মহাৰাণাই বুজি হৰলালৰ মুখত হাত দি কলে, "কিয় হৰলাল, যুদ্ধলৈ নাযাবা কিয়?"

হৰলালে আকৌ কলে, "মহাৰাজ, এই চাতুৰি যে ৰাজপুতৰ কলঙ্ক হব। মিছা কথাৰ পাপত, প্ৰবঞ্চনাৰ পাপত যে পৰিব লাগিব।"

সংগ্ৰাম সিংহ অলপ লজ্জিত হল। কিন্তু তেওঁ সেই দৃঢ় প্ৰতিজ্ঞাব্যঞ্জক চকু দুটি হৰলালৰ মুখৰ ওপৰত দি আৰু ৰাজগৌৰৱতে মূৰটি বেঁকা ভাৱে থিয় কৰি কলে, "হৰলাল, মিছা কি? এতিয়া যি পিনেই কৰা সেই পিনেই মিছা হব। ইব্ৰাহিমৰ লগত যুদ্ধ নকৰিলে বাবৰৰ ওচৰত মিছা, বাবৰৰ লগত যোগ দিলে ইব্ৰাহিমৰ ওচৰত মিছা। এনে ঠাইত যি মিছাৰপৰা তোমাৰ পূৰ্বপুৰুষৰ পূৰ্ব গৌৰৱ ঠিক থাকিব পাৰে, যি মিছাৰপৰা হিন্দুৰ হিন্দুত্ব আৰু আৰ্য্যৰ আৰ্য্যত্ব ঠিক থাকিব পাৰে সেই মিছাকে গ্ৰহণ কৰা উচিত নহয় নে? আৰু তুমি চোৱা;—মিছা কাৰ ওচৰত? "শঠে শাঠ্যং সমাচৰেৎ"—ই অতি সত্য নীতি। ভাবি চোৱা কি শঠতা, আচৰণ কৰি মহম্মদ ঘোৰে আৰ্য্যভূমিত মুছলমান ৰাজত্ব স্থাপন কৰিলে। ভাবি চোৱা, আলাউদ্দিনে কি শাঠ্য আচৰণ কৰি চিতোৰ ধ্বংস কৰিলে। সেই মুছলমানৰ বংশধৰ, সেই শঠৰ বংশধৰৰ লগতে হে শঠতা। ই কি আৰু মিছা? ইয়াকো কি শঠতা বোলে? আকৌ চোৱা, মিছা সকলো সময়তে দূষণীয় নহয়। যি মিছা সত্য স্থাপনৰ অৰ্থেহে, সি মিছা নে? ধৰ্মৰ প্ৰচাৰ আৰু অধৰ্মৰ ক্ষয় যি বিহুৰ যাবাই হয় সি কিহৰ মিছা নে? তেনে মিছাৰে কাজ কৰিলে একো দোষ নাই। চোৰে চুৰ কৰিবলৈ আহোঁতে মিছা কথা কৈ বস্তু সৰুৱালা, ইও পাপ নে? ডকাইতে মাৰিবলৈ আহোঁতে মিছা কথা কৈ জীৱন ৰখালা, ইও পাপ নে? যি সত্যৰপৰা দেশৰ অমঙ্গল হয়, মোক তেনে সত্য নালাগে। যদি তেনে ঠাইত মিছাৰপৰা জন্মভূমিৰ উপকাৰ হয়, যদি তেনে ঠাইত মিছাৰপৰা দেশ ৰক্ষা হয়, অত্যাচাৰ পীড়িত প্ৰজাৰ ৰক্ষা হয়, শত শত নিৰীহ প্ৰজাই সুখে জীৱন যাপন কৰিব পাৰে, তেন্তে মোৰ ওচৰত সেই মিছা হে আদৰণীয়, সেই মিছাই হে মোৰ পৰম সত্য, পৰম ধৰ্ম।"

হৰলালে ৰাণাৰ স্বদেশ-প্ৰেমোজ্জ্বল কথাবোৰ শুনিলে, তেওঁৰ বীৰ্য্য শৌৰ্য্যৰ আকৃতি স্বদেশ প্ৰেমত জলি উঠা দেখিলে; কিন্তু তেওঁৰ সংকল্প নলৰিল।

হৰলালে কলে, "মহাৰাজ! গোলামৰ প্ৰতি আন আদেশ হক। জীৱন থাকোঁতে এই জিভা দুষন কৰিব নোৱাৰোঁ। মই এই মাত্ৰ প্ৰবোধ বাক্যেৰে সান্ত্বনা কৰি যাব অস্ত্ৰাঘাতৰপৰা সাৰিলোঁ, এই মুহূৰ্ত্ততে তাৰ বুকুত ছুৰি বহুৱাই দিবলৈ মোৰ সামৰ্থ্য নাই। মহাৰাজ! মই কাপুৰুষ! ইমান দিন আপোনাৰ শিক্ষা অনুসৰি চলিলোঁ, এতিয়া আপোনাৰ এই নতুন শিক্ষা লবলৈ মই অপাৰগ।"

ৰাণাই দেখিলে, হৰলাল অতিশয় বিৰক্ত। কিন্তু হৰলালৰ সহায় নহলে তো নচলিব।

মহাৰাণাই কলে, "হৰলাল, ই তোমাৰ অনাৰ্য্য আচৰণ। হিন্দু শাস্ত্ৰৰ মত কি? কৰ্ত্তব্য কৰ্ম তোমাৰ সম্পাদনীয়; তাৰ ভাল বেয়া বিচাৰৰ কাম কি? তুমি তোমাৰ পিতা মাতাৰ বাধ্য হবা; তেওঁলোকৰ আদেশ প্ৰতিপালন কৰিবা, এই তোমাৰ কৰ্ত্তব্য। তোমাৰ পিতা মাতাই যি আদেশ দিছে তাৰ ভালবেয়া বিচাৰৰ ভাৰ তেওঁলোকৰ গাত। ভাল বেয়া তেওঁলোকে বিচাৰিব; তোমাৰ মনত বেয়া হলেও তেওঁলোকে যি কয় সি তোমাৰ অৱশ্যে কৰ্ত্তব্য। এই হিন্দু শাস্ত্ৰৰ উপদেশ। এই আৰ্য্য নীতি ভঙ্গ কৰিব খুজিছা কিয়? ৰজা প্ৰজাৰ মঙ্গলৰ অৰ্থে। প্ৰজাৰ মঙ্গলৰ অৰ্থে ৰজাই সকলো কাম কৰিব। প্ৰজাৰ কৰ্ত্তব্য, তেওঁৰ অধীনসকলৰ কৰ্ত্তব্য, তেওঁৰ আদেশ পালন কৰা। তেওঁৰ ভাল বেয়া তেওঁ নিজে বুজি লব; বেয়া হলেও ৰজাই যি ভাল বুজি কৰিবলৈ কৈছে সি প্ৰজাৰ অৱশ্যে কৰ্ত্তব্য। মই তোমাৰ ৰজা, মই তোমাক যি আদেশ কৰোঁ সি তোমাৰ পালনীয়, সি তোমাৰ কৰ্ত্তব্য। ই আৰ্য্যৰ চিৰন্তন নীতি। মোৰ ভাল মই নিজে বুজি লম। তোমাক আদেশ দিছোঁ, তুমি প্ৰতিপাল কৰিবা। মই তোমাৰ ওপৰত নিয়ম মতে ৰজা, মই তোমাক হুকুম দিছোঁ যুদ্ধলৈ সাজ পাৰ কৰি ওলোৱা।"

সংগ্ৰাম সিংহই হৰলালৰ মুখৰ পিনে দৃঢ় দৃষ্টিৰে চালে; হৰলালে মুখ নমালে। সংগ্ৰাম সিংহই আকৌ দৃঢ় ভাৱে সুধিলে, "তোমাৰ ৰজাৰ হুকুম পালিবা নে নাপালা?"

হৰলালে কলে, "মহাৰাণাৰ আদেশ পেলাব পাৰে, কোন ৰাজপুতৰ সাধ্য।"

সংগ্ৰাম সিংহই তেওঁৰ পিঠি চপৰিয়াই কলে, "এইবাৰ তুমি হৰলাল।"

# বিংশ অধ্যায়

হৰলালে বাপাৰ ওচৰৰপৰা আহিয়েই বিমলাৰ ওচৰলৈ এবাৰ যোৱা উচিত বিবেচনা কৰিলে। হৰলালে কিয় উচিত বিবেচনা কৰিলে তাৰ কাৰণ,—প্ৰথমতে নতুন যুবামনত কিবা এটি হা-হুতাশ, কিবা এটি কি যেন কি হেঁকৰালে, কি যেন পাওঁ পাওঁ কৰে, কিহৰ যেন অভাৱ এনে এটি ভাবৰ বৰ প্ৰতাপ। ইয়াৰ নাম কি আমাৰ সৰুসুৰা বুদ্ধিৰ অগম্য। কথা এই যে এই ভাবৰ প্ৰতাপতে তেওঁ তিষ্ঠিব নোৱাৰিলে; বিমলাৰ ওচৰলৈ এই ভাবেই তেওঁক টেটুত ধৰি লৈ গল। দ্বিতীয়ত, তেওঁৰ পালনীয়া গুলজান আৰু গুলজানৰ লৰা-ছোৱালী দুটি আছে; তেওঁলোকৰ খবৰ পাবলৈকো মনটি উদ্বেগপূৰ্ণ হৈছিল। হৰলাল বিমলাৰ ওচৰলৈ গল।

ইয়াতে আমি অলপ কথা কৈ লওঁ। পাঠকসকলৰ নিশ্চয় মনত আছে, গিৰিধৰ বুলি এজন যুবকৰ নাম আগেয়ে উলিয়াই আহিছোঁ, আৰু ইয়াকো কৈ আহিছোঁ যে তেওঁৰ নিজৰ মতত তেওঁ বৰ ধুনীয়া আৰু বৰ গুণবান্ সদ্ যুৱক; এইটো তেওঁৰ দৃঢ় বিশ্বাস। মানুহক ৰূপবান্ বা গুণবান্ দেখিলেই আন মানুহৰ তাৰ প্ৰতি হিংসা দ্বেষ কোপ থিয়াল হয়; ই প্ৰকৃতিৰ নিয়ম। গিৰিধৰে ৰূপত তো কন্দৰ্পক পৰাজয় কৰিলেই, গুণতো তেওঁ অদ্বিতীয়। গতিকে গিৰিধৰৰ বহুত শত্ৰু। সেই শত্ৰুবোৰে নানাৰূপে অৱতাৰ ধৰি তেওঁক শাস্তি দিয়ে।—প্ৰথমতে পঢ়াশালিৰ পণ্ডিত স্বৰূপে তেওঁক গালি-শপনি পাৰে, মাজে মাজে এটি দুটি চেকনিৰ কোবো দিয়ে। তাৰ পাছতে, সেই শত্ৰুৱে বাপেক মাক অৱতাৰ ধৰি তেওঁক নানাপ্ৰকাৰ কটু কাটব্য কৰে! তৃতীয়ত, নগৰ নগৰীয়াৰূপে সেই শত্ৰুৱে তেওঁক নানাবিধ ঠাট্টা বিদ্ৰূপ কৰে! চতুৰ্থত, দুষ্ট সৰু বৰ লৰা ৰূপে সেই শত্ৰুৱে বাটে বাটে কিবাখন কৈ তেওঁক হাবাশাস্তি কৰে।

কিন্তু যি ভাল, সি কি এনে চঞ্চল। গিৰিধৰে এই চঞ্চল শত্ৰুবোৰৰ কথাত অলপো কাণ নিদিয়ে। তেওঁৰ অটল বিশ্বাস অটলেই থাকে। তেওঁ নিজে জানে তেওঁ অপৰূপ ৰূপৱান্ আৰু অশেষ গুণেৰে গুণী। গিৰিধৰৰ আৰু এবিধ শত্ৰু আছে।—গাভৰু ছোৱালীবোৰ, আৰু তাৰ লগত সৰু সৰু ছোৱালীবোৰ; গিৰিধৰক দেখিলে তেওঁলোকৰ কণ্ঠত সৰস্বতী থিতাপি হয় তেওঁলোকে শ্লোক নপঢ়ি নোৱাৰে। গিৰিধৰ গুণী পুৰুষ; তেওঁ জানে কোমল ছোৱালীবোৰৰ কোমলহৃদয়ে আৰু কোমল মাতে তেওঁক বিদ্ৰূপ কৰিব নোৱাৰে! তেওঁলোকে যে গিৰিধৰক হৃদয়েৰে সৈতে ভাল পায়, ই তাৰেই চিন মাথোন।

গুণী পুৰুষৰ গুণ বেছি কীৰ্ত্তন কৰিব নালাগে, কাৰণ সি স্বপ্ৰকাশ। যাৰ গুণ আছে সি এনেই প্ৰকাশিত হৈ উঠে। এতেকে গিৰিধৰৰ কাহিনীও পাঠকমণ্ডলীৰ হৃদয়-সৰোবৰত কমলৰ দৰে ফুটি উঠক।

এই গুণবান যুৱা গিৰিধৰ বিমলাৰ প্ৰণয়ী। গিৰিধৰে দেখিছে আৰু বুজিছে যে বিমলাৰ

ওচৰলৈ গলে তেওঁ ভাল ব্যৱহাৰ বা মৰম লগা কথাবাৰ্ত্তা শুনিবলৈ নাপায়। কিন্তু তেওঁ সূক্ষ্মদৰ্শী আৰু তত্ত্বদৰ্শী ; মানৱচৰিত্ৰত বৰ অভিজ্ঞ। বিমলাৰ এনে গাভ-নলগা ভাৱবোৰ তেওঁ তিৰোতাৰ স্বাভাৱিক লাজৰ ভাব বুলি জানিছে ; আৰু তেওঁ অহাৰ সময়ত যে বিমলাই তেওঁক দুই আষাৰ ভাল কথা কয়, তাকেই গিৰিধৰে প্ৰেমৰ চিন বুলি চিনিছে। তেওঁ বিমলাৰ আন ভাব কেতিয়াবা কঠোৰ কথা, বা সময়মতে বিৰক্তি, এইবোৰৰ একোলৈকে কাণ নকৰে ; কাৰণ তেওঁ অচঞ্চল। গিৰিধৰৰ ইও দৃঢ় বিশ্বাস যে ছোৱালীবোৰে বৰ্বৰ বৰ ভাল পায় ; আৰু সেই বৰ্বৰৰ প্ৰেমতে আৱদ্ধ হৈ বিমলাই হৰলালক ইমান আদৰ-সাদৰ কৰে ; পাছত যেনে তেনেকৈ হৰলালক ববকৈ ঠগিব ; আৰু তাৰ পৰা এটি তাবোছা উলিয়াব। কিন্তু হৰলালক দেখিলে, চন্দ্ৰই সূৰ্য্যক দেখাৰ নিচিনা, গিৰিধৰ-চন্দ্ৰৰ মুখচন্দ্ৰৰ কিৰণ লোপ পায়। তেওঁৰ মুখ শেতা পৰে, বুকুৰ তেজ শীতল হয়।

গিৰিধৰে দেখিলে হৰলাল নাই ; গতিকে তেওঁ নিশ্চয় বুজিলে বিমলাই এতিয়াহে তেওঁৰ আগত সকলো কথা খুলি কব। হা-হুতাশ কৰি, দীঘল হুমুনিয়াহ এৰি, চকুৰ লোৰে তেওঁৰ চৰণ তিয়াই বিমলা গিৰিধৰৰ অনুগ্ৰহাকাঙ্ক্ষিণী হব ; কাৰণ, গিৰিধৰ ৰূপবান্ আৰু গুণবান্। তেতিয়া গিৰিধৰে বিমলাক অলপ প্ৰেমৰ ভৎসৰ্না কৰি পাছত হে আশ্বাস দিব।

এই বিশ্বাসেৰে বুকু বান্ধি গিৰিধৰ সুন্দৰ মুৰা বিমলাৰ ঘৰৰ ওচৰলৈ গল। ঘৰৰ ওচৰ পায়েই ভাবিলে এতিয়া বিনা আহ্বানত গলে তেওঁৰ মানৰ লাঘৱ হয় ; তেওঁৰ ৰূপৰ আৰু গুণৰ অপমান কৰা হয়। তেওঁ ঠিক বুজিলে, ঘৰৰ ওচৰত ফুৰি থাকিলে বিমলাই তেওঁক নিজে মাতি নিব। এই বিশ্বাসেৰে নিতৌ সাজি পাৰি গিৰিধৰে বিমলাৰ ঘৰৰ ওচৰত ফুৰে, কিন্তু এদিনো বিমলাই তেওঁক মাতি নিনিলে।

গিৰিধৰে ভাবিলে, তেওঁ বিমলাৰ চকুত পৰা নাই। তেতিয়া তেওঁ এদিন ঘৰৰ ভিতৰ সোমাই বান্দী এজনীক ভিতৰত খবৰ দিবলৈ কলে। বান্দীয়ে আহি উত্তৰ দিলে, বিমলাৰ অসুখ তেওঁৰ লগত দেখা কৰিব নোৱাৰে।

গিৰিধৰে ভাবিলে, অসুখ অৱস্থাত সকলো কথা কব নোৱাৰিব বুলি দেখা নকৰিলে। নিতৌ গিৰিধৰ আহি ফিৰি যায় ; কাৰণ, বিমলাৰ অসুখ, তেওঁ গিৰিধৰেৰে সৈতে দেখা নকৰে। গিৰিধৰ আহে আৰু দিনৌ উত্তৰ পায় তাকে।

তেতিয়া গিৰিধৰে ভাবিলে, 'আহা, মানিনীৰ মান হৈছে, মোৰ ৰাধা-বিনোদিনীয়ে মান পাতিছে। মই অসুখৰ সময়ত খবৰ লবলৈ নহাই তাৰ কাৰণ। মই তেওঁৰ চৰণত ধৰি মানভঞ্জন কৰিব লাগিব। মই বৰ বেয়া কৰিছোঁ।'

পাছ দিনা গিৰিধৰে কাকো নমতাকৈয়ে আপোনা-আপুনি বিমলাৰ ওচৰ পালেগৈ। গিৰিধৰ বৰ ৰসিক ; তেওঁ ৰসতে ভৰপুৰ হৈ নিলগৰপৰা হাতযোৰ কৰি কলে "মানিনি ! ই কি মান তোমাৰ ?"

বিমলাই কিবা কওঁ কওঁ বোলোতে বাহিৰৰ মাত শুনিলে, "বিমলা !"

বিমলা ! বিমলা উচাপ খাই বাহিৰলৈ লৰি আহিল। তেওঁ কি ভাবিছিল সেয়ে,— হৰলাল।

হৰলালে আকৌৱাল মাৰি বিমলাৰ সৰু অথচ সুন্দৰ শৰীৰটি গাত মেৰাই তেওঁক এটি চুমা খালে। হৰলালৰ বুকুৰ ভিতৰত বিমলাই মুখ লুকালে। সেই ভাব-বিভোৰা পবিত্ৰ বালিকা মূৰ্ত্তিটি সাবটি ধৰি হৰলাল অলপ সময় নীৰৱে থাকিল।

যেতিয়া বিমলা ওপৰলৈ আহিল, তেতিয়া গিৰিধৰে দেখিলে হৰলালো তেওঁৰ লগতে। গিৰিধৰে কি কৰিব একো ঠিক কৰিব নোৱাৰি "অ্যা! অ্যা! বিমলা এতিয়া আ—আ—হোঁ—বা—ক।" বুলি ওলাই আহিল।

হৰলালে গিৰিধৰক জানে। আৰু গিৰিধৰৰ কাণ্ড কাৰখানাও জানো।

তেওঁ বিমলাক সুধিলে, "বিমলা! গিৰিধৰ ইয়াত কিয়?"

বিমলাই কলে, "গিৰিধৰে তোমাৰ ভাগৰ ওপৰত ভাগ পাতিব খুজিছে।"

হৰলালে কলে, "ইয়াৰ ভিতৰতে ইমান হল! তিৰোতা জাতি বৰ অবিশ্বাসী।"

বিমলাই "উঃ" বুলি হৰলালৰ থুতৰিত এটি ঠোকোনা মাৰি দিলে; তেওঁ দাঁতে জিভাত কামোৰ খাই কলে, "আহাহা বিমলা! তোমাৰ চকুৰ বাণৰ জোৰতে মৰি আছোঁ, আকৌ এবাৰ মাৰি কি লাভ!"

বিমলাই মুখৰ সৰু সৰু দাঁত কেইটিৰে তলৰ ওঁঠটি চেপা মাৰি ধৰি কপালখন অলপ কোঁচাই চকু দুটিৰ এটি অপৰূপ ভঙ্গিমা কৰিলে। ওচৰতে অলপ এঙাৰ পাই হৰলালে বিমলাৰ দাঁতত তৎক্ষণাৎ এটি খঁচা মাৰি দিলে। বিমলাই থুৎকুৰিয়াই "উঃ, ৰোৱাঁ তোমাক দেখাওঁ" বুলি দোপোজমান বাওঁতেই পিছৰফালে হৰলালে তেওঁৰ চকু দুটিত ধৰিলেগৈ। বিমলাই অৱসৰ বুজি হৰলালৰ হাতত চিকুটি দিলে। হৰলালে চকুৰপৰা হাত দুটি তুলি বিমলাক পথালিকোলাকৈ তুলি লৈ ওপৰাউপৰিকৈ তেওঁৰ অলপ ৰঙা গাল দুখনত কেবাটিয়ো চুমাৰ "চুম্" "চুম্" শব্দ বজাই দিলে। বিমলা আথেবেথে জোৰ কৰি কোলাৰপৰা নামি পৰিল।

হৰলালে বিমলাৰ হাতত এটি টান মাৰি কলে, 'মই ইমান দিনৰ মূৰত ফিৰি আহিলোঁ, তুমি একো খবৰ সুসুধিবা নে বিমলা?"

বিমলাই কলে, "সুধিবৰ সময় পালেহে সুধিব পাৰি। তুমি নো অৱসৰ দিলা কত?"

"বাৰু অৱসৰ দিছোঁ, সোধা।"

হৰলালৰ এই কথা শুনি বিমলাই কলে, "বাৰু কি কৰিলা তাকেই কোৱাচোন?"

হৰলালে কলে, "কৰিবা কি? যি কাম কৰিবলৈ গিছিল তাকে কৰিলোঁ; কিন্তু ইয়াত আহি শুনিলোঁ বাপাই ৰাৱণৰ লগত যোগ হৈ যুদ্ধ হে পাতে।"

বিমলাই কলে, "যুদ্ধ পাতে তো ঠিকেই। তুমি কি কৰিবা?"

হৰলালে কলে, "মই আৰু কি কৰিম? মোৰো যুদ্ধেই।"

বিমলাই কলে,—"নহয়, তুমি এই যুদ্ধলৈ যাব নোৱাৰা।"

হৰলাল—"নগৈ তোমাক ধৰি থাকিম নে কি?"

"উঃ!" বিমলাই চকু আৰু মুখৰ এটি সুন্দৰ বিকৃত ভঙ্গী দি কলে "উঃ! এনে কথা কোৱা যদি কথাকে নকওঁ।"

হৰলালে কলে, "আঃ! নকওঁ বাৰু। যুদ্ধলৈ যাব নালাগে কিয়?"

বিমলাই গম্ভীৰ ভাৱে কলে, “ই মিছা! ই পাপ! প্ৰৱঞ্চনা কৰি যুদ্ধ কৰিবলৈ যাব নোৱাৰা।”

হৰলালে অলপ হাঁহি কলে, “এই দেহটি তোমাৰ চৰণতে উছৰ্গা কৰা নাই। ইয়াত ৰজাৰো অধিকাৰ আছে।”

“এঃ!” বিমলাই বিৰক্ত আৰু সগৰ্ব্ব ভাৱে কলে, “এঃ! মই তোমাৰ আগত আৰু একাষাৰো কথা নকওঁ।”

হৰলালে আকৌ অলপ হাঁহি কলে, “কি কৰিবা, বিমলা! মোৰ এই মুখখন বৰ দুষ্ট। এই বাৰ বাৰু নকওঁ।”

বিমলাই কলে, “তেন্তেহলে যুদ্ধলৈ নোযোৱা?”

হৰলাল—“যাম। নগলে হব কেনেকৈ?”

বিমলা—“নহব কিয়? গৈ লাভ কৰিবা কি? যি ভাল, যি ভাল কাম, তাক ভাল ভাৱেই, শুদ্ধ ভাৱে সম্পাদন কৰা, মঙ্গল হব। ইয়াত যদি অলপো শঠতা বা ছলনা থাকে, তেন্তে সকলো একেবাৰে লয় পাব। জুইৰ কণামাত্ৰ থাকিলেও সকলোকে সি পুৰি ধ্বংস কৰে। আৰু ভাবি চোৱা, তোমালোকে যি কাম কৰিবলৈ ওলাইছা, ইয়াৰ ফল এদিনীয়া নহয়। শ শ হাজাৰ হাজাৰ বছৰৰ পাছত এই কামৰ ফল দেখা হব। সৎ আৰু সত্যৰ ওপৰত প্ৰতিষ্ঠিত নহলে ই কেতিয়াও নিতিষ্ঠে।”

হৰলাল—“ৰজাৰ আদেশ। এইবোৰ কথাৰ ভাল বেয়াৰ বিচাৰৰ অধিকাৰ তোমাৰ মোৰ নাই। ৰজাৰ আদেশ প্ৰতিপালনীয়।”

বিমলা—“অৱশ্যে। কিন্তু দেখিছা যে এই আদেশ প্ৰতিপালনৰপৰা তোমাৰ বা মোৰ এদিনীয়া অন্যায় নহয়। ইয়াৰপৰা যুগ যুগান্তৰব্যাপী ভাৰতৰ অন্যায়, হিন্দু জাতিৰ অন্যায়, আৰ্য্য-ধৰ্মৰ অন্যায়।”

হৰলাল—“সি হক বিমলা! ৰজাৰ আদেশ পালন কৰা প্ৰজাৰ কৰ্ত্তব্য, তাকেই কৰিম। আৰু ভাল বেয়া মোৰ কি? যি হব লগীয়া আছে, সি কেনেকৈ হব, কাৰপৰা হব, সকলো অনন্তদেৱৰ হিচাবৰ কিতাপত লেখা আছে। কেৱল আমি ব্যক্তিগত বুদ্ধি আৰু স্বাৰ্থৰ দ্বাৰাই প্ৰৰোচিত হৈ কৰোঁ। বুলিহে ভাল বেয়া উত্তম অধম। নহলে পাপ পুণ্য সকলো সমান। যি হব লগীয়া আছে তো হবই। আমি মাত্ৰ কৰ্ত্তব্য বুলি কৰি যাওঁ, ফল যি হয়।”

বিমলাই হৰলালৰ কথা কেইটি গমি চালে; মনে মনে ভাবিলে—“পৰমেশ্বৰ দেখোঁতা আছেই। তেওঁ যি ভাল দেখিছে তাক তো কৰিবই, সি হবই। এনে স্থলত কৰ্ত্তব্য সম্পাদনেই উৎকৃষ্ট বুদ্ধি।’

বিমলাই কলে, “এৰা! যি ভাল হয় কৰা।”

হৰলালে তেতিয়া গুলজানৰ খবৰ সুধিলে।

বিমলাই, “আহা! তেওঁলোকক চোৱা” বুলি হৰলালক টানি লৈ গল।

# একবিংশ অধ্যায়

সময় অনুসাৰে বাবৰৰ সৈন্য আৰু ৰাণাৰ সৈন্য মিলিত হল। পৰ্বতৰ পৰা নুখন নৈ ওলাই আহি একে ঠাইতে মিলি সমুখৰ বান্ধৰ প্ৰতি যেনে বেগেৰে বৈ যায়, সেইদৰে এই মুছলমান আৰু হিন্দু সৈন্য মিহলি হৈ সম্ৰাট ইব্ৰাহিমৰ বিৰুদ্ধে যুদ্ধ যাত্ৰা কৰিলে।

ইপিনে ইব্ৰাহিমে হৰলালৰ পৰা শুনিলে যে ৰাণা কেতিয়াও তেওঁৰ বিৰুদ্ধে নহয় আৰু নহব। তেওঁ ৰাজপুতৰ কথাত বিশ্বাস কৰে; সেইবাবে তেৰোঁ ফিৰিল।

আন সময়ত হলে ইব্ৰাহিমে এবাৰ যুদ্ধ যাত্ৰা কৰি ফিৰি নগলহেঁতেন, বিশেষতঃ ভবিষ্যত-লৈকো কেতিয়াবা যেতিয়া ৰাণাৰ পৰা ভয় আছিল। কিন্তু তেতিয়া তেওঁৰ সকলো অৱস্থা বিষম। সন্দেহৰ ওপৰত তেওঁ সেনাপতি গিয়াছুদ্দিনক বধ কৰিলে; ইফালে এনে আন আমীৰ নাই যি উপযুক্ত সেনাপতিৰ ভাৰ লব পাৰে; তেওঁ নিজেও ভাল সেনানায়ক নহয়। অগত্যা আগেয়ে বিবোৰ আমীৰ, গিয়াছুদ্দিনৰ প্ৰতি তেওঁৰ বৰ বিশ্বাস থাকাৰ নিমিত্তে তেওঁৰ বিৰুদ্ধে আছিল, তেওঁলোকক তেওঁৰ বশ কৰি লব পাৰিব আৰু তেতিয়া বেছি সুবিধাৰে চিতোৰ আক্ৰমণ কৰিব বুলি ভাবি ইব্ৰাহিমে সৈন্য ফিৰালে।

কিন্তু তেওঁৰ সেই আশা ফলৱতী নহল। অলপ বাওঁতে তেওঁ শুনিলে বাবৰ আৰু ৰাণাৰ সৈন্য লগ হৈ তেওঁৰ বিৰুদ্ধে আহিছে। তেওঁ যুদ্ধলৈ সাজু হল। আৰু পানিপথ ক্ষেত্ৰত বিপক্ষক অপেক্ষা কৰি বল।

বাবৰ আৰু ৰাণাৰ সৈন্য মিহলি হোৱাৰ পাছত, দৌলত আৰু হৰলালৰ তলত দুইদল সেনা মনে মনে ইব্ৰাহিমক পাছৰপৰা আক্ৰমণ কৰিবলৈ পঠিৱা হল। বাকী সৈন্যৰ অধিনায়ক নিজে বাবৰ আৰু মহাৰাণা সংগ্ৰাম সিংহ। মোগল বীৰ আৰু ৰাজপুত বীৰৰ অধিনায়কত্বৰ তলত দুই দল সেনা মিলিত হৈ ইব্ৰাহিমৰ বিৰুদ্ধে যাত্ৰা কৰিলে। পানিপথ ক্ষেত্ৰত দুই পক্ষৰে সাক্ষাত।

১৫২৬ খৃষ্টীয় শকৰ এদিনা পুৱা। সেইদিনা সূৰ্য্য অতি সোনকালে উঠি আকাশত বহি এই যুদ্ধ চাবলৈ উৎসুক হৈ আছে। চাৰিওপিনে নীৰৱ। বতাহৰ শব্দ নাই, পশু-পক্ষীৰ চিৎকাৰ নাই। মানুহৰ কোলাহল নাই। কেৱল দুই শিবিৰত দুই পক্ষ সোনাৰ বি মাত্ৰ বোল, ছাই বোল। সকলোৱে যেন এই অতি বৃহৎ ঘটনাৰ প্ৰত্যেক ঘটনাকে দেখিবলৈ প্ৰত্যেক কথাকে শুনিবলৈ সাজু হৈ আছে।

বেলা অলপ বেছি হল। সূৰ্য্যদেৱেও তেওঁৰ আকাশ পথৰ দুই তিনি হাত অতিক্ৰম কৰিলে। তেতিয়া দুই শিবিৰৰ পৰা ঘোৰৰবেৰে ৰণোন্মত্ত ভেৰি ঢাক ঢোল শিঙা শঙ্খ বাজি উঠিল। ৰণবাদ্য-বাজনোন্মত্ত ঘোঁৰাৰ চিঁ হিঁ হিঁ শব্দই আকাশ ছানি পেলালে। মত্ত মত্তৰে ঘোৰ

যন্ত্ৰেৰে সমাগত ঘোৰ যুদ্ধৰ ঘোষণা কৰি দিলে। সেনা শিবিৰৰ পৰা "হৰ" "হৰ" "বোম্ বোম্" আৰু "দিন্ দিন্" শব্দেৰে আকাশ ভৰি উঠিল। চাৰিও পিনে উন্মত্ততা আৰু আবেগৰ উন্মাদ চাৰিওপিনে দৰ্প বীৰ্য্য আৰু অহঙ্কাৰৰ ঘোৰ ঘন বয়।

যুদ্ধ আৰম্ভ হল। ইব্ৰাহিমৰ সৈন্য তিনি ভাগত বিভক্ত হৈ তিনি ঠাইত অৱস্থিত কৰিছিল। মাজৰ দলৰ নেতা স্বয়ং সম্ৰাট।

বাবৰ আৰু মহাৰাণাৰ সৈন্যও তিনি ভাগত বিভক্ত হল। মাজৰ ভাগ অৰ্দ্ধবৃত্তাকাৰে থিয় দিলে, যাতে পৰিধিৰ ওপৰ পিঠি ( convex side ) শত্ৰুৰ পিনে থাকে। দুই কাষৰ দুই শাৰী অৰ্দ্ধবৃত্তৰ মাজৰপৰা দুই পিনে থিয় দিলে।

ইব্ৰাহিমৰ হৃদয় বিশ্বাসঘাতকতা প্ৰবঞ্চনা আৰু শঠতাৰ দ্বাৰাই বিলোড়্যমান হৈ অতি দৃঢ় আৰু নিৰাশ হৈছে। তেওঁ উন্মত্তভাৱে সকলো সৈন্যকে একেবাৰে শত্ৰুক আক্ৰমণ কৰিবলৈ আদেশ দিলে। সম্ৰাটৰ আদেশ পোৱা মাত্ৰকে সৈন্যবিলাক "দিন দিন" শব্দেৰে ধাবিত হল।

অপৰ পক্ষৰ সেনাৰ দুই পাশৰ অধিনায়ক, বাবৰ আৰু পীৰ মহম্মদ। ইব্ৰাহিমৰ সেনাই তেওঁলোকক প্ৰায় পৰাস্ত কৰিলে। মাজৰ দলৰ নায়ক সংগ্ৰাম সিংহৰ চিন্তা হল, যদি এতিয়াই দৌলত আৰু হবলালে পাছৰ পৰা আক্ৰমণ নকৰে!

এনেতে পাছৰ পৰা ইব্ৰাহিমৰ সৈন্য আক্ৰান্ত হল। ইব্ৰাহিমে আগেয়ে ইয়াক জনা নাছিল। এনে হোৱা দেখি তেওঁ জয়ৰ সকলো আশা এৰি দিলে। সূৰ্য্যাস্তৰ লগে লগে যুদ্ধ সমাপন হল। ইব্ৰাহিম লোভিয়ে যুদ্ধত প্ৰাণ ত্যাগ কৰিলে।

যুদ্ধত জয়লাভ কৰিয়েই বাবৰ, পীৰ মহম্মদ, দৌলত আৰু কুতৰ দিল্লী অভিমুখে যাত্ৰা কৰিলে। নগৰ বিনাযুদ্ধে তেওঁলোকৰ হস্তগত হল। বাবৰে বহুত চেষ্টা কৰি দিল্লীৰ নিৰীহ প্ৰজাক সৈন্যৰ অত্যাচাৰৰপৰা ৰখালে। সংগ্ৰাম সিংহেও দিল্লী-সিংহাসন লোৱাৰ পৰামৰ্শ কৰিবলৈ চিতোৰত প্ৰবেশ কৰিলে।

# দ্বাবিংশ অধ্যায়

মুছলমান সেনা দিল্লীলৈ আৰু হিন্দু সেনা খিৰাবলৈ আহিল। যুদ্ধৰ পাছত ৰাণা সংগ্ৰাম সিংহই ভাবিলে, বাবৰে দিল্লী লুট-পাট কৰি যাওক, তেতিয়া তেওঁ সিংহাসন অধিকাৰ কৰিব। কিন্তু তেওঁ সম্পূৰ্ণ নিশ্চেষ্ট নাথাকিল, হৰলালক দিল্লীলৈ পঠিয়ালে।

বাবৰ প্ৰথমতে দিল্লীতে প্ৰবেশ কৰি তাৰ ঐশ্বৰ্য্য আৰু গৌৰব দেখি বিমোহিত হল। তেওঁ দেখিলে চাৰিও পিনে বজাৰ প্ৰাসাদৰ নিচিনা ডাঙৰ ডাঙৰ ঘৰ। চাৰিও পিনে নানা ঠাইত ফুলনি, খেলা ঠাই, বৰ সুন্দৰকৈ সজোৱা। এনে মনোহৰ ৰাজধানী এৰি, ইমান ডাঙৰ সাম্ৰাজ্যৰ সম্ৰাট হবলৈ এৰি, বাবৰৰ কাবুললৈ ফিৰি যোৱাৰ মন নোহোৱা হল। তেওঁ পৰামৰ্শ দি পীৰ মহম্মদক কাবুলৰ শাসনকৰ্তা কৰি পঠিয়ালে। আৰু নিজক ভাৰত সাম্ৰাজ্যৰ সম্ৰাট বুলি ঘোষণা কৰি দিল্লীৰ সিংহাসনত বহিল।

ইপিনে সংগ্ৰাম সিংহই দিনে দিনে ভাবিছে, বাবৰ আজি যাব। আজি আজি কৈ দিন গল, সপ্তাহ গল, মাহ গল, তিনি-চাৰি মাহ অতীত হল। সংগ্ৰাম সিংহৰ মনত সংশয় হল। তেওঁ হৰলালৰ ওচৰলৈ মানুহ পঠিয়ালে। কিন্তু মানুহে হৰলালক লগ নাপালে।

এই সময়তে বাবৰে নিজকে সম্ৰাট বুলি ঘোষণা কৰিলে। সিংহাসন-প্ৰাৰ্থী দৌলত আৰু সংগ্ৰাম সিংহই তেতিয়াহে বুজিব পাৰিলে, তেওঁলোকে কি কৰি কি কৰিলে। কৰ্মদেৱীৰ কথাৰ মৰ্ম ৰাণাই তেতিয়াহে বুজিলে।

বাবৰৰ সবিশেষ জনা আছিল যে সংগ্ৰাম আৰু দৌলত উভয়েই সিংহাসন প্ৰাৰ্থী হৈ তেওঁৰ সহায় লৈছে। তেওঁ যে সেই সিংহাসনৰ লোভতে যুদ্ধ কৰিবলৈ আহিল তাক গুপুতে ৰাখিছিল। তেওঁৰ মনতে ইচ্ছা আছিল, দৌলত আৰু সংগ্ৰামৰ লগত কোনো এটি সূত্ৰত বিবাদ ঘটাই লৈ নিজে সুবিধাকৈ ৰাহিব। কিন্তু তেনে সুযোগ নহল। বাবৰৰ চেষ্টা হৰলালৰ চেষ্টাগুণত নষ্ট হল। তেতিয়া বাবৰে কাকো নোকোৱাকৈ মনে মনে এদিন নিজক সম্ৰাট বুলি ঘোষণা কৰিলে।

তেতিয়া হৰলাল আৰু দৌলত দিল্লীতে। দৌলতৰ প্ৰথমতে অনুতাপ হল। তেওঁৰ যে ভুল হল তাক তেওঁ বুজিলে। দেউলৰ হতুৱাই শত্ৰু শাপক খুউৱাই যে চৰাইবোৰৰ নিজৰ পোৱালীও নষ্ট হল, তেওঁ তেতিয়াহে তাক বুজিলে। কিন্তু দৌলতৰ তথাপি সংকল্প নলৰিল।

ইপিনে হৰলালে দেখিলে দিল্লীত থাকিলে তেওঁলোকৰ সমূহ বিপদ। সাম্ৰাজ্যৰ আশাতে যে তেওঁলোক দিল্লীত আছে বাবৰে তাক জানে; তেওঁ শত্ৰুৰ মূলোচ্ছেদ কৰিবলৈ তেওঁলোকৰ বিপদ ঘটাব পাৰে।

হৰলালে দৌলতক সকলো কথা বুজাই কলে। দৌলতে যে আগৰপৰা সুবুজিছিল তেনে নহয়; তথাপি তেওঁ তেনে প্ৰস্তাৱ নকৰিলে; কাৰণ, তেওঁৰ সহায় তেৱেঁই; তেওঁৰ হাত দুখনি আৰু মুঠিটো। দিল্লিত থাকিয়েই তেওঁ তেওঁৰ সকল সাধিবলৈ ইচ্ছা কৰিছিল।

কিন্তু হবলালে দেখুৱালে যে দিল্লীত তেওঁলোকব কোনোমতে থাকা উচিত নহয়। তাতপৰা নিৰাপদ ঠাইত উপস্থিত হৈ হে সকলো আলোচনা কৰা যুগুত। দৌলত, হবলাল আৰু কুতব ৰাজধানীৰ পৰা এদিন ৰাতি মনে মনে ওলাই আহি চিতোৰত ৰাণাৰ ওচৰত উপস্থিত হল।

মহাৰাণাৰ মন ক্ষোভে অপমানে জৰ্জৰ পৰিছে। তেওঁ কেনেকৈ এই অপমানৰ প্ৰতিবিধান কৰে তাৰ চিন্তাতে ব্যাকুল। এনেতে হবলাল দৌলতক লগত লৈ ৰাণাৰ ওচৰত উপস্থিত হল।

তেতিয়া তেওঁলোকৰ ভিতৰত সন্ধি হল, যে দৌলতে পাঠান সেনা যোগাৰ কৰিব; সেই সেনা ৰাজপুত সেনাৰ লগত মিহলি হৈ বাবৰৰ বিৰুদ্ধে যুদ্ধ যাত্ৰা কৰিব; আৰু বাবৰক একেবাৰে ভাৰতৰ সীমাৰ বহিৰ্ভূত কৰি দি সাম্ৰাজ্য দৌলত আৰু সংগ্ৰাম সিংহৰ ভিতৰত বিভক্ত কৰি লব; এই সন্ধি পত্ৰত মহাৰাণা আৰু দৌলতৰ চহি পৰিল। তাত লেখা থাকিল যে যদি দৌলত ৰজা হব পাৰে তেতিয়া কুতবক মন্ত্ৰীৰ পদ দিয়া হব।

উভয় পক্ষৰ দ্বাৰাই এই সন্ধিপত্ৰ স্বীকৃত হল। পাঠান ৰাজপুতে মিলি মোগলক আকৌ ভাৰতৰপৰা খেদি দিবৰ সংকল্প কৰিলে। দৌলত সৈন্য সংগ্ৰহত নিযুক্ত হল। আৰু তেওঁ অলপ দিনৰ ভিতৰতে নানাপ্ৰকাৰ প্ৰলোভনেৰে বহুত মানুহক তেওঁৰ সৈন্যদলত ভুক্ত কৰিলে।

সংগ্ৰাম সিংহই দেখিলে যে বাবৰে অলপ দিন হল পাঠান জাতিক খেদি দি সিংহাসনত বহিছে। সেই বাবে তেওঁৰ সিংহাসন তেতিয়াও দৃঢ় হোৱা নাই। তেতিয়াও অসন্তুষ্ট পাঠানবিলাক বাবৰৰ বিৰুদ্ধে খড়্গহস্ত। তেতিয়াও বাবৰৰ সৈন্যৰ অত্যাচাৰত প্ৰজা প্ৰপীড়িত। এনে অৱস্থাত সিংহাসনত দৃঢ়কৈ বহা কিমান ভাগৰ কথা, ৰাজ্যত শৃঙ্খলা স্থাপন কৰা কিমান আয়াস-সাপেক্ষ, সংগ্ৰাম সিংহই সকলোকে বুজিলে। আকৌ তেওঁ দেখিলে, ৰাজ্যত বলৱানে নিৰ্বলকে অত্যাচাৰ কৰিছে, চোৰ ডকাইতৰ সংখ্যা বৃদ্ধি পাইছে, চাৰিওপিনে বিশৃংখলা, প্ৰজাৰ শান্তি নাই, পথাৰত ধান নাই, দুৰ্ভিক্ষ, মানুহবোৰ নানা ৰোগগ্ৰস্ত। সংগ্ৰাম সিংহই এই সময়টিকে—যেতিয়া দিল্লীৰ সিংহাসন চঞ্চল, ৰতাহৰ চোঁত ইপিনে সিপিনে হালি-জালি আছিল —সেই সময়টিকে আকৌ এটি যুদ্ধৰ উপযুক্ত সময় বুলি বুজিলে।

তেওঁ দুগুণ উৎসাহ আৰু দুগুণ ক্ষিপ্ৰকাৰিতাৰে সৈন্যে অতি বলৱান্ আৰু বুদ্ধিমান একদল সৈন্য স্থিৰ কৰিলে। ইপিনে দৌলত আৰু কুতবৰ চেষ্টাৰ বলতো অসংখ্য পাঠান আমীৰ আৰু সেনা সংগৃহীত হল। তেতিয়া উভয় সেনা মিল হৈ বাবৰৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰিলে। পানিপথৰ ওচৰতে যুদ্ধ লাগিল। এই যুদ্ধত বাবৰ সম্পূৰ্ণ পৰাস্ত হল।

যুদ্ধত জয়লাভ কৰি দৌলত আৰু মহাৰাণাৰ আনন্দৰ সীমা নোহোৱা হল। তেওঁলোকে এতিয়া বাবৰক খেদি দিব পাৰিলে নিষ্কণ্টক হয়, ভাৰত সাম্ৰাজ্য তেওঁলোকৰ ভিতৰত বিভাগ হৈ যায়। সংগ্ৰাম সিংহৰ মনত এই কাম অতি সাধাৰণ কথা বুলি বোধ হল। তেওঁ ভাবিলে বাবৰ সম্পূৰ্ণ পৰাস্ত, এতিয়া এনেই যাবলৈ বাধ্য হব; নগলেও অনায়াসে খেদি দিব পৰা যাব। কিন্তু তেওঁ অকৰ্মা হৈ বহি নাথাকিল। শত্ৰুক সম্পূৰ্ণৰূপে খেদি দিবলৈ পৰম উৎসাহেৰে নতুন আয়োজন কৰিবলৈ ধৰিলে।

# ত্ৰয়োবিংশ অধ্যায়

দৌলত হৰলালৰ লগত চিতোৰলৈ আহিল। তেওঁ হৰলালৰ মুখৰপৰা শুনিলে যে তেওঁৰ লৰা-তিৰোতা তেওঁৰ ওচৰতে আছে।

বাবৰৰ বিৰুদ্ধে যুদ্ধ ইমান সোনকালে কৰিব লগীয়া হোৱাত, দৌলত সৈন্য সংগ্ৰহাদিত ইমান ব্যস্ত থাকিল যে গুলজানৰ লগত তেওঁ সাক্ষাৎ কৰিবলৈ সময় নাপালে। যদিও কেতিয়াবা অলপ আছিল, হৰলালে তেওঁক সেই সময়ত হঠাতে গুলজানক দেখা কৰিবলৈ নিদিলে। বিমলাৰ হতুৱাই গুলজানক সকলো কোৱাৰ পাছত হে দুয়োকো দেখা কৰোৱাবৰ হৰললৰ ইচ্ছা। গতিকে আগেয়ে দেখা নহল।

এতিয়া ৰাজপুত আৰু পাঠান সেনাই মোগল সেনাক পৰাজয় কৰিলে। দৌলত যেতিয়া চিতোৰলৈ আহিল তেতিয়া তেওঁৰ মনত মহা আনন্দ,—তেওঁ ভৱিষ্যত ভাৰতৰ সিংহাসন সপোনত দেখিছে। দুৰ্ভাৱনাৰ অংশ এতিয়া বহুত পৰিমাণে কমিল; এতিয়া আগত উজ্জ্বল আশা। দৌলতে গুলজান আৰু তেওঁৰ লৰা ছোৱালী দুটিক দেখিবলৈ যে বৰ ব্যগ্ৰ হৈছে এই কথা হৰলালক জনোৱা হল। হৰলালেও উপযুক্ত সময় ভাবি বহুত দিনৰ মূৰত তেওঁলোকক দেখা কৰাবলৈ মনে মনে সংকল্প কৰিলে।

ইয়াৰ ভিতৰতে আৰু এটি কথা হৈ গল। যেতিয়া বাবৰ সহায় হবলৈ হৰলালহঁত পানিপথৰ যুদ্ধলৈ যাত্ৰা কৰিলে, তেতিয়া বিমলা আৰু গুলজানে নানাতৰহৰ কথাবাৰ্তা পাতি কাল কটায়, কিন্তু কাৰো মনত সুখ নাই। এদিন দুয়ো বহি থাকোঁতে এজনী তিৰোতাই হৰলালক বিচাৰি আহিল। অলপ কথাবাৰ্তা হোৱাৰ পাছত বিমলাই জানিলে, যে হৰলালে যনৰপৰা দুটি সন্তানেৰে সৈতে এজনী তিৰোতা আনি তেওঁৰ ঘৰতে পোহ-পাল দি ৰাখা কথাটো সেই তিৰোতাজনীয়ে জানি সিহঁতক চাবলৈ হে তাই আহিছে। বিমলাই বুজিলে যে গুলজানৰ কথাকে কৈছে।

বিমলাই সুধিলে, তিৰোতাজনী চোৱাৰ দৰকাৰ কি?

নতুনকৈ আহা তিৰোতাজনীয়ে বিশেষ একো কাৰণ নিদি কলে, শুনিছে, তেওঁ পাঞ্জাবৰ বাণী আছিল, সেই নিমিত্তেহে চাব খুজিছে।

গুলজানৰ চকুৰ পৰা দুটোপা মান পানী ওলাল। নতুন তিৰোতাজনীয়ে তেতিয়া বুজি ললে যে এয়ে সেই তিৰোতা হব পাৰে।

তেওঁ সুধিলে, "আই! তুমিয়ে নে কি?"

গুলজানে একো মাতিব নোৱাৰিলে; বিমলায়ো একো মিছা নকৈ "হয়" বুলি স্বীকাৰ কৰিলে।

তেতিয়া নতুন তিৰোতাজনীয়ে নানাতৰহৰ কথা পাতিবলৈ ধৰিলে; কথায় কথায় গুলজানৰ বাটত কি বিপদ হৈছিল তাকো কলে। বিমলা আৰু গুলজানে আচৰিত হৈ নতুন তিৰোতা-জনীৰ মুখলৈ চালে—গুলজানৰ চকুত চকু-লো।

এওঁলোকৰ ভাব বুজিব পাৰি নতুন তিৰোতাজনীয়ে কলে, "আপোনালোকে একো ভাবিব নালাগে। মই মহাতৰ নামে আপোনাকে আনিবলৈ যোৱা এজন মানুহৰ মুখত সকলো কথা শুনিছোঁ। মোৰ নাম ফিৰোজা বিবি। যি জেলাল আপোনাৰ আগতে মৰিল, মই তাৰে ভনীয়েক।"

গুল্‌জান এই কথা শুনি আচৰিত আৰু ভীত হল। তেওঁ ভয় ভয় কৰি পোনতে বিমলাৰ পিনে পিছত ফিৰোজাৰ পিনে চালে।

ফিৰোজাই সেই দৃষ্টিৰ অৰ্থ বুজিলে; তেওঁ কলে, "আই! ভয় কি? ভয় যদিও তেনে নৰকৰ কীট, ভনীয়েক তেনে নহওঁ। ভায়ে আপোনাক ইমান অন্যায় কৰিলে, তাৰে প্ৰতিবিধান কৰিবলৈ, আপোনাক চাবলৈ হে ইয়ালৈ আহিছোঁ।"

বিমলা আৰু গুল্‌জানে ফিৰোজাৰ সৌম্য সুন্দৰ মূৰ্তিটি দেখিলে; আৰু যৌৱনত ভৰিপৰা দেহ পবিত্ৰ গঙ্গাৰ জোৱাৰৰ নিচিনা দেখিলে। মুখৰ কমনীয় কান্তি আৰু সেই কান্তিৰ তলত সুন্দৰ শুদ্ধ ভাব তেওঁলোকৰ চকুত পৰিল; শান্ত আৰু স্নিগ্ধ দীঘলকৈ টনা চকু দুটি, আৰু সেই চকুজোৰৰ তলত পবিত্ৰতাৰ শেত কমনীয়তা তেওঁলোকৰ চকুৰ আগত পৰিল। সৌন্দৰ্য্য সানা মুখখনৰ আঁৰত থাকি সূৰ্য্যদেৱে অস্ফুটা বৰণ দিয়াত উষা সুন্দৰীক যেনে দেখি, বিমলা আৰু গুল্‌জানে ফিৰোজাক তেনে দেখিলে। তেওঁলোকে অবিশ্বাস কৰক দূৰৰ কথা ফিৰোজাক ভক্তি নকৰি নোৱাৰিলে। লাহে লাহে ফিৰোজা উভয়ৰে প্ৰিয় পাত্ৰ হৈ উঠিল। তেৰেঁা দুয়োৰো অনুৰোধত তাতেঁই থাকিল।

হৰলালে অচিৰে দৌলতক গুলজানৰ লগত দেখা কৰিবলৈ লৈ গল। গুলজানকো বিমলাৰ হতুৱাই কথাটি আগেয়ে কোৱাই থৈছিল। আজি বিমলা আৰু ফিৰোজাৰ বৰ আনন্দ। তেওঁলোকে গুল্‌জানৰ আপত্তি থাকাতো জোৰকৈ তেওঁক অলঙ্কাৰেৰে সজাইছে; ভাল কাপোৰ পিন্ধইছে। ফিৰোজাৰ হলে যত্ন বেছি। দিনৰেপৰা গুল্‌জানক সজাই থৈছে। অলপ ৰাতি হোৱাৰ পাছত দৌলত আহাৰ কথা আছিল, কাৰণ দিনত আহি গুল্‌জানৰ লগত দেখা কৰিলে গুল্‌জানক সকলোৱে পঞ্জাবৰ ৰাণী বুলি জানিব পাৰে বুলি হৰলালে ভয় কৰিছিল।

ফিৰোজাই ভাবিলে, আহা! ভাগ্যৱতী গুল্‌জান কেনে? দৌলত হেন যাৰ পতি, তাৰ সৌভাগ্যৰ সীমা কি? যতে ততে তাৰ সুখ।

ফিৰোজাই গুল্‌জানৰ সৰলতা আৰু সেই সৰলতাৰেপৰা উৎপন্ন অকাৰণ ভয়ৰ বাবে গুল্‌জানক বৰ ভাল পাইছিল। দৌলতক দেখি যে গুল্‌জানে কি আনন্দ পাব তাকো ভালকৈ বুজিছিল আৰু সেই আনন্দেৰে আনন্দিতা হব পাৰিছিল। সেই আনন্দ, সেই সুখৰ সমানে যে কোনো বাহিক সাজ-পোছাকে গুল্‌জানক সজাব নোৱাৰে তাকো ভাল কৰি জানিছিল, আৰু সেই বাবেই বৰ যত্নেৰে নানাপ্ৰকাৰ অলঙ্কাৰ আনি, ইটোৰপৰা সিটো, এনে দৰে বাছি বাছি সকলোটি পিন্ধাইছিল।

তথাচ গুল্‌জানৰ সাজ ফিৰোজাৰ মনোমত নহল। এই যে মন অপাৰ সুখ সমুদ্ৰত ডুবি থাকিব, এই যে হৃদয় ওপৰে সুখ চাৰিও পিনে সুখ লৈ সুখতে নিজৰ অস্তিত্ব লোপ কৰিব, এই যে দেহ সুখতে গলি পমি যাব, সুখৰ অংশে অংশে প্ৰবেশ কৰিব,—তাৰ বাহিক প্ৰদৰ্শন কিহেৰে

হব পাৰে? সোণ-ৰূপ, মণি-মুক্তা, হীৰা-মাণিক, ইত্যাদিয়ে মুখৰ বাহ্যিক প্ৰকটন কৰাবলৈ নিতান্ত অপাৰগ। তাৰাৰ মালা গাথি জোনটিক মাজত বিৰি কৰি পিন্ধিলেও এই মুখৰ উপযুক্ত সেহ হব নোৱাৰে। ফিৰোজাই একো ভাল নেপালে। তেওঁ গুলজানক কলে, "আই! এই মুখৰ সমস্তত এনেবোৰে সুন্দৰায়। সকলোকে থোৱা। সাধাৰণ কাপোৰ আৰু সামান্য গহনাৰেই হব।"

বিমলাই ফিৰোজাৰ কথাৰ মৰ্ম গ্ৰহণ কৰিব নোৱাৰি ভাবিলে, এনে মুখৰ দিনত যদি এইবোৰৰ দৰকাৰ নহয়, তেন্তে আৰ আৱশ্যক কি? তেওঁ জোৰ কৰি গুলজানৰ গাত গহনা আঁৰি দিলে —নিজৰ যি ভাল কাপোৰ আৰু ভাল অলঙ্কাৰ আছিল তাকো গুলজানৰ গাত যোজা দিলে।

ফিৰোজাই গুলজানইতক কলে যে তেওঁ বাহিৰৰপৰা দৌলতক লৈ আহিব। বিমলাক গুলজানৰ ওচৰত থৈ তেওঁ বাহিৰলৈ আহি যি ঘৰত বিমলা থাকে তাৰ দুৱাৰ মুখতে দৌলতক বাট চাই থাকিল গৈ।

তেতিয়া সন্ধ্যা লাগিছে; গৃহস্থৰ ঘৰে ঘৰে জুই শালত জুই শোভা পাইছে; ঘৰে ঘৰে চাকিৰ পোহৰ; ঘৰে ঘৰে সান্ধ্য আৰতিৰ শঙ্খ আৰু মৃদঙ্গৰ ধ্বনি। হৰলালৰ লগত দৌলত আহি ঘৰৰ দুৱাৰমুখ পালেহি। দুৱাৰমুখত তিৰোতা এজনীক দেখা পাই দৌলতক তেওঁৰ লগত ভিতৰলৈ যাবলৈ কৈ হৰলালে বিদায় ললে। ফিৰোজাই দৌলতক বাট দেখুৱাই ভিতৰলৈ লৈ গল। বাট-ঘৰা পাৰ হৈয়েই এখন সৰু সুৱা চোতাল পালে।

ফিৰোজাই ভাবিলে, এনে পুৰুষ, এনে স্নিগ্ধ গম্ভীৰ মূৰ্তি? এনে দেৱমূৰ্তিৰ মধুৰ বচনত কাণ পৰিতৃপ্ত নহলে সি কাণেই বৃথা, এনে হেন মূৰ্তিক নেদেখিলে সি চকুই নহয়, এনে হেন দেৱমূৰ্তিক পূজা কৰিব নোৱাৰিলে জনমেই বৃথা। ফিৰোজাৰ ধৈৰ্য্য ভঙ্গ হল, তেওঁ কলে, "খাঁ চাহেব! অলপ কথা আছে।"

দৌলতে সেই স্বৰ কাণ পাতি শুনিলে। তেওঁৰ মনত সেই মাত চিনি পায় চিনি পায় যেন লাগিল। সেই মাতৰ আবেগময় মধুৰ অথচ গম্ভীৰ ধ্বনিয়ে তেওঁৰ মনত এটা কিবা ভাব জগাই দিলে। দৌলতে কলে, "তোমাক চিনো যেন কৰিছে।"

ফিৰোজাৰ বাহ্য জ্ঞান নাথাকিল, তেওঁৰ সংযমৰ বান্ধ কৰবাত ভাঁহি গল; তেওঁ কলে, "মই ফিৰোজা।"

"তুমি ফিৰোজা!" দৌলতে আচৰিত হৈ সুধিলে, "তুমি ফিৰোজা" তুমি ইয়াত কৰ পৰা?"

ফিৰোজাই কলে "অলপ আঁতৰলৈ আহক, কওঁ।"

ফিৰোজা আৰু দৌলত অলপ ঘূৰি ঘৰৰ পাছ পিনলৈ আহিল। তাত ফুলনি। সুন্দৰ ফুলনি বাৰী। একো একো জুপি ওৱনী ফুলগছ। চাৰিওপিনে নানাৰঙৰ বনৰ দলিচা পাৰা। মাজে মাজে লতা-বিতান, মাজে মাজে ডাঙৰ গছৰ ছায়া। মাজে মাজে কৃত্ৰিম নদী। ফিৰোজা আৰু দৌলত ফুলনিত সোমাই সেই কৃত্ৰিম নদীৰ পাৰত এডোখৰ শিলত বহিল।

ফিৰোজাই তেতিয়া আনুপূৰ্বিক ঘটনাটি কলে, কিন্তু কি কলে, তেওঁৰ তিমান মনোযোগ নহল। তেওঁৰ মনত মন নাই, সকলো সুখময়। কথা শেষ হওঁতে ফিৰোজাই দৌলতৰ মুখৰ পিনে চাই ৰল।

দৌলত কলে, "বলা, ফিৰোজা ঘৰলৈ যাওঁ।"

ফিৰোজাই ভাঙা ভাঙা মাতেৰে কলে, "আৰু এটা কথা আছে, খাঁ চাহেব।"

দৌলত কলে, "কি কথা ফিৰোজা?"

ফিৰোজাই আগৰ নিচিনাকৈ কলে, "মোৰ এটি প্ৰাৰ্থনা ৰাখিবা নে, কোৱা?"

দৌলতে উৎসুক হৈ সুধিলে, "কি প্ৰাৰ্থনা?"

ফিৰোজাই দৌলতৰ মুখৰ পিনে চালে; তেওঁৰ মুখৰ ওপৰত চকু দুটি ৰাখি কলে, "মই এই পানীত ডুবি মৰোঁ, তুমি আগত থাকিব লাগে।"

দৌলত আচৰিত হল; ইকি কথা! তেওঁ সুধিলে, "ই কি কোৱা, ফিৰোজা! তুমি পানীত ডুবিবা কিয়?"

ফিৰোজাৰ চকুলৈ পানী আহিল; তেওঁ কলে, "নমৰি কি কৰিম খাঁ চাহেব! এই সংসাৰত আৰু কিহৰ আশাত থাকিম?"

দৌলতে কলে, "তোমাৰ কি দুখ, ফিৰোজা?"

ফিৰোজা—দুখ একো নাই। সুখো একো নাই। সুখৰ যি আশা আছিল, সিও নোহোৱা।

দৌলত—সুখৰ আশা কেনেকৈ নোহোৱা হল?

ফিৰোজা—তোমাৰ পৰা। তুমি কৰিলা।

"মই কৰিলোঁ?" দৌলতে ভাবিলে, মই কি কৰিলোঁ? ফিৰোজাৰ সুখৰ বাটত মই কি কাঁইট পুতিলোঁ। তেওঁ কলে, "মই কৰিলোঁ, মই কি কৰিলো ফিৰোজা।"

ফিৰোজা—তুমি কি কৰিলা, তাকে আকৌ সুধিছা নে? তৃষ্ণাতুৰৰ আগত শীতল পানীৰ কলহ ধৰি নিৰ্দয় ভাবে তাক খাবলৈ নিদিলে তাৰ কি সুখ? লতা এজুপি ফুলি-জুলি জকমকীয়া হৈ মেৰাই মেৰাই উঠিব বুলি গছৰ পিনে কোমল হৃদয়েৰে কোমল আগ মেলে; তাত বাধা পালে লতাৰ কি সুখ?

দৌলতে ফিৰোজাৰ মনৰ কথা অস্ফুট ভাবে বুজি ললে। তেওঁৰ পূৰ্ব কথা স্মৰণ হল, যিদিনা লাহোৰত ফিৰোজাৰ সেই কমনীয় কান্তি দেখিছিল; স্মৰণ হল যিদিনা তেওঁ ফিৰোজাক স্বৰ্গৰ পৰা নামি অহা জ্যোতি আৰু পবিত্ৰ ভাৱে সাজা দেৱী-প্ৰতিমা বুলি ভাবি হৃদয় মুকলি কৰি মন-প্ৰাণ ভৰি পূজা কৰিছিল; স্মৰণ হল যি দিনা তেওঁৰ কাণত স্বৰ্গৰ অমিয়া বীণা বিনিন্দিত স্বৰলহৰী ঠেৰে ঠেৰে খেলা কৰিছিল; যিদিনা তেওঁ জগৎ স্বৰ্গীয় জ্যোতিৰে ভৰা দেখিছিল, যিদিনা বিশ্বব্ৰহ্মাণ্ড সেই জ্যোতিতে জ্যোতিৰ্ময় হৈ, আৰু সেই সুৰতে সুৰ মিলাই তাৰ তালে তালে ঠেৰে ঠেৰে নাচি ক্ৰীড়া কৰিছিল। দৌলতৰ মনত আঘাত লাগিল। অনিচ্ছা স্বত্বেও চকুৰপৰা দুটোপা চকু-লো, দেৱতাৰ পূজাৰ উপযোগী দুৰ্বাৰ আগত থকা নীহৰৰ টোপৰ দৰে, বাগৰি বাগৰি আহি মাজতে লোপ পালে।

দৌলতে কলে, "ফিৰোজা, সংসাৰত মানুহৰ সকলো ইচ্ছা পূৰ নহয়। আৰু সকলো হবলৈ হলে সংসাৰত মধুৰতাও নাথাকে। অতৃপ্ত বাসনাৰ আবেগত, নিস্ফল আশাৰ যন্ত্ৰণাত, সংসাৰৰ সকলো পিনে বিৰোধী আৰু দুখপ্ৰদ অৱস্থাৰ ভিতৰত, সকলোতে সুখৰ কণা আছে। সেই ভোগৰ সমৰ্থ হলেই সংসাৰত সুখ ভুগিব নালাগে। সাধাৰণ আকাঙ্খাৰ অপৰিতৃপ্তি, যা

বিয়োগাদি দুখৰ যাতনাৰ বাবে তেতিয়া দুখ নালাগে। ইয়াত যে ইচ্ছামতে কাম নহয়, তাকে ভাবি, সকলোতে সুখ বিচাৰিলে দুখ আৰু নহয়। তুমিও, ফিৰোজা, সেই দৰে মনটি গঠন কৰা। যেতিয়া যি অৱস্থাত পৰা তেতিয়া সেই দৰে কাম কৰিবলৈ শিকা, দুখ নহব।"

ফিৰোজাই কেৱল কথাকে হে শুনিলে; কিন্তু তাৰ মৰ্ম গ্ৰহণ কৰিব নোৱাৰিলে বা পাৰিও সেই দৰে তেওঁৰ মন চালনা কৰি নোৱাৰিলে।

তেওঁ কলে "খাঁ চাহেব, তুমি বিদ্বান্, তুমি বুদ্ধিমান্, সংসাৰৰ কি কথা কেনেকৈ লাগে জানা। কিন্তু মই মূঢ় তিৰোতা এজনী মাথোন। হৃদয় যি দৰে ঢাল লৈছে মোৰ সাধ্য নাই যে তাক ফিৰাব পাৰোঁ। নৈয়ে এবাৰ সাগৰৰ পিনে গতি ললে জানো আৰু ফিৰে? সাগৰ নাপালে বাটতে শুকায়, বা আন নৈৰ লগত মিহলি হৈ তাৰ পানীৰ কণাৰ কণাও সাগৰৰ লগত মিহলি কৰি কৃতাৰ্থ হয়; তেতিয়াহে তাৰ জীৱনত শান্তি আহে। যিমান দিনে মন ভৰি তোমাৰ দেৱ প্ৰতিমা পূজিবলৈ নাপাওঁ, যিমান দিনে এই হৃদয়ৰ গুৰু আবেগ তোমাৰ শীতল প্ৰেম বাৰিত শীতল নহয়, তিমান দিনে প্ৰাণৰ শান্তি নাই। সেই কাৰণেই মৰিব খুজিছোঁ।"

কওঁতে কওঁতে ফিৰোজাৰ বাহ্য জ্ঞান লোপ হল। তেওঁ দৌলতৰ ভৰিত ধৰি কলে, "খাঁ চাহেব, এই পিপাসাতুৰা চাতকক ৰক্ষা কৰা। কোৱা, খাঁ চাহেব, তুমি মোক গ্ৰহণ কৰিবা!"

নীল আকাশ—বহল, অতি বহল; উৰ্ধত—অতি উৰ্ধত! শুক্লা একাদশীৰ জোনে আকাশৰ মাজত বহি অদ্ভুত ৰূপালী কিৰণেৰে জগৎ উদ্ভাসিত কৰিছে; চাৰিও পিনে অসংখ্য তাৰাৰ আবেগময় চিকমিকি। মাজে মাজে মেঘৰ দৌৰাদৌৰিত চন্দ্ৰ সবল গতিৰে চঞ্চল হৈছে। আচৰিত, চাৰিও পিনে অতি আচৰিত! সুন্দৰ, অতি সুন্দৰ!

তলত, শিলত বহি দৌলত আৰু ওচৰতে আবেগময়ী ফিৰোজা। মালতী লতাবোৰে ওচৰৰ কুঞ্জবপৰা আবেগময় কোমল হাতেৰে বকুল-জুপি সাবটি ধৰিব খুজিছে। পানীৰ তলত আকাশৰ আবেগময় শোভা প্ৰতিভাত। আবেগতে যেন পানীবোৰে সেই নীল আকাশৰ সুন্দৰ শোভাটিক গাত মেৰাই লব খুজিছে; মাজে মাজে পানীৰ ঢৌত প্ৰতিবিম্বিত আকাশ চঞ্চল হৈ নাচি উঠিছে,—সুন্দৰ অতি সুন্দৰ!

আবেগপূৰ্ণ ফিৰোজাই কলে, "কোৱা, খাঁ চাহেব, তুমি মোক গ্ৰহণ কৰিবা! এই জীৱনৰ তৃষ্ণা মিটাবা!"

দৌলতে দেখিলে তলত কাতৰাক্ষী যুৱতী—তেওঁৰ প্ৰেম ভিখাৰিণী। তেওঁৰ কমনীয় মুখচন্দ্ৰ প্ৰেমোজ্জ্বল, সূৰ্য্যৰ অস্ফুটা আলোৰে উজ্জলিত উষাৰ অস্ফুটা মুখ-ছবিৰ নিচিনা। অলপ সময় দুয়ো নীৰৱে থাকিল।

ফিৰোজাৰ তেনে অৱস্থা দেখি দৌলতে কলে, "ফিৰোজা! এনে এদিন আছিল, যিদিন তোমাক প্ৰেমৰ প্ৰতিমা বুলি, হৃদয়ৰ অৰ্চনীয় দেৱী বুলি ভাবিছিলোঁ। এনে এদিন আছিল, যিদিনা তোমাক হৃদয়েৰে ভাল পাইছিলোঁ। এতিয়া সেই দিন নাই; আজি সেই দিন নহয়। আজি গুলজান্ মোৰ পত্নী; মই গুলজানকেহে হৃদয়েৰে ভাল পাওঁ। তেওঁত বাজে আন তিৰোতা মোৰ ভনী।"

ফিৰোজা বুজিল; বহি কলে, "খাঁ চাহেব, গুলজানৰ সুখৰ ভাগী হব নোখোজোঁ।

তোমাৰ চৰণত ঠাই দিয়া। দাসীৰ নিচিনা থাকি তোমাকে পাম আৰু তোমাৰ সেৱা কৰিম।"

দৌলতে কলে, "নহয়, ফিৰোজা সি হব নোৱাৰে। এদিন তোমাক ভাল পাইছিলোঁ, তোমাকে গোটেই জগৎ জুৰি দেখিছিলোঁ। সেই ভাব, সেই প্ৰণয়, যে হৃদয়ৰপৰা অন্তৰ্হিত হৈছে তাকো কব নোৱাৰোঁ। তেনে অৱস্থাত তোমাক পাহৰিব পাৰা হৈ থাকিলে একো আপত্তি নাছিল ; কিন্তু এতিয়া সেই দিন নাই।"

ফিৰোজাই একো নকলে বা কব নোৱাৰিলে। অলপ সময় থাকি দৌলতে আকৌ কলে, "ফিৰোজা! তোমাৰ ভাল বন্দবস্ত কৰি দিম, আৰু সুখতভাৱে থাকিবা। ভৰণ-পোষণ মোৰ হাতত। আৰু যদি কেতিয়াবা ভাগ্যোদয়—"

ফিৰোজাই বাধা দিয়াত দৌলতৰ কথা মুখতে থাকিল। তেতিয়া ফিৰোজাই কলে, "খাঁ চাহেব, তুমি ভাবিছা নে কি যে ফিৰোজা কেৱল পাৰ্থিৱ সুখৰ লালসাতে তোমাৰ প্ৰেম ভিখাৰিণী! তুমি ভাবা নে কি যে তুমি সম্ৰাট হবা বুলি সম্ৰাজ্ঞী হোৱাৰ আশাত ফিৰোজা তোমাৰ প্ৰণয়াকাঙ্খিনী ?"

ফিৰোজাই দৰ্পদীপ্ত চকুৰে দৌলতৰ ফালে চাই কবলৈ ধৰিলে, "খাঁ চাহেব, সম্ৰাজ্ঞী হোৱাৰ ইচ্ছা থাকিলে ফিৰোজা বহুত আগেয়ে হব পাৰিলেহেঁতেন। ইচ্ছা কৰিলে বেগম হৈ তোমাকো গোলাম ৰাখিব পাৰিলেহেঁতেন।"

দৌলত অলপ বিমূঢ় আৰু স্তম্ভিত হল ; তেওঁ কলে, "নহয় ফিৰোজা ; তুমি সকলো ভুল বুজিলা ; বলা, গুল্‌জানৰ ওচৰলৈ যাওঁ।"

দৌলত থিয় দিলে ; ফিৰোজাই কলে, 'খাঁ চাহেব, এই অভাগিনীৰ কি গতি ?"

দৌলত আকৌ বহিল। তেওঁ কলে, "ফিৰোজা, মই এদিন তোমাক ভাল পাইছিলোঁ, সঁচা। এতিয়া মই তোমাক ভাল পাব নোৱাৰোঁ, উচিত নহয়। সংসাৰত বহুত কাম আছে। তাতে লাগি সুখেৰে কাল নিওৱা।"

ফিৰোজাই কলে, "খাঁ চাহেব, তুমি কি কলা ? সংসাৰত কি সুখেৰে খাই-বই থাকিম ? সংসাৰত আৰু প্ৰৱেশ কৰিবৰ মন নাই। এই হৃদয়ৰ প্ৰেম, এই হৃদয়ৰ দয়া-মায়া, সকলো পৰ্বতৰ টিঙৰপৰা নামি অহা নিজৰাৰ নিচিনা মাজ বাটতে নোহোৱা হল। হৃদয় শুকান। সংসাৰত আৰু কি সুখেৰে খাই বই থাকিম ?"

ফিৰোজাৰ চকুৰপৰা দুধাৰ চকু-লো বই গল। তেওঁ নিৰ্ভৰ ভাবেৰে দৌলতৰ পিনে এবাৰ চালে আৰু পাছতে তললৈ মূৰ নমালে।

দৌলতে কলে, "ফিৰোজা, সুখ ঢেৰ আছে। সংসাৰত প্ৰৱেশ নকৰিলে আৰু আন প্ৰেমৰ পথ নাই নে ? দয়া মায়াই খেলা কৰিব নোৱাৰে নে কি ? এতিয়া এজনৰ নিমিত্তেই তোমাৰ প্ৰেম ; সেই প্ৰেমে এজনক পৰিতৃপ্ত কৰিয়ে সন্তুষ্ট হব খোজে। কিন্তু সংসাৰত কিমান মানুহ আছে ; কিমান দুখী দুখতে ম্ৰিয়মান ; কিমান মানুহ ক্ষুধাতুৰ ; কিমান মানুহে ৰোগৰ বিভীষিকা মূৰ্তিৰ কৰাল কবলত পৰি হাহাকাৰ কৰিছে। তোমাৰ প্ৰেম সকলোৰে অভিমুখী হক ; সি সকলোকে তৃপ্তি দিয়ে ; সকলোৰে হাহাকাৰৰে ভৰা প্ৰাণত শান্তিৰ শীতল সলিল সেচন কৰক। কিমান

পিতৃ-মাতৃহীন লৰা-ছোৱালীয়ে খাব-পিন্ধিবলৈ নাপাই দুখে কষ্টে জীৱনৰ আগ ভাগ কটাই জীৱনৰ বাকী ভোখৰত অযস্ত কাম কৰি জীৱন নিয়াইছে; কিমান হতভাগাই এদিনো স্নেহৰ মধুৰ স্বৰ বা প্ৰেমৰ শান্তিদায়ী আলাপ শুনিবলৈ নাপাই, সংসাৰক কষকবীয়া মৰুভূমিতকৈয়ো নীৰস বুলি ভাবি অতি কষ্টে জীৱন যাপন কৰিছে; কিমান দুৰন্তই নানা অত্যাচাৰ কৰি সংসাৰত অন্যায় আচৰণ কৰিছে! তোমাৰ প্ৰেম এই সকলোৰে উন্মুখী হক; তোমাৰ দয়াই সকলোকে উজ্জীৱিত কৰক। তুমি সকলোৰে দয়াময়ী মাতৃস্বৰূপিণী হোৱা; আৰু তেনে হৈ সহস্ৰ সহস্ৰ নৰ-নাৰীৰ প্ৰাণত শান্তি দি তোমাৰ প্ৰেম সন্তুষ্ট হক। তেতিয়া তোমাৰ দয়া বিশ্ব-কল্যাণ-কাৰিণী হব। ইয়াক যদি পাৰা, তেন্তে তোমাৰ সুখৰ অভাৱ কি? লালসাৰ বশবৰ্ত্তিনী হৈ তেতিয়া দুখ পাব নালাগে।"

ফিৰোজাই একো মাতাতিলে; দৌলতো অলপ সময় মনে মনে থাকিল। পাছত কলে, "বলা, ফিৰোজা গুল্‌জাৰিৰ ওচৰলৈ যাওঁ।"

ফিৰোজাই বাট ধৰিলে।

# চতুৰ্বিংশ অধ্যায়

ইফালে গত যুদ্ধত পৰাজিত বাবৰৰ সেনাৰ মনত উৎসাহ কম পৰিল। কিন্তু বাবৰ উদ্যোগী আৰু কৰ্মী পুৰুষ। তেওঁ নানাপ্ৰকাৰ কল কৌশলেৰে সেনাবোৰক উদগনি দিবলৈ ধৰিলে। কিন্তু এনেতে আকৌ এটি কথা হল, যাৰ পৰা বাবৰৰ সৈন্যৰ সংখ্যা আৰু উৎসাহ নীচেই কমি আহিল।

গছৰ তলত এজন পাতল গাৰে মানুহ বহি আছে। তেওঁৰ মূৰত পাগুৰি, কপালত দীঘল ফোট, তাৰ ওপৰত অৰ্ধচন্দ্ৰাকাৰ ৰেখা, গাত এটি পুৰণি ধৰণৰ পুৰণি চোলা, বাওঁ কান্ধৰ ওপৰেদি আৰু সোঁ কাষলতিৰ তলেদি এখন চেলেং এমুঠা জৰিৰে নিচিনা কৰি বান্ধি থোৱা। ভৰিত নাগৰা জোতা। হাতত পাঁজি পুথি নানাবিধ।

এওঁ এজন দৈৱজ্ঞ। আজিকালিৰ দিনলৈ চাই দৈৱজ্ঞই তেনেকৈ গছৰ তলত বহি যে বেছি উপাৰ্জন কৰিব পাৰে এনে বোধ নহয়। কিন্তু মুছলমান সম্ৰাটৰ দিনত দৈৱজ্ঞৰ প্ৰভাৱ বৰ বেছি আছিল। কোনো এটি সামান্য কাম কৰিবলৈ গলেও দৈৱজ্ঞৰ পৰামৰ্শ নহলে নহৈছিল। ৰাজাধিৰাজৰপৰা সামান্য পঞ্জাত থকা খেতিয়কটি পৰ্য্যন্ত সকলোৰে সকলো কামত দৈৱজ্ঞ এটি প্ৰধান সহায় আছিল। সেই সময়ৰ দৈৱজ্ঞৰ প্ৰভাৱ এতিয়াও আমাৰ দেশৰপৰা দূৰীভূত হোৱা নাই।

এই অৰ্ধচন্দ্ৰধৰ দৈৱজ্ঞ মহাপুৰুষ আন আন সঙ্গীৰ লগত গছৰ তলত আসন লৈ নিজৰ মনতে তেওঁৰ পাঁজি পুথিৰ বিষয় অলপ আলচ কৰি থাকোঁতে তেওঁৰ যজমান যুটিল। প্ৰথমতে এজনী বুঢ়ী আহি থৰ্‌বৰ্‌ কৰে গণকৰ আগত বহি হাতখন মেলি দিলে – কোৱা বাহুল্য তাৰ লগতে দৈৱজ্ঞ ঠাকুৰৰ প্ৰণামী বা দক্ষিণাখিনিও গৈছিল। গণকে তাক গ্ৰহণ নকৰিলে ; তেওঁ "বজ্ৰগম্ভীৰ নিনাদে উত্তৰিলে," "মই যেই সেই গণক নহওঁ। ইয়াৰে চোৱা নহয়।"

বুঢ়ীয়ে নিৰুপায় ভাবি "এ আই! ই আৰু কৰ গণক আহিছে অ? দিল্লীত আৰু গণক নাই! তই নেচালি বুলি আন কোনেও মোৰ হাত নেচাব নে কি?" এই বুলি যাবলৈ উঠিল।

তেতিয়া দৈৱজ্ঞদেৱে বুঢ়ীক বহুৱালে ; প্ৰণামীখিনি লৈ হাত চাই দিলে। সিদ্ধান্তত কলে—"বুঢ়ী আই! মই যেই সেই গণক নহওঁ। তোমাৰ হাত অলপতে চাই দিলোঁ। তুমি যাওঁতে চাৰিও পিনে মোৰ যশ গাই যাবা।"

বুঢ়ীয়ে কলে "তাকো আৰু কব লাগিছে নে বাপা। তোৰ যশ নেগাই কাৰ গাম?"

এই বুলি লাখুটি ধৰি কুঁজটি ওপৰলৈ কৰি বুঢ়ী গুচি গল। বাটত যাওঁতে বুঢ়ীয়ে যাকে পালে তাকে কলে অমুক গণক বৰ ভাল। তাক মই হাত দেখুৱালোঁ। সি গণি-পিটি সকলোকে ঠিককৈ কৈ দিলে।

গণকৰ প্ৰণামী কিমান সোধাত বুঢ়ীয়ে কলে—"সি যেই সেই গণক নহয়, বোপাইত। তাৰ প্ৰণামী আৰতকৈ বেছি।"

পিছে, অলপ ওচৰ চাপি বাওঁ হাতেৰে লাখুটিত ভৰ দি কুঁজটি পাৰে মানে তুলি সোঁ

হাতখনৰ মুদ্ৰাৰে কলে, "নেজান নে? মোক অলপতে চাই দিলে। তহঁতৰ ভবিৰ ধূলাই মোক সকলোৱে অলপ মৰমৰ চকুৰে চায়। তয়ো থৰিলে অলপতে চাই দিব, কিন্তু কাৰো আগত নকবি।"

বহুত মানুহে হাত দেখুৱাইছে। কাৰো টকা, কাৰো সুন্দৰী যুৱতী, কাৰো ধনীৰ ছোৱালী, কাৰো ৰাজ প্ৰাসাদ, ভাগত পৰিছে। একো নোহোৱা হৈ বা নিতান্ত দুখী হৈ বৰ কম মানুহ হে গৈছে। সেই মানুহবোৰৰ ভিতৰত নতুন সৈন্যবো দুই চাৰি জন আছে।

সিহঁতৰ এজনে চোৱাইছে—আফগানিস্থানত তাৰ লৰা-ছোৱালী কেনে আছে। এজনে চোৱাইছে, অলপতে তাৰ পাবলগীয়া টকা পাব নে নাই ইত্যাদি।

যেনেকৈ পকৰা এটিক এঠাইত এবিধ খোৱা বস্তু পোৱা দেখিলে, তেনে হাজাৰ পকৰা আহি তাৰ ভাগী আৰু অংশীদাৰ হৈ পৰে, সেই দৰে দুই এজন সেনা আহা দেখি বাবৰৰ বহুত সৈন্য গণকৰ ওচৰত ভৰি পৰিল। গণকেও কাকো হাবিলদাৰ, কাকো সেনাপতি, কাকো সুন্দৰী ছোৱালী, কাকো টকা, কাকো মঙ্গল বাতৰি দি, সন্তুষ্ট কৰিবলৈ ধৰিলে।

এনেতে এজন সৈন্যই মাত লগালে—"বাৰু, আহা যুদ্ধত আমাৰ জয় নে পৰাজয় তাকেই চোৱা যাওক।"

সকলো সৈন্যই হয় হয় কৰি সেই কথাত মত দিলে; সকলোৰে সম্মত মতে আহা যুদ্ধত কি হয় চাবলৈ গণকক প্ৰাৰ্থনা জনোৱা হল।

গণক প্ৰথমতে বৰ গম্ভীৰ হল। তেওঁ নানাপ্ৰকাৰ পাঁজি-পুথি কাগজ-পত্ৰ ঘাটি-ঘুটি শেষ সিদ্ধান্তত উপনীত হব নোৱাৰিলে। তেতিয়া নানাপ্ৰকাৰে কলিত আঁক পাতি পাতি চালে, তাতো সিদ্ধান্ত নহল। তেতিয়া তেওঁ গম্ভীৰ মূৰ্তিৰে আকাশৰ পিনে চালে। সেই দৰে চাই কিছু মান বেলি থাকিল; তেতিয়া মুখ নমালে।

ইমান সময় সকলো সৈন্যই ব্যগ্ৰ ভাৱে গণকৰ ক্ৰিয়া কাণ্ডকে চাই আছিল। কোনোৱে কৈছিল, "প্ৰশ্ন বৰ টান! ইমান গণি পঢ়িও একো কবিব পাৰা নাই।"

কোনোৱে কৈছিল "কথা ভাল দেখা নাই! বেয়াহে হব যেন পাওঁ ইত্যাদি।"

এতিয়া গণকক মুখ নমোৱা দেখি এজনে সুধিলে, "গণক ঠাকুৰ! কি হল?"

গণকে মুখ বিকটাই চকু দুটি মুদি আৰু কপালখন কোঁচাই মূৰটি লৰাই লৰাই কলে, "বৰ ভাল দেখা নাই। এইখন যে নীলা মেঘ দেখিছা, ই উত্তৰৰপৰা দক্ষিণলৈ বুকুত কলা শেল লৈ আহিছে। ইয়াৰ অৰ্থ বিপৰীত হে।"

সকলো সেনাবোৰৰ মন গছৰ আগৰপৰা ধুপুচ্ কৰি মাটিত পৰিল। সিহঁতে স্বচক্ষে যেন দেখিলে এই যুদ্ধত আৰু বাবৰৰ নিস্তাৰ নাই।

তেতিয়া নানা জনৰ ভিতৰত নানা কথাবাৰ্তা হল। কোনোৱে কলে "আফগানিস্থানৰপৰা ওলাই আহোঁতে পাছফালে যে মাত পৰিছিল তাৰ এই ফল।" কোনোৱে আকৌ হয় দি কলে, "ময়ো আহোঁতে কুকুৰে পাছে পাছে ভুকভুকাই আহিছিল।" কাৰো মৰা মানুহ দেখা, কাৰো নানাপ্ৰকাৰ আচৰিত ঘটনা দেখাৰ কথা মনত পৰিল। প্ৰত্যেকে ঠিক কৰিলে—সি যে

ওলাই আহোঁতে কুলক্ষণ দেখিলে, বা সপোনত কুলক্ষণ দেখিলে, তাৰ বাবেহে এনেকুৱা হল। যুঁঠৰ ওপৰত্ত সকলো সৈন্যৰে শেষ সিদ্ধান্ত হলগৈ যে আহা যুদ্ধত মোগলৰ ভয়ানক বিপদ। গণকে ইমান গণি পঢ়ি কৈছে, কেতিয়াও মিছা হব নোৱাৰে।

হবলগীয়া দুৰ্ঘটনাৰ কথা শুনি সৈন্যসকলৰ মন বিচলিত হৈ উঠিল। কোনো কোনোৱে প্ৰথমতে সৈন্যৰ পদ এৰি দিলে, তাকে দেখি আৰু কিছুমান গল। যেতিয়া সেনাপতিয়ে কাকো যাবলৈ নিদিব খুজিলে, তেতিয়া বহুত পলাই গল। গৈ গৈ বাবৰৰ অলপ সংখ্যক সেনাহে বাকী থাকিল। কিন্তু সিঁহতৰ মনতো ভয়, সকলোৰে মনত উৎসাহ নাই। কি যেন কি ভয়ানক দুৰ্ঘটনা হৈ উঠিব; সকলো বিচলিত।

বাবৰৰ নানাপ্ৰকাৰ চেষ্টা সত্বেও সৈন্যবোৰৰ মনৰ ভয় দূৰ নহল। সিঁহতে কিহক ভয় কৰিছে, একো নাজানে, অথচ ভয়। সদায় মনত এটা উদ্বেগ আৰু ব্যাকুলতা কেতিয়া কি হয়, কেতিয়া কি হয়!

বাবৰে সকলো কথা পীৰ মহম্মদলৈ লেখি পঠিয়ালে। পীৰ মহম্মদ তেতিয়া কাবুলত আছিল। পানিপথৰ যুদ্ধত জয়ী হোৱাৰ পাছত বাবৰক দিল্লীৰ সিংহাসনত স্থাপন কৰি, কাবুলৰ শান্তিৰক্ষাৰ অৰ্থে পীৰ মহম্মদ তালৈ গৈছিল।

পীৰ মহম্মদে বাবৰৰপৰা সকলো কথা শুনি নিৰুপায় হল। এই সৈন্যবোৰৰ ভিতৰত যি বিশ্বাসটি সোমাইছে তাক দূৰ কৰিব নোৱাৰিলে বাবৰৰ ভাৰতত সাম্ৰাজ্য স্থাপন কৰা নিতান্ত অসম্ভৱ। তেওঁ ভাবিলে এই বিশ্বাসক বিপৰীত বিশ্বাসেৰে দূৰীভূত কৰিব নোৱাৰিলে উপায় নাই। গতিকে তেওঁ নবালবিকৈ ভাৰতলৈ আহিবলৈ এজন গণক ঠিক কৰিলে, আৰু ঠিক কৰিলে যে গণকে তাত বাবৰৰ উপদেশ মতে সকলো কাম সম্পাদন কৰিব, অথচ কোনেও অকণো খবৰ নাপাব। পীৰ মহম্মদে এখন চিঠিৰে সৈতে গুপ্তবেশী গণকক দিল্লীলৈ পঠাই দিলে। তেতিয়া বাবৰৰো মনলৈ, অলপ শান্তি আহিল। তেওঁ অলপো বিলম্ব নকৰাকৈ পীৰ মহম্মদৰ উপদেশ মতে সকলো কৰাবলৈ ঠিক কৰিলে।

বাবৰে তেওঁৰ সৈন্যসকলৰ ওচৰত এই মৰ্মে কলে যে—বাবৰৰ ভাগ্যত নানাপ্ৰকাৰ দোষ থকা বুলি শুনি কাবুলৰ পৰা তেওঁৰ ভবিষ্যত গণনাৰ অৰ্থে এজন গণক আহিছে। এওঁ বাবৰৰ ভাগ্য সুপ্ৰসন্ন নে অপ্ৰসন্ন তাক নানা ৰকমেৰে গণি পঢ়ি ঠিক কৰি দিব। যদি বেয়াহে থাকে তেন্তে অলপো যুদ্ধ-বিগ্ৰহ নকৰাকৈ তেওঁ সসৈন্যে কাবুললৈ ঘূৰি যাব। সকলো সৈন্যৰ আগত বাবৰৰ ভাগ্য গণনা কৰা হোৱা আৱশ্যক গুণে, সকলোবোৰ সেনা এদিন গোট খাব লাগে। বাবৰৰ আদেশ মতে এদিন সেনাপতিয়ে সেনাসকলক লৈ এঠাইত বহিল। পবিত্ৰ পোছাক পিন্ধি বাবৰো আন পিনে বহিল।

তেতিয়া গণক আহি গণি পঢ়ি চালে। প্ৰায় তিনি চাৰি দাঁৰ মান বেলিৰ পাছত গণকে কলে, "বাবৰৰ ভাগ্যত নানাপ্ৰকাৰ বিপদ-পাত আছিল, আৰু এতিয়াও আছে। কিন্তু সবৰে আগেই এই গ্ৰহৰ টানতহে পৰি একো বেয়া কৰিব নোৱাৰিলে। এতিয়াও যিবোৰ আছে সি অতি দুৰ্বল—কিন্তু তেওঁ ভাল গ্ৰহৰ টান নাই। তাৰ বাবে তেওঁৰ প্ৰায়শ্চিত্তৰ আৱশ্যক; যত

মাংস ত্যাগ কৰি এমাহ দান-ধৰ্ম কৰিলে বাবৰৰ এই দুৰ্ভাগ্যৰ ফল যাব ; আৰু গ্ৰহবোৰে তেওঁৰ ওপৰত সন্তুষ্ট হৈ পাৰেমানে ভাল ফল দিবলৈ চেষ্টা কৰিব। কিন্তু এই এমাহৰ পাছত, আ! কি জ্যোতিৰ্ময়! আপোনাৰ ভাগ্য অতি প্ৰসন্ন! আপুনি আৰু এমাহৰ ভিতৰতে পৃথিৱীৰ ঈশ্বৰ হৈ উঠিব লাগে ; সসাগৰা পৃথিৱী তেতিয়া আপোনাৰ কৰতলগত হব লাগে। আৰু যি আপোনাৰ সহায়! সৌ মই স্পষ্ট দেখিবলৈ পাইছোঁ মাজত আপুনি আদেশ দিছে, আৰু আপোনাৰ সঙ্গীবোৰে মহা উৎসৱেৰে নিজে একোটি একোটি ৰজাৰ নিচিনাকৈ আপোনাৰ আদেশ পালিছে। আহা! ই মহা ভাগ্য! মহা ভাগ্য!"

সেনাবোৰে গণকৰ কথা শুনি "আল্লা হো আকবৰ" বুলি জয়ধ্বনি কৰি উঠিল।

বাবৰে কলে, "প্ৰিয় সৈন্যসকল, এই দুৰ্ভাগ্য কিবাবলৈ মই আজিৰপৰা প্ৰায়শ্চিত্ত আৰম্ভ কৰিলোঁ।"

সেই দিনাৰপৰা বাবৰ নিৰামিষভোজী হল ; তেওঁ মদ খাবলৈ এৰিলে। দীন-দুখীক ধন-বস্ত্ৰ দান দিলে। বাবৰৰ এমাহ গল। সৈন্যসকলৰ মনত আগৰ ভয় নাইকিয়া হল। তেওঁ-লোকে বিশ্বাস কৰিলে যে বাবৰৰ দুৰ্ভাগ্য খণ্ডন হল।

তেতিয়া আকৌ গণক আহি সকলোৰে আগত বাবৰৰ দুৰ্ভাগ্য খণ্ডন হল আৰু সৌভাগ্য উদয় হবলৈ ধৰিছে বুলি ঘোষণা কৰিলে।

তেতিয়া সৈন্যসকলক সম্বোধন কৰি বাবৰে কলে, "সৈন্যসকল, মোৰ ওপৰত আল্লাৰ কোপদৃষ্টি পৰিছিল বুলি মই তাৰ পৰাচিত কৰিলোঁ। তোমালোকৰ আগত গণকে মোৰ ভাগ্যোদয় হোৱাৰ কথা কলে। এতিয়া আমাৰ ভোগৰ দিন। দুখ দুৰ্দিনৰ দিন কাহানিবাই অতীত হল। যি দৈৱজ্ঞই মোৰ ভালৰ কথা কৈছে—আৰু মোৰ লগতে তোমালোকৰ ভালৰ কথা কৈছে, তেওঁ সাধাৰণ মানুহ নহয় ; তেওঁক সমুদয় সংসাৰে জানে। গতিকে তোমালোকে নিশ্চয় জানিবা, আমাৰ ওপৰত আল্লাৰ যি কোপ আছিল, আমাৰ যি দুৰ্ভাগ্য আছিল, সেই সকলোৰে অন্ত পৰিল। আজি আমাৰ সৌভাগ্যৰ দিন! আজিৰপৰা আমাৰ ভাল হব। আৰু এমাহৰ মূৰতে আমি পৃথিৱীৰ অধীশ্বৰ হম। ইয়াত সন্দেহ কৰিবলৈ অকণো কাৰণ নাই ; ই কোৰাণৰ বাক্যৰ নিচিনা অতীৱ সত্য! ভাবি চোৱা সেই দিন যিদিন আমি পৃথিৱীৰ সৰ্বময় কৰ্ত্তা ; তুমি আমি সকলোৰে ভাগত একোখন ৰাজ্য পৰিব! সকলোৰে একোজন ৰজা হব, সেইদিন ভাবি চোৱা! তেতিয়া তোমালোকৰ যুদ্ধলৈ ভয় কৰিবলৈ কিবা আছে নে? তোমা-লোকৰ পূৰ্বপুৰুষ যি চেঙ্গিছ খাঁ আৰু তৈমুৰলন পৃথিৱীৰ ৰজা হব পৰিছিল তেওঁলোকৰ পদাঙ্কা-নুসৰণ কৰিবলৈ কিবা ভয় আছে নে? যদি কোনো আছে, তেন্তে তোমালোক মোগল বংশধৰ নোহোৱা। পৰাক্ৰান্ত মুছলমান জাতিৰ উপযুক্ত উত্তৰাধিকাৰী নোহোৱা। তোমালোকক গৰ্ভত ধৰি তোমালোকৰ জননীবোৰ মুছলমান কুলৰপৰা, পবিত্ৰ গৰ্বিত আৰু পৰাক্ৰান্ত মুছলমান কুলৰ পৰা ভ্ৰষ্টা হল। মোগলৰ দুহিতা হৈ মোগল জন্ম দিব নোৱাৰিলে! সৈন্যসকল, বাবৰে যি লব, যি পাব, সি তোমালোকৰ নিমিত্তে ; তোমালোকে যাতে সুখে স্বচ্ছন্দে খাই লৈ থাকি পুত্ৰ-পৰিবাৰেৰে সৈতে শান্তিৰে জীৱন নিয়াব পাৰা তাৰ নিমিত্তে। বাবৰে কেৱল তোমালোকৰ

দাসৰ নিচিনা তোমালোকৰ সম্পত্তি ৰক্ষা কৰিব। তেওঁক তাকে দিয়া, বাবৰৰ এই মাত্র প্রার্থনা।"

বাবৰৰ ভাগ্যোদয়ত সকলো সেনাৰে দৃঢ় বিশ্বাস হল। আৰু তেওঁৰ উদ্দীপনাতে উদ্দীপিত হৈ সকলো সৈন্যই নতুন উৎসাহেৰে সৈতে যুদ্ধলৈ সজ্জিত হল। তেতিয়া আগৰ যিবোৰ সৈন্য পলাই গৈছিল সেইবোৰে আহি আকৌ বাবৰৰ দলত যোগ দিলে; নতুন সৈন্যৰে ভর্তি হল। এইদৰে বাবৰৰ সেনাদল পৰিপুষ্ট আৰু উৎসাহিত হোৱাত বাবৰে ৰাণা সংগ্রামৰ বিৰুদ্ধে যুদ্ধ সজ্জা কৰিলে।

বাবৰৰ সেনাবোৰে দিল্লী আৰু আগ্রাৰ মাজৰ এখন গাৱঁত ছাউনি কৰিলে। ৰাণা আৰু কুতুবৰ সৈন্যয়ো ফতেপুৰ ছিক্রিত সেনাশিবিৰ সংস্থাপিত কৰিলে। ইয়াতে উভয় পক্ষৰ যুদ্ধ আৰম্ভ আৰু শেষ হল। সেই যুদ্ধৰ মাৰাত্মক ফলৰ কথা কবলৈ আমাৰ দুখ লাগে। তাক কবৰ আমাৰ সাহ নাই।

# পঞ্চবিংশ অধ্যায়

এই যুদ্ধৰ সময়ত সংগ্ৰাম সিংহ আৰু বাবৰ দুয়ো পাৰাপক্ষত সকলোখোৰ যত্ন কৰিছিল। গতিকে চিতোৰত যিমান কৰ্মী আৰু উপযুক্ত মানুহ আছিল সকলোখোৰ যুদ্ধলৈ যাব লগীয়াত পৰিছিল। নগৰ ৰক্ষাৰ বাবে অতি অলপ সংখ্যক সেনা ৰাখি সংগ্ৰাম সিংহ যুদ্ধলৈ গৈছিল।

বৰ্তমান সময়ত যুদ্ধ-নীতিৰ বহু পৰিবৰ্তন হৈছে। এতিয়া কেতিয়াও ৰজাই যুদ্ধক্ষেত্ৰলৈ গৈ সেনা চালনা নকৰে, এনে কি প্ৰধান সেনাপতিয়েও সেই কাম নকৰাতে পৰে। গতিকে এতিয়া এখন যুদ্ধৰ জয় পৰাজয়ে ৰাজ্যৰ ভাল বেয়া একো নিৰ্ধাৰণ কৰিব নোৱাৰে। কিন্তু প্ৰাচীন কালত যুদ্ধক্ষেত্ৰলৈ ৰজা আৰু সকলো সেনাপতি গৈছিল—বেছি সংখ্যক যুদ্ধতে ৰজাই প্ৰধান সেনাপতিৰ কাম কৰিছিল। তেতিয়া এটি ফলাফলৰ ওপৰতে বহুত ভাল বেয়াৰ কথা নিৰ্ভৰ কৰিছিল। যি যুদ্ধত ৰজা হাৰিল, তাৰ ফল প্ৰায়েই বৰ সাংঘাতিক হৈ উঠিছিল। গতিকে সহজে অনুমান কৰিব পাৰি, যুদ্ধৰ ফলাফললৈ চিন্তা কৰি সংগ্ৰাম সিংহৰ প্ৰজাবোৰ, বিশেষতঃ চিতোৰবাসীবোৰ, কিমান উদ্‌গ্ৰীৱ আৰু চঞ্চল হৈছিল। তেওঁলোকৰ দৃঢ় বিশ্বাস আছিল, যে সংগ্ৰাম সিংহই এই যুদ্ধত জয়লাভ কৰিব; তথাপি নিশ্চয় মীমাংসা নোহোৱালৈকে মানুহৰ মনৰ খিতাপি নহয়। তেওঁলোকৰো হোৱা নাছিল।

বিমলা, ৰাণী আৰু অন্তঃপুৰৰ আন আন তিৰোতাসকলৰ লগতো ইয়াৰ নানাপ্ৰকাৰ কথাবাৰ্তা উঠিছে। তেওঁলোকে ঠিক কৰিছে যুদ্ধত জয় হব ঠিকেই; যদি নহয়, তেনেহলে তেতিয়া উপায়!

নানা জনে নানা উপায় দিলে; কোনোৱে কলে, তেনে অমঙ্গল চিন্তা কৰাও অন্যায়।

কিন্তু তাৰে মাজৰপৰা এজনীয়ে মাত লগালে, "বাৰু জয় নহলেই! মিৱাৰৰ বীৰ ৰমণীবোৰ তো এতিয়াও জীয়াই আছে। পুৰুষ যুদ্ধত মহাৰাণা সেনাপতি, হৰলাল সহকাৰী; স্ত্ৰী-যুদ্ধ যদি লাগতিয়াল হয় মহাৰাণী সেনাপতি, বিমলা সহকাৰী!"

এইটো যে বিমলাৰ প্ৰতি পৰিহাস বিমলাই বুজিলে; হৰলালৰ লগত বিধিমতে এতিয়াও বিয়া সমাপন হোৱা নাই, অথচ সকলো ঠিক, সেই বাবে হে তেওঁৰ সখী অন্নপূৰ্ণাই বিমলাক এই উপহাস কৰিছে। তাকে বুজি বিমলাই সাৰে সাৰে উত্তৰ দিলে, "পুৰুষ যুদ্ধত ৰামগিৰী সৈন্য, স্ত্ৰী-যুদ্ধত অন্নপূৰ্ণা।"

ৰামগিৰী অন্নপূৰ্ণাৰ হব খোজা স্বামী। তেতিয়া তিৰোতা সকলৰ ভিতৰত হাঁহিৰ এটি কোৰ্‌হাল উঠিল; মহাৰাণীয়েও তাত যোগ দিলে।

পাছে এই ৰঙ্গ-ৰস যেতিয়া শেষ হল মহাৰাণীয়ে কলে, "এই যুদ্ধটিৰ সামৰণিত মোৰ কৰিব লগীয়া তিনিটি প্ৰিয় কাম আছে।" ৰাণীয়ে মুখৰ ভিতৰতে অলপ হাঁহিলে। সকলোখোৰ ৰমণীয়ে মহাৰাণীৰ মুখৰ পিনে চালত, তেওঁ কলে, "প্ৰথম হৰলালৰ লগত বিমলাৰ প্ৰণয়-বন্ধন; দ্বিতীয় ৰামগিৰী আৰু অন্নপূৰ্ণাৰ মিলন; তৃতীয় যুদ্ধৰপৰা ঘূৰি আহা যোদ্ধাবোৰক, সন্মান দেখুৱা, আৰু যিসকল অকৰ্মা হয়, তেওঁলোকৰ পৰিয়ালৰ ভৰণ-পোষণ কৰা।"

বিমলা আৰু অন্নপূৰ্ণা লাজতে ৰঙা পৰিল ; কিন্তু সেই ৰঙাৰ ভিতৰেদি আকাঙ্ক্ষাৰ পূৰ্ণভাবে প্ৰেমোদ্দীপ্ত চলচলীয়া ছবিখানি ওলাই তেওঁলোকৰ ৰঙা মুখ দুখনিক আৰু শুৱনি কৰি তুলিলে ।

কি আচৰিত ! ৰমণীবোৰৰ সকলো সময়তে ৰমণীয়তা !

এনেবোৰ কথাবাৰ্তাৰ পাছত তেওঁলোকৰ সভা ভাগিল । বিমলা ঘৰলৈ আহিল ।

মনত এটি আশাৰ গজি উঠিব লগীয়া বীজ ৰোপণ কৰি বিমলা ঘৰলৈ আহিল ; তেওঁ আহি এটি কুঠৰীত সোমাল ; এইটি বিমলাৰ বিশ্ৰাম কুঠৰী । ইয়াত আগেয়ে কৈ অহা সুন্দৰ সুন্দৰ দৃশ্যৰ ছবি কেইখনমান আৰা আছে ; তাৰ বাহিৰেও ডাঙৰ বীৰপুৰুষৰ ছবি আৰু অস্ত্ৰ শস্ত্ৰ প্ৰভৃতি সুন্দৰ ভাবে সজোৱা আছে । তেওঁ এই কুঠৰীত সোমাই দুৱাৰ কেইখন বন্ধ কৰি দিলে । ওপৰৰ খিলিকীৰ ভিতৰেদি মাত্ৰ অলপ পোহৰ সোমাই থাকিল । বিমলাই এখন বগা বিছনাৰ ওপৰত নিজৰ শৰীৰটি একতীয়া কৈ থাখি, গালটি বাওঁকাষলতিত লৈ, মূৰটি বাওঁ হাতৰ তলুৱাত থৈ, আৰু সোঁ হাতৰ তৰ্জনী আঙুলিটি কামুৰি ধৰি মনে মনে ভাবিলে ; ভাবিলে ইমান দিন মনত পুহি ৰাখা আশাৰ কথা ; ইমান দিনৰপৰা যি ফুলৰ সুবাসেৰে মন ভুলাই ৰাখিব খুজিছিল, ইমান দিনৰপৰা যি ৰসত নিমগন হৈ তাহি যাব খুজিছিল, সেই ফুল ফুলোঁ ফুলোঁ প্ৰায়, সেই ৰস সন্নিকটবৰ্তী প্ৰায় ! তেতিয়া তেওঁৰ কিমান সুখ ! কিমান আনন্দ ! বিমলাৰ ভাবনা শক্তিয়ে থমক খালে ; তেওঁৰ বুকু আনন্দত কঁপি উঠিল , মন আকুল আনন্দোদ্বেগোচ্ছ্বাসত বুৰি গল ।

এই অৱস্থাত তেওঁ কিছুমান সময় থকাত বান্দী এজনীয়ে খবৰ দি গল, যে গিৰিধৰে আহি তেওঁলৈ বাট চাই আছে । আন সময়ত বিমলাই গিৰিধৰৰ নাম শুনিয়েই বহি থাকিলহেঁতেন ; কিন্তু তেওঁ ভাবিলে, নিশ্চয় যুদ্ধত জয়লাভ হৈছে ; মহাৰাণা সসৈন্যে বিজয়ী হৈ দিল্লীলৈ যাত্ৰা কৰিছে ; গিৰিধৰে বিমলাক সন্তুষ্ট কৰিবৰ অৰ্থেই তেওঁৰ ওচৰলৈ আগেয়ে আহিছে । বিমলাৰ মন আনন্দ আৰু উৎকণ্ঠাত ভৰি-পূৰি উঠিল । তেওঁ লৰি গিৰিধৰৰ লগত সাক্ষাৎ কৰিবলৈ আহিলে ।

ইমান তুৰন্তে আহা দেখি গিৰিধৰৰ আগৰ বিশ্বাসটি অতি দৃঢ় হল ; তেওঁ নিশ্চয় ভাবিলে, বিমলাই তেওঁকেহে ভাল পায় ।

বিমলা আহি পায়েই আথেবেথে সুধিলে, "যুদ্ধৰ কি সংবাদ, গিৰিধৰ ?"

গিৰিধৰে ভাবিলে, যদি বিমলাক হৰলালৰ পতন হোৱা বুলি কওঁ তেন্তে তেওঁ বৰ সন্তোষ পাব ।

গিৰিধৰে কলে, "ভালো বেয়াও । দুয়োটি একেলগে মিহলি হৈ থাকে বিমলা ! মহাৰাণা পৰাস্ত হল সঁচা ; কিন্তু আমাৰ মিলন সুগম হৈ উঠিল ; হৰলালৰ যুদ্ধত পতন হৈছে ।"

বিমলাৰ মূৰত একেলগে যেন শত সহস্ৰ বজ্ৰ পতন হল ; গোটেই পৃথিবী আকাশ আৰু জ্যোতিষমণ্ডলে লৈতে খণ্ডবিখণ্ডিত চূৰ্ণবিচূৰ্ণিত হৈ মহাশব্দেৰে ঘৰ ঘৰাই উঠিল । বিমলাই গিৰিধৰক আকৌ সুধিলে,—"ঠিককৈ কোৱা, গিৰিধৰ ! হৰলালৰ খবৰ কি ?"

গিৰিধৰে একো ভত নোপাওঁতেই কৈ পেলালে, "হৰলালে সামান্য আঘাতহে পাইছে।"

বিমলা সন্তুষ্ট হল ; আকৌ ঘূৰাই সুধিলে, "যুদ্ধৰ খবৰ কি ? মহাৰাণা কত ?"

গিৰিধৰে বিস্ময়াপন্ন চকুৰে চাই কলে, "মহাৰাণা সসৈন্যে ফিৰি আহিছে।"

বিমলা -"কিন্তু তুমি আগেয়ে নগৰত সোমালা কেনেকৈ ? মহাৰাণা বা তেওঁৰ প্ৰতিনিধি নোহোৱাকৈ যে যুদ্ধৰপৰা ফিৰি অহা সৈন্যই নগৰ প্ৰবেশ কৰিলে প্ৰাণ-দণ্ডৰ আদেশ আছে ?"

গিৰিধৰ থাকিলে কি হব, বিমলা ! গিৰিধৰ যেই-সেই নহয়। প্ৰহৰীৰ মূৰ ছিঙি আহিছোঁ।

বিমলা— এনে কুকাম কিয় কৰিলা ?

গিৰিধৰ—কি কুকাম কৰিলোঁ, বিমলা ? যি কৰিছোঁ সকলো তোমাৰ নিমিত্তে। মহাৰাণাই যুদ্ধ শেষ হোৱা মাত্ৰকতে তোমাক হৰলালৰ হাতত দিব খুজিছে, সেই কাৰণেই। তোমাৰ নিমিত্তে কি কৰিব নোৱাৰোঁ, বিমলা ? তোমাৰ ভালৰ নিমিত্তে মই এতিয়াই মৰিব পাৰোঁ।

খঙত অপমানত ঘৃণাত বিমলা উত্তেজিত হৈ উঠিল আৰু বহি থকা গিৰিধৰৰ মূৰতলাথি এটা মাৰি বিমলাই কবলৈ ধৰিলে, "ৰাজপুত হৈ এনে কথা কবলৈ লাজ নালাগিল নে ? কুলাঙ্গাৰ। তিৰোতা এজনীৰ নিমিত্তে ৰাজ্যৰ নিয়ম লঙ্ঘন কৰিলি, মহাৰাণাৰ আদেশৰ বিৰুদ্ধ আচৰণ কৰিলি ! নাজান নে যে ৰাজপুতবালা কি ! নাজান নে ৰাজপুত তিৰোতাই তোৰ নিচিনা কুলাঙ্গাৰ কাপুৰুষক ভৰিৰে স্পৰ্শ কৰিবলৈকো ঘিণ কৰে ! তই ৰাজপুত কুলত জনমি এই মহাকুলৰ কলঙ্ক হলি ! বীৰ্য্যবান্ ৰাজপুতৰ ঘৃণিত কুকুৰতকৈয়ো তই হেয়।" এই কথা কৈয়ে বিমলা বেগেৰে সৈতে অন্তঃপুৰলৈ গল।

ইমান সময়ত ৰাণীৰ ওচৰলৈ খবৰ আহিছে যে গিৰিধৰৰ লগত কিছুমান সেনা আহি নগৰ ৰক্ষকক কাটি পেলালে। চাৰিও পিনে আচৰিত ৰকমৰ ভয় ! সকলো বজ্ৰাহতৰ নিচিনা। এনেতে বিমলা সেইখিনি পালেহি। তেওঁ শুনিয়েই কলে, "মহাৰাণী ! মিৱাৰত এতিয়াও বীৰ ৰমণী আছে। আদেশ দিয়ক—আমি নগৰ ৰক্ষা কৰিম।"

ৰাণীয়ে তাকে কৰিলে। বিমলা আৰু অন্তঃপুৰৰ আন এশ ৰমণীয়ে সৈন্যৰ পৰিচ্ছদ ধাৰণ কৰিলে—কঁকালত পেটি বান্ধিলে, পেটিত তলোৱাৰ আঁৰিলে। হাতত কাৰো ধনু শৰ, কাৰো বন্দুক। সুসজ্জিত শতাধিক ঘোঁৰাত উঠি বীৰ ৰমণী বীৰৰ নিচিনাকৈ নগৰ ৰক্ষা কৰিবলৈ ওলাই আহিল।

নগৰৰক্ষক সেনা সকলোৰে মহাৰাণীৰ আদেশ অপেক্ষা কৰি আছিল ; যেতিয়া বিমলাক আগত লৈ শত ৰমণীসেনা ভৈৰৱী মূৰ্তি ধৰি তেওঁলোকৰ আগত ওলাল, তেতিয়া সৈন্যবোৰে "হৰ হৰ বম্ বম্" "জয় মহাৰাণা কী জয়" শব্দেৰে গগন ভেদিলে। সকলোৰে মনত সাহ দ্বিগুণিত হল ; স্বাধীনতা ৰক্ষাৰ তেজে সকলোকে মহোৎসাহেৰে উৎসাহিত কৰিলে।

এনেতে পৰাজিত ৰাণা সংগ্ৰাম সিংহ সসৈন্যে মিৱাৰ পালেহি। নগৰ ৰক্ষাত নিযুক্ত

বমণী সেনা দেখি তেওঁ আচবিত হল। তেতিয়াই বিমলা ওলাই আহি মহাবাণাব আগত থিয় হল।

বাণাই বিমলাক দেখি কলে, "জানিছোঁ, বিমলা! ই তোমাবেই কাম। কিন্তু আৰু কি হব! সেই বিজয়ী বাবব সসৈন্যে মিবাব আক্রমণব অর্থে আহিছে, এতিয়াই পুণ্যভূমি মিবাব আক এবাব পৰাধীন হব। গোহ আক বাপ্পাবাৱে যি সিংহাসন স্থাপন কৰিছিল, হামিবে যি সিংহাসনক যবনব কব-কবলবপৰা উদ্ধাব কবিছিল, কাপুকষ সংগ্রামব তাক বক্ষা কবিবলৈ সমর্থ নহল! এতিয়া আক কি হব বিমলা! বব আশা আছিল, হবলালব কাবত তোমাক থাপি বহুদিনব আশা এটি পূব কবিম; বিধিয়ে তাক নিদিলে।"

বিমলাই ভাবিলে হবলালে হয়তো স্বাধীনতা আক পূর্ব গৌববব নিমিত্তে ইহ-সংসাবৰপৰা বিদায় লৈছে। নিবাশাই তেওঁব সেই সাহ আক উদ্দীপনা আকৌ বেছিকৈ তুলিলে; তেওঁ জীৱন-মবণক সমান দেখিলে।

বিমলাই কলে, "মহাবাণা! এই জীৱনত যদি পূর্ব উদাহবণব অনুসবণ কবিব নোৱাবিলোঁ, পদ্মিনীব নিচিনা স্বদেশ আক স্বজাতিব নিমিত্তে প্রাণ দিব নোৱাবিলোঁ, তেন্তে বাজপুত কুলত জনম লভা মিছা! আপুনি বাজপুতব বজা, বাজপুতব উপদেষ্টা, বাজপুতব গুক; আপোনাব মুখত এনে কথা শোভা নাপায়। আশীর্বাদ কবক দাসীয়ে যেন জীৱনত অলপমানো কর্তব্য কবিব পাবে। যবন আহিছে—আহক; যিমান সময় এজন মাত্র বাজপুতব শবীবত এটোপা বক্ত থাকে, তেতিয়ালৈকে মিবাবত যবনব প্রবেশ নাই।"

এনেতে আঘাতত ম্রিয়মাণ হবলাল আহি মহাবাণাব আগত উপস্থিত হল। হবলালক আগত দেখি বিমলাব আনন্দ আক দুগুণ সাহ হল। ইয়াব ভিতবতো আনন্দ আক লাজব বাগ মিহলি হৈ তৎক্ষণাৎ বতাহত লবি যোৱা মেঘব নিচিনা বিমলাব গালব ওপবেদি বক্তাভা লবি গল; সি বজা বা হবলালব লক্ষ্যত নপবিল; আন কি বিমলায়ো গম নাপালে।

হবলালে বাণাব আগত থিয় হৈয়েই ভৈবৱী ৰূপিণী বিমলাক দেখিলে; আক তেনেকুৱা শত বমণী দেখি তেওঁব সেই দুর্বল অৱস্থাতো তেজ নাচি উঠিল; তেওঁব শৌর্য্য, বীর্য্য আকৌ আগব দবে নাচি উঠিল। আন একো কথা নোকোৱাকৈ হবলালে হাত-যোব কবি মহাবাণাক কলে, "মহাবাণা, প্রায় বিপক্ষ আহে আহে! আমি নগব বক্ষা কবিম; আপুনি বাণী আক কুমাব কুমাবী সকলোবে সৈতে নিবাপদ ঠাইলৈ গৈ বিশ্রাম লভক।"

আপোনা-আপুনি সংগ্রাম সিংহব মুখত হাঁহিব বেখা এটি ফুটি উঠিল। তেওঁ কলে, "বেছ্, কলা হবলাল! আঘাতত ক্লশ, উঠিবলৈ সামর্থ নোহোৱা, তুমি ইয়াত থাকি যুদ্ধ কবিবা, এই কোমল কামিনীবোবে কোমল হাতেবে খড়্গ ধবি যুদ্ধ কবিব, বণশ্রান্ত সেই সেনাসকল যুদ্ধত মত্ত হব, আক মিবাবব মহাবাণা সংগ্রাম সিংহই লবা-তিবোতাবে সৈতে নিবাপদ ঠাইত বিশ্রাম লৈ থাকিব! ই অসম্ভব কথা, হবলাল! যদি স্বাধীনতাব বাবে জীৱন উৎসর্গ দিব লাগে, যদি প্রাচীন আক পূর্বপুকষব প্রতিষ্ঠিত গৌবব বক্ষাব অর্থে জীৱন বলি দিব লাগে, তেন্তে মিবাবব মহাবাণা এই সংগ্রাম সিংহ কাপুকষব

মিচিনাইক পলাই থাকিব কিয় ? পৰাজিত হল বুলি, কাপুৰুষৰ দৰে সকলো এৰি দিবলৈ কোৱা ? মোৰা মিৱাৰৰ আবালবৃদ্ধবনিতা, কুমাৰ কুমাৰী, ৰাণী আদি কৰি সকলোকে লৈ আহা, সকলোৱে দেখাদেখি কৰি স্বাধীনতা আৰু স্বগৌৰবৰ নিমিত্তে তৃণবৎ প্ৰাণ উৎসৰ্গ দিওঁ। পৃথিৱীয়ে আৰু এবাৰ দেখক ৰাজপুতে স্বাধীনতা কেনে ভাল পায়! গোটেই জগতে চাওক আৰু ৰাজপুতে স্বাধীনতাৰ কিমান আদৰ জানে তাক দেখি স্তব্ধ হওক ?"

দুৰ্জ্জনলাল নিমাত হল।

বিমলাই কলে, "মহাৰাজ! আপোনাৰ জীৱন বহুমূলীয়া ; আপুনি জীয়াই থাকিলে, মিৱাৰ জীয়াই থাকিব, আৰু এদিন মিৱাৰ স্বা-না হোৱাৰ আশা থাকিব, কিন্তু আমি থাকা নথকা সমান কথা! যদি পাৰোঁ জয় লাভেই কৰিলোঁ ; নহলে, এই ক্ষেত্ৰত প্ৰাণ দি আপোনাৰ পাৰোঁ যদি সহায় হওঁ। আপুনি দেশৰ প্ৰতি, ৰাজপুতৰ প্ৰতি নিজৰ এনে মূল্যবান্ জীৱন বলি দি কি লাভ কৰিব ?"

সংগ্ৰাম সিংহই এইবাৰ কলে, "কাপুৰুষ সংগ্ৰাম সিংহৰ এনে ভৎসনাই উপযুক্ত। যি ইমান সৈন্যসামন্তৰে সৈতে ভিখাৰীৰ মিচিনাকৈ কালি যি মোৰ ওচৰত উপস্থিত হৈছিল তাক খেদিব নোৱাৰিলে, সি কাপুৰুষে এনে ভৎসনা খাবই লাগে।"

বিমলা বৰ দুৰ্ঘট অৱস্থাত পৰিল। মহাৰাণাৰ ভৰিত দীঘল হৈ পৰি কলে, "মহাৰাণা! আপোনাক ভৎসনা কৰে, এই দাসীৰ কি সাধ্য ? আপুনি অনুমতি দিছে বুলি দুই আষাৰ কথা কৈছোঁ। যদি দোষ হৈ থাকে, আপুনি নিজগুণে মাৰ্জ্জনা নকৰিলে উপায় নাই।"

ৰাণাই হাতত ধৰি বিমলাক তুলি কলে, "বিমলা, তুমি ৰাজপুত কুলৰ লক্ষ্মী! তোমাৰ কি দোষ হব পাৰে।"

বিমলাই সেই কালে যেন কাণকে নকৰি কলে, "কিন্তু মহাৰাজ! আপুনি ৰণশ্ৰান্ত, শত্ৰু আহেমানে আপুনি ৰাজধানীত বিশ্ৰাম লওক। আপোনাৰ আশ্ৰিত দৌলতৰ ঘৈণীয়েক জলজান আৰু তেওঁৰ লৰা-ছোৱালী দুজন অনাথ ; সিহঁতৰ বন্দবস্ত কৰক। পিছত আমি সকলো ঠিক কৰিম ; সকলো সুবন্দবস্ত কৰিম। আপোনাৰ আশীৰ্বাদ শিৰত থাওক, আৰু যদি পৰমেশ্বৰৰ দয়া থাকে, যিমান সময় এজন মাত্ৰ ৰাজপুতৰ গাত এটোপা মাত্ৰ শোণিত থাকে, তেতিয়ালৈকে এজন যৱনৰ এটি আঙুলিৰেও মিৱাৰৰ সীমাৰ ভিতৰত সোমাব নোৱাৰে। যদি দাসীৰ এই প্ৰাৰ্থনা পূৰ নকৰে, তেন্তে আপুনি আমাৰ শক্তিত অবিশ্বাস কৰে বুলি ভাবিম।"

ৰাণাই জলজানৰ কথা, আৰু অনাথ লৰা-ছোৱালী দুজনৰো কথা ভাবি চালে ; আৰু তেওঁ বিমলাৰ কথাত সন্মত হল ; অলপ সময়ৰ নিমিত্তে বিশ্ৰাম লবলৈ মন মেলিলে। কিন্তু দুৰ্জ্জনলাল নিতান্ত দুৰ্বল। দুৰ্জ্জনলালকো তেওঁ লগতে লৈ যাবলৈ ইচ্ছা কৰিলে।

বিমলাই কলে, "তেৱেঁ থাওক। মই দাসী কৈছোঁ, যেতিয়ালৈকে এই অবোলাৰ বিমলাৰ শৰীৰত থাকে তেতিয়ালৈকে মিৱাৰত যৱনৰ প্ৰৱেশ অসম্ভৱ।"

দুৰ্জ্জনলালে "অলপ পাছত যাম" বুলি ৰাণাক পঠিয়াই দিলে।

ৰাণা আঁতৰ হওঁতে হৰলালে বিমলাক কলে, "বিমলা, যি প্ৰেমৰ জৰিত বান্ধ খাব খুজি আশা কৰিছিলোঁ, যেনেকৈ তোমাক হৃদয়ত বান্ধিবলৈ আশা কৰিছিলোঁ, বিধিৰ বিধানত সি নাই। আমি শেষ দিনত ছুয়ো যেখাদেখি কৈ স্বাধীনতাৰ নিমিত্তে প্ৰাণ দিব খুজিছোঁ; যাতে অনন্তধামত আমাৰ এই প্ৰণয় অনন্ত প্ৰণয়ত পৰিণত হয়। তাত তুমি বাধা হব খুজিছা কিয় ?"

বিমলাৰ চকুৰপৰা এটোপা নীৰৱ চকু-লো পৰিল; বিমলাই নীৰৱে তাক মচি পেলালে। বিমলাই কলে "তুমি বৰ দুৰ্বল।"

হৰলালে আকৌ কলে, "বিমলা, ই তোমাৰ ক্ষত্ৰ ৰমণীৰ কথা নহয়। তুমি বীৰৰ জীয়াৰী, তোমাৰ জাতি বীৰ, আৰু তুমি বীৰৰ প্ৰণয়িনী, তুমি মোক শেষ মুহূৰ্ত্তত বল দিলে, আচল ক্ষত্ৰ ৰমণীৰ নিচিনা, আচল ৰাজপুত বীৰ ৰমণীৰ নিচিনা, তুমি মোক ধৰ্ম-সম্পাদনত সহায় নকৰিলে কোনে কৰিব ? ভাবি চোৱাচোন, পাণ্ডৱৰ অশ্বমেধ যজ্ঞৰ অশ্ব ৰক্ষা কৰিবলৈ যাওঁতে বৃষকেতুৰ বৈণীয়েকে তেওঁক কি কৈছিল, কি দৰে সজাই পঠাইছিল। ৰাণা সমৰসিংহৰ কৰ্ম্মদেৱী, আৰু পৃথিৰাজৰ সংযুক্তাই কি দৰে নিজ হাতেৰে সমৰ সাজত সজাই যৱনৰ বিৰুদ্ধে যুদ্ধলৈ পঠিয়ালে ! তুমি যদি সেই বীৰ-ৰমণীৰ নিচিনা আচৰণ কৰিব নোৱাৰিলা, তোমাৰ স্বামীক সেইদৰে বীৰত্বৰ আদৰ্শ কৰিব নোৱাৰিলা, তেন্তে তোমাৰ কি সুখ ! তেওঁলোকৰ, সেই পবিত্ৰ ৰমণী সকলৰ, কীৰ্ত্তিকাহিনীয়ে যদি তোমাক উদ্দীপিত কৰিব নোৱাৰে, তেন্তে তোমাৰ কি সুখ ! জীৱন ইয়াৰ তুলনাত তুচ্ছ নহয় নে ?"

বিমলাই একো নামাতিলে। গৰ্বত, আনন্দত, উৎসাহত আৰু বীৰ্য্যত তেওঁ স্ফীত হৈ উঠিল; গৰ্বময় সুখৰ কিৰণেৰে তেওঁৰ মুখ উদ্ভাসিত হৈ উঠিল।

তেতিয়া হৰলালে নতুন উৎসাহেৰে সৈন্য শ্ৰেণীবদ্ধ কৰিলে। বিমলা আৰু আন আন ৰমণীবোৰেও সকলোৰে লগত উপযুক্ত মতে শ্ৰেণীবদ্ধ হল। সকলোৰে অন্তাহত হৰলাল আৰু ৰমণীবোৰৰ বীৰ্য্য দেখি গৰ্জি উঠিল; খিউ পালে যুমাও যুমাও জুইৰ নিচিনা সকলোৰে বীৰত্ব প্ৰখৰ হই জ্বলি উঠিল।

বাবৰ সসৈন্যে আহি পালে; তেওঁৰ লগত যুদ্ধ হল। ৰাজপুতৰ লগত, মুতসৰু আৰু নিৰাশ ৰাজপুতৰ লগত, বাবৰৰ যি যুদ্ধ হৈছিল তাক হাজাৰ কাপেও বৰ্ণাব নোৱাৰে।

সেই যুদ্ধৰ মাজতে বিমলাই গিৰিধৰকো দেখিলে; গিৰিধৰে বিমলাক দেখি কৈ উঠিল, "গিৰিধৰো মৰিব জানে, বিমলা।"

সেই যুদ্ধত জয় পৰাজয় কাৰো নহল। সৈন্যবল কম থকা সত্ত্বেও হৰলালৰ সাহস আৰু দক্ষতাত ৰাজপুত পৰাস্ত নহল। কিন্তু ৰাজপুতৰ বীৰ্য্যৰ সাৰ হৰলাল আৰু তেওঁৰ সঙ্গিনী বিমলাই এই যুদ্ধত ইহ-সংসাৰ পৰিত্যাগ কৰি অনন্ত ধামত অনন্ত প্ৰেমসুখ লভিলে।

# ষড়বিংশ অধ্যায়

নদীৰ পাৰৰ এডোখৰ মুকলি ঠাই। চাৰিওপিনে গছ গছনি আছে; বন নহয়; উপবনো নহয়। সাধাৰণতে বন তেনে পৰিষ্কাৰ আৰু উপবন তেনে আনন্দশূন্য নহয়। ইয়াত এজুপি গছ, তাত এজুপি গছ। মাজে মাজে বেতনিৰ জোপা; মাজে মাজে ঢেঁকীয়া বা আন বনৰ ছোপ। কোনো কোনো ঠাইত একোটি সুন্দৰ সুন্দৰ মঠ বা স্মৃতি-চিহ্ন; চাৰিও পিনে গছ বা বনৰ ছোপ; ওচৰখিনি পৰিষ্কাৰ; সেইবোৰত স্মৃতি-কবিতা লিখা।

ইয়াত ভীতি বা হৰ্ষৰ খেলা নাই; আহিলেই বিষাদযুক্ত পবিত্ৰতাৰ ভাবে আহি মন আবৰি পেলায়। এই ভাব সুখ নহয়; দুখো নহয়; পবিত্ৰ আৰু কি এটি আচৰিত ভাবৰ উদ্দীপক।

এইখন-শ্মশান। ইয়াত মিৰাবৰ ৰজা আৰু ডাণ্ডৰ চৰ্দাৰৰ সৎকাৰ্য্য কাৰ্য্য হয়। ইয়াত কিমান মহাৰাজাৰ ভস্মাৱশেষ আছে! কিমান বীৰপুৰুষৰ পাৰ্থিৱ দেহাৰ অৱশেষ আছে! ইয়াত কি যেন কি এটি অজ্ঞাত ভাৱে হৃদয়ত কি এটি দুখ সানা সুখ, অজ্ঞাত আত্মপ্ৰসাদ আনি দিয়ে তাক ভাষাৰে বৰ্ণাব নোৱাৰি। ইয়াত ৰজা মহাৰাজা বীৰপুৰুষ আদিৰ আত্মাই সততে গাইছে যেন সংসাৰৰ ক্ষণস্থায়িত্ব, সততে কৈছে যেন সংসাৰৰ মোহৰ প্ৰবঞ্চনা! সদাই যেন দৰ্শনৰ সুখময় সত্য! সদাই যেন পৰমেশ্বৰৰ সদানন্দ গীতে পাৰ্থিৱ পদাৰ্থৰ ভিতৰৰপৰা তুলি অনন্ত চৈতন্যময় আত্মাক গম্ভীৰ পবিত্ৰতা আৰু বিষাদযুক্ত আনন্দৰ অনন্ত ধামলৈ তুলি নিয়ে।

ওপৰত অসীম আকাশৰ নীলবৰণে মেঘৰ ধোৱঁা বৰণেৰে ৰঞ্জিত হৈ আনন্দত বিষাদৰ আৰু পবিত্ৰতাত গম্ভীৰ মূৰ্তি ধৰিছে! তলত কুলুবাহিনী তটিনী বিষাদপূৰ্ণ আনন্দগীতি মৃদুমন্দে গাই গাই প্ৰবাহিত হৈছে। বনৰ ওপৰত বিষাদ ছায়াৰ লগত আনন্দ যেন মিহলি!

এই শ্মশানলৈ বহুত মানুহে দুটি শৱ লৈ আহিল। লাহে লাহে সেই শৱদুটি চিতাৰ ওপৰত তুলি দিলে। লগৰ মানুহবোৰে "হৰিবোল" দিলে। পুৰোহিত বামুণে চন্দন কাঠত ঘিউ সানি জুই একুৰা লৈ মন্ত্ৰ মাতি মাতি সেই চিতাৰ চাৰিওপিনে সাত বাৰ ঘূৰালে। যেন আনন্দ-বিষাদ-পবিত্ৰতা আৰু গাম্ভীৰ্য মিহলি হৈ সমস্বৰে সেই গীত— সেই আত্মাৰ গীত— ধৰিলে। চাৰিওপিনৰপৰা মানুহবোৰে পশুপক্ষীয়ে যেন বিষাদৰ আনন্দ-গীতৰ সুৰ দিলে। পুৰোহিতে দুয়োবো মুখত মুখাগ্নি কৰিলত চিতাত জুই দিয়া হল। নানাপ্ৰকাৰ সুগন্ধি তেল আদিৰ লগত জুই জ্বালি দিয়া হল। অলপ সময়ৰ ভিতৰতে সেই দুই শৰীৰ পাৱকৰ পবিত্ৰতাত মিহলি হৈ গল — নাড়ি-ভুৰি সোপা যেন জড় পৃথিবীৰ জড় জীৱন চিন থাকি গল।

বীৰ হৰলাল আৰু বীৰৰমণী সতী বিমলাৰ পাৰ্থিব শৰীৰ, আত্মাৰ ভঙা পিঞ্জৰ, জুয়ে পুৰি নিঃশেষ কৰিলে, মাটিৰ শৰীৰ মাটিত মিহলি হল!

বীৰ হৰলাল, আৰু সতী বিমলা, আজি পৃথিবীত তোমালোকৰ লীলাৰ অন্ত পৰিল, মানৱ ভূমিৰপৰা তোমালোকৰ পবিত্ৰ শৰীৰ অন্তৰ্ধান হল। কিন্তু আজি তোমালোকে পৃথিবীত যি বীৰ্য আৰু সতীত্বৰ অনন্ত উদাহৰণ ৰাখি গলা তোমালোকৰ সেই লীলা অনন্তকাল জীয়াই থাকিব, আৰু সেই আত্মাই চিৰকাল তোমালোকৰ পবিত্ৰতা মনত জগাই দিব। পৃথিবীত তোমালোকে সুখ ভোগ কৰিব নোৱাৰিলা, ইয়াত তোমালোকৰ শান্তিৰ মিলন নহল, কিন্তু সেই অনন্ত প্ৰেমময় আৰু অনন্ত সৌন্দৰ্যশালীৰ ওচৰত চিৰদিন তোমালোকৰ মিলন, সেই অনন্ত অমৃতময়ৰ ওচৰত অনন্ত কাল তোমালোকৰ আনন্দ, অনন্ত কাল তোমালোকৰ অনন্ত সুখ, অনন্ত অমৃত।

# পৰীক্ষা।

শ্ৰীৰূপচন্দ্ৰ ভাগৱতীৰ দ্বাৰা
ৰচিত।



দ্বিতীয় সংস্কৰণ

পুহ, ১৩৪৭ চন।

মূল্য ।৶০ ছঅনা মাত্ৰ।

# পাতনি

এই সৰু পুথিখন লেখিবৰ বহুদিন হ'ল। আৰু যেতিয়া লেখা হয়, তেতিয়া সংশোধন বা উৎসাহৰ অৰ্থে ইয়াক গণ্যমান্য দুজন মানৱ হাতত দিয়া হয়; কিন্তু ই কাৰো পৰা অলপো উৎসাহ বা উৎকৰ্ষ পোৱা নাই।

পুথি ভাল বেয়া বা ছপা কৰাৰ উপযুক্ত-অনুপযুক্ত তাক আমি বিচাৰ কৰিব নোৱাৰোঁ; নিজৰ কাজ নিজৰ চকুত ভাল লাগে; নিজৰ ল'ৰাটিৰ কুৰূপো আমৰ ল'ৰাৰ সৌন্দৰ্য্যতকৈ বেছি মধুৰ। আমিও যে সেই মোহত মুগ্ধ হোৱা নাই তাক ভাটি কৰ নোৱাৰোঁ। তেন্তে, দোষ-গুণ, ভাল-বেয়া সকলো গ্ৰন্থকাৰৰ; ইয়াক আন কোনোৱে অলপো ভাল বা বেয়া কৰিব পৰা নাই। গ্ৰন্থকাৰৰ বিশেষ বন্ধু দুইজন মানত বাদে ইয়াক কোনোৱে ভাল বোলা নাই বা প্ৰকাশ কৰা যুক্তিসঙ্গত বুলি কোৱা নাই। এওঁলোকৰ কথামতেই ইয়াক ছপা কৰা হ'ল। তেওঁলোকেয়ো যে বন্ধুতাৰ খাটিৰত হে ভাল বুলিছে, বা ছপা কৰিব খোজাত বাধা দিয়া নাই—ইও অসম্ভৱ নহয়। যি হ'ক, সাধাৰণে যেনে বুজে ইয়াক তেনেকই বিচাৰ কৰিব, গ্ৰন্থকাৰ তাত উদাসীন। ইতি। ২০ পুহ, ১৩১৫ চন।

গ্ৰন্থকাৰ

মোৰ

পিতৃ আৰু মাতৃ দেৱতাৰ

শ্ৰীশ্ৰীচৰণকমলত

উৎসৰ্গিত।

—গ্ৰন্থকাৰ

# পৰীক্ষা

## প্ৰথম দৃশ্য

মদন আৰু বসন্তৰ প্ৰবেশ।

মদন।— ই বৰ অসহ্য সখি!

বসন্ত।— নকবা! নকবা!
গলিত-পলিত-কেশ বৃদ্ধৰ ই গৰ্ব
কোনেবা সহিব? তাতে, সখি! সংসাৰৰ
অনন্ত যৌৱন, বিশ্বে অনন্ত আনন্দ,
তাৰো আগে এনে অহঙ্কাৰ। নিশ্চয়
নোৱাৰি সখি! নোৱাৰি সহিব।

মদন।— বন্ধু হে!
মোৰ এই পঞ্চশৰ কুসুম-নিৰ্মাণ
একে নিমিষতে ব্যস্ত কৰে বিশ্বৰাজ্য।
তাকো অৱহেলে বৃদ্ধে উপেক্ষিলে!—
চোৱা বন্ধু! তোমাৰ অসীম শোভা,
মোৰ ফুলবাণ—তাকে দিহে অনায়াসে
হৰৰ কঠোৰ যোগ—তাৰ এনে অপমান!
এই ফুল-ধনু লই, জুৰি ফুল-বাণ,
আকৰ্ণ বিস্তাৰি কৰোঁ যেতিয়া সন্ধান,
তিষ্ঠে তাৰ আগে কোন হেন ভূতলত?
সেই কুসুমৰ ধনু, কুসুমৰ বাণে,
সুকুমাৰ কুসুম-সন্ধানে, যুৱতীৰ
মনোমোহা সাজে চাৰু সজায় সুচাৰু,
মৃদু সাজে আনন্দতে যুৱকক প্ৰায়;
অতুল আনন্দে আনন্দৰ অজ্ঞানতা[১].

১. "Sweet madness" (Comus)
মূল পাঠ—And in sweet madness rebel it of itself,"

ধরি আলিঙ্গন, অজ্ঞান আনন্দে[1] মজে ;
কাঁপে হিয়া দুরু দুরু ; ইন্দ্রিয় অবশ।
আনন্দ-বিজুলী-যোগে কি যে এক তারে,
কি যে এক স্পর্শে, সর্বাঙ্গ অচল করে[2]
জ্ঞান-কর্মেন্দ্রিয়ে। অজ্ঞাত অবর্ণ্য এক
স্বর্গের রাজ্যত, অজ্ঞাত অবর্ণ এক
ভাব-মোহে করে আবরণ। তাতে, সখি!
অতুল সম্পদ তব, অনন্ত যৌবন—
প্রফুল্ল কুসুম শোভা, পিককুহুতান,
ভ্রমর গুঞ্জন, মলয়ার আলিঙ্গনে
সুমধুর মৃদুমন্দ লতিকা-নর্তন—
স্বর্গের অপার সুখ তবে[3] উপস্থিত—
পারিজাত পরিমল, শীতল সমীর,
নন্দন-কানন-শোভা, গীত অপ্সরীর,
মন্দাকিনী-কলুধ্বনি, স্বর্গীয় কিরণ—
স্বর্গের সম্পদে সাজি নৈবেদ্য বেভিয়া
নিবেদ্য যতনে, সখি! কেনে উপেক্ষিব
তাক? কার সেই মন, কার সেই ধৃতি?
কিন্তু, সখি! বৃদ্ধ এই, জীর্ণ দেহ, শীর্ণ কেশ,
অস্থিমাত্র লই, তাকো করিছে অবজ্ঞা!
বসন্ত-মদন, সংসারের সুখ-সার,
সংসারের শোভা, সংসারের অতুল বিভব,
তার প্রতি সংসারের সামান্য জ্ঞানের
এনে কটু অপমান, এনেছে অবজ্ঞা!
অসহ্য, অসহ্য, সখি! অসহ্য নিশ্চয়!

বসন্ত।— কিবা, সখি! বানরের মণিময় হার—
মণিদলে অবহেলে ই নির্বোধ কোন,
কিবা জানে মহামূল্য মণির মহিমা?
কিন্তু অজ্ঞান বানর,
সি কিবা বুঝিব, সখি! মণির আদর?

---

১. Joy which makes one insensible to the world outside.

২. Stupifies the জ্ঞানেন্দ্রিয় & the কর্মেন্দ্রিয় with their king— the mind.

৩. Present themselves in all their splendour.

মদন।— সঁচা কথা। কিন্তু অতুল সম্পদশালী
গৰাকীয়ে যদি, আদৰে পিন্ধায় হাৰ
নিৰবোধ আদৰৰ বানৰৰ গলে ;
সুবুদ্ধি হাৰৰ মূল, বানৰে বুজিব,
নিজৰ অজ্ঞতা-দোষে, অজ্ঞান হাতেৰে,
ছিপিতাগি হাৰাবলী কৰে চুৰমাৰ ,
থাকে কিবা হাৰ হাৰৰ নিচিনা ?
হাৰৰ-বঞ্চিত-অংশে লোটায় ধৰণী,
কাঁদে অপমান অভিমান অসম্মানে।
অজ্ঞানতাকৃত, সখি ! দুষ্কৃতিৰ ফল
নাযায় খণ্ডন। যি দুষ্কৃতি সেয়ে পাপ।
অজ্ঞানতাকৃত বুলি নাপায় নিষ্কৃতি।
বসন্ত।—ঠিক কথা ! কিন্তু এই—এই—আছে বৃদ্ধ !
মদন।—আছে বৃদ্ধ ! ঠিক কথা !
নাজানো কিয়বা ইমান হিংসাৰ ভাৱ ,
ইমান অৱজ্ঞা, পাছতেহে ভবি পৰে ,
আগত কিয়বা আমি নোৱাৰোঁ মাতিব !
আগত দেখিলে যেন কঁপি উঠে হিয়া,
অজানা[1] কি এটি ভয়ে, মোহে গ্ৰাস কৰে।

( জ্ঞানৰ প্ৰবেশ )।

মদন আৰু বসন্ত।— প্ৰণাম কৰিছোঁ, দেৱ !
জ্ঞান।— শুভ তোমাসাৰ।
তোমা দুই সখি সততে বিহৰা সঙ্গে।
সংসাৰৰ ৰঙ্গালয়ে কৰা নৱ নৱ
মোহময় অভিনয়, নৱ নৱ দিনে।
উভয় সখিৰ পাই আনন্দ উৎসাহ,
উভয় সখিৰ দেখি কমনীয় কায়,
মোহে মোহনীয় নৰ থাকে মুগ্ধ হই—
অসাৰ সংসাৰ এই সাৰভূত বুলি
উভয়ৰ কৰ্মমাজে হয় প্ৰতিভাত ;
অনন্ত বিশ্বৰ সাথে অশেষ কল্যাণ।

১. অজানা—unknown

এইরূপে পালা তাল মহেশ আদেশ।
কিন্তু বাছাধন!
ঈশ্বর আর আর আদেশের প্রতি
কিম্বা উপেক্ষা বৃথা এনে তোমাসাব ?
সৃষ্টির সৃজিলে কত কত সৃষ্টিকরে
গাছ-বৃক্ষ, গুল্ম-লতা, কীট-পতঙ্গম,
পশু-পক্ষী আদি করি সকলো সৃজন ;
সৃষ্টির উৎকর্ষ সাধি সৃজিলে মানবে।
মানব, বৎস ! সৃষ্টির উৎকৃষ্ট সৃষ্টি,
ঈশ-প্রিয়তম, ঈশ-প্রতিমা-নির্মাণ।
কিম্বা বা সৃষ্টির, বৎস ! উৎকৃষ্ট মহান
বুঝা নাই হৃতজ্ঞান জানে প্রতিমাও ;
নপশে বধির কর্ণে ঈশ্বর-আদেশ।
কিন্তু, বৎস ! দেখি প্রকৃতির গতি, দেখি
প্রকৃতি-প্রকৃতি, মনে ভাবে ঁা—প্রকৃতিয়ে
জগতের পরমেশ-নিয়ম-নিয়ন্ত্রী।
প্রাতিদিন তটিনীর গতি অবিরাম,
স্থাবর জঙ্গম বর্দ্ধমান, মৃদুমন্দ
সমীরের ভয়ঙ্কর ঝটিকা-আকৃতি,
রবির প্রখর কর, গিরি-তুঙ্গ-শৃঙ্গ,
সুশীতল শশধর কিরণের মালা,
আকাশের নীলকক্ষহস্তে নক্ষত্রের
গবাক্ষে বেক্ষণ, সদা ভবায় মনক,
"নিয়ম অধীন সৃষ্টি, জীব নিয়ম অধীন
নিয়ম অধীন, এই বিশ্ব চরাচর।"
মানবের দেখি রীতিনীতি, দেখি তার
আচরণ, প্রাকৃত-শিক্ষিত মনে হয়—
উদ্দাম মানব মন উন্মত্ত কুঞ্জর :
তার চালনার হেতু মাহুত বিবেক ;
জ্ঞান তার চিরচর, অঙ্কুশ বন্ধণ ;
দয়া-মায়া-বিদ্যা মন্ত্রনর বন্ধু ;
শরীর রক্ষক-চর দশেন্দ্রিয় আর।
বিবেকের উপদেশে দশেন্দ্রিয়ে করে
উন্মত্ত অধীক বধ বন্ধন-কন্দরে।

বিবেক-চালনাহীন দেখিয়া হৃদয়,
মন্দ্ ধৰে ধনৰূপ, ৰক্ষক ভক্ষক ;—
দয়া-মায়া-বিদ্যা-ধন-কানন ভিতৰে
লুকায় উদাম মন ; মনক সাৱধানে
তাক ৰখেহিয়ে। সেই হেতু বাছাধন!
মানৱৰ হিতাকাঙ্ক্ষী তোমা দুয়োজনে
হ'বা বিবেকৰ বন্ধু, জ্ঞানৰ সুহৃদ।
তাৰ ব্যতিক্ৰমে, বৎস! কাঁদে মোৰ প্ৰাণ।
কিয়নো বা আচৰিবা হিংসা মোৰ প্ৰতি,
মোহ ঈশ্বৰ। লোৱা, বৎস! পৰামৰ্শ,
মানৱৰ হিতে কৰা শক্তিৰ নিয়োগ।

মদন আৰু বসন্ত।—শিৰোধাৰ্য্য দেৱ! সাধু উপদেশ তব।

জ্ঞান।— কুশলে থাকিবা, বৎস! পালা ঈশ্বৰৰ
মহৎ আদেশ ; জ্ঞান-বিবেকৰ সদা
উপযুক্ত উপকাৰী হোৱা অনুচৰ।

(প্ৰস্থান।)

মদন।— নোৱাৰি সহিব, সখি! এই অহঙ্কাৰ।
ইয়াৰ পতন মোৰ জীৱনৰ ব্ৰত।
ঈশ্বৰৰ নামে ভণ্ডে কৰে পাপাচাৰ,
পাপ-অনুষ্ঠান, ভণ্ডৰ ই ৰীতি, সখি!
নিজৰ নিজৰ পাপ, নিজৰ নিজৰ
দোষ, নিজৰ নিজৰ দুষ্ট মত, বোলে
ঈশ্বৰৰ ; লোক আগে বোলায় ভকত ;
ইৰূপ পাপৰ কূপ পুণ্যৰ আবৃত
সিদ্ধ কৰে এই দৰে নিজ অভিলাষ।
এই ভণ্ডামীৰ, এই মিছা গৰ্ব্বৰ,
পতন নিশ্চয় জানা আমাৰ কৰ্ত্তব্য।

বসন্ত।— নিশ্চয়! নিশ্চয়! শুনা শুনা তাৰ সখি!
গৰ্ব্বিত বচন—ভণ্ডামীৰ প্ৰবঞ্চক
কথা! ভণ্ডৰ গৰ্ব্ব এনে! দেখোঁচোন
হয় নে মহৎ এই গৰ্ব্বৰ পতন।

(প্ৰস্থান।)

## দ্বিতীয় দৃশ্য

[ অপ্সরীসকল—মদন আর বসন্তের পূজা। ]

গীত।

বসন্ত-কোকিলা, পঞ্চম স্বর,
বসন্তে ডাকিছে ধরা।
ফুল ফুলবন, ফুল্ল বীরবন,
প্রফুল্ল বসুন্ধরা ॥
পিককুহুতানে পরাণ কাঁদিছে,
মলয় পবনে শরীর পুষিছে,
অলিগুঞ্জনে মদনে হাসিছে
ফুল-বাণ ফুল-ধরা ॥
বসন্ত-মদন, আনন্দ যৌবন,
আহা আহা পূজো সব।
এই শুভদিনে, এই শুভক্ষণে,
সঞ্চারো সৌন্দর্য্য নব ॥

গীত।

আমি সুদিনে সুক্ষণে,
যৌবন-প্রদানে,
আনন্দে ডুবাই রাখো।
আমি সুজনে কুজনে
যৌব-প্রদানে,
আনন্দে নিরখি থাকো।
আমি শরতের ঘন,
মলয় পবন,
আনন্দ শরীরে মাখো।
আমি বসন্তের ফুল,
সৌরভে আকুল
সততে ফুটিয়ে থাকো।
আমি মনোমোহিনী আশা,
প্রণয় ভাষা
আকাশে [illegible] ঢাকো।

আমি মেঘের বিজুলী,
চমকতে খেলি
সদা সুখে ডুবি থাকোঁ।
বসন্ত মদনে " "
পূজার কারণে
আহ্বান করিছোঁ আমি।
আহা আহা, দেৱ!
লোৱা লোৱা সেৱ
চরণে পৰিছোঁ নমি!
আমি সোণৰ বৰণ,
কনক-কিৰণ,
সদা যেন গায়ে মাখোঁ
সদা সুখে ডুবি থাকোঁ
আমি শৰতৰ ঘন,
মলয় পৱন,
আনন্দ শৰীৰে মাখেঁ।
সদা সুখে ডুবি থাকোঁ॥

---

( মদন আৰু বসন্তৰ প্ৰৱেশ। )

অপ্সৰী সকল।—দাসীসৱ নমে দেৱ পয়ে।

মদন— কোৱা শুভে।
কিয়বা অকালে আবাহন।

বসন্ত।— কিবা কাম' ভদ্ৰে!
সুন্দৰ যুৱতি, ৰবগৰ জ্যোতিঃ তোমাসৱ,
উপবন তোমাসাৰ নন্দন-কানন;
ইন্দ্ৰ-চন্দ্ৰ-দেৱসৱে সেৱে এই পদ।
অই বাতুল চৰণ তলে ত্ৰিলোকৰ
সকলো ঐশ্বৰ্য্যে সদা কৰে কৰ দান;
মনমেৱে তৃপ্তিভৰে পূজে সৰ্বদাই;
কিবা বা অভাৱ, দেখি! অপ্সৰা সৱাৰ?

উৰ্বশী।—সঁচা, দেৱ। ত্ৰিলোক-ঐশ্বৰ্য্য, সঁচা
আমাৰ অধীন। সদা আনন্দ-আহ্লাদে

মত্ত কৰেঁা ত্ৰিজগত আনন্দতে, সঁচা।
কিন্তু প্ৰভু। মনৰ ই অদ্ভুত ৰীতি—
নিজ-ক্ষমতাক সদা কৰে অবিশ্বাস।
যদিচ পাৰগ মন দেৱেন্দ্ৰ-দমনে
ভাবে তেওঁ অপাৰগ মক্ষিকা-দলনে।
নিজৰ শক্তিৰ কৰা সামৰ্থ্যে সন্দেহ
এই চিৰৰীতি, দেৱ। উন্মত্ত মনৰ।

বসন্ত।— সঁচা, দেৱি। মনৰ এনেহে গতি। কিন্তু
কিবা কামে আজি, ভদ্ৰে! কৰিছা আহ্বান?

উৰ্বশী।— পৃথিৱী-প্ৰথিত-যশঃ কুৰুৰাজ বংশ;
তাৰ'জ্বল মণি যুধিষ্ঠিৰ নৃপমণি,
তাহান তৃতীয় ভাই, বাসুদেৱ সখা,
পাৰ্থ, অস্ত্ৰশিক্ষা-আশে, আছে সুৰলোকে।
অৰ্জুন-জনক ইন্দ্ৰে পাতি দেৱসভা,
সজায় সভাৰ ঠাই মনোমোহা সাজে,
সঙ্গীত-নৰ্তনে আজি আদৰিব পাৰ্থে
সেই সভা মাজে। ধনঞ্জয় শুনো, দেৱ।
নৱ-ঘন-বিনিন্দিত-তনু, সুন্দৰ যুৱতি—
শ্যাম শশধৰ—ৰূপ ত্ৰিলোকে অতুল।
তাতে, ৰূপ জ্ঞান-গৰিমায় গৰৱিত,
উজ্জ্বলিত। নীৰৱ নিশীথে—যবে স্তব্ধ
সমীৰণ, স্তব্ধ বিহঙ্গম-গান, স্তব্ধ
বিশ্ব চৰাচৰ—সেই নীৰৱ নিশীথে,
সুনীল আকাশে হাঁহে পূৰ্ণিমাৰ চাঁদ,
গম্ভীৰ অম্বৰে মিহে নীৰৱে সি হাঁহি;
হাঁহিৰ সৌন্দৰ্য্যখিনি থঁহে সুগভীৰে;
যামিনী সুন্দৰী পিন্ধি কৃষ্ণ পট্টবাস
সুকোমল কৰে কৰে কোমলে কোমলে[১]
কোমল সৌন্দৰ্য্য কোলে, উজলে যামিনী,
উজলে জোনাক, মনোমোহা উজলে প্ৰকৃতি।
যিমত সি নীৰৱ সৌন্দৰ্য্য, গহীন গম্ভীৰ,
পাৰ্থৰূপ, দেৱ। অন্ন তুলে তাৰ লগে।

---

১. Very softly or when it is still in state of softness.

সেই ধনঞ্জয়, প্ৰভু ! থাকিব সভাত,
পাৰোঁ যেন অপেশ্বৰী আমি নৃত্য-গীতে
ঢালিব আনন্দ পাৰ্থে। এই বৰ মাগোঁ,
প্ৰভু ! দিয়া এই বৰ ।

মেনকা — মনসিজ, ঋতুৰাজ !
ধনঞ্জয় ৰূপে-গুণে মহিমা-মণ্ডিত ।
কৃষ্ণ-গুণে-গুণী, ৰূপে-ৰূপী ; কৃষ্ণৰ, প্ৰভু !
ভকত পৰম । বিজ্ঞানে[1] পৰম জ্ঞানী ।
মোহিত কৰিব পাৰ্থে পাৰোঁ যেন দেৱ ।
কনক-কিৰণ আৰু অতুল সৌন্দৰ্য্য
তিনেকত দিয়া মাখি, দিয়া দিয়া দেৱ !
সৌন্দৰ্য্যৰ স্বৰ্গীয় কিৰণেৰে সেই
কিৰণ'ক দেহ ! ঋতুৰাজ ! দিয়া তব
অনন্ত যৌৱন, অতুল বিভৱ, দিনমাত্ৰ ।

মদন ।— নকৰিবা চিন্তা, শুভে । বসন্তৰ সখা
মদন অপেক্ষা জ্ঞান নোহে গুৰুতৰ ।
হৰ যোগ-ভঙ্গ, ভদ্ৰে । ভাবি চোৱা মনে ;
চোৱা আৰু পুৰুৰৱা যযাতিৰ প্ৰতি ;
চোৱা ইন্দ্ৰে, চোৱা চন্দ্ৰে, মোহিনী-বেশৰ
পাছে লৰি যুৱা চোৱা যোগী মৃত্যুঞ্জয়ে
নোহে জানা ধনঞ্জয় জ্ঞানী গুৰুতৰ ।
শাস্ত্ৰৰ বচন শুনা, দেৱি । ভয়াতুৰ,
কামাতুৰ, ক্ষুধাতুৰ জনে দিয়ে জ্ঞানে
জলাঞ্জলি । কাম-আদি প্ৰবৃত্তি নিচয়
অসংযত অতি । জ্ঞানৰ সম্পূৰ্ণ শক্তি
স্মৰৰ মনত, দেৱি ! দেখিবা চিত্ৰিত ।
যোৱা, ভদ্ৰে । নকৰিবা ভাৱ । অচিৰতে
পূৰ্ণ বাঞ্ছা হ'ব তোমাসাৰ ।

বসন্ত ।— "মোৰ বৰে, দেৱি ! হোৱা পৰম ৰূপসী ;
কামৰ কিৰণে হ'ক বিকচ নয়ন ;
ফুটি ফুটি যাক হ'ক ৰূপৰ তৰঙ্গ,

---

১. In higher branches of knowledge, as Philosophy etc.

থেৰে থেৰে থেৰে নাচ'ক হাঁহ'ক।
সেই স্ৰোত, সেই ৰূপ, সেই ঊৰ্ম্মি, তৰে!
পাৰ্শ্ব তৃণে উটাব বুৰাব ; সাগৰত
অপাৰ মোহৰ বাধিব ডুবাই।

অপ্সৰীসকল। প্ৰণাম ৰাজীৱ-পদে। কৰা আশীৰ্বাদ—
হয় যেন সৌন্দৰ্য্যৰ লীলা-খেলা পূৰ।
সৌন্দৰ্য্য[1] সাহিত মিলি সৌন্দৰ্য্যৰ[2] স্ৰোত,
তাহান সহিত উঠি সৌন্দৰ্য্য-তৰঙ্গ,
তাতে যেন ডুবি থাকে সভালয় জন।

(প্ৰস্থান)।

মদন। উত্তম সুবিধা, সখি। ঈশ্বৰৰ দিয়া,
বসন্ত-মদন-জ্ঞান-শক্তি-পৰীক্ষাৰ।
আমাৰ শক্তিৰ কৰি প্ৰবল প্ৰয়োগ,
দেখা যা'ক কেনে জ্ঞান অদম্য গৰ্ব্বিত।
কত জ্ঞানী ৰাজৰ্ষিক কৰিছোঁ বিজয়,
কিমান তপস্বী জ্ঞানী, আমাৰ হাতত
অসাৰ তপস্যা-জ্ঞানে দিছে বিসৰ্জন,—
পৰিত্যজি জ্ঞান-ধন কঠোৰ নীৰস,
সৰস কোমল কামে কৰিছে আশ্ৰয়।
তথাপিতো অহঙ্কাৰ! তথাপি গৰৱ।
এইবাৰ কৰি জয় নিশ্চয় আমক,[3]
চিৰকাল তাৰ, সখি। ধ্বংসিম গৰৱ।

বসন্ত।— সুনিশ্চয়, সখি। কৰোঁ আহা আয়োজন।

(প্ৰস্থান।)

—

১. অৰ্থাৎ অপ্সৰীৰ
২. অৰ্থাৎ গান আৰু নৃত্যৰ
৩. 'আসক'। ১৯০৭ চনৰ হাতেলিখিত 'আনক' শব্দৰ পৰিবৰ্ত্তে এই শব্দটো আছে।
[illegible]

## তৃতীয় দৃশ্য

জ্ঞান আৰু অৰ্জুন।

জ্ঞান।— কিবা ভয়, বাছাধন।
অৰ্জুন।— সহায় যেতিয়া
তুমি কাৰ প্ৰতি ভয়, প্ৰভু!
জ্ঞান।— তেনেহলে
কিয়বা স্মৰিছা কোয়া কিবা বা কাৰণ?
অৰ্জুন। - লভিব আশীষ তব লভিব সহায়।
জ্ঞান।— কিবা কামে কোৱা, বৎস! খুজিছা সহায়?
অৰ্জুন।— গুৰু! উষাৰ মোহন হাঁহি দেখা পাই
সজাগ যেতিয়া হওঁ, তেতিয়াবে পৰা
নাহে মানে নিদ্ৰাদেৱী বিশ্ৰাম-সঁফুৰা
সুকোমল হাতে লই,— নলয় নিজৰ
কোমল কোলাত মানে অঙ্গ অৰ্জুনৰ;
শয়ন-আসনে মানে শ্ৰান্ত জীৱদল
নকৰে শয়ন; পখী মেৰে কলকল্;
নীৰৱে নাহাঁহে মানে চন্দ্ৰৰ কিৰণ
নীলবাসা সুন্দৰীক কৰি আলিঙ্গন;
অথবা নেদেখি চোৰ প্ৰিয়সমাগম
নৰহে সুন্দৰী নিশি পাতি মানে মান;—
সেই বালাৰ্ক কিৰণে কিৰণাবে পৰা
সুনীল আকাশ নোহে মানে ভৰা
ৰজতে অঙ্গাৰে কিম্বা;[1] সুপ্ত পৃথিৱীৰ
জাগি জীৱ, জাগি বস্ত সুপ্ত প্ৰকৃতিৰ,
আকণ্ঠ নহয় মানে সুপ্ত ধৰাতল,
স্বপিত প্ৰকৃতি দেৱী, সুপ্ত জীৱদল;
নীৰৱ বিশ্ব ৰৱত সমাপ্তি, সৰৱ
বিশ্ব নহয় মানে আকণ্ঠ নীৰৱ—
যিমান কৰ্তব্য আছে যত সৰু-বৰ,

---

১. **Full of silvery rays of moon or of darkness like coal.**

সকলো সময়ে সৱে নকৰি বিচাৰ,
বোলে মোক লব, প্ৰভু ! সহায় তোমাৰ ।
কৰ্ত্তব্যে নৰৰ প্ৰাণ, কৰ্ত্তব্যে জীৱন,
কঠোৰ কৰ্ত্তব্য-ব্ৰত জীৱন-যাপন ।
জ্ঞানৰ আলোকে যেন আলোকে সুন্দৰ,
দৰশোঁ সুন্দৰ যেন কৰ্ত্তব্য সংসাৰ ।

জ্ঞান ।— সদায়েতো থাকা এই কৰ্ত্তব্য ভিতৰ ।

অৰ্জ্জুন ।— কৰ্ত্তব্যৰ কৰ্ত্তা-পাশে নাই সকলৰ ;
তথাপি অবোধ মানে নামানে প্ৰবোধ,
প্ৰবোধোঁ যিমানে মন তিমানে অবোধ ।
ভয়-চিন্তা পৰিহৰি বনৰ মাজত
নিৰভয়ে ফুৰোঁ, ভয় থাকিলে মনত,
বিদূৰ কৰিব তাক যিমানে যতন
পৰিপূৰ কৰে সৱে ভয়তে কানন ।
দুৰ্ব্বল মনে কৰে কৰ্ত্তব্য-বিশেষ,
বিশেষে[১] সম্পয়ে এড়ি কৰ্ত্তব্য অশেষ ।
কিন্তু, প্ৰভু ! নোৱাৰোঁ গুচাব দোষ ;—
দুৰ্ব্বল মানৱ মন, দুৰ্ব্বল মানৱ,
বিৰোধে চেষ্টিও তাৰ সবিশেষে[২] সব ।
ৰিপুদল-বাৰণৰ হেতু অস্ত্ৰ-আশে,
ইন্দ্ৰৰ সমীপে, দেৱ ! আহিছোঁ ত্ৰিদিবে ।
দেৱেন্দ্ৰ জনক মোৰ, কৰি সমাদৰ
দেৱ-সভা-মাজে প্ৰভু ! আদৰিব মোক
অপ্সৰীৰ নৃত্য-গীতে । শুনিছোঁ, হে দেৱ !
অপ্সৰীৰ ৰূপানলে, কত কামী-কীট—
জ্ঞানী মানী বুলি খ্যাতিমান্—দিছে জাপ,
দেখি তাৰ সৌন্দৰ্য্য-কিৰণ । কিন্তু হায় !
উত্তপ্ত কিৰণে পৰি, ছটফট কৰি
এড়িছে পৰাণ, পুৰিছে শৰীৰ আক !
মানৱ, প্ৰভু ! সদা অসম্পূৰ্ণ, সদা
ভয়ে ভীত ; জ্ঞানে কৰে পৰিহাৰ, পৰি

১. those special duties.

২. Verb—particularises.

মহাকূটচক্ৰ মাজে ইন্দ্ৰিয় প্ৰবাৰ—
মানব হৃদয়, প্ৰভু ! ইমানে দুৰ্বল ।
ভয় হয় পাচে, দেৱ ! মোহে বিমোহিত,
দুষ্কৰ্ম কেতিয়া কৰে ! গুৰু সমীপত !

জ্ঞান ।— সকলো প্ৰলাপ তোৰ, বৎস ধনঞ্জয় !
গোলাপ-পদুম পাব কণ্টক-ফুটন
সহন কৰিব লাগে ; ভুগিব জোনাক
লাগে হিমত তিতিব ; প্ৰকৃতিৰ, বৎস !
আপদীয়া বনে ফুটে কান্তি কমনীয় ।
অধৰে আবৰে বাজ, ভিতৰ উত্তম ;
ভাল-ভোগ-শকতিত হয় সন্দিহান,
শক্তি-পৰীক্ষাৰ অৰ্থে বেয়াৰ সৃজন ।
সহিব নোৱাৰে যিটো ব্যয় ঐশ্বৰ্য্যৰ,
কিবা বা বুজিব সিটো বিতৰণ-সুখ ।
ইন্দ্ৰিয়ৰ মৰীচিকা দেখি খেদি যিটো
ফুৰে তাক জল আশে, নিৰ্বোধ সিটো—
সংসাৰৰ মৰুভূমি-গতি-অনভিজ্ঞ,
জ্ঞান-বিজ্ঞানৰ জ্ঞান[১] বঞ্চিত সমূলি,
অচিৰতে মৰুভূমি-বাতে কৰে গ্ৰাস ।
অনাদি অনন্ত জ্ঞান, অটল, অচল,
সাগৰ-গম্ভীৰ, বৎস !—কিন্তু উঠে ভাত
বাত-বিক্ষোভিত-ঊৰ্মি—জ্ঞান-সমুদ্ৰৰ
জল সততে গম্ভীৰ—জলদ-বিহীন
তাৰকাখচিত মধ্য-ৰাত্ৰি-নভঃ প্ৰায় ।
ইন্দ্ৰিয়ৰ অল্প তাড়নাই, অল্প উত্তেজনা,
চঞ্চলে কম্পয় যিবা, সিটো কিবা জ্ঞান !
অতি ক্ষুদ্ৰ সৰুবীৰ সামান্য আঘাতে
যিবা উঠে আন্দোলিত, সি কি পাৰাবাৰ !
নৈবেদ্যৰ দেখি কিবা প্ৰাচুৰ্য্য বা আন,
সন্তোষ বা ৰোষ যাৰ, সি কি নিৰ্ব্বিকাৰ
নিৰাকাৰ নিৰ্গুণ ঈশ্বৰ, বিশ্বৰাজ !
প্ৰকৃতে উপেক্ষে ভক্তে ; ভাৰ ঠাই থাপে

১. knowledge of science & other branches of knowledge Or knowledge of highet and common knowledge.

কৃত্রিমক ; প্ৰকৃত বুলি পূজা-বলি-দানে
পূজে তাক , পৰীক্ষাৰ বেড়িলা সময়
কৃত্রিমৰ কৃত্রিমতা হয় প্ৰকাশিত ।
সংসাৰৰ প্ৰলোভন নোৱাৰে এৰাব,
ইন্দ্ৰিয়ৰ আজ্ঞা-দাস, অসংযত-চিত্ত,
জ্ঞানৰূপ অজ্ঞানতা, দুঃখৰূপ সুখ,
কনকে আবৃত সিটো পিতলৰ মণি ।
কিন্তু ধনঞ্জয় তুমি কৰা চিন্তা ত্যজ—
আছে ভক্তি ঈশ্বৰৰ মঙ্গল বিধানে ।
আদিত্য-উদয়ে যেনে অন্ধকাৰ লীন,
কামৰো তেনেহুৱা গতি জানা জ্ঞানোদয়ে ।
কোনোবা অজ্ঞান যদি, লোকে জ্ঞানী বুলি
খ্যাতিমান্, সিও মাত্ৰ অভিধান, বৎস !
সত্য অৰ্থে নাখাটিব নাম তাৰ প্ৰতি ।
অন্ধ বিবাদৰে হয় কমললোচন,
কৃষ্ণজন পূৰ্ণচন্দ্ৰ, অজ্ঞানৰ জ্ঞানী
তেনে নাম, তেনে অভিধান ! যোৱা, বৎস !
নকৰিবা একোকে সন্দেহ ।

অৰ্জুন ।— নমস্কাৰ প্ৰভুৰ পদত ।

জ্ঞান ।— হোৱা সদা জ্ঞানী, বৎস !
সকলো কৰ্মত থাকা বিবেকৰ দাস ।
সদা যেন থাকে, বৎস ! কৰ্ত্তব্যৰ জ্ঞান,
পৰমেশ-পদে আৰু অচলা ভকতি ।

(প্ৰস্থান)

## চতুৰ্থ দৃশ্য

মদন, বসন্ত আৰু উৰ্বশী ।

মদন ।— দেৱি ! সাধা দেৱকাৰ্য ! নকৰিবা হেলা ।

উৰ্বশী ।— দাসীক চলনা কিয় প্ৰভু ! দেৱকাৰ্য
ইকি ? কৰ্ত্তব্য মোৰ ?

বসন্ত ।— কি বা অকৰ্ত্তব্য ?

উৰ্বশী।— কৰ্ত্তব্য কিহৰ, দেৱ! পৰম পবিত্ৰ
পুণ্যৰ আকাশ, সদা আলোকিত পবিত্ৰ
কিৰণে; অজ্ঞানৰূপ পাপ-অন্ধকাৰে
নোৱাৰে পশিব তাক; অনন্ত শীতল
কিৰণ-ভাসিত দেশ। পুণ্যজনে সদা
অনন্ত আনন্দে বাসে। অপাৰ অনন্ত
বিচৰণ কৰে তাত সদা সুখ—শিশু
অৰুণৰ সদা বিভা বিত্তোপন, পুষ্প
প্ৰস্ফুটিত, ঋতুৰাজ বসন্তৰ শোভা
সৰ্বাঙ্গীন ফুল্ল দেশ, ফুল্ল দেশবাসী।
কিন্তু, দেৱ! বিভীষণ[১] পাপৰ গহ্বৰ—
বিঘোৰ তিমিৰাবাস, জ্ঞানৰ আলোকে
নোহে উদ্ভাসিত দেশ; নাই তাত আৰু
দয়া-মায়া-আদি সুখ-শান্তি-প্ৰস্ৰৱণ,
জগতজননী-আশা-স্নেহৰ বঞ্চিত;
শ্বাসৰোধী প্ৰাণঘাতী পূৰ্ণ দোষ বায়ু।
সদা বাস যাৰ পুণ্য পবিত্ৰ ধামত,
নিৰ্মল সমীৰ যাৰ নিৰ্মল সলিল
সদা ব্যৱহাৰ, তাক নিক্ষেপিবা এনে
গহ্বৰত? ই কি, প্ৰভু! কৰ্ত্তব্য দেৱৰ?
ই কি অপ্সৰাসৰাৰ কৰণৰ কাম?
কদাচিতো নোহে অপেশ্বৰীৰ কৰ্ত্তব্য;
নোহে নিশ্চিতভে নোহে দেৱেন্দ্ৰ-বাঞ্ছিত।
যদিও নৰ্ত্তকী আমি, স্বৰ্গৰ গায়িকা,
তথাপিতো প্ৰবৃত্তিৰ উত্তেজিনী নোহোঁ।
গীতৰ সৌন্দৰ্য্য, সাধু সৌন্দৰ্য্য আমাৰ,
আৰু দেখি সৌন্দৰ্য্যৰ আধাৰ স্বৰগ
মৰামৰ হয় মুগ্ধ। সৌন্দৰ্য্যৰ কাম
সৌন্দৰ্য্য-বিকাশ। দেখি সকলো সৌন্দৰ্য্য,
মানব-হৃদয়—শ্ৰেষ্ঠ সৌন্দৰ্য্য-ভাণ্ডাৰ—
পূৰ্ণ হয় সৌন্দৰ্য্যেৰে। সৌন্দৰ্য্য-চন্দনে
কুৰূপ ঢাকিবা কিয়? নিদি তৃষ্ণাতুৰ
পথিকক জলধাৰা, কিয়বা কৰিবা

১. পাণ্ডুলিপিত আছে 'ভীষণ'—সং., শ. গো. ৰ.

অপার অধার্য স্বর্গ মরীচিকাচয় ?

মদন।— ভুল তবু, চন্দ্রাননে। প্রকৃতি-প্রবীণ
সৌন্দর্য্যেই শ্রেষ্ঠতর। কৃশা তটিনীর
বিলাস-বিক্ষোভ-নৃত্য, পক্ষীর মধুর
কল-কুল-কল-গান শ্যামল প্রান্তর,
জলদ-আলোড়ি শোভা উচ্চ ভূধর—
হিমানী-মণ্ডিত-চূড় গগন গম্ভীর—
বিকশিতা কমলিনী, পূর্ণ শশধর,—
সকলি সৌন্দর্য্যভরা, সৌন্দর্য্য-আধার,
সকলের কমনীয় কান্তি নিরুপম,
তারো শ্রেষ্ঠ কমনীয় কামিনী-আনন।
এই মুগ্ধ শোভা, এই সৌন্দর্য্য-আকর,
তারো যদি পরে শেষ আত্মার ভিতর,
কিবা সৌন্দর্য্যের কাজ, সৌন্দর্য্য কিসের ?
প্রকৃতির লীলাভূমি গহন কাননে,
পূর্ণ চন্দ্রমার আভা নিস্তব্ধ নিশীথে,
ফুটে পদ্ম জলাভূমি মাঝে, সৌন্দর্য্যের
উৎকৃষ্ট আধার, ছায়া অতুল রূপের,
রমণী-বদন ; সেও যদি মানবের
নহে সুখলভনীয়, গতি প্রকৃতির
যায় ব্যতিক্রমি। শুভে! নহে বা আপত্তি।
ইও দেব-কাম, তবু কর্ত্তব্য ভিতর।
ইন্দ্র-চন্দ্র যেনে দেব, যেনে দেব বায়ু বা বরুণ,
বসন্ত-মদন নহে অংশে মন্দতর।
দেবেন্দ্রের বাঞ্ছা যদি দেব-কাম, নহে
কিসে বাঞ্ছা বা আমার ? আর চোরা-শুভে!
সংযমের পরীক্ষাতে অধিক গৌরব।
দেবতা-বাঞ্ছিত, দেব-লোভনীয় এনে
মান-রণ আদি-কবি লভিছে অর্জুন।
দেবে কবি অপমান, অর্জুন বসিছে
আজি দেবেন্দ্রের পাশে। ব্রহ্মা বিষ্ণু-হরে
নিজে যোজে বিধা মান, তারে আজি পার্থ
পরাজিত। অসহানি দেবতার এবে

অসম্মান। নোহে যদি সুসংযত-চিত্ত,
ধনঞ্জয় বিপন্ন সত্যের গৌরব।
দেবতার বাঞ্ছা, ভদ্রে! দেব-অনুরোধে
কর এই কাম, কর পরীক্ষা পার্থের!
যেয়ো পার্থ-পাশে; দেখাই অপ্সরী-লাস,
ভ্রূযুগে জুড়ি কুটিল কটাক্ষ বাণ,
কর আজি অর্জুনের শক্তি অবেক্ষণ।
তুমি অপ্সরীর রাণী, সৌন্দর্য্যের মণি,
কোনে পারে উপেক্ষিবে? বিধি জগতের
সৌন্দর্য্যের ভাণ্ডারের তিল তিল আনি,
গড়িলে তোমার দেহ। সুন্দর প্রতিমা।
আজিও নিশ্চয় দেখি সৌন্দর্য্য তোমার
নিজ-কৌশলতে নিজে বিমোহিত বিধি।
সুবর্ণ-পরীক্ষা যেনে পাবকেতে হয়,
সংযমের[1] পরীক্ষার তুমি হে পাবক।
পুণ্যের পরীক্ষা যদি নকরিবা তুমি,
কোন আর আছে, ভদ্রে! ভেরে[2] স্বরগত?

উর্বশী।—পারেঁ। অনায়াসে, আর্য্য! সাধিব ইকাম।
কিন্তু নরমুখ হৃদয়ের প্রতিবিম্ব—
মনোমাজে উদয়ের যিবা, সকলোরে
সরল বদনোপরি হয় প্রতিভাত।
লক্ষিছোঁ পার্থর গতি, লক্ষিছোঁ পার্থর
উজ্জ্বল নয়ন-ভঙ্গী! কিন্তু প্রত্যেক কটাক্ষে,
প্রত্যেক ভ্রূভঙ্গী, আর প্রত্যেক মুখর
হায়-ভাবে মাতৃভাবে পরশিছে মোক।
উর্বশী অপ্সরী শ্রেষ্ঠা, অপ্সরীর রাণী,
পরাজয় নসহিব, নসহিব প্রত্যাখ্যান।
দলিতা ফণিনী যেনে জাগিবা নিশ্চয়
উপেক্ষায় প্রত্যাখ্যাতা উর্বশিকো যেনে।
উর্বশীর লয়-লাস, বিলাস-বিভ্রম,
সংযম-সমরে যদি হয় পরাজিত,
নাজানো কিবা বা হয় তার পরিণাম।

---

১. সংযমীর, } পাণ্ডুলিপি, ১১০৭ তম।
২. যেতে }

—সং, শ. গো. র.

মদন ।— সকবিৰা চিন্তা, ভদ্ৰে ! তোমাৰ-সহায়
সহায় বসন্ত, চিৰ দাস কামদেৱ ।
প্ৰত্যেক ঈক্ষণ আমি প্ৰত্যেক লক্ষণ
প্ৰত্যক্ষিছোঁ সভামাজে, সকলোৰে কয়
পাৰ্থৰ অস্থিৰ চিত্ত । কৰা কৃপা, শুভে !
( ঊৰ্বশী লাহে লাহে যাব ধৰে । )

বসন্ত ।—যোৱা ভেৰে, দেৱি ! সাধা দেৱ-কাম,
তোমাৰ দাসৰ প্ৰতি কৰা অনুগ্ৰহ ।

মদন ।— বিজয়ৰ সূত্ৰপাত আশাৰ কিৰণ,
আদিত্যৰ আগে, সখি অৰুণৰ প্ৰায় ।
পৰম্পৰা কাৰ্য্যাৱলী মিলে মনোমত,
সিদ্ধিৰ নিশ্চয়, সখি ! প্ৰধান লক্ষণ ।
( প্ৰস্থান । )

---

## পঞ্চম দৃশ্য

### অৰ্জুন আৰু ঊৰ্বশী

ঊৰ্বশী — মিছা ভাবো ধনঞ্জয় ! প্ৰত্যাখ্যান ভয়
স্বৰ্গ-উদ্দেশে লোক মৰে ঘূৰি ফিৰি,
কিবা তাক অৱহেলে যেতিয়া হাতত ?
কপট ভাবিছা নেকি ঊৰ্বশী-প্ৰস্তাৱ ?

অৰ্জুন ।— মাতৃ তুমি দেৱি ! তোমাপ্ৰতি জ্ঞান মোৰ
মাতৃৰ সদৃশ, ভক্তি মাতৃৰ সমান ।
অনুচিত তব, দেৱি ! এহেন প্ৰাৰ্থনা ।
নিৰীক্ষিলোঁ খনে খনে তোমাপ্ৰতি সঁচা
সভা-মাজে নৃত্য-সময়ত , কিন্তু ভাবি—
আচৰিত ! কেনেকই প্ৰাচীনা ঊৰ্বশী
আছে এতিয়াও নব যুৱতীৰ প্ৰায় !
সভাসদ প্ৰতি এনে সমুচিত ভাব ।

ঊৰ্বশী ।— কিবা কোৱা অনুচিত তুমি ! ভেবে পাৰ্থ
আছে কিবা উচিত লোকত ? সংসাৰৰ

সুখ জানা ক্ষণস্থায়ী, অতীব চঞ্চল।
পুত্র-পরিবার আদি বন্ধুজনে আজি
থাকিয়া বেষ্টিত ; কালি হোয়া মৃত পুত্র,
ভার্য্যা দুষ্টমতি, বন্ধুজন শঠাচারী—
সুখের সংসার তব দুঃখের আলয়।
আছ আজি রাজ্যেশ্বর, ধনের কুবের,
কালি হোয়া হৃতরাজ্য, নষ্ট ধনরাজি—
দুয়ারে দুয়ারে ফিরা অন্নমুষ্টি যাগে।
আবর্ত্তন প্রকৃতির রীতি চিরন্তন,
পরিবর্ত্তনেতে হোয়া চলিছে সংসার।
পৃথিবীর জল হোয়া নোহে সমতল,
পর্বতত বন্ধুরতা, আকাশতো সদা
পরিবর্ত্তনর খেলা, নোরারা বিশ্বত
প্রশান্ত শান্তির পার আরাম সুন্দর।
সকলোরে দেখা পরিবর্ত্তন স্বভাব,—
কেতিয়াবা কার হয় কিহর উৎপাত—
কেতিয়া মলয়া ধরে ধুমুহা-আকার,
কেতিয়াবা শশধর-করে পোরে দেহ,
কেতিয়া চন্দন-লতা সাপরূপে আহি
করেহি দংশন, তার ঠিক নাই বিশ্বে।
সারহীন বিশ্বরাজ্য। তাতো যদি তুমি
নকরিলা সুখভোগ, নাচালা সৌন্দর্য্য,
আনন্দ-মগন সদা নাথাকিলা তাত,
কোয়া শুনো, বীরবর! কিহর কারণে
এই জীবন-ধারণ ? কিহর কারণে
ভুগি কষ্ট নানাবিধ, এই সংসারত
নিহাতে জীবন যায় ? কোয়া কি সকাম ?
এতেকতে, ধনঞ্জয়! করা আজি মোর
অভীষ্ট পূরণ, আনন্দর সাগরত
দিয়া ডুব, ভোগ করা অপার আনন্দ।

অর্জুন।— ক্ষমা মোক, মহাযোগি!— কথা নিশ্চয়ে
সংসারর আবর্ত্ততো আছে জানি, আছে
তরঙ্গ, আছে এক স্থির নিরন্তর।

নীতিৰ সুন্দৰ সীমা মিহিবা লঙ্ঘিব ।
উৰ্বশী ।— শুনা, পাৰ্থ ! দেৱেন্দ্ৰৰ ইচ্ছাক্ৰমে আজি
উৰ্বশী অপ্সৰী-ৰাণী মাগে ৰতিদান ।
সামান্য মানৱ তুমি উৰ্বশীক কৰা
অৱহেলা,অৱহেলা আৰু দেৱেন্দ্ৰক !
কিহৰ কাৰণে কৰা গৰ্ৱৰ ইমান ?
অৰ্জুন ।— বিবেকৰ মহাসত্য আজ্ঞা অনুসৰি
যিবা চলে, স্বাধীনতা সকলোতে তাৰ !
উৰ্বশী ।— দেখিছোঁ মানৱ বহু, বহু আৰু মই
দেখি আছোঁ ৰাজ-ঋষি তোমাৰ নিচিনা—
ভণ্ডামিৰ ভাও আৰু শঠভাৱে ভৰা ।
কোন ক্ষুধাতুৰে কৰে খাদ্যে আওকাণ,
দিলেও অপৰে আনি মুখত সুমাই ?
চকুৰ লাজত কোনে ত্যজে নিজ স্বাৰ্থ ?
ইকাৰণে, ধনঞ্জয় ! এৰা তযু ছল,
কৰা আজি উৰ্বশীৰ বাসনা-পূৰণ ।
অৰ্জুন । - নধৰিবা দোষ, দেৱি ! তেজস্বী ৰাজৰ্ষি
সৱে কৰে কাম ; পাপে নোৱাৰিব পাৰে
পৰশিব তাসবাক ; কিন্তু হীনবল,
ক্ষীণতেজ, লীনশক্তি, তোমাৰেই দাস,
আচৰিব নোৱাৰিব কদাপি অন্যায়,
নোৱাৰিব থুথুৱাব নীতিৰ মুখত,
জ্ঞানৰ মূৰত দিব নোৱাৰিব ভৰি,
পাপ-অনলৰ স'ব ভীষণ দহন ।
পুনু, নোহোঁ ভণ্ডাচাৰী, ভণ্ডামি-মূৰতি,
সত্যৰ পাশত[1] নাই ভণ্ডামিৰ ঠাই ।
নিদাঘৰ উৎকট গ্ৰীষ্মৰ তাপতো,
অসত্যৰ নাই ছায়া পাৰ্থৰ মনত ।
উৰ্বশী ।— দেৱেন্দ্ৰক নকৰিবা আজি অপমান,
নকৰিবা উৰ্বশীক, যদি চোৱা ভাল ।
যাৰ চক্ৰ-ভঙ্গী দেখি মাৰ্তণ্ডে থমাই
ৰথ, মাৰুতিও হয় নিশ্চল নীৰৱ,
আকাশত গণে গ্ৰহে প্ৰলয় প্ৰমাদ,

১. 'পাৰ্শত' ( পাণ্ডুলিপি )

কটাক্ষত বিশ্ব-জীৱ থকে চাই ভয়ে,
সেই অপ্সৰীৰ বাণী তোমাৰ ভিখাৰী ;
কি সাহসে প্ৰত্যাখিবা ? কি সাহসে তুমি,
সামান্ত কুটীৰবাসী সামান্ত মানৱে,
দুগুনিৰ খোজা সেই উৰ্বশীৰ কথা ?
চোৱা যদি, ধনঞ্জয় ! তোমাৰ মঙ্গল,
শুনা উপদেশ মোৰ, চঞ্চল মনৰ
গতি স্থিৰ কৰি তাৰা ; বিবেক-বিহীন
ভাৱৰ স্ৰোতত মাত্তাহিবা ভুগসম ।
অচিৰে মনৰ কথা সংযত নিজম ।
নতুবা ঘটিব তব বিষোৰ বিপদ ।

অৰ্জুন ।— নকৰিবা অহংকাৰ পাৰ্থৰ আগত ।
ধৰ্ম মোৰ বিসৰ্জন নোৱাৰো কৰিব,
নোৱাৰোঁ এড়িব মোৰ জ্ঞানৰ সুনীতি,
বিবেকৰ অতিস্ফুট গম্ভীৰ আদেশ,
নোৱাৰোঁ কৰিব কাম ন্যায়ৰ বিৰোধে ।
যেয়ে লাগে অন্যায়ৰ কৰ'ক প্ৰাৰ্থনা,
যেয়ে হ'ক প্ৰাৰ্থী মোৰ, নোৱাৰোঁ কদাপি,
নোৱাৰিমো উত্তমৰ অন্ত আচৰিব[১] ।
বিবেক-বিৰোধে আৰু ধৰ্মৰ বিৰোধে
যিয়ে বা আদেশ, তাক লঙ্ঘনৰ পৰা
উঠে বুলি কালকূট নাই মোৰ ভয় ,—
কোন কাপুৰুষে ক'ত বেশ্যাক ডৰায় ?

উৰ্বশী ।— কি ! বেশ্যা ! উৰ্বশী বেশ্যা ! সকীট[২] মানৱ !
তোৰ এই সাহ ! এই অপমান হেতু
চিৰদিন বীৰ্য্যহীন থাকিবি ধৰাত,
হ'বি নপুংসক এই প্ৰত্যাখান বাবে ।
( উৰ্বশী বেগেৰে যাব খুজোঁতে জ্ঞানৰ প্ৰবেশ । )

জ্ঞান ।— দেৱি ! দেৱি ! ইকি— ইকি আচৰণ তব !
সৌন্দৰ্য্যৰ উপাসিকা, সৌন্দৰ্য্য-শিক্ষক,
ধৰণৰ অপেশ্বৰী সম । সৌন্দৰ্য্যতে
লীলা-খেলা, সৌন্দৰ্য্যৰ সদা আৱৰণ,

১. Other than good
২. কীটৰ লগত সমান

সৌন্দৰ্য্য-বিকাশ কাৰ ; ইকি আচৰণ !
ধৰ্মৰ আদেশ মানি, কৰি প্ৰতিপাল
সত্য নীতিৰ বচন, চলিছে অৰ্জুনে,
তাত কিয় তব ক্ৰোধ, কিয় অপমান ?
নোহে তো উচিত ইটো সৌন্দৰ্য্য-ভক্তৰ ।
( অৰ্জুনৰ প্ৰতি ) বুলিলা দুৰ্বাণী, বৎস ! মনৰ বেগত
সৌন্দৰ্য্যৰ সাৰভূতা উৰ্বশীৰ প্ৰতি,
কৰা প্ৰণিপাত, খোজা সবিনয়ে ক্ষমা ।

অৰ্জুন ।— মানৱৰ মন, দেৱি ! ক্ৰোধ বশীভূত,
ভাল-বেয়া বিচাৰৰ অলপ শকতি ।
বুজিলোঁ অবাক্য মোৰ কৰা ক্ষমা-দান,
কৰা দয়া মোৰ প্ৰতি হে সৌন্দৰ্য্য-ৰাণী !

উৰ্বশী ।— শাপ নোহে, বৎস ! সত্য তোমাৰ আশ্ৰয়
কৰ্মমাত্ৰে ঈশ্বৰৰ কল্যাণ-ৰাজ্যত
বিশ্বৰ সত্তাৰ আৰু মঙ্গলৰ হেতু ।
যদিওবা শাপ মোৰ ক্ৰোধৰ প্ৰসূতি,
সেয়ে বৰৰূপে তব হ'ব ছত্ৰধৰ ।
এতা তাপ, ধনঞ্জয় ! নহ'বা বিষণ্ণ ;
সন্তোষিতা মই আচৰণত তোমাৰ ।
ন্যায়-ধৰ্ম প্ৰতি সদা থাক'ক ই জ্ঞান,
চিৰকাল থাকা অপাৰ সুখত । কিন্তু—

জ্ঞান ।— মৰণও বাঞ্ছনীয় মহৎ হাতত,—
আৰোহা অপেক্ষা ভাল গৰ্দভ-পৃষ্ঠত,
ছিন্ন হোৱা কেশৰীৰ নখৰ তলত ।
বৰষ-অজ্ঞাতবাসে তোমাৰ সহায়
পুৰুষত্ব বিহীনত্ব ; নকৰিবা ভয় ।
মহত্ত্বৰ সমসৰ্গ অতীৱ বাঞ্ছিত,
শাপ ওচি বৰ হয় এনে আচৰিত ।

উৰ্বশী ।— কিন্তু সখা, ধনঞ্জয় ! উৰ্বশীৰ বোধ ।
যদি শেষে অমঙ্গলে মঙ্গলো কলায়
ঈশ্বৰৰ সুমঙ্গল বিধান বিৰুদ্ধ,
যদিও বা ব্ৰহ্মাণ্ডৰ কৰ্ম-কাণ্ড মাজে
মন্দ মাত্ৰ বিধাতাৰ বিপুল বাহাৰ,

ঘোর ঢেউ পশে আসি কর্ণ-বাতায়ন।
সৌন্দর্য্য অপ্সরী সব—সৌন্দর্য্যের যার
মদন উৎকর্ষ্য সারা, সৌন্দর্য্য-স্বরূপ।
অসীম সৌন্দর্য্যশালী, অনন্ত স্থন্দর
পরমেশ ; আর এই অসীম স্থন্দর
সৌন্দর্য্য-গঠন বিশ্ব ; সৌন্দর্য্য-আধার,
সৌন্দর্য্যের পূর্ণতাও মানবের মন।
তিলোত্তমা ভিনোটি আমি সৌন্দর্য্যের কথা—
সৃষ্টি কথা সৌন্দর্য্যের ত্রিবেণী-সঙ্গম—
দেবতা-মানব অংশ করি অধিকার,
অচিরেতে পুণ্যময় সম্পূর্ণ স্থন্দর
জ্ঞানের ধারাও পায় ত্রিভুবন বাস,
পরমেশে পায় আর সহায় স্বরূপে,—
অপ্সরী সবার এবে কর্ত্তব্য মহান্।
স্বর্গের বিদ্যাধরী বিদ্যা-ধাত্রী আমি,
নোহো নিচে অবিদ্যার উপাসিকা দাসী।

(জ্ঞানের প্রতি) কিন্তু কেন হ'ল, দেব ; হেন বিপরীত।

জ্ঞান।— নকরিবা চিন্তা, ভদ্রে! নাই তব দোষ।
পারদ-সংযোগে যেনে স্থন্দর স্থবর্ণ
রজত বরণ ধরে, প্রবৃত্তি-বশত
সৌন্দর্য্য প্রকাশ পায় প্রলোভন-রূপে।

উর্ব্বশী।— বুজিছো এতিয়া, দেব! কাম-বসন্তর
এই দুরাচার। পুণ্যময় যি সৌন্দর্য্য
পবিত্র উত্তম, যার স্পর্শে পুণ্যলোক
পায় তেতিয়াহে, তার এনে ব্যভিচার
নিশ্চয় শাপিম আজি মদন-বসন্তে।
অনলত যাব মহাবল শাপত,
হ'ব আজি আত্মাপুত উর্ব্বশী কোপত।

(মদন আরু বসন্তর প্রবেশ।)

মদন।— ক্ষমা কর, দেবি! ক্ষমা কর [illegible]।
দুর্বুদ্ধি করিলোঁ। আমি অতি দুরাচার,
দুবুঝিলোঁ দুর্ব্বুদ্ধি তোমার শক্তির,
দয়া করি এইবার ক্ষমা কৃপা-দান।

বসন্ত।— কৃপাদানে, মহাদেৱি ! সৌন্দৰ্য্য-আধাৰ !
সজাওঁ তোমাক সদা। ক্ষমা এইবাৰ,
ভৱিষ্যতে যাতে দাসে সাধিব কৰ্তব্য।

জ্ঞান।— দোষহীন, হে সুভগে! বসন্ত-মদন।
চোৱা শুভে! ঈশ্বৰ স্বৰাজ্য ৰিখন্ত
উত্তম-অধম-ভেদ, সুনীতি-কুনীতি,
একোৰেই সাৰশেষ অস্তিত্ব নাথাকে।
পৰম বিজ্ঞানী আৰু পৰম উজ্জ্বল,
অনন্ত শকতিমান্, অসীম সুন্দৰ,
ঈশ্বৰ স্বৰাজ্যত অধম অভাৱ ;
সীমাবদ্ধ বুদ্ধিদোষে ভেদে ভাল-বেয়া।
বিপুল বিস্তীৰ্ণ এক সুন্দৰ উত্তমে
ব্যাপে বিশ্বৰাজ্য সুন্দ্ৰ সমীৰৰ প্ৰায়।
নিৰদোষ ইকাৰণে বসন্ত-মদন,
তোমাৰ ক্ষমাৰ পাত্ৰ। কৰা ক্ষমা, শুভে !

ঊৰ্বশী— যিবা প্ৰভু সানুগ্ৰহে কৰিছে আদেশ।

মদন।—(জ্ঞানৰ প্ৰতি) অজ্ঞানৰ প্ৰতি হয়, দেৱ-অনুগ্ৰহ !
ঈৰ্ষান্বিত হই প্ৰভু তব মহিমাত
কৰিছিলোঁ বহুবিধ বিৰোধাচৰণ
অৰ্জুনৰ পৰীক্ষাও তাৰেই কাৰণ।
বুজিলোঁ এতিয়া তুমি সকলোৰে গুৰু,
অসত্যৰ সদা লয় তোমাৰ আগত।

বসন্ত।— ক্ষমা হয় যেন, দেৱ ! আদেশ দাসৰ !

জ্ঞান।— ন কৰিবা তাপ, বৎস ! যুৱক মনৰ
জ্ঞান স'তে অবিৰত ঘটিছে সংঘৰ্ষ।
থাকে যদি স্থিত ধৰ্ম ন্যায়-নীতি মাজে
সকলো, নিষ্পত্তি ভাল। আৰু নাই দোষ ;
চোৱা, বৎস ! মঙ্গল-নিলয় বিশ্বৰাজ,
আচৰিত নীতি তাৰ, আশ্চৰ্য শকতি ;
বুজিব নোৱাৰা ক'ত নিহিত মঙ্গল।
ভাবিলে কঁপয় হিয়া, অকতি আশ্চৰ্য্যে
অৱশ হৃদয় কৰে ; তব আশ্চৰ্য্যেকে
অৱশ চিন্তাক লই চাওঁ ঊৰ্দ্ধমুখে।
সংসাৰৰ তমোময় অমঙ্গল-খনি,

মঙ্গল-হীরক লহ জেনে তার মাঝে—
অমঙ্গল-আবরণী মাঝে মঙ্গল নিহিত—
নারিকেল মাঝে যথা সলিল বিরাজে,
অথবা বর্ষার পরে জীবন-উপায়।
বিশ্ব ভগবান-রাজ্য। বিশ্বের মঙ্গল
হেতু ঘুরে গ্রহ, বহে বায়ু, চন্দ্র করে,
আসে যায় দিন-রাত্রি, গর্জ্জয় সাগরে।
সূক্ষ্মাদপি সূক্ষ্ম কিবা স্থূল, নিত্য জানা
বিশ্বের মঙ্গল হেতু নিয়ত সবার—
লক্ষ্য বর, ভাল-মন্দ, উত্তম-অধম,
সকলেরি শেষ এক অভিন্ন পরম।
অপরাধী কার জানা বিশ্বের মঙ্গল।
সাধুর মঙ্গল, বৎস! সত্যের বিজয়,
কর্ত্তব্যের গোরা আর সমুচিত ফল,
এই বিশ্ব-নীতি। নিকারণে অজ্ঞাতে
কতনা ঘুরিছে যন্ত্র বিশ্বে অবিরত,
আমিও সকলে সেই যন্ত্র একোজন।
এইরূপে অপরের কৃপাবলে পরি
কত তাপসীর তপ, সংযমীর যম,
পবিত্রতা লভিছে পরমা অপেক্ষরী
সৌন্দর্য্য-আধার আর পবিত্র পাবন,
কঠোর ব্রতীর, বৎস! ব্রতের সাধন।
একেকতে নাই দোষ। কিন্তু আহা সবে,
কর আশীর্বাদ প্রিয় বৎস অর্জ্জুনেরে।

সকলে।— হোরা জয়ী, বীরবর! জ্ঞানের সেবক;
পাল সদা ন্যায়-নীতি-ধর্ম-আচরণ,
অভিমত লোরা গৈ ঈশ্বর-শরণ।

অর্জ্জুন।— ধন্য হলো আজি লভি স্নেহ-পরসাদ!
থাকিলে সতত সত্য-ধর্মের প্রতি,
পালিলে সতত জ্ঞান-বিবেক-আদেশ,
চলিলে সতত ন্যায়-নীতি অনুসরি,
সকলোতে জয় তার, সদাই আনন্দ;
পরব্রহ্ম-অনুগ্রহে সকলো সুকৃতী
সুকৃতের পরিণামে যোগায় অমৃত।

(প্রস্থান)

# ভাওৰীয়াসকল

শুদ্ধোদন—কপিলাবস্তুৰ ৰজা।

মন্ত্ৰী—ৰাজ-মন্ত্ৰী।

বিদূষক –

বুদ্ধ—ৰজাৰ কুমাৰ

দেৱদত্ত—ৰজাৰ ভতিজাক আৰু বুদ্ধৰ প্ৰতিদ্বন্দ্বী।

অসিত } —দুজন ঋষি*
নালক }

ছন্দক ( চন্ন )—ৰজা-ঘৰীয়া ডেকা। বুদ্ধ আৰু দেৱদত্তৰ লগৰীয়া। অজ্ঞাত সন্ন্যাসী ( অসিত ), পাৰিষদ, দুটা ভুলীয়া লৰা, জমাদাৰ, নোমল ( টেকেলা ), ৰঙাই আৰু ৰগাই ( দুজন নগৰীয়া ), দেৱতাসকল।

যশোধৰা—বুদ্ধৰ ধৈণীয়েক।

* * *

সখীসকল, দুজনী কুমাৰী, নৰ্ত্তকীসকল, মায়াকন্যাসকল, অপ্সৰীসকল।

---

* সুত্তনিপাতত নালক সুত্ত; ঋষি অসিতৰ ভতিজাক নালক হ'ল তেওঁৰ শিষ্য। অসিতে ভগবানৰ গীতক শুনি তাৰ কাৰণ সোধাত জানিব পাৰিলে যে মহাপুৰুষ বুদ্ধৰ আবির্ভাৱ হৈছে।—লেখক

# বুদ্ধদেব

## নান্দী

[ দৃশ্য—নন্দন কানন। অপ্সরীসকল। ]

### গীত

আজি সুখির সুনীল ভবি,
উঠিছে গীত লহরী।
আজি বিশ্ব পুলকে আনন্দ অলকে
যাব অজ্ঞান-আঁধার বিদূরি।
আজি নাচিছে শিব হৃদয়ে
আনন্দ আশীষ বরষে।
আজি শোক-সন্তাপ দুঃখ মনস্তাপ
যাব জরা-মৃত্যু ব্যাধি আঁতরি।
আজি শরীরে মন বিয়াপি
গাইছে হর্ষ গাহাপি।
আজি পশুপ্রকৃতি সৌম্য আকৃতি
যাব আনন্দ আবেগে আপূরি।

# প্ৰথম অঙ্ক

## প্ৰথম দৰ্শন

[ দৃশ্য—আশ্ৰম। অসিত বহি থাকে। ]

অসিত—আজি কি আনন্দৰ দিন! কি মহা শুভক্ষণ! আজি গোটেই সংসাৰ আনন্দতে ভৰি পৰিছে—চাৰিওকালে আনন্দেৰে উপচি পৰিছে। আজি সকলো বিষাদৰ, সকলো দুখৰ, সকলো সন্তাপৰ অন্ত পৰিল। আজি স্বৰ্গত দেৱতাৰ, পাতালত নাগৰ আৰু পৃথিৱীত পশু-পক্ষী মানুহৰ আনন্দ কৰাৰ দিন—উৎসৱৰ মহা মিলন!

ওঁ শুভম্ শুভম্ শুভম্।

সত্যম্ শিৱম্ সুন্দৰম্।

( অলপ বৈ )

আহা কি প্ৰশান্ত শান্তি! আজি প্ৰকৃতিৰ কেনে সৌম্য শান্ত মূৰ্তি। সৌ বাঘে-হৰিণাই চেলেকা-চেলেকি! ম'ৰাৰ লগত সাপৰ ধেমালি; আজি সকলোৱে—সকলো প্ৰকৃতিয়ে হিংসা-দ্বেষ নিষ্ঠুৰতা পাহৰি কেনে বিতোপন প্ৰশান্ত মূৰ্তিৰে শোভা পাইছে। আজি গছে গছে নতুন পাত, লতায় লতায় নতুন ফুল; পখীয়ে পখীয়ে নতুন গীত! আনন্দৰ কি মহা উৎসৱ! সকলোৰে কি হৰষৰ উল্লাস। ওঁ সত্যম্ শিৱম্ সুন্দৰম্! [ নালকৰ প্ৰবেশ। ]

নালক! কি সমাচাৰ।

নালক—প্ৰভু! আপোনাৰ আদেশ অনুসৰি মহাৰাজ শুদ্ধোদনক জনোৱা হল—"মহাৰাজ! এই শিশুৰ জনমৰ পৰা আপোনাৰ কুল পবিত্ৰ হ'ল। আজি দেৱতা, ঋষি, মুনি—সকলোৱে আপোনাক সম্ভাষণ জনাইছে আৰু কৈছে যে আপোনাৰ এই শিশুৱে এদিন পৃথিৱীত ৰজাৰো ৰজা স্বৰূপে সকলো মানৱ জাতিৰ ওপৰত একাধিপত্য কৰিব।"

অসিত—মহাৰাজৰ পৰা কি সম্বিধান পালা?

নালক—অনুমান হয় ৰজাই যেন বুজিলে যে তেওঁৰ পুত্ৰ এদিন মহাপ্ৰতাপী চক্ৰবৰ্তী ৰজা হ'ব।

অসিত—হেজাৰ হেজাৰ চক্ৰবৰ্তী ৰজাই যাৰ চৰণৰ ধূলি-কণা এটি পাবলৈ নিজৰ সমস্ত ৰাজ-গৌৰৱ উচৰ্গা কৰিবলৈ কুণ্ঠিত নহব, সেই মহাপুৰুষ ক্ষুদ্ৰ চক্ৰবৰ্তী ৰজা! শিশুৰ সমাচাৰ কি!

নালক—আচৰিত শিশু গুৰুদেৱ। এনে স্বৰ্গৰ জেউতি এনে দিব্য মূৰ্তি সংসাৰত অসম্ভৱ। স্বয়ং ভগৱানৰ অৱতাৰ।

অসিত—অৱতাৰ! স্বয়ং ভগৱান। ধৰ্মৰ গ্লানি সুচাবলৈ, সাধুক পৰিত্ৰাণ আৰু অধৰ্ম বিনাশ কৰিবলৈ ভগৱান নিজে আহি পৃথিবীত জন্ম ললে। সাৰ্থক জীৱন – আজি সংসাৰৰ শোক-দুঃখৰ অৱসানৰ আৰম্ভ হ'ল! সাৰ্থক ধ্যান-ধাৰণা তপস্যা সংযম – আজি সংসাৰে অমৃতৰ আস্বাদ পোৱাৰ উপায় হল। ধন্য আজি আটাই বিশ্ববাসী। আজি আচলতে তোমালোক অমৃতৰ শিশু হল! অহংকালিৰ শুকান ধমনীয়ে বাৰিষাৰ বাৰি-বিন্দুৰ নিচিনা। কিমান যুগৰ নিঠুৰ হিংসাৰ তাপত তাপিত সংসাৰে এই আনন্দৰ অৱতাৰৰ অপেক্ষা কৰি আছিল! আজি ইমান দিনৰ দুঃখ-ভোগৰ, ইমান দিনৰ অসহনীয় ধৈৰ্যৰ সাৰ্থকতা হ'ল! (নালকৰ প্ৰতি) ত্ৰিজগতৰ মাতৃস্বৰূপা মায়াদেৱীৰ সমাচাৰ জনাইছিলা নে!

নালক—হয়, প্ৰভু! জন্মৰ সপ্তম দিনত যে মাতৃৰ পঞ্চভৌতিক দেহাৰ অৱসান হব তাকো সমুচিত ৰূপে জনোৱা হৈছে।

অসিত—বিধৰ বিশ্বৰ বিপুল নিয়মে আপোন মতে কাম কৰিবই। সংসাৰৰ মায়া মোহ। অহংমমতা, কৰো প্ৰতি তাৰ দৃষ্টি নাই। বিশ্বৰ এই বিপুল বিকাশ—তাত এটি জীৱৰেই চোৱা সাৰ্থকতা কিমান! ওঁ সত্যম্ শিৱম্ সুন্দৰম্।

(অলপ বৈ)—নালক, যি ভগৱানে এই যুগত অৱতীৰ্ণ হৈ সংসাৰত নতুন ধৰ্ম প্ৰৱৰ্ত্তাই, জগতত নতুন আনন্দ বিলাব আৰু জ্ঞানযোগী হৈ মুক্তি ও নিৰ্বাণ লাভ কৰি বুদ্ধত্ব লাভ কৰিব, আঁহা আমি সেই বোধিসত্ব গৌতম বুদ্ধৰ স্তুতি গান কৰোঁ।

### স্তোত্ৰ

নমস্তে আনন্দ ৰূপ স্বৰূপ
দুঃখ দূৰীভূত কাৰক কাৰণ।
নমস্তে প্ৰশান্ত সৌম-মূৰ্ত্তে
শোক জৰা মৃত্যু ব্যাধি বাৰণ ॥

নমস্তে মহাত্যাগশীলায় তস্মৈ
বিশ্বস্য দুঃখপনোদন জন্মন্।
ত্যক্তম্ ত্বয়া ভূতধাত্ৰীপত্বম্
নমস্তে শান্ত মহাবদান্তম্ ॥

নমস্তে সৰ্বভূতানুভূতিঃ
বীয়কৃতাঃ যেন পৰস্য চাৰ্থে।
দুঃখান্ধমস্তকঃ মহান্নহিমন্
দয়ালোঃ তস্মৈ নমো নমস্তে।

[দুয়ো স্তোত্ৰ গায়।]

## দ্বিতীয় দৰ্শন।

[ দৃশ্য নগৰৰ আলিবাট। বগাই আৰু বঙাইৰ প্ৰবেশ ]

বঙাই—বজাই হলে এইটো বেছ কাম কৰিলে—বুজিলানে ককাই!

বগাই—হেৰ বঙাই! তোৰ বৰ সাহ! বুজিলা নে, বুজিলা নে কৰি থাক যি মই জানো গৰু গেধা আহম্মক তাতে সুবুজিম।

বঙাই—সেইটো কথাৰ ধাচ হে। খংনো কৰা কেলেই! বুজিলা ককাই?

বগাই—কেৰ আৰু বুজিলা।

বঙাই—নহয়, নহয়! বজাৰ কাজটোৰ হে কথা কৈছিলোঁ—বুজিলা।

বগাই—হেৰ—তই বৰ মন পাই গৈছ। তই চুপ থাকিবি—যদি ভাল মানুহৰ আগত ভাল দৰে কথা কব নেজান! বজাই নো নকৰিব কিয়! আমি দুঃখী ভিখী—নিচলা নিকলা মানুহ! আমাৰে নো কথা নেচাৰ কেলৈ? মোৰ লৰাটো হোৱাৰ বাবেই মানুহক মাছ খুৱালোঁ! গুৰু বামুণক দান দক্ষিণা কৰিলোঁ! আয়তীক তামোল-পান তেল-সিন্দুৰ দিলোঁ! সেইটো সকামতে মোৰ দহোটা টকা খৰচ হ'ল। আৰু মজা হ'ল কি জান—টকাটো মই নিদিলোঁ—লৰাটোৰ মাকৰ হাতত দহ টকা মান ৰূপ আছিল; কান্দি থাই উবাম বুলি কোনোমতে নিদিয়ে। নাই হে নাই—নাই—নাই—নাই। ময়ো বোলোঁ আছে হে আছে—আছে—আছে—আছে। শেষত আৰু মাইকী মানুহৰ বুদ্ধি হে—এধাৰ টকা পাঁচ অনা আনিলো; তাৰে ৯৲ টকা তেৰ অনা খৰচ হ'ল—বাকী এটকা নে দেৰটকা মোৰ লাভ।

বঙাই— বজায়ো হ'লে দিলে খুব—বুজিলা ককাই।

বগাই—আকৌ বুজিলো! ভাল কৈ ক'।

বঙাই—বজাই খুব দিলে—বু-

বগাই—আৰু বু—

বঙাই—নহয়। নহয়। বজাই খুব দিলে নহয় নে হে?

বগাই—খুব! খুব! খুব! তই ইয়াকেই বুলিছ খুব। বুঢ়া বয়সলৈকে লৰা এটা হোৱা নাছিল। ইমান দিন পূজা সেৱা কৰি, বামুন সজ্জনক খুৱাই আৰু কত কি কৰি লৰা এটা পালে। তাৰ বাবে মানুহক দুটা এটা পইচা দিছে, দীন-দুখীক এমুঠি ভাত দিছে—তই বোল খুব! খুব! অইন ঠাইত দেখিলে হে!

বঙাই—কত নো দেখিম, ককাই। সকলে পৰা আৰু কলৈকোতো ওলোৱা নাই।

বগাই—তেনে হলে নো বক্‌বকাই থাক কেলেই—খুব! খুব! খুব! মই হলে অইন দেশৰ বজাৰ লৰা হোৱাও দেখিছোঁ—আমাৰ নিচিনা দুখীয়া মানুহক টকা কৰি সোণ-ৰূপেৰে পুতি পুতি ধন দান কৰিছে। জানিছ বঙাই, তোকেহে মনে মনে

কৈছো, মেগেধা দেশখনৰ যে কথা শুনিছু, সেইখন আচলতে বৰ সুন্দৰ দেশ। তাত থাকিলে মানুহৰ সুখ আছে।

বঙাই—এঃ, সিদিনা পুৰোহিত বাপুৱে কৈছিলে—ভাত টকা কৰি ৰূপ-বাণ বোলে বহুতো পায়। কিন্তু ৰজাজনৰ নাম হেনো—"বিশ্বাশৰৰ"; তেওঁ হেনু সদাই ইমান চিঞৰ-বাখৰ কৰি থাকে যে তাৰ ধৰি সেই দেশত তিষ্ঠাই টান। বুজিলা নে?

বগাই—তোক্ আৰু ভাল মানুহৰ কথা শিকাবলৈ গৈ হৰিলোঁ। বুজিলা নে! বুজিলা নে! বুজিলা নে! বুজিলা নে! বাৰু তয়ে নো কি বুজ ক'চোন—সেই ধন দেশকে নো মেগেধা দেশ বোলে কিয়?

বঙাই—মই নো কি জানো ককাই। কোৱাচোন বাৰু তুমিয়ে—বু—এইবাৰ বুজিলা বোলা ব্ৰাই দেখিলা।

বগাই—শুন তেনেহলে। মেগেধা—নে মৰ গেধা। অৰ্থাৎ যদি ইয়াত টকা কৰি ৰূপ-বান ভালকৈ আৰ্জিব নোৱাৰ তেনেহলে তই খঁটি গাধ, আৰু তই মৰ—জীয়াই থকাৰ একো সকাম নাই।

বঙাই—সেইখন দেশত নো মানুহ তিষ্ঠিছে কেনেকৈ?

বগাই—সেইখন দেশৰ কথা ভাবিব নেলাগে। এইখনত নে কেনেকৈ তিষ্ঠি থাক তাকেই ভাবইক চোন।

বঙাই—হওঁতে হয়। বাৰু কোৱাচোন ককাই ৰজাঘৰৰ নো এইবোৰ কি কথা শুনা যায়।

বগাই—যি কথা হৈছে তাকেই শুনিছইক। তোক বাৰু কওঁ শুন—কিন্তু খবৰদাৰ কাৰো আগত নকৰি। সিদিনা মমন টেকেলাৰ ঘৰলৈ গৈছিলোঁ। তামোল ছালি খাই আছোঁ, এনেতে দেখোন হেপাই ফেপাই কৰবাৰ পৰা টেকেলা ওলালহি। আহিয়েই বৈণীয়েকক কৈছেহি বোলে হ'ল আৰু হবৰ থিনি ৰজা-ঘৰত এটা ভূত নে দানৱ নে কি এটা উপজিছেহি—আকাশৰ পৰা নো কত কি হৈছে—নেদেখা মানুহে কথা কৈছে—কতো একো নোহোৱাকৈ জুই লাগিছে, কন্তেকতে আকৌ জুয়ো নাই। মাত কথা সাৰি শব্দ একো নাই। এইখন যে আৰু কত কি হৈছে!

বঙাই—কি কোৱা ককাই। সঁচাকৈয়ে নে?

বগাই—তোৰ আগত নো মিছা কৈ কৰ ধৰ্মখন পাম—তাতে যি মিছা কম! এইবোৰ দেখি-শুনি ৰজাই কি কৰিছে জান নে!

বঙাই—ৰজাই সেই ঘৰখন এৰি শুচি যাব পায়।

বগাই—তোৰো ভাল বুধি ঐ বঙাই। ৰজাৰ মৰটো জানো তোৰ যেৰৰ পঁজা—আজি যেৱা হ'ল এৰি গলোঁ—। ৰজাই পুৰ ভাগৱলৈ শান্তি কৰম পাতিছে।

বঙাই—দেশুৰক আৰু বৰ পণ্ডিতক মাতিছে নে?

বগাই—অকল তেওঁবিলাকক হে নে? ধাপেৰৰ পণ্ডিত; মুকলিমুৰীয়া গোসাঁই, গুৱাহাটীৰ কালৰ পৰা অধ্যাপক কেইজনমান-এই সমুচা ভাল ভাল মানুহকে মাতিছে।

বঙাই—বাদ নোৱাৰি নে, ককাই!

বগাই—মোৱাৰি কেলেই! বজাই ঢোল পিটি দি সকলোকে মাতিছে নহয়। যাৰ খুচি সেয়ে যাব পাৰে।

ৰঙাই—তুমি যাবা নে কি!

বগাই—মই তো যাবই লাগিব। নহলে বক্কা ক'ত। কালি গধূলি নোমল টেকেল আৰু বিৰহপতি পিয়নীয়ে মাতি গৈছে নহয়। মোক যদি ভাত নেদেখে ভেনেহলে আগলৈ লাগে মোক নেমাতিবই।

ৰঙাই—মোকো লৈ যাবা নে ককাই।

বগাই—তোক হওঁতে লৈ যাব পাৰোঁ। কিন্তু এটা কথা নেই। ভদ্ৰ ভদ্ৰ মানুহৰ লগত মোৰ এলাপ হলে মোক নেমাতিবি এক্কা, তেতিয়া মই বৰ লাজ পাম।

ৰঙাই—কেলেই মাতিম। মই জানো নজনাটো।

বগাই—ইয়ান দিন মোৰ লগত ফুৰিলি নেজানিলি কেলেই। জমাদাৰ বাবুৰ লগত দেখা হলে আঁতৰি যাবি দেই। তইতৰ নিচিনা ভূতক দেখিলে তেওঁৰ বৰ খাগ উঠে জানিছ।

ৰঙাই—বাৰু ককাই-পাছে খোৱা-লোৱা কিবা হব জানো।

বগাই—কি খাব খোজ। সান্দহ, কোমল চাউল, গাখীৰ, গুৰ, সন্দেশ, বতাছা, মতিচুৰ, মহীভুৱ, বগাসুৰ, অঘাসুৰ, জেলাপী, মনোপী তানাপী যিহকে বিয়ান মন যায় তিমান খাব পাবি!

ৰঙাই—[ গীত আৰম্ভ কৰে। আৰু এক চৰণ মান গোৱা হলে বগায়েও যোগ দিয়ে। ]

গীত

চন্দেছ খাম

ছিৰা গুৰ          সান্দহ খাম
ইহাতেৰে লম          সিহাতেৰে লম
এই হাতে ধৰি আৰু এই হাতে খাম।
নেলাগিলেও খুজিম,          পাৰোঁমানে ( পেটত ) গুজিম,
'ভোকো পলাওক          ইচ্ছাত যাওক
তেওঁ খাব নেৰিম।
পাৰোমানে          ঠাচি ঠাচি
গুৰ সান্দহ দৈ গাখীৰ
বজাম বজাম।

( নাচি নাচি প্ৰস্থান )

# দ্বিতীয় অঙ্ক

## প্ৰথম দৰ্শন

[ দৃশ্য—ৰাজ-সভা ঘৰৰ সমুখ। মন্ত্ৰী
আৰু পাৰিষদৰ প্ৰবেশ ]

পাৰিষদ—তেনেহলে ভাণ্ডাৰীয়াই মহাৰাজৰ ওচৰত এই সমাচাৰ দিব। আমি বিদায় হৈ কৰোঁ।

মন্ত্ৰী—বাৰু। [ পাৰিষদৰ প্ৰস্থান। ]

[ মনতে ] বৰ আচৰিত কথা! কুমাৰৰ জন্মৰ সময়ত গণক সকলে যিবোৰ কথা কৈছিল সকলো ফলিবই নে কি? এনে অদ্ভুত বুদ্ধিৰ কথাটো আগেয়ে আৰু শুনা নাই। কুমাৰৰ এই পোন্ধৰ ষোল বছৰ বয়স ইয়াৰ ভিতৰতে সকলো বিভাতে ইমান পাৰদৰ্শী হল যে শিক্ষক সকলে কৈছে—" কুমাৰৰ শিকিবৰ আৰু একো বাকী নাই। চাৰিবেদ, ছয় বেদাঙ্গ, শিক্ষা, কল্প, জ্যোতিষ, আদি সকলো বিদ্যা, সকলো কলা, সকলো প্ৰকাৰৰ ব্যায়াম এই বয়সতে আয়ত্ত কৰিলেই। জন্ম কোষ্ঠীৰ ফলো এনে! ইয়াৰ পাছতে বিবাহ, আৰু তাৰ পাছত সন্ন্যাস! মহাৰাজক তো সকলো কথা ভাঙি-পিতি এতিয়াও কোৱা নাই! বুঢ়া বয়সৰ এক মাত্ৰ লৰা তাৰ কোষ্ঠীত নেকি সন্ন্যাস। মহাৰাজে নো সহিব কেনেকৈ! মাতৃহীন লৰাৰ মুখখন চায়েই ইমান দিন পত্নী বিয়োগৰ শোক পাহৰি আছে। ইয়াৰ ওপৰত এনে খন কথা নো কম কেনেকৈ? [ বৈ ] আৰু নকলে বা হব কেনেকৈ! নিয়তিৰ গতিত নো কোনে বাধা দিব! হঠাৎ এদিন এনে বজ্ৰাঘাত হব লাগিলে মানুহৰ প্ৰাণে তাক সহা টান। সেই দেখি বেয়া সংবাদৰ কাৰণে এতিয়াৰ পৰাই সাজু হৈ থকাটোৱে ভাল! ছেগ চাই আজিকালিতে কথাটো উলিয়াব লাগিব দেখিছোঁ। পাছত ভাল কৰিবলৈ বাওঁতে বেয়াহে হবৰ আছে। হে হৰি! সকলো তোমাৰ ইচ্ছা। বজাঘৰৰ এনে খন দুৰ্গতি দেখিবলৈ যেন বুঢ়া থাকিব নেলাগে। [ প্ৰস্থান ]

---

## দ্বিতীয় দৰ্শন

[ দৃশ্য—নগৰৰ আওহতীয়া এক অংশ পঢ়াশালিৰ ওচৰ। দুটা বয়সীয়া স্কুলীয়া লৰাৰ প্ৰবেশ ]

প্ৰথম লৰা—আ-ও! আৰু নোৱাৰি ভাই। আৰু নোৱাৰি। চাচোন থাক যি ঐ জন্ প্ৰথমা,

অল ৰাইট, শস্   দ্বিতীয়া—যেৰং যেৰো যেৰাঃ এই সোপা বকি-বকিয়েই সেই বুঢ়া হলেঁাহি। আৰু কিমান পঢ়িবি ভৈয়াই।

দ্বিতীয় নবা—এৰা দেঙ! আমাক নো এনেখান জুলুম কৰি মাৰিবলৈ ইহঁতৰ কি হৈছে হে!

প্ৰথম—হেৰ্ ভোলাই! তই এটা কথা ভাবি চাইছ নে?

দ্বিতীয়—কি কথা?

প্ৰথম—এই—এই আমি যে পঢ়াশালিলৈ আহি এইদৰে টা ড্যাম ডিস, ড্যাম ড্যাম ড্যাস ড্যাস এইবোৰ কৰিব লাগে—কিয় ভাবি চাইছ নে? মই হলে ইয়াৰ এটা ভেদ পাইছোঁ।

দ্বিতীয়—কি ভেদ বাৰু কোৱাচোন।

প্ৰথম—ভেদ এই—পঢ়া অৰ্থ পঢ়া। আমাক নতুনকৈ গঢ়িব খুজিছে এই কথা।

দ্বিতীয়—কিনো নতুনকৈ গঢ়িব খুজিছে হে!

প্ৰথম—এই বৰ অঁকৰা অ'। এই আমাৰ সাহ পিত বল-জোৰ সকলোকে টা ড্যাম ডিসেৰে ভিকাচন মাৰিব খুজিছে। টা টা টা ডে ডস ও সন্তী এইবোৰ আওৰাওঁতে আওৰাওঁতে কাহাঁকাৰ বল-জোৰ থাকিব পাৰে ভৈয়াই। সব মাটি—সব মাটি।

দ্বিতীয়—সেইটো হলে ঠিক কৈছা। পাঠশালালৈ আহিলেঁা যে নিৰা বলিৰ পাঠা-শালত সোমালেঁা।

প্ৰথম—এতিয়া বুজিলি! আৰু এই ছেলামটো! ইয়াৰ অৰ্থ কি জান! সিদিনা এজন পণ্ডিতে কৈছিল নহয় ছেলাম অৰ্থ গোলাম। অৰ্থাৎ এতিয়াৰ পৰা খুব ছেলাম দি থাক ইক, তেনেহলেহে ভাওৰ হলে তইঁতক গৰু গেধা চলোৱাৰ দৰে চলাব পাৰিম।

দ্বিতীয়—সেয়েহে বৰবাবুক ছেলাম নিদিলে ইমান খং কৰে। তেন্তে আমাকো অলপ ভয় বাখে?

প্ৰথম—ভয় নেৰাখি জানো পাৰে? সিদিনাৰ কথা শুনা নাই নে—আম্ৰকূটৰ স্কুলত যে মজাটো দিছিল!

দ্বিতীয়—সেইটো হলে ভাল মজাই হল।

প্ৰথম—তাতোকৈ ভাল মজা কৰিব পাৰি জানিছ। মুঠে এই কল-গুটীয়া বগ্ৰাৰ লৰাটোৰ পৰাহে উপায় নাই। সি গম পালেই কৈ দিব।

দ্বিতীয়—বজাৰ লৰাটো বাস্তৱতে বৰ অদ্ভুত হে!

প্ৰথম—অদ্ভুত নহয়—ভূত বুজিছ। নইলে তাৰ মুখত ভৰ জবাই সকলো বিদ্যা আছে—আমাৰ মুখত নো নাহে কেলেই। আমাৰ জানো মুখ নহয়—আমাৰ জানো বুদ্ধি নাই।

দ্বিতীয়—আৰু এটা কথা হে! বজাৰ লৰা বুলি পণ্ডিতে আৰু বৰবাবুয়ো অলপ খাটিৰ কৰে!

প্ৰথম—কৰে হে-নে-খুব কৰে—খুব—খুব—খুব খাটিৰ কৰে! সিদিনা প্ৰযোচনী পৰীক্ষাত নেদেখিলি—ভয়ো যেছ পঢ়িছিলি মোৰ তো কথাই নাছিল—তথাপি আমি প্ৰযোচন নাপালোঁ সি পালে।

দ্বিতীয়—এৰা ! পাছে ৰজাৰ লবাৰ বোলে বৰ ৰয়া মৰম—সেইবাবেই কি জানি সকলোৱে ভেঙুৰ ভাল পায় ।

প্ৰথম—তই আচলতে বৰ-বৰ-অতি বৰ অ'ৰবা । কিহৰ ৰয়া মৰম অ' । আমি চৰাইৰ গোৱালী, ছাগল-চানা এইবিলাক ধৰি অনা দেখিলে তাৰ খিয়াল লাগে নিজেতো একো কৰিব খৰিব নোৱাৰে । সেই দেখি সেইবোৰক এৰি-এৰিদিয়ায় ।

দ্বিতীয়—বলা, বাঙহক এইদৰে ফুৰি ফুৰি বৰ কেনেবা কেনেবা লাগিছে ।

প্ৰথম—তোৰ একো নহয়, আৰু । কেনেবা কেনেবা লগাৰ বি কেইটা হে ৰবৰ আছে তাৰ তো এটাকেই তই নধৰিলি ।

[ জেপৰ পৰা ছেলেউ উলিয়াই লগাই আৰু দুই হোপামান খাই—দ্বিতীয়জনক যাছে দ্বিতীয়জনে নি এক হোপা খাই—]

কেনে মজা বাৰু !

দ্বিতীয়—বেছ । বঢ়িয়া ! [ কঁাহে আৰু মুখ বিকটা-বিকটি কৰে ।]

প্ৰথম—বেছ ! বেছ ! শিকি আইছ ! [ গান কৰে ]

আৰে মজাসে পেটুৱা পেট ভৰি খা ।
আৰে ছেলেও হুপি
আৰে চুপি চুপি
অৰে মজাসে হোপ আৰু মজাসে খা ।
আৰে চকুমুদা টান
আৰে ফুৰ্তিৰ প্ৰাণ
আৰে মজাসে খা আৰু মজাসে খা ।

[ দ্বিতীয়জনেও মাজে মাজে যোগ দিয়ে । ]

দ্বিতীয়—হেৰা, সৌটো ঘোঁৰাত উঠি কোন হে ?

প্ৰথম—কুচ পৰোৱা নাই—যাব দে ।

দ্বিতীয়—নহয় হে ! মূৰত টুপী আছে—ৰবগাবু যেন দেখি ।

প্ৰথম—হয়ো ! এই পাট পালেহিয়েই । সাৱধান—ছেলাম—এক—দুই ।

[ দুয়ো ছেলাম দিয়ে আৰু পট পৰে ]

## তৃতীয় দৰ্শন

[ দৃশ্য—নগৰৰ ওচৰৰ ফুলনি । বুদ্ধৰ প্ৰবেশ ]

বুদ্ধ—কতো ভাল নলগা হল । কি আচৰিত কথা । মোৰ তো একোৰে অভাৱ হোৱা নাই । মই ৰজাৰ কোঁৱৰ । আন মানুহে যাক দেৱতাবো দুৰ্লভ বুলি ভাৱে, তেনে বস্তুৰ মাজত মই পোত গৈ আছোঁ । সম্পদৰ পৰা যিমান ভোগ হব পাৰে, সকলো মোৰ

ইচ্ছাৰ অধীন। তেও কি আচৰিত যে মোৰ মনটো সন্তুষ্ট নহয়। কোনোবাই যেন কোনো দূৰণিৰ আকাশৰ পৰা সদাই বিচিৰাই আছে—সুখ নাই, সন্তোষ নাই, বিচাৰা, বিচাৰি উলিওৱা। সিদিনা শুনিলোঁ—পুৰুষ-প্ৰকৃতি একেৰে দুটি বিকাশ—সেই দুই এক নহয় যাদে সুখ নহয়! সেয়ে নেকি মোৰ অভাৱ।

[ ওপৰৰ পৰা এটি আহত ৰাজহাঁহ পৰে ]

এইটো কি। উঃ! উঃ! ৰাজহাঁহটোৰ গাত এই পাত কাঁড়। উঃ! উঃ! বৰ দুখ পাইছে দেখি! [ যতন কৰে। ] ভয় নো এনে নিৰাকাৰ হিয়া! [ কাঁড় পাত উলিয়াই নিজৰ গাত মাৰি— ]

উঃ! কিমান দুখ! বেচাৰীক নো কোনে এনেকৈ মাৰিলে ঐ! ( আকৌ শুশ্ৰূষা কৰে। ]

দেৱদত্ত—[ প্ৰৱেশ। ] কত পৰিল! কত পৰিল! হেৰা বুদ্ধ! মোৰ হাঁহটো কত পৰিল দেখিলা নে? এয়া—তোমাৰ হাততেই দেখোন! মই মৰা হাঁহটো আকৌ তেনেকৈ ধৰিছা কেলেই! দিয়া মোৰ হাঁহটো। [ অলপ পৰ বৈ ] কি কৰা। দিয়া আকৌ হাঁহটো। মই ৰজাৰ লৰা বুলি খাটিৰ নকৰোঁ। দিয়া!

বুদ্ধ—ৰবা, ককাইটি। চোৱাচোন বাৰু সি কিমান কষ্ট পাইছে! আৰু মোৰ ফালে কেনে আতুৰ দৃষ্টিৰে চাইছে।

দেৱদত্ত—থোৱা তোমাৰ আতুৰ দৃষ্টি। নিজে মাৰিবৰ সাধন নাই, মই মৰা হাঁহটোৰ ওপৰত আৰু এইখন কি লগাইছা! [ হাঁহটোত ধৰি ] দিয়া। [ বৈ ] আ-ও নিদিয়ে দেখোন! যে মোৰ হাঁহটো নহলে--[ বুদ্ধই চকুলো টোকে। ] মোৰ আগত এইখন সেমানে কাজ নচলে—বুঢ়া ৰজাৰ আগত কৰা গৈ। বৰ দেখোন ৰজাৰ কোঁৱৰ, যুৱৰাজ চেলাৰ—নিজে নো নেমাৰ কেলেই! আনে মৰা হাঁহটোৰ ওপৰত হলে যতা ৰজা, ভেকা ৰজা! দে মোৰ হাঁহটো—অকৰ্মণ্য, কাপুৰুষ!

[ হাঁহত ধৰি টানে। ]

বুদ্ধ—দেৱদত্ত! শান্ত হোৱা। দেখা নাই নে বেচাৰীয়ে কিমান কষ্টত ছটফটাব লাগিছে।

দেৱদত্ত—মোৰ হাঁহে ছট্‌ফটাইছে, তোৰ কি হল? দে! দিবি নে! [ আৰু টানে। ]

বুদ্ধ—দূৰ হ, কাপুৰুষ। নিদিওঁ মই হাঁহ।

দেৱদত্ত—নিদিয়! নিজে নো নেমাৰিবি কিয়? মোৰ হাঁহৰ ওপৰত যতা চেলাইছ!

বুদ্ধ—গুচ্‌ এতিয়াই—মোৰ ইচ্ছা--যুৱৰাজৰ ইচ্ছা—হাঁহ নিদিওঁ—গুচ্‌!

দেৱদত্ত—বাৰু ৰবি! বুঢ়া ৰজাই বিচাৰ কৰে নে নকৰে। নকৰিলে, তয়ো একময়ো এক!

[ প্ৰস্থান ]

বুদ্ধ—কি নিকৰুণ নিষ্ঠুৰ। মানুহৰ প্ৰাণত নো মৰা, মাৰাৰ শেষ নাই নে? কেৱল হত্যা, কেৱল মৃত্যু, কেৱল হিংসা, দ্বেষ আৰু অসূয়া! উভি যোৱা চৰাইটিক মাৰি ঘুৰত আতুৰ হৰিণা পোৱালিটিক ধৰি, মানুহে দেখুৱাই বীৰত্ব! [ হাঁহটোৰ ফালে চাই। ] কিমান আশা হিয়াতে বান্ধি নীল আকাশৰ বুকুত নিজৰ হাঁহিনী আৰু পোৱালী লৈ

এই হাঁহটোৱে কিমান আনন্দত উৰি ফুৰিছিল ; কি অন্যায় কৰিছিল সি কাৰ ! অথবা হঠাৎ মানুহৰ নিকৰুণ হাতৰ নিকৰুণ কাঁড় পাটি তাৰ সকলো আশা সকলো আনন্দ এই ধূলিৰ জগত মাটি কৰি দিলে ! হায়, মানৱ ! অসহায় নিৰ্দোষতাক হিংসা কৰি কিয় তোমাৰ তৃপ্তি হয়। তুমি ঘোৰ মূৰ্তি ৰাক্ষসতকৈয়ো নিদাৰুণ নিকৰুণ নোহোৱানে ? [ বৈ ] কিহে মানুহৰ মনৰ এনে দয়া-মায়া কাঢ়ি ললে !

[ বিদূষক, শুদ্ধোধন আৰু দেৱদত্তৰ প্ৰবেশ। ]

আপোনালোকক প্ৰণাম জনাইছোঁ।

শুদ্ধোধন—ছিঃ ! কুমাৰ। তোমাৰ আচৰণত মই বৰ লাজ পাইছোঁ। দেৱদত্তই কাঁড়েৰে বিন্ধা হাঁহটোক তুমি নিজে ৰাখিব খুজিছা কিয় ! হাঁহটো দিয়া। [ বুদ্ধই হাঁহটো দেৱদত্তক দি বেজাৰ ভাৱেৰে থিয় হৈ থাকে। ]

ই কি কুমাৰ ! তুমি ক্ষত্ৰিয়ৰ লৰা। তোমাৰ পূৰ্বপুৰুষে নিজৰ বাহুবলেৰে সুবিস্তৃত ৰাজ্য স্থাপন কৰি গৈছে ; তোমাৰ পিতৃ-পিতামহে নিজৰ শৌৰ্য আৰু বীৰ্যৰ প্ৰভাৱত সকলো শত্ৰুক দমন কৰি ৰাজ্য পালন কৰিছে ! তুমি সেই মহৎ কুলৰ সন্তান হৈ হলা কাপুৰুষ ! নিজে হাঁহ এটা মাৰিব নোৱাৰা—আনে মৰা হাঁহটো দিলত তোমাৰ মনত দুখ। তোমাৰ আজিৰ আচৰণ দেখি প্ৰজা সকলে তোমাক হাঁহিব, অন্তেষপুৰৰ গাভৰুসকলে বেৰাৰ জোলোঙাৰে তোমাক চাই কাপুৰুষ বুলি ইটোৱে সিটোৱে কানা-কানি কৰিব ! তোমাৰ নগৰীয়াসকলে, যি তোমাক আগেয়ে বীৰ বুলি ভাবিছিল, তোমাক উপলুঙা কৰিব ! ইয়াতকৈ নো আৰু দুখ বা অপমানৰ কথা হব পাৰে নে ? তুমি আজি ক্ষত্ৰিয় কুলৰ কলঙ্ক আনিলা। তোমাৰ পৰা আজি তোমাৰ স্বৰ্গীয় পূৰ্বপুৰুষসকলৰ গৌৰৱ-গৰ্বিত মস্তক নত হল।

বুদ্ধ—ৰাজন্ ! মই কাপুৰুষ বা বীৰ কাক কোৱে নাজানো। কিন্তু দয়া জানো, মৰম জানো, শোক বুজোঁ, দুখ বুজোঁ। অতি নীচ প্ৰাণী বুলি আপোনালোকে যাক ঘিণ কৰে, তাৰো যে সুখ-দুখ ইচ্ছা-বাঞ্ছা থাকিব পাৰে সেইটি হৃদয়ঙ্গম কৰিব পাৰোঁ। যদি সংসাৰৰ সকলো প্ৰাণীৰ দুখৰ অনুভূতিত দুঃখ পোৱা কাপুৰুষতা—তেনেহলে মই কাপুৰুষ। যদি এই নিসহায় মৰণৰ সীমাত ভৰি দিয়া এই হাঁহটোৰ দুখ গুচাব খোজা —মৰণক খেদি জীৱন দান দিব খোজা কাপুৰুষতা—তেনেহলে মই কাপুৰুষ ; আৰু কাপুৰুষতাই মোৰ শ্ৰেয়।

বিদূষক—বোপা, তোমাৰ বৰ ভুল হৈছে। বীৰত্ব অৰ্থ উৎপীড়ন, গৌৰৱ অৰ্থ অহঙ্কাৰ ; ইমান লিখা পঢ়া কৰিও শিকিব নোৱাৰিলা নে, বোপা ! আগেয়ে অত্যাচাৰ উৎপীড়ন কৰি পাছত দয়া-মৰম দেখুৱালে—তেও কিছু। সাধাৰণতঃ দয়া-মৰম-ক্ষমা অৰ্থতো কাপুৰুষতাই।

শুদ্ধোধন—ক্ষত্ৰিয়া বলা। আগতে নিজে বীৰ হবলৈ শিকা।

বুদ্ধ—পিতা ! আদেশ কৰক হাঁহটো যেন মোক দিয়া হয়—সি প্ৰায় জী উঠিছে, তাক ভাল কৰি মই উৰুৱাই দিওঁ।

শুদ্ধোধন—ধিক তোমাক, কুমাৰ। আকৌ সেই তিৰোতাৰ নিচিনা কথা! তুমি ক্ষত্ৰিয়ৰ বংশধৰ বুলি, মহাবীৰ্যশালী শাক্য বংশৰ তনয় বুলি, কেনেকৈ পৰিচয় দিছা! শৰীৰত নো অকণো তেজ নাই নে—হাঁহটো মৰিলেই বা জীলেই তাত তোমাৰ লাভ লোকচান কি? তুমি জানো জীৱনৰ-মৰণৰ কৰ্তা!

[ হঠাৎ গান গাই অজ্ঞাত সন্ন্যাসীৰ প্ৰবেশ—আৰু তৈতক ওপৰে গান গাই গাই প্ৰস্থান। ]

গীত

[ দীপজীয়া সুৰ ]

জীৱন মৰণ নাজানা কাৰণ
জীৱনেই শ্ৰেয় বুজিবা সুজন।
কঠোৰ মৰণ কঠোৰ পীড়ন;
মায়া আবৰণ অমিয়া জীৱন।
এবাই মৰণ যি দিয়ে জীৱন,
সেয়ে সেয়ে শ্ৰেয় বুজিবা বাজন।

দেৱদত্ত—ভাই বুদ্ধ! এইটো হাঁহ তোমাৰ হে; দিয়া উকলাই। [ দেৱদত্তই হাঁহ দিয়ে আৰু বুদ্ধই উৰাই দিয়ে। ]

বিদূষক—বোপা দেৱদত্ত! কুমাৰ আৰু তুমি যাব পাৰা। [ বুদ্ধ আৰু দেৱদত্তই প্ৰণাম কৰি যায়। ] মহাৰাজ! চিন্তিত মহব। পণ্ডিতে গণি দিয়া কথা নো কত মিলে? বিদিনা গণনামতে ৰবৰুণ হব লাগে সেই দিনাৰ পুৰা-কটা বৰত তোমাৰ থাতু নাই ঘোট ঘোট মাৰি পানী খোৱা হে খোৱা। বৃহস্পতি পঞ্চমত আছে; গণনামতে তোমাৰ "সৰ্ব সৌখ্যং দদাতি"; পাছত তোমাৰ হয় কি—পুত্ৰৰ মৰণ, নাৰীৰ পীড়ন, পত্নীৰ বাতন, খৰবাৰ আক্ৰমণ আৰু শেষত বুদ্ধিৰ নাশন। কুমাৰৰ ভৱিষ্যত সম্বন্ধে নিয়েই যি নকওক—আমাৰ কুমাৰ বজাৰো বজা চক্ৰবৰ্তী ৰজা হবই। এতিয়া তেকা দবা সদাই নগৰত বন্ধ হৈ আছে—পক্ষিকে মন বেয়া কৰিব পাৰে। মই এতিয়াই কুমাৰক লৈ গাৰ্ৰ কালে ফুৰিবলৈ ওলাব। গাৰ্ৰ কোমল আৰু সুধৰ মুখ দেখি নিশ্চয় কুমাৰৰ মন কুমলিব। আৰু ইপিনে এটা কাম কৰক—বুঢ়া মৰীৰ লৈ কুমাৰৰ কাৰণে কুমাৰী এজনী ঠিক কৰক। কাৰ সাধ্য কুসুম-কোমল হাস্য-আখ্যা; নয়নজল-কুশলা মনোহৰা ৰমণীৰ ৰমণীয়তা উপেক্ষা কৰি সন্ন্যাসী হব —তাতে বুদ্ধৰ নিচিনা তেজে ফুটি পৰা দীপ্‌শিখ্ তেকা দবা। আহক আহক।

[ দুয়োৰো প্ৰস্থান ]

---

## চতুৰ্থ সৰ্গ

(দৃশ্য—গাৰ্গীয়া বাট। বুদ্ধৰ প্ৰবেশ।)

বুদ্ধ—ফুৰি ফুৰি অকলে ইমানখিনি পালোঁহি। কিন্তু মনটো যে কেনেবা লগা আৰু হৈছিল। গোটাইখন সংসাৰকে তো আনন্দৰ ভড়াল যেন বুলি মানুহে কয়। ময়োতো মানুহৰ দুঃখ বা শোক কি তাক কব নোৱাৰিলোঁ। কেৱল শাস্ত্ৰত পঢ়িছো—তিনি ৰকমৰ দুঃখ-জৰা, ব্যাধি আৰু মৰণ। কিন্তু এইবোৰ নো কি—কতো দেখা নাই! তথাপি মই দুঃখ দুঃখ কৰোঁ কিয়—কিহৰ দুঃখ। [ বিদূষকৰ প্ৰবেশ ]

বিদূষক—কি কৈছা, বোপা! দুঃখ একোৱে নাই। মানুহৰ মনটোত হে দুঃখ।

বুদ্ধ—( আচৰিত হৈ ) আৰ্য, ইয়াত কব পৰা ওলালহি!

বিদূষক—বোপা, তোমাক বিচাৰি! ভৰাভাল, ককভাল, মৰিয়ান, নাৰায়ণ—সকলোফালে বিচাৰি বিচাৰি তোমাক ইয়াত পাইছোহি! কি কৈছিলা এতিয়া?

বুদ্ধ—ভাবিছিলোঁ মোৰ মনটোত শান্তি নাথাকে কিয়?

বিদূষক—এই বেমাৰৰ নিদান মই জানো বোপা। আৰু দৰবো দিহা কৰিছো। যেতিয়া তিলফুলা-সম-নাসা খঞ্জন-নয়না কাম-বস্তা-সম উৰু ললিত-বসনা ডম্বৰু-সদৃশ মধ্য ক্ষীণা-নিতম্বিনী কৃষ্ণ কেশ-সুশোভনা ফেণীসমা-বেণী এইবিলাক তোমাক দিহা কৰি দিব পাৰোঁ তেতিয়া আৰু মন বেয়া নালাগিব, বোপা। পাছে, এটা কথা তোমাকে এনেকুৱা দেখিলে পিতাকৰ বৰ দুঃখ হয় সেইটো জানো বুজা!

বুদ্ধ—কেলেই পিতাকতো মই কেতিয়াও কোনো কামতে মনৰ দুঃখ দিব বিচৰা নাই! মুঠতে আজি ৰাজ-হাঁহৰ কথাটোত—

বিদূষক—বাৰু সেইটো গৈছে। তেনেহলে বিবাহত তোমাৰ সন্মতি আছে বুলি পিতাক জানো কম?

বুদ্ধ—এইটো প্ৰশ্নৰ মই এতিয়াই একো সমিধান দিব নোৱাৰোঁ। বিষয়টো যে মই ভবা নাই এনে নহয়—তথাপিতো মোক সময় লাগে!

বিদূষক—অৱশ্যে! অৱশ্যে! এতিয়া তোমাৰ লগত মই যাম নে? তোমাক গাৰ্ত ফুৰাম বুলিহে আহিছিলোঁ।

বুদ্ধ—আপুনি মিছাতে কষ্ট নকৰিব। মই অকলেই যেহু আছোঁ; [ বিদূষকৰ প্ৰস্থান। ] ৰাজ-হাঁহৰ কথাটো নো কি? এই সন্ন্যাসীটো নো কি? কতো দেখোন একোৱে সত্যকে মোৰ পোৱা হলোঁ। [ চিন্তিত অৱস্থাত থাকে। ]

শুদ্ধোদন—( প্ৰবেশ কৰি ) কুমাৰ! বিদূষকৰ মুখে শুনি এইকালে খকা বুলি তোমাকেই বিচাৰি আহিলোঁ। আহা, আজি মোৰ ৰাজ্যৰ সুখ-সমৃদ্ধি চোৱাহি। যি ৰাজ্যৰ সিংহাসনত বহি এদিনা তুমিয়েই সুখ-দুঃখৰ কৰ্তা হবা। চোৱাঁ আজি তাত কেনে সুখ! কেনে সন্তোষ!

বুদ্ধ—সুখ কি ? সন্তোষ কি ? পিতা !

শুদ্ধোদন—সুখ কি ? সন্তোষ কি ?

চোৱা আহি এৰে
বসন্তৰ সমাগমে নতুন প্ৰকৃতি
উলাহতে কুলিৰ সুৰেৰে
গাই ফুৰে মনোৰম গীতি ।
গছে গছে নাচিছে চৰায়ে,
ফুলে ফুলে বতাহে খেলিছে,
কৰি তাৰ সুগন্ধৰ আহৰণ
শ্যামল পথাৰ,—
খেতিয়কে কৰে খেতি,
উলাহতে হাঁহে নাচে নাতে গায় ।
কৃষকৰ বধূ সৰে সুখিৰ সন্ধ্যাত
কাষত কলহ লই গহীন গাতৰে
পানী আনে উজলি চৌদিশ ।
গাঁৱৰ মাজত শুনা
ল'ৰা-ছোৱালীৰ কেনে আনন্দ কোঢ়াল ।

বুদ্ধ—পিতা, এই দৃশ্য চাই মোৰ মনত যেন কেনে লাগিছে। মই অকলে ফুৰিব খুজিলে কিবা বেয়ানে ? (প্ৰস্থান)

শুদ্ধোদন—একো কথা নাই, বোপা—মই এতিয়াই বাওঁগৈ [ মনতে ] গাঁৱৰ এনে স্নিগ্ধ কোমল শোভাত অৱশ্যে কুমাৰৰ মন কুমলিব । বিদূষকটোৱে মানুহৰ মন বুজে ঠিক !

বুদ্ধ—
আচৰিত ! এনেনে সন্তোষ !
আজি এই জনপদ আনন্দত আত্মহাৰা
কিন্তু কি কঠোৰ জীৱন-সংগ্ৰাম !
মানুহৰ জীৱনৰ কাৰণে
মাত্তিৰ নোৱাৰি দেহি নিৰীহ বলধে
নিজ তেজ পানী কৰি দিয়ে হাল বায়—
চৰায়ে খাইছে কীট কীটে খায় কীট—
বলীয়ে বলেৰে খায় নিৰ্বলক ধৰি ।
মৰণৰ ঘোৰ মূৰ্ত্তি কৰি আবৰণ
মূঠে মাত্ৰ মিছা খেলা মিছা জীৱনৰ ।
প্ৰবল বাসনা আছে সুখকে বিচাৰি
( কিন্তু ) কত এই মহা দুখ, আনন্দ আধাৰ ।
[ কথা কৈ থাকোঁতে লাহে লাহে যোগাসন পাতি বহে । ]

কি বিষম তৃষ্ণা এই সুখৰ উদ্দেশে—
এই ঘোৰ তৃষ্ণা নো কি নিবৃত্তে কদাপি।
[ ভিতৰৰ পৰা নাচি নাচি আৰু গীত গাই মায়া কন্যাসকলৰ প্ৰবেশ। ]

গীত

সুখ বিচাৰি দুখ বিদূৰি
কৰা হে ধন্য বিশ্ববাসী।
আনন্দ অমৃত কৰা বিতৰিত
জীৱই নাচক আনন্দে ভাসি।
ধ্যান ধাৰণা তন্ত্ৰ সাধনা
দুঃখ বেদনা বিনাশি।
অপাৰ সুখৰ কৰা হে সাগৰ
ভোগ কৰক আনন্দ ৰাশি।
আজি দেৱে আনন্দে
চৰণ তন্ত্ৰ বন্দে
দুঃখ নাশা বেদনা নাশা
কৰা ত্ৰাণ প্ৰভু বিশ্ববাসী।

( অঙ্ক-পট পৰে )

—

# তৃতীয় অঙ্ক

## প্ৰথম দৰ্শন

[ দৃশ্য—ৰাজ-প্ৰাসাদৰ মন্ত্ৰণাৰ ঘৰ—ৰজা আৰু মন্ত্ৰী ]

শুদ্ধোদন—সকলো ঠিক কৰিলা নে? শুভস্য শীঘ্ৰম্।

মন্ত্ৰী—হয়, মহাৰাজ। সকলো ঠিক হৈছে।

শুদ্ধোদন—তোমাৰ মন্ত্ৰণাৰ ওপৰতে মোৰ, সকলো ভৰসা। কুমাৰে নিজৰ ইচ্ছা মতে কন্যা নিৰ্বাচন কৰাই ভাল। এতিয়া কোৱাচোন কুমাৰৰ নিবাস কেনে ঠাইত ঠিক কৰা যাব?

মন্ত্ৰী—মহাৰাজে কিহৰ কথা কৈছে ঠিক ধৰিব পৰা নাই।

শুদ্ধোদন—মোৰ ইচ্ছা হলে, মন্ত্ৰী, কুমাৰক আমোদ-উৎসৱত ডুবাই ৰাখোঁহঁক। চাৰিওফালে নানা প্ৰকাৰ ধুনীয়া দৃশ্য সজোৱা হক; ভোজনৰ কাৰণে বিধে বিধে উপাদেয় ভোজ্যৰ যোগাৰ হওক;—নৰ্তকীসকলে মনোময় গীতৰ আৰু নাচৰ আড়ম্বৰ পাতক—এনে বিষম সুখৰ মাজত নতুন বধূৰ লগত কুমাৰৰ বৈৰাগ্য নিশ্চয় নিটিকে।

মন্ত্ৰী—অৱশ্যে মহাৰাজৰ কথা শলাগিব লগীয়া। কিন্তু উপস্থিত ক্ষেত্ৰত কেনে সমীচীন হয় ঠিক ধৰিব পৰা নাই। আনন্দৰ লগত অৱসাদ আছেই। সদাই এনে নিৰবচ্ছিন্ন আনন্দৰ মাজত থাকিলে আনন্দৰ আদৰ-সুখৰ গৌৰৱ নাথাকিবও পাৰে। মাজে মাজে দুখৰ ৰেখাই আনন্দৰ তিৰবিৰণি নিয়মীয়া কৰি নিদিলে সি মনশ্চক্ষুৰ অসহ্যও হৈ উঠিব পাৰে, আৰু তাৰ ফলত আনন্দই হৃদয়ত তাৱৰ ঢৌ তুলিবও পাৰে। মহাৰাজে শুনিলে মই এটা কথা কব খোজোঁ।—সংসাৰৰ সুখ-দুখ হাঁহি-কান্দোনৰ মাজত নিজৰ পুত্ৰ পৰিয়ালৰ হৰ্ষ-বিষাদ ৰোগ-শোক দেখি থকাটোৱেই আনন্দ উপভোগৰ প্ৰধান অৱলম্বন। সংসাৰত উপভোগত আবিলতা আছে, আনন্দত অৱসাদ আছে, দুঃখ-শোক-ৰোগ-মৃত্যুয়ে সেই আবিলতা আৰু সেই অৱসাদ দূৰ কৰি দিয়ে। সেই কাৰণে কুমাৰক আৰু অধিক দিন সংসাৰৰ নিত্য-নৈমিত্তিক দুঃখ-কষ্টৰ পৰা কৃত্ৰিম আৱৰণেৰে আঁতৰাই থোৱা বৰ ভাল বুলি ভাবিব নোৱাৰি।

শুদ্ধোদন—পাৰোঁতেনো তোমাক বুঢ়া বুলিছোঁ নে মন্ত্ৰী! তুমিতো আজিৰে পৰা এই কথাকে কৈ আছা। কিন্তু মন্ত্ৰী! আমি এতিয়া বুঢ়া হলোঁ।—উপভোগৰ প্ৰতি যৌৱনৰ যি ঘোৰ তৃষ্ণা, সেই তৃষ্ণাৰ, সেই আৱাৰী বাসনাৰ তেজ, আমাৰ অন্তৰত এতিয়া চেঁচা পৰিছে। সেই দেখি যৌৱনক যৌৱনৰ চকুৰে চাব নোৱাৰো। এই

নতুন বয়সতে যদি কুমাৰক দুঃখ কষ্ট দিয়া, তেনেহলে সংসাৰৰ প্ৰতি আসক্তি হ'ব কেনেকৈ ?

মন্ত্ৰী—অৱশ্যে মহাৰাজে উচিত কথাকে কৈছে, কিন্তু মই কৈছিলোঁ কি—কুমাৰে এদিন নে এদিন সংসাৰক দুঃখ-শোকৰ সংসাৰ বুলি জানিব লাগিবই, সুখৰ এই কৃত্ৰিম আৱৰণ এদিন নে এদিন তেওঁৰ চকুৰ পৰা আঁতৰি যাবই—তাত তো আমি বাধা দিব নোৱাৰো।

শুদ্ধোধন—তথাপিতো যিমান দিন পৰা যায় বাধা দিয়া।

মন্ত্ৰী—অৱশ্যে! কিন্তু মহাৰাজ! সংসাৰৰ উপভোগেই তাৰ প্ৰতি আসক্তিৰ কেৱল মূল বুলি ভাবিব নোৱাৰি,। যাক আমি দুঃখ বোলোঁ, শোক বোলোঁ, সংসাৰত সিও ৰতিৰ বস্তু। বিদায়ৰ চকু লো টোপা মিলনৰ হাঁহি ৰেখাতকৈ বেছি মূল্যৱান। বিষম হাঁহিয়ে হৃদয়ৰ শোকৰ উহ বন্ধ কৰিলে, শোকৰ যে বিষাদময় আনন্দ, কান্দোনৰ যে বিষন্ন হাঁহি—তাৰ উপভোগ তেনেই লোপ পাব।

শুদ্ধোধন—মন্ত্ৰী, তোমাক আকৌ বুঢ়া হুবুলি নোৱাৰোঁ। আনন্দ উপভোগ আমোদ উৎসৱেৰে আৱৰি নথলে বৈৰাগ্য-বহ্নি নুমাবা কেনেকৈ ?

মন্ত্ৰী—আনন্দ আৰু হাঁহিৰ ছায়ে তাক লুকাই ৰাখিব পাৰে মহাৰাজ! কিন্তু বিৰহৰ চকুৰ পানীয়ে তাক নুমাই দিলেহেঁতেন!

শুদ্ধোধন—নহয়! মন্ত্ৰী; তোমাৰ কল্পনাৰে যৌৱনৰ বিষয় বাসনাৰ কথা এতিয়া চুকি নোপোৱা হলা। মই হলে কৰিব খুজিছোঁ কি—

নতুন ফুলনি নাম বিশ্ৰাম কানন
সজাম যতন কৰি।
চাৰিওফালতে
হিমালয় পৰ্ব্বতৰ দেৱদাৰুসৰে
গৌৰৱ-গৰ্বিত মূৰ আকাশ উঠাই
আবৰি ৰাখিব তাক পৃথিৱীৰ পৰা।
নানাবিধ সুগন্ধ কুসুমে
গুৱাব ফুলনিখনি জাতিস্কাৰ কৰি
বিলাব সৌৰভ দূৰ-দূৰণি বিয়পি।
সৰু সৰু পৰ্বতৰ পৰা
জুৰণিৰ জুৰ লৈ আহিব বাগৰি
সুখ-সন্তোষৰ গাই কুলু কুলু গীত।
বাহিৰৰ সংসাৰৰ শোকৰ আবাৰ
পশিব মুহূৰ্ততে তাত সঙ্গীতৰ দৰে

কোনো দূৰ আকাশৰ দূৰণি দেশৰ।
বিশ্ৰামৰ বাবে সজাম বিচিত্ৰ কৰি
বিশ্ৰাম ভৱন—ভোগৰ চৰম সীমা।
চকুৰ তৃপিতি সাধা সুন্দৰ পটেৰে
চাৰিদিশ হ'ব আৱৰণ।
অপেশ্বৰী সমা নৰ্ত্তকী সকলে
সঙ্গীতৰ মধুৰ সুৰেৰে
নাচনৰ ভঙ্গিমাৰ বিলাস বেশেৰে
পৃথিবীতে কৰিবহি
অদ্বিতীয় স্বৰগ সৃজন।
বসন্ত-কুসুম আৰু শৰতৰ জোন
কুলিৰ মুখেৰে গোৱা মনোহৰ তান
—হব মাত্ৰ বিলাসৰ অতুল সম্পদ।
শতেক মানীয়ে,
হেঙ্গুলীবৰণ সনা উষাৰ আগতে,
দূৰ কৰি দিব যত
বিকলতা—মৰণৰ চিন।

মন্ত্ৰী—মহাৰাজৰ কথা ঠিকেই। মুঠে—

শুদ্ধোদন—হক, মন্ত্ৰী! এই কথাত তুমি আৰু বাধা নিদিবা। তুমি এনেকৈ সকলো সুন্দৰ বস্তু গোটাই তিলোত্তমাৰ নিচিনা, এখন বিশ্ৰামবন সজোৱাঁ। বলাঁ, এতিয়া, আন কাজ যদি আছে।

[ দুয়োৰে প্ৰস্থান ]

## দ্বিতীয় দৰ্শন

( দৃশ্য—সজ্জিত কক্ষ। বুদ্ধ বহি থাকে; সমুখেৰে দুই তিনি জনী ছোৱালী এটা—এটাকৈ গৈ থাকে আৰু বুদ্ধই গাইপতি একোটা অশোক চাকি দিয়ে। তলত দিয়া কথা প্ৰত্যেকৰ লগত হয়। ]

দুইজনী—( প্ৰবেশ ) আজি ভেদি হিয়াত উঠে নিৰমল
প্ৰীতি প্ৰণয়ৰ ধাৰ।

বুদ্ধ— আহাঁ আহাঁহে কুমাৰী ভুবন উজলি
লোৱা এই উপহাৰ।

( ১ম কুমাৰীৰ প্ৰবেশ )

২য় কুমাৰী—( প্ৰবেশ ) আজি প্ৰাণৰ আতুৰ আবেগে অপূৰ
হিয়াটি জুৰায় জানা।

বুদ্ধ— আহাঁ আহাঁহে কুমাৰী পৰাণ আকুলি
লোৱা লোৱা প্ৰীতি মালা।

যশোধৰা—( প্ৰবেশ ) আজি প্ৰণয় পিৰিতি খেলিছে চৌদিশে
কিবা প্ৰেমময় মায়া।

বুদ্ধ—( মনতে ) কিবা ৰূপ মধুৰিমা সুখৰ প্ৰতিমা
কিবা সৌন্দৰ্যৰ ছায়া।

যশোধৰা—যুৱৰাজ!
কি দোষত দোষী অভাগিনী?
ৰাজ্যৰ সকলো কুমাৰী—
পালে উপহাৰ কুমাৰৰ হাতে
মুঠে নেকি যশোধৰা সেই ভাগ্যহীন!
বুদ্ধ—শুভে! নাই আৰু অশোকৰ চাকি—
প্ৰাণহীন উপহাৰ,
প্ৰাণহীন শিষ্ট আচাৰৰ
লোৱা এই সামান্য আঙুঠি
হৃদয়ৰ প্ৰীতি-পুষ্প সমে।
যশোধৰা— দেৱৰ দুৰ্লভ দেৱ; এই উপহাৰ।
কিবা দিম প্ৰতিদান তাৰ।
সুবাসিত কুসুমৰ এই মালা ধাৰি
অৰ্পি চৰণত মাগিছো বিদায়।

[ প্ৰস্থান ]

বুদ্ধ—ই কি! অতি বিমোহন .ভান এটাই যেন স্বৰ্গ-পৃথিৱী মিলাই কোন তাৰ-ৰাজ্যলৈ টানি লৈ গ'ল! সৌন্দৰ্যৰ, আনন্দৰ এটি যেন চিকমিকণি হিয়াত সোণাৰ ৰেখা আঁকি গল। ( মায়া কন্যাসকলৰ আবিৰ্ভাৱ। )

### গীত

কিয়নো লতা জুপি গছত উঠি বগাই যায়,
পাকে পাকে গছৰ লগত
লাহে লাহে মিলি যায়।
কোনোৱে তাক নধৰে · কোনোৱে তাক নধৰে
কেনেকৈ লতাই জানে কেনি গলে
গছক পায়।
কেনেকৈ গছৰ ঠানে নামি আহি—
আগ বঢ়ায়।
ধৰে দুয়ো একেটি জীৱন বিপদ হলে দুইৰো পতন
কেনেকৈ লতাৰ আগে গছৰ আগক
চুমা খায়।
কিয়নো গছে-লতাই একে লগে
মিলি যায়।

[ সকলোৰে প্ৰস্থান ]

---

### তৃতীয় দৰ্শন

( দৃশ্য—নগৰৰ বাট। দেৱদত্ত আৰু ছন্দক )

দেৱদত্ত—কি বিষম অপমান! ৰজাৰ পুতেক হ'ল বুলি সকলো প্ৰকাৰে এইদৰে অপমান কৰাৰ কি অধিকাৰ থাকিব পাৰে? সমুদায় ৰাজ্যই জানে যশোধৰাক মই বিয়া কৰাব লাগে। অথচ অকৰ্মা শক্তিহীন বুঢ়া ৰজাই বুঢ়া মন্ত্ৰীৰ লগত লগলাগি মোৰ বাগদত্তা কন্যাক কেনেকৈ বুদ্ধলৈ ঠিক কৰিলে! বুদ্ধৰ জন্মৰ আগেয়ে ময়েই ৰাজ্যৰ উত্তৰাধিকাৰী আছিলোঁ। যাক, ভাল পোৱা, দয়া-মৰম, স্নেহ-মমতাত হাত দিবৰ তোমাৰ কি অধিকাৰ। বুঢ়া বয়সত পুত্ৰ-স্নেহত ৰজাৰ জ্ঞান লোপ পাইছে। ইয়াৰ অৱশ্যে প্ৰতিশোধ লাগে! এই অপমান অসহ!

ছন্দক—অসহ হলেই বা কৰা কি?

দেৱদত্ত—কিয়, বিদ্ৰোহ! মোৰো বাহুত বল আছে, হিয়াত শক্তি আছে, গাত ক্ষত্ৰিয়ৰ তেজ আছে।—বিদ্ৰোহ-বহ্নি জলাম নিজৰ হতাশ প্ৰণয়ৰ জুইৰে। গোটাই ৰাজ্যপুৰি ছাৰখাৰ কৰিম।

ছন্দক—লাহে লাহে কুমাৰ! লাহে লাহে! কাৰ গাত নো বাৰু দোষ দিছা তুমি!

দেৱদত্ত—সকলোৰে গাত। ৰাজাৰ গাত, মন্ত্ৰীৰ গাত, বুদ্ধৰ গাত, অশোধৰাৰ গাত—গোটেই ৰাজ্যৰ গাত—গোটেই সংসাৰৰ গাত।

ছন্দক—বুদ্ধৰ গাত বাৰু কি দোষ কোৱা। তুমি তো সকলো কথা শুনিছাই—

চকুৱে চকুৱে চোৱা

আৰু প্ৰেম ভাল পোৱা।

দেৱদত্ত—থোৱা তোমাৰ প্ৰেম ভালপোৱা। এইবিলাক সকলো মুঠে একোটো মস্ত ভুৱা—ফিকিৰত নিপুণ হৃদয়হীন তিৰোতা জাতিৰ মস্ত ফিকিৰ! সিহঁতক লাগে ভোগ আৰু বিলাস—যতে তাক পায় তাতে এই প্ৰেম-প্ৰণয়ৰ খেলামেলি দিয়ে।

ছন্দক—বাৰু। সেইবোৰ এৰা। এতিয়া কৰিব লাগে কি?

দেৱদত্ত—ইয়াৰ প্ৰতিশোধ! বিদ্যাত বা বুদ্ধিত, শৌৰ্যত বা বীৰ্যত, ৰূপত বা গুণত, বুদ্ধ কোন গুণত দেৱদত্তকৈ শ্ৰেষ্ঠ! তথাপিতো ইমান নিগ্ৰহ নিৰ্যাতন সহি থকাতকৈ মৰণেই শ্ৰেষ্ঠ! কোৱা তুমি দেৱদত্তৰ সহায় হবা নে?

ছন্দক—দেৱদত্ত। মই অকৃতজ্ঞ নহওঁ। তুমি অসভ্যৰ হাতৰ পৰা মোক উদ্ধাৰ কৰিছিলা—এবাৰ জীৱন দিছিলা—সেই জীৱন এতিয়াও তোমাৰ। তুমি যিদৰে কোৱা সেইদৰে জীৱনটো বলি দিবলৈ মই মাস্তি আছোঁ—কিন্তু তাৰোপৰি একো কৰিব নোৱাৰোঁ। কিন্তু এটা কথা কব খোজো—তোমাৰ বুজাত যদি ভ্ৰম হয়! বুদ্ধই তো তোমাক অপমান দিবলৈ কেতিয়াও নিবিচাৰে।

দেৱদত্ত—খুব বিচাৰে! দম্ভৰমতে তাৰেই ছেগ চাই ফুৰে। সিদিনাৰ বিক্ৰমশালৰ কথা মন কৰিবা। তিনি ক্ৰোশ দূৰৰ পৰা চৰাইটি বিন্ধাৰ পুৰস্কাৰ নিজে নলই কলে—জিকিব নোৱাৰি দেৱদত্তই বেয়া পাইছে। পুৰস্কাৰ তেওঁকেই দিয়া। জানো দেৱদত্তই আমাৰ পুৰস্কাৰ হে বিচাৰে। দেৱদত্তই মূল্যহীন পুৰস্কাৰৰ মূল্য নিবিচাৰে—বিচাৰে বিজয়ৰ গৌৰৱ। ঘোঁৰাৰ দৌৰৰ সময়ত ইচ্ছা কৰি নিজৰ ঘোঁৰা থমাই বুজালে—যেন মই ঘোঁৰা দৌৰাব নোৱাৰোঁহে! এইবোৰ অপমান নহই মান-সম্মান নে কি? এইবোৰ নিজৰ গৌৰৱ বঢ়াই মোৰ ঘাটি কৰাৰ হে উপায়!

ছন্দক—মই কিন্তু বিমান দূৰ বুজোঁ এইবিলাক তোমাৰ প্ৰতি বুদ্ধৰ মৰমৰ হে চিন।

দেৱদত্ত—মৰম! কোনে বিচাৰিছে মৰম। প্ৰতিদ্বন্দ্বীৰ দয়া, প্ৰতিদ্বন্দ্বীৰ পৰা কৃপা! এনে অযাচিত অনুগ্ৰহ আৰু বীৰ্যৰ একেজগে আসন নাই। জিকিব পাৰিলোঁ জিকিলোঁ;—বিজয়ৰ গৌৰৱত প্ৰাণ গৰ্বিত হৈ উঠিব। নোৱাৰিলোঁ নাই বীৰত্ব

নিচিনা পৰাজয়ৰ অপমান বিপদৰ ভ্ৰূকুটি সহি থাকিম। কিন্তু বিজয়ী প্ৰতিদ্বন্দীৰ এনে অকাৰণ অনুগ্ৰহে বীৰৰ হৃদয়ক্ষত অপমানৰ বদলি সন্মান দিব নোৱাৰে। বীৰৰ প্ৰতি সমনীয়াৰ এনে কৃপা-লাঞ্ছনাৰ নামান্তৰ মুঠে।

ছন্দক—দেৱদত্ত! অপমান অসন্মান মই বুজিব পাৰোঁ। কিন্তু তোমাত কাছে সকলোৱে বুদ্ধক শ্ৰদ্ধা কৰে, ভক্তি কৰে, মৰম কৰে। তুমিয়েহে তেওঁৰ অকল শত্ৰু।

দেৱদত্ত—শত্ৰু নহওঁ, চন্ন! প্ৰতিদ্বন্দ্বী। মই অকলে নহয় আৰু কেইজন হব। স্বৰ্গত ইন্দ্ৰ একেটা; পৃথিবীত ৰজা একেটা; এই ৰাজ্যতো বুদ্ধ একেটা; দেৱদত্ত একেটা। যেয়ে সেয়ে বুদ্ধৰ লগত আবি বান্ধিব পৰা হলে তেনে বুদ্ধৰ প্ৰতিদ্বন্দ্বী হোৱাটো দেৱদত্তৰ পক্ষে অপমানৰ কথা হে হলহেঁতেন।

ছন্দক—দেৱদত্ত! মই এইবোৰ কথা বুদ্ধৰ লগত মীমাংসা কৰিব খোজোঁ। তোমাৰ কিবা আপত্তি আছেনে?

দেৱদত্ত—কি আপত্তি থাকিব পাৰে! বুদ্ধৰ গত নালাগো গোটেই সংসাৰৰ লগত মীমাংসা কৰিব পাৰ। দেৱদত্তই মনে মনে নিৰ্বীৰ্য কাপুৰুষৰ নিচিনা একো কৰি-বলৈ নিবিচাৰে।

( পট পৰে )

# চতুৰ্থ অঙ্ক

## প্ৰথম দৰ্শন

[ দৃশ্য—ৰাজ-সভা ঘৰৰ চোতাল। বুদ্ধ আৰু দেৱদত্ত। ]

বুদ্ধ—দেৱদত্ত! আজি মোৰ বিৱাহৰ দিন
যশোধৰা সনে, মাগিছোঁ আশীষ তযু।
কোৱা ভাই! পৰাণ মুকলি কৰি
হৃদয়ৰ নিভৃত কোণত
থাকে যদি কিবা তণু গুপুত বাসনা।

দেৱদত্ত—জয়ী তুমি, বীৰবৰ! জয়ৰ গৌৰৱ
যশোধৰাৰূপী এই সুমঙ্গল কীৰ্তি
আনন্দে গ্ৰহণ কৰা।
মই পৰাজিত;—বিপদৰ বিপুল বিষাদ
হব মোৰ আনন্দ পুৰতি।
ভাগ্যলক্ষ্মী কৃপা কটাক্ষেৰে
দৃষ্টি নকৰিলে মোক।
সহজতে অপেক্ষিম তাৰ
বিষময় বিষাদ ভ্ৰূকুটি
অচল অটল সুগম্ভীৰ হিমাচলে
সহে যেনেকৈই বিষম ঝঞ্জাৰ বাত।
কিয় বীৰবৰ মিছাতে আশীষ খোজা!

বুদ্ধ—দেৱদত্ত! আদৰৰ ভাই!
নোৱাৰোঁ বুজিব—কি কাৰণে মোৰ প্ৰতি
এনে তযু বিষম বিৰাগ।
সদাই বিচাৰি আছোঁ
সন্তোষিব তযু বিষাদিত মন।
কিন্তু যিমানে সন্মানো মই
তিমানে আঁতৰি তুমি যোৱা বীৰবৰ!
ক্ৰোধতাৱে এটি হৃদয়বো
শেলপ্ৰায় পশে আছি হিয়াৰ তলিত।

যি হৃদয় যেতিয়া তোমাৰ
মাজানো কি বাজে মোৰ বুকত বেদনা।
তাতে আজি মোৰ শুভ বিবাহ-বাসৰ
সকলোৰে বিচাৰিছোঁ শুভ আশীৰ্বাদ—
সন্নাতো অধিক—তোমাৰ বিচাৰোঁ ভাই।
কোৱা কেনেকই সন্তোষোঁ তোমাক।

দেৱদত্ত—বুদ্ধ!
সঁচা তেনে এইদৰে কৰিছা কাকুতি—
সঁচাকৈয়ে তুমি বিচাৰা তুমি মোক?
তেনেহলে, কিয়—
যশোধৰাৰূপী মোৰ প্ৰাণৰ বাসনা
হৃদয়ৰ অতি আকাংক্ষিতা—
বিনা কাৰণত বাৰু কৰিলা দলন?
দেখুৱাই ৰাজ্যৰ গৌৰৱ—
সাৰহীন সংসাৰৰ অসাৰ বিভৱ—
কিয় তুমি
প্ৰাণজনী যশোধৰা কৰিলা হৰণ?

বুদ্ধ—এয়ে নে তোমাৰ মূঠে অসন্তোষ হেতু?
পৰীক্ষা কালত—নিজেও দেখিছা তুমি—
মোৰ প্ৰাপ্য বৰমাল্য নকৰি গ্ৰহণ
দিছোঁ যে কি বায়—অনুৰক্ত জনে
দমি হৃদয়ৰ প্ৰবল আকাংক্ষা
নকৰে গ্ৰহণ যেনে
আয়াস নকৰি পোৱা পাত্ৰ। মদিৰাৰ।
কি কাৰণে? সি মূঠতে
বিধানিব তোমাৰ সন্তোষ।
এতিয়াও আনন্দত পোৱা যশোধৰা—
যশৰ গৌৰৱৰূপে তনু বীৰত্বৰ
উজলিত কৰক তোমাক—
যেনে স্থিৰ চঞ্চলাৰ সোণোৱালী ৰেখা
গহীন গম্ভীৰ নীল মেঘৰ বুকত।

যশোধৰা—[ প্ৰবেশ কৰি আৰু উৎকণ্ঠিত হৈ ]

দেৱদত্ত !

প্ৰণমিছে যশোধৰা চৰণ দুখনি।
নজনা দোষত যদি দোষিণী অভাগী
ক্ষমা মাগোঁ দেৱ। তযু চৰণত।
বীৰবৰ !
তোমাৰ বিপুল বীৰত্বৰ
গৌৰৱেৰে আপূৰিত মোৰ হিয়াখনি।
ক্ষত্ৰজনোচিত তযু গৰ্বিত বচন,
নিজৰ শক্তিৰ প্ৰতি অটল বিশ্বাস,
ধৈৰ্য বীৰ্য শৌৰ্য দাম্ভিকতা—
আচৰিত আনন্দেৰে প্ৰশংসা চকুৰে
চাই থাকোঁ অতুল তোমাৰ মহিমা
ভাল পাওঁ তোমাক হিয়াৰে
ভ্ৰাতৃ-স্নেহ তোমাত লাভিলোঁ।
কিন্তু মোৰ
ক্ষুদ্ৰ হৃদয়ৰ ক্ষুদ্ৰ সখীত্ব বিকাশ
কেৱল বুদ্ধৰ প্ৰতি।
কৰা যেনে উচিত বিধান।

দেৱদত্ত—বুদ্ধ ! তাই মোৰ কমল পৰাণ।
ইমান তোমাৰ ত্যাগ
ক্ষুদ্ৰ হিয়া মোৰ ক্ষুদ্ৰ সন্তোষ কাৰণ ?
তযু হৃদয়ৰ মহা মৰম মহিমা
অপমান অসন্মান বুলি,
মিছাতে নিজৰ অভিমানৰ কোপত
নিজে মৰোঁ আতুৰত পুৰি।
লোৱা যশোধৰা তযু গৌৰৱৰ ধন
উভয়ে উভয়ে মিলি থাকা চিৰ সুখে।
আজি হতে
ভ্ৰাতৃবধূ মোৰ—যশোধৰা সতী
আজি মোৰ হৃদয়ৰ সুখ আশীৰ্বাদে
সুমঙ্গল কৰক তোমাৰ।

[ শুদ্ধোধন আৰু বিদূষকৰ প্ৰবেশ ]

শুদ্ধোদন—বুদ্ধ! তোমাৰ অপেক্ষাত মিছাতে দিন পলম হৈছে। ৰাজনীতি আছে শুভস্য শীঘ্ৰম—শুভ কাজ শীঘ্ৰে কৰিব লাগে।

বুদ্ধ—পিতা! ইমান দিনে দেৱদত্তৰ আশীৰ্বাদ বিহনত মোৰ প্ৰাণৰ ওপৰত যেন অপ্ৰীতিৰ কি এটা বোজা আছিল। আজি দেৱদত্তই মোৰ সকলো অপ্ৰীতি ক্ষমা কৰি মোৰ পৰিণয়ত আনন্দৰ আশীৰ্বাদ জনাইছে। আজি আৰু জগতৰ কোনোৱে মোক বিৰাগ চকুৰে নাচায়। আজি আৰু মোৰ কোনো আপত্তি নাই।

বিদূষক—তেনেহলে আৰু চাব লাগে কি? মহাৰাজ! আজিয়েই বিয়া পাতক! আপুনি যোগাৰৰ চিন্তা নকৰিব—বুঢ়া মন্ত্ৰীটোৰ ফুছ-কাছ সোপাও মুণ্ডনিব। মই এতিয়াই বতা সজাই দিওঁ—ধুনীয়া, গায়ন-বায়ন কেই জোৰা লাগে মাতি দিওঁ। পঢ়াশলীয়া লৰা জাকক আনি কাগজ-পাতেৰে ৰমক-জমক কৈ সজাই দিওঁ। কিন্তু এটা কথা বিয়াত দিবৰ দেখোন মোৰ একো নাই। আপুনি হে যেনে মহাৰাজ, আপোনাৰ সখী হোৱাটো মোৰ মহা অগৌৰৱৰ কথা। বাৰু যি হ'ক—বোপা আহা-আই আহঁা—এই পাগটোকে তোমালোকক দিলোঁ—আৰু মই বামুনেই লগুণ গাঠি বান্ধি দিলোঁ—। [ তেনে কৰে। ]

গোৱা সকলোৱে—শুভম্! শুভম্! শুভম্! [ প্ৰস্থান ]

[ গীত গাই নৰ্তকী সকলৰ প্ৰবেশ। ]

**গীত।**

তুমি লোৱাহি
সাদৰী মালা তুমি লোৱাহি।
কুলিয়ে পঞ্চমে গায় আকাশত হাঁহে জোনায়
প্ৰাণে প্ৰাণে হৃদয়ে হৃদয়ে
সুতানত মিলি যোৱাহি।
প্ৰকৃতি বিভোল সুখে নথৰে আনন্দ বুকে
হৃদয়ৰ দুখ, প্ৰাণৰ বেদনা,
ইটিয়ে-সিটিক দিয়াহি।
সুখতে ফুটিছে ফুল বতাহে কৰে আকুল
অনন্ত প্ৰেমৰ আতুৰ আবেগ
লাহে লাহে লাহে কোৱাহি।

## দ্বিতীয় দৰ্শন

[ দৃশ্য—বাট। বগাই আৰু ৰঙাইৰ প্ৰবেশ ]

বগাই—দেখিলি ৰঙাই! মোৰ লগত ঘোৰাৰ পৰা তোৰ কিমান সুবিধা হল। গোটাই বিয়াটো কিমান ভালকৈ দেখা পালি। তহঁতৰ কলাই, নীলাই, কণ, ভদৰাম ইহঁতে সেইদৰে চাব পাৰিছে জানো!

ৰঙাই—কেনেকৈ পাৰিব ককাই। আ-ও তোমাৰ যে ইমান ডাঙৰ ডাঙৰ মানুহৰ লগত চিনাকী আছিহে জানিলোঁ। জমাদাৰবাবু জনৰ লগত নো তোমাৰ ইমান খাতিৰ কেনেকৈ হল হে?

বগাই—সেইবোৰ কব লাগিলে এখন ভাৰত হব। সেই যে যুঁজখন হৈছিল—তেতিয়া কিবা অলপ ইকাল-সিকাল কৰি দিছিলোঁ—বুজিলি?

ৰঙাই—ও ককাই! মোক দবিয়াই দবিয়াই বুজিলো তো একৰাই আৰু দেখোন তুমিয়েহে ললা যেন পাওঁ।

বগাই—হেৰ বনিয়া! বুজিলি টো ডাঙৰ মানুহৰ কথা। তোৰ মুখত ই শুৱাই নে। মই কলে কেনেকৈ শুৱাই চা—বুজিলি—বুজিলে—বুজিলে? ঠিক জমাদাৰ বাবুই কোৱা যেন নহৈছেনে?

[ যুৰৰ নানা প্ৰকাৰ অঙ্গি-ভঙ্গি কৰে। ]

ৰঙাই—ঠিক হৈছে। বাৰু সেই যুঁজখনৰ কথা নে হে?

বগাই—কি অঁকৰা অ এইটো! ঠাইতে ইমান ডাঙৰ যুঁজখন হল, ই আৰু সোধে সঁচা নে কি; সঁচা তোন—শ বাৰ সঁচা—হাজাৰ বাৰ সঁচা-অযুত-লাখ-নিযুত-কোটি অৰ্বৰ্দ-খৰ্ব-নিখৰ্ব-পৰাৰ্দ্ধ বাৰ সঁচা। মোৰ চকুদুটা জানো কণা।

ৰঙাই—শত্ৰুৰেও নকওক তেনে কথা ককাই! থঁং নকৰি ভালকৈ কোৱাচোন।

বগাই—তাকে কৰি-বুজিলে-বুজিলে-বুজিলে-ৰঙাই, তুমি বুজিলে-বুজিলে-বুজিলে! ৰজাৰ কুমাৰৰ লগত দেয়ৰৱতৰ যুঁজ বুজিলে। ঘোঁৰা যে দৌৰালে যেন জুইৰ ফিৰিঙতি এটাহে কোনাৱাই ঘুৰাই দিলে—বুজিলে। মই নোমল চিপাহীৰ লগত গৈছিলোঁ। সি এটা কম নহয় দেউতা! দহোটা মান টকা মোৰ ভাগতো—হেৰ শুচ! শুচ্! কৰবাত লুকা—মোৰ লগৰ পৰা মা চা চোন সৌ জমাদাৰবাবু আহিছে। হেৰ, শুচ্! শুচ্! শুচ্। [ ৰঙাই যায়। ] [ জমাদাৰৰ প্ৰবেশ ]

মহাৰাজ, হজুৰ, স্বৰ্গদেউ, দেউতা নো কোন ফালৰ পৰা?

[ দীঘলকৈ চেলাম দিয়ে ]

জমাদাৰ—আৰে বগুৱা যে। তুমি কত যাব বগুৱা।

বগাই—হুজুৰ! গোলাম বিয়া চাই এখন ঘৰত যাব খুজিছে, হুজুৰ।

জমাদাৰ—বেছ কথা হৈছে—বুজিলে? বঢ়িয়া বাত আছে—বুজিলে? হামাৰ আভি ইয়াত কিছু কাজ আছে তুমি আমাৰ ঘৰত যাইতে পাৰিবে বগুৱা।

বগাই—হুজুৰৰ হুকুম হৈলে নাপাৰিম কেলেই হুজুৰ!

জমাদাৰ—তুমি খুব আচ্ছা বঢ়িয়া মানুহ আছে বুজিলে বগুৱা। আমাৰ নমল চিপাহীকে তুমি চিনিছে নে নাই চিনিছে?

বগাই—চিনিছে হুজুৰ! বেছকৈ চিনিছে।

জমাদাৰ—আৰু বঢ়িয়া আছে! আচ্ছা তোমাৰ লগত একজন লোক আছিল না বগুৱা।

বগাই—হুজুৰ! সেইটো কৰবাৰ বনিয়া লোক আছে হুজুৰ। তেনেই আস্ত ভূত, তেনেই গোট গৰু হুজুৰ? তাক মই ভাৰী কৰি আনিছিলোঁ। হুজুৰ।

জমাদাৰ—আৰে! তুমি খুব-খাছা আদমী বুজিলে। ওই লোকটাকে আমাক লাগে! হেই এধাৰ আও। [ কুচি-মুচি বণ্ডাই আহে ]

আৰে তুমি এমন কৰিছে কেলেই। কুচ্ ভয় নাই। তুমি বেছ জোৱান আদমী আছে। আমি তোমাকে চিপাহী কৰিব। বুজিছে!

বণ্ডাই—হুজুৰ যি কৰে মাৰিলেও মাৰক। খালেও খাওক!

জমাদাৰ—বগুৱা তুমি ঠিক বুলিছে এইটি আস্ত জঙ্গলী আসামী ভূত আছে। ইয়াক সভ্য কৰিব লাগে।

তুয়ো—হয় হুজুৰ। হয়! আমি তেনেই গেধা—আমি নো কি জানো!

জমাদাৰ—আচ্ছা! বেছ! এক কথা আছে, বগুৱা। ওই নমল চিপাহীৰ কান্ধত আমাৰ কাপোৰ কানি সোপা আছে। এই ভাৰ তুমি নি আমাৰ ঘৰত মেম চাহাবৰ হাতত দিব লাগে। আৰ বাস্তাত নীলমণি মৌজাদাৰৰ ঘৰত আমাৰ বাজাৰ বকচিচ্ কাপোৰ, চন্দ্ৰাতপ, আৰু যোজপুৰি খোৰা-লোৰা চীজ আছে এই চীজ তোমাৰ এই গেধা ভূতকো উপৰ দি ঘৰত পৌছাই দিব লাগে! খুব বকচিচ্ মিলিব। আৰ এই ভূত খানিও সভ্য হব! বুজিলে আভি যাও—ওই নমল আহি পৌছিছে।

[ ভাৰ লৈ নমলৰ প্ৰবেশ। কান্ধত ভাৰলৈ বগাই প্ৰস্থান। বণ্ডাই প্ৰস্থান। ]

[ বগাই বণ্ডাই—চেলাম হুজুৰ। চেলাম চিপাহী ককাই ]

নমল! ওই মাইকীগুলা কাহাঁ?

নোমল—আভি! এই ধাৰ আহিব। আপোনাক দেখিলে ভয় কৰিব কি জানি। আবালত লুকাই থাকোঁহক বলক। [ তেনে কৰে। ]

[ নৰ্তকী সকলক গীত গাই আৰু নাচি নাচি প্ৰবেশ ]

গীত।

ধুনীয়া দিবিশ্ব দেখি
প্ৰাণে নসহে সখি।
কৰে ছাটি ফুটি পৰাণ ফুটি,
কত কি যে থাকো লেখি!
সোনালী কিৰণ ৰেখা
আকাশ মাজত লেখা।
চাৰিও ফালতে চকুৰ আগতে
কত কি যে থাকোঁ পেখি
অসীম বিশ্বপা তানে
পৰাণ আকৰ্ষি আনে।
নাজানো কি ভাৱে অন্তৰ উৎসৰে
কত কি যে থাকে ৰখি।

জমাদাৰ—[ প্ৰবেশ কৰি ] ক্যা বাত! ক্যা বাত! বেছ গোলাপী বেছ! আৰ একটু গাও পিয়াৰী সব। [ নৰ্তকী সকলে চক খাই উঠে আৰু পলাইয়া যায় ] আৰে ক্যা হোৱা নমল। এইসব কোন মাইকী!

নোমল—[ প্ৰবেশ কৰি ] বাবু ৰজাৰ সভাত নাচিবলৈ যোৱা—আৰু বৰ দাৰোগা বাবুৰ—।

জমাদাৰ—আৰে খেলে! খেলে! খেলে! সৰ্ব্বনাশ হয়েছে। সৰ্ব্বনাশ হয়েছে! এবাৰ আৰ গেছি! আৰে খেলে! খেলে! খেলে!

নোমল—কি হল বাবু!

জমাদাৰ—আৰ খেয়েছে তুমি আমায় খেয়েছে! মেৰে ফেলেছ!

তৃতীয় দৰ্শন

[ দৃশ্য—বিশ্ৰাম বন। যশোধৰা, বুদ্ধ আৰু সখীসকল। ]

বুদ্ধ— কিয় এনে অৱসাদ আৰাম বিহীন?
নানাবিধ অসাৰ ভোজনে
সুখ আস্বাদে যেনে তুষ্টি ৰসেৰে—

একোতে নালাগে কিয় তৃপিত্তি মনত ?
প্ৰেমময়ী তুমি সখী।
দেৱৰ বাঞ্ছিত এই ৰম্য বাসস্থান,
বিলাসৰ এনে সজোৱা সম্ভাৰ
তথাপি যে কিনো যেন বিচাৰিছে মনে ?
নাইনে তোমাৰ প্ৰিয়ে! একোৰে অভাৱ।

যশোধৰা— কি অভাৱ মোৰ নাথ!
তুমি মোৰ একমাত্ৰ হৃদয়-সম্বল।
সুশীতল ঘৰৰ তলত,
মলয়াৰ মৃদু মৃদু মধুৰ সমীৰ—
সুবাসিত সুশীতল পানীয় মাজত
ওচৰ নাচাপে যেনে গ্ৰীষ্মৰ উত্তাপে—
অতল পৰশি তেনে প্ৰেম সমুদ্ৰত
নাই মোৰ একোৰে অভাৱ।

বুদ্ধ—যশোধৰে! ময়ো সুখী তোমাৰ প্ৰেমত। কিন্তু তোমাৰ অসীম প্ৰেমো যেন অপাৰ সমুদ্ৰৰ লুণীয়া পানীৰ মাজৰ এক বিন্দু স্ফটিক জল। কি যেন কি এটা মহা শূন্যই—কি যেন কি এটা বিপুল কৃত্ৰিমতা, বিশাল আড়ম্বৰে সকলো ভোগ সকলো বিলাস আবৰি আছে! এই বিপুল বাঞ্ছাৰ পৰিতৃপ্তি ক'ত যশোধৰা ?

যশোধৰা—নাজানো, নাথ! কি মহৎ ভাৱৰ খেলাত, কি মহৎ আকৰ্ষণৰ বলত তোমাৰ হৃদয় কাতৰ! তোমাৰ ভাল লগাবলৈ সখীসকলে এটি গীত গাব নে ?

বুদ্ধ—সঙ্গীতত সুখৰ কণিকা আছে। গীত শুনি ভাল নলগা জীৱ সংসাৰত বিৰল। গাব দিয়া তুমি শুনি ভাল পাবা।

সখীসকল।— গীত।

কোন দূৰণিৰ অজানা গীত,
আহি বিণিবিণি মধুৰি চিত
কৰেছি হৃদয় আকুল।
কিমান সুদূৰ অ'জানা দেশ!
কোন অজানাৰ অজানা বেশ
কোন অজানা নদীত ভাঁহি
কোন অজানাৰ হাতলৈ আহি
কৰেছি প্ৰাণ বিয়াকুল।

বুদ্ধ—কোন দূৰনিৰ অজানা গীতৰ অজানা সুৰে মোৰ হৃদয় আকুল কৰেছি কব নোৱাৰোঁ। কিন্তু এক বিষম অপৰিতোষ এক মহতী তৃষ্ণাই—গোটাই সংসাৰ যেন আৱৰি আছে সি কোন অজানা দেশৰ কি অজানা অসন্তোষ !

গীত।

সখীসকল—

কোন অজানা কালৰ পৰা
কোন অজানা ঘটনা ধাৰা
কোন অজানা নিয়ম ধৰি
কোন অজানা সৃজন কৰি
লগাই আছে উথুল-থুল।
কোন দূৰণিৰ অজানা গীত।
ইত্যাদি।

বুদ্ধ—কোনে জানে কিয় কোন অজানাই কোন অজানা সৃজন কৰি এই উগুল-থুল লগাইছে। প্ৰবৃত্তিয়ে যাক ভোগ বুলি বিচাৰে, মানুহে যাক সুখ বুলি আকোৱাল মাৰি ধৰে, সেই সকলোৰে আড়ম্বৰেৰে এই ঠাই পূৰ্ণ। তথাপি মোৰ কিহৰ অভাৱ—কি নোহোৱাত মন তৃপ্ত নহয়, চিত্তই সন্তোষ নামানে, প্ৰাণ হাহাকাৰ কৰি বিয়াকুল হয়। কি লাগে মোক !

সখীসকল— গীত।

কি অজানা মধুৰ কথা
কি অজানা লগাই ব্যথা
কি অজানা মধুৰ সুৰে
কি অজানা বিচাৰি ঘূৰে
হৃদয়ত তোলে হুলস্থূল।
কোন দূৰণিৰ অজানা গীত
ইত্যাদি।

বুদ্ধ—কি অজানা মধুৰ সুৰে কিহক বিচাৰি ফুৰি হৃদয়ত এই হুলস্থূল লগাইছে। ঐশ্বৰ্য্য-সম্পদ, প্ৰণয়-প্ৰতিদান একোৰে মোৰ অভাৱ নাই। তথাপি তো কিয় এই বিষম অপৰিতৃপ্তি। যশোধৰা ! গীতৰ সৌন্দৰ্য্যত সুখ আছে কিন্তু সি ক্ষণিক কনিকা মাত্ৰ ! দৃশপট দেখুৱাবা নে ?

যশোধৰা—[ ছবিৰ বহি মেলি লৈ ] ছোৱা, নাথ! এই ৰাম-সীতাৰ পট। চোৱা কেনে মনোৰম দৃশ্য! ঘন গছৰ ছায়াত বনস্থলী কেনে সুশীতলা, কেনে গম্ভীৰ! মাজে মাজে লতাই যেন উশাহতে ফুলো ফুলো জকমকীয়া হৈ নাচিছে! গছ-বন সকলো যেন নীলা শ্যামলা বৰণ ধৰি নয়নৰঞ্জন হৈ উঠিছে। তাতে চোৱা কুশাসনত বহি এই বিশাল বাহু শ্ৰীৰাম সুন্দৰ আৰু তেওঁৰ হাতৰ সাৰটত এইজনী সুভাষিনী সীতাসুন্দৰী! কেনে প্ৰেমৰ দৃশ্য নাথ! কেনে মনোৰম!

বুদ্ধ—আৰু, তাৰ পাছত কি আছে?

যশোধৰা—এই চোৱা নাথ! ৰাধা-কৃষ্ণৰ পট! ওচৰেদি কেনে ধুনীয়া বালি-বসনা যমুনা লাহে লাহে বৈ গৈছে! যমুনাৰ মৃদু মধুৰ কুলু গীত যেন শুনিবলৈ হে পায়। তাতে কেনে নিকুঞ্জ বন! ওপৰত চোৱা কেনেকৈ স্নিগ্ধ শীতলা শ্যামল মেঘে বৰ্ষাৰ পৃথিবীক আৱৰি ধৰিছে! মাজে মাজে তাৰ গুৰুগম্ভীৰ গাজনি শুনি যেন ভয়ত অৱশ ৰাধাসুন্দৰীয়ে ব্ৰজকিশোৰ শ্ৰীকৃষ্ণক আতুৰত সাবটি ধৰিছে! কেনে প্ৰণয়ৰ পট নাথ! কেনে মনোৰম!

বুদ্ধ—প্ৰিয়ে! সঁচাৰ প্ৰেমত সুখ আছে। কিন্তু প্ৰিয়ে অৱসাদবিহীন, আবেগবিহীন বিকাৰবিহীন অনন্ত অমৃত আনন্দ স্বৰূপ সুখ কত?

সংসাৰৰ সকলোতে মহা কৃত্ৰিমতাৰ অন্ধ আৱৰণী আৰু এই মোহৰ আৱৰণৰ তলত কেৱলমাত্ৰ বিষাদ, কেৱলমাত্ৰ অসন্তোষ! তোমাৰ এই একান্ত নিৰ্ভৰ আত্মদান—এনে বিকাৰবিহীন অক্ষয় আনন্দ বিহনে কিহেৰে তাৰ প্ৰতিদান দিম।

যশোধৰা—প্ৰভু! তোমাৰ কি বিপুল বাঞ্ছা, তোমাৰ কি মহতী ইচ্ছা, তাক বুজাৰ মোৰ শক্তি নাই! কিন্তু প্ৰভু! তুমিয়েই মোৰ সুখ—মোৰ একমাত্ৰ অমৃত।

বুদ্ধ—সেয়ে মোক বেছি উদ্বিগ্ন কৰে। তুমি মোৰ ওপৰত নিৰ্ভৰ কৰি আছা। অপাৰ সমুদ্ৰৰ শীতলতা বিচৰা তোমাক, কেনেকৈ পানী দি মই ৰাখি দিম? (অলপ বৈ মনতে) চন্নক সকলো ঠিক কৰিবলৈ দিছোঁ। আজি মই নগৰ চাবলৈ যাম। কিজানি কিবা ভাল লাগেই। তুমি অলপ বিশ্ৰাম কৰা। (প্ৰস্থান)

যশোধৰা—সখি! এটি গীত গোৱা—মন অলপ ভাল কৰক।

সখীসকল—

গীত।

কিনো মহা চুমা চুমি
কিনো মহা মায়া পাশ।
আকাশে চুমিছে ভূমি, ভূমিয়ে চুমে আকাশ
গহীনে পৰ্বত চুমি, নদীয়ে সাগৰ চুমি

মহামিলনত মিলে বিতোপন পৰকাশ।
স্বৰগ পৃথিৱী মিলা, চুমাৰ মোহন খেল,
বতাহে চুমিছে ফুল, সৌৰভত বিয়াকুল।
আকুল মিলন খেলা—একোৰেই নাই নাশ।
কিনো মহা চুমা চুমি
কিনো মহা মায়া-পাশ।

(দৃশ্য পট পৰে)

## চতুৰ্থ দৰ্শন

(দৃশ্য—নগৰৰ বহিৰ্দ্বাৰ। ছন্ন আৰু বুদ্ধ)

বুদ্ধ— চোৱাঁ ছন্ন! কিবা মনোৰম পুৰী।
সুৰঞ্জিত গৃহাৱলী কৰে জকমক্
ফল-ফুল-লতা-পাতে আতি জাতিস্কাৰ।
দলে দলে নগৰীয়া মুখ উলাহতে
হাঁহে নাচে কৰে সুখ গান।
ঠায়ে ঠায়ে বাজে মধুৰ বাজনা
সুৰ তাৰ ভেদি উঠি আকাশ নীলিমা
মধুৰ তানত তাৰ কোনোবা অজানা ৰাজ্যে
সুখত বিভোল।

ছন্ন—কুমাৰ!
লাহে লাহে বুজিবা সকলো।
প্ৰকৃততে মোহে এনে তৰলী সংসাৰ।
চতুৰ্দ্দিশে মুহুমুৰ্হু, উঠে ঘোৰ উৰ্ম্মি
দুঃখময় সমুদ্ৰ বিয়পি।
সুখ মাত্ৰ ক্ষণিক শুভ্ৰ ফেনকণা।
যিবা দেখা আনন্দৰ ঢৌ—

বুঢ়া—[ভুই থকা বুঢ়াই উঠি কেঁকাই কেঁকাই] কুমাৰ! অলপ অনুগ্ৰহ কৰক। বাটৰ কাষত পৰি জীউ যায়, ৰক্ষা-কৰক কুমাৰ।

বুদ্ধ—[ চকমক্ খাই ] এইটো কি ? কি লাগে এইটোক ? মানুহৰ নিচিনাই দেখাত—কিন্তু মুখখন কেনে বিকৃত, গাত মঙহ নাই ; মুখত চলি নাই, লৰিব-চৰিব নোৱাৰে—কি এইটো !

চন্ন—এয়ে বুঢ়া মানুহ, কুমাৰ ! যাৰ কথা তুমি ইমান দিন শুনিহে আছিলা, এয়ে সেই জৰাগ্ৰস্ত মানুহ।

বুদ্ধ—এয়ে বুঢ়া—এয়ে জৰা ৰোগ ! ওঃ এনে অৱস্থান্তৰ কল্পনাকে কৰিব নোৱাৰি। বুঢ়া মানুহ ! তোমাক কি লাগে ?

বুঢ়া—কুমাৰ, মোক খাব-লৰলৈ উপায় লাগে। মোৰ একো নাই—মোৰ জীউ যায় যায় !

বুদ্ধ—কিয়, বুঢ়া মানুহ ! এই গোটাইখন নগৰ চোৱাঁ কাকো তো একো নালাগে সকলো আনন্দত বিভোল। তোমাক লাগে কিয় ? তুমিনো আনৰ নিচিনা আনন্দ কৰি নুফুৰা কিয় ?

বুঢ়া—হায়, কুমাৰ। মোৰো এদিন আছিল যেতিয়া আনন্দ, প্ৰাণ উপচি বাগৰি পৰিছিল। সেই ডেকা কালৰ তেজ, মনৰ উৎসাহ, ভোগৰ আকাঙ্ক্ষা আজি সকলোকে জৰাৰ চেঁচা স্পৰ্শে চেঁচা কৰি পেলাইছে !

বুদ্ধ—বাৰু, তোমাক খাবলৈ দিবলৈ কোনো নাইনে ?

বুঢ়া—লৰা-তিৰোতা নাতি-পুতি সকলো আছে। কিন্তু মই আৰ্জনৰ অক্ষম ! মোক কোনোৱে একো নিদিয়ে।

বুদ্ধ—চন্ন ! তুমি নগৰৰ ভিতৰলৈ এই বুঢ়াটোক লৈ যোৱা। আৰু যাতে থকা-মিলাৰ সকলো সুবন্দবস্ত হয় তাকে কৰি ঘূৰি মোক ইয়াত লগ ধৰিবাহি।

চন্ন—কুমাৰৰ যি আজ্ঞা। [ বুঢ়াক লৈ প্ৰস্থান। ]

বুদ্ধ— এয়ে জৰা ! এয়েহে বাৰ্দ্ধক্য !
যৌৱনৰ সৌন্দৰ্যৰ স্বৰ্গীয় যি প্ৰভা—
যি শ্ৰী গৰবিত গৌৰবেৰে
অলক্ষিতে কেনেকৈ তাক
গ্ৰাস কৰে আহি এই জৰা ৰাক্ষসীয়ে ?
কিবা হেতু তাৰ ? [ লাহে লাহে যোগাসনত বহে। ]
[ গীত গাই অজ্ঞাত সন্ন্যাসীৰ প্ৰবেশ। ]

অজ্ঞাত সন্ন্যাসীৰ— গীত।

ওপজে বিকাশ হয়
বিনাশ তাৰ লগতে যায়
প্ৰকৃতি নিয়ম বদ্ধা সৃষ্টি-স্থিতি-লয়।

বুদ্ধ— কোনে প্ৰকৃতিক এই কঠিন নিয়ম
বান্ধি দিলে। এই নিয়ম মো লৰচৰ
কৰিব নোৱাৰিনে? এনে নিদাৰুণ নিয়ম।

অজ্ঞাত সন্ন্যাসী— গীত।

জনম-যৌৱন জৰা ও মৰণ
নিতে নিতে হব নাহিকে এৰাণ।
বিপুল শকতি চলায় প্ৰকৃতি
কোনোৱে (তাক) নাজানে
জ্ঞান কি বিজ্ঞান।
ওপজে বিকাশ হয় ইত্যাদি।

(অন্ধ পট পৰে)

———

# পঞ্চম অঙ্ক

## প্ৰথম দৰ্শন

[ দৃশ্য—নগৰৰ আলিবাটৰ চুক। সাধাৰণ বেশত বুদ্ধ আৰু চন্ন। ]

বুদ্ধ—আজি আকৌ কেনে, চন্ন ? আজিতো আনন্দৰ আৰাৱ নেদেখোঁ। আজি ঠায়ে ঠায়ে মধুৰ বাজনাৰ সুৰে তো স্বৰ্গ-পৃথিবী একে তালতে বান্ধি নিদিয়ে ! আজি দেখোন ঘৰ-বাৰী সজোৱা নহয়। সিদিনাৰ সেই আনন্দৰ ধ্বনি, উৎসৱৰ কোঢ়াল কত চন্ন ?

চন্ন—সিদিনাৰ সকলো সজোৱা আছিল, আচলৰ ওপৰত নকল আবৰণ মুঠে।

বুদ্ধ—নকল ! সকলো কৃত্ৰিম। সকলো সুখ, সকলো ভোগ, সকলো বিলাস সকলোবোৰ কৃত্ৰিম ! বলিয়াৰ দৰে মানুহে, চাৰিওফালে দৌৰা-দৌৰি কৰি ফুৰিছে। সকলোৱে যেন কিবা বিচাৰে, অথচ কোনোৱে একো নেপায়। এই বাতুল প্ৰবাহ—এই অনুদ্দেশ কৰ্মস্ৰোতৰ অৰ্থ কি ?

চন্ন—অৰ্থ অৰ্থ, কুমাৰ ! সকলোৱে অৰ্থ বিচাৰে। ধন বিচাৰে, ক্ষমতা-গৌৰৱ মান-সন্মান বিচাৰে।

বুদ্ধ—কিহৰ কাৰণে ?

চন্ন—কোনে জানে কিহৰ কাৰণে। সকলোৱে কেৱল এক বিপুল অন্বেষণত ব্যস্ত—কিন্তু কোনোৱে নাজানে কাক কি লাগে।

বুদ্ধ—উদ্দেশ্যবিহীন এই অন্বেষণৰ কি সাৰ্থকতা। [ বৈ ] চন্ন ! এইবোৰ মানুহে আজি মোক সন্মান নকৰি—দেখা পালে দণ্ডৱত নিদি এনেকৈ কেৰাহিকৈ নকৰাকৈ যায় কিয় ?

চন্ন—কুমাৰ, আজি তোমাৰ সাজ-পাৰ নোহোৱাত কোনোৱে ৰাজকুমাৰ বুলি চিনিব পৰা নাই। সেই দেখি কোনোৱে তোমাক মনকে কৰা নাই।

বুদ্ধ—সাজ-পাৰ নাই—কিন্তু মইটো ময়েই আছোঁ। মোক চিনি নাপায় কিয় ?

চন্ন—তোমাৰ নিচিনা লক্ষ প্ৰাণী এই নগৰত আছে। তোমাৰ ৰাজ-যোগ্য সাজ-পাৰ নহলে, নগৰ দৰ্শনৰ হেন্দোল-দোপ নহলে, কোনে কেনেকৈ জানিব যে তুমিয়েই ৰাজ-কুমাৰ।

বুদ্ধ—তেনেহলে, চন্ন। সাজ-পাৰে বাহিৰৰ আড়ম্বৰে হে মুঠে মানুহ কৰে নে কি ? মানুহৰ মানুহ বুলি দেখুৱাবৰ, মোৰ মই বুলিবৰ সাজ-পাৰ আড়ম্বৰত বাদে একো নাই নে ?

চন্ন—আছে নে নাই নাজানো কুমাৰ! কিন্তু সংসাৰত আড়ম্বৰে বাহিৰৰ হেন্দোল-দোপেহে মানুহ কৰে! জয় জয় কাৰ দি সজাই অনা বানৰৰ পোৱালিকো মানুহে আদৰ কৰে; আৰু সাজহীন ৰজাৰ-কুমাৰকো ফিৰি নাচায়।

বুদ্ধ—বৰ আচৰিত, চন্ন! এই ভীষণ কৰ্মৰ সোঁত, আৰু সাৰহীন এই মানৱ-জীৱন।

[ ষ্টেজৰ ফালে চাই ] সোটো কি, চন্ন?

চন্ন—চাৰিজন মানুহে এটা মৰা মানুহ কান্ধত কৰি লৈ গৈছে।

বুদ্ধ—এইবোৰ আকৌ কি! এই মানুহ কেইজন বলিয়া নেকি? ইহঁতে এনেকৈ হিয়া-মূৰ ভুকুৱাই মূৰৰ চুলি ছিঙ্গি এইদৰে চট্‌ফট্‌ কৰে কিয়?

চন্ন—কুমাৰ! মৰা মানুহটো ইহঁতঁৰ কোনোবা আপোন মানুহ।

বুদ্ধ—কিন্তু ইহঁতে নো কাঁদে কেলেই?

চন্ন—কাৰণ সি মৰিল; ইহলোক এৰি পৰলোকলৈ গ'ল, তাৰ মৃত্যু হ'ল।

বুদ্ধ—কি হ'ল, মৃত্যু! এয়ে মৃত্যু নেকি? বাৰু আহাচোন চাই আঁহো।

[ দুয়োৰে প্ৰস্থান আৰু প্ৰৱেশ ] সি সেইদৰে শুই আছে কিয়?

চন্ন—শুই থকা নাই—সি মৰিছে। সি আৰু এই সংসাৰত নাই।

বুদ্ধ—কিয় নাই। মানুহজন তেনেই আছে—চকু-কাণ হাত-ভৰি সকলো আছে।

চন্ন—হায়, কুমাৰ! তাৰ হাত আছে—কিন্তু সেই হাতে কাম নকৰে। তাৰ ভৰি আছে—কিন্তু সেই ভৰিয়ে খোজ কাঢ়িব নোৱাৰে। নাক আছে—সি গন্ধ নাপায়; কান আছে—সি একো নুশুনে; চকু আছে—সি একো দেখা নেপায়! আৰু তাৰ যি শৰীৰ আছে—দুদিনৰ পাছত সি গেলি-পচি দুৰ্গন্ধময় হব। এয়ে মানুহৰ মৰণ, কুমাৰ! এয়ে মৃত্যুৰ ক্ৰুৰ ক্ৰীড়া।

বুদ্ধ—ইয়াৰ বাৰু কিটো মো নোহোৱা হ'ল?

চন্ন—ইয়াৰ প্ৰাণ গ'ল। ইয়াৰ জীউ নোহোৱা হ'ল।

বুদ্ধ—প্ৰাণটো নো কলৈ গ'ল?

চন্ন—কোনে জানে কুমাৰ প্ৰাণ কলৈ গ'ল। জীৱন-মৰণ সংসাৰৰ নিত্য-নৈমিত্তিক ঘটনা। উৎপত্তি-বিনাশ মুহূৰ্ত্তে মুহূৰ্ত্তে হবই লাগিছে। কোনোৱে নাজানে জীৱন বা আহে কৰ পৰা, আৰু মৰণেই বা যায় কলৈ!

বুদ্ধ—কোনোৱে কব নোৱাৰে জীৱনৰ আদি ক'ত, আৰু মৰণৰেই বা অন্ত কত! মৰণৰ পাছত কি হয়?

চন্দ—কোনে জানে, কুমাৰ! কি হয়। সকলোৰে মৰণ হয় এইমাত্র জনা কথা।
মৰণেই মহৎ সত্য।

বুদ্ধ— কি বিষম অজ্ঞান আন্ধাৰ।
ক্ষণে আছে জীৱনৰ খেলা বিতোপন
ক্ষন্তেকতে তাৰ পাছে ভীষণ মৰণে
সকলো কৰেহি শেষ।
কিন্তু নাজানে কোনোৱে
কতো বা আৰম্ভ হয় জীৱনৰ খেলা
কতে বা মৰণে শেষ কৰেগৈ বিদায়।
অনুদ্দেশ কৰ্মৰ ঘূৰণ
অৰ্থহীন অৰ্থৰ কাৰণে
কাল-জৰা আহি কৰেহি শোষণ
আচম্বিতে সকলো শকতি
আদি অন্তহীন জন্ম-মৃত্যু—
দুই পক্ষৰ নিচিনা, আহে আৰু যায়।
নোৱাৰো বুজিব কাৰো একো
এনে ঘোৰ অজ্ঞান আন্ধাৰ,
এনে নিৰৰ্থক কিযে বিষম ঘূৰণ;
এনে দশা সকলোৰে অন্তিম কালত

[ প্ৰস্থান ]

সন্ন্যাসীৰ প্ৰৱেশ—

গীত।

সকলোৰে এবে দশা অন্তিম কালত
দয়ামায়া উৰি যাব যমৰ হাতত।
ইহিটি কেনিবা যাব চকুৱে নেদেখা হব।
কানে আৰু নুশুনিব মুখৰো লুকাব মাত
ধন-মান নালাগিব, বিদ্যা বুদ্ধি আঁতৰিব
দেহাৰো লাৱণী যাব, সকলো হেৰাব গাত!

( প্ৰস্থান )

## দ্বিতীয় দৰ্শন

[ দৃশ্য—বিশ্ৰাম বন। শুদ্ধোদন ; বুদ্ধ আৰু যশোধৰা। ]

শুদ্ধোদন—পুত্ৰ! কি কাৰণত তোমাক এনে ম্ৰিয়মান দেখোঁ! তোমাৰ ভোজনৰ নিমিত্তে উপাদেয় ভোজ্য; শ্ৰৱণৰ কাৰণে মধুময় গীত, দৰ্শন-পৰিতোষৰ বাবে সুন্দৰ সুন্দৰ দৃশ্য, আৰু হৃদয়ৰ অজানা আকাঙ্ক্ষাৰ, গুপ্ত বাসনাৰ, সাৰ্থকতাৰ অৰ্থে যশোধৰা হেন প্ৰেমময়ী বধূ ; তথাপিতো তোমাৰ অসন্তোষ কিয় ? অতুল ঐশ্বৰ্য্য অপৰিসীম সম্পদ—সুবিস্তৃত ৰাজ্য—মহতী ক্ষমতা আৰু বিপুল গৌৰৱে—তোমাক অপেক্ষা কৰি আছে। তথাপি তুমি ম্ৰিয়মান ; তথাপি তোমাৰ অসন্তোষ!

বুদ্ধ—অসন্তোষ, পিতা! সন্তোষ সমূলি নাই। যি ভোগত আবিলতা থাকে, যি আনন্দৰ পাছত অৱসাদ আহে—সেই ভোগ আৰু সেই আনন্দৰ পৰা সন্তোষ কত? যি ঐশ্বৰ্যৰ এঁকো ব্যৱহাৰ নাজানো; যি গৌৰৱৰ একো উদ্দেশ্য নাই, আৰু যি ক্ষমতাৰ একো সাৰ্থকতা বিচাৰি নাপাওঁ—সেই ঐশ্বৰ্য, সম্পদ, ক্ষমতা—গৌৰৱৰ পৰা সন্তোষ কত? আৰু যি সংসাৰত প্ৰতি পদতে সকলো গৌৰৱ, সকলো ক্ষমতা, সকলো ঐশ্বৰ্য-বিভৱ মৃত্যুৰ স্পৰ্শ মাত্ৰে মায়াময়ী কুহেলিকাৰ নিচিনা অজানা দেশত লোপ পায় যি সংসাৰত দেহৰ সৌন্দৰ্য, শৰীৰৰ কান্তি, মনৰ ফূৰ্তি, আৰু যৌৱনৰ উদ্দাম আশা, সকলোকে কালজৰায়ে আহি গ্ৰাস কৰে—সেই সংসাৰত সুখ কত, সন্তোষ ক'ত ?

শুদ্ধোদন—তুমিয়ে তো অকল নোহোৱা যি মৃত্যুৰ কৰাল কৱলত কৱলিত। তুমিয়েতো অকল নোহোৱা যি জৰা আৰু ব্যাধিৰ বশীভূত। জীৱমাত্ৰেই জন্মিলে মৰিব লাগে। জীৱৰ উৎপত্তি হলে বিনাশ হয়। সকলো প্ৰাণীৰেই উৎপত্তি, বিকাশ, বৈকল্য আৰু বিনাশ আছে। এয়ে সংসাৰৰ গতি, এয়ে প্ৰকৃতিৰ ক্ৰম—ইয়াৰ বাবে অসন্তোষ কিয় ?

বুদ্ধ—হ'ব পাৰে এয়ে সংসাৰৰ ক্ৰম বা প্ৰকৃতিৰ নিয়ম। কিন্তু পিতা! সৰুৰে পৰা কেৱল সুখকেহে জনা, সুবুজাৰে পৰা মূঠে আনন্দ আৰু বিলাসকেহে সঁচা বুলি ভাবা মোৰ মনত জৰাৰ এনে ভীষণ বিকৃতি আৰু মৰণৰ এনে নিদাৰুণ প্ৰকৃতিয়ে যিমান বলেৰে আঘাত দিছে—সংসাৰৰ এই নিত্য মৰণ সৰুৰে পৰা দেখি আহিলে, মৰণেই আদি সত্য বুলি জানি অহা হ'লে, সম্ভৱত, মোৰ মনত তিমান আঘাত নালাগিলহেঁতেন। কিন্তু এতিয়া এই বিষম বিকৃতি আৰু এই নিকৰুণ বিৰহ মোৰ অসহ্য ;

নিশ্চয় ইয়াৰ প্ৰতিকাৰ কৰিবই লাগে, পিতা ; ঘোৰ অসুৰ ফুটাৰ নিচিনা ইহঁতে মানুহৰ সকলো সুখ আৰু শান্তিৰ ওপৰত বিষাদ ভাৰৰ ঢালি দিছে—অৱশ্যে এই ভাৰৰ তুলিব পাৰি।

শুদ্ধোধন—বুদ্ধ। ই মুঠে তোমাৰ প্ৰকৃত তত্ব নজনাৰ মনৰ নিকৰুণ কল্পনা। এই সুখ-দুঃখ পৃথিবীত থাকিবই। কৰ্মৰ দ্বাৰা নহলে কোনোৱে তাক অতীত হৈ সন্তোষ বা শান্তি পাব নোৱাৰে।

বুদ্ধ—কি কৰ্ম পিতা ?

শুদ্ধোধন—কি কৰ্ম, তুমি ক্ষত্ৰিয়-তনয়। ৰজাৰ কুমাৰ। তোমাৰ কৰ্মৰ অভাৱ নে? সুবিশাল ৰাজ্য আছে পালন কৰা—ধৰিত্ৰী মণ্ডল আছে জয় কৰা—তোমাৰ বিজয়ৰ গৌৰৱেৰে ভূমণ্ডল ভৰি পৰক। ঐশ্বৰ্য-সম্পদ আছে ভোগ কৰ্ঁা—প্ৰজা আছে পালন কৰ্ঁা—আতুৰ আছে ত্ৰাণ কৰ্ঁা।

বুদ্ধ—আতুৰ আছে ত্ৰাণ কৰিব লাগে! গোটেই সংসাৰ কেৱল সুখ সুখ বুলি আতুৰ। সেই অনন্ত অমৃত স্বৰূপ অৱসাদ আদি বিকাৰবিহীন আতুৰ। বিশ্বক অৱশ্যেই ত্ৰাণ কৰিব লাগে।

শুদ্ধোধন—বুদ্ধ। যৌৱনৰ প্ৰখৰ কল্পনা আৰু উদ্দাম উৎসাহৰ বলত সমস্ত বিশ্বক ত্ৰাণ কৰিবলৈ ওলোৱাৰ আগেয়ে নিজক ত্ৰাণ কৰা—কৰ্ম কৰা।

বুদ্ধ— কিহৰ উদ্দেশ্যে পিতা।
কিহৰ কাৰণে এই ঐশ্বৰ্য-সম্পদ
কিহৰ কাৰণে কোৱা ৰাজ্যৰ বিজয় ?
বিপুল কৰ্মৰ সোঁত কি উদ্দেশ্য লই
কোন দিশে যায় বহি অবিৰাম ?
কাৰ কি উদ্দেশ্য হায়! কিবা সাৰ্থকতা ?

শুদ্ধোদন— পুত্ৰ! নাই কাৰো একো সাৰ্থকতা।
বিশাল উদ্দেশ্য এক অজ্ঞাত সৱাৰো
অহৰহ ঘূৰিছে বিশ্বত
নিতে নিতে উলিয়াই বিপুল বিকাশ।
বিকাশেই বিকাশৰ অৰ্থ
সাৰ্থকতা কৰ্মত, কৰ্মৰ
ভোগেই ভোগৰ মাত্ৰ চৰমৰ লক্ষ্য!

বুদ্ধ— হায় পিতা!
নিৰুদ্দেশে মৰে বিশ্ব ঘূৰি!
অতি ঘোৰ অজ্ঞান আন্ধাৰে
ৰাখিছে বিশ্বক ঢাকি
—নাই কতো পোহৰৰ অতি ক্ষীণো ৰেখা।
তাতে অবিৰত উঠে মৃত্যুৰ কৰাল নাদ
জৰা ব্যাধি বৰষিছে দুঃখ অবিৰাম।
কেনেকই থাকে সুখ এনে সংসাৰত,
শান্তিৰ প্ৰশান্ত মূৰ্তি?

শুদ্ধোদন—নাজানো পুত্ৰ! তুমি কিহৰ কাৰণে বাতুল হৈছা? সুখ যদি লাগে—সুখ নিবিচাৰিবা, সুখ পাবা। কিন্তু বুঢ়া বয়সত তোমাক এনে বিষণ্ণ দেখিলে মোৰ মনত বৰ দুঃখ লাগে। তুমি সংসাৰী হোৱা! দয়া-মৰম প্ৰীতি-ভক্তিৰ কথা নাপাহৰি তুমি সংসাৰত অন্ততঃ দেখুৱাই সন্তুষ্ট থাকা।

বুদ্ধ— এয়ে, আৰু অসুখৰ ডাঙৰ কাৰণ।
কাতৰ বিশ্বক দেখি ফাটি যায় হিয়া—
দিন-ৰাতি জীৱন-মৰণ
কাল-সন্ধ্যা উপনীত হয়হি যেতিয়া
কোনে জানে কিবা থাকে মৰণে অপেক্ষি!
তাতে যদি অতি ক্ষুদ্ৰ প্ৰীতিৰ আধাৰ
চৰাই এটিয়ে হায় মৰা এৰাই,
বিচাৰে জীৱন নোৱাৰি কৰিব তাক ত্ৰাণ,
সৰাতো অধিক
প্ৰীতি আৰু ভক্তিৰ আধাৰ জনক তুমি
প্ৰেম আৰু প্ৰণয়ৰ নিধি যশোধৰা;
তোমাক মৃত্যুয়ে আহি নিদাৰুণ ভাবে
নিব কোনো নিৰুদ্দেশ দেশ লই,
ভীষণ জৰাই আহি কৰিব হৰণ
যশোধৰা-দেহ-পৰা লাৱণ্যৰ কান্তি;

ভাবিলেও এনে কথা নিকৰুণ
কৰে মোৰ হৃদয় ব্যাকুল
অসহায় কাতৰতা, আদি-অন্তহীন।

যশোধৰা— নোৱাৰোঁ বুজিব পিতা।
কিনো সুখৰূপী দুখে জ্বালাময় সুখে
পৰিপূৰ কৰে মোৰ ক্ষুদ্ৰ হিয়াখনি।
নিয়তিৰ গতি নোৱাৰি বাধিব
এয়ে ভাবি থাকোঁ সন্তুষ্ট চিত্তেৰে।

শুদ্ধোদন— নিয়তিৰ গতি নোৱাৰে ৰুধিব কোনে।
অৰ্পি মোৰ পুত্ৰ-ৰত্ন তোমাৰ হাতত
আহোঁ মই ৰাজ-কাজে কৰিছে অপেক্ষা।

[ প্ৰস্থান ]

যশোধৰা— নাথ! কৰাহি শয়ন এবে,
ক্লান্ত যেন দেখিছোঁ তোমাক।
মহতী আকাঙ্ক্ষা কিবা বিশাল বাসনা—
কি মহা আনন্দ খোজে তোমাৰ হৃদয়—
নুবুজোঁ একোকে। কিন্তু প্ৰভু!
যশোধৰা আছে এতিয়াও—
নহবা বিকল, নাথ! কৰাহি শয়ন!

বুদ্ধ— যশোধৰা! তুমি মোৰ প্ৰাণ প্ৰিয়তমা।
আনন্দ-কণিকা তবু অতুল প্ৰণয়।
কিন্তু, প্ৰিয়ে! যদি আজি ভীষণ মৃত্যুয়ে
কুহেলিকাময় স্পৰ্শে পৰশেহি মোক—
কি কৰিবা তুমি সতী!
পাৰিবানে থাকিব ৰঙেৰে
হাঁহি মাতি এতিয়াৰ দৰে?

যশোধৰা— তোমাৰ তেজৰ নাথ! অতুল বিত্তৰ
স্থিতি মোৰ আছে উদৰত।
তাৰ বাবে অনায়াসে উপেক্ষিম
নিকৰুণ মৰণৰ মাৰ।
কিন্তু নাথ! কিয় এনে কোৱা অমঙ্গল।

বুদ্ধ— মোহে অমঙ্গল! প্ৰিয়ে
মৰণ পৰম সত্য—ইখিনি সপোন।
জৰা-মৃত্যুৰ ভয়ত বিশ্ব বিকম্পিত।
ক্ষণে ক্ষণে মৃত্যুৰ কৰাল নাদ,
ততোধিক জৰাৰ ভীষণ আৰ্ত্ত-ধ্বনি।

যশোধৰা— নহবা মিছাতে, নাথ! এমুৰা, বিমনা
ক্লান্ত তুমি, কৰাহি শয়ন!
সখীসৱ গোৱা এটি মনোৰম গীতি
উপচি উপচি হাক ভকতি-পীৰিতি।

[ দুয়োৰে প্ৰস্থান। ]

সখীসকল—

গীত।

আজি সুখতে উপচি পৰক হিয়াটি
আনন্দে নধৰা হক প্ৰাণ।
আজি প্ৰণয়-বান্ধনে বান্ধাহে হিয়াটি
আবেগ-আকুলি যাক মন।
আজি আকাশে বিকাশে তৰাৰ জেউতি
জোনবো জোনাক বিতোপন।
আজি ফুলনি বিয়পি উচুপি উচুপি
ফুলেও আনন্দ নিমগণ।

( দৃশ্য-পট পৰে )

# পঞ্চম অঙ্ক

## তৃতীয় দৰ্শন

[দৃশ্য—বিশ্ৰাম ভৱন। যশোধৰা শুই থাকে; বুদ্ধ কাষত বহি থাকে লাহে লাহে থিয় হয়।]

বুদ্ধ - হায়! এই ব্যাকুল হৃদয়—এই অগাধ প্ৰণয়! ইয়াৰ প্ৰতিদান কি দিব পাৰিছোঁ। মুঠে মাত্ৰ এটি মৰমৰ কথা—এটি প্ৰণয়ৰ চুমা—এটি আনন্দৰ হাঁহি! হায় কি দৰিদ্ৰতা! আৰু সেই সখী দল—কি সুখৰ প্ৰাণ—কি ফূৰ্তিৰ মূৰ্তি। কিন্তু বিকৃত জৰাৰ হাত এৰাবৰ সম্বল কি?

যশোধৰা—[সপোনত] নাথ! নাথ! কলৈ গলা এৰি নাথ।

বুদ্ধ—হায়! কি গভীৰ বেদনা। এই ব্যাকুল নিৰ্ভৰতা,- এই আকুল আত্মদানৰ প্ৰতিদান কি দিব পাৰিছোঁ। প্ৰিয়ে! প্ৰিয়েতমে যশোধৰে! তোমাৰ আত্মবলি লৈ তোমাক কি দিছোঁ। মুঠে মাত্ৰ এটি প্ৰণয়ৰ আলিঙ্গন, এটি প্ৰেমৰ করুণ নিশ্বাস। হায় কি দৰিদ্ৰ হৃদয়।

যশোধৰা—[সপোনত] নেযাবা, নাথ! নেযাবা। তুমি বিহনে যে মোৰ কোনো সহায় নাই, কোনো সম্বল নাই।

বুদ্ধ—হায়, মূঢ়ে। এতিয়াই বা তোমাৰ সহায় কি, সম্বল কি? এই ক্ষণিক জীৱন-মৰণৰ দ্বাৰা বেষ্টিত এই সাৰহীন জীৱন—ইয়াৰ প্ৰেমৰ এটা করুণ নিশ্বাস, নিৰাশাৰ এটা হা-হুতাশ সেয়ে কিহৰ সহায় হব! প্ৰিয়ে! প্ৰাণৰ যশোধৰা। কি আছে মোৰ বি তোমাৰ এই অতুল প্ৰণয়ৰ উপযুক্ত প্ৰতিদান হব পাৰে।

যশোধৰা—[সপোনতে] নেযাবা, নাথ! নেযাবা। তুমি গলে মোৰ কি অৱস্থা হব, নাথ!

বুদ্ধ- মই থকাতে বা তোমাৰ অৱস্থা কি? সৰলতাৰ প্ৰতিমূৰ্তি তুমি—সকলো ভৰসা কৰি মোৰ ওপৰত নিৰ্ভৰ দি আছা। কিন্তু প্ৰিয়ে! মই নিজে সম্বলহীন। কৰ পৰা তোমাক কি দিম! সেই অনন্ত অছিন্ন আনন্দ ক'ত—যিহক দি মোৰ হৃদয়ত সন্তোষ আহিব পাৰে। প্ৰিয়ে! প্ৰিয়তমে। সেই উপযুক্ত প্ৰতিদানৰ সামগ্ৰী বিচাৰি যাওঁ। অনন্ত সুখ—জৰা মৃত্যু ৰহিত অপাৰ আনন্দ—প্ৰশান্ত শান্তি—ক'ত আছে তাক বিচাৰি যাওঁ। তেতিয়া তোমাক তোমাৰ উপযুক্ত দান দিব পাৰিম। এতিয়া—বিদায়। প্ৰাণৰ প্ৰিয়তমা—হৃদয়ৰ অতি আকাঙ্ক্ষিতা, বিদায়।

[চুমা খাব খুজি নাখায়।]

একো আৱশ্যক নাই—অসাৰ চুম্বনৰ একো মূল্য নাই—ই কেৱল ব্যাকুল হৃদয়ৰ ফুটি ওলোৱা আকুলতা—ই কেৱল দাৰিদ্ৰ্যৰ দীৰ্ঘশ্বাস।

[যাব খুজি আকৌ ঘূৰি আহে].

যশোধৰা। প্ৰাণৰ যশোধৰা! প্ৰিয়ৰো প্ৰিয়তমে! বিদায়ৰ দিনা তোমাৰ পৰা

বিদায় লব নোৱাৰিলোঁ— তোমাৰ সুমঙ্গল অশ্ৰুজলে মোৰ বিদায়ৰ কল্যাণ নকৰিলে। যশোধৰা — আৰু এবাৰ বিদায়। তোমাৰ দানৰ উপযুক্ত সুখ পালে, শান্তি পালে, আনন্দ লাভ কৰিলে, তোমাৰ এই ব্যাকুল নিৰ্ভৰতাৰ উপযুক্ত হব পাৰিলে— আৰু এবাৰ আহি তোমাৰ ওচৰ চাপিম। নহলে—বিদায়! প্ৰিয়ে চিৰ কাললৈ বিদায়।

যশোধৰা—[ সপোনতে ] নাথ! নাথ!

বুদ্ধ—ওঃ! কি বিষম আকৰ্ষণ! যশোধৰা! আজি যে তোমাক এৰি যাওঁ সিও তোমাৰ নিমিত্তে। আজি যে সুখ-স্বচ্ছন্দতা পৰিত্যাগ কৰিলোঁ— সিও আৰু বেছি সুখ আৰু বেছি ভোগ-বিলাস আনন্দৰ নিমিত্তে - আৰু সেই আনন্দ সেই অমৃত-ৰূপ-আনন্দ সিও কেৱল তোমাৰ নিমিত্তে। বিশ্বৰ আকুল আতুৰতাই মোক ব্যাকুল কৰিছে—কিন্তু সকলোতে অধিক তোমাৰ ব্যাকুলতা; তোমাৰ নিঃসহায় নিঃসম্বল অৱস্থা। [ যায় ] কি মায়াৰ টান! মন দৃঢ় হ'! হৃদয় সংযত হ। যি মহাকাৰ্য্যত ব্যাপৃত হব খুজিছে তাত এই অস্থিৰতাৰ স্থান নাই। [ ভিতৰৰ ফাললৈ চাই আৰু যাই ] কি আনন্দৰ বিকাশ! সকলোৰে মুখত যে স্বৰ্গৰ ৰহণ সনা কেনে হাঁহি। কিন্তু প্ৰাণ সখীসকল! এই হাঁহি —এই সৌন্দৰ্য্য—কিমান ক্ষণিক সি। একে নিমিষতে প্ৰকৃতিৰ কঠোৰ নিয়মে এই হাঁহি, এই সৌন্দৰ্য্য, এই আনন্দ, হৰি নি তাৰ ঠাইত ব্যাকুলতাৰ আতুৰ ধ্বনি, বিকৃত কুৰূপ আৰু অসীম দুঃখ দি যাব পাৰে। কত তাৰ প্ৰতিকাৰ। সখীসৱ! সেই, প্ৰতিকাৰ বিচাৰি ওলালোঁ—আটাইকে আজি নজনাকৈ বিদায় মাগিছোঁ। [ যশোধৰাৰ ফালে চাই ] যশোধৰা—নাই নামাতো! হৃদয়। যি মহা সংকল্প লৈ তুমি আমি ওলাল, মনত ৰাখিবা সিও যশোধৰাৰ বাবেই।

[ বুদ্ধ ওলাই যায়। পট পৰিবৰ্ত্তন হয় ]

## চতুৰ্থ দৰ্শন

[ দৃশ্য—ফুলনি ]

বুদ্ধ—[ প্ৰবেশ কৰি ] ছন্ন! ছন্ন!

ছন্ন—[ প্ৰবেশ কৰি ] সকলো সজ্জিত, কুমাৰ!

বুদ্ধ—অতি সোনকালে বলা। এই কৰুণ দৃশ্যত হৃদয়ে আৰু প্ৰবোধ নামানে।

ছন্ন—প্ৰভু। যিদিনাৰ পৰা তোমাক জানিলো—সেইদিনাৰ পৰাই তোমাৰ কোমল হিয়াৰ কৰুণ সুৰত মোৰ মন পমি গৈছে। মোকো লৈ যোৱা প্ৰভু।

বুদ্ধ—লৈ যাম, ছন্ন! কি দিম! মই নিজে দৰিদ্ৰ— নিজে সম্বলবিহীন! মোৰ হৃদয়ত মুঠে এটি আকুল আশা—এটা কৰুণ ক্ৰন্দন! নাজানো, ছন্ন! কত সেই আশাৰ সফলতা—ক্ৰন্দনৰ সাৰ্থকতা! যি মহা ঐশ্বৰ্য বিচাৰি ওলালোঁ আশীৰ্বাদ কৰা সেয়ে যেন পাওঁ।

চন্ন—প্ৰভু! সাজ-পাৰ সজ্জিত!

বুদ্ধ—কি হব সাজ-পাৰেৰে বাহিৰৰ সাজ-পাৰত সুখ থাকিলে—ঐশ্বৰ্য্যত আনন্দ থাকিলে-মোৰ হৃদয় এনে আকুল, এনে দৰিদ্ৰ নহলহেঁতেন! বিশ্বই দাঁৰিদ্ৰ্যৰ এনে নিষ্ঠুৰ নিপীড়নত আতুৰ নহলহেঁতেন। যি মহাৰত্ন বিচাৰি ওলালোঁ— চন্ন! তাৰ যেন ৰিণিকি ৰিণিকি পোহৰ দেখোঁ। কিন্তু কব দূৰণি দেশৰ সেই পোহৰ—কব অজান আকাশৰ সেই জ্যোতিঃ—কব নোৱাৰোঁ চন্ন! মুঠে মাত্ৰ এটি পবিত্ৰ জ্যোতিৰ্ময় সুন্দৰ পোহৰৰ ৰেখা। এটি জ্যোতিৰ পূৰ্ণ বিকাশ। এই পোহৰৰ মূল—বিচৰাই মোৰ উদ্দেশ্য। কিহৰ উদ্দেশ্যে কৰ্মৰ এই প্ৰধান প্ৰবাহ—জীৱনৰ আদি ক'ত, মৰণৰ অন্ত ক'ত—প্ৰকৃতিৰ নিয়মৰ মূল কি—বিশ্বৰ এই বিষম সৃজনৰ উদ্দেশ্য কি—ইয়াকে বিচৰাই মোৰ জীৱনৰ ব্ৰত। এই পোহৰৰ তলত সকলো অজ্ঞান আন্ধাৰ মায়ামোহৰ বন্ধন আঁতৰি যাব—আৰু বিমল বিশ্বই কেৱল অনন্ত অমৃত স্বৰূপ আনন্দ আৰু প্ৰশান্ত বিৰাম ভোগ কৰিব পাৰিব।

অজ্ঞাত সন্ন্যাসীয়ে প্ৰবেশ কৰি গায়—

ওঁ শান্তম্! শান্তম্! শান্তম্!
ওঁ সত্যম্ শিৱম্ সুন্দৰম্!
নমস্তে আনন্দ ৰূপ স্বৰূপম্।
নমস্তে বিশ্বস্য পৰম্ নিধানম্।
নমস্তে বিজ্ঞানে প্ৰবুদ্ধা ৰূপম্।
ওঁ সত্যম্ শিৱম্ সুন্দৰম্।

(পট পৰে)

## চতুৰ্থ দৰ্শন

[দৃশ্য—আশ্ৰম। কাশ্যপ আৰু ভৰদ্বাজ]

কাশ্যপ—ভৰদ্বাজ! এই বিমল জ্যোতিয়ে আজি আনন্দৰ আগমন সূচনা কৰিলে! আজি আনন্দ বিচাৰি বুদ্ধদেৱৰ মহাপ্ৰস্থান! আজি পৃথিৱীৰ পৰা হিংসা দ্বেষ অসূয়া আঁতৰি গল। আজি জগতে সকলো ক্ৰূৰতা আৰু নিষ্ঠুৰতা এৰি দয়া-মায়াৰ বলত কৰুণা প্ৰীতি-ভক্তিৰ গুণত যেন ওপৰলৈ উধাও হল! ভৰদ্বাজ! শুনিছানে দূৰত কিহবাৰ ৰিনি ৰিণি সুৰ! আজি দেৱে-মানৱে সমান আসনত বহি আনন্দ কৰাৰ দিন! আজি বিশ্ববাসী সাম্য মৈত্ৰী আৰু স্বাধীনতা পাই একেলগে একে সমানে আনন্দ কৰাৰ দিন! চোৱাঁ! চোৱাঁ! অপ্সৰীসকলে আনন্দৰ গীত গাই পৃথিৱীলৈ নামি আহিছে।

### পঞ্চম দৰ্শন

[ গোমতীৰ পাৰ। পট পৰিবৰ্ত্তন উপবন। অপ্সৰীসকলৰ গীত গাই গাই প্ৰবেশ। ]

**গীত**

আজি আনন্দে হিয়া নধৰে
উপচি পৰে সখী উপচি পৰে।
আজি মধুৰ মধুৰ গীতি
মৰম ভকতি প্ৰীতি
একে সুৰে একে লহৰে
হিয়াটি পূৰে সখি হিয়াটি পূৰে।
আজি সুন্দৰ সুন্দৰ তান
আকুলি-বিকুলি প্ৰাণ
একে উলাহে জগত ভঁাহে
আনন্দ কৰে সখী আনন্দ কৰে।

[ কীৰ্ত্তন কৰি দেৱতাসকলৰ প্ৰবেশ। খোল-কৰতালৰ লগত কেবাজনেও গাব পাৰিলে ভাল। অপ্সৰীসকলোৰে দেখা দিয়ে। ]

**সঙ্গীত**

কি মহা আনন্দে বিশ্ব পূৰিত
কি সুন্দৰ বিশ্ব ৰাজ্য আজি।
হিংসা-দ্বেষ যত ক্ৰুৰ অসূয়া
প্ৰীতি ভক্তি ৰূপে সকলো সাজি ॥
প্ৰেম ভকতি স্নেহ পীৰিতি
বিয়পি পৰিছে বিশ্বময়।
স্বাধীন আনন্দে জীৱই নাচিছে—
সত্য সুন্দৰ মঙ্গলময় ॥
আনন্দৰ ৰূপ বুদ্ধ স্বৰূপ
বিনাশি অজ্ঞান আন্ধাৰ ৰাজে।
মহা আনন্দৰ সুন্দৰ ৰাজ্য
কল্যাণময় থাপি বিশ্বমাজে ॥

—:—

অন্ত*

* এই নাটকখন শৰৎচন্দ্ৰ গোস্বামীয়ে যোৰহাটত ১৭।৩।১২ তাৰিখে লেখা আৰম্ভ কৰে, আৰু ইয়াক ১৯।৩।১২ তাৰিখে তিতাবৰ বাহৰত লিখি শেষ কৰে। নাটকখন ১৯১৬ চনৰ ১০ জুনত নকল কৰা হয়। এই নাটকখন ১৯১৬ চনৰ ১ জুলাইত চেইণ্ট্ জন্ এম্বুলেন্সৰ সাহায্যাৰ্থে যোৰহাট থিয়েটাৰত প্ৰথম অভিনীত হয়।—সং., শ. গো. ৰ.।

# ভাওনাৰ ক্ৰম

নান্দী।

নন্দন কানন—অপ্সৰীসকল

## প্ৰথম অঙ্ক

১ম দৰ্শন

কাশ্যপ, ভৰদ্বাজ

২য় দৰ্শন

ৰঙাই, বগাই

## দ্বিতীয় অঙ্ক

১ম দৰ্শন

পাৰিষদ, মন্ত্ৰী

২য় দৰ্শন

দুটা বয়সীয়া লৰা

৩য় দৰ্শন

বুদ্ধ, দেৱদত্ত, শুদ্ধোদন, বিদূষক, অজ্ঞাত সন্ন্যাসী

৪ৰ্থ দৰ্শন

বুদ্ধ, বিদূষক, শুদ্ধোদন, মায়াকন্যাসকল

## তৃতীয় অঙ্ক

১ম দৰ্শন

শুদ্ধোদন, মন্ত্ৰী

২য় দৰ্শন

বুদ্ধ, প্ৰথমা আৰু দ্বিতীয়া কুমাৰী, যশোধৰা, মায়াকন্যাসকল

৩য় দৰ্শন

দেৱদত্ত, ছন্দক

## চতুৰ্থ অঙ্ক

১ম দৰ্শন

বুদ্ধ, দেৱদত্ত, যশোধৰা, শুদ্ধোধন, বিদূষক, নৰ্তকীসকল

২য় দৰ্শন

ৰঙাই, বগাই, অযাদাৰ, মোমল, নৰ্ত্তকীসকল

৩য় দৰ্শন

বুদ্ধ, যশোধৰা, সখীসকল

৪ৰ্থ দৰ্শন

বুদ্ধ চন্ন, বুঢ়া, অজ্ঞাত সন্ন্যাসী।

পঞ্চম অঙ্ক

১ম দৰ্শন

বুদ্ধ, চন্ন, অজ্ঞাত সন্ন্যাসী

২য় দৰ্শন

শুদ্ধোদন, বুদ্ধ, যশোধৰা, সখীসকল

৩য় দৰ্শন

বুদ্ধ, যশোধৰা।

পট পৰিবৰ্ত্তন

বুদ্ধ আৰু চন্ন, অজ্ঞাত সন্ন্যাসী

৪ৰ্থ দৰ্শন

কাশ্যপ, ভৰদ্বাজ, অপ্সৰীসকল, দেৱতাসকল

—

## প্ৰথম অভিনয়ৰ (১।৭।১৬) ভাৱৰীয়াসকল

| | |
|---|---|
| শুদ্ধোধন— | ভুবনেশ্বৰ বৰঠাকুৰ |
| মন্ত্ৰী— | জীৱনেশ্বৰ বৰুৱা |
| বিদূষক— | মথুৰানাথ বৰুৱা, অনাৰেৰী মেজিষ্ট্ৰেট |
| দেৱদত্ত— | হৰিহৰ শৰ্ম্মা পূজাৰী |
| কাশ্যপ ( অসিত )— | পূৰ্ণানন্দ শৰ্ম্মা পাঠক, বি-এল |
| ভৰদ্বাজ— | গ্ৰন্থকাৰ |
| ছন্দক— | গ্ৰন্থকাৰ |
| অজ্ঞাত সন্ন্যাসী— | কুলকমল বৰুৱা |
| পাৰিষদ— | ইন্দ্ৰনাথ ফুকন |
| পঢ়াশলীয়া লৰা দুজন— | নকুল চন্দ্ৰ শৰ্ম্মা আৰু সাৰদানন্দ বৰুৱা |
| জমাদাৰ— | দেৱেশ্বৰ চলিহা |
| নোমল চিপাহী— | মথুৰানাথ বৰুৱা |
| ৰঙাই— | আনন্দচন্দ্ৰ বৰুৱা |
| বগাই— | ঘনকান্ত বৰুৱা, বি-এ |
| যশোধৰা— | তীৰ্থনাথ ফুকন, বি-এল |
| সখী দুজন— | ৰাধানাথ শৰ্ম্মা আৰু চন্দ্ৰনাথ গোস্বামী |

## বাসনা

দূৰ আকাশৰ সুদূৰ কোণে
অস্ফুটা আলোক-ৰেখাটি ভাঁহে—
বাসনা-মেঘত বিজুলী যেনে
থমকি চমকি ৰিভোৰে হাঁহে।
আহে তাৰ য'তে পাৰিজাত গন্ধ,
মলয়-পৱন বহে, মৃদু মন্দ,
কিন্নৰী মধুৰ গায় মিঠা ছন্দ,
মোৰ কৰে আকুল পৰাণ।
ধৰো বুলি যাওঁ চাওঁ পাৰলৈ,
চমকতে কোন দেশ পায়গৈ,
চমকে আকউ প্ৰাণ কাঢ়ি লৈ;
চাওঁ তুলি অৱশ নয়ান॥
মধুৰ মদিৰা তাৰ সৌন্দৰ্য্য
আৱৰি পেলায় মোৰ ধৈৰ্য্য;
পিয়াহী কাতৰ চকুৰ কাৰ্য্য
মোৰ চোৱা পৰাণ-কান্ত
ভাবোঁ, কেতিয়ানো জীৱন-সুখ
চকিতে আহিব, দেখাব মুখ,
আনন্দে পূৰণ কৰিব বুক,
মোৰ কৰি পৰাণ শান্ত॥*

---

* লেখকৰ এজন বন্ধুলৈ ( জি. কে. টি—সম্ভৱ গোৰীকান্ত তালুকদাৰ ) লিখা চিঠিত উল্লেখ কৰিছিল যে তেওঁ ৰূপহী ৰমণীৰ নিচিনা কিবা এটি উজ্জ্বল জিলমিলনি দেখা পাইছিল। সেয়ে কবিতাটিৰ উৎস।—সং, শ গো. ৰ.

* কলিকতা। ১৬।৮।০৭

## পৰেহি মনত

(১)

পৰেহি মনত মোৰ পৰেহি মনত—
সন্ধিয়া আকাশ জুৰি ফুটি উঠে তৰা;
মৃদু মৃদ বহে সমীৰণ;

নগৰ-আলোকমালা জ্বলি উঠে ক্ষণে—
আন্ধাৰ-আলোক-আলিঙ্গন
ঘৰে ঘৰে যোৱাৰীএ জ্বলায় প্ৰদীপ ;
মাকৰ কোলাত শিশু নাচে হৰষত ;—
পৰেহি মনত মোৰ পৰেহি মনত।

(২)

পৰেহি মনত মোৰ পৰেহি মনত—
পকিৰ ছাতত উঠি উদাস উকাশ
উদাস চকুৰে ৰওঁ চাই ;
তলত সংসাৰ-সোঁত একোকে নেমানি
নিজ নিজ মনে বহি যায়।
কামীয়ে কামৰ পৰা ফিৰে ঘৰলই ;
গো-ৰখীয়া গৰুপাল লই হৰষত ;
পৰেহি মনত মোৰ পৰেহিঁ মনত।

(৩)

পৰেহি মনত মোৰ পৰেহি মনত—
দূৰ মন্দিৰত কিবা গিৰীৰ ঘৰত
আৰতিৰ ঘণ্টা উঠে বাজি ;
নিজ নিজ ঘৰে বহে যতেক ডেকাই
ঘৰৰ মজিয়াখন ৰাজি ;
সৰু সৰু ভাই-ভনী চেনেহতে আহি
শাৰী শাৰী চাৰি পাশে বহে হৰষত ;—
পৰেহি মনত মোৰ পৰেহি মনত।

(৪)

পৰেহি মনত মোৰ পৰেহি মনত—
ভাই-ভনী আই-বোপা সকলোৰে মিলি
সুখ-বিৰিঙণী কথাবোৰ ;
খাবৰ সময় হলে সাদৰী বচন :
আদৰৰ মাতৃ-দেৱী মোৰ।
প্ৰাণৰ প্ৰেয়সী আহি মাতেহি সাদৰি,
বুকত বিভোল মুখ ৰাখে হৰষত ;—
পৰেহি মনত মোৰ পৰেহি মনত।

(৫)

পৰেহি মনত মোৰ পৰেহি মনত—
আকাশৰ কোলা জুৰি মধুৰ জোনৰ
লীলা খেলা অতি বিতোপন ;
চাৰিও পাশত ঘন গছবোৰে ঘেৰা
ৰম্ শুৱনীয়া গাওঁখন ;
গিৰী-গিৰী সকলোৱে সুখত মগন,
নাচে যেন পশু-পক্ষী অতি হৰষত ;—
পৰেহি মনত মোৰ পৰেহি মনত।

(৬)

পৰেহি মনত মোৰ পৰেহি মনত—
পকিৰ ছাতৰ পৰা সন্ধিয়া-বেলিকা
যেতিয়া পূবৰ ফালে চাওঁ,
এটি যেন বতাহৰ সুমধুৰ ধ্বনি
বাজে আহি – তাতে পমি যাওঁ।
আবেগতে ভৰে হিয়া, নাজানো একোকে,
নীৰবে উদাসভাবে চাওঁ হৰষত ,—
পৰেহি মনত মোৰ পৰেহি মনত।

কলিকতা। ১৭।৮।০৭

(১)

আতমা এৰিলে তাৰ শৰীৰ-পিঁজৰ
ধূলিত মিহল হল ধূলি ;
এটোপাও নমছিলে চকু-লো নিজৰ
ভাই-ভনী কুলাঙ্গাৰ বুলি।
কুল-মান এৰি যাক ধৰিছিল,
প্ৰাণৰ প্ৰধান ধন বুলিছিল,
সেই নৰ্ত্তকীও নাচি ফুৰিছিল
আৰ সোৰঁৰৱীখিনি ভুলি ॥

(২)

আছিল কোনত পৰি এজনী ৰমণী
শোকে-দুখে হিয়াখন মাৰি ;
নেহাঁহি এদিনো আৰু একোকে নেজানি,
দুই চকুত অশ্ৰু দুধাৰি ।
সেন্দুৰৰ ফোট সিদিনা মচিলে,
ডিঙিৰ সোণৰ মণি সোলোকালে,
দুধাৰি চকুলো ভূতল চুমিলে ।
ধন্যা তুমি পতিব্ৰতা নাৰী ॥*

* কলিকতা ৰঙ্গমঞ্চৰ এগৰাকী বিখ্যাত অভিনেত্ৰীৰ কাহিনী শুনি লিখা ।—সং. শ. গো. ৰ. কলিকতা । ১৮।৮।০৭

# সখী

(১)

সখী তুমি নেভাবানে মোক !
যেতিয়া পুবৰ দিশ হেঙুলীয়া কৰি
সূৰুয উঠেহি আকাশত ;
হিৰণ-জেউতি লই নাচে ঢেউবোৰে,
তৰুণ অৰুণ হৃদয়ত ।
তেতিয়া তোমাৰ সেই লাজ-সুখ-সনা
ৰাঙলী-বৰণ-শোভা মুখ
বুকৰ মাজত মোৰ, পৰেহি মনত,
আনন্দতে ভৰি উঠে বুক ।
সখী তুমি নেভাবানে মোক !

(২)

সখী তুমি নেভাবানে মোক !
যেতিয়া তৰাৰ দেখোঁ লাহৰ ফুটন,
বিলাহী জোনৰ লয়লাস,
যেতিয়া নদীৰ শুনো প্ৰেমৰ সঙ্গীত,
কুলিৰ বিভোল হাবিয়াস ।
তেতিয়া তোমাৰ সেই সৌন্দৰ্য্য-চমক,
আনন্দত যুৰা তিনি লোক,

তোমাৰ বাঁহীৰ সেই মোহন সুতান
আকুল কৰেহি মাতে মোক।
সখী তুমি নেভাবানে মোক !

(৩)

সখী তুমি নেভাবানে মোক !
যেতিয়া কপোটি যুৰি বহাটিত পৰি
ইটিয়ে সিটিক থৰে চায়;
যেতিয়া লতাই সুখে আকুল গছক
আকুল প্ৰেমৰ চুমা খায়;
তেতিয়া তোমাৰ সেই সুন্দৰ সুন্দৰ
মাধুৰ্য্যৰ পোৱা পুৰা ধোক
চকু যুৰি, সপোনৰ অফুটা কোমল
পৰশত উঠলাই শোক ।
সখী তুমি নেভাবানে মোক !

(৪)

সখী তুমি নেভাবানে মোক !
যেতিয়া মধুৰ বতাহৰ চলনত
ঢউ উঠে পুখুৰীত ধীৰ
নীল আকাশত হাঁহা জোনৰ কিৰণে
মালা গাঁথি সাজি দিয়ে নীৰ;
তেতিয়া তোমাৰ সেই উলাহত ভৰা,
মনত পৰেহি মোৰ, মুখ,
গুলচৰ গাঁথি মলা বিনা সুতাৰেই
দিছিলোঁ যেতিয়া সাজি বুক।
সখী তুমি নেভাবানে মোক !

(৫)

সখী তুমি নেভাবানে মোক !
যেতিয়া আগত মই লওঁ কোনো কাম
তোমাৰ মুখনি দেখা দিয়ে;
একেলগে খেলা কৰা স্মৃতিখিনি আহি
গোটেই মনটি কাঢ়ি নিয়ে।
নেভাবা যদিও সখী, এনে নিদাৰুণ
একথাহি কথাবাৰ মোক;

জীৱন-আশ্ৰয়-হীন তেতিয়াই হব
জানিলে এনুৱা ঘোৰ শোক—
সখী তুমি নাভাবা যে মোক।

কলিকতা। ১৮।৮।০৭

## শিশু

পুৰণীয়া সংসাৰৰ কিনো তই আহি,
নতুন ভাবেৰে মোৰ হিয়া কৰ জুৰ!
তোক দেখি সংসাৰৰ ব্যথা শোক দুখ,
সকলোএ হয় যেন আনন্দতে পুৰ।
স্বৰগৰ পাৰিজাত তাৰে গোন্ধথিনি,
স্বৰগৰ মধুৰিমা অপ্সৰী-গীতৰ,
স্বৰগৰ জোন হাঁহি, সকলো মিলাই
গঢ়িলে নে বিধি তোৰ আকৃতি ৰূপৰ!

নাইবা অমৃত ছেকি তাৰে সাৰথিনি
তোৰ গঠনৰ কৰিছিল উপাদান!
অথবা বিশ্বৰ সুখ কৰি এক ঠাই
ৰচিলে মোহন তোৰ তাৰে দেহখান!

যিয়েই নহব তই আনন্দ-মূৰতি,
তোক দেখি জাগে আজি অনন্তৰ স্মৃতি।*

* লেখকৰ ভাগিনীয়েকৰ মুখৰ মধুৰ হাঁহি সুৱৰি।— সং., শ. গো' ৰ.

কলিকতা ২।১০।০৭

## মিলন

দিনমান চাই থাকোঁ গধূলি আহিবা বুলি,
গধূলি তো নিদিলাই দেখা।
ওৰে ৰাতি ভাবি থাকোঁ বাটতেহে ৰলা বুলি
উষায়েতো নাপেলে তযু লেখা॥

চোৱাহি সংসাৰময় সকলো মিলিছে হায়
উঠিছে সুখৰ ঢেউ তাত।
তোমাৰ লগত মোৰ নোহে নে মিলন সখী
নাই নে কি মুখামুখি বাট!

দূৰ প্ৰবাসৰ পৰা আহিছে প্ৰণয়ীজন,
প্ৰণয়িনী—লগত মিলন।
কৰ্ম্মৰ নমাই ভাৰ চোৱা সেয়া কৰ্ম্মীজন
প্ৰেমৰ পাতিছে আলাপন॥

গোটাই দিনটো ঘূৰি আহিছে পখিটি চোৱা
পাতিছে প্ৰেমৰ কিলকিলি।
মুখত মুখটি দি কেনেকই ফুল দুটি
আছে কেনে আনন্দত মিলি॥

সুনীল আকাশ মাজে মেঘত বিজুলী নাচে
প্ৰেমৰ ৰসত ভৰা হিয়া।
আকাশ-পানীৰ চোৱা কেনে বিতোপন হিয়া,
ইটিয়ে সিটিক ধৰা দিয়া॥

বাঘিনী বাঘৰ স'তে হৰিণীয়ে হৰিণৰ
আছে কেনে প্ৰেমত মগন।
বিশ্বত সকলো হায় থাকে দুটি দুটি মিলি
সংসাৰৰ ধৰম মিলন॥

তোমাৰে মোৰেছে সখী নহয় মিলন নে কি
নোহোঁ নে কি আমি বিশ্বজন!
এনেকই চিৰ দিনে বাহাৰ থাকিব নে কি
এনে নিকৰুণ অপূৰণ॥

এনেকৈয়ে চিৰদিন হতাশ আশায়ে হায়.
সউ চোৱা মাথিটিৰ প্ৰায়,
সংসাৰ ঘূৰিব নে কি অতৃপ্তি হিয়াত লই,
নেদেখিব বিশ্ৰামৰ ঠাই;

কলিকতা। ২১।১১।০৭

# অনুতাপ

অনুতাপ আজি আপুনি আহিছে মোৰ ।
সকৰে পৰা
ইমান দিন যে
বিমোহিত আছিলে অদভুত মোৰে মোহ ॥

কবিতা লিখিব শিকিব যে নহল শকতি নোৱাৰিলোঁ
নোৱাৰিলোঁ আৰু হায় কবিতা বুজিবা ।
আজি যে হঠাতে কবিৰ সঙ্গত পৰি কিবা হ'লোঁ
ইচ্ছা দেখোন গ'ল কবিতা লিখিব ॥

লেখিলোঁ মধুৰ কবিতা মই হে সুন্দৰী কল্পনে
যতীন কবিক পাই আৰু তোমাৰ ধুনীয়া মুখ মনে কৰি ।
আজিৰ পৰায় মোক কেতিয়াও যেনে
নোযোৱা নোযোৱা হায় মোক তুমি এৰি ॥

দুখ নাই সংসাৰত সুখেৰেহে বোলে হায়
গোটেই সকলো বিয়াপি পৰিপূৰ ।
কালি যে মাস্তু দুৰবা কবিয়ে কলে মোৰ আগে
হয় নে সঁচা কথা সত্য প্ৰচুৰ ॥

মোৰ হলে ভোক লাগি যেতিয়া লাগে দুখ
মনে কৰে কিবা আনি খাওঁ খাওঁ ।
নৰিয়া কেতিয়াবা পৰি যদিহে লাগে দুখ
মনে কৰে ঘৰলৈকে যাওঁ যাওঁ ॥

"দুৰবা" কবি "যাৰ" স্বৰূপ তেওঁৰ পৰা পাই গোহৰ
কবিতা দেৱীৰ মন্দিৰ সোমাই লেখিলো কবিতাখন
আজি মোৰ ভাগ্যে কবি মন্দিৰৰ দ্বাৰ পাই হ'ল কৰকাল
অভাগীয়া, দুৰ্ভগীয়া, এলেহুৱা মোৰ মন ॥

আজিৰ পৰাই হে ৰমনীয় কবিতা সুন্দৰী ধনী
তোমাৰ ৰাতুল তুখন চৰণ পূজা মই কৰিম।
মোক এৰি তুমি আনলৈকে খুজিলেও যাব
হাতৰ বাঁধনত ধৰি আৰু নিশ্চয় ৰাব নিদিম ॥*

---

* কবিতাটিৰ তলত শৰৎচন্দ্ৰৰ এটি টোকা আছে। 'যতীন্দ্ৰনাথ দুৱৰাৰ সঙ্গ লাভত অনুপ্ৰাণিত হৈ লিখা মোৰ প্ৰথম কবিতা, আৰু সেয়েহে স্নেহ আৰু শ্ৰদ্ধাৰে তেওঁক উৎসৰ্গা কৰিলোঁ।'—সং., শ. গো. ৰ.

২৫।১১।০৭

## প্ৰকৃতিৰ শোভা

অতি মনোলোভা
প্ৰকৃতিৰ শোভা
মন পৰাণ হৰে।
মধুৰ শোভাটি
প্ৰকৃতিৰ লগে
প্ৰকৃতি উজ্জ্বল কৰে ॥
সুনীল অম্বৰে
ধীৰ মেঘদলে
ধীৰে ধীৰে বহি যায়
সোনালী উষায়
সোনালী কিৰণে
মধুৰে ভূতল চায় ॥
মধুৰ মধুৰ
বহিছে সমীৰ,
মধুৰে তটিনী বহে।
মধুৰ মধুৰ
পঞ্চমত সুৰ
কোকিলে কুহৰি গাহে ॥
মৃদু বায়ু ভৰে
ভ্ৰমৰে গুঞ্জৰে
বিকচ কমলোপৰে।
ৰকত ছবিটি,
ৰকত ৰবিটি।
ৰকত সবাকো কৰে ॥

মধ্যাহ্ন মাৰ্তণ্ড
প্ৰতাপ প্ৰচণ্ড,—
অতীব প্ৰখৰ কৰ।
নীৰৱ তাপত
পশুপক্ষী যত,
নীৰৱ যতেক নৰ ॥
সান্ধ্য সমীৰণে
মৃদু আন্দোলনে
আন্দোলে তটিনী কায়।
সান্ধ্য স্বৰূপে
ৰক্তৰশ্মি ভুজে
ৰকত শোভা ভোলায় ॥
নিৰ্মল সৰসে
কুমুদিনী হাসে,
কমলিনী মুদে আখি।
ধীৰ শশধৰে
গগন উপৰে
মধুৰে হাসিছে থাকি।
আকাশ অমল,
শুভ্ৰ শশধৰ,
জ্যোছনা প্লাবিত ধৰা।
ফুল্ল পুষ্পদল,
ফুল্ল জীৱবল,
মধুৰ পীৰিতি ভৰা।
মধুময় বেশে
মধুময় দেশে
মধুৰে যামিনী ফুৰে।
মধুময় গতি,
মধুৰ প্ৰকৃতি,
মন পৰাণ হৰে ॥*

* অঙ্কুৰ, ১৮২৭ শক, আহিন, প্ৰথম ভাগ, ষষ্ঠ সংখ্যা।

# শোক

( ১ )

হায়, প্রভু ! ই কি মহিমা তোমাৰ ?
অষ্টমীৰ চাঁদ
উঠিছে আকাশে
মাজ নিশা প্রভু কিয় অস্ত তাৰ ?
ফুটো ফুটো ফুটো পদুমৰ কলি ;
ৰূপে ঢল্ ঢল্ ;
সৌন্দৰ্য্য অমৃত
পাছে পাছে পাছে উঠিছে উথলি ;
নিজতে বিভোল নাচে মনে মনে ;
নাচৰ তৰঙ্গ
বিলায় যমিলে ,
অকালে ধুমুহা কিয় ভাঙে ক্ষণে ?
সৌন্দৰ্য্য-ৰাঙলী গোলাপৰ পাহি ;
থেৰে থেৰে ৰূপ
নাচি ওফন্দিছে ;
অকালতে কিয় শেহ তাৰ হাঁহি ?
সুন্দৰী উষাৰ মোহন মূৰতি ;
মধুৰ সৌন্দৰ্য্যে
বিশ্ব পৰিপূৰ ;
অপৰূপ ৰূপে সাজিছে প্রকৃতি ;
জলত, থলত, আকাশ মাজত,
সৌন্দৰ্য্য ভাঁহিছে,
সৌন্দৰ্য্য হাঁহিছে,
ডুপৰীয়া কিয় সেই ৰূপ কত ?
অমূল্য জীৱন মানৱেও লয়
বুকত আশাৰ
মোহন ছবিটি
অতি যতনেৰে সাঁচি সাঁচি থয় ;
ৰূপগুণে সদা সৌন্দৰ্য্যৰ ভাৰ ;
মোহে পাৰাবাসী
মোহে পৰিবাৰ ;

অকালতে শেষ কিয় আশা তাৰ!
হায়, প্ৰভো! ই কি মহিমা তোমাৰ ?

( ২ )

আদৰে পালিত জন্মৰ পৰা,
জনক জননী চেনেহ-ভৰা
দেখি যি সুন্দৰ গঠিত দেহ —
চেনেহৰ ছবি গলিত-স্নেহ—
অপাৰ আনন্দ, স্বৰ্গৰ সুখ,
পায় যেন ভৰি পৰাণ বুক।
আচৰিত যাৰ সৌন্দৰ্য্য দেখি
প্ৰিয়জন ভাহে মাধুৰ্য্যে থাকি।
নিমিষতে প্ৰভু! তাৰ কি গতি!
নেমাতে প্ৰেমিকা নেচায় পতি।
নিমিষুৰ আগে জীৱিত জন
সুখে বিচাৰিছে খুজিছে ধন;
নিমিষৰ পাছে কি হ'ল তাৰ;
সকলো সংসাৰ পাছত ৰ'ল,
নিবিচাৰে সুখ, নেচায় ধন।
কিবিও নেচায় আপোন জন ?
নিমিষৰ আগে ৰ'দৰ তাপ
অসহ্য আছিল; জুইৰ ভাপ,
তুখো যেন নাই, কিদৰে সয় ?
নিমিষৰ আগে, বাহিৰ বাত
অসহ্য আছিল; শীতৰ বাত
সেই দেহ' পৰে কিদৰে বয় ?
যি জনে কৰিছে মৰম যাক
সি জনে কিদৰে পুৰিছে তাক ?
আচৰিত প্ৰভু! তোমাৰ মায়া!
বিশ্ব সমুদয় তোমাৰ ছায়া।

( ৩ )

অবিনাশী আত্মা, মাত্ৰ দেহৰ বিনাশ;
আত্মাই নেমাৰে কাকো আত্মা (ৰ) নাই নাশ।
নতুন গ্ৰহণ যেনে পুৰাতন শেহে
আত্মাৰো সেয়েহে কথা জীৰ্ণসৰ দেহে।

আদিতে অব্যক্ত বাবে নকৰিলে শোক
শেহত অব্যক্ত বুলি কাঁদে কিয় লোক ?
মৰিলে জনম স্থিৰ জন্মিলে মৰণ
অপৰিহাৰ্য্যৰ বাবে শোক কৰা অকাৰণ।
জনম মৰণ লৈয়ে গঠিত সংসাৰ ;
নুবুজে তথাপি মনে ; কিবা মায়া-ধাৰা
কি অদ্ভুত হায়, প্ৰভু! মহিমা তোমাৰ ! *

* অঙ্কুৰ, ১৮২৭ শক, কাতি ; প্ৰথম ভাগ, সপ্তম সংখ্যা।

# মোহ-মুদ্গৰ

(১)

মূঢ় ! ত্যাগ কৰা ধনাগম তৃষ্ণা
কৰা অল্প বুদ্ধি মনত বিতৃষ্ণা ;
নিজ চেষ্টা গুণে যি লভিবা বিত্ত।
সেয়ে ধন ; তাবে বিনোদিবা চিত্ত।

(২)

অৰ্থকে অনৰ্থ ভাবিবা সদায়,
স্‌চাকৈয়ে তাত সুখ লেশ নাই ;
পুত্ৰৰ পৰাও ধনীৰহে ভীতি,
সকলো ঠাইতে এই সাৰ নীতি।

(৩)

পত্নী কোন তব কোন তব পুত্ৰ ;
এই যে সংসাৰ অতীব বিচিত্ৰ।
তুমিনো কাৰ, আহা ক'ৰ পৰা ?
এতেকতে ভাই তত্ত্ব চিন্তা কৰা।

(৪)

নকৰা ধন-জন যৌৱন গৰ্ব ;
হৰে নিমিষতে মহাকাল সৰ্ব।
মায়াময় এই অখিল সংসাৰ
জানি শীঘ্ৰে কৰা ব্ৰহ্মপদ সাৰ।

( ৫ )

পদ্মপত্ৰ জল যিহেন তৰল,
সি হেন জীৱন অতীৱ চপল।
জানিবা নিশ্চয় জৰাব্যাধিগ্ৰস্ত
আৰু শোকহত ব্ৰহ্মাণ্ড সমস্ত।

( ৬ )

সাৰ তত্ত্ব চিন্তা সদা কৰা চিত্তে;
পৰিহৰা চিন্তা নশ্বৰ বিত্তে;
সজ্জন সঙ্গতি ক্ষণ মাত্ৰ একা
ভৱসিন্ধু তৰণে সৰ্বদাই নৌকা।

( ৭ )

যেতিয়ালৈ অৰ্থ উপাৰ্জনে শক্ত,
তেতিয়ালৈ সবে তব অনুৰক্ত;
জৰা-ৰোগে হ'লে দেহ জৰ্জৰিত।
মুসুধিব বাৰ্তা তোমাৰ গৃহত।

( ৮ )

কাম-ক্ৰোধ-লোভ মোহ ত্যাগ কৰি
'মই কোন' ভাবা আত্মাতে বিচাৰি।
আত্মজ্ঞান হীন অতীৱ বিমূঢ়,
তাৰ ভাগ্যে ঘটে নৰক নিগূঢ়।

( ৯ )

শত্ৰু মিত্ৰ-পুত্ৰ কাৰো প্ৰতি ব্যস্ত,
সমৰ সন্ধিত নহবা সচেষ্ট,
'সমচিত্ত' হয় কৰিবা ধাৰণা,
আশু যদি কৰা বিষ্ণুত্ব বাঞ্চনা।

( ১০ )

তোমাত, আনত, মোত, একে বিষ্ণু
ব্যৰ্থ কোপ কৰা হয় অসহিষ্ণু;
সৰ্ব জীৱ আত্মা আত্মাতে দেখিবা;
ভেদ জ্ঞান সদা পৰিহাৰ দিবা।*

---

* অৰুণ ( হাতে-লেখা আলোচনী), ১৮২১ শক, ভাদ; প্ৰথম ভাগ, পঞ্চম সংখ্যা

# তাতে হরি করে অবস্থান

( ১ )

পুণ্য কর্ম রত গৃহী
গৃহিণী সদায়
পতিকেহে ভাবে ভিনমান ;
সন্তান সন্ততি যত
পিতৃভক্ত সদা ;
তাতে হরি করে অবস্থান

( ২ )

সরলতা, পবিত্রতা
সত্য, শৌচ, ক্ষমা,
পান্থ সেবা, গুরু-ভক্তি, দান,
দয়া আদি গুণ য'ত
সততে বিরাজে
তাতে হরি করে অবস্থান।

( ৩ )

পিতা-মাতা গুরুজন,
পত্নী-পুত্র আদি,
জ্ঞাতিজন বন্ধু যতমান,
সদায় সন্তুষ্ট চিত্তে
বাস করে য'ত
তাতে হরি করে অবস্থান।

( ৪ )

যি ঠাইত আনন্দিত
শিশুক বদন ;
আনন্দিত পুরাজনাগণ ;
পশুপক্ষী আদি করি
অনিন্দিত যত ;
তাতে হরি করে অবস্থান।

( ৫ )

যি ঠাইত প্ৰতি দিন
    শ্ৰদ্ধাপূৰ্ণ মনে
গৃহী কৰে জীৱে অন্নদান ;
    আনন্দে আহাৰ কৰে
        জীৱ সৱে যত ;
তাতে হৰি কৰে অৱস্থান ।

( ৬ )

"আহা ! তিবিপিতি পালোঁ !"
    ই আনন্দ ৰবে
সদা পৰিপূৰ যি ভৱন,—
    জীৱৰ শান্তিৰ ঠাই,
        বৰ সুখময়—
তাতে হৰি কৰে অৱস্থান ।

( ৭ )

অশেষ ক্লেশৰ ভাৰ
    সহি যি ঠাইত
গৃহীজনে কৰে, পণ প্ৰাণ
গুচাব আশ্ৰিত-দুখ
    অম্লান বদনে ;
তাতে হৰি কৰে অৱস্থান ।

( ৮ )

পৰিশ্ৰম, মিতাচাৰ
    যি ঠাইত আৰু
ধৰ্মে থাকি জীৱিকা আৰ্জন,
    দেৱতা-অতিথি প্ৰতি
        শ্ৰদ্ধা-ভক্তি যত
তাতে হৰি কৰে অৱস্থান ।

( ৯ )

যত দিনে দুগ্ধ-দিয়া
    ধেনুৰ পালক

অতি যতনেরে করে পালন ;
দিনে যত বৃক্ষসবে
ফল-পুষ্প দিয়ে ;
তাতে হরি করে অবস্থান।

(১০)

পরিষ্কার পরিচ্ছন্ন
চতুর্দিকে শুচি
সততেই থাকে যে ভবন,
সততে বিশুদ্ধ যত
অন্নপানে আদি
তাতে হরি করে অবস্থান।*

* অঙ্কুর, ১৮২৭ শক ; শ্রাবণ, প্রথম ভাগ, চতুর্থ সংখ্যা।
এই কবিতাটি সংস্কৃতের অনুবাদ।—অনুবাদক

# কণিকা

## খিয়াল

মহে কয়, “মানুহক খিয়াল লাগে মোৰ
তাহাঁতৰ অত্যাচাৰত কষ্ট নাপাওঁ, ওৰ ॥
খিয়াল পূৰাবৰ অৰ্থে কামোৰোঁ গালত ।
নিজ গাল বজা কৰে নিজৰ চৰত ॥ ”
কবি বোলে, “মহ বাপু মনে মনে থাক ।
তোমাৰ যে প্ৰাণ যায় কি কৰিবা তাক ॥
হিংসি মানুহক কৰা অলপ অন্যায় ।
নিজৰ জীৱনখনি আহা হেৰুৱাই ॥”

ৰচনা।—২৯।৮।০৭

## কৰ্তব্যৰ অৱহেলা

চাকনৈয়াই হাঁহি কয়,—“শুনা নদী ভাই ।
তোমাৰ সমান আৰু দুখ কাৰো নাই ।
দিন ৰাতি অবিৰাম কোৱাঁ এক সোঁতে ।
মোক চোৱা, কেনেকই থাকো আনন্দেতে ॥”
নদী হাঁহি কয়, “হেৰা চাকনৈয়া ভাই !
তোমাৰ সমান দুখী সংসাৰত নাই ।
অবিৰত বই পাওঁ অনন্ত সাগৰ—।
বাসনাৰ তৃপ্তি পাওঁ, সুখ পাওঁ বৰ ॥
তুমিতো নোপোৱা লক্ষ্য ঘুৰা একঠাই ।
অন্তৰৰ দীপ্ত ইচ্ছা পূৰণ নহয় ॥”

## অসন্তোষ

“পানী মনে মনে ভাবে—“নাদৰ যে আদৰ ।
ইয়াৰ কাৰণে মই নাপাওঁ প্ৰভাৱ ॥
যদিহে নাদৰ যেবা আছে তেন্তে চাওঁ ।
একে নিমিষতে আজি জগত দুৰাওঁ ॥

এই কথা জানি নাৱে হাঁহি মনে মনে ;
নিজৰ গাতটি পুৰ কৰি দিলে পোনে ।
পিৰিহঁতে বোকা পানী আহকাল পাই ।
পানী-দুনি সিঁচি দিলে খালক কোৱায় ।।
পানী তাৰে সেকা পাই, নাদ তাই ভন ।
জগত থাকোঁতে তোৰ দুবুজিলোঁ গুণ ।।"

## অহঙ্কাৰ

ঘড়ীকাটা দুয়ো বোলে, "শুনা শ্ৰীং ভায়া ।
আমাৰ তোমাৰ বাবে বন্ধ হল কায়া ।"
জগত নহলে তুমি আচৰিত গতি ।
দেখালোঁহেঁতেন ধৰি আমাৰ শকতি ।।
তোমাৰ মায়াত চোৱা খাইছোঁ বন্ধন ।
একেটা চক্ৰতে ঘূৰি কৰিছোঁ ভ্ৰমণ ।।"
শ্ৰীঙে বোলে, "শুনা শুনা ঘড়ী কাটা-ভাই ।
তোমাৰ ঘূৰাৰ শক্তি আচলতে মই ।"

## সম্মান

ৰঙা ক'লা চিয়াহীৰ লাগিল কাজিয়া ।
কলা বোলে, "মোৰ কেনে কুমলীয়া হিয়া ।।
মোৰ দয়া নেপালেই সকলো অজ্ঞান ।
খতে-পত্ৰে-সকলোতে মোৰহে সন্মান ।।"
ৰঙা বোলে, "ক'লা বাপু তুমি থোৰা ।
তোমাক কাটোঁতে মোৰ ব্যৱহাৰ চোৱা ।।"

## আত্ম-প্ৰশংসা

জোনাকীয়ে দৰ্প কৰে, "চোৱা হেৰা সৰ ।
তাৰাৰ অপেক্ষা মোৰ ৰশ্মি প্ৰীতিকৰ ।।
পিৰিখন আদি কৰোঁ সকলো পোহৰ ।
তাৰাই নিটিকে মাথোঁ আকাশ উপৰ ।"

কবি বোলে, "হে জোনাকী তুমি সৰু বৰ।
একো তাৰা আনা শত সূৰ্য্য সমসৰ॥"

## নিৰ্বোধৰ নিন্দা

পদুমৰ মুখ দেখি হাঁহে ভেট কলি।
এতিয়া পদুম ভযু কটল গ'ল অলি॥
পদুমে খঙতে বোলে শুনা ভেট তৰ।
যাৰ কাৰণত আনো ইমান গৰব॥
যিয়ে তাৰ ৰূপ পায় অনুগ্ৰহৰূপে।
মোৰ হৃদয় নিখি সূৰ্য্যৰ সমীপে॥

ৰচনা ২৩।৮।০৭

## বিশ্বকৰ্ত্তা

প্ৰথৰ ধাৰৰ মাজত ভাঠৈকে
দিলে এটি খুঁটি পুতি।
পানীৰ কেঁহুৰা বৰ উতনুৰা
পৰে পাক এক গুটি॥
খুঁটিৰ কাৰণে পানীৰ পাকটি
পানীত উতল চুলে।
খুঁটিটি কিন্তু উতলৰ মাজে
স্থিৰ হৈ থাকে মূলে॥
বিশ্বৰ সোঁততো উঠিছে উতল
ঈশ্বৰ নিয়ন্তা তাৰ।
প্ৰচণ্ড উতল চাৰিও দিশত
মাজে বিশ্ব-কৰ্ত্তা সাৰ॥

ৰচনা—১০।৯।০৭

## কাকতৰ চিলা

চিলাই খঙতে কয়, "কিয় হেৰ আৰী।
আকাশক যাব নিদি ৰাখ টান কৰি॥

চন্দ্ৰ-সূৰ্য্য সতে মোৰ আকাশত ঠাই।
তই কিয় ৰাখ মোক মাটিত পেলাই॥
চিলাৰ অৱজ্ঞা শুনি জৰী অভিমানী।
তাক আকাশত এৰি আহিল আপুনি॥
ঘূৰি ঘূৰি পাক খাই চিলাটি ফেঁতিয়া।
পৰিল মাটিতে আহি বুজিলে তেতিয়া॥
চন্দ্ৰ-সূৰ্য্য আকাশাদি নোহে কোনো তাৰ
জৰীৰ গুণতে সব গৰৱৰ ভাৰ॥

ৰচনা—১০।১।০৭

## ডাঙৰৰ কথা

জলপতে কুকুৰৰ জলি উঠে খং
নোৱাৰি একোকে পাছে কৰে ঘং ঘং॥
উঠোতে হাতীৰ খং অলপ পলম।
কিন্তু একেবাৰে কৰে গতিটি পৰম॥

## খল

তোমোৰা ভেটতো বহে বহে পতুমতো।
তথাপিতো 'চিৰদিন' ঠাই নাই কতো॥
ইয়াতো লগাই কথা তাতো গৈ লগাই।
তথাপি খলৰ কতো সুবিশ্বাস নাই॥

## অতি

বসন্তত ফুলো ফুলে ফুলিও ফুহৰে।
শীতত কেৱল এক বিষাদে আৱৰে॥

## চিৰকলীয়া আৰু দুদিনীয়া

দিনে দিনে জ্বলে দীপ নুমাই দিন দিন।
বহুকাল জ্বলে তাৰা, নুমালেই লীন॥

## আত্মসন্মান

ফলে-ফুলে ভৰা বৃক্ষ থাকে নত হয়।
লঠা হলে উচ্চ শিৰে সকলোকে সয় ॥

## গৌৰৱ

মাৰা মাৰা সকলোটি শিয়াল-আহাৰ।
নিজে মাৰা জন্তুৰেহে সিংহৰ বিহাৰ ॥

## মহত্ত্ব

পানীক দূষিত কৰে উদৰত ভৰি।
পানী বোলে, "থাক তাৰ তৃষ্ণা: থাক মৰি

## নীচতা

পানীতে দলৰ জন্ম পানীতেই বাস।
তথাপি পানীৰে কৰে পানীৰ নাশ ॥

## ক্ষুদ্ৰ

সৰু সৰু জান লই নদীৰ আকৃতি।
সৰু সৰু অণু লই বিচিত্ৰ প্ৰকৃতি ॥

## অনন্তৰ প্ৰকাশ

দূবৰি আগত থকা নিয়ৰ টোপাত।
ৰবিৰ প্ৰতিবিম্ব হয় প্ৰতিভাত ॥

## অসন্তোষ

যুঁতি ভাবে—ৰূপ বৰ সৌৰভ অসাৰ।
পলাশে সৌৰভ খোজে, ৰূপ দিয়ে ছাৰ।

## অতৃপ্তি

মধুৰ জোনৰ খেলা    মধুৰ বিজুলী লীলা
মধুৰ নদীৰ কুলু গীত।
মধুৰ শিশুৰ হাঁহি    মধুৰ পখীৰ বাঁহী
মধুৰ প্ৰেমৰ তাৰ প্ৰীত ॥
সকলোৰে অন্তৰৰ    মতভীয়া আবেগৰ
তাতো কৰি সৌন্দৰ্য্য মধুৰ।
তাত থাকি কি যে সুখ    সুখেই কিবা কিবা দুখ
অতৃপ্তিতে মাধুৰ্য্য প্ৰচুৰ ॥

## ভাগ্য

ধনীজনে ঋণ কৰি বিটোক পেলায়।
নিৰ্ধনীয়ে ভাগ্যবান ভাবে-তাকে পায় ॥

## বৃথা অভিমান

পণ্ডিতৰ অনাদৰ দেখি পুথি জ্বলে।
"মোকে লই তোৰ গৰ্ব" ধঙে পুথি বোলে ॥
পণ্ডিতে পুথিৰ কথা শুনি হাঁহি কয়।
"মোৰ বয়ত হে পুথি তোৰ জন্ম হয় ॥"

## গুণীৰ অনাদৰ

গাখীৰ উদণ্ডে পথে-ঘাটে ফুৰি মৰে।
মদে গৰবতে হাঁহে বোটল ভিতৰে ॥
( তু. তুলসীদাস )

## সংসাৰৰ গতি

কোমল ফুলৰ পাহি তাপত শুকায়।
কঠিন লোহাই হ'লে তাপ ভাল পায় ॥
সংসাৰ-তাপতো সজ্জনৰ তেনে গতি।
দুৰ্জনৰ সাংসাৰিক অভ্যুত্থান অতি ॥

## অজ্ঞানীৰ জ্ঞান

গৰুৱে কেৱল জানে ঘাঁহৰ আমোল ।
অজ্ঞানী কেৱল যায় সংসাৰত ভোল ।।

## জ্ঞানী আৰু অজ্ঞানী

অজ্ঞতাই ভাৱে জানিবাৰ একো নাই ।
জ্ঞানে ভাৱে অন্তহীন জানাৰ বিষয় ।।

## অজ্ঞানৰ গৌৰৱ

মানুহৰ বান্ধা-বাঢ়া দেখি বান্দৰৰ ।
মনত জনমে অতি ভাৰ গৰৱৰ ।।
মনে মনে ভাবে নৰ কেনে নো অজ্ঞান ।
ইমান দুখ কৰি বান্ধি পাছেহে ভক্ষণ ।।
বান্দৰৰ কথা বুজি মানুহৰ হাঁহি ।
কলাই কি বুজিব কিবা গান গায় বাঁহী ।।

## সুখী

ৰাজ আজ্ঞা, "মন্ত্রী তুমি ৰাজাৰ দেশত ।
সুখত বসতি কৰি আছে প্ৰজা যত ।।
তাৰ ভিতৰত কোন জন বৰ সুখী ।
আনাচোন ধৰি তাক পুৰস্কাৰ ঘুৰি ।।
সন্ন্যাসী কৌপীনধাৰী আমি একজন ।
কৰিলে হাজিৰ মন্ত্রী ৰাজাৰ সদন ।।
ৰাজা বোলে, "ধনশালী ৰাজ্যৰ ভিতৰ ।
সন্ন্যাসীহে পালা নেকি অধিক সুখৰ ।।
ধনজন ৰত্নৰাজি কামিনী সুন্দৰী ।
আছে কতজন প্ৰজা সুখে ভোগ কৰি ।
সিসবক এৰি সন্ন্যাসীক পালা সুখী ।
ৰাজাৰ লগতো তুমি ঠাট্টা কৰা নেকি ।।

মন্ত্ৰী বোলে, "মহাৰাজ, দাসে আজ্ঞা হয়।
মনৰে সুখত হে সুখী জ্ঞানী জনে কয়॥

## সাংসাৰিক সুখ

জাৰ কালি গা ধুলে তপত পানীত।
অলপ পাছতে পায় বেছি কৰি শীত॥
সংসাৰত সুখ বুলি যাক ভোগ কৰে।
দুখৰ আকৃতি সেয়ে অলপতে ধৰে॥

## জনা আৰু নজনা

জনাৰ হাতত পৰি তৃণ সোণ হয়।
অজ্ঞজনে সোণো কৰে তৃণত বিলয়॥

## ক্ষুদ্ৰ আৰু বৃহৎ

সৰু সৰু অণু মিলি মহতৰ মূল।
সৰু বালি লগ লাগি সাগৰৰ কূল॥

## কৃতজ্ঞতা

সাগৰে নদীক বোলে, "শুনা নদী হেৰা।
তোমাৰ নিমিত্তে মোৰ ধন এই ফেৰা॥"
নদী বলে বিনয়েৰে, "মোক কিয় মান॥
মোৰ জনমৰ গুৰি আচলতে জান॥
জানে বোলে, "সৰু মই, কি কৰিব পাৰোঁ।
বৰষুণ গুণে মাথোঁ জীৱনটি ধৰোঁ॥"
বৰষুণে বোলে, "মই পৰিছো কেৱল।
মেঘ হে জানিবা মোৰ জনমৰ হাল॥"
মেঘে বোলে, "মই কোন সাগৰে সকলো।
সাগৰৰ পানী তাপে তাপে মেঘ হলোঁ॥"

## ডাওৰৰ আহাৰ

প্ৰখৰ সূৰ্য্যৰ তাপ সহে বুৰ পাতি ।
তথাপিতো তাপিতক দিয়ে গছে শাঁতি ॥

## ব্যৰ্থ শিক্ষা

পোহনীয়া-টিয়াটিয়ে বোলে ৰাম ৰাম ।
আনৰ আনন্দ, তাৰ নোহে একো কাম ॥

## মিছা গৌৰৱ

বান্দৰে ভৰ্জিত বহি ভাবে, কেনে মজা ।
অখণ্ড বিশ্বৰ আৰু ময়ে হ'লো ৰজা ॥
ইমান উচ্চত মেৰে বিৰাজে আসন ।
সকলোৰে আদৰেৰে খুৱায় কল বন ॥
বান্দৰৰ ভাব জানি হাঁহে গৰাকীয়ে ।
তোকৰ আধাৰ তোক কৃপা কৰি দিয়ে ॥

## মিছা অহঙ্কাৰ

বাৰিষাৰ আকাশত মেঘে গৰজয় ।
ভেকুলী বেৰাই মৰে মেঘৰ গুণ গায় ॥

## সহযোগিতা

শৰৎ চন্দ্ৰৰ আৰু লাগিল বিবাদ ।
শৰতে চন্দ্ৰক কয়, "তোৰ বৰ বাদ ॥
আন ঋতু সময়তো, থাকা চন্দ্ৰ তই ।
মোৰ কামতেহে তোৰ সৌভাগ্য উদয় ।"
চন্দ্ৰে হাঁহি বোলে, "শুনা শৰৎ ঋতু তাজা ।
মই ফুটি উঠো বুলি এনে ৰূপ পাজা ॥"

## মহৎ আৰু ক্ষুদ্ৰ

মহত্তে সদায় ভাবে মই সৰু বৰ।
ক্ষুদ্ৰ জন ভাবে—বৰ নাই মোত পৰ ।।

## পৰস্পৰ বন্ধুত্ব

সাগৰে নদীক তীৰে কৰে খোচামোদ।
"হে নদী দেৱতা মোৰ জন্মদাত্ৰী খোদ ।।"
নদী বোলে সাগৰক, "তুমি আছা বুলি।
পৰ্বতৰ পৰা মই:আহিছো বাগৰি ।।"

## খোচামোদ

বাৰিষাই গৰ্ব কৰে মেঘৰ বৰত।
'মোৰ কেনে ধুমধাম চোৱাহে জগত ॥
পাৰিষদ ভেকুলীএ বোলে খালত পৰি,
'আৰু কোন সংসাৰত আছে তোমাসৰি ।।'

## কাৰ যহ

আৰ্চীয়ে বুলিছে, 'মই কেনে বৃহত্তম।
বিশ্ব-সংসাৰক ধৰোঁ অন্তৰত মন ।।'
কিৰণে হাহিছে, আৰ্চীৰ গৰ্ব শুনি।
'মোৰ মহত্তেহে তোৰ গৰৱ ইখিনি ।।

## কাল অকাল

খৰত লাগিলে জুই বতাহে সহায়।
চাকি নুমাবলৈ হলে সেয়ে কাল হয় ।।

---

ৰচনাকাল—১৯০৭ চন

# হাকিম চৰিতামৃত

## হাকিম সৃষ্টি

জয় নমো নাৰায়ণ জগতৰ পতি।
তোমাৰ চৰণে কৰোঁ সহস্ৰ প্ৰণতি॥
তোমাৰ স্মৰণে হৌক আৰম্ভৰ সিদ্ধি।
হাকিম চৰিতামৃত কহিবোঁ প্ৰবন্ধি॥
পৰম গহীন ইটো পুৰাণতে সাৰ।
নোহোঁ যোগ্য আমি পদ ৰচিতে ইহাৰ॥
তথাপিতো আৰম্ভিলোঁ কৰিয়া যে সাস।
সন্তজনে ক্ষমিবেক এহি মনে আশ॥
নক্ষত্ৰক দেখে যথা জন্নুকা পৰুৱা।
হৰক দেখিয়া যথা নবে বিষ খোৱা॥
সেহিমত মোৰ ইটো আৰম্ভৰ কথা।
শুনিয়োক সাধুজন ইহাক সৰ্বথা॥
হাকিমৰ কীৰ্ত্তনেসে সংসাৰ তাৰন্ত।
ভালমন্দ কবিতাৰ সাধু নচাৰন্ত॥
সাধুজনে কবিতাত দুগ্ধে হংসপ্ৰায়।
অসাধু নিন্দুক পাপে পুৰি হৈছে ছাই॥
হেন জানি একমনে পুৰাণন্তো সাৰ।
হাকিম চৰিতামৃত শুনা কথা আৰ॥
একদিনা প্ৰভি বৈকুণ্ঠত নাৰায়ণ।
দিৱসে অনাইলা নিমন্ত্ৰিয়া দেৱগণ॥
ইন্দ্ৰ চন্দ্ৰ কুবেৰ যে বৰুণ অনল।
আসিলা সমস্ত দেৱ বৈকুণ্ঠৰ থল॥
কৰিয়া আছন্ত প্ৰভু নানা বস্তু জাত।
লুচি গজা মোহনভোগ সন্দেশ সাথ্যত॥
পৰমান্ন পোলাও যে কালিয়া কোপতা।
পিয়াজক দিয়া বান্ধি আছা পক্ষী গোটা॥
চপ যোষ্ট কাটলেট মটন পিজন পাই।

ধাঙ্গামাই বাড়ি আছে লক্ষ্মী আছা চাই ॥
পানৰ কাৰণে আনে লি-ই-প্-টন্‌টি ।
হুইস্কি ছেৰী ছাম্পেন ৰুমাইছ দি ॥
সমস্ত দেৱৰ সমে আনন্দে ভুঞ্জিলা ।
উদৰত ভাৰ পাই আনন্দে শুজিলা ॥
পৰম আনন্দ মনে প্ৰভু নাৰায়ণ ।
কৰি আছা স্বৰ্ণৰ পালঙ্কে শয়ন ॥
লক্ষ্মী মাও পাৰ সেৱিছন্ত বহু ভাৱে ।
সেহি সময়ত প্ৰভু স্বপ্ন দেখা পাৱে ।
ইন্দ্ৰে পাতি আছে এক ভোজ নিৰুপম ।
নিমন্ত্ৰিয়া আছে তৈতে যত দেৱগণ ॥
ফৰ্দ এক কৰি তথা নাম লিখিছন্ত ।
তাহান্ত যে নাৰায়ণ নাম নাহিকন্ত ॥
বায়ু চাপৰাছী তাক প্ৰভুক দিলন্ত ।
প্ৰভু দেখে নাৰায়ণ নাম নাহিকন্ত ॥
ক্ৰোধে বোলে ওৰে দুৰাচাৰ চাপৰাছী ।
মোহোৰ নাহিক নাম কেন আছা আসি ॥
শুনি ভয়ে চাপৰাছী আতঙ্কিত ভৈলা ।
মধ্যত আছন্ত নাম দেখাইয়া দিলা ॥
দেখি নাৰায়ণ মহাক্ৰোধে গেলা জ্বলি ।
মোৰ নাম দিয়া আছে কেহো মধ্য কৰি ॥
দেৱৰো প্ৰধান মই সংসাৰৰ ধাতা ।
আমাক মধ্যত দিয়া আছে কোন বেটা ॥
নখাইবোহোঁ ভোজে তাৰ তুমি যাও চলি ।
স্বপ্নতে মাৰিলা গোৰ প্ৰভু এহি বুলি ॥
সেহি গোৰ লক্ষ্মী মাওৰ চক্ষুত লাগিলা ।
উস্ উস্ কৰি লক্ষ্মীমাৱ উঠি গৈলা ॥
সেহি বেলা প্ৰভুৰেও ভাঙ্গিলা নিদ্ৰাৰ ।
চলি গৈলা কিবা হৈলা লক্ষ্মীৰ আমাৰ ॥
পাছে পাছে যান্ত মাও মধাক যাচন্তে ।
ক্ৰোধ নকৰিবে বহু কাকুতি কৰন্ত ॥
শুনি মাণ কৰিলন্ত ক্ৰোধে লক্ষ্মী মাও ।
নাহি লাগে তোমাৰ স্নেহক আৰে চাও ॥

তোমাক সেৱোঁহো আমি কৰিয়া অনেক।
আমাক মাৰিলা তুমি গোৰ যে প্ৰত্যেক ॥
দেখিও নিঠুৰ মোৰ চক্ষুৰ বিহ্লাই।
শুনি চৰণত প্ৰভু পৰিয়া কহয় ॥
নহবা মোহোৰ দোষ শুনা লক্ষ্মীৰাণী।
অতি ভোজনত মোৰ হৈ আছে এখনি ॥
সেইসময়ে আনন্দতে অনেক ভুঞ্জিলোঁ।
বদহজমিত আমি স্বপ্নক দেখিলোঁ ॥
হেন জানি মোৰ দোষ ক্ষমিতে যুৱাই।
এহি বুলি চৰণত ধৰিলেক বাই ॥
লক্ষ্মীমায়ে হেন শুনি কৰি ক্ৰোধভৰ।
ছাটি মাৰি চলি গৈলা নচাইলা পাছৰ ॥
দুখে অভিমানে তেৱে উঠিয়া তুমিৰ।
পিন্ধিলা সাজক প্ৰভু হইলা বাহিৰ।
হাকিম কিঙ্কৰে কহে কিবা আন কাম।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥

ঝুলৰী ॥ পাৰত পিন্ধিলা ভচনৰ বুট
উপৰত চাইকল হোচ।
তাহাৰ উপৰে যোধপুৰ ব্ৰীচ
পিন্ধিয়া মনে সন্তোষ ॥
গাৰত যে কোট তাৰ তলে শাৰ্ট
গেঞ্জি তাৰ তলে পিন্ধা।
গলত গটাৰ পাচ´ৰ কলাৰ
চিলৰ যে টাই বন্ধা ॥

বদন কমল আতি যে উজ্জল
ক্ৰীম মোজ আছা ঘসি।
মাথাত লাইৰ জুছ মিছাৰিণ
দিয়াছা অতি উজলি।
আলবাৰ্ট সেওঁতা কেশত কালত
কৰিয়া আতি যতন।
তাহাৰ উপৰে যত্নে দিয়াচন্ত
ফেল্ট-হেট সুশোভন ॥

হাতত যে গোন্ড          টিপ দিয়া কেন
    দেখতে আতি উপাম।
আউৰ যে বিষ্ট          ওয়াচ ধৰত
    যাহাৰ নাইকে সম॥
হেন মুনি মনো          হৰ বেশ ধৰি
    বাহিৰিলা নাৰায়ণ।
বলধৰ ৰথ          লৈ আস শীঘ্ৰে
    ওৰে বেটা গাৰোৱান॥
শ্ৰীদাম আছিলা          গাৰোৱান হই
    আনিলা শকটখান।
তৈতে এক মুঠা          শাৰি প্ৰভুদেৱে
    কুহুৰি কৰা গমন॥
কতোক্ষণে যাই          বিচাৰ আলয়
    পাইলন্ত জগন্নাথ।
নিসন্ধি কৰিয়া          বসিয়া আচন্ত
    চৌপাশে প্ৰজাৰ ঠাট॥
প্ৰভু আসিছন্ত          দেখিয়া সমস্ত
    গিৰিগাই উঠিলন্ত।
ছেলাম যে এক          দুই বুলিয়া
    প্ৰজায়ে ছেলাম দেন্ত॥
কাহাৰো পিনেক          নচাইয়া প্ৰভু
    সিংহাসনে যান্ত চলি।
জয় যে বিজয়          কনিষ্ট যে বল
    দিয়া যান্ত পথ খুলি॥
যাহৰ সুন্দৰ,          চাণ্ড-কৰিছন্ত
    সেহি সিংহাসন হয়।
তাহাৰ উপৰে          পৰম গহীনে
    প্ৰভু বসিলন্ত যাই॥
হাকিমৰ নাগে          তনয় নিবাসে
    কৰিতে নাহিকে আন।
হাকিমক সেৱা          মোক্ষ ফল পাৰা
    কৰা তাৰ গুণ গান॥

শুনিয়োক আৰে যেন ভৈলন্ত বিচাৰ ।
পৰম গ্ৰহণ কথা পুৰাণতে সাৰ ॥
আসিলা অগনি যেৱ পৰমসত্ৰমে ।
ছেলাম ঠুকিয়া কহে প্ৰভুৰ মদনে ॥
শুনিয়োক প্ৰভু আৰে মোহোৰ বিহলাই ।
এক গৃহস্থৰ ঘৰে ভুঞ্জিবাক যাই ॥
অৰ্দ্ধমান ঘৰবাৰী সম্পত্তি অপাৰ ।
ভুঞ্জিতে ভুঞ্জিতে এই বৰুণ দুৰাচাৰ ॥
কৈব হস্তে আসি আমাসাক দিলা খেদি ।
কৰিয়ো বিচাৰ প্ৰভু কাহাঙ্কো নেভেদি ॥
গোচৰক শুনিলন্ত প্ৰভু নাৰায়ণ ।
বৰুণৰ দশ বেট দিলা সন্নিধান ॥
চক্ষু পকাই বৰুণক বুলিলা অপাৰ ।
শুনিয়ো বৰুণ তই অতি দুৰাচাৰ ॥
মোৰ তুল্য বিচাৰক ইথাৰত আছে ।
তথাপিতো তোৰ ইটো সাস কিয় পাছে ॥
হেন সময়ত সূৰ্য্য আসিলা সমুখে ।
আণ্টুক কাঢ়িয়া সেৱা কৰা নিজ দুখে ॥
শুনিয়োক জগন্নাথ আহ্মাৰ কাহিনী ।
ৰৌদ্ৰ মুখে শুবিবাক ইচ্ছিলোঁ ধৰণী ॥
খেতি-খোলা কতো মান কৰিলোঁ নিঃশেষ ।
জলৰ অভাৱে ভৈলা আতঙ্কিত দেশ ॥
অৰ্দ্ধমান ভুঞ্জিলোঁহো মুঠে নাৰায়ণ ।
অৰ্দ্ধপেট হয় পুত্ৰ শোকৰ সমান ॥
হেন সময়ত ইন্দ্ৰ অতি নিকৰুণ ।
কৈৰ হুস্তে মেঘক পাঠিলা নিদাৰুণ ॥
আমাৰ ইচ্ছাত সিটো দিলেক বিপত্তি ।
কৰিয়োক প্ৰভু এক ইহাৰ নিস্পত্তি ॥
শুনিয়া আৰক্ত চক্ষু ঘূৰাই প্ৰভুদেৱে ।
দেৱৰাজ প্ৰতি প্ৰভু ঘনে ঘনে চাৱে ॥
প্ৰথমতে কিছু কৰিবাক নাহি সাস ।
গোপনে লেখিলা বহুৱেক কাৰাবাস ॥

তেৱে যমৰাজা আসি ভৈলন্ত হাজিৰ ।
ছেক-হেণ্ড কৰি কহে শুনন্তে গম্ভীৰ ।।
শুনিয়ো মিষ্টাৰ নাৰায়ণ মোৰ কথা ।
ধন্বন্তৰি আমাক দিয়াছে বৰ ব্যথা ।।
প্ৰজাক মাৰিতে মোৰ ভৈলা অন্তৰায় ।
প্ৰজা মাৰি কৰোঁ আমি সদা বুন্দামাৰ ।।
এই ধন্বন্তৰি বেটা কৈৰ হন্তে আসি ।
আমাক দিলন্ত বাধা হেন বৰ সাসি ।।
কৰিয়ো জলদি তুমি ইহাৰ উপায় ।
আদাৰ ওৱাইজ উইথ ইউ হৈবেক অপায় ।।
নকৰিবো তোমাক ৰবত সঙ্গ দান ।
অকলে থাকিবা তুমি হৈ ম্রিয়মান ।।
শুনি কথা ক্ৰোধে কাম্পে প্ৰভু নাৰায়ণ ।।
মাই ফ্ৰেণ্ড্ যমৰাজা তাৰ অপমান ।।
ধন্বন্তৰি দেৱতাৰ হোক দ্বীপান্তৰ ।
তেৱেসে হৈবেক মোৰ গৌৰৱ প্ৰচাৰ ।।
ইত্যাদি বিচাৰ কৰি আছে নাৰায়ণ ।
বহুক্ষণ সোমৰস নাহি কৰে পান ।।
দণ্ডে দণ্ডে সোমৰস যাহাঙ্ক লাগয় ।
এতক্ষণ কিবা ৰূপে তেহেন থাকয় ।।
অন্যদিনা লক্ষ্মী মাৰ ৰসক পঠান্ত ।
ক্ৰোধ কৰি সেহি দিনা কিছু নেদিলন্ত ।।
সোমৰস অভাৱে প্ৰভুৰ উঠে হাসি ।
হামি কাঢ়ি মুখ অপাৰন্ত মনে গুণি ।।
তাহান্তে শবদ ভৈলা হা-আ আ-কিম্ ।
সভাসদসৱে বোলে হা ! কিম ! হা ! কিম্ ।।
কিবা কথা ভৈলা ইটো অতি আচৰিত ।
থলকিলা সভাখান অতি বিপৰীত ।।
হা-কিম্ কিবা বা ভৈলা সবেয়ো কহয় ।
উত্তম মীমাংসা কিন্তু কেহোঁ নপাৰয় ।।
হাকিম কিঙ্কৰে কহে আন কাম এৰি ।
গোৱায়োঁ মানৱী জন্ম হাকিম সুমৰি ।।

ছৱি ।।

তেৱে প্ৰভু জগন্নাথ হস্তখান দিলা মাথে ।
আৰ হস্তে গোল লাৰিলা ।
ক্ষণে ক্ষণে চক্ষু মুদি পৰম গহীন বুজি ।।
ক্ষণে ক্ষণে চক্ষুক মেলিলা ।।
তাৰ পাছে সুগম্ভীৰ বচন বুলিলা ধীৰে
শুনিয়োক সভাসদগণ ।
দেৱৰেঁ পৰম দেৱ মুখামুখে কৰে সেৱ
আমাক জানিবা হেন জন ।।
আমাৰ বদন পদ্ম কিছু তাত নাহি ছদ্ম
তাত হন্তে বাহিৰিলা বাণী ।
হেন বাণী কেন মতে ব্যৰ্থক হইবা দিতে
শুনিয়োক আমাৰ কাহিনী ।।
সামাজিক যত লোক বচন বোলোঁ প্ৰত্যেক,
নবজীৱ কৰোহোঁ স্ৰজন ।
'হাকিম' নামত এক কলিযুগে হইবেক ।।
জীৱ জানা অতি বিতোপম ।।
দেখিতে মানৱ প্ৰায় সুগোল সুন্দৰ কায়
অজ্ঞজনে বুলিবেক নৰ ।
কিন্তু জানা সেহি জীৱে অন্তৰত জানি যৱে
মানৱৰ হন্তে শ্ৰেষ্ঠতৰ ।।
গোলগাল দেহাগোট মাংসপূৰ্ণ লোট-পোট —
উদৰ বাঢ়িবে ঢোল যেন ।
ভুঞ্জিবেক খাজি পাঠা নিজৰ গুণৰ কথা,
শত মুখে কৰে হেন তেন ।।
দেখিতে পৰম সাধু কিন্তু জানিবেক বাহু
ভেটি-ভুটা খাইবাৰ পৰম ।
মিনিটে মিনিটে এক নিজ ৰূপ সলাইবেক
টকনীয়াই মুণ্ড ধৰম ।।
হাকিম নামেতে আসি, অৱতীৰ্ণ হৈবা তুমি,
কলিৰ নৰক উদ্ধাৰিতে ।
আমাৰ আগত এবা, হেলায় ঠুকিবে জানা
চলিবেক অতি ধীৰে ধীৰে ।।
সমনীয়া সবে আসি বধাই কৰিব তালি
ক্ষণে ক্ষণে আনন্দৰ গীতে ।

নিজৰ গুণৰ কথা　　　প্ৰকাশিয়া কৰে কথা
চলিবেক অতি ধীৰে ধীৰে ॥
তলৰ মানুহ পাই　　　চাহিবে চকু পকাই
প্ৰতিমাতে পাৰিবেক গালি ।
কিম্ভূত কিমাকাৰ,　　　জীৱক পাইয়া নব
হা ! কিম্ ! বুলিয়া দিবে ছালি ॥
জানিবা হাকিম হেন　　　কলিযুগে অৱতীৰ্ণা ।
ধন্য ধন্য কলিৰ ৰংগৰ ।
হাকিম কিঙ্কৰ ভনে,　　　কবিয়ো আনন্দ মনে
জয়ে জয়ে হাকিম রামৰ ॥
—শ্ৰীচাকৰীদাস শৰ্মণঃ কবিনিবাসস্য *

## হাকিমৰ পঞ্চাৱতাৰ

পদ ॥　প্ৰথমে প্ৰণামো চাহেব ৰূপী সনাতন ।
সৰ্ব-অৱতাৰৰ কাৰণ শ্বেত-চৰ্ম খান ॥
তযু পদ কমলত চাকৰি ভৈলা যাত ।
ক্ষণে ক্ষণে অৱতাৰ ধৰা অসংখ্যাত ॥
মৃণ্ময়ৰূপে অৱতাৰ ভৈলা প্ৰথমত ।
উদ্ধাৰিলা বিধি যত আদা-যে লতত ॥
ৰজা প্ৰজা সবাক দেখাইলা নিজ মায়া ।
ৰৱ ৰৱ মাচিয়াত নধৰে তযু কায়া ॥
কূৰ্ম অৱতাৰ ভৈলা চৰভিপ্তি ৰূপে ।
লক্ষ প্ৰহৰৰ পথ কম্পত্ত প্ৰতাপে ॥
কৰিলেক পৰিস্তৃতি কছাৰী মিকিৰে ।
ধৰিলা বেটৰ কোব প্ৰভু পৃষ্ঠোপৰে ॥
দিব্য ৰজ্জ পুলিছ স্বৰূপ ভৈলা তুমি ।
লীলায়ে দন্তৰ অগ্ৰে নিখণ্ডিলা ভূমি ॥
তোমাক কৰিলে যুদ্ধ অজ্ঞান যে বীৰি ।
অপ্ৰয়াসে তাহাক মাৰিলা দন্তে চিৰি ॥
আদি দৈত্য ভুলৰ পণ্ডিত বলীয়াৰ ।
ৰৱ ৰাবু ৰূপে হিয়া বিদাৰিলা তাৰ ।

* বাহী, তৃতীয় বছৰ, চতুৰ্থ সংখ্যা, ফাল্গুন, ১৮৩৩

কৰিলা নিৰ্ভয় পাইলা বালকে উল্লাস ।
ভকত গণ চাই প্ৰভু কৰিলা আশ্বাস ॥
মৌজাদাৰৰূপে চাহেবৰ বাক্য পালি ।
একক স্থাপিলা চলে আনক নিকালি ॥
দাস-দাসী আক্ৰমিলা চৰণৰ গতি ।

শত শত আৰো ৰূপ ধৰিছা সাখ্যাত ।
মণ্ডল শিয়াদা চাপৰাছী ৰূপে যত ॥
চকিদাৰ ডাকোৱাল কনিষ্ঠ-যে ৰঙ্গ ।
গাওঁবুঢ়া আলিৰ বাবু শিয়-দা প্ৰবল ॥
ইত্যাদি অনেক ৰূপে মহিমা প্ৰকাশি ।
সৃষ্টিক ৰাখিছা প্ৰভু ধৰণীত আসি ॥
তথু ব'ন্ধা চৰণত সহস্ৰ প্ৰণতি ।
কৰিয়োক প্ৰভু মোৰ যেন তেন গতি ॥
স্বৰ্গ বৈকুণ্ঠৰ সুখ মোক্ষপদ কিবা ।
যশ মান অৰ্থ ৰাশি যত আছে যিবা ।
কিছুকে নমানোঁ প্ৰভু আ'মি দীন জন ।
গাওঁবুঢ়া পাত্তি প্ৰভু কৰা মুক্তি দান ॥
তাকো যদি নপাইবোহোঁ প্ৰভু শুনিয়োক ।
চকিদাৰী পদ দিয়া মোক্ষ সাধিয়োক ॥
তোমাক পাইলে প্ৰভু ধুৱাইবোঁ চৰণ ।
মোক্ষ হোক বুলি প্ৰভু কৰিবোঁ সেৱন ॥
যত দিবা ভাল মন্দ লাগয় তোমাক ।
লইবোঁ প্ৰভু নিজ মাথে ভাৰ যোগাইবাক ॥
হেনয় ভকত তথু আতি যে গহন ।
কৰিয়োক দায়া প্ৰভু—আমি হীনজন ॥
হাকিম চৰণ চিন্তি এবা আমজিম ।
সমস্ত সমাজে বোলা হাকিম হাকিম ॥

-শ্ৰীচাৰুবীদাস শৰ্ম্মণঃ কবিনবাসস্থ *

বাঁহী, তৃতীয় বছৰ, দশম সংখ্যা, ভাদ্ৰ, ১৮৩৪ শক ।

# Ageৰ Advance ত জনম

মই আছিলোঁ          বুধিয়ক ডেকা
দৰ্প আছিল বৰ।
সাহিত্যৰ জ্ঞান          আছিল মোৰ
মাই বাপ পৰ ॥
কবি কালিদাস          হৰ্ষ ভৱভূতি
চেক্সপীয়ৰ হেলি হোমাৰ।
সকলোকে মই          চেৰ পেলাই যাম
আসাৰ কৰি তোমাৰ ॥
এনট্ৰেন্স মহলা          কৰিলোঁ পাছ
ভাবিলোঁ বিদ্যাৰ ওৰ।
জগত কৰোঁ          চকিত দেখাই
গৌৰৱ বুদ্ধি মোৰ ॥
History poetry          philosophical
Writing লিখিম ধৰি।
New truth আনি          New departure
সকলোতে দিম কৰি ॥
অনন্ত কাল          চন্দ্ৰ দিবাকৰ
থাকে যেনে আকাশত।
মোৰ কীৰ্তিৰ          বাজিব ডঙ্কা
চিৰদিন জগতত ॥
ব্যাস বাল্মীকি          পেৰাল ভাৰ্জিল
মিল্টন ডেকাৰ্ট সতে।
মোৰ নামৰ          মহিমা উঠিব
লোকে গাব কতে-কতে ॥
জগৎ মুগ্ধ          কৰিম ভাবি
দেখাই অনুগ্ৰহ।
কবিতা পুথি          "সুন্দৰী" নামে
বাহিৰ কৰিলোঁ বহা ॥
বন্ধু-বান্ধৱে          জয় জয় গালে
"সুন্দৰী"ৰ কবিতাৰ।

The Best Poem বুলিলে অনেকে
মই কওঁ। 'আছে আৰ।'
কিন্তু মূৰ্খ বাহিৰা মানুহ
নুবুজে মোৰ poem।
তাৰ সুবুদ্ধি থকবক্ কৰে
নুবুজে তাৰ 'আয়েম'॥
নুবুজে থাক foolৰ পাল
কুচ্ পৰোৱা নাই।
মোৰ সমান বুদ্ধিমান হলে
বুজিব পাৰিব সেই॥
Ageৰ Advanceত জন্মাৰ সমান
নাই অপমান।
নৱ Generation পাছত হে তোমাৰ
বুজিব গুণ মান॥
সুবুদ্ধিলে মোৰ সুন্দৰীৰ মোল
দহথন গল বেচা।
সাতশ compliment বাকীবোৰ আছে
মাটিৰ লাগি হেচা।
অবোধ দেখি অসমবাসীক
হাতত ধৰিলোঁ কলম।
Philosophical লেখিলোঁ Essay
ভাবো ভাগ্য অলপ্॥
হুচুঁটিয়া ৰব বঙালী লোক
অসমীয়াক নোবোলে ভাল
আমাৰেই খায় আমাৰেই পিন্ধে
আমাৰেই যম কাল॥
ভাৰতবাসীৰ নিবুদ্ধিত হৈ
পৰম ম্ৰিয়মান॥
ইংৰাজী ভাষাত ধৰিলোঁ লেখনী
অতি সাৱধান॥
প্ৰবন্ধতে এক লিখিলোঁ Novel
অতিশয় High।

নির্বোধ দেশ্বে Eastern Truth
কিটো নো বুজি পায় ॥
এথনো নগল ^ খিঞ্জি দিবাব
Pressত দিলোঁ পঠেক ।
Criticism লেখি মূৰ্খ Editorএ
তুলিলে তাব পোটেক ॥
ভাষা নেকি মোব বৰ অশুদ্ধ
Grammar Idiom নাই ।
মূৰ্খ লোক মূৰ্খ জগত
কি কৰিব পাৰোঁ মই ॥
চিন্তা expressionৰ ভাষা হলে হল
Grammar মাত্ৰ লেঠা ।
Majestic thoughts থাকক মাথোন
সেয়েহে আচল কথা ॥
জানিলোঁ মই Age Advanceত
বুজে লোকে মোক ।
সত্যৰ পোহৰ কলৈ নো যাব
বুজিব দিন হোক ॥
কিন্তু যি fame মোব জীৱনতে পালে
হল হয় লোকৰ হিত ।
Posthumous হলে সি glory হবগৈ
কেৱল মাথোন গীত ॥
এতেকে ভাই জানিবা সবাই
দোষী হল আন ।
Age Advanceত জন্মাব সমান
নাই অপমান ॥

# স্বদেশ প্ৰেমিক

গোবৰ্দ্ধন চন্দ্ৰ      উৎসাহী ল'ৰা
বিদ্যা বুদ্ধি বেছি বৰ।
এণ্ট্ৰেঞ্চ ক্লাছত      পঢ়ি উঠিছিল
নাই সোমোৱা পৰীক্ষা-ঘৰ।।
গোবৰ্দ্ধনৰ      মনৰ বিশ্বাস
পৰীক্ষা দিব দিলে।
হেড্ মাষ্টাৰে      খিয়াল নকৰি
টেষ্টত ফেল নকৰিলে।।
ইউনিভাৰ্চিটিত      প্ৰথম হলহেঁতেন
খুব ভাল ৰিজাল্ট দেখাই।
তাক আদি কৰি      স্কলাৰ্ছিপ সকলো
পালেহেঁতেন সোপাই।।
কিন্তু গোবৰ্দ্ধনে      এদিন গিয়ো
পঢ়া নোৱাৰাৰ বাবে।
হেডমাষ্টৰে তাক      গালি পৰাত
কান্দি লগাইছিল বাবে।।
ইয়াত বুজি ল'ৰা      গোবৰ্দ্ধন চন্দ্ৰৰ
কেনে অদ্ভুত সাহ।
এনেহে তাৰ      হিয়াখন উঠি
যেন শুকান কটাহ বাঁহ।।
গোবৰ্দ্ধন চন্দ্ৰক      বিজন মানুহে
যোগাই আছিল খৰচ।
হেডমাষ্টৰৰ      দুৰ্বুদ্ধিৰ বাবে
গিয়ে এৰিলে গৰজ।।
গোবৰ্দ্ধন কিন্তু      উৎসাহী ল'ৰা
নহয় হৃদয় হীন।
নিজৰ বাট      নিজে মুকলি কৰিব
লাগি গল দিন দিন।।
প্ৰথমতে তাৰে      হেডমাষ্টৰক কিন্তু
দিব লাগে ভাল মজা।
এই বুলি এক      চহৰৰ কলেজৰ
উৰাই দিলে ধ্বজা।।

আচৰিত হয় সকলোৰে চাই
গোবৰ্দ্ধন সম্পাদক হল ।
গোবৰ্দ্ধন চন্দ্ৰৰ নামটি তেতিয়াই
প্ৰসিদ্ধ বৰ হৈ গল ।।
গোবৰ্দ্ধনে ভাবে এতিয়া মোৰ
'মেৰিট্' বুজিব লোকে ।
'গ্ৰাণ্ড আৰ্টিকল্' লিখিম কাকতত
পাঠী পিয়াম ঢোকে ঢোকে ।।
সপ্ত হৰ যুৰে ওলাই কাগজ
লেখ কত ভাত মাছ ।
তথাপিতো কিন্তু কাগজৰ হলে
কাটটি নহয় বাছ ।।
গোবৰ্দ্ধনে বোলে মোৰ এই 'মেৰিট্'
নুবুজিলে হায় হায় ।
দেশৰ অধঃপাত দেশীৰ অধঃপাত
আৰু যিবা আছে তাই ।।
এনেতে কৰ্জন চাহাব বাহাদুৰে
ভঙ্গ কৰিলে বঙ্গে ।
যেনে লৰাগুটি বাঁহৰ কাটি ভাল
ভঙ্গ কৰয় ৰঙ্গে ।।
সুৰেন বিপিন সকলোৰে বোলে
ই বৰ বে আদব তাই ।
ফিৰিঙ্গিক ইমান খাটোতে খাটোতে
পাই গৈছে বৰ লাই ।।
আজিৰ পৰা খাটুনি খুটুনি
সকলোতে জলাঞ্জলি ।
তেতিয়াহে বুজিবি ফিৰিঙ্গী বাহাই
সাহসী কেনে বাঙ্গালী ।।
ফিৰিঙ্গীৰ যত বেপাৰ বাণিজ্য
সকলো কৰিম বন্ধ ।
বয়কট কৰি দেশী উপাৰ্জিম
তেতিয়া লাগিব দন্দ ।।

স্বদেশৰ ভাই আমি থাকোতে
ইয়াৰ দুৰ্গতি।
এইবাৰ আৰু জাগিল ভাৰত
জাগিল ভাৰত সতী ॥
হিন্দু মুছলমান আমি দুই ভাই
বঙ্গ মাতাৰ সন্তান।
বাঙ্গালী আমি বাঙ্গালীৰ জাতি
বাঙ্গালীৰ গৌৰৱ গান ॥

১৯০৭ চন

## চাহেব

(১)

মতিৰাম ডেকা বৰ হাবিয়াস
চাহেব হ'বলৈ তাৰ।
বাটত কওঁতে লাঠিটি ঘূৰাই
কচু কৰিব ছাৰখাৰ ॥
পাঠশালাত পঢ়োঁতে মতিৰাম ডেকাই
চাহেব হ'বৰ মনে।
কোট উলতাই ভৰিত পিন্ধিছিল
ওৱান টু থ্ৰিনে ॥
বাপেক তাৰ দুখীয়া বৰ
হাল বাই খায় ভাত।
পাঠশালাৰ পৰা মতিৰামক চাগে
হাতত দিব হাল পাত ॥
মতিৰামে বোলে আখৰ মই
চিনিলো এতিয়া বুলি।
নহয় চাহেব হালপাত মই
বাই হব যাম তুলি ॥
শদৰৰ স্কুলক মতিৰাম গল
বাপেক কাটি কৰি।
নানা উপায় খৰচ উলিয়ালে
কাতৌ-কাকূতি কৰি ॥
দ্বিতীয় শ্ৰেণীত মতিৰামে ভাবে
বিদ্বান হলোঁ বৰ।
চাহেব হোৱাৰ সুযোগ আৰু
নাই ইয়াত পৰ ॥

মূৰত মাচুল দিব মতিৰামে
এৰিলে তাৰ পৰা।
মাচুল তাঁডি মতিৰামে কিনে
ঠেঙা কোট এক জোৰা ॥
হ্যাট্‌, কোট্‌, পিন্ধি মতিৰাম বাবু
চাহেব বাবু [illegible]।
হাতত লাঠি লই [illegible]লাই
ফুৰিবলৈকে [illegible] ॥
ছাত্ৰবোৰে বোলে ই কিনো কথা
মতি মুখীয়াৰ লৰা।
হ্যাট্‌, কোট্‌, পিন্ধি চাহেব হবলৈ
টকা পালে কৰ পৰা?
মতিৰামে বোলে বিষাল মোক
দেখি চাহেবে বৰ।
খুচি হৈ পেলাই কাম এটি দিলে
থাকিব দিলে ঘৰ ॥
কিছুবোৰে কয় আপোনাৰ ভাই
কপাল বৰ ভাল।
ইমান কয় বয়সতে বাৰু
পালা চাকৰিৰ হাল ॥
আনবোৰে কয় মেপাৰ কিয়
মতিৰাম ভাল লৰা।
মেদেখিছ কেনে ক্লাছত দিছিল
অতি সুন্দৰ পঢ়া ॥
বুদ্ধিমানে ভাবে গৰুৰ সমান
মতিৰাম গৰু চোঁৰ।
সকলোৱে ভেও বোলে মতিৰাম
বাহাদুৰ বাহাদুৰ ॥

(২)

দুই চাৰিদিন পাছতে সকলো
কথা পৰিল ওলাই।
মতি চাহেবৰ সকলো বাহাদুৰি
ভেঁকিয়া গল পলাই ॥

হেড মাষ্টাৰে কৰিলে ৰিপোৰ্ট
মতিৰাম বৰ 'নটী'।
সহায় বন্ধ হল চাহেবানী বাবে
মতিৰ লাগিল গতি ॥
মতিৰামে বোলে শুনা ভাইসব
মোৰ কুচ্‌ পৰোৱা নি।
এবিলটি থাকোঁতে সংসাৰত ভাই
ভ্যাম কেয়াৰ কৰ মণি ॥
কাৰ্লি পুৱা মই father ক লিখি
আনিব যত টকা।
তেতিয়া জানিব সেই "ফুল" বোৰে
মতিৰাম কেনে চোকা ॥
কোনেও বুলিলা ঠিক কথা ভাই
ঠিক কথা মতি ডেকা।
তেতিয়াহে সেই গৰবীহঁতৰ
ওলাব ভাল সেকা ॥
কোনোৱে পাছে মতিৰ কথা
হাঁহিলে শুনি প্ৰচুৰ।
তেও সকলোৱে বোলে মতিৰাম
বাহাদুৰ বাহাদুৰ।

( ৩ )

মতিৰাম ভাব জ্ঞানী কিছুমান
বন্ধুত কৰি বৰাই।
পাছদিনা পুৱা ইংৰাজীত চিঠি
লিখিছে 'ফাদাৰ' ঠাই ॥
মতিৰামৰ বাপেক চহা মানুহ
ভাবে মনে মনে।
মতি বাপা মোৰ অলপতে পাব
মুন্সুফি শুভ ক্ষণে ॥
যেতিয়া মতিৰাম ঘৰলৈ যায়
প্যাণ্টলুন কোট পিন্ধি।

ভেতিয়া বাপেকে ভাবে বাপা মোৰ
এই চাহেব হোৱা বিধি।
গাৱঁৰ মানুহক দৰ্প কৰি কয়
আৰু কেই দিন ৰবা।
মতি বাপা মোৰ হাকিম হবহি
ভেতিয়াহে সৱে চাবা ॥
মতিৰ বাপেকে ইংৰাজী চিঠি
পাই ভাবিলে কি।
মোৰ গাভ যদি চৰকাৰৰ পৰা
কিবা দায় লাগিলহি ॥
পোষ্টমাষ্টাৰ বাবুক চিঠিখন দেখাই
ডাক বাবুয়ে বোলে শুনা।
তোমাৰ পুতেৰাৰ চিঠি এইখন
ভালে আছে খবৰ জানা ॥
মতিৰ বাপেক ঘৰলৈ ফিৰি
বৈণীয়েকক বোলে শুন।
মতিৰ চিঠি ম্রাতিৰ ডাক বাবুয়ো নোৱাৰে
এনেহে মতিৰ গুণ ॥
এই কথা শুনি গাৱঁৰ মানুহে
কৰে কোৱা কুৰি।
একদিন নিশ্চয় মতিৰামে পাব
হাকিমৰ পদবী ॥
তিৰীবোৰে কয় পানীৰ ঘাটভ
আইহঁত শুনিছানে।
মতিৰ এনে বিদ্যাৰ জোৰ
চাহেৰে হাকিমীত গণে ॥
গাওঁখন ভেতিয়া মতিৰ গুণত
গোটেই পল যুৰ।
গাৱঁৰ সকলোৱে বোলে মতিৰাম
ব্যহাতুৰ বাহাতুৰ ॥

( ৪ )

উপায় নেপাই মতি চাহেবে
ভাবিলে এটি কথা।

বন্ধুৰ মাজত এইবাৰে থকা
বৰ মনৰ ব্যথা ॥
এনেকুই ভাবি কিছুমান জ্ঞানী
বন্ধুসকল আনি ।
নানা কথাৰেই নানা ব্যৱহাৰে
কৰিলে বৰ মানি ॥
তেতিয়া মতিৰামে বোলে বন্ধুসৱ
কৰিলো কি আৱিষ্কাৰ ।
তোমালোকৰ আগত নকলেনো আৰু
আন কোন আছে মোৰ ॥
কিন্তু ভাইসৱ সোনা দহতোলা
এক্সপেৰিমেণ্টত লাগে ।
সেইবাবে মোৰ ডিস্কভাৰিটি (discovery)
হোৱা নাই ভাগে ভাগে ॥
এতিয়া তোমালোক বন্ধু আছা মোৰ
যেনে হোৱা উচিত কৰা ।
দহ তোলা সোণ এক বাতিৰ হলে
সেই কথা পৰে ধৰা ॥
তেতিয়াই যাৰ হাতত আছিল
আঙুঠিবোৰ সোণৰ ।
সকলোৱে দিলে থহাই থহাই
হাতত মতিৰামৰ ॥
কুৰিটি সোণৰ আঙুঠি মিলাত
মতিৰাম পৰিল ভুৰ ।
বন্ধুসকলোৱে বোলে মতিৰাম
বাহাদুৰ বাহাদুৰ ॥
আঙুঠিবোৰ পাই সেই নিশা মতি
জাহাজত উঠিলগৈ ।
কলিকতাৰ টিকট ঘাটত কিনি
কলিকতীয়া বৰ হৈ ॥
পাচ দিনা দেখে নাই মতিৰাম
নাই তাৰ কাপোৰকানি ।

সকলোকে লই আঙুঠিৰ সতে
মণ্ডিবাম গল ভাগি ॥
ভেণ্ডিয়া বন্ধু সকলোৰ হলে
শিকাকাল হল পূৰ ।
আন সকলোৱে বোলে মণ্ডিবামে
বাহাদুৰ বাহাদুৰ ॥

( ৫ )

কলিকতা পাই মণ্ডিবামে ভাবে
কলা চামবাখন ।
কি উপায়ে কৰোঁ চাহেবৰ নিচিনা
কটকটীয়া চিকণ ॥
পিয়াৰ্চ চাবান লাইম জুচ আৰু
মিল্ক অৰ ৰোজ লগাই ।
কলা চামবাখন ঘঁহে মানে ঘঁহে
পি হৈ যায় কলাই ॥
তথাপি মণ্ডিবামে ভাবিলে এণ্ডিয়া
অনেক বগাই হলোঁ ॥
ক'লা চামবাখন ৰোজ পাউডাৰ ঘঁহি
বগা কৰি পেলালোঁ ॥
এই বুলি মণ্ডিবামে চাহেব বাবু সাজি
হাতত লাঠী লই ।
ইডেন গার্ডেনত চাহেব বাবুৰ নিচিনা
ফুৰিব সদায় যায় ॥
কিন্তু মণ্ডিবামৰ গাত গোন্ধটি
নোহোৱা দেখি দুখ ।
তথাপি মণ্ডিয়ে 'কেয়াৰ' নকৰি কাকো
ফুৰে ফুলাই বুক ॥
কোর্টছিপ কৰাৰ ভেণ্ডিয়া মণ্ডিৰ
বাসনা হল বৰ ।
ব্যাণ্ড বাজনাৰ ঠাই ভোখৰত
ঘূৰি ফুৰিব ধৰে বৰ ॥
এদিন একজনী ইউৰেচিয়ান ছোৱালী
লাগিল মণ্ডিৰ মনত ।

তাইকে লেডি লাভ মনে মনে কৰি
লাগি গল কোৰ্ট ছিপত ॥
প্ৰথমতে আগ বাঢ়িবৰ তাৰ
সাহ নহল কোনো মতে।
যদিবা কেনেবাকৈ ইংলিছ 'ফেছন্'
ভাষাৰ এটিকেটে ॥
তথাপি মতিৰ লোভটি নগল
এদিন দুদিন কৰি।
কোৰ্ট ছিপ কৰিব ভাবিলে মনত
বাটত কথা কব ধৰি ॥
কিন্তু বৰ দুখ ইংৰাজীত কথা
কব নাজানে ভাল।
মতিৰ লাভৰ পথত এই হে
হৈ উঠিল মহাকাল ॥
তথাপি মতি ভাবিলে মোৰ
এই 'আইডিয়াল লাভ্'।
এনে গুৰণী চেহাৰীকণ
এনে গুৰনী 'গাৰ্ল' ॥
ইয়াত কোন 'ইংলিছ গাৰ্ল্'
নেযাব পাৰে মোহ।
এই বুলি মতি কোৰ্টছিপৰ পাছে
পাতিলে বৰ থোহ ॥
মতিক কাষত দেখিতে 'গাৰ্ল' জনী
শিহৰি উঠিল বৰ।
নেটিভ নিগাৰ তোম ক্যাহে আয়া
আভি নিকাল কৰ ॥
তেতিয়াই এটি লাগিল হুলস্থুল
চাহেবে বোলে ধৰ।
স্বদেশী কবি নেটিভৰ ভাই
সাহস বাঢ়িছে বৰ ॥
'লেডি'ক অপমান কৰে আমাৰ
নেজানে 'এটিকেট'।

ভালকৈ পিটনি ভাল এটি দি
বাহিৰ কৰি দে পেট ॥
তেতিয়াহে মতি চাহাবৰ পিঠিত
ফিল পাৰে গুৰ গুৰ।
সকলোৱে বোলে বাহা মতিৰাম
বাহাদুৰ বাহাদুৰ ॥

২০।৮।০৭.

# গীত

( ১ )

তোমাৰ ৰূপৰ মোহন প্ৰতিমা
সদায় যেন জাগিছে হে।
সদায় যেন তোমাৰ মহিমা
বিশ্ব বিয়পি আছে হে ॥
শকতি সৌন্দৰ্য্য তব অসীম।
নীৰৱ তব হাস্য বদন,
অপাৰ তব অনুগ্ৰহ সম।
সংসাৰৰ কিবা আছে হে।
অবোধ মনে চৰণত তনু
সদা যেন কৃপা যাচে হে ॥

( ২ )

পৰশিলা সখী মদন বাণে।
নাচে উঠিলা পৰাণ
উজলি নয়ান
প্ৰণয়ৰ কথা শুনিছো কাণে ॥
ৰবশিলো ফুলে সখী প্ৰেম-বিকাশ,
ৰবণো জোণত মধুৰ সুহাস,
ৰবশিলো বিশ্বে সখী প্ৰণয়ৰ জাল,
প্ৰেম বাজনা বাজিছে ভুবনে ॥

(৩)

নবাব বাহাদুৰ, আমি নবাব বাহাদুৰ
আমাৰ নয়ান চাৰু, বয়ান কাৰু, ৰঙে পৰিপূৰ।
আমাৰ, চঞ্চল চল, অম্ৰৰ জল,
বিশ্ব পেলায় ডুব।
আমাৰ বঙ্কিম ভুৰুৰ, ভঙ্গিমা গুৰু,
দুখ কৰে দূৰ।

(৪)

পানী আনিব যাওঁ সখী পানী আনিব যাওঁ।
কাষত কলহ হাতত কলহ পানী আনি থওঁ।।
মুখত কলহৰ বাণী
চকুত কলহৰ চাওনি
কলহে কলহে সখী পানী আনি থওঁ।
বাটত দেখিম বজাৰ বিয়া, তাকে চাব যায়।
বজাৰ বিয়াৰ বস্ত্ৰ-বাহানি দুই হাতে খায়।
পানী আনিব যাওঁ সখী পানী আনিব যাওঁ।।
বাটতে পাম আমাৰ শহুৰ,
আনিব শাৰী গহনা প্ৰচুৰ,
শাৰী পিন্ধিম গহনা পিন্ধিম,
কলহ কাষত লওঁ
পানী আনিব যাওঁ সখী পানী আনিব যাওঁ।।

(৫)

গুঞ্জৰে ভোমোৰা মুঞ্জৰ কুঞ্জে
নিকুঞ্জ পুঞ্জৰে পৰিমল পুঞ্জে।
মলয় বাসিত দিশ চাৰিভিত
হৃদয় তন্ত্ৰী বাজিছে পুঞ্জে।
অতি বিভোপন শোভা সুশোভন।
হিয়াৰ ভলিত বাসনা গুঞ্জে।। (স্বৰ্গ-বাস) *

* শৰৎচন্দ্ৰই গীতৰ বহিখন লিখিছে— "এই গীতকেইটা ১৯০৭ চনত কলিকতাত এখন নাটকৰ কাৰণে ৰচনা কৰা হৈছিল; কিন্তু নাটকখন সম্পূৰ্ণ কৰা নহ'ল" (২১।১০।২২ চন)। শেষৰ গীতটি স্বৰ্গবাস নাটকৰ প্ৰস্তাৱনা। আগৰ বাকী চাৰিটা গীতো এই নাটকৰ বাবে ৰচাহৈছিল।—সং., শ. গো. ৰ.।

# অসমত বৌদ্ধধৰ্ম্মৰ পুৰণি চিন

(১)

১। জয়জয়তে মই কব খুজিছোঁ, বৈজ্ঞানিক প্ৰণালীৰ বুৰঞ্জী লিখিবলৈ যেনে ছবহু ঘটনাৰ আৱশ্যক, সামাজিক আৰু ধৰ্ম সম্বন্ধীয় ৰীতিনীতিৰ কথা আলচ কৰা এখন ৰচনাত, তেনে ঘটনাৰ উল্লেখ কৰা একলেখীয়া অসম্ভৱ কথাই। গতিকে পিছত দেখা-শুনা কথাবপৰাই এনে কথাৰ পৰিসমাপ্তি গ্ৰহণ কৰিবলগীয়া হয়, আৰু তেনে পৰিসমাপ্তিয়ে ব্যক্তিগত মতৰ ৰহণ লয়; এই ব্যক্তিগত মতো পাছত ওলাবপৰা আন আৰু বেছি সবহীয়া প্ৰমাণসমূহৰ আগত সদায়েই পৰিবৰ্তন আৰু পৰিবৰ্দ্ধন লাভ কৰিবলৈ বাধ্য। এই ৰচনাত ক্ৰমে যিবিলাক মতামত প্ৰকাশ কৰা হৈছে সেইবোৰ স্বভাৱতেই এনে বিধৰ, আৰু এইবিলাক আশঙ্কা মনত ৰাখিহে তাক গ্ৰহণ কৰিব পাৰি।

২। মহাকাব্য কেখনত কামৰূপৰ উল্লেখ সহজে ধৰিব পাৰি। ৰামায়ণত ধৰ্মাৰণ্যই কামৰূপকে বুজোৱা যেন লাগে; কিন্তু প্ৰাগজ্যোতিষৰ নামটোও পোৱা যায়, আৰু এই প্ৰাগ্‌জ্যোতিষ সাগৰৰ পাৰৰ বৰাহ পৰ্বতৰ ওপৰত অৱস্থিত বুলি জনা যায়। সাগৰ বুলি কিজানি ব্ৰহ্মপুত্ৰকে বুজাইছিল, আৰু এই ব্ৰহ্মপুত্ৰৰ মোহনা সেই সুদূৰ অতীতত গাৰো পৰ্বতৰ ওচৰত আছিল বুলি ধৰিব পাৰি।

মহাভাৰতত ৰজা ভগদত্ত আৰু তেওঁৰ ৰাজ্য প্ৰাগ্‌জ্যোতিষৰ নাম ইমান প্ৰখ্যাত যে এই প্ৰসঙ্গত সেই কথা উল্লেখ কৰাৰেই আৱশ্যক দেখা নেযায়।

এটাইকেখন পুৰাণতে কামৰূপ ভাৰতবৰ্ষৰ পূবফালে থকা এখন দেশ বুলি উল্লেখ পোৱা যায়, আৰু তাৰ কোনো-কোনোখনত এই দেশৰ সুদীৰ্ঘ আৰু বহুল বৃত্তান্ত আছে।

কালিদাসে নাই নাই বুলিও খৃষ্টীয় পঞ্চম শতিকাৰ মাজভাগত জন্মগ্ৰহণ কৰিছিল বুলি ধৰা যায়। তেওঁৰ কাব্যৰ নায়ক, ৰামৰ আচো ককাক, ৰঘুৱে কামৰূপ জয় কৰে। ইয়াৰপৰা আন নহলেও এইটো ধৰিব পাৰি, খৃষ্টীয় পাঁচ শতাব্দীত কামৰূপ এখন জনাজাত ৰাজ্য আছিল।

তাৰ আগতো চন্দ্ৰগুপ্ত মৌৰ্য্যৰ কালত (৩১৬-২৯২ খৃঃ পূঃ) কৰ্ণেল খেম্মপীয়েৰে কবৰ দৰে, কামৰূপ নেপাল দেশৰ পূবফালে থকা এখন ৰাজ্য বুলি আমি বিখ্যাত এলাহাবাদ স্তম্ভৰপৰা ভু পাওঁ।

যদিও এইদৰে অতীজৰেপৰা কামৰূপৰ নাম হিন্দুশাস্ত্ৰ আদিত পোৱা যায়, আচৰিত কথা, হিৱেনচাঙৰ কাললৈকে বৌদ্ধ ধৰ্মৰ বৃহৎ গ্ৰন্থবোৰত এই নাম পোৱা নেযায়। কামৰূপ নাম হুমাওঁ হুমাওঁ হোৱা দেখিহে যে এই ৰাজ্যৰ নাম বৌদ্ধ ধৰ্মাৱলম্বীসকলে নেজানিছিল, এনে কথা হব নোৱাৰে। কিয়নো বৌদ্ধধৰ্মৰ উন্নতি যুগৰ কালৰ (খৃঃ পূঃ ৫০০ বছৰৰপৰা খৃষ্টাব্দ ৭০০ শক লৈকে) আন লিখাবোৰত কামৰূপৰ উল্লেখ পোৱা যায় সেইদেখি, বৌদ্ধ ধৰ্মাৱলম্বীসকলে এই দেশ

আন কোনো নামেৰে জানিছিল বুলি নধৰিলে আৰু উপায় নাই আৰু আন দুটা ঘটনাৰপৰা এই কথা বেছি সম্ভৱপৰ যেন মনে ধৰে—(১) বৌদ্ধ সাহিত্যত ভাৰতবৰ্ষৰ ভালোমান ঠাই আৰু জাতিৰ নাম পোৱা যায় আন আন নেলাগে, সেই সাহিত্যৰ যোগ্য ওজাসকলে বৌদ্ধ যুগত লিখা বুলি কোৱা পুৰাণ কেখনেও ছেগা-চোৰোকা বা বেকা-বেকিকৈহে মহাত্মা বুদ্ধ আৰু তেওঁৰ ধৰ্ম উপদেশৰপৰা ওপজা সামাজিক উন্নতিৰ কথা উমুকিয়াই।

এইটো দেখা যায় প্ৰত্যেকটো ধৰ্মই আন ধৰ্মক শত্ৰু ভাবেৰে চাইছিল, আৰু পৰাপক্ষত আন ধৰ্মৰ কাৰ্য্যকলাপ আৰু গতি আদিৰ উল্লেখ নকৰিছিল।

আৰু যদি বৌদ্ধবিলাকে কামৰূপক আন স্বকীয়া নাম এটাৰেই জানিছিল, সেই নামটো নো আছলতে কি তাক তেনে সঠিককৈ জনাটো বৰ টান। বৰ্মা, ভূটান আৰু তিব্বত দেশত এনে এটা প্ৰবাদ আছে যে কামৰূপৰ নাম বেছালি-লং বা বৈছালি আছিল, আৰু বৌদ্ধবিলাকৰ দ্বিতীয় বৌদ্ধধৰ্ম মহাসভা খৃষ্টপূৰ্ব চতুৰ্থ শতাব্দীৰ আগ ভাগত এই ঠাইত বহিছিল। কৰ্ণেল শেক্সপীয়েৰ চাহাবেও এই কথাকেইটা তেওঁ লিখা বুৰঞ্জীত ঠাই দিছে, কিন্তু এই কথাবোৰৰ ওৰ তেওঁ কত পালে তাক কোৱা নাই। অসমৰ কেইখনমান বংশাৱলীত এই ঠাইৰ পুৰণি নাম বৈছালি বুলি বৰ্ণোৱা আছে। এইটো মনত ৰখা উচিত, যদিও মুঠেই কেইজনমান পণ্ডিতেহে অসমৰ ফালে চকু ঘুৰাইছে, পণ্ডিতসকলে সমূহতে বৈছালিৰ সঠিক স্থিতি নিৰূপণ বিষয়ত এতিয়াও একমত হব পৰা নাই।

৩। বৌদ্ধ ধৰ্ম কেতিয়াও কামৰূপত প্ৰচলিত ধৰ্ম নাছিল বুলি মানুহৰ এটা সাধাৰণ বিশ্বাস আছে। ছাৰ এডৱাৰ্ড গেইট চাহাবেই এনে সিদ্ধান্তৰ বাবে প্ৰধানকৈ জগৰীয়া বুলি মোৰ মনে ধৰে। তেওঁ তেওঁৰ সিদ্ধান্তৰ বাবে কেৱল খৃষ্টাব্দ সাত শতাব্দীৰ হিৱেনচাঙৰ বৰ্ণনাৰ ওপৰতে ভিৰ দিছিল, আৰু তেওঁ আন কথাবোৰলৈ আওকাণ কৰিছিল যেন মনে ধৰে।

কৰ্ণেল শেক্সপীয়েৰৰ মতে, হিৱেনচাঙে ইয়াকে কয় মানুহবিলাকে যদিও দেৱতা পূজা কৰিছিল, স্বয়ং বুদ্ধত তেওঁলোকৰ আস্থা নিচেই কম হে আছিল; আৰু বৌদ্ধ ধৰ্মী গুৰু-পুৰোহিতসকল গোটখাই মেলপতা কোনো ঠাই থকা যেন দেখা নেযায়। তাত থকাৰ নিচিনা শিষ্যসকল নিশ্চয় পবিত্ৰ ভাবৰ, কিন্তু তেওঁলোকে অলপ নহয় অলপ লুকাই হে উপাসনা কৰিছিল।

দেখা যায়, ইয়াৰ অৰ্থ এয়ে, সেই সময়ত বুদ্ধদেৱৰ শিষ্য আছিল যদিও, তেতিয়াৰ চলিত ধৰ্ম বৌদ্ধ ধৰ্ম নিশ্চয় নাছিল। এই চীন যাত্ৰীজনেও কয়, কুমাৰ ভাস্কৰ বৰ্মণৰ বৌদ্ধ ধৰ্মত সম্পূৰ্ণ আস্থা নাছিল যদিও, বৌদ্ধ শ্ৰমণসকললৈ বৰ শ্ৰদ্ধা-ভক্তি দেখুৱাইছিল। এনেবোৰ কথাৰপৰা ইয়াকে বুজা যায়, মানুহবিলাক জনাজাতকৈ বৌদ্ধ ধৰ্মাৱলম্বী নাছিল যদিও বৌদ্ধ ধৰ্ম তেওঁলোকে সহ্য কৰিছিল, আৰু নেলাগে তাৰ প্ৰতি একপ্ৰকাৰ শ্ৰদ্ধাও দৰ্শাইছিল।

এইখিনিতে এটি লাগতিয়াল কথাৰ উল্লেখ কৰা যাওক। তিব্বত, ভূটান, ব্ৰহ্মদেশ, পোণ্ড্ৰবৰ্দ্ধন (উত্তৰবঙ্গ) আৰু সমতাতা (পূৰ্ব-বঙ্গ), কামৰূপৰ চাৰিও সীমাত থকা এই এটাইবোৰ দেশত বৌদ্ধ ধৰ্ম প্ৰচাৰ হৈছিল। আৰু, যি বৌদ্ধ ধৰ্মৰ প্ৰভাৱ সমগ্ৰ সভ্য জগততে ব্যাপি পৰিছিল, কামৰূপ সেই প্ৰভাৱৰ হাত একেবাৰে সাৰিছিল বোলাটো বৰ আচৰিত কথা হব; আৰু নানা মূলৰপৰা ইয়ান কালৰ পিছত যি সিদ্ধান্ত কৰিব পৰা যায়, তাৰপৰা কামৰূপ বৌদ্ধধৰ্ম

প্ৰভাৱৰ হাত সৰা নাছিল বুলি হে যাবে তাৰে ভাবিবৰ মন যাব।

৪। অলপতে উন্নুকিয়াই অহা কথাৰ মূলৰোবৰ মাজত কেবাটিও জনপ্ৰবাদবো উল্লেখ কৰা হৈছে। আৰু কেইটিমান আছে। আকৌ কৰ্ণেল শেক্সপীয়েৰৰ কথাৰেই কোৱা যাওক— 'তিব্বত আৰু ভূটান দেশবাসীসকলৰ মতে বুদ্ধদেৱৰ কামৰূপত তিৰোভাব হয়, কিন্তু হুঙ্গৰীয়া দেশৰ সুবিজ্ঞ পৰ্য্যটক ছুম' ডি কৰছে এই মহাত্মাৰ গুৱাহাটীৰ দুজোপা শাল গছৰ তলত ইচ্ছা হয় বুলি ডাঠি কয়। চীনবাসী মহানুভৱ হিয়েনচাঙৰো সেই একে মত।'

কথাবোৰ আমাৰ কাণত অলপ আচহুৱা যেন লাগি বাজি যায়, কিয়নো আমি ভাৰতবৰ্ষৰ পুৰবকালৰ বৰ্তমান এই এমুৰীয়া অধঃপাতৰ ফালে বোৱা চুকটোৰ লগত কোনো মহৎ ঘটনাৰ সমাবেশ থাকিলেও নাই বুলি ভাবিবলৈহে শিকিছোঁইক।

কিন্তু মৌখিক জনশ্ৰুতিবোৰ তেনেই দলিয়াই পেলাব লগীয়া নহয়, কিয়নো সেইবোৰ পুৰুষানুক্ৰমে জনশ্ৰুতি হিছাপেই চলি আছে। টুটানখামেন টুম্ব আৱিষ্কাৰ কৰোতে পোৱা এখন লিপিৰপৰাই ত্ৰয় যুদ্ধৰ গুংসূত্ৰ উলিৱা হৈছিল, এই আৱিষ্কাৰৰ বিষয়ে অধ্যাপক ব্ৰেষ্টেডে এই বুলি কৈছিল—'ত্ৰয়ৰ যুদ্ধৰ কালৰ এই লিপিখন এক যুগান্তৰকাৰী আৱিষ্কাৰ, এই আৱিষ্কাৰে পুৰণি জনশ্ৰুতিবোৰৰ আলচ কৰাত ভালকৈ ওলোটা বল দিব লাগিব। এইটো জল্‌জল্‌ পট্‌পটকৈ দেখা গৈছে, এনে জনশ্ৰুতিবোৰ পেলনি-কাকতৰ পাচীত দ'ম খুৱাব নালাগে, কিন্তু সেইবোৰ যতনেৰে দেৱ, দেৱী, মূৰ্ত্তি আৰু বিচিত্ৰ ঘটনাৰ লগত খাপ খুৱাই চাই, তাৰ পিছত কি মূল কথাৰ ওপৰত সেই পুৰুষানুক্ৰমিক চলি অহা সাধুৰ ভেটি বান্ধিছিল তাৰ বিচাৰ কৰিব লাগে।'

এতিয়ালৈকে পোৱা আহিলা-পাতিৰপৰা কোনো সুনিশ্চিত সমাধানত উপনীত হব নোৱাৰি, কিন্তু এই পুৰণি ৰাজ্যৰ জনসাধাৰণৰ ওপৰত যে বৌদ্ধধৰ্মৰ কিবা প্ৰভাৱ আছিল, এই জনশ্ৰুতিবোৰে তাৰেই সঙ্কেত দিয়ে।

৫। আচলতে পুৰণি অসমীয়া সাহিত্যত আমি ইয়াৰ ভালেখিনি উহ পাওঁ। ছাৰ এড্‌ৱাৰ্ড গেইট চাহাবৰমতে পুৰণি লিখা আদিত আৰু শিলালিপিবোৰত এই ধৰ্মৰ কোনো চিন-মেকাম নাই। কিন্তু তেওঁ নিজে বিচাৰি উলিৱা আৰু ডাক্তৰ হৰ্ণলেৰ হতুৱাই পাঠ উদ্ধাৰ কৰোৱা (প্ৰায় ১০৫০ খৃষ্টাব্দৰ) অতি সুবিখ্যাত ইন্দ্ৰপাল ৰজাৰ প্ৰথম তামৰ ফলি কেখনৰ এখনত 'শাসন'ৰ (অৰ্থাৎ শিলত কটা ৰাজ-আজ্ঞাৰ), টাহুটগটৰ (বুদ্ধৰ) সুস্পষ্টভাৱে উল্লেখ আছে; এই তামৰ ফলিখন সেই সময়ত এডোখৰ ভূমিদানৰ সীমাৰ চিন স্বৰূপে দিয়া হৈছিল, আৰু এয়ে সেই লিপিৰ বিষয়-কথা। এই মাটি সেই কালত মকৃখিজান বোলা আৰু এতিয়া কামৰূপ জিলাৰ টিছৰ ওচৰত থকা মাখিবাহা বোলা গাৱঁতে দান কৰা হৈছিল। ওচৰতে এতিয়াও কোনেও একো কিম্বদন্তী বা ইতিবৃত্ত কব নোৱাৰা এটি সৰু টিলা আছে। মানুহে তাক বহুৱা দেউল বা হাবিৰ টিলা বোলে (কালি বাম মেধি)। ইয়াৰ পিছত ইন্দ্ৰপালৰ বিষয়ে আমি আৰু শুনিবলৈ পাম।

সাহিত্যৰ ফালে চালে, মাধৱ কন্দলি, অনন্ত কন্দলি, আৰু তাঁৰ সমবৰ্ত্তীৰ লিখাবোৰত আমি বৌদ্ধ আৰু তেওঁলোকৰ সোমবিলাকৰ বিষয়ে উল্লেখ কৰা পঢ়িবলৈ পাওঁ। বিখ্যাত কীৰ্ত্তনৰো

এঠাইত এনে কথা আছে। আৰু শঙ্কৰ চৰিততো দৈত্যাৰি ঠাকুৰে বৌদ্ধসকল গুৰুৰ ওচৰলৈ অহা আৰু তেওঁৰ পবিত্ৰকাৰী শক্তিৰ তাপত আঁতৰ হৈ যোৱাৰ কথা লিখিছে।

পুৰুষোত্তম গজপতিৰ দীপিকাছন্দ পুথিত বৌদ্ধ আৰু তেওঁলোকৰ দোষৰ বিষয়ে কেবাঠাইতো লিখা আছে আৰু ব্ৰাহ্মণসকল বৌদ্ধাচাৰী হোৱা অৰ্থাৎ বৌদ্ধ বিলাকৰ নীতি-নিয়ম অনুকৰণ কৰা বুলি আপত্তি কৰিছে।

দীপিকাছন্দত যে দেবীপূজা এই অপবিত্ৰ লোক সমূহৰ স্বভাৱসিদ্ধ গুণ বুলিও কৈছে, ই সঁচা কথা। কিন্তু বৌদ্ধধৰ্মই শেষ কালত কেনেকৈ এটা অপধৰ্মৰ সৃষ্টি কৰিছিল, আৰু এই নতুন ধৰ্মই কেনেকৈ তান্ত্ৰিক উপাসনা-পদ্ধতি আৰু লিঙ্গ-পূজা দুইটা নিজ উপাসনা-পদ্ধতিত সুমুৱাই লৈছিল আমি তাকো মনত ৰাখিব লাগিব। এই কাৰণে প্ৰসিদ্ধ পুৰণি লিখকসকলে বৌদ্ধ উপাসকসকলৰ দোষৰ কথা কোৱা পাওঁ।*

( ২ )

পুৰণি অসমীয়া ভাষাত আন এবিধ সাহিত্য আছে; এইবিধ সাহিত্যত এতিয়ালৈকে লোকৰ নিচেই কম হেঁ চকু পৰিছে। ভাল নাম নোছোৱাত বেছি অনাজাত লিখকসকলৰ পুৰণি সাহিত্যৰ পৰা পৃথকাই দেখুৱাবলৈ এইবিধ সাহিত্যক খণ্ড-সাহিত্য বুলিব পাৰি।

পৰিষ্কাৰভাৱে এই সাহিত্যৰ দুটা ভাগ আছে, বাহ্য আৰু গূঢ়। ইয়াৰ সাধাৰণ লক্ষণবিলাক এনে :—

(১) যদিও গূঢ় ভাগৰ কিছুমান খণ্ডই সেইবোৰ মত চৈতন্যদেৱ বা শঙ্কৰদেৱৰ দ্বাৰা গৃহীত বুলি স্বীকাৰ কৰে, তথাপি এই খণ্ডবোৰ মৌলিক।

(২) গ্ৰন্থাকাৰৰ নামৰ সাধাৰণতে উল্লেখ নাই।

(৩) লিখকসকলে তেওঁলোকৰ ধৰ্মবিৰুদ্ধ মত বা আন মতামতৰ বাবে মুকলি ঠাই এৰিছে।

বাহ্য ভাগৰ কিছুমান প্ৰকাশ কৰা হৈছে, এইবোৰে ভালেমান বিষয় জুৰিছে। কিন্তু গূঢ় বিলাক বৰ গোপনে ৰখা হয়। আৰু তাৰ কম লাগতিয়াল বোৰতো যাক এবাৰ ওপৰে ওপৰে চকু ফুৰাই চাবলৈ দিয়া হয়, তেওঁ নিজক ভাগ্যৱন্ত বুলিহে ভাবিব লাগিব।

নম্ৰভাৱে কব লাগিলে এইবোৰত বৰ অসাধাৰণ কথাবোৰ থাকে। আৰু বিখ্যাত পুৰণি অসমীয়া সাহিত্যৰ লিখকসকলে ধৰা আলোঁচনাহবোৰ সম্মতিৰে দাঙি ধৰে।

সেইবোৰৰ বিষয়ে আৰু বহলাই কবৰ ঠাই ইয়াত নহব, আৰু তাৰ ঠাই এয়া নহয়েই। কিন্তু মই সেইবোৰৰ এটা উল্লেখ কৰিম।

* লিখকৰ অনুমতি লৈ তেখেতৰ কামৰূপ অনুসন্ধান সমিতিৰ যোৱা বছেৰেকীয়া অধিবেশনত পঢ়া ইংৰাজী প্ৰবন্ধৰপৰা অনূদিত। ভাঙনী সম্প্ৰতি অসম্পূৰ্ণ হৈ ৰৈছে।
—সম্পাদক ( মিলনৰ নেওগ )।

মিলন, চতুৰ্থ বছৰ, ৪ৰ্থ-সংখ্যা। ভাদ, ১৮৪৮ শক

এই সকল পুথিখনৰ নাম ধৰ্ম সংবাদ আৰু ইয়াৰ ওঠৰ শতিকাৰ মাজভাগত শিৱসিংহ ৰজাৰ ৰাজত্বত লিখা হৈছিল। তাত এই সাধুটো কোৱা আছে :—

যুধিষ্ঠিৰে এবাৰ বাৰ বছৰ জোৰা এটা যজ্ঞ পাতিছিল ; আৰু অতিথিসকলক আদৰি আনিবলৈ ভীমসেন দুৱাৰমুখত আছিল। সেই যজ্ঞৰ শেষ দিনা পূৰ্ণাহুতি দিবৰ বেলিকা এটা চণ্ডাল আহি দুৱাৰমুখত থিয় হল। হীন জাতৰ বুলি ভীমসেনে তাক সোমাবলৈ নিদিলে। এই দবেই তৰ্ক লাগিল, আৰু তাৰ ফলস্বৰূপে ভীমসেন যুধিষ্ঠিৰৰ কাষলৈ গৈ এই চণ্ডালৰ কথা কলেগৈ। ৰজাই তাক চাবলৈ দুৱাৰমুখলৈ আহিল। আৰু আকৌ বেছি দ ভাবে তৰ্ক লাগিল, এই তৰ্কৰ শেহ ছোৱাত চণ্ডালে সকলোৰে আগত প্ৰকাশকৈ কলে বোলে সি ৰজাৰ পৰা কোনো দান গ্ৰহণ কৰিব নোৱাৰে, কিয়নো ৰজা অপবিত্ৰতকৈও অপবিত্ৰ :—

"পশুমধ্যে অধম কুকুৰ বুলি যাক।
দশ কুকুৰৰ সম কুমাৰৰ চাক॥
দশখান কুমাৰৰ চাকৰ সমান।
হৱে অপবিত্ৰ ৰজকৰ পাটখান॥
দশখান পাটৰ সমান বেশ্যা জাতি।
দশ বেশ্যা সমান নৃপতি হোৱে আতি॥"

যেতিয়া বামুণসকলে চণ্ডালৰ মুখে এই কথা শুনিলে, ৰজাৰ দান গ্ৰহণ কৰিবলৈ তেওঁলোকেও ভয় কৰিলে, আৰু বাৰ বছৰীয়া যজ্ঞ অসম্পূৰ্ণতেই এৰি তেওঁলোক দিহাদিহি ভাগিল।

কিন্তু যুধিষ্ঠিৰে তালৈ এইবানিকে কান নকৰিলে, কিয়নো তেওঁ চণ্ডালক সাক্ষাৎ ধৰ্ম বুলি মানিছিল আৰু তেওঁক পূজা কৰিছিল।

এই অনিয়মিত সাধুটোৰ মন কৰিবলগীয়া কথাকেইটা এয়ে :—

(১) ধৰ্মই চণ্ডালৰ বেশ ধৰি দেখা দিছে ;

(২) বামুণসকলে শাস্ত্ৰৰ বচনতকৈ তেওঁৰ কথা বেছি দৃঢ় বুলি মানে।

(৩) যুধিষ্ঠিৰৰ নিচিনা ৰজাই তেওঁৰ বাৰ বছৰীয়া যজ্ঞ এটাৰ বিফলতাৰ কাৰণেও কটাহিত নকৰে।

পণ্ডিতসকলে প্ৰমাণ কৰিছে যে আন বেশ ধৰি অহা এই ধৰ্ম স্বয়ং বুদ্ধই ; আৰু তেওঁলোকে বঙলা দেশত ধৰ্ম পূজা বিষয়ক ভালেখিনি সাহিত্য মাটিৰ তলৰ পৰা উদ্ধাৰ কৰিছে। এই পূজা পদ্ধতিৰ এক বিশেষ লক্ষণ হৈছে এয়ে যে গুৰুজন সাধাৰণতে চণ্ডাল বা আন কোনো নীহ জাতৰ। সাধুটোত বামুণসকলে আৰু ৰজাই চণ্ডালক শ্ৰদ্ধা কৰাৰো কাৰণ এয়ে।

আৰু অৱশেষত চণ্ডালটোৱে ধৰ্ম স্বৰূপ সম্বন্ধে যি কৈছে, সেই কথা বৌদ্ধসকলৰ মতৰ লগত সম্পূৰ্ণভাৱে মিলে।

"সত্য হুচ্ছে ধৰ্ম উপজয় পুহ
দয়াত ধাতুৰ আতি।
ক্ষমাতেলে ধৰ্ম স্থায় থাকয়
ক্ৰোধত বিনাশ যাতি॥"

'সত্ত্বত ধৰ্মৰ জন্ম, ৰজ্জত বৃদ্ধি, তমত বাস, আৰু খণ্ডত বিনাশ।'[২] যোগ মলেৰে, ইয়াৰ কোনো ব্যাখ্যাৰ প্ৰয়োজন নাই।

সাহিত্যৰ বিষয়ত আন এটা লাগতিয়াল কথাৰ উল্লেখ নকৰিলে নহয়। ওপৰত উল্লেখ কৰি অহা শূন্য সাহিত্যৰ সৰহ ভাগত বৰ্ণনা কৰা বিশ্ব-সৃষ্টি বিষয় আৰু বেউলা-লখিন্দাৰ সাহিত্যও, দুৰ্গাবৰ আৰু নাৰায়ণদেৱৰ আদিৰ লিখা। তেওঁলোক সকলোৱে বিশ্বৰ শূন্যকায়া উত্তৰ হোৱা মূলি আৰু ঈশ্বৰক নিৰঞ্জন বুলি মানে।

এই শূন্যবাদী বৌদ্ধ ধৰ্মৰ এটা বিখ্যাত দাৰ্শনিক মত আৰু ধৰ্ম পূজাত ঈশ্বৰ নামত 'নিৰঞ্জন' বেছিভাবে প্ৰচলিত।

এই বিলাক ঘটনাই সকলো যুক্তিযুক্ত আশঙ্কাৰ অতীতকৈ দেখুৱাই দিয়ে যে বৌদ্ধ ধৰ্মৰ মতবিলাক কামৰূপৰ সামাজিক জীৱনত স্তৰে স্তৰে বিয়পি পৰিছিল আৰু সেই সময়ৰ মানুহক ভাববিলাকে বিশেষভাবে বশীভূত কৰি পেলাইছিল। আৰু সেই মতবিলাক এটা নহয় এটা গঢ়ত আন কি মহাপুৰুষীয়া বৈষ্ণৱ আন্দোলনৰ পিছতো প্ৰচলিত আছিল।

৬। কামৰূপত যি বৈষ্ণৱ ধৰ্মৰ পুনৰ্জন্ম আৰু শ্ৰীবৃদ্ধি হৈছিল আৰু সম্ভৱতঃ যি বৈষ্ণৱ ধৰ্ম বৌদ্ধধৰ্মৰ ওপৰত গঢ়ি উঠিছিল আমি সেই বৈষ্ণৱ ধৰ্মৰ কাষ চাপিছো।

কামৰূপত বৈষ্ণৱধৰ্ম ভালেখিনি পৰিমাণে এই মহাভাৰতীয় পূজা-পদ্ধতিৰ আন আন পন্থাৰ পৰা পৃথক। এই আন আন পন্থাবোৰৰ তুলনাত কামৰূপৰ বৈষ্ণৱ ধৰ্মৰ প্ৰকৃত জেউতিৰ মোল বুজিবলৈ যিখিনি বিস্তৃত আৰু গৱেষণাৰ আৱশ্যক এই প্ৰবন্ধ-লিখাকৰ তাও অধিকাৰ নাই। সম্প্ৰতি কামৰূপৰ বৈষ্ণৱ ধৰ্মৰ লেখত লবলগীয়া লক্ষণ কেইটা উল্লেখ কৰিয়াই গলে আৰু বৌদ্ধ ধৰ্মৰ মতিবিলাকৰ প্ৰভাৱ ই কেনে বিশেষভাবে মানি লৈছিল, তাকে দেখুৱালেই হব।

সত্ৰ, নামঘৰ, আৰু শৰণ—এই কেইটাই কামৰূপী বৈষ্ণৱ ধৰ্মৰ অতি উল্লেখযোগ্য প্ৰতিষ্ঠান।

অসমত সত্ৰবোৰৰ বৰ্ত্তমান যেনে প্ৰতিষ্ঠান, তেনে বিধৰ প্ৰতিষ্ঠান ভাৰতবৰ্ষৰ আন কোনো ভাগতে দেখা নাযায়। ইয়াৰ কেইবাটিও বিশেষ লক্ষণ আছে। তাৰ কিছুমান এনে :—

(১) চাৰিহাটী বা শাৰীৰে চাৰিকোণীয়া এভোখৰ ভাঙৰ ঠাই আগুৰি সত্ৰ পতা হয়, আৰু তাৰ ভিতৰলৈ বাবলৈ এখন ভিতৰৰ আৰু এখন বাহিৰৰ দুৱাৰ থাকে,

(২) যাই সত্ৰকেখনৰ সকলো ভকত উদাসীন ; তেওঁলোক এজন অধিকাৰৰ তলত থাকে ;

(৩) একেলগে সকলো ভকতকে সমূহ বোলা হয় ; সত্ৰখন চলোৱা বিষয়ত এই সমূহৰ অলপ নহয় অলপ বিশেষ মাত আছে ; গতিকে সত্ৰ এটি যাইকৈ প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠান ;

(৪) সত্ৰৰ শিষ্যবিলাকৰ পৰা পোৱা ভিক্ষা বা কৰ-কাটলৰ ওপৰত এই ভকতসকলৰ ভৰণ-পোষণ হয় ; বা আগৰ দিনত হৈছিল।

সেইদৰে উদাসীনতা ; ভিক্ষাৰপৰা জীৱিকা নিৰ্বাহ কৰা, এজন বিধান সন্ন্যাসী নায়ক হোৱা আৰু প্ৰজাতন্ত্ৰ প্ৰণালীতে শাসন চলোৱা বৌদ্ধ মঠবিলাকৰো অতি লাগতিয়াল যাই লক্ষণ। এইটোও জনা যায়, বৌদ্ধ বিশ্ববিদ্যালয়বিলাক আৰু ডাঙৰজান বৌদ্ধ মঠো এইদৰে চাৰি হাটীৰে এভোখৰ ভাঙৰ চাৰিকোণীয়া ঠাই বেৰি সজা হৈছিল, আৰু সেইবোৰলৈ সোমাই যোৱা বাটবোৰৰ কাষত দাৱ-পণ্ডিতসকল থকা ঘৰ দিয়া হৈছিল।[৮]

আমি বৰ্তমান জনা কথখিনিৰে আমাৰ বৈষ্ণৱ সত্ৰবোৰ বৌদ্ধ মঠবিলাকৰে প্ৰতিলিপি বুলি সাব্যস্ত কৰিলে যোৱা ধৃষ্টতা মাথোন হ'ব। কিন্তু এইটো অন্ততঃ মনত ৰাখিব লাগিব যে এই সত্ৰবিলাকৰ কিবা এটা মূল কাহিনী নিশ্চয় আছিল আৰু এই বুৰঞ্জী নো কি তাক বিচাৰ কৰাৰ ভাৰ মই সুধীসমাজলৈ এৰি দিছোঁ।

এতিয়া মই নামঘৰ সম্পৰ্কে এষাৰ কথা জোৰা দিম। নামঘৰো অসমীয়া জাতিৰ এক্যাৰে এটা বিশেষত্ব আৰু জাতীয়ত্বৰ সংস্থাপন। অসমীয়া গাওঁখনে প্ৰতি এটা নামঘৰ আছে; আৰু পুৰণি ৰীতি-নীতি আৰু আচাৰ-ব্যৱহাৰ আদি ক্ৰমে বেগাই লয় পাই যোৱা এই আজিৰ দিনতো ধৰিবলগীয়া কথা এয়ে যে সাধাৰণতে ছুব-নোপোৱা বোলা অনেক জাতিৰ মানুহকো এই নামঘৰত মুকলিভাৱে অহা-যোৱা কৰিবলৈ দিয়া হয়। কিন্তু পিছত ক্ৰমে এই মুকলি অৱস্থা কেৱল নামঘৰৰ "তোপ"ৰ বিষয়তহে খাটে বুলি ঠেকাই অনা হ'ল।

এই "তোপ" শব্দটোৱে ইয়াৰ বুকুত এটা ধৰ্মৰ সমগ্ৰ বুৰঞ্জী লুকাই আছে। "তোপ" (টপ?) ঘূৰণীয়া চালেৰে ঢকা নামঘৰৰ অংশ এটা; নামঘৰটোৰ আন দুখন চালৰ পছিম কালৰ আন এখন চাল স্বৰূপে এইখন চাল জোৰা দিয়া হয়। সমাজৰ তলখাপৰ মানুহ বহুৱা-মেলা আদি যি কামত ইয়াক লগোৱা হয় তাৰ পৰা এইটো বিশেষভাৱে সম্ভৱ যেন লাগে যে বৌদ্ধবিলাকে প্ৰাৰ্থনা কৰা ঘৰটোক বোল স্তূপ শব্দটোৰ পৰাই ইয়াৰ উৎপত্তি হৈছে। কিজানি এই কাৰণেই হে আজি-কালিও সকলো বিধৰ মানুহকে ইয়াত সোমাবলৈ দিয়া হয়।

বৌদ্ধ স্তূপবিলাক ঘূৰণীয়া থকাৰ গতিকেই টুপৰ এই চালখন ঘূৰণীয়া হোৱাটো হ'ব পাৰে।

শেষত মই শৰণৰ বিষয় এষাৰ কথা কব লাগিব। কামৰূপীয় বৈষ্ণৱ ধৰ্মই চাৰিবিধৰ শৰণ দিয়ে, যেনে,—

(১) হৰিত শৰণ, (২) নামত শৰণ, (৩) গুৰুত শৰণ, (৪) ভকতত শৰণ; তাৰ অৰ্থ, বৈষ্ণৱে ঈশ্বৰ, নাম, গুৰু আৰু ভকতসকলক নিজৰ আত্মাৰ শক্তি অনুসাৰে ভক্তি কৰিব লাগে। বৌদ্ধ ধৰ্মবো ত্ৰিৰত্ন এয়ে :—

(১) ধৰ্মম্ শৰণম্ অৰ্চ্ছিছ, (২) বুদ্ধম্ শৰণম্ অৰ্চ্ছিছ, (৩) সংঘম্ শৰণম্ অৰ্চ্ছিছ। অৰ্থাৎ ধৰ্ম, বুদ্ধ, আৰু সঙ্ঘত ভক্তি কৰিব লাগে।

এইটো যাবে তাবে মনত লাগি যাব যে হৰিত শৰণ লোৱাত বাজে বাকী তিনটা শৰণ বৌদ্ধ ধৰ্ম আৰু বৈষ্ণৱ ধৰ্মৰ সম্পূৰ্ণ একে। বৌদ্ধ ধৰ্মই ঈশ্বৰৰ বিষয়ে মুকলিভাৱে কোনো কথা শিকাই যোৱা নাই, গতিকে বৈষ্ণৱ ধৰ্মত হৰিত শৰণটো আৱশ্যক বুলি বঢ়াই দিয়া হৈছে।

পিছে এনে অবিকল মিল এটা ঘটনাক্ৰমে হোৱা কথা হ'ব নোৱাৰে আৰু ই এই দুই বিধৰ পূজা-পদ্ধতিৰ কিবা দ সম্বন্ধ থকা বুজায়।

৮। ওপৰত কোনো এঠাইত চমুকৈ কৈ অহা গূঢ় খণ্ড-সাহিত্যৰ ভিতৰত থকা বৈষ্ণৱ ধৰ্ম আৰু তাৰ শিক্ষাৰ প্ৰকৃত গঢ়ৰ বিৰোধ মতাৱলম্বীসকলৰ কথা বিবৰি কবলৈ ইয়াত ঠাই নহ'ব, আৰু পিছত একালত তিব্বত, ভূটান আদি উত্তৰৰ ঠাইবোৰত বিস্তাৰিত হোৱা বৌদ্ধধৰ্মৰ বিকৃত অৱস্থাৰ শিক্ষাৰ লগত ইয়াৰ শিক্ষাৰ কি মিল আছে তাকো ইয়াতে কব পৰা নহ'ব।

কিন্তু এটা সম্প্ৰদায়ৰ কথা ইয়াত এৰি থৈ যাব পৰা নহ'ব। সেইলোক তাদোল জোৱাৰ

সম্প্ৰদায়। তেওঁলোক উজনী অসমৰ তিনিখন কি চাৰিখন গাঁৱত থকা কেইশমান মানুহ মাত্ৰ। তেওঁলোকৰ নিজা পুৰোহিত আছে, আৰু তেওঁলোকে বামুণ নামানে; তেওঁলোকৰ সকাম নিকাম আদিও ইমান কম যে বিয়া এখন পাতিলে তেওঁলোকৰ জাতি কেজনক জনোৱাত বাজে আন কোনো শ্ৰাদ্ধ-বিধি নকৰে। তেওঁলোকে নিজক স্বয়ং বুদ্ধৰ সেৱক বুলি কয়। তেওঁলোকৰ নিজা কীৰ্ত্তন। ঘোষা আৰু ভাগৱতৰপৰা সেইবোৰ সম্পূৰ্ণ স্বকীয়া। কিন্তু অসমৰ মানুহৰ ওপৰত শঙ্কৰদেৱৰ এনে ডাঙৰ প্ৰভাৱ যে তেওঁলোকে শঙ্কৰদেৱৰ পাছত বুদ্ধ অৱতাৰ হোৱা আৰু শঙ্কৰদেৱক বুদ্ধতকৈ ডাঙৰ গুৰু বুলি ভাবে। তেওঁলোকে আন মানুহৰ পৰা ইমান আচুতীয়া হৈ থাকে যে নিজৰ সম্প্ৰদায়ত বাজে আন মানুহৰ পৰা তামোল এখন খাবলৈকো তেওঁলোকৰ মানা, এই কাৰণেই তেওঁলোকৰ সেই নাম। সিদিনা অলপতে এওঁলোকৰ কিছুমান লোকে এজন কায়স্থ গোসাঁইত শৰণ লৈছে।

এই প্ৰসঙ্গতে এইটো কব পাৰি যে প্ৰায় এতিয়ালৈকে। আৰু কিছুমান ঠাইত এতিয়াও, ভালেমান নিম্ন শ্ৰেণীৰ মানুহে তেওঁলোকৰ নিজৰ জাতৰ পৰা পুৰোহিত বাছি লয়। এই পুৰোহিতবিলাকক বামুণ বুলি ধৰা নহয়। আৰু ইয়াৰ এপুৰুষ মানৰ আগলৈকে তেওঁলোকে লগুণ নলৈছিল; কিন্তু তেওঁলোকৰ বিশেষ চিনস্বৰূপ এবাৰ কঁৰীয়া পিন্ধিছিল। এই সকলো-বিলাক কথাই ধৰকৈ কথা কঁহিয়াই চোৱা মানুহকে অসমত বৌদ্ধ প্ৰভাৱৰ মুকলি আৰু পৰিস্ফুট আভাস দিয়ে।

১। বৈষ্ণৱ ধৰ্মৰপৰা দুই এতিয়া বিষ্ণুমূৰ্তি কেইটামানৰ কথালৈ আহো।

জনাজাত আৰু সদায় আলোচনা কৰা মূৰ্তিৰ ভিতৰত গুৱাহাটীৰ শুক্ৰেশ্বৰ পৰ্বতৰ তলত ঠিক ব্ৰহ্মপুত্ৰত জনাৰ্দন মূৰ্তি এটা; ইয়াক ভালেমানে ধ্যানী বুদ্ধ মূৰ্তি বোলে। যদিও মূৰ্তিটোৰ তলৰ হাতকেখন থকা ঠাই বৰ বিশেষ ৰকমৰ তথাপি আন কিছুমানে এইটো বিষ্ণু মূৰ্তিও হব পাৰে বুলি ভাবে।

আৰু আন যি এটা মূৰ্তিৰ কথা এনে এখন চুটি ৰচনাত উল্লেখ কৰিব লাগিব। সেই মূৰ্তিটো হৈছে হাজোৰ হয়গ্ৰীৱ মূৰ্তি তিব্বতবাসী আৰু ভূটীয়াবিলাকে এতিয়াও এই মন্দিৰলৈ আহে আৰু সিহঁতে যেনে ভক্তিৰে এই মূৰ্তি পূজা কৰে তেনে ভক্তি আমাৰ মাজত অতি বিৰল। সিহঁতে এই মূৰ্তিক মহামুনি মূৰ্তি বোলে।

ডক্তৰ ব্লকৰ গবেষণা মানি চাৰ এডোৱাৰ্ড গেইটে এই মূৰ্তিটো নৰসিংহ মূৰ্তি বুলি কয়। কিন্তু তলৰ হাতকেখন থকা গঢ় ধ্যানী বুদ্ধৰ হে।

এই মূৰ্তিৰ বিষয়ে এটা গোপনীয় কথা আছে, আৰু হাজোৰ এঘৰ মানুহে এই কথাটো গোপনে ৰাখে, সেই দেখি বিশ্বাসী বোলা হয়। কিন্তু আচল ৰহস্যটো কিজানি এই ঘৰ মানুহেও ভু নেপায়, কিন্তু ভিতৰত শিলৰ মূৰ্তিটো বিশেষভাৱে তৈয়াৰ কৰা এটা মিহলি বস্তুৰে এখাপ লিখা আছে বুলি জনা যায়। আৰু মাজে-সময়ে ইয়াক এই বিশ্বাসী বংশৰ লোকেই নকৈ ভাল কৰি ৰঙিব লাগে।

এইটো অসম্ভৱ হব নোৱাৰে যে এই নৰসিংহ বোলা হয়গ্ৰীৱ মূৰ্তিটোৰ বাহিৰ খাপৰ তলত ধ্যানী বুদ্ধৰ সুন্দৰ আকৃতি জিলিকিব লাগিছে।

এই মন্দিৰটোৰ সম্পৰ্কে ইয়াতোকৈ এটা ডাঙৰ ৰহস্য আছে, কিন্তু তাৰ কথা অতি কম লোকেই হে জানে। সেই ৰহস্য এয়ে যে এই মন্দিৰৰ অতি ভিতৰ ভাগত পূজাৰ ঘাই বস্তুটো এশাৰী সোণৰ পাত্ৰত ঢাকি থোৱা আছে। এইবোৰৰ ভিতৰতনো কি আছে তাক দলৈ অৰ্থাৎ প্ৰধান পুৰোহিতসকলকো চাবলৈ দিয়া নহয়। কিন্তু যাৰ ভক্তি আৰু সৰল বিশ্বাস সাধাৰণে সন্দেহৰ চকুৰে চাব নোৱাৰে এনে দুই এজনকহে বৰ ডাঙৰ শপত আদিৰ পিছত এই গুপ্ত বস্তুটো চাবলৈ দিয়া হয়। এই ৰহস্যটো এপুৰুষত কিজানি দুই তিনিজন মানুহেহে জানিবলৈ পায়; আৰু তেওঁলোকে প্ৰাণ গলেও এই গুপ্ত কথা আনৰ আগত সদৰি নকৰে।

এই সোণৰ পাত্ৰকেইটাৰ গোপন গৰ্ভত কি বস্তুটো লুকাই ৰাখিছে সাধাৰণে তাৰ বিষয়ে কেৱল কোনো কথা অনুমান হে কৰিব পাৰে, আৰু সেই কথা সত্যৰূপৰা বহুত আঁতৰিও যাব পাৰে।

আন ভালেমানৰ বৌদ্ধ মন্দিৰৰ ওপৰত হিন্দু মন্দিৰৰ সজা সম্পৰ্কে পুৰুষানুক্ৰমিক বিশ্বাসমতে কামাখ্যা আৰু আন কেবাটাও মন্দিৰ বৌদ্ধ ধৰ্মৰ বুলি কয়। কিন্তু আমি জনাৰ ভিতৰত বৰ্তমান অৱস্থাত বুৰঞ্জীৰ লেখত ধৰিবপাৰা কোনো প্ৰমাণ দিব পৰা নাযায়।

শদিয়া অঞ্চলত ভালেমান বাৰ ঘূৰি ফুৰা মেজৰ ছেনে চাহাবে তেওঁ সেই অঞ্চলত বৌদ্ধ মন্দিৰৰ বহুত ভগাৱশেষ পাইছিল বুলি কয়।

১০। এই সম্পৰ্কে জনা কথা এইখিনিয়েই। এতিয়া মই কেইজনমান লোকৰ কথা উল্লেখ কৰি সামৰিম। এই বাতৰিৰ বাবে ঢাকা বিশ্ববিদ্যালয়ৰ মৌলবী ছহিদুল্লা, এম. এ., বি. এলৰ ওচৰত মই ধাৰী; তেওঁ তিব্বতীয় মূলৰপৰা এই কথা পাইছে বুলি জনাইছে।

ইন্দ্ৰপাল আৰু তেওঁৰ তামৰ ফলি কেখনৰ কথা মই আগতে কৈছোঁ। আগত উল্লেখ কৰি অহা ফলিখনত ইন্দ্ৰপাল শিৱভক্ত আছিল বুলি কয়। কিন্তু তেওঁ পিছত বৌদ্ধধৰ্ম গ্ৰহণ কৰি সন্ন্যাসী হৈছিল যেন লাগে। তেওঁক পৰীক্ষা লবৰ কাৰণে তেওঁক এজনী ধাৰিকা বা বেশ্যাৰ লগত থোৱা আছিল। কিন্তু তেওঁ নিজৰ সত্যতা প্ৰমাণ কৰিলে। সেইদেখি তেওঁক উদাসীন সন্ন্যাসীৰ শৰীৰলৈ উন্নীত কৰি পুনৰ ধাৰিকাপাল নাম দিয়া হল আৰু এই নামেৰে কামৰূপৰ এইজন ৰজাই কেইবাটিও বৌদ্ধ ধৰ্মৰ গীত ৰচিছিল।

সৰহ নামে এজন গ্ৰন্থকাৰেও কেবাটিও গীত আৰু কেবাখনিও আন কিতাপ ৰচনা কৰিছিল। তেওঁৰ কথা ভালকৈ জনা হোৱা নাই বুলিও তেওঁ কামৰূপৰ বুলি শঙ্কা কৰা হয়।

এতিয়া মই মোৰ বচনৰ সামৰণি মাৰোঁ; কিন্তু মই লৰালাৰিকৈ কোনো সিদ্ধান্ত নিদিওঁ। তথাপি মই এইটো ভাঠি কম যে বৌদ্ধ যুগৰ ভালেমান কীৰ্তি-চিন কামৰূপত আছিল। আৰু এই বিশেষ সময়ৰ বিষয়ে গৱেষণা কৰিলে আচৰিত ফল পোৱাৰ সম্ভাৱনা।*

* মিলন, পঞ্চম বছৰ, দ্বিতীয় সংখ্যা, ফাল্গুন ১৮৪৮ শক।

# বৈষ্ণৱ ধৰ্ম্মৰ আদি কথা

## ( ১ )

বিষ্ণু যিসকলৰ উপাস্য দেৱতা, বা যিসকলে বিষ্ণুক ভজনা কৰে, সিসকলকে বৈষ্ণৱ বোলে।

যদ্বিষ্ণুপাসনা নিত্যং বিষ্ণুর্যস্যেশ্বৰো মুনে।
পূজ্যো যস্যৈকবিষ্ণুঃ স্যাদিষ্টো লোকে স বৈষ্ণৱঃ॥
বিষ্ণুৰুপাসকো দাসঃ তন্মন্ত্ৰৈস্তদাশয়ঃ।
তমাহুঃ বৈষ্ণৱম্ লোকে বিষ্ণুসেৱাপৰায়ণম্॥
[ পদ্ম পুৰাণ, উত্তৰ খণ্ড, ৯৯ অ ]

এই ধৰণৰ শ্লোক আন পুথি পত্ৰতো পোৱা যায়। বিষ্ণুৱেহে যাৰ এক মাত্ৰ উপাস্য, পূজ্য ইষ্ট আৰু যি বিষ্ণুতে চিত্ত দি এক মাত্ৰ বিষ্ণুসেৱাপৰায়ণ, তেওঁকে বৈষ্ণৱ বোলে।

এই বৈষ্ণৱ ধৰ্ম অতি প্ৰাচীন দিনৰপৰা চলন্তি, আৰু ভাৰতৰ্ষৰ চাৰিওফালে ব্যাপৃত। একমাত্ৰ ঈশ্বৰৰ প্ৰতি একান্তিক ভক্তি এই ধৰ্মৰ বিশেষত্ব।

এই ধৰ্ম কোন সময়ৰপৰা চলি অহা প্ৰমাণ পোৱা যায়, কি কাৰণত কাৰপৰা ইয়াৰ প্ৰচলন হল, আৰু ই কি প্ৰকাৰে প্ৰচাৰ লাভ কৰিলে, ইয়াৰ শিক্ষাবিলাক কি কি আৰু সেইবোৰৰ মূল কত ইত্যাদি কথা চমুকৈ কোৱা এই প্ৰবন্ধ কেইটাৰ উদ্দেশ্য।

এই বিষয়ে চাৰ ৰামকৃষ্ণগোপাল ভাণ্ডাৰকাৰৰ "বৈষ্ণৱ ধৰ্ম" [ Vaishnavism, Saivism and Minor Religious Systems of India by Sir R G. Bhandarkar ] পুথিখনেই এই প্ৰবন্ধবোৰৰ কিছু অংশৰ প্ৰধান সম্বল। এইখনৰ বাহিৰে বৈষ্ণৱ ধৰ্ম সম্বন্ধে আন আন কেইবাখনো গ্ৰন্থ চোৱা হৈছে। ঠাই বুজি আৰু প্ৰয়োজনমতে আটাইখিনিৰ নাম উল্লেখ কৰা হব।

## ( ২ )

বেদৰ পাছত ব্ৰাহ্মণ-শাস্ত্ৰ-বিলাকৰ প্ৰচাৰ হয়। বেদ, আৰু বিশেষকৈ ব্ৰাহ্মণ শাস্ত্ৰ, ক্ৰিয়া-বহুল। ইয়াৰ পৰবৰ্তী কালত উপনিষদৰ সৃষ্টি। পণ্ডিতসকলৰ মতে উপনিষদ প্ৰধানতঃ ক্ষত্ৰিয়বিলাকৰ স্বাধীন চিন্তাৰ ফল; আৰু ব্ৰাহ্মণবিলাকৰ প্ৰাধান্য আৰু যজ্ঞাদি অনুষ্ঠানৰ জটিলতাৰ প্ৰতিবাদ স্বৰূপ।

উপনিষদ্ অসংখ্য; এতিয়ালৈ ২৩৫ খান পোৱা হৈছে। আৰু ইয়াৰ ৰচনাৰ কালো বহু শতিকা জুৰি—আৰুনিৰ সময়তো উপনিষদ্ ৰচিত হৈছিল। কিন্তু প্ৰধান উপনিষদ্‌খিনি খৃষ্টজন্মৰ কেইবা শতিকা পূৰ্বে যে ৰচিত হৈছিল, তাত পণ্ডিতসকল একমত।

উপনিষদ্ গ্ৰন্থবিলাকত নানাপ্ৰকাৰ মতবাদ দেখা যায়। অনেক কথা কেইবাখানতো, হুবহু একে প্ৰকাৰে আৰু একে শ্লোকেৰে লিখা আছে। স্থূলভাৱত কব পাৰি, উপনিষদৰ শিক্ষা ঈশ্বৰৰ প্ৰতি ধ্যান-ধাৰণামূলক ক্ৰিয়াৰ বাহুল্য পৰিত্যাগ কৰি বা সমূলি ক্ৰিয়া নকৰিও, ধ্যান-ধাৰণা-উপাসনাৰদ্বাৰা ঈশ্বৰৰ স্বৰূপ জানিব পাৰি, বা মোক্ষপদ পাব পাৰি, এনেবিলাক কথা উপনিষদ্ গ্ৰন্থৰ প্ৰতিপাদ্য বিষয়।

ক্ৰিয়ানুষ্ঠান, আৰু তাৰ বিপৰীতে ঈশ্বৰৰ উপাসনা, এই দুই প্ৰকাৰ মত-বাদৰ সংঘৰ্ষৰ ফলত খৃষ্টপূৰ্ব সাত আঠ শতিকাত ভাৰতবৰ্ষৰ চাৰিওফালে নানা প্ৰকাৰ ধৰ্ম-মতৰ সৃষ্টি হৈছিল। উপনিষদৰ স্বাধীন মতবাদে ব্ৰাহ্মণ-ধৰ্মৰ যজ্ঞাদি ক্ৰিয়াৰ শৃঙ্খলা ভাঙি দিয়াৰ পাছত, এইবিলাক ধৰ্মই নিজ নিজ মতেৰে পুনৰ ধৰ্মানুষ্ঠান আৰু সমাজত শৃঙ্খলা স্থাপন কৰিবলৈ চেষ্টা কৰিছিল। ডক্টৰ ৰাজেন্দ্ৰলাল মিত্ৰই ছান্দোগ্য উপনিষদৰ ভূমিকাত লিখিছে—"The Upanishad belong to an age of search and enquiry, and the Sankhya to douth following enquiry, and the Buddha philosophy to an epoch, when doubt and disbelief taking possession of men's minds, dared at last to raise their heads boldly against God Himself." [ Quoted by H. C. Roy Chaudhury in his Early History of the Vaishnava Sect. P. 40 ]

"উপনিষদ অনুসন্ধান যুগৰ আৰু সাংখ্য সংশয়ৰ যুগৰ চিন্তাৰ ফল। সংশয় আৰু অবিশ্বাসে যেতিয়া ঈশ্বৰকো অস্বীকাৰ কৰিবলৈ সাহ কৰিলে, বৌদ্ধমত সেই কালৰ দৰ্শন।"

খৃঃ পূঃ চতুৰ্থ শতিকাৰ "নিদ্দেশ" ( নিৰ্দেশ ) নামে বৌদ্ধ গ্ৰন্থ এখনত—আজীৱিক, নিগন্থ, জটিল, পৰিব্বাজক ( পৰিব্ৰাজক ), অবিৰুদ্ধক, এইবিলাক সম্প্ৰদায়; আৰু বাসুদেৱ, বলদেৱ, পুন্নভদ্দ ( পূৰ্ণভদ্ৰ ), মনিভদ্দ, অগ্গি ( অগ্নি ), নাগ, সুপন্ন ( সুপৰ্ণ ) ইত্যাদিৰ উপাসক মণ্ডলীৰ কথা আছে।

[ Sir R. G. Bhandarkar, Vaishnavism. P. 3 ]

ইয়াৰপৰা বুজা যায় যে বৌদ্ধ ধৰ্মৰ প্ৰথম অৱস্থাত ভাৰতবৰ্ষত অসংখ্য প্ৰকাৰ ধৰ্ম-মতৰ চলন আছিল।

এইবিলাক ধৰ্মৰ ভিতৰত পাছৰ যুগত আজীৱিক, জৈন আৰু বৌদ্ধ ধৰ্মই সমধিক প্ৰসিদ্ধি লাভ কৰিছিল। মক্খলি গোশালই আজীৱিক, মহাবীৰ বৰ্ধমানে জৈন, আৰু গৌতম বুদ্ধই বৌদ্ধধৰ্ম প্ৰচাৰ কৰে। এওঁবিলাক প্ৰত্যেকে ক্ষত্ৰিয় কুমাৰ; আৰু অহিংসা, ত্যাগ, দয়া আদি হে, ক্ৰিয়া অনুষ্ঠান আদিতকৈ ধৰ্মৰ বেছি লাগতিয়াল অঙ্গ—এনেবিলাক কথা এই কেইওটা ধৰ্মৰ উমৈহতীয়া মত। বৌদ্ধ আৰু জৈন ধৰ্ম আজিলৈকে প্ৰবল ভাবে চলি আছে; কিন্তু আজীৱিকসকলৰ কথা বৰ শুনা নাযায়।

মহাবীৰ জ্ঞাতৃক ক্ষত্ৰিয় বংশত, আৰু সিদ্ধাৰ্থ শাক্যক্ষত্ৰিয় বংশত জন্মগ্ৰহণ কৰে। ক্ষত্ৰিয়-বিলাকে কেনেকৈ উপনিষদত স্বাধীন মত প্ৰচাৰ কৰিছিল তাক আগত কোৱা হৈছে। জৈন আৰু বৌদ্ধ ধৰ্ম এই দুই ক্ষত্ৰিয় বংশৰ ধৰ্ম আছিল বুলি কব পৰা যায়। এওঁবিলাক দুয়োজন পূৰ্ব ভাৰতৰ মানুহ আছিল। তেওঁলোকে বৈদিক যাগ-যজ্ঞতকৈ আত্ম-ত্যাগ আৰু সদাচাৰ এই

বিলাকৰপৰা যেছি ধৰ্ম হয় বুলি শিক্ষা দিছিল। পশ্চিম ভাৰতত কিন্তু স্বাধীন চিন্তাই বৈদিক আচাৰবিলাকক তেনেই দলিয়াই পেলাব খুখুজিছিল

[ Sir R. G. Bhandarkar. P. 9 ]

( ৩ )

পশ্চিম ভাৰতত যিবিলাক স্বাধীন মতৰ ধৰ্ম প্ৰচাৰ হল তাৰ ভিতৰত ভাগৱত ধৰ্মই প্ৰধান। জৈন আৰু বৌদ্ধ ধৰ্মৰ প্ৰতিষ্ঠাপকৰ দৰে এই ধৰ্মৰ প্ৰতিষ্ঠাতা জনো ক্ষত্ৰিয় কুমাৰ। এওঁৰ নাম বাসুদেৱ-কৃষ্ণ। চাৰ ৰামকৃষ্ণ গোপাল ভাণ্ডাৰকাৰৰ মতে এওঁৰ প্ৰকৃত নাম বাসুদেৱ; কৃষ্ণ গোত্ৰ নাম; আৰু প্ৰাছত আন কৃষ্ণ নামৰ লগত বাসুদেৱৰ নাম লগ হৈছিল। আন অনেকে এওঁৰ নাম বাসুদেৱ-কৃষ্ণকে বুলি ভাবে। এই বিষয় ইয়াৰ পাছত অলপ বিস্তৰ আলোচনা কৰা হব (ছেদ...১)। যদুবংশৰ ক্ষত্ৰিয়বিলাক মথুৰাৰ চাৰিওফালে বাস কৰিছিল। এই বংশৰে বৃষ্ণি বা সাত্বত শাখাত বাসুদেৱ কৃষ্ণই জন্ম গ্ৰহণ কৰিছিল। এওঁৰ জীৱনীৰ কাহিনীবিলাক সকলোৰে জনা আছে; আৰু সেই ঘটনাবিলাক লৈ নানা জনে নানা প্ৰকাৰ গ্ৰন্থ ৰচনা কৰিছে। কিন্তু এওঁৰ প্ৰকৃত জীৱন কথা তিমান পাবলৈ নাই। বুদ্ধদেৱৰ পূৰ্বে, সম্ভৱতঃ খৃষ্টৰ ন শ কি হাজাৰ বছৰ পূৰ্বে, এওঁ জন্মগ্ৰহণ কৰিছিল।

[ H. C. Roy Chaudhury. Page 39 ]

"বৈষ্ণৱ ধৰ্মৰ আদি বুৰঞ্জী" নামেৰে প্ৰবন্ধত এওঁৰ বিষয় যি জনা যায়, তাক কবলৈ যত্ন কৰা হব।

বাসুদেৱ কৃষ্ণই ঈশ্বৰৰ প্ৰতি "একান্তিক ভক্তিৰ" মত প্ৰচাৰ কৰিছিল। এওঁৰ মতত ঈশ্বৰক ভগৱৎ (ভগৱান্) হৰি, বা নাৰায়ণ বুলি জানা যায়। অনন্যপৰায়ণ হৈ এওঁৰ প্ৰতি আৰু এওঁ গুণানুকীৰ্ত্তন আদিয়ে ধৰ্মসাধনাৰ প্ৰধান অঙ্গ। ভাণ্ডাৰকাৰৰ মতে একান্তিক ভক্তি ধৰ্মৰ মত বাসুদেৱৰ আগৰপৰা চলি আছিল। বাসুদেৱে অৰ্জুনৰ আগত গীতা কোৱাৰ চলতে এই ধৰ্মৰ মূল কথাবিলাক একেলগ কৰিলে; আৰু তেতিয়াৰপৰা বাসুদেৱক প্ৰধান আৰাধ্য কৰি এক বেলেগ ধৰ্ম-সম্প্ৰদায়ৰ সৃষ্টি হল। এই সম্প্ৰদায় আদি কালত ভাগৱত সম্প্ৰদায় বুলি প্ৰখ্যাত আছিল, পাছত বৈষ্ণৱ নামৰে খ্যাত হল।

[ Bhandarkar. P. 8 ]

এতিয়াও বৈষ্ণৱ ধৰ্মক ভাগৱতী ধৰ্ম বোলা যায়। দ্বাদশাক্ষৰী বৈষ্ণৱ মন্ত্ৰত—"ওঁ নমো ভগৱতে বাসুদেৱায়"—ভগৱৎ আৰু বাসুদেৱৰ নাম একেলগে লগলাগি আছে। কীৰ্ত্তনকে আদি কৰি পাছৰ যুগৰ বৈষ্ণৱ বা ভক্তি ধৰ্মাৱলম্বী লোকক আৰু ভাগৱতী ধৰ্ম আখ্যানেৰে বৈষ্ণৱ ধৰ্মক বুজুৱা হৈছে। যেনে :—

গোবিন্দৰ প্ৰিয় নাৰদ শুনা।
ভাগৱত ধৰ্ম আপুনি জানা॥
হোক মোক্ষ বুলি সৱে লোকৰ।
কৰিলা প্ৰশ্ন সংসাৰত সাৰ॥ ৩৮॥

[ কীৰ্ত্তন, নামাপৰাধ। ]

হেন জানি শিশু সব এৰা আন কৰ্ম।
কৰিয়ো কুমাৰ কালে ভাগৱত ধৰ্ম ॥ ৩৫৮

শুনিয়া নাৰদে বুলিলে বাণী ॥
নিষ্পাপ পুৰুষ আছে গৰ্ভত।
সাক্ষাতে ইটো মহা ভাগৱত ॥ ৩৬৯

[ কীৰ্ত্তন। প্ৰহ্লাদ চৰিত্ৰ। ]

সদা নাম-পৰায়ণ যিসব কলিত।
মহা ভাগৱত তাকে বুলিয় নিশ্চিত ॥ ২০৬

[ সাত্বত তন্ত্ৰ। ]

( ৪ )

এই ভাগৱত ধৰ্মৰে অপৰাপৰ নাম আছিল একান্তিক, সাত্বত (বা সাত্বত) আৰু পাঞ্চৰাত্ৰ ধৰ্ম। পদ্মতন্ত্ৰ নামেৰে সংহিতা গ্ৰন্থত ভগৱত শব্দৰ আন আন পৰ্য্যায় দিয়া আছে—

সূৰিঃ সুহৃদ ভাগৱতঃ সাত্বতঃ পঞ্চকালবিৎ।
একান্তিকঃ তন্ময়াশ্চ পাঞ্চৰাত্ৰিক ইত্যাপি ॥

( J. R. A S. 1911, P 935, Quoted by H. C. Roy Chaudhury.—P. 12 )

মহাভাৰতৰ শান্তি পৰ্ব্বৰ ৩৪৮অ. ৪ শ্লোকত—

"নূনম্ একান্তধৰ্ম্মোহয়ং শ্ৰেষ্ঠো নাৰায়ণপ্ৰিয়ঃ"

বুলি এই ধৰ্মক ব্যাখ্যা কৰা হৈছে।

উপাস্য দেৱতা হৰি, নাৰায়ণ বা ভাগৱতক একান্ত মনেৰে, অৰ্থাৎ এক ঈশ্বৰ বুলি ভাবি, ভক্তি কৰিব লাগে এয়ে এই ধৰ্মৰ প্ৰধান শিক্ষা। সেই দেখি ইয়াক একান্ত ধৰ্ম বোলা হৈছিল।

মহাভাৰতৰ শান্তিপৰ্ব্বৰ ৩৩৬ অধ্যায়ত এই ধৰ্মৰ বিশিষ্টতা উল্লেখ কৰিছে :—

ভক্ত্যা পৰময়া যুক্তৈৰ্মনোবাক্ কৰ্মভিস্তদা। ৪৭
নাৰায়ণপৰো ভূত্বা নাৰায়ণজপং জপন্। ৬৪

ভগৱদ্ গীতাত কোৱা এয়ে একান্তিক ধৰ্ম বা এক-ঈশ্বৰ ভজনা ধৰ্ম ( Mono-theistic Religion )।

একান্ত-ধৰ্ম, একান্ত-ভক্তি, একান্ত-শৰণ, এনেবিলাক পদৰ বহুল প্ৰয়োগ পাছৰ যুগৰ বৈষ্ণৱ শাস্ত্ৰ সমূহতো দেখা যায়।

একান্ত ভকত সবে নিৰ্গুণ কৃষ্ণৰ গুণ
গাৱে সদা বসিয়া যথাত।
বৈকুণ্ঠক পৰিহৰি যোগীৰো হৃদয় এৰি
থাকা হৰি সাক্ষাতে তথাত। ৪

একান্ত শৰণে যিটো নভজিলে হৰি।
দুখোৰ যাতনা ভুঞ্জিবেক মৰি মৰি ॥ ৪১২

একান্তে হৰিত কৰিও ৰতি,
হৰিসে নিজে ভকতৰ গতি ॥ ৭২৯

[ নাম-ঘোষা। ]

সাত্বত বা সাত্বত শব্দৰ অৰ্থ বৰ্ণ-বিন্যাস ভেদত দুটা।

কূৰ্ম পুৰাণ পূৰ্বখণ্ডত আছে, যে যদু বংশৰ অংশু নামেৰে এজন ৰজা আছিল। অংশুৰ পুত্ৰ সত্বত, আৰু সত্বতৰ পুত্ৰ সাত্বত। এওঁ সাত্বতৰ নাম অনুসৰি যদুবংশ সাত্বত বংশ বুলি পৰিচিত হল। সাত্বত ৰজাই নাৰদৰ পৰা ধৰ্মোপদেশ পাই বাসুদেৱৰ অৰ্চনা কৰিছিল। এই ধৰ্মকে যদুবংশৰ আন লোকেও লৈছিল। সেইদেখি ভাগৱত বা একান্তিক ধৰ্মৰ আৰু এটা নাম হল সাত্বত ধৰ্ম।

সাত্বত শব্দৰ আভিধানিক অৰ্থ :—

সৎ শব্দেৰে সত্বমূৰ্তি ভগৱন্তক বুজায়; তেওঁ উপাস্য হৈ থাকে; এই অৰ্থত বতুপ্ প্ৰত্যয়; তাৰ তাৰ পাছত স্বাৰ্থে ষ্ণ (অন্) প্ৰত্যয় হৈ সাত্বত পদ সিদ্ধ হয়। এই অৰ্থ পদ্মপুৰাণত [ উত্তৰ খণ্ড, ৯৯ অধ্যায় ] এই দৰে ব্যাখ্যা কৰা আছে, :—

সত্ত্বং সত্ত্বাশ্ৰয়ং সত্ত্বগুণং সেৱেত কেশৱং।
যোঽনন্যত্বেন মনসা সাত্ত্বতঃ সমুদাহৃতঃ ॥
বিহায় কাম্যকৰ্মাদীন্ ভজেদেকাকিনং হৰিং।
সত্যং সত্ত্বগুণোপেতং ভক্ত্যা তং সাত্বতং বিদুঃ ॥

ওপৰৰ এই শ্লোকত, অনন্যমনা হৈ 'একাকিনং হৰিং' ভক্তিৰে ভজনাৰ কথা মন কৰিবলগীয়া। প্ৰকৃততে এক ঈশ্বৰ হৰি বা ভগৱান বা নাৰায়ণক, সকলো কাম্য কৰ্ম এৰি, ভক্তিৰে আৰাধনা কৰাই ভাগৱতী অৰ্থাৎ বৈষ্ণৱ ধৰ্মৰ মূল সূত্ৰ।

এতেকে দেখা যায়, যে বৈষ্ণৱ ধৰ্মক সাত্বত ধৰ্ম বোলাৰ মূল দুটা। যদুবংশৰ বৃষ্ণি বা সাত্বত শাখাত জন্ম গ্ৰহণ কৰি বাসুদেৱ কৃষ্ণই এই ধৰ্মমত প্ৰচাৰ কৰে, এই দেখি ইয়াৰ নাম সাত্বত ধৰ্ম; আৰু সত্বগুণাশ্ৰয়ী ভগৱন্তৰ একান্তিক ভক্তিৰে আৰাধনা এই ধৰ্মৰ মূল, সেই দেখিও ইয়াৰ আন এটা নাম সাত্বত ধৰ্ম।

এই ধৰ্মৰে আৰু এক নাম পঞ্চৰাত্ৰ। পঞ্চৰাত্ৰ নামেৰে কিছুমান সংহিতা পুথি আছে। সেই পুথি বিলাকত বাসুদেৱৰ ভাগৱতী ধৰ্মৰ নিয়ম-নিৰন্ধন আৰু তত্বৰ কথা বিবৃত আছে।

ভৈলাহা নাৰদ ঋষি নামে অৱতাৰ।
পঞ্চৰাত্ৰ নামে তন্ত্ৰ কৰিলা প্ৰচাৰ ॥

( কীৰ্তন )

দেৱিল নাৰদ আদি মুনি অপৰ্য্যান্ত।
অতি শুদ্ধ পঞ্চৰাত্ৰ যোগ কহিলন্ত ॥
যিটো মুখ্য ধৰ্ম-তন্ত্ৰ কৃষ্ণে কহিছন্ত।
তাক পুছু বিশেষ শিক্ষত কহিলন্ত ॥ ২৯

( সাত্বত-তন্ত্ৰ )

পঞ্চৰাত্ৰৰ শব্দাৰ্থ নাৰদ-পঞ্চৰাত্ৰ পুথিত আছে এইদৰে,—

ৰাত্ৰঞ্চ জ্ঞানবচনং জ্ঞানং পঞ্চবিধং স্মৃতম্ ।
তেনেদং পঞ্চৰাত্ৰঞ্চ প্ৰবদন্তি মনীষিণঃ ॥

ৰাত্ৰ শব্দৰ অৰ্থ জ্ঞান-গৰ্ভ-বচন। ই পাঁচ বিধ, যথা (১) অভিগমন, (২) উপাদান, (৩) ইজ্যা, (৪) স্বাধ্যায়, (৫) যোগ। এই পাঁচ প্ৰকাৰে ভগৱন্তক আৰাধনা কৰিব লাগে। এই আৰাধনাৰ প্ৰণালী পঞ্চৰাত্ৰ গ্ৰন্থ-বিলাকত বিস্তাৰিত ৰূপে দিয়া আছে।

পঞ্চৰাত্ৰ-সংহিতা, নাৰদীয় পঞ্চৰাত্ৰৰ মতে ৭ খান, ব্ৰহ্মবৈৰ্ত্ত পুৰাণৰ মতে ৫ খান, আৰু হয়শীৰ্ষ নামেৰে এখান, পঞ্চৰাত্ৰ গ্ৰন্থৰ মতে ২৫ খান।

ওপৰত দিয়া পাঁচ বিধ উপাসনা প্ৰণালীৰ অৰ্থ এই,

অভিগমন—গোঁসাই ঘৰলৈ যোৱা।
উপাদান—পূজাৰ পুষ্পাদি আহৰণ।
ইজ্যা—পূজা।
স্বাধ্যায়—মন্ত্ৰ জপ, ভাগৱত শাস্ত্ৰ পাঠ আদি।
যোগ—ধ্যান, ভগৱানৰ ওপৰত চিত্তাৰ্পণ।

( ৫ )

বৈষ্ণৱ ধৰ্মৰ ভিন ভিন নামৰ অৰ্থৰ কথা কোৱা হল। প্ৰাচীন হিন্দু শাস্ত্ৰবিলাকৰ ভিতৰত ভাগৱত পুৰাণ ( শ্ৰীমদ্‌ভাগৱতম্ ) এই ধৰ্মৰ প্ৰধান গ্ৰন্থ। কিন্তু শ্ৰীমদ্‌ভাগৱত আন আন পুৰাণ বা মহাভাৰতৰকৈ পুৰণি পুথি নহয়। ব্যাসদেৱে নাৰদৰ উপদেশ অনুসৰি ভাগৱত ৰচনা কৰিছিল বুলি যি কথা চলিত আছে, তাৰোপৰা বুজিব পাৰি, যে মহাভাৰত-পুৰাণ আদি গ্ৰন্থৰ পাছত হে ভাগৱত লিখা হয়।

মহাভাৰতৰ ভীষ্মপৰ্বৰ অন্তৰ্গত শ্ৰীমদ্ভগৱদ্‌-গীতা ভাগৱতী ধৰ্মৰ তত্ত্বৰ পুথি। এই ধৰ্মৰ শিক্ষা উপদেশ আদি গীতাত বৰ্ণোৱা আছে।

শান্তি পৰ্বত ৩৩৪ৰ পৰা ৩৪৮ অধ্যায়লৈ, এই পোন্ধৰ অধ্যায়ত এই ধৰ্মৰ আদি কথা সম্বন্ধে এটা বিবৰণ দিয়া আছে। এই বিবৰণটো পণ্ডিত-সমাজত "নাৰায়ণীয় আখ্যান" বুলি জনাজাত।

এই আখ্যানত আছে, যে প্ৰাচীন কালত উপৰিচৰ বসু নামেৰে এজনা ৰজা আছিল। তেওঁ—

সাত্বতং বিধিমাস্থায় প্ৰাক্‌সূৰ্য্যমুখনিঃসৃতম।
পূজয়ামাস দেৱেশং তচ্ছেষেণ পিতামহান্ ॥

[ শান্তি পৰ্ব ৩৩৫ অ। ১৯ ]

সাত্বত বিধিৰে ঈশ্বৰক পূজা কৰিছিল। এওঁ ৰজাই এসময়ত অশ্বমেধ যজ্ঞ পাতি তাত অঙ্গিৰসৰ পুত্ৰ বৃহস্পতিক ঋত্বিক্ বৰণ কৰে। এই যজ্ঞত কোনো বলি দিয়া হোৱা নাছিল। উপৰিচৰ বসুৰ ভক্তিত তুষ্ট হৈ বাসুদেৱ-নাৰায়ণে তেওঁক দেখা দিলে; কিন্তু ঋত্বিক্ হৈয়ো বৃহস্পতিয়ে নাৰায়ণক দেখা নোপোৱাত তেওঁৰ বৰ খং উঠিল।

সেই যজ্ঞতে একত, দ্বিত আৰু ত্ৰিত নামেৰে তিনিজন মুনি সদস্য হৈ আছিল। বৃহস্পতিৰ খং উঠা দেখি এওঁলোকে কলে, যে তেওঁ খং কৰাৰ কাৰণ নাই; কিয়নো নাৰায়ণে তেওঁৰ একান্ত

ভক্তকহে দেখা দিয়ে ; যজ্ঞাদি কৰি তেওঁক দেখা পাব নোৱাৰি। তেওঁলোকে ( এই তিনিজন মুনিএ ) চাৰি হাজাৰ বছৰ তপস্যা কৰিও তেওঁক দেখা নাপালে।

এই নাৰায়ণীয় আখ্যানত লিখা আছে, যে নাৰায়ণ শ্বেতদ্বীপৰ দেৱতা। শ্বেতদ্বীপ ক্ষীৰসাগৰৰ পাৰত। ইয়াৰ অধিবাসীসকলে নিৰাহাৰ নিৰিন্দ্ৰিয় হৈ তেওঁক ভক্তি কৰে। নাৰদ ঋষিয়ে এসময়ত শ্বেতদ্বীপলৈ নাৰায়ণক একান্ত ভক্তিৰে উপাসা কৰে। তাতে সন্তুষ্ট হৈ স্বয়ং নাৰায়ণে এই একান্তিক ভক্তি ধৰ্ম নাৰদক শিকায়। তেতিয়া নাৰদ ঋষি বদৰিকাশ্ৰমলৈ ফিৰি আহে।

এই আখ্যানৰ ভিতৰতে যজ্ঞত পশু বলি দিয়া শ্ৰুতিৰ ( বেদৰ ) অভিপ্ৰেত নহয় বুলি আছে।:—

বীজৈৰ্যজ্ঞেষু যষ্টব্যং ইতি বৈ বৈদিকী শ্ৰুতিঃ।
অজ সংজ্ঞানি বীজানি ছাগং ন হন্তুমৰ্হথ॥
নৈষ ধৰ্মঃ সতাং দেৱা যত্ৰ বধ্যতে বৈ পশুঃ।
[ শান্তি পৰ্ব। ৩৩৭ অ। ৪।৫ ]

অজ শব্দেৰে বীজক হে বুজায়, ছাগলক নুবুজায় ; যজ্ঞত বীজহে দিব লাগে, অৰ্থাৎ গাজি-মাহ চাউল দি যজ্ঞ কৰিব লাগে।

এই ধৰ্মৰ বৰ্ণনাৰ পাছত অৰ্জুনৰ যুদ্ধৰ প্ৰাৰম্ভত কোৱা, আৰু ভগৱদ্ গীতাত (হৰি-গীতা ) থকা একান্তিক ধৰ্মই এই ধৰ্ম, এইদৰে লিখা আছে :—

"নূনং একান্ত ধৰ্মোহয়ং শ্ৰেষ্ঠো নাৰায়ণপ্ৰিয়ঃ।"
( শান্তি পঃ। ৩৪৮ অ। ৪ )

"সমুপোঢ়েষ্বনীকেষু কুৰুপাণ্ডৱয়োৰ্ম্ৰধে।
অৰ্জ্জুনে বিমনস্কে চ গীতা ভগৱতা স্বয়ম্॥
( শান্তি পঃ। ৩৪৮ অ। ৮ )

এবমেষ মহান্ধৰ্মঃ স তে পূৰ্বম্ নৃপোত্তম।
কথিতো হৰিগীতাসু সমাসবিধি কল্পিতঃ॥
[ শান্তি পঃ। ৩৪৬ অ.। ১১ ]

এই নাৰায়ণীয় আখ্যানত মন কৰিবলগীয়া অনেক কথা আছে। তাৰ ভিতৰত যজ্ঞাদি চৰ্চাতকৈ ভক্তি ধৰ্ম উত্তম, যজ্ঞত পশুহনন বেদৰ অভিপ্ৰায় নহয়, এই দুটা শিক্ষা বিশেষ মন কৰিবলগীয়া। প্ৰাচীন কালৰ বেদ আৰু ব্ৰাহ্মণৰ যজ্ঞ-পূজা আদি অনুষ্ঠানৰপৰা ভাগৱতী ধৰ্মৰ পৃথকত্ব এই দুই প্ৰকাৰ শিক্ষাত পৰিস্ফুট হৈ উঠিছে।

নাৰদে শ্বেতদ্বীপলৈ গৈ এই ধৰ্ম শিকি আহিল, আৰু নাৰায়ণ শ্বেতদ্বীপৰে দেৱতা, এই কথাকে সূত্ৰ ধৰি পণ্ডিতসকলে বৈষ্ণৱ ধৰ্মৰ বুৰঞ্জী সম্বন্ধে নানা প্ৰকাৰ আলোচনা কৰিছে। এই বিষয় কথা পাছৰ প্ৰবন্ধত অলপ আলোচনা কৰা হব।

( ৬ )

ভাণ্ডাৰকাৰৰ মতে ( Vaishnavism. P. P. 30-31 ) কোনো বৈদিক, পৌৰাণিক বা

ঐতিহাসিক দেৱতাৰ নাম নাৰায়ণ নাছিল। বেদত নাৰায়ণৰ নাম নাই, অথচ মহাভাৰতত নাৰায়ণ পৰম দেৱতা পৰমেশ্বৰ ৰূপে প্ৰকাশ পাইছে। গতিকে ব্ৰাহ্মণ-আৰণ্যক আদি শাস্ত্ৰৰ সময়ত নাৰায়ণ-দেৱতাৰ কল্পনা হৈছিল। প্ৰকৃততে দেখাও যায় তেনে।

শতপথ ব্ৰাহ্মণত প্ৰথম নাৰায়ণ নাম পোৱা যায়। তেওঁ 'পঞ্চৰাত্ৰ সত্ৰ' (পাঁচ দিন ব্যাপি যজ্ঞ) পাতি সকলো দেৱতাৰ মাজত প্ৰধান হৈছিল বুলি তাত লিখা আছে। এই যজ্ঞেৰে নাৰায়ণে সকলো লোক, দেৱতা আৰু বেদত নিজক স্থাপন কৰি, নিজেতো সকলোকে স্থাপিত কৰাৰ কথা আছে। তৈত্তিৰিয় আৰণ্যকত নাৰায়ণক অনন্ত শ্ৰেষ্ঠ আৰু জগতৰ কৰ্তা বুলি বৰ্ণনা কৰা আছে। হৰিও তেওঁৰে নাম।

[ H. C. R. Chaudhury P. P. 65-66 ]

ওপৰৰ 'পঞ্চৰাত্ৰ সত্ৰ' পদটোৰ প্ৰতি লক্ষ্য কৰিব লাগে। ব্ৰাহ্মণৰ এই পদটোৰপৰা নাৰায়ণ পূজা-পদ্ধতি থকা গ্ৰন্থক "পঞ্চৰাত্ৰ-সংহিতা" বোলা একো বিচিত্ৰ নহয়।

এই নাৰায়ণ দেৱতা কোন? মহাভাৰতত নৰ আৰু নাৰায়ণ দুজন দেৱতা

"নাৰায়ণং নমস্কৃত্য নৰঞ্চৈৱ নৰোত্তমম্।"

অৰ্জুন আৰু বাসুদেৱ এই দুই দেৱতাৰ অৱতাৰ বুলি ইয়াৰ অনেক ঠাইত উল্লেখ আছে। ঋগবেদৰ পুৰুষ-সূক্তৰ ঋষিও নাৰায়ণ বুলি কথিত।

মহাভাৰততেই নৰ-নাৰায়ণ সম্পৰ্কে কেইবাটাও আখ্যান আছে। এটা আখ্যানৰ মতে নৰ আৰু নাৰায়ণ দুজন প্ৰাচীন ঋষিৰ নাম। এওঁলোক অসুৰ বিনাশত দেৱতা বিলাকৰ সহায়, আৰু এই অৰ্থে বাৰ বাৰ পৃথিৱীত জন্ম গ্ৰহণ কৰে।

উদ্যোগ [ মহাভা. ৫ । ৪৯ ২-২২ ]

নাৰায়ণী আখ্যানৰ মতে অনন্ত নাৰায়ণে নৰ, নাৰায়ণ, হৰি আৰু কৃষ্ণ এই চাৰি মূৰ্তি ধৰি ধৰ্মৰ পুতেক হৈ জন্মিছিল, এওঁলোকৰ মাতৃৰ নাম আছিল অহিংসা।

[ মহাভা. ১২ । ৩৩৪ । ৯১০ ]

ভাণ্ডাৰকাৰৰ মতে ঈশ্বৰৰ ধাৰণা এই নাৰায়ণ নামেৰে প্ৰকাশ কৰা হৈছে, প্ৰকৃততে নাৰায়ণ কোনো ব্যক্তি বিশেষৰ নাম নহয়। নাৰায়ণ শব্দৰ ব্যুৎপত্তিগত অৰ্থ নাৰৰ অয়ন বা আশ্ৰয়; আৰু নাৰ শব্দৰ অৰ্থ নৰৰ সমূহ। নৰ শব্দে মানুহ আৰু দেৱতাকো বুজায়। এতেকে নাৰায়ণ শব্দৰ অৰ্থ সকলো দেৱতা আৰু মানুহ অৰ্থাৎ সৃষ্ট পদাৰ্থৰ, আশ্ৰয়ৰ স্থান। [ Vaishnavism. P 30 ]

নাৰায়ণ শব্দৰ অপৰ অৰ্থ—

আপো নাৰা ইতি প্ৰোক্তা আপো বৈ নৰসূনবঃ।
অয়নং তস্য তাঃ পূৰ্ব্বং তেন নাৰায়ণঃ স্মৃতঃ॥

[ বিষ্ণু পু. । ১ম অংশ । ৪ অ. । ৬ ]

প্ৰলয়ৰ জলেই যাৰ আশ্ৰয়, তেওঁৰ নাম নাৰায়ণ। মনুসংহিতা, বায়ু-পুৰাণ আৰু বিষ্ণুপুৰাণত ব্ৰহ্মা আৰু হৰিৰ এই নাম। কাৰণ, প্ৰথমতে হৰিৰ আৰু তাৰ পাছত ব্ৰহ্মাৰ অয়ন বা আশ্ৰয়ৰ স্থল আছিল "প্ৰলয়-পয়োধি-জল"।

এই সূত্ৰত কীৰ্তনৰ—

প্ৰথমে প্ৰণমো ব্ৰহ্মৰূপী সনাতন।
সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ॥
তযু নাভি কমলত ব্ৰহ্মা ভৈলা জাত।
যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত॥

আৰম্ভণিৰ এই পদ-ফাঁকিত নাৰায়ণ নামৰ এই অৰ্থৰ প্ৰতি লক্ষ্য দেখা যায়।

পণ্ডিতসকলে ঋকবেদৰ ১০ম মণ্ডলৰ ৮২।৫-৬ সূক্তৰ পৰা নাৰায়ণৰ সম্পৰ্কে এই ধাৰণা পোৱা বুলি বিশ্বাস কৰে।

পৰৱৰ্তী কালত ব্ৰাহ্মণ, আৰণ্যক আৰু পুৰাণত, নাৰায়ণ-দেৱতা সকলো জীৱৰ আশ্ৰয়, পৰম পুৰুষ, ব্ৰহ্মাতো আগৰপৰা থকা, এইবিলাক ধাৰণা পৰিস্ফুট হৈ উঠে ( **Bhandarkar, Vaishnavism P. P. 30-31** )।

ব্ৰাহ্মণ-গ্ৰন্থ সমূহ ৰচনাৰ পাছৰ কাললৈ নাৰায়ণ পৰমেশ্বৰৰ অপৰ নাম হল। সাত্বত বংশৰ বাসুদেৱ প্ৰৱৰ্তিত ভাগৱতী ধৰ্ম ইয়াৰ পাছৰ কালৰ। মহাভাৰতত ভাগৱতী ধৰ্মৰ ভগৱৎ বা হৰিক নাৰায়ণৰ অৱতাৰ বা দুয়োজন অভিন্ন দেৱতা, এই কথা প্ৰমাণ কৰিবলৈ বহুতো প্ৰয়াস দেখা যায়। ক্ৰমে এই ধৰ্মৰ প্ৰৱৰ্তন কৰোঁতা বাসুদেৱকো ঈশ্বৰ বুলি পূজা কৰাৰ যত্ন মহাভাৰততে ধৰিব পাৰে। যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞত এই চেষ্টা প্ৰকাশ্য ভাৱে কৰাত, ভাগৱতী ধৰ্মৰ বিৰোধী সকলৰে সৈতে বিবাদ হয়। ভীষ্ম, বিদুৰ, সঞ্জয়, যুধিষ্ঠিৰ আদি বাসুদেৱভক্ত নতুন ধৰ্মৰ লোক; আৰু শিশুপাল, জৰাসন্ধ আদি ক্ষত্ৰিয় ৰজাবিলাক এই ধৰ্মৰ বিদ্ৰোহী।

ভাগৱতৰপৰাও বুজিব পাৰি, যে প্ৰথম অৱস্থাত ভাগৱতী বা বৈষ্ণৱ ধৰ্মৰ এটা বিৰুদ্ধবাদী দল আছিল। প্ৰহ্লাদ চৰিত্ৰত এই কথা ফুটাই লিখা আছে ঃ—

কোনৰা বৈষ্ণৱে আৰু কৰে বুদ্ধিভেদ।
ভাল মতে শিক্ষক পঢ়ায়ো অবিচ্ছেদ॥ ৩৩৩

[ কীৰ্ত্তন। প্ৰহ্লাদ চৰিত্ৰ ]

উপজিলি তই দৈত্য কুলৰ কণ্টক।
ভৈলি বিষ্ণু পক্ষ ক্ষয় কৰিলি কুলক॥ ৩৩৭

[ কীৰ্তন। প্ৰহ্লাদ চৰিত্ৰ ]

( ৭ )

বৈষ্ণৱ ধৰ্ম যদিও ভাগৱতী ধৰ্মৰ নাম, তথাপি বিষ্ণুক উপাস্য দেৱতা কৰি ভাগৱতী সম্প্ৰদায়ে গ্ৰহণ কৰিলে, পৰৱৰ্ত্তী কালত, মহাভাৰত পুৰাণৰ দিনত।

আদিতে ভাগৱতী সম্প্ৰদায়ৰ প্ৰৱৰ্তন হৈছিল, বেদবিহিত যজ্ঞাদি ক্ৰিয়াৰ জটিলতা এৰি সৰল ভক্তি-পথেৰে ঈশ্বৰৰ উপাসনা কৰিবলৈ। কিন্তু এই সম্প্ৰদায়ে প্ৰত্যক্ষ ভাৱে বেদ আৰু বৈদিক অনুষ্ঠানক নিন্দা নকৰিছিল ( **Bhandarkar, Vaishnavism. P. 9** )। বৈদিক ক্ৰিয়াশীল ব্ৰাহ্মণসকলে বৌদ্ধাদি সকলো ধৰ্মকে বৈদিক ধৰ্মৰ শাখাৰূপে ব্যাখ্যা কৰিবলৈ চেষ্টা

কৰিছিল। সেই দেখি বৌদ্ধ আৰু জিন-মহাবীৰকো, ভাৰত নামেৰে ঈশ্বৰৰ একো একো অৱতাৰ বুলিছিল। কিন্তু পূৰ্ব ভাৰতৰ এই দুই ধৰ্মই যথেষ্ট ৰূপে বেদৰ প্ৰাধান্য স্বীকাৰ নকৰিলে, ইফালে অশোক আদি প্ৰতাপী ৰাজা সকলে বৌদ্ধধৰ্ম অৱলম্বন কৰি এই ধৰ্মৰ প্ৰচাৰৰ প্ৰতি মন দিয়াত, বৈদিক-ক্ৰিয়া-ৰত লোকসকলে ভাগৱতী সম্প্ৰদায়ৰ উপাস্য হৰি, ভগৱত, বাসুদেৱ—এই সকলৰ লগত বৈদিক দেৱতা বিষ্ণু, আৰু ব্ৰাহ্মণ দেৱতা নাৰায়ণ, অভেদ বুলি কল্পিত হ'ল। শেষত বিষ্ণু দেৱতাৰে নাম প্ৰধান ৰূপে বৰ্তিল; আৰু ভাগৱতী সম্প্ৰদায়ক নিজৰ ভিতৰুৱা কৰি লবলৈ চেষ্টা কৰিবলৈ ধৰিলে। ফলত ভাগৱতী সম্প্ৰদায়ৰ নাম বৈষ্ণৱ হ'ল। পাছৰ কালত বিষ্ণুতকৈও কৃষ্ণহে এই সম্প্ৰদায়ৰ প্ৰধান উপাস্য দেৱতা হ'ল। এই বিষয় পাছত কোৱা হব। নকলেও হব, যে এইবিলাক নাম এক ঈশ্বৰৰে ভিন্ ভিন্ নাম বুলি পাছৰ কালত চলিল।

বিষ্ণু-দেৱতাৰ প্ৰাধান্য হোৱাৰ কাৰণ আছে। বেদত বিষ্ণু দেৱতাৰ নাম উল্লেখ আছে। তাত তেওঁ এজন আদিত্য, প্ৰধান দেৱতা নহয়। তেওঁ ইন্দ্ৰৰ প্ৰধান সহায় আৰু অসুৰৰ বিৰুদ্ধে যুদ্ধ কৰাৰ এজন আগৰণুৱা।

"ইদং বিষ্ণু-ৰ্বিচক্ৰমে ত্ৰেধা নিদধে পদম্"

"ত্ৰীনি পদচবিচক্ৰমে বিষ্ণুৰ্গোপা অদাভ্যঃ"

ইত্যাদি বেদৰ বচনত বিষ্ণুএ তিনি পদেৰে (খোজেৰে) গোটাই বিশ্ব আগুৰাৰ কথা আছে। বিষ্ণুৰ এই তিনি পদ আকাশত সূৰ্য্যৰ উদয়, শিৰোবিন্দু প্ৰাপ্তি আৰু অস্ত, এই তিনি অৱস্থাৰ কথা মাত্ৰ। ক্ৰমে বিষ্ণুৰ 'পৰমপদ' সাধুসকলৰ ঈপ্সনীয় বস্তু হৈ উঠাৰ কথা বেদতে পোৱা যায়। "তদ্বিষ্ণুঃপৰমম্ সদা পশ্যন্তি সুৰয়ঃ। দিবীব চক্ষুৰাততম্।" আকাশত বিস্ফাৰিত চক্ষুৰদৰে সুধীসকলে সদায় বিষ্ণুৰ সেই পৰমপদ দেখে।

ব্ৰাহ্মণ গ্ৰন্থত বিষ্ণুৰ প্ৰাধান্য ক্ৰমে বেছি হৈ আহিল। ঐতৰেয় ব্ৰাহ্মণত কৈছে, "অগ্নিশ্চ হ বৈ বিষ্ণুশ্চ দেবানাং দীক্ষাপালৌ" (ঐত।১।৫)। অগ্নি আৰু বিষ্ণু দেৱতা বিলাকৰ দীক্ষাদাতা গুৰু। শতপথ ব্ৰাহ্মণত আছে, "স দেৱতানাং শ্ৰেষ্ঠো হ ভৱৎ। তস্মাদাহুঃ বিষ্ণু দেৱতানাং শ্ৰেষ্ঠঃ ইতি" (শত প।১৪।১।১।৫)। এইদৰে দেখা যায়, যে বেদৰ আদিত্য দেৱতা বিষ্ণু ব্ৰাহ্মণত শ্ৰেষ্ঠ দেৱতা ৰূপে স্থান পালে।

উপনিষদবিলাকৰ অনেকত বিষ্ণুৰ শ্ৰেষ্ঠত্ব স্বীকাৰ কৰা হৈছে। বিষ্ণুৰ লগত তেওঁৰ "পৰমপদ" কথা-আখৰৰ যোগ উপনিষদ্ [কঠ ৩।১।২ আৰু মৈত্ৰী ৬।২৬] আৰু পুৰাণৰ সময়তো দেখা যায়। এই পৰমপদ অৰ্থ প্ৰথমতে আকাশৰ কোনো কল্পিত স্থান আছিল বুলি অনুমান কৰিব পাৰি কিন্তু পুৰাণৰ সময়লৈকে ইয়াৰ অৰ্থ ব্ৰহ্ম শব্দেৰে আজি কালি যিহক বুজি, তেনেকুৱা হ'ল। পাছলৈ ভক্তি (বৈষ্ণৱ) শাস্ত্ৰত এয়ে গোকুল বা বৈকুণ্ঠ হ'ল। বিষ্ণু পুৰাণৰ প্ৰথমাংশ, নৱম অধ্যায়ত বিষ্ণুৰ "পৰমপদৰ" এই ৰূপ বৰ্ণনা আছে :—[ব্ৰহ্মা-স্তুতি।]

ভোক্তাৰং ভোজ্যভূতঞ্চ স্ৰষ্টাৰং সৃজ্যমেৱচ।
কাৰ্য্যং কৰ্মস্বৰূপং তং প্ৰণতাঃ স্ম পৰম্ পদম্॥ ৪৯

বিশুদ্ধং বোধনং নিত্যমজমক্ষয়মব্যয়ম্।
অব্যক্তমবিকাৰং যৎ তদ্বিষ্ণোঃ পৰমং পদম্॥ ৫০

ন স্থূলং ন চ সূক্ষ্মং যৎ ন বিশেষণগোচৰম্ ।
তৎ পদং পৰমং বিষ্ণোঃ প্ৰণমামঃ সদামলম্ ॥ ৫১
যস্যাযুতাযুতাংশাংশে বিশ্ব শক্তিৰিয়াং স্থিতা ।
পৰং ব্ৰহ্মস্বৰূপং যৎ প্ৰণমামস্তমব্যয়ম্ ॥ ৫২
যন্ন দেৱাঃ ন মুনয়ো ন চাহং নচ শঙ্কৰঃ ।
জানন্তি পৰমেশস্য তদ্বিষ্ণোঃ পৰমং পদম্ ॥ ৫৩
শক্তয়ো যস্য দেবস্য ব্ৰহ্মা-বিষ্ণু-শিৱাদিকাঃ ।
ভবন্ত্যভূতপূৰ্বস্য তবিষ্ণোঃ পৰমং পদম্ ॥ ৫৪

এইদৰে বিষ্ণু-পুৰাণৰ সময়লৈ প্ৰধান দেৱতা আৰু তেওঁৰ শক্তিৰূপৰ। ব্ৰহ্মা বিষ্ণু শিৱাদিৰ কথা পোৱা যায়। শংখ-চক্ৰ-গদা পদ্মধৰ কৌস্তভ ভূষণ শ্ৰীবৎস-লাঞ্ছন বিষ্ণুৰ মূৰ্তি, যে বিশ্বব্যাপক পৰমেশ্বৰৰ ৰূপক এই কথাৰ ব্যাখ্যা পুৰাণত অনেক ঠাইত আছে।

আত্মনমস্য জগতো নিৰ্লেপমগুণামলম্ ।
বিভৰ্ত্তি কৌস্তভমণিস্বৰূপং ভগবান্ হৰিঃ ॥ ৬৬
শ্ৰীবৎসসংস্থানধৰমনন্তে চ সমাশ্ৰিতম্ ।
প্ৰধানং বুদ্ধিপ্যাস্তে গদাৰূপেণ মাধৱে ॥ ৬৭
ভূতাদিৰিন্দ্ৰিয়াদিঞ্চ দ্বিধাহঙ্কাৰমীশ্বৰঃ ।
বিভৰ্ত্তি শঙ্খৰূপেণ শাৰ্ঙ্গৰূপেণ চ স্থিতম্ ॥ ৬৮
বলস্বৰূপমত্যন্তজবেনান্তৰিতানিলম্ ।
চক্ৰস্বৰূপঞ্চ মনো ধত্তে বিষ্ণুঃ কৰেস্থিতম্ ॥ ৬৯
পঞ্চৰূপা তু যা মালা বৈজয়ন্তী গদাভৃতঃ ।
সাভূতহেতুসংঘাতী ভূতমালা চ বৈ দ্বিজ ॥ ৭০
মানীন্দ্ৰিয়াণ্যশেষাণি বুদ্ধিকৰ্মাত্মকানি বৈ ।
শৰ ৰূপাণ্য শেষাণি তানি ধত্তে জনাৰ্দনঃ ॥ ৭১
বিভৰ্ত্তি যচ্চাসিৰত্নমচ্যুতোঽত্যন্তনিৰ্মলম্ ।
বিদ্যময়ন্তু তজ্জ্ঞানমবিদ্যাকোশসংস্থিতম্ ॥

[ বিষ্ণু পুৰাণ। ১ম অং। ২২ অ ] ইত্যাদি।

বেদ-ক্ৰিয়াশীল লোকসকলৰ মতত ভাগৱতী সম্প্ৰদায় বেদান্তৰ্গত ধৰ্মৰ শাখা স্বৰূপ বুলি গৃহীত হোৱাৰ কথা পূৰ্বে কোৱা হৈছে। এই ক্ৰমে বৈদিক দেৱতা বিষ্ণুএ এই সম্প্ৰদায়ৰ উপাস্য দেৱতাৰ স্থান অধিকাৰ কৰিলে, অৰ্থাৎ বাসুদেৱ, ভাগৱৎ, হৰি, নাৰায়ণ, বিষ্ণুৰেই অপৰ নাম বুলি প্ৰচাৰিত হল।

বিষ্ণু দেৱতাই এইদৰৰ প্ৰাধান্য পোৱাৰ কাৰণ আছিল। দেখা যায়, যে আদি অৱস্থাত ভাগৱত ধৰ্মৰ সূৰ্য্যোপাসনাৰ লগত কিছু সংশ্ৰৱ আছিল। এই ধৰ্মৰ প্ৰতিষ্ঠাতা বাসুদেৱ কৃষ্ণ ঘোৰ আঙ্গিৰসৰ শিষ্য; আৰু ঘোৰ আঙ্গিৰস সূৰ্য্যৰ উপাসক আছিল। নাৰায়ণীয় আখ্যানতো

সাত্বত বিধি সূৰ্য্যৰ মুখৰপৰা ওলোৱা বুলি লিখা আছে—“সাত্বত বিধিমাস্থায় প্ৰাক্ সূৰ্য-মুখনিঃসৃতম্”

( শান্তি পঃ। ৩৩৫ অ.। ১৯ )

এই ধৰ্মৰ প্ৰচাৰ কিদৰে হল, তাৰ কথাত নাৰায়ণীয় আখ্যানত আছে, এই ধৰ্ম প্ৰথমতে প্ৰজাপতি, তাৰ পাচত দক্ষ—বিবস্বৎ ( আদিত্য ) মনু—আৰু ইক্ষাকু এইক্ৰমে পৃথিৱীত প্ৰচাৰ হল। গীতাৰ চতুৰ্থ অধ্যায়ৰ প্ৰথমতে ভগৱান-বিৱস্বৎ-মনু—ইক্ষাকু এই ক্ৰমত এই ধৰ্ম প্ৰচাৰ হল বুলি কোৱা আছে। এইবিলাকৰ পৰা প্ৰমাণ হয়, যে ভাগৱতী ধৰ্মৰ সূৰ্য্যোপানাৰ লগত সম্পৰ্ক আছিল। আৰু সেই দেখি, সূৰ্য্য দেৱতা বিষ্ণুএ সহজতে এই সম্প্ৰদায়ৰ উপাস্য দেৱতাৰ স্থানত অধিষ্ঠিত হব পাৰিলে।

হেমচন্দ্ৰ ৰায় চৌধুৰীয়ে তেওঁৰ বৈষ্ণৱ সম্প্ৰদায়ৰ আদি বুৰঞ্জীত [ Early History of the Vaishnava Sect. P. P. 19-20 ] বাসুদেৱ আৰু বিষ্ণুনাম একেলগে থাকাৰ আৰু সূৰ্য্যৰ অৰ্থেৰে ব্যৱহাৰ হোৱাৰ কেইবাটাও উদাহৰণ দিছে :—

“নাৰায়ণায় বিদ্মহে বাসুদেৱায় ধীমহি।
তন্নোবিষ্ণুঃ প্ৰচোদয়াৎ॥”
( তৈত্তিৰীয়-আৰণ্যক। ১০ম প্ৰপাঠক। )

“বসনাৎ সৰ্বভূতানাম্ বসুত্বাদ্-দেৱ যোনিতঃ।
বাসুদেৱঃ ততো বেদ্যো বৃহত্বাদ্ বিষ্ণুৰুচ্যতে॥

“সকলোভূতক ( মায়াৰ দ্বাৰা ) আবৃত কৰি থোৱাৰ হেতুকে, তেওঁৰ জ্যোতিৰ বা দেৱতা-সকলৰ জন্মদাতা হেতুকে, তেওঁৰ বাসুদেৱ বোলে। বৃহত্ব হেতুকে বিষ্ণু বোলে।”

ছদয়ামি জগদ্ বিশ্বং ভূত্বাসূৰ্য্য ইবাং শুভিঃ।
সৰ্ব ভূতাধিবাসশ্চ বাসুদেৱস্ততোহ্যহম্

[ শান্তি পঃ। ৩৪১ অ। ৪১ ]

সূৰ্য্য ৰূপ ধৰি মই সমস্ত বিশ্ব মোৰ কিৰণেৰে আবৃত কৰোঁ। আৰু মই সকলো ভূতৰ অধিবাসৰ স্থান। সেই দেখি মোৰ নাম বাসুদেৱ।”

ভাণ্ডাৰকাৰৰ মতে গীতাৰ সময়লৈ বিষ্ণুএ ভাগৱতী সম্প্ৰদায়ৰ উপাস্য দেৱতাৰ স্থান অধিকাৰ কৰা নাছিল। ( Vaishnavism P. 13 )। গীতাত বিষ্ণু নামৰ দুই এবাৰ উল্লেখ আছে ; কিন্তু তাত বিষ্ণু অৰ্থে সূৰ্য্যকহে কৈছে।

এওঁৰ মতে—“পশ্চিম ভাৰতৰ অধিবাসী যদুবংশৰ সাত্বত—ক্ষত্ৰিয়বিলাকে প্ৰথমতে ভাগৱতী ধৰ্ম অৱলম্বন কৰে। এই বংশৰ বাসুদেৱ কৃষ্ণ নামে ঘোৰ আঙ্গিৰসৰ শিষ্য আছিল ; আৰু প্ৰথমতে তেওঁ এই ধৰ্ম প্ৰচাৰ কৰে। মহাভাৰতৰ সময়ত এই ধৰ্মই ক্ৰমে প্ৰচাৰ লাভ কৰে। আৰু সাত্বতসকলৰ উপাস্য ভগৱান, হৰি, বাসুদেৱ এইবিলাকৰ নামৰ লগত নাৰায়ণ নামৰো যোগ হয়। পৌৰাণিক যুগত বৈদিক দেৱতা বিষ্ণুৰ নামো ভাগৱতী সম্প্ৰদায়ৰ উপাস্য দেৱতাৰ নামৰূপে স্ফুটি ওলায়। বাসুদেৱ, নাৰায়ণ আৰু বিষ্ণুৰ উপাসনা তিনিও লগলাগি এই ধৰ্ম বৈষ্ণৱ

ধৰ্ম নামেৰে এই সময়ৰপৰা প্ৰখ্যাত হয়। কিন্তু বৰ্তমান যুগৰ বৈষ্ণৱবিলাকৰ প্ৰধান উপাস্য কৃষ্ণ নাম—এই সময়লৈ বৈষ্ণৱ ধৰ্মৰ লগত মিশ্ৰিত হোৱা নাছিল।"

[ Vaishnavism P. 9 & P 13 ]

(৮)

কৃষ্ণৰ সম্পৰ্কে পণ্ডিতসকলৰ নানা প্ৰকাৰৰ গবেষণা আছে। তাৰে কেইটামান কথা ইয়াত উল্লেখ কৰা যাব মাত্ৰ। কোনো কোনো ইউৰোপীয় পণ্ডিতৰ মতে কৃষ্ণ একগ্ৰাম্য দেৱতাৰ নাম; পাছত তেৱেঁই বৈষ্ণৱ ধৰ্মৰ উপাস্য দেৱতা হল। বাৰ্থৰ মতে সূৰ্য্য দেৱতাৰ আন এটা নাম কৃষ্ণ; হপ্‌কিন্‌চ (Hopkins—Religions of India) অৰ অনুমান, যে পাণ্ডৱবিলাক অজ্ঞাতকুলশীল এটা অনাৰ্য্য জাতি; এওঁলোকে ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰভুত্ব গুচাই কৃষ্ণৰ উপাসনা প্ৰতিষ্ঠা কৰে। ডাক্তাৰ কীথ (Dr. Keith) আদি আন কিছুমান পণ্ডিতৰ মতে কৃষ্ণ কৃষিৰ দেৱতা আছিল; মূল ধাতু কৃষ্‌এ তাকে সূচনা কৰে। চেমিটিক-এডোনিচ, মিচৰৰ ওচিৰিচ আৰু গ্ৰীক-ডাইওনিচোচ, আদি কৃষিৰ দেৱতা বিলাকৰ কাহিনীৰ লগত কৃষ্ণৰ কাহিনীৰ মিল আছে। তেওঁৰ গোবিন্দ, দামোদৰ আদি নামেও কৃষিৰ লগত সম্বন্ধ বুজাইছে। গোবিন্দ অৰ্থে গোপাল, আৰু দামোদৰ অৰ্থ, যাৰ উদৰত দাম, মালা আঁছে। এই মালা হৈছে ধানৰ সঁহ। আকৌ চাৰ ৱিলিয়ম জোন্‌চ (Sir William Jones), ৱেবাৰ (Weber) আদি প্ৰসিদ্ধ পণ্ডিতৰ মতে কৃষ্ণ বা কৃষ্ট নাম খৃষ্ট নামৰ ৰূপান্তৰ মাত্ৰ। অৰ্থাৎ কৃষ্ণোপাসনা যীচু খৃষ্টৰ উপাসনা মাত্ৰ। এই বিষয়ে "বৈষ্ণৱ-ধৰ্মৰ আদি বুৰঞ্জী" প্ৰৱন্ধতে অলপ বহলাই কোৱা হব [ H. C. Raychaudhury. P. P. 24-25; 77 ]।

কিন্তু কোনো ভাৰতীয় পণ্ডিতৰ মত এইবিলাক মতৰ লগত নিমিলে। তেওঁলোকে এক বাক্যে কয়, যে কৃষ্ণ এজনা প্ৰকৃত মানুহ (historical personage) আছিল। ভাণ্ডাৰকাৰৰ মতে, ভাগৱতী ধৰ্মৰ আদি প্ৰচাৰকজনৰ নাম বাসুদেৱ; আৰু তেওঁৰ গোত্ৰ কৃষ্ণ বা কাষ্ণায়ণ থাকা সম্ভৱ। আমি যিদৰে মান্যৱন্ত লোকৰ নাম নাকাঢ়ি উপাধিৰে মাতো (যেনে :—বৰুৱা, গোঁসাই ইত্যাদি) সেইদৰে বাসুদেৱকো কেৱল কৃষ্ণ বুলি কোৱা হৈছিল। (Vaishnavism. P. 11)

কিন্তু কৃষ্ণ নাম ভাৰতৰ প্ৰাচীন সাহিত্যত অনেক পোৱা যায়। যেনে—বিশ্বকায়ৰ পিতা কৃষ্ণ, কৃষ্ণ আঙ্গিৰস, কৃষ্ণ-হাৰীত, অগ্ৰ্য সূত্ৰৰ কৃষ্ণ, মহাভাৰতকাৰ কৃষ্ণ-দ্বৈপায়ন ইত্যাদি। ভাণ্ডাৰকাৰে ভাবে, যে কালক্ৰমত এই ঋষিবিলাকৰ জ্ঞান-বুদ্ধিৰ কথাও বাসুদেৱ কৃষ্ণত অৰ্পিত হব ধৰিলে; আৰু এইদৰে খৃষ্টৰ প্ৰথম শতিকাত কৃষ্ণ নামেৰে বাসুদেৱ কৃষ্ণকেহে প্ৰধানকৈ বুজুৱা হল।

কৃষ্ণৰ ঐতিহাসিকত্ব সম্বন্ধে ভাৰতীয় পণ্ডিতসকলে কয়, যে বিশেষ কাৰণ নাথাকিলে অতকাল হিন্দুশাস্ত্ৰত চলি থকা এটাক অসত্য বুলি মানিবৰ একো হেতু নাই। ঘোৰ আঙ্গিৰসৰ শিষ্য কৃষ্ণক দৈৱকী পুত্ৰ বোলা হৈছে। ইফালে বৌদ্ধ ধৰ্মৰ ঘট-জাটকতো বাসুদেৱক কৃষ্ণ বোলা হৈছে। আৰু তেওঁৰ মাকৰ নাম দেৱ গৰ্ভা পিতাকৰ নাম উপসাগৰ বুলি লিখা আছে।

এইবিলাক আৰু এইসকল অনেক কথাৰপৰা পণ্ডিতসকল একমত হৈছে, যে সাত্বত-বংশৰ বাসুদেৱ-কৃষ্ণই প্ৰকৃত কৃষ্ণ। আৰু এওঁৰ ঘোৰ-আঙ্গিৰসৰপৰা শিক্ষা গ্ৰহণ কৰি ভগৱানৰ একান্ত ভক্তি উপাসনা প্ৰচাৰ কৰে।

কিন্তু গোপাল-কৃষ্ণ গোৱালৰ ঘৰত ডাঙৰ দীঘল হৈ সৰুকালত গৰু চৰাই, কৈশোৰত গোপীৰ লগত ৰং ধেমালি কৰি ফুৰা এনে গোৱাল কৃষ্ণ, কি প্ৰকাৰে একান্ত ভক্তি-পৰায়ণ "তপোদানমাৰ্জৱম্ অহিংসা সত্য বচনম্"ৰ (ছান্দোগ্য। ৩। ১৭। ৪) প্ৰচাৰ কৰ্তা বাসুদেৱ কৃষ্ণৰ লগত একে হল। এই কথাত পণ্ডিতসকল এক মত হব পৰা নাই।

মহাভাৰত বা তাতকৈ পুৰণি কোনো পুথিত কৃষ্ণৰ গোপাল নাম নাই; বা কৃষ্ণ গোৱালৰ ঘৰত থাকি ডাঙৰ দীঘল হৈছিল বুলি উল্লেখ নাই। নাৰায়ণীয় আখ্যানত কংস বধৰ কাৰণে নাৰায়ণৰ অৱতাৰ হোৱা কথা আছে; কিন্তু গোকুলত পুতনা আদি যিবিলাক অসুৰক কৃষ্ণই মাৰিছিল, সেইবিলাকৰ নাম নাই (**Bhandarkar. Vaishnavism. P. 36**)।

গোবিন্দ নাম মহাভাৰতত আছে; কিন্তু তাত, গো-শব্দেৰে গৰুক বুজোৱা নাই। পৃথিবীহে বুজাইছে। বৰাহ অৱতাৰত প্ৰলয় জলত পৃথিৱীক পাইছিল। সেইদেখি তেওঁৰ নাম গোবিন্দ (মহাভাঃ। আদি পঃ ২১।১২)।

ভাণ্ডাৰকাৰৰ মতে খৃষ্টাব্দৰ আৰম্ভৰ সময়লৈ গোকুল লীলাকাৰী কৃষ্ণৰ কথা প্ৰখ্যাত হোৱা নাছিল। তাৰ পাছতহে কৃষ্ণৰ গোকুলৰ লীলাৰ প্ৰচাৰ হল। হৰিবংশ এইবিষয়ক প্ৰধান গ্ৰন্থ। হৰিবংশৰ মতে গোৱালবিলাক "ঘোষত" অৰ্থাৎ গাৱত বাস কৰিছিল। "ঘোষ" শব্দৰ অৰ্থ অস্থায়ী ঘৰ বান্ধি থকা গাওঁ, বা আভীৰ পল্লী। আভীৰবিলাক এটা জাতি। এই জাতিৰ কথা মহাভাৰতত আছে। অৰ্জ্জুনে যদুবংশৰ ধ্বংসৰ পাছত দ্বাৰকাৰপৰা যদু-তিৰোতাসকলক লৈ আহোঁতে হস্তিনাপুৰৰ বাটতে আভীৰবিলাকে তেওঁৰ আক্ৰমণ কৰিছিল। সেই উপলক্ষ্যত আভীৰ-বিলাকক দস্যু আৰু ম্লেচ্ছ বোলা হৈছে। পাছলৈ গৰু, মহ, চৰাই এওঁবিলাকে গোৱালৰ ব্যৱসায় লৈছিল। এওঁবিলাকে ভাৰতবৰ্ষৰ বাহিৰৰ কোনো ঠাইৰপৰা আহি ৰাজপুতনা আৰু তাৰে উত্তৰ পূৰ্ব অংশত খৃষ্টাব্দৰ প্ৰথম শতিকাত স্থায়ী ভাবে বসতি কৰিবলৈ লয়। পাছৰ কালত মহাৰাষ্ট্ৰৰ উত্তৰ অংশত আভীৰ জাতিৰ মানুহে ৰাজত্বও কৰা প্ৰমাণ পোৱা যায়। খৃষ্টাব্দৰ দ্বিতীয় শতিকাত ৰুদ্ৰসিংহ আৰু তৃতীয় শতিকাত ঈশ্বৰ সেন নামেৰে দুজন আভীৰ ৰজাই এই অঞ্চলত ৰাজত্ব কৰিছিল বুলি প্ৰমাণ আছে। আভীৰবিলাকক আজি কালি আহিৰ বোলে।

ভাণ্ডাৰকাৰৰ মতে বাল-গোপাল এই আভীৰবিলাকৰ উপাস্য দেৱতা আছিল। এওঁৰ শিশু-লীলা আৰু ধেনুক আদি অসুৰ বধৰ কথা আভীৰবিলাকৰ মাজত চলিত আছিল। এইটোও সম্ভৱ, যে এই আভীৰবিলাকে চিৰিয়া বা ভাৰতৰ উত্তৰ পশ্চিম প্ৰদেশৰ কোনো খৃষ্টানৰ সংস্পৰ্শত আহি যীচু-খৃষ্টৰ জন্মাদি বৃত্তান্তও কিছু কিছু জানিছিল। কালক্ৰমত বাসুদেৱ কৃষ্ণৰ ভাগৱতী ধৰ্ম আভীৰবিলাকৰ মাজত প্ৰচাৰ হল। আৰু সেই সময়ত বাসুদেৱ কৃষ্ণৰ শিক্ষা, বাল-গোপালৰ শিশু-লীলা, খৃষ্টৰ জন্ম-কাহিনী এই আটাইবিলাক এজন দেৱতাৰ কথা বুলি প্ৰচাৰিত হল।

গোকুলৰ গোপীবিলাকৰ লগত কিশোৰ কৃষ্ণৰ ৰাস-লীলা আদি যিবিলাক কাহিনী প্ৰখ্যাত আছে, ভাণ্ডাৰকাৰে ভাবে, যে সিও এই আভীৰবিলাকৰ লগত ভাগৱতী ধৰ্ম সংশ্ৰৱ-হেতু। আদি

কালিৰ গোৱালৰ তিৰোতাৰ দৰে, সেই কাৰণে আভীৰ স্ত্ৰীসকলো সুন্দৰী আছিল। মূকলিমূৰীয়া আভীৰবিলাকৰ লগত আৰ্য্য সংশ্ৰৱ হোৱাত ছুয়ো পক্ষৰ নীতিৰ বান্ধ শিথিল হোৱা একো আচৰিত নহয়। নতুবা, নীতিবিদ্ বাসুদেৱৰ প্ৰচাৰিত ভাগৱতী-ধৰ্মৰ শিক্ষাৰ লগত, গোকুলৰ লীলাবোৰৰ মুলতঃ অলপো মিল নাই ( Vaishnavism. P. P. 37-38 )।

ভাণ্ডাৰকাৰৰ এই মত। কিন্তু কোনো কোনো ভাৰতীয় পণ্ডিতে এই মত সম্পূৰ্ণ সমৰ্থন নকৰে। তেওঁলোকে বেদৰ সময়ৰপৰা কৃষ্ণৰ লগত গৰুৰ আৰু গোৱালৰ সম্পৰ্ক থকা প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছে। ঋগবেদত গো-বিদ্, ইন্দ্ৰৰ বিশেষণ, আৰু গৰুৰ ৰক্ষাকৰ্তা। তেনেকৈ কেশী নিসূদন শব্দও ইন্দ্ৰৰ হে বিশেষণ। বিষ্ণু দেৱতাই যেতিয়া ধৰ্মত আসন অধিকাৰ কৰিলে, অৰ্থাৎ বেদৰ ইন্দ্ৰৰ পৰিবৰ্ত্তে প্ৰধান উপাস্য দেৱতা স্বৰূপে স্থিতি লাভ কৰিলে, তেতিয়া এই বিশেষণবিলাকো বিষ্ণু দেৱতাই অধিকাৰ কৰিলে। গতিকে গোবিন্দ, ( গোবিদ্ শব্দৰপৰা ) কেশী নিসূদন আদি বিষ্ণু তথা কৃষ্ণৰ গুণৰ পৰিচায়ক হৈ উঠিল ( Vaishnavism. P. 36 )।

ঋগ্ বেদত বিষ্ণুক "গোপা"—গৰুৰ ৰক্ষক বোলা হৈছে—

"ত্ৰীণি পদা বিচক্ৰমে বিষ্ণুৰ্গোপা অদাভ্যঃ"

( ঋক্ । ১ । ২২ । ১৮ )

আৰু বিষ্ণুৰ পৰমপদৰ বৰ্ণনা এইদৰে আছে—

"অবাম্ বাস্তুনি উশ্মসি গমধ্যয়ি যত্ৰ গাবো ভূৰি

শৃঙ্গা অয়াসঃ'—( ঋক্ ১ । ১৫৪ । ৬ )

"আমি তোমাৰ সেইবোৰ ধাম পাবলৈ বাঞ্ছা কৰোঁ। যত ভূৰিশৃঙ্গ ( অনেক শিং থকা ) সদায় সঞ্চৰণশীল গাইবিলাক বিচৰণ কৰে।"

আৰু এটা ঋক্ আছে—

"উত নো ধীয়ো গো অগ্ৰাঃ পুষন্ বিষ্ণবেবয়াবঃ কৰ্তা ন স্বস্তিমতঃ।"

"হে পুষন্, হে বিষ্ণু হে দ্ৰুতগামী, আমাৰ প্ৰাৰ্থনাৰ ফলত যেন আমি গৰুকে আদি কৰি পশুবিলাক পাওঁ। আমাক সমৃদ্ধ কৰা।" ঋগবেদৰ ৫ । ৫২ । ১৭—

এই মন্ত্ৰৰপৰা জানিব পাৰি, যে যমুনাৰ ওচৰৰ ঠাইবিলাক সেই সময়তো গৰুৰ নিমিত্তে বিখ্যাত আছিল। তৈত্তিৰীয় সংহিতাত গোৱাল-বাণ্ড নামেৰে এজন ঋষিৰ উল্লেখ পোৱা যায়।

এইবোৰ কথাৰপৰা দেখা যায়, যে বিষ্ণুৰ লগত গৰুৰ সম্বন্ধ বেদৰ সময়ৰপৰাই আছে। আৰু তাৰ পৰা ধৰিব পাৰি যে গোপাল-কৃষ্ণৰ মূল বেদৰ এইবিলাক কাহিনীয়েই। এইটো কিন্তু সম্ভৱ, যে পৰবৰ্ত্তী কালত আভীৰবিলাকৰ সংশ্ৰৱলৈ অহাত কৃষ্ণৰ বিষয়ক আন আন কথাও এই জাতিৰ পুৰণি কথা আচাৰ ব্যৱহাৰপৰা যোগ হল ( H. C. Raychauhury. P. 28, P 45 )।

দক্ষিণ ভাৰতত বৈষ্ণৱ ধৰ্মৰ আদি বুৰঞ্জী (Early History of Vaishnavism in South India by S. Krishna Swami Aiyangar ) নামে কিতাপত কৃষ্ণস্বামী আয়েঙ্গাৰে লিখিছে বোলে—'কৃষ্ণপূজাৰ আভীৰ আৰু খৃষ্টানৰ ধৰ্মৰ লগত সম্পৰ্ক দেখুৱাই বহু কথা লিখা হৈছে। কিন্তু মনু-সংহিতা, মহাভাৰত আৰু পুৰাণ আদি গ্ৰন্থ ভালদৰে আলোচনা নকৰাকৈ এই কথা নিঃসংশয়ে মানিব নোৱাৰি।" ( P. 98 )

এই আলোচনাৰ মুঠ কথা এই—

বাসুদেৱৰে নাম কৃষ্ণ আছিল। কালক্ৰমত বাসুদেৱ, কৃষ্ণ, নাৰায়ণ, ভগৱান, বিষ্ণু, হৰি এই আটাইবিলাক ভাগৱতী সম্প্ৰদায়ৰ উপাস্য দেৱতাৰ নাম হল। কিন্তু বৈষ্ণৱ-ধৰ্মৰ আদি কালত এই ধৰ্মত গোপাল কৃষ্ণৰ সাক্ষাৎ সম্পৰ্ক নাছিল'। খৃষ্টৰ প্ৰথম শতিকাৰ পৰাহে বাল-গোপাল ভাৱ এই ধৰ্মত প্ৰৱেশ কৰে। এই ভাৱৰ মূল বেদতো দেখিবলৈ পোৱা যায়। কিন্তু কৃষ্ণৰ শিশু-লীলা, গোপী-লীলা আদি কথা আভীৰবিলাকৰ লগত সংস্পৰ্শৰপৰা চলিত হোৱা সম্ভৱ। কৃষ্ণৰ শিশু কালৰ দুটা এটা কথা—যেনে, দেৱকীৰ ছয় পুত্ৰৰ বধ, গোৱালৰ ঘৰত কৃষ্ণৰ বাস—খৃষ্ট জন্মৰ দুটা এটা কাহিনীৰ লগতো মিলি যাব পাৰে।

এইদৰে বৈষ্ণৱ-ধৰ্মত কৃষ্ণৰ পূজাই প্ৰধান অঙ্গ হৈ উঠিল। কিন্তু কোনো কোনো বৈষ্ণৱ সম্প্ৰদায়ে ৰাধা কৃষ্ণৰ একেলগে পূজা, ৰাধা-কৃষ্ণৰ লীলা কল, এনেকি ৰাধাৰ প্ৰাধান্য হে, বৈষ্ণৱ ধৰ্মৰ উত্তমাঙ্গ বুলি ভাবে।

( ৯ )

ৰাধাৰ বিষয়ে কিন্তু কৃষ্ণৰ দৰে বহল আলোচনা পাবলৈ নাই। ভাগৱতাদি পুৰণি শাস্ত্ৰত ৰাধাৰ উল্লেখ নাই। ৰাস-পঞ্চাধ্যায় ভাগৱতৰে এটা অংশ, কিন্তু তাতো ৰাধা-কৃষ্ণৰ মধুৰ-লীলাৰ কথা নাই। ব্ৰহ্ম-বৈৱৰ্ত্ত পুৰাণত ৰাধাৰ কথা আছে। এই পুৰাণৰ মতে গোলোক-বিহাৰী কৃষ্ণৰ বাওঁফালৰপৰা ৰাধাৰ উৎপত্তি। এওঁ জন্মৰ পৰাই ষোড়শী যুৱতী, আৰু অপৰূপ ৰূপৱতী। কৃষ্ণৰ লোম-কূপৰপৰা গোপ আৰু ৰাধাৰ লোম-কূপৰপৰা গোপীবিলাকৰ জন্ম হয়।

সুদামৰ শাপত ৰাধা পাছত বৃষভানু বা বৃকভানু গোপৰ কন্যা হৈ জন্ম গ্ৰহণ কৰে, সেইদৰে ৰাধাৰ শাপত সুদামো শঙ্খচূড় হৈ জন্মে। ৰাধাৰ স্বামী ৰায়ণ গোপ যশোদাৰ ভায়েক; গতিকে মানৱী জন্মত ৰাধা কৃষ্ণৰ মামী হয়। এই পুৰাণৰ মতে কৃষ্ণ যেতিয়া গোকুলত কিশোৰ, তেতিয়া ৰাধাৰ বয়স ২৬ বছৰ।

ব্ৰহ্ম-বৈৱৰ্ত্তৰ পাছতেই ৰাধা-কৃষ্ণৰ লীলা বিষয়ক গ্ৰন্থৰ ভিতৰত জয়দেৱৰ গীত-গোবিন্দ অতি প্ৰখ্যাত। গীত-গোবিন্দৰ সুমধুৰ সুৰস গীতবিলাকৰ সৌন্দৰ্য্যই ৰাধা-কৃষ্ণ লীলাৰ মাধুৰ্য্য বিস্তাৰ কৰাত বিশেষ সহায় হৈছিল বুলি অনুমান কৰিব পাৰি। জয়দেৱ বাৰ শতিকাৰ শেষাৰ্ধৰ কবি। তেওঁৰ সমসাময়িক আৰু এজন কবিএ মৈথিলী ভাষাত ৰাধা-কৃষ্ণৰ লীলা বৰ্ণনা কৰিছিল। তেওঁ মিথিলা-ৰাজ-সভাৰ কবি উমাপতি। খৃষ্টাব্দৰ বাৰ শতিকামানৰপৰা বহুদিনলৈ মিথিলা হিন্দু শাস্ত্ৰ চৰ্চাৰ এটা প্ৰধান কেন্দ্ৰ আছিল। উমাপতিৰ পাছতো কেইবা জনো কবিয়ে মিথিলাত থাকি ৰাধা-কৃষ্ণ লীলা বৰ্ণাই পদ লিখিছিল। এওঁলোকৰ ভিতৰত বিদ্যাপতিৰ পদাৱলী জয়দেৱৰ গীত-গোবিন্দৰদৰে অতি প্ৰখ্যাত। বিদ্যাপতি খৃষ্টাব্দৰ চতুৰ্দশ শতিকাৰ আগ ভাগৰ লোক। বিদ্যা-পতিৰ পদাৱলীৰ মাধুৰ্য্যত আকৃষ্ট হৈ হে সেই সময়ৰ আন আন দেশৰ কবিসকলেও মৈথিলী ভাষাত বৈষ্ণৱ পদ লিখিছিল। শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ প্ৰভৃতি কবি সকলো এই প্ৰভাৱৰপৰা বাদ পৰা নাছিল [ **Vaishnavic Literature by Rai Bahadur Dines Chandra Sen. Pages 1—6** ]।

ৰাধাৰ আৰু বৈষ্ণৱ-ধৰ্মত গোমোৱা সম্পৰ্কে পণ্ডিত সকলে আন ঐতিহাসিকতা থকা বুলি অনুমান কৰে। খৃষ্টজন্মৰ আগৰ পৰাই "সিৰিমা দেৱতা" লক্ষ্মীৰ পূজা থকাৰ প্ৰমাণ পোৱা যায়। আগ ভোখৰত এই পূজাৰ তিমান খ্যাতি নাছিল। গুপ্ত সম্ৰাটসকলৰ ৰাজত্ব কাল খৃষ্টাব্দ ৩০০—৬০০ শতিকালৈ। নিবেদিতা ( Sister Nivedita ) ৰ মতে গুপ্ত ৰাজত্বৰ সময়ত ভাৰতবৰ্ষত স্ত্ৰীৰ প্ৰতি বেছি শ্ৰদ্ধা দেখুৱা হৈছিল। গুপ্ত সম্ৰাট সকলৰ ছাব মোহৰ আদিত সম্ৰাট আৰু আৰু দেৱী (সম্ৰাজ্ঞী) উভয়ৰে ছবি আৰু নাম আছিল। এওঁলোকৰ এটা আখ্যান আছিল "পৰম ভাগৱত"। অৰ্থাৎ এওঁলোকে ভাগৱতী-ধৰ্মক ৰাজ-ধৰ্ম কৰিছিল।

পণ্ডিতবিলাকে অনুমান কৰে, যে এই সময়তে নাৰায়ণৰ লগত লক্ষ্মীৰ পূজা, আৰু ক্ৰমে লক্ষ্মীনাৰায়ণ পূজা ভাগৱতী সম্প্ৰদায়ত চলিবলৈ ধৰে। সাংখ্যৰ পুৰুষ প্ৰকৃতিৰ অচ্ছেদ্য সম্বন্ধৰ দাৰ্শনিক মতবাদৰ পৰাও লক্ষ্মী-নাৰায়ণৰ পূজা প্ৰচলন হোৱাত সহায় হৈছিল। কালত লক্ষ্মী-নাৰায়ণেই ৰাধা-কৃষ্ণ হল [ Hem-Cnandra R. Chaudhury P. 105—06 ]।

ভাণ্ডাৰকাৰৰ মতে বল্লভাচাৰ্য্যৰ দিনৰপৰাহে ৰাধা-ভাৱে বৈষ্ণৱ ধৰ্মত প্ৰাধান্য লাভ কৰে। শ্ৰীচৈতন্যদেৱে মধুৰ লীলাৰ প্ৰধান প্ৰচাৰক। এওঁবিলাক দুয়োজন একে সময়ৰ লোক। বল্লভাচাৰ্য্যৰ জন্ম ১৪৭৯ খৃষ্টাব্দ; আৰু শ্ৰীচৈতন্য দেৱৰ জন্ম ১৪৮৪ খৃষ্টাব্দ। শ্ৰীশঙ্কৰদেৱৰ বয়স এওঁ লোকতকৈ ৩০।৩৫ মান বছৰ বেছি বুলি কথিত। কিন্তু ধৰ্ম প্ৰচাৰ কাৰ্য্যত এৰেঁা তেওঁলোকৰ একে সময়ৰ।

( ১০ )

কি প্ৰকাৰে বিভিন্ন শাখা-প্ৰশাখাৰে বিস্তাৰিত হৈ বৈষ্ণৱ-ধৰ্মই বাসুদেৱ, ভাগৱত, হৰি, নাৰায়ণ, বিষ্ণু, কৃষ্ণ আৰু ৰাধাৰ উপাসনা একেলগ কৰি এক বিৰাট ধৰ্মত পৰিণত হল, সেই কথা সংক্ষেপতে কোৱা হল।

সকলো ধৰ্মৰে এনে প্ৰমাণ কৰিবলৈ ইচ্ছা, যে সেই ধৰ্ম অনন্ত কালৰপৰা চলি আহিছে। বৌদ্ধ ধৰ্মত, সেই দেখি গৌতম বুদ্ধৰ আগৰ অনেক আৰু পাছতো হবলগীয়া অনেক বুদ্ধৰ উল্লেখ আছে। জৈন ধৰ্মতো তেনেকুৱা। মুছলমান ধৰ্মতো মহম্মদৰ পূৰ্ব্বৰ অনেক প্ৰচাৰকৰ নাম আছে। বৈষ্ণৱাচাৰ্য্য সকলে এই ধৰ্ম অনন্ত কালৰপৰা চলি আহিছে বুলি কয়; আৰু বেদৰ পৰা আমি অহা বুলি প্ৰমাণ কৰিবলৈ বিচাৰে। বেদৰ লগত সম্বন্ধৰ কথা আগত কোৱা হৈছে।

মহাভাৰতৰ নাৰায়ণীয় আখ্যান মতে এই ভাগৱত ধৰ্মদেৱে নাৰায়ণে বাৰ বাৰ প্ৰচাৰ কৰিছিল; আৰু বাৰ বাৰ অন্তৰ্হিত হৈছিল। শেষত ব্ৰহ্মা যেতিয়া নাৰায়ণৰ নাভিৰপৰা জন্মিল, সেই সময়ত সপ্তম বাৰ এই ধৰ্ম পৃথিৱীত প্ৰচাৰিত হল। নাৰায়ণে ব্ৰহ্মাক, ব্ৰহ্মাই দক্ষক—দক্ষৰপৰা আদিত্য বিৱস্বান, মনু, আৰু ইক্ষাকু এই ক্ৰমত এই ধৰ্মৰ প্ৰচাৰ হয়।

গীতাৰ ৪ৰ্থ অধ্যায়ৰ আৰম্ভতে এই ধৰ্মৰ প্ৰচাৰৰ ক্ৰমো প্ৰায় এইদৰে দিয়া আছে :—

ইমং বিৱস্বতে যোগং প্ৰোক্তবান্ অহমব্যয়ম্।
বিৱস্বান্ মনবে প্ৰাহ মনুৰিক্ষাকৱেহ ব্ৰবীৎ॥

এবং পৰম্পৰাপ্ৰাপ্তমিমং ৰাজৰ্ষয়ো বিদুঃ ॥

স কালেনেহ মহতা যোগ নষ্টঃ পৰন্তপ ॥

স এৱায়ং ময়া তেহদ্য যোগঃ প্ৰোক্তঃ পুৰাতনঃ।

ভক্তোহসি মে সখা চেতি ৰহস্যং। হ্যেতদুত্তমম্॥

গীতাৰ মতে ইক্ষ্বাকুৰ পাছত এই ধৰ্ম আৰু এবাৰ নষ্ট হয়; আৰু শেষবৰাৰ ভগৱানে নিজে অৰ্জ্জুনৰ আগত এই ধৰ্মৰ কথা কয়।

নাৰায়ণীয় আখ্যানত আকৌ আছে, যে চিত্ৰ শিখণ্ডী ঋষিসকলে প্ৰথমে এই ধৰ্ম নাৰায়ণৰপৰা পায়। এওঁলোক—মৰীচিৰত্ৰ্যঙ্গিৰসৌ পুলস্ত্যঃ পুলহঃ ক্ৰতু।

বশিষ্ঠশ্চ মহাতেজাঃ তেহি চিত্ৰ শিখণ্ডিনঃ ॥

( শান্তিপঃ। ৩৩৫ অ। ২৯ )

এওঁলোকে এই ধৰ্ম প্ৰচাৰ কৰে; আৰু শেষত বৃহস্পতি এই ধৰ্মৰ প্ৰধান আচাৰ্য্য হয়। বৃহস্পতিৰপৰা উপৰি চৰবসুএ এই ধৰ্মৰ শিক্ষা গ্ৰহণ কৰে।

এই আটাইখিনি আখ্যানত মন কৰিব লাগে, যে ক্ষত্ৰিয় কোনো ৰাজৰ্ষিকহে এই ধৰ্মৰ প্ৰধান ভক্তৰূপে কোৱা হৈছে। উপনিষদ্ গ্ৰন্থবিলাকৰ লগত ক্ষত্ৰিয় ৰাজৰ্ষিবিলাকৰ কি সম্পৰ্ক তাক এই প্ৰবন্ধৰ আগভাগতে কোৱা হৈছে। এই ক্ৰমৰ পৰাও প্ৰমাণ হয়, যে ভাগৱতী ধৰ্ম প্ৰথমতে ক্ষত্ৰিয়সকলেই প্ৰচাৰ কৰিছিল।

শ্ৰীমদ্ভাগৱতৰ তৃতীয় স্কন্ধৰ টীকাৰ আৰম্ভত শ্ৰীধৰ স্বামীয়ে ভাগৱতী ধৰ্ম প্ৰচাৰৰ অলপ পুৰণি কথা লিখিছে :—

"দ্বেধা হি ভাগৱত-সম্প্ৰদায়-প্ৰবৃত্তিঃ।

একতঃ সংক্ষেপতঃ শ্ৰীনাৰায়ণাৎ ব্ৰহ্মা নাৰদাদি দ্বাৰেণ।

অন্যতস্তু বিস্তৰতঃ শেষাৎ সনৎ-কুমাৰ সাংখ্যায়নাদি দ্বাৰেন"।

সকলো বৈষ্ণৱ শাস্ত্ৰত নাৰদক ভাগৱতী ধৰ্মৰ প্ৰধান ভক্ত, মহাভাগৱত আৰু নাৰায়ণৰ মহিমা কীৰ্ত্তন কৰি ফুৰা ঋষি বুলি বৰ্ণনা কৰা হৈছে।

শ্ৰীমদ্ভাগৱতৰ মতে দ্বাদশ জন প্ৰধান বৈষ্ণৱঃ

স্বয়ম্ভূঃ নাৰদঃ শম্ভুঃ কুমাৰঃ কপিলো মনুঃ।

প্ৰহ্লাদো জনকো ভীষ্মো বলিৰ্বৈয়াধসিকিৰ্বয়ম্॥ ২০

দ্বাদশৈতে বিজানীমো ধৰ্মং ভাগৱতং ভটাঃ।

গুহ্যং বিশুদ্ধং দুৰ্বোধং যং জ্ঞাত্বামৃতমশ্নুতে॥ ২১

[ শ্ৰীমদ্ভাগৱত। ৬ষ্ঠ স্ক। ৩য় অ ]

এইকথা যমৰাজাই যমদূতৰ আগত কৈছে।

ব্ৰহ্মা হৰ মনু কপিল কুমাৰ

শুক ভীষ্ম বলিৰায়।

প্ৰহ্লাদ নাৰদ জনক আদিকে

বাৰজন সমুদায় ॥ ১৯২

পৰম গুপুত হৰিনাম ধৰ্ম্ম
জানি আছো শুদ্ধ ভাৱে।
যাক আচৰিলে থাৱতে বসিয়া
দুৰ্লভ মোক্ষক পাৱে ॥ ১৯৩

( কীৰ্ত্তন। অজামিলোপাখ্যান )

এই হল প্ৰাচীন শাস্ত্ৰীয় বৈষ্ণৱৰ নাম। ইয়াৰ ভিতৰত জনক আৰু ভীষ্মৰ বাহিৰে আনবিলাকক ঐতিহাসিক ব্যক্তি বুলিবৰ কোনো প্ৰমাণেই এতিয়ালৈ পোৱা নাই।

পদ্ম পুৰাণত চাৰিটা বৈষ্ণৱ সম্প্ৰদায়ৰ উল্লেখ আছে; আৰু এতিয়ালৈকে ভাৰতবৰ্ষৰ সকলো বৈষ্ণৱ সম্প্ৰদায়ে এই চাৰি সম্প্ৰদায়ৰ কোনো এক সম্প্ৰদায়ভুক্ত বুলি কয়।

অতঃ কলৌ ভবিষ্যন্তি চত্বাৰঃ সম্প্ৰদায়িনঃ
শ্ৰীব্ৰহ্মৰুদ্ৰ সনকো বৈষ্ণৱা ক্ষিতিপাবনাঃ ॥
ৰামানুজং শ্ৰীঃ স্বীচক্ৰে মাধ্বাচাৰ্য্যং চতুৰ্মুখঃ।
শ্ৰীবিষ্ণুস্বামিনং ৰুদ্ৰো নিম্বাদিত্যং চতুঃসন ॥

ৰামানুজ এঘাৰ শতিকাৰ লোক ( খৃষ্টাব্দ ১০১৭-১১৩৭ ) মধ্ব বা আনন্দতীৰ্থ তেৰ শতিকাৰ ( খৃঃ ১১৯৭-১২৭৬ ); বিষ্ণু স্বামীও তেৰ শতিকাৰ মাজভাগৰ, আৰু নিম্বাৰ্ক বা নিম্বাদিত্য বাৰ শতিকাৰ ( খৃঃ ১১৬২ ? ) গতিকে এই শ্লোকে তেৰ শতিকাৰ বৈষ্ণৱ সম্প্ৰদায়ৰ কথা সূচাইছে। আন প্ৰবন্ধত ইসকলৰ কথা কোৱা হব ( Bhandarkar's Vaishnavism P. 67, P 57, P77, P 62)।

শঙ্কৰাচাৰ্য্যৰ সময়ত ছয় প্ৰকাৰ বৈষ্ণৱৰ কথা উল্লেখ আছে, জ্ঞান আৰু কৰ্মৰ বিভাগৰ দ্বাৰাই প্ৰত্যেক বিধৰে দুবিধ হোৱাত, মুঠত বাৰ প্ৰকাৰ বৈষ্ণৱৰ উল্লেখ, আনন্দ গিৰি কৃত শঙ্কৰ দিগ্বিজয় গ্ৰন্থ ষষ্ঠ প্ৰকৰণত দেখা যায়। তদ্ যথা—

ভক্তাঃ ভাগৱতাশ্চৈব বৈষ্ণৱাঃ পাঞ্চৰাত্ৰিণঃ।
বৈখানসাঃ কৰ্মহীনাঃ ষড়্বিধাঃ বৈষ্ণৱাঃ মতাঃ ॥
ক্ৰিয়াজ্ঞানবিভেদেন ত এব দ্বাদশাভৱন্।
[ বিশ্বকোষ। ১৯ খণ্ড। পৃঃ ৬৮০। ৬ষ্ঠ প্ৰঃ ]

আমাৰ দেশৰ চাৰিজন বৈষ্ণৱ ধৰ্মাচাৰ্য্যৰ কথা মানুহৰ মুখে মুখে চলিত হৈ আছে :—

পূৰ্বে শ্ৰীশঙ্কৰদেৱ ( খৃঃ ১৪৪৯-১৫৬৯ );
পশ্চিমে শ্ৰীচৈতন্য ( খৃঃ ১৪৮৪-১৫৩২ );
উত্তৰে হৰি ব্যাস ( খৃঃ ১৫১০-? );
দক্ষিণে ৰামানন্দ ( খৃঃ ১৩০০- ? );
চৈতন্যদেৱ মধ্বাচাৰ্য্য প্ৰবৰ্ত্তিত ব্ৰহ্ম সম্প্ৰদায় ভুক্ত;
হৰিব্যাস নিম্বাদিত্য প্ৰবৰ্ত্তিত চতুঃসন সম্প্ৰদায় ভুক্ত;
ৰামানন্দ ৰামানুজ প্ৰবৰ্ত্তিত শ্ৰী সম্প্ৰদায় ভুক্ত।

শ্ৰীশঙ্কৰদেৱ কোন সম্প্ৰদায় ভুক্ত, সেই কথা তেওঁৰ প্ৰৱৰ্তিত ধৰ্মৰ কোনো পুথিত পাবলৈ নাই। কিন্তু চাৰিধা শাস্ত্ৰীয় সম্প্ৰদায় ধৰিব লাগিলে, আৰু এই চাৰি জন আচাৰ্য্যৰ নাম বহুকালৰপৰা চলি অহাৰ কিবা অৰ্থ ধৰিব লাগিলে, শ্ৰীশঙ্কৰদেৱক বিষ্ণু স্বামী প্ৰৱৰ্তিত ৰুদ্ৰ সম্প্ৰদায়ৰ ভুক্ত বুলিব পাৰি। এই কথা পাচলৈ বিস্তৃত ৰূপে আলোচনা কৰাৰ আশা থাকিল। *

---

* অসম সাহিত্য সভা পত্ৰিকা, প্ৰথম বছৰ, তৃতীয় সংখ্যা।

# নাম-ঘৰ

নাম-ঘৰ অসমীয়া জাতীৰ এক অপূৰ্ব্ব অনুষ্ঠান। এনেকুৱা অসমীয়া গাওঁ বিৰল যত নাম-ঘৰ নাছিল। বৰ্ত্তমান সময়ত দেখা যায় অনেক গাৱঁৰ নাম-ঘৰ ভাঙি-চিঙি গৈছে, আৰু আন আন অনেক গাৱঁত ভাঙো-ভাঙো হৈ আছে।

প্ৰধানকৈ, নগৰৰ আদৰ্শ অনুকৰণ কৰি চলাৰ পৰাই গাৱঁৰ এনে পবিত্ৰ মন্দিৰৰ আৰু শিক্ষাৰ এনে সুন্দৰ কেন্দ্ৰৰ এই দশা হৈছে।

প্ৰাচীন দিনত—এনেকি পঁচিশ বছৰ পূৰ্ব্ব-পৰ্য্যন্ত—গাৱঁৰ নামঘৰত গাৱঁৰ সমূহৰ মঙ্গলজনক কাজবোৰৰ আলোচনা আৰু উদ্যোগ হৈছিল, খুচুৰা-খুচুৰা মেল-মোকৰ্দ্দমা নামঘৰতে বহি গাৱঁৰ বুঢ়া লোকে মাৰি দিছিল; শাস্ত্ৰপাঠ নাম-প্ৰসঙ্গ আদি সদালাপ আৰু সদাচাৰত গাৱঁলীয়া মানুহৰ গধূলিৰ পৰখিনি নাম-ঘৰতে কাটিছিল। পুৱা বেলা নাম ঘৰৰ চোতালতে টেকেনিয়া টেকেনিয়া লৰাবোৰে খেল-ধেমালি কৰি নিজৰ নিজৰ স্বাস্থ্য আৰু আনন্দ আৰ্জ্জিছিল। দুপৰীয়া পৰত পথাৰৰ বনৰ পৰা আঁজৰি লৈ গাৱঁৰ মানুহে নাম-ঘৰত জুৰ লৈছিল, একেলগে বহি নানাবিধ কথা আলচ কৰিছিল, কোনোএ বা ৰামায়ণ মহাভাৰত-কীৰ্ত্তন-দশম-আদি সুৰ ধৰি পঢ়িছিল, ইবিলাকে শুনিছিল। আবেলি পৰত আজৰি থকা মাইকীবিলাকে নাম-ঘৰলৈ আহি নাম গাইছিল। এইবিলাক দৈনিক কাৰ্য্যৰ উপৰিও মাহে-পথে নাম ঘৰত নানাবিধ যাত্ৰা-ভাওনা, বছৰেকত ৩।৪ বাৰ হোম পূজা হৈছিল। তেনে সময়ত এক গাৱঁৰ আনন্দৰ ঢৌ বাগৰি আন আন গাওঁ ভেদি গৈছিল।

এইদৰে নাম-ঘৰকে কেন্দ্ৰ কৰি গাৱঁলীয়া জীৱনৰ সমস্ত ধৰ্ম্ম, সমস্ত কৰ্ম্ম, সকলো আনন্দ আৰু উদ্যোগ ফুটি উঠিছিল। সামাজিক জীৱনৰ সুখ আৰু উপকাৰ নদীৰ পানীৰ দৰে সকলোৰে সুলভ হৈ উঠিছিল।

কিন্তু কাল-ক্ৰমত গাৱঁলীয়া জীৱনৰ এই সবল সোঁতত বাঁধা পৰিল; সোঁতৰ গতি বেকা হল, নদীৰ পানী ঘোলা হল, নতুন যুগৰ নতুন নতুন বৈজ্ঞানিক আবিষ্কাৰৰ পৰা সমস্ত পৃথিবীৰ পৰিসৰ কমি আহিল; ভিন ভিন দেশৰ আচাৰে ভিন ভিন দেশ ভেদিলেগৈ; ভিন জাতিৰ আদৰ্শই ভিন ভিন জাতিৰ জীৱন পৰিবৰ্ত্তন কৰিবলৈ ধৰিলে। এতিয়া কোনো দেশ বা জাতিৰ সংকীৰ্ণ সীমাৰ মাজত সভ্যতা বা শিক্ষা, আচাৰ বা অনুষ্ঠান, আৱদ্ধ কৰি ৰাখিব নোৱাৰি। যি যুগত সমস্ত মানৱ-সমাজ এক মানৱ জাতি-ৰূপে গণিত হব, বৰ্ত্তমান যুগ সেই যুগৰ আৰম্ভণ। এনে মহাপৰিবৰ্ত্তনৰ কালত যে বিৰুদ্ধভাবাপন্ন আদৰ্শৰ সংঘৰ্ষ হব আৰু সেই সংঘৰ্ষৰ ফলত অনেক ভাল অনুষ্ঠানবো অৱনতি ঘটিব—ই একো অস্বাভাৱিক নহয়।

সেই দেখি নাম-ঘৰৰ প্ৰতি বৰ্ত্তমান অসমীয়া সমাজৰ বাহিৰৰ আওহেলাটোকে লক্ষ্য কৰি আমাৰ জাতিৰ উন্নতিৰ আশা নাই বুলি অকাৰণ মনস্তাপ কৰাৰ কোনো কাৰণ নাই। প্ৰাচীন ভাৰতৰ জীৱনৰ যি আদৰ্শ আছিল কি যে সহজ সবল সত্য আদৰ্শ তাত ছিকুক্তি নাই। কিন্তু সেই আদৰ্শ স্থাপিত হৈছিল মানুহৰ দেহৰ ওপৰত; কিন্তু মানুহৰে মূৰ্খতা আৰু পাপৰ এক

আচৰিত সংমিশ্ৰণ সি এই সহজ কথাটোলৈ মন নিদিছিল। এই কালত আমাৰ প্ৰাচীন আদৰ্শটোৰ প্ৰকৃত স্থায়িত্ব কিমান, সি মানুহৰ জীৱনৰ উপযোগী হয় নে নহয়—ইত্যাদি কথাৰ পৰীক্ষা চলিছে। এনে হেঁচা খেলাত যে আমাৰ পুৰণি আদৰ্শৰ লগতে পুৰণি অনুষ্ঠানবো কিছু দুৰ্দশা ঘটিব—ইয়াত অসম্ভাব্যতা একো নাই।

এই কাৰণে, আগেয়ে নাম-ঘৰৰপৰা আমাৰ জাতীয় জীৱনৰ যিবোৰ অভাৱ গুচিছিল, এতিয়া সেইবোৰ অভাৱ আনপ্ৰকাৰে মাৰিবলৈও কিবা বাট আছে নে নাই আমি তাকো চাব লাগে।

শ্ৰেণীত পেলাব খুজিলে, নাম-ঘৰৰ সহায়ত (১) সাধাৰণৰ মাজত শিক্ষাবিস্তাৰ হৈছিল; (২) ধৰ্ম প্ৰবৃত্তিৰ উৎকৰ্ষ সাধিত হৈছিল; (৩) সামাজিক প্ৰবৃত্তিৰ পৰা পাবলগীয়া সকলো উপকাৰ পোৱা হৈছিল, আৰু (৪) বিশুদ্ধ আমোদ-আহ্লাদৰ অনুষ্ঠান হৈছিল। দেখা যায় যে সকলো সভ্য সমাজতে জীৱনৰ অতি লাগতিয়াল অঙ্গ কেইটা পূৰণ কৰিবলৈ নানাবিধ যত্ন চলি আহিছে। আজি-কালিৰ ইস্কুল, সভা-সমিতি, ক্লাব, থিয়েটাৰ, বায়োস্কোপ, নানাবিধ নতুন নতুন ধৰ্ম মত আৰু উপাসনা প্ৰণালীৰ উদ্ভৱ—এই আটাইবিলাকে ওপৰত কোৱা কোনো নহয় কোনো প্ৰকাৰৰ অভাৱ পূৰণ কৰি মানুহৰ জীৱনৰ সম্পূৰ্ণতা আৰু সাৰ্থকতা কৰিবলৈ বিচাৰে।

নাম-ঘৰৰ সহায়ত শিক্ষা কিৰূপে বিস্তৃত হৈছিল, এই কথা পোনতে বুজা নাযায়। কিন্তু শিক্ষিত আৰু আখৰচিনা লোকৰ প্ৰভেদলৈ মন কৰিলে কথাটো সহজতে ধৰিব পাৰি। আজি-কালিৰ হিচাৰ মতে, কোনো প্ৰকাৰে নামটো যোঁটাব পৰিলে বা আনে লিখা চিঠি এখন পঢ়িব পাৰিলেই শিক্ষিতৰ ভিতৰত গণ্য হয়। লাগে, তেনে লোকৰ কোনো প্ৰকাৰৰ ভাল-বেয়া উচিত অনুচিতৰ জ্ঞান থাকক বা নাথাকক। আগৰ কালত বহুত কম মানুহৰ হে বৰ্ণজ্ঞান আছিল। কিন্তু শাস্ত্ৰজ্ঞান বা কৰ্তব্যাকৰ্তব্যবোধ নাথাকা মানুহৰ সংখ্যা এতিয়াত কৰি যে তেতিয়া বেছি আছিল, এনে ভাবিবৰ একো কাৰণ নাই। বৰং আমি মনত পৰাতে যি সকল বুঢ়ালোকক দেখিছোঁ, তেওঁলোকৰ অনেকেই বৰ্ণ-জ্ঞান হীন হলেও সকলো শাস্ত্ৰ-সদাচাৰ নীতি-নিয়মত বিশেষ অভিজ্ঞ আছিল। ইয়াৰ কাৰণ আছিল নাম-ঘৰৰ ৰীতি, তাত বহি সদাই জানা লোকৰ মুখে শাস্ত্ৰ-শ্ৰৱণ। ইয়াৰ পৰাই শাস্ত্ৰপাঠ কৰোৱা আৰু শাস্ত্ৰ-শ্ৰৱণ কৰা এবিধ পুণ্য কৰ্মৰ লেখত উঠিছিল।

সেই সময়ত বৰ্ণ-জ্ঞানৰ আৱশ্যকতাও তিমান নাছিল। ছাপাখানা আবিষ্কাৰ হোৱাৰ আগত পুথিৰ সংখ্যা তাকৰ আছিল। পঢ়িব জানা মানুহেও বহু প্ৰবন্ধ কৰি হে একোখান পুথি সংগ্ৰহ কৰিছিল; তাত পৰিশ্ৰম আছিল যেনে খৰচো আছিল তেনে সেই দেখি অৱসৰ আৰু অৰ্থ থকা মানুহৰ মুখে শাস্ত্ৰৰ কথা শুনা, পুৰাণ ইতিহাসৰ বিবৰণ জনা, সাধাৰণৰ মাজত শিক্ষা বিস্তাৰৰ প্ৰধান পন্থা আছিল। আজি-কালিও বঙ্গদেশত কথকতা প্ৰচলিত আছে, আৰু কথকসকলে সাধাৰণ প্ৰজাক জ্ঞান দানত বহুত সহায় কৰি আছে। পশ্চিমৰ ধনী দেশবোৰত জীৱন্ত চিত্ৰ-প্ৰদৰ্শনী (বায়োস্কোপ) আৰু ছায়া-বাজিৰ সহায়ত এইদৰে সাধাৰণৰ মাজত শিক্ষা-বিস্তাৰৰ কাৰণে আজি-কালি প্ৰকৃত চেষ্টা চলিব ধৰিছে।

আমাৰ দেশতো এই ধৰণৰ শিক্ষা যতনৰ আৱশ্যক। আমি দুখীয়া দেশ। ইংলণ্ড বা

আমেৰিকা, জাৰ্মানি বা জাপানক হুবহু অনুকৰণ কৰিব নোৱাৰে। আৰু কৰাৰো আৱশ্যক নাই। তথাপি তো, কম দামৰ "কিনেমা-যন্ত্ৰ" (বায়োস্কোপ) আৰু ছায়াবাজি সংগ্ৰহ কৰি আমি গাৱেঁ গাৱেঁ নানাবিধ লাগতিয়াল জ্ঞানৰ শিক্ষা দিয়া তিমান অসম্ভৱো নহয়।

কিন্তু প্ৰকৃষ্ট উপায় আমাৰ পূৰ্ব্বৰটো হে। কিবা প্ৰকাৰে গাৱঁৰ সমস্ত বা বেছি ভাগ মানুহক গধূলি গধূলি নামঘৰৰ দৰে কেন্দ্ৰ ঠাইত গোট খুৱাব পাৰিলে, আৰু তাত নানাবিধ নতুন কথা, প্ৰাচীন কাহিনী, বৰ্ত্তমান জগতৰ খা-খবৰ—ইত্যাদি বিলাকৰ আলোচনা কৰিব পাৰিলে দেশৰ অনেক মঙ্গল সাধিত হয়। সেয়ে আনন্দজনক হব লাগে আৰু হব লাগে বিনা খৰচত বা সস্তাত।

আগৰ দিনত বৰ্ণজ্ঞানৰ যিমান আৱশ্যক থাকক বা নাথাকক বৰ্তমানত যে তাৰ অতি আৱশ্যক এই কথাত কোনোএ বিশুদ্ধ মত দিব নোৱাৰে। মুঠে এটা কাৰণ কবলৈ হলেও আজি-কালি দক্ষিণ মহাসাগৰৰ কোনো দ্বীপৰ নাৰিকল খেতিত ব্যাঘাত হলেও সি আমাৰ দৈনিক জীৱন স্পৰ্শ কৰেহি—আন ডাঙৰ ঠাইৰ আন গুৰুতৰ কথাৰ কথাকে নকওঁ। এই কাৰণে পাৰ্য্যমাণে পৃথিবীৰ কাণ্ড-কাৰখানাৰ খবৰ ৰখা আমাৰ প্ৰত্যেকৰে কৰ্তব্য। যি জাতি এনে খবৰ ৰাখিব নোৱাৰে আৰু সেই অনুসাৰে চলিব নোৱাৰে, সি অধিক কাল ইয়াত তিষ্টি থাকাও টান।

বাধ্যতামূলক শিক্ষাই বৰ্ণ-জ্ঞান প্ৰচাৰৰ একমাত্ৰ উপায়। সকলো দেশৰ শিক্ষাৰ বুৰঞ্জীৰ পৰা এই এক কথাকেহে পোৱা যায়। যিয়ে যিহকে গাক, আমিও যে এদিন আমাৰ জাতীয় জীৱনত এই সমস্যাৰ সমাধান কৰিব লাগিব, তাত অকণো সন্দেহ নাই। আৰু যেতিয়া সেই শুভক্ষণ আহে, তেতিয়া যে এই গুৰুতৰ কথাৰ মন-খোৱা মন-নোখোৱা দুয়োফালৰ উচিত হিচাব লব লাগিব তাতো বিন্দুমাত্ৰ সন্দেহ নাই। যি মহাপুৰুষৰ ওপৰত এই মহৎ কৰ্ম্মৰ ভাৰ পৰে তেওঁ একালে কপটতাৰ কটাক্ষৰ প্ৰতি কেৰাহি নকৰা হব লাগিব আৰু আন ফালে অজ্ঞতাৰ আৱৰ্জনাকো আওহেলা কৰিব পৰা হব লাগিব।

আজি কালিৰ আন সকলো শিক্ষা বৰ্ণ-জ্ঞানৰ ওপৰতেই প্ৰধানকৈ নিৰ্ভৰ কৰিছে। তাৰ লগতেহে আন আন নানাবিধ উপায়েৰে শিক্ষাবিস্তাৰ আৰু জ্ঞানৰ প্ৰচাৰ কৰিব পাৰি।

শিক্ষাবিস্তাৰৰ সম্বন্ধে যি কথা কোৱা হল, আন আন বিষয় কেইটাতে সেই কথাই খাটে। পুৰণি প্ৰথা যি আছিল সেয়ে একান্ত উত্তম, আৰু তাৰ উপৰি বা বাদলি আন ভাল কথা একে হব নোৱাৰে—এনে ধাৰণা ভুল। ঠিক সেইদৰে বিজ্ঞানৰ মাৰ্কা-মৰা কথামাত্ৰেই সত্য, প্ৰাচীন শাস্ত্ৰ-সম্পদৰ মূল্য একো নাই এনে ধাৰণাও অজ্ঞতাৰ পৰিচায়ক।

চিৰ-নতুনৰ লীলাক্ষেত্ৰই প্ৰকৃতি, নতুনক নতুন বুলিয়েই আহ্বান কৰি লওঁহক। কিন্তু নতুনত পুৰণিৰ চিনেহে নতুনক অৰ্থ দিয়ে—এই কথাও আমি যেন বিস্মৰণ নহওঁ।

আমাৰ পুৰণা আচাৰ-অনুষ্ঠানৰ ভালৰ ভাগ, সত্যৰ অংশ, স্বীকাৰ কৰি তাক সাদৰে পালন কৰা যেনে কৰ্তব্য, নতুন আদৰ্শৰ নতুন ভাবৰ, চিৰন্তনি ত্যাগৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শন কৰি তাক গ্ৰহণ কৰাও আমাৰ তেনে কৰ্তব্য।

নব্য আৰু প্ৰাচীন আদৰ্শৰ এনে মধুৰ সংমিশ্ৰণে আমাৰ জাতিৰ মহা মঙ্গল সাধন কৰিব। *

* প্ৰভাত আলোচনীৰ পৰা (পৃঃ ১৭৯-৮২)। বছৰ আৰু সংখ্যা জনা নগল।—সং. শ. গো. ৰ.।

# বিহু-উৎসৱ

"জয়ন্তী"ৰ ডেকা সম্পাদকদ্বয়ে মোক আহি কলে যে বিহু সম্পৰ্কে মই 'মৌলিক' আৰু thought provoking (চিন্তাৰ উন্মেষ কৰি দিব পৰা) এটা প্ৰবন্ধ লেখি দিব লাগে। সম্প্ৰতি মোৰ গা অসুখ, ভাল কৰি কলমকে ধৰিব পৰা হোৱা নাই; বয়সতো বৃদ্ধৰ শাৰীত; আৰু চিন্তাত "প্ৰগতি"ৰ বাহিৰত। ইফালে ডেকা ডেকা লেখক সকলক offend কৰিবলৈ (মনত বেজাৰ দিবলৈকো) ভয় লাগে। গতিকে তলত বিহুৰ বিষয়ে অলপমান লেখিলোঁ।

(২)

"বিষুব"ৰ পৰা বিহু হোৱা আদি কথা বহু দিনৰপৰা ভালেমান লেখকে লেখিলে। সকলোৱে মুখে মুখে কোৱা-কুৱিও কৰে। আৰু বিহুৰ উৎসৱৰ বিশেষ বিৱৰণ আৰু অসমীয়াৰ বিহুৰ বৈশিষ্ট্য, তাৰ উপযোগিতা—ইত্যাদি বিষয়ক কথাও সকলোৱে জানে। এতেকে বিহুৰ বিষয় নতুন কিবা কথা লেখা মোৰ পক্ষে বৰ টান যেন লাগিছে।

"বিহু" বসন্তোৎসৱৰ এটা প্ৰকাৰ ভেদ। বিশেষ কৰি বহাগৰ বিহুত এই কথা খাটে। বসন্তোৎসৱ পৃথিৱীৰ সকলো দেশতে আগৰ দিনত হৈছিল, আৰু এতিয়াও এটা নে এটা প্ৰকাৰে হয়। ইউৰোপৰ—বিশেষ কৰি স্কান্দিনেভিয়া দেশ সমূহৰ—মে-পোল নাচ (May Pole Dance) এই জাতীয় উৎসৱ। ভাৰতৰ সকলো ঠাইত, দক্ষিণ ভাৰততো এনে উৎসৱ হয়। তথা-কথিত অসভ্য জাতিবোৰৰ মাজতো এনে উৎসৱৰ আভাস পোৱা যায়। মুঠতে কৃষিপ্ৰধান সভ্যতাৰ যুগত সকলো দেশত খেতি উঠাত পিঠা খোৱা এটা উৎসৱ হোৱা দেখা যায়। আমাৰ বিহু উৎসৱ আৰম্ভ হয়—মাঘৰ দোমাহীৰ লগত। ইয়াক বঙালীয়ে পৌষ পাৰ্বণ বোলে। ইংৰাজী ভাষাত বোলে Harvest Home অৰ্থাৎ খেতি উঠাৰ উৎসৱ। এই উৎসৱৰ প্ৰধান উপাদান নানান প্ৰকাৰ পিঠা, সান্দহ আদি ভাজি-পুৰি খোৱা। তাৰ লগত মেজি বা পুঁজি পোৱা ইংৰাজীত Bon-fire কৰা, ইও এই উৎসৱৰ অঙ্গ। খৃষ্টান পঞ্জিকাৰ বৰ দিন বা Christmas উৎসৱ প্ৰকৃততে আদি যুগৰ Harvest Home-ৰ ৰূপান্তৰ মাত্ৰ। খৃষ্টান পুৰোহিত সকলে খৃষ্টৰ জন্মৰ লগত তাৰ সম্বন্ধ ঘটাই দিলে। মোৰ বোধেৰে বৰদিনৰ সময়ত দুই চাৰি টকা খৰচ কৰি অধিক লোকেই দুই এডোখৰ কেক (Cake) খাই লয়। ইও আমাৰ তিল-পিঠা, ক্ষীৰ পিঠা আদিৰ ৰূপান্তৰ।

মেজি-পোৱাও বসন্তোৎসৱৰ এটা অঙ্গ। পৌৰাণিক ভাৰতত মদনোৎসৱৰ সময়তে বসন্তোৎসৱৰ পূৰ্ণ পৰিণতি হৈছিল। এই উৎসৱ আৰম্ভ হৈছিল বাসন্তীপঞ্চমী বা শ্ৰীশ্ৰীসৰস্বতী পূজাৰ দিনা।

ফল্গুৎসৱ বা ফাকুৱা দৌল পূৰ্ণিমাৰ ফাকু খেলা, নাচ, গান আৰু অশ্লীলতাৰ ফালে ভাজ লোৱা আমোদ-প্ৰমোদ—বসন্তোৎসৱৰ এটা প্ৰধান অঙ্গ। কেবাখনো সংস্কৃত নাটক আৰু কাৰ্য্যত এই উৎসৱৰ বৰ্ণনা আছে। ইয়াত ৰজা-ৰাণীৰ পৰা আৰম্ভ কৰি সকলো লোকে যোগ দি আনন্দ উপভোগ কৰিছিল। দৌল পূৰ্ণিমাৰ আগ দিনা মেষ-দাহ বা ভেৰাঘৰ পোৰা এটা শাস্ত্ৰীয় অনুষ্ঠান। পুঁজি পোৰা কথাটো ইয়াৰ লগত মিলে। অনেক ঠাইত পুঁজি বা মেজি ভুবুলি ভেৰাঘৰ বা ভেলাঘৰ পোৰাও বোলে। পশ্চিম ভাৰতত ইয়াকে হোলিকা-পোৰা বোলে। হোলিকা বোলে ৰাৱণৰ ভনীয়েক আছিল।

এই পোৰাৰ ঘাই উদ্দেশ্য পৃথিবীৰ সাৰ বৃদ্ধি কৰা। আজিও মেজিৰ আধা পোৰা বাঁহ আনি আমি কলৰ গছত আৰু খেতিৰ পথাৰত লগাই থওঁ।

ইফালে মাল-যুদ্ধ কণী যুঁজোৱা, মহ-যুঁজ আদি উৎসৱো এনে অনুষ্ঠানৰ লগত সকলো দেশতে আদিম সময়ৰ পৰা সংশ্লিষ্ট হৈ আহিছে।

( ৩ )

বহাগৰ বিহুও এনে উৎসৱৰ ভিতৰতে। এই বিহুত খোৱা বোৱাৰ উপৰি গৰু ধুওৱা এটা প্ৰধান অনুষ্ঠান। এই বিহুক গৰুৰ বিহু বোলা অন্যায় হোৱা নাই। প্ৰকৃততে এই দিনা বছেৰেকৰ ভিতৰত গৰুক বিশেষ আপডাল কৰা হয়, গৰু পূজা কৰা হয় বুলিয়েই কব পাৰি।

আৰু এটা উৎসৱ বিহুৰ সময়তে হয়। তাৰ নাম হৈছে ভঠেলি। কামৰূপৰ সকলো ঠাইতে আৰু মঙলদই মহকুমাত এই উৎসৱ চলি আহিছে। কামৰূপৰ উত্তৰপাৰে ইয়াক "ভঠেলি" বোলে। দক্ষিণ পাৰে বোলে "সোৰি"; আৰু মঙলদইত কয় "দেউল"। "সৰি" আৰু "দেউল" আচলতে দৌলোৎসৱ বা ফাকুৱাৰ নামান্তৰ মাত্ৰ। ইয়াৰ পৰা সহজতে অনুমান কৰিব পাৰি যে বসন্ত কালৰ ফল্গুৎসৱ বহাগৰ বিহুৰ ভঠেলিৰ লগত সান মিহলি হৈছে। ওপৰ অসমৰ বিহুগীত বিহুনাচ আদি ফাকুৱা উৎসৱ পশ্চিম ভাৰতৰ তেনে নাচ-গান আদিৰ লগত মিলে। খৃষ্টান পঞ্জিকা মতে এই সময়তে ঈষ্টাৰ পৰ্ব।

ইও আচলতে প্ৰকৃতিৰ নতুন জীৱন দেখা দিয়াৰ ৰূপক। ঈষ্টাৰৰ সময়তে খৃষ্টৰ পুৰ্ণ দৰ্শন ( Resurrection ) হৈছিল। ঈষ্টাৰৰ ভিমা সুপ্ত জীৱনৰ পুনৰাবিৰ্ভাৱৰ এটা দ্যোতক। এই দৰে দেখা যায় যে বিহু উৎসৱৰ প্ৰকৃততে গোটাই মানৱ জাতিৰ কৃষি সভ্যতাৰ এটা উৎসৱৰ প্ৰতীক। নানান দেশত আৰু বহু যুগত এই উৎসৱেই ভিন ভিন আকাৰ ধাৰণ কৰিছে।

ইয়াত ভঠেলিৰ বিষয় এক আধৰ কথা কওঁ। অলপতে কামৰূপ অনুসন্ধান সমিতিৰ ইংৰাজী Journal ( পত্ৰিকাত ) এই সম্পৰ্কে এটা প্ৰবন্ধ লেখিছোঁ।

কালিকা পুৰাণ, দেৱী পুৰাণ, মহাভাৰত আদি শক্ৰধ্বজ বা ইন্দ্ৰধ্বজ উত্থান নামেৰে এটা অনুষ্ঠানৰ উল্লেখ দেখা যায়। ইয়াৰ উদ্দেশ্য, ৰজাৰ ৰাজ্য বিজয় আৰু পৃথিবীৰ শস্যবৃদ্ধি আদি সমৃদ্ধি হব লাগে। আৰু ইয়াৰ প্ৰধান অঙ্গ বাঁহ বা কাঠৰ এটা ধ্বজ উত্তোলন। এই ধ্বজৰ লগতে কন্যকা আৰু মাতৃকা নামেৰে সৰু সৰু আৰু কেইটামান ধ্বজ থাকে। এই ধ্বজ বিলাকক নানা প্ৰকাৰ ৰং বিৰঙৰ কাপোৰ পতাকা আদিৰে বাবা কাচিব লাগে। ভঠেলিত বি "পাৰ"

তোলা হয় যি সকলো প্ৰকাৰে এই ধ্বজৰ অনুৰূপ। কি কাঠৰ ধ্বজ তুলিব লাগে আৰু সি কিমান ওখ হব লাগে—ইত্যাদি কথা পুৰাণত বিশেষ কৰি উল্লেখ আছে।

এটা কথাত মূঠতে গৰমিল দেখা যায় যে শক্ৰধ্বজ উত্থান উৎসৱ ভাদ মাহত হৈছিল। ভঠেলি হয় বহাগ মাহত।

অনুমান কৰা যায় যে নানা বিধ বসন্তোৎসৱ, গো পূজা শক্ৰধ্বজ উত্থান আদি পৌৰাণিক ক্ৰিয়া এই সকলো বিলাক মিলি মাঘ মাহৰ পৰা আৰম্ভ কৰি বহাগ মাহলৈকে হোৱা উৎসৱ বোৰেই বিহু। এইবোৰৰ আতিগুৰি বিচাৰিলে মানৱ-সভ্যতাৰ এক আদি যুগৰ কৃষ্টিত উপস্থিত হোৱা যায়।

(৫)

অসমৰ প্ৰগতিবাদী সাহিত্যিকসকলে এই প্ৰকাৰ আমাৰ দেশৰ নানান পূজা, ব্ৰত, আচাৰ, অনুষ্ঠানৰ মূল বিচাৰি এই বিলাক ভাল দৰে বুজাত আমাক সহায় কৰিব পাৰে।*

* জয়ন্তী, ষষ্ঠ বছৰ, পঞ্চম সংখ্যা, চত্ৰ ১৮৬৫ শক

## সাহিত্য-সৌষ্ঠৱত কীৰ্ত্তন

"কীৰ্ত্তনৰ" 'নামাপৰাধ' অধ্যায়ৰ শেষত আছে :—

আসিল শাস্ত্র বাৰাণসী হন্তে।
নকৰিবা নিন্দা মোক মহন্তে॥
তাহাকে চাই নিবন্ধিলোঁ পদ।
হৰি হৰি বুলি তৰা আপদ॥

কীৰ্ত্তনৰ বুৰঞ্জী

বাৰাণসীৰ পৰা অহা শাস্ত্র আৰু তাক চাই পদ কৰা সম্বন্ধে শঙ্কৰদেৱৰ চৰিত্র কেইখনত বিশদৰূপে বৰ্ণোৱা আছে। দৈত্যাৰি ঠাকুৰৰ কৃত চৰিত্রত এই সম্বন্ধে এইদৰে লিখিছে-—

বিচাৰ কৰিয়া পাচে ভাগৱত গ্রন্থ।
কৰিলন্ত শঙ্কৰে প্রকাশ ভক্তি পন্থ॥
হৰিত ভকতি আতি কৰিবে প্রবন্ধ।
প্রথমতে কৰিলন্ত কীৰ্ত্তনৰ ছন্দ॥

এই পুথিখনৰ বেলেগ বেলেগ অংশ ভিন্ ভিন্ সময়ত ৰচিত হৈ চাৰিওফালে সিঁচৰিত হৈ পৰি আছিল। পাছত মাধৱদেৱৰ আদেশমতে ৰামচৰণ ঠাকুৰে অশেষ পৰিযত্ন কৰি গোটাই পুথিখন সঙ্কলন কৰে। পুথিৰ কথাত মাধৱদেৱে কৈছে :—

পায় সংসাৰক আমি পাসৰিলোঁ
ইতো থানে থানে গৈল।
আৰু একেথান কৰিবাক প্রতি
পূৰ্ব্বে মোৰ মন ভৈল॥
এতেকে ই ৰাজ্যে আইলোঁ, একে থান
কৰিবেক নপাৰিলোঁ।
ৰাম চৰ্ণে আৰু একে ঠাই কৰি
মোৰ যে কাম কৰিল॥

পাছত ৰামচৰণে একে ঠাই কৰি যেতিয়া পুথিখন আনি মাধৱদেৱৰ হাতত দিলে, তেতিয়া তেওঁ—

দেখি পুথিখান, আনন্দিত মন
তাৰকথে উঠিলন্ত।
শিৰৰ উপৰ পুথিখান থৰি
আনন্দতে নাচিলন্ত॥

সেই সময়তে "কীৰ্তনৰ" কিমান আদৰ আছিল, ইয়াৰ পৰা আমি তাৰ অলপ আভাষ পাওঁ। এনেস্থলত আজি যে অসমীয়াই "কীৰ্তনত" ধৰ্মৰ থাপনা পাতিব তাত আচৰিত কি ?

২। "কীৰ্তন" অসমীয়া বৈষ্ণৱসকলৰ প্ৰধান ধৰ্ম-পুথি। কীৰ্তনৰ নাম তেওঁবিলাকে কি কাৰণত ইয়াৰ নাম আৰু তাৰ অৰ্থ "কীৰ্তন" দিলে তাক সকলোৱে জানে। সেইদৰে "কীৰ্তনত" থকা আটাইবিলাক পদ তাল আৰু চাপৰি বজাই গাবৰ কাৰণে তৈয়াৰ কৰা দেখিয়েই প্ৰধানতে ইয়াৰ নাম "কীৰ্তন"। "কীৰ্তনৰ" অধ্যায়বিলাক ভিন্ ভিন্ সময়ত লিখা আৰু পাছত হে একেলগ কৰা। সেইদেখি সাহিত্যৰ লেখত সকলোবিলাক সমানে উৎকৃষ্ট নহয়। কিন্তু সকলোৰ অন্তৰ্গত উদ্দেশ্য একেটা—ভগৱদ্ভক্তি শিক্ষা।

কেৱল কীৰ্তনে সংসাৰ তৰি।
বন্ধ ছিণ্ডি হোৱে আপুনি হৰি॥
কলিত কীৰ্তনে হোৱে ভকত।
আতপৰে লাভ নাহি লোকত॥ (পাষণ্ডমৰ্দন)

আৰু :—কীৰ্তন মহিমা শুনা উৎসুকে।
দ্বাদশ স্কন্ধত যি কৈলা শুকে॥
সকল ধৰ্মত কৰি বিশিষ্ট।
হৰি কীৰ্তনেসে ধৰ্ম গৰিষ্ঠ॥
অনাদৰি আন ধৰ্ম সম্প্ৰতি।
দিয়ো উপদেশ হৰি ভকতি॥
* *
চাৰিও বেদক ব্ৰহ্মায়ে আনি।
বিচাৰিলা তিনি বাৰ প্ৰমাণি॥
এহিমানে মাত্ৰ কৰিলা সাৰ।
হৰি কীৰ্তনেসে তৰে সংসাৰ॥ [ ঐ ]

একপ্ৰকাৰে গোটেই পুথিখনৰ এক মাত্ৰ উদ্দেশ্য ঈশ্বৰভক্তি। কিন্তু অসমীয়া মানুহৰ কোটি পুণ্যৰ ফল যে এই ঈশ্বৰ-ভক্তি প্ৰচাৰ কৰা পুথিখন সাহিত্যৰ দানৰ পৰা চাবলৈ গলেও এটি অমূল্য বস্তু। সৎসাহিত্যৰ প্ৰভাৱৰ দ্বাৰাই ঈশ্বৰ-প্ৰেম শিক্ষা দিব খোজাতেহে "কীৰ্তনৰ" বিশেষত্ব।

আগেয়ে কৈছোঁ যে "কীৰ্তন" সম্প্ৰদায় বিশেষৰহে ধৰ্মপুথি। কিন্তু অতি উদাৰ ধৰ্মবাদী-সকলেও ইয়াত ৰাম, হৰি, কৃষ্ণ এই তিনিটা শব্দৰ ঠাইত ঈশ্বৰ শব্দ লগাই পঢ়িলে অকণমানো সাম্প্ৰদায়িকতাৰ দোষ দেখা নাপাব। ইয়াৰ এটা কাৰণ আছে যে "কীৰ্তন" পুথিখনে আৰু "কীৰ্তনৰ" লগৰ মনিষীসকলে সেই সময়ত আচাৰৰ মেৰপাকত জটপটাই থকা ধৰ্মৰ বিৰোধেহে উদাৰ ধৰ্ম এটা প্ৰচাৰ কৰিছিল। সেই উদাৰতাত সাম্প্ৰদায়িকতাৰ দোষ থকা অসম্ভৱ। যি হক, ধৰ্মপুথি স্বৰূপে "কীৰ্তন" আলোচনা কৰা আমাৰ উদ্দেশ্য নহয়; আৰু ধৰ্মৰ ফালৰপৰা "কীৰ্তনৰ" ঠাই ক'ত তাক কবলৈ আমাৰ সামৰ্থ্য নাই। "কীৰ্তন" শব্দটোৰ অৰ্থটো প্ৰকাশ কৰি এতিয়া তাৰনো সাহিত্যিক মূল্য কিমান আমি তাকে চাবলৈ যত্ন কৰিম। "ভণিতে" লেখা ভাঙি খোৱা

ভাল দেখি এতিয়াই কব খোজে'। যে "কীৰ্ত্তনৰ" গৌৰৱৰ কাললৈ চাই যিমান পৰা যায় আলোচনা সংক্ষেপ কৰা হৈছে।

৩। অসমীয়া সাহিত্যৰ শঙ্কৰী যুগটোৱেই প্ৰধান যুগ। ইয়াক ইংৰাজী সাহিত্যৰ এলিজাবেথৰ যুগৰ লগত কিছু তুলনা কৰিব পাৰি। আৰু এই যুগৰ যিজনা গুৰিয়াল তেওঁৰ সাহিত্য-কৃত্যৰ প্ৰথম কীৰ্ত্তি 'কীৰ্ত্তন'। এইদৰেবুৰঞ্জীৰ মানত 'কীৰ্ত্তন' অসমীয়া সাহিত্যৰ নতুন যুগ প্ৰৱৰ্ত্তক। সাহিত্যিক সৌন্দৰ্য্যত নিতান্ত নিঃকিন হোৱা হলেও এই কাৰণতে 'কীৰ্ত্তন'ৰ আদৰ চিৰকাল অসমীয়া সাহিত্যত থাকিলহেঁতেন। কিন্তু সৌন্দৰ্য্যতো 'কীৰ্ত্তন' এনে এখন পুথি যি কাৰো আগত—কোনো সাহিত্যৰ কোনো পুথিৰ আগতে—মূৰ নমাব লগাত নপৰে। শঙ্কৰদেৱৰ দৰে মহাধী ব্যক্তিৰ এয়ে বিশেষ কীৰ্ত্তি। মহাকবি ৰাম সৰস্বতীয়ে—যাৰ প্ৰখৰ কল্পনা-শক্তি, স্বভাৱৰ সত্য বৰ্ণনা আৰু অসমীয়া সমাজৰ চিত্ৰ-অঙ্কনৰ অতুল ক্ষমতাৰ যথেষ্ট সম্মান কৰিবলৈ আজিও আমি শিকা নাই—তেওঁ নিজৰ পদ লিখোঁতে কৈ গৈছে :—

কীৰ্ত্তনৰ ছন্দে আমি নিবন্ধিলো পদ।

ৰামসৰস্বতী শঙ্কৰদেৱৰ প্ৰায় সমসাময়িক। ইয়াৰেপৰা পাছৰ কবিসকলৰ ওপৰত 'কীৰ্ত্তনৰ' প্ৰভাৱ অনুমান কৰিব পাৰি। আৰু দুটা সাধাৰণ কথা :—'কীৰ্ত্তনৰ' আৰম্ভ আৰু শেষ ভণিতা :—

"শুক নিগদতি, শুনা কুৰুপতি" ইত্যাদি বা "শুকমুনি বদতি শুনিও পৰীক্ষিত"। আৰো,

কৃষ্ণৰ কিঙ্কৰ শঙ্কৰে ভণে।
বোলা হৰি হৰি সমস্ত জনে॥"
"কহে কৃষ্ণ কিঙ্কৰে শঙ্কৰে কৃষ্ণকথা।" ইত্যাদি

এই ভণিতা সেই যুগৰ সকলো কবিৰ প্ৰধান আদৰ্শ। পদ, ঝুমুৰি কুসুমমালা, লেচাৰী, দুলৰী আদি ছন্দৰ কথাই নাই। শঙ্কৰৰ সময়ত অসমীয়া সাহিত্যৰ যি সুবৰ্ণময় যুগৰ অৱতাৰণা হল, কীৰ্ত্তন আচলতে সেই যুগৰ উপযোগী আদি পুথি, আৰু ই অসমীয়া মানুহৰ গৌৰৱৰ কথা যে তেওঁবিলাকে এই পুথিৰ উপযুক্ত আদৰ কৰিব পাৰিছে।

৪। এই যুগ প্ৰৱৰ্ত্তক পুথিখন আচলতে এখন মহাকাব্য। উৎকৃষ্ট সাহিত্য কি ইয়াৰ এটা সুন্দৰ সমিধান দিয়া অতি কঠিন। এদিন এজন বন্ধুৱে কৈছিল বোলে 'যি টিকি যায় বা যিহে সকলো মানুহৰ মুখে মুখে থাকে সাহিত্যৰ ভিতৰত সেয়ে উৎকৃষ্ট সাহিত্য।" এনে সাহিত্যৰ এটা লক্ষণ যে ই মানুহৰ মনত নিভাঁজ আনন্দ দিব পাৰে। কি গুণত দিব পাৰে তাক বিচাৰি উলিওৱা অতি টান। অসমৰ সাধাৰণৰ এই মানত চাব গলে যে কীৰ্ত্তনৰ পদবিলাক অতি উৎকৃষ্ট সাহিত্য তাক নকলেও চলে। অৱশ্যে সেইদৰে অনেক কুৰুচিপূৰ্ণ গ্ৰাম্য কথাও টিকি আছে। সাহিত্যৰ কালৰ পৰা নিৰপেক্ষভাৱে কব গলে, এইবিলাকো আচলতে সৌন্দৰ্য্য-বিশিষ্ট—এইবিলাকেও মানৱ স্বভাৱৰ কোনো এটা নিগূঢ় ভাব বা কোনো এটা সাৰ্বজনীন অনুভূতি কৰে ; কোনো এটা সত্যৰ আচল Sentiment প্ৰাণখিনি খুলি দেখুৱায়, ইকালে সি বৰ্তমান সভ্য সমাজৰ মানত যিমানেই কু বা অসৎ যেন নেদেখাওক।

কিন্তু সাধাৰণ লোকৰ এই আদৰ্শ নলাই, সংস্কৃত অলঙ্কাৰ শাস্ত্ৰৰ কটকটীয়া নিয়মবোৰৰ দ্বাৰা বিচাৰ কৰি চালেও আমি দেখোঁ যে কীৰ্ত্তন স্বভাৱতে এখন মহাকাব্য।

৫। অলঙ্কাৰ শাস্ত্ৰত তিমান স্পষ্টকৈ উল্লেখ নাথাকিলেও ভাষাৰ প্ৰাঞ্জলতা উৎকৃষ্ট কাব্যৰ এটা প্ৰধান লক্ষণ। ইংৰাজী, সংস্কৃত আৰু আন আন সকলো ভাষাৰ ডাঙৰ ডাঙৰ কাব্যবিলাকৰ ভাষাৰ গৌৰৱ এটা প্ৰধান সম্পদ। আমাৰ ঘৰৰ ওচৰৰ মাইকেলৰ মেঘনাদবধ কাব্যৰ প্ৰতি মন কৰিলেই কথাটো বেছ বুজা যায়। কীৰ্ত্তনত আৰু শঙ্কৰদেৱৰ পদ মাত্ৰতে মাৰ্জ্জিত ভাষাৰ অবাধ গতি যেনে সুস্পষ্ট, বোধ কৰোঁ আন অনেক কবিৰ ৰচনাত তিমানখিনি প্ৰাঞ্জলতা দুৰ্লভ। অতি নীৰস বিষয়তো এই গুণটি অতি উজ্জ্বলভাৱে দেখা যায়। জয়দেৱৰ দশাৱতাৰ বৰ্ণনা— "প্ৰলয় পয়োধিজলে ধৃতবানসি, বেদম্" প্ৰভৃতি প্ৰবন্ধত ভাৱৰ বা অৰ্থৰ গৌৰৱ সমূলি নাই; অথচ ভাষাৰ প্ৰাঞ্জলতাৰ কাৰণেই সংস্কৃত সাহিত্যৰ ই এটা অমূল্য ৰত্ন। শঙ্কৰদেৱৰ 'চতুৰ্বিংশতি অৱতাৰ' সেইদৰে ভাৱ আৰু অৰ্থৰ গুৰুত্বহীন প্ৰবন্ধ; অথচ :—

কূৰ্ম অৱতাৰ ভৈলা ক্ষীৰোদধি তীৰে।
লক্ষ প্ৰহৰৰ পন্থ যুৰিলা শৰীৰে॥
কৰিলেক পৰিস্তুতি সুৰাসুৰ লাগে।
ধৰিলা মন্দৰ গিৰি প্ৰভু পৃষ্ঠ ভাগে॥

* * *

বামন স্বৰূপে অদিতিৰ বাক্য পালি।
ইন্দ্ৰক থাপিলা স্বৰ্গে বলিক নিকালি॥
ত্ৰৈলোক্যক আক্ৰমিলা চৰণৰ গতি।
তযু পাদোদকে গঙ্গা ভৈলা উতপতি॥

আদি কবি ৰচনা ভাষাৰ গৌৰৱত চিৰকাললৈ গৌৰৱান্বিত। সেইদৰে কৃষ্ণ-জন্মৰ সেই সুপৰিচিত পদ :—

কৃষ্ণৰূপে দৈৱকীত ভৈলা অৱতাৰ।
শঙ্খ চক্ৰ গদা পদ্ম কৰত তোমাৰ॥
পীতবস্ত্ৰে শোভে আতি শ্যাম কলেৱৰ।
কমল লোচন চাৰু অৰুণ অধৰ॥

* * *

ভাগিল নিহাল ভৈলা মেলান কপাট।
দেখি ভয়ে যমুনা আপুনি দিলা বাট॥
বৰিষে কণিকা মেঘে ওপৰত গাজে।
ফণায়ে ধৰিলা ছত্ৰ আসি সৰ্পৰাজে॥

এইবিলাক অতি সাধাৰণ কথা; অথচ বৰ্ণনাৰ মহিমাত কেনে মহিমান্বিত, কেনে মধুময়। যেন কোনো পৰ্ব্বতৰ পৰা স্ফটিক জলৰ নিৰ্ঝৰ ঝৰ-ঝৰকৈ নামি আহিছে!

ভাষাৰ আৰু এটা প্ৰধান গুণ চমুকৈ সহজ কথাত কবলগীয়া কথা প্ৰকাশ কৰা, ইয়াকে ইংৰাজী প্ৰবাদত বোলে Brevity is the soul of wit. এই সম্বন্ধে গোটাইখন 'কীৰ্ত্তনেই' চিৰকাললৈ সাহিত্যত আদৰ্শ হৈ থাকিব। দ্বাদশ স্কন্ধ ভাগৱতৰ জানিব লগীয়া আটাইখিনি

কথা—তাৰ উপৰি ব্ৰহ্মবৈৱৰ্ত পুৰাণ আৰু বিষ্ণুপুৰাণৰ 'কীৰ্তন'ত আউটি যেন গোটা কৰি থৈ দিছে। নৰনাৰায়ণ ৰজাৰ সভাত "হাতী মাৰি দুক্কাত ভৰাই" অৰ্থাৎ একে ৰাতিৰ ভিতৰতে "গুণমালা" ৰচনা কৰি যি জনা পণ্ডিতে খ্যাতিলাভ কৰিছিল এনে মহৎ সাহিত্যিক কীৰ্তি তেওঁৰেহে সম্ভৱ।

ৰামায়ণৰ ক্ষুদ্ৰ সংস্কৰণ এটাৰ নমুনা চাওক :—

শ্ৰীৰাম ৰূপে কৌশল্যাত অৱতৰি।
বনবাস খপিলা পিতৃৰ বাক্য ধৰি।।
বিৰাট কবন্ধ মাৰীচৰ লৈলা প্ৰাণ।
খৰ-দূষণক তুমি কৰিলা নিৰ্যান।।
একপাট শৰে বালি সম্বলিলা জীৱ।
তোমাৰে প্ৰসাদে ৰাজা ভৈলন্ত সুগ্ৰীৱ।।
লঙ্কাত পশিলা সাগৰত বান্ধি সেতু।
বধিলা ৰাৱণ সীতা হৰণৰ হেতু।।
মাৰিলা ৰণত আৰো ৰাক্ষস অনেক।
ভক্ত বিভীষণক কৰিলা অভিষেক।।
অগ্নিত পৰীক্ষা আনি কৰিলা সীতাক।
ব্ৰহ্মাদেৱে স্তুতি বাণী বুলিলা তোমাক।।
সম্বৰিলা সীতা দশৰথৰ বচনে।
অযোধ্যাক আসিলা সভাৰ্য্যে হৰ্ষমনে।।
কৰিলাহা ৰাজ্য দশহাজাৰ বৎসৰ।
লগে স্বৰ্গে নিলা সৱে অযোধ্যা নগৰ।।

তাৰাৰ আৰু এটা মাহাত্ম্যলৈ মন কৰিলে শঙ্কৰদেৱৰ কবিত্বত আচৰিত হব লাগে। আন কোনো মহাকবিৰ কাব্যত এই বিশেষত্বটো তিমান পৰিমাণে লক্ষ্য কৰিব নোৱাৰি। মিল্টনৰ **Paradise Lost** ৰ এটা মাত্ৰ ছন্দ। কালিদাসৰ কুমাৰ সম্ভৱ বা ৰঘুবংশতো ছন্দৰ তিমান বৈচিত্ৰ্য দেখা নাযায়। অথচ 'কীৰ্তন'লৈ মন কৰিলে দেখা যায় যে ভাৱৰ সলনিৰ লগে লগে তাৰত খাপ-খোৱাকৈ ছন্দৰো সলনি হৈছে।

প্ৰহ্লাদ চৰিত্ৰত চাৰি শিষ্যক জয় বিজয়ে অপমান কৰাত বিষ্ণুৱে আহি কৈছে :—

আমাৰ ভক্ত যত বিপ্ৰগণ।
তাসম্বাৰ দ্ৰোহ চিন্তে যি জন
যমৰ দূতে কৰে তাক দণ্ড।
গৃধ্ৰগণে খায় মাংসক চিণ্ডি।।
* * *
পাৰিষদ জয় বিজয় দুই।
তোমাসাৰ শাপে অসুৰ হুই।।

তুমাই বৈকুণ্ঠক ঝাটে আসোক।
হেন অনুগ্ৰহ কৰিয়ো মোক ॥

ঈশ্বৰৰ মুখৰ এনে হেন বাক্য শুনি চাবিসিঙ বিস্ময়তে অভিভূত হৈ কৈছে, কেনে ধৰণে !

তোমাৰ বচন স্বামী, নুবুজিলোঁ কিছু আমি ॥
আপুনি ঈশ্বৰ হুয়া, বোলাহা কৰিয়ো দয়া ॥
ত্ৰিজগতে কৰে সেৱ, বোলা মোৰ বিপ্ৰে দেৱ ॥
যত দেৱ দ্বিজ তুমি, সবাৰ দেৱতা তুমি ॥
ইত্যাদি।

সেইদৰে "স্যমন্তক হৰণত" কৃষ্ণ আৰু জাম্ববানৰ যুদ্ধত :—

দুয়ো হুয়া মহা ক্ৰুদ্ধ, লগাইলেক ঘোৰ যুদ্ধ ॥
দুয়ে মাতঙ্গৰ লীলা, বৰিষে পৰ্বত শিলা ॥
ঘুচিলন্ত মাল বন্ধে, ভৰি ভৰি ভৰি ছান্দে ॥
দুইবো দুইকো নাহি তুষ্টি হানে বজ্ৰসম মুষ্টি।
মাংসৰ কাৰণে যেন যুজন্ত দুগোটা শেন ॥

"দামোদৰ বিপ্ৰোপাখ্যানত পুৰণা দুজনা বন্ধুৰ আলাপত :—

গুৰুপত্নীগণে আসি, আমাক বুলিলা হাসি,
খৰি লুড়ি দিয়া শিষ্যগণ।
আমি সবো হেন শুনি কটিত বান্ধিয়া তুণি
আনন্দে লড়িলোঁ বনমন ॥

কেনে ভুইৰ গোৰত বহি শুৱগুৱাই কৈ যোৱা কথা। হিৰণ্যকশিপুৱে খঙৰ সময়ত কেনেকৈ কৈছে, মন কৰক :—

হিৰণ্যকশিপু শুনিয়া হেন।
ক্ৰোধত কাম্প অতি যম যেন ॥
ঝাকৰে মাথা অতি কৰি দৰ্প।
লাথি পাই যেন ফোঁকাৰে সৰ্প ॥
অসুৰে গৰ্জয় কটাক্ষে চাই।
খাইবো আজি তোৰ মুণ্ড পুতাই ॥
শুনৰে অধম নগণ মোক।
দেখাইবো আজি যমপুৰ তোক ॥
ত্ৰিদশ মুণ্ড দেখি মোৰ খণ্ড।
কৰস কোনে তই আজ্ঞা ভণ্ড ॥

কথাৰ চাঁচতে যেন হিৰণ্যকশিপুৰ সৰ্বগ্ৰাসী খং ব্যক্ত হৈ বৌ-বৌৱাই উঠিছে।

এতিয়া কথা এটাকৈ মন কৰিব লাগে এই যে 'কীৰ্তনৰ' বিবিলাক অতি দুৰূহ, আৰু গভীৰ ভাৱৰ পদ, সেইবিলাক সংস্কৃতৰপৰা অনুবাদ। অথচ আমাৰ যেন মূলতকৈয়ো বেছি মধুৰ।

ইয়াত মূঠতে দুটা বা এটা শ্লোকৰ মূল আৰু অনুবাদৰ তুলনা তুলি দিলোঁ, আপোনালোকে বিচাৰ কৰিব।

দৰ্শনৰ অতি কঠিন তত্ত্বৰ সংস্কৃত শ্লোক আৰু তাৰ অসমীয়া ভাঙনি এটাও শুনক, যেনে :—

অথ যথাবয় বিতৰ্ক গোচৰং
চেতোমনঃ কৰ্ম বচোভি ৰঞ্জসা।
যদাশ্ৰয়ং যেন যতঃ প্ৰতীয়তে
. সুদুৰ্বিভাব্যং প্ৰণতাস্মি তৎপাদম্ ॥

অসমীয়াত— যিটো ব্ৰহ্ম নোহে তৰ্ক গোচৰ।
নাপাৰে বচনে মনে ওচৰ ॥
নাহি উতপতি নাহি মৰণ।
সদায় প্ৰণামো তানে চৰণ ॥

আৰু এটা— উৎক্ষেপণং গৰ্ভগতস্য পাদয়োঃ
কিং কল্পসে মাতুৰধোক্ষ জাগসে।
কিমস্তি নাস্তি ব্যপদেশ ভূষিতং
তবাস্তি কুক্ষেঃ কিয়দপ্যনন্তঃ ॥

অসমীয়াত— গৰ্ভত থাকন্তে উদাত যানে পাৰে।
তাৰ অপৰাধক নধৰে যেন মাৰে ॥
তোমাৰ কুক্ষিত আমি আছোঁ চৰাচৰ।
হেন জানি ক্ষমিয়োক দোষ দামোদৰ ॥

কোনটো মূল, কোনটো অনুবাদ বুজিব পাৰি নে? ভাষাত এনে অসীম অধিকাৰ কবি-সকলৰ অতি শ্লাঘাতৰ বিষয়।

মহাকবিসকলৰ আৰু এটা লক্ষণ থাকে যে তেওঁলোকৰ অনেক ৰচনা প্ৰবাদৰ দৰে হৈ যায়। বোধ কৰোঁ শেক্সপীয়েৰেই এই বিষয়ত শ্ৰেষ্ঠ কৃতী। কিন্তু আন কবিসকলৰো কম কথা এইদৰে গোটখাবি মুখে মুখে ফুৰা নাই। কালিদাসৰ :—

"শৰীৰমাদ্যং খলু ধৰ্ম সাধনম্"
"যাচ্ঞা মোঘো বৰমধিগুণে নাধমে লব্ধকামা
নীচৈৰ্গচ্ছত্যুপৰিচ দশা চক্ৰনেমি ক্ৰমেণ ॥

ভৱভূতিৰ "লোকোত্তৰাণাং চেতাংসি কোহু বিজ্ঞাতুমৰ্হতি" প্ৰভৃতি কথাবিলাক এইদৰৰ। এইবিলাকে সমূহ মানৱৰ মনৰ সত্য তাৰ এটাক সুন্দৰ আৰু সহজ ভাষাত প্ৰকাশ কৰে; আৰু সেইদেখি সকলোৰে আদৰণীয় হয়। শঙ্কৰদেৱ এই বিষয়তো কম কুশল নহয়। কীৰ্তনৰপৰা তাৰ উদাহৰণ অনেক দিব পাৰি।

যেনে :—

১। পূৰ্ণ তুহি যত মনুষ্য অঙ্গ।
হৰি নামে কৰে সৱে সুসাঙ্গ ॥ [ পাষণ্ড মৰ্দন ]
২। বৰুণৰ পাশে বান্ধি থৈয়ো কত কাল।
আপুনি বয়স হৈলে বুদ্ধি হৈবে ভাল ॥ [ প্ৰহ্লাদ চৰিত্ৰ ]
৩। দ্বেষ কৰি শিশুপালে লভিলা মুকুতি।
বুদ্ধিক নাপেক্ষে মহৌষধিৰ শকতি ॥ [ ৰাসক্ৰীড়া ]
৪। দেখন্তে শুনন্তে সদা হেলা হোৱে মতি।
জানিয়ো গৃহতে থাকি কৰিয়ো ভকতি ॥ [ ঐ ]
৫। পৰম ঈশ্বৰে কৰে অকৰ্ম।
তেজস্বিত কিছু নাহি অধৰ্ম ॥
সৰ্বভক্ষ বহ্নি সবাকো শোষে।
তথাপিতো কিছু নোছোৱে দোষ ॥ [ ঐ ]
৬। সৰ্বভূতময় ৰাজা শাস্ত্ৰত কহয়।
ৰাজা তুষ্ট ভৈলে সৰ্বজন তুষ্ট হয় ॥ [ ঐ ]
আৰু অনেক যাক নকহিলোঁ বাহুল্যক ভয়ে।

ভাষাৰ মাধুৰ্যৰ কথা অলপহে কোৱা হল। কাৰণ বিস্তৃতকৈ আলোচনা কৰাৰ ইয়াত ঠাই নাই। কেৱল ভাষা এৰি বিষয়লৈ আহিলে 'কীৰ্তন' প্ৰথম চকুত পৰে তাৰ সুন্দৰ সুন্দৰ বৰ্ণনাবোৰ। যিহকে যেতিয়াই বৰ্ণনা কৰিবলৈ আৰম্ভ কৰিছে, সকলো যেন কি এক সুমধুৰভাৱে পৰিপূৰ্ণ হৈছে। 'হৰমোহনৰ' ফুলনি বৰ্ণনাৰ কথা ইয়াত তুলি নিদিওঁ, কাৰণ তাক অসমীয়া আবাল-বণিতাই জানে। আন আন ঠাইৰ দুটামান বৰ্ণনালৈ মন কৰক :—

বৈকুণ্ঠ বৰ্ণন :—

একমনে শুনা হৰিৰ ধ্যান।
বৈকুণ্ঠ নামে আছে মহা থান ॥
শাৰী শাৰী ৰঙ্গে বিমানচয়।
বৈদুৰ্য হীৰা মৰকতময়।
চন্দ্ৰ সূৰ্য যেন প্ৰকাশে আতি।
নাজানি যাত পশি দিন ৰাতি ॥
চাৰু সৰোবৰ নিৰ্মল জল।
সুগন্ধি পদ্ম শোভে উতপল ॥
আছে ৰাজহংস সমূহে বন্ধি।
লীলায়ে মৃণাল ভুঞ্জে উভজি ॥
পাৰে পাৰিজাত মলয়া বায়।
চটকে ত্যজে সুললিত ৰাব ॥
ভ্ৰমৰগণে গাৱে হৰি গীত।
বৈষ্ণৱগণ শুনি আনন্দিত ॥ [ ধ্যানবৰ্ণন। ]

ইফালে আকৌ নৰসিংহৰ ৰূপ বৰ্ণনা আৰু তাৰ ভাষা আৰু ছন্দ কেনে।—

অদ্ভুত দেখিয়া দৈত্যপতি ভৈলা চুপ।
নোহে সিংহ নোহে ইটো মনুষ্যৰ ৰূপ ॥
তপ্ত সুবৰ্ণৰ বৰ্ণ জ্বলে চক্ষু দুই।
পৰ্বত সমান কায় আছে স্বৰ্গ ছুই ॥
শৰীৰৰ ৰোম চন্দ্ৰ—সম শুক্লবৰ্ণ।
তুলি আছে উৰ্দ্ধক শুঙ্কক দুই কৰ্ণ ॥
বাইল মুখ যেন গিৰি-গহ্বৰ-পৰায়।
প্ৰচণ্ড বাতাস যেন নিশ্বাস বজায় ॥
প্ৰকাশয় কেশ শিৰে ৰবিৰ কিৰণ।
ভ্ৰূকুটি-কুটিল মুখ বিকট দৰ্শন ॥
লহ লহ কৰে জিহ্বা যেন ক্ষুৰ-ধাৰ।
জ্বলে বহু শত তীক্ষ্ণ নখ চমৎকাৰ ॥
বহল হৃদয় দীৰ্ঘ গ্ৰীবা কৃশ কটি।
জিহ্বা মেলি আছে দুই দশন প্ৰকটি ॥

[ প্ৰহ্লাদ চৰিত্ৰ ]

কেনে ভয়ঙ্কৰ ৰূপৰ বৰ্ণনা! নৰসিংহই যেন জিভা মেলি দাঁত নিকটাই খাবলৈহে উঠিছে! ইফালে আকৌ আন এটা ৰূপ :—

হেন মহা দিব্য বন দেখিলন্ত ত্ৰিনয়ন
দিব্য কন্যা এক আছে তাতে।
কোটি লক্ষ্মী সম নোহে কটাক্ষে ত্ৰৈলোক্য মোহে
ভণ্টা খেৰি খেলে দুয়ো হাতে ॥
তপ্ত সুবৰ্ণৰ সম জ্বলে দেহা নিৰুপম
ললিত বলিত হাত—পাৱ।
চক্ষু কমলৰ পাসি মুখে মনোহৰ হাসি
সঘনে লৰশে কাম-ভাৱ ॥
সোলকে উজ্বল খোপা খসে পাৰিজাত খোপা
বামহাতে সম্বৰন্ত তাক।
উৰ্দ্ধক ক্ষেপন্ত ভণ্টা কৰন্ত কটাক্ষ ছটা
লীলা-গতি দেখাই সুৰে পাক ॥
কৰ্ণৰ কুণ্ডল দোলে স্তন হলফলা কৰে
গলে ৰত্নমালা ঝিকি পাৰে।

সুবৰ্ণ কঙ্কন ধ্বনি কৰে ৰুণ-ঝুন শুনি
প্ৰকাশে হৃদয় হেম হাৰে ॥

* *

দৰশান্ত কাষ পিঠি খনো হাসে সমদিঠি
চাহি লাজে যান্ত চক্ষু মুদি ।
ভ্ৰমন্ত অনেক ভাৱে উৰুৱাৰে বস্ত্ৰ বায়ে
উচ্চ কুচ কুম্ভ হোৱে উদি ॥
কঙ্কালে কিঙ্কিণী বাজে চৰণ-কমল মাজে
ৰত্নৰ নুপুৰ ৰুণ-ঝুন ।
হালে অতি মধ্যদেশ সংসাৰ মোহিনী বেশ,
একো অঙ্গে নাহি খতিখুন ।

[ হৰমোহন ]

কবিৰ লগতে কব নালাগেনে বাক, কি ভাষা, কি ছন্দ, কি শব্দ, কি ৰূপ, মোহিনী বৰ্ণনাত কোনো অঙ্গতে খতি-খুন নাই ! ইয়াৰ পাছত দুটা প্ৰাকৃতিক সৌন্দৰ্য্যৰ বৰ্ণনা শুনক :—

ক্ষীৰ সাগৰৰ মাজে ত্ৰিকূট পৰ্বত ।
প্ৰকাশন্তে আছে তিনি লোকত বেকত ॥
সুবৰ্ণ ৰজত লোহা জ্বলে তিনি শৃঙ্গ ।
চক্ষুত জমক লাগে দেখিতে বিৰিঙ্গ ॥
অযুত যোজন জুৰি জলে গিৰিবৰ ।
উচ্ছ্ৰিত দেখিয়া দশ হাজাৰ প্ৰহৰ ॥
ক্ষীৰ সাগৰৰ ঢৌ চৌভিতি উথলে ।
পখালে পৰ্বত সুশীতল দুগ্ধ জলে ॥
নদী-নদ অশেষ বিশেষ সৰোবৰ ।
স্ফটিক নিৰ্মল জল দেখি মনোহৰ ॥
বিদ্যাধৰী সৱে তাতে নামি কৰে স্নান ।
পখালি শৰীৰ ৰহে সুগন্ধিত ঘ্ৰাণ ॥
পৰম অমূল্য গন্ধ উথলে সদায় ।
দশদিশ জুৰি তাৰ বায়ু বহি যায় ॥

* * *

ছয়ঋতু এককালে বসন্ত উদয় ।
ভ্ৰমৰে গুঞ্জৰে কুলি পঞ্চমে পূৰয় ॥ [ গজেন্দ্ৰোপাখ্যান । ]

ক্ষীৰ সাগৰৰ মাজৰ এই ত্ৰিকূট পৰ্বতখন চাই আহিবৰ মন নাযায় নে ? সেইদৰে :—

শৰত কালৰ ৰাত্ৰি অতি বিতোপন ।
ৰাসক্ৰীড়া কৰিতে কৃষ্ণৰ ভৈল মন ॥

ভৈলন্ত উদিত চন্দ্ৰ পূৰ্ব দিশ হন্তে।
কামতুৰা স্ত্ৰীৰ যেন সন্তাপ মাৰ্জন্তে ॥
অখণ্ড মণ্ডল চন্দ্ৰ দেখিলন্ত হৰি।
কুঙ্কুমে অৰুণ লক্ষ্মী-মুখ-পদ্মসৰি ॥
বনকো দেখিল চন্দ্ৰ ৰশ্মিয়ে বঞ্জিত।
সুস্বৰ মধুৰ কৰি হৰি গাইল গীত ॥

[ ৰাসক্ৰীড়া ]

ইয়াৰ পাছত নগৰ এখনৰ বৰ্ণনালৈ মন কৰক :—

পৰম আনন্দে প্ৰবেশিলা মথুৰাত।
যিটো বিতোপন পুৰী দেখিলা সাক্ষাত ॥
স্ফটিকে গঠিত পুৰ-দ্বাৰ দুহি খাট।
লগায়াছে সুবৰ্ণৰ বৃহত কপাট ॥
হেমময় তোৰন চিৰলে অলঙ্কত।
চতুৰ্ভিতি গড়খায় দেখি ভয়ে ভীত ॥
বহুবিধ উদ্যান শোভিত কাছে কাছে।
শাৰী শাৰী গৃহসৱ প্ৰকাশন্তে আছে ॥
হীৰা মৰকত ৰত্ন ৰঞ্জে ঠাৱে ঠাৱে।
শোভা কৰে পাৰাৰত ময়ূৰৰ ৰাৱে ॥
ৰাজপন্থ চৌপন্থাক সাম্ভি মাম্ভি আতি।
পদূলি পদূলি দীপ-ঘট আছে পাতি ॥

[ কংস বধ ]

এনে মথুৰাই বোধ কৰোঁ আজিকালিৰ ডাঙৰ ডাঙৰ নগৰবিলাকৰ আগত লাজ পাব নালাগে।

৭। বৰ্ণনা বিষয়ৰ দুটা এটা নমুনা দেখা গল। এনে বৰ্ণনাৰে গোটাইখন কীৰ্ত্তন পূৰ্ব। এতিয়া কোনো বিশেষ বিশেষ ভাৱ প্ৰকাশ কৰিবলৈ ভাষাৰ কেনে প্ৰয়োগ হৈছে এবাৰ মন কৰিব লাগে।

প্ৰহ্লাদ চৰিত্ৰত, চাৰি সিদ্ধই খং কৰিছে, শুনিব :—

কৃষ্ণৰ দৰশন আশাভঙ্গে।
কোপে চক্ষু পকাই মাতন্ত খঙ্গে ॥
বৈষ্ণৱ বোলা তোৰা দুয়োজন।
বৈকুণ্ঠ-বাসীৰ নোহে লক্ষণ ॥
প্ৰশান্ত পুৰুষ আনন্দময়।
তাহান্তো তোমৰা কৰা সংশয় ॥
পাৰিষদ বোলাই কৰাহা চটি।
দুহিকো বৈষ্ণৱ দুয়ো কপটী ॥

বৈকুণ্ঠবো আনা দুৰ্দশ বৰ।
ঐৰপৰা তোৰা দুহাস্তো পৰ॥

সাধু মানুহৰ কেনে গম্ভীৰ থং জয়-বিজয়ক “তই” বুলিও নকয়।

ইফালে ষণ্ডামাৰ্কই ৰজা আৰু অন্নদাতাৰ লৰা প্ৰহ্লাদক ষখলে মাতি আনি হাঁহি হাঁহি সুধিছে—

কোনে তোক হেন বিপৰ্য্যয় বুদ্ধি দিল।

প্ৰহ্লাদৰ উত্তৰৰ গভীৰতা এবাৰ উপলব্ধি কৰক :—

ব্ৰহ্মা আদি কৰি যত দেৱতা পণ্ডিত।
যাহাৰ পথত হোন্ত মায়ায়ে মোহিত॥
যাৰ মায়া বিভৱৰ নাহি পৰিচ্ছেদ।
হেন হৰি কৰন্ত আমাৰ বুদ্ধিভেদ॥
চুম্বকৰ কাছে লোহা ভ্ৰমে যেন ঠানে।
ভিন্ন ভৈল বুদ্ধি মোৰ বিষ্ণু সন্নিধানে॥

“হৰমোহনত” বিষ্ণুৱে মহাদেৱক উপদেশ দিছে—

“দৰশনে কৰে তপ জপ যোগ ভঙ্গ” “সিটো স্ত্ৰীৰূপক দেখিবা কোন কাজে”, তেতিয়া মহাদেৱে যিটো উত্তৰ দিলে তাত যেন তেওঁৰ মহা অহঙ্কাৰ ফাটি ফাটি পৰিছে :—

মহা যোগ-বলে শুদ্ধ কাৰ আছোঁ কায়া।
ব্ৰহ্মময় দেখোঁ কি কৰিতে পাৰে মায়া॥

যেতিয়া এই অহঙ্কাৰৰ ফল হাতে হাতে পালে তেতিয়া আকৌ মহাদেৱে নিজক কিমান তাচ্ছিল্য কৰিছে :—

কটাক্ষে সৃজন্ত ব্ৰহ্মাণ্ডকো কোটি কোটি।
এগোটা ডিমাৰ মই ৰুদ্ৰ এক গুটি॥

আকৌ ৰাসক্ৰীড়াৰ সময়ত, গোপীসকলক এৰি কৃষ্ণ লুকাল। গোপীসকলৰ কাকুতি শুনিব :—

ব্ৰজ হন্তে ধেনু চাৰিবাক যাহা
আমাৰ মন অসুখ।
জানো পাদপদ্মে তৃণ শিলা লাগি
প্ৰাণনাথে পান্ত দুঃখ॥
তোমাৰ চিন্তায়ে দিন বহি যায়
গধূলি গোপাল আসি।
অলকা আবৃত গো-ৰজে ৰঞ্জিত
দেখায়া মুখ প্ৰকাশি॥

কৃষ্ণ-বলৰামৰ বিক্ৰম দেখি হিতাহিত-জ্ঞান-শূন্য কংসৰ কথা চাওঁ :—

কিনো অসজ্জন বসুদেব—সূত তুই ॥
নগৰৰ বাত্র কৰি খেদোৰা আমাৰ ।
তুই বসুদেৱক সত্বৰ কৰিয়া মাৰ ॥
গোৱালাৰ ধনক আগ্রহি সৱে লৱা ।
দুৰ্মতি নন্দক লোহা লগাই বান্ধি থৱা ॥
পিতৃ উগ্রসেনক সত্বৰে মাৰা নিয়া ।
নৰাধিৰি যত আৰ আছে লগৰীয়া ॥

আনবিলাক তো সক্লোকে কৰ, সকলোকে মাৰ, "পিতৃ" উগ্রসেনকো একেলগে মাৰা ।

আনকালে দামোদৰ বিপ্রৰ :—

আতি পতিব্রতা তাহান ব্রাহ্মণী
দুঃখে দণ্ডে যুগ যায় ।
কাম্পন্তে আসিয়া স্বামীক বুলিলা
মুখৰ মাত নোলায় ॥
শুনিয়োক স্বামী মন্দভাগী আমি
সহিবো কত নিকাৰ ।

পতিব্রতা গৃহিণীৰ এই কেইটা কথাত দাৰিদ্র্যৰ কিমান নিঠুৰ নিপীড়ন ফুটি ওলাইছে । এইদৰে আৰু কিমান যে অসংখ্য উদাহৰণ আছে, তাৰ সীমা নাই ।

৮ । আদিতে কৈ আহিছোঁ যে 'কীৰ্তন' প্রধানতঃ আৰু ইয়াৰ গ্রন্থকৰ্তাৰ উদ্দেশ্য আছিল মুখ্যতঃ লোকশিক্ষা—ধৰ্ম বিষয়ত। সেই কাৰণে গোটাই কাব্যখনতে চাৰিওফালে নানাবিধ নানা প্রকাৰ স্তুতিৰে ভৰা । "নামাপৰাধ", 'পাষণ্ডমৰ্দন' আৰু 'বেদস্তুতিৰ' তিনিটা অধ্যায় স্তুতি স্বৰূপেই লিখা ; কিন্তু উপাখ্যান ভাগতো ইয়াৰ বাহুল্য কম নহয় । বৰঞ্চ উপাখ্যান ভাগৰ স্তুতিবিলাক যেন বেছি সজীৱ,—আৰ্ত মানুহেহে কৰিছে । এই আটাইবিলাক স্তুতিৰ এটা বিশেষত্ব যে এইবিলাক সকলো কেইটা অত্যন্ত উদাৰ আৰু সাৰ্বজনীন বিশ্বনিয়ন্তাৰ উদ্দেশে গীত। প্রহ্লাদ-চৰিত্রৰ সেই বিখ্যাত স্তুতি :—

ব্ৰহ্মা শিৱ মুনি আদিয়ো নপাৱে
পূজিবে তোমাৰ পাৱ ।
কিবা স্তুতি নতি কৰিবোহোঁ আমি
অসুৰ ক্ৰুৰ স্বভাৱ ॥

ইয়াত যেন সকলো ভকত অন্তৰৰ বাণী প্রকাশিত হৈ পৰিছে । এই স্তুতিবিলাকৰ আৰু এটা প্রধান বিষয়—দাৰ্শনিক তত্ত্বযোৱ । এই দুৰূহ দুৰ্বোধ্য তত্ত্ব কিমান সহজ ভাষাত কি সুন্দৰৰূপে প্রকাশ কৰিছে, তাৰ দুটা-এটা চানেকি ইয়াত তুলি দিলোঁ :—

সমস্তে ভূতৰে বদি তুমি অধিপতি ।
তথাপি কৰ্মীৰ নাম ছাড়িকা বেকত ॥

* * *

তুমি পৰমাত্মা তত্ত্ব জানিলোঁ সম্প্ৰতি।
সত্য-মূৰ্ত্তি ধৰি সাধা অগতিৰ গতি ॥

* * *

চৰণকো চিন্তে চিত্তে থিয়িকো নগৰি।
নামকী জন্মও তেৰে আমাৰ বাহুনি ॥

[ প্ৰহ্লাদ চৰিত্ৰ ]

এই ধৰণৰ আৰু স্তুতি :—

তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোমাত ব্যতিৰেক ॥
তুমি কাৰ্য্য কাৰণ সমস্ত চৰাচৰ।
সুবৰ্ণে কুণ্ডলে যেন নাহিকে অন্তৰ ॥
তুমি পশু পক্ষী সুৰাসুৰ তৰু তৃণ।
অজ্ঞানত মূঢ় জনে দেখে ভিন ভিন ॥ [ হৰমোহন ]
সমস্ত ভূতৰে তুমি আছা হৃদয়ত।
তত্ত্ব নাপাই তোমাক বিচাৰে বাহিৰত।

* * *

নমাগোহোঁ সুখ ভোগ নলাগে মুকুতি।
তোমাৰ চৰণ মাত্ৰ থাকোক ভকতি ॥

ৰাজত্যাগী সন্ন্যাসী মুচুকুন্দৰ স্তুতিৰ দৈন্য কেনে ফুটি ওলাইছে :—

মায়ায়ে মোহিত হুয়া যিটো জন
নভজে প্ৰভু তোমাক।
সুখক আশায়ে গৃহ বাসে থাকে
দৈৱে বঞ্চিলেক তাক ॥

* * *

গৃহঘট সম দেহত নৃপতি
বোলও কৰি চতি মটি।
তোমাক নগণি হয় হস্তী ৰথে
পৃথিবী ফুৰোঁ পৰ্যটি ॥

* * *

সুবৰ্ণৰ ৰথে যিটো হস্তী স্কন্ধে
ফুৰয় ৰাজা বোলায়।
কালে প্ৰাণ গৈলে সেহিতো শৰীৰে
হোৱে বিষ্ঠা-পলু ছাই ॥

* *

সংসাৰ-চক্ৰত চিৰকাল ভ্ৰমো
তোমাত নভৈল বোধ।
একোৰে প্ৰকাৰে সুখ শান্তি নাই
নিজিনিলেঁ। কাম-ক্ৰোধ ॥

এই বিষয়ে বেছি কোৱা অনাৱশ্যক। যিহঁৰ মহিমাত শঙ্কৰদেৱে "ভক্তিৰ হাট পাতি" গোটাই অসমবাসীক আজি প্ৰায় পাঁচশ বছৰ ঈশ্বৰৰ প্ৰেমত মুগ্ধ ৰাখিছে, কীৰ্তন সেই মহিমাৰ এক অপূৰ্ব সৃষ্টি।

১। আৰু এটা লেখ কৰিব লগীয়া কথা অৰ্থালঙ্কাৰ আৰু শব্দালঙ্কাৰ। যিদৰে তিৰোতা মানুহে গোটাই শৰীৰতে অতি সুন্দৰ সুন্দৰ অলঙ্কাৰ পিন্ধিলেও ভাল দেখা নহয়, অথচ সুৰুচি থকা তিৰোতাই ভালেবেয়াই সেই সেই অলঙ্কাৰকে উপযুক্ত পৰিমাণে পিন্ধিলে সৌন্দৰ্য্য ফুটি উঠে কাব্য শাস্ত্ৰতো অলঙ্কাৰৰ ব্যৱহাৰ তেনেকুৱা। অৰ্থাৎ, ভাল ভাল কবিসকলৰ কাব্য অলঙ্কাৰ গৌৰৱত কোনো অংশে নিকৃষ্ট নহয়; কিন্তু ভালকৈ গমি চালেহে অলঙ্কাৰ যে আছে তাক ধৰিব পাৰি। এনেই দেখোঁতে সুন্দৰী কামিনীৰ নিচিনা নিজৰ সৌন্দৰ্য্যতে আৰু নিজৰ সুষমাতে এই ধৰণৰ কাব্যবিলাক পৰিপূৰ্ণ! 'কীৰ্তন'তো কোনো অলঙ্কাৰৰ অভাৱ নাই—অথচ অলঙ্কাৰৰ চাকচিক্যই তাৰ ভিতৰৰ কোনো কাৰ্য্যতা লুকাবলগীয়া হোৱা নাই, স্বভাৱতে সুন্দৰ পদক ই সুন্দৰতৰ কৰিহে তুলিছে। লোহা, টিচা, ৰূপ, সোণ—যিহঁৰ তিহঁৰ অলঙ্কাৰেৰে পূৰ্ণ নগা বা গাৰো তিৰুতাৰ দৰে সংস্কৃতৰ দুই এক কাব্য আছে—যেনে নলোদয়; কিন্তু এনেবোৰ কাব্যৰ স্বাভাৱিক লাৱণ্য অতি কম! কীৰ্তন পঢ়ি এই দোষটো কোনেও অলপো ধৰিব নোৱাৰে। অথচ ইয়াত কেনে সুন্দৰ সুন্দৰ অলঙ্কাৰৰ সমাবেশ! বাহুল্যৰ ভয়ত ইয়াত মুঠে "অনুপ্ৰাস" আৰু "উপমা" অলঙ্কাৰৰ দুটা বা এটা উদাহৰণ দিয়া হল :—

যেনে 'এড়াইলন্ত নৰসিংহ কাতি কৰি কায়।
পাত্ৰৰত ফুৰে দৈত্যে পতঙ্গ-পৰায় ॥"

বৃন্দাবন বৰ্ণনাত :—

দেখিলাহা ইটো বিকশিত বৃন্দাবন।
শশাঙ্কে ধৱল নৱ পল্লৱে শোভন ॥
* * *
পুষ্পিত মন্দাৰ কুন্দ গন্ধে ছয়া ভোল।
মধুমত্ত অনেক ভ্ৰমৰে কৰে ৰোল ॥ [ ৰাসক্ৰীড়া ]

এনেবোৰ অনুপ্ৰাসৰ জকমকনি এঠাইত নহয়, গোটাইখন পুথিত। ইফালে উপমাত—কৃষ্ণৰ ৰূপ বৰ্ণাইছে :—

উৰুস্থলে লক্ষ্মী দিলন্ত দেখা।
কষটিত যেন সোণাৰ ৰেখা ॥
পীতবস্ত্ৰে শোভে শ্যামল কায়।
তড়িতজড়িত জলদ প্ৰায় ॥

"হৰমোহনত" মহাদেৱৰ অৱস্থাৰ বৰ্ণন, যেনে :—

"মদনৰ পীড়াক এড়ায়া মহাযোগী।
ব্যাধিৰ সকাশ পাইল যেন চিৰৰোগী ॥"

চিৰৰোগীয়ে ব্যাধিৰ সকাশ পোৱা যে কি আৰাম, এই পদফাকি পঢ়ি তাৰ ধাৰণা হয় কিছু! শ্ৰীকৃষ্ণৰ নেত্ৰৰ বৰ্ণনা নো কি ধুনীয়া!

শৰত কালৰ বিকশ পদ্মৰ
উদৰৰ শ্ৰীক নিন্দে।
হেনয় নেত্ৰৰ কটাক্ষে আমাক
মাৰিছা তুমি গোবিন্দে ॥ [ ৰাসক্ৰীড়া ]

১০। কীৰ্তনৰ কবিতাৰ সৌন্দৰ্য্যৰ বিষয়ে অলপ কথা কোৱা হল। ৰচনাত বিশেষ অৰ্থ জ্ঞাপক শব্দবিন্যাস কৰাও সুৰচকৰ এটা ডাঙৰ কীৰ্তি। এই সম্বন্ধেও শঙ্কৰদেৱৰ প্ৰতিভা কীৰ্তনত কিমান দেখা যায় তাক অলপ আলোচনা নকৰিলে প্ৰবন্ধ সম্পূৰ্ণ নহয়। হিৰণ্যকশিপুৱে তপ কৰি ব্ৰহ্মাক আৰাধনা কৰাত ব্ৰহ্মা সন্তুষ্ট হৈ আহি কৈছে :—

শৰীৰৰ মাংসক খাইলেক তোৰ উঁই।"

এই "তোৰ" পদটোৰ দ্বাৰা হিৰণ্যকশিপুৰ প্ৰতি ব্ৰহ্মাৰ কিমান মৰম কিমান বেথা প্ৰকাশ পাইছে! সেই দেখিয়েই শেষত বৰ দিছে :—

যদ্যপি দুৰ্লভ বাপ ইটো মহাবৰ।
তথাপিতো দিলোঁ বৰ বাঞ্ছা হোক সিদ্ধি ॥

ইয়াত সেইদৰে "বাপ" কথাটিৰ কিমান আত্মীয়তা। এনে আত্মীয়তা বুজাবৰ কাৰণে এই অন্তৰঙ্গ "তোৰ" আৰু ব্যৱহাৰ হৈছে।—হৰে মোহিনীক কৈছে :—

যেহি লাগে বোল বান্ধে তাক মই কৰোঁ।
মুখ চাই নমাত আতেসে বৰ হাৰোঁ ॥
কতনো কৰিলোঁ তোৰ ঘোৰ অপৰাধ।
এভু হেন কৰ বান্ধে বচন নবাধ ॥

অথচ আন অনেক ভাৱৰ অনেক অন্তৰঙ্গ কথা আছে ; আন কতো তুচ্ছাৰ্থক সম্বোধনৰ ইমান সম্ভ্ৰম নাই। সেইদৰে আন এটা শব্দ "বিপৰীত" :—

বিপৰীত স্ত্ৰী মায়া দেখি মাধৱৰ।
শুনা কেন মতে কামাতুৰ ভৈলা হৰ ॥

ইয়াত "বিপৰীত" শব্দটোৱে যেনেকৈ প্ৰথমতে প্ৰকাশ কৰিছে 'অতি অদ্ভুত' অতি আচৰিত" সেইদৰে সঙ্কেততে যেন পুৰুষৰূপী শ্ৰীকৃষ্ণই স্ত্ৰী মায়া ধৰা ওলোটা কথাটোকো কৈ দিছে। এনে দৰৰে প্ৰয়োগ :—

গোপিকাৰ দেখি প্ৰেম ভাৱ বিপৰীত।
ভৈলন্ত গোপাল অতি ব্যাকুলিত চিত ॥

ইয়াত "বিপৰীত" প্ৰেম দেখি গোপাল ( মাধৱ, কৃষ্ণ বা আন নাম নাই দিয়া ) হে গোপিকাৰ কাৰণে ব্যাকুল হল।

হৰমোহনত হৰ-পাৰ্বতী কৃষ্ণক দেখা কৰিবৰ কাৰণে বৈকুণ্ঠলৈ আহিল। কৃষ্ণই—

শঙ্কৰক দেখি পাছে তুলিলন্ত হাসি।

এই "তুলিলন্ত হাসি" কথাটোৰ প্ৰয়োগৰ দ্বাৰা যেন অন্তৰ্য্যামী হৰিয়ে মহাদেৱৰ কি লটিঘটি হৰলৈ আছে তাক জানিহে ৰহস্যৰ হাঁহি মাৰিছে—এই ভাৱটো কেনে সুন্দৰৰূপে প্ৰকাশিত হৈছে।

ৰাসক্ৰীড়াৰ সময়ত গোপীসকলে নিশা বৃন্দাবনত যমুনাৰ বালিত ক্ৰীড়া কৰে, আৰু দিনত যশোদাৰ আগত কৃষ্ণৰ গুণ বখানে। এদিন কৈছে :—

বেখনে বংশীক চুম্বি তোলে স্বৰজাতি।
ব্ৰহ্মা ৰুদ্ৰ আদি দেৱো হোৱে মোহ আতি॥

ইয়াত 'চুম্বি" শব্দৰ দ্বাৰা গত ৰজনীৰ কালক্ৰীড়াৰ চুম্বনৰ স্মৃতি কি সুমধুৰ ভাৱে প্ৰকাশ কৰা হৈছে। গোপীকাই যেন পূৰ্ব ৰজনীৰ স্মৃতিও গা শিহৰাই শিহৰাই হে কৈছে—

"বেখানে বংশীক চুম্বি তোলে স্বৰজাতি।

শ্ৰীকৃষ্ণই মথুৰালৈ গৈ তাত কংসক মাৰিলে আৰু ৰাজ্যৰ লেঠাত পৰি বৃন্দাবনলৈ আহিব নোৱাৰি সখি উদ্ধৱক পঠালে গোপীসকলক সান্ত্বনা দিবলৈ :—

আমাৰ পৰম তুমি ভকত
যায়ো গোকুলক চড়ি ৰথত॥
বচন সন্দেশ গোপীক কই
প্ৰবোধ দিবা কত দিন ৰই॥

গোপীক যি বচনৰ বাৰ্ত্তা দিবা সি যেন সন্দেশ তুল্য হয় অথবা গোপীসকলৰ মনত সেই বাৰতা সন্দেশতুল্য হব।

এনেকুৱা ব্যৱহাৰ, শব্দৰ এনে বিচিত্ৰ বিন্যাস আৰু অলেখ, পাতে পাতে, ছত্ৰই ছত্ৰই, অৱশ্যে আমি ভাবিব নালাগে যে কবিসকলে ভাৱি-চিন্তি চাইহে এই শব্দবোৰ এইদৰে ব্যৱহাৰ কৰে। কবি-প্ৰতিভাৰ ই এটা প্ৰধান অঙ্গ।

শব্দ-বিন্যাসৰ প্ৰসঙ্গত আমি আৰু এটা কথা উনুকিয়াব লাগে। আমাৰ অনেকৰ বিশ্বাস যে শঙ্কৰদেৱ প্ৰভৃতি "অপ্ৰমাদী পূৰ্ব কবি" সকলে সদাই কথা-বাৰ্তা কোৱা অসমীয়া শব্দবোৰ ব্যৱহাৰ নকৰিছিল। ই এটা আমাৰ ভুল ধাৰণা। কীৰ্ত্তনৰ ৰচনাৰ পৰা এনে দুটামান শব্দৰ প্ৰয়োগ দেখুৱা হল :—

"কৃষ্ণৰ কীৰ্ত্তন, নকৰি থাকয়,
আনসে কথা চোবাই।"
"আনন্দে লোতক পৰে ঝৰি,
গেৰি পাৰি বোলে ৰাম হৰি।"

"হস্তী-হস্তিনীক কৰাৱে স্নান,
পীয়াৱে জলগৃহস্থৰ ঠান।"
"কতো উঠি কস্তাক কৰন্ত কাওআও "
"খিয় দণ্ডা দিয়া পাছে তুমি দামোদৰ।
অনৰ্থ কৰিয়া মুখা গোৱালীৰ ঘৰ॥"
"আখাতে থাকিল চক ভুস্থ সৈস্তে-পখি।"

প্ৰতিটি শব্দৰ কেনে সুসঙ্গত ব্যৱহাৰ, তাকো লক্ষ্য কৰিব লগীয়া।

১১। শব্দ সমাবেশৰ এই কৌশলৰ লগত কেৱল শব্দৰ দ্বাৰা কেনে সুন্দৰ সুন্দৰ একোখন ছবি অঁকা হৈছে। তাকো মন নকৰি। নোৱাৰি। ৰোমকথা এনে যি বোৰ ছবি আছে, সুনিপুণ চিত্ৰকৰে তাৰ পৰা অতি সুন্দৰ চিত্ৰ আঁকি লব পাৰে। ব্ৰহ্মাৰ পুত্ৰ চাৰি শিশুৰ বৰ্ণনা অতি সংক্ষেপ অথচ পঢ়িলেই যেন শিশুসকলক আগতে দেখিলোঁহে।—

ব্ৰহ্মাৰ মানস চাৰি তনয়।
ভ্ৰমন্ত আকাশে আনন্দময়॥
পঞ্চ বৰষীয়া শিশু সঙ্কাশ।
নাহিকে বস্ত্ৰ সৱে দিগবাস।

শ্ৰীকৃষ্ণৰ দুটা ভঙ্গিমাৰ বৰ্ণনালৈ মন কৰক :—

বাম বাহুত বাম কপোল থাপিয়া।
মধুৰ বেণুক আনি অধৰে অৰ্পিয়া॥
বক্ৰমধ্যে কোমল আঙ্গুলীচয় চালি॥
যেতিক্ষণে বংশী ডাক দেন্ত বনমালী॥ [ ৰাসক্ৰীড়া ]

তেতিয়া গোপীকাৰ নালাগে, সেই ভুৱন-মোহন ৰূপ আৰু প্ৰাণ উতলোৱা সুৰত কি জানি বৃন্দাবনখনেই শিহৰি উঠিছিল, যমুনাই আনন্দতে ওফন্দি পাৰিছিল আৰু লীলা-ৰহস্যময় ব্ৰজৰ চৰাই-চিৰিকিটিয়েও অৱশ হৈ আনন্দ উপভোগ কৰিছিল। আকৌ

এক প্ৰিয় গোপৰ কান্ধত হস্ত থই।
গৰুক গণন্ত কন্দাচিত ননী লই॥
পিন্ধিয়া গলত গন্ধা তুলসী মালাক।
যেৱে সহি বেলাত বংশীৰ দেন্ত ডাক॥
শুনি কৃষ্ণসাৰ হৰিণাৰ ভাৰ্য্যাগণে।
কৃষ্ণৰ সমীপ চাপে উভ্ৰাৱল মনে॥

কৃষ্ণসাৰ মৃগাঙ্গনাসকলৰ এনে ভাৱত আচৰিত হোৱাৰ আৱশ্যক নাই। তেনে হেন সুমধুৰ বংশীৰ নিঃস্বনত কি জানি সাধুকথাৰ মন্ত্ৰীৰৰ বীণাত গোটেই গাঁও বিমুগ্ধ হোৱাৰ দৰে গোটেই বিশ্বই উভ্ৰাৱল হলহেঁতেন।

এনে আবেগময় চিত্ৰৰ পাছতে মহাদেৱৰ এটা হাহি-উঠা চিত্ৰলৈ চাই মনটো পাতলাবলৈ বোধ কৰোঁ বেয়া নহব :—

ঋষিৰ সংযোগে যেন উথলিল ঘৃত।
দুঃসহ মদন শৰে জৰ্জৰিত চিত্ত ॥
একো নেদেখন্ত কামাতুৰ ভৈলা হৰ।
কন্যাক ধৰিবে মনে ভৈলেক লৰৰ ॥
খটমট কৰি বাজে গলে মুণ্ডমাল।
কঙ্কালৰ ছলকি পৰিল বাঘ-ছাল ॥

মহাদেৱৰ এনে হেন মূৰ্ত্তি দেখিতো সুৰাসুৰ সকলো অবাক! আশ্ৰমৰ মাজেদি লৰি যাওঁতে—

দেখি ঋষি পত্নীগণে হাসে নিৰন্তৰে।
কেহো মুখে বস্ত্ৰ দিয়া পশে অভ্যন্তৰে ॥
উন্মত্ত পাগল কিনো ভৈলা মহাদেৱ।
কেনমতে আক্ষ সুৰাসুৰে কৰে সেৱ ॥
উলঙ্গতে খেদন্ত কাহাৰ বউ জীউ।
লাজ কাজ মৰ্য্যাদা এৰিলা সদাশিউ ॥
এহি বুলি ঝুমা-ঝুমি হাসে সব সখী।

যি হক, ঋষি-পত্নী সকলো পৃথিবীৰে তিৰুতা। তেওঁবিলাকৰ হাঁহি দেখি আমাৰো বৰ হাঁহি উঠিব খোজে, বিশেষকৈ এই বুঢ়া যোগীটোৰ বুঢ়া বয়সৰ এনে লাঞ্ছনাত।

১২। এইখিনি গল সংক্ষেপতে ৰচনাৰ সৌন্দৰ্য্যৰ কথা। এই সৌন্দৰ্য্যখিনি চোৱাৰ চকু হৈছে সমালোচকৰ—critics. কিন্তু সচৰাচৰ critic আৰু শৰব্যৱচ্ছেদকৰ চকু একে, ভাঙি-পাতি কাটি-মাৰি খণ্ড-বিখণ্ডকৈ চোৱাৰ সৌন্দৰ্য্য। Operation Room আৰু পৰীক্ষাৰ কাকতত বাদে এনে আলোচনাৰ বৰ মূল্য নাথাকে। গোটে পটে হিচাবে কবিতাত চাবলৈ গলেও কিন্তু কীৰ্ত্তনখন কম সৌন্দৰ্য্যপূৰ্ণ নহয়। প্ৰহ্লাদ-চৰিত্ৰ এখন নিজে সম্পূৰ্ণ কাব্য। সেইদৰে স্যমন্তক হৰণ এটি সুন্দৰ খণ্ড-কবিতা—যাক ইংৰাজীত বোলে Ballad. বিপ্ৰপুত্ৰ আনয়নৰ দৰে Romantic কবিতা দুটা এটাহে সাহিত্যত পোৱা যায়। দামোদৰ বিপ্ৰোপাখ্যান এনে এটা সম্পূৰ্ণ সৰ্বাঙ্গসুন্দৰ Ballad যে কেৱল এই উপাখ্যানটো ৰচনা কৰিয়েই আন এজন মানুহে "কবিযশঃ প্ৰাৰ্থী" হলে তাক "মন্দ" আখ্যান দিয়া টান হলহেঁতেন।

সেইদৰে Lyrical কৱিতাত আৰু প্ৰেমৰ বা বিৰহৰ সঙ্গীতত শঙ্কৰদেৱৰ মধুৰতো সুমধুৰ কবি-প্ৰতিভা যেন কি ৰসত উচ্ছ্বসিত হৈ উঠে! অথচ 'কীৰ্ত্তন' এইজনা কবিৰ প্ৰথম ৰচনা আৰু মাজে সময়ে কৰা ৰচনাৰ এটা সংগ্ৰহ। শঙ্কৰদেৱৰ ৰচনাৰ মানত কীৰ্ত্তনৰ সাহিত্যিক ঠাই কিছু নামত। ইয়াৰে দুটা খণ্ড-কবিতা ইয়াত তুলি দিয়াৰ লোভ সামৰিব পৰা টান হল, ধৰ্মৰ ভাবত:—

অসাৰ সংসাৰ নাই ইহাত বিশ্বাস।
জানি হৰি ভকতিক কৰিয়ো অভ্যাস ॥
মনুষ্যৰ আয়ুসতে ৰৰিৰ সংখ্যাত।
অৰ্দ্ধেক নিস্ফলে যায় জানিবা নিদ্ৰাত ॥

বিংশতি বৰিষ আৰ যায় ওৰলন্তে।
সেয় দশ বৰিষ ধনক উপাৰ্জন্তে॥
বৃদ্ধকালে যায় শেষ বৰিষ বিংশতি।
একো কাৰ্য্য সাধিবাক নাহিকে শকতি॥
শৰীৰকো পীড়ে ব্যাধি চক্ষুৰে নাকলে।
আশাপাশে থাকিয়া গৃহত থাকি গলে॥
হেন জানি শিশুসৱ এৰা আন কৰ্ম।
কৰিয়ো কুমাৰ কালে ভাগৱত ধৰ্ম॥

এনে হেন গম্ভীৰ ধৰ্মোপদেষ্টাৰ এটা বিৰহ-সঙ্গীতলৈ অলপ কাণ দিব কেন। ৰাসৰ সময়ত কৃষ্ণ লুকাই আছে; গোপীসকলে বিচাৰি নাই পোৱা; বিৰহত আকুল হৈ—

উচ্চ বৃক্ষ দেখি সোধে সাদৰি
শুনিও অশ্বত্থ বট পাকৰি॥
যাহন্তে দেখিলা নন্দ কুমাৰ।
নেন্ত চুৰি কৰি চিত্ত আমাৰ॥
হে কুৰুবক অশোক চম্পা।
কহিয়া কথা কৰা অনুকম্পা॥
মানিনীৰ দৰ্প কৰিয়া চুৰ।
জানাহা কৃষ্ণ যান্ত কতদূৰ॥
ওৰা তুলসী সমিধান দিয়া।
তুমি গোবিন্দৰ চৰণ প্ৰিয়া॥
যাহন্তে দেখিলা নন্দ কুমাৰ।
প্ৰাণতো অধিক প্ৰিয় আমাৰ॥
যে জাতী যুতি সখী মালতী।
কৃষ্ণ-পৰশে কি লভিলা গতি॥
সমস্তে গোপীৰ জীৱন ধন।
দেখিলা যাহন্তে নন্দ-নন্দন॥
হে আম জাম বেল বকুল।
নাহি উপকাৰী তোমাৰ তুল॥
কৃষ্ণৰ বিৰহে দেখো আন্ধাৰ।
কোৰ্হা কৈক গৈল প্ৰাণ আমাৰ॥
কিনো তপ ওৰা কৰিলা তুমি।
কৃষ্ণৰ চৰণ পৰশি ভূমি॥
মিলি আছা অতি আনন্দ ভাৱ।
দেখো ৰোমাঞ্চিত তোমাৰ গাৱ॥

পূৰ্বতো ৰবাহে আছে আলিঙ্গি।
তুমি সৰ্বকালে কৃষ্ণৰ সঙ্গী ॥
দেখিছা কৃষ্ণক জানো নিশ্চয়।
কহিয়ো আমাত হয়া সদয় ॥
মৃগ-পত্নী সখী দেখিলা হৰি।
তোমাৰ নেত্ৰৰ আনন্দকাৰী ॥
যান্তে প্ৰিয়া-সমে গতি বিলাসে।
হেৰা কুন্দ-গন্ধ- কুঙ্কুম বাসে ॥
কতো গোপী বোলে শুনিয়ো বাণী।
লতাত কৃষ্ণৰ পুছো কাহিনী ॥
কৃষ্ণৰ নখৰ পৰশ পাই।
দেখোঁ পুলকিত সমস্ত কায় ॥

এই সঙ্গীতটিৰ প্ৰতি শব্দত আৰু প্ৰতি শাৰীত কেনে বিষম বিৰহৰ ব্যাকুল ব্যথা বাজি উঠিছে। এনে নিখুঁত কবিতা জগতৰ যেই সেই সাহিত্যৰ আৰু পৃথিৱীৰ যেই সেই ভাষাৰ গৌৰৱৰ বস্তু।

* অসম সাহিত্য সভা পত্ৰিকা, অষ্টম বছৰ, প্ৰথম সংখ্যা, ১৮৩০-৩১ শক।

এই প্ৰবন্ধটি লেখকে ১৯১৭ চনৰ ২৭ ডিচেম্বৰ তাৰিখে শিৱসাগৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ প্ৰথম অধিবেশনত পাঠ কৰিছিল।—সং. শ. গো. ৰ।

# অসমীয়া ভাষা

অসমীয়া ভাষা বহুদিনীয়া হলেও, এতিয়াও যে সি ভাষা নামৰ যোগ্য হৈ উঠা নাই, এই কথা কোনেও দুই বুলিব নোৱাৰে। বঙালী, ইংৰাজী, হিন্দুস্থানী প্ৰভৃতি লগত বিজাই চালে, অসমীয়া ভাষা এটি ভাষাই নহয় নহয় যেন লাগে। পাঠশালা প্ৰভৃতি তলৰ খাপৰ ব্যৱহাৰোপযোগী কিতাপ কেবাখন থাকিলেও ওপৰৰ খাপৰ পঢ়াশালিবিলাকত ব্যৱহাৰৰ উপযুক্ত সাহিত্য অতি কম, নাটক, নভেল্ বা বাহিৰা ইতিহাস, বচনাৰ কিতাপ প্ৰভৃতিৰ কথা দূৰতে বিদূৰ। এনে থলত সাহিত্য-বিজ্ঞান প্ৰভৃতিৰ অতি সুন্দৰ সুন্দৰ পুস্তকেৰে ভৰি থকা ভাষাৰ লগত ইয়াক কি মতে তুলনা কৰিব পাৰি? তদুপৰি এই ভাষাৰ আন আন দোষ ও ক্ৰটীও বহুত। সকলো মনৰ ভাব সুন্দৰ সুন্দৰকৈ প্ৰকাশ কৰিব পাৰি এনে শব্দ এই ভাষাত সহজে নিমিলে; শব্দ মিলিলেও অন্ততঃ যে তাৰ ব্যৱহাৰকৰ্ত্তা মিলা নাই, তাক আমি ভাটি কৰ পাৰোঁ। ইয়াতে এটা প্ৰশ্ন আছে,—আমাৰ সকলো মনৰ ভাব আছে; আৰু সেই সেই ভাবেৰে প্ৰণোদিত হৈ আমি কাম কৰোঁ; এনে থলতো উপযুক্ত ৰূপে মনৰ ভাব প্ৰকাশ কৰিব নোৱাৰি ইয়াৰ অৰ্থ কি? অৰ্থ এই যে কাম এটা কৰা বা কথা এটি ভবা যিমান সহজ, তাক প্ৰকাশ কৰা তেনে নহয়। আকৌ আদিৰে পৰা এই বিষয় বিশেষ চেষ্টা নাথাকিলে অলপতে হৈও নুঠে। ইয়াত বাদেও আমাৰ সাহিত্যসেৱী সকলৰ ভিতৰত এনে একমাৰ অভাৱ। এই সাধাৰণ দোষৰ উপৰিও এই ভাষাত আৰু কেতবোৰ ক্ৰটী আছে।

অসমীয়া ভাষাত সাতটি বিভক্তি, দুটা বচন; কিন্তু এই বিভক্তি ও বচনৰ প্ৰয়োগ এতিয়াও ঠিক হৈ উঠা নাই। 'অস্মদ' শব্দৰ ৫মীৰ একবচনত 'মোৰ পৰা', বহুবচনত 'আমাৰ পৰা'। ৬ষ্ঠী বিভক্তিৰ, 'মোৰ', 'আমাৰ'। ৫মী বিভক্তিৰ 'পৰা' চিন যোগ কৰোঁতে, শব্দটোত আদি আগেয়ে ৬ষ্ঠী বিভক্তিৰ চিন্ যোগ কৰিলোঁ। সেইদৰে ৩য়া বিভক্তিতো যেনে,—মোৰ দ্বাৰা আমাৰ দ্বাৰা; কিন্তু আন আন বিভক্তিত তেনে নহয়। এই গোলমাল কেৱল যুষ্মদ অস্মদ্ শব্দৰে পাগতলীয়া নহয়, আন আন শব্দতো সেয়ে। আকৌ বিভক্তিবোৰৰ একোটিৰে কেবাটাও চিন্; যেনে ৫মীৰ, 'পৰা', 'হন্তে'; ৭মীৰ, 'ত', 'তে', 'এ' ইত্যাদি। এই চিনবোৰৰ সকলোটি সকলো ঠাইত ব্যৱহাৰ কৰিব পাৰি নে নোৱাৰি, এই বিষয়ো গোলমাল আছে। এইবোৰৰ এটি থিৰ মীমাংসা আৱশ্যকীয়।

ইয়াৰ পাছতে বানান। বেছি ভাগ অসমীয়া শব্দৰে বানানৰ ঠিক নাই। মাটি, এটি, দুটি প্ৰভৃতি হ্ৰস্ব ইকাৰ নে দীৰ্ঘ ঈকাৰেদি লিখা উচিত তাৰ এখনো নিশ্চয় নাই।

বাৰী, ঘোড়া প্ৰভৃতি লিখোঁতে কোন 'ৰ' দিব লাগে তাৰো ঠিক নাই। ইয়াৰ বাহিৰে,

দন্ত্য 'ন' মূৰ্দ্ধণ্য 'ণ' ব্যৱহাৰতো গোলমাল আছে। এইবোৰৰ কোনটি শুদ্ধ কোনটি অশুদ্ধ, তাৰ ঠিক হোৱা দৰকাৰ।

কাৰকতো গোলমাল আছে। কৰ্ত্তা যে কৰ্ত্তাকাৰক বা কৰ্ম যে কৰ্মকাৰক নহয়, এনে একো কথা নাই; তেন্তে কি কাৰকত কি কাৰণে কি বিভক্তি হোৱা যুগুত আৰু কেতিয়া বিভক্তিৰ লোপ হয়; কেতিয়া নহয়; এইবোৰৰ এটি স্থিৰ মীমাংসা হব লাগে।

বিশেষণত লিঙ্গ যোগ কৰাতো গণ্ডগোল আছে। সংস্কৃতৰ অনুযায়ী স্ত্রীলিঙ্গ শব্দৰ বিশেষণত কেতিয়াবা স্ত্রীলিঙ্গৰ চিন্ যোগ কৰেঁ, কেতিয়াবা নকৰেঁ। সুন্দৰী বা সুন্দৰ প্ৰকৃতি, মোহিনী বা মোহন মূৰ্ত্তি, সম্মোহিনী বা সম্মোহন শোভা, প্ৰভৃতি উভয় প্ৰকাৰৰ ব্যৱহাৰেই দেখা যায়। কেনে থলত লিঙ্গৰ চিন্ ব্যৱহাৰ কৰিব লাগে বা সমূলিয়ে নালাগে এইবোৰৰ এটা ঠিক হোৱা উচিত। এটা, এটি, দুটা, দুটি, প্ৰভৃতি ব্যৱহাৰতো গোলমাল নোহোৱা নহয়। বহুবচনৰ চিন্, 'বোৰ', 'বিলাক', 'সকল' প্ৰভৃতিৰ ব্যৱহাৰো গোটেই ঠিক নহয়। ব্যাকৰণৰ আন আন নিয়মো সম্পূৰ্ণ ঠিক নহয়।

ওপৰত কোৱা ত্ৰুটি বিলাকৰ কোনো কোনোৱে নিজ নিজ এটা ঠিক কৰি লবও পাৰে; কিন্তু সকলোৰে ওচৰত সি বিদিত হোৱা নাই। এইবোৰেই ভাষাৰ প্ৰধান অঙ্গ। ইহঁতৰ একো ঠিক নোহোৱাকৈ ভাষা কোনো মতে ঠিক হব নোৱাৰে।

ইয়াৰ পাছতে সম্বোধনসূচক ও ভাববোধক অব্যয় কিছুমানৰ অভাব আমাৰ ভাষাত আছে। বঙালী আমাৰ ঘৰৰ ওচৰৰে ভাষা; আৰু দুই ভাষাই প্ৰায় একে। এতেকে, বঙালী ভাষাৰ দুটা উদাহৰণৰূপে দেখুৱাব গ'লে,—বঙালী ভাষাত যেনে—ওহে, হাঁহে, লো প্ৰভৃতিৰ প্ৰচলন আছে, আমাৰ ভাষাত তেনে অব্যয় নাই। এই অব্যয়বোৰ পাঠকৰ মনত এনে এটি সুন্দৰ ভাব সোমাই দিয়ে যে আন কথাৰে তেনে ভাবটি প্ৰকাশ হৈ নপৰে। তাত বাদেও এই কথাবোৰ পঢ়িব বা শুনিব বৰ ভাল হয়। যেনে, অসমীয়াত বঙালীৰ ভাল ভাল এনে কথা বিলাক অনুবাদ কৰিবৰ চেষ্টা কৰিছে, সেই বঙালী পুস্তক-পাঠক মাত্ৰেই জানে সেই কথাৰ ভাব অসমীয়াত প্ৰকাশ কৰা কেনে টান; আৰু কৰিব পাৰিলেও সি কেনে শ্ৰুতি-কটু হয়। এই অব্যয়বিলাকত বাদেও সজনী প্ৰভৃতি তিৰোতাক সম্বোধন কৰা এনে কেতবোৰ সুমধুৰ শব্দ আছে, যিহে বঙালী ভাষাটি বৰ সুন্দৰ ও সুশ্ৰাব্য কৰি তুলিছে। এনে কিছুমান অব্যয় ও শব্দ আমাৰ ভাষাৰ ভিতৰত সুমাব পাৰি নে নোৱাৰি চাব লাগে।

এই সকলত বাদেও অসমীয়া ভাষাত তেজ নাই বা এই ভাষাৰে এটি তেজস্বীয়ান কথা প্ৰকাশ কৰি কোৱা বৰ টান। আমি দেখিছোঁ অসমীয়া মানুহেও খং উঠিলে, বঙালী, হিন্দুস্থানী বা ইংৰাজী ভাষা ব্যৱহাৰ কৰে; যেনে আন ভাষা নেজানে, সেয়েহে কোনোমতে "হেৰ কটা! বৰ কথা কইছানে?" ইত্যাদি কথাৰ দ্বাৰা নিজৰ খং প্ৰকাশ কৰে। এনেকি ভাল কথা এটি ভাবিলেও, ইংৰাজী বা বঙালী ভাষাৰেহে ভাবিব লাগে। নৱ ৰসৰ ভিতৰত কৰুণ বেছি পৰিমাণে আন আন ৰস প্ৰকাশ কৰিব পাৰিলেও, বীৰ ও ৰৌদ্ৰ ৰস প্ৰকাশ কৰা বৰ টান। যেনে এই ভাষাত নাটক বা উপন্যাস লিখিব চেষ্টা কৰিছে, সেয়ে জানে ই কেনে দুৰূহ।

এইবোৰও লিখিবৰ নিয়ম ঠিক হলে গম্ভ ৰচনাৰ প্ৰণালী বহুত ঠিক হয়। কিন্তু পদ্যত হলে আৰু গোলমাল আছে। পুৰণি পুথিবোৰত কৰিলন্ত, থাইলন্ত, বসতি, নিগদতি, কহয়, গাহয়, কৰিয়া, ধৰিয়া প্ৰভৃতি শব্দ বহুল পৰিমাণে ব্যৱহৃত হৈছে ; এই শব্দবোৰ এতিয়া ব্যৱহাৰোপযোগী হয় নে নহয় সিও এটা নিৰ্ধাৰ্য্য বিষয়। আগৰ দিনৰ পদ্য পুথি বহুত আছে হয়, কিন্তু তেনে পদ্য আজিকালিৰ দিনৰ মাৰ্জিত ৰুচিত অলপ কঠোৰ বা মিহলি যেন বোধ হয়। গভীৰ ভাবৰ, কৰুণ ৰসৰ, বা শোভা বৰ্ণনৰ কবিতা নাই বুলি কব নোৱাৰোঁ ; কিন্তু বীৰ ৰসৰ হলে নাই।

কবিতাত ৰস অৱতাৰণা কৰাত বাজে আৰু এটি কথা আছে ছন্দ। পদ, ছুলড়ী, ঝুমুৰী, ছবি প্ৰভৃতি পুৰণি বহুত ছন্দ আছে। আকৌ প্ৰখ্যাত বঙালী প্ৰবন্ধকাৰ, ভাৰতচন্দ্ৰ, হেমচন্দ্ৰ ও ৰবীন্দ্ৰনাথ প্ৰভৃতিৰ আবিষ্কৃত নতুন নতুন অনেক ছন্দও আছে। এই সকলো বিলাকতে অসমীয়া পদ্য ৰচনা কৰিব পাৰি। কিন্তু মাইকেলৰ আবিষ্কৃত অমিত্ৰাক্ষৰ ছন্দত হলে, আজিলৈও সুচাৰুৰূপে কবিতা ৰচিত হোৱা নাই। শ্ৰীযুত ভোলানাথ দাসে 'চিন্তাতৰঙ্গিনী'ত কেবাটিও কবিতা এই ছন্দত লিখিছে। মাজে মাজে অতি সুন্দৰ হলেও, গোটেই কবিতা কেইটি একেবাৰে মনোৰম হোৱা নাই। অমিত্ৰাক্ষৰ ছন্দৰ আৰু এখন কাব্য আছে 'লীলা'— শ্ৰীযুত পদ্মনাথ বৰুৱা বিৰচিত। যদিও লীলাৰ ভাষা-লালিত্য মাজে মাজে বৰ সুন্দৰ, তথাপি সৰ্ব্বাঙ্গ তেনে নহয়। অলপতে প্ৰকাশিত হোৱা মেঘনাদ বধ নাটকখনতো* সেই কথাই খাটে। মাইকেলৰ মেঘনাদ বধ বীৰাঙ্গনা-ব্ৰজাঙ্গনা কাব্যত অমিত্ৰাক্ষৰ ছন্দৰ যি মধুৰ মধুৰিমা উথলি উঠিছে, সেই মাধুৰ্য্যৰ এশ ভাগো ইবিলাকত পোৱা নাযায়। অমিত্ৰাক্ষৰ ছন্দত ৰচনা কৰিব খুজিলে, অসমীয়া লেখকৰ আদৰ্শ মাইকেল নহয়, শ্ৰীযুত নবীন চন্দ্ৰ সেন হোৱাই যুক্ত বুলি বিবেচনা হয়। মাইকেলৰ নিচিনা ডাঙৰ ডাঙৰ শব্দ ব্যৱহাৰ অসমীয়া ভাষাৰ অনুপযুক্ত। শ্ৰীযুত ভোলানাথ দাসে এই আদৰ্শে এই ছন্দত কবিতা লিখি কৃতকাৰ্য হব পৰা নাই। নবীন সেনৰ কবিতাত সুন্দৰ সুন্দৰ বছা বছা শব্দ বেছি ভাগেই সৰল ও উচ্চাৰণ কৰিবলৈ সহজ।

আমাৰ ভাষাত এই প্ৰকাৰৰ দোষ ও ত্ৰুটী আছে। এইবোৰ সংশোধিত নহলে, অসমীয়া ভাষাও অসমীয়া জাতিৰ দৰে সকলোৰে ওচৰত চেৰ পৰি থাকিব লাগিব।

এতিয়া প্ৰশ্ন এই আমাৰ ভাষাটি কেনে হব লাগে ? আমাৰ কথাত হ'লে, অসমীয়া ভাষাৰে সকলো ভাব, সকলো ৰস, সুশ্ৰাব্য ও সুমধুৰভাবে প্ৰকাশ কৰিব পাৰিব লাগে। আমাৰ ভাষাত 'স' তিনটিৰ নিমিত্তে অনেক গণ্ডগোল ; ইহঁতৰ উচ্চাৰণ ও ব্যৱহাৰ ও অন্যান্য বানানৰ ঠিক লাগে। আচলতে, আমাৰ ভাষাত 'স' ৰ উচ্চাৰণ অতি আচৰিত। আন কোনো ভাষাতে এনে উচ্চাৰণৰ কোনো আখৰ নাই। 'স' ৰ এই প্ৰকৃতি কেতিয়া থাকে, কেতিয়া নাথাকে তাৰ ঠিক লাগে। কি কি বৈদেশিক শব্দ আমাৰ ভাষাত ব্যৱহৃত হ'ব পাৰে তাৰ এটি নিৰ্দিষ্ট সীমা লাগে। আৰু বিদেশী শব্দ এটি আমাৰ আখৰেৰে লিখিব খুজিলে কেনেকৈ

* সাহিত্য-ৰত্ন চন্দ্ৰধৰ বৰুৱাৰ মেঘনাদ বধ নাটক—সং., শ. দো. ব.

লিখিব লাগিব তাৰো এটি নিশ্চয় হোৱা আৱশ্যক। আন আন আখৰত বিশেষ গোলমাল নাই, 'ৎ'ৰ ( এৰৰ ) উচ্চাৰণ হলে, তেতিয়া 'ছ' ই লিখিব লাগিব নে 'স' ই লিখিব লাগিব তাৰহে ঠিক লাগে। 'ত' বৰ্গ তুটাৰ, 'চ ছ জ ঝ'ৰ উচ্চাৰণ একে নে বেলেগ বেলেগ তাৰো এটি নিশ্চয় হোৱা দৰকাৰ। স্বৰবৰ্ণৰ দীৰ্ঘ ঋ ও ৯, ৣ লাগে নে নালাগে, 'ক্ষ' ব্যঞ্জন বৰ্ণৰ কলাৰ ভিতৰত হয় নে নহয়, এই বিলাকৰ কাৰণ সহ এটি স্থিৰ সিদ্ধান্তৰ দৰকাৰ। এইবোৰ ঠিক হলেই ভাষা উন্নত হব বুলি আশা কৰা যায়।

প্ৰথমতে, ভাষাটিত সকলো ভাব তুলিব লাগিলে, ভাল ভাল কিতাপৰ আৱশ্যক। ভাল কিতাপেৰে ভাষা পূৰ কৰিব লাগিলে, আদিতে আন আন ভাষাৰ পৰা সুন্দৰ সুন্দৰ কিতাপ বোৰৰ অনুবাদৰ দৰকাৰ। পৃথিৱীৰ নানা ঠাইত নানা ভাৱৰ নানা মানুহ জন্মিছে। পৰমেশ্বৰৰ সৃষ্টি কৌশলে এই সকলো ঠাইতে ডাঙৰ-সৰু ভাল-বেয়া সমপৰিমাণে আছে। বেলেগ বেলেগ ভাষাসেৱী মানুহৰ ভিতৰত ভাল গ্ৰন্থকাৰৰ নাম বহুত কমৰ ভাগ্যত হে ঘটিছে। ভাৰতৰ কালিদাস বা ইংলণ্ডৰ ছেক্সপিয়ৰ সকলো দেশতে সকলো সময়তে নোপজে। এই ডাঙৰ ডাঙৰ কবি সকলৰ দৰে মহৎ ভাব, নানা ৰস ও চৰিত্ৰ বিশ্লেষণ অৱতাৰণা কৰা যাবে তাৰে কথা নহয়। এনে মানুহৰ সংখ্যা কম হলেও আমি কিন্তু পুস্তক অনুবাদ কৰি আমাৰ ভাষাতো, আমাৰ দেশতো, তেনে পুস্তক ও তেনে কবিৰ সৃষ্টি কৰিব পাৰোঁ।

আন ভাষাৰ পৰা অনুবাদ কৰাত বাদে আমাৰ পুৰণি পুথি প্ৰকাশ কৰা ভাষা-সেৱী সকলৰ আৰু এটা কৰ্তব্য। শঙ্কৰদেৱ, মাধৱদেৱৰ দিনতে অসমীয়া ভাষাই মূৰ দাঙে। তাৰ আগেয়ে এই ভাষা বহুদিনৰ পৰা থকা প্ৰমাণ পালেও, তেতিয়া ই অতি নিৰ্জীৱ আছিল। ধৰ্মপ্ৰাণ শঙ্কৰৰ ধৰ্মৰ চোৱে, অসমীয়া ভাষাক নতুন প্ৰাণ ও নতুন দেহ দিয়ে। সেই ভাষাই তেওঁলোকৰ পৰৱৰ্তী লেখক সকলৰ দ্বাৰা কম-বেছি পৰিমাণে উন্নত হৈ আহিছে। শঙ্কৰদেৱৰ সমসাময়িক লেখক সকলৰ লেখা পুথিবিলাক আমাৰ সাহিত্য ভাণ্ডাৰৰ ৰত্ন। এই বিলাকত নানা প্ৰকাৰ পৰ্য্যালোচনা ধৰ্মতত্ত্ব ও সুন্দৰ সুন্দৰ আখ্যান থকাৰ বাবে ই শিক্ষাৰ বৰ উপযোগী; ইয়াৰ পৰা ভাষা ৰচনা সম্বন্ধেও ভাল জ্ঞান জন্মে। শঙ্কৰদেৱ ও মাধৱদেৱৰ ৰচনাৰ বেছি ভাগ কবিতাই এনে, যে আজিকালিৰ পৰিমাৰ্জিত কচিতো সেই শব্দ ব্যৱহাৰ অতি মনোৰম বোধ হয়। এই ডাঙৰ ডাঙৰ প্ৰাচীন কবিবোৰৰ বাহিৰেও, আৰু কিছুমান পুৰণি লেখক আছে; এওঁলোকৰ নাম অতি কমেই জানে। এওঁলোকৰ কৃত পুথিবোৰ আমাৰ সাহিত্য ভাণ্ডাৰৰ হীৰা মাণিক হব নোৱাৰিলেও যে সোণ ৰূপ ই নিশ্চয়। এই পুথিবিলাক প্ৰকাশ কৰিলে ভাষাৰ অশেষ উন্নতি সাধিত হয়; আৰু প্ৰকাশকৰো লাভ হব পাৰে।

এই দুটাত বাহিৰেও নতুন নতুন কিতাপ লেখা অতি আৱশ্যকীয়। আগৰ দুটা কাম হাতত লব লাগিলেও এইটিৰ প্ৰতি আন্তৰিক ইচ্ছা ও সাধনতাৰ দৰকাৰ হয়। হেজাৰে ভাল হ'ক, পুৰণি; পুৰণি সি যেন এটি পৰিচিত সাধাৰণ কথা। নতুনৰ বেয়া হলেও নতুনৰ খাৰে। আৰৌ নিজৰ লৰা-ছোৱালী, অতি কদাকাৰ ও কুৰূপ হলেও, আনৰ লৰা-ছোৱালীতকৈ বেনে তেনে ভাল। বিশেষ দেশীয় সাহিত্যত দেশীয় ভাব সাৰাংকিলে সি জিয়াৰ মনোৰম বা আদৰণীয় হব নোৱাৰে। বেছি ভাগ সাহিত্যই দেশ ভাল অনুপযোগী খতিত। উদাহৰণ

ধৰিলে আমি সকলোপিনে চাব পাৰোঁ। ৰামায়ণ, মহাভাৰত আমাৰ দেশৰ বহু পুৰণি পুথি। এই মহাকাব্য দুখনতো সেই সেই সময়ৰ আচাৰ-নীতি, হাব-ভাব সোণাই আছে। ৰামায়ণত যি সাধুতা ও প্ৰেমৰ চিনাকী পোৱা যায়, মহাভাৰতত, তাৰ সৈতে কপটতা ও বিদ্বেষ। মহাভাৰতৰ ৰাম-যুধিষ্ঠিৰ ; লক্ষ্মণ-অৰ্জুন, ও ভৰত-দুৰ্যোধন। ৰামায়ণত ৰাজ্য পায়ো ভৰতে সেই ৰাজ্য ৰামৰ চৰণত অৰ্পণ কৰিলে ; মহাভাৰতত দুৰ্যোধনে ৰাজ্যৰ নিমিত্তে যুধিষ্ঠিৰক সৰ্বস্বান্ত কৰিলে। ৰামায়ণত ৰাম বনবাসৰ পৰা অহাত ভৰতে অতি সমাদৰেৰে তেওঁক অভিষেক পাতিলে ; মহাভাৰতত যুধিষ্ঠিৰ বনবাসৰ পৰা আহিলে দুৰ্যোধনে এক সূচ্যগ্ৰ পৰিমাণ ভূমি নিদিয়ে বুলি প্ৰতিজ্ঞা কৰিলে। এইদৰে মহাভাৰতৰ কথাই কথাই কুটিলতা, ৰাজ্য-লালসা ; স্বাৰ্থবাঞ্ছা ফুটি উঠিছে। এনেকৈ যে কেৱল মহাভাৰত-ৰামায়ণত হে এনে, সেয়ে নহয়। আন আন গ্ৰন্থতো ঠিক সেই কথা খাটে। যেনে এই আচাৰ-ব্যৱহাৰ, ৰীতি-নীতিৰ পৰা আঁতৰতে থাকি সাহিত্য লিখিব পাৰিছে, এনে কবিৰ সংখ্যা অতি কমেই। সময় ও দেশ অনুসাৰেও সাহিত্যৰ মূল্য অতি কম-বেছি হয়। ভাৰতচন্দ্ৰৰ আদি ৰসাশ্ৰিত বিদ্যাসুন্দৰতকৈ মাইকেলৰ মেঘনাদ বধ আমাৰ মনত ভাল লাগে ; কাৰণ, সময়ৰ লগে লগে আমাৰ ৰুচি পৰিবৰ্তিত হৈ আহিছে ; আমাৰ প্ৰবৃত্তিও চাৰিওপিনৰ ঘটনাৰ দ্বাৰায়ে গঠিত হয়। মাইকেল প্ৰায় আমাৰ দিনৰেই কবি ; সেই নিমিত্তে তেওঁৰ ও আমাৰ ৰুচি ও প্ৰবৃত্তি প্ৰায় একে ; আৰু সেই কাৰণেই তেওঁৰ কাব্যৰ আদৰ আমাৰ ওচৰত বেছি। ইয়াত বাদেও সম-সাময়িক কথাৰ প্ৰতি আমাৰ এটা বিশেষ অনুৰাগো আছে। উদাহৰণ স্বৰূপে কচ-জাপ যুদ্ধকে ধৰিব পাৰোঁ। যদি আমাৰ সময়ৰ ৰীতি-নীতি, কথাবাৰ্ত্তা, সাহিত্যত চিত্ৰিত দেখোঁ, তাৰ প্ৰতি সেই অনুৰাগ তো হয়েই ; তাত বাদেও উদাহৰণবোৰে কিহক বুজায় তাক জানোতে অৰ্থাৎ allusion বুজোঁতে, বেছি কষ্ট নহয়, গতিকে সাহিত্য সহজতে বুজিব পাৰি। এই কাৰণেই বিদেশী পুথি সৰ্ব-সাধাৰণ পাঠকৰ উপযোগী নহয়। পুৰণি পুথিতো এই কথাটি কিছু কম মাত্ৰাই খাটে। নতুন সাহিত্যৰ এইবোৰ গুণত বাদেও লেখকৰ, পাঠকৰ গতিকে দেশৰ ৰুচি পৰিমাৰ্জিত হয় ; আৰু—সময়োপযোগী দেশীয় চৰিত্ৰ গঠিত হয়। ইয়াৰ পৰা সাধাৰণ জ্ঞান বাঢ়ে ও ভাষা উন্নত হয়। এই নিমিত্তেই নতুন নতুন কিতাপ লিখা বৰ দৰকাৰী।

ওপৰত কোৱা মতে ভাষাৰ উন্নতি সাধন কৰা সকলোৰে হাতত। ছাত্ৰ, শিক্ষক, উকীল, মোক্তাৰ, ব্যৱসায়ী, খেতিয়ক সকলোৱে এই দৰে ভাষা ভাল কৰিব পাৰে। এওঁলোক সকলোৱে যদি নিজৰ নিজৰ অৱকাশ দেশীয় সাহিত্যৰ উন্নতি ও আন সৎ কাৰ্য্যৰ অৰ্থে খৰচায়, তেন্তে অচিৰাৎ ভাষাৰ উন্নতি হব পাৰে। কথাতে কয় 'ইচ্ছা থাকিলে পথ পোৱা যায়'। বঙালী ভাষাও ৬০/৭০ বছৰ আগেয়ে একো উন্নত ভাষা নাছিল। যেতিয়া অক্ষয় কুমাৰ দত্ত, বিদ্যাসাগৰ ও ঈশ্বৰচন্দ্ৰ গুপ্তই, সেই ভাষাৰ সোৰ ধৰিলে, তেতিয়া হে ঠিক একে দিশে যাব ধৰিলে ; আৰু তেওঁলোকৰ উৎসাহতে অনুপ্ৰাণিত হৈ আন আনেও তাতে যোগ দিলে। ইয়াৰ আগতে গদ্যৰ ভিতৰত ৰামমোহন ৰায়ে লিখা কেখনমান কিতাপ ও উল্লেখযোগ্য কাব্যৰ ভিতৰত ৰামায়ণ, মহাভাৰত, বিদ্যাসুন্দৰ ও কবিকঙ্কণ চণ্ডী প্ৰভৃতি মাত্ৰ আছিল। স্বৰূপ পাছতে কাব্য, উপন্যাস, নাটকে ভাষা বিয়াপি পৰিল। বঙ্কিমৰ উপন্যাস ও মাইকেল কাব্য

লিখি বঙ্গভাষাক সুন্দৰ-সুন্দৰ সাজেৰে সজালে। লাহে লাহে হেমচন্দ্ৰ, নবীনচন্দ্ৰ, ৰবীন্দ্ৰনাথ প্ৰভৃতিয়ে তাক অতীৱ মনোৰম কৰি তুলিলে। আমাৰ ভাষাও যে এনেকুৱা হ'ব নোৱাৰে, তাৰ একো কথা নাই। আমিও যদি দেহে-প্ৰাণে চেষ্টা কৰোঁ, নিশ্চয় আমাৰ ভাষা উন্নত হ'ব। কেৱলমাত্ৰ সকলোৰে সমবেত চেষ্টাৰ দৰকাৰ।

এই চেষ্টাত বাদেও আমাক আৰু এটি কথা লাগে। কিছুমান মাহিলি আলোচনী আমাৰ পক্ষে অতীৱ আৱশ্যকীয়। এই মাহিলি কাকতবোৰত লেখাৰ পৰা লেখকৰ, পঢ়াৰ পৰা পাঠকৰ, সাহিত্য বিষয়ত ক্ৰমে ক্ৰমে বেছি ব্যুৎপত্তি ও অনুৰাগ হয়। ইয়াৰ পৰা অনেক সামান্য লেখকো লিখিবলৈ উৎসাহিত হয়; কাৰণ সকলোৱে নিজৰ শ্ৰমৰ ফল সাধৰণৰ আগত থৰিব পাৰিলে, গৌৰৱ ও আনন্দ বোধ কৰে। লাহে লাহে এই দৰে ভাষাৰো উন্নতি হয়। এই মাহিলি আলোচনীৰ অভাৱৰ পৰা আমাৰ সাহিত্যৰ উন্নতি পথত বহুত কাঁইট পৰিছে। কিন্তু বৰ দুখৰ কথা, এই প্ৰকাৰ মাসিক সাহিত্যৰ আৱিৰ্ভাৱ আমাৰ ইয়াত অসম্ভৱ বুলিহে ভাবিব লগাত পৰিছোঁ। আন আন ভাষাত মাসিক পত্ৰ বা খবৰ কাকত চলাই সম্পাদক ও অধিকাৰী অতুল ধনৰ ঈশ্বৰ হয়; আমাৰ দেশৰ ও আমাৰ ভাষাৰ এনেহে দুৰ্গতি যে যদি আমাৰ ইয়াত কোনোবাই এখন কাকত চলাব খোজে, তেন্তে তেওঁৰ বাপ-পিতৃৰ দিনৰো যি কেইটা সম্পত্তি থাকে তাকো বন্ধক দিব লগাত পৰে; নতুবা তেওঁৰ সেই দুঃসাহসিক কৰ্মটোকে পৰিহাৰ দিব লাগে। কিন্তু ইয়াৰ কাৰণটো আমিয়ে। কাকত লওঁতা গ্ৰাহক নাই; যি দুই-চাৰি জন থাকে তাৰো বেছি সংখ্যকৰে পইচাখিনি দিবৰ নিয়ম নাই। আমাৰ এনে স্বভাৱ। তাত বাদেও, এনে অনেক মানুহ আছে যেনে অসমীয়া মাহিলি আলোচনীত চকু ফুৰাবলৈও ঘিণ কৰে। আৰু কিছুমান আছে, তেওঁলোকে অসমীয়াত কোনেও প্ৰবন্ধ লিখিব খুজিলে, তাক ঠাট্টা কৰি কয় "এও দেখিছোঁ অসমীয়া ভাষাটি দাঙি তুলিব; ভাৰতৰ পূব উত্তৰ কোণটি অলপতে স্বৰ্গত উঠেহে।" এইবোৰ মানুহ দুনা অনিষ্টকাৰী, নিজেতো একো নকৰেই, আনকো কৰিব নিদিয়ে। এই দেশদ্ৰোহী আত্মঘাতীসকল সমাজৰ কণ্টক। আৰু কেতবোৰ আছে, তেওঁলোকে ঘিণো নকৰে; কেৱল মনে মনে ঠিক কৰি থৈছে, তেওঁৰ ব্যক্তিগত চেষ্টাৰ পৰা ভাষাৰ একো উপকাৰ নহয়; আৰু তেওঁৰ পৰিচিত আন কোনো মানুহেও সেই কাম কৰিব নোৱাৰে। এইবোৰ মানুহক দূৰ কৰিব নোৱাৰি, হেজাৰ চেষ্টা কৰিলেও থাকিবই থাকিব। কাম কৰিব খুজিলে আমাৰ উচিত কুকুৰৰ ভুকনিৰ নিচিনা ইহঁতৰ কথাত কাণ নিদিয়া, ও নিজে নিজে ভাষাৰ উন্নতিৰ অৰ্থে যত্ন কৰা। অনেকে আকৌ আপত্তি কৰে যে আমি দুখীয়া, আমাৰ লৰা-তিৰোতাই খাব পিন্ধিব নেপায়; আমি কাকত লম ক'ৰ পৰা! এওঁলোকক কাকত লবৰ নিমিত্তে টকা দিব বা টকা আৰ্জিবৰ সহজ পন্থা দিব নোৱাৰোঁ। কিন্তু আমাৰ সাধাৰণ বিবেচনা মতে বছৰি ২ টকা বা তিনি টকা কাৰো ওচৰতে অসম্ভৱৰূপে বেছি নহয়। ইচ্ছা কৰিলে সাধাৰণ মানুহেও একোখন কাকত লব পাৰে। বিলাসাদি নানা অসৎ কামত কিমান পইচা যায়, তাৰ খবৰ নলয়, কাৰণ সি অসতত ব্যয়। আমি মিতব্যয়ী হওঁ সৎকাম কৰাৰ সময়তহে। ইয়াৰ আৰু এটি কাৰণ, দেশত শিক্ষাৰ অভাৱ। কিন্তু শিক্ষাৰ বিষয়ে কোৱা এইটো ঠাই নহয়। ইয়াত বাদেও আৰু কোনো কোনোএ ক'ব পাৰে, কাকতবোৰ

তালকৈ নচলে ; মিছা-মিছি টকা খৰচ কৰি লাভ কি ? অৱশ্যে তালকৈ নচলিব পাৰে ; কিন্তু ইয়াৰো কাৰণটো আমিয়ে, আমিয়ে লেখক, আমিয়ে পাঠক, আমি ভাল নকৰিলে কোনে কৰে। বেয়া থাকে, ভাল কৰিবৰ চেষ্টা কৰা, ভাল হ'ব। আজি-কালি দেশী দ্ৰব্য ব্যৱহাৰৰ এটি ঢৌ উঠিছে, সেই উদ্দেশ্য মনত লৈ বহুত বেয়া হলেও, বেছি দাম দিও তাক এৰা নাই বা বেয়া হলেও ই আমাৰ দেশীয় ইয়াক ঘিণ কৰা পাপ।

ভাষাৰ উন্নতি কৰিবৰ অৰ্থে আমাৰ কিছুমান প্ৰকাশ কৰা আৱশ্যক। লেখা কিতাপ অনেকৰে আছে ; কিন্তু তেওঁলোকে টকাৰ অভাৱতে তাক আমাৰ আগত হাজিৰ কৰিব নোৱাৰে। গতিকে নেজানে যে তেওঁলোকৰ ৰচনা ভাল নে বেয়া। ইয়াৰ পৰা তেওঁলোকৰ ব্যক্তিগত দোষ বৈ যায়, আৰু কিতাপ লেখাতো উৎসাহ নোহোৱা হয়। লাহে লাহে হয়তো ভাল লেখক এজনেও, এইদৰে উৎসাহৰ অভাৱত একো কৰিব নোৱাৰিব পাৰে। যদি কোনোবাই এই কাম হাতত লয় ; তেন্তে তেওঁৰ লোকচান সমূলি নহয়। প্ৰথম প্ৰথম লেখক সকলৰ পৰা কিতাপবোৰ এওঁলোকে একো খৰচ নোহোৱাকৈয়ে আনিব পাৰিব। নিজৰ প্ৰেছ্ থাকিলে ছপা কৰাতো তিমান বেছি খৰচ নপৰে। অসমীয়া ভাষাৰ উন্নতি সাধনেচ্ছু ধনীসকলে, এই বিষয়ে কান দিলে, সুফল ফলাৰ আশা হয়।

ভাষাত ভাল ভাল কিতাপ কৰা, আৰু তাৰ পৰা ভাষাৰ উন্নতি সাধন কৰা, এইদৰে সকলোৰে হাতত। সকলোৱে যদি সেই উদ্দেশ্যে চেষ্টা কৰে, নিশ্চয় ভাষা উন্নত হয়। কিন্তু আৰু এটি কথা আছে। অসমীয়া ভাষাত বিভক্তি, কাৰক প্ৰভৃতিৰ গোলমালবোৰ আগতে কৈ আহিছোঁ। এই দোষবোৰ শুধৰাব নোৱাৰিলে, আমাৰ ভাষাত বহুত ভাল ভাল কিতাপ থাকিলেও, সি সম্পূৰ্ণ নহয়। ভাষাৰ প্ৰধান উদ্দেশ্য মনৰ ভাব প্ৰকাশ। ভাষা এনে হ'ব লাগে যেন যি কথা যি ভাবে লেখা যায় বা কোৱা যায় সেই কথাৰ সেই ভাব যেন পাঠকৰ বা শ্ৰোতাৰ মনত পৰিস্ফুট হৈ উঠে। বানান ও ব্যাকৰণৰ নিয়ম ঠিক নহলেও, এই উদ্দেশ্য অনেকাংশে সিদ্ধ হয় সঁচা ; কিন্তু এইবিলাকৰ গোলমালৰ পৰা ভাষাৰ ও শব্দৰ ঐক্য নাথাকে ; আৰু তাৰ পৰা কামে ভাষাৰ নামেই লোপ পায়। সেই নিমিত্তে এনে গোলমাল বাঞ্ছনীয় নহয়। এই বিষয় ঠিক কৰিব খুজিলে আমাৰ দৰকাৰ, এখন ডাঙৰ অভিধান ও এখন ভাল ব্যাকৰণ। পঢ়াশালি বিলাকত পঢ়োৱা অনেক ব্যাকৰণ আছে ; কিন্তু গোটেই ভাষাটিৰে সমুদায় কথা এনে এখন সৰু কিতাপত থকা অসম্ভৱ আৰু নাইও। এজন মানুহে সমুদায় কথাকে গোটাই অনা সহজ নহয়, আৰু বহুতৰ মতবো অমিল। অভিধানৰো এই কথা। হেম-কোষখন আগত লৰৰ আছে হয় ; কিন্তু তাতকৈ ডাঙৰ, আৰু সকলো বিষয় সম্পূৰ্ণ থকা আন এখন অভিধানৰ আৱশ্যক। হেমচন্দ্ৰ বৰুৱাই অসাধাৰণ পাণ্ডিত্য ও অসাধাৰণ শ্ৰমৰ চিহ্নস্বৰূপে যি কীৰ্ত্তি ৰাখি থৈ গৈছে, তাৰেই অসমীয়া ভাষা আজিও জীয়াই আছে ; কিন্তু এই জীৱনত তেজ হোৱা নাই ; কাৰণ, ইয়াক ভাষা এটিৰ সম্পূৰ্ণ অভিধান বুলি গ্ৰহণ কৰিব নোৱাৰি। নিষ্ঠুৰ কালৰ কৰাল হাতেৰে কিছুমান দিন গ্ৰাস নকৰিলে, ই যে সম্পূৰ্ণ হৈ উঠিলহেঁতেন ই এনে আশা কৰা যায়। কিন্তু কালৰ আগত কি ? আকৌ সৰু অভিধানৰো বৰ অভাৱ। হেম-কোষৰ দাম বৰ বেছি ; সেইবাবে সি সকলোৰে সহজ প্ৰাপ্য নহয়। ইয়াৰ পৰা নিৰ্ধন ছাত্ৰ

ও লেখকসকলে বহুত অসুবিধা ভোগ কৰে। গতিকে ||০, ৮০, ১৲ টকা দামৰ অভিধানৰ বৰ আৱশ্যক। ই বৰ ডাঙৰ কামো নহয়। এজন উপযুক্ত শিক্ষাপ্ৰাপ্ত মানুহে নতুনকৈ এখন লিখিলে, বা হেম-কোষৰে এটা সংক্ষিপ্ত সংস্কৰণ* বাহিৰ কৰিলে, তেওঁৰো অশেষ লাভ হয়; ভ'ষাৰো উন্নতি হয়। আগৰ দিনৰ তৃতীয় বাৰ্ষিক পৰীক্ষাত উত্তীৰ্ণ হোৱা বা বি. এ. পাছ্-ফেল কৰা অনেক শিক্ষক ও উকীল-মোক্তাৰ আছে; এওঁলোকৰ এজনে এই কামটি হাতত লৈ সুচাৰুৰূপে সমাপন কৰিব পাৰে।

এতিয়া এই ডাঙৰ অভিধান ও ব্যাকৰণখন কৰিবলৈ উচ্চ শিক্ষা-প্ৰাপ্ত কেবাজনো মানুহ লাগে। ই যেনে ডাঙৰ কাম, এজনৰ দ্বাৰা সুকলমে হৈ উঠা টান। যেনে ভাষা এটিৰ সমুদায় কথাকে সম্পূৰ্ণৰূপে জানে, তেনে মানুহৰ সংখ্যা অসমত কিয়, আন দেশতো অতি কমেই। আকৌ এনে এজনা থাকিলেও, কেৱল তেওঁৰ দ্বাৰা ইয়াৰ সমুদায় অঙ্গ পূৰ হব নোৱাৰে। প্ৰথমতে তেওঁৰ বিৰুদ্ধবাদীবিলাকে সঁচাই মিছাই, তেওঁৰ সকলো কথাতে প্ৰতিবাদ কৰিব। আৰু এজনৰ দ্বাৰা লিখিত হোৱাৰ বাবে সৰ্বসাধাৰণৰ ওচৰতো ইয়াৰ মূল্য অনেকাংশে কমে; কাৰণ সাধাৰণ মানুহৰ বিশ্বাস, "মুনীনাঞ্চ মতিভ্ৰমঃ"; এজনৰ সকলো কথা শুদ্ধ নহয়। "সেই"-নিমিত্তে এই কাজ এটি সমিতিৰ হাতত থকা উচিত। বঙ্গদেশত সাহিত্য পৰিষদ যি যি কাম হাতত লৈছে, এই সমিতিতো সেই কাম হব লাগিব। জিলাই জিলাই ভাষাৰ যি বিশেষত্ব আছে, সেইবোৰৰ এটা মীমাংসা হব লাগিব। এনে হলে সকলো জিলাৰ উচ্চশিক্ষাপ্ৰাপ্ত মানুহ এই সমিতিৰ সভাত থাকিব লাগিব। আমাৰ ভাষাত যি যি ভাষাৰ শব্দ সোমাইছে, সেই সেই ভাষাভিজ্ঞ সভ্যও সমিতিত থাকিব লাগিব। সংস্কৃত জনা পণ্ডিত, পাৰ্চী জনা মৌলাবী, ইংৰাজী জনা কলাৰ আহোম ভাষা, বঙালী, হিন্দুস্থানী প্ৰভৃতি জনা কেজনমান পণ্ডিতৰ দৰকাৰ। এই সমিতিটি এঠাইত ঠিক হৈ কাম কৰা উচিত। দহ দিকৰ দহজন সভ্য দহ দিকে থাকিলে একো লাভ নহয়। কিন্তু ঠাইতে এনে কেজনমান পণ্ডিত মিলা সহজ নহয়। সেই নিমিত্তে এই সমিতিটি স্বাধীন ব্যৱসায়ী ধনী মানুহৰ হাতত পৰিব লাগে। শিক্ষকসকলেও এই সমিতিত যোগ দিব লাগে। চাব্ ডেপুটি একষ্ট্ৰা এচিষ্টাণ্ট কমিছনাৰ প্ৰভৃতি চৰকাৰী কাম কৰা মানুহৰ অৱসৰ অতি কম। আন আন জিলাৰ পৰা উকীল প্ৰভৃতি ও জনা-বুজা ধনী মানুহ সকল আহি এখন চহৰত গোট খাব পাৰে—তাৰপৰা তেওঁলোকৰ অলপ ক্ষতি হলেও, তাৰ প্ৰতি উপেক্ষা কৰাৰ সঙ্গতিও অনেকৰ আছে। আন আন ঠাইত থকা যি যি শিক্ষকৰ দৰকাৰ হয় এই সদুদ্দেশ্য চেষ্টা কৰিলে, তেওঁলোককো বদলি কৰি সেই চহৰলৈ আনিব পাৰি। এইদৰে, আমাৰ দেশৰ ডাঙৰ ডাঙৰ মানুহসকলে চেষ্টা কৰিলে, এই সমিতি গঠন কৰা বৰ টান হৈ নপৰে। এই সমিতিত সকলো কথা আলোচিত হৈ সেই আলোচনাৰ ফল, এখন মাসিক বা পাক্ষিক পত্ৰত প্ৰকাশ কৰি, সকলোকে সেই সেই কথা জানিব দিয়া উচিত হ'ব। ইয়াৰ পৰা আন সকলোৰেও সাহিত্য-সেৱাত যোগ দিবৰ সুবিধা পাব। তেতিয়া সকলোৰে মতে ভাষাটি ঠিক হলে, ই সম্পূৰ্ণ হওঁতে ৫/৬

* হেমচন্দ্ৰ বৰুৱাৰ 'পঢ়াশলীয়া অভিধান' ১৯০৬ চনত প্ৰকাশ হয়।—সং, শ, চ, ৰ।

বছৰৰ বেছি নালাগে। সভ্যৰ পৰা উপযুক্ত সভ্য সকলক এটি ভাল উপাধি দিয়াৰ নিয়ম কৰিব পাৰিলে, ভাল সভ্যও সহজে মিলিব। কিন্তু এইবিলাক যে একেবাৰে সহজ এনে নহয়। কেজনমান মুৰি হৈ নোলালে একো নহয়। আকৌ কিছু খৰচৰো দৰকাৰ হব। এই খৰচ অকল এজন বা দুজন বহন কৰিব নোৱাৰে। সেই বাবে অসমৰ সাধাৰণৰ পৰা দুই অনা চাৰি অনা চাঁদা সংগ্ৰহ কৰি, এটি ভাণ্ডাৰ খোলাৰ দৰকাৰ হব। এই ভাণ্ডাৰৰ পৰা সভাৰ আৱশ্যকীয় ব্যয় নিৰ্বাহিত হব পাৰিব। ডাঙৰ ডাঙৰ কেজনমান মুৰীয়াল ওলাই এই কাম হাতত ললে আশা হয় ই হৈ উঠিব পাৰে। এই সভাত হ'লে ছাত্ৰৰ বিশেষ সম্পৰ্ক থাকিব নোৱাৰে। ইয়াত বেছি অৱসৰ থকা মানুহহে লাগে; এওঁলোকৰ অৱসৰ অতি কম। তথাপি উৎসাহ দিবৰ নিমিত্তে ও ভবিষ্যতে সভাৰ বিশেষ তত্ত্বাৱধান লব বুলি, ছাত্ৰ সভ্য থকাও একেবেলি অযৌক্তিক নহয়। ডাঙৰ মানুহসকলে এই কথাত অলপ কান দিলে, বোধ কৰো, সহজতে হব পাৰে।

আমাৰ কথা যিখিনি আছিল, সেইখিনি কোৱা হ'ল; এতিয়া যদি কোনোবাই উৎকৃষ্ট পন্থা অৱলম্বন কৰি এই কামবোৰ হাতত লয়, তেন্তে আমাৰ ভাষা উন্নত হব পাৰে।

অৱশেষত আৰু এটা কথা আছে। কামৰূপী ও ওপৰ অসমীয়া কথ্য-ভাষালৈ বৰ গোলমাল; বহুত হাই-কাজিয়াও। বৰ্ত্তমানে এই কথাটি বহুত কম হৈছে। ই বৰ সুখৰ বিষয়। কিন্তু কেবছৰমান আগেয়ে এই কাজিয়া ইমান দুৰ হৈছিল যে এজন জনা-বুজা মানুহে 'ধটাসুৰ বধ' নামক পুথি এখনিৰ পাতনিত লিখিছিল, কামৰূপী ও ওপৰ অসমীয়া দুটি বেলেগ বেলেগ ভাষা; তাক বেলেগ বেলেগ কৈ ৰখাই ভাল। কিন্তু ইয়াৰে পৰা আমাৰ বৰ অন্যায় হৈছে। সকলো দেশতে, কি ইংলণ্ড বোলা, কি ফ্ৰান্স্ বোলা, কথ্য ভাষাটি প্ৰায় গাৱেঁ গাৱেঁ বেলেগ বেলেগ; কিন্তু লিখিছে একে দৰে। আমাৰ ইয়াতো কামৰূপ, গোৱালপাৰা, শিৱসাগৰ, ডিব্ৰুগড় প্ৰভৃতিৰ কথ্য ভাষাত অনেক প্ৰভেদ থাকিব পাৰে, সেইবাবে যে লেখাতো বেলেগ বেলেগ ভাষা হ'ব লাগিব, ইয়াৰ একো মানে নাই। দলাদলিৰ পৰা আমাৰ ভিতৰত হিংসা কুটিলভাৱ ভাগ সোমায়; ও ভাষা-ভাষী মানুহ কম হয়। যি ভাষা যিমান বেছি মানুহে ব্যৱহাৰ কৰে, সেই ভাষা সিমান উন্নত, এই কথা দেখি-শুনিয়ে আমি প্ৰমাণ পাইছোঁ। অসমীয়া ভাষা এনে গৰীয়, যে সমুদায় অসমবাসীয়েও ইয়াক ব্যৱহাৰ নকৰে, এনে থলত ইয়াৰে বিভাগ কৰিলে থাকিব কি? অলপতে বঙ্গদেশৰ শিক্ষা বিভাগে জিলাই সেই সেই ঠাইত কৰ্মত বেলেগ বেলেগ ভাষাৰ কিতাপ ব্যৱহাৰ কৰাৰ প্ৰস্তাৱ কৰাত সমুদায় বঙ্গদেশে লগ-লাগি তাত বাধা জন্মালে, আমি ভাষাৰ উন্নতিৰ অৰ্থে এনেকৈ দেহ প্ৰাণ সঁপি দিছোঁ, যে আমি তাক নিজে নিজে বিভাগ কৰি লওঁ। যাৰ মনত ভাষাৰ উন্নতিৰ ইচ্ছা আছে, যাৰ অন্তঃকৰণত দেশহিতৈষিতা আছে ও যাৰ মনুষ্যত্ব আছে, সি এনে কথা ভাবিবই নোৱাৰে। এই কথাটি যেন আমাৰ ভাষা-সেৱী সকলে ভাবি চায়। অৱশ্যে দুইদলৰ ভিতৰত এদলে বাট মানিব লাগিব। কিন্তু তাত লাজ কি; সত্যৰ জয় হব দিয়া। এই দুই দলৰ ভিতৰত এদলে সংস্কৃত শব্দ আনি ভাবে ভাবে একে ঠাইতে ভাৱৰ খোজে; আন দলে তাৰ ওচৰকে নীবায়। ই কিন্তু ভাল কথা নহয়।

ভাষা যিমানে সহজতে লিখিব পাৰি তিমানে ভাল ; যি ঠাইত নতুন শব্দ এটি দিলে অন্যাব্য হয়, তাত সেইটি কৰাও দোষণীয় নহয়। সেই বুলি যে ডাঙৰ ডাঙৰ এশাৰী দুশাৰী দীঘল শব্দৰ শ্ৰাদ্ধ কৰিব লাগিব তাৰ একো মানে নাই। যোনে ভাষা বা দেশৰ উন্নতিৰ অৰ্থে চেষ্টা কৰে, সি যেন এই বিকন্ধ মত মনত ঠাই নিদিয়ে। এই কথাটি বঙালী ও অসমীয়াৰ ভিতৰত কাজিয়াৰ নিচিনা। বঙালীয়ে অসমীয়াক ও অসমীয়াই বঙালীক দেখিব নোৱাৰা কথাটি বহুতভে শুনা যায়। কিন্তু ভাৰতৰ এই দুৰ্দিনৰ সময়ত যাৰ শৰীৰত এ বিন্দু মাত্ৰ আৰ্য-শোণিত আছে, সেয়ে এই কথা মনত ঠাই দিব নোৱাৰে। সমবেত চেষ্টাৰে বঙালী অসমীয়া পাহৰি আমাৰ উন্নতিৰ অৰ্থে চেষ্টা কৰিব লাগে। এনে থলত আমাৰ ভিতৰত কাজিয়া কৰা মহা পাতক। গৃহ-বিবাদৰ পৰায়ে ভাৰতৰ ইমান দুৰ্গতি দেখিয়ে নো ইয়াৰ কুফল আমি শিকিব পৰা নাই নে? কামৰূপী-অসমীয়া ভাষা বা বঙালী-অসমীয়া জাতি, পৃথক কৰা এই দুই দবেই মহাপাতকী ; আত্মহত্যা পাপ এয়ে।

আমি আশা কৰোঁ কামৰূপী বা অসমীয়াই আৰু সকলোৱে আগেয়ে যদিবা তেওঁলোকৰ ভিতৰত কিবা কাজিয়া আছিল, সেইবিলাক সকলো পাহৰি, যেন আচল দেশবাসীৰ নিচিনা, আচল স্বদেশ-প্ৰেমিকৰ নিচিনা, কায়মনোবাক্যে ভাষাৰ ও দেশৰ উন্নতিৰ অৰ্থে চেষ্টা কৰে।

[ কৰকলণীয়া কথা—ৰচনা পঢ়া হোৱাত সভাপতি শ্ৰীযুক্ত তৰুণৰাম ফুকন ব্যাৰিষ্টাৰ-এট্-ল আৰু শ্ৰীযুক্ত নবীনচন্দ্ৰ বৰদলৈ বি. এল মহোদয়ে ৰচনাটিৰ সমালোচনা স্বৰূপ, কিছুমান কথা কয়। ফুকন ডাঙৰীয়াই এটা কথাত মাত্ৰ লেখকৰ ত্ৰুটী দেখুৱালে ; বৰদলৈ ডাঙৰীয়াই বহুত কৈছিল ; কিন্তু বেছি ভাগেই অমূলক লেখকে যি লিখিছে লেখকক তাৰ বাবে দোষ দি আৰু ঘূৰাই পকাই তাকেই কৈছে। ইয়াত বিশেষ কামৰ কথা আছিল ( practical suggestionsৰ important points ) তাৰ বিষয়ে কোনোৱে একো নকলে ; বোধ কৰোঁ তাক শুনোতে তেওঁলোকৰ মনোযোগে প্ৰতিবাদৰ কথা ভাবিছিল। ৰচনা নিৰ্দোষ বুলি কব নাহ নকৰোঁ ; কিন্তু আচল বিশেষ দোষ তাত তেওঁলোকে হাত নিদিলে।—লেখক।

ৰচনা সম্পৰ্কে মত।—শ্ৰীযুক্ত তৰুণৰাম ফুকন ব্যাৰিষ্টাৰ-এট্-ল মহোদয়ৰ মতে "ৰচনাৰ আন কথা সকলো যুক্তিযুক্ত ; কেৱল ভাষাৰ আগেয়ে ব্যাকৰণ ৰচিত নহয় ও হব নোৱাৰে। লেখকৰ মত আগেয়ে ব্যাকৰণ পাছত ভাষা। কিন্তু ই ভুল ; আগেয়ে ভাষা পাছে ব্যাকৰণ।" আমি আগেয়ে সমুদয় অংশ মনোযোগৰ লগত পঢ়িলে বুজা যাব। আমি কেৱল ইয়াকেহে কৈছোঁ, আজিকালি ব্যাকৰণ ৰচনাৰ উপযুক্ত সময়। আচলতে এই কথাটি স্পষ্টকৈ আগেয়ে লেখা হৈছিল ; বাহুল্য ভয়ত আৰু আগৰ কথাৰ পৰা এই কথা বুজা যাব বুলি তাক এৰি দিছোঁ। ফুকন ডাঙৰীয়াৰ আন মত প্ৰায়ে লেখকৰ লগত মিলিছে।

শ্ৰীযুক্ত নবীনচন্দ্ৰ বৰদলৈ বি. এল মহোদয়ৰ মতে :—"অসমীয়া আৰুক লেখকে যিমান বেয়া বুলি লিখিছে, তেনে নহয়। ইয়াত বীৰৰসৰ শব্দ নহলেও, ভাবব্যঞ্জক শব্দ আছে ; যেনে পুৰা আৰু নতুন জোনাকীৰ 'এটি' ইত্যাদি। মেঘনাদ বধ নাটক অসমীয়াৰ ভিতৰত

ভাল ; লেখকে ইয়াক যেনে বেয়া বুলিছে তেনে নহয় ; ব্যাকৰণৰ অনেক দোষ নাই। ইত্যাদি।"

আমি অসমীয়া ভাষাক তেনে বেয়া বুলিছোঁ, তেনে হয় নে নহয় আনে ভাবি চাব। অসমীয়াত বীৰ ৰসৰ ৰচনা নাই বুলিহে কৈছোঁ, ভাৱবোধক পদ্য আছে আমিও স্বীকাৰ কৰিছোঁ। তাৰ বিষয় তেওঁৰ আপত্তি ছবুজাৰ গঢ়িকেহে। মেঘনাদ বধ আমাৰ মতেও অসমীয়াৰ ভিতৰত ভাল, কেৱল বঙলাৰ লগত তুলনা কৰি বেয়া বুলিছোঁ। ৰবমলৈ ভাঙৰীয়াৰ আপত্তিবোৰ অমূলক। ত্ৰুটী যে নাই এনেকৈ নকওঁ ; কিন্তু আমি ত্ৰুটিটি বাহিৰ কৰিব পৰা নাই।—লেখক। ]*

# চৈতন্য আৰু শঙ্কৰ

মাহিলি আলোচনী দুখনতো[1] চৈতন্য আৰু শঙ্কৰদেৱৰ গুৰুশিষ্যত্ব সম্বন্ধে অলপ অলপ কথা ওলোৱা দেখি আমিও সেই বিষয় দুই চাৰি আখৰ কবলৈ আগ বাঢ়িলোঁ। পাতনিতে কৈ থোৱা উচিত যে, বহুত যত্ন কৰিও মাধৱদেৱৰ ভাগিনীয়েক ৰামচৰণ ঠাকুৰ আৰু শঙ্কৰৰ ভাঙৰ পুতেক ৰামানন্দ ঠাকুৰে লিখা "গুৰু চৰিত্ৰ" দুখন আমি এতিয়াও পোৱা নাই। মহাপুৰুষৰ চৰিত্ৰৰ ভিতৰত এই দুখনে সমসাময়িক লেখকে লিখা; আৰু এই দুখনকে বেছি প্ৰামাণিক বুলি ধৰিব পাৰি। এই দুখনত বাদে অন্যান্য দুই তিনি খন চৰিত্ৰৰ পৰা যেনে অনুমান কৰিব পাৰি, ওপৰৰ কথা সম্বন্ধে তেনে দবৰ দুটিমান কথা কবৰ ইচ্ছা।

চৈতন্য আৰু শঙ্কৰৰ গুৰু-শিষ্যত্ব সম্বন্ধ দুই প্ৰকাৰে হব পাৰে—১ম, চৈতন্যদেৱ অসমলৈ কেতিয়াবা আহিছিল আৰু সেই সময়ত শঙ্কৰক শিষ্য কৰিছিল। নাইবা ২য়, শঙ্কৰ দেৱেই তীৰ্থ ভ্ৰমণলৈ যাওঁতে চৈতন্য-দেৱৰ শিষ্য হৈ আহিছিল।

ইয়াৰ ভিতৰত প্ৰথমটো অসম্ভৱ। কাৰণ, চৈতন্যদেৱ যে কেতিয়াবা অসমলৈ আহিছিল তাৰ একো প্ৰমাণ নাই। ইয়াৰ একমাত্ৰ প্ৰমাণ স্বৰূপে হাজোৰ মাধৱৰ পৰ্বতৰ চৈতন্য খোপা বুলি এটা খোপা দেখুৱা হয়। তাত যে কেতিয়াবা চৈতন্য আহি বাস কৰিছিল এনে একো প্ৰমাণ নাই ; অন্ততঃ আজিলৈকে আমি একো পোৱা নাই। হব পাৰে চৈতন্যৰ কোনোবা

---

* শৰৎচন্দ্ৰ গোস্বামী বিৰচিত ওপৰৰ প্ৰবন্ধটি গুৱাহাটীৰ অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ ১৯০৫ চনৰ ১ অক্টোবৰৰ ( ১৫ আহিন ১৩১২ শক ) পঞ্চম বাৰ্ষিক অধিবেশনত পঠিত। প্ৰবন্ধৰ শেষৰ বন্ধনীৰ ভিতৰৰ টোকা দুটি গোস্বামীদেৱৰ প্ৰবন্ধটিৰ পাণ্ডুলিপিৰ পৰা সংগ্ৰহ কৰা হৈছে।—সম্পাদক, শ. গো. ৰচনাৱলী।

১. আসাম-বান্ধৱ আৰু বাঁহী

শিষ্য সন্ন্যাসী স্বৰূপে বা তীৰ্থ কৰিব আহি ইয়াত দুই চাৰি দিন আছিল। আৰু তাৰপৰা এই গুহাৰ সেই নাম হৈছে।

আৰু যদিবা চৈতন্যদেৱ অসমত আহিছিলেই তেতিয়াও চোৱা যাওক, সেই সময়ত শঙ্কৰদেৱ তেওঁৰ শিষ্য হোৱা কিমান সম্ভৱ।

চৈতন্যদেৱৰ জন্ম ১৪৮৪ খ্ৰীঃত আৰু শঙ্কৰদেৱৰ জন্ম ১৪৪৯ খ্ৰীঃত; অৰ্থাৎ শঙ্কৰদেৱ চৈতন্যদেৱতকৈ ৩৫ বছৰে ডাঙৰ। আকৌ চৈতন্যদেৱৰ ২৪ বছৰ বয়স নোহোৱালৈকে তেওঁ ঘোৰ সাংসাৰিক। তেতিয়া তেওঁক সকলোৱে "নিমাই পণ্ডিত" বুলি মাতিছিল আৰু তেওঁ ঘোৰ নাস্তিক বুলি নৱদ্বীপৰ সমাজত প্ৰখ্যাত আছিল। ২৪ বছৰত তেওঁ সন্ন্যাস অৱলম্বন কৰি ধৰ্ম প্ৰচাৰ আৰম্ভ কৰে। অৱশ্যে সন্ন্যাসী হৈয়েই তেওঁ অসমৰ পাপীক উদ্ধাৰ কৰিবলৈ দৌৰি অহা নাছিল। আৰু তেওঁৰ চৰিত্ৰ আলোচনা কৰিলেও বুজা যায় যে, চাৰিও কালে ধৰ্ম-প্ৰচাৰ কৰা তেওঁৰ তিমান উদ্দেশ্য নাছিল। তেওঁ নিজে প্ৰেমত বিভোল হৈছিল আৰু তেওঁৰ সেই প্ৰেম হৃদয়ঙ্গম কৰিব পাৰিছিল সেই বিলাকেই তেওঁৰ শিষ্য হৈছিল। তথাপি চৈতন্যদেৱ যদি অসমলৈ আহিছিল বুলিয়েই ধৰা যায়, তেনে হলেও এইবিলাক কাৰণৰ বাবে দুই চাৰি বছৰ বাদ দি নিৰাপদে অনুমান কৰিব পাৰি যে, যেতিয়া চৈতন্যদেৱ অসমলৈ আহে তেতিয়া তেওঁৰ অন্ততঃ ৩০ বছৰ। আৰু শঙ্কৰদেৱ তেতিয়া তিন কুৰি বছৰৰ আদহীয়া। এতিয়া শঙ্কৰদেৱ চৈতন্যদেৱৰ শিষ্য হব লাগিলে তেওঁ ৬৫ বছৰ বয়সত চৈতন্যদেৱৰ শিষ্য হয়; আৰু তেতিয়াৰ পৰা ধৰ্ম-প্ৰচাৰ কৰে। এই কথাখিনি কিমান যুক্তিমূলক বুদ্ধিমান আৰু শঙ্কৰৰ জীৱনীত অভিজ্ঞ পাঠকক বুজাবলৈ নেলাগিব পায়। শঙ্কৰদেৱৰ গোটেই জীৱন আলোচনা কৰিলেই জানিব পাৰি যে, সেই বয়সৰ বহুদিন আগৰ পৰা শঙ্কৰে ধৰ্ম-প্ৰচাৰ কৰিছিল; আৰু সেই বয়সৰ আগতে তেওঁৰ বহু শিষ্যও হৈছিল।

এতিয়া ২য় কথাটি এবাৰ ভাবি চোৱা যাওক; কিজানি শঙ্কৰদেৱেই ভাটীৰ ফাললৈ যাওঁতে চৈতন্যদেৱৰ শিষ্য হৈ আহিছিল। শঙ্কৰ দুবাৰ তীৰ্থ কৰিবলৈ যায়। এবাৰ তেওঁৰ ধৰ্ম-প্ৰচাৰ কৰাৰ আগেয়ে আৰু আন বাৰ বহুত শিষ্যাদি কৰি বৰপেটাত সত্ৰাদি স্থাপন কৰি উঠি বুঢ়া বয়সত। এই দুবাৰৰ ভিতৰত শেষৰ বাৰতেই চৈতন্যদেৱ, ৰূপসনাতন গোস্বামীৰ দুজন শিষ্য, কবীৰ আদি ভক্তৰ লগত শঙ্কৰদেৱৰ দেখা হোৱাৰ উল্লেখ শঙ্কৰ চৰিত্ৰ সকলো বিলাকতে আছে। তেতিয়া যে শঙ্কৰ চৈতন্যদেৱৰ শিষ্য হোৱাৰ একো দৰকাৰ নাছিল বোধ কৰো তাৰ বিষয় বেছি কব নেলাগে। এইবাৰ তীৰ্থ ফুৰিবলৈ যাওঁতে শঙ্কৰ বুঢ়া, তেওঁৰ বয়স ৯০ বা শৰ ভিতৰত। তেওঁৰ লগত মাধৱ, ৰামদাস প্ৰভৃতি ১০০।১৫০ শিষ্য গৈছিল। তেতিয়া তেওঁ আৰু তেওঁৰ শিষ্যসকলে বৰপেটা পাটবাউসী আদি ঠাইত সত্ৰ স্থাপন কৰিছিল। তেওঁ নিজে ডাঙৰ পণ্ডিত বুলি আৰু প্ৰধান ধৰ্ম-প্ৰচাৰক বুলি নৰনাৰায়ণ ৰজাৰ পৰা সন্মান পাইছিল।

এই সময়ত শঙ্কৰে চৈতন্যদেৱৰ শৰণ ললেও আমি তাক শঙ্কৰৰ শৰণ লোৱাৰ "সখ" হে বুলিব পাৰোঁ। চৰিত্ৰত উল্লেখ আছে যে, জগন্নাথ ক্ষেত্ৰত শঙ্কৰ আৰু চৈতন্যৰ দেখাদেখি হয়; তেওঁলোকৰ ভিতৰত বিশেষ আলাপ, এনেকি পৰিচয়ে ভালকৈ নহ'ল।

অৱশেষত এটি সম্ভাৱনা বাকী থাকে ; শঙ্কৰে কি জানি প্ৰথম বাৰ তীৰ্থ ফুৰোঁতেই চৈতন্য-দেৱৰ শৰণ লৈ আহিছিল।

কিছুমান কথা ভাবি চালে এই কথা সম্ভৱ যেন বোধ হয়। এইবাৰ তীৰ্থ ফুৰাৰ আগেয়ে শঙ্কৰদেৱ ধনী, মানী,—মুঠতে এজন সুন্দৰ সাংসাৰিক। তেওঁ বিয়া কৰাইছে, তেওঁৰ সন্তি-সন্তান হৈছে, তেওঁ "কমলিখৰাক" লগতে লৈ তাম্ৰোল খাই খাই বাটে বাটে ফুৰে। দুই বাঁৰ এটা আছিল, তাক একে হেচোকাই ভাগৈকে এপালি দিলে ইত্যাদি। এনেতে তেওঁৰ পিতা-মাতাৰ আৰু পত্নীৰ প্ৰাণ বিয়োগ হ'ল। আৰু তাৰ পাছত তেওঁৰ কন্যা মনু আইক হৰি নামেৰে কায়স্থৰ লৰা এজনৰ লগত বিয়া দি তেওঁ তীৰ্থ ফুৰিবলৈ গল। তীৰ্থৰ পৰা আহিলত তেওঁৰ বিয়া কৰাবৰ মন নাই, সংসাৰত স্পৃহা নাই। বিষয়ত ৰতি নাই ; সাংসাৰিক কাজ কামত আস্থা নাই। তেতিয়াৰ পৰা তেওঁ ধাৰ্মিক আৰু ধৰ্ম প্ৰচাৰক। জানোৱা শঙ্কৰে এই মত কৰবাত শিকি আহি, কাৰবাৰ শিষ্য হৈ আহিছে—কি জানি চৈতন্যদেৱৰে—এইবিলাক কৰিব ধৰিলে।

ওপৰৰ এনে অনুমান সহজ কৰিব পাৰি ; কিন্তু অলপ দকৈ ভাবি চালে বুজা যায় যে, তেতিয়াও শঙ্কৰে চৈতন্যৰ পৰা শৰণ লোৱা নাছিল বা লোৱা অসম্ভৱ আছিল। পঢ়া সময়ৰে পৰা শঙ্কৰদেৱৰ মন ধৰ্ম-প্ৰৱণ আছিল ; আৰু ধৰ্ম-সাধন-উদ্দেশে সেই সময়তে তেওঁ কিছুমান দিন যোগও অভ্যাস কৰিছিল। কিন্তু এইবাৰ ফুৰি অহাৰ পৰায়েহে যে তেওঁৰ ধৰ্ম-স্পৃহা বেছি হয় তাত সংশয় নাই। আৰু এটা কথা ভাবি চালে এনে সম্ভৱো হয় যে, শঙ্কৰে এইবাৰ কাৰবাৰ শৰণ লৈ আহিছিল। অসমীয়া মানুহ মাত্ৰৰে আজিও দৃঢ় বিশ্বাস যে, জন্ম আৰু মৃত্যুৰ নিচিনা গুৰুত শৰণ লোৱাও মানুহৰ এটি প্ৰাকৃতিক কাম। চাৰে চাৰিশ বছৰৰ আগেয়ে যে এই বিশ্বাস আৰু দৃঢ়মূল আছিল তাত সংশয় কৰিবৰ একো নাই। শঙ্কৰৰ চৰিত্ৰৰ ভিতৰত তেওঁ কতো শৰণ লোৱা কথা পোৱা নাযায়। ৰাম ৰাম গুৰু আচলতে তেওঁৰ গুৰু নাছিল, পুৰোহিত হে। আৰু সৰে শেষত ৰামৰামেহে শঙ্কৰত শৰণ লোৱা বুলি দুই এঠাইত উল্লেখ থকা পোৱা যায়। শঙ্কৰৰ শিষ্যবৰ্গে বিয়ে নকওক, শঙ্কৰে যে নিজক মানুহত বাদে অমানুষিক অইন কিবা বুলি ভাবিছিল তাৰ একো প্ৰমাণ নাই। সেই কাৰণে তেওঁ যে কাৰো পৰা শৰণ নোলোৱাকৈয়ে থাকিছিল, সেইটিও অসম্ভৱৰ নিচিনা। এইবাৰ তীৰ্থ ভ্ৰমণ কৰোঁতে তেওঁ গঙ্গা, গয়া, বৃন্দাবন, পুৰুৰ আদি তীৰ্থ চাই বাৰ বছৰ উত্তৰ ভাৰতত ভ্ৰমণ কৰে, সম্ভৱতঃ এই সময়তে কোনোবা ডাঙৰ পণ্ডিত বা সাধু লগ পাই তেওঁ শৰণ লবও পাৰে। সেইটি বিয়ে নহওক চৈতন্যক যে তেওঁ শৰণ লৈছিল সেইটি কোনোমতে প্ৰমাণিত নহয়।

প্ৰথমতে আমি চাওঁ এইবাৰ তীৰ্থ ফুৰিবলৈ যাওঁতে তেওঁৰ বয়স কিমান। চৰিত্ৰবিলাকত কতো লিখা নাই কিমান শকত তেওঁ তীৰ্থ ফুৰিবলৈ যায়। তেও আলোচনা কৰি চোৱা যাওক।

শঙ্কৰে ডাঙৰ হোৱাত পাঠ আৰম্ভ কৰে। ধৰা যাওক বাৰ বছৰ বয়সত পঢ়িবলৈ আৰম্ভ

কৰে।● মোটামুটিকৈ ছাত্ৰ জীৱন বৰ বেছি ধৰিলে পোন্ধৰ বছৰ ধৰিব পাৰি। কাৰণ শঙ্কৰে কম দিনতে পাঠ সমাপন কৰা কথাৰ প্ৰমাণ পোৱা যায়। আৰু সেইটো নধৰিলেও পোন্ধৰ বছৰ যেই সেই মানুহৰে ছাত্ৰ-জীৱনৰ বাবে যথেষ্ট সময়। তাত বাদে তেতিয়াৰ দিনত আয়-বয়সীয়া লৈকে যে ছাত্ৰবিলাকে পাঠ অভ্যাস কৰিছিল তাৰ একো প্ৰমাণ নাই।

গতিকে ২৭ বছৰ বয়সত তেওঁ পাঠ সমাপন কৰে বুলি ধৰিব পাৰি। তাৰ পিছত তেওঁৰ বিয়া। পাঠ সমাপনৰ পাছতে বিয়া হোৱা চৰিত্ৰত উল্লেখ আছে, আৰু আমি তেওঁৰ যিমান বয়স ধৰিছোঁ, সেইটো আৰু তেতিয়াৰ সমাজৰ পিনে চালে তেনেই সম্ভৱো হয়। বিয়াৰ পাছতে তেওঁৰ পিতা-মাতাৰ পৰলোক। ধৰা যাওক যেতিয়া শঙ্কৰৰ ৩০ বছৰ বয়স তেতিয়া তেওঁ-লোকৰ মৃত্যু হয়। ইয়াৰ পিছতে শঙ্কৰৰ জীয়েক মনু আইৰ জন্ম। তাৰ কিছুমান দিনৰ মূৰত ভাৰ্য্যা সূৰ্য্যৱতীৰ মৃত্যু; তাৰ পাছত মনু আইৰ বিয়া আৰু শঙ্কৰৰ তীৰ্থযাত্ৰা। এই বিলাকৰ বাবে মুঠতে বৰ বেছি ১৫ বছৰ ধৰ পাৰি, গতিকে যেতিয়া শঙ্কৰ তীৰ্থলৈ যায়, তেতিয়া তেওঁৰ বছৰ বৰ বেছি ধৰিলে ৪৫ বছৰ। তাৰ পাছত ১২ বছৰ তীৰ্থ ভ্ৰমণ। গতিকে যেতিয়া শঙ্কৰৰ বয়স ৫৭ বছৰ, তেতিয়া তেওঁ তীৰ্থৰ পৰা ঘূৰি আহে। *

আগত কৈ অহা কথাৰ পৰা বুজা যায় যে, যেতিয়া শঙ্কৰৰ বয়স ৫৭ বছৰ তেতিয়া চৈতন্য-দেৱ ২২ বছৰীয়া অৰ্থাৎ তেতিয়াও তেওঁ সাংসাৰীয়েই। গতিকে, এই বয়সত শঙ্কৰে তেওঁৰ শৰণ লোৱা অসম্ভৱ।

কথা উঠিব পাৰে যদিবা শঙ্কৰে চৈতন্যদেৱ সন্ন্যাসী নোহোৱাতেই তেওঁৰ শৰণ লৈছিল। কিন্তু চৈতন্য চৰিত আলোচনা কৰিলে জনা যায় যে, সন্ন্যাসী বা ঈশ্বৰ প্ৰেমিক নোহোৱাৰ আগদিনালৈকে চৈতন্যদেৱ ঘোৰ নাস্তিক; ধাৰ্মিকক নিন্দা আৰু নানা প্ৰকাৰ তৰ্কৰ দ্বাৰা ঈশ্বৰৰ মূৰতে কুঠাৰ মাৰি নবদ্বীপৰ পণ্ডিত সমাজত কোলাহল লগাই আছিল। এনেজন মানুহে কোনোবা তেওঁৰ শিষ্য হবলৈ গলেও তাক যে গালি-চালি পাৰি বা উপহাস কৰি খেদি পঠাব তাত একো সংশয় নাই; আৰু শঙ্কৰৰ নিচিনা জনে যে এনে জনৰ শিষ্য হবলৈও নেযাব তাতো একো সংশয় নাই।

এইবিলাক কাৰণৰ পৰা কব খোজোঁ যে, শঙ্কৰদেৱে চৈতন্যদেৱত শৰণ লোৱাৰ যি এটা কথা আছে, সি সম্পূৰ্ণ অমূলক।

---

● প্ৰবাদ আছে, তেওঁ ১৮ বছৰ বয়সত পাঠ আৰম্ভ কৰে। কিন্তু ইও প্ৰচলিত আছে যে, সম্বৎসৰৰ ভিতৰতে চাৰিবেদ আৰু অষ্টাদশ পুৰাণ পঢ়ি সমাপন কৰে। পাঠ আৰম্ভৰ বয়স ১৮ ধৰিলে, ধৰিব লাগিব যে, তেওঁৰ পাঠ্যজীৱন মুঠতে যাৰ বছৰ হে!

* এই যাত্ৰাত শঙ্কৰে চৈতন্যদেৱৰ শৰণ লোৱা ধৰিলে ধৰিব লাগিব যে, তেওঁ তেওঁৰ ৫৭ বছৰ বয়স হোৱাৰ আগেয়ে শৰণ লৈছিল। এইবাৰ তীৰ্থৰ পৰা আহোঁতে তেওঁৰ বয়স ইয়াতকৈ কোনোমতে বেছি হোৱা সম্ভৱ নহয়; বৰং ৪০ বা ৪৫ৰ ভিতৰত হে আছিল যেন বোধ হয়। তীৰ্থৰ পৰা আহি শঙ্কৰে আকৌ বিয়া কৰাইছিল, আৰু তেতিয়ালৈকে তেওঁৰ পিতাকৰ খুৱাক আৰু জেঠাক জীৱিত আছিল।

তথাপি যে এই কথাটি ইমান উঠে, ইয়াৰ প্ৰধান কাৰণ আমাৰ মতেৰে,—

১। বামুণবিলাকে শঙ্কৰক হৰ খিয়াল কৰিছিল। সাৰশেষত একোতে নোৱাৰি, মিছা কথা এটাকে কৈ নিজৰ গৌৰৱ বজায় ৰাখিবৰ চেষ্টা কৰিছিল।

২। শঙ্কৰদেৱৰ বামুণ শিষ্যবিলাকে শূদ্ৰৰ পৰা ধৰ্ম লোৱাৰ ভয় কৰিও এনে কাপুৰুষোচিত কথা প্ৰচাৰ কৰা অসম্ভৱ নহয়।*

৩। শঙ্কৰ আৰু চৈতন্যৰ ধৰ্মমতৰ বহুত তুল্যতা থকাৰ কাৰণেও কিছুমানৰ মনত এই মতটি দৃঢ়মূল হব পাৰিছে।

আমাৰ কথা এইখিনিয়েই। বিজ্ঞজনে বিশদ আলোচনা কৰি ভুল প্ৰমাদ ধৰি দিলে বিশেষ কৃতজ্ঞ হম।

এই প্ৰবন্ধত শঙ্কৰৰ জীৱনী সম্পৰ্কে যি কথা কোৱা হৈছে, অনাৱশ্যক ভাবি আৰু প্ৰবন্ধটি মিছাতে দীঘলীয়া হয় যেন দেখি, সেইবিলাক কথাৰ প্ৰমাণ স্বৰূপে কোনো চৰিত্ৰৰ পৰা পদ প্ৰভৃতি বা বুৰঞ্জীৰ প্ৰমাণ তুলি দিয়া নহল। কাৰবাৰ মনত সন্দেহ থাকিলে এনে পদ আৰু প্ৰমাণ দিব পৰা যায়।

সাৰশেষত আমাৰ মত এই নহয় যে, শঙ্কৰে চৈতন্যতে শৰণ লোৱা প্ৰমাণ হলে তাৰ পৰা শঙ্কৰৰ গৌৰৱ বা তেওঁৰ প্ৰচাৰিত ধৰ্মৰ মূল্য কমি যাব। কেৱল যি কথা মিছা বুলি বোধ হৈছে, তাৰ প্ৰমাণৰ বাবে যে ইমানখিনি কোৱা হ'ল।*

# শঙ্কৰ আৰু চৈতন্যৰ বৈষ্ণৱ ধৰ্ম

প্ৰবন্ধটিৰ গোৰতে একাকি apology অৰ্থাৎ ক্ষমা-প্ৰাৰ্থনাৰ কথা দি থোৱা ভাল। কেইদিনমানৰ পৰা এটা বৰ ডাঙৰ ধুৱাঁ উঠিছে চৈতন্য আৰু শঙ্কৰৰ গুৰু-শিষ্যত্ব সম্বন্ধে। কথাটোত আমি যিমান মূল্য দিছোঁ, বাস্তৱিকতে সি নিজে সিমান মূল্যবান নহয়। এই লেখকৰে "চৈতন্য আৰু শঙ্কৰ" নামেৰে ফাগুণ মাহৰ "আসাম বান্ধৱ"ত প্ৰকাশ হোৱা প্ৰবন্ধ এটাত লেখকে দেখুৱাবৰ চেষ্টা কৰিছিল যে শঙ্কৰদেৱৰ চৈতন্যদেৱৰ শিষ্য থকা সম্ভৱ নাছিল।

* বহুদিন আগৰ পৰা সমাজত চলিত এটি "শঙ্কৰদেৱ" নামেৰে সৰু প্ৰবন্ধত লিখা দেখিছিলোঁ, যোলে শঙ্কৰে "বামুণ ৰজা আৰু তিৰোতাৰ গুৰু নহওঁ" বুলি প্ৰতিজ্ঞা কৰিছিল। প্ৰবন্ধ লেখকে অৱশ্যে তেওঁৰ জীৱনীৰ পৰাই বামুণ শিষ্য কথাটো জানি ইয়াত লিখিছে, কিন্তু সেইটো জীৱনী লেখক সকলৰ স্বাভাৱিক অতিৰঞ্জন হয়, তেন্তে এই কথাষাৰ ইয়াত অমূলক হয়।
আ, বা, সম্পাদক।

* আসাম বান্ধৱ। প্ৰথম বছৰ, ফাগুন ১৩১৬ চন, পৃঃ ১১৩

আৰু আচলতে, শঙ্কৰ চৈতন্যৰ শিষ্য থাকিলেও, তাৰ পৰা চৈতন্যৰ ( বা সেইদেখি বঙালীৰ ) একো গৌৰৱ, আৰু শঙ্কৰৰ আৰু সেই দেখি অসমীয়াৰ একো অপমান নহয়। শঙ্কৰক আমি শঙ্কৰ বুলিয়ে জানো আৰু চৈতন্য বুলিয়ে মানো। সূৰ্য্যই চন্দ্ৰক পোহৰ কৰক, বা চন্দ্ৰয়ে সূৰ্য্যক পোহৰ কৰক, আমাৰ অবিজ্ঞ মনৰে চন্দ্ৰকো আমি আদৰোঁ, আৰু সূৰ্য্যকো শলাগোঁ।

আগৰ মাহ দিয়া প্ৰবন্ধটোত আমি দেখুৱাবৰ চেষ্টা কৰিছিলোঁ যে জীৱন চৰিতৰ প্ৰমাণৰ পৰা আৰু দেখা-শুনা হিচাব অনুসৰি শঙ্কৰে চৈতন্যৰ ওচৰত শৰণ লোৱা সম্ভৱ নাছিল। আমাৰ এই প্ৰবন্ধত কবৰ কথা এই যে, তেওঁবিলাকৰ ভিতৰত ইমান প্ৰভেদ আছিল যে, ইয়াৰ পৰাও তেওঁবিলাকৰ গুৰু-শিষ্যৰ সম্বন্ধ প্ৰমাণৰ বাবে একো যুক্তি পোৱা নাযায়।

গোৰতে আৰু এক আখৰ কথা কবলগীয়া আছে। আগৰ প্ৰবন্ধৰ নিচিনাই এই প্ৰবন্ধটোতো কাৰো কোনো পুথিৰ পৰা পদ বা মত তুলি দিবৰ আমাৰ ইচ্ছা নাই আমাৰ সামান্য বুদ্ধিত এই দুই মহাপুৰুষৰ ধৰ্মমতৰ ভিতৰত যি প্ৰভেদ আছে বুলি বোধ হৈছে, তাকেহে মাত্ৰ ইয়াত উল্লেখ কৰা হব; আৰু যিমান সংক্ষেপে পৰা যায় সিমান সংক্ষেপতে। যদি কোনোবা মহাজনে এই বিষয়ে আলোচনা কৰিব খুজি আমাৰ নিচিনা অভাজনৰ মতৰ সমৰ্থনৰ অৰ্থে প্ৰমাণ আঁজিৰ বিচাৰ কৰে, তেতিয়া তদৰ্থে আমাৰ ক্ষুদ্ৰমতি আৰু ক্ষুদ্ৰ শক্তি অনুসাৰে যত্ন কৰা হব।

আদিতে, চৈতন্যৰ ধৰ্ম প্ৰেমমূলক আৰু শঙ্কৰৰ ধৰ্ম ভক্তিমূলক। "প্ৰেম" আৰু "ভক্তি" ঠিক একে বস্তু নহয়। অতি সাধাৰণ উদাহৰণ—পিতাকৰ প্ৰতি পুতেকৰ ভাৱ, ভক্তি আৰু স্বামীৰ প্ৰতি স্ত্ৰীৰ ভাৱ, প্ৰেম। ভক্তিত ভক্তৰ ঠাই ভক্তি-ভাজনতকৈ তলত; আৰু প্ৰেমত প্ৰেমিকৰ ঠাই প্ৰেম ভাজনৰ সমান। বন্ধুৰ প্ৰতি বন্ধুৰ প্ৰীতি, প্ৰেম, আৰু গুৰুৰ প্ৰতি শিষ্যৰ প্ৰীতি, ভক্তি। ভক্তিৰ উৎস সেৱাত আৰু প্ৰেমৰ উৎস আলিঙ্গনত প্ৰকাশ পায়। ভক্তিত দৈন্য আছে, প্ৰেমত অভিমান আছে। বঙ্গদেশত প্ৰচাৰিত চৈতন্যৰ ধৰ্মএই প্ৰেমমূলক। বঙালী বৈষ্ণৱ কবি ৰাধাকৃষ্ণৰ প্ৰেমলীলা, ৰাগ-অনুৰাগ আৰু মান-অভিমানৰ কথাতে আত্মহাৰা কিন্তু অসমত প্ৰচাৰিত শঙ্কৰৰ ধৰ্ম ভক্তিমূলক। অসমীয়া বৈষ্ণৱ কবিৰ অতি কমেহে ৰাধাৰ নামকে উল্লেখ কৰিছে। তেওঁবিলাকৰ সকলোৱে "কৃষ্ণৰ কিঙ্কৰ" আৰু "মাধৱ দাস"।

মূলত ইমান প্ৰভেদ হলেও উদ্দেশ্য এটাত দুয়ো ধৰ্মৰে সামঞ্জস্য আছে দুয়োৰো প্ৰচাৰিত ধৰ্মই "নিষ্কাম" শঙ্কৰৰ ধৰ্ম নিষ্কাম ভক্তি আৰু চৈতন্যৰ ধৰ্ম নিষ্কাম প্ৰেম। "নামঘোষা"ৰ[১] প্ৰথম ঘোষাতেই—

মুক্তিত নিস্পৃহ যিটো, সেহি ভকতক নমো

ইত্যাদি নিষ্কাম ভক্তিৰ আদৰ্শ দেখুৱাই দিছে। ঈশ্বৰক ভক্তি কৰিব লাগে, তাৰ একো কাৰণ নাই, সি অহৈতুকী ভক্তি। "মোক ধনবিত্ত দিয়া বা পুত্ৰকন্যা দিয়া তোমাক মই ভক্তি কৰিছোঁ" ই ভক্তৰ প্ৰাৰ্থনা নহয়। ঈশ্বৰক ভক্তি কৰিব লাগে, কাৰণ মানুহৰ মুখ্য কামেই

(১) নামঘোষা শঙ্কৰৰ নিজা ৰচনা নহলেও, সি তেওঁৰ অনুমোদন আৰু ইচ্ছামতেই তেওঁৰ প্ৰিয় শিষ্য মাধৱৰ দ্বাৰা জীৱিতাৱস্থাতে ৰচিত।

সেই। তেওঁৰ হব মাগিবৰ মোৰ একো নাই ; কিন্তু তেওঁৰ প্ৰতি ভক্তি মোৰ কৰ্তব্য আৰু একমাত্ৰ কৰ্তব্য। এই ভক্তি মানুহৰ স্বভাৱগত আৰু ই নিঃস্বাৰ্থ।

চৈতন্যৰ নিষ্কাম প্ৰেমৰ চৰম আদৰ্শ ৰাধাকৃষ্ণ। বন্ধুৰ প্ৰতি প্ৰেম নিষ্কাম নহয় কাৰণ তাও সাংসাৰিক লাভৰ আশা বা বন্ধুত্বৰ কৰ্তব্যৰ ভাৱেই তাত স্বাৰ্থ। স্বামী-স্ত্ৰীৰ প্ৰেমতো কৰ্তব্যজ্ঞানস্বৰূপ স্বাৰ্থগন্ধ আছে। কিন্তু উপপতিৰ প্ৰতি উপপত্নীৰ প্ৰেমত কামগন্ধ বাদে অলপমানো স্বাৰ্থ গন্ধ নাই ; সংসাৰত এয়ে নিষ্কাম আৰু নিঃস্বাৰ্থ প্ৰেমৰ উদাহৰণ*। সেই দেখিয়েই ৰাধা কৃষ্ণৰ বিবাহিতা নহয় ; আৰু সেই দেখিয়েই বৈষ্ণৱ কবি এই প্ৰেমৰ গীত গাই মতলীয়া হয়। বৈষ্ণৱ শাস্ত্ৰত প্ৰেম সাধনাৰ সখ্য, দাস্য, কান্ত আদি নও প্ৰকাৰ "ভাৱ বা প্ৰণালী" আছে। কান্ত ভাৱৰ দ্বাৰা প্ৰেম সাধনা চৈতন্যৰ ধৰ্ম। আৰু প্ৰেম কথাত প্ৰকাশ কৰিব লাগিলে, দাস্য ভাৱৰ দ্বাৰা প্ৰেম-সাধনা বা ভক্তি শঙ্কৰৰ ধৰ্ম। চৈতন্যৰ ভক্তৰ, আদৰ্শ উদ্ধৱ। ৰাধাৰ মান-অভিমান এনেকি প্ৰত্যাখ্যানো আছে। উদ্ধৱ সদায় দীন দাস প্ৰভুৰ আজ্ঞা পালনৰ বাবে প্ৰস্তুত।

আৰু অলপ গভীৰ ভাৱলৈ গলে বৈষ্ণৱ ধৰ্মত এই দুই মতৰ ভিতৰত আৰু এক মৌলিক প্ৰভেদ দেখা যায়। চৈতন্যৰ ধৰ্মত মূলত সাংখ্য-দৰ্শন, আৰু শঙ্কৰৰ ধৰ্মৰ মূলত বেদান্ত দৰ্শন। চৈতন্যৰ মতে কৃষ্ণই একমাত্ৰ পুৰুষ ; আন সমুদায় বিশ্ব প্ৰকৃতি। প্ৰকৃতি আৰু পুৰুষৰ মিলনেই প্ৰেম ; আৰু সেয়ে চৈতন্যৰ ধৰ্ম। শঙ্কৰৰ মতে কৃষ্ণই একমাত্ৰ সত্ত্বা, আন সমুদায় বিশ্ব সেই আদি সত্ত্বাৰ প্ৰকাশ ; আৰু সুতৰাং সেই সত্ত্বাৰ অধীন। এই প্ৰকাশৰ দ্বাৰা সত্ত্বাৰ উপলব্ধিয়েই ভক্তি ; আৰু এয়ে শঙ্কৰৰ ধৰ্ম।

আৰু এটি বিশেষ প্ৰভেদ, দুই মহাপুৰুষৰে ধৰ্ম সাধনাৰ প্ৰণালীত। শঙ্কৰৰ ধৰ্মসাধনাৰ প্ৰণালী 'নামকীৰ্ত্তন" ; চৈতন্যৰ ধৰ্মসাধনাৰ প্ৰণালী "সঙ্কীৰ্ত্তন।" অসমত চৈতন্যৰ মতৰ প্ৰচাৰ আৰু বঙালী গান-সংকীৰ্তন আদিৰ প্ৰকাশৰ পৰা আমি সাধাৰণতে "নামকীৰ্ত্তন" আৰু "সংকীৰ্ত্তন"—এই কথা দুটাৰ অৰ্থ একে বুলিয়ে ধৰিব শিকিছোঁ। কিন্তু শব্দ দুটাৰ অৰ্থৰ প্ৰভেদ বুজিব পাৰিলে, আচলতে আমি বৈষ্ণৱ ধৰ্মৰ এই দুই মতৰ প্ৰভেদ বুজিব পাৰোঁ। তুমি যদি তোমাৰ ভক্তিভাজন কোনোবা গুৰুজনাৰ গুণাৱলী মনে মনে ভাবা ; আৰু ভাবৰ আবেগ ইমান বেছি হয় যে সি গীত হৈ তোমাৰ মুখৰ বাহিৰ হৈ ওলায় ; তেতিয়া তুমি তেওঁৰ "নামকীৰ্ত্তন" কৰা। আৰু যদি মই মোৰ বন্ধু এজনৰ কথাবিলাক সুঁৱৰি সুঁৱৰি, কেতিয়াবা খণ্ডত আৰু কেতিয়াবা নেহত তন্ময় হৈ তেওঁৰ দোষ গুণ-গীতত গাই পেলাওঁ, তেতিয়া মই তেওঁৰ সিমান "নামকীৰ্ত্তন" নকৰোঁ যিমান "সঙ্কীৰ্ত্তন" কৰোঁ। ওপৰৰ কৰ্মচাৰীৰ মন যোগাবৰ কাৰণে তেওঁৰ নাম কীৰ্ত্তনকেহে কৰোঁ ; আৰু আবেলি পাচবজাত আহি পোৱা-কুঠৰীত সোমাই, আজ্ঞাত লোণ কম হোৱাৰে পৰা আৰম্ভ কৰি তেওঁ যে মোতকৈ তেওঁৰ

* ইত্যাদি বিলাক বৈষ্ণৱশাস্ত্ৰৰ কথা। বৈষ্ণৱ মত বুজাবৰ কাৰণে উদাহৰণহে। সেই দেখি, এইবোৰ কথাৰ অৰ্থ আখৰে আখৰে সঙ্কীৰ্ণভাৱে নলৈ, তাৰ উদাৰ ভাবাৰ্থ ললেহে বৈষ্ণৱ ধৰ্মৰ আচল গভীৰত্ব বুজিব পাৰি।

সৰ্বাটোকহে বেছি মৰম কৰে ইত্যাদি কথাৰে “গৃহৰ গৃহিণীৰ” লগত যি আদৰ অভিমান কৰোঁ তেতিয়া গৃহিণীৰ “সংকীৰ্ত্তনকেহে” কৰোঁ। সংকীৰ্ত্তন অৰ্থে সম্যক কীৰ্ত্তন; কেতিয়াবা আপোন কথা মনত পৰিলে দুইচকুৰ চকুলোৱে উটিবুৰি যায় তাক কেতিয়াবা দোষৰ কথা মনত পৰিলে গুচ্ছ অভিমানে “ঠোহোৰ ভোহোৰ” কৈ ছটফটায়। কোন ভাবৰ মাত্ৰা বেছি বা কোন ভাবৰ মাত্ৰা কম হৈছে প্ৰকাশ পায়, আৰু মৰমৰ প্ৰিয় কোন ভাৱ, সি কথা এই প্ৰবন্ধৰ আলোচ্য নহয়। মুঠ কথা, কীৰ্ত্তনত দীন-হীনৰ ভাব আৰু অভিমানৰ ভাব প্ৰবল।

ওপৰত কোৱা কেইটাৰ বাহিৰেও আৰু কিছুমান ধৰ্মমত, আৰু জাতিভেদ, আচাৰ-নীতি, আহাৰ-বিহাৰ আদি কিছুমান সামাজিক মতভো দুয়োজন মহাপুৰুষৰ উপদেশ একে নহয়। কিন্তু এইবিলাকত মতৰ অমিল থকা এই প্ৰবন্ধৰ উদ্দেশ্য সম্বন্ধে সিমান লাগতিয়াল নহয় দেখি, আৰু প্ৰবন্ধও দীঘল হোৱাৰ ভয়ত, সেই বিলাকৰ সম্বন্ধে ইয়াত একো কোৱা নহল।

অৱশেষত শঙ্কৰ কাৰ শিষ্য আছিল এই বিষয়ে এক আধৰ কথা কোৱাৰ বাবে পাঠক সকলে লেখকক অপ্ৰাসঙ্গিক বুলি দোষ নধৰিব যেন। শঙ্কৰৰ গুৰুৰ কোনো উল্লেখ দেখা নাযায়। কিন্তু ৺ শিশিৰ কুমাৰ ঘোষৰ “অমিয় নিমাই চৰিতৰ” এঠাইত লেখা আছে যে অদ্বৈতাচাৰ্য্যৰ শঙ্কৰ নামেৰে এজন শিষ্যই পূৰ্বদেশত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল। এই শঙ্কৰ যে কোন আৰু ঘোষ মহাশয়ে যে কি প্ৰমাণৰ ওপৰত নিৰ্ভৰ কৰি এই কথা লিখিছে, তাৰ একো উল্লেখ নাই। কিন্তু শঙ্কৰে চৈতন্যত শৰণ লোৱা যি দৰে অসম্ভৱ, অদ্বৈতাচাৰ্যৰ শিষ্য হোৱা তেনে অসম্ভৱ নহয়। শঙ্কৰদেৱৰ প্ৰথম তীৰ্থ যাত্ৰাৰ সময়ত পূৰ্ব ভাৰতত অদ্বৈতাচাৰ্য আৰু পশ্চিম ভাৰতত ঈশ্বৰ পুৰীৰ বৈষ্ণৱ ধৰ্ম প্ৰধান আছিল। সি যি হওক, চৈতন্যত শৰণ লোৱাৰ আগতে অদ্বৈতৰ ধৰ্মমতৰ আংশিক মিল থাকিলেও, শঙ্কৰৰ ধৰ্ম মূলতঃ ভাগৱতী ধৰ্ম, তেওঁ শ্ৰীমদ্ভাগৱতৰ ধৰ্মকে প্ৰচাৰ কৰিছিল। কিন্তু এই বিষয়ে আমি বিশেষ ভাঠি কৰ নোৱাৰোঁ; কাৰণ আমি নিজেই ভালকৈ নাজানো শ্ৰী মদ্ভাগৱতৰ ধৰ্মশিক্ষা কি। *

# শ্ৰীশঙ্কৰদেৱ

খৃষ্টৰ চতুৰ্দশ আৰু পঞ্চদশ শতাব্দীত গোটেইখন পৃথিৱী জুৰি নানাবিধ অনাচাৰ আৰু অসদনুষ্ঠানৰ আবিৰ্ভাৱ হোৱাত মানুহৰ মন আৰু বুদ্ধি সেইবোৰতেই ৰত আছিল। তেতিয়া আসামৰ নামনি আৰু উজনি খণ্ড ক্ৰমে কামৰূপ আৰু সৌমাৰ নামে অভিহিত হৈছিল। ভাৰতৰ অন্যান্য দেশৰ নিচিনা আসামতো তেতিয়া মানুহ বলি দিয়া আৰু বলিৰ মানুহক নানা প্ৰকাৰৰ অত্যাচাৰ কৰিবলৈ দিয়া অতি সাধাৰণ ৰীতি আছিল। তদুপৰি নানা প্ৰকাৰ অসৎ বিষয়ৰ

* আসাম বান্ধৱ, ২য় বছৰ, ৬ষ্ঠ সংখ্যা, ১৩১৮ চন, শাওন

আলোচনাত ধৰ্ম বিলোপ প্ৰায় হৈছিল। পৃথিৱীত এইবোৰ প্ৰকোপ ইমান বেছি হৈছিল যে শেষত জীৱন অসহনীয় হৈ উঠিল। তেতিয়া এই বদ্ধমূল সংস্কাৰ বিলাক দূৰ কৰিবৰ কাৰণে কিছুমান ক্ষমতাশালী আৰু দৃঢ়মনা পুৰুষৰ আৱশ্যক হল। গোটেইখন পৃথিৱীত এই সময়ত তেনে মহাপুৰুষ কিছুমানৰ জন্ম হয়। ইউৰোপত মাৰ্টিন্ লুথাৰ আৰু ভাৰতবৰ্ষত ৰামানন্দ, শ্ৰীচৈতন্য প্ৰভৃতি মহাপুৰুষ সকলে এই অধৰ্ম আৰু অনাচাৰৰ বিৰুদ্ধে থিয় হয়। আসামতো মহাপুৰুষ শ্ৰীশংকৰদেৱে সেই অনাচাৰ আৰু অধৰ্মৰ পতনৰ অৰ্থে চেষ্টা কৰে আৰু তাত কৃতকাৰ্য্য হয়।

শ্ৰীশংকৰদেৱৰ জন্ম ১৪৪৮ খৃষ্টাব্দত। তেওঁ শিৰোমণি ভূঞাঁ কুসুম্বৰৰ পুত্ৰ; নগাঁৱৰ বৰদোৱা এই মহাপুৰুষৰ জন্মস্থান আছিল। শংকৰদেৱৰ জন্মৰ অল্প দিনৰ পাছতেই তেওঁৰ পিতাকৰ মৃত্যু হয়, আৰু মাক পতিৰ সহগামিনী হৈ চিতাত আৰোহণ কৰে। শংকৰদেৱক তেওঁৰ বুঢ়ীমাক খেৰসূতীয়ে প্ৰতিপাল কৰি ডাঙৰ কৰে। কথিত আছে তেওঁ শংকৰদেৱ বৰ বলী আৰু ক্ষমতাশালী আছিল; আৰু লগৰীয়া লৰাৰ মাজত সদায় মুখ্যিয়ালি কৰিছিল। তেওঁৰ কিছু বয়স হোৱাত এদিন দুৰ্দান্ত ষাঁড় এটাক শিঙত ধৰি খালত পেলাই দিছিল। আৰু এদিন ভাদ মহা ভৰা ব্ৰহ্মপুত্ৰ সাঁতুৰি পাৰ হৈছিল।

শংকৰদেৱৰ শাৰীৰিক শক্তিতকৈও মানসিক ক্ষমতা আৰু প্ৰখৰ আছিল। কথিত আছে যে ১২ বছৰ বয়সলৈ তেওঁ লিখা পঢ়াত হাত দিয়া নাছিল। তাৰ পাছত তেওঁ মহেন্দ্ৰকন্দলী নামে ব্ৰাহ্মণ পণ্ডিত এজনৰ পঢ়াশালিত পঢ়ে; আৰু অতি অল্প কালৰ ভিতৰতে সকলো শাস্ত্ৰত পাৰদৰ্শী হয়।

শংকৰদেৱে ২০ বছৰ মান বয়সত বিয়া কৰায়। এইটি তেওঁৰ প্ৰথম বিবাহ। এই ভাৰ্য্যাৰ গৰ্ভত শংকৰদেৱৰ এটি কন্যা সন্তান জন্মে। কন্যা জন্মৰ কিছু দিনৰ পাছত শংকৰদেৱৰ পত্নী স্বৰ্গগামিনী হয়। ইয়াৰ পাছত শংকৰদেৱৰ উদাস ভাৱ জন্মে আৰু তেওঁ কন্যাটিক বিয়া দি তীৰ্থলৈ ওলাই যায়। তেওঁ বাৰ বছৰ ভাৰতৰ প্ৰধান তীৰ্থক্ষেত্ৰ বিলাক ভ্ৰমণ কৰি পুনৰ ঘৰলৈ ঘূৰি আহে। এই তীৰ্থ-ভ্ৰমণৰ পাছৰপৰা শংকৰদেৱৰ ধৰ্মৰ ফালে মন হয়। আৰু গীতা, ভাগৱত আদি নানা প্ৰকাৰ শাস্ত্ৰৰ সাৰসংগ্ৰহ কৰি তেওঁ ভগৱদ্‌ভক্তি ধৰ্ম প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰে।

এনেতে বৰদোৱা অঞ্চলত কছাৰীৰ উপদ্ৰৱ হয়; তেতিয়া ভূঞাঁ সকলে সেই অত্যাচাৰত ত্যক্ত হৈ প্ৰথমে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে আহি বাস কৰে। কিন্তু কিছুদিন থকাৰ পাছত তাতো সুবিধা বোধ নকৰি ভাটিয়াই যায় আৰু কামৰূপৰ বৰপেটাৰ ওচৰত থাকিবলৈ আৰম্ভ কৰে। কামৰূপ খণ্ড সেই সময়ত কোচ-ৰজা নৰনাৰায়ণৰ অধীন আছিল। ৰজাৰ ভায়েক চিলাৰায় দেৱানে আৰু ৰজায়ো শংকৰদেৱক বৰ সন্মান আৰু আদৰ কৰিছিল।

বৰপেটাতো শংকৰে তেওঁৰ নিজৰ ধৰ্মমত প্ৰচাৰ কৰে; নানা ঠাইৰ নানা জাতীয় মানুহ আহি তেওঁৰ ধৰ্ম গ্ৰহণ কৰে। এই সময়ত মাধৱদেৱ তেওঁৰ প্ৰধান সহায় আছিল।

*হিন্দুধৰ্মৰ শাস্ত্ৰ-গীতা, ভাগৱত পুৰাণ আদি সকলোবোৰ সংস্কৃতত লিখা। শংকৰদেৱে*
সাধাৰণ মানুহক ধৰ্মৰ কথাবোৰ বুজাব লগীয়া হোৱাত এই পুথিবোৰ তেওঁৰ নিজ দি

মাধৱদেৱে সৈতে লগ লাগি আমাৰ কোৱা ভাষাত অতি সুমধুৰ ছন্দত ৰচনা কৰে। এওঁলোকৰ উৎসাহতে উৎসাহিত হৈ অন্যান্য মনিষীসকলেও এই সময়তে নানা প্ৰকাৰ শাস্ত্ৰ অসমীয়া ভাষাত লিখে। এই কাল ধৰিলেকেই অসমীয়া ভাষাৰ প্ৰাচীন সাহিত্যৰ উন্নতিৰ যুগ বুলিব পাৰি।

শঙ্কৰদেৱে পূজা-পদ্ধতিৰ পৰা সাধাৰণ মানুহৰ মন আঁতৰাবৰ অৰ্থে বিবিধ প্ৰকাৰ ভাওনা, নাট, গীত, তোটয়, ভটিয়া আদি ৰচনা কৰে। সেইবোৰ গীত আজিও অসমীয়াই গাই অপাৰ আনন্দ পায়।

এইদৰে সমাজ, নীতি সাহিত্য আদি সকলো বিষয়তে অসমীয়াৰ অশেষ উপকাৰ সাধি পূৰা ছকুৰি বছৰ পৰমায়ু ভোগ কৰি শ্ৰীশঙ্কৰদেৱে স্বৰ্গাৰোহণ কৰে।

শ্ৰীশঙ্কৰদেৱ অতি শ্ৰীমন্ত পুৰুষ আছিল ; তেওঁৰ শৰীৰৰ বৰণো উত্তম গৌৰবৰ্ণ আছিল। তেওঁ শাৰীৰিক বলত যেনে বলৱন্ত, গ্ৰন্থ ৰচনা কৰা, ধৰ্ম প্ৰচাৰ কৰা আৰু সমাজ সংস্কাৰ কৰা কাৰ্য্যতো তেনে প্ৰতিভাশালী পুৰুষ আছিল। লোকসমাজৰ ধাতু বুজি তেওঁ চলিব জানিছিল, পুৰণি বস্তুটোক নতুন নকৰি তাত নতুন ৰহণ দিয়াটোক ভাল বুলি তেওঁ অতি সুন্দৰকৈ বুজিছিল। সেই দেখিয়েই অনেক জাতিৰ অনেক লোকে তেওঁক তেতিয়া গুৰু বুলি মানিছিল ; আৰু আজিও তেওঁৰ পথাৱলম্বীয়ে তেওঁক ঈশ্বৰৰ অৱতাৰ বুলি পূজা কৰে।*

* সাহিত্য পাঠৰ পৰা উদ্ধৃত।

# পীতাম্বৰ সিদ্ধান্তবাগীশ

আসাম খণ্ডত যে প্ৰাচীন কিমান পণ্ডিত আছিল, আজিলৈকে তাক কোনেও ঠিক কৰিব পৰা নাই। শঙ্কৰকে আদি কৰি মহাকবি সকলৰ কথা এৰিলেও, আৰু কিছুমান পণ্ডিতৰ নাম পোৱা যায়। যি সকল কেৱল সংস্কৃত সাহিত্য, ব্যাকৰণ বা স্মৃতি আদিত অগাধ পণ্ডিত আছিল। এই শ্ৰেণীৰ ভিতৰত পুৰুষোত্তম বিদ্যাবাগীশ আৰু পীতাম্বৰ সিদ্ধান্তবাগীশৰ নাম অগ্ৰগণ্য।

ৰত্নমালা ব্যাকৰণকাৰক বুলি পুৰুষোত্তম ভট্টাচাৰ্য্যৰ নাম অনেক শিক্ষিতৰ ওচৰতে পৰিচিত। কিন্তু স্মৃতিকাৰ সিদ্ধান্তবাগীশক বৰ কম সংখ্যকেহে জানে। অথচ, ব্যাকৰণত বিদ্যাবাগীশ যেনে প্ৰধান পণ্ডিত আছিল, স্মৃতিত সিদ্ধান্তবাগীশ তেওঁতকৈ চৰা নহলেও কোনো অংশে কম নাছিল। চৈতন্যৰ সময়ত ৰঘুনন্দন ভট্টাচাৰ্য্যে নব্য স্মৃতি লেখি বঙ্গদেশৰ আচাৰ-ব্যৱহাৰ বহু পৰিবৰ্তন কৰে; আৰু সেই সময়তে পীতাম্বৰ সিদ্ধান্তবাগীশে আসাম খণ্ডত প্ৰাচীন স্মৃতিৰ ব্যৱহাৰ ৰাখি চিৰস্মৰণীয় হৈ যায়। এতিয়াও দেখা যায়, বঙ্গদেশত নব্য স্মৃতিৰ আৰু আসাম দেশত প্ৰাচীন স্মৃতিৰ প্ৰচলন বেছি। ৰঘুনন্দন ভট্টাচাৰ্য্যে কামৰূপ খণ্ডত* তেওঁৰ স্মৃতি চলাবলৈ চেষ্টা কৰিছিল বুলি প্ৰমাণ পোৱা যায়। কিন্তু সিদ্ধান্তবাগীশৰ যত্নত তেওঁ কৃতকাৰ্য্য হব নোৱাৰিলে। এই সম্বন্ধে তলত লেখা আখ্যানটি প্ৰচলিত আছে।

ৰঘুনন্দনে বঙ্গদেশত তেওঁৰ নতুন মত প্ৰচাৰ কৰি, সেই মত কামৰূপ খণ্ডতো প্ৰচাৰ কৰিবৰ ইচ্ছায় কামৰূপলৈ আহে; আৰু সিদ্ধান্তবাগীশকে স্মৃতিৰ বিখ্যাত পণ্ডিত জানি তেওঁৰ ঘৰতে গধূলি অতিথি সোমায়। ভাগ্যক্ৰমে সেই সময়ত সিদ্ধান্তবাগীশ ঘৰত নাছিল। তেওঁৰ ঘৈণীয়েকে বিদেশী পণ্ডিত ব্ৰাহ্মণৰ অতিথি সৎকাৰ আদি কৰি, তেওঁৰ আগমনৰ উদ্দেশ্য সুধিলে। তেতিয়া ৰঘুনন্দনে কলে যে, প্ৰাচীন মত খণ্ডন কৰি নব্য স্মৃতি সংস্থাপন কৰায়ে তেওঁৰ উদ্দেশ্য। সিদ্ধান্তবাগীশৰ ভাৰ্য্যাও বৰ বুদ্ধিমতী আৰু পণ্ডিতা আছিল। তেওঁ ভিতৰৰ পৰা সুধি পঠিয়ালে, "ৰঘুনন্দনৰ উপনয়ন হৈছে কোন স্মৃতি মতে।" ৰঘুনন্দনে অৱশ্যে কলে প্ৰাচীন মতেই। তেতিয়া সিদ্ধান্তবাগীশৰ ঘৈণীয়েকে ভিতৰৰ পৰা কৈ পঠিয়ালে যে, "ৰঘুনন্দনে যদি তেওঁৰ নতুন মত চলাব খোজে, তেনেহলে তেওঁ নিজে প্ৰাচীন মতে লোৱা উপবীত পেলাই তেওঁৰ নিজৰ মতে নতুন উপবীত গ্ৰহণ কৰক; নহলে কামৰূপত কোনেও তেওঁৰ মত নলয়।" তিৰোতাৰ এনে বুদ্ধিমত্তাৰ পৰিচয় পাই, সিদ্ধান্তবাগীশ বা আৰু কেনে, এই ভয় কৰি, ৰঘুনন্দন উজানিৰ ফালে গুচি গল আৰু সেই খণ্ডত তেওঁৰ মত অলপ অচৰপ প্ৰচাৰ কৰিলে। কামৰূপত এতিয়াও কোনেও নব্য স্মৃতি মতে ক্ৰিয়া কৰ্ম্মাদি নকৰে; উজনিত হলে নব্য স্মৃতিৰ মতে চলা বহু বামুণ আছে।

পীতাম্বৰ সিদ্ধান্তবাগীশ গুৰিতে ক'ৰ মানুহ আছিল একো বিশেষ জনা নাযায়। যি হওঁক

---

* 'কামৰূপ' ইয়াত প্ৰাচীন কামৰূপ ধৰা হৈছে।—লেখক

তেওঁৰ বংশধৰ এজনক লগ পাই, তেওঁৰ বিষয় যি জনা গৈছে, তাকেই ইয়াত লেখা হল। ইয়াত যিখিনি কথা লেখা হল, সি কোনো পুথিত পোৱা নহয়; কেৱল বিভিন্ন বিভিন্ন মানুহৰ মুখে মুখে শুনা। কিন্তু সকলো ফালে আলোচনা কৰি চালে, প্ৰমাণিত যেন বোধ হয়। তেওঁৰ বংশধৰ এতিয়াও মঙ্গলদৈ মহকুমাৰ সৰাবাৰী মৌজাত আছে।

খৃঃ ১৫৬৩ চনৰ অলপ পাছতে কোচবেহাৰৰ চিলাৰায় দেৱানে গৌড়দেশ আক্ৰমণ কৰে; † আৰু সেই যুদ্ধত পৰাস্ত হৈ তেওঁ নিজে বন্দী হয়। কথিত আছে, বন্দী অৱস্থাতে চিলাৰায় দেৱানে এদিন পিয়াহত বৰ আতুৰ হৈ দুজন বামুণক সোণৰ ঘটি হাতত লৈ অহা দেখি, তেওঁলোকৰ ওচৰত পানী খুজিলে। তেওঁলোকেও পিপসাতুৰ মানুহ দেখি শৌচাচাৰ কৰি যি পানী আছিল তাকেই খাব দিলে; আৰু চিলাৰায়ৰ গাৰত মহাপুৰুষৰ লক্ষণ দেখি তেওঁৰ পৰিচয় সুধিলে। চিলাৰায়ে নিজ পৰিচয় দিয়াৰ পাছত, তেওঁলোকৰ ভিতৰত আলাপ পৰিচয় হল আৰু তেতিয়া চিলাৰায়ে কলে যে, তেওঁলোক ইমান ডাঙৰ পণ্ডিত বামুণ হৈও ম্লেচ্ছ ৰজাৰ তলত কিয় আছে। তেওঁলোকে কলে যে, অন্য ৰজাৰ দেশলৈ যোৱাৰ সুবিধা নাই। তেতিয়া চিলাৰায়ে কলে যে, পণ্ডিত দুজনা ৰাজি হলে, আৰু তেওঁৰো তেওঁলোকৰ আশীৰ্বাদ মুক্ত হলে, তেওঁৱেই তেওঁলোকক হিন্দু ৰজাৰ দেশলৈ লৈ যাব পাৰে। দুজন পণ্ডিতেই স্বীকৃত হল; আৰু তেওঁলোক যাবৰ সময়ত চিলাৰায়ে ঘটি দুটি ফিৰাই দিয়াত তেওঁলোকে কলে যে, ৰজাৰ নিয়মমতে তেওঁলোকে নিতৌ একো যোৰা সোণৰ বাচন পায়; গতিকে ঘটি দুটিও তেওঁলোকৰ দৰকাৰ নাই। এই কথা কৈ পণ্ডিত দুজন গুচি গল। এওঁলোকেই পীতাম্বৰ সিদ্ধান্তবাগীশ আৰু পুৰুষোত্তম সিদ্ধান্তবাগীশ। তেতিয়া নবাবৰ সভাত আন দুজন পণ্ডিত আছিল—ন্যায়বাগীশ আৰু তৰ্কবাগীশ। এওঁলোক যে কোন তাৰ একো পৰিচয় পোৱা নহয়।

ইয়াৰ আগতে ১৫৫৩ খৃঃত কালাপাহাৰে কামৰূপ আক্ৰমণ কৰি কামাখ্যাৰ মন্দিৰ ধ্বংস কৰে। আৰু শ্ৰীহট্ট আক্ৰমণ কৰিব যাওঁতে চিলাৰায়ে কামাখ্যা মন্দিৰৰ ভগ্নাৱস্থা দেখি, যুদ্ধত জিকি আহিব পাৰিলে তাক ভাল কৰিব বুলি সংকল্প কৰে। কিন্তু যুদ্ধত জয়ী হৈয়ে তেওঁ ভগ্ন মন্দিৰৰ সংস্কাৰ নকৰিলে। বঙ্গদেশৰ বন্দীশালত যিদিনা ওপৰৰ ঘটনাটি ঘটে, সেইদিনা ৰাতি চিলাৰায়ে সপোনত দেখিলে যে, দেৱী সাক্ষাৎ হৈ তেওঁক কৈছে, দেৱীৰ মন্দিৰৰ সংস্কাৰ কৰিব খুজিও নকৰাত হে তেওঁৰ এনে দুৰ্গতি হৈছে। এতিয়াও ভাল কৰি দিব খুজিলে, তেওঁৰ সকলো দুৰ্গতি খণ্ডন হব। তেতিয়া চিলাৰায়ে গাত লোৱাত, দেৱীয়ে কলে যে, পাছদিনা দুপৰীয়া ৰক্তবৰ্ণ সৰ্প হৈ দেৱী "পাতচা"ৰ মাকক দংশন কৰিব আৰু সেই বিষ চিলাৰায়ৰ চিকিৎসাত হে ভাল হব। তেতিয়া "পাতচা"ত কৈ চিলাৰায়ে মুক্তি পাব পাৰিব। পাছদিনা

---

† পীতাম্বৰ সিদ্ধান্তবাগীশৰ যিজন বংশধৰৰপৰা এই কথা শুনা হৈছে, তেওঁ কৈছিল যে চিলাৰায় দিল্লীৰ "পাতচা" ৰজাৰ ওচৰত বন্দী হয়। কিন্তু ইতিহাসত দিল্লী নগৰত চিলাৰায়ৰ কোনো সম্পৰ্ক থকাৰে উল্লেখ নাই। বঙ্গদেশৰ নবাবকে তেওঁ বাদছাহৰ লগত গোলমাল কৰা সম্ভৱ। এই সময়ত বঙ্গদেশত নবাব দায়ুদ খাঁ ৰজা আছিল। তেওঁৰ পিতাৰ সেনাপতি কালাপাহাৰেই হিন্দু দেৱ-দেৱীৰ মন্দিৰাদি ভাঙি ফুৰিছিল।—লেখক।

দুপৰীয়া ঠিক সেয়ে ঘটিল। নবাবৰ মাকক সাপে খালে ; আৰু আন হাকিম, কবিৰাজৰ চিকিৎসাত একো ফল নধৰাত, চিলাৰায়ে নিজে চিকিৎসা কৰিম বুলি কলে ; আৰু তেওঁৰ চিকিৎসাত নবাবৰ মাক ভাল হল। তেতিয়া পুৰস্কাৰ স্বৰূপে চিলাৰায়ে নিজৰ আৰু লগৰ বন্দী হোৱা মানুহবোৰৰ মুক্তি আৰু ওপৰত কোৱা বাগীশ পণ্ডিত দুজনো খুজিলে। নবাবেও সন্তুষ্ট হৈ তেওঁৰ ইচ্ছা পূৰ্ণ কৰিলে। তেতিয়াৰপৰা সিদ্ধান্তবাগীশ আৰু বিদ্যাবাগীশ কোচবেহাৰলৈ আহিল ; আৰু তাত নৰনাৰায়ণ ৰজাৰ আদেশক্ৰমে ৰত্নমালা ব্যাকৰণ আৰু সিদ্ধান্তবাগীশে ১৮খন কৌমুদী প্ৰণয়ন কৰিলে। এই ওঠৰখনেই স্মৃতি, তাৰে কেইখনমানৰ হে নাম পোৱা যায়। যথা, শ্ৰাদ্ধ-কৌমুদী, মলমাস-কৌমুদী, নিৰ্ণয়-কৌমুদী, সম্বন্ধ-কৌমুদী, তত্ত্ব-কৌমুদী, আহ্নিক কৌমুদী, বিবাহ-কৌমুদী, অশৌচ-কৌমুদী, তিথি-কৌমুদী, দায়-কৌমুদী, প্ৰেত-কৌমুদী, শুদ্ধি-কৌমুদী ইত্যাদি। এই ১৮খন স্মৃতিত বাদে সিদ্ধান্তবাগীশে জন্মাষ্টমী বিধি আৰু দুৰ্গোৎসব-বিধি ৰচনা কৰিছিল। এইবিলাক পুথিমতে আজিও কামৰূপত ক্ৰিয়া-কৰ্ম্মাদি কৰা হয়।

কথিত আছে নৰনাৰায়ণ আৰু চিলাৰায়ে এওঁলোকৰ এজনক, (সিদ্ধান্তবাগীশক) পুৰোহিত আৰু আনজনক, (বিদ্যাবাগীশক) গুৰু কৰি লৈছিল।

সিদ্ধান্তবাগীশে কিদৰে দৰঙ্গলৈ আহিব পালে, সেইখিনি কলে, বাগীশৰ সম্বন্ধে আমি যি জানো, কোৱা হয়। চিলাৰায়ৰ মৃত্যুৰ পাছত তেওঁৰ পুতেক ৰঘুদেৱ নৰনাৰায়ণৰ বিপক্ষ হোৱাত, নৰনাৰায়ণ ৰজাই তেওঁক ৰাজ্যৰ পুব ফালেদি ৰজা পাতিলে। ৰঘুদেৱে তেতিয়া বুঢ়া সিদ্ধান্তবাগীশক লগত লৈ আহে। এওঁৰ পুতেক বলিত নাৰায়ণেই দৰঙ্গী কৈদৰ ১ম ৰজা। বলিতনাৰায়ণ যেতিয়া দৰঙ্গৰ ৰজা হয়, তেতিয়া সিদ্ধান্তবাগীশকে কি তেওঁৰ কোনো বংশধৰকে দৰঙ্গলৈ লৈ আহে। তেতিয়াৰে পৰা তেওঁৰ বংশধৰ মঙ্গলদৈ মহকুমাত আছে। সিদ্ধান্তবাগীশৰ পৰা আজিলৈকে ১১ পিৰি মাত্ৰ হৈছে। তেওঁৰ পুৰুষনামা তলত দিয়া হল।

পীতাম্বৰ সিদ্ধান্তবাগীশ

|

বিদ্যাবাগীশ

|

ৰামচন্দ্ৰ তৰ্কালঙ্কাৰ *

|

ৰামনাথ

|

জগন্নাথ

|

* এওঁ ফল্গুৎসৱ বা দৌল পূজাৰ বিধি কৰিছিল। সেই মতে আজিও দৌল পূজা হয়।—লেখক

বলীৰাম
|
বাসুদেৱ
|
দামোদৰ
|
পৰমানন্দ
|
ৰামেশ্বৰ
|
শ্ৰীজগন্নাথ ভট্টাচাৰ্য্য

শ্ৰীযুক্ত জগন্নাথ ভট্টাচাৰ্য্যৰ মুখৰ পৰাহে আমি ওপৰৰ প্ৰবন্ধৰ বেছি ভাগ কথা শুনিছোঁ। শেষত এই প্ৰবন্ধ যে গোটেই সঁচা, তেনে কব নোৱাৰোঁ। কিন্তু আমাৰ পণ্ডিতসকলৰ বিষয় যি অলপ দুটা এটা কথা আছে তাকো জনা ভাল বুলিহে ইয়াক প্ৰকাশ কৰিব দিয়া হল। ভুল-ভ্ৰান্তি ধৰি দিলে বৰ উপকাৰ হয়।?

---

## হেমচন্দ্ৰ গোস্বামী

বয়সেৰে হিচাব কৰিবলৈ হলে পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ মৃত্যুক অকাল বুলিব নোৱাৰি। কাৰণ আন দেশত নহলেও আমাৰ দেশত "কলৌ ষষ্টিঃ পৰম্ বয়ঃ।" আৰু গোসাঁইদেৱে এই সীমা এৰাই দুবছৰ আগবাঢ়ি গৈছিল।

কিন্তু অসমীয়া জাতি আৰু ভাষাই গোসাঁইদেৱৰ পৰা যিবিলাক দুৰ্লভ বস্তু পাবলৈ আশা কৰিছিল। তাৰ হিচাব কৰিবলৈ হলে তেওঁৰ মৃত্যু অতি অকালত হল।

গোসাঁইদেৱৰ লগত মোৰ চিনাকি বহু দিনৰ। শেষৰ ফাললৈ এই চিনাকি শ্ৰদ্ধা আৰু স্নেহত গহন হৈ উঠিছিল। পাঁচ ছয় বছৰৰ আগেয়ে গোসাঁইদেৱ যোৰহাটলৈ বদলি হৈ গৈ তাত কিছুদিন থাকোঁ। সেই সময়ত সকলো সময়তে আৰু সকলো কথাতে তেওঁৰপৰা আমি যিমান সহায়, সহানুভূতি, পৰামৰ্শ আৰু আনন্দ পাইছিলোঁ তাৰ লেখ দিব নোৱাৰি।

আনন্দৰ কথা মই বিশেষকৈ উল্লেখ কৰিলোঁ; কাৰণ গোসাঁইদেৱৰ দৰে সদালাপী আৰু ৰসালাপী লোক আমাৰ ভিতৰত বৰ বিৰল। তেওঁৰ মনৰ লগত মিলা সমাজ পালে, তেওঁ

১. আসাম বান্ধৱ, প্ৰথম বছৰ, প্ৰথম সংখ্যা, কাতি ১৩১৩

ৰসাল, হাঁহি উঠা, অথচ অতি নিৰ্দোষ কথা কৈ ইহঁতৰাই ইহঁতৰাই 'পেটৰ নাড়ী ছিগাব' পাৰিছিল। আৰু সমাজ বুজি পাণ্ডিত্যপূৰ্ণ যুক্তিযুক্ত কথা এইদৰে আঁতিগুৰি লগাই কব জানিছিল, যে আজি তেওঁক আমাৰ মাজৰপৰা হেৰুৱাই সাহিত্যৰ লগে লগে সামাজিকতাৰ ফালেও যে আমাৰ সমানে হানি হল, এই কথাহে বৰকৈ মোৰ মনত পৰিছে।

সাহিত্যৰ ফালে যি ক্ষতি হল সিও কিন্তু অসামান্য। সম্পাদকে মোক পেৰাগ্ৰাফ এটা লিখিবলৈ হে ঠাই দিছে। গতিকে মুঠে এটা বা দুটা মাত্ৰ কথা কওঁ।

তেওঁ মোক সদাই কৈছিল আৰু কেইবাখান চিঠিতো লিখিছিল যে স্কুলত পঢ়া দিনৰেপৰা অসমীয়া জাতিৰ এখন সৰ্বাঙ্গসুন্দৰ বুৰঞ্জী লিখিবলৈ তেওঁৰ বৰ হেঁপাহ আছিল। এই বিষয় আমি দুয়ো অনেক পৰামৰ্শও কৰিছিলোঁ। তেওঁৰ ইচ্ছা আছিল যে চৰকাৰী চাকৰিৰ পৰা অৱসৰ লৈ এই কামত হাত দিব। ঈশ্বৰৰ ইচ্ছাত চাকৰিৰ পৰা অৱসৰ লোৱা হল। কিন্তু এই কাম কৰিবলৈ ভগৱন্তই তেওঁক সময় নিদিলে। চাকৰিৰপৰা অৱসৰ লৈ তেওঁ এই দুটা বছৰ যি অশান্তিত কটালে তাক সকলোৰে জানে।

গোসাঁইদেৱৰ এটা মহৎ গুণ মই সদায় লক্ষ্য কৰিছিলোঁ। তেওঁ কোনো অৱস্থাতে বিষণ্ণ আৰু নিৰাশ নহৈছিল। ইংৰাজীত যাক বোলে "কন্‌ফাৰ্মদ্ অপ্‌টিমিষ্ট"—তেওঁ আছিল তেনে এজন।

সকলোৰে জানে "অসম সাহিত্য সভা" এসময়ত মৃতপ্ৰায় হৈ পৰিছিল। তেতিয়া সাহিত্য সভাৰ প্ৰায় ছশমান টকাৰ ভঁৰালটো মোৰ হাতত আছিল, অৰ্থাৎ সাহিত্য সভাৰ ভঁৰালৰ অৱৰক্ষক সমিতিৰ মই সম্পাদক আছিলোঁ।

প্ৰায় দুই হাজাৰ চিঠিপত্ৰ লিখিও কাৰোপৰা একো সমিধান নাপাওঁ, আনকি টকা-কেইটা মযে খাওঁনে কি হল তাৰো কোনোৰে বুজবাজ নলয়।

এই কথাকে লৈ গোসাঁইদেৱৰ আগত আমাৰ জাতিৰ ভবিষ্যত সম্পৰ্কে বৰ দুখ কৰিছিলোঁ। তেওঁ কিন্তু মোক উৎসাহ দি মোৰ বিপৰীত ভাবৰ কথা কৈছিল।

ইয়াৰ পাছতে প্ৰধানকৈ তেওঁৰ যত্নতেই "কমলাদেৱী শিশুসাহিত্য"ৰ কাৰণে টকা দু হাজাৰ পোৱা হল। গোসাঁইদেৱে তেতিয়া মোক কৈছিল,—"চোৱা। অসমীয়া জাতিৰ প্ৰাণ আছে। তুমি মিছাতে দুখ কৰিছা। কুৰি বছৰ আগেয়ে কোনে ভাবিব পাৰিছিল যে সাহিত্যৰ কাৰণে দু হাজাৰ টকা পাবা। গতিকে আমাৰ ভবিষ্যত আন্ধাৰ নহয়। দুখ নকৰি, কাম কৰা।"

যি অৱস্থাত আৰু যি সময়ত গোসাঁইদেৱে এই কথা কৈছিল, আজিও সি মোৰ মনত অঙ্কিত হৈ আছে। কাকতৰ প্ৰাণহীন বুকুত এই কথাৰ প্ৰাণস্পৰ্শ ফুটি নোলায়।

সাহিত্য সভাৰ ইয়াৰ পাচৰ বুৰঞ্জীয়ে তেওঁৰ ভবিষ্যদ্বাণী সাৰ্থক কৰিছে।

গোসাঁইদেৱক বাজহুৱা ঘৰুৱা ইমান কথাত ইমান বেছিকৈ পাইছিলোঁ যে তেওঁৰ বিষয় কোনটো কম কোনটো নকম ঠিক কৰিব নোৱাৰোঁ। সম্ভৱতঃ আনে বিশেষকৈ নজনা এটা কথা কওঁ।

ইং ১৯২২ চনৰ জানুৱাৰীৰ শেষৰ ফালে কলিকতাত "প্ৰাচ্য বিদ্যা মহাসভা" (Oriental Conference ) বহে। এই সভালৈ ৺পণ্ডিত গোসাঁইদেৱ, শ্ৰীযুত ৰজনীকান্ত বৰদলৈ, শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্মা আৰু মই গৈছিলোঁ। আমি আছিলোঁ বেলেগ বেলেগ ঠাইত, কিন্তু নিতৌ একোবাৰ লগালগি হৈছিলোঁ।

সেই সভাত "কামৰূপীয় বৈষ্ণৱ সম্প্ৰদায়" নামেৰে ইংৰাজীত মই এটা প্ৰবন্ধ পঢ়িছিলোঁ। মোৰ প্ৰবন্ধত যি কথা আছিল, নতুন হক বা নহক, সভাত থকা পণ্ডিত সমাজত নতুন যেন লাগিছিল। এইদৰে আদৰপোৱাত লিখকৰ আনন্দ হোৱা স্বাভাৱিক। কিন্তু লক্ষ্য কৰিবলগীয়া আছিল যে মোতকৈ আমাৰ ই কেইজনা সমজুৱাৰ আনন্দ কি জানি বেছি হে হৈছিল। এই সম্পৰ্কতে গোসাঁইদেৱে চেনেহৰ যি মধুৰ আৰু উদাৰ ভাৱ দেখুৱাইছিল, তাক পাহৰিব নোৱাৰোঁ।

এই যাত্ৰাতেই গোসাঁইদেৱে ভোলানাথ বৰুৱাৰ হতুৱাই কলিকতা বিশ্ববিদ্যালয়ক দহ হাজাৰ টকা দিওৱাই "অসমীয়া সাহিত্যৰ চানেকী" প্ৰকাশৰ দিহা কৰিছিল। আৰু বৰুৱা ডাঙৰীয়াৰ পৰা কথা-ভাগৱত, অঙ্কীয়ানাট আদি প্ৰকাশৰ কাৰণে কিছু টকাৰো প্ৰতিশ্ৰুতি পাইছিল।

অঙ্কীয়া নাট প্ৰকাশৰ বিষয়েও এটা স্মৃতি আছে। যোৰহাটত থকাত মই অঙ্কীয়া নাট কেইখন প্ৰকাশ কৰিবৰ মন কৰিছিলোঁ। মোৰ ছাত্ৰ দুজনমানৰ হতুৱাই মাজুলী, নগাওঁ প্ৰভৃতি সত্ৰ-প্ৰধান ঠাইৰপৰা মই অঙ্কীয়া নাটবিলাকৰ কেইবাটাও নকল সংগ্ৰহ কৰিছিলোঁ।

গোসাঁইদেৱে যে ইতিমধ্যে কথা-ভাগৱত আৰু অঙ্কীয়া নাট প্ৰকাশ কৰিবৰ যো-জা কৰিছে মই নাজানোঁ। মোৰ ছাত্ৰ নগাৱঁৰ শ্ৰীমান তিলক চন্দ্ৰ মহন্তৰ পৰা গোসাঁইদেৱে মোৰ এই চেষ্টাৰ গম পাই মোক কলে, "অঙ্কীয়া নাট মই ছপা কৰিব ধৰিছোঁ। অসমীয়া ইমান চহকী নহয় যে একেবিধ কথাকে দুজনে কৰিব পাৰে। তুমি এই কাম এৰা; আৰু মোৰ হাতত গীত-কীৰ্ত্তন নামেৰে এখান পুথি আছে, সেইখন তুমি ছপোৱা।"

এই বুলি গীত-কীৰ্ত্তনৰ নকল মোক দিলে। সেই পুথিখন আজি লৈকে সাঁচি থৈছোঁ। কোনদিন তাক প্ৰকাশ কৰি উলিয়াই তেওঁৰ বিশ্বাসৰ যোগ্য হব পাৰোঁ কব নোৱাৰিছোঁ।

এই প্ৰকাৰৰ আৰু যে কিমান সুখৰ মধুৰ স্মৃতি গোসাঁইদেৱৰ জীৱনৰ লগত জড়িত হৈ আছে! আজি এই সকলোবিলাক মনত পৰে। আৰু মনত পৰে যে সেই সদা-প্ৰসন্ন হাস্যময় সৌম্য মূৰ্ত্তি আৰু দেখা নাপাওঁ।

তেওঁৰ বৰপুতেকৰ মৃত্যুৰ পাছত মই দুবাৰ গুৱাহাটীৰে অহা-যোৱা কৰিছোঁ। গুৱাহাটীত জিৰোৱা নাই। দুয়ো বাৰে তেওঁক চাবলৈ বৰ মন হৈছিল। বাটত থৰথৰ মাৰি দুই আষাৰ সুখ-দুখৰ কথা উলিয়াবলৈ সময় নহব বুলি নগলোঁ। এতিয়া বুজিছোঁ কি ভুল কৰিছোঁ।

গোসাঁইদেৱৰ লগত মোৰ শেষ দেখা যোৱা বছৰৰ এনেকুৱা সময়ত। তেতিয়া ক্ষণমাত্ৰ এনে ভাব হৈছিল নে যে, তেওঁ সমস্ত অসমীয়াক কন্দুৱাই এবছৰৰ ভিতৰতে এইদৰে আমাৰপৰা আঁতৰি যাব।

আঁতৰি গল বুলি কৈয়ো, আচলতে নাজানোঁ কোনোবা ক'ৰবাক আঁতৰি যায় নে নাযায়। জ্ঞান চৰ্চাৰ আদি যুগৰপৰা ঋষি-মুনিয়ে আত্মাৰ অমৰণ-বাণী প্ৰচাৰ কৰিছে। এই আপ্ত বাক্যবিলাক যদি ভুৱা মাত্ৰ নহয়, আৰু তেনে বুলি ভাবিবৰো কোনো হেতু নাই, তেনেহলে গোসাঁইদেৱৰ দেহ-বন্ধনৰ পৰা মুক্ত আত্মাই অসমীয়া জাতিক উদ্গতি-পথত উদ্‌গনি দিব লাগিব বুলি আশা কৰিব নোৱাৰি নে ?*

# সত্যনাথ বৰা

ইংৰাজী ১৯০১ চন, গুৱাহাটীত। আমি স্কুলৰ ছাত্ৰ। এজন ধুনীয়া, বগা, ওখ উকীল ; গাত কলা, কেতিয়াবা বগা বা মুগা চোগা-চাপকান, মূৰত উকীলৰ পাগ 'চাম্‌লা)। ডেকা নে প্ৰৌঢ় মনত নাই ; কাৰণ তেতিয়াৰপৰা প্ৰায় মৃত্যুৰ দিনলৈ সত্যনাথ বৰা ডাঙৰীয়াক একে যেনেই দেখিছিলোঁ। মোৰ মনত বৰা ডাঙৰীয়াৰ এয়ে প্ৰথম স্মৃতি।

তাৰ পাছত দেখা-শুনা অনেক দিন হৈছিল, বহুতো কথাবাৰ্তা আলোচনা হৈছিল। কিন্তু লৰাকালতে যি ভা মিহলি প্ৰগাঢ় শ্ৰদ্ধাৰে তেওঁক দেখিছিলোঁ, সেই ভাৱটো তেওঁক দেখিলেই সদাই জাগি উঠিছিল।

গুৱাহাটীৰ কাছাৰীত ব্ৰহ্মপুত্ৰৰ ফালে দুৱাৰমুখ থকা এখন এজলাচ আছিল। এতিয়াও কিজানি আছে। তেতিয়াৰ দিনত ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ ডাঙৰীয়াই এই এজলাচত বহি হাকিমী কৰে। আমি স্কুলৰ মাজৰ আধা ঘণ্টা ছুটীত কেতিয়াবা কাছাৰীৰ ফালে যাওঁ। এদিন ডেৰটা দুটামান বজাত, ৰায়বাহাদুৰ ডাঙৰীয়াৰ এজলাচৰ দুৱাৰমুখৰ খট্‌খটিৰ এটা কি দুটা খাপৰ তলত সেই ধুনীয়া বগা উকীলজনা ; আৰু তেওঁৰ এখোজ পাছত লৰা এটি ; ভয়, লাজ, উৎসাহ, কিবা এটা ভাবত তেওঁ প্ৰায় অস্থিৰ। অতি ভয়ে অতি সন্তৰ্পণে কাগজৰ এটা টোপোলা সেই ধুনীয়া উকীলজনাৰ হাতত দিয়েই লৰাটিৰ পাছৰ ফালে পলায়ন ; যেন কিবা এটা অতি সাংঘাতিক কাম কৰা হল !

তাৰে তিনি-চাৰি সপ্তাহৰ মূৰত ছপাৰ আখৰেৰে "জোনাকী"ৰ কোলাত, সেই কাকতৰ টোপোলাত থকা কথাখিনি হাঁহি মুখেৰে জিলিকি ওলাল। সেয়ে এই লিখকৰ সাহিত্য চেষ্টা প্ৰকাশ কৰিবলৈ প্ৰথম উদ্যম।

তাৰ পাছত মাহে মাহে জোনাকী ওলায়। আমি যে কিমান ব্যগ্ৰতাৰে জোনাকীলৈ বাট চাই থাকোঁ। (তেতিয়াৰ দিনত আমি ৪।৫ টকা মাহিলি খৰচ কৰি গুৱাহাটীত থাকিছিলোঁ।) তাৰে পৰায়ে কিন্তু সকলোটিয়ে একোখনি জোনাকী লবলৈ খৰচ উলিয়াই হে

* মিলন, ষষ্ঠ বছৰ, চতুৰ্থ সংখ্যা, আহাৰ-শাওণ, ১৮৫০ শক

এৰিছিলোঁ। এতিয়াও চাগৈ স্কুলৰ ল'ৰাবিলাকে তেনেকৈ তেওঁলোকৰ মৰমৰ কাকত একোখনি লবলৈ দুখ কষ্ট ভুগিও পইচাকেইটা মুলিয়াই নাথাকে।

বৰা ডাঙৰীয়াৰ প্ৰশান্ত মূৰ্তিৰ পৰা আৰু তেওঁৰ কথা বতৰাৰ পৰা কোনোৱে ভাবিবই নোৱাৰিছিল যে তেওঁ ধেমেলীয়া গীত বা প্ৰবন্ধ লিখিবলৈ লায়ক মানুহ। অথচ তেওঁৰ লিখিত কেইবাটাও তেনে গীত আৰু প্ৰবন্ধ অসমীয়া সাহিত্য সমাজত সুপৰিচিত।

বৰা ডাঙৰীয়া অতি শান্তিপ্ৰিয় মানুহ আছিল। বিদ্যাধৰ বুজৰবৰুৱা তেওঁৰ অতি আপ্তবন্ধু। তেওঁ সদাই বৰা ডাঙৰীয়াৰ বিষয় অনেক কথা কয়। তাৰে তো এটা মনত পৰিছে। দীঘলী পুখুৰীৰ পাৰৰ ঘৰখনৰ অলপ বেমেৰামতি অৱস্থা; অৰ্থাৎ ডাঙৰ ঘৰটোৰ মাজৰ বহা খোঁটালীটোৰ চিলিঙৰ কাপোৰ এৰাই গৈছে। বুজৰবৰুৱাই কলে, "বৰা, চিলিং খন ভাল কৰি নোলোৱা কিয় হে?" তেওঁ হেনো উত্তৰ দিলে, "তুমিও ভাল। চিলিংখন ভাল কৰা অৰ্থ কমেও সাতোটা দিন ঘৰখনৰ বস্তু বাহানি মানুহ-দুনুহৰ আলৈ-অ'থানি! ইমান অশান্তি লৈ থাকিবা কেনেকৈ? মই কৰবালৈ সাতদিনমানৰ কাৰণে যাবলগীয়া হক বৰা, সেই সময়তে ভাল কৰিব দি যাম।" তেওঁৰ শান্ত প্ৰকৃতিৰ ই এটা আহি উদাহৰণ।

মানিকচন্দ্ৰ বৰুৱা যেতিয়া ঢুকাল, তেতিয়া অসমৰ অনেক ৰাজনীতিত ফুৰি-ফুৰা লোকে বৰা ডাঙৰীয়াক এই ক্ষেত্ৰলৈ আহি কাম কৰিবলৈ অনুৰোধ কৰিছিল। তেওঁ স্পষ্ট উত্তৰ দিছিল যে তেওঁৰ প্ৰকৃতি ইমানবোৰ হাই-দুই হাহাকাৰ কৰি কাম কৰাৰ সম্পূৰ্ণ বিপৰীত। আৰু সেইবিলাক ক্ষেত্ৰলৈ গৈ কোনো প্ৰকাৰৰ নাম কৰা আকাঙ্ক্ষাও তেওঁৰ নাই।

সত্যনাথ বৰা ঢুকাবৰ বেছি দিন হোৱা নাই। উকীল হিচাবে তেওঁৰ খ্যাতি গুৱাহাটীৰ বাৰ লাইব্ৰেৰীত এতিয়াও আছে। তাৰে প্ৰধান খ্যাতি হৈছে এই যে ওকালতি ব্যৱসায়ত কথা সঁচা-মিছা ইফাল-সিফাল প্ৰায়েই হয়। বৰাৰ বিষয়ে কিন্তু সকলোৱে কয় যে তেওঁ এইবোৰৰ পৰা অতি ওপৰত আছিল।

এই উপলক্ষে এটা কথা জানোঁ। মোৰ শহুৰ ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্য দলৈদেৱৰ বিৰুদ্ধে এসময়ত এটা ডাঙৰ মোকৰ্দমা হৈছিল। তেওঁৰ অন্যতম উকীল আছিল সত্যনাথ বৰা। দলৈদেৱে বৰাক তিনিশ টকা বায়না দিছিল।

কিন্তু ভাগ্যক্ৰমে সেই মোকৰ্দমাৰ বিচাৰেই নহল; কাৰণ প্ৰথম তদন্ততে প্ৰমাণ হল যে দলৈদেৱৰ বিৰুদ্ধে যিবিলাক অভিযোগ সেইবোৰ সম্পূৰ্ণ মিছা। বৰা ডাঙৰীয়াই মোকৰ্দমাৰ প্ৰথম তদ্বিৰ কৰাৰ বাহিৰে আন একো কৰিবলগীয়া নহল। গতিকে তেওঁ তিনিওশ টকা দলৈদেৱক ফিৰাই দিলে। মই শহুৰৰপৰা শুনিছোঁ যে ধৰকৈ ধৰাতহে হেনো তেওঁ কোনোমতে এশ টকা ৰাখিলে। কিন্তু তাৰ পাছত দুয়োৰো ভিতৰত প্ৰগাঢ় বন্ধুত্ব হল; আৰু যদিও অনেক কথাত পৰস্পৰে পৰস্পৰৰপৰা সহায় পাইছিল, টকাৰ লেন-দেন দুয়োৰো মাজত আৰু নহল।

কটন কলেজৰ আৰু ল কলেজৰ অধ্যাপক থকা কালৰ আচাৰ-ব্যৱহাৰৰ পৰা অসমীয়া ডেকাসকলে তেওঁৰ ব্যৱহাৰ আৰু কৰ্তব্যনিষ্ঠাৰ ভাল পৰিচয় পাইছিল। তেওঁ কলেজলৈ কোনো দিন এমিনিট দেৰিকৈ নগৈছিল; আৰু নিজৰ পঢ়োৱা কামখিনি অতি গম্ভীৰ সুস্থিৰ ভাবে শেষ কৰিছিল।

ইং ১৯০৭ চনত শিৱসাগৰত Assam Associationৰ ( আসাম এছোচিয়েচনৰ ) সম্মিলন হয়। বৰা ডাঙৰীয়া তাৰ সভাপতি। তেতিয়াৰ দিনত সভা-সমিতিত বৰ চকমকীয়া ইংৰাজী পোছাক পিন্ধি চাহাব হৈ যোৱাটো এটা দস্তুৰ আছিল। সভাপতিৰ আড়ম্বৰহীন সাজপাৰ দেখি, মোৰ মনত পৰে, বৰ বৰ চাহাবী পোছাক পিন্ধা মানুহবিলাক যেন জয় পৰি গৈছিল। তাত তেওঁ যি ইংৰাজী অভিভাষণখন পাঠ কৰিছিল তাত বৰা ডাঙৰীয়াৰ মৌলিক চিন্তাৰ সুন্দৰ পৰিচয় পোৱা যায়। তেওঁ আনে নভবা-নিচিন্তা অসমীয়াৰ দুগৰ হেতু কেইটামান আঙুলিয়াই সকলোৰে চকুত পেলাই দিছিল।

এই সময়তেই অসম সাহিত্য সভা প্ৰথম স্থাপিত হয়। তাৰ ৭।৮ বছৰমান আগৰপৰা 'বাঁহী' আৰু 'বান্ধৱ'ৰ যুদ্ধ চলিছে। উজনি নামনিলৈ এই বিবাদ দেখি বৰা ডাঙৰীয়াই সদাই মৰ্মান্তিক বেজাৰ পাইছিল। আমি কিন্তু ডেকা তৰপৰ মানুহে সাহিত্যত ইও এটা উপভোগৰ বস্তু বুলি ভাবিছিলোঁ। শিৱসাগৰত সাহিত্য সভা স্থাপনৰ পৰামৰ্শ হয় দুজন তিনিজন মানুহৰ ভিতৰত। কিন্তু তাৰ পূৰ্বৰপৰা আসাম সাহিত্য সভা হোৱা যুগুত নে অযুগুত এই বিষয় ভিতৰি-ভিতৰি বহুতো আলোচনা-হৈছিল। ইং ১৯১৬ চনত ডিব্ৰুগড় যি আসাম এছোচিয়েচনৰ সম্মিলন বহে, তাতে এখন সাহিত্য সভা হয়। তাৰ সভাপতি আছিল বৰা ডাঙৰীয়াই। কিন্তু সেই সভাত বেলেগে সমগ্ৰ অসমৰ কাৰণে এখন সাহিত্য সভা হবলৈ কোনো সিদ্ধান্ত নহল। বৰা ডাঙৰীয়াই সদাই ভয় কৰিছিল যে এখন তেনেকুৱা সভা হলে. বাঁহী আৰু বান্ধৱৰ বিবাদৰ মূলটো আৰু বহল হৈ যাব। সেই দেখি তেওঁ এনে এখন সভাৰ আৱশ্যকতা বুজিও তাক পাতিবলৈ অতি সাৱধানে চলিবলৈ পৰামৰ্শ দিছিল। পাছত, সকলোৱে জানে, যে গুৱাহাটীত কেন্দ্ৰ অফিচ থকা কালত তেওঁ এই সভাৰ প্ৰধান সম্পাদকৰ ভাৰ লৈছিল।

তেওঁৰ শেষ ৰাজহুৱা কাম গুৱাহাটীত বহা সাহিত্য সম্মিলনৰ আদৰণি সভাৰ সভাপতিৰ বাবে। ইং ১৯২৪ চনৰ বৰদিনৰ বন্ধত। তেওঁৰ ভগ্ন স্বাস্থ্য সত্বেও এই কামত তেওঁ বৰ উৎসাহ দেখুৱাইছিল ; আৰু সাহিত্য সভা অলপ দিনৰ ভিতৰতে বৰ ভাল অনুষ্ঠান হৈ উঠিছে বুলি বৰ আনন্দ প্ৰকাশ কৰিছিল।

আজীৱন সাহিত্য চৰ্চা কৰি তেওঁৰ শেষ কাম যে সাহিত্যৰ কাৰণেই হল, এই কথা বিধাতাৰ ন্যায়-বিচাৰৰ সূক্ষ্ম আৰ্হি যেন লাগে।

বহল ব্যাকৰণখন লিখি বৰা ডাঙৰীয়াই বহুদিন নছপোৱাকৈ থৈ দিছিল ; এনেকি তেওঁ এখন ব্যাকৰণ লিখিছিল, তাকো এনেকে নাজানিছিল। নৰ্মাল স্কুলত ভাষা জ্ঞান দিবলৈ ওপ খাপৰ ব্যাকৰণ নাই। সেইদেখি অসমীয়া ব্যাকৰণৰ সম্পৰ্কে ময়ো কিছুমান টোকা কৰি পঢ়াব লগীয়া হৈছিল। গুৱাহাটীলৈ আহিলে মই বৰা ডাঙৰীয়াক প্ৰায় প্ৰতিবাৰেই দেখা কৰিছিলোঁ। এবাৰ এইদৰে দেখা কৰোঁতে আমাৰ এখন ব্যাকৰণ নাই, সেই কথা ওলাল। তেৰোঁ যে সেই বিষয়ত অসুবিধা পাইছে সেই কথাও ওলাল। ক্ৰমে তেওঁ কলে যে ব্যাকৰণ এখন লিখা প্ৰায় অন্ত হৈছে। মই ব্যাকৰণখন চাবলৈ বৰকৈ আগ্ৰহ প্ৰকাশ কৰাত, দেখুৱালে। তেতিয়া অসমীয়া খণ্ডবাক্য ( Idiom ) ৰ অধ্যায় লিখা হোৱা নাই ; আৰম্ভ কৰা হৈছে মাত্ৰ।

মোৰ যিমান দূৰ মনত পৰে সেই কথা-বতৰাৰ সময়ত বৰা ডাঙৰীয়াৰ দ্বিতীয় পুত্ৰ জ্ঞাননাথ বৰা আৰু মোৰ জোঁৱাই উমাকান্ত গোস্বামীও তাত উপস্থিত আছিল। আমি বৰকৈ ছপাবলৈ ধৰাত তেতিয়া তেওঁ কলে যে ব্যাকৰণখনি তেতিয়াও সৰ্বাঙ্গসুন্দৰ হোৱা নাই। তথাপিতো অভাৱ আৰু আমাৰ আগ্ৰহ চাই কিতাপখনি যিমান সোনকালে পাৰে প্ৰেছলৈ পঠাব আৰু যদি দ্বিতীয় সংস্কৰণ কৰিবলৈ সময় পায়, তেতিয়া তাক পূৰ্ণ কৰিবলৈ চেষ্টা কৰিব। বিধাতাই অৱশ্যে সেই সময় নিদিলে।

নিখুঁত অসমীয়া ভাষা লিখা বৰা ডাঙৰীয়াৰ এটা প্ৰধান লক্ষ্য আছিল। এনেকি এই বিষয়ত তেওঁ ইমান স্থিৰ আছিল আৰু অসমীয়া শব্দ বা লিখাৰ ঠাচ এৰি লিখা দেখিলে ইমান বেজাৰ পাইছিল যে অনেকে তেওঁক অতিপাত নিকপন্থীয়া (Puritanist) বুলি ভাৱ কৰিছিল। কিন্তু অসমীয়া সাহিত্যই এই কথা পাহৰিব নোৱাৰে যে তেওঁৰ প্ৰভাৱ নোগোৱা হলে অসমীয়া বাক্যৰ ঠাচ আৰু বেছি পৰিমাণে বিজতৰীয়া হলহেঁতেন।

পাছলৈ বৰা ডাঙৰীয়াৰ লগত মই বহুতো পত্ৰ ব্যৱহাৰ কৰিছিলোঁ। তাৰ কিছুমান সাহিত্য সভাৰ সম্পৰ্কীয়; আৰু কিছুমান নিজা। এইবিলাক প্ৰায়েই নানাবিধ সাহিত্যৰ কথা আৰু অসমীয়া সাহিত্যৰ উন্নতিৰ অৰ্থে সজ উপদেশেৰে পূৰ্ণ। সাহিত্যসভাৰ অফিচত এনেকুৱা চিঠি কিছুমান ওলাব লাগে। মোৰ নিজ হাততো দুই চাৰিখন আছে।

ইংৰাজী সাহিত্যত জনচন আৰু এডিচন দুজন প্ৰখ্যাত লোক। জনচনৰ অভিধান এতিয়া কোনোৱে নাচায়; তেওঁৰ আন লিখাবিলাকো এই যুগত কোনোৱে বেছি উচ্চ সাহিত্য বুলি নাভাবে। আৰু এডিচনতকৈ ডাঙৰ আৰু ভাল লিখক পাছৰ যুগৰ ইংৰাজী সাহিত্যত অভাৱ নাই। তেওঁ জনচন আৰু এডিচন ইংৰাজী সাহিত্যৰ চিৰস্মৰণীয় লোক। এজন প্ৰথম অভিধান কৰ্তা, আনজন বিশুদ্ধ আৰু ইংৰাজী ভাষাৰ নিজৰ ঠাচেৰে প্ৰথম প্ৰবন্ধ লিখক।

অসমীয়া সাহিত্যতো হেমচন্দ্ৰ বৰুৱা আৰু সত্যনাথ বৰাৰ তেনে স্থান। কালক্ৰমত হেমচন্দ্ৰৰ অভিধানতকৈ বহুতো উন্নত অভিধান ওলাব; কিন্তু অসমীয়া ভাষাৰ আধুনিক যুগৰ প্ৰথম গুৰিয়াল বুলি তেওঁৰ ঠাই কেতিয়াও নেহেৰায়। কালত সত্যনাথ বৰাতকৈয়ো অসমীয়া ভাষাত অসমীয়াৰ ঠাচেৰে লেখিব পৰা ভাল প্ৰবন্ধ লিখক ওলাব; কিন্তু এডিচনৰ Spectatorৰ দৰে সত্যনাথৰ সাৰথিও চিৰকাল অসমীয়া ভাষাৰ আৰ্হি হৈ থাকিব।*

* সত্যনাথ বৰা ১৯২৫ চনত ঢুকায়। সম্ভৱ এই প্ৰবন্ধটো সেই চনতে লিখা। কোন আলোচনীত প্ৰকাশ হৈছিল জানা নগল।—সং., শ গো. ৰ.

# স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা নিবেদন

(১)

ইংৰাজী ১৯০৬-০৭ চনৰ জাৰ কালি। হাওৰা নগৰৰ লবেল্চ্ বোলা ঘৰত বেজবৰুৱা ডাঙৰীয়াই অসমীয়া ছাত্ৰবিলাকক চাহ খাবলৈ নিমন্ত্ৰণ কৰিছে; লগতে Assamese students' club ৰো মিটিং। সেই দিনা প্ৰথমতে লক্ষ্মীনাথ বেজবৰুৱাৰ লগত সাক্ষাত, পৰিচয় আৰু সামান্য কথা-বাৰ্তা হলোঁ।

ইয়াৰে দুবছৰমান আগতে কলিকাতাৰ Assamese students' club এ ৰচনা প্ৰতি-যোগিতাৰ কাৰণে কিছুমান প্ৰাইজ দিছিল। গুৱাহাটীত স্কুলৰ ছাত্ৰ থাকা কালতে চুটি গল্প এটা আৰু আন এটা ৰচনাৰ কাৰণে দুটা প্ৰাইজ মোৰ ভাগতো পৰিছিল। বেজবৰুৱা ডাঙৰীয়াৰ সেই সামান্য কথাখিনি মনত আছিল। তাকে লৈয়ে আমাৰ পৰিচয়ৰ সূত্ৰপাত হল।

তেতিয়া বেজবৰুৱা মাজ-বয়সীয়া। অসমীয়া সাহিত্য সমাজত তেওঁ কৃপাবৰ বৰবৰুৱা বুলি সুপ্ৰখ্যাত। কাকতৰ টোপোলা, পদুম-কুঁৱৰী আদি দুই চাৰি খান কিতাপহে তেওঁ তেতিয়া প্ৰকাশ কৰিছিল। কিন্তু তেতিয়াই আধুনিক অসমীয়া সাহিত্যত তেওঁৰে স্থান সৰ্বশ্ৰেষ্ঠ হৈ উঠিছিল।

সেই স্থান তেওঁ মৃত্যুৰ দিন পৰ্য্যন্ত অধিকাৰ কৰি গৈছে; আৰু মোৰ বোধেৰে বৰ্ত্তমান যুগৰ অসমীয়া সাহিত্যৰ প্ৰধানতম লেখক বুলি তেৱেঁই বহু দিনলৈ সেই স্থান অধিকাৰ কৰি থাকিব। ইয়াৰ কাৰণ কেবাটাও।

(২)

দুখ আৰু লাজৰ কথা হলেও স্বীকাৰ কৰিব লাগিব যে পৃথিবীৰ সাহিত্য ক্ষেত্ৰত কোনো বিশেষ স্থান অধিকাৰ কৰিব পৰা ৰচনা আধুনিক অসমীয়া সাহিত্যত অতি কম; এনে ৰচনাও অতি বিৰল যি চিৰকাললৈ অসমীয়া সাহিত্যতে সমাদৃত হৈ থাকিব। ছালি-জাৰি চালে দুই চাৰিটা যদি পোৱা যায়, তাৰ ভিতৰত বেজবৰুৱাৰ লেখনিৰ পৰা ওলোৱা দুই এক ৰচনা পৰিব বুলি আশা কৰিব পাৰি। অসমীয়া সাহিত্যৰ আজি পৰ্য্যন্ত কোনো সমালোচনা নাই হোৱা বুলিবই পাৰি। মুখ চাই প্ৰশংসা, বা নিজৰ স্বাৰ্থৰ প্ৰতিকূল হলে নিন্দা কৰাৰ উপৰি অসমীয়া সাহিত্যৰ সমালোচকসকল এতিয়াও উধাব পৰা নাই। সাহিত্যৰ উপযুক্ত আদৰ নোলোৱাৰ ইও এটা কাৰণ।

দ্বিতীয়তে হাস্যৰসৰ সৃষ্টিকৰ্তাৰূপে অসমীয়া সাহিত্যত বেজবৰুৱাৰ স্থান ষৰ ওখ। কৃপাবৰ বৰবৰুৱা অসমীয়া সাহিত্যৰ এটি উপভোগ্য চিত্ৰ। "কাকতৰ টোপোলাত" প্ৰকৃত wit আৰু humour থাকা কেইবাটাও প্ৰবন্ধ আছে। এই বিলাকত কোনো বিদ্বেষ বা হীনতাই স্থান পোৱা নাই। "কাকতৰ টোপোলা"ৰ বাহিৰেও বেজবৰুৱাই কৃপাবৰ নাম লৈ হাস্যৰসাত্মক অনেক গদ্য আৰু পদ্য লিখিছিল। কিন্তু তেওঁৰ "ৰসৰাজ" উপাধিৰ সাৰ্থকতা কাকতৰ টোপোলাৰ ওপৰত হে আচলতে নিৰ্ভৰ কৰে।

তৃতীয়তে তৰ্ক-বাদত বেজবৰুৱা বৰ নিপুণ আছিল। কোনো বিষয় সম্পৰ্কে যি মত লই তেওঁ তৰ্ক আৰম্ভ কৰিছিল সেই মত প্ৰৱৰ্তন কৰিবলৈ তেওঁ সকলো প্ৰকাৰে চেষ্টা কৰিছিল; আৰু সেই উদ্দেশ্যত তেওঁ লিখিব নোৱাৰা কোনো কথা নাছিল। তেনে ক্ষেত্ৰত তেওঁৰ কলমৰ পৰা জুইৰ ফিৰিঙতি ওলাই পৰিছিল; তেওঁৰ বাক্যই বিহ-শৰে বিন্ধা দি বিপক্ষক বিন্ধিছিল; আৰু তেওঁৰ ভাষা চিকণ চেকনীৰ কোবতকৈয়ো চোকা হৈছিল। ডেকা বয়সত, কোনো কোনো স্থলত আৰু কোনো কোনো সময়ত তেওঁৰ তৰ্কৰ মত স্থাপন কৰিবলৈ গৈ তেওঁ কিছু লোকৰ অপ্ৰিয়ও হৈছিল। কিন্তু তেওঁৰ মতবাদৰ হেতুকে তেওঁ কেতিয়াও ব্যক্তিগত বন্ধুত্ব আৰু শ্ৰদ্ধা ক্ষুণ্ণ হবলৈ নিদিছিল। সেই দেখি মৃত্যুৰ দিন পৰ্য্যন্ত তেওঁ সকলোৰে শ্ৰদ্ধা আকৰ্ষণ কৰিছিল।

চতুৰ্থতে তেওঁ অসমীয়া সাহিত্যক নানা বিষয়ক ৰচনাৰে সমৃদ্ধ কৰি গৈছে। নাটক, উপন্যাস, প্ৰবন্ধ, চুটি গল্প, জীৱনী, বুৰঞ্জী, ৰাজনীতি, প্ৰত্নতত্ব, সমালোচনা আদি প্ৰায় সকলো বিষয়তে তেওঁ কোনো প্ৰবন্ধ বা গ্ৰন্থ লিখি থৈ গৈছে। গদ্য পদ্য উভয় বিধ ৰচনাত তেওঁ সিদ্ধহস্ত আছিল। লেখা কাম তেওঁৰ ৰাগি হৈ পৰিছিল। তেওঁৰ দিনত অসমীয়া ভাষাত যিমান বিলাক বাতৰি কাকত আৰু সাময়িক পত্ৰ ওলাইছে, তাৰ প্ৰত্যেক খনতে বেজবৰুৱাই নানা বিষয়ক অনেক প্ৰবন্ধ লিখিছে। আন নহলেও, এই কাৰণেই তেওঁ বিদেশত থাকিও অসমীয়া মানুহৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰাখিব পাৰিছিল। এই কাৰণে অসমীয়া সাহিত্য সমাজত সকলো কথাতে তেওঁৰ মতৰ এটা বিশেষ মূল্য প্ৰৱৰ্তিছিল।

সাধাৰণতে মানুহে বিদ্ৰূপ আৰু ব্যঙ্গ উপভোগ কৰে, তৰ্ক-বাদ ভাল পায় আৰু সাময়িক সাহিত্য বেছি কৰি পঢ়ে। এই সকলো বিলাক বিষয়তে বেজবৰুৱাৰ দান আন সকলো অসমীয়া লেখকত কৰি বেছি। বেজবৰুৱা এজন জনপ্ৰিয় লেখক আছিল। তেওঁৰ প্ৰভাৱে অসমীয়া পাঠক সমাজ এটা সৃষ্টি কৰাত বহুতে সহায় কৰিছে। অসমীয়া ভাষাত journalismৰ বহুল প্ৰচলন থকা সম্ভৱ হোৱা হলে, বেজবৰুৱাৰ প্ৰতিভাই আৰু উচ্চতৰ বিকাশ লাভ কৰিলেহেঁতেন।

(৩)

কিন্তু, মোৰ মনেৰে, অকল সাহিত্যত সুনাম আৰ্জন কৰিবলৈ বেজবৰুৱাই সাহিত্য-চৰ্চা জীৱনৰ ব্ৰত কৰি লোৱা নাছিল। বেজবৰুৱাক মই প্ৰধানকৈ দেখোঁ যে সবাৰো উপৰি তেওঁ অসমীয়া জাতিৰ এজন একনিষ্ঠ হিতৈষী আৰু সেৱক। দেশ আৰু জাতিৰ প্ৰতি একান্ত মৰম তেওঁৰ সমস্ত কাৰ্যৰ মূলত। তেওঁৰ সকলো প্ৰকাৰ লেখা, তেওঁৰ আজীৱন সাহিত্য সাধনা, তেওঁৰ উগ্ৰ তৰ্কবাদ, তেওঁৰ আন সকলো প্ৰচেষ্টা—সকলোৰে মূল উৎস আছিল তেওঁৰ জীৱন্ত দেশ প্ৰীতি আৰু জলন্ত স্বজাতি হিতৈষণা। অসমীয়া জাতিৰ প্ৰতি, অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰতি, অসম দেশৰ প্ৰতি অলপমান কটু কটাক্ষও তেওঁ সহিব নোৱাৰিছিল। অসম আৰু অসমীয়াৰ সুনাম ৰক্ষাৰ কাৰণে, আৰু মৰ্য্যাদা স্থাপনৰ অৰ্থে তেওঁ প্ৰাণ পাত কৰিব পৰা লোক আছিল। তেওঁৰ কোনো কোনো বিদ্ৰূপাত্মক ৰচনাত অসহনি ( intolerance ) আৰু ক্ৰোধৰ প্ৰভাৱ দেখা যায়। কিন্তু মন কৰিলেই ধৰিব পাৰি যে অসমীয়া কৃষ্টিৰ কৰবাত মৰ্য্যদাৰ

হানি হয় বুলিহে তেওঁৰ সেই intolerance আৰু সেই ক্ৰোধ। এই কথা বুজিব পাৰি, তেওঁৰ কোনো কোনো লেখাত ত্ৰুটী বিচ্যুতি ঘটিলেও, অসমীয়া মানুহ সদাই তেওঁৰ প্ৰতি স্নেহশীল আছিল।

সুদূৰ বৰদা ৰাজ্যলৈ গৈ যে তেওঁ কামৰূপীয় বৈষ্ণৱ ধৰ্ম সম্পৰ্কে বক্তৃতা দি আনন্দ পাইছিল আৰু গৌৰৱ কৰিছিল, তাৰো মূলত আছিল তেওঁৰ এই জ্বলন্ত জাতীয় প্ৰেম।

বেজবৰুৱাৰ মৃত্যুত অসমীয়া সাহিত্যৰ প্ৰিয় লেখক এজনত কৰিও অসমীয়া মানুহে হেৰুৱালে অসমীয়াৰ মৰ্য্যাদা ৰক্ষা কৰিবৰ যোগ্য লোক এজনক হে।

(৪)

বেজবৰুৱাৰ লেখাবিলাকৰ বিষয় আৰু এটা মন কৰিব লগীয়া বিশেষ কথা,—তেওঁৰ ভাষাৰ ব্যৱহাৰ। বিদেশত থাকিও অসমীয়া ভাষাৰ বিশুদ্ধতা ৰক্ষা কৰিবলৈ তেওঁ সদায় সতৰ্ক আছিল। তেওঁ পাৰ্য মানে ঘৰুৱা অসমীয়া কথা আৰু অসমীয়া খণ্ড-বাক্য ব্যৱহাৰ কৰি অসমীয়া ভাষাৰ ঠাচ্ ৰক্ষা কৰিবলৈ বৰ যত্ন কৰিছিল। অসমীয়া ভাষাত বিদেশী শব্দ বিশেষ কৰি বিদেশী idiom ব্যৱহাৰ কৰা তেওঁ দেখিব নোৱাৰিছিল। তেওঁৰ লেখা প্ৰাঞ্জল, তেওঁৰ ভাষাৰ গতি অবাধ। তেওঁৰ বাক্য ৰচনাত জটিলতা কম হে পোৱা যায়।

এই বিষয়ত এই যুগৰ নতুন লেখকসকলে তেওঁৰ আদৰ্শ আৰু উপদেশৰ পৰা প্ৰভূত উপকাৰ পাইছে।

(৫)

নতুন লেখকসকল বেজবৰুৱাৰ পৰা আন প্ৰকাৰেও উপকৃত হৈছে। তেওঁ নতুন লেখকসকলক উৎসাহ দি বৰ ৰং পাইছিল। বাঁহীত নতুন লেখকৰ কবিতা আৰু ৰচনা তেওঁ আদৰ কৰি প্ৰকাশ কৰিছিল। সাহিত্য-চৰ্চাৰ আৰম্ভতে এনেকুৱা উৎসাহৰ পৰা মযো বঞ্চিত হোৱা নাছিলোঁ।

এই কাৰ্যৰ দ্বাৰায়ো বেজবৰুৱাই অসমীয়া সাহিত্যৰ যথেষ্ট উপকাৰ সাধন কৰি গৈছে।

(৬)

বেজবৰুৱাই আৰু তেওঁৰ লগৰ সাহিত্যিকসকলে অসমীয়া সাহিত্যৰ আলোচনা আৰম্ভ কৰিছিল অসমীয়া ভাষা আৰু সাহিত্যৰ এটা সঙ্কট সময়ত। সম্প্ৰতি অসমীয়া ভাষাৰ আৰু সাহিত্যৰ আৰু এটা সঙ্কট সময় উপস্থিত হৈছে। এই সময়ত অসমীয়া সাহিত্য-চৰ্চাৰ দ্বাৰা অসমীয়া কৃষ্টি নিৰাপদে ৰক্ষ কৰিবলৈ আমাৰ ডেকাসকলক আহ্বান কৰোঁ। তেনে কাৰ্য্যহে বেজবৰুৱাৰ নিচিনা লোকসকলৰ প্ৰতি প্ৰকৃত শ্ৰদ্ধা নিবেদন হব।*

* অসম সাহিত্য সভা পত্ৰিকা—সপ্তম বছৰ, চতুৰ্থ সংখ্যা, ১৮৫৯-৬০ শক।

# ৰায়বাহাদুৰ কণকলাল বৰুৱা চি. আই. ই

কনকলাল বৰুৱাৰ কথা মনত পৰিলে। মনত পৰে তেওঁ যে এজন উচ্চতম ৰাজকৰ্মচাৰী আছিল। এই কথা নহয়; তেওঁ যে সাত বছৰকাল অসম গৱৰ্ণমেণ্টৰ মন্ত্ৰীৰ বিষয় খাইছিল। এই কথা নহয়; তেওঁ যে ধনে-জনে-সম্পদ-সমৃদ্ধিয়ে দেশৰ এজন গণ্যমাণ্য লোক আছিল। এই কথা নহয়; কিন্তু এই কথা যে তেওঁ এনে এজন পণ্ডিত লোক আছিল, যাৰ পণ্ডিত্যৰ প্ৰভাৱত অসমীয়া জাতিয়ে পৃথিবীত নিজৰ প্ৰাচীন গৌৰৱ প্ৰকাশ কৰিব পাৰিলে। তেওঁৰ লিখিত Early History of Kamrupa, কামৰূপৰ প্ৰাচীন বুৰঞ্জী এখন অমৰ গ্ৰন্থ, আৰু প্ৰাচীন ভাৰতবৰ্ষৰ ইতিহাস গ্ৰন্থবিলাকৰ ভিতৰত এটা উজ্জ্বল ৰত্ন।

বৰুৱা ডাঙৰীয়াৰ বুদ্ধিমত্তাৰ পৰিচয় তেওঁৰ ছাত্ৰজীৱন আৰু কৰ্মজীৱনৰ অনেক কথাত পোৱা যায়। কিন্তু তাৰ বৈশিষ্ট্য এইখিনিতে যে শেষ বয়স পৰ্য্যন্ত তেওঁৰ বুদ্ধিৰ প্ৰাখৰ্য্য আৰু চিন্তাৰ শক্তি অলপো কমা নাছিল। তেওঁ ঐতিহাসিক গবেষণা কৰিবলৈ আৰম্ভ কৰে তেওঁৰ ভাটি বয়সত। তথাপিতো তাৰ যি প্ৰকৃষ্ট নিদৰ্শন তেওঁৰ কামৰূপৰ প্ৰাচীন বুৰঞ্জী আৰু কামৰূপ অনুসন্ধান সমিতিৰ মুখপত্ৰ ASSAM RESEARCH JOURNALত থই গল, সি প্ৰকৃত প্ৰশংসাৰ যোগ্য।

পাছলৈ তেওঁ এই গবেষণা কাৰ্য্যতে তেওঁৰ সম্পূৰ্ণ শক্তি নিয়োগ কৰিছিল। এই বিষয়ত তেওঁৰ ইমান ৰুচি বহিছিল যে প্ৰাচীন কামৰূপৰ বিষয়ে একেবাহে তিনি চাৰি ঘণ্টা কথা পাতিও তেওঁৰ হেপাহ নপলাইছিল। এনেকুৱা কথা পাতোঁতে তেওঁক কেতিয়াও ভাগৰা দেখা নগৈছিল।

অসমৰ প্ৰাচীন কীৰ্ত্তিৰ প্ৰতি তেওঁৰ পৰম প্ৰীতিৰ আন এটা নিদৰ্শন "অসম মিউজিয়ম"। এই অনুষ্ঠানটো কৰিবলৈ তেওঁ মন্ত্ৰী থাকাৰ দিনৰে পৰা কিমান যত্ন কৰিছিল তাক জনসাধাৰণে নাজানে।[১] এই কামত সহযোগিতা কৰাৰ ভাগ্য মোৰো হৈছিল। যোৱা দহ বছৰত যিমান বাৰ মই চিলঙলৈ গৈছোঁ আৰু যিমান বাৰ আন ঠাইতো বৰুৱা ডাঙৰীয়াৰ লগত সাক্ষাৎ হৈছোঁ তিমান বাৰেই মিউজিয়াম, অসমৰ প্ৰাচীন সম্পদ, সেইবোৰৰ ৰক্ষাৰ অৰ্থে আৱশ্যকীয় যত্ন—এইবিলাক বিষয়েই অনেক কথাবাৰ্ত্তা দিহা-পৰামৰ্শ কৰা হৈছিল। এইবিলাক কথা ভালদৰে জানি মই কব খোজোঁ যে বৰুৱা ডাঙৰীয়াৰ মৃত্যুত অনুসন্ধান-ক্ষেত্ৰত অসমীয়া জাতিৰ যি ক্ষতি হল সি সহজতে পূৰ হোৱা টান।

কলিকাতালৈ Historical Congress আৰু Indian Historical Records Commissionৰ সভা উপলক্ষে গৈ বৰুৱা ডাঙৰীয়াৰ মৃত্যু ঘটিল। মোৰো এই দুটা অনুষ্ঠানলৈ নিমন্ত্ৰণ আছিল। যোৱা ডিচেম্বৰৰ (ইং ১৯৩১) ৪ তাৰিখৰ দিনা আমালোক দুয়ো জনৰ ভিতৰত চিলঙত এই বিষয়ে কথাবাৰ্ত্তা হয়। তেতিয়া তেওঁ কলিকাতালৈ যোৱা ঠিক কৰা নাছিল। আন কাৰ্য্যৰ ভাৰ থকা হেতুকে মই যাব নোৱাৰিম বুলি কোৱাত, তেওঁকো যাবৰ স্থিৰতা নাই বুলি কলে। কিন্তু ভাগ্যই তেওঁক টানি নিলে।

১. পৰিশিষ্টৰ কনকলাল বৰুৱাৰ চিঠি চাওক। —সং, শ. গো. ব.

যদিও এনেজন মানুহৰ প্ৰবাসত মৃত্যু হোৱা শোকৰ কথা—বিশেষ কৰি বকৰা ডাঙৰীয়াৰ পৰিয়ালবৰ্গৰ পক্ষে তথাপিতো বিবেচনা কৰি চালে বুজিব পাৰি যে, যি উপলক্ষত আৰু যি পৰিস্থিতিত তেওঁৰ মৃত্যু ঘটিও সি তেওঁৰ জীৱনৰ প্ৰধান কৰ্মৰ উপযুক্ত হৈছে। কোৱা বাহুল্য যে কলিকাতাতো তেওঁৰ চিকিৎসা হৈছিল আৰু তেওঁৰ ভাৰ্য্যা-পুত্ৰ, জী জোঁৱাই আৰু আন বন্ধুবৰ্গৰ স্নেহ-প্ৰীতি-শ্ৰদ্ধা-ভক্তি-অন্বিত শুশ্ৰূষা পাইছিল।

বকৰা ডাঙৰীয়াৰ জন্ম হয় ১৭৯৩ শকৰ পুহ মাহত (১৮৭১ খৃঃ ডিচেম্বৰ ইং) আৰু মৃত্যু ঘটে ১৮৬১ শকৰ পুহ মাহত (১৯৩৯ খৃঃ ডিচেম্বৰ ইং)। তেওঁৰ জীৱনকাল ৬৮ বছৰ। আয়ুসৰ হিচাবত তেওঁৰ মৃত্যু বৰ অকাল নহয়। কিন্তু তেওঁৰ মানসিক শক্তিৰ হিচাবত আৰু তেওঁ যি কাজ কৰিবলৈ লৈছিল, তাৰ যিখিনি বাকী থাকিল তাৰ হিচাবত তেওঁৰ মৃত্যু অত্যন্ত "অকালত" ঘটিল—বিশেষকৈ অসমীয়া জাতিৰ পক্ষে।

তেওঁৰ জীৱনৰ সকলো কথা আলোচনা কৰিবলৈ মই এই ক্ষুদ্ৰ প্ৰবন্ধ লিখা নাই। তেওঁৰ প্ৰতি মোৰ নিজৰ আৰু আমাৰ শিক্ষক সম্প্ৰদায়ৰ শ্ৰদ্ধা নিবেদন কৰিবলৈহে ইয়াৰ অৱতাৰণা।

বকৰা ডাঙৰীয়াক পাচৰ আঠ দহ বছৰ ভালৰূপে জানিবলৈ মোৰ সৌভাগ্য ঘটিছিল। তেওঁৰ ভিতৰত মই দেখিছিলোঁ এজন অতি তীক্ষ্ণধী পুৰুষ। যি অসমীয়া জাতিৰ কীৰ্তিকলাপ আলোচনা আৰু প্ৰচাৰ কৰি গৌৰৱ আৰু পৰম সন্তোষ লাভ কৰিছিল। এজন ভাগ্যৱন্ত পুৰুষ, যাক লক্ষ্মী আৰু সৰস্বতী দুয়ো গৰাকী দেৱীয়ে সমানে কৃপা কৰিছিল, আৰু এনে এজন পুৰুষ যি বৰ্তমান যুগৰ অসমীয়া মানুহৰ ভিতৰত একে যোগে ধনে-জনে, বিদ্যায়-বুদ্ধিয়ে, বিষয়ে-বৈভৱে, মানে-গৌৰৱে, ভোগে-বিলাসে সৰ্বশ্ৰেষ্ঠ আছিল। *

# ৰায়বাহাদুৰ আনন্দচন্দ্ৰ আগৰৱালা

আনন্দচন্দ্ৰ আগৰৱালাৰ ৬৬ বৎসৰ বয়স হোৱাত ১৯৩৯ ইং চনৰ নবেম্বৰ মাহত মৃত্যু হল। তেওঁৰ বিয়োগ অসমীয়া সাহিত্যৰ পক্ষে এটা অপূৰণীয় ক্ষতি।

আগৰৱালাদেৱে বহুতো কিতাপ লিখা নাছিল; আৰু যি লিখিছিল তাৰ ভিতৰত ক-খ পুথিও দুখন আছিল। কিন্তু অনুবাদ সাহিত্যত তেওঁৰ দৰে সিদ্ধহস্ত পুৰুষ অসমীয়াৰ ভিতৰত বৰ্তমান যুগত ওলোৱা নাই। Longfellowৰ 'Psalm of life' আৰু আগৰৱালাৰ 'জীৱন-সঙ্গীত' ইয়াৰ কোনটো আচল আৰু কোনটো অনুবাদ ইয়াক সহজতে ধৰা টান। সেইদৰে আন অনেক কবিতা আছে। এই বিষয়ত আগৰৱালাৰ ক্ষমতা মহাপুৰুষ শঙ্কৰদেৱৰ ক্ষমতাৰ লগত তুলনা কৰিলে অতিৰঞ্জন নহয় বুলি মোৰ বিশ্বাস। ইয়াত কৰি অসমীয়া সাহিত্যকক ডাঙৰ প্ৰশংসা কৰিবৰ ঠাই নাই।

আগৰৱালাৰ কৰ্মজীৱন আৰু তাৰ কৃতকাৰ্য্যতাৰ বিষয় বোধ কৰোঁ আজিকালি শিক্ষিত সকলো

* প্ৰভাত। ৭২ সংখ্যা, ১৮৬২ শক।

লোকে জানে। আৰু সেই সম্পৰ্কে আৱশ্যকীয় কথাও কাকতে পত্ৰই প্ৰকাশ হৈছে। সেই সম্পৰ্কে মই নেলেখোঁ।

আমি যেতিয়া নলবাৰী স্কুলৰ ছাত্ৰ তেতিয়া আগৰৱালাদেৱ বৰভিয়া থানাৰ দাৰোগা। তেওঁৰ কবিযশঃ তেতিয়াই আমাৰ কাণত পৰিছিল। তাৰ পাছত অনেক উপলক্ষত আৰু অনেক সময়ত তেওঁৰ লগত মোৰ দেখা-সাক্ষাৎ হৈছিল। পেন্সন লৈ তেওঁ যেতিয়া তেজপুৰত থাকিল তেতিয়া কেইবাদিনো তেওঁৰ পাহাৰৰ ওপৰত পাতা ঘৰ-বাৰী, শাকনি-ফুলনি আদি বৰ মৰম কৰি তেওঁ আমাক দেখুৱাইছিল। সকলো সময়তে তেওঁৰ ভদ্ৰতা, বিনয়, সৌজন্য আৰু অসমীয়া ভাষা আৰু অসম দেশৰ প্ৰতি গভীৰ ভাল পোৱা প্ৰকাশ পাইছিল।

এই ভালপোৱাৰ পৰাই পাছলৈ অসম দেশৰ পুৰণি কালৰ বিষয়ে আলোচনা কৰিবলৈ তেওঁৰ আগ্ৰহ জন্মিছিল। হিমালয়ৰ পূবফালেদিও আৰ্য্য-সোঁত এটা আমাৰ দেশলৈ অহা সম্ভৱপৰ—এই মত তেওঁ বহুতো পুথি-পত্ৰ-ভাষাতত্ত্ব আদি আলোচনা কৰি সাব্যস্ত কৰিবলৈ চেষ্টা কৰিছিল। মোৰ বোধেৰে তেওঁ এই মতৰ সপক্ষে যথেষ্ট প্ৰমাণ দিব পাৰিছে। কিন্তু তেওঁৰ আলোচনাৰ বিষয় অসম দেশৰ কোনো জনাজাত কাগজপত্ৰত সমালোচনা নোহোৱাৰ কাৰণে তেওঁৰ এই চেষ্টাৰ যিমান আদৰ হব লাগিছিল তিমান আদৰ নহল; আৰু অনুসন্ধান ক্ষেত্ৰত তেওঁৰ যশস্যা যথেষ্টৰূপে বিস্তাৰ হবলৈ নপালে। কিন্তু তেওঁৰ এই কাম অসমীয়া অনুসন্ধিৎসুৰ পক্ষে আগলৈ এটা ডাঙৰ সম্পত্তি হৈ থাকিল।

এই যুগৰ যিবিলাক অসমীয়াই অসমীয়াই অসমীয়া জাতিৰ গৌৰৱ আৰু সম্পদ বঢ়াবলৈ প্ৰাণপণে চেষ্টা কৰিছিল আনন্দচন্দ্ৰ আগৰৱালা সিবিলাকৰ অন্যতম। *

স্মিথ ১৮৮৬ খৃষ্টাব্দৰ ৩১ আগষ্টত জন্মিছিল। তেওঁৰ পিতা কৰ্ণেল স্মিথ। এওঁ ইজিপ্তত জেনেৰেল গৰ্ডন আৰু লৰ্ড কিচনাৰৰ লগত আছিল আৰু ইজিপ্তৰ সেই সময়ৰ যুদ্ধবিলাকত যুদ্ধ কৰি খ্যাতি লাভ কৰিছিল। এই বাবে গভৰ্ণমেণ্টে তেওঁক চি. বি. ( C. B. ) উপাধি দিছিল।

স্মিথৰ মাক গুণৰাৰী ধুনীয়া তিৰোতা আছিল। অবিবাহিতা অৱস্থাত তেওঁৰ এজন খুৰাকৰ লগত চিলঙলৈ আহিছিল। তেওঁৰ পুত্ৰ স্মিথ অসমলৈ অহাৰ পাছত তেওঁ আৰু এবাৰ অসমলৈ আহিবলৈ আগ্ৰহ প্ৰকাশ কৰিছিল; কিন্তু সেই সুযোগ নঘটিল।

স্মিথৰ কেইবাজনী ভাই-ভনী। সকলো কেইজনক বিশ্ববিদ্যালয়ত শিক্ষা দিয়াটো পিতাকৰ

* প্ৰভাত, ১২ সংখ্যা, ১৮৬২ শক।

পক্ষে টান যেন দেখি স্মলে বিশ্ববিদ্যালয়ত পঢ়া কাল ডোখৰত শিক্ষকতা কাৰ্য্য কৰি নিজৰ খৰচ উলিয়াইছিল। তেওঁ ডবলিন ( আয়ৰ্লণ্ড ) ইউনিভাৰচিটিৰ পৰা গ্ৰীক ভাষাত 'অনাৰ্চ'লৈ বি. এ. পাছ কৰে আৰু তাৰ অলপ পাছতে ইণ্ডিয়ান এডুকেচন চাৰ্ভিচত ( I. E. S) নিযুক্ত হৈ ভাৰতবৰ্ষলৈ আহে।

ভাৰতলৈ আহি তেওঁ পোনতে কেইমাহমান ঢাকাত থাকে আৰু ১৯১১ খৃষ্টাব্দত যোৰহাটলৈ আহি অসম উপত্যকা বিভাগৰ ইন্‌স্পেক্টৰ হয়। ১৯১১ খৃষ্টাব্দৰ পৰা ১৯১৬ খৃষ্টাব্দলৈক এই পাঁচ বছৰ ইন্‌স্পেক্টৰ পদত থাকি তেওঁ যোৱা মহাসমৰৰ[১] সময়ত যুদ্ধলৈ যায়। সেই কাৰ্য্যত পাঁচ বছৰ থাকি ১৯২১ চনত তেওঁ পুনৰ ইন্‌স্পেক্টৰ পদলৈ ঘূৰি আহে। এইবাৰ প্ৰথমতে চুৰমা উপত্যকাৰ[২] ইন্‌স্পেক্টৰ হৈ তাত দুবছৰমান থাকি আকৌ অসম উপত্যকাৰ ইন্‌স্পেক্টৰ হৈ আহে। তাৰ পাছত ১৯২৮ খৃষ্টাব্দৰ এপ্ৰিল মাহৰ শেষলৈকে অসম প্ৰদেশৰ ডাইৰেক্টৰ পদত থাকে।

স্মলে ইন্‌স্পেক্টৰ হৈ থাকা সময়ত শিক্ষা বিধানৰ উন্নতিকল্পে বহুত যত্ন কৰিছিল। অঙ্ক আৰু ইংৰাজী শিক্ষাদানৰ নিয়ম ব্যাখ্যা কৰি তেওঁ কেইবাখনো পুস্তিকা প্ৰকাশ কৰিছিল। আৰু নিজে যোৰহাট স্কুলত ইংৰাজী শিকোৱাৰ নিয়ম পৰীক্ষা কৰি "Jorhat Method Reader" নামেৰে এক প্ৰস্থ কিতাপ লিখিছিল। ডাইৰেক্টৰ হৈ থাকা সময়ত তেওঁ অসমৰ শিক্ষাৰ উন্নতিৰ বিষয়ে নানা প্ৰকাৰ যত্ন কৰিছিল। আৰু তেওঁৰ অনুপ্ৰেৰণাতে বৰ্তমান অসমৰ শিক্ষা বিধান অন্যান্য প্ৰদেশৰ তুলনাত উন্নততৰ হৈছে বুলি কব পাৰি।

স্কাউটিং আৰু শাৰীৰিক শিক্ষা বিষয়ত তেওঁৰ প্ৰগাঢ় অনুৰাগ আছিল। তেওঁৰ যত্নৰ গুণেই দিল্লী জাম্বৰীত অসমীয়া স্কাউটে ভাৰতবৰ্ষৰ ভিতৰতে শীৰ্ষস্থান অধিকাৰ কৰিব পাৰিছিল। ডাইৰেক্টৰ পদৰ পৰা অৱসৰ গ্ৰহণ কৰিও তেওঁ এতিয়াও স্কাউট বাহিনীৰ প্ৰভিঞ্চিয়েল কমিছনাৰ হৈ আছে।

স্মলে তেওঁৰ কৰ্মচাৰীসকলক অতি স্নেহ কৰিছিল আৰু সকলো কৰ্মচাৰীয়ে তেওঁৰ প্ৰতি প্ৰগাঢ় শ্ৰদ্ধা আৰু বিশ্বাস ৰাখিছিল। তেওঁ শিক্ষা বিভাগৰ কৰ্মচাৰী সকলৰ দৰমহাৰ নিৰিখ বৰ কম দেখি সকলো শ্ৰেণীৰ দৰমহা বঢ়াবলৈ অশেষ পুৰুষাৰ্থ কৰিছিল; কিন্তু তেওঁৰ এই চেষ্টাৰ কোনো সুফল নফলিল।

স্মলৰ অসমীয়াৰ প্ৰতি গভীৰ প্ৰীতি আছিল আৰু আছে। অসমৰ স্কুলবিলাকৰ উন্নত অৱস্থা দেখুৱাই, অসমীয়া শিল্পজাত বস্তুৰ উৎকৰ্ষ বুজাই তেওঁ বৰ আনন্দ লাভ কৰিছিল আৰু গৰ্ব অনুভৱ কৰিছিল; আৰু এতিয়াও কৰে। তেনে অৱস্থাত তেওঁক অসমীয়াতকৈও বেছি অসমীয়া বুলিহে গণ্য কৰিব পাৰি।

স্মলৰ গাত বৰ্ণগত ভেদভাৱ মুঠেও নাই। তেওঁ ব্যৱহাৰত বৰ অমায়িক মানুহ। তেওঁৰ দৰে স্পষ্টবাদী, সাহী, ন্যায়পৰায়ণ আৰু সহানুভূতিশীল মানুহ পাবলৈ বৰ টান।*

১. প্ৰথম মহাসমৰ ১৯১৪-১৮ চন।

২. চিলেট ( বৰ্তমান বাংলাদেশৰ অন্তৰ্ভুক্ত )—সং, শ. গো. ব.

* প্ৰভাত। ১৭ সংখ্যা, ১৮৬৩ শক।

# কলিতা জাতিৰ ইতিবৃত্ত

আমাৰ দেশৰ দুজনা সুপণ্ডিত লোকে অলপতে ওপৰত নাম দিয়া বিষয়ক তেওঁলোকৰ গভীৰ গবেষণা প্ৰকাশ কৰিছে। প্ৰফেচাৰ ডাক্তাৰ শ্ৰীযুক্ত বাণীকান্ত কাকতী এম. এ., পিএইচ্. ডি. ডাঙৰীয়াই এখনি পুস্তিকা লেখিছে ; আৰু তাৰে সমালোচনা স্বৰূপে শ্ৰীযুক্ত ৰাজমোহন নাথ বি. ই., এক্‌জিকিউটিভ ইঞ্জিনিয়াৰ মহোদয়ে এটা প্ৰবন্ধ ফাল্গুণৰ সংখ্যা "জয়ন্তী" ত প্ৰকাশ কৰিছে। এই দুয়োটা প্ৰবন্ধ নানা প্ৰকাৰৰ তথ্য তথা দুয়োজন পণ্ডিতৰ পাণ্ডিত্যৰ প্ৰকাশেৰে ভৰপূৰ।

মোৰ এই লেখাৰ আৰম্ভক হ'ল—এই কাৰণে যে এই দুয়োজন সুপণ্ডিত মহোদয়ে এই বিষয়ক মোৰ পূৰ্ব প্ৰবন্ধ এটাৰ প্ৰতিও অনুগ্ৰহ দৃষ্টিপাত কৰিছে আৰু এই কাৰণে দুয়ো গৰাকী লোকৰ প্ৰতি মই কৃতজ্ঞ থাকিলোঁ।

বহুদিন পূৰ্বে আবাল্য বন্ধু শ্ৰীযুক্ত গৌৰীকান্ত তালুকদাৰ আৰু শ্ৰীযুক্ত কালীৰাম বৰ্মা—এওঁলোকৰ অনুৰোধত পুৰাণাদি পুথি চাই "কামৰূপৰ কলিতা জাতি" ( The Kalitas of Kamarupa ) নাম দি কামৰূপ অনুসন্ধান সমিতিৰ পত্ৰিকাত এটা ইংৰাজী প্ৰবন্ধ[১] লিখিছিলোঁ। মই যিমান দূৰ জানো এটা বিষয়ে এইটোৱেই প্ৰথম প্ৰবন্ধ। সেই প্ৰবন্ধত মই দেখুৱাইছিলোঁ যে সকলোবিলাক পুৰাণৰ ভূবনকোষ বা ভূ-কোষ নামক অধ্যায়ত—কুলুট, কোলট, কৌলট্ট, কুলূত প্ৰভৃতি নামেৰে এটা ব্ৰাত্য ক্ষত্ৰিয় জাতিৰ উল্লেখ আছে। এওঁলোকে হিমালয়ৰ পাদ-দেশত কাশ্মীৰৰ পৰা আৰম্ভ কৰি পূবলৈ ৰাজ্য পাতি বাস কৰিছিল। গ্ৰীকসকলৰ বিৱৰণতো ( আলেকজেণ্ডাৰৰ ভাৰত আক্ৰমণৰ পাছত ) দেখা যায় যে এওঁলোকৰ নামেৰে এবিধ স্বৰ্ণমুদ্ৰা প্ৰচলিত আছিল।

মহাভাৰততো কুলূত জাতিৰ ৰজাৰ বিৱৰণ আছে। এইবিলাক যুক্তিৰপৰা মই কৈছিলোঁ যে কলিতাবিলাক প্ৰকৃততে ব্ৰাত্য ক্ষত্ৰিয় কুলূত বা কোলটি জাতিয়েহে। কালক্ৰমত তেওঁ-লোকৰ ৰাজ্য ভঙ্গ হোৱাত, বেলেগ বেলেগ ঠাইলৈকে তেওঁলোকে ভাগি গল। তেওঁলোকৰ এটা শাখা এইদৰে সম্বলপুৰৰ ফালত থাকিলগৈ। এটা শাখা আছিল আমাৰ দেশলৈ।

ইয়াৰ পাছতে আৰু কেইবাজনো লেখকে কলিতা জাতিৰ বিষয়ে প্ৰবন্ধ লিখিছে। ৰায় বাহাদুৰ ৺কনকলাল বৰুৱাই কলিতাবিলাক Alpine Race-ৰ প্ৰতিনিধি বুলি প্ৰমাণ কৰিবলৈ চেষ্টা প্ৰকাশ পাইছে। বাকীবিলাকৰ লিখাত মই লিখা কথাৰ বাহিৰে বিশেষ নতুন কথা নাই। ইয়াতে কৈ থওঁ যে মোৰ প্ৰবন্ধত মুদ্ৰা ৰাক্ষস নাটক আৰু ৰত্নাৱলী নাটিকাত কুলূত জাতিৰ উল্লেখ থকা কথাটো মই লিখা নাছিলোঁ। প্ৰবন্ধ লিখা সময়ত এই কথাৰ স্মৰণ নহল—যদিও দুয়োখন কিতাপকে আমি বি-এ পঢ়োতে পঢ়িছিলোঁ।

১ প্ৰথম খণ্ড, তৃতীয় সংখ্যা, অক্টোবৰ, ১৯৩৩ চন।

সম্প্ৰতি শ্ৰীযুক্ত কাকতী মহোদয়ে কলিতাবিলাক কোন জাতীয় ক্ষত্ৰিয় আৰু শাক্য বংশৰ সম্বন্ধীয় বুলি প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছে। অষ্ট্ৰিক ভাষা আৰু কৃষ্টিবিদ্ কাকতী মহোদয়ে সেই ভাষাৰ মতে কোলৰপৰা কলিতা শব্দৰ উদ্ভৱ হৈছে বুলি কৈছে। কুলুত বা কোলট আদি শব্দৰ পৰা বোধ কৰোঁ ভাষাতত্ত্ব অনুসাৰে হ'ব নোৱাৰে।

শ্ৰীযুক্ত নাথ মহোদয়ৰ মতে গোদাবৰীৰ পাৰৰ ভীষ্মক, ৰুক্মিণী আদিৰ কাহিনীৰ লগত সংশ্লিষ্ট থকা হৈহয় বংশৰ ক্ষত্ৰিয়বিলাকেই বোলে কলিতা। কিন্তু ভীষ্মক ৰুক্মিণীৰ কাহিনী—ভাগৱত, হৰিবংশ, বিষ্ণু-পুৰাণ আদি শ্ৰীকৃষ্ণৰ জীৱনী বিষয়ক প্ৰামাণ্য গ্ৰন্থত গোদাবৰীৰ পাৰৰ ঘটনা নহয়, নৰ্মদাৰ পাৰহে। নৰ্মদা আৰু গোদাবৰীৰ ব্যৱধান বৰ অলপ নহয়। এখেতৰ মতে হৈহয় শব্দৰ পৰা "হা" 'বংশ শব্দৰপৰা "বুং" আহি অসম দেশৰ উত্তৰ পূৰত হাবুং ৰাজ্য হৈছিল।

এইবিলাক তথ্য আৰু পাণ্ডিত্যৰ প্ৰকাশ বিদ্যাচৰ্চাৰ প্ৰকৃষ্ট চিন। পাছে মোৰ কবলগীয়া কথা আছিল এই যে মই মোৰ আদি প্ৰবন্ধটোত প্ৰসংগক্ৰমে আমাৰ দেশত চলিত থকা কলিতা জাতিৰ উল্লেখ সম্পৰ্কে কিম্বদন্তী দুটা কৰিছিলোঁ। তাত মই কোনো ঐতিহাসিক গুৰুত্ব আৰোপ কৰা নাছিলোঁ। মোৰ দুৰ্ভাগ্যক্ৰমে এই দুয়োজন পণ্ডিত লোকে মোৰ প্ৰবন্ধটোৰ এই অংশৰ প্ৰতিহে কটাক্ষ কৰিলে। মোৰ প্ৰবন্ধৰ প্ৰকৃত আলোচনাৰ যিবিলাক কথা আছিল তাৰ প্ৰতি তেখেতসকলৰ দৃষ্টি নপৰিল। *

* জয়ন্তী, ষষ্ঠ বছৰ, ৫ম সংখ্যা।' চ'ত্ৰ ১৮৬৫ শক।

# ভাৰতবৰ্ষৰ ৰাষ্ট্ৰভাষা আৰু তাৰ লিপি

ভাৰতবৰ্ষৰ ৰাষ্ট্ৰভাষা কি হোৱা যুগুত, এই বিষয়ে বহুতো লেখা-লেখি চলিছে। সকলোবোৰ আলোচনাৰ কথা এই কেইটা—(১) ইংৰাজী ৰাষ্ট্ৰভাষা হব লাগে। (২) হিন্দুস্থানীহে ৰাষ্ট্ৰভাষাৰ উপযুক্ত। (৩) কোনো প্ৰাদেশিক, বিশেষ কৰি বঙালী ভাষা ৰাষ্ট্ৰভাষা হোৱা ভাল।

প্ৰথমতে, ইংৰাজীৰ কথা কোৱা যাওক। ইংৰাজী ৰাষ্ট্ৰভাষা হলে এইবিলাক সুবিধা হয়। —(১)- গোটাই পৃথিবীতে বুজিব পৰা এটা ভাষা আমাৰ শিকা হয়। সমস্ত পৃথিৱীৰ শিক্ষিত সমাজৰ লগত ভাৱৰ আদান-প্ৰদান সুগম হয়। বিশ্ব সাহিত্যৰ ভাণ্ডাৰ আমাৰ ওচৰত মুকলি হৈ পৰে। বিজ্ঞান, দৰ্শন আৰু টেক্‌নিকেল কিতাপ-পত্ৰবোৰ পঢ়াৰ সুবিধা হয়। (২) ৰোমান লিপি শিকা হলে ইউৰোপৰ আন বিলাক ভাষা শিক্ষা কৰিবলৈকো সুচল হয়। ৰোমান লিপিৰে টাইপ ৰাইটাৰ লিনো-প্ৰিন্টিং আদি ব্যৱহাৰ কৰি যাৱতীয় লেখা কাৰ্য্য অতি সুন্দৰ ভাৱে কৰিব পাৰি।

কিন্তু ইংৰাজীৰ অসুবিধা এটা বৰ ডাঙৰ। ইংৰাজী বিদেশী ভাষা। আমাৰ স্কুল কলেজ বিলাকত আজি ডেৰ শ বছৰ ধৰি ইংৰাজী শিকোৱা হৈছে। আৰু আমাৰ ছাত্ৰবিলাকে বাৰ-চৈধ্য বছৰ পঢ়া শুনা কৰিবলৈ যি পৰিশ্ৰম কৰে তাৰ বেচি অংশ ইংৰাজী শিক্ষাতে খটায়। তেও আমাৰ ভাল শিক্ষিত লোকেও ইংৰাজী ভালভাবে লেখিব বা কব নাজানে। কলেজত শিক্ষা পোৱা লোক সকলে ইংৰাজী খবৰৰ কাগজকে পঢ়ে; ইংৰাজীত বক্তৃতা দিয়ে, ইংৰাজী কয়। তথাপি সাধাৰণ প্ৰজাৰ মাজত ইংৰাজীৰ চলা হোৱা নাই। আগলৈকো যে হব তাৰ আশাও নাই। কেৱল বিশ্ব-বিদ্যালয়-শিক্ষিত কিছুমান মানুহৰ মাজত আবদ্ধ থকা যি ভাষা সি অতি সুন্দৰ আৰু মূল্য-সম্পন্ন ভাষা হলেও, জন-সাধাৰণৰ ভাষা বা ৰাষ্ট্ৰভাষা হব নোৱাৰে। ইংৰাজীৰ আন গুণ আৰু মূল্য অস্বীকাৰ কৰিবৰ আৱশ্যক নাই। কিন্তু যি সৰ্বপ্ৰধান গুণ ৰাষ্ট্ৰভাষাৰ থকাৰ আৱশ্যক সেই গুণ ইংৰাজীৰ নাই। ই ভাৰতবাসীৰ সহজবোধ্য আৰু স্বাভাবিক ভাষা নহয়।

নিৰপেক্ষ হৈ ভাবিলে হিন্দুস্থানী ভাষাৰ এই গুণটো আছে। ভাৰতবৰ্ষৰ যতে ততে এই ভাষাৰ দুই চাৰি আষাৰ মাত-কথা বুজি পায়। কেইবছৰ মান আগতে দক্ষিণ ভাৰতত হিন্দুস্থানীৰ তিমান চলতি নাছিল। কিন্তু হিন্দুস্থানী প্ৰচাৰ সমিতিৰ যত্নত এতিয়া সেই অৱস্থা নাই। সকলো বয়সৰ, সকলো স্তৰৰ ভাৰতীয় লোকে হিন্দুস্থানী কথা অলপ নে অলপ বুজে। ই ভাৰতৰ স্বাভাৱিক ভাষা; অৰ্থাৎ বিশেষ শিক্ষা নকৰা কৰি এই ভাষাৰে কথা-বাৰ্তা চলাব পাৰি। ইংৰাজী আদি বিদেশী ভাষা তেনে নহয়। সেই বিলাকৰ এটা শব্দ জানিবলৈকো বিশেষ শিক্ষাৰ আৱশ্যক।

হিন্দুস্থানী ভাষা ৰাষ্ট্ৰভাষা হোৱাৰ পখত এই যুক্তি খাটে। কিন্তু ইয়াৰ বিৰুদ্ধে কেইটামান কথা আছে। যেনে এই ভাষাত সাহিত্যৰ পৰিসৰ কম; ইয়াৰ ব্যাকৰণ জটিল; আৰু ইয়াৰ লিপিও সুলিখন নহয়।

অৱশ্যে হিন্দী, হিন্দুস্থানী, আৰু উৰ্দু এই তিনিওটা প্ৰায় এটা ভাষা। হিন্দী সংস্কৃত-বহুল, উৰ্দু পাৰ্চি-আৰবীয় বহুল। মাজতে হিন্দুস্থানী দুয়োৰ সমন্বয়।

এই তিনিও বিধ ভাষাক হিন্দুস্থানী বুলি ধৰিলে হিন্দুস্থানী সাহিত্যৰ পৰিসৰটো যেই ভাৰতীয় ভাষাত কৰি কম তো নহয়েই, বৰং অনেক পৰিমাণে বেছি হব। উৰ্দু হায়দৰাবাদৰ ওচমানিয়া বিশ্ববিদ্যালয়ৰ শিক্ষাৰ বাহন। বহুত গ্ৰন্থ উৰ্দুত অনূদিত হৈছে আৰু নতুন কৰি লিখোৱা হৈছে। সেইদৰে হিন্দী আৰু হিন্দুস্থানীতো নানা প্ৰকাৰ গ্ৰন্থ দিনে দিনে প্ৰস্তুত হবই লাগিছে। কিছু দিন আগলৈ হিন্দুস্থানী সাহিত্যৰ ইমান বিস্তৃতিৰ কথা এই প্ৰবন্ধ-লেখকৰো অজ্ঞাত আছিল। কিন্তু হিন্দুস্থানী প্ৰচাৰ সমিতিৰ গুৱাহাটী শাখাৰ লাইব্ৰেৰী দেখি আৰু তাৰ কৰ্মী সকলৰ সংস্পৰ্শত আহি, এতিয়া ভাল কৰি বুজিব পাৰিছে যে কেৱল হিন্দুস্থানী সাহিত্যৰ বিস্তৃতি আৰু গভীৰতা আন কোনো ভাৰতীয় ভাষাৰ সাহিত্যত কৰি কম নহয়।

এই কথা সত্য যে হিন্দুস্থানীৰ ব্যাকৰণ কিছু জটিল। বিশেষকৈ বিশুদ্ধ উৰ্দু আৰু হিন্দী ভাষাত ব্যাকৰণৰ কিছুমান বন্ধন আছে যিবিলাক নতুন শিক্ষাৰ্থীৰ পক্ষে অনাৱশ্যক ৰূপে জটিলতা পূৰ্ণ। ৰাষ্ট্ৰভাষা সৰ্বসাধাৰণৰ সহজবোধ্য হব লাগে। আৰু তাক সৰ্বসাধাৰণে সহজতে শিকিব পাৰিব লাগে। ইংৰাজী ভাষা সহজবোধ্য আৰু সহজে শিক্ষায়ত্ত কৰিবৰ অৰ্থে Basic English প্ৰচলনৰ চেষ্টা চলিছে। এনেকি পাৰ্লিয়ামেণ্টে এই কাৰ্য্যৰ কাৰণে কমিটিও এটা কৰি দিছে। আৰু এই কমিটিৰ প্ৰেচিডেণ্ট স্বয়ং মিঃ চাৰ্চিল, প্ৰধান মন্ত্ৰী। হিন্দুস্থানীকো সৰল কৰিব পাৰি। আৰু তাৰ কাৰণে এই প্ৰকাৰ চেষ্টা এতিয়াও অপেক্ষাকৃত সহজ হৈ আছে।

এনে এটা কমিটি হলে, তেওঁলোকে ৰাষ্ট্ৰভাষাৰ লিপিৰ বিষয়েও অনুসন্ধান কৰি এটা লিপি গঠনৰ বিষয়ে সুপৰামৰ্শ দিব পাৰিব। সংস্কৃত, আৰবীয় আৰু ৰোমান লিপিৰ উৎকৃষ্ট অঙ্গ কেইটা মিলাই এটা নতুন লিপি প্ৰচলিত কৰা স্বাধীন ভাৰতীয় ৰাষ্ট্ৰৰ পক্ষে সহজ কাম বুলি অনুমান হয়। কোনোটো পক্ষ জেদৰ বশীভূত নহলেই হয়। এনে লিপিৰে ভাৰতীয় প্ৰাদেশিক ভাষাবোৰো লেখা যাব পাৰে।

হিন্দুস্থানীৰ আগত কোনো প্ৰাদেশিক ভাষাৰ ৰাষ্ট্ৰভাষা হবৰ দাবী, মোৰ বোধেৰে, নাখাটিব। বঙালী অৱশ্যে বহুল ভাষা। ইয়াৰ সাহিত্যৰ বিস্তৃতিও আছে। আৰু এই ভাষাৰ ভাৱ-প্ৰকাশ-গুণ, কমনীয়তা, নমনীয়তা আদি আৱশ্যকীয় গুণো আছে। শব্দ-সম্পদতো এই ভাষা চহকী। কিন্তু ইয়াৰো প্ৰধান খুঁত এই যে ভাৰতৰ যতে ততে এই ভাষা হিন্দুস্থানীৰ দৰে সহজতে বুজি নাপায়। আন প্ৰাদেশিক ভাষাৰ কথাই নুঠে।

'জয়ন্তী'ক পুনৰ প্ৰকাশ কৰি সম্পাদকদ্বয়ে আৰু অধ্যক্ষদেৰে এই সময়ত অসমীয়া ভাষাৰ বিশেষ হিত কৰিছে। কাৰণ, সম্প্ৰতি আমাৰ কোনো কথা আলোচনা কৰিবৰ কোনো পত্ৰিকাদি প্ৰায় নোহোৱাত পৰিল। লগতে ইয়াত এটা হিন্দুস্থানী অংশ জুৰি দি তেওঁলোকে সৰ্ব ভাৰতীয় ভাষা-সাহিত্য আৰু কৃষ্টিৰ সমন্বয় এটা কৰিবলৈ চেষ্টা কৰাত বৰ্তমান সময়ৰ উপযুক্ত কাম হৈছে।*

* জয়ন্তী। পঞ্চম বছৰ, পুহ, ১৮৬৫ শক

# গুৱাহাটী বিশ্ববিদ্যালয়

( ১ )

মই অসম বিশ্ববিদ্যালয় ( Assam university ) বোলা নাই ; গুৱাহাটী বিশ্ববিদ্যালয় ( Gauhati university ) বুলিছোঁ। অসম বিশ্ববিদ্যালয় বুলিলেই লেঠা লাগে—ই চিলেটতে হব, নে গুৱাহাটীতে হব ; নাইবা ব্ৰহ্মপুত্ৰ আৰু সুৰমা নদীৰ কাজিয়াৰ মীমাংসা কৰিবলৈ চিলং পৰ্ব্বতে হব। মোক বিশ্ববিদ্যালয় লাগে—অসমীয়া মানুহৰ কাৰণে, আৰু সি স্থাপিত হব লাগে গুৱাহাটীত।

অসমীয়া মানুহ অৰ্থত মোৰ মানত সকলো মানুহ যি অসমীয়া ভাষা আৰু কৃষ্টিক নিজা বুলি আদৰ কৰে আৰু অন্তৰেৰে লয়।

গুৱাহাটীৰো কত বিশ্ববিদ্যালয় হব লাগে তাৰো স্থান মোৰ মনত নিৰ্দ্ধাৰিত হৈ আছে। পশ্চিমে ডিপুটি কমিচনাৰৰ বঙলা, পূবে কমিছনাৰৰ বঙলা, উত্তৰে ব্ৰহ্মপুত্ৰ, দক্ষিণে ৰেলৰ আলি—এইখিনি ঠাই বিশ্ববিদ্যালয়ৰ কাৰণে উত্তম। ইয়াৰ ভিতৰত কটন কলেজৰ কলেজিয়েট হাই স্কুলৰ, আৰ্ল ল কলেজৰ, ৱিভিং ( weaving ) স্কুলৰ ঘৰ-দুৱাৰ আদি পৰিব। তাহাৰ চাৰি-পাচ জনৰ বাঙলা, কাছাৰি ঘৰ আদি আৰম্ভতে বিশ্ববিদ্যালয়ৰ চিনেট হাউচ, লাইব্ৰেৰী, কলেজ আদি হব পাৰিব। আৰু অফিচিয়েল ঘৰ কেইটা গুৱাহাটীৰ ৰেল ষ্টেচনৰ ওচৰত অথবা উজান বজাৰৰ পূবলৈ থকা মুকলি ঠাইত সহজতে বান্ধা হব পাৰিব। খৰচো চাৰি পাঁচ লক্ষ টকাৰ ওপৰ নহব—ভাল ( Normal ) সময়ত। কোনোৱে কাছাৰি ঘৰ, কমিছনাৰৰ বাঙলা আদি উঠোৱা অসম্ভৱ কথা বুলি ভাবিব পাৰে। কিন্তু প্ৰকৃততে জাতিৰ মঙ্গল কৰোঁতা গৱৰ্ণমেণ্ট হলে শিক্ষাৰ কাৰণে এই সামান্য সাল-সলনি কোনো কথাৰ কথা বুলিয়েই গণ্য কৰিব লগীয়া নহয়।

কালত ভাল ঘৰ আদি তৈয়াৰ হৈ যেতিয়া উঠিব—বাৰাণসীৰ অৰ্দ্ধচন্দ্ৰাকাৰ গঙ্গাৰ পাৰৰ দৃশ্যৰ লগত গুৱাহাটী বিশ্ববিদ্যালয় বাবা ব্ৰহ্মপুত্ৰৰ বহল বুকু শোভা কৰি ভাৰতবৰ্ষতে শিক্ষায়তনৰ এটা বিতোপন দৃশ্য হৈ পৰিব।

ৱিভিং ( weaving ) স্কুলৰ দক্ষিণ-পূবলৈ ৰেলৰ আলিৰ সিফালে যি বহল মুকলি ঠাই আছে, সেইবোৰ ৰেলৰ ঠাই, বোটানিকেল গাৰ্ডেন, প্ৰফেচৰৰ ঘৰ আদিৰ কাৰণে যথেষ্ট হব।

গতিকে গুৱাহাটীত অসম বিশ্ববিদ্যালয় স্থাপিত হবৰ একো বাধা নাই—অন্ততঃ ঠাইৰ অনাটন, এই বুলি।

( ২ )

উৰিষ্যাত বিশ্ববিদ্যালয় হল। সিন্ধুত হবৰ কাৰবাৰ হৈছে। দেশীয় ৰাজ্যৰ ভিতৰত ত্ৰিবাংকুৰত হবৰ সমস্ত যোগা হৈছে। জয়পুৰতো হবৰ উদ্যোগ চলিছে। অসমৰ হবৰ কথা এই সকলোবোৰ আগৰ। প্ৰায় পঁচিশ বছৰ পূৰ্ব্বে চেড্‌লাৰ ( Sadler ) কমিচনাৰ দিনতে এই কথা উঠে। তেতিয়া নতুন কৰি হোৱা গৱৰ্ণৰ আগৰ চীফ কমিচনাৰ বীটচন্-বেল ( Sir Nicholas D. Beatson Bell ) তাহাৰেই প্ৰস্তাৱৰ সম্পৰ্কত মত লৈ ফুৰিছিল। এই প্ৰবন্ধ

লেখককো সুধিছিল তথাপিতো ইমান দিনতো অসম বিশ্ববিদ্যালয় হবৰ প্ৰকৃত একো উদ্যম বা চেষ্টা নহল। ইয়াৰ দুটা কাৰণ—প্ৰথম, ব্ৰহ্মপুত্ৰ আৰু সুৰমা উপত্যকাৰ ভিতৰত বিবাদ। দ্বিতীয়, কোনো অসম গৱৰ্ণমেণ্টেই অসম বিশ্ববিদ্যালয় স্থাপনৰ কাৰণে প্ৰকৃত আন্তৰিক চেষ্টা কৰা নাই।

অসম এচেম্‌ব্লিৰ প্ৰশ্নত তত নাপাই শিক্ষা-মন্ত্ৰী আব্দুল হামিদে ১৯৩৫ ইং চনত ভূতপূৰ্ব্ব ডাইৰেক্টৰ কানিংহাম চাহাবক বিলাতৰ পৰা অনাই অসম বিশ্ববিদ্যালয় সম্পৰ্কে এখন ৰিপোৰ্ট লিখোৱায়। কানিংহাম চাহাব এজন বিশিষ্ট ভদ্ৰলোক, বিশিষ্ট শিক্ষাব্ৰতী, আৰু এই প্ৰবন্ধ-লেখকৰ বিশিষ্ট বন্ধু আছিল। তেও, সঁচা কথা কব লাগে। কানিংহাম চাহাবে ব্ৰহ্মপুত্ৰ আৰু সুৰমা উপত্যকাৰ মাজৰ বিবাদৰ সম্পৰ্কে এখন ৰচনা লিখি বিশ্ববিদ্যালয়ৰ ৰিপোৰ্ট শেষ কৰিলে। কি কৰিলে নো বিশ্ববিদ্যালয় হব পাৰে, হলে নো কত হব লাগে, খৰচ বা কিমান লাগিব—ইত্যাদি কথাৰ একো আলোচনা ৰিপোৰ্টত নাথাকিল।

তাৰ পাছত ইং ১৯৩৮ চনত অনাৰেবল মৌলবী আনোৱাৰ আলি শিক্ষামন্ত্ৰী হল। বীটচনবেল চাহাবৰ দিনৰ পৰা এওঁ কাউন্সিলৰ মেম্বৰ আৰু শিক্ষা বিষয়ক কথাত বৰ উৎসাহ দেখাওঁতা। এওঁ শিক্ষামন্ত্ৰী হৈয়েই প্ৰাইমাৰী শিক্ষাৰ নতুন বিধান কৰিবলৈ আৰু অসম বিশ্ববিদ্যালয় স্থাপন কৰিবলৈ বৰ আগ্ৰহান্বিত হল। এওঁ বৰ্তমান লেখকক চিলঙত এমাহ ৰাখিলে আৰু দিনে ৰাতি খটুৱাই এখান বিল তৈয়াৰ কৰালে। সেই বিল শিক্ষামন্ত্ৰী ডাইৰেক্টৰ, ইনিচ্‌পেক্টৰ দুজন আৰু প্ৰিন্সিপেল দুজনৰ হতুৱাই চোৱালে। বিলৰ সকলো কথা ঠিক ঠাক হল। তাৰ পাছত এচেমব্লিত বিল উৎথাপিত কৰাৰ কথা হল। বৰ্তমান লেখকক তাৰ কাৰণে বিশেষ বিষয়া নিৰ্বাচন কৰি এচেম্‌ব্লিত বহুৱাবলৈ কথা চলিল।

কিন্তু এনেতে চাদুল্লা গৱৰ্ণমেণ্টই ইস্তফা দিলে। আৰু কংগ্ৰেচ কোৱালিচন গৱৰ্ণমেণ্ট স্থাপিত হল।

এইবাৰ শিক্ষামন্ত্ৰী হল শ্ৰীযুত গোপীনাথ বৰদলৈ। এই গৱৰ্ণমেণ্টে শিক্ষাৰ উন্নতিৰ কাৰণে কিবা-কিবি কাম হাতত লৈছিল। বিশ্ববিদ্যালয় স্থাপনো এওঁবিলাকৰ শিক্ষাৰ কাৰ্য্য-ক্ৰমৰ ভিতৰত পৰিছিল। শ্ৰীযুত বৰদলৈয়ে প্ৰধান মন্ত্ৰী আৰু শিক্ষামন্ত্ৰী হিচাবে এই লেখকক বিশ্ববিদ্যালয়ৰ অৰ্থে টকা তুলিবলৈ চেষ্টা কৰিবলৈ কৈছিল আৰু ডিব্ৰুগড়, তেজপুৰ আদি ঠাইৰ প্ৰকাশ্য সভাত সেই কথা প্ৰকাশ কৰিছিল।

মই প্ৰখ্যাত ধনী পৰিয়াল এঘৰত, তেওঁলোকৰ প্ৰতিনিধি আৰু উত্তৰাধিকাৰীসকলৰ আগত এই প্ৰস্তাৱ উলিয়াইছিলোঁ। মোৰ স্ত্ৰীও আছিল। আমি তেওঁলোকক পঁচিশ লক্ষ টকাৰ কথা কৈছিলোঁ; আৰু তেতিয়া বিশ্ববিদ্যালয়ৰ নাম তেওঁলোকৰ ৰুচি অনুসৰি দিব পাৰা হব বুলি কৈছিলোঁ। এই কথা প্ৰধান মন্ত্ৰী বৰদলৈৰ চিলঙৰ ঘৰত এই পৰিয়ালৰ প্ৰধান লোক এজনে শ্ৰীযুত বৰদলৈ আৰু মোৰ লগত আলোচনাও কৰিছিল।

ইফালে ইউনিভাৰ্চিটি উইক ( university week ) এটা পালন কৰি অসম উপত্যকাৰ সকলো ঠাইৰ পৰা টকা তুলিবৰ যো-জা কৰা হৈছিল। আৰু ইয়াৰ অৰ্থে আৱশ্যকীয় কাগজ পত্ৰ, চিঠি আদি ছাপা কৰা হৈছিল।

এনেতে হঠাৎ কংগ্ৰেচ কোৱালিচন গৱৰ্ণমেণ্টে ইস্তফা দিলে ; আৰু এই সকলোবোৰ উদ্যোগ তেনেই তল পৰিল।

এই বেলি চাৰ চাদুল্লা চাহাবে নতুন মন্ত্ৰী সভা গঠন কৰিলে। আৰু এইবাৰ শিক্ষামন্ত্ৰী হল শ্ৰীযুত ৰোহিণী কুমাৰ চৌধুৰী। যিসকলে চৌধুৰীদেৱৰ মনৰ বল, তেজস্বিতা, অধ্যৱসায়, কৰ্ম-ক্ষমতা আৰু বুদ্ধিমত্তাৰ কথা জানে, সিসকলে পৰম আশা কৰিছিল যে চৌধুৰীদেৱৰ দিনত অসম বিশ্ববিদ্যালয় গুৱাহাটীততো স্থাপিত হবই, আমাৰ দেশৰ শিক্ষাৰো নানা ফালে নানান প্ৰকাৰে উন্নতি হব আৰু তাৰ অৰ্থে শ্ৰীযুত চৌধুৰীয়েও কিছুমান কাম কৰিবলৈ লৈছিল। কিন্তু অসমীয়া মানুহৰ দুৰ্কপাল। চৌধুৰীদেৱৰ মন্ত্ৰীত্বৰ সময়ত অসম বিশ্ববিদ্যালয় বিষয়ে যিখন বিল তৈয়াৰ হল, তাৰ বিধিবিলাকত পৰস্পৰ বিৰোধী অনেক কথা থাকিল। এই বিল আলোচনা কৰিবলৈ ভাৰতৰ কেইজন মান শিক্ষাবিদক চিলঙলৈ অনা হৈছিল। সিসকলে এই বিলৰ নানান দোষ দেখুৱাই গৈছে। তাৰ উপৰি এই বিলত এটা প্ৰধান দোষে দেখা দিলে সি, কিজানি, চিৰদিনলৈ আমাৰ দেশৰ শিক্ষাৰ পথত এটা কণ্টক হৈ থাকিব। এইখন বিলত শিক্ষা বিধানতো সাম্প্ৰদায়িকতাৰ কথা সোমাল। সাম্প্ৰদায়িকতা সম্পৰ্কে নানান প্ৰকাৰ মত থাকিব পাৰে। কিন্তু মোৰ মনেৰে এই কথা ঠিক যে (১) শিক্ষা বিধান বিষয়ত কোনো প্ৰকাৰ সাম্প্ৰদায়িকতাৰ স্থান নাই আৰু (২) বিশেষ কৰি আমাৰ দেশত অৰ্থাৎ অসমীয়া মানুহৰ মাজত বেলেগ সাম্প্ৰদায়িকতাৰ কোনো দৰকাৰ নাই।

অসম বিশ্ববিদ্যালয় স্থাপনৰ সংক্ষেপ বুৰঞ্জী এই।

(৩)

গৱৰ্ণমেণ্টৰ ফালৰ পৰা কোনো প্ৰকৃত উৎসাহ নাপালেও, অসমীয়া মানুহে বিশ্ববিদ্যালয় এখন নোহোৱা কৰি থাকিব নোৱাৰে। সেই দেখি তেওঁলোক হাত সাবটি থাকিব নোৱাৰে। চাৰ চাদুল্লা, খাঁন বাহাদুৰ চৈয়দুৰ ৰহমান, শ্ৰীযুত গোপীনাথ বৰদলৈ, শ্ৰীযুত ৰোহিণী কুমাৰ চৌধুৰী, মৌলবী আনোৱাৰ আলি এই সকল লোকে এতিয়াও কৰ্ম জীৱনত ব্যাপৃত। ইসকলে ইচ্ছা কৰিলে অহা বছৰতেই বিশ্ববিদ্যালয় হব পাৰে। আমি যুদ্ধৰ সময়ত দেখিব পাইছোঁ যে কোনো এটা কাম কৰিব খুজিলে তাৰ বাবে টকাৰ অনাটন নহয়। এই কেই বছৰত কিমান লক্ষ লক্ষ টকা নানান প্ৰকাৰে খৰচ হৈছে! চৰকাৰে প্ৰকৃততে ইচ্ছা কৰিলে কুৰি পঁচিশ লক্ষ টকা খৰচ কৰি সহজতে গুৱাহাটীত বিশ্ববিদ্যালয় স্থাপন কৰিব পাৰে। উড়িষ্যা প্ৰভৃতি সৰু সৰু প্ৰদেশেই ইয়াৰ উদাহৰণ।

কিন্তু সেই বুলি কেৱল চৰকাৰৰ ওপৰতে নিৰ্ভৰ কৰি অসমীয়া মানুহ বহি থাকা উচিত নহয়।

সুৰমা উপত্যকাৰ মানুহক বেলেগ বিশ্ববিদ্যালয় নালাগে। তেওঁলোকে কাগজে পত্ৰই আৰু বক্তৃতা আদিতো এই কথা পৰিষ্কাৰ কৰি প্ৰকাশ কৰিছে। গতিকে অসমীয়া মানুহে তেওঁলোকৰ লগত ফেৰ পাতি নাথাকি নিজে নিজে বিশ্ববিদ্যালয় পাতিবলৈ স্থিৰ কৰি কাম আৰম্ভ কৰা উচিত।

এই অৰ্থে প্ৰথম কাম হৈছে, টকা তোলা। আজি কালি টকা তোলা কিছু সহজ।

সিদিনা নলবাৰীত কলেজ হবলৈ বুলি চেষ্টা কৰাত অকল নলবাৰী বজাৰত তিনি চাৰি দিনতে প্ৰায় কুড়ি হাজাৰ টকা উঠিল। নগাওঁ কলেজৰ কাৰণে ত্ৰিশ চল্লিশ হাজাৰ টকা উঠিছে। আজি কালি দুই চাৰি মানুহৰ হাতত টকা হৈছে। এটা জাতীয় অনুষ্ঠানৰ কাৰণে বিশ্বাসী মানুহে টকা তুলিবলৈ হাতত ললে, মোৰ অনুমান, দহ লক্ষ টকা এবছৰৰ মানত তুলিব পাৰি।

ইয়াতে এটা কথা কৈ থওঁ। টকা আমি সকলো মানুহৰ পৰা তুলিব লাগে। যিয়েই অসমত আছে সিয়েই অসমীয়া। আৰু শিক্ষাৰ প্ৰতি আগ্ৰহ আছে তাৰে পৰাই আমি টকা তুলিব লাগে। আমাৰ দেশত অনেক সদাশয় বঙালী, মাৰোৱাৰী, হিন্দুস্থানী, পঞ্জাবী, আৰু আন আন প্ৰদেশৰ মানুহ আছে। বাগিচাৰ চাহাব আৰু আন কোম্পানীৰ চাহাব সদাগৰ সকলো সজ কথাত উৎসাহ দিবলৈ যদায় সাজু। সিসকলৰ পৰাও আমি সহায় বিচাৰিব লাগে।

( ৪ )

এতিয়া কথা হৈছে, টকা তোলে কোনে? মোৰ মনেৰে যি সকল লোক বিশ্ববিদ্যালয় কৰি তুলিবলৈ উপযুক্ত সি সকলে টকা তুলিব লাগে। কটন কলেজ, যোৰহাট কলেজ আৰু আন আন স্কুল কলেজত বিশ্ববিদ্যালয়ৰ অনেক কৃতী ছাত্ৰ আছে। ই, এ, চি, এচ, ডি, চি আদি বিষয়া হৈও বহুতো এনেকুৱা লোক আছে। সিসকলেই টকা তুলিব লাগে। তেওঁলোকেহে বিশ্ববিদ্যালয়ৰ প্ৰকৃত গঠন কৰ্ত্তা হব। কলেজৰ প্ৰফেচাৰ সকলৰ বিদ্যাতো বহুত আছেই; তেওঁলোকৰ অৱসৰো বহুত। আৰু সুযোগো আছে অনেক। তেওঁলোকে গোট বান্ধি বিশ্ববিদ্যালয় কৰিব লাগে। গুৱাহাটী কটন কলেজতে কুৰি-পঁচিশ জন মান কৃতিবিদ্য প্ৰফেচাৰ আছে। তেওঁলোকে একযোগ হৈ টকা তোলাৰ ব্যৱস্থা কৰক।

টকা তোলাৰ লগতে টকা কি প্ৰকাৰে গচ্ছিত থাকিব তাৰো ব্যৱস্থা কৰিব লাগে। তাৰ বাবে এটা ট্ৰাষ্ট বোৰ্ড গঠন কৰা উচিত হব। ট্ৰাষ্ট বোৰ্ডে গুৱাহাটীত বিশ্ববিদ্যালয় স্থাপনৰ অৰ্থে টকা নিৰাপদ কৰি ভাল বেঙ্কত জমা থব। আৰু পাৰিলে চৰকাৰৰ সহায়ত, নোৱাৰিলে সেই সহায় নোহোৱা কৰি, বিশ্ববিদ্যালয় স্থাপন কৰিব। মই দেখাত চৰকাৰৰ সহায় পোৱাৰ একো বাধা বা অসুবিধা নুবুজোঁ।

( ৫ )

টকা তোলাৰ লগে লগে এই কেইটা কামো কৰাৰ আৱশ্যক হব :—

(১) বিশ্ববিদ্যালয়ৰ স্থান ( 8 ft ) আৰু তাত আৱশ্যকীয় ঘৰ বিলাকৰ নক্চা। আৰু তাক কৰিবলৈ অনুমানিক খৰচ।

(২) বিশ্ববিদ্যালয় আইন প্ৰথম প্ৰণয়ন। (৩) Post Graduate, কি কি বিষয় শিকোৱা হব। তাৰ কেনে প্ৰকাৰ ব্যৱস্থা হব, আৰু তাৰ অৰ্থে কিমান খৰচ হব এই বিলাক কথা পৰিষ্কাৰ কৰি হিচাব কৰিব লাগিব। (৪) আৰু সমস্ত বিশ্ববিদ্যালয় পৰিচালনাৰ খৰচ আৰু সেই খৰচ কি কি আয়ৰপৰা পোৱা হব পাৰে তাৰ হিচাব লাগিব। *

* জয়ন্তী, ষষ্ঠ বছৰ, সপ্তম / অষ্টম সংখ্যা, জেঠ আৰু আহাৰ, ১৮৬৬ শক।

# সৌন্দৰ্য্য

যেতিয়া মৃদুমৃদুকৈ বৈ যোৱা বতাহৰ আগতে কঁপি-উঠা উষাৰ অফুটা আলোকেৰে ভাসমান মেঘৰ ভিতৰেদি কেঁচুৰা বেলিৰ অফুটা ৰঙা ৰহণে বিশ্বসংসাৰ বিয়পি ধৰে, বিমোৰ হৈ তেতিয়া কৈ উঠোঁ, "আহা! কি সুন্দৰ!" আৰু যেতিয়া পৰ্ব্বতৰ ওপৰত পৰ্ব্বত, তাৰ ওপৰত পৰ্ব্বত উঠি নীল আকাশ চুমি, প্ৰেমৰ প্ৰতিমা বিকাশ যেন, অনন্তত মিলি যায়। বিমোৰ হৈ তেতিয়াও কৈ উঠোঁ, "আহা! কি সুন্দৰ!" যেতিয়া বিশ্ববিমোহন ৰূপৰাশি আগত থিয় দিয়ে, যেতিয়া ললিত তানেৰে গোৱা গীত আহি অন্তৰত সোমায় তেতিয়া সেই ভাব প্ৰকাশ কৰিবলৈ কওঁ "আহা! কি সুন্দৰ!" আৰু যেতিয়া অমিয়া সৌৰভে আহি মন-প্ৰাণ মুহি পেলায়, যেতিয়া অমৃতৰ নিচিনা কোনো খাদ্য উপভোগ কৰোঁ নাইবা যেতিয়া নদীৰ পাৰৰ ফুলনিৰ মাজেৰে অহা বতাহে গাত হাত বুলাই ভিতৰলৈ শান্তি আৰু শীতল কৰি দিয়ে, তেতিয়াও সেই ভাব প্ৰকাশ কৰিবলৈ কওঁ, "আহা! কি সুন্দৰ!" এইদৰে যিহৰ দ্বাৰা মন স্নিগ্ধ হয়, কোনো ইন্দ্ৰিয়ৰে উত্তম তৰ্পণ হয়, তাকেই বিশেষ কৰোঁ, সুন্দৰৰ দ্বাৰা। কিন্তু সুন্দৰ কি? সুন্দৰ কিয় বোলোঁ? সৌন্দৰ্য্য আছে সেই কাৰণে যে সুন্দৰ ই ঠিক। যেনেকৈ কোনো বস্তু এটাৰ আৱশ্যকতা আৰু উপযোগিতাৰ কল্পনা আগে, পাছেহে তাৰ গঢ়ৰ বিকাশ, সেইদৰে সৌন্দৰ্য্যৰ কল্পনাৰ পৰাহে সুন্দৰৰ বিকাশ বা উৎপত্তি। এনেকৈ সকলোকে সুন্দৰ আখ্যান দিওঁ, সকলোতে সৌন্দৰ্য্যৰ ছায়া দেখোঁ, কিন্তু কেতিয়াবা ভাবি চাইছোঁ নে সৌন্দৰ্য্য কি, বা সৌন্দৰ্য্য কত?

যেনেকৈ বিদ্যা বুলিলে আমি সাধাৰণতে লেখা-পঢ়াকেহে লওঁ, সেইদৰে সৌন্দৰ্য্য বুলিলেও আমি সাধাৰণতে ৰূপ হে বুজোঁ। দেখিবলৈ বৰ ধুনীয়া এটি ঘৰ, নানা প্ৰকাৰ সাজোৰে সজোৱা। তাক আমি সুন্দৰ বোলোঁ, বা তাত সৌন্দৰ্য্য আছে বুলি ভাবোঁ, বৰ শুৱনী এটি ছবি, তাকো আমি সুন্দৰ বোলোঁ; কিন্তু ভগা-চিগা, চাৰিওপিনে হাবি বন হৈ থকা ঘৰ এটা, নাইবা অপটু মানুহৰ হাতৰ বিকৃত আকৃতি এটি, তাক সাধাৰণতে সুন্দৰ নোবোলোঁ; বা তাত সৌন্দৰ্য থকা বুলি নেভাবোঁ; কাৰণ, প্ৰথম বিধৰ ৰূপ ভাল বা গঠন-নৈপুণ্য উৎকৃষ্ট; শেষৰ বিধত ৰূপ বা গঠন-নৈপুণ্যৰ উৎকৰ্ষ নাই। কিন্তু আচলতে ৰূপ আৰু সৌন্দৰ্য্যৰ ভিতৰৰ প্ৰভেদ আছে। যেনেকৈ একে সূৰ্য্যৰ কিৰণকে নীলা বিতচকু ভিতৰেৰে চালে নীলা, ৰঙাৰ ভিতৰেৰে ৰঙা, আৰু হালধীপৰ ভিতৰেৰে হালধীয়া দেখি, সেইদৰে ৰূপ নানা বিধৰ হব পাৰে, কিন্তু সৌন্দৰ্য্য এক; বেঁকা ৰেখা কেইডালত যি সৌন্দৰ্য্য, ধুনীয়া ছবিটিতো সেয়ে। সৌন্দৰ্য্যৰ মোল বুজি ৰূপক আদৰ কৰাতো দেৱতাৰ অতুল শক্তি আৰু মাহাত্ম্যৰ প্ৰতি মন নিদি প্ৰতিমা পূজা মাথোন। সাংখ্যৰ মতে, যেনেকৈ স্থূলভূত প্ৰকৃতিৰ বিকাশ মাথোন, কিন্তু প্ৰকৃতি নিত্য স্থূলভূত নশ্বৰ হে, সেইদৰে ৰূপো সৌন্দৰ্য্যৰ বহিৰ্বিকাশ বা অৱস্থান্তৰ হে মাথোন; কিন্তু ৰূপ নশ্বৰ, সৌন্দৰ্য্য নিত্য। যি বস্তুত ৰূপ হে মাথোন দেখোঁ, কালৰ সোঁতত অৱস্থান্তৰ প্ৰাপ্তি হলে তাত সেই ৰূপ নেদেখিব

পাৰেঁা, কিন্তু যত সৌন্দৰ্য্য দেখোঁ, তাত সেই সৌন্দৰ্য্য নিত্য। যেনেকৈ মনত ঈশ্বৰৰ এটা প্ৰতিমূৰ্তি কল্পনা কৰি পৰমেশ্বৰৰ অনন্ত শক্তি বুজিবলৈ কিছু সহজ হয়, সেইদৰে ৰূপেও সৌন্দৰ্য্য বুজনত সহায় কৰে। কিন্তু সেই বুলি ৰূপ সৌন্দৰ্য্যৰ অঙ্গ নহয়; বিকাশ হে। ৰূপ দেহ, সৌন্দৰ্য্য আত্মা; ৰূপ ফুল, সৌন্দৰ্য্য তাৰ সৌৰভ, ৰূপ গীত, সৌন্দৰ্য্য সেই গীতৰ মোহনী শক্তি, ৰূপ বিশ্বসংসাৰ, সৌন্দৰ্য্য তাৰ পৰমাত্মা।

সচৰাচৰ আমি সকলো বস্তুতে একে সৌন্দৰ্য্য, বা আমি সকলোৱে একে বস্তুতে একে সৌন্দৰ্য্য নেদেখোঁ। চন্দ্ৰৰ লাৱণ্যত যি সৌন্দৰ্য্য দেখোঁ সেই সৌন্দৰ্য্য অন্ধকাৰত নাই; নীলা আকাশখনৰ বা গহীন পৰ্ব্বতৰ যি সৌন্দৰ্য্য, গভীৰ সমুদ্ৰ বা শ্যামল বনৰাজিত সেই সৌন্দৰ্য্য দেখিবলৈ নেপাওঁ। আকৌ, বতাহত গছৰ পাত এটি পৰিল, তাত কবিয়ে দেখিলে এবিধ সৌন্দৰ্য্য, ভাবুকে দেখিলে এবিধ, আৰু সাধাৰণ শ্ৰেণীৰ মানুহে একোকে নেদেখিলেই; সেইদৰে যোড়শী যুৱতীৰ সৌন্দৰ্য্য মাক-বাপেকে ভাবিব একৰূপে, স্বামীৰে একৰূপে, কামুকে একৰূপে। আৰু ত্ৰৈলঙ্গস্বামীৰ নিচিনা ভকতে বা ঐশ্বৰিক শক্তি বুলি সেৱাই কৰিব। এনেস্থলত সৌন্দৰ্য্যক এক বুলিব পাৰি কেনেকৈ? আৰু এনে ভিন্ ভিন্ বোধ হোৱাত কাকেই বা বোলো সৌন্দৰ্য্য?

সৌন্দৰ্য্য কাৰো মতে দৃষ্টিশক্তিৰ বিকাৰ মাথোন; কাৰণ, যাৰ সৌন্দৰ্য্য হৃদয়ঙ্গম কৰিব খুজিছোঁ, তাক দেখিহে আমাৰ সৌন্দৰ্য্য বোধ হয়। যেনেকৈ ৰঙা, বগা প্ৰভৃতি ৰং দেখোতে দৃষ্টি শক্তিৰ এক শ্ৰেণীৰ বিভিন্ন বিভিন্ন বিকাৰ হয়, সেইদৰে সৌন্দৰ্য্যৰ ভিন্ ভিন্ বোধ হোৱাৰ কাৰণ, সেই শক্তিৰে আন আন শ্ৰেণীৰ অথচ ভিন্ ভিন্ বিধৰ বিকাৰ; আগৰ বিধ বিকাৰত বাস্তৱ পদাৰ্থৰ অৱস্থাভেদ, পাছৰ বিধত চিত্তৰ বাঞ্ছাৰূপ অৱস্থাভেদ। কিন্তু এই মতে হলে, সৌন্দৰ্য্যৰ সম্পূৰ্ণ বোধ নহয়, কাৰণ চকু দুটি মুদি থাকিও গানৰ সৌন্দৰ্য্য বা গোন্ধৰ সৌন্দৰ্য্য বুজিব পাৰেঁা; তেতিয়া সি দৃষ্টিশক্তিৰ বিষয়ে নহয়। আন কাৰো কাৰো মতে সৌন্দৰ্য্য মনৰ হে বিকাৰ মাথোন। যেনেকৈ সোৱাদ বুলি একো কথা নাই। জিভাত এবিধ বস্তু দিয়েই সেই ইপ্সিত স্বাদ পোৱা যায়।

* * *

দুয়ো প্ৰকাৰ মততে সৌন্দৰ্য্য ভিন ভিন ভাৱে দেখা বা বুজাৰ কাৰণহে হ'ল; সৌন্দৰ্য্য যে কি তাৰ একো মীমাংসা দেখা নগল। সোৱাদৰ উদাহৰণ লব গলে, সোৱাদ একো পদাৰ্থ নহয় সঁচা; কিন্তু সি নাড়ীৰ গতি আৰু মস্তিষ্কৰ কাৰ্য্যৰ এবিধ শক্তি; ইংৰাজীত কব গলে a process of affection; সৌন্দৰ্য্যও একো পদাৰ্থ নহয় সঁচা; কিন্তু সিও মানৱ মনত এটি ভাব (effect) বিস্তৃত কৰাৰ গুণে এবিধ শক্তি। কিন্তু চিত্ত বা মন একো শক্তি নহয়। বৰফ তাপ শক্তি প্ৰয়োগ কৰিলে আগেয়ে শীতল পাছত তপত পানী হয়; কিন্তু বৰফ পানীৰ অৱস্থান্তৰ তাপশক্তি নহয়। সেইদৰে সৌন্দৰ্য্যৰ প্ৰভাৱত মনৰ বা চিত্তৰ বিকৃতি বা অৱস্থান্তৰ হব পাৰে; কিন্তু সেই অৱস্থান্তৰ সৌন্দৰ্য্য নহয়।

সৌন্দৰ্য্য বিশ্বৰ সাৰ; সকলোৰে প্ৰধান শক্তি। বিশ্বৰ সকলো বস্তুতে সৌন্দৰ্য্য আছে। ফুল এটিত যেনে সৌন্দৰ্য্য, খেৰ এডালিতো তেনে; চন্দ্ৰত যেনে সৌন্দৰ্য্য জোনাকী পৰুৱাটিতো তেনে; তুমি দেখিবলৈ বৰ ধুনীয়া; তোমাত যি সৌন্দৰ্য্য, তাক দেখিলেও নাক কোঁচাব লাগে,

তাতো সেয়ে। সৌন্দৰ্য্য এটা তাৰ ভাল বেয়া নাই বা বিধ বিধ নাই; সৌন্দৰ্য্যবিহীন বস্তু নাই। এটা বস্তুত যে ভিন ভিন মানুহে ভিন ভিন সৌন্দৰ্য্য দেখে তাৰ কাৰণ, যেনেকৈ বেখা কেটা মানৰ ওপৰত ডাঠ আইনা এখন পেলাই দি ভিন ভিন ভাবে চালে ভিন ভিন দেখি, সেইদৰে সৌন্দৰ্য্যকো ভিন ভিন ভাবলৈ চালে ভিন ভিন দেখি। কিন্তু, যেতিয়া সকলো বস্তুতে একে সৌন্দৰ্য্য, আৰু সৌন্দৰ্য্যবিহীন একো বস্তু নাই, তেতিয়া সকলো বস্তুকে সুন্দৰ নেদেখো কিয়, নাইবা এটাক কুঁজা আনটোক সুন্দৰ দেখাৰ কাৰণ কি? এই দুয়োটি প্ৰশ্নৰে উত্তৰ, সৌন্দৰ্য্যৰ গুণৰ (quality) পাৰ্থক্য নহয়, তাৰ মাত্ৰাৰহে (quantity); এবিধ সৌন্দৰ্য্য, আন এটাত আন এবিধ, সি নহয়, কিন্তু এটাত বেছি, এটাত কম, এয়েহে। যেনেকৈ সংসাৰত এনে বস্তু নাই যি সম্পূৰ্ণৰূপে কলা; আৰু এনেও নাই যি সম্পূৰ্ণ চকচকীয়া, তেনেকৈ সৌন্দৰ্য্য নোহোৱা বস্তু নাই, আৰু সম্পূৰ্ণ মাত্ৰাই সৌন্দৰ্য্য থকাও একো নাই; আৰু যিদৰে যি বস্তুৱে বেছি পোহৰ নিজৰ ভিতৰত ৰাখিব পাৰে, তাক বগা বোলোঁ, আৰু তাতকৈ কম পৰিমাণে ৰেখাবোৰক ৰঙা, ক'লা প্ৰভৃতি নাম দিওঁ, সেইদৰে য'ত সৌন্দৰ্য্য বেছি থাকে তাক সুন্দৰ বা বেছি সুন্দৰ, আৰু যত কম তাক কুৰূপ বা কম সুন্দৰ বোলোঁ। ইয়াত সৌন্দৰ্য্যৰ পৰিমাণ বুলি কোৱাত তাক পদাৰ্থ বোলা নাই; বৈজ্ঞানিকে তাপৰ পৰিমাণ যেনেকৈ বুজে তেনেকৈহে কোৱা হৈছে। আমাৰ শৰীৰত তাপৰ এটি মান বা standard আছে, যেনে ৯৮ বা ৯৯ ডিগ্ৰী; আৰু এই মানতকৈ বেছি তাপ হলে তাক তপত, আৰু কম হ'লে ঠাণ্ডা বোলোঁ; কিন্তু আমি জানোঁ যে তাপ নোহোৱা বা তাপৰ পৰা শক্তি পোৱা বস্তু নাই; বাহিৰত তেনে হেনে দেখোঁ, সেইটো আমাৰ মানতকৈ কম বেছৰ গুণেহে; সেইদৰে, সৌন্দৰ্য্যৰো এটি মান আছে। সেই মানৰ ওপৰত হ'লে সুন্দৰ, আৰু তলত হলে কুৰূপ বোলোঁ; কিন্তু বাস্তৱিকতে সৌন্দৰ্য্য নোহোৱা বা পূৰা মাত্ৰাই সৌন্দৰ্য্য থকা একো বস্তু নাই। আৰু তাপৰ নিচিনা, সৌন্দৰ্য্যৰ এই মানৰ ওপৰত বা তলতো কম বেছি অনুসাৰে, কম সুন্দৰ বা বেছি সুন্দৰ, কম কু বা বেছি কুৰূপৰ পাৰ্থক্য কৰোঁ। কিন্তু আৰু এটা কথা—

আমি যাক ভাল বা ঠিক বুলি ভাবিছিলো বা যাক ভাল বা ঠিক যেন দেখিছোঁ। অকল সেয়ে নহয় লগে লগে ভাল, সততা প্ৰভৃতিৰ অনুবোধ আৰু পৰিচয় বেছি হৈ আহিছে; সৌন্দৰ্য্যৰ তেনে হব পাৰে; আৰু হয়। এনেকৈয়ে সৌন্দৰ্য্য বোধ হয়, বিকাশ হয়, তাৰ পৰা, সৌন্দৰ্য্য যে এটা, আৰু সদায় একে তাৰ সপ্ৰমাণ নহলনে? কাৰণ, যি বস্তু এটা সদায় একে, শিক্ষাৰ বিস্তাৰ বা আন কাৰণৰ লগত যি বেছি কম হোৱা বা তাৰ বিকাশ হোৱা অসম্ভৱ; সূৰ্য্য সদাই একে, তাৰ জানো কিবা বিকাশ বা কম বেছি আছে? ইয়াৰ উত্তৰতো কোৱা যায়, সৌন্দৰ্য্য এটা আৰু একে। ছবি এটিৰ আধা কাকতৰে ঢাকি থলে, আধাখন হে দেখোঁ। আৰু লাহে লাহে কাকতখন নিঁথাকিলে সকলো তো দেখিবলৈ পাওঁ; সেই বুলি তাত যে ছবি কেবাটিও থাকিল বা এটাৰে নতুন বিকাশ হ'ল তেনে নহয়। সৌন্দৰ্য্য তো সেয়ে। অজ্ঞানতাই আমাৰ পৰা আদিতে সৌন্দৰ্য্যৰ বেছি ভাগ লুকাই ৰাখে; শিক্ষাই লাহে লাহে সেই অজ্ঞানতা আঁতৰাই নিয়ে, আৰু আমিও লাহে লাহে বেছি সৌন্দৰ্য্য দেখো; সেই বুলি যে সৌন্দৰ্য্য একে আৰু এটা নহল ইয়াৰ কাৰণ একো নাই; আমি আগেয়ে কম দেখিছিলোঁ কাৰণ, তাৰ এটা অংশহে বুজিলোঁ

বা সৌন্দৰ্য্যৰ আংশিক বোধ হৈছিল। যেতিয়া সম্পূৰ্ণ বোধ হব, তেতিয়া আৰু সৌন্দৰ্য্যৰ পৰিসৰ নেবাঢ়ে।

এই যে এটি সকলো বস্তু বিয়াপি প্ৰধান শক্তি বা সকলো বস্তুৰে আন্তৰিক সাৰ এয়ে সৌন্দৰ্য্য। সৌন্দৰ্য্যৰ গুণেই সংসাৰত সকলো কাম চলিছে; সকলো কাম কৰা হৈছে। কাব্য বা কবিতা পাঠ, সাহিত্য চৰ্চা, কলাবিদ্যাৰ অনুশীলন, যি সৌন্দৰ্য্যৰ বলত, বিজ্ঞান, দৰ্শন, বা অঙ্কশাস্ত্ৰৰ কঠিন তত্ত্বৰ বিশ্লেষণো তাৰেই বলত। সংসাৰ কৰাতো এটা নীতি। এই কথাৰ বিপৰীতে সংসাৰ এৰি প্ৰকৃতিৰ বিলাসভূমি বনে বনে সন্ন্যাসী ফুৰে তাৰেই গুণে। সংসাৰত যিমান কাম আছে সৌন্দৰ্য্যই সকলোৰে নিমিত্তে মানৱ মনক উদগাই দিয়াৰ কেন্দ্ৰস্বৰূপ। আৰু মানুহে যে চিৰন্তন সুখ বা মুক্তি বিচাৰে, সৌন্দৰ্য্যবোধ তাৰো প্ৰথম খাপ। ইয়াৰ মানৱ মন আকৰ্ষণি এটি গুণ আছে; তাৰপৰা প্ৰশংসা আৰু তাৰ পৰা ভাল পোৱা বা প্ৰেমৰ উৎপত্তি। যেয়ে অনন্ত বিশ্ব-ব্ৰহ্মাণ্ডৰ সকলো বস্তুতে সৌন্দৰ্য্য দেখে, তেওঁ মহাপুৰুষ, তেওঁ অনন্ত প্ৰেমৰ আধাৰ; আৰু অনন্ত সৌন্দৰ্য্যবান ভগবানৰ মহিমান্বিত কীৰ্তি বুজি তেওঁৰ চৰণত শৰণ লৈ চিৰকাল অনন্ত সুখ বা অমৃত হ্ৰদত ডুব দি থাকিবলৈ সক্ষম হয়। *

* প্ৰবন্ধটোৰ ৰচনাকাল ১৬ ভাদ, ১৩১৩ সন। পাণ্ডুলিপি ঠায়ে ঠায়ে নষ্ট হোৱাত দুই এঠাইত কিছু কথা বাদ পৰিছে।—সং, শ. গো. ব.

# সংস্কাৰ

সংস্কাৰ বুলিলে আজি-কালি আমাৰ মনত এনে এটা ভাব সোমায় যে সকলোকে ওলট পালট কৰি নতুন কৰিব লাগে; অৰ্থাৎ সংস্কাৰ অৰ্থে আমি Reformation বুজোঁ। কিন্তু মই ইয়াত সংস্কাৰ সেই অৰ্থে ব্যৱহাৰ কৰা নাই; ইংৰাজীত যাক prejudice বুলিবে তাকেই সংস্কাৰ বুলিছোঁ। prejudice বুলিলে অনেকে কুসংস্কাৰো বুজে; কিন্তু আচলতে কুসংস্কাৰ Superstition হে। সমাজ-সংস্কাৰ, সাহিত্য-সংস্কাৰ ইত্যাদি কথাত সংস্কাৰৰ যি অৰ্থে ব্যৱহাৰ হয়, সেই অৰ্থ নহয়, পূৰ্বজন্মৰ-সংস্কাৰ; সক কালৰ সংস্কাৰ ইত্যাদি কথাত যি অৰ্থে ব্যৱহাৰ

হয় তাকেই লৈছোঁ ; অৰ্থাৎ সংস্কাৰ অৰ্থে বহুদিনৰ পৰা একো কাৰণ নোহোৱাকৈ আমাৰ মনত বদ্ধমূল হোৱা নীতি।

যেতিয়া সমাজত নানাবিধ দোষ সোমাইছে আৰু নানাবিধ কুনীতিৰ প্ৰচলন হৈছে, সেই সেই সময়ত সেইবোৰ দূৰ কৰিবৰ অৰ্থেও চেষ্টা হৈছে ; আৰু সমাজ, ধৰ্ম, ৰীতি-নীতি— সকলোতো সংস্কাৰৰ ঢৌ লাগিছে। পোন্ধৰ শতিকাত, চাৰিওফালে ব্ৰাহ্মণৰ আধিপত্য চাৰিও ফালে নানাবিধ কুৰীতি-নীতি ; ঠিক সেই সময়তে ভাৰতব্যাপী ধৰ্মৰো প্ৰাদুৰ্ভাব। নৱদ্বীপত চৈতন্যদেৱ, আসামত শঙ্কৰদেৱ, পঞ্জাৱত নানক, দাক্ষিণাত্যত ৰামানুজ আৰু আন আন ধৰ্মবীৰ সকলে, নিজৰ সমাজৰ অৱনতি আৰু দোষবোৰ দেখি সেইবোৰ সংস্কাৰ কৰিবলৈ ককালত টঙালি বান্ধি ওলায়। আৰু সেই ধৰ্মৰ সোঁতত, সেই শিক্ষাৰ বেগত, তেতিয়াৰ দোষবোৰ প্ৰায়েই লোপ পায়। ৰঘুনন্দন ভট্টাচাৰ্য্যে নব্য স্মৃতিৰ সৃষ্টি কৰি সেই সংস্কাৰত আৰু সহায় কৰে। কিন্তু এই সংস্কাৰৰ সময়টি কেতিয়াবা কেতিয়াবা বৰ উলটি পৰিবলৈয়ো দেখা যায়। যেনেকৈ ফুটবল এটি পানীত ধৰি থাকি এৰি দিলে ওপৰলৈ লফিয়াই উঠে, সেইদৰে গি সমাজ বহুদিন একেটা নিয়মৰ অধীনত আছে, সি সেই অধীনতাৰ হাত এৰাব পাৰিলে, একেবাৰে জপিয়াই উঠে, তেতিয়া পানীত ভাঁহি ফুৰুৰি অলপ সময় আকাশতে অৱলম্বনবিহীন হৈ থাকে। যেতিয়া ইংৰাজে বঙ্গদেশ দখল কৰি ইংৰাজী শিক্ষাৰ আৰম্ভ কৰিলে, তেতিয়া নতুন শিক্ষিত সকলে দেখিলে যে তেওঁলোকৰ সমাজ বৰ দূষিত ; তেওঁলোকে মিছা কথাবোৰৰ অধীনত থাকি নিজৰ বিবেচনা শক্তি আৰু মনৰ স্বাধীনতা হেৰুৱাব ধৰিছে, তেতিয়াই তেওঁলোকে এনে জাপ দি উঠিল, যে যি নিজৰ ঠাই তাতোকৈ বহু উধাল। সেই সময়ত বঙ্গদেশৰ বহুত ডেকা-বুঢ়া মানুহ খ্ৰীষ্টীয়ান হয়। হিন্দু কলেজৰ ছাত্ৰবোৰে নে কি কলেজ-ঘৰৰ বাৰাণ্ডাত থিয় হৈ মদ, গৰুৰ মঙহ খায় দেখাইছিল, তেওঁলোকে কেনে পোহৰ আৰু জ্ঞান পাইছিল! এতিয়া কোনোবাই তেনে কথা মনত আনিব পাৰে নে? সমাজৰ অধীনতাৰ অত্যাচাৰ এৰাব পাৰিলে ব্যক্তিগত স্বাধীনতাৰ আৰম্ভ হয়। সেই সময়ত ৰামমোহন ৰায় ব্ৰাহ্ম ধৰ্ম প্ৰতিষ্ঠা নকৰিলে, আজি আধা বঙ্গদেশ খ্ৰীষ্টিয়ান হ'লহেঁতেন। এনে বুদ্ধিমান দূৰদৰ্শী নেতাৰ পৰাহে এনে অত্যাচাৰৰ পৰা সমাজ ৰক্ষা পৰে। যেনেকৈ তপত হব ধৰা তেলত মিঠি জিৰা আদি কৰি বাখৰ পেলাই দিলে, সি তেলক আগ্নাৰ উপযুক্ত নকৰি, পেলাই হে দিয়ে, সেইদৰে উপযুক্ত সময় বা উপযুক্ত সুবিধা নহলে সংস্কাৰে সমাজ ধ্বংসহে কৰে। এতিয়া আকৌ বিদেশী ভাবৰ লগে লগে সকলো পুৰণা কথালৈ অনেকৰ মন দেখা যায়, ইও এক অত্যাচাৰ। কালভেদে সমাজৰ গঠন আৰু ৰীতি-নীতি দোঁচোৱা হ'বই লাগে, তাক বাধা দিব নোৱাৰি।

আসামত এই সংস্কাৰৰ ঢৌ চৈতন্যদেৱৰ সময়ত বৰকৈ লাগিছিল। শঙ্কৰদেৱ, মাধৱদেৱ, হৰিদেৱ, দামোদৰদেৱ গোপালদেৱ প্ৰভৃতি ধৰ্ম-প্ৰবৰ্ত্তকসকলৰ কৃপাত আসামৰ সেই সময়ৰ তান্ত্ৰিক শক্তি, পূজা, বলিদান আৰু আন আন অত্যাচাৰ সকলো বৈষ্ণৱী মহাপুৰুষীয়া ধৰ্মক ঠাই দিবলৈ বাধ্য হৈছিল। কিন্তু শেষৰ বাৰত অৰ্থাৎ ব্ৰাহ্ম-ধৰ্মৰ সময়ত সংস্কাৰৰ অত্যাচাৰে আসামক পোৱা নাই। ইয়াৰ প্ৰথম কাৰণ এয়ে হব পায় যে, যেতিয়া আসামত ইংৰাজী শিক্ষা আৰু পশ্চিমীয়া জ্ঞানৰ আৰম্ভ হয়, তেতিয়া বঙ্গদেশত সেই ধুমুহাৰ ঢৌ শান্ত হৈ ধীৰ বতাহৰ সৰু সৰু ঢৌ হৈ উঠিছিল ;

আৰু আমি যিমানেই অস্বীকাৰ কৰিব খোজোঁ। এইখিনি মনিব লাগিব যে অন্ততঃ পাশ্চাত্ত্য জ্ঞান-বিষয়ক সকলো কথাতে আমি অলপ নে অলপ বঙ্গদেশৰ অনুকৰণ কৰিছোঁ। ইয়াৰ দ্বিতীয় কাৰণ এয়ে যে আমি সাধাৰণতে ভালৰ বা বেয়াৰ বাবেই হ'ক অলপ বেছি সংস্কাৰ মানি চলোঁ। সেই বাবে যি চলি আহিছে তাক এৰি দিব নোখোজোঁ। কিন্তু তথাপি এই সংস্কাৰৰ কম প্ৰভাৱ হোৱা নাই। ইংৰাজী পঢ়া প্ৰায় ছাত্ৰই সন্ধ্যা-আহ্নিক কৰিব এৰিছে, জাহাজত ভাত খাব শিকিছে আৰু নতুন পোহৰ পালে যিবোৰ কৰে তাৰে সকলো কৰিছে। মূৰত চুলি থকা নতুন ল'ৰা কি গাওঁ, কি চহৰ ক'তো দেখা নেযায়। ধপাতৰ সলনি চুৰট; কপাহী গামোচাৰ বদলি বঙালী ধুতী, মুগাৰ চুৰিয়াৰ বদলি, সিল্কৰ ধুতি, পাটৰ ৰিহাৰ বদলি বোম্বে বা বানাৰসী শাৰী, আৰু কত কি—সকলো আমি গ্ৰহণ কৰিছোঁ।

আমি শুনিছোঁ, যেতিয়া প্ৰথম মাঞ্চেষ্টাৰ কাপোৰ আসামলৈ আমদানী হয় তেতিয়াৰ মানুহৰ সকলো ফিৰফিৰীয়া মাৰৱা চাদৰ (আজিকালি যাৰ মূল্য তিনি অনা চাৰি অনাতকৈ বেছি নহয়) তাকেই বহুমূলীয়া উত্তম কাপোৰ বুলি ব্যৱহাৰ কৰিছিল।

প্ৰাচীন সংস্কাৰে এইদৰে বহু অত্যাচাৰ বহন কৰি আহিছে; কেতিয়াবা সেয়ে "অসাৰে বহু সংস্কাৰ" সাৰ হৈ পৰিছিল; আৰু কেতিয়াবা সেয়ে জবন্যবো জবন্য অতি জঘন্য হৈ পৰিছিল। কিন্তু আমি সংস্কাৰ কি তাক ভালকৈ জনা নাই, সেই বাবেই এতিয়াও বহুতে ভাবে যে পুৰণি মাত্ৰেই something nuisance (আগগুৰি নোহোৱা কিবা মূৰ্খামি) কিন্তু আচলতে সেই নহয়।

কিন্তু সংস্কাৰবোৰ আমালোকৰ মনত ক'ৰ পৰা আহে? বিবৰ্ত্তবাদী বা Evolutionist সকলে কয় যে সমাজ এজন প্ৰাণীৰ নিচিনা যেনেকৈ প্ৰাণী এটি আজি সৰু, কালি ডাঙৰ, পৰহি আৰু ডাঙৰ হৈ উঠে; তেনেকৈ সমাজৰো এদিন কুমলীয়া অৱস্থা, তাৰ পাছত অলপ, তাৰ পাছত আৰু ভাল, ই এনে। মানুহৰ মনে এদিনতে তাৰ আজিকালিৰ সকলো শক্তি বা ভাব পোৱা নাই। প্ৰথম পীৰিৰ মানুহৰ মনত যিবোৰ ভাব আছিল, পুৰুষানুক্ৰমে সি দ্বিতীয় পীৰিলৈ আহিল দ্বিতীয়ৰ পৰা তৃতীয়লৈ; সেইদৰে আজিলৈকে চলি আছে। আজি আমাৰ মন যি ধনলৈ ধনী সি তাৰ নিজৰ উপাৰ্জন নহয়, বাপ পুৰুষৰ উপাৰ্জনেই বেছি ভাগ, তাতে নিজৰো অলপ মিহলি। এইদৰে দেখা যাব সে সংস্কাৰো আমাৰ মনত আপোনা-আপুনি ওপজা নাই। যি সংস্কাৰ আজি মোৰ মনত আছে সি মোৰ পূৰ্বপুৰুষৰ পৰা লাহে লাহে নামি আহিছে। এইদৰে ধৰিলে সংস্কাৰক পূৰ্বপুৰুষৰ উপাৰ্জিত জ্ঞানৰ সমষ্টিৰ এক অংশ বুলিব পাৰি। এই কথা এৰি দিলেও সংস্কাৰৰ উৎপত্তি আমি এনেকৈ হোৱা বুলিব পাৰোঁ। প্ৰথমতে সমাজ চলাবৰ অৰ্থে (সমাজৰ উৎপত্তিৰ কথা কবলৈ ই উপযুক্ত ঠাই নহয়) কিছুমান জ্ঞানী আৰু দূৰদৰ্শী মানুহে লগালাগি কিছুমান নিয়ম কৰিলে। এই নিয়মবোৰ পালন কৰিব লাগে কিন্তু কি কাৰণত লাগে তাৰ একো কাৰণ দেখুৱাৰ দৰকাৰ নাভাবিলে; কাৰণ, তেতিয়া তাৰ উপকাৰিতা সকলোৰে চকুত পৰিছিল। তাৰ পাছত যি পীৰি (generation) হ'ল তেওঁলোকে দেখিলে যে তেওঁলোকৰ পিতাক সকলে এনে এনে নিয়ম পালন কৰি চলিছিল; আৰু এনে এনে মানুহে এই নিয়মবোৰ কৰিছিল। তেতিয়া তেওঁলোকৰ বাপেকসকলৰ প্ৰতি আগ্ৰহৰ গুণতে আৰু এই নিয়ম কৰোঁতা সকলৰ প্ৰতি ভক্তিৰ গুণতে কাৰণ নিবিচৰাকৈ সেই নিয়ম পালন কৰি চলিলে। যি দুই এজনে কাৰণ

বিচাৰিছিল ; সিয়ো অলপ দিনৰ আগৰ নিয়মৰ বাবে কাৰণ পাই সন্তুষ্ট হৈ থাকিল। এনেকৈ যেতিয়া কেবাটি generation গ'ল, তেতিয়া সি এক প্ৰকাৰ ধৰাবন্ধা নিয়ম হৈ পৰিল ; তাক পালন নকৰিলেই এনে ঐহিক আৰু পাৰত্ৰিক শাস্তি হ'ব ইত্যাদি কথা প্ৰচলিত হ'ল। যি দুই এজনে সকলো নিয়মৰে অৰ্থ পাইছিল সেইবোৰেয়ো হয় স্বাৰ্থবশতে, নহয় সাধাৰণ মানুহৰ অজ্ঞতা দোষতে, নহয় কাৰণ দেখুৱাই দিলে, নিয়ম পালনত ব্যতিক্ৰম ঘটে দেখিয়েই, নিয়মবোৰৰ বৈজ্ঞানিক কাৰণ নেদেখুৱাই, এনে পালন কৰিব লাগে বুলি কলে, আৰু সমাজ ৰক্ষাৰ অৰ্থে নিয়মবোৰ নকৰিলে সমাজচ্যুতি প্ৰভৃতি ঐহিক শাস্তিৰ বিধান কৰিলে আৰু পৰকালতে আত্মাৰ অমঙ্গল হব বুলি ভয় দেখুৱালে। এনেকৈ লাহে লাহে সংস্কাৰৰ সৃষ্টি হ'ল। এই সংস্কাৰৰ লগত, নানা মতৰ মানুহে নানা সময়ত যোগ দিয়া আৰু সাদৃশ্য (analogy) দেখি মানি লোৱা প্ৰভৃতি নানাবিধ নিয়মো সংস্কাৰৰূপে প্ৰকাশ পালে। আৰু শেহত, প্ৰকৃতিৰ বহুবিধ অনিষ্টকাৰী শক্তিৰ পৰা পোৱা ভয়ৰ পৰায়ো কিছুমান বিশ্বাস এই সংস্কাৰৰ লগত যোগ হ'ল। এইদৰে আমি এই সংস্কাৰৰ পাল পালোঁ। ইয়াৰ লগত স্বাৰ্থপৰৰ ধূৰ্ত্তামিয়ো মিহলি হ'ব পাৰে।

কিন্তু যিদৰেই সংস্কাৰৰ উৎপত্তি নহওক এইটো ফট্‌ফটীয়াকৈ দেখা যায় যে সেইবোৰ অলপ নে অলপ জ্ঞানৰ সমষ্টি। গতিকে সংস্কাৰ মাত্ৰকে দলিয়াই পেলোৱা অনুচিত। সেই নিমিত্তে এতিয়া দেখা যাওক সংস্কাৰৰ পৰা আমাৰ কি লাভ বা লোকচান হৈছে।

যদিও আগত দেখিলো যে সংস্কাৰত অলপ নে অলপ জ্ঞানৰ অংশ আছে ; তথাপি সংস্কাৰ মাত্ৰেই যে সম্পূৰ্ণ জ্ঞান তেনে নহয়, গাখীৰত মাখনৰ অংশ থাকে আৰু পানীৰ অংশও থাকে। যেনেকৈ সৰু কালতে কিবা লিখিব লাগিলে বানানটি গাই গাইহে লিখিব পাৰিছিলোঁ অথচ এতিয়া অলপো নাভাবাকৈ লিখিব পাৰোঁ। সেইদৰে মানৱৰ আদিম অৱস্থাত যিহৰ বাবে বহুত নিয়ম লাগিছিল, সেই নিয়মবোৰ এতিয়া অদৰকাৰী হব পাৰে। কিন্তু লেখাৰ যে অভ্যাস ই দৰকাৰী আৰু ই সেই প্ৰথম যত্নৰ ফল। যি যি ক খ গ ঘ কৈ পঢ়িব শিকিছে, সি হেজাৰ যত্ন কৰিলেও ক খ গ ঘ পাহৰিব নোৱাৰে, আৰু বিশেষ চিন্তা কৰি নামাতিলে, বৰ্ণমালা মতাত ক খ গ ঘ বুলিয়ে মাতি যাব। সেইদৰে সংস্কাৰো আমাৰ হৃদয়ত এনে বদ্ধমূল যে বিশেষ যত্ন নকৰিলে তাৰ প্ৰভাৱৰ হাত সৰাৰ বা একেলগে মচি পেলাবৰ আমাৰ শক্তি নাই। প্ৰাচীন বস্তুৰ প্ৰতি আমাৰ স্বাভাৱিক যি ভক্তি আৰু প্ৰশংসাৰ ভয় আছে সি এনে নিগাজীকৈ লগা যে বৰ চেষ্টা কৰিলেহে যদি টানি বাহিৰ কৰিব পাৰি। এই ভাবটি ভালত ভাল, বেয়াত বেয়া। সকলো বস্তুৰে ভাল বেয়া দুটি পৰিমাণ আছে ; যাৰ ভালৰ পৰিমাণ বেছি সেয়ে ভাল, আৰু যাৰ বেয়াৰ পৰিমাণ বেছি সেয়ে বেয়া। কিন্তু এই ভাল বেয়া সাধাৰণতে বস্তুৰ নিজা নহয়। দুটা বস্তুৰ তুলনাত এটি ভাল এটি বেয়া হয় ; আৰু যাৰ লগত তুলনা কৰা যায়, তাক চাই ভালো বেয়া, বেয়াবো ভাল হব পাৰে। সেই বাবে সংস্কাৰ যি ভাবতেই বদ্ধমূল নহ'ক, সি কেতিয়াও সম্পূৰ্ণ বেয়া নহয়। অৱশ্যে আমাৰ মনত ভাল-বেয়াৰ যি ঠিক জোখ আছে তাৰ লগত তুলনা কৰি সংস্কাৰ কেতিয়া ভাল কেতিয়া বেয়া পোনেই কৈ দিব পাৰোঁ, কিন্তু সেই বুলি যি ভাবত বদ্ধমূল হৈছে তাতোকৈ নিকৃষ্ট ভাবৰ তুলনাত সংস্কাৰ ভাল নহয় বোলা অন্যায়।

মানুহৰ মনৰ ভিতৰত দেৱ-দানৱৰ ক্ৰীড়া দেখা যায়। যদি দৈৱশক্তিৰ বল ক্ষীণ হৈ পৰে,

তেন্তে তেতিয়াই দানবী শক্তিয়ে সেই মনৰ স্বৰ্গখন অধিকাৰ কৰে। আৰু এই দানৱী শক্তিৰ প্ৰভাৱ এনে যে অলপ চল পালেই কাজিয়া পাতে আৰু দানৱী শক্তিৰ ক্ষণস্থায়ী বেছি বলৰ আগত দেৱশক্তি পৰাজিত হয়। সেই নিমিত্তে দেৱশক্তিক ৰক্ষা কৰিবৰ অৰ্থে হবিৰ আৱশ্যক; আৰু সংস্কাৰেই এই গোলোকবাসী হৰিৰ কাম কৰে। মনত থিক থাকিল যে এনে কাম এনে অৱস্থাত পাৰিলে সদাই কৰিব লাগে। তেতিয়া ফল যিয়েই নহক আমি তেনে দৰে কাম কৰিবলৈ বাধ্য; আৰু তাৰ আগত নিজৰ স্বাৰ্থ বা আন চিন্তা ভাহি যায়। এইদৰে সংস্কাৰে নৈতিক বল দৃঢ় কৰি ৰাখে। বিচাৰ বা তৰ্ক বৰ বিপজ্জনক বস্তু। সকলো কথাতে তৰ্ক কৰিব লাগিলে জগতৰ ৰীতি-নীতি এক নিমিষতে উলটাই দিব পাৰি; আৰু কি সামাজিক নীতি, কি গৃহস্থীৰ নীতি বা আনকি ধৰ্ম নীতি সকলো কুতৰ্কৰ জুইত পুৰি ছাই হৈ পৰে। সেই দেখি ধৰ্ম আৰু নীতি বিশ্বাসৰ ওপৰতে নিৰ্ভৰ কৰি চলাৰ সমান সুলভ আৰু নিৰাপদ পথ নাই। যাতে কুতৰ্কে লগো ধৰিব নোৱাৰে সেই বাবে সংস্কাৰৰ সহায় লব লাগে। আগৰ এটি উদাহৰণ লৈ, গাখীৰত পানী আৰু মাখন মিহলি থকাৰ নিচিনা আৰু গাখীৰ বোলাবলৈ বা তাত গাখীৰৰ গুণ ৰাখিবলৈ দুয়োৰো মিহলিৰ আৱশ্যকতাৰ নিচিনা সংস্কাৰত জ্ঞান আৰু অজ্ঞান দুয়ো মিহলি থাকে, আৰু সংস্কাৰত গুণ ৰাখিবলৈ সেই দুয়ো নিতান্ত আৱশ্যকীয়। নহলে শুষ্ক তৰ্কৰ ধাৰাল মুখত পৰি ৰীতি-নীতি ঢুকি নোপোৱা সাগৰৰ মাজ পাই গৈ, নাইবা শুদ্ধ অন্ধ বিশ্বাসৰ গভীৰ কূপত পৰি সমূলি বুৰ যাবে; যাতে বিলৰ মাজত পদুমৰ নিচিনা থাকিব পাৰে তাৰ বাবে অন্ধ কূপ নোহোৱা বাধা পানী লাগে।

—

# অমৰতা

'জন্মিলে মৰণ আছে সৰে জগতৰ'। সেই দেখি মৰিলে নো কি হব, এই কথা আমি এদিন নে এদিন ভাবিব লগীয়া হৈছে বা কেতিয়াবা লাগিব। পৃথিবীৰ পশু-পক্ষী, জীৱজন্তু, গছ-লতা, সকলো এদিন নে এদিন শ্মশানৰ দ্বাৰত উপস্থিত হব লাগে। কিন্তু তাৰপৰা এই জীৱ কলৈ যায়, শ্মশানৰ পৰ-পাৰত কোন অজানা দেশ, এই প্ৰশ্নৰ উত্তৰ যথাযথৰূপে পাবলৈ মানুহ ব্যাকুল হয়। প্ৰথমতে ভাবিব পাৰি—শ্মশানৰ পাছত যদি কিবা আছে, তেন্তে তাক সুধিবৰ একো সকাম নাই। পাঁচ বছৰীয়া লৰা এজনেও জানে যে শ্মশানৰ পাছত পৰলোক; বা মানুহ মৰিলে স্বৰ্গলৈ বা নৰকলৈ যায়। ই ধৰ্মৰ বিশ্বাস, মানিলে শান্তি পাবা, নামানিলে একো নাই। দাৰ্শনিকসকল, কিন্তু, ইয়াত সন্তুষ্ট হোৱা নাই। তেওঁলোকৰ গভীৰ তত্ত্বেও, তথাপি, শ্মশানৰ পাছত কি এতিয়াও ঠিক কৰি কব নোৱাৰে।

শ্মশানৰ পাছত কি, এই কঠোৰ প্ৰশ্ন, কোনে তোমাক ইয়াৰ উত্তৰ দিব? দিনৰাতি বিৰাম নাই, জীৱ শ্মশানৰ কৰাল গৰ্ভত প্ৰবেশ কৰিছে; কিন্তু কোনে শ্মশানৰ পৰা উঠি আহিছে, কোনে জানে বা কব পাৰে শ্মশানৰ পাছত কি? ক্ৰৌঞ্চমিথুনৰ এজনৰ নিঠুৰ হত্যা দেখি যি কবিৰ করুণহৃদয়ৰ করুণ উচ্ছ্বাস শ্লোকৰূপে প্ৰকাশ পাইছিল, প্ৰতিভাৰ প্ৰতিমূৰ্তি সেই মহৰ্ষি বাল্মীকিৰ দেহ সৰ্ববিধ্বংসী শ্মশানৰ ভস্মত পৰিণত। যি আৰ্য্যবীৰৰ বীৰকাহিনীত জগৎ মুগ্ধ, যাৰ প্ৰজাবাৎসল্য দেখি জগৎ স্তব্ধ, যাৰ মহিমান্বিত কীৰ্তি আদি কবিৰ ৰচনাৰ বিষয়, সেই ৰাম, ইন্দ্ৰজিত জয়ী। বীৰবাহু লক্ষ্মণ, ভ্ৰাতৃপ্ৰেমৰ জীৱন্ত ছবি ভৰত, শত্ৰুঘ্ন শ্মশানৰ হাতত কবলিত। যি প্ৰতিভাৰ ললিতময়ী কবিতা ভাৰতবাসীৰ হৃদয়ে গ্ৰথিত, অষ্টাদশ পুৰাণ মহাভাৰতাদি যাৰ লেখনী সম্ভূত, সেই মহামুনি দ্বৈপায়নো শ্মশানৰ কৰাল কৰত নিপতিত। আৰু, যাৰ মোহনবংশীৰ বিনোদনিস্বনত, গোপবালা প্ৰেমত আত্মহাৰা হৈছিল, যমুনা উজান বহিছিল, কুৰুক্ষেত্ৰৰ প্ৰধান নায়ক সেই কৃষ্ণ, তেওঁৰ সখী বীৰচূড়ামণি অৰ্জুন, ধৰ্মৰাজ যুধিষ্ঠিৰ, মহাবলী ভীম, সংযমী বীৰ ভীষ্মদেৱ ভীমমূৰ্তি শ্মশানৰ ভীম বলত কবলিত। মিৱাৰৰ আৰ্য্য বীৰ মহাৰাণা প্ৰতাপসিংহ, হিন্দু স্বাধীনতা প্ৰৱৰ্তক শিৱাজী, উদাৰ আকবৰ আৰু ক্ৰুৰমতি আওৰঙ্গজেৱ, শ্মশানৰ হাতত কাৰো নিষ্কৃতি নাই। সংসাৰলৈ এনে কোন আহিছে বা আহিব, যেনে শ্মশানৰ দ্বাৰস্থ হ'বলগা নাই বা নেলাগিব? সংসাৰৰ পৰা নিগৰ্মৰ দ্বাৰ শ্মশান। সকলো এই শ্মশানত লয় পাইছে; এই শ্মশানত সুখ-দুঃখ সকলো বিসৰ্জন দিছে। কিন্তু কোনে জানে শ্মশানৰ পাছত কি? আৰু কোনে বা দেখিছে শ্মশানৰ পাছত কি?

মানবীয় প্ৰতিভাৰ ফলস্বৰূপ জ্ঞানশাখা বিচাৰি চোৱা, কতো তাৰ উত্তৰ নাই; জ্ঞানৰ মূৰ্তিস্বৰূপ জ্ঞানীৰ ওচৰলৈ যোৱা, তেওঁৰ ওচৰত তাৰ উত্তৰ নাই; গভীৰ জ্ঞানসমুদ্ৰৰ তললৈ

ডুব দিয়া গাতো দেখিবা এই প্ৰশ্নৰ উত্তৰ নাই। যেতিয়া ভাষায় আবোল্‌ বোল্‌ কৈ হে-কথা কৈছিল আৰু যেতিয়া জ্ঞানৰ কোমল আলোক ৰেখাৰ সম্পাত, বালসূৰ্য্যৰ ৰশ্মিৰ নিচিনা, অজ্ঞান অন্ধকাৰ অতি অস্ফুটেহে ভেদ কৰিছিল, তেতিয়াও জ্ঞানৰ আবিষ্কৰ্তা সকলে এই প্ৰশ্ন লৈ জ্ঞানৰ সন্মুখত উপস্থিত হৈছিল। কিন্তু ইয়াৰ উত্তৰ দিব কোনে? নানাজনে নানাভাবে ইয়াৰ উত্তৰ দিছে, কোনোৱে বা আশাৰ আদেশ অনুসাৰে, কোনোৱে বা দৰ্শনৰ যুক্তিমতে, আৰু কোনোৱে বা বিজ্ঞানৰ প্ৰত্যক্ষ ঘটনা মতে ইয়াৰ উত্তৰ দিবলৈ ওলাইছে। কিন্তু নিশ্চয় কৰি কোনে কব শ্মশানৰ পাছত কি? মানুহৰ উন্নতি দিনতে দিনে বেছি হৈ গৈছে, মানুহৰ প্ৰতিভাৰ দিনতে দিনে উচ্চৰ পৰা উচ্চতৰ, কঠোৰৰ পৰা কঠোৰতৰ তত্বত প্ৰৱেশ কৰিছে; কিন্তু এতিয়াও জনা নাই শ্মশানৰ পাছত কি?

প্ৰত্যক্ষবাদী বিজ্ঞানে যাক নেদেখে বা যাৰ অস্তিত্বৰ বিশেষ প্ৰমাণ নাপায় তাক মানিব নোখোজে। শ্মশানৰ ভস্ম আৰু সমাধিৰ অৱশেষ তন্ন তন্ন কৰি পৰীক্ষা কৰি চায়ো বিজ্ঞানে একো। পোৱা নাই। যি মৰিল, তাৰ যে আৰু কিবা অৱশেষ থাকিল, ইয়াৰ প্ৰমাণ নাই। কিন্তু পদাৰ্থৰ নাশ, বিজ্ঞানে নামানে। বিজ্ঞানে কয় নাশ একোৱে হ'ব নোৱাৰে। যাক আমাৰ স্থূল চকুৱে নাশ যেন দেখোঁ, সি অৱস্থান্তৰ হে মাথোন। স্থূলভূত সূক্ষ্ম পৰমাণুৰ সমষ্টি, পদাৰ্থ নষ্ট হ'ব নোৱাৰে। কেৱল যিগুণৰ বলত পৰমাণুৰ যোগত পদাৰ্থ সৃষ্ট হৈছিল, সেই গুণৰ ৰূপান্তৰ হল; তেতিয়া এই পৰমাণু আকৌ আন গুণৰ বলত আন পদাৰ্থৰূপে প্ৰকাশ পায়। শ্মশানৰ পাছতো পঞ্চভূত মিহলি হয়, তাৰ পৰা আকৌ নতুন পদাৰ্থ সৃষ্ট হ'ব পাৰে, কিন্তু স্থূলভূত সূক্ষ্মভূতত পৰিণত হোৱাৰ আগেয়ে, সি যি পদাৰ্থ আছিল, তাৰ আৰু অস্তিত্ব নেথাকিল।

কিন্তু নীৰস বিজ্ঞানৰ এই নীৰস উত্তৰত মানুহ সন্তুষ্ট হ'ব নোৱাৰে। যাক এমুহূৰ্ত নেদেখিলে, স্নেহত প্ৰাণ নেথাকিছিল, হঠাতে সেই প্ৰিয়জনৰ সকলো অস্তিত্ব লোপ পাব। সংসাৰৰ ইমান প্ৰেম, ইমান ভাল পোৱা, ইমান বাঞ্ছা, ইমান ইচ্ছা, ইমান কাৰ্য্য, ইমান হিংসা কুটিলতাৰ ভাব, বা ইমান দয়া, ইমান সৌজন্য—সকলোৱে কি এই জীৱনতে শেষ, সকলো কি সংসাৰত এই দুইদিনৰ নিমিত্তেহে? যিদিনাৰ পৰা শ্মশানলৈ যাব, সিদিনাৰ পৰা কি তেন্তে সকলোৱে শেষ হ'ল? সচাঁ হলেও, মানৱ মনে তাক নামানে, তাত সান্ত্বনা নাই। এই কাৰণে অনেকে কয়, আত্মা অবিনশ্বৰ, এই দেহৰ শেষতো আত্মাই আন দেহ লয়, নিজৰ কৰ্মৰ ফলভোগ কৰে, আন ঠাইত আকৌ আমাৰ নিচিনাই বাস কৰে মানুহে যেনেকৈ ছিৰা কাপোৰে এৰি নতুন কাপোৰ লয়, সেই দৰে আত্মায়ো জীৰ্ণ দেহ এৰি আন দেহত বাহা লয় মাথোন, এই যে পঞ্চভৌতিক দেহ ই আৰু কি; আৰু ইয়াৰ যে মৰণ বুলি ভাবোঁ সেয়ে বা কি? ই একো নহয়, ই একো নহয়! আমি মায়ামুগ্ধ, সেই বাবেহে এনে ভাবোঁ।

আৰু কিছুমানে কয়, আত্মা অবিনাশী সচাঁ; কিন্তু অকল এয়ে নহয়। এই জীৱনত যি কাম কৰিলোঁ, তাৰ ফল পৰজ্ঞানে ভুগিব নোৱাৰিলে সুখ কত? সংসাৰৰ বাঞ্ছা অভিলাষ, ইয়াৰো মৰণ নাই। যদি তোমাৰ ইচ্ছা প্ৰভৃতি সৎ আৰু ন্যায়ানুমোদিত, তেন্তে তাৰ ইপ্সিত বস্তু পৰলোকত পাবা, তোমাৰ যদি কাৰ্য্যকাৰণ ভাল হয়, তাৰ ফল পৰলোকত ভুগিবা। সংসাৰক মিছা বোলা কিয়? ইয়াৰ কামৰ পৰা আমাৰ পৰলোকৰ আৰু পৰজন্মৰ সুখ দুঃখ

নিৰ্দ্ধাৰিত হয়। এইদৰে, কেতিয়াবা বা ধৰ্ম্মৰ উচ্ছ্বাসৰ দ্বাৰা কেতিয়াবা বা প্ৰিয়জনৰ শোকত অভিভূত হৈ আশাৰ অস্ফুট আলোক ৰেখাৰ দ্বাৰা, কেতিয়াবা বা সংসাৰৰ গতিবিধি চিন্তাত বিমোহিত হৈ মোহৰ অনুভাবৰ দ্বাৰা, আৰু কেতিয়াবা বা বিশ্বকৰ্ত্তাৰ অসীম কৌশল আৰু অনন্তশক্তিৰ কথাত আশ্চৰ্য্য হৈ প্ৰীতি আৰু ভক্তিৰ শক্তিৰ দ্বাৰা মানুহে পৰলোক সৃজন কৰে।

কিন্তু মানৱ মন ইয়াতো সম্পূৰ্ণ সন্তুষ্ট হোৱা নাই। যাক হৃদয়েৰে সৈতে ইমান মৰম কৰিছিলোঁ, যাৰ অবিহনে সংসাৰ অন্ধকাৰ, যাৰ গুণত পৃথিৱী এতিয়াও নাশ পোৱা নাই, যাৰ কৰুণ হৃদয়ৰ শীতল প্ৰেমবাৰিৰ দ্বাৰা সংসাৰ সঞ্জীৱিত তেনেহেন মৰমৰ জন, তেওঁক কেনেকৈ এনে অনিশ্চয়তাৰ হাতত সঁপি দিওঁ, তেওঁক কিদৰে অদৃষ্ট আৰু অজ্ঞাত পৰলোকৰ হাতত দি নিশ্চিন্ত হওঁ? মানৱে ইয়াক কৰিব পৰা নাই, মানৱহৃদয় ইমান অকৃতজ্ঞ বা ইমান কঠোৰ হ'ব নোৱাৰে। আৰু, ইয়াৰ আগক্ষণতে যাৰ লগত জন্ম মৃত্যুৰ কথা কৈছোঁ, যাৰ লগত সংসাৰত জীৱন যাপনৰ উপায় ভাবিছোঁ, যাৰ লগত ইমান আমোদ, ইমান উৎসৱ কৰিছোঁ, এতিয়াই যে আছিল সেই জন এতিয়াই নোহোৱা হ'ব! বিজুলীৰ ৰেখাৰ নিচিনা এটা চকমকনি দি চিৰকালৰ নিমিত্তে মাৰ যাব! ই মানৱহৃদয়ৰ অসহ্য। চিন্তা কৰিলেও যেন সি কাটি যায়। এইবাবেই, বিজ্ঞানক উপেক্ষা কৰি যি পৰলোক সৃজন কৰিছিল, তাকো উপেক্ষা কৰিব খুজি মানৱে আন উপায় বিচাৰে; আৰু এই চেষ্টাৰ ফলস্বৰূপ, তেওঁৰ প্ৰিয়জনক অমৰতাৰ অক্ষয় মালাৰে বিভূষিত কৰে।

কিন্তু অমৰতা কি, আৰু ইয়ে নিশ্চয় তাৰ প্ৰমাণ কি? অমৰ তো সংসাৰত কাকো নেদেখোঁ, নশ্বৰ সংসাৰত অমৰ বা চিৰস্থায়ী বুলিবৰ তো একো বস্তু নাই। পশুপক্ষী, কীট-পতঙ্গ, গছ-লতা, সকলো এদিন নে এদিন ধ্বংসৰ হাতত পৰিছেই। পুৰাণত শুনিব পাওঁ বিভীষণ, হনুমান, পৰশুৰাম, অশ্বত্থামা, প্ৰভৃতি এওঁলোক অমৰ। কিন্তু সি পুৰাণ মুনিৰ পুৰণি কাহিনী মাত্ৰ। কপিল পাতঞ্জলৰ নিচিনা জ্ঞানী, ধ্ৰুৱ আৰু প্ৰহ্লাদৰ নিচিনা ভক্ত, কচি আৰু সুৰথৰ নিচিনা সাধক, ৰাম আৰু যুধিষ্ঠিৰৰ নিচিনা ৰজা, অৰ্জ্জুন আৰু ইন্দ্ৰজিতৰ নিচিনা বীৰ, কালিদাস আৰু ভৱভূতিৰ নিচিনা কবি, এওঁলোকৰো এই অসাৰ দেহ শ্মশানৰ ভস্মত পৰিণত হৈছে। যাৰ গুচৰত অভ্ৰভেদী আল্পস্ পৰ্বতৰ তুষাৰমণ্ডিত শিখৰেও মুৰ দোঁৱাইছিল সেই হানিবল্, আৰু নেপোলিয়ন্, এদিন গোটেই পৃথিৱী যাৰ বীৰহুঙ্কাৰত বিকম্পিত হৈছিল, সেই আলেক্‌জান্দাৰ, আৰু সমুদায় প্ৰাতীচ্য যাৰ পদানত আছিল, সেই জুলীয়াছ ছীজাৰ, সকলোৰে নশ্বৰ দেহৰ অৱসান হৈছে। যাৰ হিতকৰী চেষ্টাৰ গুণে এতিয়াও ভাৰতৰ নাম আছে, আৰু যাৰ গুণে সনাতন ধৰ্মই জীৱন পাইছে, সেই কৃষ্ণ, যাৰ মত এতিয়াও পৃথিৱীৰ এক পঞ্চমাংশ লোকৰ ধৰ্ম, সেই বুদ্ধদেৱ, যাৰ বৈষ্ণৱী ভক্তিত কঠোৰ তন্ত্ৰ দ্ৰাহি গৈছিল যাৰ প্ৰেমতৰঙ্গে ভাৰত ডুবাই ৰাখিছে প্ৰেমাৱতাৰ সেই চৈতন্য আৰু যাৰ মত পৃথিৱীৰ সকলোতকৈ ক্ষমতাশালী সমুদয় জাতিৰ ধৰ্ম কৰুণাৰ মূৰ্ত্তি, সেই যিশুখ্ৰীষ্ট, সকলোৱে নিজৰ শৰীৰক শ্মশানৰ সৰ্বভুক বহ্নিৰ মুখত আহুতি দিছে। এনে মহৎ মহৎ লোক এওঁলোকেও অমৰ হ'ব পৰা নাই। তেন্তে অমৰ কোন, অমৰতাই বা কি? পৃথিৱীত, এই স্থূল সংসাৰত, অমৰতা ক'ত? আচলতে নশ্বৰ, কৈ অমৰ হৈ কোনো মানুহ নেথাকে; ই অমৰতা আন ধৰণৰ; তাৰ বাবে আমি আন ঠাইত বিচাৰিব লাগিব।

আগেয়ে কৈ অহা হৈছে, এই দেহৰ বা বাহ্যিক বস্তু সকলোৰে অৱসান শ্মশানত। তুমি ধনী, তোমাৰ ধনেৰে জগৎপূৰ্ণ তোমাৰ শেষ শয্যা শ্মশান; আৰু তুমি নিৰ্ধন, খুজি পেটৰ ভাত মিলাব নোৱাৰা তোমাৰো শেষ শয্যা শ্মশান। তুমি সম্ৰাট, সহস্ৰ জনপদ তোমাৰ পদানত, তোমাৰ শেষ শয্যা শ্মশান। আৰু তুমি পথৰ ভিখাৰী, থাকিবৰ এডোখৰ ঠাই নোপোৱা তোমাৰো শেষ শয্যা শ্মশান। তুমি বিদ্বান তোমাৰ গৌৰৱত জন্মভূমি গৌৰৱান্বিতা, তোমাৰ শেষ শয্যা শ্মশান। এই দৰে সকলো প্ৰাণী, সকলো জীৱ—ডাঙৰ-সৰু, দুষ্ট শান্ত—সকলোৰে সংসাৰৰ পৰা নিৰ্গমৰ পথ শ্মশান। ক'ৰ পৰা আহিলা তাৰ কথা নাই, ক'লৈ যাবা তাৰ ঠিক নাই, মাজতে দুদিন লীলা খেলা কৰিলা তাৰ অৱসান শ্মশানত। জন্মৰ আগেয়ে অব্যক্ত আছিলা, মৃত্যুৰ পাছতো অব্যক্ত হ'লা। দেহ নষ্ট হল সঁচা কিন্তু তাৰ ফল সংসাৰত বৈ গ'ল। এই দৰেই মহাত্মা সকলৰ মাহাত্ম্য তেওঁলোকে যোৱাৰ পিছতো বাচি থাকে, আৰু কাৰ্য্য কৰে। অমৰতা আন একোৰে নহয়, ই মানৱৰ সংসাৰৰ নিয়ম এই, মানুহ মৰি যায়, তেওঁৰ কীৰ্তি চিৰদিন থাকে। কিমান শত শত বছৰ অতীত হ'ল ৰামৰ পবিত্ৰ জীৱনৰ অৱসান হৈছে, সীতাৰ পবিত্ৰ জীৱন শেষ হৈছে, কিন্তু ৰামৰ সেই ত্যাগৰ কাহিনী আৰু জানকীৰ সেই কৰুণ দুখৰ কথা এতিয়াও জীয়াই আছে আৰু সেই দৰে মানৱ হৃদয়ত আধিপত্য কৰিছে। কিমান দিন হ'ল মহাৰাণা প্ৰতাপসিংহৰ নশ্বৰ দেহ কালৰ কৰাল গৰ্ভত প্ৰৱেশ কৰিছে; কিন্তু তেওঁৰ সেই স্বদেশভক্তি তেওঁৰ সেই স্বাধীনতা তেজ এতিয়াও ভাৰতৰ গৰ্বস্থল আৰু উদ্দীপক। এই নিমিত্তেই প্ৰাচীন মুনিয়ে কৈছে, "কীৰ্তিৰ্যস্য স জীৱতি।" আৰু এই কাৰণেই আমিও কওঁ, "কীৰ্তিৰ্যস্য স জীৱতি", যাৰ কীৰ্তি সেয়ে অমৰ, আৰু যাৰ কীৰ্তি তেওঁৱেই ধন্য।

এয়ে অমৰতা। ৰূপৰ বা দেহৰ অমৰতা নহয়। ৰূপ নশ্বৰ, দেহো নশ্বৰ। এই অমৰতা গুণৰ, এই অমৰতা সৌন্দৰ্য্যৰ শ্মশানৰ পাছত নিশ্চয় বস্তু—কীৰ্তিমানৰ এই সৌন্দৰ্য্য বিকাশ, এই গুণৰ অমৰতা। সৰুৰো শেষ, কবিৰো শেষ শ্মশানৰ সৌন্দৰ্য্য, শ্মশানৰ মহত্ব সুবুজি, তাৰ জলন্ত বহ্নি দেখি ভয়তে থৰহৰি হ'ব পাৰোঁ; কিন্তু শ্মশান সৌন্দৰ্য্য সমাহাৰৰ পবিত্ৰ ক্ষেত্ৰ, মহত্ব বিকাশৰ পুণ্যভূমি ইয়াত সকলোৱে লোপ হয় সঁচা; ইয়াত ডাঙৰো শেষ, সৰুৰো শেষ, কবিৰো শেষ, কাব্যৰো শেষ, জীৱনৰ শেষ, আশাৰো শেষ, ইয়াত প্ৰেম পোৰে, স্নেহ পোৰে, প্ৰেমিক পোৰে, স্নেহৰ পাত্ৰ পোৰে, পাপী পোৰে; পাপ পোৰে, পুণ্যবান পোৰে, পুণ্য পোৰে। কিন্তু এই অগ্নিৰ দাহিকা শক্তিৰ যেন বিশেষত্ব আছে। যি সৎ যি সুকৃতি সোনৰ দৰে, তাৰ বৰণ উজ্জ্বল হয়, আৰু যি অসৎ, লাহে লাহে তাৰ স্মৃতি লোপ পায়। এই কাৰণেই কওঁ শ্মশানৰ পাছত সৌন্দৰ্য্যৰ পূৰ্ণবিকাশ, যি সুন্দৰ যি সৌন্দৰ্য্যশালী, তেওঁৰ অমৰতা; আৰু যি সংসাৰৰ পাপিষ্ঠ নৰকৰ কীট তাৰ বিলয়। যাৰ জীৱন উদ্দেশ্যবিহীন যি নিজৰ জীৱন পাপৰ কুণ্ডত ডুবাই দিছে সি শ্মশানক নিজৰ প্ৰলয় ভাবি ভয় কৰিব পাৰে, কিন্তু যি যশস্বী যাৰ কীৰ্তি মহতী, তেওঁ পবিত্ৰ শ্মশান ভূমিলৈ মমৰ আনন্দে অগ্ৰসৰ হয়; আৰু শ্মশান মঞ্চত আৰোহণ কৰি অনন্ত অমৃত আৰু অমৰতাৰ ধামলৈ গতি কৰে।*

*সাহিত্য পাঠৰ পৰা উদ্ধৃত।

# বিশ্ব-ব্ৰহ্মাণ্ড

দেশ আৰু কালি কিমান তাণ্ডৱ, কিমান বিৰাট, কিমান ব্যাপক।

প্ৰথমতে দেশকে ভাবা। আমি থকা ঘৰটো। তাৰে পাছত আমাৰ পাৰাটো আমাৰ গাওঁ বা চহৰখন। জিলাখন প্ৰদেশ দেশ মহাদেশ পৃথিবী। পৃথিবীৰ আয়তন কিমান কোটি বৰ্গ মাইল। এক বৰ্গ মাইলত প্ৰায় দুহাজাৰ বিঘা মাটি। নিজৰ ঘৰটো থাকে আধা বিঘা বা এক বিঘা মাটিত। এক বৰ্গ মাইলত দুই হাজাৰ ঘৰ। এখন জিলাত পোন্ধৰ বা কুৰি হাজাৰ ঘৰ মানুহ থাকিব পাৰে, অৰ্থাৎ কুৰি পঁচিশ ত্ৰিশ চল্লিশ লক্ষ মানুহ থাকিব পাৰে। অসম প্ৰদেশৰ অধিবাসীৰ সংখ্যা প্ৰায় এক কোটি। ভাৰতবৰ্ষৰ চল্লিশ কোটি। এজন মানুহ এখন ঘৰ ভাৰত-বৰ্ষৰ কিমান ক্ষুদ্ৰ অংশ। পৃথিবীৰ লগত তুলনা কৰিলে কিমান নগণ্য।

আৰু পৃথিবী সূৰ্য্যৰ চাৰিওফালে ঘূৰি ফুৰা দহোটা গ্ৰহৰ এটা। তাতো পৃথিবী এটা সৰু গ্ৰহ। আকাশত কিমান তৰা দেখা যায় প্ৰত্যেকটোৱে একোটা সূৰ্য্য। নেদেখা তৰা আৰু অনেক আছে। এই সকলৰ গ্ৰহ উপগ্ৰহ আছে। কেই লক্ষ সৌৰজগত বিশ্ব-ব্ৰহ্মাণ্ডত আছে তাৰ গণনা কোনোৱে কৰিব পাৰা নাই।

এই বিশ্ব ব্ৰহ্মাণ্ডৰ ব্যাপকতাৰ তুলনাত আমাৰ প্ৰতি বিঘা বা এক একৰ মাটি কিমান ঠেক। এক কঠা মাটিৰ লগত লক্ষ একৰ মাটিৰ যি অনুপাত হয়, ব্যাপক দিন ব্ৰহ্মাণ্ডৰ তুলনাত গোটাই পৃথিবীখনৰো সেই অনুপাত নহয়।

দেশ এৰি কাল ভাবা। মানুহৰ আয়ুস শ বছৰ। বুৰঞ্জী জনা কালডোখৰ আঠ দশ হাজাৰমান বছৰ হব। তাৰ পূৰ্বে মানব জাতি কিমান কোটি বছৰ আগত জাতি হল তাক এতিয়াও কোনোৱে গণনা কৰি কব পাৰা নাই। আৰু মানুহ উদ্ভৱ হবলৈ সৃষ্টিত কিমান কিমান বিধৰ স্থাৱৰ জংগম জাতিৰ উদ্ভৱ হল বিস্তাৰ হল, প্ৰলয় হল !! কোটি কোটি বছৰ।

দেশ আৰু কালত-বিশ্ব ব্ৰহ্মাণ্ডৰ ব্যাপকতা ভাবিবই নোৱাৰি, কল্পনা কৰিবই নোৱাৰি। এই সৃষ্টিৰ ৰহস্য কি? স্ৰষ্টা কোন? বিশ্ব-ব্ৰহ্মাণ্ড কি? আৰু আমি কিমান ক্ষুদ্ৰ হৈয়ো এই বিৰাট কথাবোৰ ধাৰণ কৰিবলৈ বুজিবলৈ সাহ কৰোঁ, আকাঙ্ক্ষা কৰোঁ, তীব্ৰ আগ্ৰহ কৰোঁ।

বিশ্ব-ব্ৰহ্মাণ্ডৰ এইটো "মাইতো মহীয়ান"ৰ দিক। আৰু এটা দিক "অনৰোনীয়ান" এই বিশ্ব-ব্ৰহ্মাণ্ড। আকাশত অগণন তাৰা প্ৰত্যেক সৌৰজগত এখনৰ কেন্দ্ৰ। বিশ্বত পৃথিবীৰ; দৰে কিমান লক্ষ গ্ৰহ ঘূৰি ফুৰিছে পৃথিবী ক্ষুদ্ৰ অংশ। সাগৰৰ পাৰ কিমান বিস্তাৰ। সকলৰ তাৰা আৰু সাগৰৰ পাৰৰ বালুকণা লেখ কৰিব নোৱাৰা। পাৰত কিমান কোটি বালুকণা। বালুকণা এটা তাৰা এটাৰ তুলনাত কিমান ক্ষুদ্ৰ।

এটা বালুকণা—কিমান পৰমাণু অণুৰ সমষ্টি। একোটা বালুকণাৰ কিমান অংশ। প্ৰতি অংশৰ আৰু কিমান প্ৰত্যংশ। বেজীৰ আগৰ এটা তেজৰ বিন্দু তাত কিমান লক্ষ লক্ষ বীজাণু।

একোটা বীজাণুৰ কেনে অদ্ভুত জীৱনী ক্ৰিয়া। ক্ষুদ্ৰ ক্ষুদ্ৰতম ধাৰণা কৰিব নোৱাৰা, কল্পনা কৰিব নোৱাৰা সূক্ষ্মাতিসূক্ষ্ম এইবোৰ জীৱৰ তুলনাত আমি মানুহ কিমান স্থূল একোখন হিমাচল। বিশ্ব-ব্ৰহ্মাণ্ডৰ এটা ক্ষুদ্ৰ অংশ পৃথিৱী। ইয়াৰ বৈচিত্ৰ্যলৈ মন কৰা। উত্তৰ মেৰুৰ শীত, চাহাৰাৰ উত্তাপ, হিমালয়ৰ আকাশ-লংঘী চূড়া, প্ৰশান্ত মহাসাগৰৰ পাতালভেদী গভীৰতা, আমেৰিকাৰ হাজাৰ যোজন বিস্তৃত সমতল ক্ষেত্ৰ, মধ্য এচিয়াৰ পৰ্বতেৰে চিৰাচিৰ হোৱা পৃথিৱীৰ থৰ মালভূমি। বহুল নদীৰ শীতল কান্তি, মৰুভূমিৰ প্ৰখৰ মূৰ্তি, শ্যামল বনৰাজি শোভিত অৰণ্য, শুকান শিল আৰু বালিৰে পূৰ্ণ প্ৰান্তৰ!

শীত আৰু গ্ৰীষ্ম, বৰ্ষা আৰু হেমন্ত, সুখ আৰু দুখ, দৈন্ত আৰু প্ৰাচুৰ্য্য, অভাৱ আৰু বিলাস, ভোগ আৰু ৰোগ—প্ৰতিটো প্ৰতিটোৰ পৰা পৃথক বিচিত্ৰ!

জীৱ জগতৰ কিমান স্তৰ, কিমান শ্ৰেণী! জীৱৰ জন্ম, বৃদ্ধি আৰু মৰণৰ প্ৰতিটো দিন, প্ৰতিটো ক্ষণ কিমান ৰহস্যপূৰ্ণ, কিমান সুকৌশলেৰে পৰিচালিত! ভাবিলে স্তম্ভিত হব লাগে। যিমান জ্ঞানৰ পৰিসৰ বাঢ়ে, যিমানে পঢ়া, যিমানে আলোচনা কৰা, তিমানে বিস্ময়ত বিমুগ্ধ হব লাগে যে এই বিশ্ব, এই সৃষ্টি, এই জগৎ, এই সংসাৰ, এই অস্তিত্ব এক পৰম ৰহস্যপূৰ্ণ প্ৰহেলিকা।

মানুহে কিন্তু এই পৰম গুপ্ত ৰহস্যৰ সন্ভেদলৈ তাৰ ৰস ভোগৰ স্পৰ্ধা কৰে। ইয়াৰ মূল মানুহৰ মন। মন বুলিলে সংকীৰ্ণ অৰ্থ কাৰো মনত বোধ হলে মন নুবুলি মানুহৰ আত্মা, মানুহৰ Self বুলিব পাৰি।

মানুহৰ Spiritual essence, আত্মা বা মন সৃষ্টিৰ অস্তিত্বৰ এটা সূক্ষ্ম প্ৰকাশ। সৃষ্টিৰ মূলত যি যি শক্তি বৰ্তমান, মানুহৰ আত্মাতো সেই সেই শক্তি বৰ্তমান। জুইৰ ফিৰিঙতি জুইৰ ব্যক্তিগত প্ৰকাশ। গতিকে জুয়ে যিদৰে দাহিকা শক্তি ধাৰণ কৰে, ফিৰিঙতিয়েই সেইদৰে দাহিকা শক্তি ধৰি থাকে। যি শক্তি সৃষ্টিৰ মূলত, মনো সেই শক্তিৰে ব্যক্তিগত প্ৰকাশ। গতিকে মনো এনে শক্তিমন্ত যে সৃষ্টিৰ সকলো সন্ভেদ লবলৈ সৃষ্টিৰ সমস্ত ৰহস্য বুজিবলৈ সি সক্ষম।

বৃহৎ বিশ্ব প্ৰকাশমান। যাক জড় বুলি কোৱা হয় বৃহৎ বিশ্বৰ ৰূপ তাত নিহিত আছে। মনে ধাৰণ কৰে ক্ষুদ্ৰ বিশ্ব, যত সকলো প্ৰশ্নৰ ৰহস্য আৰু সমস্যাৰ সমন্বয় হৈ থাকিব পাৰে।

এক দৃষ্টিভঙ্গীত মানৱ, বিশ্বৰ তুলনাত ক্ষুদ্ৰাপিক্ষুদ্ৰ। "ভয়ঙ্কৰ তোমাৰ ৰূপ দেখি ধাতু মোৰ দ্ৰবি যায়"। আন দৃষ্টিভঙ্গীত মানুহ বিশ্বৰ ওপৰ, ঈশ্বৰৰ সমান। ধাতাৰো ধাতা স্ৰষ্টাৰো স্ৰষ্টা।

হে ৰহস্যময় পৰম শক্তিমন্ত পুৰুষপ্ৰধান—তোমাক নমস্কাৰ। তোমাৰ আগে-পাছে, হাতে-ভৰিয়ে তলে-ওপৰে দশো দিশে-নমস্কাৰ।

ৰচনাকাল ৯।১।৫৪

# ঈশ্বৰ

ঈশ্বৰক বিশ্বাস কৰিলে জীৱনযাত্ৰা বৰ সহজ হৈ পৰে। তেতিয়া কৰ্তব্য পালন আৰু তাৰপৰা পোৱা সন্তোষ আৰু আনন্দ অনায়াসে পোৱা যায়।

ঈশ্বৰক বিশ্বাস কৰা অৰ্থ এই যে আমাৰ ওপৰত এক সৰ্বনিয়ন্ত্ৰী শক্তি আছে। সেই শক্তিৰ পৰাই জগতৰ সকলো ক্ৰিয়া হৈ গৈছে, হৈ আছে আৰু হৈ থাকিব। আমি সকলো এই জগতৰ একোটা অতি ক্ষুদ্ৰাদপি ক্ষুদ্ৰকণা। জগতৰ গতি যি পৰম পুৰুষে নিয়ন্ত্ৰণ কৰিছে, সেই পৰম পুৰুষ আমাৰো সকলো ক্ৰিয়াৰ চালক। সুখ-দুখ আমি ভোগ কৰোঁ সেই পৰম পুৰুষৰ ইচ্ছা বা ইঙ্গিত অনুসৰি। এতেকে যি অৱস্থাতে আমি পৰোঁ তাৰ কাৰণে আমি দায়ী নহওঁ। ঈশ্বৰে আমাকে সেই অৱস্থাত থয়। গতিকে তাত অসন্তুষ্ট হৈ থাকিলেও একো উপায় নাই। কিন্তু অসন্তুষ্ট হৈ থাকিবৰ একো কাৰণ নাই। কিয়নো ঈশ্বৰ আমাৰ পিতা, আমাৰ পালক, সৰ্বদ্ৰষ্টা, সৰ্বজ্ঞ, দয়ালু আৰু প্ৰাণীসমূহৰ কল্যাণকৰ্তা। ঈশ্বৰে আমাৰ প্ৰতি যি বিধান কৰে সেয়ে মঙ্গলময়, সেয়ে আমাৰ হিতাৰ্থে। এতেকে পোনতে কোনোটো কথা দুঃখজনক হলেও তাৰে পৰাই আমাৰ মঙ্গল হব, তাৰে পৰা আমি পৰম আনন্দ পাম। এনে বিশ্বাস হৈছে প্ৰকৃত আৰু প্ৰগাঢ় ঈশ্বৰ বিশ্বাস। সৰ্বনিয়ন্ত্ৰী শক্তি স্ত্ৰীৰূপে কল্পনা কৰিলে তেওঁ দেৱী ভগৱতী, ঈশ্বৰী, ইত্যাদি ; আৰু পুৰুষৰূপে কল্পনা কৰিলে, তেওঁ ঈশ্বৰ, ভগৱান পৰম পুৰুষ ইত্যাদি।

ইয়াতে যুক্তিবাদীয়ে সকলো সময়তে সন্তুষ্ট নাথাকে। সকলো বিশ্বৰ নিয়ন্ত্ৰী এটা শক্তি আছে মানিব পাৰি, আৰু মানিব লাগে। কিন্তু সেই শক্তিয়ে সকলো সময়তে আমাৰ মঙ্গলৰ অৰ্থে আৰু সুখৰ অৰ্থে কাম কৰি আছে, ইয়াৰ যুক্তি কি? সেই শক্তি বতাহৰ শক্তি, বতাহৰ শক্তি, পানীৰ শক্তি, নদীৰ গতি ভূমিকম্পৰে আন্দোলনৰ দৰে অন্ধশক্তি নহয় বুলি বিশ্বাস কৰিবৰ কি হেতু আছে। তাৰ সোঁতত ভাহি আহা ক্ষুদ্ৰ এটুকুৰা জাঁজি বা তাৰ সোঁতত বাগৰি আহা ক্ষুদ্ৰ এটা ভাল বেৰা, সুখ-দুখ, সন্তোষ-অসন্তোষৰ লগত সেই প্ৰবল সোঁতৰ কি সম্পৰ্ক আছে? কোনোটো, ধীৰ পানীত পৰি মৃদু গতিৰে যায়, কোনোটোৱে সোঁতৰ-বেগত খৰ গতি ধৰে, কোনোটো পাকত পৰি মেৰ পাক খাই মৰে, কোনোটো তলিত পৰি শিলত লাগি ভাঙি চুৰমাৰ হয়। তাৰপৰা বিশ্বৰ গতিতো বাধা নপৰে ; আৰু সুখ-দুখৰ হিচাবতো একো হেৰ-ফেৰ নহয়।

বিশ্বশক্তি যদি এনে অন্ধ শক্তি হয়, তেনেহলে ঈশ্বৰৰ পৰম হিতকাৰী, সৰ্বমঙ্গলময় ভূতৰ প্ৰতি দয়াশীল এনে বিশ্বাস কৰিবৰ একো হেতু নাই, আমি দুৰ্বল মনৰ মানুহে আমাক নিজক প্ৰবোধ দিবলৈ মাথোন এনে অন্ধ বিশ্বাস কৰি মৰুভূমিৰ অষ্ট্ৰিচ পক্ষীৰ দৰে নিজক নিজে বঞ্চনা কৰোঁ।

এনেকুৱা সংশয়বাদী মানুহ অনেক আছে তেওঁলোকে ঈশ্বৰৰ প্ৰতি বিশ্বাস কৰিব নোৱাৰে।

আৰু ঈশ্বৰ বিশ্বাস বা ঈশ্বৰ ভক্তিৰ পৰা তেওঁলোকে সন্তোষ আৰু আনন্দ পাব নোৱাৰে। এটা কথা আছে "ভক্তিত ভগৱান, তৰ্কত বহুদূৰ"। ভক্ত হব খুজিলে ভগৱানত বিশ্বাস কৰিব লাগিব। তৰ্কৰ দ্বাৰা ঈশ্বৰ লাভ নহয়। অপৰ পক্ষত যুক্তিবাদী সকলক এটা কথা কব পাৰি। যি শক্তিৰ এই সমস্ত বিশ্ব বহিঃ প্ৰকাশ সেই শক্তিতেই আমাৰ জ্ঞানগম্য সকলো চিন্তা, বিশ্বাস, ক্ৰিয়া, পদাৰ্থ, চৰাচৰ নিহিত হৈ আছে। গতিকে ঈশ্বৰৰ প্ৰতি আমি যিবিলাক গুণ আৰোপ কৰোঁ সিয়ো সেই শক্তিৰ অন্তৰ্ভূৰ্ক্ত। এতেকে, বিশ্বাস-অবিশ্বাস, যুক্তি-অযুক্তি, যত যিমান কথা হব পাৰে সেই সকলোবিলাক সেই আত্মশক্তিৰ প্ৰকাশ। সেই শক্তিৰ বাহিৰে আৰু ব্যতিৰেকে একোৰো সত্ব৷ নাই। ঈশ্বৰৰ প্ৰতি বিশ্বাস বা অবিশ্বাস, ভক্তি বা উদাসীনতা সকলোৰে মূলত সেই আত্মাশক্তি। এতেকে ঈশ্বৰবিশ্বাসী সকলৰ প্ৰগাঢ় বিশ্বাস যুক্তিহীন নহয়; ভক্তৰ অবিচল ভক্তিও যুক্তিবিৰুদ্ধ নহয়।

ঈশ্বৰৰ প্ৰতি শত্ৰুভাৱ থাকিবও পাৰে। পুৰাণ আখ্যায়িকাত এনে বিধৰ বহু আখ্যান আছে। ভক্তি আৰু শত্ৰুতাৰ মূল ভেটি একে। ঈশ্বৰ এক মহান ব্যক্তি বুলি বিশ্বাস কৰিলেহে তেওঁৰ প্ৰতি ভক্তি কৰিব পাৰি, অথবা তেওঁৰ প্ৰতিকূলতা আচৰণ কৰিব পাৰি। হিৰণ্যকশিপু আদি ঈশ্বৰৰ বৈৰীবিলাক ঈশ্বৰ বিশ্বাসী আছিল। সেই দেখি পুৰাণকাৰ সকলে কৈ গৈছে যে ঈশ্বৰৰ প্ৰতি বৈৰিতা আচৰণ কৰিলে সোনকালে মুক্তি পায়।

মুঠ কথা ঈশ্বৰৰ প্ৰতি প্ৰগাঢ় বিশ্বাস কৰিব পাৰিলে অৰ্থাৎ এক ঈশ্বৰ আছে। তেওঁ ভক্তৰ ভগৱান, ভূতসকলৰ প্ৰতি পৰম কাৰুণিক, তেওঁ প্ৰাৰ্থনাত তুষ্ট হয়, আৰু বেয়া কৰিলেও তেওঁৰ সৃষ্ট জীৱৰ মঙ্গলহে কৰে—যি মানুহে এই বিশ্বাস অন্তৰৰ অন্তঃস্থলৰ পৰা পোষণ কৰিব পাৰে, সেই মানুহে জীৱনত অনেক নিৰ্যাতন সহিও সন্তুষ্ট হৈ থাকিব পাৰে। কিন্তু মোৰ নিজা কথা এই যে, আজিও মই নিজে যিমান দূৰ যুক্তিৰ বলত ঢুকি পাওঁ তিমান দূৰলৈ ঈশ্বৰৰ সমস্ত কাৰ্য্য জনজীৱনৰ মঙ্গলৰ বাবে বা সুখৰ বাবে—এনে কথা দৃঢ়কৈ কব নোৱাৰি।

পুনৰ্জন্ম যদি থাকে বা মৃত্যুৰ পাছত স্বৰ্গভোগ আদি যদি থাকে, তেতিয়া মনক বুজাব পাৰি যে জীৱন যেতিয়া এই জন্মতে শেষ নহয়, ইয়াৰ পাছৰ জন্মত বা পাছৰ কোনো এক জন্মত এই জন্মৰ সুকৃতি বা দুষ্কৃতিৰ ফল পোৱা যাব, আৰু এই জীৱনৰ শোক আৰু দুখৰ ক্ষতিপূৰণ পাছৰ কোনোটো জন্মত হবগৈ।

* ৰচনাকাল, চেপ্তেম্বৰ-অক্টোবৰ, ১৯৪৩

# সংসাৰ

সংসাৰৰ অৰ্থ সাধাৰণতে দুটা। প্ৰথম, এই পৰিদৃশ্যমান জগৎ বা বিশ্ব বা ব্ৰহ্মাণ্ড; আৰু দ্বিতীয় সংকীৰ্ণ অৰ্থত ব্যক্তিগত পৰিয়াল সম্পত্তি, তাৰ ভোগ আকাংক্ষা ইত্যাদিৰ সমষ্টি।

সংসাৰ আছে নে নাই? দুয়োটা অৰ্থত ইয়াৰ বিচাৰ কৰা যাক।

বিজ্ঞানৰ শেষ কথা—এতিয়ালৈ বিদ্যুৎ বা Electricity, Electron, Proton, Neutron, এইবোৰ জড় পদাৰ্থৰ মূল। গতিকে সমস্ত দৃশ্যমান বা ইন্দ্ৰিয়গ্ৰাহ্য বস্তু সকলো বিশ্ব সংসাৰৰ মূল Electricity, এটা শক্তি। মানিবলৈ একো বাকী নাই যে এই শক্তিয়ে ঐশী শক্তি।

ইফালে বেদান্ত, তথা কাব্য প্ৰভৃতি দাৰ্শনিক মতে বেলেগ বেলেগ বস্তু, বা ৰূপ, বা ভাৱ—সকলো 'কায়া'। বাহিৰত দেখা ফুল কেইটামান ইয়াৰ তৰঙ্গ মাথোন। নিজৰ কান্তা, প্ৰেয়সী, কিছুমান ৰূপ, শব্দ, স্পৰ্শ, গন্ধৰ তৰঙ্গমাত্ৰ। তেনে তোমাৰ পুত্ৰ বা সম্পত্তি। মূল সত্বা এটা। সকলো ইয়াৰ বিকাশ মাত্ৰ।

দৰ্শন আৰু বিজ্ঞানে, দেখা যায়, মুঠ কথা এটাকে কয়। সকলোৰে মূলত এটা সত্তা বা শক্তি বা পদাৰ্থ, যিহকে মন যায় বুলিব পাৰা। পৰমাত্মা ঐশী, শক্তি, ভগৱান এই মূল সত্তাৰে বেলেগ বেলেগ নাম।

তেনেহলে ভেদজ্ঞান আহিল ক'ৰ পৰা? মই মোৰ হাত-ভৰি, পুত্ৰ-পৰিজন, ধন-সম্পত্তি; তুমি তোমাৰে আনুসঙ্গিক এই সকলোবিধ পৰিবাৰ, আৰু তেওঁ আৰু তেওঁৰ লগৰ এবম্বিধ, ধনজন দ্ৰব্য সম্ভাৰ। এই সকলোবোৰ মূলত এক বস্তু হৈয়ো পৃথক কেনেকৈ।

দৰ্শনে কয় মায়া। বিজ্ঞানে কয় কি কয় ঠিক নাই। বিজ্ঞানে ইয়াৰ "কিয়" টো ( why ) নিবিচাৰে। কি হয় আৰু কি প্ৰকাৰে হয় তাকে কয়, কিয় হয় কব নোৱাৰে।

যিহক ওপৰত কোৱা মতে সংসাৰ অসাৰ, মায়াময় বুলিব পাৰি।

তেনেহলে আমাৰ দুখ, সুখ, শোক, তৃপ্তি, খং, অভিমান, প্ৰেম, প্ৰণয়, আৰু হবেক প্ৰকাৰ সংসাৰৰ দুশ্চিন্তা ভবিষ্যতৰ কল্পনা উন্নতিৰ এটি আগ্ৰহ, প্ৰবল কৰ্মপ্ৰবণতা; ৰেলৰ ঘৰ্ঘৰণি, জাহাজৰ ধুমধুমনি, যুদ্ধৰ কোলাহল, ইঞ্জিনৰ অনৱচ্ছিন্ন খিট-খিটনি, কৰ্মচাৰীৰ অবিৰত কৰ্মব্যস্ততা, লিখকৰ কথাৰ গাঁথনি, চিত্ৰকৰৰ চিত্ৰাঙ্কন, ভাস্কৰৰ মূৰ্তি-গঠন; ইত্যাদি গতি কৰিব নোৱাৰা মানুহৰ জীৱনী-ক্ৰিয়া। তাৰ লগতে পশু-পক্ষী, গছ-গছনি, কৃমি-কীট ইত্যাদি জীৱৰ জীৱন ৰক্ষাৰ অনৱকাশ প্ৰখৰ চেষ্টা; জড় পদাৰ্থসমূহৰ বিশাল অস্তিত্ব—এই সকলোবোৰৰ শেষ কথা বিজুলিৰ ইলেকট্ৰন-প্ৰটনৰ লীলা খেলাইনে? বা মায়াবাদীৰ মায়াৰ খেলা বা ঈশ্বৰৰ লীলা মাত্ৰ।

ভাবিব নোৱাৰি, ভাবি একো ঠিক কৰিব নোৱাৰি। একো নুবুজোঁ। সমস্ত বিশ্ব এক পৰম ৰহস্যাবৃত। সংসাৰ মায়াৰ, সকলো সপোনত কৰিও সত্তাহীন ( unsubstantial )।

এনে কথা কল্পনা কৰিব নোৱাৰি। অথচ বিজ্ঞানেই দেখোন কয় শেষ এতিয়ালৈ কথা Electricity আৰু Radiation বিজুলী শক্তিৰ স্ফুৰণ।

মই ভাবোঁ।—আপাতদৃশ্যমান আৰু বোধগম্য সকলো ভাৱ আৰু পদাৰ্থৰ এটা সত্তা আছে। শেষ বিশ্লেষণত সেই সত্তা ইলেকট্ৰন প্ৰটন হব পাৰে। কিন্তু জীৱন ধাৰণৰ কাৰণে আৰু আমাৰ এই জীৱনৰ কালডোখৰত যি মূৰ্তিত পদাৰ্থ আৰু ভাৱসমূহ আমাৰ গোচৰীভূত হয় তাকেই আপেক্ষিকভাৱে হলেও প্ৰকৃত সত্তা বুলি গ্ৰহণ কৰাহে জ্ঞানীৰ কাম হব। তাৰ সূক্ষ্ম বিচাৰ কৰি সেইবিলাকৰ প্ৰকট মূৰ্তিক অলীক ভাবি সংসাৰৰ প্ৰতি বৈৰাগ্য ভাব পোষণ কৰা দুৰ্বলতাহে কথা যেন লাগে। যদি আমাৰ সমস্ত অস্তিত্বই প্ৰকৃততে এটা সপোনহে তেনেহলেও সেই সপোন এটা ভয়ঙ্কৰ বা দুখজনক ব্যাপাৰ নহয়। সন্তোষদায়ক আৰু প্ৰীতি উৎপাদক বিষয় হলে ভাল।

এতেকে সংসাৰ সঁচা বা মিছা বিচাৰ কৰি সাংসৰিক কৰ্তব্যৰ পৰা বিৰত থাকা উচিত নহয়। বুদ্ধিৰ তুষ্টিৰ কাৰণে, বা মনৰ উদাৰতা কৰ্ষণৰ কাৰণে প্ৰকৃত সত্য অনুসন্ধান কৰা যুগুত। কিন্তু দৈনন্দিন কৰ্মত সংসাৰৰ সকলো পদাৰ্থ তথা সাংসাৰিক সকলো সুখ-দুখ আদি প্ৰকৃত সত্য, ইয়াকে মানি জীৱন সুপথত চলাবলৈ যত্ন কৰা জ্ঞানী আৰু বুদ্ধিমান লোকৰ কাম। *

* ৰচনাকাল, ১০। ১১। ৪৩

# পৰলোক

ঈশ্বৰৰ কাৰুণিকতা মাঙ্গল্যৰ প্ৰতি বিশ্বাস থাকক বা নাথাকক, ঈশ্বৰ বা সৰ্বব্যাপী শক্তি এবিধ যে আছে, তাক মানি লব লাগিব। কিন্তু সেইদৰে পৰলোক আছে নে নাই এই কথা মানি লোৱা টান। এই প্ৰশ্নৰ সমিধান নানাবিধ সংশয়পূৰ্ণ।

সকলো জাতিৰ সকলো শাস্ত্ৰৰ নিৰ্বন্ধ যে পৰলোকে আছে। হিন্দু শাস্ত্ৰই পুনৰ্জন্ম থাকা বুলিও ডাঠি কয়। শাস্ত্ৰকাৰ সকলে মিছা কথা কৈ লোকক ভুৱা দি গল এই কথা শ্ৰদ্ধাৰ যোগ্য নহয়।

তাৰ পাছতে বৰ্তমান কালৰ আত্মিক অনুসন্ধান কৰোঁতা ( Psychological Research ) সকলেও নানা প্ৰকাৰ তথ্য আৰু নানা প্ৰকাৰ ঘটনাৰ পৰা স্থিৰ সিদ্ধান্ত কৰে যে শৰীৰৰ মৃত্যুৰ পাছত আত্মা জীয়াই থাকে। আৰু অনেক অৱস্থাত মৃত ব্যক্তিৰ আত্মাই জীৱন্ত লোকৰ লগত ভাৱৰ আদান-প্ৰদান কৰিব পাৰে। এই অনুসন্ধান কৰোঁতা লোকসকলৰ মাজত চাৰ উইলিয়াম ক্ৰুকচ, আৰু চাৰ আলিভাৰ লজৰ দৰে বিশ্ববিশ্ৰুত বৈজ্ঞানিক লোকো আছে।

১ Telepathy ( দূৰৰ মানুহৰ চিন্তাৰ বিষয় জানিব পাৰা ), Clairvoyance ( দিব্যদৃষ্টি দূৰত হোৱা ঘটনাৰ আগলৈ হুবলশ্ৰীয়া ঘটনাৰ বিষয় জানা ) এনেবিলাক কিছুমান শক্তি মানুহৰ আছে। এইবিলাক অসাধাৰণ অৰ্থাৎ সকলো ঠাইত সকলো সময়তে আৰু সকলো লোকৰ গাত এনে বিলাক শক্তিৰ ক্ৰিয়া দেখা নাযায়। কিন্তু এই শক্তি অ-মানুষিক বা অতি-প্ৰাকৃত নহয়। এইবিলাক শক্তিৰ ক্ৰিয়া আমি নুবুজো আৰু আমাৰ ইচ্ছামতে এইবিলাক শক্তি উদ্ভৱ কৰি আমি পৰীক্ষা কৰিবও নোৱাৰো। এশবছৰৰ পূৰ্বে বিজুলী শক্তিও ( Electricity ) এনেকুৱা ৰহস্যপূৰ্ণ আছিল। ৰেডিও, Television ( দূৰদৃষ্টি ) আদি আজিকালিৰ আৱিষ্কাৰৰ—এই-বিলাক শক্তি মনৰ অতিপ্ৰাকৃত শক্তিবোৰো এনে ৰহস্যপূৰ্ণ। কিন্তু এইটো স্থিৰ জীৱন্ত মানুহৰ মাজত জীৱন্ত মনৰ শক্তি। তাৰপৰা মৃত্যুৰ আত্মাৰ অস্তিত্বৰ বিষয় একো প্ৰমাণ নহয়।

আত্মিক অনুসন্ধান কৰোঁতা সকলৰ ( Medium ) যোগেৰে অনেক সময়ত ectoplasm বুলি এবিধ পদাৰ্থৰ সৃষ্টি হয়। আৰু তাৰ সহায়ত মুখ হাত ভৰি আদি মৃত মানুহৰ আকৃতি একোটা প্ৰতিফলিত হয়। এনে আকৃতিৰ ফটো পৰ্যন্ত লোৱা হৈছে। কিন্তু বিজ্ঞানৰ পৰীক্ষা-গাৰত এতিয়াও নিশ্চিত প্ৰমাণ হোৱা নাই যে মৃত ব্যক্তিৰ আত্মাৰ পৰা কোনো শক্তি আহি জীৱন্ত মানুহৰ গাত প্ৰৱেশ কৰে, বা ectoplasmৰ সৃষ্টি কৰে। এই পদাৰ্থ জীৱন্ত মানুহৰ পৰাই উদ্ভৱ হব পাৰে।

এনেবিলাক কথা ভৱিষ্যতলৈ বিজ্ঞানৰ বলত পদাৰ্থ বিজ্ঞানৰ তথ্যৰ দৰে প্ৰমাণিত হয় নে নহয় কব নোৱাৰি। কিন্তু আশা কৰা যায় যে বৰ্ত্তমান যুদ্ধৰ পাছত (১৯৪৩) এনেবিধৰ সমস্যাই পণ্ডিত লোকসকলৰ সময়, সুবিধা আৰু বুদ্ধিমত্তা আৰু পাণ্ডিত্যৰ একোটা ভাল অংশ গ্ৰহণ কৰিব পাৰিব।

তেতিয়ালৈ পৰলোকত বিশ্বাস কৰা প্ৰতিজন মানুহৰ নিজৰ শিক্ষা, বুদ্ধি, জন্মগত, সংস্কাৰ, বিচাৰ আৰু জীৱনত ভোগ কৰা অৱস্থাবৰ ওপৰত নিৰ্ভৰ কৰিব। যি বিশ্বাস কৰে, ঈশ্বৰত বিশ্বাস কৰা লোকৰ দৰে তেওঁ চিন্তাকুল নোহোৱা কৰি জীৱন নিৰ্বাহ কৰিব পাৰিব। যি নকৰে তেওঁকো যুক্তিৰ দ্বাৰা একো বুজাবলৈ বা শিকাবলৈ নাই।

ঈশ্বৰত বিশ্বাস আৰু পৰলোকত বিশ্বাস প্ৰকৃততে এটা বিষয়ৰে দুটা পিঠি ( aspects )। অবিশ্বাসী সকলে সহজতে কব পাৰে যে আমাৰ দুৰ্বল, শোকাতুৰ আৰু ভয়াৰ্ত মনক প্ৰবোধ দিবৰ কাৰণে বিজ্ঞ শাস্ত্ৰকাৰ সকলে এই সান্ত্বনাৰ বাণী কৈ গৈছে।*

* ৰচনাকাল, চেপ্তেম্বৰ-অক্টোবৰ, ১৯৪৩।

# জীৱনৰ উদ্দেশ্য

এদিন নে এদিন সকলোৰে মনত এই প্ৰশ্নৰ উদয় হয়—জীৱনৰ নো উদ্দেশ্য কি? আৰু সকলোৱে জ্ঞাতসাৰে বা অজ্ঞাতসাৰে এই প্ৰশ্নৰ একোটা সমিধান দিয়ে। যিসকল চিন্তাশীল, তেওঁলোকৰ সমিধান দৰ্শন শাস্ত্ৰৰ ৰহস্য ৰাখ্যাত নিযুক্ত হয়, আৰু যি সকল কৰ্মশীল তেওঁলোকৰ সমিধান কোনো কৰ্মৰূপে প্ৰকাশ পায়।

এই দুই সীমাৰ মাজত অনেক মত থকা মানুহ আৰু ইটোৰ বা সিটোৰ নৈকট্য অনুসাৰে তেওঁলোকৰ সমিধান কেতিয়াবা দৰ্শনৰ আৰু কেতিয়াবা কৰ্মৰ ওচৰ চাপে। কিন্তু চিন্তা আৰু কৰ্ম আচলতে দুবিধ বস্তু নহয়—একোটা মূল সত্যৰ দুটা পিঠি বা দুটা গুণ। কাৰণ, চিন্তা কৰ্মৰ জননী আৰু অপৰপক্ষত কৰ্মই চিন্তাৰ জনক। ধৰকৰা উদাহৰণ এটা লোৱা যাওক। সকলো মানুহে টকা আৰ্জিব বিচাৰে। অৰ্জন কৰ্মটোৰ পূৰ্বে অৰ্থৰ চিন্তা আহে। কত টকা পাব পাৰি, কেনেকৈ পাব পাৰি ইত্যাদি। অৰ্জনৰ লগে লগে নতুন নতুন উপায় ওলাই গৈ থাকে। অৰ্থাৎ কৰ্মৰ পৰা নতুন চিন্তাৰ উদ্ভৱ হয়।

যি বস্তুৰ চিন্তা আৰু কৰ্ম এই দুটা গুণ সেয়ে মানুহৰ আত্মা। সেই দেখি সম্পূৰ্ণ চিন্তাশীল জীৱন বা সম্পূৰ্ণ কৰ্মময় জীৱন আচলতে সম্ভৱ নহয়, তেনে জীৱন সম্পূৰ্ণ জীৱন হব নোৱাৰে।

চিন্তা আৰু কৰ্মৰ উপৰি আত্মাৰ আৰু এটা গুণ আছে—তৃপ্তি। যি বিষয়ে চিন্তা কৰা বা যি কামকে কৰা তাৰ পৰা মনত তৃপ্তিৰ এটা ভাৱ দিয়া হয়। সুখ বা আনন্দ এই তৃপ্তিৰে অপৰ নাম।

তৃপ্তি অৰ্থত ইয়াত অতৃপ্তিকো বুজোৱা হৈছে। মনৰ যি ভাবৰ পৰা আমি সুখ বা আনন্দ পাওঁ তাৰে পৰা দুখ বা কষ্টও পাওঁ। তৃপ্তি অতৃপ্তি সুখ দুঃখ আনন্দ কষ্ট এই দ্বন্দ্বৰাৰ মনৰ অনুভূতিৰ তাৰতম্যতাৰ গুণত সুখ দুখ তৃপ্তি অতৃপ্তি হয়।

মানুহৰ বাহ্যিক কাৰ্য্য-প্ৰণালী আলোচনা কৰিলে বোধ হয় যেন মানুহক নো কি লাগে, এই সম্পৰ্কে কাৰো লগত কাৰো মত নিমিলে। কোনোজন বিষয়ী, কোনোজন সন্ন্যাসী, কোনোবা বিৰাগী, কোনোবা ভোগী, কোনোজন দয়ালু, কোনোজন নিষ্ঠুৰ। কৰ্ম-প্ৰণালীত মানুহ ইমান বিলগ যে তেওঁলোকৰ সকলোৰে মনত জীৱনৰ উদ্দেশ্য সম্পৰ্কে যে এটা মিল আছে এনে কথা অনুমান কৰাই টান।

কিন্তু অলপ গমি চালেই বুজা যায় যে সকলো কাৰ্য্যৰ মূলত এটা আকাংক্ষা থাকে। এই আকাংক্ষা তৃপ্তিৰ কাৰণে—আত্মা তৃপ্তি, পৰম সুখ, পৰম আনন্দ।

জ্ঞানীৰ জ্ঞান সাধন, ধনীৰ ধন-অৰ্জন, দয়ালুৰ দয়া প্ৰদৰ্শন, পাপীৰ পাপ আহৰণ, ধাৰ্মিকৰ ধৰ্মৰ আস্থা, প্ৰেমিকৰ প্ৰেম-নিষ্ঠা, এই সকলোৰে মূলত তৃপ্তিৰ আহ্বান আনন্দৰ অন্বেষণ।

এতেকে মূঠত কব লাগিলে মানৱ আত্মাৰ তিনিটা গুণ আছে—চিন্তা, কৰ্ম আৰু অনুভূতি। মানুহে চিন্তাশক্তি খটুৱাই কৰ্ম কৰে—তৃপ্তি অনুভূতি পাবলৈ, সুখ পাবলৈ, আনন্দ পাবলৈ।

এতেকে জীৱনৰ উদ্দেশ্য হৈছে আনন্দ প্ৰাপ্তি আৰু মানুহৰ কৰ্ম হৈছে আনন্দ-অন্বেষণ।

---

* ৰচনাকাল, জুলাই / আগষ্ট ১৯৪৩ চন।

# আনন্দ

আনন্দৰ স্বৰূপ কি ? আনন্দ কি বস্তু বুজিব পাৰিলেহে তাৰ অন্বেষণ কৰিব পাৰি।

আমাৰ পাঁচ ইন্দ্ৰিয়ই বিশ্বৰ বস্তুৰ পৰা জ্ঞান আহৰণ কৰে। আৰু পাঁচ ইন্দ্ৰিয়ই বাহ্য প্ৰকৃতিৰ লগত সম্পৰ্ক ৰাখি নানাবিধ কাৰ্য্য কৰে। এই দশেন্দ্ৰিয়ৰ প্ৰতিটো ক্ৰিয়াৰ লগত আমাৰ মনত সুখ দুখ, তৃপ্তি বা অতৃপ্তি একোটা ভাব ওপজে। মনৰ এই অৱস্থাৰ নাম অনুভূতি।

এই অনুভূতিৰ পৰা মনটোৱে তৃপ্তি পালে সেয়ে সুখ, সেয়ে আনন্দ।

পাছে, ইন্দ্ৰিয়ৰ ভোগৰ পৰা বা কৰ্মৰ পৰা যি সুখ পোৱা যায়, সি স্থায়ী নহয়। ভোজন কাৰ্য্যত সুখ আছে। কিন্তু সি অলপ সময়ৰ কাৰণেহে। আৰু কেতিয়াবা তাৰ পৰা দুখো উদ্ভৱ হয়। সকলো ইন্দ্ৰিয়গ্ৰাহ্য বিষয় ভোগৰ পৰা হোৱা সুখ তদ্ৰূপ। তেনে সুখ স্থায়ী নহয়, বা অবিমিশ্ৰিত সুখ নহয়।

মানুহৰ আত্মা অল্পত সন্তুষ্ট নহয়। ই স্থায়ী আৰু দুখ বিবৰ্জিত সুখ বিচাৰে। যি সুখ স্থায়ী বা শাশ্বত বা চিৰন্তন, যি সুখৰ লগত দুখ অলপো মিহলি নাই; যি সুখ পালে তাৰ অধিক বা তাৰ বাহিৰে পাবলৈ একো আকাংক্ষা নাথাকে, যি সুখ এবাৰ পালে তাক হেৰুৱাৰ ভয় নাথাকে; যি সুখৰ লাভত প্ৰয়াস নাই, ভোগত অৱসাদ নাই, যাৰ পৰা পোৱা তৃপ্তিৰ সীমা নাই সেয়ে পৰম সুখ, পৰম আনন্দ।

সাধাৰণতে সুখ কথা আখ্যাৰে সকলো প্ৰকাৰ সুখকে বুজায়। যি চৰম সুখ তাক আনন্দ বুলি বিশেষ কৰা হল।

এই প্ৰকাৰ আনন্দ অন্বেষণ মানুহৰ জীৱনৰ কাম্য কৰ্ম।

---

* ৰচনাকাল, জুলাই / আগষ্ট, ১৯৪৩।

# মানৱ জীৱন

মানুহৰ আয়ুসকাল ছকুৰি বছৰ, এইটো এটা কোৱা কথাৰ দৰে। ইংৰাজীত কয় তিনিকুৰি দহ বছৰ। সংস্কৃতত আশীৰ্বাদ দিয়ে শতায়ুৰ্ভৱ। বেলেগ বেলেগ দেশৰ আয়ুসৰ গড় উলিয়াইছে। এইবিলাক বিষয়ত অভিজ্ঞ পণ্ডিতসকলে সিবিলাকৰ গণনা অনুসৰি ভাৰতীয় মানুহৰ গড় আয়ু ২৩ বছৰ। এনেবিলাক কথালৈ তিমান মন নিদি যিবিলাক মানুহে সংসাৰ কৰি, পুত্ৰ পৌত্ৰ জন্মাই ধনমান আৰ্জি জীৱন শেষ কৰে সেইবিলাকৰ আয়ুসকাল সত্তৰ বছৰ মান ধৰিব পাৰি। ইয়াৰ ওপৰৰ বয়সলৈ বাচি থাকিলেও কৰ্মক্ষম হৈ থকা মানুহৰ সংখ্যা তাকৰ।

দিনটোত ২৪ ঘণ্টা। তাৰে সাত আঠ ঘণ্টা মানুহে শোৱে। খোৱা-বোৱা-জিৰণীত আৰু চাৰি-পাঁচ ঘণ্টা যায়। বাকী বাৰ ঘণ্টাৰো চাৰি ঘণ্টামান ব্যায়াম, আহাৰ, সামাজিক কথা, আমোদ উপভোগ আদিত ব্যয় হয়। গতিকে এনেকুৱা নহলে সাধাৰণ মানুহে আঠ ঘণ্টামান

কৰি গড় হিচাবত দৈনিক কাম কৰে। কৰ্মীৰ কথা বেলেগ। ইফালে সত্তৰ বছৰৰ অন্ততঃ প্ৰথম দহবছৰ অলপীয়া লেখাপঢ়া বা আন বিদ্যা শিকাৰ উপৰি মানুহে আন কাম কৰিব নোৱাৰে।

এতেকে মানুহে ধন-মান-যশ-বিদ্যা আৰ্জিবলৈ মুঠ হিচাবত কুৰি বছৰ সময় পায়। কুৰি বছৰত, ৩৬৫×২০=৭৩০০ দিন, ৭৩০০×২৪=১৭৫২০০ ঘণ্টা তাৰ তলৰ সময় বিভাগলৈ নগলেও হব। দেখা যায় দুই লক্ষ ঘণ্টা সময় মানুহে সংসাৰ কৰিবৰ কাল পায়। তাকে চাই সময়ৰ মূল্য বুজিব লাগে। কামৰ একঘণ্টা সময়ৰ মূল্য এক টকা হলেও মানুহটোৱে পতি দুই লক্ষ টকা আৰ্জিব, আৰু ভোগ কৰিব পাৰিব লাগে।

মানুহৰ জীৱনৰ এইটো অতি জড়বাদী ( matereallstic ) দৃষ্টি ( view )। কিন্তু জড়বাদী দৃষ্টিৰ আমাৰ অত্যন্ত আৱশ্যক, এই কাৰণে যেন আমি, অসমীয়া মানুহে আৰু ভেকা তৰুণে ভাবোঁ যে বিধাতাই আমাৰ বৃত্তি বিধান কৰি থৈছে। আমি অনুগ্ৰহ কৰি ভোগ কৰিলেই হব।

এনেকুৱা মনোভাৱ আমাৰ জাতিৰ সকলো প্ৰকাৰ দুৰ্গতি, আৰু দুৰৱস্থাৰ মূল। প্ৰত্যেকটো মানুহে মতা, তিৰোতা নিৰ্বিশেষে ভাৱক যে আমাৰ সময় দুই লক্ষ ঘণ্টা হে। আৰু প্ৰতি ঘণ্টাত আমি কিবা ভাল কাম কৰিব লাগে, যাৰপৰা আমাৰ ধন, বা মান, বা যশস্যা, বা বিদ্যা বা চৰিত্ৰ বৃদ্ধি হব পাৰে।

মানৱ জীৱনৰ আৰু এক দৃষ্টি আছে—জীৱন অনিশ্চিত, ক্ষণিক। এতিয়াই আছে, এতিয়াই নাই। মৃত্যু, বিচ্ছেদ, বিৰহ, শোক লাগিয়েই আছে। এইমাত্ৰ যি প্ৰিয় জনৰপৰা প্ৰীতি, প্ৰণয় পাই আছোঁ, পৰক্ষণতে মৃত্যুৰ দ্বাৰা, বা তাতোকৈ অধিক মনান্তৰৰ পৰা সেই প্ৰিয়জনৰ বিচ্ছেদ হোৱা মুঠেই আচৰিত নহয়। তেনে হলে সংসাৰৰ সুখ ভোগ আনন্দ উৎসৱ এইবোৰ অতি ক্ষণস্থায়ী। তাৰ কাৰণে বেষ্টিত হোৱা বাতুলতা প্ৰায়।

জীৱনৰ এনে দশা সত্য। কিন্তু ভাবিব লাগিব কি? ধৰিলোঁ জীৱন ক্ষণস্থায়ী। আনন্দ উপভোগ নশ্বৰ। তথাপিতো জীৱনটো ক্ষণতে যে থাকে, আৰু আনন্দ উপভোগে অলপ সময়ৰ কাৰণে হলেও মনত প্ৰীতি জন্মায়। সেই ক্ষণটোকে ভোগ কৰি মনত সুখ নাপাবৰ কি হেতু থাকিব পাৰে? এতেকে এই দৃষ্টিটো জীৱনৰ কৰ্তব্য কাম সুচাৰুৰূপে নকৰিবৰ একো যুক্তি নাই। এলেহুৱা অকা মিলা আৰু সোৰোপা মানুহে হে এনে যুক্তিৰে মনক মিছা প্ৰবোধ দি কৰ্তব্যৰ পৰা বিৰত থাকিবলৈ ভাল পায়। বুদ্ধিমান কৰ্মী মানুহৰ ই কথা নহয়, এনে যুক্তি অলপ মনক ভুককোৱা এটা মস্ত ভুৱা মাত্ৰ।

ওপৰৰ এই কথাকে ভেটি কৰি লৈ কিছুমান মানুহে নিৰাশাবাদ ( pessimistic ) সাৰটি ধৰে। সংসাৰত সুখ নাই; দুদিনৰ পাছত সকলো অন্ত হব। দিনে দুখ, ৰোগ, শোকে সংসাৰ আৱৰি আছে। মানুহে মানুহক বিশ্বাস নকৰে। অতি আপোনজনৰো মন পাব নোৱাৰি, ইত্যাদি।

এইবিলাক কথা মিছা নহয়। অপৰ পক্ষত বিশ্বাস, কৃতজ্ঞতা, বদান্যতা ঔদাৰ্য্য—এইবোৰ গুণো সংসাৰৰ পৰা লোপ পোৱা নাই।

নিজৰ তৃপ্তি আৰু সন্তোষৰ কাৰণে সংসাৰৰ ভাল ফালে ( optimistic ) চকু ৰাখি হে যাব যি কাম তাকে ভাল কৰি কৰাই উৎকৃষ্ট পৰামৰ্শ।

---

* ৰচনাকাল ১৬।১১।৪৩

# মানুহৰ মন

চকু মুদা। কাণত আঙুলীৰ সোপা দিয়া। মুখ মেমেলিবা। সকলো ইন্দ্ৰিয়-দ্বাৰ বন্ধ কৰা। একোলৈ মন নিদিবা।

কি দেখিবা বা বুজিবা বা অনুভৱ কৰিবা? সকলো শূন্য এক মহাশূন্য। পৃথিৱী আছে; ঘৰ দুৱাৰ আছে; গাড়ী ঘোঁৰা চলিছে; ৰেল মটৰ কাৰে, এৰোপ্লেনে হোঁ হোঁ কৰি গতি কৰিছে। খাদ্য আছে। বন্ধা-বাঢ়া চলিছে। ফুলে গোন্ধ দি আছে। কিন্তু তোমাৰ কাৰণে সকলো শূন্য; কাৰণ তোমাৰ ইন্দ্ৰিয়ৰ দুৱাৰ বন্ধ।

এতেকে বিশ্ব সংসাৰ, পতি-পত্নী পুত্ৰ-কন্যা, ৰোগ-শোক দুখ-ভোগ—সকলোৰে অস্তিত্ব মনতহে।

বাহিৰলৈ যোৱা। কি দেখিলা? বহুত বস্তু, বহুত মানুহ, বহুত কোঢ়ালি হাই-উৰুমি। চকু মুদাই আনা। ভাবি চোৱা কি দেখিলা? মনত নাই কেৱল ৰঙা কাপোৰ পিন্ধা সন্ন্যাসী এজন, বা ঘৰ্ঘৰ কৰি বিকট শব্দ কৰা গাড়ী এখন, ইবোৰ কলৈ গল। আছিল নে নাই কব নোৱাৰা। ইবিলাকে মনোযোগ আকৰ্ষণ কৰা নাই।

এতেকে যি দেখা যি জানা সি মনৰ ভিতৰত, বাহিৰত সিহঁৰ প্ৰকৃত সত্তা আছে বা নাই কব নোৱাৰা। মনতহে তোমাৰ বিশ্ব সংসাৰ।

অদ্বৈতবাদী বৈদান্তিক সকলে এনে কথাকে কয়। বাহিৰত যি দেখোঁ বা শুনো সিহঁকে ইন্দ্ৰিয়সমূহ আৰু মনৰ দ্বাৰ গ্ৰহণ কৰেঁ। সেই সকলো মায়াৰ প্ৰপঞ্চ। পশ্চিমীয়া দাৰ্শনিক সকলৰ ভিতৰতো কান্ত ( Kant ) আৰু বাৰ্কলি-এ ( Barkley ) প্ৰায় এনে মতকে সমৰ্থন কৰে। প্ৰকৃত সত্তা কি আৰু তাৰ অস্তিত্ব কেনে আমি বুজিব নোৱাৰোঁ। আমি যি জানো সি কেৱল আমাৰ ইন্দ্ৰিয়সমূহে গ্ৰহণ কৰা ধাৰণাবোৰৰ এটা সংঘবদ্ধ ভাৱ। বিষয় যিমানে আত্মাৰ নিকট নহক, তাৰ সম্পৰ্কে আমাৰ যি অস্তিত্ব জ্ঞান সি আমাৰ মনৰ মাজতহে। মনৰ সেই জ্ঞানৰ উপৰি মূল বিষয়ৰ প্ৰকৃত অস্তিত্ব, প্ৰকৃত সত্তা কি, তাক জানিবৰ একো উপায় নাই।

কিন্তু এইদৰে ভাবিব পাৰি। কোনো এটা ফুল আমি ৰঙা দেখিছোঁ; আৰু কোনো এটা দেখো বগা। গতিকে ৰঙা-বগাৰ ভেদৰ যি জ্ঞান আমাৰ মনত হয়, তাৰ কাৰণ মূলত ৰঙা আৰু বগা দুটা বস্তু আছে। এই কথা স্বীকাৰ্য্য। পাছে বৈজ্ঞানিক সকলৰ সূক্ষ্ম বিশ্লেষণত ঠিক হৈছে যে সকলো পদাৰ্থ মাত্ৰই তড়িৎ শক্তিৰ বিভিন্ন প্ৰকাৰৰ বিকাশ মাথোন। আৰু বস্তু সম্পৰ্কে আমাৰ যি জ্ঞান সি মনৰ ধাৰণাবোৰৰ কোনো বিশেষ প্ৰকাৰৰ সমষ্টি। ৰঙা বগা দুবিধ বস্তু স্বীকাৰ কৰিছোঁ, কিন্তু দুয়ো বিধৰ অস্তিত্ব মনৰ মাজতহে। মনৰ ব্যতিৰেকে বাহিৰত যি আছে বা থাকা বুলি পণ্ডিত সকলে কয় সি তড়িৎ শক্তিৰ কম্পন মাথোন। সেই কম্পনৰ পৰা স্ত্ৰী-পুত্ৰ ধন-জন গাড়ী-ঘোঁৰা বিষয়-বৈভৱ মনে সৃষ্টি কৰি লয়। প্ৰকৃততে মোৰ অৰ্দ্ধাঙ্গিনী বা স্ত্ৰীৰ, এনেকি মোৰ এই দেহটোৰ কি সত্তা আছে?

প্ৰকাণ্ড সমস্যা ! ভাবিব নোৱাৰা প্ৰহেলিকা। চিন্তা স্তব্ধ হৈ যায়।

তেনেকৈ অনুভূতি সমূহৰো অস্তিত্ব মনৰ মাজত হে। খোজ কাঢ়ি গৈ আছা। একো মং-কথা নাই। ঘৰলৈ আহিলা। ভৰি ধুবৰ বেলিকা দেখিলা তেজ। তেতিয়াহে ধৰিব পাৰিলা যে জোকে-খাই তোমাৰ ভৰি জুৰুলা কৰিলে। যুদ্ধক্ষেত্ৰত বহুত সৈন্যৰ কথা শুনা যায় যে, সাংঘাতিকৰূপে ঘাইল হৈয়ো তেওঁলোকে বীৰত্বৰ কাৰ্য্য কৰিছে। সুখৰ অনুভূতিও সেই প্ৰকাৰৰ। অনেক অন্যমনস্ক লোক আছে ভাল ভাল বস্তু খাই থাকি অথচ কোনটো সোৱাদ বা কেনে সোৱাদ কব নোৱাৰে। গান শুনা এটা অনুভূতিৰ কথা। ছবি চোৱাও তেনে। কিন্তু যাৰ সংগীত বিদ্যাৰ জ্ঞান নাই, অথবা যি চিত্ৰৰ সৌন্দৰ্য্যৰ বেহ-ৰূপ চাব নাজানে, তেওঁৰ পক্ষে সংগীত বা চিত্ৰ তিমান বিতোপন নহয়। সংগীত বা চিত্ৰই তেওঁৰ অন্তৰত আনন্দৰ অনুভূতি উদ্বুদ্ধ কৰিব নোৱাৰে।

মনৰ এইবিলাক শক্তিৰ পৰা আমাৰ কামত খটুৱাব পৰা কিছুমান শিকণি পাব পাৰি। মনৰ মাজতেই যেতিয়া আমাৰ সকলো জ্ঞান আৰু অনুভূতি থাকে, তেতিয়া মনক সংযত কৰিব পাৰিলে, মনক আমাৰ আয়ত্বাধীন কৰিব পাৰিলে সকলো প্ৰকাৰে আমি আমাৰ জীৱনৰ কৰ্তব্য কৰ্মবিলাক নিজৰ শক্তিৰ অধীন কৰি লব পাৰোঁ। মনৰ ব্যতিৰেকে আমাৰ ভাব বা অনুভূতি হব নোৱাৰে—এই কথা ঠিক। কিন্তু মনৰ বাহিৰে বিশ্ব-ব্ৰহ্মাণ্ডৰ প্ৰকৃত সত্তা আছেনে নাই এই কথা তৰ্কাধীন দৰ্শনৰ সমস্যা। ব্যৱহাৰিক জীৱনত এই কথাৰ তিমান আৱশ্যক নকৰে। আমি এইটো জানিব লাগে যে মানুহৰ মন এটা অদ্ভুত শক্তি বিশিষ্ট বস্তু। সেই শক্তিক আশ্ৰয় কৰি আমি আমাৰ জীৱন ভালৰূপে নিৰ্বাহ কৰিবলৈ চেষ্টা কৰিব লাগে।

মনোবিজ্ঞানবিদসকলে কয় যে মনৰ শক্তিয়ে নানান প্ৰকাৰ কাৰ্য্য কৰে। ই এবিধ বিদ্যুৎ শক্তিৰ দৰে। অথচ এই শক্তি যে কি তাৰ স্বৰূপ কোনোৱে নিৰ্ণয় কৰিব পাৰা পাই। দূৰদৃষ্টি (Telepathy) দিব্য দৃষ্টি (clairvoyace) প্ৰভৃতি নেদেখা হলেও এইবিলাক মনৰ প্ৰকৃত শক্তি। মনে সেই দেখি দেশ আৰু কালৰ বাধা নামানি কাজ কৰিব পাৰে বুলি দেখা যায়। ইয়াৰ পৰা আমি ইয়াকে শিকিব পাৰো যে মনৰ উৎকৰ্ষতা সাধন কৰিবলৈ আমাৰ নাজানা কথা অনেক আছে।

মনক নিজৰ আয়ত্তাধীন কৰিব পাৰিলে তাৰ পৰা আমাৰ শক্তিৰ উৎস মুকলি হব পাৰে। মনৰ মাজত আমাৰ সমস্ত জীৱনৰ অভিজ্ঞতা সঞ্চিত হৈ আছে। আৰু তাৰ উপৰিও এনে শক্তি আছে যাৰ অস্তিত্বৰ কথা আমি অলপ ধাৰণা হে কৰিব পাৰোঁ। মনত দৃঢ় সংকল্প কৰি অধ্যৱসায়েৰে যিহকে সাধনা কৰা যায় তাতেই সিদ্ধিলাভ কৰিব পাৰি। সকলো কৰ্মৰ মূল ইয়াত। একান্ত মনোযোগ, দৃঢ় চিত্ত, আৰু অধ্যৱসায়—ইয়াৰ ফলত কৰিব নোৱাৰা কাম সংসাৰত নাই।

মনৰ আৰু অনেক কথা আছে। আমাৰ কামত লাগিবলৈ এইখিনি অন্ততঃ জানা আৱশ্যক

* ৰচনাকাল, আৰম্ভ ১৩।৩।৪৪, শেষ ৬।৮।৪৪

# সন্তোষ

এই আনন্দ অন্বেষণৰ উপায় কি? বিষয়ৰ ভোগৰ পৰা সুখ পোৱা যায়। পঞ্চ কৰ্ম্মেন্দ্ৰিয় আৰু পঞ্চ জ্ঞানেন্দ্ৰিয়ৰ দ্বাৰা বিষয়ৰ ভোগ কৰা হয়। কিন্তু তাৰ দ্বাৰা পৰম সুখ বা পৰম আনন্দ পাব নোৱাৰি। ভোগৰ পাছত অৱসাদ তাৰ পাছত ক্লান্তি আহে। এতেকে বিষয় ভোগৰ পৰা প্ৰকৃত আনন্দ পোৱা নাযায়।

জ্ঞান-চৰ্চাতো সুখ আছে। সদ্ গ্ৰন্থ পাঠ বা মনোৰঞ্জক যেই সেই প্ৰবন্ধৰ পঠন বা ৰচনা বা আলোচনাৰ পৰা সুখ পোৱা যায়। এনে কৰ্ম্মই মনত তৃপ্তি আনে।

সৌন্দৰ্য্য-চৰ্চা, কলাবিদ্যাৰ অনুশীলনতো সুখ আছে। তাৰ পৰাও মনৰ সুকুমাৰ প্ৰবৃত্তি-বোৰে তৃপ্তি পায়।

দয়া, ধৰ্ম্ম, পৰোপকাৰ, দেশহিতৈষণা প্ৰভৃতি নানা প্ৰকাৰ কৰ্ম্মৰ দ্বাৰা আমি সদাই সুখ আৰ্জিবলৈ চেষ্টিত হওঁ। "অপৰ পক্ষত ঠগ বাজি কৰি, অসৎ উপায়েৰে অৰ্থ আৰ্জি, বা কোনো অভীষ্ট সিদ্ধি কৰিও আমি সুখ পাবলৈ যত্ন কৰোঁ।

কিন্তু কোনোটো কৰ্ম্মৰ পৰা স্থায়ী সুখ, সকলো প্ৰকাৰ অৱসাদ আৰু বিষাদ বৰ্জিত আনন্দ পাব নোৱাৰোঁ।

সুখ বা আনন্দ মনৰ অৱস্থা, বাহিৰৰ বস্তুৱে বা কৰ্ম্মই মনৰ এই অৱস্থা আনিবলৈ বা তাকে ৰাখিবলৈ সহায় কৰে। মনে নিজেহে নিজৰ তৃপ্তি সাধি পৰম আনন্দৰ ভাব স্থায়ী কৰিব পাৰে।

এই কাৰণে মনত সন্তোষ ভাৱ সদাই থাকিব লাগে। বিপদ অসুবিধা যিমানেই নহক মন স্থিৰ ৰাখিব লাগে, মনত ভাৱ আনিব লাগে, যি অৱস্থাত আমি আছোঁ, এয়ে আমাৰ পক্ষে উত্তম।

এনে ভাৱৰ অনুশীলন টান। আৰু ইয়াত এটা বিপদ আছে যে আমি কোনো কাম আমাৰ সমগ্ৰ শক্তি দি কৰিবলৈ আমাৰ আলস্য জন্মিব পাৰে। সেই দেখি কোনো কাম উপস্থিত হলে, বুদ্ধি বিবেচনা যিমান পাৰি খটাই সৎ উপায়েৰে সেই কাম সিদ্ধ কৰিবলৈ নিজৰ শক্তি অনুসৰি যত্ন কৰিব লাগে। তেতিয়াও যদি অভীপ্সিত কথা হৈ নুঠে তাত বিষাদ ভাব নানি মনটোক বশী কৰি লব লাগে। মনক কব লাগে, আমাৰ শক্তি অনুযায়ী যত্ন কৰা হল। তাতো যেতিয়া হৈ নুঠিল, তাৰ কাৰণ দুখ যেজাৰ কৰি সময়ক্ষেপণ কৰা জ্ঞানী মানুহৰ কাম নহয়।

এটা কথা মনত ৰাখিব লাগে যে কোনো মানুহৰেই সকলো প্ৰকাৰ বাঞ্ছা সিদ্ধ হব নোৱাৰে। কিছু ইচ্ছা অপূৰ্ণ থাকিবই। আৰু তুলনা কৰি কলে দেখা যাব যে মানুহৰে লাভা-লাভৰ হিচাবত প্ৰায় মিল। কাৰো কাৰো কোনো কোনো কথা ভাল। আন আন কাৰোবাৰ সেই কথাবিলাক বেয়া; কিন্তু আন কথা ভাল। কোনো ধনী কিন্তু কগীয়া;

কোনো স্বাস্থ্যৱন্ত কিন্তু নিধন, কোনো মানী কিন্তু দুখীয়া, কোনো চহকী কিন্তু নীহ। ধনে জনে মানে সম্ভ্ৰমে বিদ্যাই প্ৰতিষ্ঠাই ৰূপে স্বাস্থ্যই ঘৰে বাহিৰে সুখৰ জীৱন অতি ভাগ্যবানৰহে হয়।

এতেকে সাধাৰণ লোকে যি অৱস্থাতে থাকে তাতে সন্তুষ্ট থাকিব লাগে। যত্ন কৰিব লাগে ভালৰ অৰ্থে। নহলে তাতে অসন্তুষ্ট বা বিষণ্ণ হব নালাগে।

সন্তোষ আনন্দ প্ৰাপ্তিৰ একমাত্ৰ উপায়।*

* ৰচনাকাল—জুলাই-আগষ্ট ১৯৪৩ চন।

---

# কৰ্ত্তব্য পালন

সন্তোষ লাভ কৰিবলৈ কৰ্তব্য পালন এটা প্ৰধান পথ।

কৰ্তব্য পালন দেখাত কঠিন কাম। কিন্তু তাক অভ্যাস কৰিবলৈ আমি সাজু হলে সি উজু হৈ পৰে।

অভ্যাস কৰ্তব্য পালনৰ ডাঙৰ সহায়। অভ্যাসৰ বলত আমি নভবা-নিচিন্তা কৰি বহুতো কাম কৰি যাওঁ। তাৰে পৰা আমাৰ আৰু লগতে আমাৰ পৰিয়ালৰ তথা আত্মীয় স্বজনবো জীৱন যাত্ৰা বহুতো পৰিমাণে সহজ হৈ পৰে। তাৰ ফলত যিবোৰ কামত আমাৰ চিন্তাৰ আৰু বিবেচনাৰ আৱশ্যক, সেইবোৰ কামত আমি বিশেষ মনোযোগ দিবলৈ পাৰগ হওঁ। সজ অভ্যাস গঠন কৰ্তব্য পালনৰ এটা উপায়।

সজ অভ্যাস গঠন কৰিবলৈ যথেষ্ট প্ৰয়াস পাব লাগে। সৰু কালৰে পৰা সজ অভ্যাসৰ চৰ্চা কৰিব লাগে, অভ্যাসৰ প্ৰকৃতি পানীৰ গতিৰ দৰে। বান্ধ বান্ধি থলে পানী নাযায়। সামান্য ৰেখা এটা দাগ দি দিলে, পানী অলপমান যায। যিমানে পানী যায় সিমানে সেই দাগটো বহল আৰু দ হৈ গৈ থাকে। পাছৈল সেই বাটেদি পানী অবাধে গৈ থাকে। টান বা অৰুচিকৰ কামো তদ্ৰূপ। এবাৰ কৰিলে পাছৰ বাৰলৈ সেই কাম কৰা সহজ হয়। শেষত সেই কাম অভ্যস্ত হয়। তাৰ বাবে কোনো চিন্তাৰ বা পৰিশ্ৰমৰ আৱশ্যক নকৰে।

সজ অভ্যাস এইদৰে আৰ্জিব লাগে। বেয়া অভ্যাসতো এই উপমা খাটে। এতেকে বেয়াৰ ফালে প্ৰথম দাগটো কাটিলেই সাৱধান হবা। তেতিয়াই তাক পুৰাই দিবা।

হেলা সজ অভ্যাস গঠনৰ শত্ৰু। এবাৰো হেলা নকৰিবা। ভাল অভ্যাস গঠনলৈ মন কৰি কোনো ছলতে তাৰ ব্যতিক্ৰম হবলৈ নিদিবা। বেজি সোমাবলৈ বাট পালে, সেই বাটেদি ক্ৰমে ক্ৰমে প্ৰকাণ্ড বৃক্ষও সোমাব। এতেকে বেজিৰ বাটতে বিন্ধাত বাধা দিবা।

কৰ্তব্য পালনৰ আৰু এটা উপায় নিষ্ঠা। যি কাম কৰিব লাগে তাক নিষ্ঠাৰে কৰিব লাগিব এনে ভাব লবা। যিমান দুখ নহক শাৰীৰিক বা মানসিক, যিমান বিপদ নহক কৰিব

লগীয়া কাম কৰিছে এৰিবা। ইয়াৰ বাবে মনৰ দৃঢ় বল লাগে। সিও অভ্যাসৰ দ্বাৰা পাব পাৰিবা। অনেক সৰু কথাত আমি কৰ্তব্যৰ পৰা পিছলি পৰোঁ। স্কুলক যাব লাগা সময়ত বৰষুণ হল গতিকে স্কুললৈ নগলোঁ। বজাৰ কৰিব যাব লাগে, আজি নকৰোঁ কালিলৈ কৰিম। চিঠি এখন লিখিব লাগে; মই নিলিখোঁ মোৰ ভাইটোৱে লিখক। এনেবিলাক ক্ষুদ্ৰ ক্ষুদ্ৰ কৰ্তব্যও হেলাৰ উদাহৰণ। এনেবিলাক ক্ষুদ্ৰ হেলাই চৰিত্ৰ গঠনৰ বেৰাত বেজি সোমাবলৈ বাট দিয়ে। তেনে বাট নিদিবা। নিষ্ঠাই মনত বল দিব। কোনো বাধালৈ বাধা বুলি নগণিবলৈ চাবা। অৱশ্য অসংখ্য বাধা পাবা। তেতিয়া তাক বিবেচনা কৰি অসংখ্য বুলি মানি লবা।

কি কৰ্তব্য কি অকৰ্তব্য তাকো জানিব লাগে। তাৰ অৰ্থে উপদেশ বা শিকনিৰ তিমান আৱশ্যক নাই। আমাৰ সকলোৰে এটা সহজ বিবেচনা আছে। ইংৰাজীত Common sense বুলি কয়। আমাৰ সহজ বিবেচনা মতেই প্ৰায় প্ৰত্যেক ক্ষেত্ৰতে কৰ্তব্য আৰু অকৰ্তব্যৰ ভেদ বুজি পাওঁ। কোনো কোনো ক্ষেত্ৰত বিশেষ বিবেচনাৰ আৱশ্যক কৰিব। তেতিয়া বিজ্ঞ বয়োজ্যেষ্ঠ আৰু বিশ্বাসী গুৰুজনক আৰু অন্তৰঙ্গ বন্ধুজনক পৰামৰ্শ কৰিব পাৰি। তেতিয়াও কিন্তু নিজৰ বিবেঁচনাৰ ওপৰত বেছি কৰি নিৰ্ভৰ কৰিব লাগে। মুঠে, সাৱধান হবা যেন নিজে নিজক ফাকি নিদিয়া। অৰ্থাৎ কষ্টকৰ, অসুবিধাজনক হানিকাৰক ইত্যাদি ভাবৰ দ্বাৰা অনুভাৱিত হৈ অকৰ্তব্যক কৰ্তব্য, বা কৰ্তব্যক অকৰ্তব্য বুলি নাভাবা *

* ৰচনাকাল—চেপ্তেম্বৰ/অক্টোবৰ, ১৯৪৩

# আমাৰ সমাজ

মানুহ মাত্ৰেই সঙ্গপ্ৰিয়; সকলো মানুহে দল বান্ধি বাস কৰিবলৈ ভাল পায়। এই ৰকম দলত থাকি মানুহে নানা প্ৰকাৰে তেওঁৰ ওচৰ-চুবুৰীয়াক সহায় কৰে আৰু নিজেও তেওঁলোকৰ পৰা সহায় পায়। এই ৰকম প্ৰত্যেক দলকে মানুহে সমাজ নামে অভিহিত কৰে।

এই সমাজত সকলো শ্ৰেণীৰ মানুহ বাস কৰে। ৰাজা, প্ৰজা, ধনী, দুখীয়া, ৰোগী, নিৰোগী —প্ৰত্যেকে সমাজৰ কোনো না কোনো এক শ্ৰেণী-ভুক্ত। সেই সমাজৰ ধনী, মানী, সদাশয় লোকবিলাক নেতা হয়, সকলোএ উত্তমৰূপে জানে। কোনো মানুহেই সমানে সকলো গুণৰ অধিকাৰী হব নোৱাৰে; নিশ্চয় এবিধ নহয় এবিধৰ নিমিত্তে আনৰ সহায় খুজিব লাগে। পৰমেশ্বৰে এই অভাৱ পূৰণ কৰিবলৈহে যেন মানুহক সঙ্গ-প্ৰিয়তা গুণ প্ৰদান কৰিছে।

মনুষ্য সমাজ এটা ডাঙৰ পৰিয়াল যেন। ইয়াৰ ভিতৰত কুমাৰে খেতিয়কক কলহ দি ধান আনে; আৰু মিস্ত্ৰীএ কাঠৰ বস্তু দি কমাৰৰ পৰা লোৰ অস্ত্ৰ আনে। সকলোৱে সকলোকে সহায় কৰে। নিজৰ উন্নতি কৰিব খুজিলে সমাজৰ উন্নতি নিতান্ত দৰকাৰী। মানুহৰ যেনেকৈ

এখন ভৰি বা হাত ভাঙিলে অথবা চকু কাণা হলে, সেই মানুহক কেতিয়াও সম্পূৰ্ণ সুন্দৰ বা সম্পূৰ্ণ সুস্থ বুলি কব নোৱাৰি ; সেইদৰে আমাৰ সমাজৰো সকলো বিভাগে সম্পূৰ্ণৰূপে গঠিত নহলে সিও সম্পূৰ্ণ নহয়। আৰু, অসুস্থ মানুহৰ বিকল অঙ্গবিলাক যেনেকৈ নিজৰ কষ্টদায়ক মাথোন ; সেইদৰে সমাজৰো অকৰ্মণ্য মানুহবিলাক সমাজৰ ব্যাধি ; সিহঁতে সমাজৰ উন্নতিত বাধা জন্মায়, আৰু আনৰ আৰ্জন নিজৰ উদৰস্থ কৰে। যি দেহত বেছি ব্যাধি তাৰ কোনো সুস্থ অঙ্গ থাকিলেও, তাৰ পৰা কোনো সুখ বা উন্নতি নহয় ; সেইদৰে, যি সমাজৰ অধিকাংশই অশিক্ষিত তাত দুই এজন সুখী উন্নতশীল, বিদ্বান লোক থাকিলেও তাৰ পৰা সমগ্ৰ সমাজৰ বিশেষ একো লাভ নহয়।

আৰু, যশ-লালসা মানুহৰ সাধাৰণ স্বভাৱ ; নিজে বেয়া হলেও মানুহে প্ৰশংসা পাবলৈ বাঞ্ছা কৰে। এনে স্থলত নিজৰ গুণ অনুসৰিও প্ৰশংসা নোপোৱাটো আচলতে বেজাৰৰ কথা। কিন্তু ইও সমাজৰ দোষত ঘটে। সংসাৰ স্বাৰ্থপৰ ; দুৰ্বল দেখিলে সবলে তাৰপৰা স্বাৰ্থ লাভ কৰিবলৈ চেষ্টা কৰে। এতেকে অশিক্ষিত নীচ সমাজত বাস কৰা শঙ্কাৰ কথা।

আকৌ, সমাজৰ উন্নতিত দেশৰ উন্নতি ; আৰু দেশৰ উন্নতি হলে নিজৰ মান বাঢ়ে।

সেই দেখি নিজৰ মানৰ অৰ্থে, নিজৰ যশ-খ্যাতি অক্ষুণ্ণ ৰাখিবলৈ, সমাজৰ উন্নতিৰ অৰ্থে চেষ্টা কৰা আৱশ্যক।

সমাজৰ উন্নতি কৰিবলৈ কি কৰিব লাগে, এই প্ৰশ্নৰ উত্তৰ এক আৰ্থৰ কথাতে কোৱা যায়—সমাজত যি বিলাক অসুবিধা আছে তাক গুচাবলৈ, আৰু যি যি অঙ্গ পূৰ্ণ নহয় সেই বিলাক পূৰাবলৈ যত্ন কৰিব লাগে।

আমাৰ সমাজৰ প্ৰধান অভাৱ শিক্ষা। শিক্ষাৰ অভাৱ বুলি ইয়াকে কোৱা নাই যে আমাৰ সমাজৰ সকলো অশিক্ষিত। যি কেইজন শিক্ষিত লোক আছে তেওঁলোকৰ সংখ্যা হাতৰ আঙুলিতে উঠে। কিন্তু তেওঁলোক সমাজৰ একমাত্ৰ বা প্ৰবল অঙ্গ তো নহয়েই, উৎকৃষ্ট অঙ্গও নহয়। শিক্ষাৰ অভাৱ হেতু কিমান মানুহে অকালত প্ৰাণ হেৰুৱাইছে, কিমানে লৰা-তিৰোতাৰ অকাল মৰণ শোকত সন্তপ্ত হৈ মৰ্মভেদি স্বৰেৰে আকাশ বিদীৰ্ণ কৰিছে, কিমানে নিজৰ মল-মূত্ৰতে পচিব লাগিছে! আৰু কিমানে নানাবিধ কুসংস্কাৰৰ দাস হৈ নিজৰ আৰু আনৰো দোৰ্ঘোৰ অনিষ্ট সাধন কৰিছে! এইবিলাক দেখি-শুনিও আমি নিশ্চেষ্ট হৈ শুই আছো! ঘৰৰ চালত জুই, তলত আমি বিলাস-নিদ্ৰাত বিভোৰ!

আমাৰ দেশতো অৱশ্যে স্কুল-কলেজ ভালেমান আছে। কিন্তু সেইবিলাক কাৰ নিমিত্তে? হাকিম উকীল বৰুৱা ফুকনৰ লৰাৰেহে সেইবোৰ পূৰ্ণ; তাত চহা কৈঁদোমলৰ পুতেকৰ ঠাই ক'ত? তাত তিমান খৰচ কৰাই সাধাৰণ লোকে লৰাক পঢ়াই কেনেকৈ? এই দৰৰ হাজাৰ-বিজাৰ কলেজ স্থাপিত হলেও ভাৰতবৰ্ষত সাধাৰণ শিক্ষাৰ প্ৰচাৰ কেতিয়াও নহয়।

দেশৰ উন্নতি যদি কৰিব খোজা, উদাৰ মত আৰু উদাৰ নীতি অৱলম্বন কৰা ; তোমাৰ গোলামক তোমাৰ লগত তৰ্ক কৰিবলৈ স্বাধীনতা দিয়া, তোমাৰ ওচৰৰ দুখীয়াজনকো তোমাৰ লগতে সমানে আলোচনা কৰিবলৈ দিয়া, ধনী-মানী সকলোৰে লগত মিত্ৰতা স্থাপন কৰা, দেশৰ

নীচ জাতি বুলি যাৰ লগত কথা কবলৈ ঘৃণা কৰা তেওঁলোকক শিক্ষা দিবলৈ যত্নৱান হোৱা। তোমাৰ এই কৰ্ম সৎ ; ইয়াত পৰমপিতা ন্যায়ৱান, ধৰ্মবিচাৰক পৰমেশ্বৰে সহায় কৰিব।

খৰচৰ ভয় নকৰিবা। কৰ্মীৰ হে অভাৱ, টকাৰ নহয়। যিমান সময় বৃথা আমোদ-প্ৰমোদত বা আনৰ কু-কথা চৰ্চি কটোৱা, সেই সময় তোমাৰ ওচৰ-চুবুৰীয়াৰ নিমিত্তে খটোৱা, সমাজৰ উন্নতি হব ; লগতে নিজৰ মন আৰু চৰিত্ৰও উন্নত হব। কিন্তু বাটে-ঘাটে-পথে 'দেশৰ উন্নতি' 'সমাজৰ উন্নতি' 'সাধাৰণৰ শিক্ষা' বুলি ৰিঙিয়াই ফুৰিলে একো লাভ নাই ; বৰং তাতকৈ তুমি আন কামকে কৰা ভাল।

আমাৰ সমাজৰ দ্বিতীয় প্ৰধান অভাৱ স্ত্ৰী-শিক্ষা। পুৰুষৰ শিক্ষাতকৈ ভাৰতত তিৰোতাৰ শিক্ষা অনেক কম ; অসমত তো নায়েই। আমাৰ দেশৰ সাধাৰণ মানুহৰ অৱস্থা ইমান অৱনত যে তেওঁলোকে 'ক'-ৰ ভাঁজটো ছলি-পলিক নাঙলত হে দেখুৱাব লগত পৰে। এনে স্থলত স্ত্ৰী-শিক্ষা যে কি ডাঙৰ সমস্যা সি সহজতে বোধগম্য হয়।

শিক্ষা অৰ্থ আমালোকৰ মানসিক প্ৰবৃত্তি বিলাকৰ সম্পূৰ্ণ বিকাশ। কোনো মানুহেই মানসিক শক্তি-ব্যতিৰেকে কেৱল শাৰীৰিক শক্তিৰ গুণত আজিও খ্যাতি লাভ কৰিব পাৰা নাই। মানসিক প্ৰবৃত্তিবিলাকৰ স্ফুৰণ হলে মানুহৰ বিবেক কৰ্ম-দক্ষতা প্ৰভৃতি সদ্‌ গুণবিলাকৰ বিকাশ হয়। এইবিলাকৰ বিকাশেই মনুষ্যৰ সম্পূৰ্ণতা বা উৎকৃষ্টতাৰ অপৰ নাম।

উৎকৃষ্টতা লাভ কৰিব খুজিলে প্ৰথমতে আমাৰ স্ত্ৰীবিলাকক শিক্ষিতা কৰিবলৈ যত্ন কৰা সৰ্বতোভাৱে বিধেয়। যিদিনা আমাৰ স্ত্ৰীবিলাক শিক্ষিতা হব, যিদিনা তেওঁলোক প্ৰকৃত গৃহ-লক্ষ্মী-আখ্যাৰ উপযুক্ত হব, সেই দিনাৰ পৰা ভাৰতৰ উন্নতি অনিবাৰ্য্য। শিক্ষাৰ অভাৱত পৰিষ্কাৰ কৈ থোৱা আৰু পৰিষ্কাৰ কৈ থাকা কি বস্তু আমাৰ তিৰোতা বিলাকে তাক নাজানে ; যিহকে পায় লৰা-ছোৱালীক তাকে খুৱায়, যতে পায় ততে শুৱায়। এইবিলাক কাৰণত সৰুত সিহঁতৰ স্বাস্থ্য ভগ্ন হৈ মাক-বাপেক আৰু সমাজৰ বোজা মাত্ৰ হৈ উঠে। কিন্তু নিৰীহা মাতৃ নিৰপৰাধিনী ; ইয়াত তেওঁৰ হাত কি ? দোষ প্ৰধানকৈ পিতৃৰ। বাপেকে জানি-শুনিও এই-বিলাক কথা মাকক নিশিকাই সন্তানৰ মাৰাত্মক শত্ৰু হৈ উঠে।

তাৰ বাহিৰেও লৰা-ছোৱালীৰ বুদ্ধি কোমল, তাক যেনি ভাজ লগোৱা যায় তেনি ভাজ লয়। এজন বিখ্যাত মানুহে কৈছে, "লৰা-ছোৱালীক ছ মাহতে এনে বহুত শিক্ষা দিব পাৰি, যিহে সিহঁতক ভবিষ্যত জীৱনত অনেক সহায় কৰিব।" মাকেহে লৰা-ছোৱালীৰ প্ৰকৃত শিক্ষক। কিন্তু আমাৰ দেশৰ মাতৃএ আমাৰ ছলি-পলিক কুসংস্কাৰৰ আধাৰ কৰি তোলে। আমাৰ সমাজৰ বা দেশৰ উন্নতি আমাৰ সন্তানৰ ওপৰতে স্থাপিত। লৰা-ছোৱালী বেয়া হলে দেশৰ বা সমাজৰ উন্নতি আশা কৰা বৃথা।

আধিকৰ কালে, দেশৰ উন্নতিৰ পক্ষে প্ৰধান লাগতিয়াল বস্তু বেপাৰ আৰু কৃষি। কিন্তু আমি বেপাৰ ভাল নাপাওঁ। খেতি কৰিবলৈ নিবিচাৰোঁ। অকল অসমতে নহয়, গোটাই ভাৰতবৰ্ষতে, সমস্ত কাৰবাৰ, কাৰখানা, লাভজনক ব্যৱসায় বিদেশীৰ হাতত। বিদেশী আমাৰ ধনেৰে ধনী হৈছে ; আমি খাব নাপায় সিহঁতৰ পাতৰ চুৱা চেলেকিছোঁ।

আমাৰ সমাজৰ এই অৱস্থা। আমাৰ লৰা ছোৱালীক এনে শোচনীয় অৱস্থাত পেলাই থব নুখুজিলে এই মুহূৰ্ত্তৰপৰা সমাজৰ উন্নতিকাৰ্য্যত হাত দিয়া প্ৰত্যেক লোকৰে কৰ্ত্তব্য।*

* জোনাকী, নতুন খণ্ড, দ্বিতীয় ভাগ, দশম সংখ্যা, আহাৰ, ১৮২৬ শক। প্ৰবন্ধটোৰ ৰচনাকাল ১৯০২ চন। জোনাকীত প্ৰকাশ হোৱাৰ পাচত সামান্য সাল-সলনি কৰি ১২।৮।২২ চনত লেখকে নকল কৰায়। আমি সংশোধিত প্ৰবন্ধটো যুগুত কৰিছোঁ।—সং, শ গো. ৰ.

---

# সমাজৰ কথা

আজি-কালি সমাজৰ সম্পৰ্কে সকলোৱে এক আধাৰ কথা কয়; কাৰণ মৰা সাপক বাটৰ কুকুৰেও এক লাঠি মাৰিব পাৰে। আমাৰ সমাজৰো তেনে দশা।

অৱশ্যে আমাৰ সমাজ মৰা নাই; জী আছে। পদোৰাম শৰ্মাই যোগী থাকা ঘৰতে পানী খালে; এতেকে ধুৰন্ধৰ অধ্যাপক আৰু কুলঙ্কৰ গাওঁ বুঢ়াই লগলাগি তাৰ প্ৰায়শ্চিত্ত কৰালে। ফেঁচাই কোচে জোতা-থাকা ঘৰত ধুতি গাৰে সোমাল। এতেকে নিৰ্ম্মল মণ্ডলে তাক আলগ কৰি থলে। ইফালে ধুৰন্ধৰ অধ্যাপকে মেছ-কছাৰী যজে; কুলঙ্কৰ গাওঁ বুঢ়াই চাউদাঙৰ হাতেও পানী খায়; আৰু নিৰ্ম্মল মণ্ডলে ঢোকে ঢোকে কলা বতলৰ পানী পীয়ে;— মনে মনে, কিন্তু জানাত সকলোৱে জানে। এই আমাৰ সমাজ।

মানুহ স্বাৰ্থৰ দাস। যতে নিজৰ স্বাৰ্থৰ সিদ্ধিৰ বা হানিৰ সম্ভাৱনা থাকে, তাতে সি সাৱধানে চালে। সংসাৰত অৰ্থৰ বল অজয়। আৰু "ভয়ত ভগৱন্তও কঁপে" বুলি প্ৰবাদ আছে। এতেকে স্বাৰ্থপৰ মানুহ ধনী আৰু প্ৰতাপীৰ বশ। আৰু এই দেখি অকল সমাজ নহয়। মানুহৰ অনুষ্ঠান মাত্ৰতে ধনী আৰু বলীৰ প্ৰভাৱ বেছি।

সমাজে ধনী আৰু ক্ষমতাশীল লোকৰ কথাত 'তু'-কে নকৰে; কিন্তু দুখীয়া আৰু নিৰ্বলৰ সামান্য কথাতে উগ্ৰ মূৰ্তি ধাৰণ কৰে। ই ধনী আৰু বলীৰ অত্যাচাৰ শাসন কৰিব নোৱাৰে; কিন্তু সিবিলাকৰ হাতত দুৰ্বলক পীড়া দিয়াৰ নিৰ্ম্মম যন্ত্ৰ হৈ উঠে। মানৱ জাতিয়ে যাক অমৃত ফল প্ৰসৱ কৰক বুলি ৰোপণ কৰিছিল, সি বিষ-বৃক্ষ হৈ উঠাৰ উপক্ৰম হৈছে। ইয়াৰ প্ৰতিকাৰ কি?

মুক্তিৰ দুটি উপায় এটি মৰণ, আনটি তৰণ; এটি সমাজ নামানা, আনটি সমাজ-সংস্কাৰ।

সমাজ নামানিম বুলি ভাবা সহজ, সেইদৰে চলা টান। মানুহ এনে এবিধ জন্তু, যে সমাজ নহলে সি তুৰন্তে ধ্বংস পাব। স্বকীয়া সম্পত্তি প্ৰথা, ব্যক্তিগত স্বাধীনতা প্ৰথা, পৰিবাৰ প্ৰথা প্ৰভৃতি যিবিলাক অনুষ্ঠানৰ কাৰণে মানুহ জাতিএ সুখ আৰু শান্তি পাব পাৰে, সেই আটাইবোৰ সমাজৰ ফল। সমাজ নাথাকিলে, মানুহ জাতি জীয়াই থাকিলেও, তাৰ জীৱন পশুতুল্য হব।

এতেকে সমাজৰ সংস্কাৰ বাঞ্ছনীয়। সংস্কাৰ শব্দৰ অৰ্থ বেয়া গুচাই ভাল কৰা। গতিকে

সমাজৰ সংস্কাৰ নালাগে বুলি কোনোএ নকয়। এই বিষয়ে যি মতভেদ আছে, সি সংস্কাৰৰ সম্বন্ধে নহয়; ভাল-বেয়া বিবেচনাৰ সম্পৰ্কত হে। সমাজৰ যি প্ৰথা এজনৰ মনত বেয়া, আন এজনৰ মনত সেয়ে সমাজৰ ধৰণী।

প্ৰকৃততে ভাল-বেয়া দুটা স্বতন্ত্ৰ বস্তু নহয়। এটা বস্তু আন কোনো বস্তুৰ তুলনাত ভাল বা বেয়া; আৰু একেটা বস্তুৰেই সময়বিশেষে ভাল, সময়বিশেষে বেয়া। উদাহৰণৰ অভাৱ নাই। তপত-চেঁচা, সুখ-দুখ, আন্ধাৰ-পোহৰ, কুৰূপ-সুন্দৰ,—এইবিলাক শব্দ অৰ্থত বিৰোধী যেন দেখালেও, মূলত পৰস্পৰৰ মিল। সমাজৰ ভাল প্ৰথা বেয়া প্ৰথা সম্বন্ধেও তেনে কথা। কোনো এটা প্ৰথা কিবা কিবা উদ্দেশ্যৰ কাৰণে ভাল, আৰু আন কিছুমান উদ্দেশ্যৰ অৰ্থে প্ৰতিকূল।

এই কাৰণে সমাজৰ সংস্কাৰৰ কথা বিচাৰিব লাগিলে, সমাজৰ মূল উদ্দেশ্য কি তাকে বিচাৰ কৰি চাব লাগে। আৰু যিহৰে উদ্দেশ্য বিচাৰা তাৰ প্ৰথম উদ্ভৱ কেনেকৈ হল তাক জানিব লাগে।

সমাজৰ উদ্ভৱ কেনেকৈ হল এই বিষয়ে অসংখ্য মত আছে। এই বোৰৰ প্ৰধান ভাগ দুটা। কিছুমান লোকে কয় যে, মানুহে কোনো অতীত যুগত প্ৰত্যেকৰ সুবিধা হক বুলি লগ পাতি থাকিবলৈ ললে;—আজিকালি যেনেকৈ কোনো কাম কৰিবৰ অৰ্থে কোম্পানী গঠন কৰা যায়। আন লোকে কয়, যে মানৱ সৃষ্টিৰ আদি-যুগৰ পৰা একেলগে জুম বান্ধি আছেই; ই মানুহৰ স্বাভাৱিক ধৰ্ম;—যেনেকৈ আজিকালি আমি বান্দৰ, হাতী, এইবোৰ জন্তুক জুম পাতি থাকা দেখোঁ। কিন্তু দুটা কথাত, দুয়ো দলৰে মিলঃ—(১) সমাজৰ উদ্ভৱ যি দৰেই নহক, এইটো দেখা যায় যে বুৰঞ্জীএ ঢুকি নোপোৱা যুগৰ পৰাই মানুহে সমাজ পাতি আছে। আৰু তাৰ ফলত হে মানুহ জাতিএ এই ৰূপ অৱস্থা পাইছে। আৰু (২) সমাজ থাকাৰ সাৰ্থকতা হৈছে যে ইয়াৰপৰা মানুহে নিজৰ নিজৰ গুণবিলাক বিকাশ কৰিবলৈ সহায় পায়।

এইবোৰ কথা বিবেচনা কৰি আমি ইয়াকে পাওঁ যে—(১) মানুহে সমাজ নোহোৱাকৈ থাকিব নোৱাৰে। (২) সমাজে মানুহৰ উন্নতিৰ পথত বাধা নিদি সহায় কৰিব লাগে। আৰু (৩) সমাজৰ যিবিলাক চলিত নিয়ম, সেইবিলাক বুৰঞ্জীৰ কোনো আৱশ্যকীয় বুলি চলিত হৈছিল।

সেই দেখি আলুয়ে পোগাই সকলো ৰীতি-নীতি উঠাই দিলেও সমাজ নচলে। আৰু সকলো কথাৰে ওলোটাটো কৰিলেও সমাজৰ সংস্কাৰ নহয়; আৰু পুৰণি ৰীতি-নীতিক উপলুঙা কৰি দেখুৱাব খোজা বিজ্ঞতা বা উদাৰতাৰ মূল্য অতি কম।

আজিকালি বাল্য-বিবাহ, বিধবা-বিবাহ, জাতি-ভেদ প্ৰভৃতি সামাজিক প্ৰথাৰ সম্পৰ্কে বহুত আলোচনা হব ধৰিছে। ই শুভ লক্ষণ। কিন্তু এইবিলাক প্ৰথাৰ সম্বন্ধে সকলো ইতিবৃত্ত লাভ-হানি ভালকৈ বিবেচনা কৰি চাইহে কোনো এটা মতত উপস্থিত হোৱা যুগুত। এইবোৰ প্ৰথা আগৰ দিনীয়া, এতেকে বেয়া; এনে ভাবাটো যেনে সংকীৰ্ণতা, এইবোৰ ত্ৰিকালজ্ঞ মুনি-

ঋষিসকলে বিহি গৈছে, গতিকে অপৰিবৰ্তনীয় ; তেনে ভাব কৰাটোও সমানে অদূৰদৰ্শিতা আৰু কুশিক্ষাৰ ফল।

ৰচনাকাল—১৯০৯ চন

# আমাৰ ভৱিষ্যত

বাস্তৱিকে আজি-কালি আমি যেনে দুৰ্দিনত পৰিছোঁ, আমাৰ ভৱিষ্যত যে এনে অৱস্থাত কি হব, সেইটো ভাবিবলগীয়া কথা। কোনোএ কোনোএ মত প্ৰকাশ কৰে আমাৰ ভৱিষ্যত আলোকময়—আগলৈ আমাৰ উন্নতি হব ; আমাৰ দেশৰ বস্তুএ পৃথিবীৰ চাৰি মহাদেশক পোহ-পাল দিব। আন কাৰো কাৰো মত যে আমাৰ ভৱিষ্যত অন্ধকাৰময়—আমালোকৰ সত্যযুগ আগেয়ে শেষ হল, বাকী কেৱল কল্কি-অৱতাৰ।

আমাৰ মনতো পাচৰটিহে লয়। অলপ দকৈ গমি চালেই বুজিব পাৰিম আমাৰ ভৱিষ্যত কেনে বিপজ্জনক। আমি যি দেখিলোঁ সি ভালেই গল ; এতিয়া আহিবলৈ থকাহে বেয়া হোৱাৰ সম্ভৱ। আমাৰ দেশ যে পৃথিবীৰ সভ্য দেশৰ কিমান পাছত তাক ভাবি চালেই মনত কেনে ভয় ভয় লাগে !

পৃথিবীৰ যিমান দেশে উন্নতিৰ উচ্চ সোপানত ভৰি দিছে, সকলোৰে ইতিহাস চালে পাবা, কোনো দেশেই কৃষি, বাণিজ্য, শিল্প আৰু শিক্ষা নোহোৱাকৈ উন্নত হব পৰা নাই। আচলতে এই চাৰিটি হে উন্নতিৰ অঙ্কুৰ।

নিজৰ দেশৰ ভাতে নিজক নুজুৰিলে আনৰ পৰা ধাৰ কৰি আনি পেট পোহা বৰ ডাঙৰ কথা, আৰু এনেকৈ চলিব লাগিলে কেতিয়াবা যে নিজে উন্নত হব পাৰিম এনে আশা কৰাও বৃথা। কোনোএ যদি কব খোজে, ইংলণ্ড ইমান উন্নত দেশ ; তেওঁলোকেও তো আনৰ ভাতেৰে পেট-পোহে ? পেট পোহে সঁচা ; কিন্তু কি কি আন দেশক দি আন দেশৰ পৰা ভাত নিয়ে তাক দেখিছে নে ? আৰু ইংলণ্ড শীতপ্ৰধান দেশ, তাত যে কৃষি ভালকৈ হব সেইটো অসম্ভৱ ; গতিকে তেওঁলোকে যি বেছি লাভজনক তাতে হে হাত দিছে। শিল্প আৰু বাণিজ্যে কৃষিৰ অভাৱ পুৰাইছে। সেই বুলি যে আমাৰ মানুহেও খেতি নকৰিলে চলিব এই কথা নহয়। আমাৰ দেশত কৃষি সহজ, আমি কৃষি কৰিব লাগিব।

তাৰ পাছত বাণিজ্য। 'বাণিজ্যে বসতে লক্ষ্মীঃ'—এইটো সকলোৰে মুখত হে আছে ; তাক জানো কোনোবাই কামত লগায় ? বাণিজ্যৰ বলতে কালিৰ 'ইউনাইটেড্ ষ্টেট্চ্' ইমান ধনী হল, বাণিজ্যৰ বলতে ইংলণ্ড ফ্ৰান্স জাৰ্মানি প্ৰভৃতি দেশবিলাক ইমান উন্নত হল। যাৰ আয় বেছি অথচ খৰচ কম সেয়েই ধনী হব পাৰে ; কিন্তু যাৰ আয় কম খৰচ সৰহ, সি ধনী হ'ব ছাৰি, ধাৰত হে পোত যায়। সেইদৰে যি দেশৰ বেছি বস্তু বিক্ৰয় হয়, অথচ কিনিব লাগে কম

সেয়ে সোনকালে ধনী হব পাৰে ; নহলে আনৰ মুখাপেক্ষী হ'ব লাগে। ধন নহলে একো কাম নিসিজে ; সকলো কৰ্মৰ অনুষ্ঠানত ধনৰ আৱশ্যক। এই নিমিত্তে বাণিজ্য নিশ্চয় দেশৰ উন্নতিৰ এটা প্ৰধান উপায়।

শিল্পৰ ফালে চালে সিও সেই, বা তাতোকৈ অধম। শিল্পৰ অনুগ্ৰহতেহে বাণিজ্যৰ সুবিধাৰ নিমিত্তে ৰেল-জাহাজ, পিন্ধিবলৈ কাপোৰ, লিগিবলৈ কাপ কাকত, আন্ধাৰ ঘৰ পোহৰ কৰিবলৈ সুন্দৰ চাকি পাইছোঁ ; কিন্তু এইবোৰ আমাৰ ইয়াত প্ৰস্তুত হোৱা নাই।

অৱশেষত শিক্ষা। শিক্ষাৰ ফালেও আমাৰ একে দশা। শিক্ষা নহলে জগতৰ কোনো কাম নহয়। শিল্প বাণিজ্য কৃষি—সকলো শিক্ষাৰ ফল মাত্ৰ।

যি চাৰিটাক দেশৰ উন্নতিৰ প্ৰধান কাৰণ বুলি ওপৰত উল্লেখ কৰা গল, এই কেইটাৰ আমি সকলোকে কৰোঁ। অথচ একোকে নকৰোঁ। প্ৰথমতে সকলোএ জানে আমি খেতিয়ক, তথাপি ভাত গালৰ নিমিত্তে আমি আনৰ বগা চৰণত কিয় তেল দিব লাগে, হীৰাৰ খনি নিজৰ থাকাতো আনৰ পৰা তামৰ পাই নহলে নহয় কিয় আমাৰ ? ইয়াৰ উত্তৰ, আমি খেতি কৰোঁ হয়, কিন্তু তাক মনোযোগেৰে সৈতে বা ভাল ৰূপে নকৰোঁ। হাল নাই, কঠিয়া নাই, বিধানৰ ধান নাই বোলোঁতে বছৰ শেস হয়, খেতি কৰিবৰ সময় কত!

তদুপৰি, দেশৰ জনাবুজা মানুহসকলৰ যে খেতিয়ক আৰু খেতিৰ প্ৰতি ঘৃণা, আমাৰ ভাল খেতি নোহোৱাৰ ইও এটা কাৰণ। শুনা যায়, আফ্ৰিকাত মৰিচছ্‌ দ্বীপত ইউৰোপীয় কৃষকসকলে যত্ন কৰি গুটিৰ পৰা কুঁহিয়াৰ কৰিব পাৰিছে। তেওঁলোক কিমান কষ্টৰ হাত সাৰিল! সেইদৰে আৰু নানা প্ৰকাৰ অস্ত্ৰ উলিয়াইও খেতিৰ বহুত উন্নতি কৰিছে। আমাৰ খেতিয়কে তেনে একো কৰিব পাৰা নাই, কাৰণ শিক্ষিত সমাজৰ খেতিৰ প্ৰতি ঘৃণা, নতুন কথা উদ্ভাৱন কৰিব কোনে! তেওঁলোকে চৰকাৰী চাকৰিৰ দহ হাজাৰ বছৰ উমেদাৰী কৰিব, তথাপি খেতিৰ পিনে নাচায়। ছিঃ! এনে নীচ কাম কৰিব পাৰি নে! পথাৰলৈ গৈ বোকাৰ মাজত থাকিব লাগে! তেওঁলোকে সৰুৰে পৰা কোৰ হাতত লোৱা নাই, হালৰ মুঠিত ধৰা নাই, এতিয়া সেইটো কৰে কেনেকৈ! ভোকত প্ৰাণ যায় সিও ভাল, লৰা-তিৰোতা খাবলৈ নেপাই মৰে সিও বৰং সহনীয়, তথাপি পূৰ্বপুৰুষে যি কাম কৰা নাই তাক নকৰে! আচল কথা, খেতিয়কক আদৰ কৰিবলৈ নিশিকিলে আমাৰ উন্নতিৰ আশা কৰা টান।

আমাৰ বাণিজ্যৰ কথা আগেয়ে অলপ উদুকিয়া হৈছে। আমাৰ বাণিজ্য কৰিবলৈ সকলো সুবিধা আৰু সকলো বস্তু আছে, আৰু বাণিজ্যও আছে ; কিন্তু বিদেশীৰ হাতত। ভাৰতৰ ধন-সোণেৰে ইংলণ্ড ধনী হল। অসমৰ চাহৰ পৰা অসম ধনী নহল, ধন পুঞ্জাপুঞ্জি হল বিদেশীৰ হাতত। আমি কিবা বেপাৰ নকৰোঁ নে, কৰোঁ ; কিন্তু খলিহে গুৰিব! চাহৰ বেপাৰ, কাঠৰ বেপাৰ, ধানৰ বেপাৰ—সকলো বিদেশীৰ হাতত। আমাৰ এই অৱস্থা, উন্নতি আমাৰ ক'ৰ পৰা হয় ?

তৃতীয়তে শিল্প—আমাৰ শিল্পৰ কথাত হাঁহিমে নে কান্দিমেই এনে অৱস্থা হয়। কাপোৰ-কানি, কলম, পেন্সিল, দোৱাত-চিয়াহী—দৈনিক যিমান লাগতিয়াল বস্তু আছে সকলো বিলাতী। যদি ইউৰোপীয় বজাবিলাকে এনে নিয়ম কৰে যে কৰো বস্তু কলৈকো যাব নোৱাৰে

তেনেহলে ভাৰতবৰ্ষত সেইদিনাই জুইৰ পোহৰ নোহোৱা হব। আমাৰ ইয়াত সকলো বস্তু আছে। সেইবিলাককে বিলাতৰ মানুহে এটকাত কিনি নি শ টকাৰ মাল কৰি আকৌ ভাৰততে বেচিছেহি। যি দেশৰ বস্তুনি বেছি সি অলপতে ধনী হব পাৰে। কিন্তু শিল্পত বাজে অলপ খৰচতে বেছি টকাৰ মাল কৰিবৰ আন একো উপায় নাই। আমাৰ নিজৰ দেশৰ বস্তু অলপ বেয়া হলেও তাক আমি ব্যৱহাৰ কৰা উচিত। নহলে ভাৰতত শিল্পৰ উন্নতি হোৱা বৰ দূৰৰ কথা। স্বাৰ্থ ত্যাগ নকৰিলে দেশৰ উন্নতি নহয়।

চতুৰ্থতঃ শিক্ষা। শিক্ষা-বিষয়তো আমাৰ গৰ্ব কৰিবৰ একো নাই। প্ৰধানতঃ শিক্ষা তিনি প্ৰকাৰ—শাৰীৰিক, মানসিক, আধ্যাত্মিক। আমাৰ শাৰীৰিক শিক্ষা যিমান বেয়া হব পাৰে সিমান বেয়া। আমি আমাৰ পিতা-মাতাতকৈ নিৰ্বল হৈছোঁ, আমাৰ সন্তানবিলাক আমাতকৈও নিৰ্বল হ'ক; এই অনুক্ৰমে ধৰি নিলে আমাৰ নামেই যে পৃথিবীৰপৰা লুপ্ত হব, ই একো অসম্ভৱ নহয়। আমি কেৱল পঢ়াশুনালৈহে মন কৰোঁ, শাৰীৰিক পৰিশ্ৰমৰ ফালে মন নিদিওঁ, ফলত আমাৰ শৰীৰ ব্যাধিৰ মন্দিৰ। গাওঁ নগৰ সকলো ঠাই ৰোগ-ব্যাধিৰে পৰিপূৰ্ণ। আমাৰ ছলিবিলাকক এই শিক্ষা দিয়া বৰ দৰকাৰ। ডাঙৰ ডাঙৰ মানুহে যে এই বিষয়ত হেলা কৰে সেইটোও বৰ দুখৰ বিষয়। তেওঁলোকে এইবোৰ বিষয়ত আদৰ্শ দেখুৱালে বৰ উপকাৰ দৰ্শিব পাৰে।

মানসিক পৰিশ্ৰমতো আমি বৰ অগ্ৰগামী নহওঁ। শৰীৰ ভালেই মন ভাল। শৰীৰ আৰু মনৰ বৰ ডাঙৰ সমন্ধ। সেই নিমিত্তে আমাৰ শৰীৰ সুস্থ নহলে মনো সবল হব নোৱাৰে। গতিকে সুকলমে শিক্ষাও নহয়। আজিকালি বিদ্যালয়ৰ কিতাপ মুখস্থ কৰাই আমাৰ পঢ়া, পৰীক্ষাত যি প্ৰশ্ন আহে সেয়ে আমাৰ জ্ঞান। পঢ়াশালিবিলাকত ইতিহাস, ভূগোল, বিজ্ঞান, অঙ্কশাস্ত্ৰ পঢ়ি যি ফল পাব লাগে তাক পোৱা নাযায়। ইতিহাসৰ ফল, অতীত ঘটনা দেখি কেনেকৈ বিপদৰ পৰা উদ্ধাৰ হব পাৰি বা কিৰূপে চলিলে বিপদত নপৰাকৈ থাকিব পাৰি, তাক জনা। কিন্তু ছাত্ৰসকলে নাম আৰু শকৰ মালা গলত গাঁথি লয় মাত্ৰ, কামত একো নাই।

সাৰশেষত আধ্যাত্মিক শিক্ষা। এক সময়ত ভাৰতে আধ্যাত্মিক বিষয়ত জগতৰ উচ্চ আসন গ্ৰহণ কৰিছিল। কিন্তু এতিয়া আমি তাৰো নিম্ন খাপত। এতিয়া আমাৰ আগৰ আধ্যাত্মিক শক্তি নাই। আধ্যাত্মিক শক্তিৰ মূল ধৰ্ম্মানুষ্ঠান। যিবিলাক গুণ থাকিলে মানুহ ধৰ্ম্মানুষ্ঠানত ৰত থাকিব পাৰে সেইবিলাক আমাৰ লোপ পাইছে। অতিথি-সেৱা, দান-ধৰ্ম্ম-আদি আগৰ ধৰ্ম্মানুষ্ঠানবিলাকে আমাৰ মনত ঠাই নেপায়। এতিয়া আমি স্বাৰ্থৰ দাস, স্বাৰ্থ আমাৰ উপাস্য-দেৱতা। ধৰ্ম্মত জলাঞ্জলি দি দেৱালয়ৰ অৰ্থ-শোষণ, দেৱতা-ধৰ্ম্মৰ নাম কৰি নিজ পৰিবাৰ পালন কৰি আৰু হিংসাত মগ্ন হৈ আমি সম্পূৰ্ণৰূপে মানুহ নামৰ অযোগ্য হৈছোঁ। আমি আত্ম-সংযম গুণ পাহৰিলোঁ। ভাল বস্তু দেখিলে মন বান্ধিব নোৱাৰোঁ; লাভৰ ঘৰ দেখিলে পাপ কাম কৰিবলৈ কুণ্ঠিত নহওঁ। এতিয়া আমি সম্পূৰ্ণ বিলাসৰ দাস, বিলাসে লাই পাই গৈছে, মন তেনেই ঢিলা হৈছে।

এই দেখি আমাৰ বৰ ছুৰ্দিন। এনে অৱস্থাত, আমাৰ ভৱিষ্যত যে অন্ধকাৰত মগন, আৰু আমাৰ জাতিত্ব যে এদিন লোপ পাব, এনে আশঙ্কা কৰাৰ যথেষ্ট কাৰণ আছে। এই কাৰণে দৃঢ় কৰ্তব্যনিষ্ঠ আৰু দেশপ্ৰেমিক হবলৈ এতিয়াৰ পৰা যত্ন কৰিব লাগে।*

* জোনাকী, নতুন খণ্ড, দ্বিতীয় ভাগ, নৱম সংখ্যা, জেঠ, ১৮২৬ শক। এই প্ৰবন্ধটোৰ ৰচনাকাল—১৯০৩ চন। জোনাকীত প্ৰকাশ হোৱাৰ পাচত লেখকে তাৰ কিছু সংশোধন কৰি ২১।৮।২২ তাৰিখে নকল কৰোৱায়। — সং, শ. গো. ৰ.

# আমাৰ সাহিত্যত অভাৱ

পুহ আৰু মাঘৰ সংখ্যা "উষা"ত সম্পাদকৰ মন্তব্যক দেখি, এই বিষয় আমিও ছুটা কথা কবৰ মন কৰিলোঁ। সম্পাদকে আমাৰ সাহিত্যত যি যি অভাৱৰ কথা লিখিছে, সেইবোৰ সঁচা ; আৰু আমাৰ মতে তাতোকৈ বেছি অভাৱ হে আছে বুলি বোধ হৈছে।[১]

প্ৰথমতে যদি জীৱন চৰিতৰ কথাকে কওঁ—গুণাভিৰাম বৰুৱাই লিখা আনন্দৰাম ঢেকিয়াল ফুকনৰ চৰিত আৰু সূৰ্য্যকুমাৰ ভূঞাৰ আনন্দৰাম বৰুৱাৰ চৰিত—এই ছুখনেহে। বলদেৱ মহন্তৰ লিখিত আখ্যান-মালা, উপেন্দ্ৰনাথ বৰুৱাই ৰচা চৰিত-মালা আৰু পদ্মনাথ গোঁহাই বৰুৱাৰ প্ৰণীত জীৱনী সংগ্ৰহ—এই তিনিখন পুথিত অনেক জীৱনী সংক্ষেপভাৱে লিখা হৈছে। লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰণীত শঙ্কৰদেৱ, আৰু শঙ্কৰদেৱ-মাধৱদেৱ। এই ছুখন পুথিতো এই ছুজনা মহাপুৰুষৰ কথা কিছু বিশদভাৱে লিখা হৈছে। ইয়াৰ উপৰি অকণি অকণি ছুখনমান চৰিত-পুথিও আছে। কিন্তু অসমত অনেক ডাঙৰ লোকৰ জন্ম হৈ গল ; তেওঁলোকৰ সকলোৰে জীৱনী থাকা উচিত নহয় নে ? কালীৰাম শৰ্মা বৰুৱা, পানীন্দ্ৰনাথ গগৈ, লম্বোদৰ বৰা এওঁবিলাকে অসমীয়া সাহিত্যৰ কিমান উপকাৰ কৰি থৈ গল, তাক বৰ্ণাব নোৱাৰি।

এওঁবিলাকত বাজে সংস্কৃত-সাহিত্য-ব্যাকৰণ আদি বিষয়ত পণ্ডিত লোক আছিল, তেওঁলোকৰ কথা শুনিলে গা হৰ্ষিত হৈ উঠে। আগৰ দিনৰ কথা নকওঁ। আজি ৩০ বছৰ মানৰ ভিতৰতে অন্ততঃ চাৰিজন অতি প্ৰসিদ্ধ পণ্ডিত কামৰূপ খণ্ডত আছিল—দাহদিৰ সোনাপতি বিদ্যাবাগীশ, নলবাৰীৰ ললিতচন্দ্ৰ গোস্বামী, আঠঘৰিয়াৰ মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য, আৰু বালাবনগাৱঁৰ লক্ষ্মীকান্ত কবিৰত্ন। এওঁবিলাকৰ প্ৰত্যেকৰে পাণ্ডিত্য আৰু চাৰিত্ৰমহিমা এতিয়াও কামৰূপৰ শিক্ষিত সমাজৰ কথনীয় সামগ্ৰী।

দ্বিতীয়তে যদি বুৰঞ্জীকে ধৰোঁহঁক—ইয়াতো আমি সেই একে কথাকেহে দেখিম। গুণাভিৰাম বৰুৱাৰ আৰু পদ্মনাথ গোঁহাঞি বৰুৱাৰ বুৰঞ্জী ছুখনত বাহিৰে আজি পৰিমিত বুৰঞ্জী

১. 'উষা' (১৯৩১) কাকতৰ 'সম্পাদকৰ শৰাই' শিতানত "আমাৰ সাহিত্যৰ অভাৱ" নামৰ প্ৰবন্ধৰ নাম অনুসৰি একে নামত প্ৰবন্ধটি লিখিত। – সং, শ. গো. ৰ.

নোলাল। ভাষা আৰু সাহিত্যৰ বুৰঞ্জীৰ ভিতৰত দেবেন্দ্ৰনাথ বেজবৰুৱাৰ কিতাপখানত বাদে আৰু একোৱে নাই বুলিব পাৰি।

নাটক আৰু উপন্যাসে হে ভাষাক সৰ্বসাধাৰণৰ সম্পত্তি কৰে। কিন্তু আমাৰ ভাষাত এই দুই বিধৰে সম্পূৰ্ণ অভাৱ। যি কেইখন উপন্যাস আছে, সেইবোৰক কোনো ভাষাৰ কোনো উপন্যাসৰ লগত ৰিজাই চাবই নোৱাৰি। নাটকৰ ভিতৰত চন্দ্ৰধৰ বৰুৱাৰ ভাগ্যপৰীক্ষা আৰু মেঘনাদবধৰ বাহিৰে ভাল নাটক নাই বুলিলে হয়। অতি ডেকা অৱস্থাতে যোৰহাটৰ এজনা† কবিয়ে 'ন-বোৱাৰী' বুলি এখান সৰু নাটক লিখিছিল। সি সুন্দৰ হৈছিল। অকালতে ডেকা কবিৰ মৃত্যু হল।

কাব্যৰ ভিতৰত সীতাহৰণ কাব্যই মাত্ৰ অকল। অৱশ্যে, আৰু কিবা-কিবি দুখনমান কাব্য আছে; কিন্তু সেইবোৰক কাব্যৰ শাৰীত তোলাৰ আৱশ্যক নাই।

অনুবাদৰ ভিতৰত লম্বোদৰ বৰাৰ শকুন্তলা এক অতুলনীয় সম্পত্তি। আৰু এখন অনুবাদ 'ভ্ৰমৰঙ্গ'। আৰু তো একো দেখা নাযায়।

দৰ্শন, বিজ্ঞান, ভ্ৰমণ, সমালোচনা— এইবিলাকৰ হিচাবত শূন্য।

অভাৱৰ কথা নকই, তাৰ কাৰণ আৰু প্ৰতিকাৰৰ উপায় ভাবিব নোৱাৰিনে?

অসমীয়া লোকে বঙালী নাটক-উপন্যাস কিনাৰ দৃষ্টান্তৰ অভাৱ নাই। বহু অসমীয়া লোকৰ ঘৰত বঙালী Sensational (নীচ বৃত্তি উদ্দীপক) উপন্যাস ঠাহ খাই থাকা দেখা যায়। কিন্তু তেওঁবিলাকে অসমীয়া কিতাপ নিকিনে। কাৰণ, অসমীয়া কিতাপৰ ছাপা আখৰ, বাঁধা বেয়া আৰু দাম বৰ বেছি। আৰু দ্বিতীয় কথা, আমাৰ মানুহ কম; ডাঙৰ সকলে উপহাৰ স্বৰূপে নাপালে পুথি নপঢ়ে; তলৰ সকলে ডাঙৰৰ উপহাৰৰ পুথি খুজি নি পঢ়ে।

পঢ়োঁতাৰ দৰে লিখোঁতাৰ গাতো দোষ। অসমীয়া বুলি কোনোএ তৃতীয় শ্ৰেণীৰ কিতাপ কিনি পইছা ভগন কৰিব নোখোজে। আৰু বেছি ভাগ কিতাপ আমাৰ, এই তৃতীয় শ্ৰেণীৰ ভিতৰত।

ইয়াৰ এটা কাৰণ, সমালোচনাৰ অভাৱ। যাৰ যিহকে পাওঁ, তাৰে এখন উপহাৰৰ সলনি, চাৰ্টিফিকট দিওঁ—অমুকৰ পুথি বঢ়িয়া হৈছে। অন্তৰে অন্তৰে ভাৱ, অসমীয়াই নো ইয়াত কৰি কি ভাল লেখিব!

কিয়! অসমীয়া অলপ সংখ্যক লোক; তেওঁলোকে অলপীয়া কৰি নো পৃথিবীৰ সাহিত্যত জিলিকি থাকা গ্ৰন্থ নিলিখিব কিয়! নে, দেউ হে আমি অসমীয়া, আমাৰ নো কিমানটো পিট—এই মহাদৈন্যৰ ফেৰ্কুৰণি শুনায়ে অসমীয়া লোকে জাতিটোক ডাঙৰ কৰিব খোজে।*

† নাম পদ্মনাথ শৰ্মা (১৮৮৭-১৯০৬)।— সং, শ. গো. ৰ.

* এই প্ৰবন্ধটো প্ৰথম বছৰ (১৯০৭) উষাৰ চতৰ সংখ্যাত প্ৰকাশ হৈছিল। সেই প্ৰবন্ধটো লেখকে ৫।১২।২২ তাৰিখে নতুনকৈ লিখে। এই সংশোধিত প্ৰবন্ধটিকে সঙ্কলনৰ অন্তৰ্ভুক্ত কৰা হৈছে।—সং, শ গো. ৰ.

# শিশু-শিক্ষা আৰু অসমীয়া সাহিত্য

জাতীয় জীৱন-গঠনত সন্তান প্ৰতিপালন আৰু শিশু-শিক্ষা কিমান আৱশ্যকীয় বিষয়, তাক বঢ়াই কব নোৱাৰি। আজি যি শিশু, কালি সেয়ে দেশৰ অধিনায়ক আৰু কাৰ্য্য-কাৰক। অতীত আমাৰ হাতৰ বাহিৰত, বৰ্ত্তমানৰ ওপৰতো হাত চলোৱাৰ ক্ষমতা আমাৰ নাই; কেৱল মাত্ৰ ভবিষ্যতকেহে টাপিটিপি গঢ়ি মনৰ মাফিক কৰি তুলিবলৈ যত্ন কৰিব পাৰোঁ।

সেই দেখি জাতীয় উন্নতি সাধন কৰিব খুজিলে মাকৰ পিয়াহ খোৱা লৰা-ছোৱালীক কাতি কৰি থৈ কেৱল হাতত লাখুটি লোৱা বুঢ়াৰ পকা মূৰৰ উপদেশ ললে, বা দন্তালি মাৰি ফুৰা ডেকাৰ হাতত ধৰি চাৰিওফালে ঘূৰি ফুৰিলে ই নহব। আমি কেঁচুৱাক আমাৰ আদৰ্শৰ-দৰে গঢ়িবলৈ চেষ্টা কৰিব লাগিব; কোলাৰপৰা সিঁহতক শিকাব লাগিব, ভবিষ্যতে আমাৰপৰা আৰু সিঁহতৰপৰা কি আশা কৰে, কি উদ্দেশ্য লৈ আমি কাম কৰোঁ, আৰু তাৰ ঈপ্সিত সাৰ্থকতা কি।

সাহিত্য জাতিৰ জীৱন-গঠনৰ এটা প্ৰধান সম্বল। এই হিচাবত শিশু-শিক্ষাৰ নিমিত্তে অসমীয়া সাহিত্যই কি কৰিব পাৰিছে? এই কথাৰ উত্তৰ সহজ—আমাৰ সাহিত্যই আজি পৰ্য্যন্ত অসমীয়াৰ চৰিত্ৰ-গঠনত যথেষ্ট সহায় কৰিব পাৰা নাই। দেশবৎসল অসমীয়াৰ পক্ষে কথাটি কঠোৱা যেন বোধ হব; কিন্তু সত্যই কাৰ্কশ্য বা মাধুৰ্য্যাৰ অপেক্ষা নাৰাখে।

কোৱা বাহুল্য, যে শিক্ষাই আখৰ চিনা আৰু নেওতা মাতাকে নুবুজায়। শিক্ষাৰ প্ৰধান উদ্দেশ্য, অদূৰ জীৱন যুদ্ধলৈ সকলোকে সাজু কৰা। যি শিক্ষাই চৰিত্ৰ গঠনত সহায় নকৰে, যি শিক্ষাই জীৱনত সৎ আৰু সত্য পথত চালিত কৰিবলৈ অলপো বল নিদিয়ে, তাক শিক্ষা নুবুলি ভিক্ষাৰ সাজ বুলিলেহে বেছি ৰজিব। এই দৰৰ শিক্ষাৰ কাৰণে আমাৰ সাহিত্যই কি কৰিছে?

দুখৰ কথা যে এই প্ৰশ্নৰ উত্তৰ অসমীয়াৰ পক্ষে অলপো শ্লাঘাজনক নহয়। প্ৰাচীন অসমীয়া সাহিত্যৰ ভিতৰত সকলো ঠাইতে আৰু সকলো সময়তে পঢ়া পুথি (ইংৰাজী শব্দ এটা ব্যৱহাৰ কৰিলে যাক Classic বুলিব পাৰি) কেবল দুখন—কীৰ্ত্তন আৰু দশম। ৰামায়ণ মহাভাৰত নহয়, কাৰণ এই দুই গ্ৰন্থ অসমীয়াত দুষ্প্ৰাপ্য। কিন্তু কীৰ্ত্তন-দশম প্ৰায় প্ৰত্যেক মানুহৰ ঘৰে ঘৰে আছিল আৰু এতিয়াও আছে, আৰু সামাজিক অনুষ্ঠান বা ধৰ্মকাৰ্য্যৰ পাছত। কি ভাটিপৰত ৰাজহুৱা নামঘৰত, বহাত, কি জাৰকালি ৰাতি জুহালৰ গুৰিত—সকলো ঠাইতে, পুথি পঢ়িব লাগিলে, কীৰ্ত্তন দশমকেহে আগ বঢ়োৱা হৈছিল। ভাগৱতৰ আন আন স্কন্ধ গীতা, ৰত্নাৱলী প্ৰভৃতি আন বহুত পুথিৰ অনুবাদ আছিল সঁচা। কিন্তু সেইবোৰ দুষ্প্ৰাপ্য আৰু অনেক দুৰ্বোধ্যও আছিল।

ভক্তি-সাধন পক্ষত কীৰ্ত্তন-দশম যিমানে উপযোগী নহক, আৰু শিক্ষিতলোকৰ পক্ষে যিমানে কাব্যআস্বাদনত সহায় নকৰক, সৰু লৰা-ছোৱালীৰ চৰিত্ৰ গঠন বিষয়ত যে ইয়াৰ সাহায্য অতি কম তাক নুই কৰিব নোৱাৰি। হৰমোহন আৰু ৰাসলীলা শুনি বা পঢ়ি মহত্বৰ

উদ্ৰেক নহয়। কীৰ্ত্তন বা দশমক আমি নিন্দা কৰা নাই; কিন্তু দোৰ্ঘোৰ কলি কালত শিশুমাত্ৰই প্ৰহ্লাদ হৈ নোপজে; আৰু কলিৰ ভাগ্য ইমান সুগম নহয় যে গৰ্ভবাসতে গুৰুৰ মুখৰ উপদেশ শুনি ভক্তি তত্বত পাৰ্গত হৈ শিশুসকল এই কালত জন্মগ্ৰহণ কৰে।

নতুন অসমীয়া সাহিত্যৰ কথা যিমান কম কৰি কোৱা যায় সিমানে সকলোৰে পক্ষে সুবিধা। যত বক্তব্য নাথাকে তত মৌন হে শোভন।

ৰামায়ণ আৰু মহাভাৰতৰ অপূৰ্ব চৰিত্ৰ-নিচয়ৰ প্ৰভাৱ ভাৰতবাসী মাত্ৰৰে জীৱনত অলপ-না-অলপ পৰিমাণে প্ৰতিফলিত হৈ আহিছে। অসমীয়ায়ো এই দুই মহাগ্ৰন্থৰ অমৃত-ৰসৰ পৰা বঞ্চিত হোৱা নাই। কিন্তু এই বিষয়ত গৌৰৱ অসমীয়া সাহিত্যৰ নহয়; বঙালী সাহিত্যৰ আৰু অসমীয়া মানুহৰ।

আজিকালি আমাৰ লৰা-ছোৱালীএ কাশীদাসী মহাভাৰত আৰু কৃত্তিবাসী ৰামায়ণৰ বিবিধ সংস্কৰণৰ কোনোটো পঢ়ে। আগৰ দিনত মৰত চুলিৰ ভাৰ আৰু গাত উত্তৰীয়ৰ ফেৰ লৈ, কপালত দীঘল ফোটা পিন্ধি ফুৰা, বামুণ-পণ্ডিতৰ অনুগ্ৰহত এই দুই মহা গ্ৰন্থৰ কাহিনীবিলাক ঘৰে ঘৰে জনাজাত হৈছিল। তেওঁলোকে সাধুকথাৰ ছলেৰে, উপদেশৰ ছলেৰে, আৰু এনেকি নিজৰ বিদ্যাৰ অভিমান আৰু গৌৰৱ দেখুৱাবলৈ গৈও, ৰামায়ণ-মহাভাৰতৰ কথা সকলোৰে মনত জাগ্ৰত কৰি ৰাখিছিল। দিনৰ দিনটো সাংসাৰিক নানা কৰ্মত ব্যাপৃত লোকসকলে গধূলি জাৰকালি জুইৰ গোৰত বহি, জহৰ দিনত চোতালত জহ গাই গাই, লৰা-ছোৱালীক কাষত লৈ, ৰামায়ণ-মহাভাৰতৰ কাহিনীবিলাক কীৰ্তনানুকীৰ্তন কৰিছিল; আৰু ৰামৰ মানৱিকতা, লক্ষ্মণৰ কঠোৰ ভ্ৰাতৃভক্তি, সীতাৰ পাতিব্ৰাত্য, কৈকেয়ীৰ কৌটিল্যৰ চিত্ৰ চাই চাই মুগ্ধ হৈছিল। ভীষ্মৰ মহত্ত্ব, যুধিষ্ঠিৰৰ সত্যনিষ্ঠতা, দুৰ্যোধনৰ আত্মাভিমান, ভীমৰ বলদৰ্প, দ্ৰৌপদীৰ গৰিমা, অৰ্জুনৰ বীৰত্ব, আৰু কৃষ্ণৰ মন্ত্ৰণৰ গৌৰৱ সুমৰণ কৰি মানুহৰ মন অপূৰ্ব ৰসত সিক্ত হৈ উঠিছিল।

ৰামায়ণ-মহাভাৰতৰ কথাৱলীৰ বাহিৰেও সাধুকথা ছলিৰ পক্ষে অক্ষয় আনন্দৰ এটা অনন্ত ভাণ্ড আছিল। ৰাজাৰ সাত মাদৈৰ কথা, সৰু ৰাণীৰ চুৰা পাতনিৰ বাহা, ৰাজাৰ কোঁৱৰৰ অসম্ভৱ দেশত অসম্ভৱ ভ্ৰমণৰ কথা শুনি শুনি ছলি-পলিএ কল্পনা-ৰথত আৰোহণ কৰি ৰাক্ষসৰ দেশত অকলে বুঢ়ী ৰাক্ষসিনীৰ লোহাৰ কৰাই ভাজা খাই ফুৰিছিল, আৰু কোনোবা অজানা পানীৰ তলত কোনোবা অজানা ৰাজ-কুমাৰীৰ অজানা মুখ চাই চাই আনন্দ ৰসত ডুব দি দি নিজ ইচ্ছামতে বিচৰণ কৰি ফুৰিছিল। এই দৰেই আমাৰ ছলিৰ কল্পনাৰ উৎকৰ্ষ সাধন হৈছিল, আৰু চৰিত্ৰৰো গঠন হৈছিল।

'হৈছিল' আমি লিখিলোঁ; বোধ কৰোঁ এতিয়াও সেই শব্দটি লিখিবৰ হোৱা নাই। এতিয়াও ৰামায়ণ-মহাভাৰত-সাধুকথা শুনা প্ৰথা গুচা নাই। কিন্তু দিনৰ গতি যেনে হৈ আহিছে, অলপতে যে এনেবোৰ কথা কওঁতাৰ অভাৱতেই হক বা কথা-জানোতাৰ অৱসৰৰ অভাৱতেই হক, সাধু কথা কোৱা আৰু শুনা লোপ পাব, তাত সংশয় নাই। এতিয়াই যথেষ্ট কমি আহিছে।

ইংৰাজী শিকা আজিকালিৰ বায়ু। অলপ ইংৰাজী শিকিব লাগিলেই ছলি ঘৰৰপৰা

আঁতৰত থাকিব লাগে। চহৰত থাকা সন্তানৰ যি মাক-বাপেক, তেওঁলোকৰ হয় সময়-সুযোগ বা জ্ঞানৰ অভাৱ; জীৱিকা অৰ্জন এতিয়া এনে কঠোৰ সমস্যা যে তাৰ কাৰণে চিন্তা কৰোঁতেই প্ৰবসুৱা মানুহৰ আজৰি নাই; ছলি-পলিক লগত লই সাধু কথা কোৱাৰ সময় কত! আৰু আমাৰ পাঠ্য পুথি বিলাককো ইমান বিতোপন কৰি বনোৱা হৈছে, যে তাত ইউৰোপৰ লোকৰ উদাহৰণ আচাৰ-ব্যৱহাৰ ভাবে ভাবে পোৱা যায়, আমাৰ নিজ দেশৰ সকলো কথা, হয় ধৰ্ম আপত্তিত নহয় খৃষ্টানিয়া নীতি আপত্তিত, অস্পৃশ্য। এনে অৱস্থাত এই সুন্দৰ কথাবোৰ আৰু এই সুন্দৰ প্ৰথা লোপ পাবলৈ হোৱা নাই নে?

আধুনিক ধৰণৰ লিখা পঢ়াৰ প্ৰচলন বেছি হোৱাৰ লগে লগে পূৰ্বৰ অনেক সাধুকথা যোজনা আৰ্যা এইদৰে লোপ পাব ধৰিছে। এইবোৰ সম্পূৰ্ণ উপেক্ষাৰ সামগ্ৰী নহয়। আন নহলেও, দেশৰ প্ৰাচীন বস্তু বুলিও সেইবোৰ ৰক্ষা কৰিবলৈ চেষ্টাৰ আৱশ্যক। দেশৰ প্ৰাচীনত্বৰ অন্ধকাৰ চুকতো দেশৰ আচাৰ-নীতি শিক্ষা দীক্ষাৰ ইতিহাস লুকাই থাকে।

এইবিলাক লোপ পাবলগীয়া প্ৰথা ৰক্ষাৰ কাৰণে যত্ন কৰা কৰ্তব্য সাহিত্যৰ। শিক্ষিত লোকৰ লগৰীয়া সাহিত্য। ল’ৰা-ছোৱালীক শিক্ষিত কৰিব খুজিলে সিহঁতৰ উপযোগী সাহিত্য যাতে সোনকালে ওলায় তাৰ অৰ্থে যত্নৰ আৱশ্যক।

আখৰ চিনা ছলিক পঢ়িবলৈ দিবলৈ আমাৰ কিতাপ নাই। হয় তাহাঁতক বঙালী কিতাপ দিব লাগিব, নাই তাহাঁতক পঢ়াৰ আনন্দ আৰু উপকাৰৰ পৰা বঞ্চিত কৰি ৰাখিব লাগিব। বঙালী কিতাপ পঢ়াবলৈ আন একো আপত্তি নাথাকিলেও, তাৰ ভাষা আমাৰ ছলি-পলিয়ে বুজি নাপায়; ইয়াৰ উপায় কি?

এইটো যে কিমান ডাঙৰ অভাৱ তাক কথাৰে প্ৰকাশ কৰিব নোৱাৰি; আৰু ইয়াৰ পৰা যে আমাৰ কিমান ক্ষতি হৈছে তাৰো পৰিমাণ নিৰ্ণয় কৰিব নোৱাৰি। যি ভুক্তভোগী তেওঁ বুজিব।

এই অৰ্থে প্ৰথমতে আমাক ৰামায়ণ আৰু মহাভাৰতৰ দুটা সচিত্ৰ সৰল সংস্কৰণ আৱশ্যক। এই কথা কোৱাৰ আৱশ্যক নাই যে এই দুই মহাকাব্য ভাৰতীয় জাতীয়তাৰ প্ৰাণ; আৰু ইয়াৰ চৰিত্ৰাৱলীৰ প্ৰভাৱ আমাৰ জীৱনত যুগ-যুগান্তৰ ধৰি প্ৰতিফলিত হৈ আহিছে।

দ্বিতীয়তে, মনোৰঞ্জক কৰি ছপোৱা আমাৰ সাধু-কথাবোৰৰ কিছুমান সংগ্ৰহ লাগে। এনে সংগ্ৰহ কৰাও নিচেই উজু কাম নহয়; বিশেষ শিশুৰ উপযোগী ভাষা আৰু বানানৰ ব্যৱহাৰ কৰিবলৈ বিশেষ কৃতী লোকৰ আৱশ্যক।

তৃতীয়তে, এনে কিছুমান সৰু সৰু ধুনীয়া কিতাপ আমাক লাগে যত গল্প, চিত্ৰ আৰু কথাৰ যোগে নানান আৱশ্যকীয় জ্ঞান কোমল বয়সতে আমাৰ সন্তানসকলে আয়ত্ত কৰি লব পাৰে।

চতুৰ্থতে, শিশুৰ উপযোগী সচিত্ৰ আৰু সুন্দৰৰূপে ছপোৱা অন্ততঃ এখন মাহিলী কাকতো অসমীয়া সাহিত্যৰ প্ৰধান অভাৱ।

সময়ত—আৰু সেই সময় যেন সোনকালে হয়—এইবিলাক অভাৱ আমাৰ গুচিবলৈ আশা কৰোঁহঁক।

---

* ৰচনাকাল—১৯০৫ চন। 'উষা'ত ১৯০৮ চনত প্ৰকাশিত হয়

# খেলা আৰু শিক্ষা

কিছুদিন পূৰ্বে খেলা আৰু শিক্ষা পৰস্পৰ বিৰোধী বুলি আমাৰ সকলোৰে মনত দৃঢ় ধাৰণা আছিল। এতিয়াও এই ধাৰণা অনেকৰ মনৰপৰা যোৱা নাই।

যি লৰাক পঢ়িব দিয়া হল সি যদি কেতিয়াবাহে অকস্মাতে অভিভাৱকৰ ৰঙা চকুৰপৰা আঁতৰি মুকলিমূৰীয়া খেলাৰ সোৱাদ লব পায়। গাৱঁত এই ব্যৱস্থা এতিয়াও আছে। নগৰত ইয়াৰ কিছু পৰিবৰ্ত্তন লক্ষ্য কৰিব পাৰি। তথাপিতো খেলাত ধৰা। ক্ৰিকেট ফুটবল খেলা, লৰাৰ প্ৰতি এটা অবিশ্বাসৰ ভাৱ আমাৰ এতিয়াও নাই যোৱা কি জানি। শিক্ষাৰ প্ৰাচীন আদৰ্শৰ প্ৰভাৱ হে এতিয়াও আমাৰ মনৰ পৰা দূৰ হোৱা নাই, এই অবিশ্বাস তাৰ চিন।

প্ৰাচীন দিনত শিক্ষাৰ উদ্দেশ্য আছিল মানসিক উৎকৰ্ষ; জীৱনৰ আকাঙ্ক্ষা আছিল মানসিক উন্নতি। নিৰামিশাষী একান্নভোজী সন্ন্যাসীৰ, বা তাতোকৈ উত্তম ফলাহাৰী বা অনশন-ব্ৰত ধাৰী ত্যাগীৰ, সন্মান বাহুবলী ৰাজা বা বিক্ৰমশালী বীৰতকৈ বেছি আছিল। দেহাত হাৰ আৰু ছাল, মুখত টানি উলিৱা মাত, আৰু গাৰ আবৰণ উত্তৰীয় এডোখৰ, এই পণ্ডিতে মহাযোদ্ধা ক্ষত্ৰিয় বা মহা অৰ্থশালী বৈশ্যতকৈ বেছি সন্মান পাইছিল।

প্ৰাচীন বোলোঁতে অতি প্ৰাচীন বুলিব নোৱাৰি। ৰামায়ণ-মহাভাৰতৰ যুগত, আৰু বৈদিক যুগতো, বীৰ আৰু বীৰত্বৰ সন্মান যথেষ্ট আছিল। সম্ভৱতঃ বৌদ্ধযুগৰ পাছৰ পৰাহে দেহা এৰি আত্মাৰ বেহা কৰিবলৈ আমাৰ পিতৃ-পুৰুষসকলৰ বেছি ধাউতি হৈছিল।

এই আদৰ্শৰ কথা আমি এতিয়াও পাহৰিব পাৰা নাই; আৰু সেই আদৰ্শই আজিও আমাক অলক্ষিতে খেলাক ঘিণ কৰিব, শাৰীৰিক উন্নতিক হেয় ভাবিব, আৰু পৰিমিত বিলাসকো ত্যাগ কৰিব, শিক্ষা দিছে।

হাৰ্বাৰ্ট স্পেন্সাৰে তেওঁৰ শিক্ষা-বিষয়ক গ্ৰন্থৰ আৰম্ভণতে কৈছে বোলে, 'মানুহ মানুহ হোৱাৰ আগেয়ে পূৰ্ণতাপ্ৰাপ্ত জন্তু হব লাগে।' কথাটো অলপ বহলাই বুজিব লাগিলে এই: মানুহ বুদ্ধি থাকা জন্তু, অৰ্থাৎ মানুহে আন আন জন্তুতকৈ বেছি কৰি যুক্তি-তৰ্ক খটাই, কথাৰ আতি গুৰি ভাবি-চিন্তি চাই, কোনো কাম কৰোঁ বুলি কৰিব পাৰে, নকৰো বুলি নকৰিব পাৰে। স্পেন্সাৰ চাহাবৰ মতে, (আৰু অনেক চিন্তাশীল লোকৰো এই মতৰ লগত বিবাদ নাই), মানুহে মানসিক উন্নতি লৈ চেষ্টা কৰাৰ পুৰ্বে দেহা-ডোখৰৰ যথোচিত যত্ন লব লাগে।

"সুস্থ শৰীৰ, সবল মন"—এই নীতিবচনটোৰ গভীৰ অৰ্থ আছে। শৰীৰ ভাল থকাৰ সময়ত মনৰ সতেজ অৱস্থা আমি সকলোএ নিশ্চয় অনুভৱ কৰিছোঁ। অপৰ পক্ষত শৰীৰ ৰুগ্ন হলে মনো দুৰ্বল হয়। সেইদৰে মনৰ প্ৰফুল্লতাই ৰুগ্ন শৰীৰতো স্ফূৰ্তিৰ সঞ্চাৰ কৰে; আৰু শোক-দুখ আদি মনৰ কাতৰতাই শৰীৰকো কিছু পৰিমাণে কাতৰ কৰি তোলে। এক প্ৰকাৰে শৰীৰ আৰু মনৰ এনে ঘনিষ্ঠ সম্বন্ধ আমি আমাৰ দৈনন্দিন জীৱনত সদাই লক্ষ্য কৰিব পাৰোঁ। প্ৰসিদ্ধ মনোবিজ্ঞানবিদ্ পণ্ডিত সকলৰো এই মত যে, মানসিক নিস্তেজতাৰ গুৰি, অনেক থলতে, শৰীৰৰ কোনো অঙ্গ-প্ৰত্যঙ্গৰ গঠনত পোৱা যাব পাৰে, অথবা দুৰ্বল স্বাস্থ্যতো হব পাৰে।

আৰু এক প্ৰকাৰে ভাবি চালেও এই কথাৰ প্ৰতীতি হয়। আমি আমাৰ সীমাবদ্ধ বুদ্ধিৰ যোগত জানিব নোৱাৰোঁ সৃষ্টিৰ বা কি উদ্দেশ্য, মানৱ-জীৱনৰে বা সাৰ্থকতা কি! কিন্তু যি বিশ্ব ব্ৰহ্মাণ্ডত এনে এডাল তৃণ নাই যি নিৰুদ্দেশ্য, বা এনে এটা কথা নাই যি নিৰৰ্থক, সেই বিশ্বৰে যে জীৱ এটিৰ শৰীৰ অকাৰণত সৃষ্ট হল, ই কথা অতি অশ্ৰদ্ধেয় আৰু অযৌক্তিক। মানুহৰ শৰীৰ আছে যেতিয়া, ইন্দ্ৰিয় আৰু বাসনা আছে যেতিয়া, তেতিয়া সেই শৰীৰৰ সৌষ্ঠৱ-বৰ্ধন। সেই ইন্দ্ৰিয়ৰ পৰিমিত ব্যৱহাৰ, আৰু সেই বাসনাৰ তৃপ্তি অৱশ্য অসঙ্গত হব নোৱাৰে।

এইবোৰ কথা ভাবি-চিন্তি চাই কব পাৰা যায়, মানসিক বা আধ্যাত্মিক উন্নতি যিমান কি উচ্চ আদৰ্শ নহক, সি পূৰ্ণ নহয়। বৰ্তমান সভ্যতাই এই কথা বেছকৈ বুজিছে, আৰু সেই দেখি শৰীৰ আৰু মনৰ যুগপৎ উন্নতি কৰাই বৰ্তমান শিক্ষাৰ উদ্দেশ্য বুলি পৰিগণিত হৈছে।

শৰীৰৰ পৰিপুষ্টিৰ কাৰণে খেলাই আমাৰ প্ৰধান উপায়। কেৱল ফুটবল আৰু ক্ৰিকেট খেলৰ কথা হোৱা নাই, হাউ খেলা, দৌৰা, নাও বোৱা, ঘোঁৰাত উঠা, ইত্যাদি অঙ্গ চালনাৰ কাৰণে যিবিলাক অশেষ উপায় আছে সেই সকলোবোৰক খেলা বুলিব পাৰি। দেখা যায় যিসকল লোকে ওপৰত কোৱা কোনো প্ৰথাৰে অঙ্গ-সঞ্চালন কৰে সিবিলাক বলী কৰ্মঠ সাহী আৰু চতুৰ হৈ উঠে। শৰীৰ নীৰুজ আৰু কামিলা হোৱাৰ লগতো মনৰো তেজ বাঢ়ে, কাৰণ মনৰ অৱস্থা সম্পূৰ্ণৰূপে আমাৰ মস্তিষ্কৰ ওপৰত নিৰ্ভৰ কৰে; আৰু মস্তিষ্ক শৰীৰৰ এটা অঙ্গ হোৱাত, শৰীৰ নীৰোগী থাকিলেহে মস্তিষ্ক সবল হৈ থাকিব পাৰে।

আৰু দেখা যায় অঙ্গ-সঞ্চালনৰ প্ৰবৃত্তি মানুহৰ স্বাভাৱিক। কেঁচুৱাতে শেতেলিত পৰি হাত-ভৰি নচুৱাই থকাৰে পৰা আৰম্ভ কৰি অঙ্গ-সঞ্চালন মানুহৰ স্বভাৱৰ এটা বাট। মানুহৰ জীৱনৰ এই স্বাভাৱিক গতিক বাধা দিব খুজিলে কেতিয়াও উপকাৰ হব নোৱাৰে। জড়-প্ৰকৃতিতো এই নিয়ম দেখা যায় যে স্বভাৱৰ সহায়কাৰী প্ৰথাৰ দ্বাৰা গছ-লতা আদিৰ বৃদ্ধি সহজে আৰু সোনকালে হয়। সেই দেখি ৫।৬ বছৰীয়া লৰাক কিতাপত বহুৱাই ৰাখিলে তাৰ পঢ়াতো নহয়েই, শাৰীৰিক উন্নতিতো তাক প্ৰচুৰ বাধা দিয়া হয়।

নৈতিক উন্নতিৰ কাৰণেও খেলাৰ পৰা আমি বৰ সহায় পাওঁ। ইংৰাজীত এটা কথা আছে, 'খালি মন চয়তানৰ কাৰখানা'। ইয়াৰ অৰ্থ এই—যেতিয়া মনৰ কোনো ভাল কাম কৰিবলগীয়া নাথাকে, তেতিয়া ই নানাপ্ৰকাৰৰ বেয়া কামত লিপ্ত হবলৈ বিচাৰে। যি সময়ত আমাৰ কোনো কৰ্তব্য নাথাকে, সেই সময়ত হে আমি আন বাহিৰা কাম কৰিবলৈ আজৰি

পাওঁ। আজৰিৰ এই পৰথিনি ভালৰূপে চলাব নোৱাৰিলে, নৈতিক পতন হোৱা অৱশ্যম্ভাবী। খেলাত লিপ্ত থাকিলে ছাত্ৰাৱস্থাৰ অৱসৰ সময়খিনি এটা ভাল কাৰ্যত কাটে। অঙ্গ-চালনা, সগৰীয়াৰ লগত ধেমালি, মুকলি বতাহ,—এইবিলাক শাৰীৰিক মানসিক আৰু নৈতিক স্বাস্থ্য ৰক্ষাৰ একোবিধ বহুমূলীয়া টনিক্।

এইবিলাকৰ উপৰিও খেলাৰ পৰা মানুহে অনেক গুণ আয়ত্ত কৰিব পাৰে। ক্ষিপ্ৰ-কাৰিতা, প্ৰত্যুৎপন্নমতিত্ব, একেলগে কাম কৰাৰ অভ্যাস। নিজৰ দলৰ হকে স্বকীয় স্বাৰ্থত্যাগ, ইত্যাদি বহুবিধ সদ্‌গুণ শিক্ষাৰ স্থলী খেলৰ ঠাই। লাজুকতা পৰিত্যাগ কৰিবলৈ শিকিবলগীয়া হলে ক্ৰীড়াক্ষেত্ৰহে তাৰ প্ৰধান বিদ্যালয়। আত্মবিশ্বাস আৰু যেই সেই অৱস্থাতে মানুহৰ দৰে থাকিব পাৰা—আমাৰ সমস্ত জীৱনত এই দুটা গুণ বৰ কাৰ্য্যকৰী। তাক শিক্ষা কৰিবলৈ খেলৰ ঠাই হে প্ৰধান। আৰু যি লৰা কালৰে পৰা খেল খেলে, তেওঁ গোটাই জীৱনতে আনন্দ-উপভোগৰ এটা অভ্যাস ঘতনাই লয়; ক্ৰীড়া মন আৰু শৰীৰৰ পৰম তৃপ্তি।

খেলাৰ পৰা যে একো অপকাৰ হোৱা নাই, সিও নহয়। কিন্তু সি খেলৰ দোষ নহয়; খেলুৱৈৰ হে। এটা কথা সদাই মনত ৰাখিব লাগে যে 'সৰ্বমত্যন্তম্ গৰ্হিতম্'। অতিপাত খেল খেলা শৰীৰ আৰু মনৰ দুইৰো ঘোৰ অনিষ্টজনক। ৰাগি হলে অতি সজ কামো বেয়া; খেলতো এই কথা খাটে।

আজিকালি হাইস্কুলবোৰত একোদল খেলুৱৈ থাকে; তেওঁবিলাকৰ কাম খেল কৰা আৰু স্কুলৰ কাৰণে কাপ জিকি আনা আৰু অনেক স্থলত গুণ্ডামি কৰা। তেওঁবিলাকে পঢ়াশুনা নকৰিলেও প্ৰমোচন পায়, আৰু দোষ কৰিলেও দণ্ড নাপায়। কোৱা বাহুল্য এনে অনুষ্ঠান অতি গৰ্হিত। শিক্ষাৰ নামত এনে কুশিক্ষা-প্ৰচলন এটা পৰম পাপ।

এনে অৱস্থাত অনেক ভাল ছাত্ৰই খেলৰ পথাৰলৈকো যাব ভয় কৰে; অনেক অভিভাৱকৰো এই ভয় আছে। অৱশ্যে ই খেলৰ দোষ নহয়।

ওপৰৰ এই কথা অনেক পৰিমাণে ফুটবল-খেলত হে খাটে। তাৰ উপৰি ব্যায়াম কৰিবৰ যিবিলাক অনেক পন্থা আছে, সেই অনুসাৰে অঙ্গ-সঞ্চালন কৰাত কাৰো বাধা থাকাৰ কাৰণ নাই।*

---

* ৰচনাকাল—১৯০৮

# কোমল আৰু কঠোৰ শিক্ষা

চেকনীৰ আগত বিদ্যাৰ দিন এতিয়া প্ৰায় উঠি গল। এতিয়া আমাৰ শিক্ষক-সকলে শিক্ষা-বিধানৰ নিয়ম প্ৰণালী আৰু মনোবিজ্ঞানৰ সিদ্ধান্তবোৰ পঢ়ি বুজিব পাৰিছে যে শাস্তিৰ ভয় দেখুৱাটোৱেই শিক্ষাদানৰ একমাত্ৰ বা বিশিষ্ট প্ৰণালী নহয়। ছাত্ৰক মৰম কৰিব লাগে; তাৰত

কৰি তাহাঁতৰ ভক্তি আকৰ্ষণ কৰিব পাৰিব লাগে ; পাঠ মনোৰঞ্জক কৰিব লাগে ; সহজ আৰু সৰল ভাবে ছাত্ৰই যাতে বুজিব পাৰে তাৰ দিহা কৰিব লাগে।

এইবোৰ শিক্ষা-দানৰ ভাল নিয়ম সন্দেহ নাই ; আৰু এই দৰে সকলো জানা শিক্ষকেই চলে। কিন্তু পাঠ মনোৰঞ্জক আৰু সহজ কৰিবলৈ যাওঁতে কেতিয়াবা কেতিয়াবা তাক অতি কোমল কৰি তোলা হয়। প্ৰাচীন দিনৰ অতি কঠোৰ প্ৰণালীৰ দৰে আজি কালিৰ অতি কোমল প্ৰণালীও গৰ্হিত।

দুটা মান উদাহৰণ দিলে কথাটো সহজতে বুজা যায়। এদিন আমাৰ ছাত্ৰ-শিক্ষক এজনে পাঠ দি থাকোঁতে ডাঙৰ লৰা এটাৰ পেঞ্চিল ভাগি গল ; শিক্ষকে চুৰিখন বিচাৰি আনি পেঞ্চিল ডাল কাটি দিলে। আন এদিন ব্লটিং কাগজেৰে আন এজন ছাত্ৰ-শিক্ষকে ছাত্ৰইতৰ আখৰ নিজে টুকি দিলে। শ্ৰুতলিপি-পাঠৰ সময়ত বহিৰ মাৰ্জিন শিক্ষকে নিজ হাতে ঠিক কৰি দিয়া, হাতৰ আখৰ লিখাত কল-টানা কাগজ ঠিকমতে খুৱাই দিয়া, আখৰ এটা বেয়া হলে শিক্ষকে নিজে লিখি দিয়া— এইবোৰ বোধ কৰোঁ আজি কালিৰ সকলো স্কুলতে সকলো শিক্ষকে কৰি থাকে।

ইয়াৰ ফল হয় এয়ে যে ছাত্ৰবিলাকে লাহে লাহে নিজক এৰি শিক্ষকৰ ওপৰত নিৰ্ভৰ কৰিবলৈ শিকে। ক্ৰমাৎ এনে হয়—কোনো এটা অলপ টান কথা পালেই তাক শিক্ষকে বুজাই দিব বুলি থৈ দিয়ে। এই দৰে চলোঁতে চলোঁতে ছাত্ৰৰ নিজৰ উদ্ভাৱনী শক্তি আৰু নিজত্ব প্ৰায় লোপ হয়গৈ ; আৰু উপৰৰ শ্ৰেণীত আগ্ৰহ-বিহীন মনোযোগ, মানসিক ক্ষিপ্ৰকাৰিতাৰ অভাৱ, অলপ চিন্তা কৰি বুজিব লগীয়া বিষয়ত অপ্ৰাসঙ্গিক আৰু নিৰ্বোধ প্ৰশ্ন—এনেকুৱা নিৰুৎসাহজনক কথাই পদে পদে শিক্ষকক বাধা দিয়ে।

মনৰ এনে জড়তাই যে কেৱল মানসিক শিক্ষাতেই বাধা দিয়ে এনে নহয়। শাৰীৰিক বিষয়তো ইয়াৰ ফল পদে পদে দেখা যায়। আজি কালি গৰম দিন পৰিছে। এতিয়া প্ৰায় নিতৌ স্কুল হাফ হোৱাৰ কাৰণে দৰখাস্ত পোৱা যায়—কাৰণ বৰ গৰম, পঢ়িব নোৱাৰি! যেন গৰমৰ কাৰণে দুনিয়াৰ সমস্ত কাম বন্ধ হৈ থাকে! অফিচৰ কেৰাণিসকলে কি কৰে? গৰমৰ পৰা আজৰি লৈ পাংখাৰ বাও খাই শুই থাকে নে? ৰেলৰ এঞ্জিন-ড্ৰাইভাৰ, কাৰখানাৰ কুলি-মজুৰ, ৰাস্তাৰ শিল-ভাঙা মানুহ—এইবোৰে গৰমৰ বাবে নিজৰ নিজৰ কাম এৰি আহঁত গছৰ ছাঁত পৰি পৰি টোপনী মাৰে নে কি? আৰু আমাৰ জাতিৰ সকলো সাধনা আৰু শিক্ষাৰ পৰম ফল হাকিম-হুকুমসকলেও দেখোন সেই অতি তীব্ৰ গৰমত বহি বহি কাম কৰে! আমাৰ ৰজাৰ জাত, শীত দেশৰ অধিবাসী, চাহাবলোকেও, বোধ কৰোঁ, সেই গৰমতে অফিচৰ কামো কৰে, মফস্বলো ফুৰে, বাগিচাও চলায়! ইবিলাক সকলোএ কাম কৰিব পাৰে, নোৱাৰে মাত্ৰ আমাৰ মাখনৰ পুতুলা ছাত্ৰবিলাকে! অথচ স্বাধীন অৱস্থাত সেই বয়সৰ লৰাই বদ ৰতাহ বৰষুণ নামানি দৌৰি-মেলি বাৰী বাৰী আম কঠাল খাই ফুৰে নে?

পোনেই তৰ্ক উঠিব—গৰমত যে লৰাৰ ফিট হৈ যায়, তাৰ কি উপায়? মোৰ মনেৰে সেই কাৰণেই আমি গৰমত কাম কৰিবলৈ শিকা উচিত। আমাৰ দেশৰ দৰে নিয়মীয়া শীত-উষ্ণ-অৱস্থাৰ মাজতো যাৰ গৰম অসহ্য হয় বা শীতত জড় নোহোৱা হয়, তাৰ জীৱন-ধাৰণ এটা

ৰোজা মাত্ৰ। অৱশ্যে কোনো ৰোগৰ পৰা দুৰ্বল হোৱা বা স্নায়বিক ৰোগ থকা লৰাৰ কথা সুকীয়া। তাক সুকীয়াকৈ চলাব লাগে। কিন্তু ঘৰৰ নৰীয়া লৰাটোৱেই চাগুত বাদে আন বস্তু হজম কৰিব নোৱাৰে বুলি ঘৰৰ ঘৰোৱাহে চাগু-পথ্য নাখায়। ইয়াতো তদ্ৰূপ।

সেই বুলি, গৰমৰ দিনত পুৰা স্কুল কৰা কথাত মোৰ সহানুভূতি নাই, তেনে নহয়। মোৰ মনেৰে সেই সময়ত আমাৰ দেশত সকলো কাম পুৱা কৰি, দুপৰীয়া আমি জিৰণি লব পাৰিব লাগে। কিয়নো, সুখকৰ অৱস্থাত কৰিব পাৰিলে, কাম সহজতে সিজে। কিন্তু অৱস্থা যিমানেই দুখকৰ নহক, কৰিব লগীয়া কাম আধা কৰি এৰা বা যেয়াকৈ কৰা অভ্যাসৰ পৰা চৰিত্ৰত শৈথিল্য জন্মে।

শিক্ষাই আমাক কামৰ লায়ক কৰিব লাগে; কিন্তু আমাৰ দুৰ্ভাগ্য যে শিক্ষাই আমাক সকলো কামৰ কাৰণে গৰলায়ক হে কৰে।

এবাৰ আমি কেইজনমান শিক্ষক আৰু ছাত্ৰ মাজুলীক ফুৰিবলৈ গৈছিলোঁ। এদিন পুৰা বেলা বতাহ বৰষুণ আছিল। ব্ৰহ্মপুত্ৰৰ বালিত ভাত ৰান্ধি খোৱা মস্কিল হল। আমাৰ ছাত্ৰকেইজনে ইফাল সিফাল কৰিছে, কোনোৱে একো কৰিব পাৰা নাই। লঘোনে থকাৰ আগন্তুক দেখি সেই দিন আমি ৰান্ধিব লগীয়া হৈছিল। কিন্তু ডেকা ডেকা দহ বাৰ জন লৰাই অলপ মান অসুবিধাতে ভাত ৰান্ধিব নোৱাৰা হোৱাটো লাজৰ কথা নহয় নে? এই ধৰণৰ দৃষ্টান্ত আৰু কথা বহুতো আছে।

এনেকুৱা অকামিলা হোৱাৰ কাৰণ, সৰুৰে পৰা পিতা-মাতা বা শিক্ষক-সজ্জনৰ মুখাপেক্ষী কৰি থকা স্বভাৱ। কিবা এটা অলপ টান পালেই, কিবা এটা চিন্তা কৰিব লাগিলেই, কাম এটা কৰিবলৈ গৈ অলপ টান যেন দেখিলেই—আমি তাক থৈ দিওঁ, 'আন সময়ত চোৱা যাব,' বা 'অমুকত সুধি চোৱা যাব,' বা 'বাৰু দেখা যাক'—এই ৰকমৰ কোনো প্ৰকাৰ ভাবেৰে। ফলত যতে চিন্তা, পৰিশ্ৰম, অধ্যৱসায় আদি গুণ লাগে তাতেই আমি ফেল মাৰি আছোঁ।

আমি চাকৰি কৰিব পাৰোঁ, আৰু ভাল দৰে পাৰোঁ। কাৰণ, চাকৰি-যন্ত্ৰৰ এমূৰৰ হেণ্ডোল দালত ধৰি ঘূৰাই থাকিলে সি ঘূৰি থাকে। তেলৰ শালৰ গৰুৰ দৰে শালখান ঘূৰাই থকাত একো চিন্তা, গাত দুখ লাগা পৰিশ্ৰম বা নিজা বুদ্ধিৰ আৱশ্যক নহয়। কিন্তু চাকৰি এৰি যি বিষয়তে ধৰোঁ, তাতে দেখোঁ অকৃতকাৰ্য্যতা। দোকান দিওঁ দুই চাৰি মাহ, লাভ থাক, মূলৰো হাতাহাতি। নিজৰ আচল জড়তা ঢাকিবলৈ কওঁ, capital নাই, মূলধন নহলে কেনেকৈ চলিব! capita অৰ্থ লাটিন ভাষাত মূৰ; মূলধনৰ অৰ্থত যদি আচল ধন অৰ্থাৎ আমাৰ মস্তিষ্ক পদাৰ্থ-টোৰ সদ্ ব্যৱহাৰ বুজোঁইক, তেনেহলে ঠিক, capital নাই হয়! অলস মস্তিষ্ক লই আৰু "আমিবি চাল" আয়ত্ত কৰি বেপাৰ বণিজ বা খেতি কৰি খোৱা নুযুৱায়।

বিলাস আজি কালি উচ্চ শিক্ষাৰ অঙ্গ হৈ উঠিছে। অকল শৰীৰৰ বিলাসেই নহয়, মনৰ বিলাসো। যি বিষয়টো ভাল লাগে তাকেহে পঢ়োঁ; যি কিতাপ পঢ়াত অলপমানো ইচ্ছা-সাপেক্ষ মনোযোগৰ আৱশ্যক নহয়, সেয়েহে আমাৰ প্ৰিয়; কোনো এটা কঠিন প্ৰশ্নৰ সমাধান থৈ দিওঁ শিক্ষকলৈ; পদে পদে আত্ম-বিলোপ, পদে পদে আনৰ ওপৰত নিৰ্ভৰ।

শাৰীৰিক বিলাসবো এবিধ দৃষ্টান্ত দেখ। মোৰ এই কথা যদি কোনোবা ডেকা লৰাই পঢ়ে, তেওঁলোকে খং খাব, হয়। কিন্তু মিহি কাপোৰ, চিকমিকীয়া পাঞ্জাবী, ফুল-লগোৱা নেটৰ মহাৰী, এচেন্সৰ চিচা, চিগাৰেটৰ টিন, কেক-বিস্কুট-সন্দেশ-ৰসগোল্লা, এইবোৰ বস্তুৰ কিমান পৰিমাণ তেওঁলোকৰ মাজত ক্ষয় হয় এবাৰ ভাবি চাব।

ইয়াত অনেকে টিহ্-টিহাই উঠিব—Decency-ও বেয়া হল নে? Decency অৰ্থ নিচিল কিচিল চাক-চুক হৈ থাকা। বিলাস অৰ্থ—গাত সুখ লগোৱা বস্তুৰ ভোগ। দুয়োবো মাজৰ সীমা নিৰ্ণয় কৰা দুষ্কৰ, সন্দেহ নাই। কিন্তু সীমাৰ কোন ফালে কি তাক সকলোএ বুজিব পাৰে।

আৰু, তৰ্কতো আমাক আৱশ্যক নকৰে। নিজে নিজেই আমি বুজিব পাৰোঁ—আমাৰ শৰীৰ আৰু মনক ক্ৰমলীয়া শিক্ষা দিওঁতে দিওঁতে সিহঁত সেতুৰ দৰে লেউ-সেউ অকামিলা হৈ পৰিছে নে নাই।

সংসাৰত আমি অনেক বিপদ, অনেক অসুবিধা আৰু অনেক দুখৰ মাজত বৰ্তি থাকিব লাগে। ছাত্ৰাৱস্থাতে যদি আমি তেনেকুৱা জীৱনৰ কাৰণে সাজু নহওঁ, আৰু কেতিয়া হম! সেই দেখি টান পালেই বাধ বোলা স্বভাৱটো আমি এৰিব লাগে। অসুবিধা আৰু কষ্টক পদে পদে পৰাজয় কৰি আমি মানুহৰ চিনাকি দিব পাৰিব লাগে; তেনেহলেহে শৌৰ্য বীৰ্য আদি গুণৰ গৰাকী হব পাৰিম।

ছাত্ৰ-জীৱনত এইবিলাক কৃচ্ছ্ৰ সাধনৰ যথেষ্ট সুযোগ পোৱা যায়।

এটা কথা কৈ উদাহৰণ দিওঁ। কেইবছৰমান পূৰ্বে যোৰহাটৰ ডাঙৰ কিস্তখনত চাহাব-ভলান্টিয়াৰবিলাকৰ কুচকাৱাজ হৈছিল। প্ৰায় এক সপ্তাহ। সেই কেওটা দিন দবা-পিতা বৰষুণ। কিস্তখনৰ কথাই নাই গোটাই নগৰত আঠুৱনি বোকা। যোৰহাট যি দেখিছে সেয়ে জানে যে কিস্তৰ চাৰিওকালে চাহাবলোকৰ দুমহলা বঙলাবোৰ। কিন্তু যিবিলাক চাহাবে এই কাৱাজত যোগ দিছিল, তাঁহাতৰ এটায়ো বৰষুণ বা বোকাৰ নিমিত্তে কিস্তত তৰা তামিষবাত থাকিবলৈ এৰি কোনো বঙলা বা শুকান ঠাইৰ আশ্ৰয় নিবিচাৰিলে। আলিটো পাৰ হলেই যি স্থলত নিজৰ সুসজ্জিত বিলাস-ভৱন পাব পাৰি, সেই স্থলতো তেওঁবিলাক পানী-বোকাতেহে লেটি লৈ থাকিল, তাতে যি যোগাৰ হৈছিল তাকেহে খালে!

এই জাতিৰ মানুহে পৃথিৱী ভোগ নকৰি আমি কৰিম নে? ফুটবলৰ মেচ্ খেলিছোঁ; দুই-টোপা বৰষুণ পৰা মাত্ৰকতে, বেকাৰি আৰু খেলুৱৈৰ দৌৱাদৌৰিত হুৱা-দুৱা লাগি পৰে। আমাৰ এই জাত! আমাৰ মানত ওপৰত কোৱা সেই দৃশ্য অতি অদ্ভুত!

কৃচ্ছ্ৰ-সাধন সেই দেখি আমাক লাগে। বিপদক সমুখ দেখি তাৰ লগত হাতাহাতি কৰাত হে মনুষ্যত্ব বিকাশ হয়। মনটোক অসুবিধা অসুখৰ আগত দুখ দিব নালাগে; শৰীৰৰ কষ্ট হব বুলি কোনোটো কামত পিছ হোঁহকিব নালাগে। তেহে আমাৰ মনুষ্যোচিত চৰিত্ৰ গঠিত হব।

এইবিলাক কাৰণেই ভাৰতৰ প্ৰাচীন হিন্দু ছাত্ৰ জীৱনৰ নাম আছিল ব্ৰহ্মচৰ্য আশ্ৰম। কৃষ্ণাৰ্জুনেও গুৰুৰ ঘৰত থাকা কালত খৰি কাটি গৰু চৰাই ভাত খাইছিল, সকলৰে দৰে যাজাৰ

পুত্ৰ হৈও ৰাম-লক্ষ্মণে নিজৰ বাহুবল মাত্ৰ সম্বল কৰি বিশ্বামিত্ৰৰ লগত ৰাক্ষস মাৰিব গৈছিল, দীলিপৰ দৰে চক্ৰৱৰ্তী ৰাজাৱো মুনিৰ আশ্ৰমত সস্ত্ৰীক গৰু পতি কৰি তপস্যা কৰিছিল!

এই আদৰ্শৰ পুনৰুদ্বোধনৰ আৱশ্যক।*

প্ৰভাত, ৪ৰ্থ খণ্ড, ৫ম সংখ্যা, ১৮৪৩ শক

# অসম সাহিত্য-সভা : আৰম্ভণ

১। আজি কিছুমান বছৰৰ পৰা শিক্ষিত সমাজৰ মাজত এখন সাহিত্য সম্মিলন হব লাগে এনে এটা আকাঙ্ক্ষা জাগৰুক হৈছিল। এই আকাঙ্ক্ষা দুটা এটা চেষ্টাত প্ৰকাশো হৈ পৰিছিল। প্ৰথমে ১৯১২ ইংৰাজী চনৰ (?) জুলাই তাৰিখে এটা ডাঙৰ সাহিত্য সভা যোৰহাটৰ বিল্লুবাম হলত হয়। এই সময়ত আসাম উপত্যকাৰ প্ৰজাহিতৈষী কমিছনাৰ মাননীয় কৰ্ণেল গৰ্ডন চাহাব বাহাদুৰৰ চেষ্টাত যোৰহাটত আসামৰ শিল্পৰ উন্নতিৰ কাৰণে এখন সভা হৈছিল। এই সভাত আসাম উপত্যকাৰ চৰকাৰী চাকৰি নকৰা প্ৰায় আটাইখিনি ভাল মানুহ গোট খাইছিল। এই সুযোগকে লৈ যোৰহাট সাহিত্য সভাৰ গৰাকীসকলে তেতিয়া যোৰহাটত উপস্থিত আটাইবিলাক ভদ্ৰলোকক নিমন্ত্ৰণ কৰি এখন ডাঙৰ সাহিত্য সভা পাতে। এই সভাৰ সভাপতি আছিল মাননীয় ৰায় কণীধৰ চলিহা বাহাদুৰ; আৰু ইয়াত অনাৰেবল মজিদ চাহাবে আৰু ৰায়চাহেব পদ্মনাথ গোহাঞিবৰুৱাই একোটি অতি সুবলা দীঘল বক্তৃতা দিছিল, আৰু শ্ৰীযুক্ত দুৰ্গেশ্বৰ শৰ্মা, শ্ৰীযুক্ত ঘনকান্ত বৰুৱা আৰু শ্ৰীযুক্ত মোক্ষনাথ ফুকন এখেতসকলে প্ৰত্যেকে একোটা প্ৰবন্ধ পঢ়িছিল। এই বছৰে ডিচেম্বৰ মাহত ডিব্ৰুগড়ত আসাম কনফাৰেঞ্চ বহে। কনফাৰেঞ্চ শেষ হোৱাত কনফাৰেঞ্চৰ গৰাকীসকলৰ আয়োজনত ৩০ ডিচেম্বৰ তাৰিখে ডিব্ৰুগড়তো এখন ডাঙৰ সাহিত্য সভা বহে। এই সভাত মাননীয় শ্ৰীযুক্ত কণীধৰ চলিহা ডাঙৰীয়াই সভাপতিৰ আসন লৈছিল। শ্ৰীযুক্ত সত্যনাথ বৰা ডাঙৰীয়াই এটা সুন্দৰ দীঘল বক্তৃতা দিছিল; আৰু শ্ৰীযুক্ত বেণুধৰ ৰাজখোৱা, শ্ৰীযুক্ত পদ্মনাথ গোহাঞি বৰুৱা, শ্ৰীযুক্ত মৌলবী তফজ্জল হুচেন হাজৰিকা আৰু শ্ৰীযুক্ত দুৰ্গানাথ চক্ৰৱৰ্তি আদিয়ে একোটি বক্তৃতা দিছিল।

ইয়াৰ পাছত গুৱাহাটীৰ পৰা শ্ৰীযুক্ত দুৰ্গেশ্বৰ শৰ্মা, শ্ৰীযুক্ত চন্দ্ৰনাথ শৰ্মা আৰু শ্ৰীযুক্ত গোবীকান্ত তালুকদাৰ প্ৰভৃতি কেইগৰাকীমান ডেকাই গোট খাই আসাম সাহিত্য সম্মিলন এখন হব লাগে বুলি চেষ্টা কৰিছিল। অৱশেষত শিৱসাগৰৰ কিছুমান ভদ্ৰলোকে আসাম কন্‌ফাৰেঞ্চৰ সময়তে আসামৰ অনেক লোক গোট খোৱা সুবিধাটোকে লৈ শিৱসাগৰত সাহিত্য সম্মিলন এটি পাতিবলৈ মন কৰে; আৰু এই উদ্দেশ্যে অসমীয়া সাহিত্যৰ চৰ্চা কৰা সকলো লোকক নিমন্ত্ৰণ কৰে। ডিচেম্বৰৰ ২৬ আৰু ২৭ তাৰিখে শিৱসাগৰত এই সম্মিলন বহে।*

* 'অসম সাহিত্য সভাৰ প্ৰথম প্ৰধান সম্পাদক আৰু অন্যতম প্ৰতিষ্ঠাতা শৰৎচন্দ্ৰ গোস্বামীৰ দ্বাৰা লিখিত এই অধ্যায়টি সভাৰ প্ৰথম কাৰ্য্যবিৱৰণীৰ আগকথা স্বৰূপ।— সং, শ., গো, ব.

# সাহিত্য-সভাৰ কথা

## প্ৰথম অধ্যায়

### সভা-স্থাপন

(১)

"সাহিত্য সভাখন মই কৰিলোঁ। অহংকাৰ কৰি এই কথা লেখি থব খোজা নাই। আগলৈ আচল বিৱৰণ কাৰোবাক লাগিব বুলি লিখিলোঁ। ইয়াত যিদৰে লিখিলোঁ ঠিক তেনেদৰে ইয়াক প্ৰকাশ কৰা উচিত নহবও পাৰে। মোৰ জীৱিতকালত প্ৰকাশৰ আশা কৰা নাই। এতেকে, এতিয়া মোৰ যিমান মনত পৰিছে, ঠিক সেইদৰে লেখিলে ইয়াত কোনো মানুহৰ অসন্তোষজনক দুই এক কথাও লেখা যাব পাৰে। আৰু দিন বাৰবো অলপ গোলমাল হ'ব পাৰে। লেখিবৰ সময়ত কোনো কাগজ-পত্ৰ চাই এইবোৰ নিমিলালো। ভৱিষ্যতত কাৰোবাৰ আৱশ্যক হলে মোৰ কাগজ-পত্ৰৰ ভিতৰত তেনেবোৰ কাগজ-পত্ৰ পাব। মুঠতে, সাহিত্য-সভা সম্পৰ্কে এই সময়ত যি যি কথা মোৰ মনত পৰিছে, তাকেহে লেখি থলোঁ। আগলৈ সুবিধা আৰু সময় হলে কাগজ-পত্ৰ চাই পাহৰা কথা বা দিন আদি পূৰাই থম।

(২)

"বহুদিনৰ কথা। ১৯০৫-০৬ ইং চনৰ কথা।......উজনিৰ লোকে "ঢেকেৰী" বুলি কামৰূপৰ মাত কথা তাচ্ছিল্য কৰিছিল। সেই সময়তেই "আসাম-বান্ধৱ"ৰ আবিৰ্ভাৱ হয়। ইয়াৰ সম্পাদক আছিল পণ্ডিত তাৰানাথ চক্ৰবৰ্তী কাব্যবিনোদ। আৰু পৃষ্ঠপোষক আছিল ডাক্তাৰ হৰিকৃষ্ণ দাস, শ্ৰীযুত কালিৰাম মেধি, ৺ ভাৰতচন্দ্ৰ দাস আৰু গঙ্গাৰাম চৌধুৰী। মই তেতিয়া কলেজত পঢ়োঁ। "আসাম বান্ধৱ"লৈ প্ৰবন্ধ আদি পঠাওঁ। উষা-বাঁহী এইবিলাক আলোচনীতে প্ৰবন্ধ আদি প্ৰকাশ কৰোঁ। "বাঁহী" আৰু "আসাম-বান্ধৱ"ৰ মাজত উজনীয়া-নামনীয়া ভাষা লৈ যি প্ৰচণ্ড তৰ্ক আৰু অনেক সময়ত বীভৎস গালাগালি—বিশেষকৈ ৺বেজবৰুৱাৰ কালৰ পৰা তাৰ প্ৰতি মোৰ মন বৰ বিৰূপ আছিল। আৰু এনে তৰ্ক আৰু খৰিয়াল আমাৰ ভাষাৰ পক্ষে, উন্নতিৰ পক্ষে হানিজনক বুলি মোৰ বিশ্বাস আছিল। সেই বিশ্বাস এতিয়াও আছে। ফলতময়ো চাকৰি কৰি 'আসাম-বান্ধৱ' চলাবলৈ কেইশ মান টকা দিছিলোঁ। কেনে অৱস্থাত দিছিলোঁ, সি বেলেগ কথা। সুবিধা হলে আন কেতিয়াবা লেখিম।

ইং ১৯১২ খৃষ্টাব্দৰ জানুৱাৰী মাহত মই যোৰহাটলৈ ডিপুটী ইন্সপেক্টৰ হৈ গ'লোঁ।' সেই সময়ত উক্ত কাজিয়াই উগ্ৰমূৰ্তি ধাৰণ কৰিছে। যোৰহাটত মোৰ অসমীয়া বন্ধু কেইজনমান পালোঁ। প্ৰধান কবি শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্মা। বয়সত অলপ ডাঙৰ হলেও, শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা

আৰু শ্ৰীযুত দেৱেশ্বৰ চলিহাৰ লগত এনেয়ো আৰু সাহিত্যৰ আলোচনাৰ পৰাও মোৰ বিশেষ প্ৰীতি জন্মিল। কালত, শ্ৰীযুত দেৱেন্দ্ৰনাথ বেজবৰুৱাৰ লগতো সাহিত্যৰ সম্পৰ্কতেই মোৰ ঘনিষ্ঠ বন্ধুত্ব হ'ল।

মোৰ সদায় ইচ্ছা আছিল যে আমি এখন সাহিত্য সভা পাতি অসমীয়া সাহিত্যৰ উন্নতিৰ অৰ্থে সবিশেষ যত্ন কৰোঁ; আৰু উজনীয়া ঢেকেৰী ভাষাৰ বিবাদটো মাৰি যিমান পাৰি তেতিয়াৰ অসমীয়া ভাষাৰ সংকীৰ্ণতা দূৰ কৰোঁ।

অসমীয়া ভাষাৰ সংকীৰ্ণতা ইমান বাঢ়িছিল যে শিৱসাগৰত নোকোৱা শব্দ এটা ব্যৱহাৰ কৰিলেই ভাষা চুৰা হ'ল বুলি কিছুমান উজনীয়া লোকে আটাই পাৰি ফুৰিছিল। কামৰূপীয়া বা গোৱালপৰীয়া মাত কথা তো "বঙলুৱাই"!—যি শিষ্ট ভাষাৰ বহিৰ্ভূত। এনে সংকীৰ্ণতাৰ ফলত নামনি অসমৰ অনেকেই অসমীয়া লিখিবলৈ ভয় কৰিছিল। তেতিয়াৰ দিনৰ ছাত্ৰৰ ভিতৰত মই এজন বিশিষ্ট ছাত্ৰ আছিলোঁ। আৰু তেতিয়া লিখোঁতা বিলাকৰ ভিতৰত মোৰ লেখাই তেতিয়াই যথেষ্ট আদৰ পাইছিল। মোৰ মনত পৰে যে কোনটো শব্দ বা বাক্য লেখি বৰ সন্দেহ হয় যে সেই লেখা ঠিক শিৱসাগৰীয়া ঠাইত উঠিল নে নাই। 'এনে অৱস্থাত, কামৰূপত তেতিয়াও কেইজনমান ক্ষমতাসম্পন্ন লোক আছিল, যি ভাবিছিল যে কামৰূপীয়া মানুহে উজনীয়াৰ ইমানবিলাক অত্যাচাৰ আৰু অবিচাৰ (ভাষা বিষয়ত) সহ্য কৰাত কৰি তেওঁলোকে বঙালী ভাষাকে গ্ৰহণ·কৰা ভাল। গোৱালপাৰাত ৺ প্ৰসন্নকুমাৰ ঘোষ আৰু তেওঁৰ সম্পৰ্কীয় শ্ৰীযুত ধৰ্মনাৰায়ণ ঘোষৰ বাহিৰে, আনবিলাকেতো অসমীয়া ভাষাৰ নাম শুনিলেই সাত টাঙোন জোকাৰিছিল।

এনে অৱস্থাত, এখন বলী আৰু কামিলা সভা পাতি অসমীয়া ভাষাৰ সংকীৰ্ণতা দূৰ কৰি তাক অকল অসম উপত্যকাতেই নহয়, আমাৰ পৰ্বতীয়া জিলাকেইখনৰো সৰ্বজনগ্ৰাহ্য ভাষা কৰি তুলিবলৈ মোৰ মনটোত বৰ ব্যাকুলতা আহিছিল। বন্ধুসকলক ইমানবোৰ কথা কোৱা নাছিলোঁ। কিন্তু এখন সভা পাতিব লাগে, এনে কথা কলোঁ। আলোচনা কৰিলোঁ।

তেওঁলোকে প্ৰথমতে অঃ ভাঃ উঃ সাঃ (অসমীয়া ভাষা উন্নতি সাধিনী) সভাখনকে ভাল কৰি তুলিবলৈ পৰামৰ্শ দিলে। তেতিয়া অঃ ভাঃ উঃ সাঃ সভা আছে। যোৰহাটত কোন সম্পাদক আছিল মনত নাই। যি হক, কিবাকিবি কাৰণত অঃ ভাঃ উঃ সাঃ সভা পতা হলেও, তাৰ কাৰ্য্য-প্ৰণালী আমাৰ মনোমত নহল। অঃ ভাঃ উঃ সাঃ সভাৰ এটা পৰম্পৰাও আছিল—যে ভাষা বিষয়ত ই অতি নিকাপন্থী ( puritan ); শিৱসাগৰৰ এদা, বেধা; কেনাই প্ৰভৃতি অতি বিশুদ্ধ; কামৰূপৰ ছলি, আপা, আপী অতি গ্ৰাম্য ইত্যাদি।

আমি যোৰহাটত এখন যোৰহাট সাহিত্য সভা পাতিবৰ দিহা কৰিলোঁ; আৰু ময়েই সকলো লেঠা লৈ যোৰহাট সাহিত্য সভাৰ প্ৰথম অধিবেশন আৰম্ভ কৰিলোঁ।

ইয়াৰ পূৰ্বে এটা কথা লেখিবলৈ পাহৰিলোঁ যে ১৯১২—১৯১৪ ইং ভিতৰতে ৺পম্পুচিং ই, এ, চিৰ ঐকান্তিক যত্নত আৰু মোৰো চেষ্টাত যোৰহাট থিয়েটাৰ স্থাপিত হ'ল। তাত চন্দ্ৰধৰ বৰুৱা প্ৰমুখ্যে সকলো জনা-বুজা ধনী-মানী লোকে যোগ দিছিল; অভিনয় আদি কৰিছিল। থিয়েটাৰৰ এই চক্ৰটোৰ লগত নিবিড় কৰি যোগ দিয়াতো সাহিত্য সভা পাতিবলৈ

মোৰ পক্ষে বৰ সহজ হৈছিল। বিশেষ কৰি, যি কাৰণতেই নহক, আগিৰে পৰা যোৰহাটৰ বাইজে মোক বৰ মৰম কৰিছিল আৰু বিশ্বাস কৰিছিল। সেই দেখি মই আৰম্ভ কৰা কামত সকলোখিনিতে বৰ সহায় আৰু সহযোগিতা পাইছিলোঁ।

(৩)

যিমান দূৰ মনত পৰিছে—যোৰহাটৰ এই প্ৰথম সাহিত্য-সভাত ৺দেৱীচৰণ বৰুৱা সভাপতি আছিল। দেৱীচৰণ বৰুৱা এক কথাৰ মানুহ আছিল। কাকো হিংসা কুচ্‌ট নকৰিছিল। অনাৱশ্যক ৰূপে কোনো মানুহৰ লগত সংস্ৰৱ নাৰাখিছিল। অথচ, তেখেতৰ বিশ্বাস উৎপাদন কৰিব পাৰিলে, সকলো ভাল কামত সহায় কৰিছিল। মিটিংখন হৈছিল বিষ্ণুৰাম বৰুৱা হলত। মই "কিবা কিবি বিষয়ত ৰচনা" নাম দি সেই সময়ৰ অসমীয়া ভাষা আৰু লেখক সকলক মৃদু ব্যঙ্গ কৰি এটা প্ৰবন্ধ পাঠ কৰিছিলোঁ। তাত যোৰহাটৰ গণ্য-মান্য সকলোবিলাক লোক উপস্থিত আছিল। শ্ৰীযুত উপেন্দ্ৰনাথ বৰুৱাই মোৰ ৰচনাৰ আচল উদ্দেশ্যটো উপলব্ধি কৰি ৰচনাখন ভাল প্ৰশংসা কৰিছিল। ইবিলাকেও ভাল বুলিছিল।

সেইদিনাৰে পৰা যোৰহাট সাহিত্য-সভা স্থাপিত হ'ল। আৰু মাহে মাহে এই সভাৰ অধিৱেশন বহিবলৈ আৰম্ভ কৰিলে। মোৰ মনত আছে, প্ৰথম যোৰহাট সাহিত্য-সভা বহাৰ দিনা গধূলি মোৰ ঘৰত পাঠা এটা মাৰি ভাত খাইছিলোঁ। আয়োজন পনীয়া হৈছিল। আৰু আমি পাত-দোনা আনি খাবলগীয়া হৈছিল। খোৱা লগ আছিল—শ্ৰীযুত কুলধৰ চলিহা, ৺দেৱেশ্বৰ চলিহা, শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্মা আৰু একন-দুজন। তেতিয়া মই নৰ্মাল স্কুলৰ চুপাৰিণ্টেণ্ডেণ্ট। গতিকে, ১৯১৫ ইং চনৰ এপ্ৰিল-মে মাহ হব।

ইয়াৰ পাছত যোৰহাট সাহিত্য-সভা বেছ বল দি উঠিল। মই University Extension Lectures-ৰ দৰে কেইটামান Lectures বন্দোবস্ত কৰিলো। ইয়াত শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্মাই "সৰল জ্যোতিষ", শ্ৰীযুত হৰিপ্ৰসাদ বৰুৱাই "ভূতত্ত্ব", শ্ৰীযুত গোলোকচন্দ্ৰ বৰুৱাই 'এড়ী মুগা পাট' আৰু মই "শিক্ষা বিচাৰ"—এই বিষয়কেইটা ক্ৰমিক হিচাপত ব্যাখ্যা কৰিছিলো। মোৰ বক্তৃতাকেইটা পাছত 'শিক্ষা বিচাৰ' নাম দি ছপালোঁ। ইকেইজন বন্ধুৱে এতিয়াও একো কৰা নাই। সকলোটিকে কৈ আছোঁ।

যোৰহাট সাহিত্য-সভাৰ কাম কেইমাহমান চলাৰ পাছত তেতিয়াৰ কমিচনাৰ কৰ্ণেল গৰ্ডনৰ সভাপতিত্বত যোৰহাটত অসমৰ শিল্পাদিত উৎসাহ দিবৰ উপলক্ষ্য কৰি গবৰ্ণমেণ্টে এখন সভা পাতে। সেই সভালৈ সেই সময়ৰ গণ্য-মান্য প্ৰায় লোকেই আহিছিল। সভাৰ সময়টো মনত নাই। বোধকৰোঁ ১৯১৬ ইং চনৰ জুলাই-আগষ্ট মাহ।

সেই সুযোগ লৈ যোৰহাট সাহিত্য-সভাৰ এটা বিশেষ অধিৱেশন পাতিলোঁ। সভাপতি হৈছিল ৺কৰ্ণীধৰ চলিহা। তেখেত তেতিয়া ৰায়বাহাদুৰ হৈছে নে নাই মনত নাই। সম্ভৱতঃ হোৱা নাই। তাত শ্ৰীযুত যমকান্ত বৰুৱাদেৱে "চাঁদাৰ ৰহস্য" নাম দি এটা বিত্তোপম প্ৰবন্ধ পঢ়িছিল।" ব্যঙ্গ প্ৰবন্ধ। অসমীয়াত তেনে প্ৰবন্ধ বৰ বিৰল। তাৰ বহুদিনৰ পাছত নাজিৰাত ফাউট ক্যাম্প কৰাৰ সময়ত (১৯৩৩ ইং) (সম্ভৱ) শ্ৰীযুত কৰ্ণীধৰ বৰুৱাই আৰু এটা ব্যৰ্থ

যোৰহাটৰ পুৰণি প্ৰেছ; কিন্তু একো কাম নকৰে। টাইপ নাই, ভগা-ছিগা। দাস কোং (হাবাবাবুৰ) প্ৰেছ নতুন। তেওঁ জকমকীয়া কৰি কাগজপত্ৰ ছপাই প্ৰেছৰ কাম সকলোৰে মনত লগা কৰি তুলিলে। তেতিয়া দৰ্পণ প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীযুত চন্দ্ৰধৰ বৰুৱাৰ পুতেক-সকলে দৰ্পণ প্ৰেছলৈকো নতুন Type, Treadle Machine ইত্যাদি আনিলে। দৰ্পণ প্ৰেছো ভাল প্ৰেছ হৈ উঠিল। গতিকে, দুয়োখন প্ৰেছৰ লগত চন্দ্ৰকান্ত অভিধান ছপোৱা লৈ পেটে পেটে অৰিয়া-অৰি চলিব ধৰিলে।

এনেতে মই চিলঙৰ পৰা ইনিস্পেক্টৰ হৈ আহি যোৰহাট পালোঁ (September 1928)। অভিধান ছপা হ'ব লাগে। অথচ Press আৰু Type ঠিক কৰিব নোৱাৰি একো কাম কৰিব পৰা নাই। ভিতৰুৱত জেদ আৰু ঈৰ্ষাৰ ভাব।

যি হক, মোৰ বহুদিনৰ চিনাকি কলিকতাৰ সান্যাল কোঃ (ভাৰতমিহিৰ প্ৰেছ) লৈ লেখি চন্দ্ৰকান্ত অভিধানৰ শব্দবোৰ যি এন্টিক টাইপত ছপা হৈছে তেনে টাইপ বিশেষ কৰি Cast কৰাই আনিলোঁ। অৰ্থৰ আখৰবোৰ সাধাৰণ Small Pica.

সমশেষত কোকিলামুখত শান্তি আশ্ৰম থকা প্ৰেছখনতে অভিধান ছপোৱাৰ ঠিক কৰা হ'ল। লেখা-পঢ়া কৰা হ'ল মোৰ ঘৰত—যোৰহাটৰ ইনিস্পেক্টৰৰ বঙলাত। এইবিলাক মীমাংসা কৰি স্থিৰ কৰাত আকৌ মোৰ সেই পুৰণি বন্ধু সাহিত্য সভাৰ প্ৰথম উদ্যোগত সহায় কৰোঁতা শ্ৰীযুত কুলধৰ চলিহা।

ইয়াৰ অলপ পাছতে শান্তি আশ্ৰমৰ প্ৰেছ যোৰহাটৰ বৰকটকী কোম্পানীয়ে কিনি তাৰ নাম দিলে অন্নদা প্ৰেছ। চন্দ্ৰকান্ত অভিধান এই প্ৰেছতে ছপা হ'ল।

প্ৰেছৰ কাম ভাল সন্তোষজনক বুলিব লাগিব। যোৰহাটৰ অসমীয়া প্ৰেছ এটাই এনে বৃহৎ কাম নিয়মিত সময়ত নিয়মমতে কৰি দিয়া বৰ আনন্দ আৰু উৎসাহৰ কথা। প্ৰেছৰ মালিক শ্ৰীযুত গঙ্গাধৰ বৰকটকী আৰু তেওঁৰ সুযোগ্য পুত্ৰ ৺অজ্ঞধৰ বৰকটকীৰ মই হলে এই কামৰ বাবে বৰ শলাগ লওঁ। ৺অজ্ঞধৰ বাঁচি থকা হ'লে অসমীয়া সাহিত্যৰ প্ৰকাশৰ ফালটো বহুতো উন্নত হ'লহেঁতেন। তেওঁৰ ভায়েক শ্ৰীমান গৌৰীচৰণেও ভালকে কৰি আছে।

বৰকটকী কোংক ডাঙৰ প্ৰকাশক কৰাটোত মোৰ সম্পূৰ্ণ হাত আৰু কাৰ্য্য আছে। এই প্ৰসঙ্গত তাক নেলেখোঁ। আন প্ৰসঙ্গত সময় হ'লে লেখিম। মোৰ সৰু কালৰ পৰা অসমত এটা ডাঙৰ প্ৰকাশক গুৰুদাস বন্দোপাধ্যায়ৰ দৰে পাতিবৰ হেপাহ থাকিম। এতিয়া আৰু নোৱাৰিম। এই উদ্দেশ্যেৰে বৰকটকীক গঢ়ি তুলিব খুজিছিলোঁ, নহ'ল। ৺অজ্ঞ থকা হ'লে হ'লহে কিজানি।

নলবাৰীৰ দত্তবৰুৱাৰ উমা প্ৰেছবো গুৰি এই আকাংক্ষাই। শ্ৰীমান হৰিনাৰায়ণক এই Press আৰু Publishing House পতাত মই অৰম্ভে একো আৰ্থিক সহায় কৰা নাই।

এওঁবিলাকৰ লগত মোৰ যোগ হোৱাবো কথা আছিল। ইনিস্পেক্টৰ হৈ থকা কালত এইদৰে Publishing Houseত সংশ্লিষ্ট থকাটো নীতিবিগৰ্হিত বুলি যোগ দিয়া নহল—টকাৰ ফালৰ পৰা কিন্তু মোৰ patronage, পৰিশ্ৰম, চেষ্টা আদি সকলো আৰ্থিক মূলধনৰ সুযোগ এই দুই অনুষ্ঠানে ভোগ কৰিছে।

ওলাল। তেও আৰু এটা
, ভাল টেক্সবুক আৰু ভাল
লৈ ( ১৯১৭ ইং ) কাম
তাৰ প্ৰায় ভাগকে মই চকু
ছিল। এতিয়া নকৰিবও
। বাবে মই কাৰো এটা পইচ

## পঞ্চম অধ্যায়
## বিবিধ

( ২৩ )

**সম্মিলন ঃ** প্ৰথম চাৰিটা সম্মিলন বছৰে বছৰে হল। শিৱসাগৰ, গোৱালপাৰা, বৰপেটা আৰু তেজপুৰ। ১৯২১ আৰু ১৯২২ চনত Non-Co-Operation Movement-ৰ কাৰণে সম্মিলন নহল। ১৯২৩ ইষ্টাৰৰ বন্ধত যোৰহাটত পঞ্চম অধিবেশন হয়। তাৰেপৰা কেবা বছৰলৈ বছৰে বছৰে সম্মিলন হৈ আছিল, পাছত, মাজতে সাহিত্য-সভাৰ কাৰ্য্যকাৰকসকলৰ শৈথিল্য দোষত গভৰ্ণমেণ্টে আৰু লোকেল বোৰ্ডবিলাকে টকা নিদিয়া হল বা টকা কমালে। তেতিয়াৰ পৰা সাহিত্য সম্মিলনৰ বছৰেপতি হোৱা নাই। এই সম্মিলনবিলাকৰ ভিতৰত নগাৱঁত বহা সপ্তম সম্মিলন [ ১৯২৫ ইং ] আৰু ধুবুৰীত বহা অষ্টম সম্মিলনৰ [ ১৯২৬ ইং ] কিছু গুৰুত্ব আছে।

নগাৱঁৰ সম্মিলনৰ গুৰুত্ব মোৰ নিজৰ বিষয় লৈ। সকলো কথাত যেনেকুৱা হয়, মোৰ হাতত সাহিত্য-সভাৰ অৱস্থা উন্নত হৈ অহা দেখি কেইজনমান মানুহ মোৰ প্ৰতি ঈৰ্ষান্বিত হয়। তেওঁলোকে যোৰহাটৰ পৰা সাহিত্য-সভাৰ অফিচ উঠাই নিবলৈ বুদ্ধি পাঙে। মূল উদ্দেশ্য, মোক প্ৰধান সম্পাদক পদৰ পৰা গুচায়। অথচ, প্ৰকাশ্যে এইটো প্ৰস্তাৱ কৰিবলৈকো টান পায়। মই এনে এটা ষড়যন্ত্ৰত উমান পাই প্ৰকাশ্য সম্মিলনত কথাটো কলোঁ, আৰু ইয়াকো কলোঁ যে প্ৰকৃততে সম্পাদকৰ পদ এৰি দিবলৈ মোৰ অলপো সংকোচ নাই। আচল পক্ষেও এই পদ এৰি দিবলৈ পাৰিলে ভাল—এনে ধাৰণা মইও কৰি আছিলোঁ। মোৰ আন্তৰিকতা বুজিব পাৰি সম্মিলনৰ সকলোৱে মোক সম্পাদক ৰাখিব লাগে বুলি ধৰি উঠিল। যি সকলে পেটে-পেটে এই কথা ভাল পাইছিল, সিসকলেও সেই কথাকে সমৰ্থন কৰিলে। মোৰ ভাল লাগিল। কাৰণ সমূহ ৰাইজৰ শ্ৰদ্ধা আৰু বিশ্বাস মোৰ ভাগ্যৰ কথা।

নগাওঁ সম্মিলনত ৺ৰজনীকান্ত বৰদলৈ সভাপতি আছিল। শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা আৰু বোধকৰোঁ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাও উপস্থিত আছিল। সিসকলে—বিশেষ কৰি ৺ৰজনী বৰদলৈয়ে মোক আকেৱালি ধৰি সম্বৰ্দ্ধনা জনালে। জীৱনৰ এনে একোটা ক্ষণ আনন্দ আৰু গৌৰৱৰ।

( ২৪ )

ধুবুৰী সন্মিলনৰ গুৰুত্ব বৰ বেছি। তাৰ ফল প্ৰকৃততে অসমীয়াৰ পক্ষে ভাল হ'ল নে বেয়া হল আজিলৈকে ধৰিব পৰা নাই।

তেতিয়া ৰায়বাহাদুৰ ৺আনন্দচন্দ্ৰ আগৰৱালা দেৱ ধুবুৰীত থাকে—গোৱালপাৰাৰ পুলিচ চুপাৰিণ্টেণ্ডেণ্ট। তেখেতৰ উৎসাহতে ধুবুৰীত সাহিত্য-সন্মিলন পাতা হয়। ৰায়বাহাদুৰ পাঁচু গোপাল মুখাৰ্জী—গুৱাহাটীৰ স্থায়ী বাসিন্দা—ধুবুৰীৰ ডিপুটি কমিচনাৰ। অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল ৺ৰবীন্দ্ৰ নাৰায়ণ চৌধুৰী—মেচপাৰাৰ ( লক্ষ্মীপুৰ ) জমিদাৰ।

সকলো আয়োজন বৰ ভাল হৈছিল। গৌৰীপুৰৰ ৰজাৰ পৰা সকলো প্ৰকাৰ সহায় পোৱা হৈছিল। ৰায়বাহাদুৰ বিৰাজ মোহন দত্তই ( এওঁ ধুবুৰীৰ বৰ ক্ষমতাশালী আৰু প্ৰতিপত্তি থকা লোক ) সকলো প্ৰকাৰে এই আয়োজনত সহায় কৰিছিল। অসমীয়া বঙালী সকলোৱে টকা কড়ি দিছিল আৰু সকলো প্ৰকাৰে সহযোগিতা কৰিছিল।

সন্মিলনত অসমীয়া সকলো লোক উপস্থিত আছিল। ধুবুৰীত বহুদিন ডিঃ ইঃ কৰা খান চাহাব মহম্মদ আলিও যোৰহাট কি তেজপুৰৰ পৰা গৈছিল। ৺লক্ষ্মীনাথ বেজবৰুৱা, ৺তৰুণৰাম ফুকণ প্ৰভৃতি বহুত মানুহ গোট খাইছিল।

সভাপতি আছিল—শ্ৰীযুত বেণুধৰ ৰাজখোৱা। আমি—অৰ্থাৎ যোৰহাটৰ পৰা যোৱা পাৰ্টিটো সভাপতিৰ লগত একে ট্ৰেইনতে একে গাড়ীতে গ'লো। বাটত গৌৰীপুৰ। গৌৰীপুৰত তেতিয়া ৺পীতাম্বৰ চক্ৰবৰ্তী অসমীয়া শিক্ষক, কিন্তু তেওঁৰ খাতিৰ বৰ ডাঙৰ। ৰজা বাহাদুৰৰ পৰা আদি কৰি সকলোৱে তেওঁক বৰ মৰম কৰে—আৰু গোটেই অসমতে তেওঁ এজন ৰসিক ব্যক্তি বুলি সুপৰিচিত। গৌৰীপুৰ ষ্টেচনত তেওঁ সভাপতিক এখন আৰু মোক এখন অভিনন্দন পত্ৰ দি অভিনন্দিত কৰে।

এইদৰে সকলো প্ৰকাৰে নানা প্ৰকাৰ উৎসাহ, উদ্যোগ আৰু আনন্দৰ মাজত ধুবুৰীত সন্মিলন আৰম্ভ হ'ল।

সন্মিলনৰ সভাপতিৰ অভিভাষণ সাধাৰণতে সভাপতিয়ে লেখে। আগৰ সভাপতি কোনো কোনো জনে মাজে মাজে মোকো পৰামৰ্শ কৰি অভিভাষণ লিখিছিল। ৰাজখোৱাই অভিভাষণ লেখি ছপা কৰি লৈ গৈছিল। সন্মিলনত পঢ়াৰ আগতে সেইখন এবাৰ চাবলৈ মই বিশেষ ইচ্ছা কৰিছিলোঁ। কাৰণ, সম্পাদকজনে, সভাপতিৰ নো কি Suggestion আদি থাক তাক অলপ আগতে জনা ভাল। কিন্তু ৰাজখোৱাই নিদিলে, আৰু আন কাকো নেদেখুৱালেও।

নানান প্ৰকাৰ গান-বাজনা উৎসৱ আদিৰ সৈতে জকমক্ কৰি সন্মিলন আৰম্ভ হ'ল। অসমীয়া বঙালী বহুলোক। ইমান ডাঙৰ সভা ধুবুৰীত কেতিয়াবাহে হয় বুলি মানুহবিলাকে ক'লে।

সভাপতিয়ে অভিভাষণ পাঠ কৰিছে। শেষৰ ফালে তেওঁ অসমীয়া বঙালীৰ তুলনা কৰিছে। তাত কোনোৱে একো বেয়া পোৱা নাই যদিও এই সন্মিলনত তেনে কথা বৰ কচিকৰ হোৱা নাছিল। ৰাজখোৱাই বঙালী লিখকৰ কিবা যুক্তিৰ দোষ দেখুৱাই এটা কথা লেখিছিল। এই কথাত

উপস্থিত বঙ্গালীলোকে সকলে অতি বেয়া পালে। তথাপিতো সেই প্ৰকাণ্ড সভাত কোনোৱে একো নকলে। সকলোৱে গহীন গম্ভীৰ ভাৰত সম্মিলনৰ কাৰ্য্য নিয়মিতৰূপে সমাধা কৰি সেই দিনলৈ সম্মিলনৰ কাম সমাধা কৰিলে।

ধুবুৰীত মোৰ সহপাঠ আৰু অন্তৰঙ্গ বন্ধু (ৰায় বাহাদুৰ তেতিয়া হোৱা নাই) শ্ৰীযুত অপূৰ্ব কুমাৰ ঘোষ আৰু শ্ৰীযুত প্ৰমথ নাথ চক্ৰৱৰ্ত্তী উকিল, শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্মাও সম্মিলনত উপস্থিত আছিল। আমি কথা বতৰা পাতি স্থিৰ কৰিলো যে পাছদিনা -সম্মিলনত সভাপতিয়ে এটা চুম্বক বিবৃতি দিব যে তেওঁ কাকো অপমান কৰিব খোজা নাই, আৰু যদি কোনোবাই তেওঁৰ বক্তৃতাৰ কিবা কথা শুনি বেয়া পাইছে তাৰ বাবে তেওঁ দুঃখিত। সভাপতিয়ে কি কব তাক লেখা হ'ল মযে়ে লিখি দিলো। 'বেজবৰুৱা, আগৰৱালা, ফুকন (তৰুণৰাম), বৰদলৈ (নবীন্) আদি কৰি যি সকল গণ্য-মান্য আমাৰ মানুহ উপস্থিত আছিল,—সকলোৱে এই কথাটো সমৰ্থন কৰিলে। বৰদলৈ উপস্থিত আছিল নে নাই কথাটো স্থিৰকৈ মনত পৰা নাই। আছিল বুলি বিশেষ অনুমান হৈছে।

ৰায়বাহাদুৰ বিৰাজমোহন দত্তকে আদি কৰি সকলোৱে ভাল পালে।

পাছ দিনা দুপৰীয়া সম্মিলন আৰম্ভ হ'ল। আগদিনাত কৰিও মানুহ পাহ খোৱা। আগৰ-ৱালা আহিছে S. P. ৰ Uniform পিন্ধি আৰু Uniform পিন্ধা পুলিচৰো সংখ্যা অনেক। তেতিয়া ভাব্‌ হোৱা নাছিল। এতিয়া কিন্তু ভাবিছোঁ—বোধকৰো ইমান Uniform Parade নোহোৱা হ'লেই ভাল আছিল। এইবোৰ দেখি শুনি অজানিত ভাবেই মানুহৰ মন এটা বিৰুদ্ধ-তাৰ কাৰণে প্ৰস্তুত হৈ আছিল বুলি অনুভৱ কৰিব পাৰি।

সভা আৰম্ভ হ'ল। সভাপতিয়ে তেওঁৰ বিবৃত্তি দিবলৈ উঠিল। তেওঁ লেখি থোৱা কাগজখান পঢ়ি দিলেই হৈছিল। তাকে নকৰি মুখেৰে কবলৈ প্ৰয়াস পালে। কিবা এটা কথাত অপমান যেন বোধ কৰি অভ্যৰ্থনা সমিতিৰ সভাপতি ৰবীন্দ্ৰবাবুকে আদি কৰি ধুবুৰীত বেচিভাগ মানুহেই গিৰ্জনি মাৰি সভাঘৰৰ পৰা উঠি গুচি গ'ল।

তোলপাৰ লাগি পৰিল। পুলিচৰ বল নোহোৱা হ'লে বা আজিকালিৰ দৰে দিন হলে—মাৰামাৰিয়ে লাগিলহেঁতেন। যি নহক, মাৰামাৰি নহ'ল।

সমুখতে ৺ৰবীন্দ্ৰ চৌধুৰীৰ ঘৰ আৰু ডাঙৰ চোতাল। বিৰুদ্ধ পক্ষই সভাহলৰ পৰা উঠি গৈ তাত meeting পাতিলে।

সেই সন্ধিক্ষণত ৺তৰুণৰাম ফুকনৰ প্ৰত্যুৎপন্নমতিত্ব দেখিলোঁ। মই তেওঁৰ ওচৰলৈ গৈ সুধিলো কি হব। তেওঁ ক'লে, ভালে বেয়াই তো যি হ'ল হ'লেই। Let us make the best out of the situation এই বুলি তেওঁ এটা বক্তৃতা দিলে প্ৰায় ৪০।৪৫ মিনিট। সভাপতিৰ কাৰ্য্য যে একো বেয়া হোৱা নাই—ধুবুৰীৰ লোকসকলে আমাক ভুল বুজিলে—ইত্যাদি নানান কথা কৈ ভাঙি-যোৱা-সভা আৰু মৰি যোৱা মনলৈ তেওঁ উত্তম আৰু বিশ্বাস অনালে। তেওঁৰ বক্তৃতাৰ পাছত সভাৰ আন যি বিলাক কাম হ'ব লাগে নিয়মমতেই হ'ল। মানুহো যথেষ্ট থাকিল। আদিতে যে এনে এটা দুৰ্যোগ হৈ গ'ল, সভাৰ শেষলৈ মানুহে সেই কথা পাহৰিলে। কিন্তু তাৰ ফল থাকিল বহুদিন—প্ৰকৃততে আজিলৈ। ধুবুৰীৰ সম্মিলন হৈছিল ১৯৬২ ইং বৰদিনৰ বন্ধত।

তাৰ পূৰ্বে প্ৰায় ১০।১২ বছৰ মৌলবী মহম্মদ আলি ইয়াৰ ডিপুটি ইনপেক্টৰ আছিল। এওঁ যোৰহাটৰ মানুহ। বৰ গুণী আৰু সজ চৰিত্ৰৰ বিষয়া। অসমীয়াৰ কাৰণে পৰি মৰে। এওঁ ডি আই থকা কালত ধুবুৰীৰ সকলো লোকক এওঁ অসমীয়াৰ অনুগামী কৰি লব পাৰিছিল। ৰায়-বাহাদুৰ বিৰাজমোহন দত্ত আৰু তেওঁৰ পিতাক ৰায়বাহাদুৰ প্যাৰীমোহন দত্ত, দুয়ো পিতাক পাছত পুতেক ধুবুৰী লোকেল বোৰ্ডৰ চেয়াৰমেন আছিল। এওঁবিলাক বৰ প্ৰতিপত্তিশালী মানুহ। মহম্মদ আলি চাহাবে এওঁলোকক সম্পূৰ্ণ অসমীয়া কৰি লৈছিল। এই সময়ত ধুবুৰীৰ অনেক স্কুলত অসমীয়া চলিছে; আৰু গোটাই মহকুমাতে অসমীয়া চলিব লাগে বুলি সাধাৰণৰ ধাৰণা হৈছে। বঙালী উকিল কেইজনমানহে তাৰ বিৰোধ কৰে'তা।

সাহিত্য সন্মিলনৰ পাছত অসমীয়াৰ বিপক্ষে এটা ডাঙৰ দল হ'ল। গৌৰীপুৰৰ ৰাজা বাহাদুৰক নানা প্ৰকাৰে কথা লগাই বঙালীতে "প্ৰান্তবাসী" নামেৰে এখন কাকত উলিয়ালে। আগেয়ে অসমীয়া পৰোৱা বহুত স্কুলত বঙালী চলিল। এই সময়তে পীতাম্বৰ চক্ৰবৰ্তীৰ মৃত্যু হ'ল। গৌৰীপুৰৰ ৰাজাই তেওঁৰ স্কুলৰ পৰা অসমীয়া উঠাই দিলে। ইয়াতে কৈ থওঁ যে গৌৰীপুৰৰ ৰাজাবাহাদুৰ প্ৰভাতচন্দ্ৰ বৰুৱা এজন শিক্ষিত, মাৰ্জিত, প্ৰকৃত Aristorcrat আছিল। এৰেঁই Assam Associationক-টকাৰে সহায় কৰি অসমীয়াৰ হকে বহুতো কামত আগবাঢ়িছিল। অসমীয়া মানুহৰ অসাঠনৰ দোষত তেনেজন মানুহেও অসমীয়াক সহায় নকৰা হ'ল। কিন্তু মোৰ মনত ৰাজা বাহাদুৰ কেতিয়াও অসমীয়াৰ বিৰুদ্ধবাদী হোৱা নাছিল।

ইয়াৰ পাছতো গোৱালপাৰাত বিশেষ কৰি ধুবুৰী মহকুমাৰ অসমীয়া বঙালী লৈ নানান প্ৰকাৰ কাজিয়াৰ আবিৰ্ভাৱ হ'ল। ১৯২৮ ইং চনত মই ইন্‌স্পেক্টৰ হ'লো। মই এই কামত থাকি চৌধ্য বছৰৰ ভিতৰত নানান প্ৰকাৰে এই বিবাদ মাৰি গোৱালপাৰা জিলাৰ তথা ধুবুৰীৰ প্ৰকৃত ভাষা যে অসমীয়া তাক স্থাপন কৰিবলৈ বৰ চেষ্টা কৰিছো। আজিও কিন্তু ভিতৰি ভিতৰি এই বিবাদ অলপ অলপ চলি আছে।

সন্মিলনৰ দিনা ৺তৰুণৰাম ফুকনে মোক কৈছিল, "গোসাঁই, যি হ'ল ভালকে বুলিবা। কাৰণ, আমি সদায় ধুবুৰীক আমাৰ আমাৰ বুলি সাৰটি ধৰেঁা; তেওঁলোকে আঁতৰি যায়। এদিন নে এদিন তো কথাবোৰ খোলা-খুলি হবই। আজিয়েই হ'ল। এইবাৰ যদি এই কাজিয়া মৰে, তেতিয়া ধুবুৰীয়ে নিজক বঙালী বুলি কবলৈ নাযায়। আজিকালি বাৰু কামৰূপৰ কোনোবা মানুহে বঙালী ভাষা ভাল বুলি কব খোজেনে? গতিকে, এই ফালেই নে। কি হয় চোৱাচোন।"

মই ইনিস্পেক্টৰ হ'লেঁা। কিন্তু সন্মিলনৰ সময়ত মই যে ইনস্পেক্টৰ হম, এনে আশা কৰাৰ একো স্থল নাছিল। সকলোতে বিধাতাৰ ইঙ্গিত ৰেখা মোৰ মনৰ গতি বা বিলাস নহয়। কিন্তু যদি ভৱিষ্যত গোৱালপাৰা জিলাত অসমীয়া ভাষা আনন্দ চিত্তেৰে সকলোৱে নিজ ভাষা বুলি স্বীকৃত হয়, তেনেহলে সন্মিলনৰ বিবাদ, মোৰ ইনিস্পেক্টৰ হোৱা আদি কাৰ্য্যত কিবা এটা বিধাতাৰ ইঙ্গিত আছে বুলি আমাৰ ল'ৰা-ছোৱালীহঁতে স্বীকাৰ কৰিব পাৰিব।

কেনেকৈ ট্ৰাষ্ট-ফাণ্ড গঠন কৰিলে তাক আগত কোৱা হ'ল। উক্ত গোস্বামী প্ৰভুৰ নিৰ্দ্দেশক্ৰমে আৰু ট্ৰাষ্ট deed ৰ লেখা মতে শ্ৰীশ্ৰীদামোদৰ দেৱৰ জীৱন চৰিত্ৰ আৰু শ্ৰীশ্ৰীবনমালী দেৱৰ জীৱন চৰিত্ৰ পুৰণি পুথিৰ পৰা সংগ্ৰহ কৰি ছপোৱা হ'ল। ট্ৰাষ্ট ফাণ্ড গ্ৰহণ, পুথি দুখন ছপোৱা, ছপা পুথিৰ গ্ৰহণ আৰু প্ৰশংসা সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহক সভাত আৰু তিন তিন সম্মিলনত হৈ গৈছে।

তথাপিতো এইবোৰ কাম হৈ যোৱাৰ কেইবা বছৰৰ পাছতো এই দুখন পুথিৰ বিৰুদ্ধে নানা প্ৰকাৰ কথা ওলাই এই Trust fund ৰ পৰা হব পৰা বহুতো কামৰ ক্ষতি কৰিছে।

কিয় এনেকুৱা হ'ল তাৰ মূল মই ভাবি চাইছো ; আৰু মোৰ মনত এনেকুৱা কাৰণ বুলি জ্ঞান হৈছে।

প্ৰথমতে মহাপুৰুষীয়া, দামোদৰীয়াৰ কাজিয়া। এই কাজিয়াৰ মূল আকৌ ৺লক্ষ্মীনাথ বেজবৰুৱা। সেইদেখি শ্ৰীমন্ত শঙ্কৰদেৱ সম্পৰ্কীয় অলপ কথাতে নানান প্ৰকাৰ অপব্যাখ্যা কৰা কিছুমান অসমীয়া মানুহৰ স্বভাব হৈছে। এই দুখন পুথিত জ্ঞানতঃ যিমান পাৰি সত্যৰ অপলাপ নোহোৱা কৰি মই শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰতিভা আৰু মহত্ব স্বীকাৰ কৰিছোঁ। দামোদৰ চৰিত্ৰত এক ছেদ আছে, য'ত শ্ৰীমন্ত শঙ্কৰদেৱৰ পত্নীক শ্ৰীদামোদৰদেৱে ধৰ্ম দিয়া কথা আছে। এই কথা সঁচা নহবও পাৰে। কিন্তু যি মূল পুথিত আছে তাৰ পৰা মই ইয়াক বাদ নিদিলোঁ। বাদ দিয়া অনুচিত। কিন্তু মই এটা কথা কব পাৰিলোহেঁতেন যে যদিও এই কথা এই পুথিত আছে তাৰ সত্যতা সম্পৰ্কে সন্দেহ থাকে। কিন্তু এনে কৰা হলে দামোদৰীয়া পক্ষই, বিশেষ দক্ষিণপাটে এই কথাত দোষ ধৰিলেহেঁতেন। যিখন পুথি ছপা হ'ল, সেইখন পুথি ৺নবদেৱ গোসাঁয়ে ৺হেম গোসাঁই আৰু ৺ৰজনী বৰদলৈৰ হতুৱাই নিজে গোটাইছিল। আৰু সেইখন ছপাবলৈহে সাহিত্য সভাৰ কাৰ্য্য-নিৰ্বাহক সভাই, তথা সন্মিলনে গাত লৈছিল। উক্ত তিনিজন বিশিষ্ট লোকে কিছু কথা অদল বদল কৰিলে আৰু শ্ৰীশঙ্কৰদেৱৰ পত্নীয়ে শৰণ লোৱা কথাখিনি সুমাই দিলে, তথাপিতো সম্পাদক হিচাবত সেই কথা বাদ দিবৰ বা তাৰ বিষয়ে মন্তব্য দিবৰ মোৰ কোনো অধিকাৰ নাছিল।

সেইদেখি মই পাতনিত ধৰ্ম্মৰ বিষয় আলোচনা নকৰি জীৱনী আৰু বুৰঞ্জীৰ ফালটোহে আলোচনা কৰিছিলোঁ। দ্বিতীয় কাৰণ এই :—মোৰ কাৰ্য্যকালত সাহিত্যিক হিচাবত, চৰকাৰী চাকৰিয়াল হিচাবত, নিজৰ ব্যক্তিগত হিচাবত অসমৰ চাৰিওফালে মোৰ নাম আৰু প্ৰতিপত্তি বিয়পি পৰিছিল। তাত অনেক মানুহৰ মোৰ প্ৰতি অসূয়া হোৱা স্বাভাৱিক।

তৃতীয় কথা—এই বিষয়ে এই যে, যিবিলাকে এই পুথিৰ প্ৰতিকূল আচৰণ কৰিলে, তেওঁলোকে অনেকেই পুথিখন ভাল কৰি পঢ়াই নাই, আৰু পাতনিৰ কথাবোৰ পৰিপাটি কৰি বুজা নাই। আমাৰ মাজত ভাল বেয়া আলোচনা এইদৰেই হয়। প্ৰকৃত গুণ-দোষলৈ কোনোৱে নাচায়। ব্যক্তিগত হিচাবত মানুহজনক ভাল লাগিল নে বেয়া লাগিল, তেওঁৰ প্ৰতি কিবা খিয়াল কপট আছে নে নাই—এনে কথাৰে আমাৰ সমালোচনাবোৰ চলিত হয়।

যি হওক, দামোদৰ চৰিত্ৰ আৰু বনমালীদেৱৰ চৰিত্ৰ পুথি দুখন পৰি তাৰ পাৰ্য্যমানে বিৰুদ্ধ সমালোচনা কৰিবলৈ শ্ৰীযুত ডিম্বেশ্বৰ নেওগ M. A, B. Sc, B; T. ক দিছিলো এওঁ ভাল

সমালোচক, যোগ্যতাও আছে আৰু মহাপুৰুষীয়া।৭ তেওঁ তাল কৰি পঢ়ি চাই মোক লিখিত মত দিলে যে মোৰ পাতনিত মহাপুৰুষীয়া বা শ্ৰীমন্ত শঙ্কৰদেৱৰ বিদ্বেষমূলক কোনো কথা নাই।

নৱদেৱে গ্ৰন্থাৱলীৰ সম্পৰ্কত আৰু এখন গ্ৰন্থ মই সম্পাদনা কৰিলো—সাত্বত-তন্ত্ৰ। ইয়াৰ এখন পাণ্ডিত্যপূৰ্ণ পাতনি দাদাৰ হতুৱাই লেখাই (পণ্ডিত প্ৰতাপচন্দ্ৰ গোস্বামী) সাহিত্য-সভালৈ দি পঠালো। তাৰ সভ্যসকলে এই পাতনিখন সম্পূৰ্ণ নছপালে।

নৱদেৱ Trust fund ত এতিয়াও অনেক টকা আছে। আজি (১৯৪৪ যে) বোধকৰোঁ হাজাৰ টকা আছে। অথচ সাহিত্য সভাই পুৰণি গ্ৰন্থ ছপাবৰ দিহা কৰিব নোৱাৰে। দুৰ্ভাগ্য!

(২৬)

**সাহিত্য সভা পত্ৰিকা ঃ**—সাহিত্য সভা পত্ৰিকা সম্পৰ্কে কিবাকিবি কথা লেখিব খুজিছিলোঁ, কিন্তু পাহৰিলোঁ। যিখিনি মনত পৰিছে লেখিলোঁ।

পত্ৰিকাৰ প্ৰথম সম্পাদক হ'ল শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা সাহিত্যৰত্ন। এওঁক সাহিত্য-ৰত্ন উপাধি কামৰূপ সংস্কৃত সঞ্জীৱনী সভাই দিলে। এওঁৰ কথা আগতে কেবাবাৰো লেখিব পাওঁ। অতি ভদ্ৰ (courteous), বিনয়ী, সকলো কথাৰ ভুয়োফাল বিচাৰ কৰা, বিবেচক, সদালাপী অসমীয়া মানুহ—বৰুৱাদেৱত কৰি নাই। তেওঁ কাৰো প্ৰতি কপট কুচুট কৰে বুলি মোৰ মনে নধৰে। তথাপি, যোৰহাটত তেওঁৰ আৰু তেওঁৰ পৰিয়ালৰ শত্ৰু অনেক আছিল। তাৰ কাৰণ, প্ৰথম, তেওঁলোক ৺জগন্নাথ বৰুৱাৰ বহু সম্পত্তি পালে, দ্বিতীয়, শ্ৰীযুত বৰুৱাদেৱ সাহিত্যিক আৰু ৰাজনীতিৰ ক্ষেত্ৰতো জনাজাত মানুহ হল, আৰু তৃতীয়, বিলাতৰ Round Table Conference (১৯৩১-৩২) লৈ তেখেতক ভুবাৰো নিমন্ত্ৰণ কৰি নিলে। ইমানখিনি সৌভাগ্য মানুহে সহিব নোৱাৰে। গতিকে, বৰুৱাদেৱৰ শত্ৰুৰ অন্ত নাছিল।

কিন্তু পত্ৰিকাৰ সম্পাদক হিচাবত তেওঁত কৰি যোগ্য লোক আজিলৈকে ওলোৱা নাই। কিবা প্ৰকাৰে পত্ৰিকাত শ্ৰীযুত বুদ্ধীন্দ্ৰনাথ ভট্টাচাৰ্য্যই লেখা প্ৰবন্ধ এটা প্ৰকাশ হল। মই দেখাত তাত আপত্তি কৰিবলগীয়া একো কথা নাছিল। কিন্তু তাকে লৈ বহুতো তৰ্কাতৰ্কি হল।

শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা সাহিত্য সভাৰ সম্পাদক হল, আৰু শ্ৰীযুত পূৰ্ণানন্দ পাঠক, শ্ৰীযুত দেৱানন্দ ভঁৰালী, শ্ৰীযুত ৰামেশ্বৰ বৰুৱা, শ্ৰীযুত ডিম্বেশ্বৰ নেওগ ইত্যাদি লোকসকল পত্ৰিকাৰ সম্পাদক হল। কেইদিনমান কোনোজন অকলে আৰু কেতিয়াবা দুই তিনিজন একেলগে সম্পাদক হোৱা হ'ল।...

(২৭)

**সাহিত্য সভাৰ গ্ৰেণ্ট ঃ**—মই সম্পাদক থকা কালত (১৯২৭ ইং লৈ) সাহিত্য সভাৰ গ্ৰেণ্ট তলত লেখাবোৰ আছিল। গৱৰ্ণমেণ্টৰ গ্ৰেণ্ট ৪০০০৲, লোকেলবোৰ্ড মিউনিচিপালিটী ১৫০০৲, সাহিত্য সভাৰ পক্ষৰ পৰা ১৫০০৲ অন্ততঃ। পাছলৈ এই গ্ৰেণ্টবোৰ কমি গ'ল। শেষত, শ্ৰীযুত দেৱেশ্বৰ চলিহা সম্পাদক থকা দিনত গৱৰ্ণমেণ্ট গ্ৰেণ্ট নিৰিখাই হ'ল।

মই তেতিয়া ইনস্পেক্টৰ, ১৯৩২ কি ১৯৩৩ ইং। মিঃ ডেনেহী চাহাব শিক্ষা বিভাগৰ

চেক্রেটাৰী। মই ভেনেহী চাহাবক গ্রেণ্ট সম্পর্কে দেখা কৰিলো। তাৰ পূৰ্বে চাহাবে গ্রেণ্টৰ দৰ্খাস্ত মঞ্জুৰ কৰা নাই। ভেনেহীয়ে উলিয়ালে যে সাহিত্য-সভাই একো কাম কৰা নাই। মৌলিক একো নকৰে। একো কাৰ্য্য তালিকা নাই। এই প্রকাৰে দেৰ ঘণ্টামান তেওঁৰ লগত কথা-বতৰা পাতি সাহিত্য-সভাৰ উপযোগিতা, তাক গ্রেণ্ট দিলে ৰাজনৈতিক কি লাভ হ'ব ইত্যাদি বিষয় বুজাব লগীয়া হ'ল। শেষত ছপাবলৈ বুলি তেওঁ ৬০০, ছয়শ টকা দিবলৈ মান্তি ললে। এই ছয় শ গ্রাণ্ট কিছু দিনলৈ চলিল। তাৰ পাছত শ্রীযুত গোপীনাথ বৰদলৈ কি শ্রীযুত ৰোহিণী কুমাৰ চৌধুৰী শিক্ষামন্ত্রী হোৱাত এই গ্রেণ্টেই চলি আছে।

সাহিত্য-সভাৰ গ্রেণ্টৰ কথা কওঁতে তাৰ ফাণ্ডৰ কথাও কওঁ। মই সম্পাদক পদ এৰাৰ কালত সাহিত্য সভাৰ ৮।১০ হাজাৰ টকা আছিল,—নিজৰ ট্রাষ্ট ফাণ্ডৰ মূলধন আৰু আয় এৰি। এই টকাৰ ভিতৰত ৭৫০, টকা "বুৰঞ্জী মঞ্জুৰী" ছপাবৰ কাৰণেও আছিল। মোৰ দিনত কেৰাণীত বাহিৰে কোনোৱে খৰচ লৈ সম্মিলনক যোৱা নাছিল। পাছত সম্পাদক আৰু ২।৩ জন সভ্য সাহিত্য-সভাৰ পৰা দ্বিতীয় শ্রেণীৰ টি. এ লৈ সম্মিলনক যোৱাৰ নিয়ম কৰিলে; আৰু আন প্রকাৰেও সাহিত্য সভাৰ সকলো টকা এনেদৰে খৰচ কৰা হ'ল যে তাতেই ট্রাষ্ট-ফাণ্ডৰ অনেক টকা খৰচ হৈ গ'ল। আৰু সভাৰ খৰচৰ কাৰণে টকাৰ অনাটন হ'ল। কেৰাণী, চাকৰ, চকিদাৰ আদিৰ দৰমহা বাকী পৰিল। এইদৰে কেইবা বছৰো চলিল। তাৰ পাছত শ্রীযুত ৰামেশ্বৰ বৰুৱা সাহিত্য সভাৰ সম্পাদক হ'ল। এওঁৰ দিনত এওঁৰ লগত পৰামৰ্শ কৰি নানা প্রকাৰে খৰচ কমাই আয় বঢ়াই সাহিত্য সভাক Solvent কৰা হ'ল। প্রথমতে বেছি দৰমহা পোৱা কেৰাণী শ্রীনন্দিনাথ গোস্বামীক মই অফিচত কাম দিলোঁ। বৰুৱাদেৱে ট্রাষ্ট-ফাণ্ড বিলাকৰ পৰা অলপ অলপ টকা সভাৰ মাহেকীয়া খৰচলৈ আনিলে। চৰকাৰী গ্রেণ্টও বাঢ়িল। এই প্রকাৰে বৰুৱাদেৱৰ বিশেষ চেষ্টাত যেনিবা বৰ্ত্তমান সাহিত্য সভাৰ আৰ্থিক অৱস্থা টনকিয়াল হৈ আছে। (১৯৪৩ত মই যোৰহাট এৰাত)। ইয়াৰ কৃতিত্ব শ্রীযুত ৰামেশ্বৰ বৰুৱাৰ।

(২৮)

সাহিত্য-সভাৰ আৰম্ভতে যিবিলাক লোকে এনে এখন সভা পাতিবলৈ বৰ আগ্রহ কৰিছিল—তাৰ ভিতৰত আগেয়ে অনেকৰ নাম কৰিছোঁ। শ্রীযুত গৌৰীকান্ত তালুকদাৰ, শ্রীযুত অম্বিকাগিৰি ৰায়চৌধুৰী—এওঁবিলাক দুয়োজন তাৰ ভিতৰত প্রধান। তালুকদাৰে গুৱাহাটীত এই অৰ্থে সভা-সমিতি পাতিছিল। আৰু ৰায়চৌধুৰীয়ে লেখা-লেখি কৰি এনে এটা অনুষ্ঠান সমগ্র অসমত হ'ব লাগে বুলি বৰ উদ্যম দেখুৱাইছিল।

পাছৰ দিনত শ্রীযুত ডিম্বেশ্বৰ নেওগে আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী লেখে। ইয়াৰ বাবে শ্রীযুত চন্দ্রধৰ বৰুৱা ট্রাষ্ট-ফাণ্ডৰ কাৰণে মই প্রাইজ দিওঁ। নেওগক মাতি আনি সকলো প্রকাৰে এই বুৰঞ্জী লেখাত সহায় কৰোঁ। অনেক মাল-মছলা যোগাওঁ। তাৰ প্রুফ আদিও কিছু চাই দিওঁ।

( ২৯ )

**সভাপতি** ঃ—মই এতিয়ালৈকে সাহিত্য সভাৰ সভাপতি হোৱা নাই ; আৰু বাকী কেইদিনত হবৰো আশা ৰখা নাই। কাৰণ সাহিত্য সন্মিলন হয় নহয় তাৰেই ঠিক নাই। আৰু এতিয়া সম্প্ৰতি কেইবাটাও কাৰণত মোৰ কথা বোধকৰো বৰ্ত্তমান সাহিত্যিকসকলৰ মনত বৰকৈ নপৰে।

তেজপুৰত বহা সন্মিলনৰ কাৰণে মোৰ নাম সভাপতিৰ বাবত প্ৰস্তাৱিত হৈছিল। আৰ অন্যতম প্ৰাৰ্থী আছিল ৺পণ্ডিত হেমচন্দ্ৰ গোস্বামী। এই কথা মই পাছত যেতিয়া জানিব পাৰিছিলোঁ তেতিয়া ৺গোসাঁইদেৱৰ লাগত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ মই খোজ পালোঁ। তেওঁ বয়স, বিদ্যা, কীৰ্তি, যশস্যা—সকলোতে মোত কৰি শ্ৰেষ্ঠ। ইফালে মোৰ অসমীয়া পৰমবন্ধু শ্ৰীযুত কামাখ্যাৰাম বৰুৱাৰ শহুৰ। সেইদেখি মোক যেয়ে সুধিলে, তাকে ৺গোসাঁইদেৱকহে ভোট দিবলৈ কলোঁ। মোৰ নাম উঠাই লবৰ সময় নাছিল। যি হক, ৺গোসাঁইদেৱত কৰি মই দুটা কি এটা ভোট কম পালোঁ। মই এটা বৰ বেয়া অৱস্থাৰ পৰা ৰক্ষা পৰিলোঁ।

ইয়াৰ পূৰ্বেও কেইবা ঠাইত মোক সভাপতি পদ যাচাত মোৰ বয়োজ্যেষ্ঠ আৰু আন প্ৰকাৰে শ্ৰেষ্ঠ ব্যক্তিৰ কাৰণে মই সেই পদ এৰি দিছোঁ। ইও মোৰ কাৰ্য্যৰ এটা নীতি।

বিশেষকৈ, ১৯২৭ ইং পৰ্য্যন্ত মই সাহিত্য সভাৰ প্ৰধান সম্পাদক। গতিকে, মই সভাপতি হোৱাৰ কথাটো মুঠিল।

১৯২৮ ইং গোৱালপাৰাত বহা সন্মিলনৰ কাৰণে সভাপতি পদ যচা হ'লে মই হ'লোহেঁতেন। কাৰণ, তেতিয়া মই স্পেচিয়েল অফিচাৰ, চৰকাৰী খাতিৰ নাই, আৰু সাহিত্য সভাৰ নানান কাম কৰি সভাখন সুন্দৰ কৰি পাতি তুলিছোঁ। মই তেতিয়া চিলঙত। কিন্তু সেইবাৰ সভাপতি পদৰ কাৰণে মোৰ নাম বোধ কৰোঁ কোনোৱে তুলিয়ালে।

তাৰ পাছতেই মই স্কুলসমূহৰ ইনিস্পেক্টৰ হ'লো। তেতিয়া প্ৰায় প্ৰতি বছৰে কোনো না কোনো লোক মোক সাহিত্য সভাৰ সভাপতি কৰিবলৈ বিচাৰিছিল। ইয়াৰ ভিতৰত অতি প্ৰধান আছিল গোৱালপাৰাৰ শ্ৰীযুত সভাৰাম চৌধুৰী। এওঁ মোক বৰ স্নেহ কৰে, আৰু মোৰ যিবিলাক ৰাজহুৱা কাম, সেইবিলাকৰো বৰ মূল্য দিয়ে। এওঁ এজন সৎ বিবেচক পৰোপকাৰী, নিৰহঙ্কাৰী আৰু বৰ ভাগ্যবান লোক। এওঁৰ কথা পাৰিলে আন প্ৰসঙ্গত লেখিম। এওঁৰ বাহিৰে বাকীবিলাক হয় মোৰ তলত চাকৰি কৰা লোক, বা মোৰ অনুগ্ৰহ প্ৰাৰ্থী বা মোৰ নৰ্ম্মাল স্কুলৰ ছাত্ৰ। ইনিস্পেক্টৰ থকাত সভাপতি হ'বলৈ মোৰ আপত্তি আছিল। কাৰণ, তেতিয়া মোক সভাপতি হ'বলৈ যিসকলে কব, সেইসকলৰ অনেকেই মোৰ চাকৰিৰ ক্ষমতাৰ খাতিৰতো কব পাৰে—এনে এটা ধাৰণা মোৰ সদায় আছিল। যি হক, ইনিস্পেক্টৰ হৈ থাকা কালত মই সভাপতি হ'বলৈ মন নকৰিলোঁ।

পাছে এবাৰ ১৯৩৯ কি ১৯৩৮ চনত মোৰ এজন বন্ধুৱে বৰ তোলপাৰ লগালে। তেতিয়া শ্ৰীযুত নীলমণি ফুকনে চলায় 'দৈনিক বাতৰি' আৰু শ্ৰীযুত কীৰ্তিনাথ বৰদলৈয়ে চলায় তিনিদিনীয়া 'অসম'। ব্যক্তিগত আৰু ৰাজনৈতিক কাৰণত দুয়ো সম্পাদকৰ ভিতৰত আৰু দুয়োখন

কাগজৰ ভিতৰত কাজিয়া। 'দৈনিক বাতৰি'য়ে শ্ৰীযুত নীলমণি ফুকনক সভাপতি কৰিব লাগে বুলি কৰ ধৰিলে। সেই প্ৰস্তাৱৰ বিৰোধ কৰিবলৈ "অসমে" মোৰ নাম লেখিলে। তুমুল বাক-বিতণ্ডা চলিল। মই কিম্বা লেখিবৰ সুযোগকে নাপালোঁ। অৱশেষত মই বাতৰি কাকতত এখন বিবৃত্তি দিলোঁ, যে মই প্ৰত্যক্ষ বা পৰোক্ষে সাহিত্য সভাৰ সভাপতিৰ বাব বিচৰা নাই; আৰু কোনোবাই যাচি দিলেও মই সেইবাবলৈ সেইবোৰ গ্ৰহণ নকৰোঁ। তেতিয়াহে ৰক্ষা।

এইবিলাক সন্মানৰ প্ৰতি মোৰ মনৰ ভাব লেখিলোঁ। এইবোৰ সন্মান মোক নালাগে এনে নহয়। কিন্তু মোৰ মানুহজনৰ প্ৰকৃত মূল্য আৰু মৰ্য্যাদা আদৰ কৰি দিলেহে লাগে। চৰকাৰী চাকৰিৰ খাতিৰত, অনুগ্ৰহ প্ৰাৰ্থী লোকৰ পৰা যি সন্মান পোৱা যায়, সেইটো এক প্ৰকাৰ তোষামোদ; আৰু ইনিস্পেক্টৰ থাকা কালত মই বহুতো টি-পাৰ্টি', অভিনন্দন, সম্বৰ্দ্ধনা আদি গ্ৰহণ কৰিবলৈ অসন্মত আছিলোঁ। কিন্তু পেন্সন পোৱাৰ পাছত, নগাঁও আৰু গুৱাহাটীত মোক যি অভিনন্দন দিলে তাত পৰম প্ৰীত হ'লোঁ। কাৰণ, তাত ক্ষমতাক খুচি কৰাৰ কোনো বান্ধ নাছিল।*

*৺শৰৎচন্দ্ৰ গোস্বামীয়ে নিজহাতে লিখি থৈ যোৱা এই "সাহিত্য সভাৰ কথাত" ভেখেক্তে নিজে লিখি থোৱা ইচ্ছা মতেই বহু সত্য কথা সম্প্ৰতি প্ৰকাশ কৰা সমীচীন নহ'ব বুলি ভাবি, সেইবোৰ বাদ দি প্ৰকাশ কৰা হ'ল। ইতি—সম্পাদক, অঃ সাঃ সঃ পত্ৰিকা।

অসম সাহিত্য সভা পত্ৰিকা, নতুন প্ৰকাশ, ২য়—৩য় সংখ্যা. ১৮৭৪ শক

# যোৰহাট সাহিত্য-সভাৰ সম্পাদকৰ কথা

মাননীয় সভাপতি ডাঙৰীয়া আৰু উপস্থিত ভদ্ৰলোকসকল !

আজি তিনি দিন বজাৰ আৰু বাইজৰ কাৰ্য্যত নানাপ্ৰকাৰ পৰিশ্ৰম কৰি[১] আপোনালোক শ্ৰান্ত হৈ আছে। এনে অৱস্থাতো যে আপোনালোকৰ জিৰণি লবলৈ নিদি এইদৰে ইয়ালৈ মাতি আনি আমি দুখ দিবলৈ আগ বাঢ়িছোঁ, এই বিষয়ে পাৰিলে আমি অলপ কৈফিয়ৎ দিয়া ভাল।

আমি যে কিবা এটা নতুন কথা কবি, বা কিবা এটা নতুন কথা শুনাম. অথবা কিবা এটা নতুন বস্তু দেখুৱাই আপোনালোকক সন্তোষ দিব পাৰিম এনে এটা অসম সাহ আমাৰ নাই। কিন্তু আপোনালোক সকলোকে দেখি আমি যে কিমান ডাঙৰ সন্তোষ পাওঁ তাকেহে অলপ কবলৈ বুলি আপোনালোকক বিৰক্ত কৰিবলৈ ইমান কাৰবাৰ পাতিছোঁ। শদিয়াৰপৰা ধুবুৰীলৈ আমাৰ গোটেইখন দেশৰ শ্ৰেষ্ঠ পুৰুষসকল আজি আমাৰ নগৰত গোট খাইছে। সন্তজনৰ সঙ্গলাভ পৰম ভাগ্যৰ ফলতহে ঘটে। আমাৰো আজি এই সাধু-সঙ্গ লাভৰ বাসনা ইমান বলৱতী হল যে তাক সংযম কৰিব নোৱাৰি আমাৰ সন্তোষৰ অৰ্থে আপোনালোকক কষ্ট দিব খুজিছোঁ। আপোনালোকক একেলগে দৰ্শন কৰি আমি কৃতাৰ্থ মানিছোঁ। ইয়াকেই ভাবি যোৰহাট সাহিত্য-সভাই আপোনালোকক আজি এইখিনি দুখ দিছে। আপোনালোকক আমি যথোচিতৰূপে সম্বৰ্দ্ধনা কৰিব পৰা নাই ; আমাৰ আসল বচন সকলোতে নানাপ্ৰকাৰ ত্ৰুটি দেখা পাব। আমাৰ আশা, আপোনালোকে নিজৰ গুণে আমাৰ সকলো দোষ ক্ষমা কৰে। আমি অইনবিলাকেৰে আপোনালোকক সন্তুষ্ট কৰিব নোৱাৰোঁ ; কিন্তু আমাৰ যদি শ্ৰদ্ধা আৰু ভক্তিৰ প্ৰতি আপোনালোকে লক্ষ্য কৰে, তেনেহলে আশা কৰোঁ তাত আমাৰ একো ত্ৰুটি নাপাব।

আমাৰ সাহিত্য-সভা নিচেই খুমলীয়া— মুঠতে এমাহৰ আগতেহে ইয়াৰ প্ৰথম সভা বহি গৈছে। এনে কেচুৱা অৱস্থাতো যে আমি আপোনালোকৰ নিচিনা মহন্ত পুৰুষসকলক আদৰিবলৈ পাইছোঁ—ই আমাৰ পৰম ভাগ্যৰ ফল। আমাৰ আৰু এক পৰম ভাগ্যৰ কথা যে মাননীয় শ্ৰীল শ্ৰীযুত ৰায়চাহেব ফণীধৰ চলিহাৰ নিচিনা মহাপুৰুষ এজনক আমি আজি সভাপতি হবলৈ পাইছোঁ আৰু শ্ৰীল শ্ৰীযুত মাননীয় পদ্মনাথ বৰুৱাৰ নিচিনা আমাৰ প্ৰবীণ সাহিত্যিক এজনক আমাৰ সভাত থিয় হৈ আমাক দুই আষাৰ উপদেশৰ বাণী শুনাবলৈ পাইছোঁ। এনে সুলক্ষণ আগত লৈ আৰম্ভ কৰাৰপৰা আমাৰ আশা হৈছে যে আপোনা-লোকৰ কৃপা আৰু আশীৰ্বাদ থাকিলে আমাৰ এই খুমলীয়া সভাই এদিন আসাম সাহিত্য-ক্ষেত্ৰত নানাবিধ ৰত্নতুল্য শস্যৰ জননী হব পাৰিবগৈ।

আমি যে কি উদ্দেশ্য লৈ সভাখন পাতিছোঁ তাকো আচলকৈ কব পৰা অৱস্থা আমাৰ

---

১. কৰ্ণেল পি. আৰ. টি. গৰ্ডনৰ চেষ্টাত ১৯১৫ চনত যোৰহাটত আসাম-শিল্প সমিতিৰ অধিবেশন বহে।—সং, শ. গো. ব.

নহয়। ই ইমান কেচুৱা যে আগলৈ ইয়াক কি কৰিম তাক ভাবিবৰ এতিয়াও সময় নৌ হয়। মুঠতে এয়েই শুভ লক্ষণ যে ইয়াৰ প্ৰথম জাতকৰ্মটো আজিৰ নিচিনা এনেবিধ সুগম অৱস্থাৰ ভিতৰত হব পাৰিছে। আমাৰ নামটোৰ বিষয়েও এক আষাৰ কথা আমাৰ কবলৈ আছে। যদিও আমি ইয়াৰ নাম যোৰহাট সাহিত্য সভাহে দিছোঁ। তথাপিতো আমি আশা কৰিছো যে অসমীয়া সাহিত্যৰ জননীস্বৰূপা অ ভ উ-সা সভাৰ পদাঙ্ক অনুসৰণ কৰি আমাৰ সভাই চলিব পাৰিব। অ ভা-উ-সা সভাৰ নিচিনা ডাঙৰ নাম আমাৰ কেচুৱা সভাক দিবলৈ সাহ কৰা নাই ; কাৰণ তেনে কৰিলে আমাৰ পুৰণি আৰু মাতৃস্বৰূপা সেই সভাৰ অৱমাননা কৰা হব বুলিহে আমি ভাবিছিলোঁ।

আজি আপোনালোক আমাৰ মাজলৈ আহি, আমাৰ নিমন্ত্ৰণ ৰক্ষা কৰি আমাক যে ইমান সন্তোষ দিছে আৰু সন্মানিত কৰিছে, আপোনালোকৰ এই মহৎ অনুগ্ৰহৰ বাবে আৰু এবাৰ কৃতজ্ঞতা প্ৰকাশ নকৰি ৰহাটো মোৰ অনুচিত হব। যোৰহাট সাহিত্য-সভাৰ সকলো সভাৰ হৈ আপোনাসকলক কাৰ্তুবাদ কৰি কৈছোঁ, যেন অনুগ্ৰহ কৰি আমাৰ ভক্তিৰ প্ৰতি লক্ষ্য ৰাখি আমাৰ অন্য সকলো দোষ, সকলো ত্ৰুটি, আৰু সকলো অপৰাধ মাৰ্জনা কৰে, এয়ে আমাৰ সৰল নিবেদন *

* আলোচনী, সপ্তম বছৰ, তৃতীয় সংখ্যা, পুহ ১৮৩৭ শক।

***"যোৰহাটৰ সাহিত্য-সভা**

যোৰহাটৰ মাতৃ ভাষাৰ সেৱাৰ অৰ্থে এনে এটি সভা গঠিত হোৱাত আমি বৰ বং পাইছোঁ। সভাৰ সুযোগ্য সম্পাদক শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামীৰ উদ্যমত—মাননীয় কৰ্ণেল গৰ্ডন চাহাব বাহাদুৰৰ চেষ্টাৰ ফলত যোৰহাটত বহা যোৱা আসাম-শিল্প সমিতিৰ অধিবেশনৰ সময়ত —এই সভাৰ এখন বিশেষ অধিবেশন বহে। তাত হিন্দু মুছলমান প্ৰায় ২৫০জন মান ভদ্ৰলোকৰ সমাগম হৈছিল। মাননীয় ৰায়চাহাব শ্ৰীযুত ফণীধৰ চলিহাই সভাপতিৰ আসন গ্ৰহণ কৰে। মাননীয় শ্ৰীযুত পদ্মনাথ বৰুৱা ডাঙৰীয়াই কলিকতাৰ চাহ খোৱা মেল এখনৰ পৰাই কেনেকৈ আসামৰ ঠায়ে ঠায়ে অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ উৎপত্তি হৈ কিছুদিন অসমীয়া ভাষা আৰু সাহিতৰ এটা জাগৰণৰ ভাব আনিছিল তাক ভালকৈ বুজাই দিয়ে।"
—বিবিধ প্ৰসঙ্গ, আলোচনী, ৭ম বছৰ, ৩য় সংখ্যা।

# কিবাকিবিৰ বিষয়ে ৰচনা

ডাঙৰীয়াসকল,

আপোনালোকে মোৰ প্ৰবন্ধটোৰ নাম শুনিয়েই ভয় নাখাবহে। কাৰণ, হাঁহি উঠা কথা কোৱা মোৰ উদ্দেশ্য নহয় ; মই আজি আপোনালোকৰ ওচৰত মোৰ দুখৰ বিবৰণ-হে জনাবলৈ আহিছোঁ।

আৰু বলিয়াদি কৰা বুলিও যেন মোক ধৰিবলৈ নকয়। কাৰণ, আজি ইয়াত থিয় হৈ, যেছি নহলেও দহ-পোন্ধৰ মিনিটমান যিহকে ইচ্ছা তাকে কবৰ অধিকাৰ জন্মিছে ; - সভা-সমিতি আইনৰ কোনোবা এটা ধাৰামতে, মই নিজে নাজানো ; কিন্তু মোৰ কোনো উকীল বন্ধুৱে কৈ দিব পাৰিব। তাতো যদি মন নাথায়, তেনেহলে ইয়াতেই মোৰ খাতিৰৰ হাকিম-বন্ধু দুই এগৰাকীও আছে ; তেখেতসকলে এতিয়াই মোৰ পক্ষত ডিক্রি দিব। এতেকে, আপোনালোকৰ অসহনীয় হলেও, মই যি পঢ়ো তাক মন দি নুশুনিলেও মনে মনে শুনাৰ ভাও কৰি থাকক। নহলে, গত্যন্তৰ নাই যেন দেখিছোঁ।

ভাষাটো বোধ কৰোঁ সংস্কৃতেই, তাত এফাকি কথা আছে—"ছিদ্ৰেষনৰ্থা বহুলী ভৱন্তি" — তাকে থাৰ খোৱা অসমীয়া ভাষাত কলে হয়, 'আপদও ওঁৰেয়ো গল খুজায়"। মোবো আজি বিপদ দেখি, সেই ছিদ্ৰইদি আটাইবোৰ আপদৰ সোঁত বলিছে।

মোৰ আপদৰ বুৰঞ্জীৰ আৰম্ভ, এইখন সভা। যি কাম যি মানুহৰ কৰা ৰীতি নাই, সেই কাম কৰিবলৈ কলে মানহানিৰ মোকৰ্দমা কজু কৰিব পাৰি নে নোৱাৰি। আপোনালোক-সকলোএ জানে। কিন্তু সন্তৰ ক্ষমাই ভূষণ ; মই সিবিলাকক ক্ষমা কৰিছোঁ। দুখৰ কথা তেও আপোনালোকৰ আগত কৈ থওঁ।

মই জানো স্কুল বা কলেজৰ লৰা, যে এই সভাৰ জাননীখনত চহী কৰা Esquireকেই গৰাকীএ মোক ৰচনা লিখিবলৈ কব পায়! আজি ইমান দিন চাকৰি কৰিলোঁ, কিমান ভব্য-ভব্য ভদ্ৰলোকৰ লগত ফুৰা-চাকা কৰিলোঁ, কিমানৰ কিমান কুৎসা গালোঁ ; এতিয়া আৰু সক সক লৰাৰ দৰে বা কলেজত পঢ়া কেঁচা-বুধিৰ ডেকাৰ দৰে লেখা-পঢ়া, বিশেষ অসমীয়া ভাষাত ৰচনা লিখাৰ নিচিনা উতনুৱা কাম কৰিবলৈ মোৰ প্ৰবৃত্তিয়ে আছে নে সময়ে আছে! তথাপি-তো, কৰিলে কৰিলে অপমান ; মুখৰ খাতিৰো এৰিব নোৱাৰা বস্তু ; সহিয়েই থাকিব লাগিল!

তাৰ পাছত, আমাৰ—আপোনালোকে বুজি থব যে এইটো author's we, ইয়াত মোৰ ঘৰৰ ( বা বাহিৰৰ ) আন কাৰো একো স্বত্ব, সম্পৰ্ক, দাবী দাওয়া নাই— আমাৰ দ্বিতীয় আপদ, ৰচনাৰ শুৰিতে বিনয়-নম্ৰ এখনি পাতনি দিওঁ নে নিদিওঁ। তাক স্থিৰ কৰা। হওঁতে, তেনে এখন পাতনি নাথাকাটো সকলো সাহিত্য-ৰীতিৰ বিৰোধী। কিন্তু আমি ভাবি চালোঁ, যে দুটা আৱশ্যক সাধিবলৈ এনে এখন পাতনি থাকা ভাল :—প্ৰথম, নোৱাৰা কাম এটা কৰিবলৈ নিজে আগ বাঢ়িলে ; আৰু দ্বিতীয়, নাজানা ভাৱেৰে নিজৰ বিদ্যা আৰু বুদ্ধিৰ গৌৰৱ দেখুৱা-বলৈ ইচ্ছা কৰিলে। প্ৰথমটো হল, সবল আৱশ্যক ; দ্বিতীয়টো ব্যতিৰেক আৱশ্যক। আমাৰ অৰ্থে, সবল আৱশ্যকটো নালাগে ; কাৰণ, আমি নিজে এই কামলৈ আগ বাঢ়া নাই ; আনেহে ঠেলি ফুচুলাই আগবঢ়াই দিছে। আৰু এই কাৰ্য্যটো কৰিবলৈ অপাৰগ বুলি কোৱাও আমাৰ ইচ্ছা নহয়—যিহেতু, ই-নীতি-বিৰুদ্ধ। তাহানিখন কিবা এখন শাস্ত্ৰত পঢ়া হৈছিল,— "আত্ম শ্লাঘা নৈব কাৰ্য্যা", অৰ্থাৎ ৰবাই কৰি নুফুৰিবা। আকৌ আন এখনে কয়, "God helps those who help themselves." অৰ্থাৎ, শুদ্ধ ৰূপে-অৰ্থ কৰিলে, যিহকে পোৱা তাকেই পাবোঁ বুলি হাত্তক লোৱা।

এইদৰে বেদ আৰু স্মৃতি এ ভিন্ ভিন্ মত দিয়াত, আমাৰ কাৰ্য্যৰ নীতি হৈছে, "মহাজনো যেন গতঃ সপন্থা" ; বা "মহাজনে" যি কৰে তাকে কৰিবা। এতিয়া চাওক মহাজন পদটোৰ তিনিটা অৰ্থ হয়। প্ৰথম অৰ্থটো ধৰিলে, অৰ্থাৎ মহাজন পদেৰে গুৰু গোঁসাই বুজিলে, আপোনালোকে জানে যে তেওঁসবে এটা conditionৰ চৰ্তত সৱাকো সামৰিব পাৰে। এই চৰ্তটো হৈছে প্ৰায়শ্চিত্ত। প্ৰায়শ্চিত্ত মানে বিত্ত ত্যাগ। আপুনি যতে খুজি তাতেই বিত্ত ত্যাগ কৰিব পাৰে। কিন্তু স্ত্ৰী-ভিখীক দি সিইতৰ আলস্য বঢ়োৱাতকৈ চোন গুৰু-গোঁসাই-বামুণ-সজ্জনৰ চৰণতেই দিব পাৰে ;—ইহকালতো সজ নাম, পৰকালতো মুক্তি একেলগে সকল কৰাৰ নো ইয়াতকৈ সুগম উপায় কত পাব ?

এই পদটিৰে দ্বিতীয় অৰ্থ, আপোনালোক সকলোৱে জানে, কেঞাবাবু বা তৎসদৃশ জীৱ। এওঁবিলাকে এক পাইৰ এশভাগৰ এভাগৰ পৰা যে অসংখ্য সূক্ষ্ম পিট্রিত লোৱা অংকেৰে টকাৰ হিচাব কৰি থাকে, তাক নো কোনে নাজানে। আৰু এওঁবিলাকৰ খাতাত হাকিম-হুকুমৰ হুকুমৰ পৰা কানীয়া-মগনীয়ালৈ সকলোৰে নাম যে উঠি থাকে, তাকো আপোনালোকে অনেকেই প্ৰত্যক্ষ প্ৰমাণ পাইছে।

আৰু যদি মহাজন পদৰ তৃতীয় অৰ্থটো ধৰা যায়। অৰ্থাৎ ডাঙৰীয়া বোলা হয় ; তেনে হলে তো কথাই নাই। আমি সকলোএ জানোঁইক যে ডাঙৰীয়াসকলৰ অসাধ্য আৰু তেওঁখেত সকলে নকৰা কাৰ্য্য ভূ ভাৰতত নাই—( অৱশ্য কথাত)। [ শেষৰ শব্দ দুটা সৰু আখৰেৰে বন্ধনীৰ ভিতৰত লিখা হল, মন কৰিব। ]

এই আটাইবিলাক কথাৰ পৰা প্ৰমাণ হয় যে শাস্ত্ৰৰ যুক্তিমতে আমি গৱৰ্ণমেণ্টক বুলি নিজকে মানি লোৱা অন্যায় হব। এনে অশাস্ত্ৰীয় কথা এটা কৰি ৰৌৰৱ নৰকত পচি মৰিবৰ আমাৰ সবুলি মন নাই।

আকৌ—একো নজনাৰ ভাও ধৰি, নিজৰ বিদ্যা-বুদ্ধিৰ গৌৰৱটো ব্যতিৰেক প্ৰমাণৰ দ্বাৰা দেখুৱাই দিবলৈকে আৱশ্যক নকৰে। আমাৰ বিদ্যাৰ থিতাপ আৰু বুদ্ধিৰ প্ৰতাপ যে আপোনালোকক দেখুৱাবৰ মন নাই, তেনে নহয়। মন নোহোৱাহেতেন, এইখন ৰচনাকে নিলিখোঁ। আপোনালোকৰ কোনোজনা ৰায়-বাহাদুৰ-ৰায় চাহাব, কোনোজন হাকিম-হুকুম, কোনোজন মণ্ডপ-সদৰামিন আৰু কোনোজন বা উকীল-আমোলা। আপোনালোকক কোৱা বাহুল্য যে ইংৰাজৰ আমোলত মোৰ বিশ্বাস—এনে কোনো আইন নাই যাৰ দ্বাৰা কোনো মানুহক হেচাবদি কৰি প্ৰবন্ধ লিখাব পাৰি।

সেই দেখি, মোৰ নিতান্ত অনিচ্ছা হোৱা হলে, মোৰ হতুৱাই আপোনালোকৰ কোনোৱে যে একো লিখাব নোৱাৰিলেহেতেন, এহ কথা ভাটি বীৰ-বসেৰেই কব পাৰোঁ।

অৱশ্যে পুলিচক লগাই দিয়া হলে, সুকীয়া কথা ;—তেখেতসকলে কিবা এটা কৰাই হে এৰিলেহেঁতেন। কিন্তু—তাৰো কিবা উপায় আছে ; জানিছে যদি জানক আপোনালোকে।

আৰু, শেষ কথা—যদিহে মুখৰ খাডিব এৰাব নোৱাৰি, প্ৰবন্ধ লিখিবলৈ একান্ত গাত লৈছিলোঁ। ই—ইচ্ছা নোহোৱা হলে, আজি তো নাহিবও পাৰিলোঁহেতেন। কালি লৈছে

শনিবাৰ, আজি বন্ধেই ; কালি গধূলীবপৰা মানুহে দেখাইব কানি-কাপোৰ এসোপা লৈ জ্বৰ উঠিছে বুলি পৰি থাকিলেই দেখোন খতম !

গতিকে, মোৰ অগাধ -( এইটো শব্দৰ দুটা অৰ্থ হব পাৰে ; বহুব্ৰীহি সমাসৰ অৰ্থটো যেন কোনোৱে নাভাবে ) – মোৰ অগাধ জ্ঞানৰ পৰিচয় দিবৰ বাঞ্ছা মোৰো আছে। কিন্তু তাকে নৈতিক সাহ, অৰ্থাৎ moral courage, নোহোৱা মানুহৰ দৰে, লুকাই-চুৰ-কৰি কৰাৰ কি সকাম ? আমি শিক্ষা-বিভাগৰ মানুহ, তাতে স্কুলৰ পণ্ডিত। আমাৰ নজনা কথা নো পৃথিবীত কি থাকিব পাৰে ? ছাত্ৰ পঢ়াই আমি বেছকৈ বুজিব পাৰিছো যে আমি নজনা বা নোৱাৰা কথা থকা বুলি কায় বা বাক্য বা মনেৰে সৈতে সৈ কঢ়াটোও মহা অগৌৰৱৰ কথা ! তাতেহে কৈছোঁ। খুদীয়া সাহিত্যিকৰ দৰে প্ৰবন্ধৰ আগতে পাতনি এখন লগাই দিয়াৰ, মোৰ পক্ষে, অলপো আৱশ্যক নাই।

এই দুটা গল মোৰ আধ্যাত্মিক আপদৰ কথা ; অৰ্থাৎ নিজৰ বিষয়ে নিজৰ গুণ-গৌৰৱ ( Rights, Duties )। কিন্তু কপিল মুনিএ আৰু দুটা আপদৰ সৃষ্টি কৰি থৈছে নহয় ; সিহঁতেও এই ছেগতে এবাৰি তিথিল-থিলাই লব খুজিছে।

মোৰ প্ৰবন্ধৰ নামটো শুনিয়েই, আৰু মোৰ হাক নামানি, নাইবা এইখিনিলৈ শুনিও, যদি আপোনালোকে মোক বহুৱাই দিলেহেতেন, তেনেহলে, আমাৰ "নাবালিকা অসমীয়া ভাষাৰ জননী", অৰ্থাৎ "বঙ্গ ভাষাই বলিতে গেলে, সব ল্যাঠা চুকিয়া যাইত।" কিন্তু কাৰ কপালৰ গাঁঠি কোনে মোচন কৰিব ? আপোনালোকে সেইটো নকৰিলে যেতিয়া, মই অৱশ্যে এখনি ৰচনা লিখা উচিত হল।

ৰচনা লিখিবলৈ খুজি পহিলৰ দিনাই, কি বিষয়ত ৰচনা লিখা উচিত, এই সম্বন্ধে মই কেইজনামান বন্ধুৰ পৰামৰ্শ সুধিছিলোঁ। তেখেতসকলৰ এজনে কৈছিল, "Some subject suiting the occasion" ; আন এজনে কৈছিল, "এনে এটা subject যি সেই occasionৰ কাৰণে suitable হয়।"

তেখেতসকলে, হওঁতে, মোক অতি সাৰুৱা উপদেশকে দিছিল। কাৰণ উপদেশ যিমানে সাৰুৱা হয়, সি তিমানে অৰ্থশূন্য হোৱা দেখা যায় ; আৰু তাক বুজিবলৈ তিমানে টান হব লাগে ; আৰু সেই উপদেশ অনুসৰি কাম কৰা ততোধিক কঠিন হোৱা যুগুত। কিন্তু ইমান সাৰুৱা উপদেশৰ মাজতে মূৰটো সুমাই দিলে, আন এটা আপদে পোৱাৰ আশঙ্কাত হে নিৰম্ব হবলগীয়া হল ;—উপদেশৰ সাৰ পাই চুলিবোৰ পৰিমিত বাঁহৰ দৰে গজ-গজাই উঠিলে, ভাবি চাব কি সৰ্বনাশ।

সেই দেখি আন এজনৰ পৰামৰ্শ লোৱা হল। তেওঁ কিছুমান বিষয়ৰ নাম কলে, যেনে Theory of Biological Education in Embryological State ; Sociological Aspect of Evolutional Anthropology ; The system of Pre-natal National Education in its bearing on hormophrodytical evolution as revealed in Sexual Psychology ইত্যাদি। কিন্তু আচল লেঠা লাগিল কথা এটাত—এইবোৰ শব্দৰ

তো অসমীয়া প্ৰতিশব্দ পাবলৈ নাই। অসমীয়া ভাষাত এনেবোৰ গম্ভীৰ বিষয়ত প্ৰবন্ধ লিখিবই নোৱাৰি যেতিয়া, মই লিখিব পাৰোঁ বা নোৱাৰোঁ এই সম্পৰ্কে একো কথাই উঠিব নোৱাৰে।

বিষয় এটা বিচাৰি লোৱাত ইমান আজকাল হোৱা দেখি ভাবিলোঁ, অনেকে কৈছিল, 'কিবাকিবি বিষয়ে এখন ৰচনা লিখিবা'। পাৰোঁ-নোৱাৰোঁ, Majority must be granted. 'কিবাকিবি বিষয়ে' ৰচনাকে এখন লিখিবলৈ যত্ন কৰা যাওক।

সেই দেখি ঠিক কৰিলোঁ, বিষয় চোন নালাগেই, কি ৰসত নো লিখা যায়। তাকেই ভাবি যাওঁক।

আদিতেই আদি ৰস। কুলি, কমল, কুহুকুহু, যুৱতী, ষোড়শী, কিশোৰী, বসন্ত, নৱ কিশলয়, বামবন্ত্ৰা, কবিকৰ—আদি কবি আদিৰসৰ সমস্ত সম্ভাৰ গোটাই লৈ এখন ৰচনা লিখিবৰ কাৰবাৰ হল। ৰচনা চকুত পৰিল—ৰ। তাৰ ফলাফল বিবৃত নকৰাই ভাল। সেই দিনাৰ পৰা সেই experiment বাদ দিয়া হল।

বাক তেনেহলে; গহীন-গম্ভীৰ ৰচনা লিখাত তো কাৰো একো আপত্তি নাই। বিশেষ এনে ৰচনা বৰ সন্মান আৰু গৌৰৱৰ কথা। তাতো আৰম্ভ লগালোঁ—"হে ভদ্ৰমহোদয় সকল, আপোনাসবে ধৃষ্টতা-সূচক সাহসৰ দ্বাৰা অনুপ্ৰাণিত সন্নিখিত যি প্ৰবন্ধটো আপোনাসবৰ কৰ্ণকুহৰত প্ৰবিষ্ট কৰাই চৰিতাৰ্থ হবলৈ মানসৰ দ্বাৰা বাসনা প্ৰকাশ কৰিছে, তাৰ দ্বাৰা এতদভাজন জন মহা গৌৰবান্বিত মহিমান্বিত আশান্বিত আৰু দীপান্বিতা হোৱা প্ৰকাশিত হৈছে। আপোনাসব সদৃশ দয়া-দাক্ষিণ্য - কাৰুণ্য-মাৰুণ্য—আৰুণি-উপমন্যু-গুণৰাজি বিভূষিত পৰশ্ৰীকাতৰিত পুৰুষব্যাঘ্ৰ পুৰুষৰ্ষভ বা পুৰুষগৰ্দভই ধন্য! অহো ধন্য ধন্য! ইতি—" কিন্তু কি অপায়! কলমৰ মুখত দেখোন এনে সুললিত গৰগৰিত কথাৱলী নোলায়; কোনোবাই কুমন্ত্ৰকে কৰিলে নে কি!

যাক। গহীন ভাৱটো এৰি দি পৰিহাস ৰসত এবাৰ হাত চলাই চালে কেনে! যথা—

**Dialogue—কথা-বাৰ্তা**

১ম—আমি কিন্তু ৰামে বোলে—

২য়—আই ঔ!

১ম—আজি কিন্তু ৰামে বোলে—

২য়—সৌ সৌ!

১ম—কিয়, কিন্তু ৰামে বোলে—

২য়—ছিঃ! ছিঃ!

১ম—গোট। কিন্তু ৰামে বোলে—

২য়—হাঃ! হাঃ!

১ম—খা—খা—খা - খাইছোঁ!

২য়—ছিঃ ছিঃ সিঃ সিঃ আঃ আঃ বোপাই ঔ, ককাই ঐ—উঃ হুঃ হুঃ!

এই প্ৰকাৰে হাঁহি উঠা নাটৰ সোপাকে গোটাই এজন ৰসবান 'চন্দ্ৰভাৰ' সাহিত্যিক বন্ধুক পঢ়ি শুনোৱা হল। মই তো হাঁহিৰ কোনত পঢ়িবই নোৱাৰোঁ; ভেবোঁ হাঁহিতে বাগৰি ফুৰিব বুলি ভাব কৰিছিলোঁ। কিন্তু কি হব দুখৰ কথা কলে! তেওঁ হাঁহিব থাক, খঙতে ডিটিকি উঠিল!

বাক, তেজে। খঙকে যদি কৰিলা। খং উঠাকৈ বীৰ ৰসৰ ৰচনাকে লগাই দিওঁ চোন! চাবা:—"দেখা নাই নে তোমালোকে মোৰ বীৰত্ব; সেই মই, সেই মই, যি মই মাইকীৰ আগত মতালি কৰিব পাৰোঁ, বাগিছাৰ চাহাব দেখিলে (বাগিছাত নহয়, চহৰত) ছেলাম নিদিয়াকৈ যাব পাৰোঁ, এখুদমাণি বেটী ছোৱালীজনীক মাৰ মাৰি আধা মৰা কৰিব পাৰোঁ, আৰু অজাতীয়া মানুহ আহিলে ভেকাহি মাৰি খেদি দিব পাৰোঁ,—মনত ৰাখিব আপোনালোকে, অজাতীয়া মানুহ, ওপৰৱালাৰ কথা কোৱা নাই; আৰু মনত ৰাখিব যে মই বীৰত্বৰ কথা কইছোঁ, বিদ্ৰোহৰ কথা কোৱা নাই—সেই মই, সেই বীৰত্বৰ অৱতাৰ মই, সেই প্ৰতাপ পৰাখিতাপৰ ধুৰন্ধৰ মই, আজি ৰচনা লিখিবলৈ সাজু হৈছোঁহক। আজি হয় পৃথিবীখনকে ওপৰলৈ নিম। নহয় সৰগখনকে তললৈ নবাই আনিম। আজি কঁকালত পেৰি পেৰি টঙালি আঁটি ওলালোঁ। কিবা এটা কৰিহে এৰিম আজি!"

এইখিনি কাকো নেদেখুৱাই নিজে নিজে পঢ়ি চালোঁ—ডাঙৰ ডাঙৰ কৈ, বীৰৰ সুৰেৰে। ক'ত্ৰা, গা-টো দেখোন গৰম গৰম নালাগে! ধমনীত দেখোন আৰ্য্য-শোণিতে নৃত্য কৰি নুঠে! কি জানি বীৰবিলাকে নিজৰ গাৰ গৰমটোৰ, শিৰায় শিৰায় উষ্ণ ৰক্তৰ সঞ্চালনৰ, উন্মাদকে ধৰিব নোৱাৰে। ইয়াকে ভাবি ভিতৰলৈ গৈ গাত হাত দি চাব কলোঁ। গাটোত গৰম উঠিছে উঠিছে নে নাই। মোৰ কিবা অসুখ-বিসুখ হৈছে বুলি নিৰ্ভয় দিবলৈয়ে হব পায়, লৰালৰিকৈ গাত হাত দি কলে—গৰমতো নহয়েই, শিল যেন চেঁচা! কি আপদ!

আচ্ছা, বীৰ ৰসত নহল নাই। কৰুণ ৰসত লিখা যাওক। আমি কলেজত পঢ়া দিনত ডাক্তাৰ পি. কে. ৰায়ে অসমীয়া কবিতা এখন শুনি কৈছিল যে ভাষাটো বৰ মিঠা আৰু কৰুণ ৰস প্ৰকাশৰ বৰ উপযোগী। আপ্ত বাক্য মিছা হব নোৱাৰে। আকৌ শিৰোগত কৰি আৰম্ভ লগালোঁ:—

"হে মোৰ অতি মৰম আৰু সন্মানৰ ডাঙৰীয়াসকল! কিনো মই ৰচনা পঢ়ি শুনাম, মই অতি দীন হীন ভিকহু! [ক্ৰন্দন, বক্তৃনীৰ ভিতৰত]। দেহি ঐ কিনো ৰচনা পঢ়িম! উঃ! উঃ! উঃ! [হুক-হুকি ক্ৰন্দন। ইয়ো বক্তৃনীৰ ভিতৰত।]"

এইদৰে কৰুণ সুৰত পঢ়িব ধৰিছোঁ। শুনো যে বান্দীৰ ছোৱালীজনী মই পঢ়ি থকা খোটালিটোৰ দুৱাৰ-মুখৰপৰা কৈছে, "দেউতাৰ নো কি হৈছে, আয়ে সুধিছে।"

এইবাৰ হলে বহালোঁ;—আচলকৈয়ে মনত বৰ বং লাগিল। ঠিক কৰুণ ৰসৰ ৰচনা হৈছে। মই আনন্দত আকুল হৈ ভিতৰলৈ আহিলোঁ। কিন্তু কি কপাল! সকলো কথাখিনি যে ভেদ ভাঙি কওঁ—কি সৰ্বনাশ—লৰা-ছোৱালী চাকৰ-নাকৰ সকলোএ হাঁহে হে হাঁহে।

কি-আপদ! ৰস-বুজোতা নাই নেকি কোনো, সংসাৰত! তিতা, মিঠা, কটু, লবণ

প্ৰভৃতি ভাষাৰ আৰু কিমান ৰস আছিল ! সেইবোৰৰ জুটি চাবলৈ আৰু মন নগল। সংস্কৃতত এশাৰি ককৰা আছে,

"হে চতুৰানন, আন সকলো দুখ
মোৰ সহন হয় ; কিন্তু
অৰসিকস্তু ৰসদানং শিৰসি
মা লিখ মা লিখ।"

তকে গাই চুপ মাৰি বহি থাকিলোঁ।

ৰসৰ লেঠা এক প্ৰকাৰ খতম হল। ভাৱত লিখাও আৰু এক লেঠা। যি ভাৱতেই লিখোঁ, সি ইমান গহীন হৈ উঠে, যে তাক ধৰিবই নোৱাৰে। মোৰ গাত হলে দোষ নাই। Ageৰ advanceত (অৰ্থাৎ, মোল-বুজোঁতা উপযুক্ত সমাজ নৌ হওঁতেই প্ৰতিভা শক্তি লৈ) জন্মিলে, সকলোৰে এনে দশা হোৱা দেখাই যায়।

তেওঁ, কিন্তু আপদৰ অন্ত নাই। হেমলেতে (Hamlet) দুখ কৰাৰ দৰে :

"When sorrows come,
They come not single spies
But in battalians."

"আহিব যেতিয়া দুখ,
নাহে একে একে শক্তিহীন গুপ্তচৰ প্ৰায়,
কিন্তু লগে-ভাগে, বাহিনীৰ দৰে,
ঘোৰ শক্তি লই।"

ৰস নহল, ভাৱ নহল, ভাষাতো তেও আছে ! কি ভাষাত নো লিখা ভাল তাক ঠিক কৰিব পাৰিলেও তো এটা কাজ হয় !

ভাষা অনেক প্ৰকাৰৰ। যেনে : গদ্য, পদ্য, ভকতীয়া ; সাধু, চহা ; উজনীয়া, ঢেকেৰি ; অনুবাদী ; থিয়েটৰী, কোটেছুনী, মাইকেলী, ইত্যাদি ইত্যাদি।

গদ্যত ৰচনা লিখাটো ভাৱ আৰু ৰস বোধ থকা, কলাবিদ্যাত পাৰ্গত, আৰু সুকুমাৰ শিল্পৰ মোল-বুজোঁতা মানুহৰ কাম নহয়। খুচি হলে শিক্ষিত নামধাৰী "শুষ্কং-কাষ্ঠং"-বৎ নীৰস প্ৰাণৰ লোকবিলাকে এই ভাষা ব্যৱহাৰ কৰিব পাৰে !

ইবিলাকৰ ভিতৰত সদ ভকতীয়া ভাষাটো বেয়া নহব অনুমান কৰি, তাতে লগালোঁ—

"তোৰাসৱ আজি ইয়াত কিয় গোট খোৱা হইছে, তোৰাসৱৰ বা আৱশ্যক কি। আমাৰ বিশেষ গোচৰ হোৱা নাই। যদিহে আমাৰ ভকত পোৱালী কেইটিক পঢ়া-শুনা কৰাৰ সম্পৰ্কে কিবা কথা কোৱাৰ বাসনা আছে, বা আমাৰ ব্যয়ৰ বিষয়ে কিবা লেক্‌চৰ্ দিব খোজা হৈছে, কিম্বা দেশৰ হিতৰ নাম কৰি কিছু ৰূপ-বান খাব-খোজাৰ আশা কৰা হৈছে, তেন্তে পশ্চিম দিশৰ বৃন্দাবন দেশৰ দাবোৱান নাহোঁতে বিদায় হোৱা ভাল। কিন্তু যদিহে তোৰাসবে আমাৰ

লিখনিৰপৰা ওলাব খোজা প্ৰবন্ধ আদিৰ মধুৰবো সুমধুৰ ৰস পান কৰিব খোজা হৈছে, তেন্তে সজ কথা ; আমি অলপ অচৰপ লিখিব পৰা হয়। কিন্তু ধুতি গাৰে নাই অহা যদি, গাটো তিয়াই, ৰঙা চুৰিয়াৰ মেৰ দি, কপালত ফোট-তিলক কাটি, অহা ভাল। কাৰণ, ই সত্ৰৰ কথা, গুৰু বৈষ্ণৱৰ মেল।"

ইয়াতে ওলাল আহুকাল। ৰঙা-চুৰীয়াখন, ফোট-টি, টিকি ডাল, ইয়াক লাগে মানুহক দেখুৱাবলৈ, তাকো গাওঁৰ চহা সমাজত। নগৰত তো কোনোটো বাকচত আৰু কোনোটো হেটৰ তলত লুকাই থাকে ! যোৰহাট-নগৰত মোৰ প্ৰবন্ধ শুনিবলৈ কোন সেই দৰে আহিব ! আৰু নাহিলেও ধুতি ভকতীয়া ভাষাটোক জানো অপবিত্ৰ কৰিব পাৰি !

এই দেখি ইয়াক এৰি চোন অনুবাদী ভাষাটোকে চেষ্টা কৰি চাওঁ। ইয়াত হলে চুৰা-ভাল একো কথা উঠিবই নোৱাৰে।

"সভাপতি চাহাব ( Mr. ), ভদ্ৰমহিলা, আৰু ভদ্ৰমনুষ্যগণ ( gentlemen )।

আজি আপোনালোকৰ উপস্থিতিৰ মাজত ( in your presence ), মই এখন ৰচনা পঢ়িবলৈ ভাৱ কৰিছোঁ ( I intend )। যদি ই আপোনালোকৰ সোৱাদ উপযোগী নকৰে ( If it does not suit your taste ), তেন্তে মই আশা কৰিছোঁ, মোৰ সম্পাদনটো আপোনা-লোকে দয়া আৰু ঢিলামিৰে সৈতে বিচাৰ কৰিব ( you will judge my performance with kindness and uniency ) ; আৰু আপোনালোকৰ ডাঙৰ বুকুৰ ভিতৰত মোক ক্ষমা প্ৰাৰ্থনা কৰিব ( and in your large heart, will excuse me )".

বেচ হৈছিল। কিন্তু দিগদাৰি হল, মাজে মাজে ইংৰাজী কথাবোৰ দিবলগীয়া হোৱাটো। ইয়াক টো Uneducated Mass অশিক্ষিত চহাবোৰে বুজিব নোৱাৰে। মোৰ ইচ্ছা আছিল। শিক্ষিত-অশিক্ষিত ভদ্ৰ-অভদ্ৰ সকলোএ মোৰ এই বাণী শুনক। আৰু মোৰ এই কথাৰ পৰাই অসম দেশখন আৰু অসমীয়া জাতিটো উদ্ধাৰ হক। এতেকে 'অনুবাদীক' এৰি এইবাৰ 'কোটেছনী' ভাষাটোকে লগাই চাওঁ।

"আপোনালোক সকলোৱে জানে যে এজনা ইংৰাজ পণ্ডিতে কৈছে,"One morn I met a lame man close to my form"—অৰ্থাৎ, খোঁৰা মানুহে যেনেকৈ close অৰ্থাৎ টানকৈ, অৰ্থাৎ কষ্টেৰে খোজ দিয়ে। তেনেকৈ to my form অৰ্থাৎ আমাৰ উদ্দেশ্যৰ ওচৰলৈ। অৰ্থাৎ দেশোদ্ধাৰায়, যাবলৈ হলে হলে কষ্ট কৰিবই লাগিব ; অৰ্থাৎ আজিৰ দৰে বক্তৃতা দিবই লাগিব। সেইদৰে আমাৰ সাতাশপুৰীয়া দেৱ-ভাষা সংস্কৃততো আছে, "আতপ তাপে পথি সাধাব।" অৰ্থাৎ পথি, মানে বাটে পথে যাকে দেখা সেয়ে মাধৱ অৰ্থাৎ ঈশ্বৰ। দেখক, ৰাইজ সাম্যতন্ত্ৰৰ ইয়াতকৈ ডাঙৰ উচ্চ কথা কত পাব ! আৰু চাওক, তাতোকৈ ডাঙৰ "আতপ তাপ" অৰ্থাৎ আতাৰ প্ৰতাপ, অৰ্থাৎ সকলোবিলাক আমাৰ পূৰ্বপুৰুষ সেই গৌৰৱময় আৰ্য্য-সকলৰে কীৰ্তি। মুচলমান পণ্ডিতসকলেও এই মহৎ বিষয়টো আলোচনা নকৰি এৰা নাই। সেই মহা ক্ষমতাশালী জাতিৰ ধৰ্মগ্ৰন্থ আৰু বিজ্ঞানত আছে "হজ্‌ কো যা।" অৰ্থাৎ সজ কথা কৈ যোৱা, কি পৰোৱাই আছে। কথাৰ আগত ইংৰাজৰ মহা মহা বৰ টোপৰগুলিও ছাই হৈ যাব !

বঙালী কবি প্ৰথিতযশা ডাক্তাৰ চাৰ প্ৰফুল্ল চন্দ্ৰ ঠাকুৰে তেওঁৰ নোবেল প্ৰাইজ পোৱা ৰচনাত লিখিছে।

"পাখীসব কৰে ৰব ৰাতি পোহাইল।" অৰ্থাৎ জননী জন্মভূমিৰ ৰাতি পুৱাল, দুখ গুচিল। এতিয়া সুখৰ দিন আহিল। দুখৰ আঁউসী ৰাতি আঁতৰিল! কিয়নো "পাখীসব কৰে ৰব" অৰ্থাৎ চৰাইবিলাকে চিঁউ-চিঁউ পিঁউ-পিঁউ কৰাৰ দৰে আমি সকলোৱে বক্তৃতা কৰিবলৈ শিকিলোঁ ইংক—। আৰু শেষত আমাৰ অসমৰ, আমাৰ ঘৰৰ, আমাৰ অঙহি-বঙহি, আমাৰ বুকুৰ কুটুম অসমীয়া কবিয়ে কি কৈছে শুনক—"নোৱাৰোঁ কথাটো বোপা বেয়া কথা বৰ।" অৰ্থাৎ কাম কৰিবলৈ নোৱাৰা নাই; কিন্তু কথাত নকৰা; মুখৰ বৰাই নেৰিবা; ই বৰ বেয়া কথা।"

কোটেছনী ভাষাটো হওঁতে বৰ বেয়া নহয়। কিন্তু কলেজ-অধ্যায়ী আৰু উপ কলেজাধ্যায়ী ( তাৰ মানে মেট্ৰিক পাছ কৰি কলেজত পঢ়িব খোজা ) ডেকা সকলৰ গা খিয়েটৰী ভাষা নহলে নুঠিব বুলি, সেই ভাষাৰো অলপ ব্যৱহাৰ কৰা ভাল।

"কি সুখৰ কথা আজি,
সকলো ডাঙৰীয়াই,
গুৰাই বহিছে হায় এই বিষ্ণু
ৰাম মেমোৰিয়েল হল।
যেনি চোৱা চকু দি পেলাই,
তেনিয়ে জুৰাই, হায়, যায়!
আহা, হায়, কি কথা!
আজি একো হায়, কথাকে
কব হায় নোৱাৰোঁ দেখোন!"

আটাইবোৰ ভাষাৰ চানেকি হলেই দেখোন। পদ্যত নিলিখিলে জানোবা কবিসকলে ভাবে উপেক্ষা কৰা বুলি। তেতিয়া সৰ্বনাশ! বিদ্ৰূপ কবিতাৰ অৰ্থ কৰোঁতে মোৰ মূৰৰ ঘিউ যদি অলপ আছে, সিও নোহোৱা হব। সেই দেখি এশাৰি কবিতাকো লিখিলোঁ:—

"অহে মোৰ প্ৰিয় ডাঙৰীয়াৰ সকল।
প্ৰবন্ধক পঢ়োঁ আমি দিয়ক সবে বল॥
নিহকিন পৰকিতি নিৰবোধ মন।
প্ৰবন্ধ তথাপি পাঠোঁ কৰি যে যতন॥
এসুৰা নো কথা বাৰু আছে নে কৰ্বাত।
মানুহে শুনিলোঁ দেখোঁ মাৰিব কৰ্বাত॥
মনে মনে ঘৰত বহি থাকিলে সদায়।
এদিন আহিলে জানো মান বাৰুপায়॥
হব লাগে অসম দেশৰ যদি উন্নতি।

ষ্যাৰ যিবা আছে আমাক দিয়া ভাব-ভেতি ॥
আমিয়ে দেশৰ নেতা আমি মুখ্য জন।
আমিয়ে খাইলে হুইব দেশৰ ভোজন ॥
এতেকতে যত পাৰা দিবা আনি মোক।
দেশোদ্ধাৰ নহল বুলি নকৰা মিছা শোক ॥

**ফুটনোট** – 'ডাঙৰীয়াৰ সকল', 'প্ৰবন্ধক পঢ়ো', 'নিহকিন্', 'পৰকিতি'—ইত্যাদি পদ্যত ব্যৱহাৰ সাধু।

পাঠোঁ- আৰ্য প্ৰয়োগ ; পাঠ কৰেঁা অৰ্থ। কৰিয়া, হুইব, খাইলে—শঙ্কৰ-মাধৱ আদি কবিৰ প্ৰাচীন প্ৰয়োগ। কৰ্বাত—ঢেকেৰি ভাষা। অৰ্থ যাৰ মূৰ্তি।

ইয়াৰে ভাষা সাৰ্বজনীন কৰা হল। ফুটনোট দেখিবলৈ, পঢ়িবলৈ শুনিবলৈ অশুৱনি। কিন্তু উপায় নাই। টীকা নহলে ডাঙৰ কবিৰ কাব্য পঢ়িব কেনেকৈ ? বা বুজিব কেনেকৈ !

অৱশ্য কবিতাৰ প্ৰকৃত ৰস বুজিবৰ ভাগ্য কম মানুহৰ হে হয় ; আপোনালোকে সুবুজিব পাৰে। তাৰ বাবে আঁপোনালোকে আপ-চোচ্ নকৰিব। মোৰ হলে,

"কালোহ্যয়ং নিৰবধিঃ বিপুলা চ পৃথ্বী" কেতিয়াবা কৰবাত কোনোবা মোৰ সমানধৰ্মী উপজিব পাৰে।

যি হক সোৰোপা কাণিখোৰা অসমীয়া জাতিটোৰ গা তুলিবলৈ মাইকেলী ভাষাতো অলপ জাগৰণ-গীতি গাই শুনাব খোজেঁা :—

"বন্দো তৱসম্ব চন্দনত,
হে যোগুহট্ট নিবাসী।
ৰাজেন্দ্ৰ সঙ্গমে যথা
শ্ৰীমধুসূদন বঙ্গ কবিকুল মণি
কাঙ্গতিলা পদ্যসংখ অৱহেলে,
আমিও তদ্ৰূপে, হে বাগ্‌বাদিনী,
ৰঞ্চিবোহোঁ পদ্য ৰাজি।
মধুচক্ৰ যথা অসম্বীপানিব
তম্বা সুধা নিৰবধি।"

মাইকেলী ছন্দ আৰু ভাষা বুজা টান। সেই দেখি তলত গোটাচেৰেক টোকা দিয়া হল।

তৱসম্ব চন্দনত—"তৱস বচনত"—ৰ মাইকেলী।
যোগুহট্ট—যোৰহাটৰ—ঐ।
কাঙ্গতিলা—কাকতিলা, বা কাকতত লিখিলে।
ৰঞ্চিবোহোঁ—ৰচিবোঁ। অৰ্থাৎ ৰচনা কৰিম।
"হোঁ"—শাঙ্কৰী প্ৰয়োগ।

তন্ধা—তথা।

অসম্বী—"অসমীয়া" শব্দটো তেনেই টিলা, মাইকেলীত ব্যৱহাৰ নহয়। সেই দেখি, অসম্বীয়া, সংক্ষেপত অসম্বী।

এইখিনিতে মোৰ বিষয় ভাৱ ৰস ভাষা সকলোৰে অন্ত পৰিল। তাৰ লগে লগে মনো অপায়-অমঙ্গলৰপৰা মুক্তি পালোঁ। এতেকে উশাহ পাই মোৰ উপবেশন, আৰু ৰক্ষা পাই আপোনালোকৰ কৰতালি প্ৰদান।*

* ১৭।৭।১৫ চনত পোনতে যোৰহাট সাহিত্য সভাত পাঠ কৰা হৈছিল, এই সভাই পাছলৈ অসম সাহিত্য সভাৰো প্ৰসূতি হয়।—লেখক।

# যোৰহাট নগৰ

চকিহাট আৰু মাছৰহাট নামৰ দুখন হাতৰ নাম যোৰহাট হয়। স্বৰ্গদেৱ গৌৰীনাথ সিংহই প্ৰায় ১৭৯২ খৃঃত যোৰহাট নগৰ পাতি শিৱসাগৰৰ পৰা ৰাজধানী তুলি আনে আৰু ই আহোম ৰাজ্যৰ শেষ ৰাজধানী।

বৰ্তমান বিষ্ণুৰাম বৰুৱা হস্পিটল য'ত আছে তাতেই ৰজাৰ ঘৰ আৰু প্ৰেক্টিচিং স্কুল যত আছে সেই ঠাইত ৰজাৰ লিগিৰী-বাহৰ আছিল। ইয়াৰ ওচৰত থকা মিঠা পুখুৰী নামৰ পুখুৰী কোনোৰ মতে ৰজাই পানীখোৱা পুখুৰী কোনোৰ মতে গোসাঁইখোৱা পুখুৰী। কিন্তু ৰজাৰ বাহৰৰ পৰা ইমান দূৰত পানী খোৱা পুখুৰী নহব পাৰে। নগৰখনত থকা গড় ১৯১০চন মানত কাটি সমান কৰে। নগৰৰ উত্তৰফালে শেষ ৰজা পুৰন্দৰ সিংহ আৰু তেখেতৰ পুতেক কামেশ্বৰ সিংহৰ মৈদাম আছে।

কাষতে থকা নৈখনৰ নাম আছিল দিচৈ। পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই নগৰখন ধুনীয়াকৈ পাতিবলৈ নৈখন খান্দি নগৰৰ মাজলৈ আনোতে পূজা কৰি ভোগ দিয়াৰ কাৰণে ভোগদৈ নাম হয়। যোৰহাটৰ লগত বহুদিন আগৰ পৰাই ইংৰাজসকলৰ সম্বন্ধ আছিল। বহু লিখকৰ লিখনীৰ মতে গৌৰীনাথ সিংহৰ দিনত ১৭৯৩ খৃষ্টাব্দত কাপ্তান ৱেলছে এই নগৰতে মোৱামৰীয়াসকলক পৰাস্ত কৰে। ইয়াৰ ২২ বছৰ পিছত ১৮১৫ খৃষ্টাব্দ ১৭ জানুৱাৰীত কৰ্ণেল ৰিচাৰ্ডচে মানক ইয়াতে পৰাস্ত কৰি ৰংপুৰ নগৰ পাতি শাসন কৰিবলৈ অসুবিধা হোৱাত ১৮২৮ খৃষ্টাব্দত যোৰহাট নগৰলৈ আনে। এওঁৰ মৃত্যু ইয়াতে হয় আৰু কবৰো দিয়ে। উপেন বৰুৱা মাইনৰ স্কুলৰ ওচৰতে আছে। মানুহে "নবীন" চাহাবৰ কবৰ বোলে।

১৮৫৭ খৃষ্টাব্দত পুলিচ থানাৰ কিছু উত্তৰ-পূবলৈ গৱৰ্ণমেণ্টৰ দ্ৰোহ আচৰণ কৰা কাৰণে মণিৰাম দেৱানক ফাঁচি দিয়া হয়।

১৮৩৩ খৃষ্টাব্দত পুনৰ উজনি অসমত পুৰন্দৰ সিংহক ৰজা পতা হয়। এওঁৰ ৰাজধানী

যোৰহাট আছিল। এওঁ ৰাজ্যভাৰ এৰাত ইংৰাজসকলে শিৱসাগৰত প্ৰধান নগৰ পাতি যোৰহাট মহকুমা পাতি চৰকাৰী ঘৰ-দুৱাৰ বৰপুখুৰীৰ চাৰিউকাষে সাজে। বৰ্তমান এই পুখুৰীৰ পূব পাৰে ডি. এচ. পি. বাসভৱনতো তেতিয়া ডাকবঙলা আছিল।

চাৰ বেম্‌ফিল্ড্ ফুলাৰ (ফুল চাহাব নামেৰে জনাজাত) পূৰ্ববঙ্গ আৰু আসামৰ লেপ্‌টেনেন্ট্ গভৰ্ণৰ হৈ যোৰহাট নগৰখন ডাঙৰ আৰু ধুনীয়া কৰি পাতিব খুজিছিল, আৰু দক্ষিণে বৰভেটা আৰু খেলমাটিলৈকে বহলাব পৰাকৈ পৰিকল্পনা কৰিছিল যদিও আজিলৈকে হৈ নুঠিলে। এখেতেই যোৰহাটত সদৰ পতা থিৰ কৰে আৰু যোৰহাটত ঘৰ-দুৱাৰ সম্পূৰ্ণ হৈ নুঠাত ১৯১২ খৃষ্টাব্দৰ ১লা এপ্ৰিলৰপৰা যোৰহাটত সদৰ বহে।*

জেউতি, প্ৰথম বছৰ, চতুৰ্থ সংখ্যা, আহাৰ ১৮৪৭ (১৯২৫)।

# প্ৰভাত

প্ৰভাতৰ প্ৰথম সংখ্যা ওলাইছিল ইংৰাজী ১৯১৬ খৃষ্টাব্দৰ চেপ্তেম্বৰ মাহত। তেতিয়া আমাৰ ডাইৰেক্তৰ চাহাব মিঃ কানিংহাম।

ইয়াৰ ছবছৰমান পূৰ্বে তেতিয়াৰ দিনৰ চীফ্ কমিচনাৰে নৰ্মাল স্কুলৰ পাঠ্যৰ কাল দুবছৰ গুচাই আগৰ দৰে তিনি বছৰীয়া কৰিছে। আগৰ দৰে কৈছোঁ এই দেখি, যে ইং ১৯০৫।৬ চনলৈ নৰ্মাল স্কুলৰ পাঠ্য তিনি বছৰীয়া আছিল। মাজতে এই কেই বছৰ দুবছৰীয়া কৰি দেখা গল, যে দুবছৰ পঢ়ি যিসকল শিক্ষক নৰ্মাল স্কুলৰপৰা ওলাই গল তেওঁলোক শিক্ষা বিষয়ত তিমান নিপুণ হৈ নুঠিল। সেই দেখি মিঃ কানিংহাম চাহাবৰ পৰামৰ্শ মতে অসম গভৰ্ণমেণ্টে নৰ্মাল স্কুলৰ শিক্ষাৰ কাল আৰু এবছৰ বঢ়াই দি তিনি বছৰীয়া কৰিলে।

ইয়াৰ আগডোখৰত মই কিছুদিন এচিষ্টেণ্ট্ ইনিস্পেক্টৰৰ কাম কৰিছিলোঁ। ১৯১৪ ইং চনৰ অক্টোবৰ মাহত শিলঙত এটা শিক্ষাবিষয়ক সন্মিলন ( Educational Conference ) হৈছিল। তাত তেতিয়াৰ ইনিস্পেক্টৰ ( আৰু এতিয়াৰ ডাইৰেক্তৰ ) চাহাব মিঃ স্মল আছিল। ময়ো আছিলোঁ। আৰু আন আন অনেক লোক আছিল।

সন্মিলন শেষ কৰি আহিবৰ দিনা কানিংহাম চাহাবে কলে বোলে তাৰ পাছৰ জানুৱাৰীৰপৰা ( ইং ১৯১৫ জানুৱাৰী ) মই নৰ্মাল স্কুলৰ কাৰ্য্যভাৰ লব লাগিব। এই বিষয়ে স্মল আৰু কানিংহাম চাহাবে দুয়ো পৰামৰ্শ কৰি সকলো ঠিক কৰিছে।

গভৰ্ণমেণ্টে যিখন চিঠিত নৰ্মাল স্কুলৰ শিক্ষাৰ কাল বৃদ্ধি মঞ্জুৰ কৰিলে তাত লিখিছিল বোলে নৰ্মাল স্কুলৰ ছুপাৰিণ্টেণ্ডেণ্টজন বিশেষ যোগ্য মানুহ হোৱা আৱশ্যক। এতেকে পদটো প্ৰভিন্সিয়েল চাৰ্ভিচ ( Provincial Service ) লৈ উন্নীত কৰা হল।

মোক এই স্কুলৰ চুপাৰিণ্টেণ্ডেণ্ট পাতাত মোৰ অৱশ্যে প্ৰমোচন হল। কিন্তু মোৰ মনত আশঙ্কা জন্মিল।

মোৰ বয়স তেতিয়া প্ৰায় ২৭ বছৰ আৰু চাকৰি কৰিছোঁ মাত্ৰ ৫½ বছৰ। নৰ্মাল স্কুলত সাধাৰণতে বয়সীয়া মানুহ দিয়া হয়। মোক দিলে কিয় ? তেতিয়াৰ নৰ্মাল স্কুলৰ অৱস্থা আৰু নামলৈ চাই এনেকুৱা আশঙ্কা কৰিবৰ যথেষ্ট কাৰণ আছিল যি হক দুৱোজন চাহাবৰ উৎসাহ বাণী, আৰু বিশেষ কৰি কানিংহাম চাহাবৰ মৰমিয়াল কথাবিলাক সাৰোগত কৰি লৈ মই চুপাৰিণ্টেণ্ডেণ্টৰ পদৰ চাৰ্জ ললোঁ—ইংৰাজী ১৯১৫ খৃঃ ২ জানুৱাৰী তাৰিখত।

কিন্তু সেই সময়ত মোৰ ঘৈণীৰ সাংঘাতিক বাতৰ বেমাৰ। তেওঁৰ ইমান টান বিধৰ বাতৰ নৰীয়া যে, তেওঁক কোলাত তুলি লৈহে বাহিৰ ভিতৰ কৰিব লাগে। ইয়াৰ ছমাহমান আগৰপৰা তেওঁক কলিকতাত থৈ চিকিৎসা কৰাইছিলোঁ। মই স্কুলৰ চাৰ্জ লৈয়ে তিনি মাহৰ চুটী লৈ কলিকতালৈ গলোঁ।

এপ্ৰিলত ফিৰি আহিলোঁ। তেতিয়া নৰ্মাল স্কুলত মোৰ পুৰণি বন্ধু কেইগৰাকীমানে চাকৰি কৰে। তেওঁবিলাকে মোৰ বৰ মৰম কৰি খুৱাই বুৱাই স্কুলৰ চুপাৰিণ্টেণ্ডেণ্টৰ পদত বহুৱাই দিলে।

এইখিনি পুৰণি কথা কলোঁ—যি প্ৰকাৰে প্ৰভাতৰ জন্ম হল তাৰ কথা কবলৈ।

ডাইৰেক্টৰ কানিংহাম চাহাব কেইমাহ মানৰ পাছত স্কুল চাবলৈ আহিল। ইতিমধ্যে মিঃ স্মলে ইং ১৯১৪-১৮ খৃষ্টাব্দত হোৱা মহাসমৰত যোগ দিলেগৈ। তেতিয়া ইনিস্পেক্টৰ ৰায় চাহাব দুৰ্গাধৰ বৰকটকী।

কানিংহাম চাহাবে পিতিকি পিতিকি মোৰ কাম কাজ চালে। অসমীয়াত তেতিয়া উচ্চ বিষয়ক কোনো কিতাপেই নাই। মই আমাৰ শিক্ষকসকলৰ, বিশেষকৈ এতিয়াৰ চুপাৰিণ্টেণ্ডেণ্ট শ্ৰীমান প্ৰাণনাথ বুজৰবৰুৱা আৰু শ্ৰীমান হৰিনাৰায়ণ দত্তবৰুৱাৰ সহায়ত কেনেকৈ গণিত, জ্যামিতি, বিজ্ঞান, ভূগোল, ইংলণ্ডৰ বুৰঞ্জী, ভাৰত বুৰঞ্জী, শিক্ষাবিধি আদি সকলো লাগতিয়াল বিষয়ৰ অসমীয়া নোট লিখাই শিকাবৰ দিহা লগাইছোঁ তাক চালে। অলপ টকাতে খেৰৰ ঘৰ বান্ধি কিদৰে ছাত্ৰবিলাকক সুখত ৰাখিছোঁ তাকো দেখিলে। আৰু ভৱিষ্যতে কেনেকৈ নৰ্মাল স্কুলৰ বিস্তাৰৰ কল্পনা কৰিছোঁ তাৰো ভু-ভা ললে। শেষত তেওঁ পৰম সন্তোষ মনেৰে কলে যে মোৰ ওপৰত তেওঁৰ সম্পূৰ্ণ বিশ্বাস হৈছে ; আৰু এতিয়া স্কুল ক্ৰমে ক্ৰমে ভাল হব।

মোৰ সুযোগ উপস্থিত হল। মোৰ দিনত পণ্ডিত শ্ৰীযুত কনক চন্দ্ৰ শৰ্মা কাব্যতীৰ্থ মহাশয় সংস্কৃত আৰু অসমীয়াৰ শিক্ষক আছিল। তেখেতো মোৰ পুৰণি বন্ধু। এখেতৰ উৎসাহত আমাৰ ছাত্ৰবিলাকে সভা-সমিতি কৰি ৰচনা আদি পঢ়ে। আৰু "ছাত্ৰ" নামে হাতেলিখা আলোচনী এখন উলিয়ায়। এই কাগজখন এতিয়াও চলি আছে।

নৰ্মাল স্কুলৰপৰা ছপা এখনি আলোচনী উলিয়াবলৈ আমাৰ মনত প্ৰবল আগ্ৰহ ; যাতে, আমাৰ নতুন আৰু পুৰণি ছাত্ৰ আৰু সকলো শিক্ষক সম্প্ৰদায়ৰ ইয়েই মুখপত্ৰ হৈ উঠিব পাৰে।

কানিংহাম চাহাবে পৰিদৰ্শন শেষ কৰি স্কুল চাই বিশেষ ভাল পোৱা বুলি কোৱাত মই কলোঁ যে যদি আপুনি আমাক ভাল পাইছে আমাৰ এটা আগ্ৰহ পূৰণ কৰক। ঘৰ-দুৱাৰ, কিতাপ-পত্ৰ এইবোৰ স্কুলৰ নিতান্ত লাগতিয়াল বস্তু; তাকতো দিবই। কিন্তু আমাক তিনি মহীয়া কাগজ এখন উলিয়াবলৈ দিহা দিয়ক।

তেতিয়াৰ দিনত আমাৰ দেশত কোনো স্কুলৰ পৰাই কাগজ ওলোৱা নাই। প্ৰস্তাৱটো তেনেই নতুন, আৰু চমক-লাগা। অলপ সময় ভাবি চাই চাহাবে কলে—এইটো এটা সজ চেষ্টা। কৰিব পাৰা যদি মই সহায় কৰিম। কিমান টকা লাগে? মই মুঠে এশ টকাৰ কথা কলোঁ। তেওঁ আচৰিত হল; এশ টকাৰেই হবনে? মই কলোঁ বোলে আমাৰ বাণী (Motto) হৈছে—"আত্ম-বলম্ পৰমবলম" ( Self Reliance is the Supreme Strength )। গতিকে আপুনি টকা নিদিলেও আমি কাগজ উলিয়াব পাৰিম। দিয়ে যদি এতিয়াই পাবোঁ। তেওঁ তিনি মাহত কাগজ উলিয়াব লাগিব, বাকী টকা দিম বুলি গাত ললে। আমিও তিনি মাহৰ আগতে কাগজ উলিয়াই ছাপা কৰি দিলোঁ।

এই এশ টকা গ্ৰেণ্ট মই দুবছৰহে আনিছিলোঁ। তাৰ পাছত কলোঁ যে আমাৰ কাগজ এতিয়া নিজক নিজে চলে; গতিকে আৰু গ্ৰেণ্টৰ টকা নালাগে। কিন্তু আমাৰ সহায় কৰিব খোজে যদি সমান কাগজ কিনি নিব পাৰে। তেতিয়াৰ পৰা আজি লৈ ডাইৰেক্টৰ চাহাবে আশী টকাৰ কাগজ লৈ আছে।

ছাপা হৈ ওলোৱা স্কুলৰ আলোচনীৰ ভিতৰত প্ৰভাত প্ৰথম।

প্ৰভাত নাম সম্পৰ্কেও কথা আছে; আৰু কেতিয়াবা সময় পালে লিখিম।*

* প্ৰভাত, ২০শ খণ্ড, প্ৰথম সংখ্যা, ১৮৬০ শক।

শৰৎচন্দ্ৰ গোস্বামীৰ দ্বিতীয় সন্তান আৰু একমাত্ৰ পুত্ৰ প্ৰভাত সন্নিপাত জ্বৰত ভুগি ৩ বছৰ বয়সত স্বৰ্গী হয়। সেই সময়ৰ নৰ্মাল স্কুলৰ কাৰ্য্যনিৰ্বাহকে বিদ্যালয়ৰ নতুন মুখপত্ৰখনৰ নাম 'প্ৰভাত' ৰাখে। নানা কাৰণত 'প্ৰভাত'ৰ নামকৰণ সম্পৰ্কে গোস্বামীৰ প্ৰবন্ধটো লিখা নহল। ১৯১৮ চনত 'প্ৰভাতৰ' আলোচনীৰ প্ৰথম সংখ্যা প্ৰকাশ হয়।—সং, শ. গো. ৰ.

# লোকেল বোৰ্ড আৰু মিউনিছিপালিটি

শাসন কাৰ্য্যৰ সুবিধাৰ কাৰণে যি দৰে বেলেগ বেলেগ বিভাগবোৰৰ সৃষ্টি হৈছে, সেই দৰে লোকেল বোৰ্ড আৰু মিউনিছিপালিটিয়ো কিছুমান বিশেষ বিশেষ শাসনকাৰ্য্য যাতে সুকলমে চলিব পাৰে, তাৰ কাৰণে সৃষ্টি হৈছে। ভাৰতৰ ভাইচৰয় আৰু গৱৰ্ণৰ জেনেৰেল লৰ্ড ৰিপণ

চাহাবৰ দিনত প্ৰথমতে লোকেলবোৰ্ডৰ আৰু মিউনিছিপালিটিৰ সৃষ্টি হয়। মিউনিছিপালিটিক মিউনিছিপাল বোৰ্ডো বোলে।

বোৰ্ড শব্দটো ইংৰাজী শব্দ, ইয়াৰ আচল অৰ্থ এছলা কাঠ। তাৰপৰা ইয়াৰ অৰ্থ টেবিল। আৰু টেবিলৰপৰা তাৰ চাৰিওকালে ঘূৰি চকিত বহি থকা মানুহৰ সমাজ বা সভা। লোকেলবোৰ্ড অৰ্থ কোনো এখন বিশেষ ঠাই সম্বন্ধীয়; আৰু মিউনিছিপালিটি অৰ্থ কোনো এখন বিশেষ নগৰ সম্বন্ধীয়। সেই দেখি লোকেল বোৰ্ড অৰ্থ কোনো এখণ্ড বিশেষ ঠাইৰ ভাল বেয়া সম্বন্ধে আলোচনা কৰিবলৈ ক্ষমতা থকা সভা; আৰু মিউনিছিপালিটি বা মিউনিছিপাল বোৰ্ড অৰ্থ কোনো এখন বিশেষ নগৰৰ ভালবেয়া সম্বন্ধে আলোচনা কৰিবলৈ ক্ষমতা পোৱা সভা।

লোকেল আৰু মিউনিছিপাল বোৰ্ড কোনো দেশৰ বা প্ৰদেশৰ গৱৰ্ণমেণ্টৰ পৰা বেলেগ। যি দৰে কিছুমান মানুহে গোট খাই এটা কোম্পানী কৰি কোনো এটা ডাঙৰ কাৰবাৰ চলায়, বা চাহৰ বাগিছা চহ কৰে। সেইদৰে কোনো এখণ্ড বিশেষ ঠাইৰ বা কোনো এখন বিশেষ নগৰৰ খ্যাতিপন্ন মানুহখিনি গোট খাই সেই ঠাইৰ বা সেই নগৰৰ ভালৰ অৰ্থে কিছুমান কাম কৰে। যাতে কাম ভাল দৰে চলিব পাৰে আৰু টকা কৰি আদিৰ কোনো প্ৰকাৰ অপব্যৱহাৰ নহয় তাৰ অৰ্থে গভৰ্ণমেণ্টে এই বোৰ্ড বিলাকৰ ওপৰত চকু ৰাখে। এইদৰে লোকেল আৰু মিউনিছিপাল বোৰ্ডত ৰাইজে নিজ কাম নিজে চলাবলৈ অনেক সুবিধা পায়।

এতিয়া লোকেল বোৰ্ড নো কেনেকৈ গঠিত হয় দেখা যাওক। জিলাৰ প্ৰতি মহকুমাতেই একোখন লোকেলবোৰ্ড থাকে। যি জিলাৰ পাঁচখন মহকুমা তাত পাঁচখন লোকেল বোৰ্ড আৰু যত মহকুমা নাই, তাত এখন। এই বোৰ্ডৰ প্ৰধান জন হৈছে চেয়াৰমেন্ বা সভাপতি। সচৰাচৰ মহকুমাৰ অধিপতি বা চবডিভিজনেল অফিচাৰ জনেই সেই মহকুমাত থকা লোকেল বোৰ্ডৰ চেয়াৰমেন। এওঁ চৰকাৰী বিষয়া আৰু চৰকাৰৰ ঘৰে এওঁৰ দ্বাৰায়েই যাতে লোকেল বোৰ্ডৰ কাম ভালকৈ চলে তাৰ সুবন্দোবস্ত কৰে। এওঁৰ তলতে আৰু এওঁৰ সকলো কামত সহায় কৰিবৰ কাৰণে এজনা ভাইচ চেয়াৰমেন বা সহকাৰী সভাপতি থাকে ভাইচ চেয়াৰমেন জন প্ৰায়েই বেচৰকাৰী মানুহ নগৰৰ প্ৰসিদ্ধ উকীল বা চাহবাগিছাৰ মেনেজাৰ বা আন কোনো ডাঙৰ মানুহে এই পদ পায়। লোকেল বোৰ্ডৰ কাম কৰাৰ কাৰণে এওঁ একো দৰমহা নাপায়।

কিন্তু কেতিয়াবা লোকেল বোৰ্ডৰ কাম চাবলৈ গলে বাট খৰচখিনি পায়। প্ৰজাৰ হিতৰ অৰ্থেই এওঁবিলাকে বিনা-দৰমহাতে কাজ কৰে; সেই দেখি এওঁলোকৰ গৌৰৱ আৰু সম্মান আছে। চেয়াৰমেন্ জন চৰকাৰী বিষয়া; তেওঁক চৰকাৰৰ ঘৰে পাতি দিয়ে। কিন্তু ভাইচ্-চেয়াৰমেন্ জন বে-চৰকাৰী ভদ্ৰলোক; বোৰ্ডৰ মেম্বৰসকলে তেওঁবিলাকৰ ভিতৰৰ এজনকে এই পদলৈ বাচি লয়। ভিন্ ভিন্ বোৰ্ডত বোৰ্ডৰ মেম্বৰৰ সংখ্যা বেলেগ বেলেগ। কিন্তু মেম্বৰ সকলক তিনি শ্ৰেণীত ভাগ কৰিব পাৰি বিষয়ববীয়া; গৱৰ্ণমেণ্টৰ দ্বাৰা মনোনীত; আৰু ৰাইজৰ দ্বাৰা নিৰ্বাচিত।

প্ৰতিখন বোৰ্ডতে সেই মহকুমাৰ বা জিলাৰ কিছুমান চৰকাৰী বিষয়াক গভৰ্ণমেণ্টে মেম্বৰ পাতি দিছে। এওঁবিলাকৰ সংখ্যা প্ৰতিখন বোৰ্ডতে চাৰি জন—যেনে মহকুমাৰ অধিপতি (এওঁৱেই চেয়াৰমেন্), মহকুমাৰ স্কুল সমূহৰ ডিপুটি ইনিস্পেক্টৰ, জিলাৰ চিভিল চাৰ্জন বা

ডাক্তাৰ চাহাব আৰু এক্সিকিউটিভ্ ইঞ্জিনিয়াৰ বা ইঞ্জিনিয়াৰ চাহাব। পাছত দেখা যাব যে এওঁলোকে লোকেল বোৰ্ডৰ অতি আৱশ্যকীয় কাম কৰি দিয়ে।

গবৰ্ণমেণ্টৰ দ্বাৰা মনোনীত মেম্বৰৰ সংখ্যা একো নিৰ্দ্ধাৰণ নাই—বোৰ্ডেপতি এওঁলোকৰ সংখ্যা ভিন্ ভিন্। মহকুমাৰ ভিতৰত জনাজাত আৰু ৰাইজৰ উপকাৰী মানুহ চাই গবৰ্ণমেণ্টে কেইজন মানক মেম্বৰ পাতি দিয়ে।

এই দৰে ৰাইজৰ দ্বাৰা নিৰ্বাচিত মেম্বৰৰো সংখ্যাৰ ঠিক নাই। এওঁ বিলাকৰো আকৌ ভাগ আছে, কেই জন মান গাঁৱলীয়া মানুহে বাছি দিয়ে, কেইজন মানক ব্যৱসায়ী লোক সকলে নিৰ্বাচন কৰে আৰু যি যি ঠাইত চাহৰ বাগিচা আছে তাত চাহ-বাগিচাৰ চাহাববিলাকে কেইজনমান মেম্বৰ বাছি দিয়ে। এওঁবিলাকৰ ভিতৰত অসমীয়া ৰাইজৰ পক্ষে গাৱঁলীয়া মানুহে বাছি দিয়া গাৱঁলীয়া সভ্য কেইজনেই বিশেষ আৱশ্যকীয়।

অনেকে নাজানিব পাৰে যে আমি সকলোৱে এই মেম্বৰ সকল বছাত মত দিওঁইক। সচৰাচৰ চাব ডিপুটি কলেক্টৰৰ চাৰ্কেলে পতি একোজন গাৱঁলীয়া সভ্য নিৰ্বাচিত হয। আজি কালি সেই চাৰ্কেলত থকা গাওঁবঢ়া বিলাকে এই মেম্বৰজনক বাছি দিয়ে। জিলাৰ ডিপুটি কমিছনাৰে এটা দিন ঠিক কৰি দিয়ে যিদিনা মেম্বৰ বাছিব লাগে। যি সকল ভদ্ৰলোকে মেম্বৰ হব বিচাৰে তেওঁবিলাকে আগেয়ে ডিপুটি কমিছনাৰ চাহাবক জনাই থয। দিনৰ দিনা গাওঁ বুঢ়া বিলাক চাব ডিপুটিৰ অফিচলৈ আহে। তেতিয়া চাব ডিপুটিয়ে সেই চাৰ্কেলৰ পৰা কোন কোন মেম্বৰ হব বিচাৰিছে কৈ দিয়ে; আৰু এটা এটাকৈ গাওঁবঢ়া বিলাকক সোধে, তেওঁ কোন মেম্বৰ হলে ভাল পায় তেতিয়া গাওঁ বুঢ়াবিলাকে নিজৰ নিজৰামত কৈ দিয়ে, আৰু যাৰ ফালে বেছি গাওঁ বুঢ়া হয় তেৱেঁই মেম্বৰ নিৰ্বাচিত হয়। ইযাকেই 'ভোট দিয়া' বোলে। ঠিক সেই দৰেই গাৱঁৰ মানুহে ভোট নিজৰ নিজৰ গাঁৱৰ গাওঁবঢ়া বাছি লব লাগে। গতিকে আমাৰ সকলোৰে লোকেল বোৰ্ডৰ মেম্বৰ বছাত পৰোক্ষে হলেও অলপ হাত আছে। সেই দেখি নিজৰ গাৱঁৰ গাওঁবুঢ়া বাছোঁতে আমি উপযুক্ত মানুহকহে ভোট দিব লাগে। অলপতে লোকেল বোৰ্ড সম্বন্ধে এখন নতুন আইন হৈছে; এই আইন মতে মেম্বৰ বচা নিময়টো অলপ লৰচৰ হব।

লোকেল বোৰ্ডৰ মেম্বৰসকল তিনি বছৰৰ কাৰণে নিৰ্বাচিত হয়; অৰ্থাৎ তিনি বছৰে নতুনকৈ মেম্বৰ বচাৰ নিয়ম! অনেক সময়ত পুৰণা মেম্বৰেই নিৰ্বাচনত উঠিব পাৰে। মেম্বৰ সকলে বোৰ্ডৰ কাজ কৰাৰ কাৰণে একো দৰমহা নাপায়; মুঠতে নগৰত বোৰ্ডৰ যি সভা বহে তাত উপস্থিত হবৰ কাৰণে অহা-যোৱাৰ খৰচখিনি পায়।

লোকেল বোৰ্ডৰ কৰ্ত্তব্যৰ ভিতৰত—প্ৰাইমাৰী শিক্ষা, গাৱঁলীয়া স্বাস্থ্য আৰু বাট-ঘাট ভালে ৰাখা—এই তিনটাই প্ৰধান। প্ৰাইমেৰী শিক্ষাৰ কাৰণে গাৱেঁ গাৱেঁ স্কুল পাতি দিছে। এই স্কুলবোৰ চাবৰ কাৰণে ডিপুটি ইনিস্পেক্টৰ। ডিপুটি ইনিস্পেক্টৰজন চৰকাৰীৰ বিষয়া—এওঁ লোকেল বোৰ্ডৰ স্কুল ভালমতে চলাবলৈ পৰামৰ্শ দিয়ে। গাৱঁলীয়া স্বাস্থ্যৰ উন্নতিৰ কাৰণে বোৰ্ডৰ পৰা ঠায়ে ঠায়ে পুখুৰী খনাই দিছে, পানী খাবৰ কাৰণে নালা কাটি দিছে, আৰু মাজে মাজে হস্পিটাল বা ডাক্তাৰখানা পাতি দিছে। এই কামত জিলাৰ চিভিল চাৰ্জনে

ৰা ডাক্তাৰ চাহাবে বোৰ্ডক পৰামৰ্শ দিয়ে আৰু এইবোৰৰ ওপৰত চকু ৰাখে। তৃতীয় প্ৰধান কাম ঘাটপথ ভালকৈ ৰাখা। ইয়াৰ কাৰণে বোৰ্ডে দুই তিনি জন চৰ্ভেয়াৰ নিযুক্ত কৰে—এওঁবিলাকে কুলি আৰু ঠিকাদাৰে ভালকৈ কাম কৰিছে নে নাই, ঘাট ভালকৈ চলিছে নে নাই, ৰাস্তা ভালে আছে নে নাই—এইবোৰৰ তত্ত্বাৱধান লৈ ফুৰে। কিন্তু এওঁবিলাক বোৰ্ডৰ তলতীয়া, চৰকাৰী বিষয়া নহয়। এওঁবিলাকে ভাল দৰে কাম কৰে নে নকৰে তাক চাবৰ কাৰণে একজিকিউটিভ ইঞ্জিনিয়াৰ বা ইঞ্জিনিয়াৰ চাহাব আছে। গতিকে বোৰ্ডৰ আচল কাম কৰে বিষয়-ববীয়া সভ্যখিনিয়েহে—আম খিনি সভ্যই কি দৰে কি কাম হব লাগিব তাৰ পৰামৰ্শহে দিয়ে।

এইবোৰ কামৰ বাবে যি খৰচ হয়, তাৰ বাবে লোকেল বোৰ্ডৰ কিছুমান উৎপন্ন আছে। প্ৰথমতে, লোকেল ৰেট বা স্থানীয় কৰ। খেৰাজ মাটিৰ প্ৰতি টকা খাজানাত এক আনা লোকেল ৰেট্ আৰু নিস্পিখেৰাজ মাটিৰ হলে তিনি আনা লোকেল ৰেট্ দিব লাগে। লোকেল ৰেট্ লগোৱাৰ বাবে আঠ আনা বা বেছি হলে তাক এটকা কৰি ধৰি লোৱা হয় আৰু আঠ আনাত কৈ কম হলে এৰি দিয়া যায়। ইয়াৰ উপৰি, ঘাট, হাট, পাউণ্ড আৰু নদী বিল আদি ডাক কৰি যি টকা পোৱা যায়, সিয়ো লোকেল বোৰ্ডৰ উৎপন্নৰ ভিতৰত পৰে। এই আয়ৰ উপৰিও কিছুমান বিশেষ কামৰ কাৰণে চৰকাৰৰ পৰা বোৰ্ডক অনেক টকা দিয়ে। প্ৰাইমাৰী শিক্ষা, গাৱঁলীয়া স্বাস্থ্য আৰু আলিবাটৰ কাৰণেই এই টকা বেছি পৰিমাণে খৰচ হয়। গাৱঁলীয়া স্বাস্থ্যৰ ভিতৰত গৰু-মহৰ কাৰণে ডাক্তৰ আৰু ডাক্তাৰখানাৰ খৰচো পৰে।

কিন্তু বোৰ্ডে গোটাইখন মহকুমাত সমানে চকু দিব নোৱাৰে আৰু মহকুমাখনৰ ভিতৰত যিমান কাম কৰিব লগীয়া থাকে, সেই আটাইখিনিৰ বাবে যথেষ্ট আয়ো নহয়। সেই দেখি বৰ্ত্তমানত পঞ্চায়ত প্ৰথাৰ প্ৰৱৰ্ত্তন কৰি বোৰ্ডৰ কৰ্ত্তব্য কিছুমান পঞ্চায়তৰ জিম্মা কৰি দিব পাৰি নে নোৱাৰি তাকে পৰীক্ষা চাবলৈ মন কৰি, গৱৰ্ণমেণ্টে এতিয়া কামৰূপ জিলাৰ নলবাৰী চাৰ্কেলত আৰু শিৱসাগৰ জিলাৰ যোৰহাট চাৰ্কেলত পঞ্চায়ত পাতি দিছে। পঞ্চায়ত অৰ্থ লোকেলবোৰ্ডৰ দৰে সৰু এখন সভা। চাৰি পাঁচখন সৰু গাওঁ মিলাই একোটা পঞ্চায়ত। প্ৰতিখন গাৱঁৰপৰা এজনকৈ মেম্বৰ থাকে—মুঠতে পাঁচজন মেম্বৰ ভাৰে এজন সভাপতি। গাওঁবুঢ়া বছাৰ দৰে গাওঁৰ মানুহে মেম্বৰ বাছিব লাগে। আৰু মেম্বৰ কেইজনে তেওঁলোকৰ ভিতৰতে এজনক সভাপতি বাছি লব লাগে। এওঁবিলাকৰ একো দৰমহা আদি নাই। শিক্ষা, বাটপথ আদি ৰাইজৰ উপকাৰী কাজবোৰৰ তত্ত্বাৱধান লোৱাই এওঁলোকৰ কৰ্তব্য। পঞ্চায়ত প্ৰথাটো ভালকৈ কৃতকাৰ্য্য হলে ৰাইজৰ অশেষ উপকাৰ হব বুলি আশা কৰা যায়। তাকে কৰিবলৈ পঞ্চায়তৰ মেম্বৰ বাছোঁতে গাৱঁলীয়া মানুহে উপযুক্ত মানুহকহে ‘ভোট’ দিব লাগে।

মিউনিছিপালবোৰ্ডো প্ৰায় এনেই। মুঠতে মিউনিছিপালবোৰ্ড নগৰ এখনৰ বাবে—আৰু লোকেলবোৰ্ড মহকুমা এখনৰ বাবে, এই যি প্ৰভেদ। নগৰখনক কেইবাটাও ভাগ কৰা হয়; প্ৰতি ভাগকে ওৱাৰ্ড বোলে। ওৱাৰ্ডে প্ৰতি একোজন সভ্য থাকে তেওঁবিলাকক কমিছনাৰ বোলে। সেই দেখি লোকেলবোৰ্ডৰ মেম্বৰ বোলা হয়; আৰু মিউনিছিপালিটিৰ কমিছনাৰ

বোলা হয়। কমিছনাৰ বাছোঁতে ওৱাৰ্ডত থকা মানুহখিনিয়ে ভোট দিব লাগে। নিৰ্বাচিত কমিছনাৰত বাদে গৱৰ্ণমেণ্টৰ মনোনীত আৰু বিষয়-বৰীয়া কমিছনাৰো থাকে। মিউনিছিপালিটিৰো চেয়াৰমেন্ আৰু ভাইচ চেয়াৰমেন্ বেচৰকাৰী মানুহো আছে। এওঁবিলাকৰোঁ কৰ্তব্য লোকেলবোৰ্ডৰ দৰে। খৰচৰ অৰ্থে ঘৰ, পাইখানা আৰু পানীৰ টেক্স নিৰ্দ্ধাৰিত আছে।

নিচেই সৰু নগৰত এক ৰকম মিউনিছিপালিটি থাকে তাক 'টাউনফাণ্ড' বোলে। ইয়াত কমিছনাৰ আদি একো নাথাকে। চৰকাৰী বিষয়া এজনে চলায়। 'টাউন-ফণ্ড' অৰ্থ নগৰৰ বা নগৰ চলাবৰ অৰ্থে যোৱা টকা। তাতকৈ ওপৰৰ শ্ৰেণীৰ নগৰৰ মিউনিছিপালিটিক ইউনিয়ন বোলে।

লোকেল বোৰ্ড আৰু মিউনিছিপাল বোৰ্ডৰ আৰু এটা বিশেষ ক্ষমতা আছে—প্ৰাদেশিক ব্যৱস্থাপক সভালৈ মেম্বৰ বাচনি কৰা। প্ৰতিখন কমিছনাৰৰ বিভাগৰ আটাইবিলাক লোকেল বোৰ্ডে এজন আৰু মিউনিছিপাল বোৰ্ডবিলাকে এজন সভ্য প্ৰাদেশিক ব্যৱস্থাপক সভালৈ পঠাব পাৰে। এইটো ৰাইজৰ পক্ষে বৰ ডাঙৰ ক্ষমতা বুলিব লাগে। কাৰণ ইচ্ছা কৰিলে ব্যৱস্থাপক সভাৰ সভ্যই অনেক প্ৰকাৰে প্ৰজাৰ হিত চিন্তিব পাৰে, এই সভ্য বাছি দিয়াত সকলো মানুহৰে অলপনে অলপ হাত আছে। প্ৰথমতে গাঁৱলীয়া মানুহে গাওঁবুঢ়া আৰু পঞ্চায়তৰ মেম্বৰ বাছে; গাওঁবুঢ়াই লোকেল বোৰ্ডৰ মেম্বৰ বাছে; আৰু শেষত লোকেল বোৰ্ডৰ মেম্বৰসকলে ব্যৱস্থাপক সভালৈ মেম্বৰ বাছি দিয়ে। গতিকে আমি সকলোৱে গাওঁবুঢ়া বাছনি কৰিবলৈ যি ক্ষমতা পাইছোঁ, তাক উপলুঙা কৰিব নালাগে; বৰং ভাল মানুহ চাইহে গাওঁবুঢ়া, পঞ্চায়তৰ মেম্বৰ আৰু লোকেল বোৰ্ডৰ মেম্বৰ পাতিবলৈ যত্ন কৰিব লাগে।

আমাক আমাৰ কাম কৰি লবলৈ ৰজাই সুবিধা দিছে। আমি যদি নিজে নকৰোঁ দোষ কাৰ ?*

সাহিত্য পাঠ পুথিৰ পৰা উদ্ধৃত।

# ভাণ্ডুৰীৰ চিঠি

সম্পাদক ডাণ্ডৰীয়া,

বৰ বিপদৰপৰা পৰিত্ৰাণ কৰিছে, দেও। ডাঙামৃতখিনি পাই, জানিব মোৰ মন নিতৌ নিতৌ উদলিব ধৰিছে। কিন্তু বৰ দুখৰ কথা এইবাৰ লিখিবৰে একো কথা নাই। জ্বৰ, বেমাৰ, বৰ ভুগিলোঁ; তাতেই শৰীৰ-মনত একো নোহোৱা হৈছে। তদুপৰি বঙ্গৰ অঙ্গচ্ছেদ, স্বদেশী বস্ত্ৰ ব্যৱহাৰ, প্ৰভৃতিৰ সংবাদ নিয়াত, ইদিক সিদিক কৰা কৰাত ইমান ব্যস্ত যে সেইবোৰত বাদে অন্য কথা মূৰতে নোসোমায়। অঙ্গচ্ছেদ-ব্যাপাৰ শেষ হৈ যাওঁতেই ভাবিছিলো

ভালেই হ'ল ; এইবাৰ আন একো নাই। এই বিষয়ে এটি প্ৰবন্ধ লিখি সম্পাদক ভাণ্ডৰীয়ালৈ পঠাওঁ। কিন্তু সেই ভাগ্য নহল। তাৰপৰা ক্ষান্ত হলোঁ ; কাৰণ প্ৰথমতে কাম এটি হৈ উঠিলে তাৰ প্ৰতিবাদ কৰা আমাৰ প্ৰকৃতি-বিৰুদ্ধ। অলপ ঘুমুক কৰে "গভৰ্ণমেণ্টক" এটি "ৰিজ'লিউছন্" শুনিলেই ভাল-মন্দ বিচাৰ নোহোৱাকৈয়ে. অজস্ৰ ধাৰে প্ৰতিকূল সমালোচনা পৰিব ধৰে ; তাৰ বিৰুদ্ধে নানা ঠাইত "লেক্‌চাৰ" "ফেক্‌চাৰ" হয়, নানা কথা "ৰিজলভ্‌দ্" হয়। কিন্তু "এড্‌ভাছ্ ক্ৰিটিছিজ্‌ম্", "লেক্‌চাৰ্" বা "ৰিজ'লিউছন্" সকলো ফাছ্" ( fuss )ত হে পৰিণতি লাভ কৰে ; কামৰ পিনে হলে আন একো নাই। লাভো একো নাই ; কেৱল মাথোন সংবাদ-পত্ৰৰ সম্পাদক কেইটিৰ "নিউজ পেপাৰৰ" "কলাম্" পূৰ্ণ কৰা। আমাৰ প্ৰতিবাদ এনে সুদৃঢ় ও আমাৰ প্ৰতিজ্ঞা এনে স্থিৰ দেখি আমাৰ সকলো কথা কুকুৰৰ ভুক্‌ভুকনি বুলিহে ভবা গভৰ্ণমেণ্টৰ এটি অভ্যাস হৈ গৈছে। "ৰিজলভ্‌দ্" কৰা কথাটি গভৰ্ণমেণ্টে কোনো মতে হল বুলি কলে, তাৰ পাছত দুই দিন মানৰ নিমিত্তে আকৌ "লেকচাৰ্" "ফেক্‌চাৰ্" "ৰিজলিউছন্" "ফিজলিউছন্"। যদি যদি কলো কপৌ কৰি এমাহ বা দুমাহ অতীত হল, তেনেহলে সকলো নীৰৱ, শান্ত, সুস্থিৰ। সকলোৱে মহাযোগী, সংসাৰ-নিৰ্লিপ্ত উদাসীনৰ নিচিনা বহি থাকে। সচৰাচৰ প্ৰতিবাদৰ এনে সুলক্ষণ দেখি গভৰ্ণমেণ্টৰ এনে ধাৰণা হৈছে যে,—আমি সঁচাই মিছাই প্ৰতিবাদ কৰোঁ, কাৰণ ইউৰোপীয় জাতিবিলাকে তেনে কৰে ; সেই প্ৰতিবাদৰ ফলাফলৰ প্ৰতি আমাৰ দৃষ্টি অতি কম। এই বাবেই "ইউনিভাৰ্সিটি বিল্", "অফ্‌ফিছিয়াল্ ছিক্ৰেট্‌স্ বিল্" প্ৰভৃতি "ৰিজলভ্‌দ্" হওঁতে ইমান ধুমধাম ; যেতিয়া পাছ হ'ল তেতিয়া চুপ-চাপ। এই নিমিত্তেহে কৈছোঁ কাম এটা হৈ গলে তাৰ বিৰুদ্ধে প্ৰতিবাদ কৰা আমাৰ প্ৰকৃতি বিৰুদ্ধ।

দ্বিতীয়তে, প্ৰবন্ধ লিখাৰ সকাম একো নেদেখিলোঁ। কাৰণ, আমাৰ দুখৰ কথা শুনোতা তো কোনো নাই। ৫০ হেজাৰ মানুহৰ দস্তখত কৰা দৰখাস্তৰ পৰা একো নহল, এখন কাগজত এটি প্ৰবন্ধ লিখি তুমি কৰিবা কি ? সৰ্ব-নিয়ন্তাৰ যি ইচ্ছা, তাক তুমি কিদৰে গুছাবা !

এইবোৰ ভাবি-চিন্তি এই সংকল্প পৰিত্যাগ কৰিলোঁ। বঙ্গৰ অঙ্গচ্ছেদৰ পাছত ভাবিলোঁ, যিহ'ক, স্বদেশী দ্ৰব্য ব্যৱহাৰ সম্বন্ধেই একেৰি লিখোঁ। প্ৰথমতে "এনালাইচিচ্" লগালোঁ। কেনেকৈ লিখিম মনতে ঠিক কৰি ললোঁ। ভাবিলোঁ প্ৰথমতে স্বদেশ ও স্বদেশ প্ৰেমৰ বিষয় লিখিম। তাৰপৰা স্বদেশৰ কেনেকৈ মঙ্গল সাধিব লাগে ; তাৰ পাছে স্বদেশী দ্ৰব্য ব্যৱহাৰ তাৰ ভিতৰৰ এটা। স্বদেশী দ্ৰব্য ব্যৱহাৰ কৰিলে আমি নিজৰ বস্তুক আদৰ কৰিব শিকোঁ ; তাৰপৰা আমাৰ আত্ম-সন্মান বজায় থাকে। দেশীয় শিল্পীসকল উৎসাহিত হৈ পাছলৈ আৰু ভাল ভাল নানা প্ৰকাৰ কাম কৰে। এনেকৈ আৰু কিছুমান কাৰণ দেখুৱাম বুলি ভাবিলোঁ। সাৰশেষত ঠিক কৰিলো আৰু এটি কাৰণ দিম। আজিকালি আমাৰ দেশত বিলাতী বস্তুৰ কাটি বৰ বেছি। আজি স্বদেশী দ্ৰব্যৰ ব্যৱহাৰ কৰিলে এই কাটি বহুল পৰিমাণে কমি যাব। ইয়াৰ পৰা বিলাতী বণিক্ সম্প্ৰদায়ৰ ইমান লোকচান হব যে তেওঁলোকে ইয়াৰ কাৰণ যেনে তেনে বিচাৰিব তেতিয়া আমাৰ সৰ্বময় কৰ্তাসকলে দেখিব যে ভাৰতত বিলাতী দ্ৰব্য ব্যৱহৃত নোহো-

ৱাই ইয়াৰ প্ৰকৃত হেতু। বিলাতী বণিক্ সম্প্ৰদায় তাত বৰ ক্ষমতাশালী; এওঁলোকে যাতে ভাৰতত বিলাতী দ্ৰব্যৰ কাট্ বেছি হয় তাৰ নিমিত্তে যত্ন কৰিব; আৰু এই যত্নৰ গুণতে বঙ্গৰ অঙ্গচ্ছেদ হুকুম ৰদ হব; আসাম ও অসমীয়াও ৰক্ষা পৰিব। অকল এয়ে নহয়। স্বদেশী দ্ৰব্য ব্যৱহাৰ কৰিলে আমাৰ স্বাস্থ্য ভাল হব, চৰিত্ৰ ভাল হব, বুদ্ধিবৃত্তি ভাল হব, সি আমাৰ দেশৰ বস্তু—গতিকে আমাৰ ধাতুৰ উপযুক্ত। এইদৰে ইয়াৰ পৰা শাৰীৰিক, নৈতিক ও মানসিক তিনি বিধ উন্নতিয়ে হব। আমাৰ পক্ষে ই অমৃতৰ নিচিনা কাম কৰিব। ইয়াৰ পৰা ভাৰত স্বাধীন হব পাৰিব; মৰিলেও আমি স্বৰ্গ পাম; আৰু বহুত কথা নানা প্ৰকাৰ যুক্তি-ফুক্তি দেখুৱাই লিখিব খুজিছিলো সঁচা। কিন্তু অভাগাৰ এই আশাটিও পূৰ নহল; তাৰ পৰাও ক্ষান্ত হব লগাত পৰিলোঁ। কিয় ক্ষান্ত হলোঁ জানিছেনে?

আদিতে ভাবিলোঁ ইয়াৰ ফল কি? আমাৰ প্ৰায় চেষ্টাইতো লেখা কোৱাতেই লয় পায়। বক্তাবোৰে যশ লভে, নানা প্ৰকাৰে গোছাই গোটাই যুক্তি-ফুক্তি দি কথা এটি সুশ্ৰাব্য কৰি কব পাৰিলে কামৰ পিনে ছোন "থছে"ই হ'ক। সংবাদ-পত্ৰত এটি ভাল প্ৰবন্ধ লিখি দেশী ভাইক "জাগো" "জাগো" বুলি গেৰি পাৰি লেখকে নিজকে কৃতাৰ্থ মনে কৰে; আৰু তেওঁৰ কৃতিত্বও কল্পনাতে; অথচ তেওঁকেই সকলোৱে কৃতী বোলে। এনে মানুহো আছে, যেনে গৱৰ্ণমেণ্টে এবিধ বেয়া কৰিলে মনে মনে আনন্দ পায়; আশা এই—মানুহৰ আগত ডুখ কৰি ভাল প্ৰবন্ধ লিখিব পাৰিব। এনে ঠাইত কি লিখিবা? দ্বিতীয়তে ভাবিলোঁ আমাৰ স্বদেশ হিতৈষীতা "ক্লাৱ" "মিটিং" "এছোছিয়েছন্" সমিতিত হে প্ৰকাশ পায়। সেইবিলাকত স্বদেশ ও স্বদেশীৰ ইমান কথাৰ আন্দোলন হয় যে, তেনে আন্দোলনা শুনা অভ্যাস নেথাকিলে, একো দিনাই ভাৰত উদ্ধাৰ বুলি ভাবিব পাৰি। এদিন যদি কোনোবাই চাৰিজন দেশী ভাইৰ আগতে থিয় দি "আৰ কিমান দিন নিদ্ৰিত থাকিবা" "সমস্ত জগত দ্ৰুত গতিতে উন্নতিৰ দিকে ধাৱিত হইতেছে" "তুমি আৰ কত দিন এমনভাবে কাটাইবে", প্ৰভৃতি বচন মাতি দুই এষাৰ কব পাৰিলে, বা কোনোবাই যদি একুৰি মান সভা-সমিতিৰ মেম্বৰ হব পাৰিলে, তেন্তে তেওঁক পায় কোনে? তেওঁ এজন স্বদেশপ্ৰেমিক বা Patriot.

তৃতীয়তে ভাবিলোঁ, স্বদেশী দ্ৰব্য ব্যৱহাৰৰ নিমিত্তে সভা-সমিতি কৰিছা কৰা। কিন্তু ই কি বিড়ম্বনা? স্বদেশ বা স্বদেশীৰ সন্মানাৰ্থে, বক্তৃতা দিছা, বা যি হয় লিখিছা, সি স্বদেশী ভাষাত নহয়, বিদেশীত কিয়? তোমাৰ গজালিতে পোকে ধৰিলে; গছ হয় কৰ পৰা? জুই নুমাবলৈ পানী ঢালিব লাগে; জুই আৰু বেছিকৈ দিলে নুনুমায়।

সাৰশেষত স্বদেশী দ্ৰব্য ব্যৱহাৰৰ নিমিত্তে প্ৰতিজ্ঞা কৰিছোঁ "পাৰিম মানে আমি স্বদেশী দ্ৰব্য ব্যৱহাৰ কৰিম।" মোটা কাপোৰ বা বেয়া কাপোৰ, বিলাতীতকৈ বেযা জুতা, প্ৰভৃতি মই পিন্ধিব নোৱাৰোঁ। গতিকে সি মোৰ পক্ষে "পাৰ্য্যমানৰ" ভিতৰত নহয়। এই নিমিত্তে মই বিলাতী কিনিবলৈ বাধ্য। তাত তোমাৰ মত কি? বিলাতী দ্ৰব্য যেতিয়া সস্তা হৈ আহিব, তেতিয়া এনে অনেক লোক ওলাব যোনে ফুৰা-চকা বা অফিছলৈ অথবা স্কুল কলেজলৈ যোৱা কাপোৰ কেইখন দেশী লৈ, ঘৰত লৰা-তিৰোতাৰ কথাই নাই, নিজেও বিলাতী পিন্ধিব। আৰু যে কত কি গোলমাল। এইবোৰ দেখি শুনি লিখিবলৈয়ে নোৱাৰিলোঁ।

সম্পাদকদেও !

এইবাৰ আন কথাও লিখিব নোৱাৰিলোঁ। এই বাবে ক্ষমা কৰিব। আৰু লিখিমেই বা কি? আমাৰ দুৰ্গতি দেখি, নিজকে নিজে ফাকি দিয়া দেখি, বৰ বেজাৰ লাগে। এইবিলাক বেয়া ভাব ঘুচুগুছিলে নো আমাৰ কেতিয়াবা উন্নতি হব নে? তেন্তে ভাংখিনি সোনকালে পঠাব। নুভুলিব দে'। ইতি

আপোনাৰ

বৰভাঙুৰী*

* শৰৎচন্দ্ৰ গোস্বামী সম্পাদিত হাতে লিখা মাহেকীয়া আলোচনী "অঙ্কুৰ"ৰ পৰা (১৮২৭ শক, শাওন, প্ৰথম ভাগ, চতুৰ্থ সংখ্যা)। এই আলোচনীৰ মূল মন্ত্ৰ আছিল— "কৰ্মণ্যেবাধিকাৰস্তে মা ফলেষু কদাচন" (গীতা)। এই আলোচনীৰ লগত জড়িত অন্যান্য সকল হৈছে গৌৰীকান্ত তালুকদাৰ, কালিৰাম দাস ইত্যাদি। সম্ভৱ এই আলোচনী ১ম বছৰ, ৯ম সংখ্যাৰ পাচত বন্ধ হয়। বৰভাঙুৰী শৰৎচন্দ্ৰৰ ছদ্মনাম। —সং, শ. গো. ৰ.

# সাত্বত-তন্ত্ৰৰ পৰিচয়

সাত্বত-তন্ত্ৰ বৈষ্ণৱ ধৰ্ম্মৰ সম্পৰ্কে অতি পুৰণি পুথি। ইয়াৰ আন এটা নাম পঞ্চৰাত্ৰ। কীৰ্ত্তনৰ চতুৰ্বিংশতি অৱতাৰ বৰ্ণনাত আছে—

ভৈলাহা নাৰদ ঋষি নামে অৱতাৰ।
পঞ্চৰাত্ৰ নামে তন্ত্ৰ কৰিলা প্ৰচাৰ॥

কিন্তু বৰ আচৰিত কথা যে সাত্বত-তন্ত্ৰ পুথি উত্তৰ ভাৰতৰ পৰা প্ৰায় লোপ পাইছিল। প্ৰথমতে দক্ষিণ ভাৰতত এই পুথিৰ আৱিষ্কাৰ হয়।

সাত্বত-তন্ত্ৰ এখন পুথি নহয়। কেই বছৰ মানৰ আগলৈকে ১০৮খন সাত্বত তন্ত্ৰ আৱিষ্কাৰ হৈছিল। যোৱা, কেই বছৰত আৰু নতুন পুথি ওলাইছে নে নাই কব নোৱাৰোঁ।

আমাৰ এই পুথিখনি কোনো এখন বিশেষ গ্ৰন্থৰ অনুবাদ নহয়। সাত্বত-তন্ত্ৰত থকা কথাবিলাকৰ সংকলনৰ নিচিনা।

সম্প্ৰতি প্ৰফেচৰ শ্ৰীমান উমাকান্ত গোস্বামীৰ পৰা সংস্কৃতত লিখা এখন সাত্বত-তন্ত্ৰ পুথি পাইছোঁ। কিন্তু দুয়োখন পুথি মিলাই চাবলৈ মোৰ সময় হোৱা নাই।

অসমীয়া ভাষাত এনে এখন পুথিৰ অনুবাদ থাকাটোৱে দেখুৱায় অসমীয়া প্ৰাচীন সাহিত্য কেনে বিস্তৃত আছিল।

সময়ত সুযোগ বুজি সাত্বত-তন্ত্ৰৰ ভাল উপক্ৰমণিকা লিখিবৰ ইচ্ছা আছে। এই ইচ্ছা বহুদিনৰ। কিন্তু কেতিয়া পূৰ্ণ হয় কব নোৱাৰোঁ।*

* অসম সাহিত্য-সভা পত্ৰিকা, ষষ্ঠ বছৰ, ২য় সংখ্যা, ১৮৫৭ ৫৮ শক

# তিনিখনি পুৰণি পুথিৰ পৰিচয়

## (১) আদি-চৰিত

মাধৱদেৱৰ লিখিত বুলি ভণিতাবোৰত লিখা। ভাষা আৰু পদ চাই কোনো নিকৃষ্টতৰ কবিৰ লিখা যেন অনুমান হয়। মহাৰাজা নৰনাৰায়ণৰ আগত শঙ্কৰদেৱে নিজৰ পূৰ্ব-পুৰুষৰ কথা কৈছে,—পুথিৰ প্ৰধান বিষয় এই।

ভৈৰৱী (ভৰলী), দীপাঙ্গ (দিবং) আৰু ব্ৰহ্মপুত্ৰৰ মাজৰ এই দেশখণ্ডত মায়ামত্ত নামেৰে ৰজা আছিল। তেওঁৰ মন্ত্ৰী সমুদ্ৰ। মায়ামত্তৰ দুই পুতেক—ডাঙৰজন আৰিমত্ত, আৰু ইজন মীনমত্ত। ৰজা বুঢ়া হোৱাত ৰত্নপুৰত (পূৰ্বৰ ৰাজধানী) মীনমত্তক ৰজা পাতিলে আৰু বিশ্বনাথ নতুনকৈ নিৰ্মাণ কৰি আৰিমত্তক দিলে। দুবছৰ ৰাজত্ব কৰি মীনমত্ত মৰাত মায়ামত্ত পুনৰ ৰত্নপুৰত ৰজা হল। কিছুদিনৰ পাছত আৰিমত্তৰ লগত মৃগয়া কৰোঁতে, আৰিমত্তৰ শৰ এপাট অকস্মাৎ আহি মায়ামত্তক মাৰিলে।

পিতৃবধ-পাতকৰ প্ৰায়শ্চিত্ত কৰিবলৈ আৰিমত্ত জগন্নাথ, গঙ্গা, ব্ৰহ্মকুণ্ড আৰু শেষত দিখৌ-গঙ্গালৈ গল। কোনোৱেই তেওঁৰ দিয়া ধন-বিত গ্ৰহণ নকৰা দেখি পানীত ডুবি ৰজা মৰিল।

আৰিমত্তই সমুদ্ৰক ৰত্নপুৰত আৰু সমুদ্ৰৰ পুতেক মনোহৰক বিশ্বনাথত মন্ত্ৰী পাতি ৰাজ্য চলাবলৈ দিছিল। এওঁবিলাক ৰজা হল। তাৰ পাছত বাৰভূঞাৰ উৎপত্তিৰ কথা দিয়া আছে। বৰ বাঁৰভূঞা লখীমপুৰত আৰু সৰু বাৰভূঞা ৰামপুৰত থকাৰ কথা আছে।

এই পুথিৰ পৰা দিখৌ নদীয়ে এবাৰ গতি সলনি কৰা দেখা যায়। ৰত্নপুৰ যে মাজুলীত থকা ৰত্নপুৰ এই কথাও স্পষ্ট লিখা আছে।

মায়ামত্তৰ দৈ নামেৰে ছোৱালীয়ে স্বয়ম্বৰত লৌহিত্যক বিয়া কৰোৱা কথা আছে। আৰিমত্তৰ মৃত্যুৰ পাছত লৌহিত্যই ৰত্নপুৰ বালিৰে পোতা কথাও পোৱা যায়।

বৰ বাৰভূঞাৰ লগত ছুটিয়া, কছাৰী আৰু আহোমৰ ৰণৰ কথা আছে। শেষত

আহোমৰ তলতে বিশেষ সম্মানেৰে সৈতে বৰ বাৰভূঞাই বাস কৰে। কছাৰী দেশক কুৰ্মাট ৰাজ্য বোলা হৈছে। এই মতে শ্ৰীশঙ্কৰদেৱৰ বংশাৱলী এই ৰূপ :—




সূৰ্যই লক্ষ্মীক দিয়া "ধাতুতাম্ৰাক্ষৰী" পুথিৰ কথা, আৰু সেই পুথিত ভূঞাবংশৰে অনিৰুদ্ধই চুৰ কৰি নি শঙ্কৰদেৱৰ লগত কাজিয়া পতা আৰু শেষত অনিৰুদ্ধই মটক বা মায়ামৰা সম্প্ৰদায় সৃষ্টি কৰা কথাও আছে।

যদুমণিৰ হাতে দিহিঙত সত্ৰ স্থাপন, দামোদৰৰ হাতে দক্ষিণপাট সত্ৰ স্থাপন, ভূঞা পদ্মপাণিৰ হাতে কমলা মুদৈৰ নাম অনুসৰি কমলাবাৰী সত্ৰ স্থাপন প্ৰভৃতি কথা আছে। পাটবাউসী নামে দক্ষিণপাটৰ ওচৰত এখান গাঁও আছে বুলি লিখা আছে।

এই পুথিত আৰু "দীপিকাছন্দ"তো কুশাৰণ্য নামেৰে এজন ৰজাৰ নাম পোৱা যায়। এই পুথিত চুচুংফা ৰজাৰ নাম আছে।

জয়িজয় নৃপতিৰ কনিষ্ঠ কুমাৰ।
বিক্ৰমাদিত্য ৰাজা ৰত্নপুৰ নগৰ॥
বিক্ৰমাদিত্যৰ পুত্ৰ-নাতি ভৈল যত।
সৱে ৰাজা ভৈল ৰত্নপুৰ নগৰত॥
অনেক পুৰুষ তাত ৰাজা হৈয়া ৰৈল।
সেহি বংশে প্ৰতাপুৰী নামে ৰাজা ভৈল॥

---

* লেখকৰ গুটীয়া পাঠৰ টোকাৰ পৰা আনি উলিৱা হৈছে—সম্পাদক, "পত্ৰিকা"

তাহাৰ তনয় ৰাজা নামে মায়ামত্ত।
তাৰ দুই ভৈলা পুত্ৰ জগত প্ৰখ্যাত ॥
আৰিমত, নাগমত এহি পুত্ৰ দুই।
একখানি কন্যা ভৈলা নামে ভৈলা দই ॥

*                *

বালুকা পেলায়া ৰত্নপুৰক পুতিলা।
নগৰৰ দুইকাষে ব্ৰহ্মপুত্ৰ গৈলা ॥
অদ্যাপিও দুই কাষে লোহিত বহয়।
সিকাৰণে ৰত্নপুৰ মাজুলী বোলয় ॥

*                *

মধ্য কলিযুগ যেথনে হৈবেক।
ৰত্নপুৰ দেশ পুনৰপি ওলাইবেক ॥

*                *

লোহিতৰ পুত্ৰ তাতে নৃপতি হৈবেক।
লোহিতৰ বীৰ্যে ভৈলা দেৱী গৰ্ভে জাত ॥
কুশাৰণ্য নামে ৰাজা হৈবেক প্ৰখ্যাত।
কামৰূপে ভুমি * ৰাজা তোমাৰ ৰাজ্যত ॥
ৰামপুৰ নামে গ্ৰাম জগতে প্ৰখ্যাত ॥
সেহি গ্ৰামেশ্বৰে আছিলন্ত ভূঞাগণ।

## (২) ধৰ্ম্ম-সম্বাদ

(ক) **কবি—** শিৱসিংহ ধৰ্ম ৰাজাগুণে নাৰায়ণ।
কৰন্ত ভকতি সদা কৃষ্ণৰ চৰণ ॥
তাহান আদেশ পাই দ্বিজ শুভনাথে।
ৰচিলা পয়াৰ হৰিপদ ধৰি মাথে ॥

(খ) **বিষয়—**নাৰদে ইন্দ্ৰ সভাত যুধিষ্ঠিৰক বৰ ডাঙৰ ৰজা বুলি কোৱাত, ধৰ্ম্ম ( যম )ৰ আনন্দ হল; আৰু নিজে চণ্ডাল ৰূপ ধৰি যুধিষ্ঠিৰৰ নগৰলৈ আহিল। তাতে নানা প্ৰকাৰ কথা-বাৰ্তা হল।

(গ) **পদ—**উদ্ধৃতিসমূহ:

মায়াবী চণ্ডালে পাছে বুলিলা বচন।
ভেৰীৰ শবদ যায় একৈশ যোজন ॥

---

* নৰনাৰায়ণ

মেঘৰ শবদ যায় বাইশ যে যোজন।
দানীৰ যশস্যা যাই চৌধয় ভুবন ॥

*　　　　*

ভীমসেনে বোলে অবে শুন অন্ত্যজাতি।
চাৰি জাতিত তই যে বৰ্ণহীন আতি ॥

*　　　　*

চাণ্ডালৰ মুখক চাহন্ত যিটো জন।
সম্যক অশুচি হবে জানিবা তেখন ॥

*　　　　*

শুনিয়া চাণ্ডালে পাছে দিলন্ত উত্তৰ।
একে ছাল একে মাংস একে কলেৱৰ ॥
একে সুখ দুখ একে ভোজন গমন।
একে বোল মাত সৱে একৈন্দ্ৰিয় গণ ॥
কেন মতে চাৰি জাতি ভৈলা শ্ৰেষ্ঠতৰ।

তাৰ পাছত আছল চাণ্ডাল কাক বোলে তাৰ বিৱৰণ আছে। যেনে, আনক নিন্দা কৰে, বিধি নামানে, অত্যাচাৰ কৰি ফুৰে ইত্যাদি।

ভীমে যুধিষ্ঠিৰৰ আগত চাণ্ডালৰ বৰ্ণনা দিছে :—

ৰক্তবৰ্ণ চক্ষু দুই দেখি নিৰুপম।
লম্বোদৰ মুক্ত কেশ পিঙ্গটা বৰণ ॥
বাক্যত চাতুৰী যেন পণ্ডিতৰ ঠান।

*　　　　*

হেন শুনি পুনু নৃপতি পুছন্ত কহা বাপু অভ্যাগত।
কৈৰ পৰা ধৰ্ম ভৈলা উৎপন্ন ধৰ্ম বাঢ়ে কেনমত ॥
কোন স্থানে ধৰ্ম থাকই সদাই কিহেতু হোৱে বিনাশ।
চণ্ডাল বদন্তি শুনিও নৃপতি ধৰ্মৰ কহোঁ প্ৰকাশ ॥
সত্য হন্তে ধৰ্ম উপজয় পুনু দয়াত বাঢ়য় আতি।
ক্ষমাতেসে ধৰ্ম সদাই থাকয় ক্ৰোধত বিনাশ যান্তি ॥

*　　　　*

কোটি লক্ষ গুণ পুণ্য তীৰ্থ প্ৰসঙ্গত।
কোটি অযুত লক্ষ গৃহ আশ্ৰমত ॥
গৃহাশ্ৰম ধৰ্ম সম কোনো ধৰ্ম নাই।
নিয়ম সংযম মাত্ৰ থাকিব সদাই ॥

নৃপতি বোলন্ত আৰু কহা অভ্যাগত।
পিতৃ-মাতৃ-ভাতৃ যাৰ নাহিকে গৃহত॥
নাহিকে ভগিনী যাৰ মিত্ৰ বন্ধু জন।
কেন মতে গৃহ-সুখে থাকে সিটো জন॥
অভ্যাগতে বোলে শুনা পাণ্ডুৰ নন্দন।
মহা বুদ্ধিমন্ত সিটো জ্ঞানপৰায়ণ॥
পৰম দয়ালু সিটো লোক কুটুম্বিতা।
জ্ঞান-পৰায়ণ-জ্ঞানে ভৈল তাৰ পিতা॥
বুদ্ধিমন্ত তাহাৰ বুদ্ধিয়ে ভৈলা মাৱ।
মাতৃত অধিক জ্ঞান বুদ্ধিৰ প্ৰভাৱ॥
কুটুম্বিতা গুণে তাৰ সুহৃদ সোদৰ।
দযায়ে ভগিনী তাৰ জানা নৰেশ্বৰ॥

* *

যুধিষ্ঠিৰে বোলে কথা কহিও প্ৰত্যেক।
হোৱয় আকাশখান আঙ্গুল কতেক॥
গণিয়া কহিও কত আকাশৰ তাৰা।
কত হস্ত পৃথিৱী বৃষ্টিৰ কত ধাৰা॥
চাণ্ডালে বোলয় শুনা নৃপতি প্ৰধান।
হোৱয় আকাশ চাৰি আঙ্গুল প্ৰমাণ॥
দুই গোট তাৰা মাত্ৰ আকাশ মণ্ডলে।
বৰিষন্ত মেঘ দশ ধাৰা বৃষ্টিজলে॥
ডেৰ হস্ত পৃথিৱী জানিবা কুন্তীসুত।

* *

পিতৃ মাতৃ আছে দুয়ো কুমাৰ কালত।
সিবেলাত আছিলাহা কাহাৰ গৰ্ভত॥
অতিথি বোলন্ত শুনা ধৰ্ম্মৰ তনয়।
কাষ্ঠৰ মধ্যত যেন অগনি থাকয়॥
দুগ্ধৰ মধ্যত যেন থাকে ঘৃত যত।
তিলৰ মধ্যত তৈল থাকে যেন মত।
আছে মহা জ্ঞান যেন দেহৰ মধ্যত।
সেহি মতে আছিলোঁ মোহো পিতৃৰ গৰ্ভত॥

* *

পয়স্বিনী ধেনু যেন পিতৃ মহাভাগ ।
মদন গোৱালে পাছে তাক পাই লাগ ॥
মাতৃৰ লাৱণ্য-মোহ পাৰে জৰি বান্ধি ।
অনায়াসে দুহিবন্ত দৈৱও নবাধি ॥
দুগ্ধ নিয়া থৈল যেন কলসে ভৰাই ।
সেই মতে মাতৃৰ গৰ্ভত লৈলো ঠাই ॥

তেতিয়া যুধিষ্ঠিৰে চাণ্ডালক ভোজন কৰিবলৈ কলে । চাণ্ডালে ৰজাৰ ঘৰত নাখায় বুলি উত্তৰ দিলে কাৰণ সকলো প্ৰজাৰ কৰ আনি ৰজাৰ সম্পত্তি । সেই দেখি ৰজা সকলো প্ৰজাৰ পাপৰ ভাগী ।

পশু মধ্যে অধম কুকুৰ বুলি যাক ।
দশ কুকুৰৰ সম কুমাৰৰ চাক ॥
দশখান কুমাৰৰ চাকৰ সমান ।
হবে অপৱিত্ৰ ৰজকৰ পাটখান ॥
দশখান পাটৰ সমান বেশ্যা জাতি ।
দশ বেশ্যা সমানে নৃপতি হোৱে আতি ॥

ব্ৰাহ্মণবিলাক দ্বাদশ বৰ্ষ ব্যাপি যজ্ঞত বহি আছিল । ৰাজাই সিদিনা পূৰ্ণাহুতি দিব লাগে । চাণ্ডালৰ এবম্প্ৰকাৰ ৰাজ-নিন্দা শুনি ভয়তে বামুণবোৰ পলাই গল । তেতিয়া যুধিষ্ঠিৰ ৰজাক অসন্তোষ কৰা দেখি চাণ্ডালে কৈছে :—

অকাৰণে দোষ তুমি দি আছা আমাক ।
বিচাৰি চাহিলে দোষ কেৱলে তোমাত ॥
স্নান যজ্ঞ কৰা ইটো মাতঙ্গৰ কৰ্ম ।
অধৰ্ম আচাৰি আগে পাছে কৰা ধৰ্ম ॥
যজ্ঞে কি কৰিতে পাৰে সংসাৰ খণ্ডিত ।
ভাবি চোৱাঁ ৰাজা তুমি আপুনি পণ্ডিত ॥

তেতিয়া ৰাজাই ধৰ্মক চিনি পালে আৰু কলে—

তোমাকেসে চিন্তি আছোঁ মই বাৰম্বাৰ ।
সিহেতু আছিলা তুমি গৃহক আমাৰ ॥
বৃথা ভৈল যজ্ঞ তাত নাহি কষ্ট মনে ।
সাফল জনম মোৰ তযু দৰশনে ॥
দেৱ হুয়া মোৰ গৃহে ভৈলা অভ্যাগত ।
পূজিবাক লাগে আতি তযু চৰণত ॥
যজ্ঞ কৰি আছিলে লভিলোঁ শুভ ফল ।
তযু চৰণত আজি মিলিল সকল ॥

(ঘ) ময় কবিবলগীয়া কথা—ধৰ্মৰ চাণ্ডাল ৰূপে আগমন, উপদেশ এইবিলাক বৌদ্ধ ধৰ্মৰ অনুৰূপ। গোপীচন্দ্ৰ ৰাজাই যেতিয়া সন্ন্যাস লয়, তেওঁৰ গুৰু আছিল চাণ্ডাল। অন্ত্য-জাতি বৌদ্ধ ধৰ্মৰ শেষ কালে গুৰু হোৱা বহুতো কথা আছে। পাছত ব্ৰাহ্মণ নাখাই গল, যজ্ঞ ভ্ৰষ্ট হল—তেওঁ যুধিষ্ঠিৰৰ দৰে বজাৰ একো কটাকট নাই। হিন্দুধৰ্মত ই অসম্ভৱ। ধৰ্মৰ শেষ উপদেশ :—

দুষ্টক দণ্ডিয়া কৰা সন্তক পালন।
অন্যায় কৰিয়া নহৰিবা পৰধন॥
কাম ক্ৰোধ লোভ মোহ কৰা পৰিহাৰ।
মুক্তিৰ লক্ষণ জানা ইসব প্ৰকাৰ॥
দুখী ভিখী প্ৰাণীক কৰিবা প্ৰতিপাল।
তেবে তোমাক ঈশ্বৰে ৰাখিব সৰ্বকাল॥

## (৩) গীত-গোবিন্দ

কবি—প্ৰণামো গোপাল নিৰাকাৰ শিৱকান্ত।
গোপীজনবল্লভ প্ৰণামো লক্ষ্মীকান্ত॥
জ্ঞান-চক্ষু দিলাহা যোদৰ ৰূপ ধৰি।
নমো কবিচন্দ্ৰৰ চৰণে আগ বাঢ়ি॥
জয়দেৱ নামে কবি আছিলা পূৰ্বত।
গীত-গোবিন্দৰ বিৰচিলা নানা মত॥
গোবিন্দৰ ৰাসক্ৰীড়া গোপিকা সহিত।
একত্ৰ কৰিয়া ভাগৱত সমন্বিত॥
দুয়ো কথা নিবন্ধ কৰিবো এক ঠাই।
যাহাৰ স্মৰণে লোক বৈকুণ্ঠক যায়॥
শুনা কথা পৰে ভাল অৰ্থ-সমন্বিতি।
পদবন্ধে নিবন্ধিলো ৰাম সৰস্বতী॥
পূৰ্বত ৰচিলো পদ অতি অনুপাম।
উদ্যোগৰ আন্ত কথা ভাগৱত নাম॥
ভীষ্ম পৰ্ব নিবন্ধিলো ভীষ্মৰ নিৰ্বাণ।
পাছে ঘোষ-যাত্ৰা বনপৰ্ব যাৰ নাম॥
জয়দেৱ নামে কাব্য বিৰচিলোঁ সাৰ।
শুক্লধ্বজ ৰাজা টীকা কৰিলন্ত যাৰ॥
নৰনাৰায়ণ নৃপ প্ৰতি-প্ৰাণ ভাই।
মহাৰাজা শুক্লধ্বজ যাৰ সম নাই॥

গোটেই গীত গোবিন্দৰ অনুবাদ নাই। ৰাগবিলাকৰ ৰূপৰ বৰ্ণনা আছে ; যেনে :-

বসন্ত ৰাগৰ শুনা ইমন্ত লক্ষণ।
প্ৰমত্ত পুৰুগ গোটা দেখিতে শোভন ॥
ময়ূৰৰ পুচ্ছে চূড়া বান্ধি মনোহৰ।
পৰিধান বস্ত্ৰ বৃক্ষপল্লৱ পত্ৰৰ ॥
সুন্দৰ সুবেশ মূৰ্ত্তি-গতি মনোৰম।
ই সব লক্ষণে ৰাগ বসন্ত উত্তম ॥

পদ—ৰামসৰস্বতীৰ ইবিলাকৰ দৰে তিমান প্ৰাঞ্জল নহয় মাজে মাজে আছে। ৰাম-সৰস্বতীৰ লেছাৰী ছন্দৰ প্ৰতি আকৰ্ষণ এই পুথিতো দেখা যায়। বহুত লেছাৰী আছে কিন্তু তিমান ভাল নহয়। ভাল পদ :—

বসন্তেৰ সমে ষডঋতুৰ আহ্লাদ।
যুৱা বৃদ্ধগণৰ মনত উনমাদ ॥
বসন্তত কোকিলে সঘনে কাঢ়ে ৰাব।
যুৱতৰ বসন্তে নিচিনে বাপ-মাৱ ॥
নদীত বসন্ত লাগি জোৱাৰিলা পানী।
মৎস্যত বসন্ত লাগি ধৰিলা উজানী ।
সদাগৰে নাজানে নাৱৰ উজান ভাটি।
বৃদ্ধত বসন্ত লাগি হাতে ধৰে লাঠি ॥
মৈৰাত বসন্ত লাগি ধৰিলা পেখান।
যোগীত বসন্ত লাগি ভঙ্গ ভৈলা ধ্যান ॥
ৰাধাত বসন্ত লাগি কাঢ়ে কৃষ্ণ ৰাব।
বসন্ত ৰাগৰ শুনা এমত প্ৰভাৱ ॥

ভাষা—প্ৰায় আধুনিক ; মাজে মাজে :

ফুলিছে পলাশ পুষ্প ফুলিছে মন্দাৰ।
ফুলিছে বকুল মুকুলিছে আম্ৰঝাৰ ॥
ডাকিছে কোকিল কন্দৰ্পৰ বাণ প্ৰায়।
যুৱতীৰ হিয়া যেন বিদাৰিয়া যায় ॥

শঙ্কৰদেৱৰ পদৰ অনুকৃতি আছে ; আৰু ৰাস-বৰ্ণনাৰ পদ দুই-এশাৰী প্ৰায় মিলে :-

শৰত কালৰ চন্দ্ৰাৱলী বাঢ়ি পাই।
দিব্য ৰাসক্ৰীড়া আৰম্ভিলা যদুৰায় ॥

* *

তোমাৰ চৰণ লয় তুলসীক পাই।
খোপাত পিন্ধিয়া ফুৰিবোঁহো গুণ গাই ॥

লেখ ভাসৱাৰ সতিনীৰ হিৰা এৰি ।
পঞ্চম উৎসৱে গায়ে মাধৱক বেৰি ॥

প্ৰাঞ্জল পদ :—

হেৰা কামদেৱ মোক নকৰিবাঁ শৰ ।
নোহো তযু বৈৰী মই উপৰি জন্মৰ ॥
মলয় চন্দন তুল্য শৰীৰ আমাৰ ।
ভস্ম বুলি আত তুমি নকৰিবাঁ শৰ ॥
মৃণাল সদৃশ হাৰ গলে আছোঁ ধৰি ।
সৰ্পমালা বুলি নামাৰিবাঁ টান কৰি ॥
কণ্ঠে পিন্ধি আছোঁ নীল পল্লৱ পত্ৰৰ ।
কালকূট বুলি আত মাহানিবা শৰ ॥
নানা বৰ্ণ ভেলা মোৰ কস্তুৰী কুঙ্কুম ।
চিত্ৰ-পত্ৰ জানিবা শুহিকে বাঘ-চাম ॥

* * *

স্বামী যদি কুঁচিত কুশীয়া ।
নিৰ্ধনী দৰিদ্ৰ আলসীয়া ॥
খোৰা কোঙা হস্তিতে নোৰাৰি ।
তাকো সেৱিবেক নিজ নাৰী ।
স্বামীক মানিবে বিষ্ণু কৰি ।
এহি ধৰ্মে তুষ্ট হোন্ত হৰি ॥

* *

তৃণ খাই জীয়ে পশু অৰণ্যত থাকে ।
কোন দোষ কৰি আছে ব্যাধে মাৰে তাকে ॥
জল খাই জীয়ে মৎস্য জলেসে জীৱন ।
কোন দোষে তাহাকে কৈৱৰ্তে কৰে চন ॥
লতা প্ৰায় জীয়ে সাধু-সন্তোষে জীৱন ।
খলুৱা তাহাৰ শত্ৰু ভৈল কি কাৰণ ॥
এই তিনি বৈৰী অকাৰণ জগতত ।
তোমাক লেখিলোঁ প্ৰভু তাহাৰ আগত ॥

গ্ৰন্থকাৰ :—

কহে ৰাম সৰস্বতী পৰম দুৰ্নীত ।
নিদানত ধৰ্ম নৃপতিৰ পুৰোহিত ॥ (?)

* *

এই গ্ৰন্থ প্ৰথমতে ১৯২০ চনত শ্ৰীযুত কালীৰাম দেৱশৰ্মা বৰুৱা কৰ্তৃক প্ৰকাশিত হয় ।*

* অসম সাহিত্য-সভা পত্ৰিকা, অষ্টম বছৰ, দ্বিতীয় সংখ্যা, ১৮৬০-৬১ শক ।

# অসমীয়া বৈজ্ঞানিক পৰিভাষাৰ পাতনি

বৰ্ত্তমান যুগ বিজ্ঞানৰ যুগ। শিল্প আৰু বিজ্ঞানৰ জ্ঞান নহলে বৰ্ত্তমান যুগত চলা কঠিন। এতিয়ালৈকে আমাৰ দেশত ইংৰাজি ভাষায়েই উচ্চ শিক্ষাৰ বাহন আছিল; গতিকে বিজ্ঞানৰ চৰ্চা আৰু অধ্যয়ন কৰিব খুজিলে ইংৰাজি ভাষা অত্যাৱশ্যক। বৰ সুখৰ বিষয় যে ভাৰতীয় বিশ্ববিদ্যালযসমূহে দেশৰ এই অসুবিধা উপলব্ধি কৰি ভবিষ্যতে মাতৃ ভাষাৰ যোগে শিক্ষা দিবৰ দিহা কৰিছে। মাতৃভাষা শিক্ষাৰ বাহন কৰাৰ লগে লগে মাতৃভাষাৰ বৈজ্ঞানিক পৰিভাষা সঙ্কলন প্ৰয়োজনীয় হৈ পৰিছে।

বৈজ্ঞানিক পৰিভাষা সঙ্কলন অতি গুৰুতৰ কাম। অন্য প্ৰদেশত এই সঙ্কলন কাৰ্য্য বিশ্ব-বিদ্যালয়ৰ সহায়ত সম্ভৱপৰ হৈছে। অসমৰ নিমিত্তে সেই সুবিধাৰ বাট ৰুদ্ধ। গতিকেই অসমীয়া বৈজ্ঞানিক পৰিভাষা সঙ্কলন কৰিবৰ নিমিত্তে অসম সাহিত্য সভাই তেজপুৰ অধিবেশনত এখনি সমিতি গঠন কৰি দিযে। এই সমিতিৰ সম্পাদকৰ ভাৰ দিয়া হৈছিল শ্ৰীমান বিৰিঞ্চি কুমাৰ বৰুৱা এম-এ, বি-এলক। সাহিত্য সভাই সমিতি গঠন কৰিয়েই নিজ কৰ্ত্তব্যৰপৰা নিষ্কৃতি লভিলে, কিন্তু শ্ৰীমান বৰুৱাই আজি দেড বছৰ কাল অক্লান্ত পৰিশ্ৰম কৰি, লগত এদল উৎসাহী অসমীযা ডেকাক লৈ এই সঙ্কলন কাৰ্য্যত বহুখিনি আগ বাঢ়িছে। তেওঁৰেই বহু আবেদন, ডেপুটেচন আদিৰ ফলত অসম গৱৰ্ণমেণ্টেও এই সঙ্কলন কাৰ্য্যত যৎকিঞ্চিৎ সহায় কৰি শ্ৰীমান বৰুৱাৰ কাৰ্য্যৰ শলাগনি লৈছে।

পৰিভাষাৰ অৰ্থ হৈছে সুনিৰ্দ্দিষ্ট বা সীমা বিশিষ্ট শব্দ। বিদেশী শব্দমালাক নিজ ভাষাৰ সঠিক অৰ্থজ্ঞাপক শব্দলৈ ৰূপান্তৰিত কৰা অতি কঠিন কাম। এই কাম ধীৰে সুস্থিৰে আৰু নিয়ম বান্ধি কৰা বিধেয়। আমাৰ ভাষাত ভালেমান ইংৰাজি ভাষাৰ প্ৰতিশব্দ পূৰ্ব্বে গঢ়া হৈছে। কিন্তু এই শব্দসমূহ লিখকৰ নিজা মত আৰু অভিৰুচিৰ ওপৰত প্ৰতিষ্ঠাপিত হোৱাত একে ইংৰাজি শব্দৰে নানা প্ৰতিশব্দৰ সৃষ্টি হৈছে। ইয়াৰ ভিতৰৰ কোনটো উত্তম, সমান ব্যঞ্জনাবিশিষ্ট ( connotation ) আৰু গ্ৰহণীয় তাৰ বিচাৰৰ ভাৰ পৰিভাষা সমিতিৰ গাত পৰিছে।

অসমীয়া পৰিভাষা সঙ্কলন কৰিবলৈ গলেই ভালেমান বিদেশী শব্দক গ্ৰহণ কৰিব লাগিব। ইয়াৰ পৰা ভাষাৰ বিশুদ্ধতা লোপ নাপায়, বৰঞ্চ প্ৰকাশিকা শক্তিহে বাঢ়ে। পৰৰপৰা গ্ৰহণ কৰি নিজস্ব কৰি লবপৰা শক্তি অসমীয়া জাতি আৰু ভাষা দুয়োৰে আছে। সেইদেখি মূলত সংস্কৃত হলেও, অসমীয়া ভাষাত শতকৰা ৩০টা শব্দ বড়ো, মিকিৰ আদি ভাষাৰপৰা সোমাইছে। হিন্দি, মৈথিলি, উৰ্দু, ফাৰ্চি আদি ভাষাৰ অনেক শব্দই অসমীয়া ভাষাৰ পৰিপুষ্টি সাধিছে। পৰিভাষা সমিতিয়ে এই কথালৈ লক্ষ্য ৰাখি তলৰ উপাদানেৰে সঙ্কলন কাৰ্য্য সম্পাদন কৰিছে—

(১) ইংৰাজি শব্দ

(২) সংস্কৃত শব্দ

(৩) প্ৰচলিত হিন্দি, উৰ্দ্দু, ফাৰ্চি শব্দ

(৪) অসমীয়া শব্দ

(৫) নব ৰচিত অসমীয়া শব্দ

আমাৰ দেশত ইংৰাজি ভাষা অকল স্কুল-কলেজৰেই শিক্ষাৰ বাহন নহয় ই ভাৰতত সাৰ্বজনীন ভাষা স্বৰূপে ব্যৱহৃত হৈছে। পৃথিবীৰ বিভিন্ন জাতিৰ বিখ্যাত লিখকসকলৰ পুথি আৰু ৰচনাৱলী আমি ইংৰাজি অনুবাদৰ যোগেদিয়েই পঢ়িবলৈ সুবিধা পাইছোঁ। দেশৰ বা-বাতৰি আদি ইংৰাজি ভাষাৰ যোগেদিয়েই প্ৰচাৰ হৈছে। ব্যৱহাৰিক ক্ষেত্ৰতো ইংৰাজি ভাষাৰেই বহুল প্ৰচলন। ইংৰাজি নামৰ 'লেবেল' লৈ দিনে দিনে বিদেশৰপৰা নানা যন্ত্ৰপাতি আৰু দৈনন্দিন জীৱনৰ অতীব লাগতিয়াল সামগ্ৰী আমাৰ দেশলৈ আমদানি হৈছে। তাৰ ফলতে মটৰ, ৰেল, মেগুল, লাইট, ইঞ্জিন, স্কেল, পাম্প, বাইচিকেল, মেগনেট, বেগ, আইদিন, গ্লিচাৰিণ, ইন্‌জেকচন্‌, ব্ৰেক্‌ট'ফেজ, মিনিট, চেকেণ্ড, কমিচন, ডিচ্‌কাউণ্ট, বনাচ আদি শব্দক অসমীয়াই আঁৰ নলগকৈ সদায় উচ্চাৰণ কৰিব লাগিছে। ইয়াৰ পাৰিভাষিক শব্দ বিচাৰি কোনেও হাবাথুৰি খাব লগা হোৱা নাই। দ্ৰব্যবাচক শব্দৰ বাহিৰেও, বিজ্ঞান বিষয়ৰ অনেক শব্দ ইংৰাজিতেই ৰখা প্ৰয়োজনীয় হৈছে। কিয়নো এইবোৰ বিষয়ৰ চৰ্চা আধুনিক, গতিকে তাৰ পৰিভাষা নৱযুগৰ সৃষ্টি। কিন্তু স্থান বিশেষে উপযোগী আৰু সুবোধ্য বুজি সংস্কৃত পৰিভাষা ব্যৱহাৰ কৰিবলৈ সমিতিয়ে দ্বিধা বোধ কৰা নাই।

সৰ্বসাধাৰণে যাতে অৰ্থৰ কোনো ব্যতিক্ৰম নহৰটাকৈ সহজে আৰু অনায়াসে বুজিব পাৰে তাৰ্লৈ লক্ষ্য ৰাখি পৰিভাষা যুগুত কৰা বিধেয়। সেই কাৰণে পৰিভাষা সমিতিয়ে যিমানদূৰ সম্ভৱ অসমীয়া প্ৰচলিত শব্দ ব্যৱহাৰ কৰিবলৈ চেষ্টা কৰিছে। কিন্তু বহুল পৰিমাণে বৈজ্ঞানিক পৰিভাষাত অসমীয়া শব্দ ব্যৱহাৰ কৰাৰ এটা বিপদে আছে। যদিও অসমীয়া শব্দ বুজিবলৈ সহজ হব পাৰে, কিন্তু তেনে শব্দই অনেক স্থলত পৰিভাষাত আৱশ্যকীয় প্ৰকৃত অৰ্থটো বুজাত ব্যাঘাতো জন্মায়। কিয়নো সাধাৰণ কাৰ্য্যত প্ৰায় শব্দক সাধাৰণ অৰ্থত ব্যৱহাৰ কৰা হয়; বিজ্ঞানৰ লাগতীয়াল স্পষ্ট আৰু নিৰ্দিষ্ট ভাব তাৰে প্ৰকাশ কৰা টান। যেনে:—বিয়পা শব্দটো ইংৰাজী spread, scatter, diffusion ( of light ), dispersion of light ৰ সলনি শিথিল ভাৱে ব্যৱহাৰ কৰিব পাৰি। কিন্তু দৰাচলতে ইংৰাজি diffusion আৰু dispersion দুয়োটা শব্দতে অল্পাধিক অৰ্থৰ পাৰ্থক্য আছে। সেই গতিকে ইয়াৰ পাৰিভাষিক শব্দ বিয়পা নাৰাখি ক্ৰমান্বয়ে বিক্ষেপন আৰু বিচ্ছুৰণ কৰিব লগা হৈছে। সাধাৰণ ভাৱে ব্যৱহৃত হোৱা সকলো শব্দ পৰিভাষা স্বৰূপে গ্ৰহণ কৰিলে বিষয়বস্তু আয়ত্ব কৰা জটিল আৰু কঠিন হৈ পৰিব। এই সকলোবোৰ শব্দক নতুনকৈ এক অৰ্থবোধক কৰি চলাবলৈ যোৱাও টান। তথাপি পৰিভাষা সমিতিয়ে কিছুমান অসমীয়া শব্দক সুনিৰ্দিষ্ট অৰ্থত ব্যৱহাৰ কৰিবলৈ দিহা দিছে। যেনে অসমীয়া বেগ শব্দই speed আৰু velocity দুয়ো শব্দকে বুজায়। কিন্তু বৈজ্ঞানিক হিচাবে চাগে দুয়োটা ইংৰাজি শব্দ সুকীয়া অৰ্থব্যঞ্জক। সেই কাৰণেই সমিতিয়ে বেগ কেৱল velocityৰ পৰিভাষা স্বৰূপেহে গ্ৰহণ কৰিছে; speedৰ ঠাইত দ্ৰুতি শব্দ ব্যৱহাৰ কৰা হৈছে। সেই দৰে

অসমীয়াত আলজিবা বুলিলে আমি সাধাৰণতে Epiglottis আৰু Uvula দুয়োকো বুজোঁ। কিন্তু দৰাচলতে এই দুয়ো শব্দই শৰীৰৰ বিভিন্ন অংশ বুজায়। আলজিবাহে আচলতে Evula ; Epiglottisৰ পাৰিভাষিক শব্দ অধিজিবা।

কিছুমান ইংৰাজি শব্দ ৰূপান্তৰিত কৰোঁতে নতুন অসমীয়া শব্দৰ সৃষ্টি হৈছে। যেনে Gaseous, Sedimentary, Voltaic যথাক্ৰমে গেচীয়, গেদীয় আৰু ভল্টিয় বুলি ব্যৱহাৰ কৰা হৈছে। অসমীয়া ব্যাকৰণ সন্মত এনে শব্দই নিশ্চয় ভাষাত ঠাই পাব বুলি আমাৰ বিশ্বাস।

অসমীয়া ভাষাৰ লৈতে সংস্কৃতৰ অঙ্গাঙ্গী সম্বন্ধ। ইংৰাজি ভাষাই যেনেকৈ গ্ৰীক-লেটিনৰ পৰা অজস্ৰ পাৰিভাষিক শব্দ নিঃসংকোচে গ্ৰহণ কৰিছে, সেইদৰে অসমীয়া ভাষায়ো সংস্কৃতৰ পৰা প্ৰয়োজনীয় শব্দ গ্ৰহণ কৰা উচিত। জ্যোতিষ, গণিত, ৰসায়ন আদি বিষয়সমূহ অতিজবে পৰা আমাৰ দেশত চৰ্চা হৈ আহিছে। এই বিষয়ৰ সংস্কৃত শব্দসমূহ বৰ্তমান আমাৰ মাজত প্ৰচলিত। গতিকে তেনেবোৰ বিষয়ৰ নিমিত্তে ইংৰাজি শব্দ গ্ৰহণ নাইবা নতুন শব্দ সৃষ্টি অনাৱশ্যক।

ইয়াৰ বাহিৰেও ভাব-বাচক, বিশেষণ আৰু ক্ৰিয়াবাচক শব্দৰ নিমিত্তে সংস্কৃত অতি প্ৰয়োজনীয়। একেটা অসমীয়া শব্দকে বিভিন্ন পদত ব্যৱহাৰ কৰিবলৈ অসুচল হোৱাত, উপযুক্ত অসমীয়া শব্দ বিসৰ্জন দি সমিতিয়ে সংস্কৃত শব্দ গ্ৰহণ কৰিবলৈ বাধ্য হৈছে। যেনে Convex শব্দৰ অসমীয়া পাৰিভাষিক শব্দ 'উঠঙা' দিব পাৰি। কিন্তু Plano-convex, Double-convex, Concavo-convexৰ লগত 'উঠঙা' শব্দৰ মিলন ঘটুৱা টান। গতিকে convexৰ প্ৰতি শব্দ উত্তল কৰি বাকী ইংৰাজি শব্দ কেইটিৰ পৰিভাষা যথাক্ৰমে, সমোত্তল, উভোত্তল, উত্তলাৱতল স্থিৰ কৰা হৈছে।

এনেদৰে ভালেমান অসমীয়া বিশেষ্য পদক বিশেষণলৈ বা বিশেষণক বিশেষ্যলৈ ৰূপান্তৰিত কৰা জটিল হোৱাত মূল সংস্কৃত শব্দকে ৰাখিব লগা হৈছে। যেনে Adhesive power ক 'জেপেতীয়া সামৰ্থ' বুলি অনুবাদ কৰিলে, Adhesionৰ উপযুক্ত অসমীয়া প্ৰতি শব্দ বিচাৰি পোৱা টান। গতিকে ইয়াক 'আসঞ্জন' বুলি অনুবাদ কৰি Adhesive power ক 'আসঞ্জন সামৰ্থ' কৰা হৈছে। সেই দৰে Amplifiyৰ ঠাইত 'সবহ কৰা' বা 'বহল কৰা' শব্দ ব্যৱহাৰ কৰিব পাৰি। কিন্তু Amplification বা amplifiierৰ উপযুক্ত অৰ্থ ব্যঞ্জক অসমীয়া প্ৰতি শব্দ নোহোৱাত, 'Amplify' ক 'পৰিবৰ্দ্ধিত' বুলি বাকী দুই শব্দৰ পৰিভাষা যথাক্ৰমে পৰিবৰ্দ্ধন আৰু পৰিবৰ্দ্ধক বুলি নিৰ্দেশ কৰা হৈছে। পৰিভাষা সমিতিয়ে প্ৰকৃত অৰ্থ ব্যঞ্জক শব্দ সঙ্কলন কৰাৰ লগে লগে প্ৰতি শব্দবে শ্ৰুতি মধুৰতা আৰু সৌষ্ঠৱ পূৰ্ণতালৈ যথাযোগ্য মন দিছে।

সংস্কৃত শব্দৰ বহুল প্ৰয়োগৰ আৰু এটি সুবিধা আছে। এই প্ৰথাৰ পৰা ভাৰতৰ বিভিন্ন প্ৰদেশৰ লগত ভাব বিনিময়ত সুযোগ ঘটিব। বিশেষতঃ যি সকল ছাত্ৰই অন্য প্ৰদেশৰ বিশ্ববিদ্যালয়ত অধ্যয়ন কৰিবলৈ যাব, তেওঁলোকক এই সংস্কৃত পৰিভাষাই যথেষ্ট সহায় কৰিব বুলি আমাৰ বিশ্বাস।

। এই পৰিভাষাত যি বোৰ বিদেশী শব্দ সংযোজিত কৰা হৈছে তাৰ অসমীয়া আখৰ-জোঁটনি মূল ইংৰাজি উচ্চাৰণ অনুযায়ী ৰখা হৈছে। অসমীয়া ভাষাৰ আখৰ জোঁটনিত ভালেমান বিভ্ৰাট আৰু বেমেজালি চলি আহিছে। পৰিভাষা সঙ্কলনৰ লগে লগে তাৰ এটি মীমাংসাও অতীব প্ৰয়োজনীয় হৈ পৰিছে।

পৰিভাষা সমিতিয়ে নানা অসুবিধা আৰু আহুকালৰ মাজেদি এই সঙ্কলন কাৰ্য্য সম্পাদন কৰিব লগা হৈছে। ইয়াৰ ভিতৰত ধনৰ অভাৱেই তেওঁলোকৰ কাৰ্য্যত প্ৰথম প্ৰতিবন্ধক। ধনৰ অভাব হেতুকেই সমিতিৰ সকলো সভ্য কেন্দ্ৰ ঠাইত একেলগে গোটখাই এই বিষয়ে আলোচনা কৰিবলৈ সুবিধা নাপালে। এনে নানা অসুবিধাৰ কাৰণে তেওঁলোকৰ সঙ্কলন কাৰ্য্যত খুঁট হৈ যোৱা স্বাভাবিক। কিন্তু তাৰ বাবে তেওঁলোকক গৰিহনা নিদি আসোঁৱাহ সমূহলৈ বাইৰে আঙুলিয়াই দিলেহে দেশৰ প্ৰকৃত উপকাৰ সধা হব।

এই কামৰ কাৰণে আমাৰ সম্পাদকে বৰকৈ লিখা লিখি কৰাত আৰু নিজে চিলঙলৈ গৈ শিক্ষা বিভাগৰ ডাইৰেক্টৰ মিঃ স্মল চাহাবক টানি ধৰাত, তেখেতে কাৰ্য্যৰ গুৰুত্বৰ বুজি গৱৰ্ণমেণ্টৰ পৰা পাঁচ শ টকা লৈ পৰিভাষা সমিতিক সহায় কৰিছে; আৰু আগলৈ সহায় কৰিবৰ আশা দিছে।

সমিতিৰ সুযোগ্য সম্পাদক,[১] যি জনৰ অক্লান্ত পৰিশ্ৰমৰ ফলত আজি এই বৃহৎ সঙ্কলন সম্ভৱপৰ হৈছে তেওঁৰ প্ৰতি দেশবাসী নিশ্চয় কৃতজ্ঞ থাকিব বুলি মোৰ দৃঢ় বিশ্বাস। মই আশা কৰোঁ তেওঁৰ একান্ত যত্নৰ ফলত অসমীয়া ভাষা আৰু সাহিত্য এইৰূপে বহু পৰিমাণে সমৃদ্ধ হৈ উঠিব।

১২৩৭ চন

১. কলিকতা বিশ্ববিদ্যালয়ত অধ্যাপনা কৰা কালত বিৰিঞ্চিকুমাৰ বৰুৱাই অসমীয়া বৈজ্ঞানিক পৰিভাষা সমিতিৰ সম্পাদকৰূপে এই পুথি যুগুত কৰে। পুথিখন ১২৩৭ চনৰ ডিচেম্বৰত প্ৰকাশ হয়।—সং, শ. গো. ৰ.

# উত্তৰ লক্ষীমপুৰ সাহিত্য সভা

আদৰণি সভাৰ সভাপতি মহাশয় আৰু সমবেত সুধীমণ্ডলী !

আপোনালোকে মোক অনুগ্ৰহ কৰি এই সভাৰ সভাপতি হ'বলৈ মাতি আনিছে। যি কোনো সভাৰ সভাপতিৰ বাব সন্মান আৰু গৌৰৱৰ কাম। আপোনালোকৰ এই আহ্বানত ময়ো সন্মানিত আৰু গৌৰৱান্বিত বোধ কৰিছোঁ। এই কাৰণে মই আপোনালোকক কৃতাঞ্জলি হৈ শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰ অঞ্জলি প্ৰদান কৰিছোঁ।

সভাৰ কাম কিৰূপে চলে আৰু কিৰূপে সেই কাম চলোৱাত মই সহায় হ'ব পাৰোঁ সেই কথা মই এতিয়া অনুমান কৰিব পাৰা নাই। কিন্তু সভাপতিৰ বাব লৈছোঁ যেতিয়া তাৰ দায়-দোষ সকলো মই কান্ধ পাতি লবলৈ সাজু হৈছোঁ বুলি বুজিব লাগিব।

ভগৱন্তৰ কৃপাত সভাৰ সকলো কাম সুচাৰুৰূপে সমাধান হৈ গলে তাত সভাসদসকলৰ বুদ্ধি, বিবেচনা আৰু মত-সহিষ্ণুতাৰ পৰিচয় পোৱা যায়। সিবিলাকৰ ঔদাৰ্য্য গুণত সভাপতিয়েও সেই কৃতিত্বৰ এটা ভাগ পায়। কিন্তু কিবা দৈৱ-দুৰ্বিপাকত যদি সভাৰ কামত কোনো খতি খুন ওলায়, তেনেহলে সভাপতিৰ অযোগ্যতাই যে তাৰ অন্যতম প্ৰধান কাৰণ, এই কামত সন্দেহ নাই।

এই সকলোবোৰ কথা গমি চাই, মই কৰযোৰে আপোনালোকৰ ওচৰত সহায় ভিক্ষা কৰিছোঁ। জন আৰু জনাৰ্দনৰ অনুকম্পাত আমাৰ এই সভাৰ সকলো কাম যেন নিৰ্বিঘিনিয়ে আৰু সুফলমে সম্পন্ন হয় এই মোৰ কাতৰ প্ৰাৰ্থনা।

কোনো সাহিত্য সভাৰ সভাপতি হৈ সভাপতিয়ে তেওঁৰ বক্তৃতাত কি কথা যে কোৱা উচিত এই বিষয়ে মই একো ভাল ধাৰণা কৰিব পৰা নাই। অনেক ঠাইত দেখা যায় কোনো বিশেষজ্ঞ সভাপতিয়ে তেওঁৰ বিশেষ বিষয়ে গভীৰ গবেষণাপূৰ্ণ বক্তৃতা লিখে। দুৰ্ভাগ্যক্ৰমে মই কোনো বিষয়ৰে বিশেষজ্ঞ নহওঁ। আৰু এটা কথা, আমাৰ এই সাহিত্য সভাও কোনো বিশেষ বিষয়ক সভা নহয়। সেই দেখি মোৰ বক্তব্য নিতান্ত সাধাৰণ কথাৰে তৈয়াৰী। আৰু তাক শুনি আপোনালোক সন্তুষ্টই হ'ব নে, সভাপতিক মনে মনে শাওকে দিয়ে, মই হলে এতিয়ালৈকে বুজিব পাৰা নাই। এই কাৰণে আদৰণি সভাৰ আদৰ-আহ্বান এবাৰ নেৰাহি যদিও মই সভাপতিৰ বাব গ্ৰহণ কৰিছোঁ, তথাপিতো তেওঁলোকৰ আদৰৰ আৰু এটা অনুৰোধ মই ৰক্ষা কৰিব নোৱাৰিলোঁ। মোৰ বক্তৃতা ছপাবলৈ সিবিলাকে বৰ ইচ্ছা কৰিছিল, কিন্তু মোৰ বক্তব্যৰ অসাৰতালৈ মন কৰি মই এই কথাত মান্তি হ'ব নোৱাৰিলোঁ। কীৰ্ত্তন, দশম, ৰামায়ণ, মহাভাৰত আপোনালোক সকলোৱে পঢ়িছে। ময়ো অলপ আচৰপ পঢ়িছোঁ। এইবিলাক

পুথিৰ পৰা পদ আওৰাই বা গাব পাৰা হলে নাম-ঘোষা গাই আপোনালোকৰ দুই এঘণ্টা সময় নিয়াব পাৰি। কিন্তু সাহিত্য সভাৰ সভাপতি হৈ এইবিলাক পুথিৰ গুণ-গৰিমা প্ৰচাৰ কৰাৰ আৱশ্যক, সৌভাগ্যগুণে এতিয়া আৰু নাই। সকলো অসমীয়া মানুহে এই অমূল্য বস্তুবাজিৰ মোল বুজে, আৰু সেই অনুসৰি তাক আদৰ-যত্ন কৰে।

শ্ৰীমন্ত শঙ্কৰদেৱৰ পৰা আৰম্ভ কৰি অৰুণোদয় কাগজলৈ দুই চাৰি জন কবিৰ নাম সোঁৱৰণ কৰি আপোনালোকৰ কিছু সময় নিয়ালেও একো অন্যায় নহব পাৰে। কিন্তু সেই বাটো এতিয়ালৈকে মুকলি নাই। সাধাৰণতে এইবিলাক বিষয়ে যিমান কথা জানিব পাৰা যায়, সেই সকলোবিলাক পূৰ্ব পূৰ্ব লিখক আৰু বক্তা আৰু আন সাহিত্য সভাৰ সভাপতি সকলে কৈ, গাই শেষ কৰিছে। যিখিনি নাজানাকৈ আছে তাক বিচাৰি উলিয়াবলৈ এতিয়াও আমাৰ সময় আৰু বিদ্যা হোৱা নাই।

সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ বিলাকৰ বিষয়ে প্ৰায়ে এটা খুঁত ধৰা শুনা যায় যে অসমীয়া সভাপতিৰ বক্তৃতাত বিশ্বসাহিত্যৰ সুৰ বাজি নুঠে। এই কথাৰ অৰ্থ আপোনালোকৰ ভিতৰত অনেকেই, বিশেষকৈ ডেকা তৰপীয়া সাহিত্যিকসকলে, ভালদৰে বুজি পায় বুলি মোৰ অনুমান। কিন্তু ই হলে অতদিনে বিশ্বসাহিত্য কি আৰু তাৰ সুৰ শুনিবলৈ বা দেখিবলৈ কেনেকুৱা এই কথা বুজি পোৱা নাই। গতিকে মোৰ এই ক্ষুদ্ৰ বক্তব্যত বিশ্বসাহিত্যৰ সুৰ যে নাবাজে এই কথা অতি স্থিৰ। যদি উপস্থিত আপোনালোকৰ ভিতৰত কোনোৱে বক্তৃতা বা প্ৰবন্ধ বা কথা-বাৰ্তা বা আকাৰ-ইঙ্গিতেৰে আমাৰ দৰে অভাজন লোকক বিশ্বসাহিত্যৰ অলপ ৰূপ বা গন্ধ দিব পাৰে তেনেহলে আমি গোটাইখন সভা যে তেনেজনৰ প্ৰতি চিৰকৃতজ্ঞ হৈ থাকিম, তাক নকলেও আপোনালোকে নিশ্চয় বুজিব পাৰিছে।

এইদৰে বিচাৰ-খোচাৰ কৰি কি কথাৰে যে আপোনালোকক মুই তুষ্টি দিব পাৰিম তাক বুজিব পৰা নাই। সেই দেখি স্কুলত পঢ়া দিনৰ ৰচনা লিখাৰ ৰীতিকে অৱলম্বন কৰি আপোনা-লোকৰ আগত দুটা এটা কথা কৈ মোৰ আজিৰ দায় সাৰিবলৈ কাৰবাৰ কৰিছোঁ।

এই ৰীতি অনুসৰি সাহিত্য সম্মিলনৰনো কি সাৰ্থকতা তাকেই আমি সকলোৱে বিচাৰ কৰি চালে বেয়া নহব পায়। আমিনো কিয় সাহিত্য সম্মিলন পাতিব লাগে, বা পাতোঁ? আপোনালোকে English Literary Conference বা ইংৰাজী সাহিত্য সম্মিলনৰ কথা শুনিছেনে? অথবা Society for The Improvement of the German Language জাৰ্মান ভাষাৰ উন্নতি বিধায়িনী সভাৰ কিবা ভু-পায় নে? কি কাৰণে ইংৰাজ জাতি বা জাৰ্মান জাতি তেওঁ-লোকৰ ভাষাৰ প্ৰতি ইমান উদাসীন! তেওঁলোকে সভ্য civilised বুলি ধৰাই কৰে, আমাক (Semi barbarian) অৰ্ধ-বৰ্বৰ বুলি ঠাট্টা-মস্কৰা কৰে। এই বিষয়ত দেখোন তেওঁলোকে পাছ পৰা। আমাৰ অসম সাহিত্য সভা আছে, আমাৰ অসমীয়া ভাষাত উন্নতি বিধায়িনী সভা আছে, বছৰেকত আমি অসম সাহিত্য সম্মিলন পাতোঁ, আৰু মাজতে উত্তৰ লক্ষীমপুৰৰ দৰে এই সাহিত্য

সন্মিলনো পাতিছো। আমাৰ ভাষা আৰু সাহিত্যৰ হকে ইমান বিলাক পৰিষদৰ দৃষ্টান্ত দেখোন ইংৰাজ বা জাৰ্মান, ফ্ৰান্স বা আমেৰিকান, ইটালিয়ান বা ৰাচিয়ান, এইবিলাক গৰ্বিত জাতিৰ ভিতৰতো নাই আকা! তেওঁবিলাকে মিছাতে ফিতাহি মাৰি আমাক অৰ্ধ-সভ্য বুলিলে কি হব। ভাষা আৰু সাহিত্য জাতিৰ প্ৰাণ। যে জাতিৰ নিজৰ ভাষাৰ প্ৰতি, নিজস্ব সাহিত্যৰ প্ৰতি একো যত্ন চেষ্টা নাই, সেই জাতি অষ্ট্ৰেলিয়াৰ জঙ্গলী মানুহৰ তুল্য নহয় নে বাৰু।

ব্যঙ্গোক্তি বাৰু এৰা থাক। প্ৰকৃত কথা, সুস্থ শৰীৰৰ কাৰণে বেজ জানীৰ আৱশ্যক নাই। সৎলোকৰ কাৰণে শাসনৰ আৱশ্যক নাই। ইঞ্জিন ভালদৰে চলি থাকিলে মিস্ত্ৰিৰ আৱশ্যক নাই। সমাজ নিয়মত চলিলে বিধিব্যৱস্থাৰ আৱশ্যক নহয়। ভাষা সাহিত্যও বলৱান হলে তাৰ উন্নতিৰ কাৰণ সভা-সমিতি বা সন্মিলনৰ আৱশ্যক নকৰে। যিহেতু অসমীয়া ভাষা নিৰ্বল, যিহেতু অসমীয়া সাহিত্য সম্পদহীন, সেই হেতুকে অসমীয়া ভাষাৰ উন্নতি বিধান কৰিবৰ বাবে সভাৰ আৱশ্যক, আৰু সেই হেতুকে অসমীয়া সাহিত্যৰ শ্ৰীবৃদ্ধি কৰিবৰ অৰ্থে সন্মিলনৰ আৱশ্যক।

এতেকে কি কি কাৰণত নো অসমীয়া ভাষা নিৰ্বল আৰু কি কি কাৰণত নো অসমীয়া সাহিত্য সম্পদহীন তাৰ বিচাৰ কৰি, সেই-বোৰ কাৰণ দূৰ কৰিব পাৰিনে নোৱাৰি তাৰ চেষ্টাহে আপোনালোকে কৰিব লাগে।

ভাষা আৰু সাহিত্যৰ অঙ্গাঙ্গি ভাব। এটাৰ শ্ৰীবৃদ্ধি বা অৱনতিৰ যি কাৰণ আনটোৰ প্ৰাণ তেনে। অসমীয়া ভাষা আৰু সাহিত্যৰ অৱস্থাৰ গুৰিত যিবিলাক কাৰণ আছে বুলি মোৰ মনে ধৰে তাৰে দুই এটা কথা আপোনালোকৰ আগত কম। মই এই বিষয়ে চিন্তা নকৰি হঠাৎ আপোনালোকৰ সভাপতি হৈ আহি কবৰ একে কথা নাথাকে হেতুকে কিছুমান বকি গলোঁ বুলি অ আপোনালোকে ভাব নকৰিব। মই কোৱা কথাখিনি আপোনালোকৰ অনেকৰ মনঃপূত নহব পাৰে, আৰু অনেকৰ মনেৰে সেই কথা নিতান্ত মূল্যহীনো হব পাৰে কিন্তু সেইখিনি মোৰ সামান্য বুদ্ধি আৰু বিবেচনাই চিন্তা কৰি যি ধৰিব পাৰিছে তাৰ নমুনা।

সেই কথা বা তাৰ কোনো অংশ আপোনালোকৰ দৰে সুধী সমাজৰ যদি মনোমত নহয়, তেনেহলে সেইটো মোৰ বুদ্ধিৰ দোষ। চেষ্টাৰ ত্ৰুটী নহয়, তাৰ বাবে মনত মই খেদ পাম, কিন্তু বেজাৰ নকৰোঁ।

ওপৰত উল্লেখ কৰা ৰোগৰ প্ৰথম নিদান—অৱশ্যে মোৰ মনেৰে—যে অসমীয়া ভাষাত ধুতি-ধাদ বা ভাষাৰ বিশুদ্ধতা বিচাৰ হবকৈ সোমাল। ধুতি=বিধুতি শব্দ দুটা আপোনালোকে জানে। বি উপসৰ্গৰ অৰ্থ বিশেষ, সেই কাৰণে বিধুতি শব্দৰ অৰ্থ বিশেষ প্ৰকাৰৰ শুদ্ধতা হব লাগে। কিন্তু আমাৰ প্ৰচলিত ভাষাত এই কথাৰ যি অৰ্থ তাক সকলোৱে জানে। অসমীয়া

ভাষাৰ শুদ্ধতা বিচাৰো। সেই দৰে বি উপসৰ্গ যুক্ত হৈ এনে হৈছে যে আজিকালি সৰ্বসাধাৰণ লোকৰ পক্ষে ভাষাক স্পৰ্শ কৰিলেই প্ৰচাৰিত হবলগীয়া হৈছে। এই কথা মই বহলাই কোৱাৰ আৱশ্যক নাই। কাৰণ ইয়াৰ প্ৰভাৱ আপোনালোক সকলোৱে জানে। এসময়ত এইবিলাক কথা কোৱা অপ্ৰীতিকৰ আছিল। কিন্তু আমাৰ মানুহৰ সহিষ্ণুতা গুণ, বিচাৰ কৰিব পাৰা বুদ্ধি আছে। আজি-কালি কোনো আৱশ্যকীয় কথা স্পষ্টকৈ কলে অপ্ৰীতিকৰ হলেও মানুহে তাক শুনে, আৰু সঁচা হলে তাকে গমিপিতি চায়। ক্ৰমে আমাৰ পৰা এই দোষ গুচিছে। তথাপিতো এতিয়াও এই ভাব তেনেই দূৰ হোৱা নাই। সম্প্ৰতি আপোনালোকক ইয়াকে কলেই হয় যে এই কাৰণে গোৱালপাৰাৰ মানুহক আজিও অসমীয়া ভাষা তেওঁলোকৰ নিজৰ ভাষা নহয় বুলি ফুচুলাবলৈ আন মানুহে সুযোগ পাইছে। আৰু এই সুযোগৰ সুবিধা সম্পূৰ্ণ কৈ লৈছে। অথচ এসময়ত আমাৰ দেশৰ সীমা আছিল কৰতোয়া পৰ্য্যন্ত। এতিয়াও আমি সপোন দেখোঁ যে—পুৰাণ প্ৰসিদ্ধ কামৰূপৰ প্ৰাচীন সীমা আজিও আমাৰ সীমা হোৱা উচিত। "কৰতোয়া সমাৰভ্য যাবদ্দিকৰ বাসিনী"। যি দেশ এদিন প্ৰাচীন আৰ্য্য-যুগত গৌৰৱেৰে মণ্ডিত আছিল, আজি সেই দেশৰ কলেৱৰ ক্ষয় হৈ এক চতুৰ্থাংশ হৈছে, সেই জাতিৰ জনসংখ্যা কমি গৈ কিজানি এক দশমাংশও থকা নাই, আৰু সেই কালৰ কীৰ্তি আৰু গৌৰৱৰ ক্ষীণ আলোকৰ একোটা ৰেখা মাত্ৰ অনুসন্ধানুৰক্ত পণ্ডিতৰ কাপৰ পৰা কেতিয়াবা বিজুলী চাকিৰ দৰে আমাৰ চকুত পৰেহি।

আমাৰ বৰ্তমান কালৰ দুৰ্গতি আৰু সংকীৰ্ণতা গুচাই যদি অসমীয়া মানুহে পূৰ্ব্বৰ গৌৰৱ আৰু বিস্তৃত ৰাজ্যৰ অধিকাৰী হব খোজে, তেনেহলে তেওঁলোকে প্ৰথমতে নিজ নিজ মনক উদাৰ আৰু বহল কৰিব লাগিব। বুজিব লাগিব যে ৰংপুৰ, কোচবিহাৰ আমাৰ দেশ, সেই দেশৰ মানুহ আমাৰ মানুহ, সেই মানুহৰ ভাষা আমাৰ ভাষা,—এই কথা বুজি সেই দৰে কায়বাক্য মনেৰে চেষ্টা কৰিলো কিজানি সম্ভৱতঃ এই যুগত অসমীয়া জাতি তিষ্ঠি থাকিব পাৰে, আৰু কালত ভাৰতৰ আন আন জাতিৰ লগত এখন সমান আসন পাবও পাৰে। তাকে নকৰি যদি চুৰা চুৰা বুলি বিধুতি-বাদৰ ভক্ত হৈয়েই থাকোহঁক, তেনে হলে পঞ্চাশ বছৰৰ পাছত অসমীয়া বুলিবলৈ যে বহুত ঠাই বা মানুহ, ভাষা বা সাহিত্য বাকী থাকিব তাক স্থিৰ কৰি কোৱা টান।

মই ওপৰৰ কথাখিনি ভাষা আৰু সাহিত্যক লক্ষ্য কৰি কলোঁ। কিন্তু আৰ্থিক অৱস্থা, সামাজিক ৰীতি-নীতি, ভূম্যাধিকাৰ, শাসন ক্ষমতা আদি কৰি জীৱনৰ লাগতিয়াল যি ক্ষেত্ৰতেই নিৰীক্ষণ কৰিব, তাতে জাতিৰ ম্ৰিয়মানতাৰ চিন দেখিব। তেনে চিন দেখি, আৰু প্ৰসিদ্ধ কালৰ প্ৰভাৱ অসমীয়াৰ ওপৰত পৰা বুজিব পাৰি, অন্তৰ দহি যায় চকুৰে ধুৱলি-কুৱলি দেখে। কিন্তু তাতকৈ নৈৰাশ্য আহে তেতিয়া, যেতিয়া দেখো যে অসমীয়াই নিজৰ হাতৰ কুঠাৰ ডবিত মাৰিও তাৰ মৰ্মভেদ আঘাতৰ ব্যথা অনুভৱ কৰিব নোৱাৰে।

আমাৰ ভাষাৰ দুৰ্বলতাৰ মুখ্য কাৰণ এইটো। সাহিত্যৰ যে সম্পদ বাঢ়া নাই তাৰো মূলত এই একেটা কাৰণ।

শ্রীমন্ত শঙ্কৰৰ দিনত আৰু তাবো আগে পাছে অন্ততঃ ডেৰশ বছৰ জুৰি অসমীয়া ভাষা সাহিত্য সম্পদত কোনো ভাৰতীয় ভাষাতকৈ পাছ পৰা নাছিল। কোনো কোনো বিষয়ত আমাৰ সাহিত্যৰ সম্পদ আন ভাষাতকৈ বহুতো বাঢ়া হে আছিল। পুৰণি অসমীয়া সাহিত্য আলোচনা কৰিলে তাৰ শ্ৰী আৰু সম্পদ দেখি আচৰিত হব লাগে। এই বিষয়ে মই বহুল আলোচনা কৰি আপোনালোকৰ সময় নিনিও'। মুঠতো যিবিলাক গুণতে প্ৰাচীন অসমীয়া সাহিত্য ভাৰতৰ আন ভাষাৰ সাহিত্যৰ তুলনাত শ্ৰেষ্ঠ আছিল, তাৰে দুটামান কথা কব খুজিছোঁ।

প্ৰথম, অসমীয়া সাহিত্যত গদ্যৰ প্ৰাচীনত্ব। পৃথিৱীৰ ভাষা মাত্ৰকতে ভাষাৰ কিছু পূৰ্ণতা অৱস্থালৈ আহিলে হে গদ্য ৰচনাৰ আবিৰ্ভাৱ হয়। শ্ৰীশ্ৰীভট্টদেৱে আমাৰ ভাষাত প্ৰথমতে বহুল ৰূপে গদ্য ৰচনা কৰে। ই ষোড়শ শতিকাৰ কথা। তেওঁৰ গদ্যৰ বান্ধনিৰ পৰা সহজতে অনুমান কৰিব পাৰি, তেওঁৰ পূৰ্বেও দুই চাৰি জন লিখকে নিশ্চয় গদ্য ৰচনা কৰিছিল। সেই সময়ত আন আন ভাৰতীয় ভাষাৰ বুৰঞ্জী বিচাৰি চালে দেখা যায় যে সেইবিলাক ভাষাত তেতিয়াও গদ্য ৰচনাৰ আবিৰ্ভাৱ হোৱা নাছিল।

দ্বিতীয়তে, অসমীয়া ভাষাত যেতিয়া নাটক ৰচনা হৈছিল তেতিয়া আন অনেক ভাৰতীয় ভাষাত নাটক দেখিবলৈ পোৱা হোৱা নাছিল। উদাহৰণস্বৰূপ, শঙ্কৰদেৱ আৰু মাধৱদেৱে যেতিয়া অসমীয়া ভাষাত নাটক লিখি দস্তুৰমতে ভাওনা কৰিছিল, তেতিয়া বঙালী ভাষাতো নাটকৰ নামগন্ধ নাই।

তৃতীয়তে, বুৰঞ্জী ৰচনা অসমীয়া ভাষাৰ এটা প্ৰধান লক্ষণ, আৰু বুৰঞ্জী সাহিত্য অসমীয়া সাহিত্যৰ এটা প্ৰধান অঙ্গ। বুৰঞ্জীৰ ভিতৰতে চৰিত্ৰ ৰচনাও ধৰিব লাগে।

চতুৰ্থতে, গীত পদ, ধৰ্মশাস্ত্ৰ আৰু নাটকৰ বাহিৰেও গণিত, চিকিৎসা শাস্ত্ৰ, ধেমেলীয়া কথা, পশু-পালন, নৌ-বিদ্যা, ৰাজনীতি ইত্যাদিবিলাক বিষয়ৰ ৰচনা সাহিত্যৰ একোবিধ অঙ্গ—এই কথা অসমীয়া ভাষা আৰু সাহিত্যত তিনিশ চাৰিশ বছৰ পূৰ্বতে স্বীকৃত হৈছিল। এইবিলাক বিষয়ত অনেক গ্ৰন্থ ৰচনা হৈছিল। তাৰে কিছু কিছু এতিয়াও পাবলৈ আছে। অনেক লোপ হল।

প্ৰাচীন কালত যি সাহিত্য এনেকুৱা শ্ৰীসম্পন্ন আছিল, আজি তিনিশ বা আঢৈশ বছৰৰ পাছত, সেই সাহিত্যৰ এনে দুৰৱস্থা কিয় ?

আন কিছুমান ভাৰতীয় ভাষাৰ দৰে ষোড়শ শতিকাৰ বৈষ্ণৱ ধৰ্মৰ পুনৰুত্থানৰ সময়তে অসমীয়া ভাষাৰো অশেষ উন্নতি হয়। ইয়াৰ পাছত ডেৰশ দুশমান বছৰলৈ অসমীয়া সাহিত্যৰ শ্ৰীবৃদ্ধিৰ সময়। ৰাজ অনুগ্ৰহ বিশেষকৈ কোঁচ ৰজা-সকলৰ শুভ দৃষ্টিএই শ্ৰীবৃদ্ধিৰ প্ৰধানতম কাৰণ।

ক্ৰমে ৰাজ্যত অনেক অপায় অমঙ্গল মিলিল। কোচবিহাৰ মোগলৰ অধীন হল। দৰঙী ৰজাসকলৰ ক্ষমতা কমিল। আহোম ৰাজ্যত ভিতৰুৱা বাদ-বিসম্বাদ আৰু ধৰ্মবিবাদে দেখা দিলে। কবি আৰু সাহিত্যিকৰ প্ৰতি সন্মান আৰু শাক ৰজাঘৰৰ পৰা ব্যৱস্থা কৰা বৃত্তিৰ বিধান—এই সকলোবোৰ ক্ৰমে লোপ পাবলগীয়া হ'ল। তাৰ পাছত ১৭৫০ খৃষ্টাব্দৰ পৰা ১৮৩০ খৃষ্টাব্দলৈ এই

১০ বছৰ ৰাজনৈতিক গোলমাল, মোৱামৰীয়া আৰু মানৰ দিনৰ অৰাজকতা। এনে অশান্তিৰ ভিতৰত সাহিত্য-চৰ্চাৰ প্ৰতি মানুহৰ প্ৰবৃত্তি থাকিব নোৱাৰে। আগেয়ে ৰাজসন্মান আৰু জীৱন ধাৰণোপযোগী বৃত্তিৰ আকৰ্ষণত যি সাহিত্যচৰ্চা অবাধ গতিৰে চলি আহিছিল, ওপৰত কোৱা আপদবোৰে তাত বিঘিনি নমালে। সাহিত্যৰ গতি ৰোধ হল।

ইংৰাজ ৰাজত্বৰ আৰম্ভণত সাহিত্যৰ প্ৰতি চকু-দিওঁতা কোনো নোহোৱা হল। পুৰণি দিন আৰু বৰ্তমান দিনৰ ভিতৰত আৰু এটা নতুন প্ৰভেদ সৃষ্টি হল। আগৰ দিনত সুকবি এজনে বিশেষকৈ ৰাজ-অনুগ্ৰহৰ ওপৰতে নিজৰ জীৱিকাৰ আৰু সন্মানৰ কাৰণ নিৰ্ভৰ কৰিছিল। আজি-কালিৰ দিনত সেই অনুগ্ৰহ আৰু সন্মান পাবলগীয়া হল প্ৰধানকৈ ৰাইজৰ পৰা। ছপাখানাৰ পৰা ওলোৱা পুথি যিমানেই বিক্ৰি হয় তিমানেই লিখকৰ লাভ হয়। আৰু নাম বিয়পে, মান বাঢ়ে। যদি বিক্ৰি নহয়, তেনেহলে নামো নাই, মানো নাই, ছাপা কৰোঁতে গাঁঠিৰ ধনখিনি খৰচ হয় মাথোন।

প্ৰধানকৈ এই কাৰণে আমাৰ বৰ্তমান যুগৰ সাহিত্যৰ উন্নতি হোৱা নাই; আমাৰ সাহিত্যৰ সম্পদ বাঢ়া নাই। কোনোবাই কিতাপ ছাপা কৰিলে তাক কিনোতা নাই, পঢ়োতা নাই। আন দেশত সাহিত্যচৰ্চা এটা ব্যৱসায়, সাহিত্যচৰ্চা কৰি মানুহে নাম কৰে, যশ বঢ়ায় আৰু ধনো ঘটে। আমাৰ দেশত প্ৰায় তাৰ বিপৰীত; কিতাপ লেখি কোনোৱে ধন ঘটিব পৰা নাই; দুই একেহে অলপমান নাম-যশস্যা পাইছে; কিন্তু সিও অসমীয়া মানুহৰ ভিতৰতে আবদ্ধ। গতিকে সাহিত্য-চৰ্চা কৰিবৰ যিবিলাক প্ৰলোভন, তাৰ এটাও আমাৰ দেশত নাই। তেও যিবিলাকে অসমীয়া সাহিত্য চৰ্চা কৰে তেওঁলোকে নিজৰ ভাষাৰ প্ৰতি নিতান্ত অনুৰাগ হেতুকে অথবা মনৰ ভাবৰ বুৰবুৰণি মাৰ নিয়াব নোৱাৰি এই চৰ্চাত লাগি থাকে। ইংৰাজী শব্দ এটাৰে কবলৈ হলে, সাহিত্য-চৰ্চা আমাৰ মাজত এতিয়াও এটা hobby, profession নহয়।

Hobby অৰ্থ মনৰ খুচি মতে কৰা কাম। সাহিত্যচৰ্চা যেতিয়ালৈ আমাৰ দেশত hobby হৈ থাকে, তেতিয়ালৈ যাৰ খুচি যায়, সি দুটা কলম লিখিব যাৰ দুটকা ব্যয় কৰিবলৈ আছে, সি দুখন এখন কিতাপ ছপাব। কিন্তু তাৰ পৰা সাহিত্যৰ উন্নতি বিপুল ভাবেৰে হবৰ আশা কৰিব নোৱাৰি। আন আন সাহিত্যৰ আৰ্হিৰে আমাৰো সাহিত্য আগবাঢ়িব লাগিলে, সাহিত্যচৰ্চাক আমি ব্যৱসায়ত পৰিণত কৰিব পাৰিব লাগিব। সাহিত্য-চৰ্চা কৰি মান-সন্মান হক বা নহক পেটৰ ভাত মুকলি হব লাগিব।

এতিয়াও আমাৰ সাহিত্যৰ সেই অৱস্থা নোহোৱা দেখি নিৰাশ হবৰ কাৰণ নাই। সকলো আধুনিক সাহিত্যৰ আদি বুৰঞ্জী এই ৰূপ Goldsmith বা Miltonৰ দিনৰ কাব্যনাটক লিখি টকা ঘটিব পৰা নাছিল। আমাৰ ঘৰৰ ওচৰতে বাঙালী সাহিত্যৰ প্ৰতি চালেও দেখা যায়, কুৰি শতিকাৰ পূৰ্বে অৰ্থাৎ ৩০/৪০ বছৰ আগেয়ে বঙ্গদেশতো সাহিত্যৰ ব্যৱসায় কৰি কোনো ধনী হোৱা নাছিল।

সাহিত্যৰ বিস্তৃতি হয়, অৰ্থাৎ কোনো ভাষাৰ ছপা কিতাপ বিক্ৰি হয় সেই ভাষা ব্যৱহাৰ কৰা

মানুহৰ সংখ্যা অনুযায়ী সেই কাৰণে ইংৰাজী বা বাঙালী সাহিত্যৰ বিস্তৃতি সমানে অসমীয়া সাহিত্যৰ বিস্তৃতি ঘটিব নোৱাৰে। কাৰণ অসমীয়া ভাষা ব্যৱহাৰ কৰা মানুহৰ সংখ্যা, ওপৰত কোৱা ভাষা ব্যৱহাৰ কৰা লোকৰ সংখ্যাৰ অনুপাতে কম। Census Reportৰ মতে অসমীয়া মানুহ। ১৭ লক্ষহে। কিন্তু মিকিৰ, লালুং আদি অসমীয়া মানুহ আৰু গোৱালপাৰাৰ অনেক মানুহ এই লেখৰ ভিতৰত পৰা নাই। বাগিচাৰ বনুৱা প্ৰভৃতি আনদেশী যিবিলাক লোক আমাৰ দেশত বসতি কৰি অসমীয়া ভাষা লৈছেহি তেওঁলোকো এই লেখৰ বাহিৰ। সকলোখিনি হিচাব কৰি চালে অসমীয়া ভাষা ব্যৱহাৰ কৰা মানুহ ৩০ লক্ষ মান হব। ৩০ লক্ষ মানুহ নিচেই কম নহয়। ইউৰোপৰ নতুন দেশ কিছু মানৰ জনসংখ্যা ৩০/৪০ লক্ষ হে। সেইবিলাক দেশে নিজ নিজ ৰাজ্য সাহিত্য, শাসন—সকলো ৰক্ষা কৰি আছে। ৩০ লক্ষ অসমীয়াই নিজৰ সাহিত্য ৰক্ষা আৰু উন্নতি কৰিব নোৱাৰাৰ একো কাৰণ নাই। শতকৰা ৫ জনে লিখাপঢ়া জানা হিচাবে ধৰিলেও, ৩০ লক্ষ মানুহৰ ভিতৰত ডেৰ লক্ষ লিখা-পঢ়া জনা মানুহ ওলায়। লিখা-পঢা জনা মানুহৰ শতকৰা দহজনে সাহিত্য পঢ়াৰ মোল বুজে বুলি ধৰিলেও ১৫,০০০ হাজাৰ তেনেকুৱা মানুহ ওলায়। আৰু এই পোন্ধৰ হাজাৰৰ প্ৰতি তিনিজনৰ এজনেও একোখন কিতাপ কিনিলে পাঁচ হাজাৰ কিতাপ বিক্ৰি হব পাৰে। মোৰ মনেৰে সেই সেই অসমীয়া গ্ৰন্থকাৰ ৫০০০ কিতাপ বিক্ৰী কৰিব পাৰিলে অত্যন্ত আনন্দিত আৰু গৌৰৱান্বিত হব।

কিন্তু এই সংখ্যাৰ অনুপাতে সম্প্ৰতি অসমীয়া কিতাপ বিক্ৰি নহয়; তাৰ কাৰণ মোৰ মনেৰে এইকেইটা প্ৰথম—অসমীয়া ভাষাত সৰ্বসাধাৰণৰ মনোৰঞ্জন কৰিব পাৰা কিতাপ প্ৰায় ওলোৱা নাই। দ্বিতীয় যি দুই এখন কিতাপ ওলাইছে তাৰো যথেষ্ট প্ৰচাৰ নহয়। কাৰণ বিজ্ঞাপন দিয়া অকল ব্যয় সাধ্যই নহয়; তাৰ হেঙ্গামা অনেক। তৃতীয়, কোনো ডাঙৰ প্ৰকাশক নোহোৱাৰ কাৰণে অনেক গ্ৰন্থকাৰে কিতাপ ছপাব নোৱাৰে। যি ছপায়, তেৱোঁ বিক্ৰিৰ ভাল ব্যৱস্থা কৰিব নোৱাৰে।

বিজ্ঞাপন এই যুগৰ ব্যৱসায়ৰ প্ৰধান অস্ত্ৰ। বিজ্ঞাপনৰ বলত চুৰট কিমান বিক্ৰি হয় নেদেখি-ছেনে? কিতাপৰ ব্যৱসায়তো বিজ্ঞাপনৰ সহায় নহলে, সেই ব্যৱসায় বহল হব নোৱাৰে। মানুহে নাজনাৰ কাৰণে ভাল কিতাপো ধোঁৱা-চাঙত পৰি থাকে বা উইৰ ভক্ষ্য হয়। গ্ৰন্থকাৰে প্ৰকাশক হৈ কিতাপ বিক্ৰি কৰা বৰ টান; কাৰণ ব্যৱসায়ৰ জটিলতাৰ মাজত সোমালে তেওঁ আৰু কিতাপ লিখিবৰ আহৰি নেপায়। অনেক গ্ৰন্থকাৰ প্ৰকাশকে বিক্ৰি হোৱা কিতাপৰ ধনকে বিক্ৰি কৰোঁতা জনৰ পৰা উলিয়াব নোৱাৰে। এইবিলাক কাৰণে মোৰ মনেৰে অসমীয়া সাহিত্যৰ উন্নতি কৰিবলৈ হলে, দুটা কথা আমি কৰিব পাৰিব লাগে। প্ৰথম, সৰ্বসাধাৰণৰ মনোৰঞ্জক কিতাপ লিখিব বা লিখাব পাৰিব লাগে; আৰু দ্বিতীয়, যাতে তেনে কিতাপৰ বহল প্ৰচাৰ হয় তাৰ যত্ন লব লাগে।

সৰ্বসাধাৰণৰ মনোৰঞ্জক বোলা কথাটো অলপ বহলাই কব খুজিছোঁ। সকলো সময়তে উচ্চাঙ্গৰ সাহিত্য হলেই সকলো মানুহৰ পক্ষে সি সুখপাঠ্য নহয়। প্ৰকৃততে যেই সেই ভাষাতে যিমানবিলাক

কিতাপ ছাপা হয় তাৰ এটা ক্ষুদ্ৰ অংশহে উচ্চাঙ্গ বা স্থায়ী সাহিত্য। ইংৰাজী ভাষাত বছৰেকত ৩ হাজাৰ মান নতুন উপন্যাস ওলায়; ইয়াৰ ভিতৰত সাহিত্য-ভড়ালত স্থায়ী স্থান পাবৰ উপযোগী বোধ কৰো ৩০ খন মানো হয় নহয় সন্দেহ। বাঙালী ভাষাতো উপন্যাসৰ সংখ্যা কম নহয় কিন্তু তাৰ মাজত যুগমীয়াকৈ সাহিত্যত স্থান পাবলগীয়া গ্ৰন্থৰ সংখ্যা অতি নগণ্য।

এই কথা থাক থাক। অসমীয়া সাহিত্য প্ৰচাৰেই হৈছে প্ৰধান সমস্যা। অসমীয়া সাহিত্যৰ প্ৰচাৰ কৰিবলৈ হলে আমি কথা-সাহিত্যৰ প্ৰতি বিশেষ মন দিব লাগিব। গল্প আৰু উপন্যাস, এই দুই বিধ সাহিত্যৰ প্ৰতিহে আজিকালি মানুহৰ ধাউতি বেছি। অসমীয়া ভাষাত গল্প-উপন্যাসৰ সংখ্যা কিয় ইমান কম এই কথা আলোচনা কৰিবলৈ গৈ কোনোৱে কোনোৱে কয় যে অসমীয়া মানুহৰ জাতীয় চৰিত্ৰৰ গুৰুত্ব বেছি; অসমীয়াৰ ধৰ্ম-জ্ঞানৰ গাম্ভীৰ্য আছে; এই দৰে নিঃসম্বলতাৰ দাৰিদ্ৰ্যক যুক্তিৰ ফটা কানিৰে ঢাকিব খোজে। এই কথা সঁচা হোৱা হলে ইমানবোৰ বঙালী উপন্যাস অসমীয়া মানুহৰ মাজত বিক্ৰি নহলহেঁতেন। প্ৰকৃত কথা চতুৰ উপন্যাস লিখক আমাৰ মাজত ওলোৱা নাই। এই সঁচা কথাটো আমি স্বীকাৰ কৰি লৈ তাৰ প্ৰতিকাৰৰ অৰ্থে যত্ন কৰাহে যুগুত।

আজি পৰ্য্যন্ত যি তেনে কোনো লিখক নোলাল তাৰ প্ৰধান কাৰণ—আন কাৰণো থাকিব পাৰে কিতাপ লিখা ব্যৱসায়ত ধৰি কোনোবাই যে জীৱিকা আৰ্জিব পাৰে, এই কথাত এতিয়াও আমাৰ সন্দেহ আছে। মই আগেয়ে কৈ আহিছোঁ যে প্ৰকাশক নোহোৱা কাৰণে আৰু বিজ্ঞাপনৰ অভাৱ হেতুকে, অসমীয়া কিতাপৰ বিক্ৰিৰ পৰিমাণ অতি কম। প্ৰকাশক যে নাই তাৰো কাৰণ এই একোটা কিতাপ ছপোৱা আৰু বিক্ৰিৰ ব্যৱসায়ত লাভ হব বুলি ভৰসা কোনোৱে নকৰে। অনেকে লোকচান হব বুলিহে ভয় কৰে।

সাধাৰণৰ এই সংশয় ভাৱ দূৰ কৰিবলৈ হলে সৰ্বসাধাৰণৰ মনত আনন্দ দিব পাৰা সাহিত্য লিখাবলৈ, প্ৰকাশ কৰিবলৈ আৰু প্ৰচাৰ কৰিবলৈ সংঘবদ্ধভাৱে চেষ্টা কৰাৰ নিতান্ত সময় আহিছে। এনে এখন সমাজ বা সৰু কোম্পানী গঠন কৰিব পাৰিলে, যি মন ভাল লগাব পাৰা কিতাপ ছাপা কৰি কম দামত বিক্ৰি কৰিব, আৰু বিক্ৰি কৰিবৰ কাৰণে চাৰিও ফালে উপযুক্ত আৰু বিশ্বাসী লোক নিযুক্ত কৰিব পাৰিব, তেতিয়া হলে সাহিত্য প্ৰচাৰৰ কিছু উপায় হয়। এই কথাটো কৰিবলৈ একো টান নহয়—যদি এজন দুজন কৰ্মী ওলায়। আপোনালোকে গত বছৰৰ শিক্ষাবিষয়ক গৱৰ্ণমেণ্টৰ ৰিপোৰ্ট দেখিব পায়। মই শেষে Reportত লিখিছিলো যে literacy বা আখৰ চিনাকী হৈ থকা অৱস্থা স্থায়ী কৰিব লাগিলে Popular literautre তৈয়াৰ কৰাও প্ৰাইমাৰী স্কুল বঢ়াৰ দৰে শিক্ষাৰ অপৰিহাৰ্য্য অঙ্গ। গৱৰ্ণমেণ্টৰ ৰিপোৰ্টত মোৰ এই কথাষাৰ তুলি দিছে। ইয়াৰ পৰা অনুমান কৰিব পাৰি যে এই কাৰ্য্যত গৱৰ্ণমেণ্টও কিছু সহায় কৰিব পাৰে। অৱশ্যে গৱৰ্ণমেণ্টৰ বিষয়া হিচাবে, সহায় কৰিব বা নকৰিব বুলি মই একো কব নোৱাৰো। যেতিয়ালৈ এইদৰে এটা পঢ়ুৱাই সমাজ (Reading Public) আমি গঠন কৰিব নোৱাৰো, তেতিয়ালৈ আমাৰ সভা-সমিতি সম্মিলনৰ আৱশ্যক। তেতিয়ালৈ সাহিত্যিক সকলে সঙ্ঘবদ্ধ হৈ এইবিলাক যত্ন কৰি থাকিব লাগিব। এবাৰ

এটি Reading Public গঠন হলে, এবাৰ প্ৰকাশকে বুজিলে যে কিতাপ ছাপাই ধন ঘটিব পাৰি, এবাৰ লিখক সকলৰ মাত বিশ্বাস হলে যে কিতাপ লিখি গাঁঠিৰ ধন খৰচ কৰিবৰ আৱশ্যক নাই, পৰন্তু ধন খৰলৈ গাঁঠ গুচাই মেনোহে পিব লাগিব পাৰে তেতিয়া আৰু নাতৈঃ—তেতিয়া সাহিত্যই আপোনাৰ বাট চিনি পাব। তেতিয়া সাধাৰণ সাহিত্যৰ আবৰ্জনাৰ মাজত মাজে মাজে সাহিত্যৰ হীৰা, ৰূপ, সোণ আপোনা-আপুনি ওলাব।

আপোনালোকৰ সাহিত্য সন্মিলনৰ সভাপতি হৈ কিতাপ লিখা, ছপোৱা আৰু বিক্ৰি কৰাৰ কথা কৈ অনেক সময় নিয়ালোঁ। আপোনালোকে অনেকেই কব যে এইখন বক্তৃতা সমবেত সাহিত্যিক সমাজৰ আগত নপটি কিতাপৰ দোকানী কেইজনমানক মাতি আনিহে শুনাব লাগিছিল। মই আদিতে কৈ আহিছো যে সাহিত্যৰ বিশ্বজনীন সুৰ আৰু সাহিত্যিকৰ চুকি নোপোৱা আত্মৰ প্ৰবাহ এইবোৰ কথাৰ মই অলপো ভু নাপাওঁ। মই অসম দেশখনৰ মানুহ; ইয়াৰ সাহিত্য এইবিলাকৰ ভাল পাওঁ। আৰু এইবিলাকৰ উন্নতি হবলৈ আমি কি কাম কৰিব পাৰো তাৰে কথা নিজৰ বুদ্ধি-বৃত্তিৰ জোখত ভাবি থাকোঁ। অসমীয়া সাহিত্যৰ ভাল হবলৈ আমি কি কি কাম কৰিব পাৰো বা কৰা উচিত এই বিষয়ে মোৰ চিন্তাৰ যি ফল তাৰ দুটি মান কথা আপোনালোকৰ ওচৰত নিবেদন কৰিলোঁ। মোৰ ব্যক্তিগত ক্ৰটীৰ প্ৰতি লক্ষ্য নকৰি, এই কথাৰ যদি কিবা মূল্য আছে আপোনা-লোকে গ্ৰহণ কৰিব। আৰু যদি তাক মূল্যহীন বুলি ভাবে, তেন্তে আজিৰ আবেলি পৰা খিনি লোকচান হল বুলি নিজক সান্ত্বনা দিব; কিন্তু যেন মোৰ দায়-দোষ নধৰে। কাৰণ মই পাৰাখিনি মই কৰিছোঁ।

মই ওপৰত যি সঙ্ঘবদ্ধ চেষ্টাৰ কথা কলোঁ, সেই দৰে চেষ্টা কৰিবলৈ আপোনালোকৰ সভাৰ দৰে সাহিত্য সভাৰ বৰ উপযোগিতা আছে। অসম সাহিত্য সভা গঠিত হোৱাৰ পৰা অনেকে ভাবে যে স্থানীয় সাহিত্য সভা বিলাকৰ আৰু বিশেষ আৱশ্যক নোহোৱা হল—কিন্তু অলপ বিবেচনা কৰি চালে দেখা যায় স্থানীয় সভা বিলাকৰ পৰা নহলে অসম সাহিত্য সভাৰ পৰা সকলো কাম সুচাৰু ৰূপে হব নোৱাৰে। এনেকি স্থানীয় সভাৰ সহায় নহলে অসম সাহিত্য সভাই অনেক কাম কৰিবাক নোৱাৰে। মই সাহিত্য সভাৰ সম্পাদক থাকা সময়ত অসমৰ প্ৰায় প্ৰতি কেন্দ্ৰ ঠাইতে একোখন স্থানীয় সাহিত্য সভা স্থাপিত হৈছিল। এই মহকুমাৰো ঢলপুৰ, নাৰায়ণপুৰ, ঢকুৱাখানা আৰু বৰদলনিত তেনে সভা আছিল। আজিকালি আছে নে নাই নাজানো। কিন্তু তেতিয়া সেই সভাবিলাকৰ কাৰ্য্য-পদ্ধতিৰ শৃঙ্খলা লগাব পৰা হোৱা নাছিল। মোৰ মনেৰে তলত লিখা বিষয় বিলাকত এই সভা বিলাকে সাহিত্যৰ উন্নতিত সহায় কৰিব পাৰে।

পূৰ্বত মই কথা সাহিত্যৰ প্ৰচাৰৰ কথা বহলাই কৈ আহিছোঁ। এই বিষয়ত স্থানীয় সাহিত্য সভা বিলাকে যথেষ্ট কমিচন ৰাখি কিতাপ বিক্ৰি কৰি সাহিত্য প্ৰচাৰত সহায় কৰিব পাৰে।

কিন্তু কথা সাহিত্য প্ৰচাৰেই অসমীয়া সাহিত্যৰ প্ৰতি একমাত্ৰ কৰ্ত্তব্য নহয়। আমাৰ দেশৰ অনেক প্ৰাচীন সম্পদ দিনক দিনে লয় হৈ যাব ধৰিছে। অসম দেশৰ যলৈকে যোৱা যায় তাতেই পুৰণি দিনৰ পুখুৰী বা গড় বা মন্দিৰ বা শিলৰ মূৰ্ত্তি এনে কিবা নে কিবা এটা কীৰ্ত্তিচিন আছে। এনেকুৱা কীৰ্ত্তিচিন যে কিমান আছিল, এতিয়াও কিমান নাজনাকৈ আছে তাৰ সীমা সংখ্যা দিব

নোৱাৰি। যিবিলাক কথা আমি জানো সেই বিলাকৰ বিষয়তো একো প্ৰকৃত অনুসন্ধান হোৱা নাই।

মই নিজ চকুৰে আমাৰ পুৰণি প্ৰসিদ্ধ ঠাই কিছুমান দেখিছোঁ। সদিয়াৰ ভীষ্মক বা কুন্দিল নগৰ, বালিপাৰাৰ ভালুক-পুং। গোৱালপাৰাৰ শ্ৰীসূৰ্য্য পাহাৰ, ছয়গাৱঁৰ চান্দোৰ মেৰঘৰ; তেজপুৰৰ বামনী পৰ্বত এইবোৰ ঠাই যে কিমান দিনৰ পুৰণি, অ'ৰু এইবোৰ ঠাইত কোন পৰাক্ৰমী জাতি আৰু ৰাজাৰ কীৰ্ত্তি-কাহিনী লুকাই আছে তাক কোনোৱে কব নোৱাৰে। এনেকুৱা একোটা আলি পোৱা যায়, যি প্ৰায় শ মাইল মান দীঘল? সেই ৰাজগড় আলিৰ দৰে প্ৰসিদ্ধ আলিৰ কথা কোৱা নাই। এইবিলাক আলিৰ এতিয়া নামেই নাই। এই আলিৰ কাষত প্ৰায় ২।৩ মাইল আঁতৰে আঁতৰে একোটা পুখুৰী। এতিয়াও আলিৰ চিন আছে, পুখুৰি বোৰৰো চিন আছে, ২।১ পুখুৰীও আছে। সেই আলিৰ কাষত মাজে মাজে গাৱঁ। আছে। কিন্তু কোনো যুগৰ কোন প্ৰতাপী ৰজাই এইদৰে গঢ লগাই নগৰ আৰু গাওঁ পাতিলে। তাৰ হলে চিন মোকাম পাবলৈ নাই।

এইবিলাক বিষয়ত স্থানীয় সভাবিলাকে বহুত কাম কৰিব পাৰে। তেওঁলোকৰ ওচৰত থাকা আলি পুখুৰী মঠ মন্দিৰৰ যিবিলাক বিৱৰণ জানিব পাৰি তাক সংক্ষেপ কৰি সাহিত্য সভাৰ পত্ৰিকাত ছপাই থলে আগলৈ এই বিলাকৰ বিষয় অনুসন্ধান কৰিব পাৰা যদি কোনো আমাৰ বংশধৰ ওলায়, তেওঁলোকৰ বৰ সহায় হয়। এতিয়াও যিবিলাকে এনেবিলাক তথ্য অনুসন্ধান কৰে তেওঁলোকৰো বৰ কামত আহিব।

ইয়াৰ উপৰিও পুৰণি হাতে-লেখা পুথি যে আমাৰ কিমান দিনক দিনে নষ্ট হব ধৰিছে, তাৰো ধাৰণা আমি সহজতে কৰিব নোৱাৰো। মই এই বক্তৃতাৰ শুৰিতে কৈ আহিছোঁ যে প্ৰাচীন সাহিত্যত অসমীয়া ভাষাৰ দৰে সম্পদশালী আন এটা ভাৰতীয় ভাষা পাবলৈ টান। যিবিলাকে অসমীয়া পুৰণি পুথিৰ বিষয় অনুসন্ধান কৰা নাই তেওঁলোকে এই সম্পদ যে কিমান অমূল্য তাৰ ধাৰণা কৰিব নোৱাৰে। প্ৰাচীন অঙ্কৰ পুথি আমাৰ ভাষাত হে আছিল। লীলাৱতীৰ অনুবাদ আমাৰ ভাষাত বকুল কায়স্থই কৰিছিল। কিন্তু তাতোকৈ ডাঙৰ কথা এই যে আমাৰ ইয়াত কাইঠেলি অঙ্ক বুলি গণিতৰ বিশেষ এটি বিভাগ সৃষ্ট হৈছিল। এই কাইঠেলিৰ অঙ্কৰ পুথি এসময়ত বহুতো আছিল। আজি-কালিও দুই এখন পোৱা যায়। মই সাহিত্য সভাৰ সম্পাদক থাকা কালত বহুত যত্ন কৰি মোৰ ছাত্ৰ এজনক হতুৱাই এই দৰৰ পুথি গোটোৱাই এখন অঙ্কৰ কিতাপ লিখাই উলিয়াইছিলোঁ। সেই ছাত্ৰজনে সাহিত্য সভাৰ সহায়েৰে পুথিখনি এতিয়া ছপাবৰ কাৰবাৰ কৰিছে। সেইদৰে ৰাজনীতিৰ পুথি যে অসমীয়া ভাষাত থাকিব পাৰে, তাক অনেকে নপতীয়াকে কি জানি। বিহাৰৰ কে পি জয়চোৱাল নামেৰে প্ৰত্নতত্ত্ব পণ্ডিত এজনে "ৰাজনীতি বিষয়ক" এখন সংস্কৃত পুথি সম্পাদন কৰি ছাপাইছে। তাত লিখা আছে যে কামৰূপৰ গাভৰু খাঁ নামেৰে ৰজা এজনে এই পুথি সংগ্ৰহ কৰাইছিল। গাভৰু খাঁ এজন ভূঞা আছিল। এওঁৰ পুতেক কেতাই খাঁ ভূঞা। এওঁ কেতাই খাঁই শ্ৰীশঙ্কৰদেৱৰ পেহাক। নগাৱঁৰ পৰা মই এখন হাতে লিখা পুথি সংগ্ৰহ কৰিছোঁ। প্ৰায় দেৰ শ মান বছৰৰ আগত লিখা। কৌটিল্যৰ নীতিশাস্ত্ৰআদিসম্মতবিষয় এই পুথিত লিখা আছে। ৰজা, ৰজাৰ কৰ্ত্তব্য, যুদ্ধ, ব্যূহ স্থাপণ, ৰাজধানী নিৰ্মাণ ইত্যাদিবিলাক কথাও তাত আছে। সেইবিলাকৰ

বিষয়ে আৱশ্যকীয় চিত্রও দিয়া আছে। এই দুখন পুথিৰ কথা উল্লেখ কৰিলোঁ ; কাৰণ সাধাৰণতে এনেকুৱা বিষয়ত পুৰণি দিনৰ নালাগে আধুনিক সাহিত্য আন ভাষাত এই প্ৰকাৰৰ কিতাপ পাবলৈ নাই। আৰু এখন এই দৰৰ বিশেষ পুথি মোৰ হাতত পৰিছে। অসমীয়াত লিখা সাত্বত-তন্ত্র পুথিখন ডাঙৰ নহয় কিন্তু মূল্যৱান। সাত্বত-তন্ত্র বৈষ্ণৱ ধৰ্মৰ আদি পুথি। ইয়াকেই পঞ্চৰাত্র তন্ত্রও বোলে। সাত্বত তন্ত্রৰ সংখ্যা অনেক। উত্তৰ ভাৰতৰ পৰা সাত্বত-তন্ত্রচয় প্ৰায় লোপ হৈছিল। দক্ষিণ ভাৰতত হে কিছুমান পুথি পোৱা গৈছিল। কিন্তু আচৰিত কথা যে এনেকুৱা শাস্ত্রৰো সাৰ সঙ্কলন কৰি এখন পুথি অসমীয়া ভাষাত লিখা হৈছিল। এই পুথিৰ সময় শ্ৰীদামোদৰদেৱৰ অলপ পাছতে প্ৰায় সোতৰ শতিকাৰ মাজ ভাগ।

অসমীয়া পুথিৰ বাহিৰেও সংস্কৃত অনেক কাব্য নাটক ৰামায়ণ পুৰাণ গীতা আদি প্ৰসিদ্ধ গ্ৰন্থৰ হাতে লিখা পুথি আগৰ দেশত অনেক আছিল ; এতিয়াও আছে। কোনো কোনো প্ৰসিদ্ধ গ্ৰন্থৰ অসমীয়া পণ্ডিতে কৰা টীকাও আছে। দণ্ডীৰ কাব্যাদৰ্শ এখন প্ৰসিদ্ধ গ্ৰন্থ। কামৰূপীয়া পণ্ডিতে কৰা এই পুথিৰ টীকা আছে। আমাৰ দেশৰ পণ্ডিত সকলে কৰা স্মৃতি সংগ্ৰহ বিলাকৰ কথা দেশ-বিদেশত জনাজাত।

কিন্তু আমাৰ সমবেত চেষ্টাৰ অভাৱ হেতুকে এই পুথিবিলাক আমি প্ৰকাশ কৰিবই পৰা নাই। এইবিলাক পুথি আছে, আমাৰ দেশত আগৰ দিনত বিদ্যা যে এনে বহুল চৰ্চা হৈছিল এই কথাকে নাজানো। এই বিষয়তো তৃতীয় সভাই পুথি গোটাই, পুথিৰ বিৱৰণ সংগ্ৰহ কৰি অসমীয়া জাতিৰ প্ৰাচীন সম্পদ ৰক্ষাৰ কাৰণে অশেষ কাম কৰিব পাৰে।

ইয়াৰ উপৰি স্থানীয় গীত-পদ-নাম আদিৰ সংগ্ৰহো আমাৰ দেশৰ বৰ লাগতিয়াল কাম। কোনো কোনো গীতত ইতিহাসৰ পুৰণি তথ্য. এতিয়া পাহৰা কথা পাবলৈ আছে। বৰফুকণৰ গীত, হৰদত্ত, বীৰদত্তৰ গীত—সকলোৰে জনা-শুনা। বুৰঞ্জীপ্ৰসিদ্ধ ঘটনা লৈ এইবিলাক গীত ৰচনা কৰা হৈছিল। কামৰূপত হাইদৰ গাজিৰ গীত বুলি এটা গীত আছিল ; আজি কালি বৰ শুনিবলৈ পোৱা নাযায়। তেওঁ কোন হাইদৰ গাজি, তেওঁ কি কৰিছিল, একো জানিব নোৱাৰি। উত্তৰ লক্ষীমপুৰত প্ৰচলিত জিকিৰ গীতো এটা উপাদেয় বস্তু। এই দৰৰ গীত, পদ, ফকৰা সংগ্ৰহো আমাৰ সাহিত্যৰ অৰ্থে কৰিব লগীয়া কামৰ একোটা প্ৰধান অঙ্গ।

এইবিলাক কাম কৰিবলৈ হলে চিজিল লগাই কাৰ্য্য প্ৰণালী স্থিৰ কৰিব লাগে। প্ৰতি কেন্দ্ৰ ঠাইত একোখন সাহিত্য সভা কৰি, তাৰ স্থায়িত্বৰ কাৰণে চেষ্টা কৰিব লাগে। কোনো অনুষ্ঠান স্থায়ী কৰিবলৈ হলে তাৰ এটা আবাস, এটা স্থিৰ স্থান থকা উচিত। আপোনালোকে উত্তৰ লক্ষীমপুৰত যি সাহিত্য সভা স্থাপন কৰিছে, আৰু ইয়াক স্থায়ী কৰিবলৈ হলে এই সভাৰ এটা ঘৰ সজাওক। তাত এটা লাইব্ৰেৰী পাতক আৰু এজন বেতনভোগী স্থায়ী কাৰ্য্য-কাৰক বা কেৰাণী নিযুক্ত কৰক। তেতিয়া ওপৰত কোৱাৰ দৰে আৰু আন প্ৰকাৰেও সাহিত্যৰ উন্নতিৰ অৰ্থে, প্ৰাচীন সম্পদ ৰক্ষাৰ অৰ্থে যত্ন কৰিবলৈ সুচল হব। সেয়ে নহলে কেতিয়াবা উৎসাহৰ বতাহৰ আগত আজিৰ দৰে সম্মিলন পাতিব ; আৰু কোনো সময়ত সেই বতাহৰ বেগ কমিলে সাহিত্য চেষ্টাৰো গতিৰোধ হই আহিব।

আপোনালোকৰ আদৰ্শকৈ লৈ এইদৰে যদি প্ৰতি মহকুমাৰ কেন্দ্ৰত একোখন সাহিত্য সভা স্থাপিত্ত হয়, আৰু প্ৰতি সাহিত্য সভাই এইদৰে নিজ নিজ মহকুমাৰ কেন্দ্ৰ ঠাইবিলাকত সাহিত্য সভা পাতি ভাবা আৰু সাহিত্যৰ উন্নতিৰ অৰ্থে যত্ন কৰে ; তেনেহলে মোৰ বিশ্বাস ৮/১০ বছৰৰ পাছত আমি যি বোৰ কথা গাই আজি বিনাইছো সেই বোৰ কথালৈয়ে গৌৰৱ কৰিব পাৰিম।

মোৰ বক্তব্য ইমানতে মামৰিবও পাৰো, অথবা এই দৰৰ কথা কৈ আৰু বহুতো সময় নিয়াবও পাৰোঁ, কিন্তু মই এটা কথা নকলে কিজানি ৰাজহুৱা সভাৰ সভাপতি বাবৰ প্ৰতি অন্যায় কৰা হব। সেই কথাটো ব্যক্তিগত। অসমীয়া সাহিত্য ক্ষেত্ৰত মই অপৰিচিত বুলি বৃথা বিনয় নকৰোঁ আৰু সাহিত্যৰ ৰথী এজন বুলি বৃথা গৌৰৱো নকৰোঁ। মই নিজৰ শক্তি আৰু সেই শক্তিৰ সীমা সুন্দৰৰূপে জানো। সাহিত্যৰ অৰ্থে মই যি কাম কৰিছোঁ বা কৰিবৰ মন কৰোঁ তাৰ মূল্যও যে কালৰ হিচাবত অতি নগণ্য তাকো মই বঢ়িয়াকৈ বুজোঁ। তথাপিতো সম-সাময়িক সাহিত্য চৰ্চাত মোৰ দুটা মতৰ বিষয়ে বহুতো তৰ্ক-বিতৰ্ক হয়। সেই দুটা বিষয় যদি মই ইয়াত এক আধাৰ কথা নকওঁ তেনেহলে কি জানি আপোনালোকৰ আতিথ্যৰ, আপোনালোকৰ উদাৰতাৰ প্ৰতি অবিচাৰ কৰা হয়—ইয়াকে ভাবি আৰু কোনো কোনোৱে ফোপ যহি বুলি ইতিকিং কৰিবলৈ যে সুযোগ পাব তাৰ প্ৰতি উপেক্ষা কৰিও, অতি সংকোচ মনেৰে, অতি সংক্ষেপ কৰি এই দুটা কব খুজিছোঁ।

কিছু দিনলৈ অনেকৰ মনত ধাৰণা আছিল যে মই নামনি ফালৰ কিছুমান শব্দ অসমীয়া ভাষাত সুমাই ভাষাটো খিচুৰি কৰিব খুজিছো। সৌভাগ্যগুণে সম্প্ৰতি সকলো বিবেচক মানুহে স্বীকাৰ কৰে যে অসমীয়া ভাষা যদি প্ৰকৃততে অসমীয়া মানুহৰ ভাষা হব লাগে, তেনেহলে উজনি নামনি আৰু নামনিৰো নামনি ৰংপুৰ কোচবিহাৰ আদি ঠাইত প্ৰচলিত শব্দসমূহ সেই ভাষাত গ্ৰহণ কৰা আৰু ব্যৱহাৰ কৰা একান্ত যুগুত। অকল এয়ে নহয়, আৱশ্যক হলে আন ভাষাৰো শব্দ আমি লোৱা যুগুত। ভাষা ভাবৰ বাহন। এই কথাটো পাহৰিব নোৱাৰোঁ। আৰু জীৱন্ত ভাষাৰ যে জীৰ্ণকৰী শক্তি থাকিবই তাকো পাহৰিব নোৱাৰো। শব্দ-ভঁড়ালে ভাষাক চহকী কৰে, দুখীয়া নকৰে, ভাষাৰ নিজত্ব গৈছে সেই ভাষাৰ গঠন প্ৰণালী, তাৰ ব্যাকৰণ আৰু বাক্যবিন্যাস। মোৰ বক্তব্যৰ পাতনিতো এই বিষয়ে অলপ কৈ আহিছোঁ, গতিকে ইয়াত আৰু বেছি কৰৰ সকাম নাই। দ্বিতীয় কথাটো হৈছে এই যে অনেকে ভাবে মই বানানৰ নতুন পদ্ধতি প্ৰচলন কৰি অসমীয়া ভাষাটোৰ সৰ্বনাশ কৰিবলৈ ওলা হৈছো। অসমীয়া ভাষাৰ বাণান, ভাষাৰ প্ৰকৃতি আৰু উচ্চাৰণ চাই যেনে হোৱা যুগুত মই নিজেও সেই দৰে ভাষা লিখিবলৈ সাহ কৰা নাই। ইয়াৰ কাৰণ, মই ভাবোঁ যে ৰাজহুৱা বিষয়ত মত সহিষ্ণুতাৰ সমান ভাল গুণ একো নাই। অসমীয়া ভাষা মোৰ বা আন কাৰো নিজৰ সম্পত্তি নহয়। যি কথাত জনাতে হক বা নজনাতে হক অনেকৰ আপত্তি, তাক নকৰাই ভাল। সম্প্ৰতি মই যুঠে যেক যুক্ত বৰ্ণবিলাক দুটায়াকৈ লিখিবলৈ এৰিছোঁ। ইয়াতে অনেকে ভাবে যে ভাষাৰ কিবা লিখা সৰ্বনাশ ঘটিল কিন্তু তেওঁলোকে অলপ ভাবি চালেই দেখিব যে ওঁটা

ব্যঞ্জনবৰ্ণৰ ভিতৰত কেৱল চ, জ, ত, দ, ব, ম, এই ছটাত হে ৰেফ দিলে দ্বিত্ব কৰি লিখা নিয়ম এতিয়া চলিত আছে। মাজ যুগত আনবিলাক বৰ্ণও দুটাম্না কৰি লিখা হৈছিল। তৰ্ক লিখোতে আগেয়ে দুটাক, দৰ্পত দুটা প, বৰ্ণ দুটা ণ-ৰে লিখা হৈছিল। ১০।১৫ বছৰ পূৰ্বেও গৰ্ত্ত লিখোতে—ব-ভ যুক্ত কৰি ৰেফ্ দি লিখা হৈছিল। আৰু ৰেফ্ যুক্ত বৰ্ণৰ দ্বিত্বলৈ এই বাদ-বিসম্বাদ চলি থাকাতো এই বিষয়ৰ বিৰোধী লোকসকলৰ অনেকেই মাজে মাজে আৰ্জ্জন আদি শব্দ এটা জ-ৰে লিখে, হেমকোষত অৰ্জ্জুন আদি শব্দ এটা জ-ৰে লিখা হৈছে। এনে স্থলত কৰ্ণ, গৰ্ব, কৰ্তা এইবিলাক শব্দত ৰেফ্ যুক্ত বৰ্ণটো দুটাম্না নকৰাৰ পৰা ভাষা যে কেনেকৈ সৰ্বনাশ প্ৰাপ্ত হয় মই তাক বুজিব নোৱাৰোঁ।

আপোনালোকৰ কোনোৱে কব পাৰে যে ইয়াত লোকচান বাৰু নাই, লাভনো কি হব? লাভৰ কথা মই বিচাৰ কৰি চাইছোঁ।

জাতি এটা ডাঙৰ হব লাগিলে তাৰ সন্তানবিলাক সবল আৰু শিক্ষিত হব লাগে। সবল হোৱাৰ প্ৰণালী আজিৰ সভাৰ আলোচ্য নহয়। কিন্তু বৰ্ণমালাৰ লগত আজি-কালিৰ যুগৰ শিক্ষাৰ সম্বন্ধ অতি ঘনিষ্ঠ। আখৰ চকুৱা হলেই শিক্ষিত নহয় মই জানো। কিন্তু আজি-কালিৰ সভ্যতাৰ দিনত শিক্ষাৰ পূৰ্বে আখৰ চকুৱা হোৱা আৱশ্যক। পুৰণি আৰু বেলেগ ধৰণৰ সভ্যতাৰ মাজত আখৰ নিচিনিও মানুহ শিক্ষিত হৈছিল। সেই কাৰণে আজিও আমাৰ গাৱঁলীয়া সমাজত আচাৰ নীতি, ধৰ্ম আদিৰ শিক্ষা লোপ পোৱা নাই। কিন্তু বৰ্তমান সভ্যতাই যি দৰে দিশ-বিদিশ বিয়পি ধৰিছে, ইয়াৰ মাজত আখৰ নিচিনি থাকিলে। এতিয়াই শিক্ষা লাভ কৰা টান হৈছে। আগলৈ অৰ্থাৎ ২০।২৫ বছৰৰ পাছত অসম্ভৱ হব। এই শিক্ষা পাবলৈ হলে সৰল, সবল ভাষা আৰু সেই ভাষা লিখিবৰ সৰল সংকেত কিমান আৱশ্যকীয় তাক কৈ অন্ত কৰিব নোৱাৰি। আখৰ চিনোৱা যাৰ ব্যৱসায় তেওঁলোকে বুজে। এই বিষয়েও বেছিকৈ কবলৈ গলে কিজানি আজিৰ সভাৰ প্ৰতি অন্যায় কৰা হব।

ওপৰৰ কথা দুটা মোৰ কৈফিয়ৎ হিচাবেহে দিলোঁ, আপোনালোকে মোক মাতি আনিছে যেতিয়া, এইখিনি কৈফিয়ৎ নিদিলে আপোনালোকৰ সৌজন্যৰ প্ৰতি অবিচাৰ কৰা হয় যেন লাগিল। মোৰ মত লবলৈ আজি পৰ্যান্ত মই কাকো কোৱা নাই; আৰু আজিও আপোনা-লোককো কোৱা নাই। বাৰ বছৰ কাল মই নৰ্মাল স্কুলৰ শিক্ষকতা কৰিছোঁ, আৰু এই সময়ত অতি কমেও ১১০০ ছাত্ৰ মোৰ হাতেৰে শিক্ষক হৈ ওলাই গৈছে। তেওঁলোকৰ কাকো এদিনো মোৰ পদ্ধতি লবলৈ কোৱা নাই; কোনোৱে সুধিলেও তেওঁকো প্ৰচলিত ৰীতি মতেহে চলিবলৈ কৈছোঁ। কিন্তু মোৰ অন্তৰৰ দৃঢ় বিশ্বাস যে ভাষাৰ বানান সৰল কৰি লব পাৰিলে আমাৰ জাতিৰ মহৎ উপকাৰ হব। সেই দেখি মই ভাবা কথাখিনি কোৱা উচিত বুলি বিবেচনা কৰিছোঁ। মই বুজিব পাৰিলে যে ইয়াৰ পৰা আমাৰ কিবা অলপ মানো অহিত হৈছে, তেনেহলে সেই ক্ষণতে মই এইৰূপ বৰ্ণ বিন্যাসৰ ব্যৱহাৰ এৰি পেলাম।

মোৰ মনেৰে অসমীয়া জাতি সম্প্ৰতি এক সঙ্কট অৱস্থাত উপস্থিত। আন দেশৰ মানুহ, আন দেশৰ আচাৰ-ব্যৱহাৰ, আন দেশৰ কাপোৰ-কানি, আন দেশৰ ভাষা-সাহিত্য-সকলোএ

আমাক গ্ৰাস কৰিবলৈ ওলাইছে। এই আক্ৰমণৰ হাত সাৰিবলৈ হলে সকলো অসমবাসীয়ে আৰ্থিক আৰু সামাজিক অৱস্থাৰ উন্নতি কৰিবলৈ বদ্ধপৰিকৰ হব লাগিব। গাওঁ-ভূঁইৰ স্বাস্থ্যৱান অৱস্থা, সতি-সন্তানৰ সবল দেহ, শিক্ষাৰ সবল ভাব, ভাষাৰ মনোৰম সাহিত্য, সৰ্বসাধাৰণ আলস্যবিহীন জীৱন, জীৱনৰ কৰ্মৰ লগত আনন্দ—এইবিলাক জাতি-গঠনৰ, জাতি বলী আৰু কৰ্মী হোৱাৰ লক্ষণ। ভগৱন্তই আমাৰ সকলোকে এই দৰৰ কোনো না কোনো কৰ্ম কৰিবলৈ শক্তি দিয়ক আমাৰ মন আশা থীৰ উৎসাহপূৰ্ণ কৰক, এই প্ৰাৰ্থনা কৰি মোৰ আজিৰ বক্তব্য সামৰণ কৰিবলৈ আপোনালোকৰ অনুমতি মাগিছোঁ।*

---

* আৱাহন, দ্বিতীয় বছৰ, অষ্টম সংখ্যা, জেঠ, ১৮৫৩ শক।

শৰৎচন্দ্ৰ গোস্বামীৰ সভাপতিত্বত উত্তৰ লক্ষীমপুৰ সাহিত্য সভাৰ বাৰ্ষিক অধিবেশন ১৮৫২ শকৰ ৭ বহাগত (ইং ১৯৩০ চনৰ ২০ এপ্ৰিলত) অনুষ্ঠিত হয়। এই অভিভাষণখন ১৭ এপ্ৰিল তাৰিখে সোৱণশিৰিমুখ নামৰ জাহাজত উত্তৰ লক্ষীমপুৰলৈ যাওঁতে লিখা। —সং, শ গো. ৰ.

## কামৰূপ আৰ্য্য-ধৰ্ম-ৰক্ষিণী-সভা

লোকনাথ ধৰাধীশ বেদ-বেদান্ত কীৰ্তিত।  
দেহি মে কৃপয়া শক্তিং লোকানামুপকাৰিনীম্॥  
ময়া নৰসেৱাং কৃত্বা সৰ্বাৱস্থাসু সৰ্বদা।  
সকলঃ জীৱিতশ্চাহং কৃত কৃত্যশ্চ নৰ্মদঃ॥*

"উপজিলা ৰাজা হৈয়া  
দৈত্য অসংখ্যাত।  
বলৰ দৰ্পত কৰে  
সন্তক বিঘাত।  
তাৰ ভাৰ সহিবে  
নপাৰী বসুন্ধৰী।  
ব্ৰহ্মাণ্ড শৰণ লৈলা  
ধেনুৰূপ ধৰি।

শ্ৰীমদ্ভাগৱতৰ দশম স্কন্ধত কৃষ্ণ-অৱতাৰ বৰ্ণনাৰ প্ৰসঙ্গত আদিতে কোৱা হৈছে যে ভগৱতী ধৰিত্ৰীয়ে অসুৰবিলাকৰ অত্যাচাৰত নিপীড়িত হৈ ধেনুৰূপ ধৰি ব্ৰহ্মাত গোচৰ দিলে—তেওঁৰ ভূভাৰ হৰণ কৰিবলৈ। ব্ৰহ্মায়ো ধৰিত্ৰীক প্ৰবোধ দি পঠালে। আৰু তাৰ পাচত কৃষ্ণৰূপী

ভগৱান অৱতাৰ হৈ দুষ্টক দমন কৰি সন্তক পালন কৰিবলৈ দিহা লগাই থৈ গ'ল। সেই কথা এক অতীত যুগৰ।

ছলিকালত এই কথা পটি সাধুকথা যেন লাগিছিল। মহাভাৰতৰ ৰামায়ণৰ কথাও কাল্পনিক উপন্যাস বুলি ভাৱ হৈছিল। এইবিলাক আখ্যানৰ ঐতিহাসিক ভেটি থাকক বা নাথাকক, যি যি অৱস্থাত সেই সেই ঘটনা ঘটিছিল সেইবোৰ অৱস্থা যে যুগে যুগে মানুহজাতিৰ ইতিহাসত ঘটি আহিছে তাক এতিয়া বুজিব পৰা অভিজ্ঞতা আমাৰ বয়সৰ মানুহৰ হৈছে।

বৰ্তমান সময় তেনে এটা যুগ পৰিবৰ্তনৰ সময়। বিংশ শতাব্দীৰ আগভাগৰ পৰা এই প্ৰায় অৰ্ধ শতাব্দীকাল মানৱজাতিৰ ইতিহাসত এটা আমূল পৰিবৰ্তন ঘটিব ধৰিছে, এই পৰিবৰ্তনৰ শেষ ফল কি হয় কোনেও কব নোৱাৰে। অনেকে ভাবে যে এই মহাযুদ্ধৰ ফলত বৰ্তমান প্ৰতীচ্য কৃষ্টিমূলক সভ্যতাৰ নাশ হব, আৰু মানৱ জাতি এটা ঘোৰ অন্ধকাৰ যুগৰ মাজত সোমাব লাগিব। আন কিছুমানে এই দুৰ্বাৰ যুদ্ধ মহাধ্বংসৰ পাচত এটা শান্তিপূৰ্ণ আৰু সমৃদ্ধিশালী সময়ৰ আশা কৰে। এনে দুশ্চিন্তা আৰু অনিশ্চয়তা পূৰ্ণ সময়ত আমি সকলোৱে আমাৰ নিজৰ নিজৰ বুদ্ধি বৃত্তি অনুসাৰে আমাৰ কৰ্তব্যাকৰ্তব্য এবাৰ এবাৰ বিচাৰ কৰি চোৱা উচিত। কোৱা বাহুল্য যে আমি পাৰিলে সকলোৱে সুখ-শান্তি আৰু স্বচ্ছন্দতাত পুত্ৰ পৰিবাৰ লৈ বহি থাকিবলৈ আকাঙ্ক্ষা আৰু আশা কৰোঁ।

বৰ্তমান এই মহাযুদ্ধৰ মূল কাৰণ ভাবিবলৈ গলে এটা কথাত ওলাব--অৰ্থলোভ। অৰ্থলোভ নিজৰ কাৰণে, নিজৰ বিলাসৰ কাৰণে নিজৰ ভোগৰ কাৰণে। এই লোভৰ সীমা নাই। শ-পতিয়ে হাজাৰ আকাঙ্ক্ষা কৰে। হাজাৰ-পতিয়ে লক্ষ, লক্ষ-পতিয়ে কোটি ইত্যাদি। এই আকাঙ্ক্ষাৰ আগত ভাল-বেয়া, সৎ-অসৎ, নীতি-অনীতি – একোৰে স্থান নাই। এই দুষ্পুৰ অনলৰ নিচিনা, অৰ্থ তৃষ্ণাই মানুহৰ মনৰ উচ্চ বৃত্তিসমূহক পুৰি ছাই কৰে; এই দুৰ্বাৰ আকাঙ্ক্ষাৰ হেচাৰ তলত পৰি মানুহৰ সুকুমাৰ বৃত্তিসমূহ ভাঙি চুৰমাৰ হৈ যায়। ইয়াৰ শেষ নাই। এয়ে "দানবোখা বাধা", "ধৰ্ম্মৰ গ্লানি", "অধৰ্ম্মৰ অভ্যুত্থান"। এই বাধা গুচাবলৈ এই গ্লানি দূৰ কৰিবলৈ আৰু ধৰ্মৰ সংস্থাপনৰ অৰ্থে আমাৰ শাস্ত্ৰমতে ভগৱন্তৰ যুগে যুগে অৱতাৰ হয়। আন জাতিৰ শাস্ত্ৰতো এনে এটা আশীষ বাণী দেখা যায়। তেওঁলোকেও বিশ্বাস কৰে যে জগতত চিৰকাল দুৰ্নীতি আৰু দানৱতাৰ তাণ্ডৱ লীলা চলি থাকিব নোৱাৰে। প্ৰচণ্ড ধুমুহাৰ পাছত আকাশ মুকলি হোৱাৰ দৰে, নানা প্ৰকাৰ অনাচাৰ অত্যাচাৰৰ ক্ৰিয়াৰ পাছত জগতত ধৰ্মৰাজ্য বিস্তাৰ হয়।

আমাৰ শাস্ত্ৰত নো মানৱ জাতিয়ে কি প্ৰকাৰে এনে অৱস্থাৰ পৰা মুক্ত হৈ থাকিব পাৰে তাৰ অৰ্থে কি উপদেশ দিছিল। আমাৰ ধৰ্মই নো এই জটিল সমাজ শৃঙ্খল হৈ চলিবলৈ কি উপায় উলিয়াইছিল, তাৰ আলোচনা আজিৰ এই সংকট সময়ত অতি উপযোগী বুলি মই ভাবোঁ!

আৰ্য্য শব্দৰ অৰ্থ শ্ৰেষ্ঠ; ব্যুৎপত্তিগত অৰ্থ মূলত যি কি নাথাকক। সেই দেখি আৰ্য্য ধৰ্ম হিন্দু ধৰ্ম বুলিলে সাধাৰণতে যি বুজা যায় অকল সেই কথাই নহয়। আৰ্য্য ধৰ্মৰ অৰ্থ এই —

প্ৰাচীন কালত আৰ্য্যসকলে যি ধৰ্ম আচৰণ কৰি নিজৰ নিজৰ আৰু নিজৰ সমাজৰ সংৰক্ষণ আৰু উন্নতি কৰিছিল সেইবিলাক আচৰণ, সেইবিলাক অনুষ্ঠান। ধৰ্ম শব্দটোৰ অৰ্থ মই অলপ পাছতেই কৈছোঁ। বুৰঞ্জীৰ মতে আৰ্য্যবিলাকৰ বাসস্থান কেৱল ভাৰততে আবদ্ধ আছিল। কিন্তু পাছলৈ আৰ্য্য আৰু আৰ্য্যৱৰ্ত আদি শব্দই ভাৰতৰ অধিবাসী আৰু ভাৰতবৰ্ষ দেশকে প্ৰধানতঃ বুজাই আহিছে। ইয়াতো ভাৰতৰ প্ৰাচীন ঋষিমুনিসকলে সমাজ তথা ৰাজ্য শাসনৰ কি ব্যৱস্থা কৰি প্ৰজা পালনৰ কি দিহা দিছিল আৰু ব্যক্তিগত জীৱনৰ সুখ শান্তি বিধানৰ কাৰণে কি উপায় উলিয়াইছিল—এই কথা সংক্ষেপ কৰি আলোচনা কৰিব খুজিছোঁ।

ইংৰাজী শিক্ষাৰ ফলত এটা কথা হৈছে যে আমি বিশেষ কৰি হিন্দুবিলাক "ধৰ্ম" শব্দটো শুনা মাত্ৰকতে ভয় খাওঁ। আমি ভাবোঁ ধৰ্ম, অৰ্থ, পূজা, শ্ৰাদ্ধ, ফুল—নৈবেদ্য, কাপোৰ, দক্ষিণা আৰু শেষত অৰ্থ-গৃধ্নু চতুৰ বুদ্ধিৰ ব্ৰাহ্মণ। মুছলমান সমাজতো আৰু খৃষ্টানসকলৰ মাজতো গুৰু-পুৰোহিতৰ প্ৰতি এনে অৱজ্ঞা আৰু অসূয়াপূৰ্ণ ভাৱৰ অভাৱ নাই। এনে ভাৱৰ কাৰণ নাই বুলিও মই কব খোজা নাই। কিন্তু সেই কথা আজিৰ আলোচ্য নহয়। শাস্ত্ৰত ধৰ্ম শব্দৰ অৰ্থ বৰ ব্যাপক।

"প্ৰভাৱাৰ্থায় ভূতানাং ধৰ্ম প্ৰবচনম্ কৃতম্।
যঃ স্যাৎ প্ৰভৱ সংযুক্তঃ স ধৰ্মৰিতি নিশ্চয়ঃ"॥
[ মহাভাৰত শান্তি পৰ্ব। ]

ভূতবিলাকৰ ( of all beings ) প্ৰভাৱ বা উন্নতিৰ অৰ্থে ধৰ্ম এই কথা কোৱা হৈছে। যি প্ৰভৱ-সংযুক্ত সেয়ে ধৰ্ম। ই নিশ্চয়।

এনে ধৰণৰ কথা আমাৰ শাস্ত্ৰত অলেখ। মহাভাৰত নিজেই অনেক শাস্ত্ৰ আৰু উপদেশৰ এখন মহাসাগৰ। তাৰ ভিতৰত শান্তি পৰ্বত নানা প্ৰকাৰ নীতি আৰু উপদেশৰ সাৰ সংকলন আছে।

এই ধৰ্মৰ সাধন প্ৰণালী সাধাৰণৰ পক্ষে আচাৰ-ব্যৱহাৰ। "আচাৰ প্ৰভৱো ধৰ্মঃ আচাৰাৎ মুক্তি মাপ্নুয়াৎ"—এনেকুৱা বচনে অনুষ্ঠান আৰু ক্ৰিয়াৰ মূল্যৰ প্ৰতি আমাৰ মনোযোগ আকৰ্ষণ কৰে। এইটো হৈছে সাধাৰণ লোকৰ পক্ষে। প্ৰতিজন মানুহে জ্ঞান বিজ্ঞান যুক্ত হৈ নিজৰ নিজৰ কাৰণে কোনো এটা মাৰ্গ বা পথ বিচাৰি উলিয়াব নোৱাৰে। সমাজবিধিৰ কৰ্তাসকলে সকলো মানুহ কি অৱস্থাত থাকি কি আচাৰ ব্যৱহাৰ পালন কৰি কি খাদ্যাখাদ্য খাই প্ৰাণ-ধাৰণ কৰিব আৰু জীৱন স্বাস্থ্য আৰু শান্তি আৰু স্বচ্ছন্দতাৰ মাজত নিয়াব পাৰিব তাৰ ব্যৱস্থা কৰে। আজিকালিৰ সমাজতো কৰে আৰু পূৰ্ব পূৰ্ব সমাজতো কৰিছিল। সকলো সমাজব্যৱস্থাপক তথা ৰাজ্য-পালকসকলৰ মুখ্য উদ্দেশ্য হব লাগে প্ৰজা-পালন। প্ৰজা-পালন অৰ্থ দোৰ্দণ্ড প্ৰতাপেৰে শাসন কৰা বা মানুহক ভয় আৰু অভাৱৰ বলত ৰাখি নিৰ্জীৱ শান্ত অৱস্থাত ৰখাই নহয়। পালন অৰ্থে ৰক্ষণ। যাৰ যি ভাল আছে তাক ৰাখিব লাগে। যাৰ যি বেয়া আছে তাক গুচাব লাগে। যাৰ দৈন্য আছে তাৰ দৈন্য গুচাব লাগে। যাৰ প্ৰাচুৰ্য্য আছে তাৰ পৰা দীনক দিয়াবৰ উপায় কৰিব লাগে। জীৱনত আনন্দ লাগে, নিৰ্ভয়তা লাগে,

উৎসাহ লাগে, আকাঙ্ক্ষা লাগে। বলীয়ে নিৰ্বলক সহায় কৰিব লাগে; উৎপীড়ন কৰিলে বলৰ অপব্যৱহাৰ হয়। বিজ্ঞজনে অজ্ঞজনক সজ্ঞশিক্ষা দিব লাগে; বুদ্ধি ভ্ৰংশ কৰালে নিজৰ আৰু সমাজৰ অপকাৰ কৰা হয়। ধনৱন্তই নিৰ্ধনীক উপাৰ্জনৰ বাট দেখুৱাই দিব লাগে; শোষণ কৰিলে নিজৰ বুদ্ধিৰ নিজৰ সামৰ্থ্যৰ সদ্ ব্যৱহাৰ কৰা নহয়। এই প্ৰকাৰে সকলোৱে মিলি-জুলি সঙ্ঘবদ্ধ হৈ পৰস্পৰে পৰস্পৰৰ হিতৰ অৰ্থে জগতৰ গতি নিয়ত কৰিব লাগে।

ইয়াকে কৰিব নোৱাৰাৰ পৰা, অথবা এই লক্ষলৈ মন নকৰি, নিজৰ নিজৰ সংকীৰ্ণ আৰু ক্ষুদ্ৰ স্বাৰ্থৰ অৰ্থে সকলোৱে যত্নপৰ হোৱাৰ পৰা সমাজত নানা প্ৰকাৰ দুৰ্গতি, দুৰ্নীতি, নিৰ্যাতন আৰু ভীতিসমূহৰ উৎপত্তি হৈছে। শৰীৰ ভালে থাকিবলৈ শৰীৰৰ প্ৰতি অঙ্গ ভালে থাকিব লাগে। সমাজ ভালে থাকিবলৈ সমাজৰ প্ৰতিজন লোকে কুশল অৱস্থাত থাকিব লাগে। আৰু জগত ভালে থাকিবলৈকে প্ৰতি সমাজ, প্ৰতি জগতবাসী পৰস্পৰে পৰস্পৰৰ প্ৰতি মৈত্ৰী, প্ৰীতি আৰু সহানুভূতিশীল হব লাগে।

এনে সবল, সুন্দৰ, স্নেহশীল জীৱন তথা সমাজ গঠনৰ কাৰণে আমি তলত দিয়া প্ৰশ্ন কেইটা গভীৰভাৱে বিবেচনা কৰি চোৱা আৱশ্যক।

(১) জীৱনৰ লক্ষ্য কি অৰ্থাৎ আমি কি কৰিবলৈ জীয়াই আছো আৰু জী থাকিবলৈ ইচ্ছা কৰো।

(২) ইয়াৰ বাবে আমাৰ জীৱনটোক কি প্ৰকাৰে নিয়ন্ত্ৰণ কৰা উচিত।

আৰু [৩] প্ৰতিজন মানুহে কি প্ৰকাৰে চলিলে আমি নিজে আৰু আন সকলোৱে সুখ শান্তিত থাকি, অভাৱ আৰু ভয়ৰ পৰা মুক্ত হৈ থাকিব পাৰিমহঁক। প্ৰেচিডেণ্ট ৰুজভেল্টে তিনি প্ৰকাৰ মুক্তি কামনা কৰে—জগতবাসী লোকৰ পক্ষে -তাৰে দুৰকম হৈছে ভয়ৰ পৰা মুক্তি, অভাৱৰ পৰা মুক্তি।

আৰ্য্য ধৰ্মৰ ব্যৱস্থাপক সকলে এইবিলাক সমস্যা-সাধনৰ কাৰণে তিনিটা উপায় বিধান কৰি গৈছে। প্ৰথম চতুৰ্বৰ্গ, দ্বিতীয় –চতুৰ্বৰ্ণ, আৰু তৃতীয় চতুৰাশ্ৰম। সংক্ষেপতে ইয়াক বৰ্ণাশ্ৰম ধৰ্ম বোলা হয়। এই বৰ্ণাশ্ৰম ধৰ্মৰ কথা মই যি বুজিব পাৰিছো তাৰে চমু আলোচনা কৰিব ইচ্ছা কৰিছোঁ।

চতুৰ্বৰ্গ হৈছে ধৰ্ম,-অৰ্থ,-কাম-মোক্ষ। ধৰ্ম শব্দৰ অৰ্থ আগত অলপ আলোচনা কৰা হৈছে। কৰ্তব্য, সদাচাৰ, ক্ৰিয়াপটুতা, আদি কথাবিলাক এই অৰ্থৰ ভিতৰত পৰে। অৰ্থ শব্দৰ অৰ্থ হৈছে জীৱিকা নিৰ্বাহ কৰিবৰ উপায় কৰি তাৰ পৰা ধনাদি সম্পত্তি সংগ্ৰহ আৰু তাৰ ভোগ। টকা কৰি, ঘৰদুৱাৰ যান বাহন, মাটি-সম্পত্তি, পুত্ৰ-পৰিবাৰ, ভৃত্য-পোষ্য, বিলাসৰ উপকৰণ, ভোগৰ সামগ্ৰী –এই সকলোবিলাক অৰ্থ। আমি নানা গুণে নানাৰকমে অৰ্থ উপাৰ্জন কৰোঁ। কিন্তু অৰ্থৰ প্ৰকৃত ব্যৱহাৰ আমি খুব কমেহে জানো। শাস্ত্ৰত আমি পাইছো—

"আত্মানং ধৰ্ম কৃত্যঞ্চ পুত্ৰ দাৰাণাম্ চপীড়য়ম্।
মোহাদ্ যঃ প্ৰবিনোত্যৰ্থং সকৰ্দৰ্য্য ইতি স্মৃতঃ॥"

[ শ্ৰীধৰ স্বামীৰ টীকা।

আকৌ "পঞ্চধা বিভজেৎ অৰ্থং যশায় চ সুখায় চ।
ধৰ্ম সঞ্চয় পৰেভ্যঃ তদৰ্থং সদুপাৰ্জ্জিতম্ ।।"

[ ভাগৱত ৭ম স্কন্ধ।

"ধৰ্মাৰ্থ কাম মোক্ষানাং প্ৰাণাঃ সংস্থিতি হে এব" কথাষাৰ আমাৰ সকলোৰে মুখে মুখে। ইয়াৰ বহল ব্যাখ্যা নিস্প্ৰয়োজন।

কাম শব্দটোৰ অৰ্থ বিপৰ্যায় ঘটিছে। এতিয়া এই শব্দৰে আমি ভোগৰ আকাঙ্খা মাত্ৰ বুজো। কিন্তু কম্ ধাতুৰ মূলগত অৰ্থ লৈ চালে কাম শব্দৰ প্ৰকৃত তাৎপৰ্য্য ধৰিব পাৰি। যিহক কামনা কৰা যায় সেয়ে কাম্য। যিয়েই কমনীয়, যিহে কান্তি দিয়ে সেই সকলোবিলাক "কাম"ৰ ভিতৰত পৰে। মুঠতে কলা বিদ্যা সুকুমাৰ শিল্প আদি শব্দেৰে যি বুজা যায় "কাম" সমষ্টিগত সেই অৰ্থত ব্যৱহৃত হৈছে। বাৎস্যায়ন প্ৰভৃতিৰ কামসূত্ৰত এই কথাবিলাক স্পষ্ট ভাৱে উল্লেখ আছে। শেষত মোক্ষ হ'ল সকলো সাংসাৰিক চেষ্টাৰ পৰম ফল। সংসাৰ বন্ধনৰ পৰা, মোহ দ্বেষাদিৰ পৰা, সুখ দুখ জ্ঞান আদিৰ পৰা মুক্তি।

এই চাৰিবিধ মানুহৰ পুৰুষাৰ্থ। ধৰ্ম-অৰ্থ-কাম মোক্ষ এই পুৰুষাৰ্থৰ লাভৰ কাৰণে মানুহে মানুহৰ জীৱন আৰু সমাজ নিয়ন্ত্ৰিত কৰি চলিব লাগে। ধৰ্ম-শাস্ত্ৰবিলাকত আমাৰ জীৱন নিয়মিত ৰূপে চলাবলৈ উপযোগী উপদেশ দিয়া আছে। মনু সংহিতা মানৱ ধৰ্ম-শাস্ত্ৰ; অৰ্থাৎ মানুহে কি প্ৰকাৰে চলিলে চতুৰ্বৰ্গ, চাৰি পুৰুষাৰ্থ লাভ কৰি জীৱন নিয়াব পাৰে তাৰ উপদেশ দিয়া আছে।

চাৰি পুৰুষাৰ্থৰ অৰ্থ বুজি তাক লাভ কৰিবৰ উপায—ব্যক্তিগত জীৱনৰ শিক্ষা আৰু সমাজ বন্ধন। শিক্ষা অৰ্থত বহল ভাৱে গোটাই জীৱনৰ সকলো কৰ্তব্য কাৰ্য্যকে বুজোৱা হৈছে। ইয়াৰ কাৰণে জীৱন কালক চাৰিটা আশ্ৰমত ভগোৱা হৈছে, ব্ৰহ্মচৰ্য্য, গাৰ্হস্থ্য, বানপ্ৰস্থ আৰু সন্ন্যাস। এই চাৰি আশ্ৰমৰ কথা সকলোৱে কিছু নহয় কিছু জানে। প্ৰতি আশ্ৰমৰ কাল, কৰ্তব্য আদি ধৰ্মশাস্ত্ৰবিলাকত বিশেষ ভাৱত দিয়া আছে। উপনয়ন অৰ্থ গুৰু-গৃহলৈ শিষ্যক বা ছাত্ৰক নিয়া। এই বিলাক সাধাৰণ, সকলো মানুহেই জানে। অন্ততঃ বাৰ বছৰ কাল গুৰুৰ গৃহত থাকি শাস্ত্ৰ অধ্যয়ন কৰিব লাগে। গুৰুৰ ঘৰত গুৰুৰ গৃহস্থালীৰ সকলো কামকে কৰিব লাগে। তাত দেখি শুনি হাতে হাতে শিক্ষা হয়। সৰু বৰ নাই। সন্দীপনি মুনিৰ ঘৰত কৃষ্ণ আৰু সুদামৰ কথাই তাৰ জ্বলন্ত উদাহৰণ। গুৰুক সেই যুগত কেনেদৰে ভক্তি আৰু শ্ৰদ্ধা কৰিছিল আয়ুধৌম্য গুৰুৰ ঘৰত বেদ, আৰুণি আৰু উপমন্যুৰ উপাখ্যানতে আমি বিচাৰি পাওঁ। শিক্ষাৰ উপায়—"তদ্বিদ্ধি প্ৰণিপাতেন পৰিপ্ৰশ্নেন সেৱায়"—গীতা ৪।৩৪। এই বিলাক কথা অলপ ভাবি চালেই স্তম্ভিত হব লাগে যে আজিকালিৰ কুৰি শতিকাৰ শিক্ষা বিজ্ঞানে যিবিলাক কথা কয় সেই বিলাক আচাৰ সেইবিলাক প্ৰণালী ব্ৰহ্মচৰ্য্যৰ কাৰণে মুনি ঋষি সকলে নিৰূপণ কৰি থৈ গৈছিল। পাছৰ যুগত 'অৱশ্যে আন আন প্ৰকাৰৰ শিক্ষানুষ্ঠান উদ্ভৱ হোৱা দেখা যায়। কিন্তু আৰ্য্য ধৰ্মৰ ব্যৱস্থাপকসকলৰ মূল উদ্দেশ্য সেইটো নাছিল।

প্ৰাচীন আৰ্য্য শাস্ত্ৰ বিহিত চাৰি পুৰুষাৰ্থ আৰু চাৰি আশ্ৰমৰ বিষয় মতদ্বৈধ বৰ নাই।

সকলোৱে স্বীকাৰ কৰে যে সময় চাই আৰু সমাজ চাই এই দুইবিধ চতুৰাশ্ৰম কাৰ্য্যকৰী হোৱা সম্ভৱ। কিন্তু চতুৰ্বৰ্ণ লৈ আজি কালিৰ বিশেষ পশ্চিমীয়া, শিক্ষিত লোকসকল প্ৰায়েই আৰ্য্য ধৰ্মৰ ব্যৱস্থা নিন্দা কৰে। এই নিন্দাৰ মূলত বৰ্ণ শব্দটো আৰু পৰৱৰ্ত্তীযুগত কৰা তাৰ অৰ্থটো। চাৰিবৰ্ণ শব্দৰ পৰা আমি আজিকালি ব্ৰাহ্মণ-ক্ষত্ৰিয়, বৈশ্য-শূদ্ৰ এই চাৰি জাতি বুজো, আৰু এই জাতি জন্মগত অধিকাৰ বুলি ভাবো। ইয়াত মই জাতি ভেদৰ দোষ-গুণ বিচাৰ কৰিব খোজা নাই। কেৱল চাৰিবৰ্ণ শব্দ আৰ্য্য ধৰ্ম প্ৰতিষ্ঠাতাসকলে আদিতে যি অৰ্থত ব্যৱহাৰ কৰিছিল তাৰ কথাহে কব খুজিছোঁ।

"চাতুৰ্বৰ্ণ্যং ময়াসৃষ্টং গুণকৰ্ম বিভাগশঃ।
তস্য কৰ্তাৰমপি মাং বিদ্ধ্যকৰ্তাৰমব্যয়ম্॥" ৪।১৩

তাৰ আগৰ পাছৰ শ্লোক দুটামান অলপ চাবলগীয়া।

যে যথা মাং প্ৰপদ্যন্তে তাংস্তথৈব ভজাম্যহম্।
মম বৰ্ত্মানুবৰ্তন্তে মনুষ্যাঃ পাৰ্থ-সৰ্বশঃ॥৪।১১
কাঙ্ক্ষন্তঃ কৰ্মণাং সিদ্ধিং যজন্ত ইহ দেৱতাঃ।
ক্ষিপ্ৰং হি মানুষে লোকে সিদ্ধিৰ্ভৱতি কৰ্মজা॥৪।১২
ন মাং কৰ্মাণি লিম্পন্তি নম কৰ্মফলে স্পৃহা।
ইতি মাং যোঽভিজনাতি কৰ্মভিৰ্ন স বধ্যতে॥ ৪।১৪

ইয়াত ভগৱানে কৈছে যে গুণ আৰু কৰ্মৰ বিভাগ অনুসৰি তেৱেঁই চাৰিবৰ্ণ সৃষ্টি কৰিলে। তাৰ পূৰ্বে কলে যে যি যেনেকৈ মোক পাব খোজে তাক মই সেইদৰে ভজোঁ বা তাক সেইদৰেই মোৰ আৰাধনা কৰিবলৈ দিওঁ। অৰ্থ এই যে এই চাৰিবৰ্ণ ই মই বিভাগ কৰি দিয়া গুণ কৰ্ম অনুসৰি কাৰ্য্য কৰিলেই মোক পাব পাৰে।

ন বিশেৰোঽস্তি বৰ্ণামাং সৰ্বম্ ব্ৰহ্মমিদমজগৎ।
ব্ৰহ্মণা পূৰ্বসৃষ্টং হি কৰ্মভিৰ্বৰ্ণনাংগত।

[ মহাভাৰত শান্তিপৰ্ব।

এনেকুৱা শাস্ত্ৰ বচন ভূৰি ভূৰি পোৱা যায়। ইয়াৰ পৰা প্ৰতীতি হয় বৰ্ণ ধৰ্ম সঙ্কীৰ্ণ কৰি —"জাতি"ৰ অৰ্থত ব্যৱহাৰ হোৱা নাছিল। কৰ্ম ব্যৱসায় জীৱিকাৰ্জনৰ উপায়—এনেকুৱা অৰ্থত হে বৰ্ণ শব্দ প্ৰথম ব্যৱহাৰ হয়। "জন্মনা জায়তে শূদ্ৰঃ সংস্কাৰাৎ দ্বিজ উচ্যতে।" ইত্যাদি শাস্ত্ৰ বাক্যয়ো বৰ্ণ শব্দৰ অৰ্থ যে জাতি নাছিল এই কথাকে সমৰ্থন কৰে। চাৰিবৰ্ণৰ কৰ্তব্যবিলাক ভগাই দিয়া আছে। তাক সকলোৱে জানে। ব্ৰাহ্মণৰ অধ্যয়ন, অধ্যাপনা, দান, তপ-যজ্ঞ আদি কৰ্তব্য। কিন্তু ধন ঘটা আৰু ধন সঞ্চয় কৰা তেওঁলোকৰ ধৰ্ম বিৰোধী। ক্ষত্ৰিয়ৰ প্ৰজা-পালন ধৰ্ম। বৈশ্যৰ ধৰ্ম ব্যৱসায় আৰু অৰ্থোপাৰ্জন। আৰু শূদ্ৰৰ কৰ্তব্য সমাজ-ৰক্ষণৰ এইবোৰ অৱশ্য কৰ্তব্য কৰ্মত আন তিনি বৰ্ণক সহায় কৰা। অলপ বিবেচনা কৰিলেই বুজা যাব যে যদিহে বৰ্ণ বা জাতি জন্মগত নহে ব্যৱসায় আৰু গুণত হয়—গুণ কৰ্ম বিভাগশঃ—

হয় তেনেহলে কোনো সমাজেই এই চাৰিবিধ লোক নোহোৱা কৰি তিষ্ঠি থাকিব নোৱাৰে। আৰু সকলো সমাজ ব্যৱস্থাতে এই চাৰি শ্ৰেণীৰ লোক থাকিবই লাগিব।

এয়ে সংক্ষেপতে বৰ্ণাশ্ৰম ধৰ্ম।

এতিয়া প্ৰশ্ন হৈছে,—প্ৰথম, এই বৰ্ণাশ্ৰম ধৰ্ম আচৰণৰ পৰা প্ৰাচীন আৰ্য্য সমাজৰ কি ভাল হৈছিল, আৰু দ্বিতীয় যদি এই বৰ্ণাশ্ৰমৰ প্ৰথা ইমানেই সমাজৰ উপযোগী আছিল, তেনেহলে আৰ্য্যসমাজৰ বা হিন্দু-সমাজ আজি ইমান অনুন্নত হল কিয়?

চাৰি পুৰুষাৰ্থৰ কথা নকওঁ। জীৱনৰ উদ্দেশ্য লৈ এই চাৰি পুৰুষাৰ্থৰ বাহিৰেও আন আন কথা কব পাৰি। অথবা সকলো কথাকে এই চাৰিবৰ্ণৰ ভিতৰত পেলাব পাৰি। বৰ্ণাশ্ৰম ধৰ্মৰ দোষ-গুণ উভয়ে আছে। আদিতে যে এই ধৰ্মই প্ৰতিজন মানুহৰ জীৱন সুনিয়মিত কৰি দি জীৱনত সুশীলতা আৰু সমাজত সুশৃংখলতা ৰক্ষা কৰিছিল ইয়াক সহজতে বুজা যায়। ছলি এটা জন্মিলেই কেতিয়া কি কৰিব লাগিব, কোন সময়ত পঢ়িব, কোন বয়সত পঢ়া শেষ কৰিব লাগিব, কেতিয়া বিয়া কৰাব, গাৰ্হস্থ্য জীৱন অতিবাহিত কৰি কেতিয়া বানপ্ৰস্থ অৱলম্বন কৰিব ইত্যাদি কথাত কাৰো একো ভাবিবলগীয়া নাছিল। "পঞ্চাশোৰ্দ্ধে বনং ব্ৰজেৎ।" আজিকালিৰ পেন্সন-লোৱাৰ নিচিনা। তাৰ পাছত সন্ন্যাস। সকলো কাৰ্য্য পৰিত্যাগ কৰি ঈশ্বৰ চিন্তা।

সেইদৰে বৰ্ণধৰ্মতো শিক্ষা সাং কৰি কি কৰিব লাগিব বুলি কাৰো বিমোৰত পৰাৰ আৱশ্যক নাছিল। সকলোৰে কাৰণে বৰ্ণ বা ব্যৱসায় নিৰূপিত আছে। নিজে নিজৰ ব্যৱসায় লৈ থাকিলেই জীৱন যাত্ৰাৰ কাৰণে ভাবিবলগীয়া একো নাছিল। অৱশ্যে নানান কাৰণত পৰৱৰ্ত্তী সময়ত এই ব্যৱস্থা ভাল ভাৱত চলিব নোৱাৰা হ'ল; বিশেষকৈ বৰ্ণ যেতিয়া জাতি হ'ল আৰু ব্যৱসায় হিচাবত বৰ্ণ নহৈ জন্মৰ দ্বাৰা জাতি নিৰ্ণীত হবলৈ ধৰিলে। তেতিয়া বিশিষ্ট বুদ্ধিমন্ত লোকৰ পক্ষে "বৰ্ণ" নিজৰ বৃত্তিৰ সহায়ক নহৈ উন্নতিৰ বাধক হ'ল। কিন্তু যি সময়ত আৰু যেতিয়ালৈকে আৰ্য্য ধৰ্ম বিহোঁতাসকলৰ উদ্দেশ্যলৈ মন ৰাখি এই ব্যৱস্থাবিলাক চলি আছিল, তেতিয়ালৈ এই ব্যৱস্থাবিলাক সমগ্ৰ সমাজৰ কাৰণে বিশেষ উপকাৰী আৰু উপযোগী আছিল।

সকলো ব্যৱস্থাকে বলবৎ ৰাখিবৰ কাৰণে ৰাজশক্তিৰ আৱশ্যক। ৰাজশক্তিৰ ৰক্ষণ ব্যতিৰেকে কোনো ব্যৱস্থা বহুদিনলৈ থাকিব নোৱাৰে। ক্ৰমে ক্ৰমে ভাৰতভূমিত ৰাজশক্তি এনে লোকৰ হাতলৈ গ'ল যি সকলে পূৰ্বৰ বিধানত শ্ৰদ্ধা পোষণ কৰিবলৈ এৰিলে। ক্ৰমে ক্ৰমে আগৰ আচাৰবিলাক নামত পালন কৰা হল। তাৰ অৰ্থ নুবুজা হল, প্ৰকৃত নিয়মবোৰ শিথিল হৈ আছিল। উদাহৰণ স্বৰূপে ইয়াত উল্লেখ কৰিব পাৰি যে উপনয়ন বা ব্ৰাহ্মণৰ দ্বি-জাতিৰ প্ৰধান অনুষ্ঠানটো আজি কালি মাত্ৰ লৌকিকতাত পৰিবৰ্তন হৈছে। ঐতিহাসিক কাৰণতো আৰু আচৰণৰ শিথিলতাতো ৰাজশক্তিও আনৰ হাতত গল। জাতিৰ তথা সমাজ ব্যৱস্থাৰ অধঃপতন ঘটিল।

আমাৰ সমাজত যিবিলাক দুখৰ উদ্ভব হৈছে তাৰ মূল কাৰণ দুটা বুলিব পাৰি—(১)

কৰ্মহীন জীৱন আৰু (২) অৰ্থৰ বৈষম্য। আমাৰ মাজত এনে এক শ্ৰেণীৰ মানুহৰ উদ্ভৱ হৈছে যিবিলাকৰ নিৰ্দিষ্ট কাম নাই। তেওঁলোকে কোনো প্ৰকাৰে খাই বৈ থাকে, কোনো এটা উদ্দেশ্যলৈ কোনো কামকে কৰিব নোৱাৰে বা কৰিবৰ দিহা নাপায়। তেওঁলোকৰ পৰা সমাজত অশান্তিৰ সৃষ্টি হয়। দ্বিতীয় কথাটো এই যে কোনো মানুহ বৰ ধনী বা সম্পত্তিশালী আৰু কোনো কোনোৱে দিন-ৰাতি খাটিও পেটৰ ভাতকে মুকলি কৰিব নোৱাৰে। এই দুয়োটা সমস্যাকে আৰ্য্য ধৰ্মৰ বৰ্ণাশ্ৰম ব্যৱস্থাৰ দ্বাৰা সমাধান কৰা হৈছিল।

কিন্তু সম্পূৰ্ণৰূপে আজিকালি বৰ্ণাশ্ৰম ধৰ্ম পুনৰ স্থাপন কৰিবলৈ গলে আমি এই কাৰ্য্যত কৃতকাৰ্য্য হব নোৱাৰিম। আজিকালিৰ সমাজৰ অৱস্থা আৰু এই পৰিবৰ্ত্তনৰ পাছত মানুহৰ ভাৱধাৰাই কি ৰূপ গ্ৰহণ কৰিব—এইবিলাক ভালদৰে ভাবিচিন্তি চাইহে আমাৰ কৰ্তব্য নিৰ্ধাৰণ কৰিব লাগিব।

আজিকালি স্থাপিত হোৱা অনুষ্ঠানবিলাকে কৰিব লগীয়া কথা অনেক আছে আৰু বহুত কাম ইতিমধ্যে আৰম্ভ কৰি দিছেও। মই ইয়াত মাত্ৰ সামান্যভাৱে কেইটিমান বিষয়হে আলোচনা কৰিব খুজিছোঁ।

বিদ্যাৰ প্ৰতি আমাৰ দেশত বৰ আগ্ৰহ আছিল; আৰু বিদ্যাৰ পৰাই ধৰ্মাৰ্থ এই তিনি পুৰুষাৰ্থ সিদ্ধ হৈছিল।

"বিদ্যা দদাতি বিনয়ং বিনয়াদ যাতি পাত্ৰতাম।
পাত্ৰতাদ্ ধনমাদপ্ৰাতি ধনাদ্ধৰ্মঃ ততঃ সুখম ॥"

বিদ্যাই—"শ্ৰিয়ঃ পদুগ্ধে বিপদং ৰুণদ্ধি যশাংসি সূতে
মলিনং প্ৰমাষ্টি।
সংস্কাৰ শৌচেন নৰং পুণীতে শুদ্ধাহি ভূমিঃ ঝিল কল্মধেমঃ"—
আৰু মাতেৰ ৰক্ষতি পিতেৰ হিতে নিযুংক্তে
কান্তেৰ চাপি ৰময়তাপমীয় খেদম্।
লক্ষ্মীং তনোতি বিতনোতি চদিক্ষু
কীৰ্ত্তিং কিং কিং ন সাধয়তি কল্পলতেৰ বিদ্যা।

বিদ্যাবিহীন পশু। কিন্তু—
যস্য নাস্তি বিবেকস্তু কেবলং যো বাহুশ্ৰুতঃ।
ন স জানাতি শাস্ত্ৰাৰ্থাম্ দৰ্বী পাকৰ সানিব ॥

সেই দেখি শাস্ত্ৰ পঢ়িও মানুহ মূৰ্খ হৈ থাকিব পাৰে। যি শাস্ত্ৰৰ উপদেশ কামত খটাই, যি ক্ৰিয়াৱান সেয়েহে পুৰুষ।

পঠকঃ পাঠকশ্চৈৱ যে চান্যে শাস্ত্ৰ পাঠকাঃ।
সৰ্বে ব্যাসনিনো জ্ঞেয়া যঃ ক্ৰিয়াৱান্ স পণ্ডিতঃ ॥
—মহাভাৰত তৃতীয়

সেইদেখি চৰিত্ৰ, কৰ্তব্য-নিষ্ঠা গুণত আমাৰ শাস্ত্ৰই বিশেষ মন দিছিল—

"সাৱিত্ৰীমাত্ৰ সাৰোঽপি বৰং বিপ্ৰঃ সুখং ব্ৰিতঃ ॥
নাযন্ত্ৰিতস্ত্ৰিবেদোঽপি সৰ্বাশী সৰ্ববিক্ৰয়ী ?

—মহাভাৰত

আৰ্য্য ধৰ্মৰ আৰু এটা বিশেষ মতৰ অলপ কথা কবলগীয়া আছে—

"জায়মানো বৈ ব্ৰাহ্মণং ত্ৰিভিঃ ঋণৈ জায়াতে।
যজ্ঞেন দেবেভ্যো ব্ৰহ্মচৰ্যেম ঋষিভ্যো প্ৰজয়া পিতৃভ্যঃ ॥

এই তিনিঋণৰ অৰ্থ হল যে যজ্ঞৰ দ্বাৰা অৰ্থাৎ পুৰ্ব্বাপৰ আচৰিত আচাৰসমূহ পালনৰ দ্বাৰা দেৱ-ঋণ শোধ কৰিব লাগে। তাৰ পৰা মানুহৰ আচাৰ-ব্যৱহাৰ অভ্যাস, স্বভাৱ-চৰিত্ৰ নিৰূপিত হয়। ব্ৰহ্মচৰ্য্যৰ দ্বাৰা অৰ্থাৎ ঋষি মুনিসকলে যিবিলাক তত্ব কথা লিপিবদ্ধ কৰি থৈ গৈছে তাক পঢ়ি শুনি তাৰ কথা ভালদৰে জানিব লাগে। জানিলে ঋষি-ঋণ শোধ হয়। অৰ্থাৎ পূৰ্বপুৰুষৰ লগত আমাৰ কৃষ্টিগত সম্পৰ্ক স্থায়ী হয়। অতীত পাহৰিলে ভবিষ্যতে নাথাকে আৰু সন্তান উৎপাদন কৰি পিতৃঋণ শোধ কৰিব লাগে বা বংশ ৰক্ষা কৰি সমাজক স্থায়ী কৰিব লাগে।

এতেকে আৰ্য্য-ধৰ্ম সংৰক্ষণ অৰ্থত সমাজক সুদৃঢ় ভেটিত স্থাপন কৰি যাতে সমাজৰ প্ৰতি-জন লোকেই শান্তি পায়, সুখত থাকে, অভাৱত নপৰে, আৰু যাতে সমাজত বিশৃঙ্খলা নঘটে, বিপ্লৱ নহয়, অসূয়া দ্বেষ আদি নাথাকে—এইবিলাক উদ্দেশ্য সিদ্ধিৰ কাৰণে প্ৰাচীন ঋষি-মুনি-সকলে ত্ৰিবিধ চতুৰাশ্ৰয় আৰু ত্ৰিবিধ ঋণৰ শিক্ষা আমাক দি গৈছে। দেশ কাল পাত্ৰ চাই আমি আমাৰ জীৱনত আৰু আমাৰ সময়ত খটাবৰ কাৰণে চেষ্টাৱান হব লাগে।

"ওঁ সৰ্বস্তৰতু দুৰ্গাণি, সৰ্ব্বোভদ্ৰাণি পশ্যতু।
সৰ্বঃ সদ্বুদ্ধি মাপ্নোতু, সৰ্বঃ সৰ্বত্ৰ নন্দতু" ॥*

—

কামৰূপ আৰ্য্য-ধৰ্ম ৰক্ষিণী সভাৰ অধিবেশন ২৫।৩।৪৩ তাৰিখে অনুষ্ঠিত হয়

# গুৰু গোবিন্দ সিংহৰ জন্মোৎসৱ

## ১। জন্ম সপ্তমী

ইংৰাজী ১৬৬০ খৃষ্টাব্দৰ অৰ্থাৎ ২৮১ বছৰ আগেয়ে, আজিৰ তিথিত পুণ্যশ্লোক গুৰু গোবিন্দ সিংৰ আবিৰ্ভাব হয়। তেতিয়া তেওঁৰ পিতৃ গুৰু তেগ বাহাদুৰ পাটনাত—প্ৰায় পলৰীয়া অৱস্থাত। পাটনা নগৰতে পুহ মাহৰ শুক্লা সপ্তমী তিথিৰ শেষ নিশাত ধনিষ্ঠা নক্ষত্ৰত গুৰুদেৱৰ জন্ম লাভ হয়। শিখসকলে এই তিথি শ্ৰীকৃষ্ণৰ জন্মাষ্টমী তিথিৰ নিচিনা পালন কৰে। কিয় কৰে তাক বুজিবলৈ হলে শিখ সম্প্ৰদায় সংগঠন গুৰু গোবিন্দ সিংহৰ যি অমূল্যদান তাক বিচাৰ কৰি চাব লাগে। এই কথা পাছত বহলাই আলোচনা কৰা হব।

## ২। নগাৱঁৰ শিখ

আমাৰ দেশত শিখ সম্প্ৰদায়ৰ কিছু লোক আছে। তেওঁলোকৰ অনেকে বেলেগ বেলেগ ঠাইত থাকি পৃত কৰ্ম কৰি জীৱিকা নিৰ্বাহ কৰে। কিন্তু অনেকে পুৰুষানুক্ৰমে আমাৰ দেশতে বস বাস কৰি সম্পূৰ্ণৰূপ অসমীয়া জাতিৰ অঙ্গ আৰু শক্তি বৃদ্ধি কৰিছে। ১৯৪১ চনৰ চেন্সাচ অনুসৰি আমাৰ দেশত শিখ মানুহৰ সংখ্যা চাৰিহেজাৰ। ১৯৩১ চনৰ চেন্সাচ অনুসৰি নগাওঁ জিলাত ৬৩২ জন শিখৰ সংখ্যা দিয়া আছে। তাৰে ৩৩৯ জন মতা আৰু ২৯৩ জনী মাইকী। আন আন জিলাত পুৰুষৰ অনুপাতত তিৰোতাৰ সংখ্যা তাকৰ। তাৰে পৰা অনুমান কৰিব পাৰি যে নগাৱঁত যেনেকৈ ঘৰ-বাৰী কৰি শিখসকলে অসমীয়া গাওঁ পাতি বাস কৰিছে, আন জিলাত তিমান দৰে থাকিবলৈ লোৱা নাই।* সেইদেখি নগাৱঁৰ এই গাৱঁতে এই উৎসৱ বিশেষ প্ৰকাৰে পাতা হয়।

* ১৯৩১ চনৰ চেন্সাচ

| | Persons | Males | Females |
|---|---|---|---|
| Assam......... | 2,729 | 1,918 | 811 |
| British Territory... | 2,497 | 1,740 | 757 |
| Assam Valley Divison ... | 2 241 | 1,563 | 678 |
| Goalpara...... | 36 | 24 | 12 |
| Kamrup...... | 89 | 66 | 23 |
| Darrang...... | 147 | 97 | 50 |
| Nowgong... | 632 | 339 | 293 |
| Sibsagar... | 304 | 221 | 83 |
| Lakhimpur · | 1,025 | 810 | 285 |
| Garo Hills... | 8 | 6 | 2 |
| Sadiya Frontier Tract | 34 | 15 | 19 |
| Assam States ..... | 232 | 178 | 54 |

৩। শিখ ধৰ্মৰ মূল শিক্ষা

শিখ ধৰ্মৰ মূল কথা বুজিবলৈ অসমীয়া মানুহে বেছি প্ৰয়াস কৰিব নালাগে। কাৰণ মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্মৰ লগত শিখ ধৰ্মৰ মূল তথ্যবিলাকৰ মিল দেখা যাব। গুৰু নানকৰ আবিৰ্ভাৱৰ কাল ১৪৬৯ খৃঃ আৰু তিৰোভাৱৰ কাল ১৫৩৯ খৃঃ—জীৱন কাল ৭০ বছৰ। গুৰু শঙ্কৰৰ আবিৰ্ভাৱ আৰু তিৰোভাৱ এই সময়ৰে আগ পিছা। শঙ্কৰদেৱ গুৰু নানকতকৈ কিছু ডাঙৰ, কিন্তু তেৰাৰ পৰলোক হয় প্ৰায় ৩০ বছৰ পাছত। এই সময়ত গোটাই ভাৰত তথা—পৃথিৱীজুৰি—ধৰ্ম বিষয়ক সংস্কাৰৰ যি এটা ঢৌ উঠে, গুৰু নানকে পশ্চিম ভাৰতত আৰু শঙ্কৰে পুব ভাৰতত সেই ধৰ্ম ভাৱৰ আলম লৈ সেই সেই ঠাইৰ জাতীয় আৰু সামাজিক জীৱনত একোটা নতুন প্ৰেৰণা দিয়ে।

শিখ শব্দৰ মূল অৰ্থ শিষ্য। শিখ ধৰ্মৰ কেইবাটিও বিশেষত্ব আছে। তাৰ ভিতৰত এই কেইটা প্ৰধান। ১। জাতিভেদ নামানে। হিন্দু মুছলমানৰো ভেদ নাই। ২। তেওঁলোক সম্পূৰ্ণ একেশ্বৰবাদী। সকলো ধৰ্মৰে মূলতঃ মিল গুৰুৰ এই শিক্ষা আছিল। মুছলমান সম্প্ৰদায়ৰ লোক কিছুমানক উপদেশ দিওঁতে গুৰু নানকে কৈছিল—

"প্ৰেমৰ মচজিদত বিশ্বাসৰ দলিচা পাৰি প্ৰাৰ্থনা
কৰিবা। প্ৰথমে সত্যক আশ্ৰয় কৰিবা,
দ্বিতীয়তে সদুপায়েৰে জীৱিকা অৰ্জন কৰিবা ;
তৃতীয়তে ঈশ্বৰৰ নামত ফল দিবা ; চতুৰ্থতে
সদুদ্দেশ্যত স্থিৰ থাকিবা আৰু পঞ্চমত
ঈশ্বৰৰ নাম কীৰ্তন কৰিবা। তুমি যদি
মুছলমান হোৱা কলমা অনুসৰি চলিবা"।

৩। শিখ ধৰ্মৰ মতে জীৱাত্মা আৰু পৰমাত্মা একে বস্তু। পৰমাত্মাৰ সন্ধান পালে জীৱ মুক্ত হয়। কিন্তু যেতিয়ালৈ জীৱাত্মাই নিজক কৰ্মৰ কৰ্তা বুলি জ্ঞান কৰি থাকে তেতিয়ালৈ জীৱাত্মাৰ পুনৰ্জন্ম হয়। মহাপুৰুষ মাধৱদেৱৰ নাম-ঘোষাৰ শিক্ষাও এনে।

"তিনি গুণময় যত জ্ঞান কৰ্ম
কেৱল বন্ধকাৰণ
জানি তাক ত্যজি একান্ত ভকতি
ভজিয়ো কৃষ্ণ চৰণ ।২১২
কৰ্মত বিশ্বাস যাৰ হিয়াত থাকন্তে হৰি
আতিশয় দূৰ হোন্ত তাৰ।
অহঙ্কাৰ থাকন্তেও সাক্ষাতে কৃষ্ণক পাৱে
শ্ৰৱণ কীৰ্তন ধৰ্ম যাৰ।"৬

৪। শিখ ধৰ্মও মায়াবাদী। সৃষ্টি ঈশ্বৰৰ লীলা, এটা ছায়া মাত্ৰ, অস্থায়ী। ই মায়াৰ পৰা জন্মে। সত্ত্ব, ৰজঃ আৰু তমঃ এই ত্ৰিগুণেৰে সৃষ্টি প্ৰকাশ পায়। গুৰু নানকে কৈছে—

"বিশ্ব ব্ৰহ্মাণ্ড ঈশ্বৰৰ ছায়া মাত্ৰ, ত্ৰিগুণান্বিত মায়াৰ মাজত সৃষ্টিৰ প্ৰকাশ পাইছে। এই সৃষ্টি জন্ম-মৃত্যুৰ অধীন।"

আমাৰ শাস্ত্ৰতো আছে—

"মায়া আদি কৰি সমস্তে অসন্ত
জানিবা জড নিশ্চয়।
হৰি মাত্ৰ সত্য চৈতন্য ঈশ্বৰ
পৰম তত্ত্ব নিৰ্ণয়।২০৫

এনে বিলাক শিক্ষা শিখ ধৰ্মৰ মূল ভেটি। ইয়াত আচাৰ বিচাৰৰ কটকটীয়া নিয়ম নাই। এনেকি সামাজিক অনুষ্ঠান বিলাকতো শিখ গুৰুসকলৰ আস্থা নাছিল। সামাজিক আচাৰ ৰীতি অনুসৰি বহুতো বস্তু অপবিত্ৰ বুলি কোৱা হয়। গুৰু নানকে অপবিত্ৰ বস্তুৰ ব্যাখ্যা কৰিছে—

"মনৰ মলি লোভ, জিভাৰ মলি অসত্য,
চকুৰ মলি পৰস্ত্ৰীৰ আৰু পৰ ধনৰ প্ৰতি
আকাঙ্ক্ষা, কাণৰ মলি পৰনিন্দা শ্ৰৱণ।
গুৰু নানকে কয়, যি হিংসা ভাব
পোষণ কৰে, সি মৃত্যু লোকলৈ যায়।

এনে বিলাক শিক্ষাৰ গুণত গুৰু নানকৰ মতত অনেক লোক দীক্ষিত হল।

## ৪। শিখ ধৰ্মৰ ক্ৰম বিকাশ :—

খৃষ্টাব্দ ১৫৮১ শকত অৰ্থাৎ গুৰু নানকৰ তিৰোভাৱৰ ৪২ বছৰ পাছত পঞ্চম গুৰু অৰ্জুনদাস শিখ গুৰু হয়। এওঁ পূৰ্ব গুৰুসকলৰ বাণীবিলাক মণিবদ্ধ কৰি আৰু নিজৰো শিক্ষা লিপিবদ্ধ কৰি আদি গ্ৰন্থচাহেব গুৰু গ্ৰন্থ চাহেব সংগ্ৰহ কৰে। এওঁৰ দিনত শিখ সম্প্ৰদায়ক কিছু পৰিমাণে সংঘবদ্ধ কৰা হয়, আৰু যাতে সকলো শিষ্যই গুৰুক কৰ কাটাল দি সম্প্ৰদায় বল বৃদ্ধি কৰিবৰ উপায় কৰে তাৰ অৰ্থে এওঁ কিছুমান লোকক মচন্দ বিষয় দিয়ে। এওঁলোকৰ বাব আছিল আমাৰদেশৰ সত্ৰবিলাকৰ মেধিৰ দৰে। এওঁলোকে শিষ্যৰ ঘৰে ঘৰে গৈ গুৰু কৰ গোটাইছিল। কালক্ৰমত এওঁবিলাকৰ এই বিষয়ত বহুতো ক্ৰটী-বিচ্যুতি ঘটিল। এই কাৰণে গুৰু গোবিন্দ সিংহৰ দিনত এওঁলোকৰ বিষয় উঠাই দিয়া হ'ল। অৰ্জুন দাসৰ পুত্ৰ হৰগোবিন্দজী। এওঁ লৰা কালতে গুৰু পদ লাভ কৰে। এওঁৰ দিনত দেখা গল যে কেৱল সাত্বিক ভাৱক আশ্ৰয় কৰি ঈশ্বৰ আৰাধনা কৰি থাকিলেই এটা সম্প্ৰদায়ৰ ৰক্ষা নহয়। গতিকে পোনতে এওঁৰ দিনতেই শিখ বিলাকক যুদ্ধবিদ্যা শিকোৱাৰ দিহা কৰা হয়। এওঁ ধৰ্মগুৰু আৰু ৰাষ্ট্ৰ নায়ক দুয়ো ৰকমে থাকি শিখ সম্প্ৰদায়ক শক্তিশালী কৰি তোলে। স্বভাৱতেই তেতিয়াৰ সাৰ্বভৌম ৰাজক্ষমতাৰ লগত শিখ শক্তিৰ সংঘৰ্ষ হয়। নবম গুৰু তেগ বাহাদুৰ। তেওঁ ৰাজৰোষত প্ৰাণ ত্যাগ কৰিবলগীয়া হয়। তেওঁ কিছুকাল পূব দেশত আছিল। ধুবুৰীত এটা শিখৰ মন্দিৰ আছে। সেই মন্দিৰ তেগ বাহাদুৰৰ দিনত স্থাপিত হোৱা বুলি প্ৰসিদ্ধ আছে। এই কালে থাকোতেই পাটনা নগৰত গুৰু গোবিন্দ সিংহৰ জন্ম হয়, পূৰ্বেই কোৱা হৈছে।

## ৫। গুৰু গোবিন্দ সিংহ

১৬৭৫ খৃষ্টাব্দত তেগ বাহাদুৰ গুৰুজীৰ পৰলোক হয়। গুৰু গোবিন্দৰ সিংহৰ তেতিয়া পোন্ধৰ বছৰ বয়স। এই বয়সতে তেওঁ গুৰু পদৰ অধিকাৰী হয়। গুৰু গোবিন্দ সিংহৰ জীৱন নানা প্ৰকাৰ বিচিত্ৰ আৰু ৰোমাঞ্চকৰ ঘটনাৰে পৰিপূৰ্ণ। তেওঁ শিখ সম্প্ৰদায়ক সকলো প্ৰকাৰ ত্যাগ, দৃঢ়মনা, সাহী আৰু বীৰ জাতি কৰি তুলিবলৈ সংকল্প কৰিছিল। আৰু সেই সাধনাত সিদ্ধি লাভ কৰিছিল। গুৰু গোবিন্দ সিংহৰ সংক্ষেপ জীৱনী এই—তেওঁৰ জন্ম হয় পাটনা নগৰত ১৬৬০ খৃঃত। ১৬৭৫ খৃঃত তেওঁ গুৰু পদ লাভ কৰে। তাৰ পাছত প্ৰায় কুৰি বছৰ কাল তেওঁ চাৰিওফালে শিখ সংগঠনৰ নানা প্ৰকাৰ কাৰ্য্যত ঘূৰি ফুৰে। গুৰুৱে একসময়ত শিষ্য সকলৰ এখন দেৱান ( সমাজ ) পাতি শিষ্যসকলক কলে যে শিখ সম্প্ৰদায়ক গঢ়ি তুলিবলৈ নৰ বলিৰ প্ৰয়োজন। শিষ্যসকলক প্ৰস্তুত হবলৈ কৈ গুৰুৱে মন্দিৰৰ অভ্যন্তৰত প্ৰৱেশ কৰিলে। গুৰুৰ বাক্য শুনি তৎক্ষণাৎ এজন এজনকৈ পাঁচজন শিখ বলিৰ বাবে প্ৰস্তুত হৈ আহিল। এই উপায়েৰে গুৰুৱে শিষ্যসকলৰ সাহ, নিষ্ঠা আৰু দৃঢ় চিত্তৰ পৰীক্ষা কৰিলে মাত্ৰ। তেওঁ এই পাঁচজনকে মূল কৰি লৈ শিখৰ মাজত খালচা সম্প্ৰদায়ৰ আৰম্ভ কৰিলে। খালচা অৰ্থ সত্য, প্ৰকৃত।

সংগঠন কাৰ্য্যত ঘূৰি ফুৰোতে গুৰুৱে অনেক যুদ্ধ বাগৰ কৰিব লগীয়া হয়। যুদ্ধতে তেওঁ চাৰিজন পুত্ৰ মৰা পৰে। শেষত মোগল সম্ৰাট বাহাদুৰ চাহৰ লগত মিত্ৰতা হয়। ১৭০৮ খৃষ্টাব্দত তেওঁৰ পালিত এজন পাঠান ভৃত্যই তেওঁক হত্যা কৰে।

## ৬। শিখ সম্প্ৰদায়

আজি কালি শিখৰ দুটা সম্প্ৰদায় আছে—কেশধাৰী আৰু সহজধাৰী। কেশধাৰী সকল খালচা, আৰু সহজধাৰী সকল সাধাৰণ গৃহস্থ। কেশধাৰীসকলে কেশ, কৃপাণ, কচ্ছ ( কৰছ ) কাংখা আৰু কাৰা ককাবাদি এই পাঁচবিধ বস্তু ধাৰণ কৰিব লাগে। অৰ্থাৎ তেওঁলোকে চুলি বাঁখিব লাগে, এখন লোৰ অস্ত্ৰ লগত ৰাখিব লাগে, সদায় কৰচ বা তলত সৰু পায়জামা পিন্ধিব লাগে, চুলিত এখন ফণী বাখিব লাগে আৰু হাতত এপাত লোহাৰ বালা পিন্ধিব লাগে। এয়ে খালচা বা যুঁজাৰু শিখৰ পোছাক। কোনো এটা Uniform পিন্ধা অৰ্থাৎ একে প্ৰকাৰে সাজেৰে ভূষিত হৈ থকাটো হেই সেই সঙ্ঘৰ একতাৰ কাৰণে কিমান আৱশ্যক তাক গুৰুৱে ভাল কৰি জানিছিল। এই বীৰ-বেশেৰে সাজি পাৰি থকাত খালচা শিখসকলৰ মনৰ গতি বীৰত্ব ভাৱেৰে কিমান দূৰ অনুপ্ৰাণিত হৈ থাকে তাক অলপ ভাবি চালেই বুজিব পাৰি।

## ৭। অমৃত সংস্কাৰ

এই বীৰত্বৰ আদৰ্শ যাতে ছলি অৱস্থাতে মতা-মাইকী নিৰ্বিশেষে শিখৰ মনত ভালদৰে সোমাই তাৰো দিহা কৰা হৈছিল। শিখ সকলৰ অমৃত-সংস্কাৰ বুলি এটা অনুষ্ঠান আছে। শিখ ধৰ্মত এই অনুষ্ঠান উপনয়ন, আদি অনুষ্ঠানৰ, ঠাই অধিকাৰ কৰিছে।

অমৃত প্ৰস্তুত কৰাৰ নিয়ম এনে। বিশ্বাসী, সত্যবাদী আৰু আন সকলো প্ৰকাৰে উপযুক্ত পাঁচজন খালচা শিখ বাছি উলিওৱা হয়। এওঁলোক অনুষ্ঠানৰ কৰ্তা। এটা লোহাৰ পাত্ৰত

পানী খোৱা হয়। তাতে বাতচা কিছুমান দিব লাগে। এই পাঁচজনৰ প্ৰত্যেকে এজন এজন কৰি বাটিতো বাওঁহাতেৰে ধৰি থাকে, আৰু সোঁহাতত এখন দুইমুখীয়া কৃপাণ লৈ তাৰে বাতচা খিনি লৰাই দিয়ে। তেওঁলোকৰ ভিতৰত যিজনা সকলোতকৈ ডাঙৰ তেওঁ এইদৰে পানী লৰাই দিয়াৰ লগে লগে জপজী চাহেবৰ মন্ত্ৰ খিনি সম্পূৰ্ণ কৰি গায়। আন কেইজনে বীৰ-আসন কৰি বহি একান্ত ভাবে ধ্যান কৰি মন্ত্ৰ শুনি থাকে আৰু অমৃত প্ৰস্তুত কাৰ্য্যত সমস্ত মনোযোগ নিক্ষেপ কৰে। প্ৰথমজনৰ জপজী গোৱা হলে দ্বিতীয় জনে অনুৰূপে জাপ চাহেব গায়। দ্বিতীয় জনৰ পিচত তৃতীয় জনে দশম গুৰুৰ (গোবিন্দ সিংহৰ) ৰচিত দহোটা চেৱৰা বা শ্লোক গায়। চতুৰ্থ জনে চৌপই আৰু পঞ্চম জনে আনন্দ চাহেব গায়। চেৱৰা, চৌপই আৰু আনন্দ চাহেব গাওঁতেও প্ৰথম আৰু দ্বিতীয় জনৰ অনুৰূপে গোৱাৰ লগে লগে পাত্ৰৰ পানী লৰাই থাকে।* এইদৰে গোৱা শেষ হলে অমৃত প্ৰস্তুত শেষ হল।

লৰা-ছোৱালী উভয়কে দীক্ষা দিয়া হয়। শিখ-ধৰ্ম্মৰ সাধাৰণ কথা বুজিব পৰা হলে লৰা ছোৱালী বিলাকৰ দীক্ষাৰ কাৰণে উপস্থিত হয় আৰু দীক্ষা পাবলৈ প্ৰাৰ্থনা কৰে। যিজন শিখ আগেয়ে বছা পাঁচজন দীক্ষাদাতাৰ ভিতৰত প্ৰবল তেওঁ দীক্ষা লব খোজাসকলক তলত দিয়া উপদেশ দিয়ে।

(১) গুৰু গ্ৰন্থ চাহেবক গুৰু বুলি বিশ্বাস কৰিবা আৰু দিনে শিখৰ প্ৰণালী মতে ঈশ্বৰ উপাসনা কৰিবা।

(২) শিখৰ পাঁচবিধ বস্তু লগত ৰাখিবা।

(৩) সকলো শিখকে ভ্ৰাতৃ জ্ঞান কৰিবা।

(৪) নিজৰ সমাজ আৰু দেশৰ প্ৰতি কৰ্ত্তব্য কৰিবা।

(৫) যি গুৰুৰ মতে নচলে তাৰ সংগ নলবা।

(৬) কোনো মাদক দ্ৰব্য, ব্যৱহাৰ নকৰিবা আৰু ধপাতো নাখাবা।

(৭) স্ত্ৰীলোকক সন্মান ৰাখিবা।

(৮) নিজ পৰিশ্ৰমেৰে জীৱিকা আৰ্জিবা।

(৯) "অকাল" অৰ্থাৎ অনন্ত এক ঈশ্বৰক হে পূজা কৰিবা।

(১০) গুণ-মন্ত্ৰত বিশ্বাস নকৰিবা। —অৰ্থাৎ কুসংস্কাৰৰ পৰা মুক্ত থাকিব।

(১১) জাঠা-বন্দী (শিখ-সংঘ) ৰ নিয়ম মানি চলিবা।

(১২) শিক্ষা আৰু শিল্পৰ উন্নতি কৰিবলৈ যত্ন কৰিবা।

(১৩) গুৰু গোবিন্দ সিংহক পিতা আৰু মাতা চাহেব কুৱাৰক মাতা বুলি জ্ঞান কৰিবা, আৰু অমৃত সংস্কাৰ হোৱা লোকক নিজৰ ভ্ৰাতা বুলি ভাবিবা।

(১৪) নিয়মৰ বাহিৰা কোনো কাম নকৰিবা।

(১৫) যি টকা নিজে সঞ্চিত কৰিব পাৰা তাৰে দহভাগৰ এভাগ দান কৰিবা।

---

* জপজী চাহেব, জাপ চাহেব, চেৱৰা চৌপই, আনন্দ চাহেব আদি গ্ৰন্থ-চাহেবৰ বেলেগ বেলেগ আধ্যায়ৰ নাম।

(১৩) সদাই অস্ত্ৰ বিদ্যা চৰ্চা কৰিবা, আৰু গুৰু মন্ত্ৰ (অৰ্থাৎ শিখ সম্প্ৰদায়ৰ) হকে প্ৰাণকো বিসৰ্জন দিবলৈ প্ৰস্তুত থাকিবা।

এইবিলাক প্ৰতিজ্ঞাই বয়-স্কাউটৰ আৰু মধ্য যুগৰ নাইট সকলৰ প্ৰতিজ্ঞা বিলাক মনত পেলাই দিয়ে। কোমল বয়সতে এনেবোৰ শিক্ষা মনৰ মাজত বদ্ধমূল কৰি দিলে যি জাতি গঠিত হব পাৰে তাৰ নমুনা আজি আমি শিখ যোদ্ধা, শিখ কৰ্মী, শিখ কৃষক এই সকলৰ মাজত দেখিছো। চুলি-দাঢ়ি-গোফ-পাগুৰীৰে সুশোভিত শিখ এজনক দেখিলেও আমাৰ মনলৈ সাহ আহে। তাৰ মূলত গুৰু গোবিন্দ সিংহৰ এনে শিক্ষা।

ওপৰৰ কথাবিলাক ভালদৰে বুজাই দিয়াৰ পাছত দীক্ষা লব অহা লৰা ছোৱালীবিলাকে এই শিক্ষাবিলাক পালন কৰিব বুলি প্ৰতিজ্ঞা কৰে। তেওঁলোকে বীৰ-আসন পাতি বহে আৰু দীক্ষা দাতা পাঁচজনৰ ভিতৰৰ প্ৰধানজনে তেওঁলোকে হাতৰ তলুৱাত অলপ অলপ অমৃত ঢালি দিয়ে; আৰু তেওঁলোকে পৰম আস্থা কৰি পান কৰে। এনেকৈ অমৃত পাঁচ বাৰ পান কৰোৱা হয়। পান কৰাৰ লগে লগে এইবচন শাৰী গায়, "ৱাহে গুৰুজীকা খালচা শ্ৰীৱাহে গুৰুজীকা ফতে।" তাৰ পাছত দীক্ষিত হোৱা সকলে প্ৰধান শিখজনৰ চকুৰ ফালে স্থিৰ দৃষ্টিৰে চাব লাগে; তেতিয়া তেওঁ কিছু অমৃত এওঁলোকৰ চকুলৈ ছটিয়াই দিয়ে। এই সময়ত চকু মদ খাব নালাগে বা নিমিষ কৰিব নালাগে। এতিয়াও আগৰ বচন ফাকি গাব লাগে। তাৰ পাছত পাগুৰীৰ অলপ সোলোকাই মূৰত অমৃত সিঞ্চন কৰা হয়। তেতিয়াও বচন ফাকি গাব লাগে। এইদৰে এজন এজন কৰি দীক্ষা দিয়া হলে, পাত্ৰটোত যি অলপ অমৃত থাকে তাক সকলোৱে সেই একেটা পাত্ৰৰে পৰা খাব লাগে।

তাৰ পাছত সকলোৱে আনন্দ—চাহেব কীৰ্তন কৰে; আৰু সমস্পেষত কাষা প্ৰসাদ * বিতৰণ হয়। আৰু সমাজৰ সকল লোক ঘৰাঘৰি যায়।

অমৃত সংস্কাৰৰ কথা বহলাই কোৱা হল, শিখৰ শিক্ষা আৰু আদৰ্শ কেনে তাক দেখুৱাবলৈ।

শিখ সম্প্ৰদায়ক বীৰ, পৰাক্ৰমী আৰু এটা কৰ্মী জাতি কৰি তোলাত এই আদৰ্শ আৰু এনে শিক্ষাই কিমান সহায় কৰিছে তাক সহজতে বুজিব পাৰি।

সৰ্বশেষ দশমগুৰু গোবিন্দ সিংহৰ শিখ ধৰ্মৰ প্ৰতি এইটিয়ে অপূৰ্ব দান। এনে শিক্ষাৰ গুণত শিখ জাতি আজিও সঙ্ঘবদ্ধ হৈ সংখ্যাত তাকৰ হৈয়ো পৃথিৱীত লেখত লবলগীয়া হৈ আছে।

## ৮। আদি গ্ৰন্থ-চাহেব

গুৰু গোবিন্দ সিংহৰ দ্বিতীয় দানটো হৈছে—শিখ ধৰ্ম আৰু জাতিক চিৰকাললৈ কোনো এজন মানুহৰ মতামতৰ অধীনতাৰ পৰা সম্পূৰ্ণৰূপে উদ্ধাৰ কৰি প্ৰকৃত জনমতৰ ওপৰত স্থাপন কৰা। গুৰু গোবিন্দ সিংহৰ অন্তিম কালত তেওঁক সোধা হল যে তেওঁৰ পাছত কোন গুৰু হব।

* সমান পৰিমাণ আতা বা চুজি, ঘিউ আৰু চেনি লব। পানী ইয়াৰ তিনিগুণ লব লাগে। ঘিউত চুজি বঙা পৰি সুবাস ওলোৱাকৈ ভাজিব; আৰু তাত চেনি আৰু পানী দিব। আমাৰ দেশত এই বস্তুকে মোহনভোগ বোলে।

তেওঁৰ উপদেশ হল যে তেওঁৰ পাছত আৰু কোনো মানুহ গুৰু হবৰ আৱশ্যক নাথাকিব, আদি গ্ৰন্থ-চাহেবকে সকলোৱে গুৰু বুলি মানিব। এখন শাস্ত্ৰক দেৱতা আৰু গুৰুৰ স্থানত থাপনা কৰাৰ আৰু এটা উদাহৰণ আছে—সি হৈছে আমাৰ দেশত। কীৰ্ত্তন শাস্ত্ৰ বা ভাগৱত শাস্ত্ৰ আজিকোপতি আমাৰ দেশত এইদৰে থাপনা কৰা হয়।

গ্ৰন্থ-চাহেব থাপনা কৰাৰ নিয়ম এনে। যেই সেই খোটালী বা ঘৰতে গ্ৰন্থ-চাহেব থাপনা কৰিব পাৰি; মুঠে ঘৰটো পৰিষ্কাৰ পৰিচ্ছন্ন হব লাগে। তাক লেপি পুছিলৈ কঠ, পাটী বা কাপোৰ পাৰিব লাগে। তাৰে একাষত এখন ছাল-পীৰাৰ ওপৰত এখন ঠগী বা তেনে পাত্ৰ থাকিব লাগে। তাতে গ্ৰন্থ-চাহেবক থব লাগে। থওঁতে পাটৰ বা কিংখাপৰ বহুমূলীয়া কাপোৰেৰে তাক মেৰাই বা ঢাকি থব লাগে। ওপৰত এখন চাঁদোৱা তৰিব লাগে। আমাৰ কীৰ্তন পুথি থাপনা কৰা প্ৰণালীৰ লগত এই পদ্ধতিৰ হুবহু মিল আছে।

যিজনে গ্ৰন্থ-চাহেব পাঠ কৰে তেওঁক গ্ৰন্থী বোলে। পুৰুষ-তিৰোতা নিৰ্বিশেষে গ্ৰন্থী হব পাৰে। শিখৰ কোনো ধৰ্মানুষ্ঠান গ্ৰন্থ-চাহেবৰ সন্মুখত ব্যাতিৰেকে হব নোৱাৰে।

"মচন্দ" বিলাকৰ বিষয় গুচাই ধৰ্মৰ নামত অন্যায় আচৰণ বোধ কৰাৰ কথা আগত কোৱা হৈছে। আদিগ্ৰন্থ চাহেবক গুৰু বুলি মানিবলৈ আদেশ দি গুৰু গোবিন্দ সিংহই শিখ সম্প্ৰদায়ৰ আন এটা কল্যাণসাধন কৰিলে যে সিসকল, যিমানেই উচ্চ নহক কোনো এজন মানুহৰ আদেশৰ তলত থাকিব লগীয়া হৈ নাথাকিল।

এই দুই কথাৰে গুৰু গোবিন্দ সিংহই শিখ সম্প্ৰদায়ক বহুদিনলৈ এটা সংঘত দৃঢ়কৈ গঠন কৰিব পাৰিলে। গুৰুজীৰ এই কৰ্মৰ কাৰণে আমি সকলোৱে তেওঁৰ চৰণত প্ৰণতি কৰোঁ।

### ৯। অসমীয়া শিখ আৰু অসমীয়া জাতি গঠন :—

অসমত বাস কৰা শিখসকলৰ অলপ বিশেষত্ব আছে। সেই বিষয়ে ইয়াত চমু আলোচনা কৰিবলৈ চেষ্টা কৰা হব।

অসম দেশখন এক অপূৰ্ব দেশ। অসম বা আসাম বা অহম শব্দৰ প্ৰকৃত ব্যাখ্যা যিয়েই নহক সেই দেশৰ সমান দেশ নাই বুলি কলে বৰ বঢ়াই কোৱা নহব।

অতীতৰ বুৰঞ্জী আলোচনা কৰিলে দেখা যায় যে বৈদিক যুগতো এই দেশখন সভ্য দেশ আছিল, ইয়াৰ এটা সংস্কৃতি আছিল। ৰামায়ণ মহাভাৰতৰ দিনত এই খ্যাতি গোটাই ভাৰত বিয়পি পৰিছিল। বৌদ্ধ যুগৰ অসমৰ বিষয়ে বৰ বেছি আলোচনা এতিয়াও হোৱা নাই। তথাপিতো এইটো সিদ্ধান্ত হৈছে যে সেই দিনতো এই দেশ শিক্ষা, শিল্প, ধৰ্মালোচনাত এখন উন্নত দেশ আছিল। ভাস্কৰবৰ্মা আৰু তেওঁৰ পূৰ্ব পুৰুষৰ দিনত এই দেশৰ সভ্যতা আৰু সংস্কৃতি ভাৰতবৰ্ষৰ কোনো ঠাইতকৈ কম নাছিল। তাৰ পাচত ৰজাসকলৰ দিনতো এই দেশৰ সভ্যতা-বৈভৱ কম বেছি হৈ আছিল যদিও কেতিয়াও লোপ পোৱা নাছিল।

এই প্ৰায় আঢ়ৈ হাজাৰ বছৰ একে মানুহেই বা একে জাতিৰ মানুহেই এই দেশত বাস কৰি থকা নাই। যুগে যুগে নতুন নতুন মানুহ আহি আছে; আৰু এই দেশত বসবাস কৰি থাকিছে। ৬০।৭০।১০০ বছৰ আগেয়েও আন ঠাইৰ পৰা এই দেশলৈ মানুহ আহি সম্পূৰ্ণৰূপে অসমীয়া মানুহ

হৈ যোৱাৰ লেখ আমাৰ চকুত আৰু মনত অনেক পবিব। প্ৰবাদ আছে বোলে কামৰূপ কামাখ্যাৰ দেশ। ইয়ালৈ আহিলে ইয়াৰ প্ৰাকৃতিক সম্পদত মানুহ ইমান মুগ্ধ হৈ যায়, যে সি ইয়াতে থাকিয়েই যায়, নিজৰ আগৰ ঠাইলৈ পাহৰে।

আমাৰ শিখ ভাইসকলো ইয়াৰে এটা উদাহৰণ। তেওঁলোক নানা প্ৰকাৰ ব্যৱসায় উপলক্ষ্য কৰি আমাৰ দেশলৈ আহিল। আহি ইয়াতে বসবাস কৰিবলৈ ললে। তেওঁলোকে নিজৰ ধৰ্মৰ সকলো প্ৰকাৰ আচাৰ অনুষ্ঠান পালন কৰিছে, এনেকি তেওঁলোকৰ সাজ-পাৰৰ বৈশিষ্ট্যও ৰক্ষা কৰি আছে। অথচ তেওঁলোক সৰ্বপ্ৰকাৰে অসমীয়া। অসম তেওঁলোকৰ জন্মভূমি, মাতৃভূমি। তেওঁলোকে অসমীয়া বুলি পৰিচয় দি গৌৰৱ কৰে, অসমীয়া ভাষা সাহিত্যক আদৰ কৰি আলোচনা কৰে, তাতে গৰ্ব অনুভৱ কৰে আৰু আনন্দ পায়। অসমীয়াৰ যিবিলাক সমস্যা তাৰ বাহিৰে তেওঁলোকৰ স্বকীয়া সমস্যা নাই।

শিখ সম্প্ৰদায়ৰ এই উদাহৰণে আমাক জাতি গঠন বিষয়ত এটা ডাঙৰ শিক্ষা দিছে। সম্প্ৰতি আমাৰ মাজত আন আন ঠাইৰ পৰা নতুন মানুহ কিছুমান আহিছে। তেওঁলোকক আমি আদৰ কৰি আমাৰ মাজত ঠাই দিছো। তেওঁলোকৰ প্ৰতি আমাৰ এটা অনুৰোধ—তেওঁলোকৰ আৰু আমাৰো ভৱিষ্যত কল্যাণ কামনা কৰি—যে তেওঁলোকে আমাৰ মাজত সম্পূৰ্ণৰূপে মিলি যাক। তেওঁলোকে এই অসমকে নিজৰ জন্মভূমি-মাতৃভূমি বুলি নিসংকোচ চিত্তে গ্ৰহণ কৰক; তেওঁলোকে অসমীয়া ভাষা গ্ৰহণ কৰক, অসমীয়া সাহিত্য আলোচনা আৰু চৰ্চা কৰক, তেওঁলোক সম্পূৰ্ণৰূপে অসমীয়া হক। আজি শিখ সম্প্ৰদায়ৰ এমুঠি লোক আমাৰ মাজত পাই আমি যেনে সন্তোষ পাইছো, তেওঁলোককো আমাৰ নিজা কৰি আমাৰ মাজত পালে আমাৰ সন্তোষ সেই পৰিমাণে বাঢ়িব, আৰু অসম মাতৃয়ে এই সকলোকে নিজৰ বিস্তীৰ্ণ কোলাত সামৰি লৈ গৌৰৱ আৰু আনন্দ পাব।

মই আগতে কৈছো যে আমাৰ মাজত শিখ সম্প্ৰদায়ৰ লোক ১৯৩১ চনত ৩০০০ (তিনি) হাজাৰৰো কম আছিল। সেই সংখ্যা এতিয়া বাঢি চাৰি হাজাৰৰ অধিক হোৱা নাই, সংখ্যাত তাকৰ হৈয়ো আমাৰ জাতি গঠনত তেওঁলোকে যি বিশিষ্ট দান দিছে তাৰে এটা মাত্ৰ উল্লেখ কৰিলোঁ। তেওঁলোকৰ দ্বিতীয় দানো তেনেকুৱা বহুমূলীয়া। সেইটো হৈছে দক্ষতাৰ উদাহৰণ। মই জনাত কোনো শিখ ডেকা কাম নোহোৱা কৰি থাকিব লগীয়া হোৱা নাই। কিবা নে কিবা প্ৰকাৰে তেওঁলোকে নিজে নিজৰ জীবিকা আৰ্জে। এইটোও তেওঁলোকৰ শিক্ষাৰ এটা আদৰ্শ। আশা কৰোঁ আন অসমীয়া ডেকায়ো এই আৰ্দৰ্শ অনুসৰণ কৰিবলৈ যত্ন কৰিব।

## ১০। সাধাৰণ শিক্ষা

এটা ডাঙৰ কথা কব থাকিল সেইটো শিক্ষাৰ কথা, আমাৰ মাজত শিক্ষাৰ প্ৰচাৰ যথেষ্ট হোৱা নাই—সকলোৱে জানে। শিখ সকলৰ মাজতো শিক্ষাৰ যথেষ্ট প্ৰচাৰ হোৱা নাই—বিশেষ কৰি ছোৱালী শিক্ষাৰ। তাৰ কাৰণে চৰকাৰে কিছু যত্ন কৰিছে। কিন্তু চৰকা যন্ত্ৰৰ পৰাই সকলো কাম হব নোৱাৰে।

আমাৰ সকলো প্ৰকাৰ অপায় অমঙ্গলৰ প্ৰতিবিধান কৰ্তা আমি নিজে হব লাগে। আত্মবলেই হে পৰম বল। এতেকে অকল চৰকাৰ বা যাৰে তাৰে মুখলৈ নাচাই আমি নিজে নিজে যত্ন কৰিব

লাগে যাতে আমাৰ মাজৰ পৰা অজ্ঞতা দোষ দূৰ হয়। কুৰি বছৰ আগলৈকে সৰ্ব সাধাৰণৰ মাজত কানি খোৱা এটা দোষৰ বা পাপৰ কথা বুলি ভাব হোৱা নাছিল। এনেকি কানীয়া বিলাকে কানীয়া ভকত বুলি অনেকৰ পৰা দয়া মৰম পাইছিল আৰু মাজে মাজে মানুহে কানীয়া সেৱা পাতি ধৰ্ম আৰ্জিছে বুলি ভাবিছিল। এই কুৰি বছৰৰ ভিতৰত কানি যে বৰ বিহ, তাক সকলোৱে বৰ্জন কৰিব লাগে এই কথা জনাজাত হল; আৰু গৱৰ্ণমেণ্ট সম্পূৰ্ণৰূপে কানি বন্ধ কৰিলে। অজ্ঞতা, আখৰ নিচিনা এইবিলাক কথাতো আমাৰ তেনে জনমত হব লাগে। তেতিয়া আমাৰ মাজৰ পৰা এই দোষ আতঁৰ হব। সংস্কাৰ বিষয়ত গুৰু গোবিন্দ সিংহৰ আদৰ্শ, দৃঢ় সংকল্প, শিক্ষা, সাধনা আৰু সিদ্ধি আমাৰ উদাহৰণ হক। তেওঁৰ আৰু তেওঁৰ দৰে গুৰু সকলৰ আশীৰ্বাদত আৰু ভগৱন্তৰ কৃপাত আমি অসমীয়া মানুহ প্ৰকৃততে এটা অসম জাতি হৈ উঠো—এই মোৰ একান্ত প্ৰাৰ্থনা।*

* নগাৱঁৰ চাপৰমুখত ২৫।১২।৪১ তাৰিখে অনুষ্ঠিত হোৱা গুৰু গোবিন্দ সিংহৰ জন্মোৎসৱৰ সভাপতিৰ অভিভাষণ।—সং, শ. গো. ৰ.

# অসম আয়ুৰ্বেদ মহাসভা

মই নিজেও এক প্ৰকাৰ চিকিৎসা ব্যৱসায়ী, যদিও শাৰীৰিক চিকিৎসা নকৰি আমি যথাসাধ্য মনৰ চিকিৎসা কৰোঁ। মনত এই বিশ্বাস জন্মা বাবেহে আজি চিকিৎসা বিষয় কবলৈ প্ৰত্যয় জন্মিছে।

বেদ জগতৰ প্ৰাচীনতম গ্ৰন্থ আৰু আয়ুৰ্বেদ বেদৰেই অঙ্গ বিশেষ বুলি কথিত। জগতক ৰোগ, চিকিৎসা আৰু স্বাস্থ্যৰ বাণী পোন প্ৰথমে ভাৰতীয় আয়ুৰ্বেদেই শুনাইছিল বুলি কব পাৰি। আয়ুৰ্বেদ ব্ৰহ্মাৰ মুখৰ পৰা ওলাই কেনেকৈ জগতত প্ৰচাৰ হলহি পুনৰাই সেই কথা কোৱা নিষ্প্ৰয়োজন। মই নিজে আয়ুৰ্বেদৰ পণ্ডিত নহওঁ যদিও ভক্ত হওঁ। আয়ুৰ্বেদীয় চিকিৎসা পদ্ধতিৰ প্ৰতি মোৰ গভীৰ বিশ্বাস। কিন্তু দুখৰ কথা আমি অনেকেই জানিবলৈ চেষ্টা নকৰোঁ আমাৰ আয়ুৰ্বেদত কি আছে। আমেৰিকাৰ বিখ্যাত ডাক্তৰ Mr. George Clarke একয়, "As I go over each fasciculus I arrive at one conclusion and that is this—if the physicians of the present day would drop from the pharmacopia all the modern

drugs, and chemicals and treat their patients according to the method of Charaka there would be less work for under takeis, and fewer chronic invalids in the world" অৰ্থাৎ মই চৰকৰ প্ৰত্যেক অধ্যায় পঢ়ি এই সিদ্ধান্তত উপনীত হৈছোঁ যে যদি আজি কালিৰ চিকিৎসক সকলে আধুনিক ফাৰ্মাকোপিয়া এৰি চৰকৰ মতে চিকিৎসা কৰিবলৈ আৰম্ভ কৰে, তেনেহলে জগতৰ পৰা অকাল মৃত্যু আৰু অসাধ্য ৰোগৰ সংখ্যা বহুতো কমি যাব।

Dr. Royal নামৰ পণ্ডিত এজনে Essay on the Antiquity of Hindu Medicine নামৰ কিতাপত লিখিছে, "Sharaka and Sasrad as the Arabian called them (evidently corruptions of the names Charaka and Sushruta), were translatd into Persian by Persian Scholars and the Greek by the physicians of Greece attending the converts of Alam-hazar and Harun Ul rasid of Baghdad, each of whom severally held an international congress of medical men in Central India." আয়ুৰ্বেদে কেনেকৈ জগতত প্ৰভাৱ বিস্তাৰ কৰিছিল, আয়ুৰ্বেদৰ গৌৰৱ ৰবি কিমান ওপৰলৈ উঠিছিল, এইবোৰেই তাৰ প্ৰমাণ।

বহুতৰ মতে বৌদ্ধ-যুগৰ পৰাই আয়ুৰ্বেদৰ অৱনতি আৰম্ভ হৈছে। কিন্তু সেই সময়ৰ মহাৰাজ অশোকে নানা ঠাইত চিকিৎসালয় স্থাপন কৰা আৰু সিংহল আদি ঠাইলৈ আয়ুৰ্বেদ প্ৰচাৰক পঠিওৱা প্ৰমাণ পোৱা যায়। সম্ভৱতঃ সেই সময়ৰ পৰাই কেইটামান অঙ্গৰ চৰ্চা কমি আহিল। কিন্তু কায় চিকিৎসা আদিৰ কোনো ক্ষতি হোৱা নাছিল।

কোনো সভ্যতা, কৃষ্টি বা বিজ্ঞান সুপ্ৰতিষ্ঠিত হৈ তিষ্ঠি থাকিবলৈ ৰাজকীয় পৃষ্ঠপোষকতাৰ বিশেষ আৱশ্যক। মুছলমান সকল ভাৰতৰ অধীশ্বৰ হোৱাৰ পাছৰ পৰাই আয়ুৰ্বেদে এই পৃষ্ঠপোষকতা স্বভাৱতে কিছু পৰিমাণে হেৰুৱালে। সেই সময়ত ৰাজানুমোদিত চিকিৎসা প্ৰণালী আছিল হেকিমি আৰু ইউনানি। তাৰ পিচতেই ইংৰাজ আমোলত আহিল ডাক্তাৰী বা চিকিৎসাৰ দিন। পাশ্চাত্য ৰাজানুমোদিত নোহোৱা বাবে স্বভাৱতঃ দেশৰ কৃতী লোকসকলে আয়ুৰ্বেদিৰ প্ৰতি আওকান কৰিলে। এই সুযোগতে অৰ্থলোভী, অযোগ্য লোক এই ব্যৱসায় প্ৰৱেশ কৰি আয়ুৰ্বেদৰ প্ৰতি জনসাধাৰণৰ বিশ্বাস আৰু আস্থা হ্ৰাস কৰিলে, লগে লগে বিদেশী চিকিৎসাৰ প্ৰতিপত্তি বিশেষ ৰূপে বৰ্দ্ধিত হোৱাৰ সুবিধা হল। এই দৰে আজি কেবা শ বছৰে আয়ুৰ্বেদৰ প্ৰতি আস্থা আৰু বিশ্বাস কমি অহাৰ ফলত উনৈশ শতিকাৰ শেষ ভাগত এই চিকিৎসা প্ৰায় লুপ্ত হৈছিল।

আমাৰ দেশীয় চিকিৎসা, দেশীয় ঔষধ আমাৰ শৰীৰৰ ধাতু। আমাৰ দেশৰ জলবায়ু, আমাৰ আহাৰ-বিহাৰৰ পক্ষে বেছি অনুকুল। এই কথা অনেক ডাঙৰ ডাঙৰ বিদ্বান লোকে মুক্তকণ্ঠে স্বীকাৰ কৰিছে। এই বাবেই আজি অসমৰ বাহিৰে ভাৰতৰ প্ৰায় সকলো দেশতেই আয়ুৰ্বেদীয় চিকিৎসা পদ্ধতি গৱৰ্ণমেণ্টে অনুমোদন কৰিছে আৰু ইয়াৰ উন্নতিৰ ব্যৱস্থা কৰিব ধৰিছে।

আজি কবিৰাজী চিকিৎসা বন্ধ কৰি দিলে ভাৰতৰ সৰহ ভাগ মানুহে কোনো প্ৰকাৰ

চিকিৎসাই নাপাব। ভাৰতৰ প্ৰত্যেক মানুহেই ডাক্তৰী চিকিৎসা পাব পৰাকৈ ডাক্তাৰ ওলাবলৈ এতিয়াও বহুদিন বাকী।

আয়ুৰ্বেদ বিষয়ত ভাৰতৰ অইন ঠাই অসমৰ অলপ ভিন্নতা আছে। অসমত মুছলমান প্ৰভাৱ বিস্তাৰৰ সুবিধা হোৱা নাছিল। পাশ্চাত্য চিকিৎসাও অসমত প্ৰৱেশ কৰাৰ সৰহ দিন হোৱা নাই। প্ৰকৃতিয়ে অসম দেশখন আয়ুৰ্বেদৰ এখন বিশেষ ক্ষেত্ৰ কৰি ৰাখিছে। অসমৰ হাবি-বননি পৰ্বত, পাহাৰ বনৌষধিৰে পৰিপূৰ্ণ। এই বিষয়ৰ খবৰ ৰাখোতাসকলৰ মতে এনেকুৱা প্ৰদেশত ইমান বনৌষধি ভাৰতৰ অইন কতো নাই। ইয়াত নোহোৱা বহুতো বনৌষধি চেষ্টা কৰিলে উৎপন্নও কৰিব পাৰি।

আমাৰ আহোম ৰজাসকলে এই দেশৰ বৈদ্য সকলক কেৱল আয়ুৰ্বেদ চৰ্চাৰ সুবিধাৰ অৰ্থে অৰ্থ আৰু অন্ন চিন্তাগ্ৰস্ত হব নলগীয়াকৈ ৰাখিছিল। এইবাবেই আজিও অসমৰ পুৰণা কবিৰাজ সকলৰ ঘৰত এনে কিছুমান মূল্যবান পুথি আছে, যিবিলাক অইন কতো নাই। ইয়াৰ ভিতৰত "ৰাজবল্লভ" আৰু "বৈদ্য কল্পতৰু" বিশেষ উল্লেখযোগ্য। "ৰাজবল্লভ" "অসম আয়ুৰ্বেদ মহাসভাৰ" সম্পাদক কবিৰাজ শ্ৰীযুত তাৰানাথ চক্ৰবৰ্ত্তী কাব্যবিনোদ মহাশয়ে সম্পাদন কৰি উলিয়াছে। আশাকৰোঁ কোনো যোগ্যজনে ইখন গ্ৰন্থও প্ৰকাশ কৰিবলৈ যত্নপৰ হব। আমাৰ দেশৰ আনুবংশিক বৈদ্যসকলৰ ঘৰত এনে কিছুমান প্ৰত্যক্ষ-ফল-দৰ্শী ঔষধ আছে যে সেইবোৰকো ৰক্ষা কৰিবলৈ আমি তৎপৰ হোৱা উচিত। এইবোৰ কথালৈ লক্ষ কৰিলে আজি ভাৰতৰ অইন ঠাইতকৈ অসমত আয়ুৰ্বেদ উন্নতৰ অৱস্থাত থাকিব লাগিছিল। কিন্তু দুখৰ বিষয়, এই বিষয়ত অসমেই ভাৰতৰ ভিতৰত সকলোতকৈ পিচ পৰা।

বৰ্তমান যুগ—বৈজ্ঞানিক যুগ। দিনে দিনে সকলো কথাৰেই পৰিবৰ্তন আৰু উন্নতি হব লাগিছে। কবিৰাজ সকলেও যুগধৰ্ম মানি এই পৰিবৰ্তনৰ লগত সমানে চলিবলৈ চেষ্টা কৰা উচিত। অষ্টাঙ্গ আয়ুৰ্বেদৰ প্ৰায়বিলাক অঙ্গই কালৰ গতিত লুপ্ত প্ৰায়। শৰীৰ, শল্য, শালাক, প্ৰভৃতি তন্ত্ৰ আদি অত্যাৱশ্যকীয় অঙ্গবোৰৰ ব্যৱহাৰিক শিক্ষাৰ ( Practical training ) বিশেষ আৱশ্যক। এই বিষয় বিলাকৰ প্ৰত্যক্ষ জ্ঞানহীন সম্পাদকসকলৰ দোষত আয়ুৰ্বেদৰ প্ৰাচীন গ্ৰন্থ চৰক, সুশ্ৰুত আদিত অনেক ভ্ৰমাত্মক আৰু প্ৰক্ষিপ্ত কথা প্ৰৱেশ কৰিছে বুলি এই বিষয়ৰ বিশেষজ্ঞ মহামহোপাধ্যায় গণনাথ সেনে কয়। এনে বিলাক ভ্ৰম-প্ৰমাদ আৰু লুপ্ত প্ৰায় অঙ্গবোৰ আধুনিক বিজ্ঞানৰ সহায় লৈ পূৰ্ণ কৰি লোৱাৰ ব্যৱস্থা কৰা আৱশ্যক। আপোনালোকৰ আয়ুৰ্বেদ শাস্ত্ৰই কৈছে—"কৃৎস্নোহি লোকো বুদ্ধিমতামাচাৰ্য্যঃ।" আচাৰ্য্যসকলে ভাল কথা সকলোৰে পৰাই গ্ৰহণ কৰিবলৈ উপদেশ দিছে।

যুগ আৰু সভ্যতাৰ পৰিবৰ্তনৰ লগে লগে, মানুহৰ শৰীৰ স্বাস্থ্য, আহাৰ-বিহাৰ-আৰু জলবায়ুৰ পৰিবৰ্তন অনিবাৰ্য্য ৰকমে হৈ আছে তাৰ ফলত সংসাৰত অনেক নতুন ৰোগৰ আৱিৰ্ভাৱ হৈছে লগে লগে তাৰ নতুন নতুন চিকিৎসাও ওলাব লাগিছে। সেইবোৰ আয়ুৰ্বেদৰ অন্তৰ্ভুক্ত কৰিলেহে আয়ুৰ্বেদৰ মৰ্য্যাদা ৰক্ষা কৰি জগতৰ লগত চলিব পৰা যাব। মহৰ্ষি অগ্নিবেশে লিখিছে—"ইতি বাত পিত্ত কফ ৰোগানাং অপৰিসংখ্যেয়ানং আবিষ্কৃত তমাঃ ব্যাখ্যাতাঃ" অৰ্থাৎ সেই মই যি লিখিলোঁ এয়েই সংসাৰৰ ৰোগ আৰু চিকিৎসাৰ শেষ নহয়। বিদ্বান লোক আৱিষ্কাৰ কৰিব পৰা

হৈছে সেইবোৰ হে ইয়াত লিখা হৈছে। অনাৱিষ্কৃত আৰু নবাবিভূ'ত ৰোগ আৰু চিকিৎসা বৈদ্যই নিজে আৱিষ্কাৰ কৰি লব। চৰকেই লিখিছে "তদেব যুক্তং ভৈষজ্যং যদাৰোগ্যায় কল্পতে" অৰ্থাৎ যি ৰোগ আৰোগ্য কৰিব পাৰে সেয়েই উপযুক্ত ঔষধ। কেৱল তাহানিখনতে আয়ুৰ্বেদ শাস্ত্ৰত থাকা ঔষধ কেইটাই একমাত্ৰ ঔষধ নহয়। গতিকে ম্যালেৰিয়াত কুইনাইন দিয়া বা প্ৰসূতিৰোগত Ergot দিয়াটো শাস্ত্ৰবিৰুদ্ধ বা দোষৰ কথা নহয়। অৱশ্যে এইবোৰ কৰিবলৈ যোৱাৰ আগতে উপযুক্ত শিক্ষাৰ আৱশ্যক।

যি কোনো চিকিৎসাই নহক, প্ৰত্যক্ষ ফল দেখিলে মানুহৰ তাৰ প্ৰতি আস্থা নোহোৱাকৈ নাথাকে। মোৰ দৃঢ় বিশ্বাস—উপযুক্ত আয়ুৰ্বেদীয় চিকিৎসাই মানুহৰ আস্থা আকৰ্ষণ কৰিব পাৰে।

আয়ুৰ্বেদীয় চিকিৎসাৰ অৱনতিৰ কাৰণ,—প্ৰাচীন কবিৰাজসকলক বাদ দি—নতুনকৈ কোনো শিক্ষিত লোকে এই বিষয়ত একানপতীয়া ভাৱে মন দিয়া নাই। নতুনকৈ যি-দুই এজন ডেকা লৰাই অলপ ভালদৰে পঢ়ি শুনি আহিছে তেওঁলোকে বৈদ্য সমাজৰ পৰা আৰু ৰাইজৰ পৰা কোনো প্ৰকাৰ সহানুভূতি বা উৎসাহ পোৱা নাই।

অইন ঠাইৰ বিজ্ঞ ভিষক্‌সকলে আয়ুৰ্বেদক অৱজ্ঞাৰ চকুৰে নাচায়। প্ৰায় ডাক্তৰেই ডাক্তৰি পঢ়ি উঠি আয়ুৰ্বেদত কি আছে জানিবলৈ চেষ্টা কৰে। ভাৰতৰ বহুতো সুশিক্ষিত ডাক্তৰে ডাক্তৰীতকৈ কবিৰাজিৰ ওপৰত বেছি মূল্য দিয়ে, আনকি তেওঁলোকে নিজেও কবিৰাজি চিকিৎসাহে কৰে। তেওঁলোকে নানা চেষ্টা কৰি নিজৰ নিজৰ প্ৰদেশত আধুনিক প্ৰণালীত আয়ুৰ্বেদীয় বিদ্যালয় আৰু চিকিৎসালয় স্থাপন কৰি আয়ুৰ্বেদৰ অষ্টাঙ্গ পুনঃ প্ৰবৰ্তনৰ ব্যৱস্থা কৰিব ধৰিছে।

সংযুক্ত প্ৰদেশ, মাদ্ৰাজ, বম্বে, মধ্যপ্ৰদেশ, বিহাৰ আদিত বহুতো আয়ুৰ্বেদীয় দাতব্য ঔষধালয় আৰু বিদ্যালয় স্থাপিত হৈছে। এই প্ৰাপ্তিস্থান বোৰৰ কিছুমান সম্পূৰ্ণৰূপে প্ৰাদেশিক গৱৰ্ণমেণ্টে চলায়, কিছুমান কৰ্পোৰেশন, মিউনিচিপ্যাল বোৰ্ড আৰু ডিষ্ট্ৰিক্ট বোৰ্ডে চলায়। ৰাইজ আৰু ধনী মানী লোকৰ দ্বাৰা প্ৰতিষ্ঠিত বহুতো অনুষ্ঠান গৱৰ্ণমেণ্টে আৰু বোৰ্ড সমূহৰ পৰা যথেষ্ট আৰ্থিক সাহায্য আৰু উৎসাহ পায়।

সংযুক্ত প্ৰদেশ আৰু মাদ্ৰাজত গৱৰ্ণমেণ্টে আইন কৰি অযোগ্য লোকক আয়ুৰ্বেদীয় চিকিৎসাৰ পৰা নিবৃত্ত কৰি—আয়ুৰ্বেদৰ কলঙ্ক দূৰ কৰাৰ ব্যৱস্থা কৰিছে। বৰ্তমান এই ব্যৱস্থা মধ্য প্ৰদেশ, বম্বেতো প্ৰৱৰ্তন কৰা হৈছে। অইন প্ৰদেশ বোৰতো এনে ব্যৱস্থা কৰাৰ আয়োজন হব ধৰিছে।

অইন ঠাইৰ দৰে আমাৰ দেশতো লব্ধ প্ৰতিষ্ঠ ডাক্তৰ কবিৰাজসকলে, গণ্য-মান্য লোক সকলে আৰু ৰাইজে মন কৰিলে তেনে বিলাক অনুষ্ঠান আৰু ব্যৱস্থা হব পাৰে। অইন ঠাইত কি হৈছে দেখুৱাই দিলে, আমাৰ গৱৰ্ণমেণ্ট আৰু বোৰ্ড বোৰেও তেনেবোৰ কাম হাতত লবলৈ বাধ্য। আমাৰ বোৰ্ডবোৰ আৰু গৱৰ্ণমেণ্টে অইন প্ৰদেশৰ নিচিনা চহকী নহলেও, অইন প্ৰদেশৰ আয়ুৰ্বেদ চৰ্চাৰ বাবে যিমান খৰচ কৰে তাৰ দহভাগৰ এভাগ খৰছ কৰিব পাৰে।

আমাৰ ইয়াত অন্ততঃ এখন, কাশী হিন্দু বিশ্ববিদ্যালয়ৰ নিচিনা আয়ুৰ্বেদ কলেজ বা মাদ্ৰাজৰ Govt. School of Indian medicine-ৰ নিচিনা বিদ্যালয় হোৱা আৱশ্যক। অন্ততঃ প্ৰতি

নগৰতে এখন আৰু প্ৰতি মৌজাতে এখনকৈ আয়ুৰ্বেদীয় দাতব্য ঔষধালয় লাগে। ডাক্তৰ সকলৰ ৰেজিষ্ট্ৰেচন কৰাৰ দৰে কবিৰাজৰো ৰেজিষ্ট্ৰেচনৰ ব্যৱস্থা হব লাগে। আৰু আইন কৰি অশিক্ষিত লোকক এই ব্যৱসায়ৰ পৰা বিৰত ৰাখিব লাগে।

কিন্তু এইবোৰ একোৱেই নহয়, অইন ঠাইতো আপোনা আপুনি হোৱা নাই। যদি স'চাকৈয়ে আমি আয়ুৰ্বেদৰ পূৰ্ব গৌৰৱ ঘূৰাই আনিব খোজো তেনে হ'লে মনৰ সংকীৰ্ণতা এৰি, ত্যাগ স্বীকাৰ কৰি চেষ্টা কৰিব লাগিব। অইন ঠাইৰ লোকে উপলব্ধি কৰক, অসমতো আয়ুৰ্বেদৰ উন্নত চৰ্চাৰ ব্যৱস্থা আছে।*

* ২৬।১২।৩৯ তাৰিখে নলবাৰীত অনুষ্ঠিত "অসম আয়ুৰ্বেদ মহাসভাৰ" দ্বিতীয় অধিবেশনত সভাপতিৰূপে দিয়া ভাষণ। সং, শ. গো. ব

# হেমচন্দ্ৰ বৰুৱাৰ সোঁৱৰণী-সভাত বক্তৃতা

সভাপতি ডাঙৰীয়া, উপস্থিত ভদ্ৰমণ্ডলী আৰু জাতিৰ আশাৰ স্থল ছাত্ৰবৃন্দ,—

আপোনালোক কিহৰ নিমিত্তে আজি এই স্থলত একত্ৰ হৈছে তাক কৈ দিয়া মোৰ বাব নহয়, আৰু বোধ কৰোঁ আন কোনোৱেও সেই বাবটো লোৱাৰ আৱশ্যক নাই। মহত্ত্বৰ আকৰ্ষণ মহা কৰ্ষণৰ দৰেই বলী। মানুহৰ প্ৰকৃতিয়েই এনেদৰে গঠিত, যে যি কোনো অসাধাৰণতাত সি আকৃষ্ট হয় গাৰ জোৰ নীতিৰ বল, মনৰ প্ৰতিভা, ৰূপৰ চাকচিক্য, সাজ-পাৰৰ বাহাৰ, শৰীৰৰ কান্তি এইবোৰ আৰু এইবোৰৰ দৰে আন শতেক বিধ—যেতিয়াই সৰ্বসাধাৰণৰ মাজত প্ৰচলিত মানতকৈ কিছু বেচি হয়, তেতিয়াই তেনে অসাধাৰণতাৰ প্ৰতি মানুহৰ মন স্বভাৱতে টান খাই যায়; আৰু তেনে বল, তেনে ৰূপ, তেনে কান্তি, তেনে প্ৰতিভাক মানৱ হৃদয়ে দৈৱিক বুলি পূজা কৰে।

সেই দেখি, আপোনালোকে যে ইমান খিনি লোক আজি ইয়াত গোট খাইছে, এয়ে বঢ়িয়াকৈ প্ৰমাণ কৰি দিছে, যে যি মহাজনৰ স্মৃতিৰ সন্মানৰ উদ্দেশ্যে আজিৰ এই পবিত্ৰ মিলন, তেওঁ আচলতেই মহত্ত্ব গুণৰ দ্বাৰা ভূষিত আছিল।

প্ৰিয়জনৰ স্মৃতি মানুহে আদৰ আৰু সন্মানেৰে সুঁৱৰণ কৰা মানুহৰ স্বভাৱ। কিন্তু যি অনেকৰ প্ৰিয়জন হবৰ যোগ্য, তেনে লোকৰ সংখ্যা সংসাৰত তাকৰ; আৰু কোনো এটা জাতিৰ তেনে প্ৰিয়জন তাতোকৈ তাকৰ। কি গুণত হেমচন্দ্ৰ বৰুৱা আমাৰ জাতিৰ প্ৰিয়জন হব

পাৰিছে, সেইটো। আচলতে আমি ভাবি চাবলগীয়া। সৎ, পৰোপকাৰী, দয়ালু, ক্ষমতাশালী, ধনী, বলী—এনে লোকৰ স্মৃতিক সন্মান কৰিবলৈ সকলোৰে ইচ্ছা হয়। কিন্তু অকল এইবিলাক ব্যক্তিগত গুণৰ পৰাই কোনো মানুহ জাতি এটাৰ আদৰণীয় নহয়। যি মহাজন জাতি এটাৰ আদৰৰ পাত্ৰ, তেওঁ এনেবিধৰ গুণৰ দ্বাৰা অলঙ্কৃত হৈয়ো,—জাতিৰ হৃদয়-তন্ত্ৰীৰ কোনো এডাল তাঁৰত মৰ্মস্পৰ্শী সুৰ তুলিব পাৰিব লাগিব। স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাই অসমীয়া জাতিৰ যি তাঁৰ ডাল কঁপাই নতুন সুৰৰ ৰাগিনী তুলিলে, সি চিৰন্তন আৰু পবিত্ৰ, আৰু এই সুৰেই হৈছে মাতৃভাষাৰ পুনৰুজ্জীৱন।

ৰামায়ণত বাল্মীকি মুনিয়ে লিখি থৈছে, "জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰিয়সী"। আন কোনোবা প্ৰাচ্য বা প্ৰতীচ্য মুনিয়ে তেনে কোনোবা মহা কাব্যত লিখি থৈছে নে নাই নাজানোঁ, কিন্তু লিখি থোৱা হলে তাৰ দ্বাৰাই তেওঁৰ মুনি-আখ্যানৰ গৌৰৱ বাঢ়িল হয়তেন, যে মাতৃ-ভাষাৰ বাহিৰে আন ভাষাৰ সহায়ত স্বৰ্গ পোৱা দুষ্কৰ। আপোনালোকে ভাবিব নালাগে, যে সংস্কৃতত আওৰোৱা মন্ত্ৰৰ প্ৰতি কটাক্ষ কৰিহে এই কথা কৈছোঁ। সংস্কৃতত যি সোপা মন্ত্ৰ আমি গাওঁ, তাক দেৱতাসকলে বুজি পায় নে নাপায় সেই কথা তেওঁলোকেহে জানে, কিন্তু হৃদয়ৰ দেৱতাই, অন্তৰৰ অধিষ্ঠাতাই, জীৱনৰ অনুপ্ৰাণয়িতাই যে মাতৃভাষাত বাদে আন ভাষাৰ মন্ত্ৰ, আন ভাষাৰ শিক্ষা বা আন ভাষাৰ দীক্ষা বুজিবলৈ নিতান্ত পৰান্মুখ তাত আৰু কাৰো বিৰুক্তি কৰিবৰ সাধ্য নাই। এই কথা কোৱাত মই অলপমানো অতিৰঞ্জন কৰিব খোজা নাই। যি সকল এতিয়া শিক্ষক হৈ আছে আৰু যি সকলে নিজৰ ছাত্ৰজীৱনৰ কথা মনত পেলাই ভাবি চাব খোজে, তেওঁলোকে সম্পূৰ্ণৰূপে হৃদয়ঙ্গম কৰিব, পাৰিব, যে ইংৰাজীৰ মাজেৰে শিকিবলৈ গৈ আমাৰ সকলো লৰাই প্ৰাইমাৰী স্কুলত পঢ়া অহা কথাকে ঘূৰাই ইংৰাজীত মুখস্থ কৰিব লগীয়া হয়, আৰু ইংৰাজীৰ সহায়েৰে ভূগোল, বুৰঞ্জী, বিজ্ঞান, দৰ্শন, আদি পঢ়িবলৈ গৈ শিক্ষক আৰু ছাত্ৰৰ চাৰি ভাগৰ তিনি ভাগ চেষ্টা অথলে যায়। মোৰ দৰে নগণ্য লোকৰ পৰা এই কথা ওলোৱাহেঁতেন, তাক অৱশ্যে অনেকে ফুৎকাৰতে উৰুৱাই দিব পাৰিলেহেঁতেন। কিন্তু, ইউৰোপৰ চতুৰ্দশ শতিকাৰ কমেনিয়াচকে আদি কৰি আজি পৰ্য্যন্ত শিক্ষা-বিষয়ত চিন্তা কৰা সকলো মনীষী লোকে এক বাক্যে স্বীকাৰ কৰি গৈছে—বিদেশী ভাষাৰ সহায়েৰে অতি বেছি ভাগ মানুহৰ (আৰু সেই দেখি কোনো জাতিৰ) প্ৰতিভা সম্পূৰ্ণৰূপে বিকাশ হোৱা অসম্ভৱ। ভাৰতবৰ্ষত বোধ কৰোঁ চাৰ আশুতোষ মুখাৰ্জীৰ দৰে শিক্ষাবিষয় চৰ্চা কৰা আন এজন মানুহ বৰ্ত্তমান যুগত জন্ম গ্ৰহণ কৰা নাই। এই বিষয়ত চাৰ আশুতোষৰ কি মত, আৰু সেই মত অনুসৰি তেওঁ কলিকতা বিশ্ববিদ্যালয়ত কি নতুন ব্যৱস্থা কৰিবলৈ যো-জা কৰিছে, সেই কথা ইয়াত কৈ আপোনালোকৰ বহুমূলীয়া সময় মিছাতে নিওৱাৰ সকাম নাই। মোৰ ব্যক্তিগত অভিজ্ঞতাৰ পৰাও—যদিও সি অতি ক্ষুদ্ৰ—এই বিষয়ে পৰীক্ষা কৰি পোৱা সত্যৰ কথা কব পাৰিলোঁহেঁতেন। কিন্তু ই এনে এটা সত্য, আৰু ইয়াৰ ইমানবিলাক প্ৰসিদ্ধ ব্যাখ্যাতা আছে, যে সিবিলাকৰ মাজত মোৰ নগণ্যতা সুমাই দিয়া নিতান্ত অনাৱশ্যক। মাতৃভাষাৰ সহায়েৰে শিক্ষাদানৰ বিষয় ইমান বহলাই কোৱাৰ উদ্দেশ্য এই, যে স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাৰ মহত্ব উপলব্ধি কৰিবলৈ হলে এই কথাটো আমি সুন্দৰৰূপে বুজা উচিত। হেমচন্দ্ৰ বৰুৱাৰ নীতি ইয়াতে, যে বেভাবেও ৰচনচন চাহাবে আৰু আনন্দৰাম

চেকিয়াল মুকনে স'চ—লোপ-পাবলগীয়া যি অমৃত বৃক্ষৰ বীজ বপন কৰিলে, সেই বৃক্ষক মুমলীয়া কালত আপ্ ডাল্ কৰিব লাগিছিল তেওঁ। আৰু তেওঁৰ দৰে একনিষ্ঠ প্ৰতিভাশালী লোকৰ ওপৰত তাৰ আপ্ ডালৰ ভাৰ পৰিছিল দেখিয়েই হে সি আজি আকৌ ঠন্ ধৰি উঠিব পাৰিছে, আৰু আশা কৰা গৈছে, যে সময়ত সেই বৃক্ষই ফল-পুষ্পেৰে জাতিৰ হৈ অসমীয়া জাতিক তাৰ সুগন্ধ পুষ্পৰ আৰু মধুময় ফলৰ সোৱাদ দি এই জাতিৰ জীৱন সুৰভি আৰু সুন্দৰ কৰিব পাৰিব।

আদিতে যি সকল কৃতী পুৰুষে অসমীয়া ভাষাকে নতুন জীৱন দিবলৈ চেষ্টা কৰিছিল, তেওঁবিলাকৰ কিমান একনিষ্ঠ সাধনাৰ আৱশ্যক হৈছিল, তাক দেখুৱাবলৈ সেই সময়ৰ শিক্ষাবিভাগৰ ৰিপৰ্টৰ পৰা এক আধাৰ কথা তুলি দিবলৈ আপোনালোকৰ অনুমতি লব খুজিছোঁ।

১৮৬৭ চনৰ ৰেভেৰেণ্ড ব্ৰন্‌চন্ চাহাবে তেওঁৰ অসমীয়া ভাষাৰ অভিধানখন প্ৰকাশ কৰে। সেই পুথিৰ পাতনিত অসমীয়া ভাষা যে বঙালীৰ লগত নিমিলে আৰু অসমীয়া মানুহে যে বঙালী ভাষা বুজিব নোৱাৰে, এইবিলাক কথাৰ পাছত এই দৰে কৈছে, বোলে—

"দেৰকুৰি বছৰ অসমীয়া মানুহৰ লগত মিলি জুলি মই বেচকৈ বুজিছোঁ, যে তেওঁবিলাকৰ ভাষাৰ প্ৰতি এনে উপেক্ষা দেখুৱা বৰ ভুল হৈছে। এই ভাষাৰ উন্নতিৰ অৰ্থেহে বৰং সকলোৰে চেষ্টা কৰা উচিত। উপযুক্ত উৎসাহ পালে অলপ দিনৰ ভিতৰতে শিক্ষিত অসমীয়াই স্কুলৰ উপযোগী কিতাপ লিখি উলিয়াব পাৰিব, আৰু তেতিয়া সাধাৰণ প্ৰজাৰ মাজত শিক্ষাৰ প্ৰতি বিশেষ আগ্ৰহ হব। আন কোনো উপায়েৰে প্ৰজাৰ মাজত শিক্ষা প্ৰচাৰ হব নোৱাৰে।"

সেই সময়ত মিঃ পোৰ্টাৰ চাহাব উত্তৰ-পূৰ্ব বিভাগৰ—অৰ্থাৎ বৰ্তমান অসম উপত্যকা আৰু ৰাজসাহী বিভাগৰ—স্কুল ইনিস্পেক্টৰ আছিল। তেওঁ ১৮৬৭-৬৮ চনৰ ৰিপোৰ্টত এই কথাৰ প্ৰতিবাদ কৰি এই দৰে লিখিছে—"অসমীয়া ভাষাটো নো কি? আৰু ইয়াক নো বৰ্তাই ৰখাৰ কিবা আৱশ্যক আছে নে? ইয়াৰ উত্তৰত এইমাত্ৰ কলেই হয়, যে শিৱসাগৰত কোৱা অসমীয়া কামৰূপত কোৱা অসমীয়াৰ পৰা সম্পূৰ্ণ বেলেগ, মিকিৰ, নগা, কছাৰী ইহঁতেও বেলেগ বেলেগ ভাষাত কথা কয়। কেইটামান ঘৰুৱা শব্দ বাদ দিলে অসমীয়া আৰু বঙালী ভাষাক বেলেগ বুলি ধৰিব নোৱাৰি। সেইদেখি মোৰ মত এই, যে অসমৰ তল থাপৰ পঢ়াশালিবিলাকত অসমীয়া ভাষা সুমাই দিয়া অসম্ভৱ। আৰু সম্ভৱ হোৱা হলেও, তেনে কৰাটো মোৰ বিবেচনাত নিতান্ত অযুগুত হব, আৰু তাৰ পৰা উন্নতি হব চাৰি অৱনতিহে হে আশঙ্কা কৰিব পাৰি।" এয়েঁই আৰু এটাইত কৈছে, যে অসমত বঙালী ভাষাকে কোৱা হয়। কিন্তু অসমীয়াবিলাকে স কেইটা স ৰ দৰে উচ্চাৰণ কৰে। কোৱা বাহুল্য, যে তেওঁৰ তলতীয়া কৰ্মচাৰীৰ মুখৰ কথাকে পোৰ্টাৰ চাহাবে কাকতত লিখি থৈ গৈছে।

যদিও ইয়াত দেখা গৈছে, যে পোৰ্টাৰ চাহাবে অসমীয়া ভাষাৰ প্ৰচলনৰ বিৰুদ্ধে হে মত দিছিল, তথাপিতো ন্যায্যতঃ ইয়াক কোৱা উচিত, যে তেওঁৰ ৰিপোৰ্টবিলাক পঢ়িলে তেওঁক এজন বিশেষ জ্ঞানী আৰু লোক চৰিত্ৰত অভিজ্ঞ পুৰুষ বুলি বুজিব পাৰি। তেওঁৰ নিচিনা মানুহ এজনেও যে এই সম্বন্ধে এনে মত পোষণ কৰিছিল তাৰ পৰাই সেই সময়ত অসমীয়া ভাষাৰ হকে চেষ্টা কৰা লোকসকলৰ একাগ্ৰতাৰ আৱশ্যক আছিল তাক অনুমান কৰিব পাৰি।

ডাঙৰীয়াসকল, স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাৰ কীৰ্তি। ধনৰ কীৰ্তি বা বলৰ কীৰ্তি বিমানেই চকুত চাত-মৰা নহক, উত্তাৰ পোহৰৰ দৰে সি চঞ্চল আৰু ক্ষণিক। কিন্তু কোনো জাতিক নতুন প্ৰাণ দিবলৈ, কোনো জাতিক সত্য জাতীয়তাৰ দ্বাৰা অনুপ্ৰাণিত কৰিবৰ কাৰণে যি কীৰ্তি, সি যদিও উমি উমি থাকে, তথাপি সি শমীগৰ্ভ অগ্নিৰ দৰে পবিত্ৰ আৰু স্থায়ী। এনে কীৰ্তি ৰক্ষা কৰিবলৈ আমাৰ কোনো বিশেষ আয়োজন নহলেও যে সি লোপ পাব এনে ভয় নাই। কিন্তু যি দৰে জুই জলাবৰ আৱশ্যক হয় জুইৰ জীৱন জীয়াই ৰাখিবলৈ নহয়, আমাৰ উপকাৰৰ অৰ্থে হে, যেনেকৈ পুখুৰি খান্দিব লাগে পানীক থকা ঠাই দিবলৈ নহয়, আমাৰ জীৱন ধাৰণৰ অৰ্থে হে, আৰু যেনেকৈ বতাহ শুধবাই লব লাগে বতাহক দীৰ্ঘজীৱি কৰিবলৈ নহয়, আমাক ৰোগ-ব্যাধিৰ পৰা মুক্ত ৰাখিবৰ অৰ্থে হে,—সেইদৰে কীৰ্তিমানৰ কীৰ্তি ৰক্ষা কৰিব লাগে, যশস্বীৰ যশ গাব লাগে, কীৰ্তিমানক অমৰ কৰিবলৈ নহয়, যশস্বীৰ যশৰ গৌৰৱ বঢাবলৈ নহয়, আমাৰ উৎসাহ, আমাৰ কৰ্ম প্ৰবৃত্তি আমাৰ জীৱনীশক্তিক তেজী আৰু জাগৃত কৰিবলৈহে।

এই কাৰণে যিসকল ছাত্ৰবন্ধুই হেমচন্দ্ৰ বৰুৱাৰ কীৰ্তিৰ চিন্ স্বৰূপে ভাৰতবৰ্ষৰ সমস্ত যশস্বী লোকৰ জীৱনী সংগ্ৰহ কৰি ছপাব খুজিছে, তেওঁবিলাকে অকল কীৰ্তিৰ স্মৃতি উজ্জীৱিত কৰিয়েই আমাৰ জাতিৰ উপকাৰ সাধিব খোজা নাই, তেওঁবিলাকৰ সংগৃহীত জীৱনীবিলাকে চিৰকাললৈ উঠি অহা অসমীয়াৰ আগত শুভগ্ৰহৰূপে স্থিতি হৈ তেওঁবিলাকক সত্য, মহত্ত্ব আৰু সন্মানৰ পথলৈ আগ বঢাই দিব পাৰিব। এতেকে তেওঁলোকৰ এই উদাৰ সৎ কাৰ্য্যত জাতিক ভাল পোৱা আৰু মাতৃ-ভাষাক আদৰ কৰা সকলো লোকৰ সহানুভূতি নাথাকিব নোৱাৰে।

ডাঙৰীয়াসকল, কি জানি আজিয়েই এই সভাত ডেকাসকলে অৰ্থ-সংগ্ৰহৰ কাৰণে হাত পাতিব, কি জানি নাপাতে—মই ঠিক কৈ কব নোৱাৰোঁ। কিন্তু যেতিয়াই নাপাতক মোৰ দৃঢ় বিশ্বাস, যে আমাৰ ওচৰত পৰা তেওঁবিলাকৰ হাত খালি হৈ যাব নাপাব। 'বাইজৰ নখ জোকাৰিলে নদী বয়' বুলি অসমীয়া লোকেই প্ৰবাদ বান্ধি থৈছিল।

অৱশেষত, ছাত্ৰ-বন্ধুসকল, আপোনালোকৰ ওচৰত মোৰ এক আধাৰ নিবেদন আছে। আপোনালোকৰ উৎসাহ আৰু কৰ্ম-প্ৰাণতা প্ৰশংসাৰ যোগ্য। আমাৰ একমাত্ৰ ইচ্ছা, যে এই কৰ্ম প্ৰাণতা যেন সৎ পথত চালিত হৈ, সমভূমি বাহিনী স্ৰোতস্বিনীৰ দৰে, অসমীয়া জাতিৰ কাৰণে একে যোগে খাদ্য আৰু পানীয় উভয়ৰে উদাৰ ব্যৱস্থা কৰি দিব পাৰে। উঠি অহা ডেকাসকলৰ ওপৰতেই জাতিৰ মঙ্গলামঙ্গল নিৰ্ভৰ কৰা প্ৰভৃতি কথা আতিকৈ পুৰণি হল, আৰু অতি ঘনিষ্টতাৰ পৰা ঘৃণাৰ উদ্ভৱ হোৱাৰ দৰে এনেবোৰ কথাৰ প্ৰতি আমাৰ শ্ৰদ্ধা কমি আহিছে। তথাপিতো আপোনালোকক নোসোঁৱাই নোৱাৰোঁ, যে এই পুৰণি কথাষাৰত—আন অনেক পুৰণি কথাৰ দৰে—নিতান্ত লাগতিয়াল সত্য এটা সোমাই আছে, আৰু যে আপোনালোকেই অসমীয়া জাতিৰ একমাত্ৰ ভাৰসা। একমাত্ৰ বোলাৰ কাৰণ এই—আমি যিসকল আপোনালোকৰ আগভোখৰত আছোঁ, সেইসকলে যি কৰিছে বা কৰিব পাৰিছে, সি আজিকালিৰ দেশ আৰু কালৰ অৱস্থালৈ চাই অতি নগণ্য আৰু বৰ্তমান যুগৰ কৰ্ম-প্ৰবাহৰ প্ৰখৰ স্ৰোতৰ অনুপাতত অতি ধীৰ। আমাৰ পৰৱৰ্তী সকলেও যদি এইদৰে আধা টোপনিয়াই আৰু আধা জাগি কাল কটাব লগীয়া

হয়, তেনেহলে বিংশ শতিকাৰ মাজ ভাগত আমি ষোল কি সোতৰ শতিকাৰ উজনিত হে পৰিবলৈ লাগিব—ইমান বেগবান আজিকালিৰ উন্নতিৰ সোঁত।

বহুত বছৰ আগেয়ে নহয়—আমাকো আমাৰ গুৰুজনসকলে কথাই-বাৰ্তাই বক্তৃতাই-ৰচনাই এইদৰে কৈছিল। আমাৰ দুৰ্ভাগ্য যে এই কথাৰ মৰ্ম আমি তেতিয়া বুজিব পাৰা নাছিলোঁ। সেইদেখি আপোনালোকৰ ওচৰত মোৰ এই নিবেদন, যেন আপোনালোকৰ কোনোৱে এইদৰে নাভাবে, যে কোনো ব্যক্তি অতি সামান্য বা অতি নগণ্য। ভাগ্যৰ ওপৰত নিৰ্ভৰ কৰি হাত সাৱটি বহি থকাৰ দিন আজি-কালি নাই। "লোকোঽয়ম্ কৰ্মবন্ধনঃ"—এই সমগ্ৰ বিশ্ব কৰ্মৰ বন্ধনত আৱদ্ধ। সেইদেখি কৰ্ম হব লাগে আপোনালোকৰ আদৰ্শ। ভাৱেই কৰ্মৰ মূল। নতুন মনোবিজ্ঞানে আৰু ইচ্ছাশক্তিৰ নতুন নতুন তথ্যবিলাকে বহুিয়াকৈ প্ৰমাণ কৰি দিছে, যে যিলোকে যেনে ভাৱ যেনে Idea গ্ৰহণ কৰে তেওঁ তেনে হব পাৰে। কিছুদিনৰ পূৰ্বে মস্তিষ্কৰ বল আৰু পুৰুষানুক্ৰমিক দোষ-গুণৰ ওপৰত মানুহৰ কাৰ্যকুশলতা অনেক পৰিমাণে নিৰ্ভৰ কৰে বুলি মনোবিজ্ঞানবিৎ পণ্ডিতসকলে যি এটা ধাৰণা কৰিছিল, এতিয়া প্ৰমাণ হব খুজিছে, যে যদিও সেই ধাৰণা নিতান্ত অমূলক নহয় তথাপিতো ডাৰুইন আৰু গেল্‌টনৰ পাছত তাৰ ওপৰত মানুহে নিজৰ শক্তি সামৰ্থৰ অযথা ভাৱ অৰ্পণ কৰিছিল।

ধৰ্ম-প্ৰচাৰকসকলে যেনেকৈ ধৰ্ম-জগতত মানৱ-আত্মাৰ উন্নতি অপৰিসীম বুলি কয়, সেইদৰে এতিয়া বিজ্ঞানবিৎ সকলেও কৈছে যে মানুহৰ শক্তি অপৰিসীম নহব পাৰে, কিন্তু আমি এতিয়াও সেই শক্তিৰ সীমাৰ পৰা অনেক দূৰতেই পৰি আছোঁ। এই নতুন বিজ্ঞানে মানুহৰ আগত অপৰিমেয় উন্নতিৰ মূৰ্তি স্থাপন কৰিছে আৰু মানুহৰ মনত অনন্ত আকাঙ্ক্ষাৰ সোঁত জাগৰিত কৰি দিছে।

বন্ধুসকল, আপোনালোক এনে আকাঙ্ক্ষাৰ এনে উন্নতিৰ জখলাৰ কোনোটো খোপতেই স্থগিত হোৱাৰ আৱশ্যক নকৰে। আমি অনন্তৰ পুত্ৰ আৰু অনন্তৰ উত্তৰাধিকাৰী। উপনিষদে তাহানিৰ সভ্যতা অৰুণৰ প্ৰথৰ কিৰণত যি অমৃতৰ সন্তানৰ গাথা গাই গল, বিজ্ঞানে আজিৰ মধ্যাহ্ন সূৰ্য্যৰ পোহৰত সেই গীতৰ সুৰকে তুলি ধৰিছে। আপোনালোকৰ পৰাই এৰিষ্টোটলৰ দৰে অদ্ভুত প্ৰতিভাশালী, নিউটনৰ দৰে তীক্ষ্ণ, অৰ্জুনৰ দৰে কৰ্মবীৰ, আৰু শঙ্কৰাচাৰ্য্যৰ দৰে সূচিত-কৈয়ো চোকাবুদ্ধিৰ লোক আবিৰ্ভাব নোহোৱাৰ কোনো কাৰণ নাই। আপোনালোকে সেই আশা কৰক, আমাক সেই আশা কৰিবলৈ দিয়ক; আৰু যি অসম মাতৃভূমি আমি সমগ্ৰ পৃথিবীৰ ভিতৰত অতি নিকৃষ্ট আৰু নগণ্য বুলি পৰিগণিত সেই মাতৃভূমিকো—ফলপুষ্পশস্য শোভিতা চিৰবসন্তময়ী সেই মাতৃভূমিকো—আপোনালোকৰ আশা আৰু উৎসাহ, আৰু কাৰ্য্যকুশলতা আৰু কৃতকাৰ্য্যতা দেখি চিৰানন্দময়ী হবলৈ আশা কৰিবলৈ দিয়ক। এয়ে মোৰ শেষ আৰু অন্তৰৰ একান্ত গভীৰ নিবেদন।

ছাত্ৰীয়াসকল, আপোনালোকে অনুগ্ৰহ কৰি এই অভাজনক এই মহোৎসৱৰ এজন ক্ষুদ্ৰ কৰ্মী হবলৈ সুযোগ দিয়াৰ কাৰণে আৰু এতেখিনি পৰে মোৰ এই সামান্য প্ৰবন্ধ মনোযোগেৰে শুনি থকাৰ কাৰণে অন্তৰেৰে সৈতে আপোনালোকৰ শলাগ লৈছোঁ। *

---

* চেতনা, প্ৰথম ভাগ, দ্বিতীয় সংখ্যা, আহিন, ১৮৪১ শক। যোৰহাটত অনুষ্ঠিত ছাত্ৰৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ সোঁৱৰণীৰ সভাৰ বিশিষ্ট অতিথিৰ বক্তৃতা। সভাত সভাপতিত্ব কৰে প্ৰবীণ উকীল অক্ষয়কুমাৰ ঘোষে।—সং, শ. গো. ব.

# মাজুলী শিক্ষক সন্মিলন

শিক্ষক সন্মিলনৰ সম্পাদক মহাশয়, লগৰীয়া শিক্ষকসকল, উপস্থিত ভদ্রমণ্ডলী আৰু দুখুনী দেশৰ একমাত্র সম্বল ছাত্রবৃন্দ,

১। আজি আমাৰ মহা শুভদিন। চাবিও ফালৰ পৰা এতখিনি লোক গোট খোৱা বুলিয়েই আজিৰ দিনক শুভ দিন বুলিব খোজা নাই—যদিও দশজন যত দেৱতা তত বুলি আমাৰ শাস্ত্ৰৰো বচন আৰু আমাৰ অন্তৰ দেৱতাৰো ধাৰণা। আজিৰ দিনটো শুভ দিন এই কাৰণে যে, অসম দেশৰ ইমান ঘটনাৰে গাজ খাই থকা বুৰঞ্জীত শিক্ষাৰ সম্বন্ধে আলোচনা কৰিবলৈ এয়ে শিক্ষক সকলৰ সন্মিলন। প্ৰথম বুলিছোঁ এই কাৰণে, ইয়াৰ আগেয়ে এনে সন্মিলন পাতিবলৈ এনে নিয়মীয়া অনুষ্ঠান হোৱা বুলি আজ পৰ্য্যন্ত জনা হোৱা নাই।

২। আন আন সভ্য দেশত, ভাৰতৰো আন কোনো প্ৰদেশত, শিক্ষক সকলৰ সন্মিলন বৰ্ত্তমান যুগত জাতীয় জীৱনৰ একোটা প্ৰধান অনুষ্ঠান হৈ উঠিছে। এনে হৈ উঠাৰ যথেষ্ট কাৰণো আছে। শিক্ষাই যে জাতীয় জীৱন গঠনৰ একমাত্র উপায় তাক আজি আৰু কাকো বুজাই কোৱাৰ আৱশ্যক নাই। আগেয়ে শিক্ষা বুলিলে অলপীয়া মানুহৰ মাজত আবদ্ধ যি সংকীৰ্ণ জ্ঞান-অৰ্জনৰ কথা বুজা হৈছিল—আজি-কালি শিক্ষাৰ অৰ্থত আমি তাকে নুবুজোঁ। আজি-কালি শিক্ষাৰ অৰ্থ হৈছে সমস্ত মানুহটোৰ সমগ্ৰ শক্তিৰ সম্পূৰ্ণ বিকাশ সাধন কৰা; আৰু তাক কৰি প্ৰতিজন মানুহক সকলো কৰ্মত কুশল, সকলো বিষয়ত চতুৰ আৰু সকলো অৱস্থাত জয়ী কৰিবলৈ চেষ্টা কৰা। এই আদৰ্শত যদি কোনোটো জাতিৰ সকলো মানুহ শিক্ষিত হৈ উঠে, তেনেহলে সেই জাতিৰ উন্নতি হবলৈ আৰু কিবা বাকী থাকিব নে? শিক্ষাৰ বিষয়ত মানুহৰ আত্মাৰ এই নৱ জাগৰণ এদিন সমগ্ৰ পৃথিৱীতেই যে ব্যপ্ত হব ই স্থিৰ। অসমত আজিৰ সন্মিলনেই সেই জাগৰণৰ পূৰ্ব্বাভাস। সেই দেখি হে মই কব খুজিছোঁ আজিৰ এই দিন অতি স্মৰণীয় মহা শুভদিন।

৩। কিন্তু দুৰ্ভাগ্যৰ কথা নে সৌভাগ্যৰে কথা মই ঠিক বুজিব পৰা নাই যে সেই শুভ জাগৰণৰ পুৱেৰুণৰ বাৰ্ত্তাবহ হোৱা ভাৰ মোৰ নিচিনা এজন অযোগ্য পাত্ৰৰ হাতত পৰিছে। মিছা বিনয়ৰ আছিলা দেখাই পৰোক্ষে নিজৰ গৌৰৱ কৰিবলৈ মই এই কথা কোৱা নাই। সঁচাকৈয়ে মই নিজে আজিৰ এই গুৰুভাৰৰ আৰু আজিৰ সন্মিলনৰ ভবিষ্যত অৰ্থলৈ চাই অলপ আতঙ্কিত হৈছোঁ—কিজানি মোৰ অক্ষমতাৰ দোষতেই বা কেনেবাকৈ এই মহাজাগৰণৰ আৰম্ভণত কিবা খতি-খুন হৈ যায়।

৪। এনে আশঙ্কা থকাতো আৰু এই দৰে সন্দেহান্বিত হৈয়ো যে মই এই ভাৰ আজি লৈছোঁ, ইয়াৰ এক কাৰণ আপোনালোকৰ সাদৰ নিমন্ত্ৰণ আৰু দ্বিতীয় কাৰণ এই মাজুলীৰ স্থল-মাহাত্ম্য।

কেনেকৈ মই আজিও বুজিব পৰা নাই, যেতিয়া প্ৰায় সাত বছৰ পূৰ্বে চৰকাৰী কামত মই মাজুলীলৈ আহিছিলোঁ, তেতিয়াই ইয়াৰ প্ৰতি মোৰ এটা মায়া উপজিছিল। তেতিয়া মোৰ সঙ্গী আছিল মৌলবী আব্দুৰ ৰহমান—যি আজি আপোনালোকৰ শিক্ষা বিষয়ৰ নেতা আৰু যি আজিও এই সন্মিলনৰ, বুলিব লাগিলে, প্ৰধান অনুষ্ঠাতা। যত অসমৰ প্ৰায় সকলোবিলাক সত্ৰৰ গুৰি, সেই মাজুলী এনেয়ে অসমীয়াৰ তীৰ্থক্ষেত্ৰ। পুৰাণ প্ৰসিদ্ধ ব্ৰহ্মপুত্ৰ আৰু লৌহিত্যই যাক প্ৰিয় দুহিতাৰ দৰে আঁকোৱালি ধৰি নিজৰ বুকৰ মাজত সুমাই ৰাখিছে সেই মাজুলী আচলতে প্ৰকৃতিৰ কাম্যভূমি আৰু স্বভাৱতে পবিত্ৰতাৰ লীলা-নিকেতন। যি মাজুলীৰ পৰা বৈ যোৱা বৈষ্ণৱ ধৰ্মৰ পৱিত্ৰ সোঁতে গোটাই অসমভূমি ধৰ্মৰসত জীপাই ৰাখিছিল আজি যে সেই মাজুলীত, অসমৰ বিদ্যা-গৌৰৱ আৰু ধৰ্মৰ ক্ষেত্ৰ সেই মাজুলীত, আজি এই নতুন যুগৰ নতুন বাৰ্তাবহ শিক্ষা-সন্মিলন বহিছে ইয়াক বিধাতাৰ কোনো অচিন্তনীয় নিৰ্দেশ বুলিবৰ হে মোৰ মন গৈছে। আহক বন্ধুসকল! এই প্ৰাচীন ধৰ্মক্ষেত্ৰ আৰু কৰ্মক্ষেত্ৰত নতুন গীতাৰ নতুন উদ্গনি বাণীৰে ভ্ৰান্ত অসমীয়াৰ মনৰ দুৰ্বলতা দূৰ কৰিবলৈ চেষ্টা কৰক।

এই দুৰ্বলতা দূৰ কৰাৰ গৰাকী আপোনালোক শিক্ষকসকল। বাৰ বাৰ এটা কথাকে শুনিলে আমনি লাগে, কিন্তু সত্যৰ স্বভাৱেই এই যে সি এক আৰু সি চিৰকাললৈ সকলো ঠাইতে সত্য। সেই দেখি আন সহস্ৰজনে সহস্ৰ উপায় আৰু ভালদৰে কোৱা স্বত্বেও মই কব খোজোঁ যে জাতিৰ একমাত্ৰ সম্বল সেই জাতিৰ লৰাছোৱালীবিলাক, সেই জাতিৰ উঠি অহা-বংশটো—আৰু এই সম্বলক বলী আৰু কুশল কৰি, বা দুৰ্বল আৰু অকামিলা কৰি দিয়াৰ ভাৰ পৰিছে শিক্ষক সকলৰ ওপৰত। শিক্ষকৰ এই ভাৰ বৰ গুৰু—ইমান গুৰু যে যেতিয়া সেই বিষয় চিন্তা কৰোঁ—তেতিয়া শিক্ষক হোৱা দেখি মনত ভয় লাগে, হায় হায় কি অসামৰ্থ্য লৈ কি গুৰু ভাৰ সাধনাৰ ভাৰ নিজে লৈছোঁ। কিন্তু আশা আছে ইয়াতে, সাহ আছে এই কথাত, যে বিধাতাই বিশ্ব ৰচনাৰ যি নিয়ম বান্ধি দিছে তাত একনিষ্ঠ কৰ্মৰ, একাগ্ৰ সাধনৰ, ক্ষয় নাই। সেই দেখি বন্ধুসকল, বুকত বল বান্ধক, হৃদয়ত ভৰসা লওক, মনক আশান্বিত কৰক, আমাৰ চেষ্টাতেই, আমাৰ কুশলতাতেই, এদিন নে এদিন এই অৰ্দ্ধমৃত অৰ্দ্ধজাগৃত এলাহ আৰু আফিমৰ মোহাবেশী নিদ্ৰাত আচ্ছন্ন জাতিৰ উদ্ধাৰ সাধন হব। আমাৰ গুণতেই এদিন প্ৰকৃতিৰ সৰ্বসম্পদশালিনী এই জননীসদৃশ জন্মভূমিৰ মুখ চিৰাহাস্যময় দেখিবলৈ পাম।

৫। এই কামৰ গুৰুভাৰ যে আমাৰ ওপৰত ইয়াক চিন্তা কৰিলে আপোনালোকৰ প্ৰাণ আনন্দত উপচি নপৰে নে? জাতিৰ গঠনৰ ভাৰ আমাৰ হাতত, এই গৌৰৱত আপোনালোকৰ হৃদয় ফুলি উঠা নাই নে? নিশ্চয় উঠিছে—হয়তো আপোনালোকে কেতিয়াবা জনাকৈ আৰু কেতিয়াবা নজনাকৈ। প্ৰাণত এই আনন্দ অনুভৱ কৰিব নোৱাৰিলে আৰু হৃদয়ত এই গৌৰৱৰ বল নোহোৱা হলে—কোনো মানুহ শিক্ষকৰ উপযুক্ত হব নোৱাৰে। শিক্ষকতা জীৱনৰ অনেক নৈৰাশ্য—হাতেমুখে নিমিলগ অৰ্থ, সমাজৰ উপেক্ষা, হকত বা অনাহকত আনৰ গ্লানি, আৰু যাৰ অৰ্থে ৰক্তপাত তেনেহেন পুত্ৰবৎ শিষ্যৰ পৰা অবাধ্যতা, অনাচাৰ প্ৰভৃতি অত্যাচাৰ—এনেবিধ শত শত নৈৰাশ্যৰ ভিতৰত একমাত্ৰ ধ্ৰুৱ লক্ষ্য থাকিব লাগে শিক্ষকৰ মহৎ আদৰ্শৰ প্ৰতি—যে বিয়ালৈ নিস্কৃষ্ট বা হেয় বা অসম্মানজনক বুলি লোকে ভাৱক, শিক্ষকৰ কামৰ দৰে পৱিত্ৰ আৰু

উচ্চ কাম জগতত আৰু হোৱা নাই। এই আদৰ্শৰ সাধনাই শিক্ষকতাৰ একমাত্ৰ সাৰ্থকতা শিক্ষক-জীৱনৰ মৰুভূমিৰ মাজত একমাত্ৰ নিৰ্মলা ভাৱ স্ৰোতস্বিনী।

৬। এই উচ্চ আদৰ্শৰ সাধনৰ কাৰণে শিক্ষক অতি চতুৰ ব্যক্তি হোৱা আৱশ্যক। অসমীয়া মানুহৰ এটা কথা আছে যে, ৰজাৰ বত্ৰিশটা গুণ, চোৰৰ গুণ চৌত্ৰিশ। মই হলে কব খোজোঁ শিক্ষকৰ গুণ তাতোকৈ দুটা বেছি—এটা অনাহাৰে থাকিও কৰ্তব্য সম্পাদন কৰা, আৰু আনটো যিয়েই তোমাৰ অমঙ্গল আচৰণ কৰিব খোজে, তাৰ মঙ্গলৰ হকে প্ৰাণকো পণ কৰি যত্ন কৰা। শিক্ষকৰ চকুৱে অতি নীচ আৰু অতি নীহৰ পৰা অতি ওখ আৰু অতি উচ্চলৈ সকলো ঠাইতে থাকিব লাগে। যাৰ মঙ্গলামঙ্গলৰ ভাৰ শিক্ষকৰ ওপৰত ন্যস্ত, তাৰ হিত কৰিবলৈ যাওঁতে তাৰ সকলো মৰ্ম আৰু ভাৱৰ সোঁতৰ সম্পূৰ্ণ অভিজ্ঞতা শিক্ষক আৰ্জি লব পাৰিব লাগে। এই অভিজ্ঞতা সাঁচি লব পাৰি একান্ত সাধনাৰ দ্বাৰা।

৭। মানুহ অকল মনেই নহয়, বৰং ইয়াকেহে কব পাৰি যে স্থূলদৃষ্টিত মানুহক শৰীৰ যেন হে দেখা যায়। সেই দেখি শৰীৰিক স্বাস্থ্য ভাল কৰি দিয়াও শিক্ষকৰ কৰ্তব্য। অকল স্কুলৰ পঢ়াৰ লগীয়া বিষয়খিনি অতি উত্তমৰূপে শিকাই দিব পাৰিলে শিক্ষকৰ কৰ্তব্য কাম কৰা নহয়, এনে কি শিক্ষকৰ কৰ্তব্যৰ গুৰুতৰ অংশও সাধন কৰা নহয়। ছাত্ৰক সংসাৰযাত্ৰাৰ পথত পোন-বাট লগাই দিব পৰাটোৱেই শিক্ষকৰ প্ৰধান কাম। এই নিমিত্তে শাৰীৰিক, মানসিক আৰু নৈতিক এই আটাইকেওটা বিষয়তে উৎকৰ্ষৰ অৰ্থে লক্ষ্য ৰাখি শিক্ষক চলিব লাগে। আৰু এই মহৎ উদ্দেশ্য সাধনৰ কাৰণ বল দিব লাগে আপোনালোকৰ এই শিক্ষক সন্মিলনে।

৮। কেনেকৈ নো এই সন্মিলনৰপৰা শিক্ষক-সম্প্ৰদায়ে এনেকুৱা আন্তৰিক বলৰ প্ৰেৰণা পাব পাৰে তাক বিচাৰ কৰা আপোনালোকৰ অন্যতম কাম। মোৰ বিশ্বাস যে, ইচ্ছা কৰিলে শিক্ষক-সম্প্ৰদায়ে কেৱল ছাত্ৰৰে নহয় পৰন্তু সকলো মানুহৰ নানা উপকাৰ কৰিবলৈ সমৰ্থ। দেখা যায় যে, আমাৰ দেশত শিক্ষকসকলেই শিক্ষিত লোক, আৰু তেওঁ বিলাকৰেই গাৱঁৰ কাজিয়া কন্দলত বিশেষ একো স্বাৰ্থ নাথাকে। সজ উপদেশ, নিঃস্বাৰ্থ সেৱাৰ আদৰ্শ আৰু ন্যায়নিষ্ঠ চৰিত্ৰৰ আৰ্হি দেখুৱাই তেওঁবিলাকে সমাজৰ চৰিত্ৰ নতুন কৰি গঠন কৰিব পাৰে আৰু নানাবিধ ক্ষুদ্ৰ ঈৰ্ষা-জৰ্জৰিত অসমীয়া সমাজৰ প্ৰাণত নতুন বল নতুন উৎসাহ আৰু নতুন আশা জগাই দিব পাৰে।

৯। এনে দুঃসাধ্য কাম সাধন কৰিবলৈ মানুহৰ প্ৰধান আৱশ্যক আত্মবিশ্বাস। আত্ম-বিশ্বাসৰ ভেটি আত্মজ্ঞানত। উপনিষদৰ উপদেশ আছে—"উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য বৰান্নিবোধত"। এই আত্মনিবোধেই শিক্ষক-সম্প্ৰদায়ৰ বৰ্তমানত প্ৰধান আৱশ্যক। যেতিয়ালৈকে আমি নিজে নিজৰ গৌৰৱ বুজিবলৈ নোৱাৰিম তেতিয়ালৈকে আন কোনোৱে উপযাচি আমাৰ গৌৰৱ কৰিবলৈ নাহে। নিজৰ কৰ্তব্যৰ প্ৰতি একনিষ্ঠ ভাৱ আৰু এই কৰ্তব্যৰ উদ্দেশ্যৰ মহত্ব উপলব্ধি—এই দুইৰ পৰাই কৰ্মৰ প্ৰতি আস্থা আহে আৰু সেই কৰ্মসাধনাৰপৰা গৌৰৱ-অনুভূতি হয়। কথাতে আছে—ঘৰত যি সোণ বা ময়না আখ্যান পায়, বাহিৰতো তাৰ সেই আখ্যান বলবৎ থাকে। সেইদৰে শিক্ষকসকলে নিজ কৰ্মৰ গৌৰৱ যেতিয়ালৈ নিজে বুজিব নোৱাৰিব তেতিয়ালৈকে আনে তাক বুজিও নুবুজে। আপোনালোকৰ এই সন্মিলনৰ প্ৰথম আৰু সৰ্বপ্ৰধান কৰ্তব্য হব লাগে—শিক্ষকৰ এই আত্মোনিবোধন, শিক্ষক সম্প্ৰদায়ৰ এই নৱজাগৰণ। আত্মগৌৰৱৰ পৰা আত্মবিশ্বাস স্থাপিত

হয়। আৰু নিজক নিৰ্ভৰ কৰা মানুহে জগতত কৰিব নোৱাৰা কাম অতি তাকৰ। কিন্তু সেই বুলি নাভাবিব যে, অহঙ্কাৰ আৰু আত্মবিশ্বাস একে বস্তু। অহঙ্কাৰ তাকে বোলে, যি কথাৰ বৃথা আস্ফালন কৰে; কিন্তু আত্মবিশ্বাস সেই, যি কেৱল কৃতকৰ্মতাৰ দ্বাৰায়হে পৰিচয় দিয়ে। অহঙ্কাৰ সকলো ব্যৱসায়ৰ শত্ৰু আৰু বিশেষকৈ শিক্ষা ব্যৱসায়ৰ ই মৰ্মভেদী কেৰোণ।

১০। শিক্ষা-ব্যৱসায়ৰ যি মহৎ উদ্দেশ্য আমি বৰ্ণনা কৰি আহিছোঁ, তাৰ নিমিত্তে দ্বিতীয়তে আৱশ্যকীয় হৈছে শিক্ষক-সম্প্ৰদায়ৰ একতাৰ সম্পাদন। "সংহতিঃ কাৰ্য্যসাধিকা" ই নীতিশাস্ত্ৰৰ বচন। কেৱল এঠাইত গোট খাই একত্ৰিত হোৱাই একতা নহয়—শিক্ষক সকলৰ উদ্দেশ্যৰ একতা, কাৰ্য্যপ্ৰণালীৰ একতা আৰু আদৰ্শৰ একতা হলেহে আমি আমাৰ কৰ্তব্য সুচাৰুৰূপে সম্পাদন কৰিব পাৰিম। যত একে ভাব আৰু একে আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ কেবাজনে গোট খায় তাত আচলতেই ভাবৰ সমাবেশৰ এটা কাৰ্য্যকৰী শক্তি উৎপন্ন হয়। এই ভাবৰ উদগনিয়ে, এই অন্তৰ্দেৱতাৰ প্ৰেৰণাই, আমাৰ মনত দুঃসাধ্য সাধন কৰিবলৈকো উৎসাহ জন্মায়, অলঙ্ঘ্য গিৰি লঙ্ঘন কৰিবলৈকো সাহ দিয়ে আৰু দুষ্প্ৰাপ্যৰ লাভলৈকো আশাৰ সহায়েৰে আশ্বাসবাণী শুনায়। এই সন্মিলনৰ পৰা আমি সেই উদগনি, সেই বল, সেই উৎসাহ আৰু সেই আশা পাব লাগে। আন একোকে নকৰি এই সন্মিলনে যদি আমাৰ হৃদয়ত এনে বল মাত্ৰ দিয়ে, তেনেহলেও ইয়াৰ সাৰ্থকতা হল বুলিব লাগিব আৰু আপোনালোকেও নানা কষ্টৰ সাফল্য হল বুলি স্বীকাৰ কৰিব লাগিব।

১১। মনৰ এনে বল ৰাখিবলৈ পাবা কিছু কষ্টকৰ। বিশেষকৈ শিক্ষকসকলৰ পক্ষে নতুন ভাব আৰু নতুন আশাৰ দ্বাৰা মন সৰস কৰি ৰাখা আৰু কঠিন। যি লোকে এদিন এদিন কৰি সপ্তাহৰ পাছত মাহ, মাহৰ পাছত বছৰ আৰু বছৰে বছৰে একে কথাকে বকি থাকিব লাগে, তাৰ পক্ষে মনত নতুনত্ব অনা যে কিমান দুঃসাধ্য, তাক ভাষাৰে প্ৰকাশ কৰাতকৈ সহজে অনুমান কৰিব পাৰি। কিন্তু বিধাতাৰ নিৰ্দেশেই এনে যে, এই কাৰণেই মনৰ উদাৰ ভাব আৰু নতুনৰ দ্বাৰাই মনক নন্দিত কৰি ৰাখা শিক্ষকৰ পক্ষে একান্ত আৱশ্যকীয়। নহলে মৌ-শোহা মৌ-চাকৰদৰে শিক্ষা কাৰ্য্যো নিতান্ত নীৰস বেগাৰী হৈ পৰিবগৈ। কৰ্তব্য এই দৰে ৰসহীন হলে ৰস-পিপাসু মানৱ-মনে তাৰ প্ৰতি আস্থা ৰাখিব নোৱাৰে আৰু তেনে কৰ্তব্য প্ৰাণেৰে সৈতে সাধিব নোৱাৰি। সম্ভৱতঃ জগতৰ আন সকলো কামত প্ৰাণ নাথাকিলেও নিয়মৰ বন্ধনত সি কিছুদূৰ সিদ্ধ হব পাৰে, কিন্তু প্ৰাণহীন শিক্ষকতা চৌকিদাৰৰ চৌকিত কৰিও কৰ্কশ বন্দীশালৰ প্ৰহৰীৰ পহৰাতকৈও নিঠুৰ। এই দৰে মনক মামৰে ধৰাৰ পৰা ৰক্ষা কৰিবলৈকো আমাৰ সন্মিলনৰ আৱশ্যক। এনে সন্মিলনেহে কথাবাৰ্তা, হাস্য প্ৰলাপ, চিন্তা, আলোচনাৰ দ্বাৰা মনক ঘঁহি পিহি আকৌ ব্যৱহাৰৰ উপযোগী চকচকীয়া অস্ত্ৰ কৰি দিব পাৰে। নতুন উৎসাহ ব্যতিৰেকে ব্যৱসায়ৰ কোনো কামকে কৰিব নোৱাৰি, তাত এই লাভো এটা পৰম লাভ।

১২। বন্ধুসকল! মই ওপৰত কেৱল আদৰ্শৰ কথা আৰু সবল সৰস মনৰ আমাৰ কাৰ্য্যৰ ওপৰত কেনে প্ৰভাৱ তাকেহে কৈছোঁ। ইয়াৰ উপৰিও সন্মিলনৰ শতেক কৰ্তব্য আছে। শিক্ষকৰ কামৰ প্ৰত্যেক খুঁতি-নাতিৰে পৰা আৰম্ভ কৰি সকলো কামতে সন্মিলনৰ পৰা আমি উপদেশ পাব লাগে। কিন্তু আদৰ্শলৈ বেছি কৰি চকু দিব লাগে এই কাৰণে যে উদ্দেশ্যহীন

কামৰ পৰা একো স্থায়ী উপকাৰ হব নোৱাৰে। যেনেকৈ লক্ষ্যহীন ভ্ৰমণৰ পৰা একো উপকাৰ নহয়, সেই দৰে উদ্দেশ্যহীন কামৰ পৰাও যথেষ্ট ফল পোৱা নাযায়। আমাৰ উদ্দেশ্য ঠিক কৰি লৈ আমাৰ আদৰ্শৰ প্ৰতি চকু ৰাখি সুস্থিৰভাৱে তাক লক্ষ্য কৰি কাম কৰাই হৈছে আমাৰ কৰ্তব্য। ঘূৰাই আকৌ কওঁ—শিক্ষকৰ কামৰ উদ্দেশ্য—ছাত্ৰৰ চৰিত্ৰ-গঠন, ছাত্ৰক সকলো, সাংসাৰিক কাৰ্য্যতে চতুৰ কৰি তোলা আৰু ছাত্ৰৰ হৃদয়ত এনে বল দিয়া যাৰ দ্বাৰা সম্পদে বিপদে স্থিৰ হৈ থাকি তেওঁ কৰ্তব্য পালন কৰি যাব পাৰে, শিক্ষকৰ আদৰ্শ মহা মহা ধৰ্মগুৰু সকল—যি সকলে লাঞ্ছিত আৰু অপমানিত হৈয়ো মানৱজাতিৰ হিতৰ অৰ্থে যত্ন কৰিছিল, শিক্ষকৰ আদৰ্শ দেশপ্ৰেমিক সকল—যি সকলে দেশৰ আৰু নিজৰ জাতিৰ মায়াত শতেক বাধাতো সেই দেশৰ হে সেৱা কৰিছিল। শিক্ষকৰ আদৰ্শ পিতৃমাতৃ—যি নিঃস্বাৰ্থ হৈ কেৱল পুত্ৰৰ হিতৰ কাৰণেই সকলো কাৰ্য্যকে নিয়ন্ত্ৰিত কৰি লয়। বন্ধুসকল, এই আদৰ্শ মনত ৰাখি এই উদ্দেশ্য নাপাহৰি আপোনালোকে ছাত্ৰৰ দৈনিক জীৱন, দৈনিক পাঠ্য, আখৰ লিখা, ভূগোল-শিক্ষা, কছৰৎ কৰোৱা, খেল-ধেমালি এনে নানাবিধ কাৰ্য্য নিয়মৰ শাসনত বান্ধি ৰাখিব লাগে। যি দৰে কাঞ্চনৰ সংযোগত কাঁচো জিলিকি উঠে, যেনেকৈ সোণৰ ৰূপালি স্পৰ্শত অতি কদৰ্য্য বস্তুয়ো চিক্‌চিকাই উঠে, সেই দৰে হৃদয়ত এই উদ্দেশ্য আৰু আদৰ্শৰ পোহৰ থাকিলে যিবিলাক কাম আমাৰ মনত অতি কষ্টকৰ বা বৰ হিজিবিজিপূৰ্ণ যেন লাগে, তেনে কামবোৰো নতুন ভাৱত আৰু নতুন উদ্দেশ্যত উজ্জ্বল আৰু গৌৰবযুক্ত হৈ উঠিব। এই ঔজ্জ্বল্যৰ অভাৱত এনে কিছুমান কাম শিক্ষকৰ আছে যাক অতি ঘৃণিত দাসত্ব বুলিব পাৰি।

১৩। যদি ভাবি চাব খোজে যে আমাৰ নো দৈনিক কাম কি? কেৱল উদ্দেশ্য আৰু আদৰ্শ বুলি চিঞৰি থাকিলেই কাম সিজে নে? নিশ্চয় নিসিজে, বৰং আদৰ্শ আৰু উদ্দেশ্যক কেৱল কথা কিছুমান কৰি লৈ তাকে বখানি থাকিলে কামৰ লাঘৱহে হয়। সময়ত সিও এটা কম বিপদ হৈ নুঠে। সেই দেখি বান্ধি দিয়া আমাৰ যিবিলাক কাম আছে—স্কুললৈ অহা, ৰেজিষ্টাৰী কৰা, কটীন মতে শিক্ষা দিয়া, বাগিচা চোৱা, ঘৰ মেৰামতি কৰা—এনে বিধৰ সৰু ডাঙৰ যি হাজাৰ কাম আছে, প্ৰত্যেককে সুচাৰুৰূপে আৰু খতি খুন নোহোৱাকৈ কৰি যাব পৰাটোতহে আমাৰ কীৰ্তি। এইবোৰৰ প্ৰতি সদায় আমাৰ চকু থাকিব লাগে। কথা আছে—বেজীৰ জলাকো মনে কুঠাৰৰ কাণকো নমনে, আমি কেৱল বেজীৰ জলা মনিলেও নচলে অকল কুঠাৰৰ কাণ মনিলেও নলয়। আমি কুঠাৰৰ কাণ যেনেকৈ বিচাৰি পাব লাগে, সেইদৰে অতি ক্ষুদ্ৰ বেজীৰ ক্ষুদ্ৰতম জলাকো মনিব পাৰিব লাগে। শিক্ষকৰ দৈনিক কাৰ্য্যৰ কোনোটাতে অলপো খুঁত পৰিব দিব নালাগে। তেনেহলেহে যি আদৰ্শৰ কথা আপোনালোকৰ আগত কৈছোঁ সেই আদৰ্শ মতে কাম কৰা হব।

১৪। বন্ধুসকল! স্কুলৰ সংকীৰ্ণ সীমাৰ বাহিৰেও আপোনালোকৰ অনেক কৰ্তব্য আছে। বুলিব লাগিলে, আপোনালোকেই দেশৰ পোহৰ, আপোনালোকেই গাৱঁৰ ভিতৰত শিক্ষা পোৱা লোক। আপোনালোকৰপৰা অকল ছাত্ৰই নহয় আপোনালোকৰ ওচৰ চুবুৰীয়ায়ো অনেক শিকিব পাৰে; গাৱঁৰ অনাহক কন্দলত আপোনালোকৰ সংস্ৰৱ থাকিব নালাগে, আপোনালোকৰ প্ৰভাৱত সৰু, হিংসাৰ ক্ষুদ্ৰ বিবাদবিলাক সহজতে মিটিব লাগে। আপোনালোকে খাৰুৱা স্বগুণ জানে আৰু

স্বাস্থ্য ৰক্ষা কৰাৰ নিয়ম আপোনালোকৰ এই জ্ঞান আপোনালোকৰ নিজৰ হিতত নাথাকি প্ৰতিবেশী গাৱঁলীয়াকো তাৰ অংশ দিব লাগে। কলেৰা মেলেৰীয়া জ্বৰ নৰীয়া ইনফ্লুৱেঞ্জা আদিয়ে দেশত কি হাহাকাৰ লগায় আপোনালোকে চকুৰ আগতে দেখিছে। এই হাহাকাৰৰ, বাইবাৰ এই দুৰ্দশাৰ, কথঞ্চিৎ প্ৰশমন কৰিব পাৰিলেও নিজৰ জীৱনক ধন্য নাভাবিব নে? এই কাৰ্য্যে আপোনালোকে উপদেশ দিব লাগে। এই বছৰ পানীৰ অভাৱত দেশত কেনে অৱস্থা হৈছিল, গৰু মানুহে কেনেকৈ পিয়াহতো গেলা পচাই এটোপ পোৱা টান হৈছিল—আপোনালোকে জানে। পানীপিয়াহৰ পৃথিৱী মাতৃৰ বুকুত অভাৱ হোৱা নাই। গাৱঁৰ সমবেত চেষ্টা হলেই সকলোৱে সুকলমে পানী উলিয়াই পানীৰ অভাৱ মাৰি দব পাৰে। পশ্চিম ভাৰতৰ মানুহে কষ্টেৰে পানী উলিয়ায়, কি কষ্টেৰে খেতিত পানী যোগায়, সেইবোৰ কথালৈ মন কৰিব পৰাকৈ সেইবিলাক দৃষ্টান্ত দেখুৱাব পাৰে আপোনালোকে। আমি তাৰ শতাংশ একাংশ চেষ্টাতেই পানী উলিয়াই দেশ ভৰাই দিব পাৰোঁ। গাৱঁৰ মানুহে নামানিব পাৰে; কিন্তু আপোনালোকে জানে। গাৱঁৰ মানুহে নুবুজিব পাৰে; কিন্তু আপোনালোকে বুজে। গাৱঁৰ মানুহে প্ৰথমতে আপোনালোকক নামানিব পাৰে, ইতিকিং কৰিব পাৰে—কিন্তু আপোনালোকে জানে যে, নিঃস্বাৰ্থ সেৱাই কাৰো মান-অপমানলৈ ভ্ৰূক্ষেপ নকৰে আৰু শেষত এনে চেষ্টাৰ জয় অৱশ্যম্ভাৱী। এইদৰে শতেক উপায়ে আপোনালোকে দেশত স্বাস্থ্য, আনন্দ, বিদ্যা, জ্ঞান দিব পাৰে। মোৰ বোধেৰে এই কামো আপোনালোকৰ শিক্ষকতাৰ ভিতৰত—কেৱল ছাত্ৰৰ শিক্ষক আপোনালোক নহয়, আপোনালোক দেশৰো শিক্ষক।

১৫। বন্ধুসকল! এইদৰে কবলগীয়া অনেক আছে—যাক নকলেও আপোনালোকেই নিজে নিজে জানে। মই মিছাতে কালক্ষেপ কৰিবলৈ ইচ্ছা নকৰোঁ। মুঠে ঘূৰি আকৌ আগৰ কথাকে কওঁ যে—দেশৰ বৰ দুৰ্দিন,—দেশত অন্নৰ অভাৱ, বস্ত্ৰৰ অভাৱ, শিক্ষাৰ অভাৱ, বিত্তৰ অভাৱ, জ্ঞানৰ অভাৱ, স্বাস্থ্যৰ অভাৱ। দেশৰ মানুহক একফালে ৰোগ-ব্যাধিয়ে আৰু আনফালে অভাৱে যাঁতৰ দৰে পিহিব লাগিছে। ইংৰাজ-ৰাজৰ তলত শান্তিত বাদে দেশৰ আন একো সম্পদ নাই যেন হৈছে। এই দুৰ্দিন গুচাই সুদিন অনাৰ ভাৰ আপোনালোকৰ ওপৰত। দেশত কেৱল স্বাস্থ্য, কেৱল আৰোগ্য, খাদ্যৰ অনভাৱ, বস্ত্ৰৰ আড়ম্বৰ, বস্তুৰ স্বচ্ছলতা, সকলো দেশবাসীৰে মুখ আনন্দত জ্যোতিষ্মান, হৃদয় উৎসাহত উৎফুল্ল, যি ফালে যোৱা সেইফালে হাঁহি আৰু আনন্দ, ৰূপ আৰু ৰস—দেশমাতৃৰ এই মনোহাৰিণী মূৰ্ত্তি কল্পনা কৰি কেতিয়াবা অস্বাভাৱিত অভূতপূৰ্ব আনন্দ আৰু উৎসাহ অনুভৱ কৰা নাই নে? যদি কৰিছে, তেনেহলে দেশমাতৃৰ সেই মূৰ্ত্তি গঠনৰ ভাৰ আপোনালোকৰ ওপৰত, আৰু যদি কৰা নাই, তেনেহলে সোনকালে সেই মূৰ্ত্তি ধ্যান কৰক, মাতৃভূমিৰ সেই মূৰ্ত্তি হৃদয়ত প্ৰতিষ্ঠা কৰক, আৰু তাৰ পাছত সেই মূৰ্ত্তি স্থাপনৰ অৰ্থে কাৰ্য্য কৰক।

১৬। বন্ধুসকল! মই আৰু এক আধাৰ কথা কবলগীয়া আছে, সেই আধাৰ হৈছে ছাত্ৰসকলৰ প্ৰতি। দেশৰ ভৰসাৰ স্থল ছাত্ৰবৃন্দ! তোমালোকে জানা নে তোমালোক কিমান উন্মুক্ত, তোমালোকে বুজি পাইছা নে তোমালোকৰ অন্তৰত কি মহতী শক্তিৰ বীজ নিহিত আছে। তোমালোকৰ ওচৰত কোনো পদ অতি উচ্চ নহয়, কোনো কৰ্ম অতি অসাধ্য নহয়,—কোনো

বাধা অনতিক্ৰমণীয় নহয়। যেনেকৈ অতি ক্ষুদ্ৰ বীজৰ পৰা মহা-বটবৃক্ষৰ আবিৰ্ভাৱ হয়—সেইদৰে তোমালোকৰ অন্তৰত অগ্নিস্ফুলিঙ্গৰ নিচিনা মহাশক্তিৰ বিপুল কৃতকাৰ্য্যতাৰ বীজ লুকাই আছে। সাৱধান ভাইসকল! তোমালোকে কোনো অন্যায় আচৰণ কৰি, কোনো অভক্তি কৰি, কোনো অত্যাচাৰ কৰি যদি এই শক্তিৰ বীজ নষ্ট কৰা, কেৱল তোমালোকে নিজৰ ওচৰতেই দ্ৰোহী নোহোৱা; তোমালোক সমাজৰ আৰু দেশৰ দ্ৰোহী; জানা নে যে তোমালোকে আমাৰ বংশৰ মানমৰ্য্যাদা ৰক্ষা কৰাই তোমালোকৰ প্ৰধান কৰ্ত্তব্য। সেই দেখি তোমালোক স্বতন্ত্ৰ নোহোৱা—তোমালোক আমাৰ সন্ততি আৰু আমাৰ একমাত্ৰ সম্পত্তি। আমাক পিণ্ড দি স্বৰ্গৰ পথ পৰিষ্কাৰ কৰি দিয়া বা নিদিয়া—তোমালোকৰ কৰ্মৰ দ্বাৰা তোমালোকৰ কাৰ্য্যকুশলতাৰ দ্বাৰা তোমালোকৰ কৃতকাৰ্য্যতাৰ দ্বাৰা যে পৃথিৱীত আমাৰ নাম আৰু গৌৰৱৰ পথ পৰিষ্কাৰ কৰি ৰাখিব লাগিব—এই কথা যেন নাপাহৰা। এলাহক ঘৃণা কৰিবা অভিশাপৰ দৰে,—আৰু কৰ্মক আদৰ কৰিবা আশীৰ্বাদৰ দৰে। অন্যায়ক ঘৃণা কৰিবা মলিৰ দৰে, ভয় কৰিবা সৰ্পৰ দৰে আৰু ন্যায়ক মান কৰিবা চন্দনৰ দৰে, ভক্তি কৰিবা দেৱতাৰ দৰে, তেতিয়া হলে তোমালোকৰ জীৱন মধুময় হৈ উঠাত একো বাধা নাথাকে—তেতিয়া হলে তোমালোকৰ জীৱনৰ কাৰ্য্য সফল হ'ব আৰু জীৱনদেৱতা পৰিতুষ্ট হ'ব।

১৭। ডাঙৰীয়াসকল! আপোনালোকক এতিয়া সন্মিলনৰ গুৰুতৰ বিষয়বিলাকৰ আলোচনাৰ কাৰণে অৱসৰ দিব খুজিছোঁ। আপোনালোকে যে ইমান অনুগ্ৰহ কৰি এই অযোগ্যক এই সন্মানৰ পদ দিছে, সেইকাৰণে মই অন্তৰৰ গভীৰতম প্ৰদেশৰপৰা আপোনালোকক মোৰ কৃতজ্ঞতাপূৰ্ণ ধন্যবাদ জনাইছোঁ; আৰু ইমানখিনি সময় যে মোৰ এই ক্ষুদ্ৰ প্ৰবন্ধ মন দি শুনিছে সেই কাৰণে আপোনালোকৰ শলাগ লৈছোঁ। আপোনাসকলে যি ঋণেৰে এই অভাজনক আজি আবদ্ধ কৰিছে, তাক মই কেতিয়াও সুজিব নোৱাৰিম। এই সন্মিলনৰ অনুষ্ঠাতাসকলক মই আৰু আৰু একোবাৰ বিশেষ ধন্যবাদ জনাব খোজো—তেখেতসকলে মোৰ সুবিধাৰ নিমিত্তেই সন্মিলনৰ দিনটো দুবাৰো পিছুৱাই দিলে। অৱশ্যে সৰমৰ আৰু অনুগ্ৰহৰ লক্ষণ এনেই। তথাপিতো মোৰ কৃতজ্ঞতা জনালে হৃদয় সন্তুষ্ট নহয়—তাক যেন আপোনালোকে গ্ৰহণ কৰে। ডাঙৰীয়াসকল! এতিয়া আপোনালোকে আলোচনীয় বিষয়বিলাক আলোচনা কৰক; আৰু তাৰ পৰা দেশত মধুময় ফল ফলিবলৈ সুযোগ কৰি দিয়ক, এয়ে মোৰ নিবেদন।*

* এই শিক্ষক সন্মিলন ১১।৬।১৯ তাৰিখে মাজুলীৰ বনগাওঁ এম. ভি. স্কুলত অনুষ্ঠিত হয়। উত্তৰ অসমৰ প্ৰথম শিক্ষক সন্মিলন।—সং, শ গো ৰ

# অসম শিক্ষক সন্মিলন

বন্ধুসকল,

আপোনালোক সকলোটিয়ে মোৰ প্ৰীতিপূৰ্ণ নমস্কাৰ গ্ৰহণ কৰক।

আপোনালোকৰ প্ৰীতি সম্ভাষণ পাই আৰু আপোনালোকৰ মাজলৈ আহিব পাৰি মই বিশেষ আনন্দ পাইছোঁ। এইবাৰে, আৰু আজিৰ সভাৰ সভাপতি আসনলৈ মোক নিমন্ত্ৰণ কৰি এই সন্মান দিয়াৰ বাবে মই আপোনালোকৰ ওচৰত মোৰ আন্তৰিক কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ।

২। বৰপেটা শ্ৰীমন্ত শঙ্কৰদেৱৰ লীলাক্ষেত্ৰ। তেওঁৰ পৰবৰ্তী গুৰুসকলৰো ই কৰ্মস্থান। ধৰ্মগুৰুসকলৰ আৰু শিক্ষাগুৰুসকলৰ কাৰ্য্য একে শ্ৰেণীৰ। ধৰ্মগুৰুসকলে আপামৰ সাধাৰণৰ মাজত সদাচাৰ আৰু সৎ শিক্ষা প্ৰচাৰ কৰি মানুহৰ শৰীৰ আৰু মনক কলুষৰপৰা ৰক্ষা কৰি মানৱ-আত্মাক উন্নতি পথত আগবঢ়াই দিবলৈ প্ৰয়াস কৰে। শিক্ষাৰ কামো এনেকুৱাই। শিক্ষা ধৰ্মৰ অনুগামী। যি পুণ্যস্থানত বসতি কৰি মহাপুৰুষসকলে ধৰ্মৰ যোগত অসমীয়া জাতিক স্বাস্থ্য, আচাৰ, নীতি শিক্ষা আৰু সভ্যতাৰ শীৰ্ষস্থানত স্থাপন কৰি গৈছে, সেই স্থানতে বহা আজিৰ শিক্ষক সন্মিলনে অসমীয়া জাতিক সৰ্বতোভাৱে স্বাস্থ্যৱন্ত, কৰ্মক্ষম আৰু সদাচাৰপৰায়ণ হৈ থাকিবলৈ সুপ্ৰচুৰ সহায় কৰিব পাৰক বুলি, আহক, আজি আমি ভগৱন্তৰ ওচৰত প্ৰাৰ্থনা জনাওঁ।

৩। আপোনালোকে ভালদৰে জানে যে, আন ব্যৱসায়ী লোকসকল এনেকুৱা সন্মিলনত সমবেত হয়; তেওঁলোকৰ ব্যৱসায়ৰ আৰ্থিক আৰু সামাজিক উন্নতিৰ দিহা কৰিবৰ অৰ্থে। কিন্তু শিক্ষকৰ দায়িত্বৰ বিশেষত্ব এয়ে যে, তেওঁলোকে প্ৰথমতে নিজৰ কথা, এনেকি নিজৰ ছুৱালি-পোৱালিৰ কথাও, ভাবিব নোৱাৰে। তেওঁলোকে প্ৰথমতে ভাবিব লাগিব আনৰ লৰা-ছোৱালীৰ কথা, সমগ্ৰ জাতিৰ সন্তানসকলৰ কথা—যাতে আমাৰ উঠি অহা বংশধৰবিলাক নিঘূণ স্বাস্থ্যৱন্ত হৈ, মানসিক শক্তিৰ উৎকৰ্ষ লভি, চৰিত্ৰত দৃঢ়তা আৰু কৰ্মপটুতা অৰ্জন কৰি গোটাই জাতিটোকে শক্তিমন্ত আৰু অৰ্থৱন্ত কৰি তুলিব পাৰে। তাৰ পাছতহে শিক্ষকে অন্ন-চিন্তা কৰিব পাৰে। আমাৰ দৰমহা কম বুলি যদি আমি আমাৰ কামত অলপমানো অৱহেলা কৰোঁ, তেনেহলে তাৰ ফল প্ৰতিফলিত হয়—আমাৰ ওপৰৱালাসকলৰ ওপৰত নহয়, আমাৰ নিজৰ ওপৰতো তিমান নহয়, যিমান নিৰপৰাধ শিশুসকলৰ ওপৰত—যিবিলাকে সৰল চিত্তেৰে জ্ঞানপিপাসু হৈ আৰু কৰ্মৰ কাৰণে চঞ্চল হৈ আমাৰ মুখৰফালে চাই আছে। এজন শিক্ষকৰ এদিনৰ অলপমান ত্ৰুটীৰপৰাই বহুতো ছাত্ৰৰ অনিষ্ট ঘটে। এটা ক্ষণৰ অলপ ব্যতিক্ৰম আচৰণৰপৰাই কোমলমনৰ শিশুৰ মনোবৃত্তিৰ নানা প্ৰকাৰ ক্ষতি হব পাৰে। অপৰ পক্ষত, কোনো এজন শিক্ষকৰ অলপমান সহানুভূতি আৰু অলপমান উৎসাহ লাভ কৰি মনৰ গতি সলনি হোৱা আৰু তাৰে ফলত শেষত গৈ কৃতিত্ব অৰ্জন কৰি সমাজত সন্মানৰ স্থান লাভকৰা ছাত্ৰৰ উদাহৰণ মুঠেই বিৰল নহয়। মনোবিজ্ঞানবিদ্ পণ্ডিতসকলে এইবিলাক কথা পৰিপাটি কৰি বুজাই দিছে। এতেকে আমাৰ ত্ৰুটী আৰু অৱহেলা অথবা আমাৰ উৎসাহ আৰু কৰ্মপটুতা পিছত গৈ গোটাই জাতিটোৰ চৰিত্ৰতে

প্ৰতিফলিত হৈ উঠে। এইবোৰ কথা গভীৰ ভাবত ভাবি চালে শিক্ষকতা কৰাৰ ভাৰ লবলৈকো ভয় লাগে।

৪। কিন্তু দুখৰ কথা হৈছে এই যে এনে গুৰু কৰ্মৰ ভাৰ গ্ৰহণ কৰিও সেই কৰ্মৰ জোখাই আমি অৰ্থ বা মান পোৱা নাই।

পূৰ্ব যুগত প্ৰাচ্য দেশত শিক্ষকৰ গৌৰৱ আৰু সন্মান আছিল। তেতিয়া পাশ্চাত্য দেশত কিন্তু শিক্ষকতা কাম কৰিছিল পঙ্গু, কৰ্মবিহীন নীহ শ্ৰেণীৰ লোকে। বৰ্তমান যুগত ইয়াৰ বিপৰীত হৈছে। প্ৰতীচ্য দেশত শিক্ষকৰ পদৰ মৰ্য্যাদা আৰু আয়ো দিনে দিনে বাঢ়ি আহিছে। এতিয়া সেইবিলাক দেশত শিক্ষক সম্প্ৰদায় গণ্য-মান্য লোক, আৰু ক্ৰমে তেওঁলোকৰ আৰ্থিক অৱস্থাও সেই পদ গৌৰৱৰ উপযোগী হৈ আহিছে। সেইবিলাক দেশত কোনো শিক্ষকে ভাত-কাপোৰ নিমিত্তে দৰমহা লৈ কাম কৰিব নালাগে। আমাৰ দেশত শিক্ষক সম্প্ৰদায়ৰ পদ গৌৰৱ সমূলি নাই বুলিব নোৱাৰি, কিন্তু যথেষ্ট নহয়, দৰমহা হলে অতি সামান্য।

এনে অৱস্থাৰ পৰিবৰ্তন আমাৰ শিক্ষকসকলৰ ফালৰ পৰা আৱশ্যক, কিন্তু তাতোকৈ বেছি আৱশ্যক আমাৰ সমাজ আৰু জাতিৰ ফালৰপৰা।

আজি এইকথা অস্বীকাৰ কৰা কোনো মনীষী লোক নাই যে, শিক্ষকৰ হাতত জাতিৰ ভৱিষ্যত নিহিত হৈ আছে। আজিৰ শিক্ষকসকলে যি প্ৰকাৰে আজিৰ লৰাছোৱালীৰ শৰীৰ মন আৰু স্বভাৱৰ গঢ় দিব, কালিৰ জাতিটো সেই অনুসৰি হে কৰ্মক্ষম, বুদ্ধিমন্ত আৰু দৃঢ়মনা হৈ ওলাব। সমাজে শিক্ষকসকলক মান-সম্ভ্ৰম যথেষ্টৰূপে নেদেখুৱালে আৰু জাতিয়ে তেওঁলোকৰ আৰ্থিক আয় উপযুক্ত পৰিমাণে নিৰ্ধাৰণ কৰি নিদিলে আমি ক্ষুণ্ন হওঁ, আমি দুখ পাওঁ সঁচা, কিন্তু সেই কথা তিমান ভাবিবলগীয়া নহলহেঁতেন, যদিহে এনে আচৰণৰ ফলত আমাৰ হাতত ন্যস্ত-ভাৰ লৰা-ছোৱালীবিলাকৰ আৰু বেছি ক্ষতি নহলহেঁতেন, আৰু সকলোতো কৰি বিশেষ মন কৰিবলগীয়া—যদিহে এনে আচৰণৰ ফলত আমাৰ জাতিৰ ভৱিষ্যত বৰ্তমানত কৰিও নৈৰাশ্যজনক হৈ নুঠিলহেঁতেন। শিক্ষকসকলৰ স্থান সমাজৰ ওখ থাপত নহয়; তেওঁলোক দুখীয়া; কৰ্তৃপক্ষৰ মুখাপেক্ষী, অনেক স্থলত তেওঁলোকে অভদ্ৰ আচৰণ পৰ্য্যন্ত সহ্য কৰিব লগীয়া হয়। এনেবোৰ কাৰণত শিক্ষকৰ প্ৰতি কোমলমতি লৰাছোৱালীবিলাকৰ শ্ৰদ্ধা কমি যায়। তাৰ ফলত তেওঁলোকে কোৱা কথা আৰু দিয়া শিক্ষাৰ প্ৰতিও ছাত্ৰৰ শ্ৰদ্ধা কমি আহে। শেষফলত আমি দিয়া শিক্ষাই জাতিৰ যিমান উপকাৰ কৰিব পাৰিব লাগিছিল সি তিমান উপকাৰ কৰিব নোৱাৰে। এইবাবে শিক্ষাৰ কাৰণে আমাৰ জাতিয়ে যি অনেক খৰচ কৰে তাৰো সমুচিত ফল পোৱা নাযায়।

মুখত এই কথা সকলোৱে স্বীকাৰ কৰে আৰু কাৰ্য্যৰ বেলিকা আমাৰ কৰ্তৃপক্ষসকলে এই নীতি অনুসৰি কাজ কৰা দেখা নাযায়।

৫। এনেকুৱা অৱস্থা উৎপত্তি হোৱাৰ বাবদ আজি আমি কাকো দোষ দিব নোৱাৰোঁ। বৃটিছ অধিকাৰৰ আৰম্ভৰ পৰা জনশিক্ষাৰ বুৰঞ্জী আলোচনা কৰিলে, আজিৰ এই অৱস্থাৰ সন্ধান পোৱা যাব। একেটা কথাতে কবলৈ গলে, এই সময়ৰ ভিতৰত আমাৰ দেশত কোনো শিক্ষাবিদ্ লোক শিক্ষাৰ প্ৰকৃত পৰিচালক হব পোৱা নাই। বেলেগ বেলেগ গৱৰ্ণমেণ্ট গৱৰ্ণমেণ্টৰ শাসন-সৌ

সাধন কৰিবৰ অৰ্থে অৰ্থৰ বিধান কৰি বাকী যি টকা থাকে তাৰে অলপমান শিক্ষাৰ কাৰণে খৰচ কৰিবলৈ দি আহিছে। শিক্ষাবিভাগৰ একমাত্ৰ কাম হৈছে এই টকাখনিৰ যাতে সদ্‌ব্যয় হয় তাৰ প্ৰতি লক্ষ্য ৰাখা। এই কাৰণে শিক্ষা বিস্তাৰত, বিশেষ কৰি জন-শিক্ষাবিস্তাৰত, আজি পৰ্য্যন্ত কোনো নীতি অৱলম্বন কৰিব পাৰা হোৱা নাই। দেশত শিক্ষাৰ যি বিস্তাৰ হৈছে সি হাবিত গজা গছ-গছনিৰ নিচিনা, বাৰীত বোৱা ফল-ফুলৰ দৰে নহয়। হাবি কাটি সুশৃংখল বাৰী কৰা যেনে টান কাম, কিন্তু অসম্ভৱ নহয়, তেনেকৈ এতিয়া আমাৰ শিক্ষাৰ সুব্যৱস্থা কৰিবলৈকো টান হৈছে, কিন্তু অসম্ভৱ হোৱা নাই।

এই সম্পৰ্কত অনেক উদাহৰণ দিব পাৰি। কিন্তু মই এটা উদাহৰণ দিয়েই ক্ষান্ত হব খুজিছোঁ। এই উদাহৰণ আমাৰ শিক্ষকসকলৰ দৰমহাৰ বিষয়ে।

গোটাই প্ৰদেশত ১৯৩৬ ইং মাৰ্চ মাহত ৬,৮১৪ খন ভাৰ্ণেকুলাৰ স্কুল আৰু ১০,৯৪৫ জন শিক্ষক আছিল। এই বছৰত এই সংখ্যা অলপ বাঢ়িছে। অসম উপত্যকাত ১৯৩৭ ইং মাৰ্চ মাহত ৩,৩১০ খন স্কুল আৰু ৫,৬৩৪ জন শিক্ষক আছিল।

এতিয়া প্ৰতিজন শিক্ষকক মাহে এটকাকৈয়ো দৰমহা বঢ়াই দিব লাগিলে আমাক বছৰি একলক্ষ বত্ৰিশ হাজাৰ অতিৰিক্ত টকা লাগে। অথচ গড়ে শিক্ষক জনে প্ৰতি পাঁচটকামানকৈ টকা নিদিলে শিক্ষকৰ বিশেষ একো আৰ্থিক উন্নতি কৰা নহয়।

'ইমান টকা ক'ত পোৱা যায়, এতেকে একো নকৰাই ভাল'। সম্প্ৰতি এই কথা কোৱাৰ বাহিৰে কৰ্তৃপক্ষসকলে একো কৰিব নোৱাৰে।

কিন্তু আৰম্ভণিৰেপৰা শিক্ষকৰ কাৰ্য্যৰ গুৰুত্ব বুজি দেশৰ অৱস্থাৰ লগত শিক্ষকৰ দৰমহাৰ এটা সামঞ্জস্য ৰাখি অহা হলে আজিৰ এনে গুৰুসমস্যা উপস্থিত নহয়। যেনে গৱৰ্ণমেণ্ট হাইস্কুলৰ বা কলেজৰ শিক্ষক নিয়োগৰ বেলিকা এই সমস্যাই দেখা নিদিয়ে।

৬। বন্ধুসকল, মই স্বীকাৰ কৰোঁ যে আমাৰ শিক্ষকসকলৰ দৰমহা বৰ কম, মই একান্ত বাঞ্ছা কৰোঁ তেওঁলোকৰ আয়ৰ পৰিমাণ বাঢ়ক। কিন্তু কি দৰে এই কাম কৰিব পাৰি তাৰ দিহা মই দিব নোৱাৰোঁ। এই বিষয়ে মই চিন্তা কৰা নাই এনে নহয়, বৰং আন অনেকতকৈ মই এই বিষয়ে কম চিন্তা কৰা নাই। কিন্তু যি কেইটা উপায় মোৰ মনত খেলায়, প্ৰত্যেকটোতে বহুত বাধা আৰু অসুবিধা দেখোঁ। সেইদেখিহে জন-শিক্ষাত শৃংখলা স্থাপন কৰাক মই হাবি কাটি বাৰী তৈয়াৰ কৰা কামত লগৰ তুলনা কৰিছোঁ।

যি হক, এটা কথা আপোনালোকে মন কৰিব যে আমাৰ সংখ্যা সৰহ হোৱাৰপৰাই বেছি বিপদ হৈছে। যদি এশ বা পাঁচশ শিক্ষকৰ কথা হলহেঁতেন, তেনেহলে দৰমহা বঢ়োৱা টান নহলহেঁতেন। একলক্ষ টকা হলেই যথেষ্ট হলহেঁতেন। এই বিষয়ত সংখ্যাগুৰু হোৱাটোৱেই আমাৰ দুৰ্বলতাৰ মূল বুলিব লাগে। কিন্তু প্ৰকৃত পক্ষত ই আমাৰ বলৰহে নিদান হোৱা উচিত আছিল। এনে যে হোৱা নাই তাৰ বাবদ মই আনক দোষ নিদিওঁ—দোষ দিওঁ আমাক। এতিয়া আপোনালোকৰ সন্মিলনৰ প্ৰধান কাম হৈছে এই দুৰ্বলতাৰ হেতুক বল পাবৰ উপায়ত পৰিণত কৰা। "সংহতিঃ কাৰ্য্য সাধিকা" পুৰণি বাক্যটো আপোনালোকে নিশ্চয়ে জানে। তাত বিশ্বাস কৰক, আৰু সেই বিশ্বাসৰে বল বান্ধি কাৰ্য্য কৰক।

৭। বন্ধুসকল, এই উদ্দেশ্যে আপোনালোকৰ সভাপতি স্বৰূপে, মই যদি দুই আখাৰ অপ্ৰিয়-সত্য কথা কওঁ, তাত মোৰ যেন অপৰাধ নলয়; আৰু মোৰ সদিচ্ছাৰ প্ৰতি লক্ষ্য ৰাখি সেই খিনি কথা ভাবি চায়।

মোৰ বোধেৰে আমাৰ এই সন্মিলন ইমান দিনে আন আন সভা-সন্মিলনৰ এটা প্ৰকাৰান্তৰ হৈ হে থাকিছে। একে ধৰণৰ অভ্যৰ্থনা সভা, একেধৰণৰ কাৰ্য্যবিৱৰণী, একেধৰণৰ সভাপতিৰ অভিভাষণ, একে আবৃত্তি, একে ধেমালি ইত্যাদিতে সকলো অনুষ্ঠান শেষ হয়। কোন কাৰ্য্যকৰী কথাৰ বা কৰ্ম পদ্ধতিৰ আলোচনা বা মীমাংসা নহয়। কিছুমান প্ৰস্তাৱ গ্ৰহণ কৰা হয়, যাৰ লগত শিক্ষাৰ সম্বন্ধ থাকে অতি পৰোক্ষ ভাৱে। এনে অপচেষ্টাৰ ফলত শিক্ষক সন্মিলন কেতিয়াবা হয় সাহিত্য সন্মিলনৰ দৰে, কেতিয়াবা হয় ৰাজনৈতিক সন্মিলনৰ দৰে আৰু কেতিয়াবা বা হয় এনেবিলাক সন্মিলনৰ এটা 'খিচুৰী'। ইয়াৰ কাৰ্য্যকলাপ সময়ে সময়ে ইমান পাতল হয় যে কৰ্তৃপক্ষসকলে প্ৰকাশ্যে নহলেও ভিতৰি ইয়াক অৱজ্ঞা নকৰি নোৱাৰে।

বৰ্তমান সময়ত শিক্ষা সমস্যাই গোটাই পৃথিৱীত, বিশেষ কৰি ভাৰতবৰ্ষত, এটা চিন্তাৰ প্ৰবাহ উৎপন্ন কৰিছে। এই সমস্যাবোৰৰ ভিতৰত জন শিক্ষা (Mass Education) আৰু উচ্চ শিক্ষাৰলগত জীৱিকা অৰ্জন উপায়ৰ সম্বন্ধ স্থাপন (Education & Unemployment) এই দুটা প্ৰধান হৈ উঠিছে—উঠিছে বুলি কব পাৰি প্ৰধান হৈ আছেই। আন আন যিবিলাক প্ৰশ্ন, সেইবিলাক এই দুটাৰ অন্তৰ্গত অথবা দুয়োবো অনুপাতত লঘু। এনেকুৱা প্ৰশ্ন সম্পৰ্কে এই সন্মিলনে কেতিয়াও কোনো আলোচনা কৰা নাই; আৰু কৰ্তৃপক্ষসকলক এই সমস্যাবিলাকৰ সাধনৰ অৰ্থে কোনো সুদিহা দিব পাৰা নাই।

মই অৱশ্যে জানো আপোনালোকে কোনো কোনো সময়ত প্ৰাইমাৰী শিক্ষা বাধ্যতামূলক হব লাগে বুলি প্ৰস্তাৱ গ্ৰহণ কৰিছে। এনে প্ৰস্তাৱ আজিকালি যি অসংখ্যাত সভাসমিতি হয়, সেইবিলাকতো গৃহীত হৈছে; এনে প্ৰস্তাৱ আন সভা-সমিতিত হোৱা প্ৰস্তাৱৰ ৰূপান্তৰ মাথোন। শিক্ষক সন্মিলনে, প্ৰাইমাৰী শিক্ষা বাধ্যতামূলক কৰিবলৈ কলে, তাৰ সুদিহাও দিব পাৰিব লাগে—কেৱল প্ৰস্তাৱ গ্ৰহণ কৰি ক্ষান্ত হলেই শিক্ষক সন্মিলন সেই নামৰ অযোগ্যহে হব। আৰু যদি বৰ্তমান অৱস্থাত তেনে শিক্ষা বাধ্যতামূলক কৰিব নোৱাৰি, তাকো কব পাৰিব লাগে। ইও এটা দৃষ্টান্তহে মই দিলোঁ। কিছুমান আবৃত্তি আৰু আন সভা-সমিতিত পাছহোৱা কিছুমান প্ৰস্তাৱৰ পুনৰাবৃত্তি কৰিবলৈ নিশ্চয় কোনো শিক্ষক সন্মিলনৰ আৱশ্যক নাই।

৮। শিক্ষক অকল স্কুলৰ বা লৰা-ছোৱালীৰ শিক্ষক হৈ থাকিলে "পণ্ডিতবাবু" হৈহে থাকিব লাগিব। শিক্ষক সমস্ত দেশৰ আৰু সমস্ত ছাত্ৰৰ শিক্ষক। এই উচ্চ আদৰ্শ মনত লৈ আমি কাম কৰিব লাগে। আমাৰ উদাহৰণেৰে, আমাৰ উৎসাহেৰে, আমাৰ দেশহিতৈষিতাৰে, আমাৰ সাধুতাৰেৰে, আমাৰ দৃঢ়তা, অধ্যৱসায়, প্ৰফুল্লতা আদি গুণেৰে আমাৰ নিজৰ গাৱঁৰ আৰু নিজ দেশৰ অকল ছাত্ৰকে নহয়, বাল-যুৱা-বৃদ্ধ সকলোকে অনুপ্ৰেৰণা দিব পাৰিব লাগে। তেহে পূৰ্ব যুগৰ শিক্ষকতাৰ মহান আদৰ্শ পুনৰ দেশত জাগ্ৰত হৈ উঠিব, তেহে শিক্ষকেও সমাজত উপযুক্ত স্থান পাব, আৰু সমাজো শিক্ষকসকলৰ কৰ্মতৎপৰতা উপকৃত হব।

এই প্ৰকাৰৰ কাৰ্য্য কৰিবলৈ নানান সুযোগ আমাৰ সমাজত আছে। সম্প্ৰতি এটা ডাঙৰ

সুযোগ উপস্থিত হৈছে। আমাৰ নতুন গৱৰ্ণমেণ্টে গাওঁ-সংৰক্ষণৰ ভাৰ লব খুজিছে। দেশৰ ভাল কৰিবলৈ ইয়াত কৰি কাৰ্য্যকৰী কাম নাই। এই বিষয়ত শিক্ষকসকলে সকলো প্ৰকাৰে যত্ন কৰি দেশৰ প্ৰকৃত মঙ্গল সাধন কৰিব পাৰে, আৰু শিক্ষক সম্প্ৰদায়ৰ মান সম্ভ্ৰমো বঢ়াব পাৰে।

মই আন উপলক্ষত শিক্ষকসকলৰ এনে কৰ্তব্যৰ বিষয়ে আগেয়ে বহুত কথা কৈছোঁ। আজি আৰু এই বিষয়ে বহুলাই কব নোখোজোঁ।

৯। এইবিলাক কথা চিন্তা কৰি মই আপোনালোকক দুটা পৰামৰ্শ দিওঁ।

আপোনালোকে যেন ভবিষ্যতলৈ আপোনালোকৰ সন্মিলনৰ কাৰ্য্যক্ৰম অলপ সলাই লয়। সন্মিলনৰ প্ৰথম এদিন বা দুদিনত আপোনালোকে নিজৰ মাজত শিক্ষা-সমস্যাবিলাক আলোচনা কৰক; সম্ভৱ হলে বিশেষজ্ঞ লোকক নিমন্ত্ৰণ কৰি আনি তেওঁলোকৰ মতামত বিবেচনা কৰি সেই আলোচনাবিলাক বেছি মূল্যবান কৰি লওক। শেষৰ দিনা এনে বাজহুৱা সন্মিলন পাতি সকলোকে আপোনালোকৰ সিদ্ধান্তবিলাক জানিবলৈ সুযোগ দিয়ক। আৰু সন্মিলনৰ লগতে শিক্ষা-প্ৰদৰ্শনী পাতি আৰু আন প্ৰকাৰেও আপোনালোকে শ্ৰেণী শিক্ষাৰ লগত দৈনন্দিন জীৱনৰ সম্বন্ধ স্থাপন কৰিবলৈ যি যি চেষ্টা কৰিছে তাৰো নিদৰ্শন আমাৰ দেশৰ সকলোকে জনাওক।

কাৰণ আমাৰ সন্মিলনত শিক্ষকসকলৰ বাহিৰেও আমাৰ দেশৰ গণ্য-মান্য আৰু আন আন ব্যৱসায় আৰু বিষয়ত অভিজ্ঞ যি সকল কৃতবিদ্য আৰু কৃতিলোক আছে, আমি তেওঁলোকৰ সহযোগ বিচাৰোঁ। অকল বিচাৰোঁ বুলিলেই যথেষ্ট নহয়—তেওঁলোকৰ সহযোগ আমাৰ একান্ত আৱশ্যক। তেওঁলোকৰ সহযোগ নহলে আমি কোনো কামকে কৰিব নোৱাৰোঁ। আন কথাকে নকওঁ লৰাছোৱালীৰ দায়িত্ব সমাংশৰত তেওঁলোকৰ। গতিকে তেওঁলোকৰ লৰাছোৱালীক আমি কেনেকৈ শিক্ষা দিব খোজোঁ—কি উপায়েৰে তেওঁলোকৰ শাৰীৰিক উন্নতি কৰিবলৈ, মানসিক শিক্ষা দিবলৈ, আৰু চৰিত্ৰ গঠন কৰিবলৈ অগ্ৰসৰ হৈছোঁ, সেই উপায়বিলাক তেওঁলোকে জনা উচিত; আৰু তেওঁলোকৰ পৰামৰ্শ আৰু বাহিৰা জ্ঞানেৰে ভাৱা কথাবোৰো আমি যেনেকৈ পাৰোঁ শিক্ষা বিষয়ত খটোৱা উচিত। তেওঁলোকৰ প্ৰতি মোৰ প্ৰাৰ্থনা যেন তেওঁলোকে আমাক এইবিলাক বিষয়ত এতিয়া আৰু ভৱিষ্যতেও ভাল দিহা দিবলৈ হেলা নকৰে।

১০। মোৰ দ্বিতীয় পৰামৰ্শ এই :—আপোনালোকৰ সন্মিলনক কাৰ্য্যকাৰী অনুষ্ঠান কৰিবলৈ হলে কিছু অৰ্থৰ প্ৰয়োজন। কোনো অনুষ্ঠানেই টকা নহলে কোনো কাম কৰিব নোৱাৰে। অসম দেশত প্ৰায় এঘাৰ-হাজাৰ শিক্ষক আছে। ইমান খিনি লেখা-পঢ়া জনা মানুহ একেলগ হব পাৰিলে আপোনালোকৰ সকলো কাম সহজ হৈ পৰিব। মোৰ পৰামৰ্শ এই যে 'আপোনালোকে সন্মিলনৰ অৰ্থে আয়ৰ অনুপাতত অলপ বৰঙণিৰ দিহা কৰক। প্ৰতিজন শিক্ষকে বছৰি দু,অনাৰ পৰা আঠ অনা মানলৈ দিলেও আপোনালোকৰ বাৰ্ষিক আয় ডেৰহাজাৰ দুহাজাৰ টকা হব পাৰে। তেতিয়া আপোনালোকে স্থায়ী অফিচ পাতি অনেক কাৰ্য্য হাতত লব পাৰে। দৰমহা বঢ়াৰ কাৰণে উপায় চিন্তা কৰি সেই উপায়বিলাক কৰ্তৃপক্ষৰ ওচৰত জনাব পাৰে আৰু যাতে সেই উপায়বিলাক অৱলম্বন কৰা হয় তাৰ অৰ্থে যত্ন কৰিব পাৰে। এই বিষয়ত আমাৰ দেশৰ মণ্ডল আৰু কানুনগোসকলৰ উত্তম প্ৰশংসাৰ যোগ্য।

১১। বন্ধুসকল, মই মোৰ বক্তব্য ইমানতে শেষ কৰিব খুজিছোঁ। তাৰ আগতে আমাৰ

দেশবাসীসকলৰ ওচৰত আপোনালোকৰ প্ৰতিনিধি স্বৰূপে মোৰ এটি নিবেদন আছে। আমি আমাৰ কম দৰমহা আৰু নানা প্ৰকাৰ অভাৱ অসুবিধাৰ প্ৰতি আওকাণ কৰি যথাসাধ্যে দেশত শিক্ষা প্ৰচাৰ কাৰ্য্যত ব্যাপৃত আছোঁ। আমাৰ ত্ৰুটি-বিচ্যুতি নাই বা হোৱা নাই বা নহব, এনে নহয়। কিন্তু তেওঁলোকে যেন আমাৰ জ্ঞানতঃ বা অজ্ঞানতঃ কৃত অকল দোষ অপৰাধৰ প্ৰতি চকু নিদি আমি যিবিলাক অভাৱ অসুবিধাৰ ভিতৰত শিক্ষাদান কাৰ্য্য কৰিব লাগে তাৰ প্ৰতিও চকু দিয়ে। স্কুল ঘৰৰ অভাৱ, শিক্ষাৰ সঁজুলি—এনেকি বোৰ্ড এখনৰ অভাৱ, পাঠ্য কিতাপ নাই, নিজৰ সামান্য দৰমহাৰপৰা চৰকাৰী চিঠিখনৰ টিকত পৰ্যন্ত কিনিব লাগে, অলপীয়া দৰমহা—তাৰো কোনো কালত বৃদ্ধি নাই, আৰু তাকো মাহে মাহে পোৱা টান—ইমান অভাৱ নিৰুৎসাহৰ মাজত আমি কাম কৰিব লাগে। এনে দুৰ্গত অৱস্থাৰ প্ৰতি মই দেশৰ নেতাসকলৰ, দেশৰ কৃতী আৰু বিদ্বানলোকসকলৰ আৰু সকলো কৰ্তৃপক্ষ সকলৰ দৃষ্টি আকৰ্ষণ কৰোঁ। এজন শিক্ষকে পাঁচোটা শ্ৰেণী আৰু দুকুৰিৰ পৰা ছকুৰিলৈকে লৰা-ছোৱালীৰ শিক্ষাৰ দিহা কৰিব লাগে। এনে অসম্ভৱ অৱস্থাৰ প্ৰতিও মই দেশবাসীৰ দৃষ্টি আকৰ্ষণ কৰোঁ।

সুধীসকল, আপোনালোকে শিক্ষাৰ মূল্য বুজে; শিক্ষাৰ পৰাই দেশৰ ভাল বা বেয়া উন্নতি বা অধোগতি হয়, তাকো ভালদৰে জানে। আমি আমাৰ সাধ্য অনুসৰি শিক্ষাকাৰ্য্য সুন্দৰৰূপে কৰিবলৈ সাজু আছোঁ আৰু যি পাৰিছোঁ কৰিছোঁ। ইয়াক ভাল কৰিবলৈ আপোনালোকে আমাক অৰ্থ আৰু উপায় দিয়ক। ইয়াৰ কাৰণে সমগ্ৰ শিক্ষক সম্প্ৰদায় আপোনালোকৰ ওচৰত ভিখাৰী।

আমাক অৰ্থ লাগে স্কুলৰ সংখ্যা বঢ়াবলৈ, শিক্ষকৰ সংখ্যা বঢ়াবলৈ, শিক্ষকসকলক ট্ৰেনিং দিবলৈ, স্কুলঘৰৰ সঁজুলি, খেলাৰ ঠাই আদি প্ৰস্তুত কৰিবলৈ, আৰু যদি আপোনালোকে আমাকো অলপ বেছি দৰমহাৰ উপযুক্ত বুলি ভাবে, আমাৰো আয়ৰ পৰিমাণ সঙ্গত ভাৱে বৃদ্ধি কৰিবলৈ।

১২। মই বহাৰ পূৰ্বে আপোনালোকক আগেয় কোৱা কথা এক আধাৰ আৰু সোঁৱৰাই দিওঁ। শিক্ষকসকলৰ সন্মান আৰু বেতন-বৃদ্ধি তেওঁলোকৰ ওপৰতহে নিৰ্ভৰ কৰিছে। কৰ্তব্যনিষ্ঠা সন্মান অৰ্জনৰ প্ৰধান পন্থা। মানুহে যেতিয়া বুজিব যে শিক্ষক সম্প্ৰদায় জাতীয় উন্নতিৰ প্ৰধান অৱলম্বন তেতিয়া আমাৰ দৰমহা এইদৰে থাকিব নোৱাৰে। এই কাম দুৰুহ। কিন্তু মই বিশ্বাস কৰোঁ আমাৰ শিক্ষক সম্প্ৰদায়ৰ এই কাম কৰিবলৈ শক্তিৰ অকুলন নহয়।

সম্প্ৰতি আমাৰ দেশত নতুন শাসন-তন্ত্ৰৰ প্ৰৱৰ্তন হৈছে। এতিয়া আমি আমাৰ নিজ দেশৰ শাসন, শিক্ষা, স্বাস্থ্য আদিৰ ব্যৱস্থা কৰিবলৈ পূৰ্ণ স্বাধীনতা পাইছোঁ। মই পৰম আশা কৰিছোঁ, এই নতুন যুগত শিক্ষাৰ প্ৰতি শাসক-সকলে আৱশ্যকীয় দৃষ্টি দিব।

শিক্ষক, সমাজ আৰু শাসক এই সকলোৰে সমবেত চেষ্টাৰ ফলতহে লৰা-ছোৱালীৰ, তথা অদূৰ ভৱিষ্যতত দেশৰ, উন্নতি নিৰ্ভৰ কৰিছে।

সৰ্বনিয়ন্তাৰ ওচৰত প্ৰাৰ্থনা আমাৰ এই আশাই যেন ফল ধৰে।*

* ১৯৩৭ চনৰ ২৪।২৫ অক্টোবৰত বৰপেটাত অনুষ্ঠিত অসম শিক্ষক সন্মিলনৰ দশম অধিৱেশনৰ সভাপতিৰ অভিভাষণ—সং. শ. গো. ৰ.

# যোৰহাট মহকুমা শিক্ষক সন্মিলন

## শিক্ষকৰ দায়িত্ব

শিক্ষকৰ দায়িত্ব ধৰ্মগুৰুসকলৰ আৰু শিক্ষা গুৰুসকলৰ কাৰ্য্য একে শ্ৰেণীৰ। ধৰ্মগুৰুসকলে সাধাৰণৰ মাজত সদাচাৰ আৰু সজশিক্ষা প্ৰচাৰ কৰি মানৱ আত্মাকে উন্নতি পথত আগুৱাই নিবলৈ প্ৰয়াস কৰে। শিক্ষাৰ কামো এনেকুৱাই। শিক্ষা ধৰ্মৰ অনুগামী।

শিক্ষকৰ দায়িত্বৰ বিশেষত্ব এয়ে যে তেওঁলোকে প্ৰথমতে নিজৰ কথা এনেকি নিজৰ লৰা-ছোৱালীৰ কথা ভাবিব নোৱাৰে। তেওঁলোকে প্ৰথমতে ভাৱিব লাগিব আনৰ লৰা-ছোৱালীৰ সমগ্ৰ জাতিৰ সন্তানসকলৰ কথা যাতে আমাৰ উঠি অহা বংশধৰবিলাক নিঘূণ স্বাস্থ্যৱন্ত হৈ মানসিক শক্তিৰ উৎকৰ্ষতা লাভ, চৰিত্ৰত দৃঢ়তা আৰু কৰ্মপটুতা আৰ্জন কৰি গোটাই জাতিটোক অৰ্থৱন্ত আৰু শক্তিমন্ত কৰি তুলিব পাৰে। তাৰ পিছতহে শক্তিমন্ত কৰি তুলিব পাৰে। আমাৰ দৰমহা কম বুলি যদি আমি আমাৰ কামত অলপমানো অৱহেলা কৰোঁ, তেনেহলে তাৰ ফল প্ৰতিফলিত হয় আমাৰ ওপৰৱালা সকলৰ ওপৰত নহয়, আমাৰ নিজৰ নিজৰ ওপৰতো নহয়, হয় নিৰাপৰাধ শিশু সকলৰ ওপৰত ;—যিবিলাকে সৰলচিতে জ্ঞানপিপাসু হৈ আৰু কৰ্মৰ কাৰণে চঞ্চল হৈ আমাৰ মুখৰ ফালে চাই আছে ; আৰু আমাৰ ত্ৰুটীৰ পৰাই বহুতো ছাত্ৰৰ অনিষ্ট ঘটে। এটা ক্ষণৰ অলপ ব্যতিক্ৰম আচৰণৰ পৰাই কোমল মনৰ শিশুৰ মনোবৃত্তিৰ নানা প্ৰকাৰ ক্ষতি হব পাৰে। অপৰপক্ষত কোনো এজন শিক্ষকৰ অলপমান সহানুভূতি আৰু অলপমান উৎসাহ লাভ কৰি মনৰ গতি সলনি হোৱাৰ আৰু তাৰ ফলত শেষত গৈ কৃতিত্ব অৰ্জন কৰি সমাজত সন্মানৰ আসন লাভ কৰা ছাত্ৰৰ উদাহৰণো বিৰল নহয়। মনোবিজ্ঞানবিদ পণ্ডিতসকলে এই কথা পৰিপাটি কৰি বুজাই দিছে। এতেকে আমাৰ ত্ৰুটী আৰু অৱহেলা অথবা আমাৰ উৎসাহ আৰু কৰ্মপটুতা পিছত গৈ গোটাই জাতিটোৰ চৰিত্ৰতে প্ৰতিফলিত হয়। এইবোৰ কথা গভীৰভাৱে ভাবি চালে শিক্ষকতা কৰিবলৈ ভাৰ লবলৈকে ভয় লাগে। কিন্তু দুখৰ কথা এনে গুৰু কৰ্মৰ ভাৰ গ্ৰহণ কৰিও আমি অৰ্থ বা মান পোৱা নাই।

পূৰ্ব যুগত প্ৰাচ্যদেশত শিক্ষকৰ গৌৰৱ আৰু সন্মান আছিল। তেতিয়া পাশ্চাত্য দেশত কিন্তু শিক্ষকতা কাম কৰিছিল পঙ্গু, কৰ্মহীন, নীহ শ্ৰেণীৰ লোকে। বৰ্তমান যুগত ইয়াৰ বিপৰীতে হৈছে। পাশ্চাত্য দেশত শিক্ষকৰ পদ মৰ্য্যাদা আৰু আয়ো দিনে দিনে বাঢ়ি আহিছে। এতিয়া সেইবিলাক দেশত শিক্ষক গণ্যমান্য লোক, তেওঁলোকৰ আৰ্থিক অৱস্থাও সেই পদ-গৌৰৱৰ উপযোগী হৈ আহিছে। সেইবিলাক দেশত কোনো শিক্ষকে ভাত-কাপোৰ নিমিলা দৰমহা লৈ কাম কৰিব নালাগে। আমাৰ দেশত শিক্ষকৰ পদ-গৌৰৱ নাই বুলিব নোৱাৰি, কিন্তু যথেষ্ট নহয়, দৰমহা হলে অতি সামান্য। এই অৱস্থাৰ পৰিবৰ্তন বেছি আৱশ্যক আমাৰ সমাজ আৰু জাতিৰ মঙ্গলৰ পৰা।

এইকথা অস্বীকাৰ কৰা কোনো মনীষী লোক নাই যে শিক্ষকৰ হাতত জাতিৰ ভৱিষ্যত নিহিত হৈ আছে। শিক্ষকসকলে যি প্ৰকাৰে লৰা-ছোৱালীৰ শৰীৰ, মন আৰু স্বভাৱৰ গঢ় দিব জাতিটো সেই অনুসৰিহে কৰ্মক্ষম, বুদ্ধিমন্ত আৰু দৃঢ়মনা হৈ ওলাব। সমাজে শিক্ষকসকলক মান-সম্ভ্ৰম যথেষ্টৰূপে নেদেখুৱালে আৰু জাতিয়ে তেওঁলোকৰ আৰ্থিক আয় উপযুক্ত পৰিমাণে নিৰ্ধাৰণ কৰি নিদিলে আমি ক্ষুব্ধ হওঁ, আমি দুখ পাওঁ সঁচা; কিন্তু সেইকথা তিমান ভাবিবলগা নহলহেঁতেন যদিহে এনে আচৰণৰ ফলত আমাৰ জাতিৰ ভৱিষ্যত বৰ্তমানত কৰিও নৈৰাশ্যজনক হৈ নুঠিল-হেঁতেন। শিক্ষকসকলৰ স্থান সমাজৰ ওখ খাপত নহয়, তেওঁলোকে দুখীয়া, কৰ্তৃপক্ষৰ মুখাপেক্ষী। অনেক স্থলত তেওঁলোকে অভদ্ৰ আচৰণ পৰ্য্যন্ত সহ্য কৰিবলগীয়া হয়। এনেবোৰ কাৰণত কোমলমতি লৰা-ছোৱালী বিলাকৰ শিক্ষকৰ প্ৰতি শ্ৰদ্ধা কমি যায়। তাৰ ফলত তেওঁলোকে কোৱা কথা আৰু দিয়া শিক্ষাৰ প্ৰতিও ছাত্ৰৰ শ্ৰদ্ধা কমি আহে।

এইবাবে শিক্ষাৰ কাৰণে আমাৰ জাতিয়ে যি অলপীয়া খৰচ কৰে তাৰো সমুচিত ফল পোৱা নাযায়। মুখত এই কথা সকলোৱে স্বীকাৰে কৰে, কিন্তু কাৰ্য্যৰ বেলিকা আমাৰ কৰ্তৃপক্ষসকলে এই নীতি অনুসৰি কাম কৰা দেখা নেযায়।

* * *

শিক্ষক অকল স্কুলৰ বা লৰা-ছোৱালীৰ শিক্ষক হৈ থাকিলে পণ্ডিত বাবু হৈহে থাকিব লাগিব। শিক্ষক সমস্ত দেশৰ শিক্ষক। এই উচ্চ আদৰ্শ মনত লৈ আমি কাম কৰিব লাগে। আমাৰ উদাহৰণেৰে, আমাৰ উৎসাহেৰে, আমাৰ দেশহৈতিষীতাৰে, আমাৰ সাধু স্বভাৱেৰে আমাৰ দৃঢ়তা, অধ্যৱসায়, প্ৰফুল্লতা আদি গুণেৰে আমাৰ নিজৰ গাৱঁৰ আৰু নিজৰ দেশৰ অকল ছাত্ৰৰে নহয়, বাল-যুৱা-বৃদ্ধ সকলোকে অনুপ্ৰেৰণা দিব পাৰিব লাগে। তেহে পূৰ্ব্বযুগৰ শিক্ষকতাৰ মহান আদৰ্শ পুনৰ দেশত জাগৃত হৈ উঠিব, তেহে শিক্ষকেও সমাজত উপযুক্ত স্থান পাব আৰু সমাজে৷ শিক্ষকসকলৰ কৰ্মৰ পৰা উপকৃত হব।

## প্ৰকৃত শিক্ষা

শিক্ষা বুলিলে কেৱল স্কুলৰ পাঠ্য-পুথি পঢ়োৱাকে বুজিব নালাগে। মানুহৰ সমস্ত জীৱন শিক্ষাৰ সময় আৰু জীৱনৰ যাৱতীয় আৱশ্যকীয় কৰ্ম শিক্ষাৰ বিষয়—এই অৰ্থত শিক্ষকসকলে তেওঁলোকৰ ছাত্ৰবিলাকক সৰ্বতোভাৱে সংসাৰৰ কাৰণে উপযোগীকৈ গঢ়ি তুলিব লাগে। ইংৰাজীত ইয়াকে Ideal of Citizenship বোলে। এই শিক্ষাৰ ভেটি প্ৰাইমেৰী স্কুলবিলাকতে গঠিত হোৱা যুগুত। এই কাৰণে সকলো প্ৰকাৰে ছাত্ৰবিলাকৰ চৰিত্ৰ গঠিত কৰিবলৈ আৰু কাৰ্য্যকাৰিতা শক্তি বঢ়াবলৈ সকলো শিক্ষক তৎপৰ হৈ থকা উচিত।

## বৰ্তমান শিক্ষাৰ ব্যৱস্থা

লোকলবোৰ্ডৰ অধীনত যেতিয়ালৈকে প্ৰাইমাৰী শিক্ষা থাকিব, তেতিয়ালৈকে প্ৰাইমাৰী শিক্ষাৰ বৰ্তমান অৱস্থাতকৈ বেছি উন্নতি আশা কৰিব নোৱাৰি। ইয়াৰ কাৰণ এনে নহয় যে লোকেলবোৰ্ডৰ কৰ্তৃপক্ষসকল শিক্ষাৰ প্ৰতি উদাসীন, বৰং মোৰ অভিজ্ঞতা অনুসৰি সকলোবিলাক

লোকেলবোর্ডৰ চেয়াৰমেন, ভাইচ-চেয়াৰমেন আৰু মেম্বৰ শিক্ষাৰ প্ৰতি আগ্ৰহান্বিতহে। লোকেলবোৰ্ড বিলাকৰ আয়ৰ পথ সীমাবদ্ধ। তেওঁবিলাকৰ দায়িত্ব দিনে দিনে বাঢ়ে কিন্তু আয় বাঢ়িবৰ একো উপায় নাই। এই হেতুকে লোকেলবোৰ্ডে শিক্ষাৰ উন্নতি আৰু প্ৰচাৰৰ অৰ্থে যিমানেই যত্ন নকৰক, যেতিয়ালৈকে শিক্ষাৰ অৰ্থে বেছি টকা পোৱা নহয় তেতিয়ালৈকে প্ৰাইমাৰী শিক্ষা বৰ্তমান অৱস্থাত থাকিবলৈ বাধ্য।

## অসমত বিশ্ববিদ্যালয়

অসমত বিশ্ববিদ্যালয় লাগে আৰু সেই বিশ্ববিদ্যালয় আজিয়েই লাগে। কিন্তু বিশ্ববিদ্যালয় স্থাপনত বহুতো বাধা-বিঘিনি আছে। টকাৰ অভাৱ তিমান ডাঙৰ বাধা নহয়, কাৰণ ভাৰত গবৰ্ণমেণ্টে অসমৰ বিশ্ববিদ্যালয় আৰু আন আন অভাৱ পূৰণৰ অৰ্থে টকা দিয়াৰ সম্ভাৱনা আছে। আচল বাধা হৈছে অসমীয়া জাতিৰ স্বাৰ্থ ৰক্ষা কৰি কি প্ৰকাৰে এখন বিশ্ববিদ্যালয় স্থাপন কৰিব পাৰি! সেই বিষয়ে বিশেষ চিন্তা আৰু কাৰ্য্যকৰী পদ্ধতি এটাৰ অভাৱ। অসমত বিশ্ববিদ্যালয় হোৱা একান্ত আৱশ্যক, কিন্তু তাৰ পূৰ্বে কি ব্যৱস্থা অনুসৰি সেই বিশ্ববিদ্যালয় হব তাক স্থিৰ কৰা তাতোকৈ বেছি আৱশ্যক।

## সাৰৱণি

অসম দেশৰ শিক্ষাৰ ব্যৱস্থা অসমীয়া জাতিৰ স্বভাৱ চৰিত্ৰৰ দোষ-গুণ আলোচনা কৰি গঠিত কৰিব লাগে। অসমীয়া জাতিৰ সম্প্ৰতি এটা সঙ্কট সময় উপস্থিত। ব্ৰহ্মপুত্ৰৰ চলে মাজৰ সক চাপৰি এখন আক্ৰমণ কৰাৰ দৰে, নানা বিধ বিৰোধী অৱস্থাই অসমীয়া জাতিৰ চাৰিওফালে বেৰি ধৰিছে। এনে অৱস্থাত ভয় খালে বা বিতত হলে নচলে। প্ৰত্যেক অসমীয়াই বুকুত বল বান্ধি হৃদয়ত সাহ লৈ জাতিৰ উদ্‌গতিৰ অৰ্থে চেষ্টা কৰাৰ এইটো সময়। বেহা-বেপাৰ, খেতি, শিল্পৰ কাম, কমাৰৰ কাম—এই আটাইবিলাকতে অসমীয়া মানুহে মন পুতি লাগিব লাগে আৰু সকলো বিষয়তে সকলো প্ৰকাৰে কাৰ্য্যক্ষম হৈ উঠিবলৈ প্ৰত্যেক অসমীয়া লৰা-ছোৱালী দৃঢ়সঙ্কল্প হৈ উঠিব লাগে। এনেকুৱা শিক্ষা অসমীয়া লৰা-ছোৱালীয়ে অসম দেশৰ স্কুলবিলাকত পোৱা উচিত।

স্বাস্থ্য, চৰিত্ৰ আৰু অৰ্থ এই তিনি বিধ আৰ্জনৰ কাৰণে শিক্ষাৰ বাট মুকলি হব লাগে।*

* প্ৰভাত, সপ্তদশ খণ্ড, প্ৰথম সংখ্যা, শৰৎ সংখ্যা ১৮৫৬ শক।

১৯৩৪ চনৰ জুন মাহৰ ১৫ আৰু ১৬ তাৰিখে যোৰহাট নগৰত অনুষ্ঠিত হোৱা যোৰহাট মহকুমাৰ শিক্ষক সম্মিলনৰ অংশ বিশেষ প্ৰভাতৰ পৰা উদ্ধৃত। সেই সময়ত শৰৎচন্দ্ৰ গোস্বামী অসম উপত্যকাৰ স্কুলসমূহৰ পৰিদৰ্শক আছিল।—সং, শ. গো. ৰ.

# ডিব্রুগড় শিক্ষা প্রদর্শনী

মাননীয় মিষ্টাৰ গানিং, প্ৰদৰ্শনী সমিতিৰ সভ্যসকল, শ্ৰদ্ধেয় ভদ্ৰমহোদয় আৰু মহোদয়া সকল ;

আজিৰ এই শিক্ষা প্ৰদৰ্শনীৰ সভাপতিৰ আসন গ্ৰহণ কৰিবৰ কাৰণে মোক অনুৰোধ কৰা বাবে মই আপোনালোকক অশেষ কৃতজ্ঞতা জনাইছোঁ। শিক্ষা বিভাগৰ মাননীয় ডাইৰেক্টৰ চাহাব বাহাদুৰে আৰু মই আপোনালোকৰ নিমন্ত্ৰণ পোৱাৰ পাছত নিতান্ত এৰাব নোৱাৰা লেঠাত হঠাত আমাৰ ভ্ৰমণ-তালিকা পৰিবৰ্তন কৰিবলগীয়া হৈছিল। আৰু সেই বাবে আপোনালোকে এই অনুষ্ঠান এসপ্তাহৰ কাৰণে স্থগিত ৰাখিব লগা হোৱাত মই বৰ দুঃখিত হৈছোঁ। পূৰ্ব নিৰ্দিষ্ট দিনতে এই প্ৰদৰ্শনী পাতিব পৰা হলে আমি উভয়ে আনন্দিত হলোহেঁতেন। এই প্ৰদৰ্শনীৰ প্ৰতি ডাইৰেক্টৰ চাহাব বাহাদুৰৰ সম্পূৰ্ণ সহানুভূতি আছে। মই এই প্ৰসঙ্গতে আপোনালোকক তেখেতৰ শুভ কামনা জনাইছোঁ।

২। আজিৰ নিচিনা সন্মিলন আৰু শিক্ষা প্ৰদৰ্শনীৰ উপকাৰিতা কি তাক সকলোৱে জানে। বেলেগ বেলেগ কেন্দ্ৰত এনেকুৱা প্ৰদৰ্শনী পাতিবৰ কাৰণে ময়ে ৪।৫ বছৰৰ পূৰ্বে প্ৰথমতে পৰামৰ্শ দিছিলোঁ। তাৰ্কবীয়া এই কেই বছৰৰ ভিতৰতে ই এতিয়া আমাৰ শিক্ষা-পদ্ধতিৰ ভিতৰৰ অন্তৰ্ভুক্ত এটা অনুষ্ঠান হৈ পৰিছে। এনে ধৰণৰ প্ৰদৰ্শনীয়ে আমাৰ বহুত দিনৰ অভাব এটা দূৰ কৰিছে আৰু ইতিমধ্যে ই আমাৰ লাগতিয়াল বুলি প্ৰমাণিত হৈছে। সেই কাৰণে এনেকুৱা প্ৰদৰ্শনীবিলাক পতাত মই যথাযোগ্য ভাবে উৎসাহ দিওঁ আৰু পাতোঁতা সকলৰ পৰিশ্ৰমৰ শলাগ লওঁ।

আজি পুৱাৰ শোভাযাত্ৰাত ছাত্ৰ-ছাত্ৰীসকলৰ উৎসাহ-উদ্যমে আপোনালোকক নিশ্চয় সন্তোষ নিদিয়াকৈ থকা নাই। এই শোভাযাত্ৰাৰ আয়োজন কৰোঁতা সকল আমাৰ নথৈ শলাগৰ পাত্ৰ।

প্ৰদৰ্শনীৰ বিষয়ে খাটোঁতাসকলে ইয়াৰ আনুষঙ্গিক অসুবিধাবিলাকৰ বিষয়ে ভালকৈ জানে। আমাৰ টকাকড়ি নাই ; স্কুলসমূহত হাতৰ কামৰ সুবিধাবিলাকৰ কাৰ্য্যতঃ অস্তিত্ব নাই, আৰু তাত বেছি উৎসাহো নাই। ইমানবিলাক বাধাবিঘিনি থকা সত্ত্বেও যি সকলৰ দায়িত্বত ইমানবোৰ ঠাইত বছৰি বছৰি প্ৰদৰ্শনীবিলাক সুসংগঠিত হৈছে সেই সকলৰ অশেষ উদ্যমৰ পৰিচয় প্ৰদৰ্শনীবিলাকতেই পোৱা হয়। তেখেতসকলক শলাগ জনোৱাৰ বাহিৰে মোৰ কৰলৈ আন একো নাই।

৩। আজি মই আমাৰ প্ৰাইমাৰী শিক্ষা সম্পৰ্কীয় অতি আৱশ্যকীয় কেইটামান সমস্যাৰ বিষয়ে কবলৈ ইচ্ছা কৰোঁ, আৰু মই আমাৰ দেশৰ দেশীয় শিক্ষা-পদ্ধতিৰ বিষয়েহে সকলোখিনি মন্তব্য

প্ৰকাশ কৰিম। আজিৰ নিচিনা বিশিষ্ট সমজুৱাৰ আগত মোৰ দৰৰ এজন মানুহক শিক্ষাৰ বিষয়ে কবলৈ অতি বিৰল ভাবেহে সুবিধা দিয়া হয়। সেই কাৰণে মই এই ছেগতে মোৰ আয়োজত শিক্ষাৰ অভিজ্ঞতাবপৰা হোৱা কেইটিমান প্ৰস্তাৱ আপোনালোকৰ আগত দাঙি ধৰা যুগুত বুলি ভাবিছোঁ। বৰ্তমান আমি শিক্ষাৰ বাবে যি অৰ্থ আৰু সংস্থান পাইছোঁ, তাৰে সৈতেই আমাৰ শিক্ষাব্যৱস্থাৰ কেনেকৈ উৎকৰ্ষ সাধন কৰিব পাৰি; এই বিষয়ে মই দুআষাৰমান কবলৈ মন কৰিছোঁ।

আমি এইমাত্ৰ আমাৰ শাসনতন্ত্ৰ বুৰঞ্জীৰ নতুন আৰু সবল অধ্যায়ত প্ৰবেশ কৰিছোঁ মাথোন। এতিয়া প্ৰদেশবিলাকক সম্পূৰ্ণ স্বায়ত্ব শাসন দিয়া হৈছে আৰু শিক্ষাৰ নিচিনা বিষয়বিলাক আমাৰ ৰাইজৰ নিজৰ জনপ্ৰিয় প্ৰতিনিধিসকলৰ মাজৰ পৰা নিযুক্ত কৰা মন্ত্ৰীসকলৰ ক্ষমতাৰ অধীন হৈছে। সেইকাৰণে সকলো মানুহে বৰ আশা কৰিছে যে চৰকাৰে উন্নতি আৰু সংস্কাৰৰ সবল উপায়বিলাক কামত খটাই দেশৰ বিশেষ উপকাৰ সাধন কৰিব। এই প্ৰসঙ্গত শিক্ষাৰ বিষয়ত বৰ বেছি অতিৰিক্ত খৰচ নোহোৱাকৈ সমাধা কৰিব পৰা কাম বহুত আছে। বৰ্তমান শিক্ষাৰ প্ৰতি ধাউতি ইমান বিস্তীৰ্ণ যে যদি আমি ধনৰ যোগাৰ কৰিব পাৰিলোঁহেঁতেন তেন্তে আমাৰ দেশত প্ৰাথমিক আৰু মধ্য থাপৰ শিক্ষাবিস্তাৰৰ কোন নিৰ্দিষ্ট সীমা নোহোৱা হলহেঁতেন।

৪। যেতিয়া ১৯২১ চনত যোৱা শাসন সংস্কাৰ প্ৰথমতে আৰম্ভ হৈছিল তেতিয়া অসম উপত্যকাত ২১০৮ খন প্ৰাইমেৰী স্কুল, ১৬১ খন মজলীয়া স্কুল আৰু ২৫ খন হাইস্কুল আছিল। এই সংখ্যা পৰিবৰ্দ্ধিত হৈ যোৱা বছৰত ৩০৭৮ খন প্ৰাইমেৰী স্কুল, ২৯১ খন মজলীয়া স্কুল আৰু ৪৪ খন হাইস্কুল হৈছে। ছাত্ৰৰ মুঠ সংখ্যা ৮৭,৪০২ৰ পৰা ২,০৮,৪০৫ লৈ বৰ্ধিত হৈছে। ইয়াৰ উপৰিও বৰ্তমান আমাৰ প্ৰায় এহেজাৰ সাহায্যপ্ৰাপ্ত প্ৰাইমেৰী স্কুল আৰু এশ সাহায্যপ্ৰাপ্ত মজলীয়া আৰু হাই স্কুল আছে; এই স্কুলবিলাক অনুমোদিত পদ্ধতিৰ ভিতৰত নাই। য'তে ত'তে নতুন স্কুল পাবলৈ কিমান আগ্ৰহেৰে বিচৰা হৈছে, এই বিলাকেই তাৰ নিদৰ্শন। আনকি প্ৰায় আন আটাই-বিলাক কাৰ্য্যকলাপ স্থগিত থাকিব লগা হোৱা আৰু এতিয়ালৈকে টনকিয়াল হব নোৱাৰা অৰ্থ সঙ্কটৰ দিনতো স্কুল আৰু ছাত্ৰৰ সংখ্যা ক্ৰমান্বয়ে বাঢ়িয়েই আছিল। শিক্ষা বিস্তাৰৰ বিশেষকৈ প্ৰাইমেৰী শিক্ষা বিস্তাৰৰ প্ৰধান সমস্যা টকা বিচাৰি উলিওৱা সমস্যা। এইটো বৰ জটিল আৰু গুৰুৰ সমস্যা আৰু এই বিষয়ে মই আজি আলোচনা কৰিবলৈ ইচ্ছা নকৰোঁ। এই সমস্যাটোৰ বিষয়ে মই ইয়াকে কৈ নিজকে নিজে তুষ্ট কৰিব খোজোঁ যে এই বিষয়ে আমি সকলোৱে বৰ সতৰ্কত পূৰ্ণ চিন্তা কৰা দৰ্কাৰ আৰু নতুন গভৰ্ণমেণ্টেও কিছুমান সাহসৰ কাৰ্য্য কৰা প্ৰয়োজন।

৫। কিন্তু আমি এতিয়া প্ৰাইমেৰী শিক্ষাৰ বাবে খৰচ কৰা ধনেৰেই গোটাচেৰেক বৰ আৱশ্যকীয় পুনৰ্বৱস্থা কৰিব পৰা সম্ভৱ।

প্ৰায় অৰ্দ্ধ শতিকা একেদৰেই দ্বৈত শাসনৰ অধীনত থকা অৰ্থাৎ শিক্ষা বিভাগ আৰু লোকেল-বোৰ্ড মিউনিচিপেলবোৰ্ডৰ কৰ্তৃত্বাধীনত থকা প্ৰাইমেৰী শিক্ষাৰ ব্যৱস্থাৰ বিষয়ে মই প্ৰথমতে সমালোচনা কৰিবলৈ ইচ্ছা কৰোঁ। মই ইয়াৰদ্বাৰা প্ৰাইমেৰী শিক্ষাৰ ওপৰত এহাতে লোকেল-বোৰ্ড-মিউনিচিপেল বোৰ্ডৰ আৰু আন হাতে শিক্ষা বিভাগৰ এক্তিয়াৰৰ কথা বুজাইছোঁ। পাছত কবলৈ যোৱা কথাখিনিৰ সম্পৰ্কে শিক্ষা বিভাগ বা স্থানীয় সভা ( Local bodies )

উভয়ৰে গাত থকা আসোঁৱাহখিনি মই সুবুজাকৈ থকা নাই। মোৰ সমালোচনা হৈছে সম্পূৰ্ণ ৰূপে যুটীয়া পৰিচালনাৰ ওপৰত। সম্ভৱতঃ আপোনালোক সকলোৱে জানে যে এই পদ্ধতিয়ে ৰব সন্তোষজনককৈ কাম কৰিব পৰা নাই। শিক্ষাৰ সুবিধাবোৰ উন্নত ধৰণৰ কৰিবলৈ শিক্ষা বিভাগ আৰু স্থানীয় সভা (Local Bodies) উভয়ৰে জনাজনি হাৰিয়াহ থকা বাবেই ৰব বেছি আহকাল নোহোৱাকৈ এই পদ্ধতিয়ে কোনোমতে কাম কৰি থাকিব পাৰিছে। এই কাল ডোখৰৰ ভিতৰত এই পদ্ধতিৰ কাৰ্য্য-কলাপৰ মাজত স্বাভাবিক ভুল সংস্কাৰৰ অতি মাত্ৰাই যথাৰ্থতা থকা বাবে ইয়াত বেছি সংঘৰ্ষ হোৱা নাই, কিন্তু সংঘৰ্ষ নোহোৱাৰ কাৰণ এই নীতিৰ উপযুক্ততা নহয়। তথাপি স্কুলবিলাকত নিয়মানুবৰ্তিতা শিথিল হৈছে, শিক্ষাৰ মৰ্য্যাদা হানি হৈছে আৰু এনেকুৱা বিলাক ঘটনা উদ্ভৱ হৈছে যিবিলাকে ফট্‌ফটীয়াকৈ দেখুৱাইছে যে এই নীতিৰ আৱশ্যকতাৰ সীমা অতিক্ৰমিত হৈছে আৰু ইয়াক আঁতি-গুৰি মাৰি পুঙ্খানুপুঙ্খভাৱে সংশোধন কৰাৰ প্ৰয়োজন হৈছে।

ইয়াৰ স্পষ্ট প্ৰতিকাৰ এই যে প্ৰাইমেৰী শিক্ষা শিক্ষাবিভাগৰ নিচেই কম পৰিমাণ পৰিদৰ্শনৰ সৈতে লোকেলবোৰ্ড আৰু মিউনিচিপেল বোৰ্ডৰ সম্পূৰ্ণ অধীনত ৰাখিব লাগে নাইবা শিক্ষা বিভাগৰে একচেটিয়া কৰ্তৃত্বাধীনত ৰাখিব লাগে। এই উভয় ব্যৱস্থাৰ গুণ আৰু দোষৰ বিষয়ে আলোচনা কৰিবলৈ মই ইচ্ছা নকৰোঁ, মই ভালকৈ জানো যে উচিত পৰিচালনাৰ সৈতে শিক্ষাৰ বিভাগৰ অধীনত হব পৰাৰ নিচিনাকৈ লোকেলবোৰ্ড আৰু মিউনিচিপেল বোৰ্ডৰ অধীনতো প্ৰাইমেৰী শিক্ষাৰ উন্নতি হব পাৰে। এই অতি আৱশ্যকীয় প্ৰাইমেৰী শিক্ষা বিষয়টোত শিক্ষাবিভাগ আৰু স্থানীয় বোৰ্ড কোনোৱেই এহতীয়া দায়িত্ব অনুভৱ নকৰাটোৱেই বৰ্ত্তমান নীতিৰ ডাঙৰ ক্ৰটী। সেই কাৰণে বৰ্ত্তমান প্ৰচলিত প্ৰাইমেৰী শিক্ষাৰ ব্যৱস্থা পানীৰ সোঁতত উটি যোৱাৰ দৰে হৈছে আৰু ইয়াৰ কাৰ্য্যকাৰিতা শক্তি হ্ৰাস হৈছে। প্ৰাইমেৰী শিক্ষাত বিশৃঙ্খল আৰু অপকৃষ্টতাৰ বাবে নিৰ্দ্দিষ্টকৈ দায়িত্ব আৰোপ কৰিব পৰা কোনো নাই। যদি শিক্ষাবিভাগ নাইবা স্থানীয় বোৰ্ড উভয়ৰ কেৱল কোনো এটাক প্ৰাইমেৰী শিক্ষাৰ দায়িত্ব দিয়া হয় তেন্তে এই প্ৰতিকাৰ কৰিব পৰা ক্ৰটীবিলাক নোহোৱা হব।

৬। এই সুবিধাতে এই বিষয়ত মোৰ নিজ ব্যক্তিগত মত সম্পৰ্কে একাষাৰ কথা কবলৈ ইচ্ছা কৰোঁ। মই ভালেমান বছৰৰপৰা কৰ্ত্তৃপক্ষক বিশ্বাস জন্মাবলৈ চেষ্টা কৰি আছোঁ যে প্ৰাইমেৰী শিক্ষা পৰিচালনা কৰিবৰ নিমিত্তে প্ৰতি মহকুমাতে একোখন সৰু শিক্ষা বোৰ্ড সংগঠন কৰাটোৱেই যথাৰ্থ ব্যৱস্থা হব। প্ৰাইমেৰী স্কুলৰ ইনস্পেক্টৰ সকল নিশ্চয় এই বোৰ্ডৰ বিষয়ববীয়া কৰ্মচাৰী হব লাগিব। ডেপুটী ইনস্পেক্টৰৰ কৰ্ত্তব্য হব, বোৰ্ডৰ স্কুলবিলাক পৰিদৰ্শন কৰা আৰু তাত ভালধৰণৰ শিক্ষা দিয়া হৈছেনে নাই তাক লক্ষ্য কৰা। শিক্ষাৰ বাবে আদায় কৰা আৰু দিয়া টকা উচিতমতে ব্যয় কৰা হৈছেনে নাই হোৱা, আৰু শিক্ষাৰ বাবে যতাই দিয়া সুবিধাবিলাক ন্যায্যমতে আৰু সম্পূৰ্ণৰূপে ব্যৱহাৰত লগোৱা হৈছেনে নাই তাক ঠাৱৰ কৰিবলৈ ডেপুটী ইনস্পেক্টৰেই গভৰ্ণমেণ্টৰ প্ৰতিনিধি হব। তেওঁ বিস্তাৰিত ৰূপে শাসন কাৰ্য্য পৰিচালনাত অৰ্থাৎ শিক্ষকক কামত নিয়োজন, বদলি, বৰ্খাস্ত আৰু দণ্ডবিধান কৰাত, স্কুলৰ সঁজুলি যোগাৰ কৰা, কিনা আৰু ভগাই দিয়াত আৰু এনেকুৱা আন আন বিষয়বিলাকত হস্তক্ষেপ নকৰিব।

এই আটাইবিলাক বিষয় শাসনকৰ্ত্তা কৰ্তৃপক্ষলৈ অর্থাৎ শিক্ষা বোর্ডলৈ নিশ্চয় এৰি দিব লাগিব। এই নিচিনা এটা ব্যৱস্থাই বোর্ডবিলাকক ক্ষমতাৰে সৈতে দায়িত্ব দিব আৰু ইয়াৰপৰা প্ৰাইমেৰী স্কুলৰ ইনস্পেক্টৰ সকলে বৰ্ত্তমানৰ দৰে শিক্ষাবিভাগৰ ওচৰত দায়ী নহৈ শিক্ষাবোর্ডৰ ওচৰতহে নিজে নিজেই দায়িত্ব অনুভৱ কৰিব। আৰু ইয়াৰপৰা শিক্ষা বিভাগীয় গৱৰ্ণমেণ্টেও বোর্ড বিলাকৰ ওপৰত এক্তিয়াৰ পাব আৰু কেতিয়াবা কাৰ্য্যপ্ৰণালী ভুল হলে বোর্ড বিলাকক কাৰণ দৰ্শাবলৈ কব পাৰিব।

ঠিক বৰ্ত্তমানতকৈ খৰচ বেচি নোহোৱা, ভৱিষ্যতত আৰু কিছু খৰচ কমাব পৰা ই এটা সংস্কাৰ।

৭। মই কব খোজা দ্বিতীয় সমস্যাটো হৈছে প্ৰাইমেৰী স্কুলবিলাকৰ ভাগ-বিতৰণ। আমাৰ প্ৰাইমেৰী স্কুল বৃদ্ধিৰ বুৰঞ্জী এটা আকস্মিক ঘটনাৰ নিচিনা। যত স্কুল প্ৰথমতে আৰম্ভ কৰিবলৈ আৰু সেই স্কুলৰ আৱশ্যকতাৰ দাবী কৰ্তৃপক্ষৰ ওচৰত নেৰানেপেৰাকৈ টানি ধৰিবলৈ প্ৰভাৱশালী মানুহ আছে নাইবা যি ঠাই পৰিদৰ্শনৰ কাৰণে সুবিধাজনকভাৱে অৱস্থিত, তেনে ঠাইত স্কুল স্থাপিত কৰা হৈছে আৰু শেষত লোকেলবোর্ডৰ নীতিৰ অধীনলৈ অনা হৈছে; বাকী আন বেছি আওহতীয়া অঞ্চলবোৰক অৱহেলা কৰা হৈছে। ইয়াৰ ফলত কোনো ঠাইত বহুত স্কুল আছে আৰু কোনো ঠাই স্কুল নোহোৱাকৈয়ে গৈছে। এই সময়তে এনে অসমান ভাগ বিতৰণ দূৰীভূত কৰা উচিত। যত স্কুলবিলাক ইখনৰ পৰা সিখনলৈ বেছি ওচৰা-ওচৰি, তাত ওচৰা-ওচৰি স্কুলবিলাক একেলগ কৰি স্কুলৰ সংখ্যা কমাব পাৰি, আৰু স্কুল নোহোৱা নোহোৱা ঠাইত স্কুল স্থাপন কৰি সেই কম হোৱা স্কুলৰ সংখ্যা পূৰাব পাৰি। কিছুমান মহকুমাত উদাহৰণ স্বৰূপে যোৰহাট আৰু বৰপেটা মহকুমাত লৰাই স্কুললৈ আহিবলৈ অসুবিধা নোপোৱাকৈ গোটেই ঠাই স্কুলেৰে জালৰ দৰে আবৰি পেলাব পৰা যথেষ্ট সংখ্যক স্কুল আছে। কিন্তু আনকি এইবিলাক মহকুমাতো, প্ৰকৃততে যি ঠাইত স্কুল স্থাপিত নোহোৱা বাবে আৰু যি ঠাইত স্থানীয় মানুহে স্কুল পাতিব খুজিছিল তাতে স্কুল মঞ্জুৰ কৰা বাবে লৰাই স্কুললৈ সুবিধামতে আহিব নোৱাৰা ভালেমান ঠাই আছে। স্কুল স্থাপনত এই পুনৰ বিতৰণ এটা সহজ কাম নহয়। ই বহুত বিবাদ আৰু বেয়া ভাবক জগাই তুলিব। তথাপি এই অৱস্থাতে সন্মুখত উপস্থিত হ্‌বলগীয়া এইটো এটা কাম। গৈ থকা প্ৰত্যেক দিনেই এই সমস্যাটো বেছি জটিল কৰি তুলিছে।

আন সম্পৰ্কত মই পৰামৰ্শ দিছিলোঁ যে, লোক সংখ্যা আৰু কালি পৰিমাণ অনুসাৰে প্ৰতি মহকুমাৰ মেপ বৰ 'মেহনত' কৰি আঁকিব লাগে আৰু তাত বোর্ডৰ স্কুল স্থাপন কৰিব পৰা ঠাইবোৰ স্পষ্টকৈ চিন দি দেখুৱাব লাগে, কেৱল এই দৰে চিন দিয়া ঠাইতহে বোর্ডে স্কুল মঞ্জুৰ কৰা উচিত আৰু আন ঠাইত স্কুল মঞ্জুৰ কৰাবলৈ বিচৰা যি কোনো আপত্তিকেই স্পষ্ট আৰু দৃঢ়ভাবে অগ্ৰাহ্য কৰা যুগুত। শিক্ষাবিভাগৰ বিষয়াসকলে লোকেল বোর্ডৰ সৈতে আলোচনা কৰি এই কামটো কৰিবলৈ সক্ষম হবই লাগিব। কিন্তু বহুত ঠাইত আমাক কম-বেছি পৰিমাণে ইমান অতিৰিক্তকৈ কাম কৰোৱা হয় যে এনে ধৰণৰ কামত লাগিবলৈ আমাৰ দৈনিক কাৰ্য্য-তালিকাৰ পৰা আমি সময় উলিয়াব নোৱাৰোঁ। কিন্তু আনপক্ষে আমাৰ নিৰ্দ্দিষ্ট কৰ্ত্তব্যৰ উপৰৰাকৈ কাম কৰাতে আমাৰ নিচেই সামান্য অনুৰাগহে আছে যাহঁখান।

। ৮। এই আপোনালোকৰ আগত দাঙি ধৰিব খোজা পাছৰ সমস্যাটো হৈছে আমাৰ প্ৰাইমেৰী স্কুলবিলাকত নিচেই কম সংখ্যক উপস্থিতি। আমাৰ প্ৰাইমেৰী স্কুলবিলাকত হোৱা অপব্যয় ( wastage ) ৰ বিষয়ে আপোনালোক সকলোৱেই শুনিছে। এই অপব্যয় কথাষাৰৰ দ্বাৰা ইয়াকে বুজুৱা হৈছে যে প্ৰাইমাৰী স্কুললৈ অহা শতকৰা প্ৰায় ৭০ ভাগ লৰাই প্ৰাইমেৰী পঢ়া সম্পূৰ্ণ নকৰে। শেষ ফল এয়ে হয় যে এই শতকৰা ৭০ ভাগ লৰা স্কুললৈ কেতিয়াও নহা বিলাকৰ দৰেই নিৰক্ষৰ হৈ পৰে। ই ধন আৰু চেষ্টাৰ ভালেখিনি অপব্যয় দেখুৱায়। এই অৱস্থাটো হোৱাৰ কাৰণ এই যে প্ৰাইমেৰী স্কুলবিলাকত উপস্থিতি নিয়মিত নহয় আৰু তাক বৃদ্ধি কৰাবো কোনো চেষ্টা হোৱা নাই। মই জনাব খোজো যে একৰকম আংশিক বাধ্যতামূলক নীতি আমাৰ প্ৰাইমাৰী স্কুলবিলাকত অৱলম্বন কৰা উচিত। মোৰ অভিপ্ৰায় অৱশ্যে বাধ্যতামূলক প্ৰাইমেৰী শিক্ষাকে বুজায় ; আৰু এই শিক্ষা প্ৰচলন কৰিবলৈ আমাৰ টকা নাই। প্ৰাইমাৰী স্কুলত লৰাৰ নাম লগাবলৈ অভিভাৱকক বাধ্য কৰিব নালাগে। কিন্তু যদি এবাৰ অভিভাৱকে তেওঁৰ লৰাৰ নাম প্ৰাইমাৰী স্কুলত ভৰ্ত্তি কৰে, তেন্তে লৰাই প্ৰাইমেৰী শিক্ষা সাং নকৰালৈকে বাধ্য লবলৈ আৰু লৰাৰ স্কুলত উপস্থিতি শতকৰা ৮০ ভাগতকৈ নকমিবৰ কাৰণে তত্বাৱধান লবলৈ অভিভাৱকক উদগাবৰ কাৰণে উপায় উদ্ভাৱিত হবই লাগিব।

· আনবোৰ আইনতকৈ সহজ আইনৰ দ্বাৰাই এইটো কৰিব পাৰি আৰু ইয়াত কেৱল অলপমান ওপৰঞ্চি ধনহে খৰচ হব।

৯। এই নিচিনা কাৰ্য্যৰ ব্যৱস্থাই আমাৰ শিক্ষা বিভাগৰ কৰ্ত্তৃপক্ষক আৰু আমাৰ শিক্ষক সকলৰ ওপৰত অধিক দায়িত্ব জাপি দিব। যদি আপুনি এবাৰ এজন মানুহক তেওঁৰ লৰা প্ৰাইমাৰী শিক্ষা শেষ নোহোৱালৈকে স্কুলত ৰাখিবলৈ কয় তেন্তে যাতে তেওঁৰ লৰাই এ শ্ৰেণীৰ পৰা আন শ্ৰেণীলৈ উঠা ক্ৰমোন্নতিত নিয়মীয়া হব পাৰে তাক লক্ষ্য কৰাৰ দায়িত্বও আপুনি গ্ৰহণ কৰিব লাগিব। ই, বৰ্ত্তমান আমি দিব পৰাতকৈ বেছি ফলৱতী শিক্ষাৰ কথা বুজাইছে।

বৰ্ত্তমান মই প্ৰাইমাৰী স্কুলৰ শিক্ষক সকলক সমষ্টিগত ভাৱে কবলৈ হলে সঁচাকৈয়ে কব লাগিব যে তেওঁলোক সৎব্ৰতী আৰু কঠোৰ পৰিশ্ৰমী ; কিন্তু তেওঁলোকে শিক্ষা ব্যৱস্থাত থকা অসুবিধাবোৰ অতিক্ৰম কৰিব নোৱাৰে। যেতিয়া এজন মানুহে কোনো ট্ৰেইনিং নোপোৱাকৈ ৫টা শ্ৰেণীত ৫০ বা ৬০ জন লৰা-ছোৱালীৰ দায়িত্ব লবলগীয়া হয় তেতিয়া তেওঁৰ কৰ্ত্তব্য সঁচাকৈয়ে দুৰূহ হয়। সেই কাৰণে আমি নিশ্চয় লক্ষ্য ৰাখিব লাগিব যাতে ডাঙৰ প্ৰাইমাৰী স্কুলবিলাকত ওপৰঞ্চি শিক্ষক নিযুক্ত কৰা হয় আৰু যাতে শিক্ষক সকলক একে সময়তে এটাতকৈ বেছি শ্ৰেণী পৰিচালনা কৰা বিষয়ত ট্ৰেইনিং দিয়া হয়। অৱশ্যে এই উভয় কাৰ্য্যতে ওপৰঞ্চি খৰচ হব। যদি আমি অক্ষৰ জ্ঞান বিস্তাৰ কৰিবলৈ বিচাৰোঁ তেন্তে এই ওপৰঞ্চি খৰচৰ সন্মুখীন হবই লাগিব ; আৰু এই খৰচৰ পৰিমাণ বেছি নহব। গবৰ্ণমেণ্টে আৰু স্থানীয় বোৰ্ড বিলাকে এই কাম কৰিবলৈ ইচ্ছা কৰিলে টকাও তেওঁলোকে উলিয়াব পৰাত কোনো সন্দেহ নাই।

সম্প্ৰতি মোৰ মতে প্ৰাথমিক শিক্ষাৰ কাৰণে যি খিনি ধন নতুনকৈ পোৱা হয় তাক নতুন আৰু অকাৰ্য্যকৰী স্কুল স্থাপনত খৰচ নকৰি অধিক সংখ্যক ভাল শিক্ষক নিয়োগত খৰচ কৰিব

লাগে। মই যেছি স্কুল স্থাপনৰ বিৰোধী তেনে কথা বুজিব নালাগে। মোৰ সদায় এই অভিলাষ যে প্ৰত্যেক-গাৱঁতে যেন একোটা প্ৰাইমেৰী স্কুল হয় আৰু প্ৰতি পাঁচোটা প্ৰাইমেৰী স্কুলৰ মাজতে যেন একোটা মজলীয়া স্কুল হয়। মই কব খোজা কথাটো এই সৰ্ব্বসাধাৰণৰ মাজত লিখা-পঢ়া জ্ঞান বৰ্দ্ধিত কৰিবৰ কাৰণে অধিক সংখ্যক অকাৰ্য্যকৰী স্কুল স্থাপন কৰাতকৈ আমাৰ থকা স্কুল কেইখনকে কাৰ্য্যকৰী কৰিবলৈ লক্ষ্য ৰখাটোহে যেছি প্ৰয়োজন।

১০। শিক্ষা পৰিচালনাত আন এটি অতি গুৰুতৰ সমস্যা এই ; স্কুল ঘৰ সজোৱা আৰু মেৰামতি কৰা আৰু স্কুলৰ সঁজুলি সংগ্ৰহ কৰা। এইবিলাক কামৰ বাবে লোকেল বোৰ্ড "বজেট" ত অতি কম টকাহে ধৰে, কিয়নো এইটো নিখুঁত সত্য যে শিক্ষক সকলক বেতন দিয়াৰ পাছত বোৰ্ডৰ হাতত ইচ্ছাপূৰ্ব্বক খৰচ কৰিবলৈ আৰু টকা নাথাকে, আৰু নতুন স্কুলৰ দাবীও ইমান ঘনাই হয় যে লোকেল বোৰ্ড তেওঁলোকৰ হাতত থকা টকাখিনি পুৰণি স্কুলবিলাকৰ উন্নতিৰ হকে খৰচ কৰাতকৈ নতুন স্কুলৰ বাবে খৰচ কৰিবলৈকে স্থিৰ কৰে। অৱশেষত স্কুলঘৰ মেৰামতি কৰা, স্কুলৰ সঁজুলি সংগ্ৰহ কৰা গুৰু ভাৰ নিচেই সামান্য বেতনভোগী শিক্ষকসকলৰ ওপৰত পৰে। এইটো অৱশ্যে ন্যায্য নহয় আৰু ইয়াৰ পৰা কামো নহয়। এই বিষয়টো এনেকুৱা অৱস্থাৰে চলোৱা হৈছে যে, গাৱঁৰ নাইবা আলিৰ কাষৰ আটাইতকৈ আদৰ নকৰা ঘৰটোৱেই স্কুলঘৰ। আলিৰ কাষত থকা অতি ভগা ছিগা স্কুলঘৰ বোৰ বাটৰুৱাৰ বিদ্ৰূপৰ সামগ্ৰী হৈ পৰিছে। স্কুলঘৰৰ এই দুৰৱস্থা নিশ্চয় দূৰ কৰা উচিত।

আমি তত্তোৱাল হৈ বিবেচনা কৰিবলগীয়া ইয়াত আকৌ এটা সমস্যা আছে। ইয়াত কোনো প্ৰশ্নই হব নোৱাৰে যে স্কুল পৰিচালনাৰ এই অতি আৱশ্যকীয় দায়িত্বটো আমি বৰ্তমান এৰি দিয়াৰ দৰেই শিক্ষকৰ হাতলৈ এৰি দিব পাৰি। দৰকাৰ হোৱা টকাখিনি পাবৰ কাৰণে নাইবা অৰ্থ সংগ্ৰহ নকৰাকৈয়ে সমাধা হোৱা কাম পাবলৈ লোকেলবোৰ্ড বা গবৰ্ণমেণ্টে নিশ্চয় উপায় উদ্ভাবন কৰিবই লাগিব। ইযাতো কোনো এক সাহসিক নীতিৰ আৱশ্যক।

১১। আমাৰ প্ৰাইমেৰী শিক্ষাৰ সম্পৰ্কত আৰু নানা প্ৰকাৰৰ সমস্যা আছে। কিন্তু মই সেই বিলাক আজি আলোচনা কৰি আপোনালোকৰ ধৈৰ্য্য-চ্যুতি ঘটাব নোখোজোঁ। যেই হওক মই আন এটা সমস্যা আপোনালোকৰ দৃষ্টিগোচৰ কৰিবৰ নিমিত্তে আপোনালোকৰ সহানুভূতি বিচাৰিছোঁ। এই সমস্যাটো প্ৰাইমেৰী স্কুল স্থাপনতকৈ কম আৱশ্যকীয় বা কম জৰুৰী নহয়। মানুহ পিয়লৰ বিবৰণত নিৰক্ষৰতালৈ প্ৰত্যাৱৰ্তনৰ বিষয়ে শোকজনক কথা পোৱা যায়। মানুহ পিয়লৰ বৃত্তান্তই সংখ্যাৰ দ্বাৰা প্ৰমাণ কৰি দেখুৱাইছে যে লৰা কালত কেইবা বছৰো স্কুললৈ যোৱা আৰু লিখিব পঢ়িবলৈ শিকা ভালেমান মানুহে ডেকা কালত তেওঁলোকৰ সেই তাকৰীয়া বিদ্যা পাহৰি পেলায়। ইয়াৰ একমাত্ৰ কাৰণ এয়ে যে লৰাই স্কুল এৰাৰ পাছত সাহিত্য বিষয়ক সকলো কামৰপৰা বিচ্ছিন্ন হয়। তেওঁৰ পঢ়িবলৈ কিতাপ আৰু বাতৰি কাকত নাই। জীয়াই থকা বাতৰি কাকত আৰু পুথিবিলাক বৰ বেছি দামী নাইবা বেছি প্ৰীতিদায়ক নহয়। প্ৰাইমাৰী শিক্ষাত এক্তিয়াৰ থকা কৰ্তৃপক্ষৰ বৰ্তমান এইটো প্ৰধান কৰ্তব্য যে কম খৰচত, নানা বিধৰ যথেষ্ট সংখ্যক পাঠ্যবস্তু উপযুক্ত অৱস্থাত সংগ্ৰহ কৰা। এই কামটো আমি বৰ্ত্তমানলৈকে অৱহেলা কৰি আহিছোঁ। কিন্তু আৰু বেছি দিনলৈ এই বিষয়ত এইদৰে থকা উচিত নহব।

উপযুক্ত কেন্দ্ৰত পুথিভঁৰাল স্থাপন, চলন্ত পুথিভঁৰাল সংস্থাপন, সাময়িক আলোচনা আৰু জনপ্ৰিয় কিতাপ প্ৰকাশ কৰা আৰু প্ৰস্তুত কৰা—এই বিলাকেই এই অনিষ্টক বাধা দিয়াৰ উপায়। এই উদ্দেশ্যে প্ৰাইমাৰী শিক্ষা পদ্ধতিত যথোচিত বিধান হোৱা উচিত।

১২। ভদ্ৰ মহোদয় আৰু ভদ্ৰ মহোদয়া সকল, এতিয়া মই মোৰ বক্তব্য শেষ কৰিম। মোৰ কথা আপোনালোকে ধৈৰ্য্য ধৰি শুনি থকাৰ বাবে মই আপোনালোকক ধন্যবাদ জনাইছোঁ। মই এই প্ৰদৰ্শনীৰ আয়োজন কৰোঁতাসকলৰ বহুমূলীয়া কাৰ্য্যৰ শলাগ লৈছোঁ। মই দূৰৈৰ গাৱঁৰ পৰা অহা শিক্ষক সকলক আৰু প্ৰদৰ্শনী সাফল্য মণ্ডিত কৰা শিক্ষক সকলক কৃতজ্ঞতা জনাইছোঁ! অসুবিধাপূৰ্ণ অৱস্থাতো প্ৰদৰ্শনীৰ বস্তু দিয়া লৰা-ছোৱালী বিলাকক মই মোৰ আশীৰ্বাদ যাচিছোঁ। আৰু মই প্ৰাৰ্থনা কৰোঁ।—শিক্ষাই আমাৰ শক্তি খ্যাতিমন্ত কৰক, মন উজ্জ্বল কৰক আৰু জীৱন সাফল্যমণ্ডিত কৰক।*

* ডিব্ৰুগড় শিক্ষা প্ৰদৰ্শনীৰ সভাপতিৰ অভিভাষণ

# ছাত্ৰসকললৈ তিনি আষাৰ কথা

মেট্ৰিকুলেছন পৰীক্ষাৰ্থী আন আন ছাত্ৰসকল!

আজি পুৰা ন মান বছৰ যেতিয়া এজনা মেট্ৰিকুলেছন পৰীক্ষাৰ্থীয়ে কলেগৈ যে তেওঁলোকে আজিৰ গধূলিৰ এই মিলন পাতিবৰ যো-জা কৰিছে আৰু তাত মই তেওঁবিলাকক দুই আষাৰমান ভাল কথা শুনাব লাগে, তেতিয়া প্ৰথমতে মই এই গুৰুভাৰ লবলৈ অসন্মত হব খুজিও, সন্মত যে হলোঁ, তাৰ কাৰণ এই নহয় যে মই উপদেশ দিবৰ যোগ্য; কিন্তু আচল কাৰণ এই যে আমাৰ উঠি অহা ডেকাসকলক কবলৈ মোৰ কেইটামান কথা আছে; (অৱশ্যে সেই কথা আগেয়ে অনেক অনেক প্ৰকাৰে কৈ যোৱা) আৰু সেইকেইটা কথা কোৱাৰ ইয়াত কৰি ভাল সুযোগ বা ভাল সময় হব নোৱাৰে।

আপোনালোক যি সকলে আজি মেট্ৰিক সমুদ্ৰৰ পৰা উদ্ধাৰ পোৱা যেন ভাবিছে আচলতে ইয়াতকৈ আৰু মহত্তৰ আৰু গৌৰৱময়, আনপক্ষে বিপদসঙ্কুল সমুদ্ৰলৈকে জীৱনৰ নাও চলাবলৈ খুজিছে। যি সকলে ইয়াৰ পাছতেই পঢ়া-শুনা এৰিব, সেই সকলৰ পক্ষে সংসাৰযাত্ৰা নিৰ্বাহ কৰা যেনে এটা সমস্যা, যি সকলে পঢ়া-শুনা নেৰি কলেজ বা কোনো টেকুনিকেল স্কুলৰ শিক্ষা কৰিবগৈ,

সেই সকলৰ পক্ষেও পাঠ্যকাল ডোখৰ ভালকৈ কটাই লাগতিয়াল বিদ্যা আৰু চৰিত্ৰ অৰ্জন কৰাও তেনে এটি জটিল সমস্যা। এই সমস্যাৰ মীমাংসা আজি পৰ্যন্ত কোনোৱে কৰিব পৰা নাই। মই মুঠতে এনে দুটামান কথা কব খুজিছোঁ, যি মোৰ অভিজ্ঞতা অনুসৰি এই সমস্যা সমাধাত সহায় কৰিব পাৰিব বুলি মই ভাবোঁ।

মূলতে আটাইকেইটা কথা সংক্ষেপতে কব পাৰোঁ—আপোনালোক গ্ৰেজুৱেট হক বা নহক, আটায়ে মানুহ হক। আমাৰ আৱশ্যক হৈছে মানুহৰ হে।

অলপ বিশেষকৈ কওঁ—প্ৰথম কথাটো সকলোৱে কৈ সুখ। কথা আৰু শুনিবলৈ নিচেই হীন যেন লাগে। এইটো হৈছে ডাক্তাৰ ৰায়ৰ ভাষাত "অন্ন সমস্যা" হাৰ্বাৰ্ট স্পেন্সাৰ নিতান্ত জড়বাদী দাৰ্শনিক পণ্ডিত নাছিল। তেওঁ মানুহৰ কৰ্তব্য কৰ্ম পাঁচ ভাগত ভাগ কৰি প্ৰথম তিনটা ভাগ অন্ন সমস্যাত সুমাই থৈছে। "ধৰ্মাৰ্থ কাম মোক্ষাণাং প্ৰাণাং সংস্থিতি হেতবঃ।" প্ৰাণ-শক্তি নহলে অকল কলং-মলং কৰি থকা আধাৰৰা জীউটো থাকিলেই নহয়, জীৱনত আনন্দ, কৰ্মত আগ্ৰহ, শৰীৰত শক্তিৰ এটা চলন্ত প্ৰেৰণা নহলে কোনো কামেই কেতিয়াও সিদ্ধ নহয়, আৰু ঘৰত খোৱা মুঠিৰ অভাৱ হলে এইবোৰ এ.কো থাকিব নোৱাৰে। আপোনালোকৰ প্ৰথম কৰ্তব্য হৈছে এই 'অন্ন সমস্যা'ৰ এটা সমাধান কৰা, নিজৰ অৰ্জন ক্ষমতা বেছি কৰা, কাৰো মুখাপেক্ষী নোহোৱাকৈ নিজৰ ভাত মুঠা মুকলি কৰাৰ দিহা কৰা। ইয়াকে কৰিব নোৱাৰিলে শিক্ষাৰ প্ৰথম কাম, মানুহৰ প্ৰধান কৰ্তব্য নকৰা হৈ থাকিল বুজিব লাগিব। ডিগ্ৰীটোৰ মূল্য নাই বুলি নকওঁ, কিন্তু যি ডিগ্ৰীয়ে নিজৰ ভাত মুঠা মুকলি কৰি খাবৰ উপায় দিব নোৱাৰে, তাৰ মূল্য তিমান বেছিও বুজিব নোৱাৰোঁ। আমাৰ বৰ্তমান শিক্ষাৰ উপকাৰ নাই বুলিও নকওঁ, কিন্তু প্ৰায় ২০ বছৰ ধৰি শৰীৰৰ তেজক পানী কৰি আৰু মূৰৰ ঘিঁউক বোকা কৰি আৰু অন্তৰ্দেৱতাৰ মাহাত্ম্য খৰ্ব কৰি যি শিক্ষা পাওঁ, সেই শিক্ষাই যেতিয়া আমাক সাধাৰণ ঘেৰামী বা মিস্ত্ৰিৰীত কৰি বেছি অৰ্জনক্ষম কৰি তুলিব নোৱাৰে, তেতিয়া সেই শিক্ষাৰ যে কোনো ঠাইত কেৰোণ বৰ বেয়াকৈ লাগিছে, এই ভাৱে আপোনা-আপুনি আমাৰ মনত সুখুন্দিয়াকৈ নাথাকে। এই কেৰোণ হৈছে ইয়াতে, যে আমাৰ শিক্ষা উদ্দেশ্যহীন। এক উদ্দেশ্য বা অনুদেশ্য কেৱল পৰীক্ষা পাছ, আৰু পৰীক্ষা পাছৰ উদ্দেশ্য চাকৰি, কিন্তু চাকৰি যে আৰু নাই! যি দুটা ওলায় তাৰ মূল্য কিমান? কোনো কোনো লৰাই কলেজত মাহে যিমান খৰচ কৰে, কলেজৰ পৰা ওলাই আহি তিমান টকা দৰমহাৰ চাকৰি নাপায়।

আপোনালোকে সুধিব পাৰে, তেনেহলে আপোনালোকে কলেজত নপঢ়িব বা কলেজৰ বিদ্যাৰ একো দৰকাৰ নাই নেকি? নিশ্চয়, কলেজৰ বিদ্যাৰ দৰকাৰ আছে, আৰু আপোনালোকে কলেজত পঢ়িব। কিন্তু তাতকৈ বেছি দৰকাৰ হৈছে অৰ্থৰ; আৰু আপোনালোকৰ টকা অৰ্জাৰ ক্ষমতাৰ প্ৰধান কথা আপোনালোকে নিজে নিজে অৰ্জন কৰিব লাগিব সেই দিনাৰ পৰা, যিদিনাৰ পৰা শিক্ষা সাং কৰে। টকা আৰ্জিবৰ অনেক উপায় আছে—খেতি কৰিব পাৰি, বেপাৰ কৰিব পাৰি, ঠিকাদাৰ হব পাৰি, মিস্ত্ৰিৰি হব পাৰি, সদাগৰ হব পাৰি, কিন্তু সকলোতে ধৈৰ্য্য, সাহ আৰু পিত অৰ্থাৎ ডাঙৰ মন লাগে। আসামত খেতি কৰি সদাগৰ হৈছে কোন? অসমীয়া নহয়। আমাৰ দেশৰ ধান-চাউলৰ, মাহ-সৰিয়হৰ, মুগা-এড়িৰ বেপাৰ কাৰ হাতত? অসমীয়াৰ

হাতত নহয়। ঠিকা কোনে কৰে? অসমীয়াই নকৰে। হাতীৰ মহল লয় যাইকৈ চাহাবে। আমি হওঁ চাহ বাগিচাৰ কেৰাণী, কেঞ্চাৰ ঠিকাদাৰৰ মহৰী, হাতীমহলৰ চৰ্দাৰ, এইবোৰ। এই ব্যৱসায় বিলাক যেতিয়ালৈকে আমাৰ হাতলৈ নাহে, যেতিয়ালৈকে আমাৰ মানুহে টকা আৰ্জি ধনী হব নোৱাৰে, তেতিয়ালৈকে দেশ দুখীয়া হৈ থাকিব, আৰু দুখীয়া দেশে বুৰঞ্জীৰ কোনো যুগতে উন্নতি কৰিব পাৰা নাই।

মই বেছকৈ বুজিছোঁ, যে আজিৰ এই মিলনত ডাঙৰ ডাঙৰ শব্দেৰে ভৰা আৰু প্ৰায় অৰ্থহীন বিশেষণেৰে কথিত নৈতিক জীৱন, দেশ-প্ৰেম আদিৰ কথা নকৈ, নিতান্ত চহা সমাজৰ আলোচ্য টকাৰ কথা কোৱাত অনেকেই মোৰ প্ৰতি অপ্ৰসন্ন হব পাৰে। কিন্তু সংসাৰৰ অভিজ্ঞতাই ইয়াকে কৈছে, যে আৰ্জিব নোৱাৰা মানুহৰ বিদ্যা-বুদ্ধি শক্তিৰ পৰা কাচিৎ হে কিবা উপকাৰ হোৱা দেখা যায়; আৰু নিৰ্ধন দেশে কেতিয়াও কোনো বিষয়ত উন্নতি কৰিব নোৱাৰে। এইবাবে আমাৰ নিজৰ উন্নতিৰ বাবে, আৰু দেশৰ উন্নতিৰ হকে, আমাৰ প্ৰথম আৱশ্যক হৈছে অৰ্থ। সেইদেখি আজি ময়ো মোৰ ক্ষুদ্ৰ শক্তিৰে দেশৰ ডেকাসকলক এইটো কব খুজিছোঁ, যে আমাৰ সকলোৰে অভাৱ আছে হয়। কিন্তু প্ৰধান অভাৱ অৰ্থৰ; আপোনালোকে বিদ্যা আৰ্জক, যশ আৰ্জক; কিন্তু অৰ্থলৈ নাপাহৰিব আপোনালোক প্ৰথম আৰু প্ৰধানকৈ অৰ্থবান তেতিয়া আপোনালোকৰ অৰ্থৰ দেশত বিদ্যা, যশ, গৌৰৱ আনিব পাৰিব হক।

সেই বুলি এইটো ইয়াক নাভাবিব যে অৰ্থ হলেই মানুহৰ সকলো হ'ল। আজি-কালি "Business is business বুলি কৈ মানুহে অনেক সময়ত অনেকক ঠগে, আৰু নিতান্ত শলাগৰ পাত্ৰৰ ওচৰতো অকৃতজ্ঞ হবলৈ লাজ নাপায়। এইদৰে মনুষ্যত্বৰ সকলো মহত্ব খৰ্ব কৰি অৰ্থ আৰ্জা পিশাচৰ কাম। অৰ্থ আৰ্জিব লাগে নিজ হাতে, নিজৰ বুদ্ধিৰে, শক্তিৰে আৰু সজ উপায়েৰে। আনক চল কৰি ফাঁকি দি বা বিপদত পেলাই আনে আৰ্জা অৰ্থ ভোগ কৰা আৰু চোৰৰ অৰ্থ উপাৰ্জন একে কথা।

দ্বিতীয় কথা—কম আপোনালোকক—আপোনালোকে স্বাস্থ্য আৰ্জক। স্বাস্থ্যবান নহলে জীৱনৰ যি আনন্দ তাক উপভোগ কৰিব নোৱাৰে; আৰু জীৱনৰ আনন্দ নোহোৱাৰ কাৰণে আমি অকাল বৃদ্ধ হওঁ। দহ বছৰীয়া হৈ আশী বছৰীয়াৰ আচৰণ লওঁ। চাহাবলোকলৈ মন কৰক, কিমান স্ফূৰ্তি তাঁহাতৰ, কিমান কামৰ ক্ষমতা তাঁহাতৰ। বুঢ়া চাহাব এটায়ো ফুটবলত দৌৰে, ক্ৰিকেট খেলে, লৰাৰ লগত লৰা হৈ ধেমালি কৰে, আৰু আমি? আমি কলেজৰ পৰা ওলাই দীঘল দীঘল চালাম দি চাকৰি এটা পালেই, বা দীঘল দীঘল চোলা পিন্ধি ওকালতি ব্যৱসায়ত সোমাব পাৰিলেই কেঁচাৰ নিচিনা গুৰু গম্ভীৰ হৈ বহি থাকোঁ, বা ধীৰে সুস্থে গজেন্দ্ৰ গমন ধৰি চৰাঘৰৰ পৰা পদুলিৰ মুখলৈ ওলাই আহোঁ আৰু তাৰ পৰা ফিৰি গৈ ভিতৰত শুই থাকোঁ। ইয়াৰো কাৰণ আমাৰ শিক্ষা। স্কুলৰ পৰা বা কলেজৰ পৰা ছুটী পাই আমাৰ ছাত্ৰই খেলক চাইলে দৌৰি গৈ লৰা-চপৰা, মাৰা-মাৰি নকৰে; হয় চুকত বহি ধপাত চুৰুট খায়, নহয় তাছ পাশা খেলে, নহয় Gossiping অৰ্থাৎ আড্ডা মাৰে। আৰু-যাক আমি নিতান্ত "গো বেচাৰী" ভাল লৰা বোলো সি একো উপায় নাপাএ চকু কণা আৰু মুখ খোলা কৰি কিতাপ পঢ়ে। বৰ জোৰ কোনোৱে কোনোৱে ফুৰিবলৈ ওলায়, নিজৰ বা পৰৰ কবিতা আওৰায়। স্কুলৰ শিক্ষাও আমাৰ তেনে।

যিটো লবাই অলপ দৌৰা-দৌৰি কৰে, গৰু আহিলে খেদি যায়, কুকুৰৰ নেজত ধৰি টানে, মেকুৰীটোক তুলি নি আকাল মাৰে, সি আমাৰ মনত বৰ তুষ্ট, কাৰণ কি যথাসম্ভৱ কলিযুগৰ অৱতাৰ ; আৰু যিমতে বহুৱা তাতে বহি থাকে, হাত-ভৰি লৰচৰ নকৰাকৈ জড়ৰ দৰে থিয় হৈ ফেকুৰি কান্দে, সি সজ আৰু সন্তৰ প্ৰথম গজালি ! কি পৰিতাপৰ কথা, যে এইটো কোনেও নাভাবে ; যে যাৰ গাত জীৱনী-শক্তি আছে সি দৌৰিবই, সি কুকুৰকো মাৰিব, গৰুকো খেদিব, কান্দিবও হাওমাও কৰি আকাশ ফাটাই। যাৰ জীৱনী-শক্তি নাই সিহে লাহে লাহে কাঠডোখৰৰ দৰে হৈ যাব পাৰে। অথচ, দেশতেই শিশুৰ আদৰ্শ আছিল মহা দুৰ্দান্ত দুষ্টবালক শ্ৰীকৃষ্ণ, আৰু তাৰকা ৰাক্ষসীক মাৰা আৰু জোনলৈ গাউৰী ধৰা শ্ৰীৰামচন্দ্ৰ। এই active habits, সদায় কাম কৰিবলৈ আৰু অঙ্গ-চালনা কৰিবলৈ অভ্যাস, আপোনালোকে আয়ত্ত কৰিব লাগে। আমি যে কোনো ক্ষেত্ৰতে আজি পৰ্য্যন্ত বিশেষ কৃতিত্ব দেখুৱাব পাৰা নাই, তাৰ প্ৰধান কাৰণ আমাৰ এলাহ ; আমাৰ active habits ৰ অভাৱ। বন্ধৰ দিনা আমি শোওঁ, picnic খাবলৈ দলে দলে ব্ৰহ্মপুত্ৰৰ বালিলৈ নাযাওঁ ; আৰু কামৰ দিনা পুৱা ৮ বজাৰ পৰা ৰাতি দহ বজালৈ কেলধেপ কেলধেপ কৰি অফিচ কৰোঁ। চাহাব লোকে আমাতকৈ বেছি কাম কৰে, অথচ সিহঁতে খেলেও, ক্লাবো কৰে, হাঁহেও, দৌৰেও। বৃটিছ সাম্ৰাজ্যৰ মহামন্ত্ৰীতকৈ বা যোৱা মহাযুদ্ধৰ প্ৰধান সেনাপতি "মাছ´াল ফচ্"তকৈ বেছি কাম কৰা মানুহ পৃথিবীত হোৱা নাই। অথচ তেওঁলোকে কামো কৰে, গল্‌ফো খেলে, ডিনাৰো খায়, বক্তৃতাও দিয়ে আৰু কেতিয়াবা শুনা যায় বেমাৰ আদি পৰিলে বিশ্ৰামো লয়। আমি কোনোৱে মাষ্টাৰী কৰি সময় নাপাওঁ, কোনোৱে কেৰাণী কৰি ২৪ ঘণ্টা আৰু কোনোৱে হাকিমী কৰি দুপুৱই নাখাই ফাইল ঘাটো, কিয় ? আমাৰ বুদ্ধি নোহোৱা নহয় ; বুদ্ধি আছে কিন্তু খটাব নোৱাৰোঁ। খৰকৈ অথচ ধীৰেৰে একাদিক্ৰমে কাম কৰিব নাজানোঁ ; কোনো কথাৰ মীমাংসা একে কথাতে কৰিব নাজানোঁ, সাধাৰণ চিঠি এখন লিখোঁতে দহবাৰ ভাবিব লগা হওঁ, এইবিলাক দোষত। খেলৰ ঠাইৰ ক্ষিপ্ৰকাৰিতা গুণবিলাক বাঢ়ে ; আৰু বহি থাকিলে অকলেই বা লগতে যিবিলাক অসৎ চিন্তা আহি মনত উদয় হয়, সেই বিলাকৰ ঠাই নোহোৱা হয়। জীৱনৰ যি আনন্দ, এই active habit ৰ পৰা তাক উপভোগ কৰিব পাৰি ; আৰু ইয়াৰ পৰা কামৰ ক্ষমতা, তুৰন্তে মীমাংসা ( quick decision ) কৰিবৰ শক্তি অনেক গুণে বেছি হয়।

আপোনালোকৰ এতিয়া কিছুদিন প্ৰায় ২।৩ মাহ বিশ্ৰামৰ সময়। কি কৰি কটাব ? তাছ খেলি যেন নহয়, শুই যেন নহয় আৰু নভেল পঢ়ি যেন নহয়। যৱক গৈ ফুটবল খেলক, ক্ৰিকেট খেলক, অভাৱ হয় যদি—যাও খেলক, দৌৰ শিকক, সাতুৰিবলৈ, নাও বাবলৈ, ঘোঁৰাত উঠিবলৈ, বাইচিকল দৌৰাবলৈ, মাল যুঁজিবলৈ শিকক—এইবোৰ কৰক। সময় বুজি তাছো খেলক, শোৱকো আৰু নভেলো পঢ়ক। কিন্তু পাছৰ বিলাকত কামিৰ নিচিনা বা আচলতে কৰ লাগিলে কানি আৰু ভাং উভয়ৰে নিচিনা বাগী আছে। একেৰাহে বহি ২৪ ঘণ্টা তাছ খেলা, শিক্ষিত লোক কেজন-মানৰ কথা মই জানোঁ, আৰু ইয়াকো জানোঁ, যে দুইজন পৰম বন্ধুৱে তাছৰ খেলত বহি মাৰা-মাৰি কৰিছিল। এনে অভ্যাসক বাগীত বাজে আন কিবা বুলিব পাৰি নে ? নভেল পঢ়াও তেনে এটা নিছা। এইবিলাক কাজত নিচা হোৱা গৰ্হিত। আৰু এটা কথা, কলেজত দেখিব যে অনেকে ভাৱা খেলে, আৰু সভ্য সমাজতো ভাৱা খেলটোৰ এটা গৌৰৱৰ আসন আছে। কিন্তু

সভ্য সমাজে তাক ভাল বুলিলে যে ভাল হল এনে ভাবিব নালাগে। এই খেলৰ বাগটো ধৰ বেয়া। মোৰ এজন উকিল বন্ধুৱে ভাবা খেলাত ইমান মত্ত যে নিজৰ ওকালতিও পাহৰি যায়। এনে বাগীয়ে নিজৰ আৰু সমাজৰ অহিত কৰে। আপোনালোকে এই বিলাকলৈ মন কৰিব। ব্যসন এৰিব।

মোৰ তৃতীয় আৰু শেষ কথা উচ্চাকাঙ্ক্ষা মনত লৈ বিদ্যা অৰ্জন কৰা উচিত। বিদ্যা মানে বি, এ, ডিগ্ৰী নহয়। বি, এ পাছ কৰিলেই বিদ্যা নহয় আৰু বি, এ ফেল কৰা মানুহেও বিদ্যা আৰ্জিব পাৰে। পুঁথিগত বিদ্যা ; পাছ কৰা বিদ্যা আমাৰ অনেক পৰিমাণে হৈছে। Original বিদ্যা লাগে এতিয়া আমাক। কোন অসমীয়াই প্ৰত্নতত্ব দৰ্শন, বিজ্ঞান, গণিত, সাহিত্য, বুৰঞ্জী আদিত আচলতে কৃতী হৈ উঠিব পাৰিছে। কিয় নোৱাৰে? আকৌ কওঁ, অসমীয়াৰ বুদ্ধিৰ অভাৱ ইয়াৰ কাৰণ নহয়। ইয়াৰ একমাত্ৰ কাৰণ আমাৰ applicationৰ, ধৈৰ্য্য ধৰি এটা কাম কৰিব পাৰা শক্তিৰ অভাব। এটা উদাহৰণ কওঁ—ডাক্টৰ জ্ঞানচন্দ্ৰ ঘোষৰ নাম আজি সকলোৰে পৰিচিত। তেওঁৰ লগত প্ৰেচিডেন্সি কলেজত বি, এ, ক্লাচত পঢ়া এজন মোৰ অসমীয়া বন্ধু আছে, যি বৰ্তমান যোৰহাটত থাকে। তেখেতে কৈছিল, যে ডক্টৰ ঘোষ কলেজত পঢ়া দিনত বৰ বুদ্ধিমান বা বিচক্ষণ নাছিল। এতিয়া বাব বছৰ পাছত প্ৰভেদ ভাবিব নোৱাৰি। অধ্যাপক ঘোষ নিজৰ বিদ্যা-বুদ্ধিৰে গোটাই জগতত প্ৰখ্যাত হৈ থাকিল আৰু তেওঁৰ লগৰীয়া বিলাকৰ নাম থাকিল কলেজৰ ৰেজিষ্টৰীৰ বুকত। এনে উদাহৰণ আমাৰ তৰপৰ প্ৰত্যেকৰে জানা আছে। আমি আটায়ে কৰোঁ বি, এ, পাছ কৰি শিক্ষাৰ সমাপন, কিন্তু কৃতী দেশৰ কৃতী সন্তানে ডিগ্ৰী লৈ আচল শিক্ষাৰ বাট মুকলি কৰি নতুনকৈ শিক্ষাৰ আৰম্ভণ কৰে। কলেজৰ পৰা ওলাই আহি আমি খবৰৰ আৰু দুই এক নভেলত বাদে আন Serious কিতাপৰ লগত সংশ্ৰৱ ত্যাগ কৰো ; আৰু কলেজতো পাৰ্য্যমানে পৰীক্ষাত নালাগা আন কিতাপ নপঢ়িবলৈও চেষ্টা কৰোঁ। কেৱল নোট আৰু গাইড্ বহি পঢ়ি প্ৰশ্নোত্তৰৰ প্ৰশ্ন মুখস্থ কৰি পৰীক্ষা পাছ কৰা সম্ভৱ ; কিন্তু তেনে পঢ়াই বিদ্যা দিব নোৱাৰে। এইদৰে সৰস্বতীক আৰাধনা কৰাৰ অৰ্থ প্ৰায় সৰস্বতী দেৱীৰ Post mortem examination ৰ দৰে। দেশৰ সন্তানসকল আপোনালোকে পৰীক্ষাত ফেল হক বা পাছ হক সি তিমান ধৰ্তব্য নহয় ; কিন্তু আপোনালোকে কৃতী হওক! বিদ্যাত কৃতী হওক। যশত কৃতী হওক! কৰ্মত কৃতী হওক।

আপোনালোকে আৰু সুধিব পাৰে, আমি এই বিশ্ৰামৰ দিন কেইটা খেলা-ধূলা কৰিয়েই কটাম নে? মই যদি মোৰ মনৰ ভাৱ ওপৰত পৰিষ্কাৰ কৈ কব পাৰিছোঁ, তেতিয়া কি জানি আপোনালোকে বুজিছে, যে এই খেলা-ধূলাকো মই সাংসাৰিক জীৱনৰ কাৰণে প্ৰস্তুত হোৱা বুলি ভাবোঁ। কিন্তু তাৰ উপৰিও আপোনালোকে কৰিব খুজিলে সহস্ৰ সহস্ৰ কাম আগত পৰি আছে। ৰোগ, ক্ষুধা আৰু অভাৱত আতুৰ দেশ-মাতৃকাৰ প্ৰতি চকু মেলি চাওঁক। হাজাৰ জনে ইনফ্লুয়েঞ্জা, মেলেৰীয়া, কলেৰাত প্ৰাণ এৰিছে, বহু হাজাৰ ক্ষুধাৰ যন্ত্ৰণাত অস্থিৰ আৰু প্ৰত্যেক হাজাৰ অভাৱৰ উৎপীড়নত মৰ্মাহত। এইবিলাকক সহায় কৰক অৰ্থ দি নহয়—কাম কৰি দি, গাঁৱৰ স্বাস্থ্যোন্নতিৰ উপায় দি, ৰোগীক পতি কৰি আৰু পতি কৰিবলৈ দেখুৱাই দি, সৰলোত শ্ৰেষ্ঠাৰ যত্নত কি হব পাৰে তাৰ উপদেশ-আদৰ্শ দি, কানি ভাঙৰ অপকাৰিতা বুজাই দি,

এই দৰৰ সহস্ৰ উপায়ে আপোনালোকে আপোনালোকৰ বিশ্ৰামৰ সময় কৰ্মত পূৰ্ণ কৰি নিজে ধন্য হব পাৰিব আৰু আনক ধন্য কৰিব পাৰিব। অন্তৰৰ প্ৰেৰণা যদি জাগি উঠে, উপায়ৰ অভাব নহব।

দেশৰ উঠি অহা ডেকাসকল। ইমানতেই মই মোৰ বক্তব্যৰ সামৰণি মাৰিবৰ ইচ্ছা কৰোঁ, কবলগীয়া কথাৰ অভাৱত নহয়, আপোনালোকক আমনি দিয়াৰ ভয়ত। ছাত্ৰ জীৱনৰ এই critical কালখিনি ভালদৰে চলাবলৈ কি কি কৰিব লাগে তাৰ পূৰ্ণ তালিকা দিয়াৰ পাৰ্গতালিও মোৰ নাই আৰু তাক কৰলৈ মই চেষ্টাও কৰা নাই। মূঠে যি কথা শিকিবলৈ আপোনালোকে আগবাঢ়িব লাগে তাৰে তিনটা প্ৰধান কথা আপোনালোকক কলোঁ।

শেষ কৰাৰ আগতে আৰু এক আধাৰ বৰ পুৰণি আৰু সেইদেখিয়ে মূল্যবান কথা কব খুজিছোঁ। দেশৰ একমাত্ৰ সম্বল, দেশৰ উঠি অহা ডেকা সকল—তেওঁবিলাক নিজে নিজৰ মালিক নহয়। তেওঁবিলাক তেওঁলোকৰ পিতৃমাতৃৰ যিমান মূল্যবান সম্পত্তি, তেওঁলোকৰ দেশৰ তাতকৈ অনেক গুণে বেছি মূল্যৰ সামগ্ৰী। তেওঁবিলাকে ইচ্ছা কৰি নিজৰ কোনো শক্তি বা সামৰ্থ্য অপব্যয় কৰিব নোৱাৰে ; কৰিলে দেশৰ মহামূল্য সম্পত্তি নষ্ট কৰাৰ পাপত পাপী হব। মোৰ নিতান্ত অনুৰোধ, আপোনালোকে যেন সকলো কামতে সকলো কথাতে আপোনালোকৰ এই নতুন গৌৰৱ আৰু নতুন দায়িত্বৰ কথা মনত ৰাখে। তেতিয়া ভালমতে চলিবলৈ আপোনালোকৰ অন্তৰ দেৱতাই আপোনালোকক প্ৰেৰণা দিব, কাৰো উপদেশৰ আৱশ্যক নকৰিব। দেশৰ শুভ লক্ষণ যে ছাত্ৰসকলৰ কৰ্মৰ স্পৃহা হৈছে। আমি মূঠেই ইয়াকে আশা কৰোঁ আপোনালোক কৃতী হওক, তেজস্বী হওক। আমাৰ ডেকাৰ মাজৰ পৰা পেষ্টিওৰ, ইনষ্টিন, কাৰ্ণেজি, লয়েড জৰ্জৰ দৰে সকলো ক্ষেত্ৰত অপৰিসীম শক্তিশালী লোকৰ উদ্ভৱ হওক! দেশ ধন্য হওক!*

---

* চেতনা, প্ৰথম ভাগ, দশম সংখ্যা, জেঠ ১৮৪২ শক। যোৰহাট কেন্দ্ৰৰ মেট্ৰিকুলেচন পৰীক্ষাৰ্থী সকলৰ মিলনত কোৱা কথাৰ সাৰাংশ। কথাখিনি যুগুতায় শৰৎচন্দ্ৰ গোস্বামীৰ ছাত্ৰ শিৱনাথ ডেকাই।—সং, শ. গো. ব,

# মেলেং ছাত্ৰ সন্মিলন

সমজুৱাসকল! মই আপোনালোকক মোৰ হৈ আৰু ছাত্ৰবিলাকৰ হৈ অভিবাদন জনাইছোঁ। আপোনালোকৰ সহযোগত আজিৰ কাৰ্য্য সাফল্যমণ্ডিত হ'ক।

ছাত্ৰবন্ধুসকল! তোমালোকে মোক তোমালোকৰ সভাপতি কৰি মাতি আনিছা দেখি মই ভাল পাইছোঁ। মোক যে সভাপতিৰ সন্মান দিছা সেইবাবে নহয়, যদিও সন্মান সকলোৰে লোভনীয় বস্তু। কিন্তু এই বাবে যে—তোমালোকে মোক সভাপতিৰ পদত বহুৱাই তোমালোকক কেই আখাৰমান উপদেশৰ কথা শুনাবলৈ মোক সুযোগ দিছা। মই এনে সুযোগ বিচাৰিছোঁ। কাৰণ, মোৰ বয়সৰ আৰু কাৰ্য্যৰ অভিজ্ঞতাৰে বুজিব পাৰিছোঁ যে তোমালোকক হিতবাক্য শুনাওঁতা মানুহ যিমানে হয় তিমানে ভাল। যুধিষ্ঠিৰৰ দূত ৰাজধানীৰ পৰা ফিৰি আহি কিছুমান আপাত-অপ্ৰীতিকৰ কথা বৰ্ণাব লগীয়া হোৱাত মুখবন্ধ দি কৈছিল যে—

"হিতং মনোহাৰি চ দুৰ্লভং বচঃ।" সেই দেখি মনোহৰ নহলেও তেওঁৰ কবলগীয়া কথা শুনি যেন ৰজাই দূতক খং নকৰে। মোকো দূতৰ স্থানীয় বুলি ধৰিবা; আৰু তোমালোকৰ সন্মিলিত শক্তি যুধিষ্ঠিৰৰ স্থলাভিষিক্ত বুলি লবা আৰু মোৰ বচন মনোহৰ নহলেও হিত বুলি বিশ্বাস কৰি তাক গলি-পিতি চাবা।

এই উপমাটো আৰু এক থাপ নিব পাৰি। কৌৰৱ শক্তি প্ৰবল, তাক যুধিষ্ঠিৰৰ দৰে স্থিৰ বুদ্ধিৰ ৰজাই হে সহায় সাৰথি লৈ আৰু কৃষ্ণৰ দৰে বিচক্ষণ বুদ্ধিৰ মন্ত্ৰীৰ মন্ত্ৰণা মতে চলি পৰাজয় কৰিব পাৰে। তোমালোকৰ বিৰুদ্ধ শক্তি প্ৰলোভন শক্তি; এই শক্তি প্ৰবল। ইয়াৰ জয় কৰিব পাৰিবা স্থিৰ বুদ্ধিৰে, সকলো কথাৰ ভাল-বেয়া বিবেচনা কৰি চলিলেহে।

প্ৰলোভনে তোমালোকক নানাফালে বেৰি আছে। প্ৰথমতে বয়সসুলভ 'প্ৰলোভন; দ্বিতীয়তে বিশ্বাসৰ প্ৰলোভন; তৃতীয়তে আয়াস বা কাম নকৰিবৰ প্ৰলোভন, অৰ্থাৎ কৰ্ত্তব্যৰ প্ৰতি অৱহেলা, আৰু অৱশেষত মনোহৰ কথাৰ প্ৰলোভন। ওপৰৰ তিনিটা প্ৰলোভনৰ কথা সকলোৱে বুজিব পাৰিব পোৱা। গতিকে তাহাঁতৰ বিষয়ে মই মুঠে এক আখাৰ কথা কওঁ। সকলোৱে জানা এই কাল এবাৰ গলে নাহে। এই বয়সত তোমালোক সকলো প্ৰকাৰ শক্তি সংৰক্ষণ কৰি আগলৈ কৰ্মৰ কাৰণে প্ৰস্তুত হব লাগে। সেই দেখিহে শিক্ষাৰ প্ৰয়োজন। তোমালোকৰ এই বয়সৰ প্ৰধান শত্ৰু বিলাস আৰু আয়াস-বিলাসৰ পৰা যি অৰ্থক্ষয় হয়! সি তিমান হানিজনক নহয়; কিন্তু ই কৰ্ম শক্তিৰ যি হ্ৰাস কৰে সেই ক্ষতি অপূৰণীয়।

কিন্তু চতুৰ্থ বা শেষৰ প্ৰলোভনৰ যি অৰ্থ বোধ কৰোঁ তোমালোক সকলোৱে সেই কথা

ভাল কৰি বুজিব পাৰা নাই। এইটো হৈছে, আন এটা সংস্কৃত শ্লোকেৰে কবলৈ গলে, এই—

"প্রিয়ং ব্রূয়াৎ সত্যং ব্রূয়াৎ
মা ব্রূয়াৎ সত্য অপ্রিয়ং।"

তোমালোকক অনেকে প্রিয় কথা কয়, সত্য কথাও কয় কিন্তু অপ্রিয় সত্য নকয়।

এই উদাহৰণ দিওঁ শুনা—তোমালোকক সকলোৱে উৎসাহ-উদগনি দিয়ে যে ছাত্র শক্তিহে দেশৰ আশাৰ স্থল। আজিৰ ছাত্রই হে কালিৰ নেতা। ছাত্রৰ আত্মত্যাগৰ ওপৰতহে দেশৰ উন্নতি নির্ভৰ কৰে৷ ইত্যাদি। এইবিলাক কথা শুনিবলৈ বৰ সোৱাদ; আৰু কিছু পৰিমাণে সঁচাও। কিন্তু এইবোৰ কথাৰ এটা অপ্রিয় ফাল আছে। তাক তোমালোকৰ আগলৈ আনি দেখুৱাবলৈ অনেকে সঙ্কোচ কৰে।

ছাত্রবিলাক দেশৰ আশাৰ স্থল হয়। কিন্তু যেনেকৈ তোমালোক আশাৰ স্থল, তেনেকৈ নিৰাশাৰ স্থলো। দেশ বা জাতিৰ উন্নতি হোৱা অর্থ সমশেষত সেই দেশৰ বা সেই জাতিৰ প্রতিজন ব্যক্তিৰ উন্নতি হোৱা। ছাত্র বিলাকৰ সকলোটায়ে যদি উন্নতি কৰিব পাৰে তেনেহলে সেই ছাত্রৰ পৰা জাতিৰ বা দেশৰ উন্নতি হব। উন্নতি কি হব তাক অলপ পিছত কৈছো। অৱশ্যে প্রত্যেক ছাত্রই যে সকলো বিষয়ত একোজন আদর্শ পুৰুষ হব এনে আশা কোনো বুদ্ধিমান লোকে নকৰে। কিন্তু বেছিভাগ ছাত্রই যদি চৰিত্র আৰু বিদ্যাত উন্নত হয়, তেনেহলে ছাত্রশক্তিৰ উন্নতি হৈছে বুলি আনন্দ কৰিব পাৰি। অপৰ পক্ষত বেছি ভাগ ছাত্রই যদি চৰিত্রহীন আৰু বিদ্যাত অপক্ক হৈ থাকে, তেনেহলে ছাত্রশক্তিৰ অৱনতি দেখি বেজাৰৰ কাৰণ ঘটে। এতেকে তুমি যদি ছাত্র বুলি গর্ব কৰিব খোজা, তেনেহলে ভাল ছাত্র হলে তোমাৰ গৰ্ব ৰজিব। নহলে, তোমাৰ গৰ্ব তোমাৰ আৰু তোমাৰ জাতিৰ বিনাশৰ হেতুহে হব।

সেইদৰে ছাত্রৰ আত্মত্যাগৰ ওপৰতো দেশৰ উন্নতি নির্ভৰ নকৰে। যদি আত্মত্যাগৰ অর্থ প্রচলিত অর্থটো ধৰি লোৱা—অর্থাৎ ছাত্রই স্কুল কলেজ এৰি বাহিৰ ওলাই সকলো শাসন আৰু সংযমৰ সীমা পাৰ হৈ হাহাকাৰ কৰি ফুৰাই আত্মত্যাগৰ অর্থ হয়—এনে কৰাৰ পৰা ছাত্রৰ বা সেই সেই মানুহৰ কাম কৰিবৰ আগ্রহ নোহোৱা হয়। নিজৰ ভাল-বেয়া বিবেচনা কৰি চলিবৰ শক্তি লোপ পায়। আৰু নৈৰ চলত উটি অহা জাঁজিৰ দৰে তাৰ জীৱনৰ লক্ষ্যৰ স্থিৰ নাথাকা হয়। তোমালোকে অনেকে চীন দেশৰ আৰু ইজিপ্ট দেশৰ ছাত্র শক্তিৰ কথা শুনা কিন্তু সেই দেশৰ প্রকৃত কথা নুশুনা। সেই দুয়ো দেশত আজি পৰিমিত বিমানবিলাক দুর্গতি হৈছে, তাৰ মূলত শাসন সংযমহীন কিছুমান উচ্ছৃঙ্খল ডেকাৰ অবিনীত আৰু অবিবেচিত কার্য্যহে। এনেবিলাক কথা হৈছে মনোহৰ প্রলোভন। "মা ব্রূয়াৎ সত্যমাপ্রিয়ং"। এই কথাটো খাটে সম্পর্কহীন মানুহৰ মাজত পৰস্পৰ কথা পাতোতে। কিন্তু সকলো প্রকাৰ স্বার্থেৰে একান্ত ভাবে মিশ্রিত হৈ থকা মানুহৰ মাজত অপ্রিয় সত্য কোৱাকুৱি নহলে কেতিয়াও কোনো ক্ষেত্রত প্রকৃত উন্নতি হব নোৱাৰে। বিশেষকৈ শিক্ষক আৰু ছাত্রৰ মাজত উপদেষ্টা আৰু উপদিষ্টৰ মাজত বেছিভাগ অপ্রিয় সত্যকে শিক্ষকে বা উপদেষ্টাজনে কবলগীয়া হয়। গতিকে পোনে পোনে ভাল লগা সকলো কথাই তোমালোকৰ যে হিতকৰ এনে নুবুজিবা। মনোহৰ কথাৰ প্রলোভনৰ পৰা আঁতৰি থাকিবা।

ছাত্ৰাৱস্থা শিক্ষাৰ অৱস্থা। এই সময়ত উপযুক্ত শাসনৰ তলত থাকি সংযমী হৈহে শিক্ষা কৰিলেহে চৰিত্ৰ গঠন হয়। প্ৰাচীন ভাৰতবৰ্ষত শিক্ষাৰ এই আদৰ্শ আছিল। ছাত্ৰ আছিল ব্ৰহ্মচাৰী। আজিকালি পাশ্চাত্য চিন্তাশীল লোকসকলে এই আদৰ্শৰ মূল্য বুজি পাইছে। যদি Scouting-ৰ বিষয়ে দুখন এখন কিতাপ পঢ়ি চোৱা তেনেহলে বুজিব পাৰিবা যে Scouting এ প্ৰকৃততে ব্ৰহ্মচৰ্য্যা আশ্ৰমৰ আদৰ্শেৰে দল ৰ চৰিত্ৰ গঠন কৰিবলৈ প্ৰয়াস পায়। সংযমী নহলে কোনো কথাতে কৃতকাৰ্য্য হব নোৱাৰে। আৰু সংযমৰ কাৰণে শাসন লাগে অৰ্থাৎ গুৰুজনৰ আৰু অভিজ্ঞজনৰ কথাত কিবা মূল্য আছে বুলি ভাবিব লাগে আৰু প্ৰথম দেখাত অপ্ৰিয় হলেও, আগলৈ ভাল আছে বুলি বিশ্বাস কৰি গুৰুজনৰ উপদেশ পালন কৰিব লাগে।

আগৰ দিনত পিতৃ-মাতৃৰ আজ্ঞা শাস্ত্ৰৰ বচনতকৈ বেছি মানাই আছিল। আজিকালি পিতৃ-মাতৃ অৱজ্ঞাৰ হে পাত্ৰ। আৰু পিতৃ-মাতৃ-ভক্তি অন্ধ কুসংস্কাৰ হৈ বিদ্ৰূপৰ বস্তু হৈ পাৰিছে।

উদাৰ হোৱা মুকলি মনৰ হোৱা উচ্চ আকাংখাশীল হোৱা—এইবিলাক যৌৱন কালৰ সৌভাগ্য। কিন্তু সেইদৰে উচ্ছৃংখল হোৱা এই কালৰ পৰম দুৰ্ভাগ্য।

কথা বহলালে বহুতো হয়। তোমালোকৰ ভিতৰত যি বিলাক চিন্তাশীল, সেইবিলাক ইয়াৰে পৰা মই কি কব খুজিছোঁ। বুজিব পাৰিবা। আনবিলাকৰ পক্ষে কথা যিমানকে কোৱা সি কেৱল বতাহত উঠা ধ্বনি হে মাত্ৰ।

মই আৰম্ভতে উন্নতিৰ কথা কৈছোঁ। উন্নতিৰ স্বৰূপো তোমালোকে বুজিব লাগে। আমাৰ ভিতৰত অনেকেই ক্ৰমে ক্ৰমে অসমীয়া জাতিৰ উন্নতি হৈছে বুলি ধৰাই কবে আৰু তাৰ চিন দেখুৱাই যে ত্ৰিশ বছৰ পূৰ্ব্বে আমাৰ গ্ৰেজুৱেটৰ সংখ্যা ৫০/৬০ জন মান আছিল। আজি প্ৰতি বছৰে আমাৰ গ্ৰেজুৱেট শ ডেৰশ কৈ তৈয়াৰ হয়। আগেয়ে আমাৰ চৰকাৰী চাকৰি কৰা মানুহৰ সংখ্যা কম আছিল, আজিকালি বেছি হল। এই দুটা কথাত বাহিৰে কোনোৱে অসমীয়াৰ উন্নতি হোৱাৰ আন একো চিন দেখুৱাব নোৱাৰে।

মই স্বীকাৰ কৰোঁ। আমাৰ গ্ৰেজুৱেটৰ সংখ্যা বাঢ়িছে আৰু চৰকাৰী চাকৰিয়ালৰ সংখ্যাও বেছি হৈছে। আন দেশত কি হৈছে, এই ত্ৰিশ বছৰে, হিচাব কৰি চাইছা নে? দূৰ দেশৰ কথা নকওঁ, আমাৰ নিচেই ওচৰ চুবুৰীয়া আৰু স্বভাৱ-চৰিত্ৰ অৰ্থ-বিদ্যা সকলোতে আমাৰেই মিচিনা বঙ্গদেশৰ কথা কে চোৱাঁ। ত্ৰিশ বছৰৰ আগেয়ে বঙ্গদেশত কল-কাৰখানা, বেহা-বেপাৰ সকলো বিদেশীয়ে অধিকাৰ কৰিছিল। আজি বঙালীয়ে নিজৰ দেশতে নহয়। বাহিৰতো নানা প্ৰকাৰৰ বস্তু যোগাব ধৰিছে। পঞ্চাশ বছৰ পূৰ্ব্বে বঙালী সাহিত্যৰ অৱস্থা সেই সেই সময়ৰ অসমীয়া সাহিত্যৰ অৱস্থাতকৈ বৰ বেছি উন্নত নাছিল; আজি বঙালী সাহিত্য জগতৰ ভিতৰত এটি শ্ৰেষ্ঠ সাহিত্য। আৰু আমাৰ দেশত? আমাৰ দেশত ত্ৰিশ বছৰ পূৰ্ব্বে যি অসমীয়া কমাৰ, কুমাৰ, সোনাৰী আছিল সেইবিলাকৰ ব্যৱসায় বিদেশীয়ে ললে। সাহিত্য আজিও পঞ্চাশ বছৰ পূৰ্ব্বে হেমচন্দ্ৰ বৰুৱাই লিখি থৈ যোৱা পাঠ-মালাই উৎকৃষ্ট সাহিত্য। আৰু বিদ্যাত ষাঠি বছৰ পূৰ্ব্বে যি এজন আনন্দৰাম ওলাল তেওঁৰেই আদি, তেওঁৰেই শেষ।

এইবিলাক কথা ভাবি অসমীয়া জাতিৰ দৈন্যতালৈ মন কৰি লাজতে মাটিৰ তলত লুকাবৰ মন যায়। এনে অৱস্থাত নিজৰ জীৱিকা আৰ্জিবলৈ অক্ষম, পৰৰ অন্নলৈ আশা কৰা, জ্ঞানত অশুদ্ধ ইংৰাজী কথা কেই আখাৰ মান লিখা, এখ বা তেৰশ গ্ৰেজুৱেটক লৈ গৰ্ব কৰাৰ সমান অন্ধতাৰ কি পৰিচয় হব পাৰে!

চৰকাৰী চাকৰিয়ালৰ কথা নকলেই হয়। গৱৰ্ণমেণ্টে প্ৰকাশ কৰা যিখন লিষ্ট আছে, তাৰে মন কৰিলে কেইজন অসমীয়া officer ওলায় কোনোবাই লেখি চাইছা নে! আৰু সেই কেইজন সমূহ সংখ্যাৰ কেইভাগৰ কেই ভাগ? তাৰ পাছত ৰেলৱে, পষ্টেল ডিপাৰ্টমেণ্ট, ইণ্ডিয়া গভৰ্ণমেণ্ট, একাউণ্ট ডিপাৰ্টমেণ্ট—এই বিলাকত কেখোন অসমীয়া আছে নে নাই মনিবকে নোৱাৰি। মই হিচাব কৰি চোৱা নাই। কোনোবাই চালে ভাল। কিন্তু মোৰ বিশ্বাস যে ত্ৰিশ বছৰ পূৰ্বে সমস্ত চাকৰিৰ যি ভাগ অসমীয়াই পাইছিল আজি কি জানি অসমীয়াৰ হিচাবত সেই ভাগ নপৰিব। চাকৰিৰ সংখ্যা বহুত বাঢ়িছে; গতিকে অসমীয়া চাকৰিয়ালৰ সংখ্যা কিছু বাঢ়িছে। কিন্তু চাকৰি আৰু অসমীয়া চাকৰিয়াল বিশেষকৈ ওখখাপৰ চাকৰিয়াল সমান অনুপাতত নিশ্চয় বাঢ়া নাই। এতেকে বি. এ. পাছ কৰা আৰু চাকৰি এটাত এজন সোমোৱা—উন্নতিৰ লক্ষণ নহয়। জাতি বা ব্যক্তিৰ উন্নতি হয় তেতিয়া, যেতিয়া নিজৰ ওপৰত নিৰ্ভৰ কৰি নিজে চলিব পৰা হয়। আমি সেইটো হোৱা নাই। তোমালোকে এই কথাটো ভালদৰে বুজা উচিত। যেতিয়ালৈ তুমি উপাৰ্জন কৰি নিজৰ অন্ন মুঠি উলিয়াব নোৱাৰা, তেতিয়ালৈ তুমি তোমাৰ পৰিয়ালৰ এটা কুপোষ্য, তুমি তোমাৰ জাতিৰ এটা বোজা মাত্ৰ। ছাত্ৰাৱস্থাৰে পৰা এই কথাত মন থাকিব লাগে। তোমালোকে অনেকে এই কথালৈ সমূলি মন নিদিয়া! আৰু ছাত্ৰ কালখিনি ভোগৰ কাল, বিলাসৰ সময় বুলি অনৰ্থক অযথাৰূপে অনেক টকাৰ অন্যায় খৰচ কৰা। তোমালোকৰ পিতৃমাতৃৰ অৰ্থ কষ্ট, ভাই-ভনীৰ অভাব অসুবিধালৈ মন নকৰি, ছবি চাই বা চন্দেচ খাই যিমান টকা অপব্যয় কৰা, তাৰে এক ভাগ খৰচ কৰিব পালেও তোমাৰ অনেকৰ প্ৰকৃত কষ্টৰ লাঘৱ হয়। এই বিলাক কথালৈ মন দিবা। আৰু জীৱনটোক খেলাৰ সামগ্ৰী বুলি নধৰি এটা মূল্যহীন অপাৰ্থিৱ দান বুলি ভাবিবা। আৰু তাৰ সংব্যৱহাৰ কৰিবলৈ যত্ন কৰিবা।

ইয়াতে আৰু এটা প্ৰাচীন নীতিৰ কথা সোঁৱৰাই দিওঁ। চাণক্যৰ দৰে সংসাৰ অভিজ্ঞ লোকে কৈছে—"বিদ্যাহ দদাতি বিনয়ং, বিনয়াদ যাতি পাত্ৰতাম্"। বিদ্যাৰ পৰা বিনয় শিক্ষা হয়; আৰু বিনয় শিকিলে মানুহে পাত্ৰতা লাভ কৰে। অৰ্থাৎ কামৰ উপযুক্ত হয়। এই শ্লোকত বিনয় শব্দটোৰ এটা বিশেষ অৰ্থ আছে। বিনয় অৰ্থ humility নহয়। ইয়াৰ অৰ্থ System, method of work, অৰ্থাৎ বিদ্যা শিক্ষাৰ পৰা মানুহে সকলো বিষয়ত নিয়মীয়া আৰু শৃংখল হবলৈ শিকে; তাৰে পৰা তেওঁলোকৰ কাৰ্য্যক্ষমতা ওপজে। আমাকো তেনে বিদ্যা লাগে।

ব্যক্তি আৰু জাতিৰ জীৱনত সদায় মনত ৰাখিব লাগে, আৰ্থিক সম্পদ উন্নতিৰ প্ৰথম আৰু প্ৰধান সম্বল! তাৰ পাছত চৰিত্ৰৰ উন্নতি। অৰ্থাৎ মানুহ কৰ্ম-কুশল হোৱা, বিশ্বাস-ভাজন হোৱা আৰু সকলো সময়তে প্ৰবৃত্তিবিলাকক বশত ৰাখিব পৰা হোৱা। অভ্যাস চৰিত্ৰৰ গঠনৰ একমাত্ৰ উপায়। এটা উদ্দেশ্য ঠিক কৰি লৈ, আলস্যহীন হৈ একান্ত মনো-যোগেৰে সৈতে কাম কৰিলে কোনো মানুহ কোনো কামত অকৃতকাৰ্য্য হৈ থাকিব নোৱাৰে। অসমীয়া মানুহৰ দুটা দুৰ্লক্ষণ—এটা আলাহ আৰু এটা নিজৰ মানুহৰ শ্ৰী সহিব নোৱাৰা। এই দুটা দোষ এৰিলে, অসমীয়াৰ বুদ্ধি আৰু চৰিত্ৰৰ এনে কিছুমান গুণ আছে, যাৰ বলত অসমীয়া জাতি সংখ্যাত কম হৈয়ো অতি সোনকালে ভাৰতবৰ্ষৰ ভিতৰত লেখত লবলগীয়া এটা জাতি হৈ উঠিব পাৰে। নানা পথেৰে আমাৰ দুখীয়া দেশৰ অলপীয়া অৰ্থ বাহিৰলৈ ওলাই যাব ধৰিছে, তাক সংৰক্ষণ কৰা তোমালোকৰ কৰ্ত্তব্য। ইচ্ছা কৰিলেই সেই কাম তোমালোকে কৰিব পাৰিবা বুলি মোৰ বিশ্বাস আছে দেখি যে তোমালোকক ইমান-খিনি কথা কলোঁ।

উলিয়ালে কথা আৰু বহু ওলায়। সেইবোৰ কোৱাৰ প্ৰলোভন এৰিলো। মোৰ একান্ত অনুৰোধ, তোমালোক প্ৰত্যেকে একোজন কৰ্মকুশল, বিবেচক প্ৰকৃত মানুহ হবলৈ চেষ্টা কৰিবা। প্ৰতিজনে নিশ্চয় সমাজৰ শীৰ্ষস্থান অধিকাৰ কৰিব নোৱাৰা, শীৰ্ষ এটাহে, কিন্তু প্ৰতিজনে যি অৱস্থাতে থাকা সেই অৱস্থাতে গহীন বিশ্বাসযোগ্য, আৰু কামিলা লোক হব পাৰিবা। যি মন্দিৰৰ প্ৰতিটো শিল টান আৰু নিঘূণ সেই মন্দিৰ হে যুগযুগান্ত স্থায়ী হয়। জাতীয় সৌধৰো সেই একে কথা প্ৰতিজন ব্যক্তি, বুদ্ধি আৰু বিদ্যাত, শক্তি আৰু কৰ্মত পাৰ্গত হলে হে জাতিৰ জীৱন সবল হয়!

সমজুৱা সকল,

মই দুই এক আখাৰ কথা চুৰক কৰি ছাত্ৰসকলক কৈছোঁ। আপোনালোকে শুনি আছে দেখি আপোনালোকক শলাগ জনাইছোঁ।

বাহিৰৰ পৰত এটা কথা আপোনালোকক সোৰ'ৰাই দিওঁ। ডেকা সকলে তেওঁলোকৰ উপৰীয়া সকলক কথাৰে যিমানেই তাচ্ছিল্য নকৰক, তেওঁলোক আপোনালোকৰ মুখাপেক্ষী, তেওঁলোকক সৎপথত চলোৱা আপোনালোকৰ কৰ্তব্য। আপোনালোকেও যেন মনোহৰ কথাৰ প্ৰলোভন পৰিত্যাগ কৰে, আৰু আপোনালোকৰ আপোন পুত্ৰক যি উপদেশ দিব নোৱাৰে; তেনে উপদেশ আনৰ পুত্ৰকো যেন নিদিয়ে। আপোনালোকৰ ওচৰত মোৰ এই বিনীত অনুৰোধ।*

*. ১৯৩৪ চনৰ ২৪ জুনত অনুষ্ঠিত মেলেং ছাত্ৰ সন্মিলনৰ সভাপতিৰ অভিভাষণ

# দেৰগাওঁ ছাত্ৰ সন্মিলন

দেৰগাওঁ ছাত্ৰ সন্মিলনৰ উদ্যোক্তা আৰু উপস্থিত সমজুৱাসকল !

ভগৱন্তই আমাৰ সকলোৰে সদবাঞ্ছিত সিদ্ধ কৰক ! নিজৰ অধিকাৰৰ পৰা বঞ্চিত হৈ থকা জনে যেতিয়া সেই অধিকাৰ পায়। তেওঁৰ মনত আনন্দ হোৱা স্বাভাবিক, আজি মোৰ মনত সেই আনন্দ।

ছাত্ৰ সন্মিলন স্থাপিত হোৱাৰ আজি কেইবা বছৰো হল। আৰু কেন্দ্ৰস্থানীয় গাওঁ বিলাকত আজিৰ দৰে সন্মিলন পাতা পদ্ধতিৰো দিন হল বহুত। কিন্তু আজিৰ পূৰ্বে, বোধ কৰো, কোনো সন্মিলনতে শিক্ষক সকলৰ পৰা সভাপতি পাতি ছাত্ৰ সকলে এইদৰে তেওঁলোকৰ কৰ্তব্য আলোচনা কৰিবলৈ সুযোগ বিচাৰা নাই। শিক্ষক ছাত্ৰৰ প্ৰকৃত আৰু প্ৰকৃষ্ট উপদেষ্টা। তথাপিতো ছাত্ৰ আৰু শিক্ষকৰ মাজত এটা সংশয়ৰ সুম্বন্ধ দেখা দিছে। এই সংশয় ভাৱৰ মূল কি তাৰে কথা অলপ বহলাই কম। এই সংশয়ৰ দুটা ভাগ মই দেখা পাওঁ। প্ৰথম হৈছে আমাৰ শিক্ষা আৰু উপদেশৰ প্ৰতি সংশয়। সেই সংশয়ৰ পৰা অশ্ৰদ্ধা ওপজে।

ছাত্ৰৰ উপদেশ বিষয়ত শিক্ষকবিলাক ৰক্ষণশীল (Conservative) নহৈ নোৱাৰে। তেওঁবিলাকে হঠাতে নতুন প্ৰকাৰে নতুন কাৰ্য্যলৈ উদগণি দিব নোৱাৰে, তেওঁলোকে তেওঁলোকৰ আৰু মনুষ্য সমাজৰ অভিজ্ঞতাৰ পৰা পোৱা উপদেশৰ বাহিৰে ছাত্ৰবিলাক আন প্ৰকাৰ উপদেশ দিবলৈ হলে, স্বভাৱতে সংকোচ বোধ কৰে। এই সংকোচ বোধ স্বাভাৱিক আৰু শিক্ষকৰ প্ৰকৃত ধৰ্ম।

পিতৃ-মাতৃ ( পিতৃ-মাতৃ বোলোতে তৎ-তৎ স্থানীয় অভিভাৱকো লেখত লৈছোঁ ) আৰু পিতৃ মাতৃৰ তলতে শিক্ষকেই ছাত্ৰৰ প্ৰকৃত হিত চিন্তোতা। সমগ্ৰ ছাত্ৰ সমাজৰ হিচাবত ধৰিলে পিতৃ-মাতৃতকৈও শিক্ষকহে ছাত্ৰসমাজৰ বেছি আপোন। কাৰণ পিতৃ-মাতৃয়ে নিজৰ সন্তানৰ কল্যাণৰ অৰ্থে আনৰ ক্ষতি বা অমঙ্গললৈ আওকাণ কৰিব পাৰে, আৰু কৰেও। কিন্তু শিক্ষকে সমগ্ৰ ছাত্ৰ সমাজৰ মঙ্গলৰ অৰ্থে এজনৰ প্ৰতি নিৰ্দ্দয় আৰু কঠোৰ আচৰণ কৰিবলগীয়াত পৰে। অনেক সময়ত সাময়িক প্ৰবল ভাৱৰ বিৰুদ্ধে ছাত্ৰক উপদেশ দি সমাজৰ কোনো অংশৰ নিন্দাভাজন হয়। অনেক সময়ত তেওঁলোকৰ প্ৰকৃত মঙ্গল চিন্তা কৰাৰ কাৰণেই ছাত্ৰবিলাকৰ পৰাই দুৰ্ব্যৱহাৰ সহিবলগীয়াত পৰে; আৰু কেতিয়াবা কেতিয়াবা ছাত্ৰৰ মঙ্গল চিন্তাৰ কাৰণেই শাসকবৰ্গৰ বিষদৃষ্টিতো পৰে। তথাপিতো ছাত্ৰৰ কল্যাণ চিন্তাৰ পৰা তেওঁলোক কেতিয়াও বিৰত থাকিব নোৱাৰে। কাৰণ শিক্ষকৰ কাম আৰু চিন্তাৰ একমাত্ৰ কেন্দ্ৰই হৈছে ছাত্ৰৰ কল্যাণ।

পিত-মাতৃয়ে নিজৰ সন্তানৰ ভবিষ্যত মঙ্গলৰ অৰ্থে যথাসাধ্য যত্ন কৰে। তেওলোকে

নিজ সন্তানক যি শিক্ষা আৰু উপদেশ দিয়ে তাৰ একমাত্ৰ লক্ষ্য সন্তানৰ ভৱিষ্যত মঙ্গল। এতেকে, তেওঁলোকৰ উপদেশ বাণী সদাই সতৰ্কভাৱে পৰিপূৰক। শিক্ষকৰ প্ৰকৃত দায়িত্ব পিতৃ-মাতৃতকৈও বেছি। তেওঁলোকৰ উপদেশ সতৰ্ক নহলে, তেওঁলোক প্ৰত্যেক খোজতে সাৱধানৰ বাণী শুনালে, ছাত্ৰৰ প্ৰতি তেওঁলোকৰ প্ৰকৃত কৰ্তব্য কৰা নহয়।

কৈশোৰ আৰু যৌৱন অৱস্থাত শৰীৰ আৰু মনৰ নানা প্ৰকাৰ বৃত্তি স্ফুৰ্তি উঠে। সেই সময়ত কৰিব নোৱাৰা কাম ভূ-ভাৰতত নাই যেন অনুমান হয়। তেতিয়া ভৱিষ্যত চিন্তাই মনক আকুল নকৰে। ভাৱৰ বিমান কি ঘন নহওক, কিশোৰ আৰু যুৱাই তাৰ লগত ৰূপালী কিৰণ দেখা পায়। জীৱনৰ এই এটা মধুময় সময়। এই সময়ত ভাল পথ ধৰিলে ভৱিষ্যত জীৱন সুখৰ হৈ উঠে। অপথ ললে নানা প্ৰকাৰ দুখ-দুৰ্দশাত জীৱন জীৱন্ত মৃত্যু হৈ পৰে।

মনৰ প্ৰকৃতি অতি ৰহস্যময়। কোন কথাই কি ভাবে কেতিয়া কি প্ৰকাৰে মনৰ ওপৰত প্ৰতিক্ৰিয়া কৰে, আৰু অতি তুচ্ছ ঘটনাৰ পৰা জীৱনত কি অসম্ভৱ পৰিবৰ্তন হব পাৰে, এইবিলাক কথা গমি-চালে, ছাত্ৰক উপদেশ দিবলৈ গৈ অন্তৰত ভয় লাগি যায়। এইবিলাক কথা জানি-বুজি যি জনে ছাত্ৰক ছাত্ৰৰ মঙ্গলৰ অৰ্থে যি উপদেশ দিয়ে—তেওঁৰ উপদেশ মানুহৰ অভিজ্ঞতাত বাৰে বাৰে প্ৰমাণিত হোৱা কথাৰ বাহিৰে আন বিধৰ হোৱা উচিত নহয়।

কৈশোৰ আৰু যৌৱনৰ মানসিক বিকাশৰ যি চাঞ্চল্য আৰু উদ্দামতাৰ প্ৰতি লক্ষ্য কৰি উপদেষ্টা ইমান সংযত হোৱা উচিত, সেই গুণ দুটাৰ কাৰণেই তৰুণে প্ৰবীণৰ সাৱধান বাণীক দুৰ্বলৰ কাতৰোক্তি বুলি উপেক্ষা কৰে। তেতিয়া নতুন কাম কৰিবলৈ, নতুন মতত চলিবলৈ কোনো প্ৰকাৰ ছল পালে মনৰ তৃপ্তি হয়। সংযমৰ অতিৰিক্ত কামত কোনো এটা সদ্ উদ্দেশ্য লগলগাই দিব পাৰিলে, উচ্ছৃংখল হবলৈ এটা সুযোগ ওলায়।

এই অৱস্থাত যি লোকে ছাত্ৰৰ মনৰ গতিলৈ লক্ষ্য কৰি, উদ্দামতাৰ পৰিপোষক উপদেশ দিব পাৰে ছাত্ৰ সমাজে তেওঁকে তেওঁলোকৰ পৰম হিতাকাংক্ষী বুলি সাৱটি ধৰে। আৰু বিজনে তেওঁলোকৰ মনৰ গতি সংযত কৰি আগ-পিছ গুণি উপদেশ দিয়ে, তেওঁৰ প্ৰতি সংশয় ভাৱলৈ চায়।

শিক্ষকে আৰু পিতৃ-মাতৃৰ উপদেশৰ প্ৰতি যি বৰ্ত্তমান সময়ত ছাত্ৰ সমাজৰ অৱজ্ঞাৰ আৰু অশ্ৰদ্ধাৰ ভাব দেখা যায় তাৰ মূল এই।

মোৰ এই কথা কিজানি অনেকৰ অপ্ৰীতিকৰ হব। কিন্তু হিত আৰু মনোহাৰী বচন দুৰ্লভ। হিত হওক বুলি কথা কব লাগিলে বহুতো অপ্ৰীতিকৰ কথা কবলগীয়াত পৰে।

মই কোৱা নাই যে আমি ছাত্ৰবিলাকক যি উপদেশ দিওঁ; সি সদাই নিৰ্ভুল আৰু সেয়ে জ্ঞানৰ চৰম আৰু পৰম সীমা। মূৰ্খত বাহিৰে আনে তেনে কথা নকয়। আমি অনেক

কথা নুবুজোঁ। আৰু অনেক কথা নাজানো। কিন্তু নাজানা বা নুবুজাটো কেৱল আমাৰেই একমাত্র অপৰাধ নহয়। মহা মহা পণ্ডিত আৰু প্রবল প্রবল দেশনেতা সকলোৱো বুজাত ভুল হয়। কর্মপদ্ধতিত দোষ থাকি যায়। কিন্তু আমি সাহ কৰি এটা কথা কব পাৰো; সেইটো এই যে আমি যিহকে উপদেশ দিওঁ, তাৰ মূলত ছাত্র সমাজৰ কল্যাণ কামনাত বাহিৰে আন একো উদ্দেশ্য নাই। ছাত্রৰ অনেক উপদেষ্টাই এই কথা কব নোৱাৰে।

পিতৃ-মাতৃ আৰু গুৰুজনৰ প্রতি ছাত্রৰ, প্রবীণৰ প্রতি তৰুণৰ, সংশৰ ভাবৰ মূল কথাটো কলোঁ। কিন্তু বর্ত্তমান শিক্ষক সমাজৰ প্রতি ছাত্রৰ সংশয় ভাৱ পোষণ কৰাৰ আৰু এটা কাৰণ আছে।

এই কাৰণ আমাৰ দেশৰ বর্ত্তমান ৰাজনৈতিক অৱস্থা।

আমাৰ দেশ পৰাধীন। এই পৰাধীনতাৰ স্বৰূপ যি কি নহ'ক, পৰাধীনতাৰ এটা দৈন্য আছে। কাৰো কাৰো মানত আমাৰ পৰাধীনতাৰ হেঁচা ইমান কম যে, অনেকে তাৰে কে স্বাধীন দেশতকৈয়ো আমি সুখত আছোঁ। অপৰ পক্ষত, এনে এদল লোকো আছে যাৰ মানত আমাৰ পৰাধীনতা সকলোতকৈ অপকৃষ্ট পৰাধীনতা—ই আত্মাৰ পৰাধীনতা। কিন্তু এই পৰাধীনতাৰ কর্ত্তা যিবিলাক অর্থাৎ আমাৰ শাষকবর্গ, তেওঁবিলাকক আমি সাধাৰণতে সংশয় চকুৰে চোৱা স্বাভাৱিক। এই শাসকবর্গ, ইংৰাজেই হ'ক বা আমাৰ দেশৰ মানুহেই হ'ক এওঁলোকৰ প্রতি আমাৰ সন্দেহ জন্মে। সন্দেহ জন্মাৰ একো কাৰণ নহব পাৰে, আৰু অনেক কাৰণো থাকিব পাৰে। কিন্তু যিটি প্রকৃত কথা, তাক ঢাকি থবৰ চেষ্টা কৰাৰ একো লাভ নাই। এই সন্দেহৰ ভাৱ এটা প্রকৃত ঘটনা।

আমাৰ শিক্ষাৰ প্রণালী আৰু অনুষ্ঠান শাসকবর্গৰ দ্বাৰা পৰিচালিত। সেই দেখি এই শিক্ষাৰ লগত সম্পর্ক থাকা ব্যক্তি মাত্রেই সন্দেহভাজন হৈছে। এই কাৰণে শিক্ষকসকলৰ গাতো এই সন্দেহৰ চেকা পৰে। এইবিলাক কথা গমি চাই দুটামান ব্যক্তিগত কথা মই কব খুজিছোঁ বিশেষকৈ ছাত্রবিলাকক এইকেইটা কথালৈ মন কৰিবলৈ কওঁ। ৰাজনীতি ক্ষেত্রত মই কোনো প্রকাৰ সম্পর্ক ৰাখা নাই। গতিকে, শাসন নীতিৰ গূঢ় অভিপ্রায় থাকিলেও তাক মই নাজানো। কিন্তু এটা কথা মই জানো, আৰু ভালকৈ জানো এই কথাটো হৈছে অসম গবর্ণমেণ্টৰ শিক্ষা নীতি। শিক্ষা বিভাগতেই মোৰ কর্মজীবন। ইয়াত সকলো প্রকাৰ কামকে মই কৰিছোঁ। আৰু শিক্ষা বিভাগৰ গুৰিয়ালি সকলৰ লগত ঘনিষ্টভাবে থাকিয়েই এইবিলাক কাম কৰিছোঁ। মোৰ চাকৰিৰ সময়ত দুজন ডাইৰেক্টৰ চাহাবক পাইছোঁ। সৌভাগ্যক্রমে তেওঁলোকে মোক কেৱল তলতীয়া বুলিয়েই গণ্য নকৰি, বিশাল বন্ধুৰ আসনকে দি আহিছে। এই বছৰৰ ভিতৰত ভাৰতত অনেক ৰাজনৈতিক আৰু পৃথিবীত আন্তর্জাতিক ঘটনা ঘটিছে। এইবিলাক ঘটনাই ভাৰতৰ তথা পৃথিবীৰ বুৰঞ্জীকে পৰিবর্ত্তন কৰিব লাগিছে। এনেকুৱা সময়তকৈ চিন্তাৰ বা দুখৰ, কার্য্যৰ বা কল্পনাৰ, কাৰণে বেছি অনিশ্চিত সময়, জাতিৰ বুৰঞ্জীত কদাপিহে দেখা দিয়ে।

ইয়াৰ বাহিৰে আৰু এনে চিন্তাকুল দিনতো মই কোনো উপৰিয়াল কৰ্মচাৰীৰ পৰা প্ৰকাশ্যে বা গোপনে, কথাত বা ইংগিতত চাকৰিয়াল হিচাবে বা বন্ধু হিচাবে, এনে কোনো কাম কৰিবলৈ পৰামৰ্শ পোৱা নাই, যি কামৰ পৰা ছাত্ৰ সমাজৰ, অৰ্থাৎ আমাৰ দেশৰ লৰা-ছোৱালীৰ কোনো অমঙ্গল হব পাৰে। পৰন্তু যি উপদেশ বা আদেশ পাইছোঁ, বা মই নিজে যি উপদেশ বা আদেশ দিবলগীয়া হৈছে, সেই সকলোবোৰৰ মূলত ছাত্ৰৰ কল্যাণ চিন্তা। কল্যাণ চিন্তাৰ বাহিৰে আন উদ্দেশ্যৰ কথা নাই।

মই এনে কথা কোৱা নাই যে শিক্ষা বিভাগৰ সকলোবিলাক কাম সমালোচনাৰ বাহিৰ বা শিক্ষা বিষয়ৰ সংস্কাৰ বা পৰিবৰ্তন কৰিবলৈ একো নাই। অপৰ পক্ষত আজীৱন শিক্ষা ব্যৱসায় কৰি আমাৰ বিভাগৰ আৰু আমাৰ নিজৰ ক্ৰটীবিলাক আমাৰ চকুত যিমানে পৰিছে, বোধ কৰো আনৰ চকুত সিমান পৰা নাই। কিন্তু আমাৰ উদ্দেশ্য আৰু লক্ষ্য সততে স্থিৰ আছে। এই উদ্দেশ্যসাধন কৰিবলৈ, এই লক্ষ্য লাভ কৰিবলৈ আমি যত্ন কৰিছোঁ। ত্ৰুটি আছে আমাৰ যত্নত—যত্নৰ পদ্ধতিত আৰু যত্ন কৰাৰ সম্বলত, উদ্দেশ্যত নহয়।

ওপৰৰ এইবিলাক কথা বহু পৰিমাণে ব্যক্তিগত। আৰু কিছু পৰিমাণে শুনিবলৈকো ভাল নালাগে। কিন্তু আজিৰ সভাপতি হোৱাৰ মোৰ আচল উদ্দেশ্যই আছিল এই—যাতে এই বিলাক কথা ভাঙি-পাতি মই ছাত্ৰবিলাকৰ আগত কব পাৰোঁ।

যি সংশয়ৰ কথা কৈছোঁ, এই সংশয়ৰ ভাবে অত দিনে আমাৰ যথেষ্ট ক্ষতি কৰিছে। ইয়াৰ পৰা আমাৰ জাতীয় জীৱনৰ আৰু ক্ষতি নহবলৈ কামনা কৰিহে এই কেইআখাৰ কথা কলোঁ।

অসমীয়া মানুহ এমুঠি মাত্ৰ। ইয়াৰ ভিতৰৰ পৰা এজনৰ লোকচানো পূৰাব নোৱাৰা লোকচান। যিবিলাক জাতিৰ জনশক্তি অধিক তেওঁলোকে দুই চাৰি জনৰ ক্ষতি বুলি গণ্য নকৰে। কিন্তু অসমীয়া মানুহে নিজৰ অস্তিত্ব ৰক্ষা কৰিব খুজিলে, আমি এজন ছাত্ৰকো বিপথলৈ যাব দিব নোৱাৰোঁ। এজন লৰা বা ছোৱালীকো অকমিলা হব দিব নোৱাৰোঁ। প্ৰত্যেকজনে নিজৰ সামৰ্থ্যৰ সৰ্বোৎকৃষ্টখিনি জাতিৰ ভঁড়ালত দান কৰিলেহে অসমী জাতীয়তাৰ হিচাবত বাকী নপৰি থাকিব পাৰে।

ইয়াকে কৰিবলৈ হলে প্ৰত্যেক লৰাই আৰু প্ৰত্যেক ছোৱালীয়ে নিজৰ জীৱনক সংযম আৰু শ্ৰমেৰে গঠন কৰি লব লাগিব।

মোৰ মনেৰে এই দুটা গুণেহে মানুহৰ জীৱনক মহত্ব দান কৰিব পাৰে। মানুহৰ কৰ্মক সাৰ্থক কৰি তুলিব পাৰে। সংযম আৰু শ্ৰম এই দুইৰ বাহিৰে মনুষ্যত্ব আৰ্জিবলৈ আন উপায় নাই।

মই এই দুটা শব্দকে বহুত ব্যাপক অৰ্থত ব্যৱহাৰ কৰিছোঁ।

সংযম শব্দটোই অনেক গুণাৱলী সামৰে। নৈতিকতা, ধৰ্মনিষ্ঠা, বাধ্যতা, বিনয়, মিতাচাৰ, আত্ম-সংযম, সাহ,—এই আটাইবিলাক আৰু তাতোকৈ অধিক গুণৰ সমষ্টি সংযম। অকল

ব্যক্তিগত জীৱনৰ নহয়, সংযমেই সকলো সমাজ বা সঙ্ঘবদ্ধ অনুষ্ঠানৰ মূল আৰু ধৰণী। সংযম শিকিবলৈ হলে উপনিষদৰ গূঢ় উপদেশ এটা সদায় মনত ৰাখিব লাগে। "আত্মানং বিদ্ধি"। অৰ্থাৎ নিজক জানিবা জানা মানে নিজৰ দোষ, গুণ, দুৰ্বলতা, সামৰ্থ্য সকলোকে অন্তৰ হিচাবৰ নিচিনাকৈ জানা।

নানাপ্ৰকাৰে অসংযমে আমাৰ আত্মাত আশ্ৰয় লয়। অনেক সময়ত সদগুণৰ ভাও লৈ অসংযমে আমাৰ মনক দুৰ্বল কৰি তোলে। ক্ষণিক উত্তেজনাত বাতুল হৈ বহুত ছাত্ৰই স্কুল, কলেজ এৰিছিল; আৰু এতিয়াও এৰিব পাৰে। তেওঁলোকৰ অসংযমে মুখা পিন্ধিছিল আত্মত্যাগৰ। প্ৰকৃত আত্মত্যাগ মহৎ বস্তু, সি যি সংযমৰ ফল। যি প্ৰকৃত ত্যাগী তেওঁ কোনো এটা কাৰ্য্য কৰাৰ আগতে ত্যাগৰ দুখ আৰু দুৰ্দশাৰ সমস্ত কথা ভাল কৰি বুজি লয়। তেওঁৰ কাৰ্য্যৰ ফলত যি দুখ ভোগ কৰিবলগীয়া হয়, তাক তেওঁ ত্যাগৰ শিক্ষা আৰু দেৱতাৰ আশীৰ্বাদ বুলি গ্ৰহণ কৰে। যি উত্তেজনাৰ বশীভূত হৈ হঠাতে কোনো এটা কাম কৰে, তেওঁ তেওঁৰ কাৰ্য্যৰ ফলত হোৱা কষ্ট আৰু নিৰ্যাতন সহ্য কৰিব নোৱাৰে। তেওঁৰ পক্ষে এনে মিছা ত্যাগৰ দুখ দেৱতাৰ আশীৰ্বাদ নহৈ নৰকৰ যন্ত্ৰণা হে হয়।

সংযমী লোক বিবেচক। তেওঁ বাধ্য, বিনীত অথচ মনৰ বলত দৃঢ়; আত্মসন্মানত অটল। বিবেচনাৰ ফলত যি ভাল বুলি বোধ হয় তাক কৰিবলৈ তেওঁ পিছ নোহোঁহকে।

এটা দৃষ্টান্ত দিয়া ভাল। যোৱা বাৰৰ ৰাজনৈতিক আন্দোলনত কোনো কোনো ছাত্ৰই পিতৃ-মাতৃক বা আন গুৰুজনৰ কথা নুশুনি স্কুলত হৰতাল কৰিলে আৰু পিকেটিং কৰিলে। দেখাত তেওঁলোকৰ কাৰ্য্যৰ এটা বীৰত্ব থকা যেন দেখি। কব পাৰি যে তেওঁ-লোকৰ ত্যাগৰ মহিমা ইমান বেছি, দেশৰ প্ৰতি প্ৰেম ইমান প্ৰখৰ, যে তেওঁলোকে গুৰুজনকো অৱজ্ঞা কৰি হৰতাল কৰিলে। কিন্তু এই কাৰ্য্যৰ আৰু এটা ফাল আছে। প্ৰকৃত সাহ বোলে তাকে—যি মানুহৰ বিদ্ৰূপলৈ উপেক্ষা কৰি উচিত কাম কৰিবলৈ বল দিয়ে। ওপৰত কোৱা ক্ষেত্ৰত ৰাজনৈতিক আন্দোলনৰ ফলাফল বিবেচনা কৰাৰ শক্তি ছাত্ৰৰ নাথাকে। ছাত্ৰ হিচাবে ছাত্ৰবিলাকৰ প্ৰধান কৰ্তব্য পিতৃ-মাতৃ আৰু শিক্ষকৰ প্ৰতি বিনীত আৰু ভদ্ৰ আচৰণ কৰা। এই আচৰণৰ প্ৰতিপালন কৰিবলৈ গৈ তেওঁলোকে অজানিত লোকৰ বিদ্ৰূপক উপেক্ষা কৰিব পাৰিব লাগে। সেই দেখি যি বিলাক ছাত্ৰই বা আন ডেকা লৰা-ছোৱালীয়ে পিতৃ-মাতৃৰ ইচ্ছাৰ আৰু আদেশৰ বিৰুদ্ধে আৰু বিদ্যালয়ৰ ৰীতিৰ ব্যতিক্ৰম কৰি এই আন্দোলনত যোগ দিছিল। তেওঁলোকে প্ৰকৃততে কোনো মহৎ কাম কৰা নাছিল। পৰন্তু মানুহৰ বিদ্ৰূপক উপেক্ষা কৰিব নোৱাৰি তেওঁলোকে নিজৰ সাহহীনতাৰ হে পৰিচয় দিছিল। অপৰ পক্ষত যি বিলাকে পিতৃ-মাতৃৰ আজ্ঞা লৈ, আৰু স্কুল-কলেজৰ সংশ্ৰৱ সম্পূৰ্ণ ত্যাগ কৰি এই আন্দোলনত সহায় কৰিছিল, তেওঁলোকৰ কাৰ্য্যৰ

বল জ্ঞান বা বেয়া হব পাৰে কিন্তু নৈতিক হিচাবত তেওঁলোকৰ কাৰ্য্যত নিন্দনীয় একো নাছিল। ইয়াত ছাত্ৰ সমাজে সুধিব পাৰে ৰাজনীতি ক্ষেত্ৰত ছাত্ৰবিলাকৰ একো কৰ্তব্য নাই নেকি ?

মোৰ উত্তৰ আছেও আৰু নায়ো। এই উত্তৰটোকে অলপমান বহলাই কব লাগিব।

ৰাজনীতি শব্দটো বহুত ব্যাপক অৰ্থত ব্যৱহাৰ হয়। কংগ্ৰেছৰ সভাপতি এজনে কৈছিল "A subject nation has no politics" অৰ্থাৎ পৰাধীন জাতিৰ ৰাজনৈতিক কৰ্ম একো নাই। অলপতে কংগ্ৰেছ পন্থৰ এজনা বিশিষ্ট লোকে কৈছে বোলে "Everything India has got to do is politics" অৰ্থাৎ ভাৰতবৰ্ষৰ প্ৰত্যেক কৰ্মই ৰাজনৈতিক কৰ্ম। এনেকুৱা সম্পূৰ্ণ বিৰোধী মতৰ মূল হৈছে ৰাজনীতি শব্দটোৰ ভিন ভিন অৰ্থ। আগৰজনে ৰাজনীতি অৰ্থত কৈছে, দেশ শাসন, সৈন্য পৰিচালন, আন্তৰ্জাতিক সম্পৰ্ক, ৰাজহ নিৰূপণ ইত্যাদি। পাছৰ জনে ৰাজনীতিৰ অৰ্থেৰে বুলিছে, জাতিৰ উন্নতিৰ কাৰণে কৰিবলগীয়া যাৱতীয় কাৰ্য্য যেনে শিক্ষা, শিল্প, স্বায়ত্ব শাসন ইত্যাদি।

এতেকে ৰাজনীতি কি অৰ্থত ব্যৱহাৰ কৰা হয়, তাকে জানিহে ছাত্ৰৰ ৰাজনীতি ক্ষেত্ৰত কৰ্তব্য আছে নাই কব পাৰি।

সাধাৰণতে আমাৰ দেশত ৰাজনীতিৰ অতি সংকীৰ্ণ অৰ্থ হৈছে স্থায়ী গৱৰ্ণমেণ্টৰ বিৰুদ্ধে আন্দোলন। মই টানি কওঁ যে এইঅৰ্থত ছাত্ৰবিলাকৰ ৰাজনীতি ক্ষেত্ৰত অলপো সংশ্ৰৱ থাকিব নোৱাৰে। শিক্ষানুষ্ঠান, কৃষিজীৱী কৃষক সম্প্ৰদায়, এওঁলোকে নিজৰ অস্তিত্বৰ বাবে নিৰ্ভৰ কৰে, স্থায়ী গৱৰ্ণমেণ্টৰ ওপৰত। যি গৱৰ্ণমেণ্ট যি সময়ত দেশত চলে, এওঁলোকে সেই গৱৰ্ণমেণ্টৰ প্ৰতি বিশ্বাসী হৈ থকা হে সৰ্বোৎকৃষ্ট নীতি আৰু প্ৰকৃত লাভদায়ক কৰ্ম পদ্ধতি। সেই দেখি কোনো ছাত্ৰই, ছাত্ৰ হিচাবে থালি এনেকুৱা আন্দোলনত যোগ দিলে সভ্যতা বৰ্তি থকাৰ মূল নীতি এটাত আঘাত কৰা হয়। আৰু ছাত্ৰ হৈ থাকিব নোৱাৰা মূলত যি শিক্ষানুষ্ঠান সেই অনুষ্ঠানকে ধ্বংস কৰা হয়। ইয়াৰ পৰা অসংযম হে বাঢ়ে। অসংযমেই নিজৰ আৰু জাতিৰ পৰম শত্ৰু।

অপৰ পক্ষত, ৰাজনীতি অৰ্থ যদি জাতীয় জীৱন গঠনোপযোগী যাৱতীয় কাম বুলি ধৰা হয়, তেনেহলে প্ৰতিজন লৰা বা ছোৱালীয়ে নিজৰ সামৰ্থ্য আৰু সুবিধা অনুসৰি সেই কামত যোগ দিয়া কৰ্তব্য। ওপৰৰ বাক্যটোত মই সামৰ্থ্য আৰু সুবিধা অনুসৰি এই কথাআথাৰ লগাইছো। কথাআথাৰ অৰ্থ অলপ বহলকৈ কোৱাৰ আৱশ্যক আছে। তাৰ পূৰ্বে 'জাতীয় জীৱন গঠন' শব্দটোৰ অৰ্থ আমি ভালদৰে বুজা উচিত।

ব্যক্তিৰ সমষ্টিয়েই সমাজ আৰু জাতি। আচাৰ-ব্যৱহাৰ আৰু প্ৰচলিত নীতি অনুসৰি চলিবলৈ ব্যক্তিৰ যি সমষ্টি সেয়ে সমাজ। আৰু শাসন, দেশৰক্ষা, অৰ্থনীতি আদি সুকলমে চলিবলৈ ব্যক্তিৰ যি সমষ্টি সেয়ে জাতি। সেই দেখি জাতিৰ বা সমাজৰ উন্নতি নিৰ্ভৰ কৰে

ব্যক্তিৰ উন্নতিৰ ওপৰত। প্ৰতিজন মানুহ যদি চৰিত্ৰবান, নিৰ্ভীক, আত্ম-নিৰ্ভৰশীল হয়, তেনেহলে জাতিও পৰাক্ৰমী কাৰ্য্যকুশল আৰু কৰ্মী হৈ উঠে।

অনেক সময়ত আমাৰ ছাত্ৰ সমাজে এই কথা পাহৰি নিজৰ আৰু অসমীয়া জাতিৰ বহুত ক্ষতি কৰে। নিজে সংযমী, পৰিশ্ৰমী আৰু কৰ্মনিপুণ হৈ উঠিব পাৰিলে, নিজৰ আৰু নিজৰ পৰিয়ালৰ তো অনেক লাভ হয়েই, লগে লগে তেনেকুৱা মানুহে হে সবল জাতীয় জীৱন গঢ়ি তুলিব পাৰে। তাকে নকৰি, training আৰু preparationৰ ( যি খিনি সময় শিকাৰ আৰু সাজু হোৱাৰ ) সময়খিনি সাময়িক উত্তেজনাৰ বলত অপব্যয় কৰাটো নিজৰ প্ৰতিও দোৰ্ঘোৰ অন্যায় আৰু জাতিৰ প্ৰতিও পৰম অপৰাধ। সেই দেখি কৈছোঁ। সামৰ্থ্য আৰু সুবিধা অনুসৰি তেওঁলোক এইবোৰ কামত যোগ দিয়া যুগুত।

ছাত্ৰ সকলক মই এই সংযমৰ বচন শুনাব খোজোঁ। তেওঁলোক স্থিৰপ্ৰতিজ্ঞ হ'ক, আত্মপ্ৰতিষ্ঠ হক। তেওঁলোকে কৈশোৰ আৰু যৌৱন কালত মানৱ জীৱনৰ যি পৰম সম্পদ দৈহিক আৰু মানসিক বিকাশ লাভ কৰক, সেই পৰম সম্পদ অলপমানো অপব্যয় নকৰি নিজৰ আৰু জাতিৰ উন্নতিত নিয়োগ কৰক। এয়ে মোৰ কামনা, অসমৰ এজন অসমীয়া বুলি, শিক্ষা বিভাগৰ এজন কৰ্মচাৰী বুলি, আৰু মনুষ্য সমাজৰ এজন মানুহ বুলি। তেওঁলোকৰ প্ৰকৃত উন্নতিয়েই জাতিৰ আৰু সমাজৰ উন্নতি।

এই অৰ্থেই, অৰ্থাৎ নিজৰ উন্নতি আৰু শিক্ষাৰ অৰ্থেই আমি অনেক কাম কৰিব লাগে। এইবিলাক কামৰ ভিতৰত ছাত্ৰৰ পক্ষে সৰ্বপ্ৰধান হৈছে, স্কুলত নিয়মীয়া পঢ়া কৰা আৰু পৰীক্ষা থাকিলে পৰীক্ষা পাছ কৰা। আজিকালি পৰীক্ষা পাছ কৰা কথাটোক নিন্দনীয় বুলি ভাবাটো এটা ফেচন্ হৈ পৰিছে। আৰু বক্তৃতাত আৰু খবৰৰ কাকতত পাছ কৰা বিদ্যাৰ বিদ্ৰূপৰ কথা শুনি শুনি আমাৰ ছাত্ৰ সমাজ পথভ্ৰষ্ট হৈছে। সেইদেখি ১৮৭১ চনৰ পৰা আজি পৰ্য্যন্ত এই তিনি কুৰি বছৰত এজন অসমীয়ায়ো কোনো প্ৰতিযোগিতা পৰীক্ষাত কৃতকাৰ্য্য হব পাৰা নাই। ই এটা পৰম লজ্জাকৰ বিষয়। তাতোকৈ মই লাজ পাওঁ যেতিয়া মনত পৰে যে আজি বাৰ চৌধ বছৰ মানৰ ভিতৰত কোনো অসমীয়া লৰাই মেট্ৰিকুলেচন পৰীক্ষাৰ ফলৰ ওপৰত দিয়া প্ৰথম গ্ৰেডৰ কুৰিটকীয়া তিনিটা বৃত্তিৰ এটা বৃত্তিও লব পৰা নাই। আমাৰ পিতৃ-মাতৃয়ে নানা নিকাৰ সহি স্কুল-কলেজত আমাক খৰচা খুৱাই বাজাৰ কুমাৰৰ দৰে পোহপাল দিয়ে। আমাৰ শিক্ষকসকলে শক্তিয়ে কুলাই মানে আমাক টেক্স্ট্ বুক কেইখনৰ পঢ়া অকল শিকায়ে নেৰে, গিলাবলৈ যত্ন কৰে। আমিও বাৰ-চৌধ বছৰ এই পঢ়াখিনিকে দেখুৱাই সংসাৰৰ লেঠাৰ হাত সাৰি থাকো। বাপ-মাওৰ দুখলৈ কাণ নকৰো। ভাই-ভনীৰ অনাহাৰ বা দুৰৱস্থালৈ চকু নিদিওঁ। আমাৰ সকলো যত্ন আৰু পৰিশ্ৰমৰ কেন্দ্ৰই হৈছে পৰীক্ষাটো। অথচ সেই পৰীক্ষাকে যদি আমি ভাল দৰে পাছ কৰিব নোৱাৰোঁ, তেনেহলে আমাৰ মূল্য কি ? আমাৰ বৰবৰ বিশাল বচনৰ অৰ্থ কি ? আমাৰ শক্তিৰ ওপৰত দেশে বা সমাজে বিশ্বাস কৰিব কিয় ?

মই আশা কৰোঁ অসমীয়া ছাত্ৰসকলে মোৰ এই কথাখিনি ভালদৰে ভাৱি চাব।

পৰীক্ষা পাছ কৰিলেই ছাত্ৰৰ কৰ্তব্য শেষ হয় বুলি মই কব খোজানাই। কিন্তু ইয়াকো পাহৰিলে নচলে যে পৰীক্ষা পাছেই ছাত্ৰৰ প্ৰধান কৰ্তব্য। যি এই প্ৰধান কৰ্তব্য কৰিব নোৱাৰে তেওঁৰ শক্তিত সন্দিহান হলে কাকো দোষ দিব নোৱাৰি।

'মই এই কথাত মন নকৰি থাকা নাই যে পৰীক্ষা পাছ কৰিব নোৱাৰা দুই-চাৰি জনাই আন ক্ষেত্ৰত উন্নতি কৰিব পাৰিছে। সেই কেইজন Ruleৰ exception বুলিব পাৰি। আৰু তৰ্কৰ স্থলত এনেকৈয়ো কব পাৰি যে পৰীক্ষা পাছ কৰিবৰ জোখাই পৰিশ্ৰম কৰা হলে তেওঁলোকৰ জীৱনত আৰু বেছি উন্নতি হলহেঁতেন।

পঢ়া-শুনাৰ লগতে আমি আমাৰ সকলো প্ৰবৃত্তিবিলাক কামত খটাবলৈ শিকিব লাগে। সেই অৰ্থে সঙ্ঘবদ্ধ হৈ কাম কৰিলেই, ৰাজনীতি ক্ষেত্ৰত যিবিলাক কামত গঠনমূলক কাম বোলা হৈছে, সেইবিলাক কাম কৰা হয়। এইবিলাক কাম ৰীতিমতে কৰিলে, কোনেও কেতিয়াও বাধা নিদিয়ে। মূলত কিন্তু মনত ৰাখিব সংযম। দুখক দুখ নুবুলি বিবেচনাহীন মানুহৰ কথালৈ আওকাণ কৰি, যিবিলাক ছাত্ৰই দৃঢ়প্ৰতিজ্ঞ হৈ এইবিলাক কাম কৰে, তেওঁলোকক ৰাজা আৰু ৰাইজ উভয়ে সহায় কৰিব বুলি মোৰ বিশ্বাস।

এইখিনিতে Boy Scout সম্পৰ্কে এক আধাৰ কথা কব পাৰি। যিবিলাক গুণ আৰু কাৰ্য্য ছাত্ৰজীৱনৰ শিক্ষাৰ উপযোগী, যিবিলাক গুণ আৰু কাৰ্য্যই মানুহৰ জীৱনক সুখী, স্বাধীন আৰু সবল কৰিব পাৰে, সেই সকলোবিলাক শিকাবৰ কাৰণে কুৰি শতিকাৰ সভ্য জগতত Boy scoutএই হৈছে সৰ্বোৎকৃষ্ট আৰু সুগঠিত অনুষ্ঠান। আমি ৰাজনৈতিক সংশয় দৃষ্টিৰে চাই, এটা অনুষ্ঠানৰ সুযোগ লব নোৱাৰাতো আমাৰ এটা পৰম দুৰ্ভাগ্য বুলি মোৰ মনত হয়।

সংযমৰ বিষয়ে আৰু অনেক কথা কব পাৰি। বোধ কৰো আজিলৈ নকলেও হব। এতিয়া ছাত্ৰৰ বা মানুহৰ জীৱনৰ আন এটা প্ৰধান গুণ, শ্ৰমৰ বিষয় দুটামান কথা কম। শ্ৰম অৰ্থত মই যি কব খুজিছোঁ তাক ইংৰাজী শব্দ এটাৰে ভাল দৰে প্ৰকাশ কৰিব পাৰি, সেই শব্দটো হৈছে application; অৰ্থ এই, যেতিয়ালৈ উদ্দেশ্য সিদ্ধ নহয়, তেতিয়ালৈ দুখক দুখ নুবুলি, অসুবিধা অসুচল নগণি, কাৰ্য্যত নেৰা নেপেৰাকৈ লাগি থাকা, অধ্যৱসায়, দৃঢ় প্ৰতিজ্ঞা, সত্যনিষ্ঠা আদি গুণবিলাক এই শ্ৰমৰ লগৰীয়া।

মই নকৈ নোৱাৰোঁ অসমীয়া মানুহ শ্ৰমবিমুখ। অলপতে সন্তুষ্ট হোৱা আমাৰ স্বভাৱ; কেতিয়াবা কেতিয়াবা এই অলপখিনি ইমান টুটি যায় যে আমাৰ ভাগৰ ঘৰত অঙ্ক পৰে শূন্য।

এই শ্ৰমবিমুখতাৰ বিমান উদাহৰণ দিনে দিনে দেখা যায় তাৰ অন্ত নাই। অসমীয়া বমুৱাই দিনটোত দুটা বা তিনিটা কামি চাঁচে; গাত ভাগৰ লগোৱা কাম নকৰে;

আৰু নিজৰ পথাৰৰ ধান দাবলৈ বা বাৰীৰ সীমাত খাল খান্দিবলৈ কুলি লগায়। ফলত এয়ে হৈছে। আমাৰ দেশখন বাঁহ আৰু বেতৰ হাবিৰে ভৰা; অথচ লাখ লাখ টকাৰ বাঁহ-বেতৰ টুকুৰি, চীন, মালয়, আৰু ব্ৰহ্মদেশৰ পৰা আহি আমাৰ চাহ বাগিচবোৰত বিক্ৰি হয়। আমি আদি যুগৰে পৰা বাঁহ কাঠ আৰু খেৰেৰে সাজা ঘৰত বাস কৰিছে। কিন্তু এতিয়া আমাৰ ঘৰ চোৱাই দিব লাগে চিলেটৰ পৰা অহা ঘৰামিয়ে। বিহাৰৰ পৰা অহা মাটি কাটা কুলিবিলাকে আমাৰ এই ছয়খন জিলাৰ পৰা যে কিমান অসংখ্য টকা বছৰি বছৰি লৈ যায় ভাবিলে আচৰিত হব লাগে। লোকেল বোৰ্ড, গড়কাপ্তানী, ৰেল কোম্পানী, এইবিলাকৰ পৰা বছৰি মাটি কাটাৰ খৰচ বৰ কম হলেও সাত আঠ লাখ টকা হব। তাৰ উপৰি অসমীয়া মানুহেও কি জানি দুই তিনি লাখ টকাৰ মাটি বছৰি কটায়। অকল এই খিনি টকাকে অসমীয়া মানুহে নিজে ৰাখিব পাৰিলে আমাৰ দেশখনৰ অৰ্থৰ অনাটন নহলহেঁতেন। আজিকালি লক্ষ্য কৰিছো খেতিয়কবিলাকে মাটিৰ সীমাত খাল দিবলৈ বা অসমান মাটি কাটি সমান কৰিবলৈকো বনুৱা লগায়। যোৱা বছৰ শালি ধান কাটা বতৰত গাৱেঁ গাৱেঁ ফুৰোতে লক্ষ্য কৰিলোঁ যে কিছুমান খেতিয়কে মানুহ লগাই আঘোন মাহতে ধান কাটা কামবোৰ কৰিলে। অথচ তাৰ পাছত প্ৰায় দুই মাহ কাল বহিয়েই থাকিল। বজাৰৰ পৰা বঙালীয়ে বোৱা লাই শাক খিনি কিনি নি অসমীয়া খেতিয়কে খোৱা দৃশ্য দেখিলে বেজাৰ আৰু খঙত মন মৰি নাযায় নে? এই বিলাকতকৈ এলেহুৱা আৰু অকামিলা মানুহৰ কি শোচনীয় দৃষ্টান্ত হব পাৰে!

এই শ্ৰমবিমুখতা আমাৰ জাতিৰ মজ্জাৰ ভিতৰত সোমাইছেগৈ। ছাত্ৰ-সমাজ আৰু তাৰ লগতে আমি প্ৰবীনৰ দলো, এই দোষত মজি আছোঁ। অলপ কিবা এটা কাম কৰিলেই আমি ভাগৰোঁ। আৰু কোনো ক্ষেত্ৰত সামান্য কিবা অলপমান কৃতিত্ব লাভ কৰিব পাৰিলেই আমি আমাক একোটা বীৰ বুলি গণ্য কৰোঁ; আৰু যি আমাৰ বীৰত্ব স্বীকাৰ নকৰে তাক হিংসাকুৰীয়া পৰশ্ৰী সহিব নোৱাৰা বুলি গালি পাৰোঁ।

এনেকুৱা দৃষ্টান্ত মোৰ বহুতো মনত পৰিছে। অনেক prize দিয়া সভাত উপস্থিত হৈ দেখোঁ যে আবৃত্তি কৰিব লগীয়া কথা কেইটাই ভালকৈ নাহাকৈ ভাবৰীয়াই গৈ ভাও দিয়ে বা সময়ত বহিবলৈ আসনেই নাই; অথবা গধূলি হল, চাকিৰ বন্দবস্ত নাই। এইবোৰ সৰু কথা। স্কুলীয়া ছাত্ৰৰ কথা। কিন্তু সৰু সৰু কথাতে হে আমাৰ মনৰ গতি আৰু কাৰ্য্যৰ পৰিণতি লক্ষ্য কৰিব পাৰি। আমাৰ মনত অজানিতে হলেও এনে এটা ভাৱ আছে—এঃ আমি অসমীয়া মানুহ! আৰু নো কি কৰিম! যি কৰিছো এয়ে বহুত!" এই ভাবটোই আমাৰ সৰ্বনাশৰ মূল। আমি প্ৰথম বিভাগত পৰীক্ষা পাছ কৰিলেই আমাৰ ভাব এনে হয় যেন ইউনিভাৰ্চিটিত হে প্ৰথম হলোঁ। ইউনিভাৰ্চিটিত প্ৰথম হোৱা কথা কিন্তু কল্পনাকে কৰিব নোৱাৰোঁ। আমাৰ এটা প্ৰবন্ধ লিখা এখন কাকতত প্ৰকাশ হবৰ দিনাৰে পৰা আমি অন্য

সাহিত্যিক হৈ পৰোঁ। আমি আমাৰ সকলো কাম সৰু আদৰ্শ এটাৰ মানেৰে বিচাৰ কৰোঁ। কোনোবাই কব পাৰে নে কিয় অসমীয়া ছাত্ৰই ইউনিভাৰ্চিটিত প্ৰথম নহব, আই. চি. এচ্. পৰীক্ষা পাছ কৰিব নোৱাৰিব? কোনোবাই জানেনে অসমীয়া শিপিনীৰ কাম কিয় সমগ্ৰ পৃথিবীৰ ভিতৰতে লেখত লবলগীয়া নহয়? অসম দেশ বাঁহ, বেত, কাঠ আৰু বন খেৰৰ দেশ। আমাৰ দেশৰ বাঁহ-বেতৰ কাম জাপানৰ বা ব্ৰহ্মদেশৰ কামতকৈ ভাল নহবৰ কি কাৰণ আছে? এনেকি মণিপুৰীয়ে আমাৰ দেশতকৈ কিমান ধুনীয়া ধুনীয়া কাপোৰ, পেটাৰ, লাঠি, বাচন—এইবোৰ তৈয়াৰ কৰিছে। আমাৰ তেনেতো নহবৰ কিবা কাৰণ আছে নে?

এটা কাৰণ আছে। আৰু একেটাহে আছে। এই কাৰণ হৈছে, অসমীয়া মানুহ শ্ৰমবিমুখ। অকণমান অলপমান পৰিশ্ৰমতে তেওঁ পৃথিবীৰ কৃতীসকলৰ সমান আসন বিচাৰে; অসমীয়াৰ আদৰ্শ সৰু।

এই শ্ৰমবিমুখতাৰ পৰাই চৰিত্ৰত চাঞ্চল্যই দেখা দিয়ে। আনক দেখি বা আনৰ কথা শুনি, আমাৰো ডাঙৰ হবৰ মন যায়। আমিও ভাবোঁ, ত্যাগ আৰু কৰ্মৰ আদৰ্শ লই মহাত্মা গান্ধীকে হওঁ। বা সাহিত্য ক্ষেত্ৰত ক্ষুধা ফুটাই বাৰ্নাৰ্ড ছ'ৰে ভাত মাৰো; অথবা দৃঢ়তাৰ প্ৰতিমূৰ্তি মুচোলিনি, ষ্টালিনৰ অৱতাৰ ধৰি অসম মাতৃক একে কোবতে স্বৰ্গৰ ওপৰত তুলি থওঁ। সেই দেখি আজি স্কুল-কলেজ এৰি আৰু পিতৃ-মাতৰ টকাৰ অপব্যয় কৰি ত্যাগৰ সাধনা কৰে। অহাকালি এক আধ্যায় জয়মতী কুঁৱৰী নাট লিখি আৰু তাৰে ভাও দি ঘৰখন তলমল লগাওঁ। বা পৰহি নিজৰ ভাইটোক বা চাকৰ লৰাটোক কঠোৰ শাস্তি দি দৃঢ় শাসনৰ তালিম দিওঁ। অথচ এই মহাপুৰুষ সকলৰ মহত্বৰ যি মূল সেই দুটা গুণলৈ পিঠি দি বলোঁ। লক্ষ্য ঠিক কৰি লৈ একাগ্ৰচিত্তে আনৰ বিদ্ৰূপ বা প্ৰশংসালৈ আওকাণ কৰি, নেৰানেপেৰা কৈ একেটা কামতে লাগি থাকিবৰ আমাৰ বল অৰু সাহ নাই। অসংযম আৰু শ্ৰমবিমুখতা আমাৰ প্ৰধান শত্ৰু। পদে পদে ক্ষণে ক্ষণে এই দুই প্ৰবল শত্ৰুৱে আমাক অকামিলা, এলেহুৱা, বিলাসী, চঞ্চল আৰু বাক্যবীৰ কৰি তুলিছে।

ছাত্ৰসকল, তোমালোক এই দুটা শত্ৰুৰ হাতৰ পৰা সাৰিবলৈ সাবধান হবা। আন একো কৰিব নালাগে। বিবেচনা কৰি কাম কৰিবা। জ্ঞানীলোকৰ পৰামৰ্শ শুনিবা; ক্ষণিক উত্তেজনাৰ বশীভূত নহবা। আৰু যিহকে কৰা মন পূতি কৰিবা। যিমানেই তুচ্ছ কাজ নহক, তাক অত্যুত্তমৰূপে কৰিবলৈ চাবা। তামোলখন কটা বা চুৰীয়া খান ঠুঁৰিৱা বা চোলাটো পিন্ধা এনে ক্ষুদ্ৰ কামতো সম্পূৰ্ণতালৈ লক্ষ্য ৰাখিবা।

আজিৰ ছাত্ৰসকল, তোমালোকে আমাক সুধিব পাৰা আমিনো, আমি ছাত্ৰ থকাৰ কালত কিটো কৰালো। অতি দুখেৰে আৰু লাজেৰে স্বীকাৰ কৰো আমি আমাৰ ছাত্ৰাৱস্থাৰ সময়খিনি বহু পৰিমাণে অপব্যয় কৰিলোঁ। সেই কথা ভাবিলে নিজৰ অৱস্থালৈ তিমান দুখ নহয়, যিমান দুখ হয় এই ভাবি যে আমাৰ দিনত আমাৰ বয়সীয়া ছাত্ৰখিনিৰ

প্ৰতিজনে যদি নিজৰ নিজৰ সম্পূৰ্ণ স্যমৰ্থ্য নিজ কৰ্ত্তব্যত নিয়োগ কৰিলেহেঁতেন। তেনেহলে অসমীয়া জাতিয়ে আজি পঁচিশ বছৰৰ পাছত আন আকাৰ লব পাৰিলেহেঁতেন। আমি সেই সুযোগ হেৰুৱাইছো। তোমালোক অসমীয়া জাতিৰ আশা। তোমালোকে সেই সুযোগ নেহেৰুৱাবা। একান্ত মনে প্ৰাণপণে নিজৰ কামখনি কৰা। এই কাম আন একো নহয়, সকলোৰে জানা শুনা আৰু কৰিব পাৰা সাধাৰণ কথা—নিজৰ শৰীৰটো ভালে ৰাখিবা; আৰু এতিয়া পঢ়িবলৈ আহিছা পঢ়িবা; পঢ়া কৰি উঠি পাৰা মানে আতুৰক সহায় কৰিবা; আমাৰ দেশৰ সমাজৰ আৰু ধৰ্মৰ আচাৰ মানিবা। মান্যৰক্তক মান কৰিবা; নীচক ঘিণ নকৰিবা; নিজক পবিত্ৰ ৰাখিবা। নিজে পাৰিলে কোনো কথাত আনৰ সহায় নিবিচাৰিবা। এই দৰে চলিলে নিশ্চয় কৰি কৈছো জীৱনত সুখ পাবা।

এই ধৰণৰ বহুতো কথা ছাত্ৰক কব পৰা যায়। আৰু মই আশা কৰো আজি আৰু সকলেও চলিব।

মোৰ আজিৰ বক্তব্যত ৰাজনৈতিক আন্দোলনত ছাত্ৰবিলাক যোগ দিয়াৰ সম্পৰ্কে অনেক কথা কৈছোঁ। কোৱাৰ কাৰণ এই—প্ৰথম, ছাত্ৰ সন্মিলন বিলাকত ছাত্ৰবিলাক গোট খাই কি কৰিব কি নকৰিব, একো উৱাদহ নাপায়; সেই দেখি এই সময়ত চলতি কথা কেইটামান আওৰাই, তাৰে কিছুমান সিদ্ধান্ত গ্ৰহণ কৰে। কোনো কাম নকৰে। এনে কাৰ্য্যই কেৱল আমাৰ চিন্তাৰ অভাৱ মাত্ৰ দেখুৱায়।

দ্বিতীয়তে, মই Entrance পাছ কৰাৰে পৰা আজি আঠাইশ বছৰত প্ৰধানকৈ তিনিটা ৰাজনৈতিক আন্দোলন দেখিলোঁ। ১৯০৪ চনৰ পৰা ১৯০৯—১০ চনলৈ থকা বঙ্গ বিভাগৰ স্বদেশ আন্দোলন; ১৯১৯ চনৰ পৰা ১৯২২ চনৰ নন-কো অপাৰেচন্ আন্দোলন; আৰু সম্প্ৰতি চলি থকা Civil disobedience Movement. প্ৰতিটো আন্দোলনতে ছাত্ৰই যোগ দিয়া দেখিলোঁ। কিন্তু আজি পৰ্য্যন্ত এই আন্দোলনত যোগ দিয়া এনে এটা ছাত্ৰ লগ পোৱা নাই; যি তেওঁৰ পূৰ্বৰ কামৰ কাৰণে অনুশোচনা নকৰে। ইয়াত কোনো কোনোৱে জৱহৰলাল আৰু সুভাষচন্দ্ৰ বসুৰ উদাহৰণ কয়। কিন্তু জৱহৰলাল আৰু সুভাষচন্দ্ৰ ছাত্ৰ নহয়। তেওঁলোকে পঢ়াশুনা কৰি কৃতবিদ্য হৈ ভাল বেয়া বুজি গুৰু জনৰ অবাধ্য নহৈ তেওঁলোকৰ কাৰ্য্য ক্ষেত্ৰত নামিছে।

মই এই কথালৈকো মন কৰিছো যে ছাত্ৰবিলাকৰ প্ৰতি জনেই একোটা জৱহৰলাল বা মদনমোহন নহয়গৈ। অনেক ছাত্ৰ স্কুলত ফেল হৈ থাকে; অনেক স্কুল কলেজ এৰি দিয়ে। তেনেবোৰ অপদাৰ্থ ছাত্ৰই ৰাজনৈতিক আন্দোলনত যোগ দি এদিনৰ কাৰণে গৌৰৱ অনুভৱ কৰিলে, তিমান লোকচান নহবও পাৰে। আচলতে এইবিধ লোকৰ যোগদানৰ ফলত কোনো কাৰ্য্যৰে বল নাবাঢ়ে, টুটেহে। সকলো কাৰ্য্যত বল আহে অকপট কৰ্মী বুদ্ধিমান লোকৰ পৰা। ৰাজনৈতিক আন্দোলন বিলাকত যোগ দিলে বিশেষ ক্ষতি হয় এনেবোৰ ছাত্ৰৰ। প্ৰতিভাশালী, সাধুচিত্তৰ, কাৰ্য্যদক্ষ এটা লৰাৰো জীৱন যদি কোনো

কাৰণৰ পৰা নিষ্ফল হ'বলগীয়া হয়, তাৰপৰা হোৱা জাতীয় ক্ষতিৰ পৰিমাণ নিৰ্ণয় কৰিব নোৱাৰি। মই দেখিছোঁ যে সাধু আৰু সৰল চিত্তৰ বুদ্ধিমান ছাত্ৰই হে এইবিলাক আন্দোলনৰ পৰা বিশেষ ক্ষতিগ্ৰস্ত হৈছে। মই এতিয়াই চাৰি পাঁচজন অসমীয়া বুদ্ধিমান আৰু শক্তিমান ছাত্ৰৰ নাম লব পাৰোঁ যি কেই জন এই আন্দোলনত যোগ দি নিজেও ক্ষতিগ্ৰস্ত হৈছে। আৰু তাৰ পৰা অসমীয়া জাতিৰে বিশেষ ক্ষতি কৰিছে। এতিয়া তেওঁলোকে তেওঁলোকৰ কাৰ্য্যৰবাবে অনুতাপ কৰে।

সেইদেখি মই তোমালোকক সাৱধানৰ বচন শুনাইছো। মই বঢ়িয়াকৈ জানো যে মোৰ এই কথাৰ অনেক কুব্যাখ্যা কৰিব; আৰু এইবোৰ কথা মোৰ slave mentality ৰ ফল বুলিও বৰ্ণাব। কিন্তু কিশোৰ আৰু যুৱকক উচ্ছৃংখল হ'বলৈ মই উপদেশ দিব নোৱাৰো। তেনে উপদেশ দিব পাৰিলে তোমালোকে শুনি কিজানি ভাল পালাহেঁতেন। কিন্তু আজিৰ উপদেশ শুনি যদিও বেয়া পাইছা যদি তাক পালন কৰি চলা, তেন্তে দহ বাৰ বছৰৰ মূৰত বৰ ভাল পাবা। আৰু আজি যে মই তোমালোকক এই প্ৰবীণৰ সতৰ্ক বচন কৈছো তাৰ বাবে মোৰ বৰ শলাগ লবা।

মই বহাৰ আগতে আৰু এটা কথা কবলগীয়া আছে, সেই কথাটো হৈছে তোমালোকৰ এই সন্মিলনক উদ্দেশ্য কৰি। অনেক সময়ত মোৰ মনত হয় যে এনেবোৰ ছাত্ৰ সন্মিলনৰ জন্ম হয় শ্ৰমবিমুখতাৰ পৰা হোৱা যি চাঞ্চল্যৰ কথা কৈছো সেই চাঞ্চল্যৰ পৰা, অৰ্থাৎ কি কৰোঁ, কি নকৰোঁ, একো ঠিক কৰিব নোৱাৰি আজিকালিৰ ফেচন্ অনুসৰি একোখন সভা পাতিয়েই আমি আমাৰ কৰ্মৰ স্পৃহা তৃপ্ত কৰোঁ। অনেক সময়ত দেখিছো যে এই সন্মিলনৰ সম্পাদক আৰু বিষয় লোৱা ছাত্ৰ কেইজনৰ পঢ়া শুনাৰ ফালে আধ্যা পৰে। তেওঁলোকে সন্মিলন পাতি আৰু কথা কৈয়ে সময় নিয়ায় আৰু তাতেই তেওঁলোকে ঠিক এটা মহৎ কাম কৰা বুলি ভাবে। তোমালোকৰো যি কেইজনে সন্মিলনৰ বাবে বৰকৈ ঘূৰি পাক ফুৰিছা তোমালোকৰ মনতো তেনে ভাবে ঠাই লব কিজানি। সেই দেখি মই সাৱধান কৰি দিওঁ। তোমালোকক সন্মিলন পাতাতো তোমালোকৰ কৰ্তব্য শেষ হোৱাই নাই। প্ৰকৃততে সন্মিলন পাতাটোএই তোমালোকৰ লেখত লবলগীয়া এটা কৰ্তব্য নহয়। নিজৰ কামখিনি ভালদৰে কৰি আজৰীয়া সময়ত বহি এই সন্মিলম পাতিব পাৰিছা, ভাল কথা; কিন্তু নিজৰ কাম ক্ষতি কৰিহে যদি এই ভাওনাখান পাতিবলগীয়া হৈছে, তেনে হলে ইয়াৰ কাৰণে আগলৈ দুখ পাব লাগিব অনুতাপ কৰিব লাগিব।

সন্মিলনৰ একো সাৰ্থকতা নাই, আৰু আৱশ্যক নাই বুলি মই নকওঁ। ইয়ালৈ আহি যদি তোমালোকৰ মাজত প্ৰীতিৰ ভাব বাঢ়ে, এক হৈ কাম কৰিব পাবা শক্তি জন্মে, কোনো ৰাজহুৱা অনুষ্ঠান কিদৰে চলাব লাগে তাক শিকিব পাৰা, আৰু ইয়াত হোৱা আলোচনাৰ পৰা তোমালোকে সৎশিক্ষা লাভ কৰি সেই শিক্ষা অনুযায়ী কাম কৰিবলৈ শক্তি পোৱা তেনেহলে এনেবোৰ সন্মিলনৰ পৰা প্ৰকৃত উপকাৰ হব পাৰে।

মোৰ বক্তব্য এইখিনিতে সামৰোঁ। তোমালোকক যিবোৰ কথা কলোঁ এইবোৰ শুনি তোমালোকে ভাল নাপাব পাৰা; আৰু তোমালোকক এইবোৰ কথা ভাঙি-পাতি কোৱাৰ পৰা মোৰো নানাপ্ৰকাৰ কটু কাটব্য শুনাৰ সম্ভাৱনা আছে। কিন্তু তোমালোকে কিবা ভাল শুনিবা বুলি মোক মতি আনিছা যেতিয়া, গালি খালেও, মই অকপট চিত্তে মোৰ বুদ্ধি-বিবেচনা অনুযায়ী যি ভাল তাক উপদেশ দিয়া মোৰ কৰ্তব্য। মোৰ পুত্ৰ-সন্তান নাই। সি এটা সৌভাগ্যও হব পাৰে, দুৰ্ভাগ্যও হব পাৰে! কিন্তু তোমালোকক এটা কথা কব পাৰোঁ—মোৰ পুত্ৰ থাকাহলে তেওঁৰ ভালৰ কাৰণে তেওঁক যিখিনি কথা কলোঁহেতেঁন তোমালোকক সেইখিনি কথাকে কৈছোঁ। ইয়াকে চাই, আনে গালি পাৰিলেও, তোমালোকে মোৰ কথাখিনি ভাবি চালে মই বৰ সন্তোষ পাম।

পৰিশেষত মই এই প্ৰাৰ্থনা জনাওঁ যেন তোমালোকৰ দেহ সবল আৰু সুস্থ হয়; আত্মা পবিত্ৰ থাকে, যেন তোমালোকৰ বুদ্ধি সূচিৰ দৰে তীক্ষ্ণ, মনৰ বল হিমালয়ৰ দৰে অটল হয়; যেন তোমালোকৰ ব্যৱহাৰত তৃণৰ দৰে সুনীচ হৈয়ো আত্মসন্মানিত তৰুৰ দৰে মহীয়ান আৰু সহিষ্ণু হোৱা।

ভগৱন্তই তোমালোকৰ আৰু অসমীয়া জাতিৰ সকলো প্ৰকাৰে মঙ্গল কৰক। *

* ১৯৩২ চনৰ ২৬ জুনত দেৰগাৱঁত অনুষ্ঠিত হোৱা দেৰগাওঁ ছাত্ৰ সন্মিলনৰ সভাপতিৰ অভিভাষণ।—সং, শ. গো. ব

# যোৰহাট ছাত্ৰ সন্মিলন

সমবেত সমজুৱাসকল,

আপোনালোকে মোৰ বিনয়-নম্ৰ অভিবাদন গ্ৰহণ কৰক ছাত্ৰসকলে আজি আমাক তেওঁলোকৰ মাজলৈ মাতি আনিছে—পাৰিলে আমি তেওঁলোকক ভাল পৰামৰ্শ দিব লাগে—এই অভিপ্ৰায়। এতেকে মই আপোনালোকৰ অনুমতি লৈ নিজৰ বুদ্ধি-বিবেচনা মতে যি ভাল দেখিছোঁ তেনে দুটামান পৰামৰ্শ দিমহঁক। মোৰ পৰামৰ্শ আপোনালোকৰ বা ছাত্ৰসকলৰ যদি মনোমত নহয়, তেনেহলে যেন অসন্তোষ নাপায়। কাৰণ, ভাল নাপালে মই কোৱা কথা কোনোৱে গ্ৰহণ কৰিবৰ আৱশ্যক নহব।

প্ৰথমতে মই ছাত্ৰবিলাকক এটা কথা সোঁৱৰাই দিব খোজোঁ। তেওঁবিলাকে সদাই

কাগজে-পত্ৰই বক্তৃতাই-প্ৰবন্ধই শুনে, যে ছাত্ৰবিলাকেহে দেশৰ আশা ভৰসাৰ স্থল; আজিৰ ছাত্ৰ কালিলৈ নেতা: ইত্যাদি। এই কথাটো মিছা নহয়। কিন্তু তাৰ ভাব আৰু অৰ্থ কৰোঁতে কেইবাটাও ভুল কৰা হয়। আজি যি লৰা আছে দহ বছৰৰ পাছত তেওঁ অৱশ্য ডেকা হব, আৰু আজিৰ ডেকাই দহ বছৰৰ পাছত অৱশ্য কিছু বেছি বয়সীয়া আৰু সংসাৰৰ কাৰ্য্যত অভিজ্ঞ হবই। কিন্তু এই অথা অকল ছাত্ৰত নাখাটে। ছাত্ৰৰ বাহিৰা যিবিলাক লৰা আৰু ডেকা আছে তেওঁলোকো সময়ত ডেকা বয়সীয়া আৰু অভিজ্ঞ হৈ উঠিব। গতিকে আমাৰ দেশৰ ভবিষ্যত কেনেকুৱা হব অকল ছাত্ৰসকলৰ ওপৰতে নিৰ্ভৰ নকৰে। আমাৰ younger generation অৰ্থাৎ সমস্ত লৰা সৰু ডেকা যিবিলাক মানুহ আছে তেওঁলোক সকলোৰে ওপৰতে নিৰ্ভৰ কৰে। ইয়াৰ পৰা এই কথাটোকে পোৱা গল যে আমাৰ উন্নতি কৰিবলৈ হলে আমি কেৱল ছাত্ৰবিলাকক ভাবিলেই নহয়; আমাৰ অছাত্ৰ যিবিলাক লৰা আৰু ডেকা আছে তেওঁলোকৰ কথাও ভাবিব লাগে।

দ্বিতীয়তে, দেশৰ আশা-ভৰসাৰ স্থল বোলোঁতে এনে বুজায় যেন প্ৰতিজন ছাত্ৰই দেশৰ কিবা এটা উন্নতি কৰিবই কৰিব। প্ৰকৃততে তেনে নহয়। ভাল ছাত্ৰ সময়ত ভাল citizen হৈ উঠিব; আৰু তেওঁৰ পৰা নিজৰ আৰু দহৰো ভাল হব। কিন্তু বেয়া ছাত্ৰ যদি বেয়া citizen হৈ উঠে, তেওঁৰ পৰা নিজৰ বা আনৰ উপকাৰ নহৈ, অপকাৰ হে হ'ব। ইয়াৰ পৰা দ্বিতীয় এটা সিদ্ধান্ত ওলায় যে প্ৰতিজন ছাত্ৰই ভাল ছাত্ৰ হৈ ভাল citizen হবলৈ চেষ্টা কৰা কৰ্ত্তব্য।

তৃতীয় কথা, দেশৰ ভবিষ্যত উঠি অহা ডেকাসকলৰ ওপৰত নিশ্চয় নিৰ্ভৰ কৰে। কিন্তু ভবিষ্যত ভালো হব পাৰে, বেয়াও হব পাৰে। গতিকে যিসকলে দেশৰ ভবিষ্যত ভাল হবলৈ কামনা কৰে, তেওঁলোকে বয়সীয়া হলে যাতে ডেকাবিলাকে ভাল শিক্ষা পায় তাৰ প্ৰতি চকু দিব লাগে। আৰু ডেকা হলে, যাতে তেওঁলোকে উপযুক্তৰূপে শিক্ষিত হৈ উঠিব পাৰে তাৰ বাবে যত্ন কৰিব লাগে।

মোৰ কবলগীয়া কথা এইখিনি। কিন্তু ওপৰত উন্নতি, ভাল ছাত্ৰ, ভাল citizen, ভাল শিক্ষা প্ৰভৃতি কেইটামান কথা আহিছোঁ। এই কেইটা কথাৰ অৰ্থ নো মই কি কৰিছোঁ তাক অলপ বহলাই নকলে মোৰ মনৰ ভাব প্ৰকাশ হৈ নপৰিব। সেইদেখি আপোনালোকৰ পৰা অলপ সময় বিচাৰিছোঁ সেইখিনি কবলৈ।

আমি সকলোৱে দেশৰ উন্নতিৰ কথা কওঁ, কিন্তু তাৰ প্ৰকৃত অৰ্থ কি ভালকৈ সদাই ভাবি নাচাওঁ। দেশখান মাটি আৰু পানী আৰু শিল আৰু হাবিহে, মাটি পানী শিল হাবিৰ একো উন্নতি নহয়। দেশৰ উন্নতিৰ অৰ্থ দেশৰ মানুহবিলাকৰ উন্নতি। এই ক্ৰমে সমশেষত প্ৰতিজন মানুহৰ উন্নতি হলেই দেশৰ উন্নতি হয়; আৰু অপৰ পক্ষত দেশৰ, অৰ্থাৎ আমাৰ লগত মিলি থকা দহজনৰ উন্নতি হলে আমাৰ নিজৰ উন্নতি হবৰ বাট সুগম হয়।

নিতান্ত স্বাৰ্থপৰ হলেও, কোনো এজনৰ ভাল হলে তাৰ পৰা আন দহজনৰ অলপ-

অচৰণ ভাল নহৈ নাথাকে। মুঠে এইটো মনত ৰাখিলেই হয় যে আমি নিজৰ উন্নতি কৰোঁতে যেন আনৰ অহিত নকৰোঁ।

এতিয়া নিজৰ উন্নতি বুলিলে নো কি বুজোঁ ইক তাকে ভাবি চাওঁচোন। মোৰ মনেৰে আৰ্থিক উন্নতি সকলো উন্নতিৰ মূল। প্ৰতিজন মানুহৰ—মুনিহ-তিৰোতা নিৰ্বিশেষে—এইটো প্ৰধান কৰ্তব্য যে নিজে আনৰ অন্নৰ আশা নকৰিব। দৰ্শন শাস্ত্ৰত সুপণ্ডিত হোৱাত কৰি মোৰ মনেৰে এইটো বেছি লাগতিয়াল কথা। যি মানুহে নিজৰ জীৱিকা আৰ্জিব নোৱাৰে, সি মানুহ সমাজত বাসৰ উপযুক্ত নহয়। এই কথাটো বিশেষ কৰি আমাৰ দৰে দুখীয়া দেশত সকলোৰে বৰ ভাল কৰি হৃদয়ঙ্গম কৰা উচিত। আমাৰ দেশত জীৱিকা আৰ্জনৰ পথ এতিয়াও তেনেই বন্ধ হোৱা নাই। কিন্তু এইদৰে কোনো কথালৈ কাম-সাৰ নকৰি ভটিয়া পানীত ভাটিয়াই গৈ থাকিলে এদিন যে আমি অন্নৰ অৰ্থে হাহাকাৰ কৰিব লাগিব ই নিশ্চিত। উন্নতিকামী প্ৰতিজন প্ৰতিজন মানুহেই—ছাত্ৰই হক বা অছাত্ৰই হক—এই কথাটো মনত ৰাখিব লাগে।

আৰ্থিক উন্নতি হলে, আন প্ৰকাৰ উন্নতি তাৰ লগতে আহিব ই। অৰ্থ হলে বিদ্যা হব, culture হ'ব, সঙ্গীত হব, সাহিত্য হব। কিন্তু এনে এটা বস্তু আছে যি অৰ্থ হলেও নহয়: অৰ্থেৰে যাক কিনিব নোৱাৰি, তৈয়াৰ কৰিব নোৱাৰি। এইটো হৈছে স্বাস্থ্য। অৰ্থ আৰ্জনৰ কাৰণে যেনেকৈ যত্নৰ আৱশ্যক স্বাস্থ্যৰ কাৰণেও তেনে একান্ত যত্নৰ আৱশ্যক। অৰ্থ আৰ্জনত সমাজৰ প্ৰতি চকু দি আনৰ হক ৰক্ষা কৰিবলৈ যত্ন কৰিব লাগে। অনেক সময়ত অৰ্থ আৰ্জনৰ যত্নৰ ফলত সমাজৰ অলপ পৰিমাণে ক্ষতিও হব পাৰে, কিন্তু স্বাস্থ্য আৰ্জনৰ কাৰণে যি যত্ন কৰিব লাগে তাত এই ভয় বা আশঙ্কা নাই। স্বাস্থ্য নিজৰ যত্ন আৰু অভ্যাসৰ ওপৰত নিৰ্ভৰ কৰে। অৱশ্যে দেশৰ স্বাস্থ্যও এবিধ আছে যাক ইংৰাজীত Sanitation বুলি কোৱা যায়। তাৰ ওপৰতো ব্যক্তিগত স্বাস্থ্য কিছু পৰিমাণে নিৰ্ভৰ কৰে আৰু দেশৰ অৰ্থাৎ দহজনৰ স্বাস্থ্য ভালে ৰাখিবলৈ হলে ইয়াৰ প্ৰতিও আমি সতৰ্ক হোৱা উচিত।

মোৰ মনেৰে নিজৰ আৰু দেশৰ উন্নতি এই দুটা কথাৰ ওপৰত বৰ বেছিকৈ নিৰ্ভৰ কৰে। আমি সুস্থ শৰীৰ, সবল দেহ লৈ অৰ্থ উপাৰ্জন, অন্ততঃ নিজৰ জীৱিকা অৰ্জনৰ ক্ষমতা লাভ কৰিব লাগে।

মই বিদ্যা আৰ্জনৰ আৱশ্যক নাই বুলি কোৱা নাই। আৰু লিখা-পঢ়াকে আদি কৰি দৰ্শন-বিজ্ঞান-সঙ্গীত সাহিত্য-শিল্প সুকুমাৰ কলা আদিৰ আৱশ্যকতা জাতীয় জীৱনত যে বৰ বেছি মূল্যবান সেই কথাকো অস্বীকাৰ কৰিব খোজা নাই। কিন্তু এইটো দঢ়াই দঢ়াই কব খুজিছোঁ—যে জাতীয় স্বাস্থ্য আৰু জাতীয় আৰ্থিক সম্পদৰ ওপৰত ভেটি কৰি হে এই সকলোবোৰ কৰ্ম কৰিব পাৰি। এই বিষয়ে অনেক দৃষ্টান্ত দিব পাৰি, কিন্তু আৱশ্যক

মকৰে। আমাৰ জাতীয় জীৱনৰ প্ৰতি লক্ষ্য কৰিলেই এই কথাৰ সত্যতা উপলব্ধি কৰিব পাৰা হব।

এতেকে মই ছাত্ৰবিলাকক প্ৰধানকৈ এই দুটা পৰামৰ্শ দিওঁ—স্বাস্থ্য আৰ্জন কৰা, আৰু অৰ্থ আৰ্জন কৰা।

আমি এইটো মন কৰিব লাগে যে সুস্থতা হে শৰীৰৰ স্বাভাৱিক লক্ষণ। ৰোগ বা অস্বাস্থ্য বিকাৰ। স্বাস্থ্য ভাল ৰাখিবলৈ আমাৰ লৰাবিলাকে আৰু ডেকাবিলাকে বহুত পৰিশ্ৰম কৰিব নালাগে আৰু কোনো অসাধ্য সাধনো কৰিব নালাগে খাদ্যৰ প্ৰতি অলপ চকু ৰাখিলে অৰ্থাৎ পৰিষ্কাৰ, ৰোগৰ বীজাণুৰ পৰা সাৱধানে ৰক্ষা কৰা, ফল-মূল-গাখীৰ-মাহ-মাছ-ভাত-শাক খালে আৰু নিয়মীয়াকৈ শাৰীৰিক পৰিশ্ৰম কৰিলেই স্বাস্থ্য ভালে থাকে। এইবোৰ অতি সামান্য আৰু সকলোৱে জনা কথা। কিন্তু আমাক দোষে ছোৱে সামান্য কথাবোৰৰ মাজেৰে হে—শনি প্ৰৱেশে ভৰিৰ গোৰো-ৱাত পানী নপৰা অকণমানি ঠাই দিহে। স্কুল-কলেজৰ ছাত্ৰই Restaurantতে চাহ-চাপ্ আদি খোৱাৰ পৰা ষ্টোৰ বা আন কাবোবাৰ কথা শুনি ছাত্ৰসমাজ বিৰত নাথাকে। কিন্তু তাকে তেওঁবিলাকে চাই-চিন্তি খাব পাৰে। বিশ্বাসী নিকা দোকানীৰ পৰা, তপত পানীৰে বাচনবৰ্তন খোৱাই এনেবোৰ বস্তু খোৱাৰ কৰা একো টান নহয়। আন সভ্য দেশত তেনে দস্তুৰ আছে বুলি শুনা যায়। আমি জনা লোকসকলে এনে কথাত চকু-কাণ দিলে দেশতো দস্তুৰ নপ্ৰৱতি নোৱাৰে।

মই কিন্তু স্বাস্থ্যৰ বিষয় এই সাধাৰণ কথাকেইটা কবৰ কাৰণে এই প্ৰসঙ্গৰ অৱতাৰণা কৰা নাই। স্বাস্থ্য ভালে ৰাখিবলৈ আমি আৰু এটা অভ্যাস কৰিব লাগে যি অতিকৈ লাগতিয়াল, সেইটো হৈছে ব্ৰহ্মচৰ্য্য সাধন। মোৰ বৰ বাঞ্ছা যে কোনোবা জনা-বুজা বিশেষ অভিজ্ঞ আৰু সকলোৰে শ্ৰদ্ধাভাজন লোকে Sexual Science সম্পৰ্কে অসমীয়া ভাষাত এখন সৰু কিতাপ লিখি এই বিষয়ৰ উচিত আৰু প্ৰকৃত জ্ঞান আমাৰ উঠি অহা ডেকাবিলাকক দিবৰ যত্ন কৰে। Sex-ৰ সম্পৰ্কে বিকৃত কথা কিছুমান আমাৰ লৰা-ছোৱালীবিলাকে শিকেই —যি প্ৰকাৰে বা য'ৰে পৰা নহক। তাৰ কুফল হয় বহুত। প্ৰথমতে স্বাভাৱিক কিছুমান কথাকে উৎকট ৰোগৰ লক্ষণ বুলি বহু লৰা আৰু ডেকা হতাশ হয় আৰু বিজ্ঞাপনবোৰ পঢ়ি পেটেণ্ট্ ঔষধ খাই নিজৰ স্বাস্থ্য আৰু জীৱনী-শক্তি নষ্ট কৰে। ৰোগৰ বিজ্ঞাপন পঢ়াৰ সদৃশ ৰোগ সৃষ্টি কৰাৰ আৰু ৰোগ বঢ়োৱাৰ ডাঙৰ উপায় একো নাই। ডেকাবিলাকৰ প্ৰতি মোৰ অনুৰোধ, তেওঁলোকে যেন কেতিয়াও বিজ্ঞাপন নপঢ়ে; আৰু পঢ়িলেও বিজ্ঞাপনৰ কথাত অলপো বিশ্বাস নকৰে। অভিভাৱকসকলেও ১২ বছৰ মানৰ পৰা লৰাবিলাকক বিজ্ঞাপন পঢ়া কুথাৰ পৰা ৰক্ষা পেলাবলৈ যত্ন ল'ব লাগে। তাৰ এটা সহজে উপায় আছে,— এনে দৰৰ যিবোৰ বিজ্ঞাপন আছে, তাক তৎক্ষণাৎ ফালি-ছিৰি নষ্ট কৰি পেলোৱা।

এটা কথা ইয়াতে কৈ থওঁ, মই আগত যিখিনি কথা কলোঁ, আৰু ইয়াৰ পাছতো যি দুটা কথা কম,—এই সকলোখিনি অসমীয়া ছাত্ৰৰ প্ৰতি লক্ষ্য কৰি কোৱা, আৰু আমাৰ দেশৰ (Circumstance ত) বিশেষ কৰি প্ৰযোজ্য। অসমীয়া শব্দেৰে অৱশ্যে আমাৰ দেশত থকা ছাত্ৰ মাত্ৰকে থকা কথা কোৱা হৈছে।

ওপৰত মই ধনাৰ্জনৰ বা জীৱিকা আৰ্জনৰ কথা কৈ আহিছোঁ। আজিকালিৰ যুগত ই এটা প্ৰধান সমস্যা। আমি জগতৰ যিবোৰ কৰ্মৰ কেন্দ্ৰ সেইবোৰৰ পৰা বহু দূৰত থাকোঁ। সেই দেখি অৰ্থাৰ্জনৰ অৰ্থে পৃথিৱীত যি ভীষণ প্ৰতিযোগিতা চলিছে তাৰ স্বৰূপ বুজিব নোৱাৰোঁ। ইয়াকে কলে অলপো বাহুল্য কৰি কোৱা নহয়, যে বৰ্ত্তমান কালত গোটাই পৃথিৱীত ৰাজনীতি, সাহিত্য, বিজ্ঞান শিল্প, যুদ্ধ, সন্ধি প্ৰভৃতি যিমানবিলাক ক্ষেত্ৰত কৰ্মৰ শক্তি প্ৰকাশ পাইছে, সেই সকলোবোৰৰ মূলত ধনাৰ্জন। পৃথিৱীৰ সভ্য জাতিসমূহৰ ধনৰ প্ৰতি এই অপৰিসীম স্পৃহা জগতৰ মঙ্গলৰ কাৰণ নহয় বুলি অনেক চিন্তাশীল লোকে ভাৱে। কিন্তু যেয়ে যি নাভাৱক, এইটোৱেই যে বৰ্তমান জগতৰ গতি তাক সকলোৱে দেখিছে আৰু বুজিছে। পৃথিৱীময় এনে তীব্ৰ প্ৰতিযোগিতাৰ মাজত যেয়ে বৰ্তি থাকিব খোজে সেয়ে প্ৰতিযোগিতাত জয় লাভ কৰিবই লাগিব। নহলে আন উপায় নাই। অসমীয়া মানুহে যদি আনৰ লগত সমানে সকলো ক্ষেত্ৰত কৃতিত্ব লাভ কৰিব নোৱাৰে, তেনেহলে আনে অনুগ্ৰহ কৰি তেওঁলোকক খুৱাব বুলি আশা কৰিব নোৱাৰে। যি পৰিমাণে চাকৰ বা তলতীয়া লোক থকাৰ পৰা ওপৰৰ প্ৰভুসকলৰ সুখ আৰু সুবিধা হয়, সেই পৰিমাণে সবলে দুৰ্বলক সহ্য কৰে। সুখ বা সুবিধাত বাধা পৰিলে দুৰ্বলক কোনোৱে কৃপা নকৰে। অসমীয়া ডেকাসকলৰ এই কথা মন কৰিবলগীয়া। প্ৰতি ক্ষেত্ৰতে আনৰ লগত সমানে সমানে চলি কৃতিত্ব লাভ কৰিবই লাগিব ; নহলে অসমীয়া মানুহ hewers of wood আৰু drawers of water, কুলি মালি হৈ থাকিব লাগিব।

স্কুল-কলেজৰ ছাত্ৰৰ প্ৰতি এই বিষয়ে মোৰ এক আখাৰ কবলগীয়া আছে। এই কথা হৈছে পৰীক্ষাৰ বিষয়। পৰীক্ষা পাছ কৰাৰ পৰা বিশেষ লাভ নাই, এই কথা মই বহবাৰ কৈছোঁ। কিন্তু এই কথা কাৰ নিমিত্তে? যিবিলাকে পৰীক্ষাৰ বাবে পঢ়া নাই, খৰচ কৰা নাই, একো যত্ন কৰা নাই, তেওঁবিলাকে পৰীক্ষা পাছ কৰিব নালাগে। কিন্তু তেওঁবিলাকে এনেই বহি নাথাকি, আন প্ৰকাৰে কামত লাগি অৰ্থ উপাৰ্জন কৰিব লাগে। ছাত্ৰবিলাকে কিন্তু খৰচ কৰে, সকলো শক্তি নিয়োগ কৰে পৰীক্ষাৰ অৰ্থে পঢ়িছে। তেওঁলোকে পৰীক্ষা পাছ নকৰিলে তেওঁলোকৰ খৰচৰ আৰু শ্ৰমৰ একো অৰ্থই নাথাকিল। আৰু অকল পাছ কৰিলেই নহল। তেওঁলোকে বিশ্ব-বিদ্যালয়ত প্ৰথম দ্বিতীয় নহব কিয়? I. C. S.ত বা Accountsত, I. F. S ত বা I. P. S ত এইবিলাক পৰীক্ষাত compete কৰি কিয় ডাঙৰ চাকৰি নাপাব! চাকৰি কৰাও ধনাৰ্জনৰ এটা বাট। বিশেষ কৰি ডাঙৰ চাকৰি কৰিলে যে দেশৰ বহুতো উপকাৰ কৰিব পাৰি তাক সকলোৱে দেখিছে আৰু জানে। তেনে স্থলত অসমীয়া ছাত্ৰই সকলো বিলাক Prize post, বেছি বৃত্তি, তেওঁলোকৰ চকুৰ আগৰ পৰা আনক নিবলৈ দিয়ে কিয়? Reforms হবৰ পৰা অসম দেশত প্ৰায় পোন্ধৰটা নতুন Imperial Gradeৰ কাম হৈছে। এজন অসমীয়া ছাত্ৰত বাহিৰে আনবিলাকে এই কামবোৰ লব নোৱাৰিলে কিয়? এই কথাত মোৰ বৰ ক্ষোভ আছে। মই ছাত্ৰসকলক কওঁ—উদ্দেশ্যটো ডাঙৰ কৰা আদৰ্শটো মহৎ কৰা ; কিন্তু সেয়ে যথেষ্ট নহয়। সেই উদ্দেশ্য সাধনৰ অৰ্থে, সেই আদৰ্শ লাভ কৰিবৰ অৰ্থে, মন পুতি অহোপুৰুষাৰ্থ কৰা। তোমালোকৰ ওপৰত যদি দেশৰ ভৱিষ্যত নিৰ্ভৰ কৰে সেই ভৱিষ্যতটো মহৎ কৰি তোলা, তাক উজ্জ্বল কৰি লবলৈ যত্ন কৰা।

মই আজিৰ বক্তব্যৰ আৰম্ভতে উনুকিয়াইছিলোঁ যে আমাৰ ব্যক্তিগত উন্নতিয়ে যিদৰে আমাৰ সমাজৰ উন্নতি হবলৈ সহায় কৰে, সেইদৰে উন্নত সমাজৰ মাজতহে সকলো প্ৰকাৰৰ উন্নতি কৰিবলৈ সুগম হয়। ব্যক্তি আৰু সমাজৰ সম্পৰ্ক অঙ্গাঙ্গিভাৱে জড়িত। এই কাৰণে আমি সকলোৰে আমাৰ সমাজৰ, অৰ্থাৎ আমাৰ দেশবাসী আন লোকবিলাকৰ ভালৰ অৰ্থেও যত্ন কৰিব লাগে। এয়ে সামাজিক শিক্ষা। পাশ্চাত্য দেশত এয়ে citizenৰ আদৰ্শ; আমাৰ দেশত সেই আদৰ্শই গৃহস্থৰ বা গৃহাশ্ৰমৰ।

ছাত্ৰাৱস্থাত অথবা ব্ৰহ্মচৰ্য্য আশ্ৰমৰ সময়ত গৃহস্থৰ সকলোবিলাক কৰ্তব্য সমাপন কৰিব নোৱাৰি আৰু তাৰ বাবে চেষ্টা কৰাও বৃথা। কিন্তু সেই বুলি ছাত্ৰাৱস্থাতে উত্তম গৃহস্থ বা ভাল citizen হবলৈ নিশিকিলে আগলৈ শিকিবৰো সময় নাথাকে। অকল সেয়ে নহয় ছাত্ৰাৱস্থাৰ সকলো শিক্ষাৰ মূল উদ্দেশ্যই হব লাগে ভাল citizen বা সম্পন্ন গৃহস্থ হোৱা। এই অৰ্থে আমাৰ শিক্ষা কাৰ্য্যকৰী বা practical, আৰু অৰ্থকৰী হব লাগে। অৱশ্যে সকলো practical শিক্ষাই কিছু পৰিমাণে অৰ্থকৰী হবই। কিন্তু স্কুল কলেজত আমি যি শিকোঁ, আৰু যি পদ্ধতিৰে শিকোঁ, তাৰ কথা যদিও আমাৰ জাতীয় জীৱনৰ পক্ষে বিশেষ লাগতিয়াল, তাক মই ইয়াত আলোচনা নকৰোঁ। কাৰণ সেই আলোচনা বৰ্ত্ত দীঘলীয়া আৰু জটিলতাপূৰ্ণ। যদিও মোৰ দৃঢ় ধাৰণা যে বৰ্তমান শিক্ষা নীতিত অনেক পৰিবৰ্তনৰ আৱশ্যক, আৰু একান্ত বিশ্বাস যে এই পৰিবৰ্তন অৱশ্যেই হব, ইয়াকো কিন্তু মই বঢ়িয়াকৈ বুজিছোঁ যে আমাৰ বৰ্তমান পৰিস্থিতিত সেই পৰিবৰ্তন হবলৈ এতিয়াও কিছুদিন পলম আছে।

কিন্তু সেই বুলি আমি সামাজিক শিক্ষা বিষয়ে একো নকৰাকৈ থাকাৰ আৱশ্যক নকৰে। আজিকালিৰ স্কুল-কলেজৰ শিক্ষাৰ ভিতৰতো আমি অনেক কাম কৰিব পাৰোঁ যাক আমি নকৰোঁ। মই বঢ়িয়াকৈ জানো যে ছাত্ৰবিলাকে কোনো কাম-কাজ কৰিবৰ কাৰণে বৰ আগ্ৰহান্বিত। কিন্তু কি কাম কৰিলে বিশেষ লাভ হয়, কোনটো কাম তেওঁলোকে ভালকৈ কৰিব পাৰে এইবিলাক বিষয়ত তেওঁলোকৰ অভিজ্ঞতা নাই। আমাৰ সমাজৰ অৰ্থাৎ দেশৰ হকে এনে হাজাৰেক কাম আছে, যাক ছাত্ৰবিলাকে অতি সুকলমে কৰিব পাৰে কিন্তু সেই ছাত্ৰশক্তিক সহায় কৰি চলাবলৈ কোনো এজন মানুহ বা কোনো অনুষ্ঠান নাই। ছাত্ৰসন্মিলন-বিলাকৰ এনেটো উদ্দেশ্য হোৱা উচিত। কিন্তু মই যিমান ছাত্ৰসন্মিলন দেখিছোঁ সকলোবিলাকে বিছুমান ফেনিল সিদ্ধান্ত ( frothy resolution ) গ্ৰহণ কৰিয়েই কৰ্তব্য কৰা হল বুলি ভাবে। মই আশা কৰোঁ ছাত্ৰবিলাকে ভাল কৰি যেন বুজে যে কথাই কাম নহয়। কাম কৰিবলৈ হলে অধ্যৱসায়, পৰিশ্ৰম আৰু আশান্বিত হৃদয় ( optimism ) আৱশ্যক।

তেওঁলোকে কি কি কাম কৰিব পাৰে, তাৰ তালিকা এটি মই দিব পাৰোঁ; আৰু আনেও দিব পাৰে। কিন্তু তালিকাই যথেষ্ট নহয়। বহুত দিনৰ আগতে মই ছাত্ৰ সমাজক সমাজ-সেৱা-সংঘ এটা পাতি নিয়মিতভাৱে আৰু কৰ্তব্য বুলি লৈ কিছুমান কাম কৰিবলৈ পৰামৰ্শ দিছিলোঁ। বোধ কৰোঁ সেই পৰামৰ্শৰ কথা অনেকৰ চকুত নপৰিল, আৰু অনেকে তাৰ ভিতৰত কিবা কাৰ্য্যকৰী কথা থাকা বুলি নললে।

মই এতিয়াও সেই পৰামৰ্শ দিওঁ। দেশত স্বাস্থ্য-নীতি বেপাৰ বাণিজ্য, শাসন, বিজ্ঞান আদি কৰি বৰ্ত্তমান জগতৰ সকলোবিলাক প্ৰগতিৰ সাধাৰণ জ্ঞান প্ৰচাৰৰ অৰ্থে ছাত্ৰ সমাজৰ পৰা অতি অলপ কষ্টতে অনেক কাম হব পাৰে। এই বিষয়ে মই আমাৰ জনা-বুজা কেইবাজনো শিক্ষক আৰু আন লোকৰ লগত পৰামৰ্শও কৰিছোঁ। যোৰহাটৰ ছাত্ৰ-সমাজে যদি এনে এটা অনুষ্ঠান গঠন কৰিবলৈ হাতত লয় তেনেহলে তেওঁলোকক মই মোৰ বুদ্ধি-বিবেচনাই কুলায় মানে সহায় কৰিবলৈ বৰ ভাল পাম।

কোনো মানুহ বা জাতি ডাঙৰ হব খুজিলে সেই মানুহ বা জাতিৰ দোষ-গুণ স্বভাৱ সকলো যিমান পাৰি জানিললেহে সেই মানুহৰ বা জাতিৰ উন্নতিৰ অৰ্থে যত্ন কৰা সম্ভৱ হয়। আমিও আমাৰ দুৰ্বলতাবিলাক আৰু আমাৰ বল কোন কোন কথাত ইত্যাদি কথা বুজি লব লাগে। তেহে আমাৰ জাতিৰ উন্নতিৰ অৰ্থে আমি ধাৰা লগাই কাম কৰিব পাৰিম। এইবিলাক বুজিবলৈ আৰু এইবিলাকৰ বিষয় গভীৰভাৱে অধ্যয়ন আৰু আলোচনা কৰিবলৈ মই ডেকা-সমাজক আহ্বান কৰোঁ। আমাৰ মনত অনেক ক্ষুদ্ৰতা আৰু সংকীৰ্ণতা আছে। সেইবোৰ পৰিহাৰ কৰিবলৈ মই ছাত্ৰ-সমাজক অনুৰোধ কৰোঁ। অনেক সময়ত আমাৰ আদৰ্শ ক্ষুদ্ৰ; অনেক সময়ত আমাৰ কৰ্মশক্তি ক্ষীণ; জীৱন-যাপনত, অকল অৰ্থত নহয়, ভাবতো আমি অনেক সময়ত দীন। মই ছাত্ৰসকলক কওঁ, এই ক্ষুদ্ৰতাক বৰ্জন কৰা, এই ক্ষীণতাক জয় কৰা, আৰু এই দৈন্যক দূৰ কৰা। ভবিষ্যত তোমালোকৰ; তাক মহৎ কৰা, উজ্জ্বল কৰা।

মোৰ বক্তব্যৰ ইয়াতে সামৰণি কৰিলোঁ। আপোনালোকে ধীৰভাৱে ইয়াক শুনাৰ বাবে আপোনালোকক আকৌ কৃতজ্ঞতা জনাই নমস্কাৰ কৰিছোঁ আৰু ছাত্ৰবিলাকে মোক মোৰ মনৰ দুটা কথা কবলৈ সুযোগ দিয়াত তেওঁলোকৰো শলাগ লইছোঁ।*

* জেউতি, অষ্টম বছৰ, দ্বিতীয় সংখ্যা, মাঘ ১৮৫৬ শক।
যোৰহাট ছাত্ৰ সম্মিলনৰ বাৰ্ষিক অধিবেশন ১৯৩৪ চনৰ ৩ নবেম্বৰ তাৰিখে অনুষ্ঠিত হৈছিল। —সং, শ গো ব.

# বালিগাওঁ ছাত্ৰ সন্মিলন

**বন্ধুসকল!** আপোনালোকে মোৰ অভিবাদন গ্ৰহণ কৰক। ছাত্ৰ আৰু শিক্ষকৰ এই মেলত যোগ দি আপোনালোকে আমাক ধৰুৱা কৰিলে। আপোনালোকৰ আশীৰ্বাদত আৰু সহানুভূতিত আমাৰ সদ উদ্দেশ্য যেন সিদ্ধ হয়।

**ছাত্ৰবৃন্দ!** তোমালোকে মোক এই সন্মিলনৰ সভাপতি কৰি মাতি আনিছা। তোমালোকে আশা কৰিছা মই তোমালোকক সজ উপদেশ দিব পাৰিম বুলি। সেইদেখি

মোৰ বুদ্ধি আৰু বিবেচনাৰে কুলায় মানে তোমালোকৰ হিত চিন্তা কৰি দুটা এটা কথা কবলৈ মন কৰিছোঁ। তোমালোকে জানা, আৰু নাজনা যদিও জানা উচিত, যে আপাত মনোৰম বস্তু মাত্ৰেই উপকাৰী নহয়; আৰু প্ৰায়েই উপকাৰী বস্তুৰ প্ৰথম আস্বাদ সুৰদি নহয়। সেই দেখি মোৰ কোৱা কথাবোৰ হঁটা হলেও, তাৰ প্ৰকৃত অৰ্থ আৰু উদ্দেশ্যলৈ মন কৰিবা। মোৰ কথা শুনি এতিয়া খং খোৱা যদিও, পাছে পৰে বুজিব পাৰিবা যে সেইবোৰ কথা তোমালোকৰ কল্যাণ কামনা কৰিহে কৈছোঁ।

তোমালোকৰ সন্মিলন পতাৰ উদ্দেশ্য নিশ্চয় ভাল। আৰু এই সন্মিলনৰ পৰা কিবা ভাল হব বা এই সন্মিলন পাতা কামটোই এটা ডাঙৰ কাম, এনেবোৰ কথা ভাবি তোমালোকে আজিৰ এই সন্মিলন পাতিছা, আৰু তোমালোকৰ দৰে আন আন ছাত্ৰয়ো এনে সন্মিলন পাতে।

তোমালোকৰ ভিতৰত যদি Baconৰ ৰচনা পঢ়া কোনোবা আছা, বা যিবিলাকে আগলৈ পঢ়া, সেই কেইজনে জানিব পাৰিবা, যে Baconএ Idols of the Market Place বুলি এটা কথা কৈছে। ইয়াৰ অৰ্থ স্বভাৱতে চলতি ফেচনমতে চলে। আমি এইদৰে চলি আমাৰ জীৱনত বহুতো ভুল কৰোঁ। সন্মিলন পাতা কথাটোও Market Placeৰ এটা Idol, অৰ্থাৎ আজিকালিৰ দিনত চলতি ফেচন। আসাম সন্মিলন সাহিত্য সন্মিলন, ছাত্ৰ সন্মিলন, মহিলা সন্মিলন, কছাৰী সন্মিলন, চুটিয়া সন্মিলন, যুৱক সন্মিলন, মৌজাদাৰ সন্মিলন, শিক্ষক সন্মিলন, আৰু অনেক অনেক সন্মিলনে অসম দেশখনক বেছ কৰি ছাটি ধৰিছে। আমাৰ দেশখনত গছ বন পাহাৰ পৰ্বত বেছি বুলি আন লোকৰ ধাৰণা। হিচাব কৰিলে আমাৰ সন্মিলনৰ সংখ্যাও নিচেই তাকৰ নহয়। এই সন্মিলনবোৰৰ পৰা লাভ লোকচান কি হয় তাৰ হিচাবৰ কথা মই নাজানো, আৰু নকওঁ; আৰু তাক কবৰো ই ঠাই নহয়।

কিন্তু এখান ছাত্ৰ সন্মিলনে মোক সভাপতি কৰি মাতি আনিছা যেতিয়া, ছাত্ৰ সন্মিলনৰ পৰা কি লাভ বা লোকচান হব পাৰে, তাক মই অৱশ্যে কব লাগিব।

মই মুক্ত-কণ্ঠে-স্বীকাৰ কৰিছো ছাত্ৰ সন্মিলনে কৰিব পাৰা লাভ হবলগীয়া অনেক কাজ আছে; আৰু সেইদৰে, নকৈ নোৱাৰোঁ, যে ইয়াৰ পৰা লোকচান হবলগীয়া কথাও আছে বহুত।

প্ৰধান এটা লোকচান হৈছে কথাৰ কুহকত ভোল যোৱা। কুহক শব্দৰ অৰ্থ ভেল্কি, বা মেজিক। আমি সভা সমিতি কৰি অনেক বৰ কথা কওঁ। আৰু গধুৰ গধুৰ বচন আওৰাওঁ; কিছুমান প্ৰস্তাৱ তোলোঁ, কিছুমান সিদ্ধান্ত গ্ৰহণ কৰোঁ। এইখিনি কৰি অটাই ভাবোঁ যে আমি কিবা এটা মহৎ কাৰ্য কৰিলোঁ; আমাৰ এই বিপুল কথা কোৱা অনুষ্ঠানৰ জোৰত আমাৰ দেশখন কেইখোপমান ওপৰলৈ উঠিল; আৰু আমাৰ যশ কাকতে-পত্ৰই ওলাই পৃথিবীখনকে (অৰ্থাৎ অসম উপত্যকাৰ বৰ বেছি পাঁচখন জিলাৰ এশভাগৰ এভাগ মান মানুহৰ মনত) তোলপাৰ লগালে। সভাৰ অন্তত সভাপতিয়ে আৰু আন বক্তা দুই চাৰি জনেও কয় যে কথাৰে একো নহয়; কামেহে আমাক লাগে। Speech is Silvern,

deed is golden—বচন ৰূপৰ, কিন্তু কাম সোনৰ। কিন্তু সভাপতি আৰু সদস্য আৰু শ্ৰোতা সকলেও কয় আৰু শুনে। কওঁতাই ভাবে কলোঁ যেতিয়া মোৰ কাম হল; আৰু শুনোতায়ো ভাবে, কোৱাই কৈছে, আমি শুনিব লাগে শুনিছোঁ; যি কয় তেওঁ কৰি দেখুৱাওক। বা যি পাৰে তেওঁ কৰক। এই দৰে এই কূট চক্ৰত ( vicious circle ) পৰি আমি চল্‌তি ফেচনৰ সভা সমিতি সন্মিলন পাতো, চল্‌তি ফেচনৰ কথা কওঁ, আৰু চল্‌তি ফেচনমতে ঘৰলৈ উলতি গৈ ঘুমতি মাৰোঁ। ই এবিধ কথাৰ কুহক, এই ভেল্কিত আমি ভোল যাওঁ; এই মেজিকে আমাক নিষ্কৰ্মা বাক্যবাগীশ কৰি তোলে। ইয়াৰে এটা উদাহৰণ দিওঁ। যোৱা ৰবিবাৰৰ দিনা দেৰগাৱঁত ছাত্ৰ সন্মিলন হৈছিল। তাৰ উদ্যোগ আৰু উৎসাহ ভালকৈ দেখিলোঁ। মানুহ গোট খাইছিল বহুত; আৰু ছাত্ৰবিলা'কেও পাৰে মানে দেহে কেহে খাটি সন্মিলনখান পাতিছিল যেন লাগিল। কিন্তু তেওঁলেকো কথাৰ কুহকৰ হাত সাৰিব পাৰা নাই। দহোটা কি বাৰটা প্ৰস্তাৱ কৰা হল। এটাৰ বাহিৰে আন কোনোটোতে ছাত্ৰ বিলাকে নিজে কৰিবলগীয়া দায়িত্ব লোৱা নেদেখিলো। বিশেষকৈ, এটা প্ৰস্তাৱ আছিল স্থানীয় মজলীয়া স্কুলৰ ওচৰতে থকা পুখুৰীটো মইলা হৈছে। তাক পৰিষ্কাৰ কৰিবলৈ লোকেল বোৰ্ডক অনুৰোধ কৰিব লাগে। এই প্ৰস্তাৱটো কথাৰ কুহকৰ এটা প্ৰকৃষ্ট উদাহৰণ। মোৰ মনেৰে ছাত্ৰ সন্মিলনৰ উদ্দেশ্য সিদ্ধ হলহেঁতেন, যদি মজলীয়া স্কুলৰ লৰাবিলাকে পুখুৰীটো নিজে নিজে ভাল কৰি ললেহেঁতেন, বা দেৰগাৱঁৰ ছাত্ৰবিলাকৰ মাজৰ পৰা কেইজনমান ওলাই সেই কাম কৰিলেহেঁতেন। ইমানবিলাক ছাত্ৰৰ পক্ষে কামটো নিচেই উজু। বিপদো তাত একো নাই। অথচ, এই কাম কৰাৰ পৰা ছাত্ৰৰ কামৰ স্পৃহা তৃপ্ত হলহেঁতেন, ৰাইজৰ উপকাৰ হলহেঁতেন, আত্ম-নিৰ্ভৰশীল হবলৈ ছাত্ৰৰ শিক্ষা হলহেঁতেন, আৰু গাৱঁলীয়া মানুহৰ মাজত এই কামে এটা আদৰ্শ দেখুৱালেহেঁতেন। বোৰ্ডৰ ওচৰলৈ দৰ্খাস্ত এখন পঠাবলৈ ছাত্ৰৰো আৱশ্যক নকৰে। ইমান আড়ম্বৰ কৰি সন্মিলন পাতাৰো দৰকাৰ নাই।

দেৰগাওঁ সন্মিলনক এই কথাৰে মই অযথা নিন্দা কৰিব খোজা নাই। ই এটা উদাহৰণহে। সকলোবিলাক কথাই এই ৰূপ, ছাত্ৰ সন্মিলনেই হ'ক বা আন সন্মিলনে হক। আমি কেইটামান প্ৰকাণ্ড প্ৰকাণ্ড কল্পনা কৰি কেই আখাৰমান বহল-বহল কথা কওঁ; আৰু তাতে আমাৰ কৰ্মকুশলতাৰ ওৰ পৰে। অথচ অসভ্য বুলি আমি যাক হাহোঁ, তেনে গাৰো ছাত্ৰৰ প্ৰণালী অন্য ৰূপ। তুৰা মজলীয়া ইংৰাজী স্কুল গৱৰ্ণমেণ্টৰ। তিনি বছৰ পূৰ্বে তাত এখন খেল-পথাৰ লাগে বুলি লিখিলোঁ, ডিপুটি কমিছনাৰে মাটি দিলে। পাহাৰ কোটি সমান কৰিবলৈ প্ৰায় দেৰ হাজাৰ টকাৰ আৱশ্যক হল। টকা নাই। ছাত্ৰবিলাকক কোৱা হ'ল। "তোমালোকে খেলাৰ ঠাই নিজে তৈয়াৰ কৰি লোৱা, আমি যি পইচা পাৰোঁ খেলৰ সঁজুলি কিনিবলৈ দিম।" এইবাৰ ৰিপোৰ্ট পাইছোঁ। সেই ঠাইখন তৈয়াৰ হল।

প্ৰাচীনবিলাকে "বহ্বাৰম্ভে লঘু ক্ৰিয়া"ৰ কেইটামান উদাহৰণ দি গৈছে। যেনে, অজ যুদ্ধ, ছাগলিৰ যুদ্ধ, ঋষিৰ শ্ৰাদ্ধ, শৰৎকালৰ মেঘৰ গৰ্জন আৰু দম্পতিৰ কলহ। তেওঁবিলাকৰ দিনত সন্মিলন পাতা পদ্ধতি প্ৰচলিত থকা হলে, এই সংস্কৃত শ্লোকটোত "সন্মিলন বাক্যে চৈব" এই কথা আখাৰে কিবা প্ৰকাৰে সুমাই দিলেহেঁতেন।

,, সন্মিলনৰ সভাপতি হৈ সন্মিলনকে তাচ্ছিল্য কৰি এইদৰে কথা কোৱা দেখিবলৈ বৰ অশোভন যেন পায়—ইংৰাজীত ইয়াকে 'bad taste' বুলি মৃদু ভৎর্সনাও কৰিব পাৰা যায়। কিন্তু মই ছাত্ৰ সন্মিলনৰ সভাপতিৰ বাব স্বীকাৰ কৰিছোঁ—মোৰ good taste বা bad tasteৰ মহলা দিবলৈ নহয়, বা মোৰ যশ ফাটি ফুটি যাক, মোৰ নাম কাগজে-পত্ৰই বাহিৰ হৈ দেশত এটা খলক লাগক—এই বুলিও নহয়। ঘটনা-চক্ৰত মই ছাত্ৰবিলাকৰ উপদেশক স্থানত পৰিছোহি। তেওঁবিলাকেও মোক মাতি আনিছে মই কিবা ভাল উপদেশ দিব পাৰিম বুলি। সেই দেখি, মই যি ভাল বুলি বুজোঁ, তাকে কোৱা যুগুত।

এতিয়া তোমালোকে মোক সুধিব পাৰা, মইনো তোমালোকক কি কৰিবলৈ কওঁ। সেই কথাৰ উত্তৰ দিবলৈ মই সাজু আছোঁ।

ওপৰে ওপৰে কব পাৰি, তোমালোক ছাত্ৰ যেতিয়া, ছাত্ৰৰ কাম কৰা। ছাত্ৰৰ কি কাম তাক সকলোৱে জানে বুলি আগৰ দিনত হলে ভাবিব পাৰা আছিল। কিন্তু আজি-কালি ছাত্ৰৰ ওপৰত ইমান কামৰ ভাৰ দিয়া হয় যি ছাত্ৰই নিজে বুজি উঠিবলৈ টান পায়, তেওঁ লোকৰনো প্ৰকৃত কাম কোনটো বা কোন কেইটা। যেতিয়াই নতুন কিবা এটা কথা ওলায়, তাকেই ছাত্ৰই কৰিব লাগে বুলি কোনো কোনো মানুহে ভাবে। পঢ়াৰ বিষয়তে ইয়াৰ বহুতো উদাহৰণ পোৱা যায়। ডাক্তাৰবিলাকে কয় যে স্বাস্থ্য ডাক্তৰি সম্পৰ্কে সকলো কথা স্কুলত শিকাব লাগে; কো-অপাৰেটিভ ডিপাৰ্টমেণ্টৰ বিষযাবিলাকে, কো-অপাৰেচন কৰি কেনেকৈ দেশৰ উন্নতি হব পাৰে, তাক ছাত্ৰক শিকাব খোজে; মিতাচাৰ সমিতিৰ ফালৰ পৰা কানি, ভাং, মদৰ কথা ছাত্ৰক শিকাবলৈ অনুৰোধ আছে; Policeএ কয় সাধাৰণ আইন-কানুন ছাত্ৰই জনা উচিত, আৰু তেওঁলোকক অপৰাধ-দমন কাৰ্য্যত ছাত্ৰই সহায় কৰা যুগুত; Politician-বিলাকৰ মনেৰে ছাত্ৰই হে সকলো আন্দোলনৰ আচল সম্বল। ইয়াৰ উপৰি যি জনে কোনো এটা বিষয়ৰ ওপৰত কোনো এটা প্ৰবন্ধ বা পদ্য বা কিতাপ লিখে, তেওঁৰ ধাউতি—কেনেকৈ তেওঁৰ লিখাৰ বিত্তোপন জ্ঞান আৰু মধুৰ সোৱাদ দান কৰি ছাত্ৰকুলক কৃতাৰ্থ কৰিব পাৰে। ইফালে বজাৰত গোলমাল হলে দায় পৰে ছাত্ৰৰ ওপৰত; আলিবাটেদি কোনোবাই চুৰত খাই গলে অপৰাধ হয় ছাত্ৰৰ; খেলৰ ফিল্ডত মাৰামাৰি লাগিলে জগৰ লাগে ছাত্ৰৰ গাত। ছাত্ৰবিলাকৰ শাৰীত থিয় হৈ এই কথাবিলাক ভাবি চালে, তেওঁলোকৰ লগত সহানুভূতি নকৰিও নোৱাৰি।

ইমানবিলাক উপদেশ-আদেশৰ মাজত ছাত্ৰৰ কৰ্তব্য বিচাৰি উলিয়াবলৈ টান পালেও ছাত্ৰক প্ৰকৃততে দোষ দিব নোৱাৰি। সেই দেখি মই দুটামান মুঠ মুঠ কথা কম। এই কেইটা কথা অতি সাধাৰণ; সেই কাৰণেই হব পায়, তাৰৈকে আজিকালি কোনেও কাম নকৰা হল।

সকলো ধৰ্মৰ মূল শৰীৰ। ছাত্ৰৰ ধৰ্মৰ মূলতো সুস্থ শৰীৰ। ইও শুনাত অতি সাধাৰণ কথা। বৰ বৰ সন্মিলনৰ সভাপতিৰ মুখত এই কথা শুনুৱায়। কিন্তু তোমালোকৰ সন্মিলনো তিমান বৰ নহয়। আৰু তোমালোকৰ সভাপতি তিমান বৰমূৰীয়া নহয়। সেই দেখি নিতৌ লাগতিয়াল কথা কলেও আমাক কোনেও লাজ দিব নোৱাৰে; আৰু লাজ দিব খুজিলেও আমি লাজ নাপাওঁহঁক।

জানি-শুনিও স্বাস্থ্যৰ কাৰণে আমি যিমানখিনি মন কৰিব লাগে তিমানখিনি মন নকৰোঁ। ইংৰাজীত যাক Hygiene বোলে, তাৰ কথা নকওঁ এই। অৰ্থাৎ ভাল পানী, বতাহ আৰু পোহৰ চলাচল কৰিব পাৰা ঘৰ, পুষ্টিকৰ খাদ্য, চাফা-চুকা বাট-ঘাট-আলি-পদূলি এনেবিলাক স্বাস্থ্যৰ উপকৰণ ছাত্ৰৰ নিজৰ শক্তিৰ ওপৰত নিৰ্ভৰ নকৰে। আমি যি গাৱঁত থাকো আৰু যি সমাজৰ মানুহ, সেই গাওঁ আৰু সমাজৰ উন্নতি হলেহে এইবোৰ অৱস্থাৰ উন্নতি হব। কিন্তু আমাৰ নিজৰ অভ্যাসৰ দোষত আমি স্বাস্থ্যৰ বহুত হানি কৰোঁ। দেহ আৰু মন পবিত্ৰ ৰাখা স্বাস্থ্যৰ প্ৰধান সম্বল। চাবোনেৰে গা ধুই, ধোবাই ধোৱা কাপোৰ পিন্ধি, মূৰত গোন্ধ তেল ঘঁহিলেও দহ নিকা নহয়। কুঅভ্যাস নললে হে আৰু ললেও এৰিলেহে দেহ পবিত্ৰ হয় স্বাস্থ্য অটুত থাকে। ছাত্ৰবিলাকে এই কথালৈ বিশেষ মনোযোগ দিয়া উচিত। কোনো বেয়া অভ্যাসকে এৰিবলৈ টান নহয়। মনটো মুঠে ডাঠ কৰিব লাগে। Jamesৰ Psychologyত এটা আখ্যান দিয়া আছে। অষ্ট্ৰেলিয়াৰ এজন বন্ধুৱাই বৰ মদ খায়। তেওঁৰ মদ এৰিবৰ বৰ মন; অথচ খোৱাৰ সময়ত প্ৰলোভন এৰিব নোৱাৰে; বা মদৰ দোকান দেখিলে তাত নোসোমাই নোৱাৰে। সেই দেখি তেওঁ এদিন এখন জাননী দি সকলো চিনা-জানা মানুহকে জনাই দিলে যে যেয়ে তেওঁক মদৰ দোকানত দেখিব, তাকে পাঁচোটাকৈ টকা দিব। ইয়াৰ পাছত কেইদিনমান মদ খোৱাৰ উপৰিও, এইদৰে টকা খৰচ কৰিবলগীয়া হল। ক্ৰমে ক্ৰমে টকা খৰচৰ ভয়ত তেওঁ মদৰ দোকানত সোমাবলৈ এৰিলে; আৰু শেষত মদ খোৱা অভ্যাসকে পৰিত্যাগ কৰিবলৈ সমৰ্থ হল।

ইয়াৰ অৰ্থ এই নহয় যে আমি আমাৰ দোষবিলাক জাননী দি ফুৰিব লাগে। ইয়াৰে অৰ্থ এইহে যে আমি কোনোটো বদ অভ্যাস এৰিব খুজিলে, প্ৰলোভনৰ ঠাই, সুবিধা, সময় — এইবিলাক ত্যাগ কৰিব লাগে। আমি দৃঢ়প্ৰতিজ্ঞ হব লাগে। আৰু দেখাত অসুবিধা বা ক্ষতি স্বীকাৰ কৰিও, সেই বদ অভ্যাস ত্যাগ কৰিব লাগে।

সজ গ্ৰন্থ পাঠ আৰু সজ আলোচনাৰ পৰা মন পবিত্ৰ থাকে। মন পবিত্ৰ থাকিলে শৰীৰে বেয়া কাম কৰিবলৈ টান পায়।

স্বাস্থ্যৰ দ্বিতীয় সম্বল শাৰীৰিক পৰিশ্ৰম। ফুটবল খেলাই একমাত্ৰ পৰিশ্ৰম নহয়। আৰু সৰ্বোৎকৃষ্ট পৰিশ্ৰম নহয়। খৰি ফলা, কোৰ মাৰা, গছ কাটা, কাঠৰ বা লোৰ কাম কৰা, হাল বোৱা এইবিলাক কামৰপৰা শৰীৰৰ পৰিশ্ৰমো হয়, আৰু আমাৰ নিজ ঘৰৰ লাভো হয় যথেষ্ট। বেছি নালাগে, আমি প্ৰত্যেকে নিজৰ পৰিশ্ৰমৰে দুই এজোপা শাক পুলি তুলিব পাৰিলেও, যোৰহাটৰ নিচিনা ঠাইত খোৱা বস্তুৰ অভাৱত মানুহ আধা পেটে থাকিব নালাগিল-হেঁতেন। ইংৰাজবিলাকৰ প্ৰত্তিজনেই এনে একোবিধ কাম Hobby স্বৰূপে লৈ কৰিবলৈ শিকে। মই যি কেইজন ইংৰাজক চিনি পাওঁ, তেওঁলোকৰ প্ৰত্যেকৰে এনে একোটা Hobby আছে। আমাৰ আগৰ জনা D. P. I কানিংহাম চাহাব ফুলনি তৈয়াৰ কৰাত বৰ পকা আছিল। তেওঁ নিজে কোৰ মাৰি, শিল গোটাই, বাট বান্ধি, ফুল গছৰ গুৰি খুচৰি, পানী দি বৰ আনন্দ উপভোগ কৰিছিল। ইংৰাজবিলাকে কোনো কাম কৰে দেখিয়েই আমিও কৰিব

লাগে—আজিকালি এইদৰে কথা কোৱাও দোষ কিন্তু ভাল অভ্যাস ইংৰাজবিলাকৰ পৰা শিকিলেও অপৰাধ নহব।

চাইকেল আৰু ঘোঁৰাত উঠি ফুৰিবলৈ যোৱাও বৰ ভাল পৰিশ্ৰম। কিন্তু তাৰ বাবে ধন লাগে। ধন খৰচ নোহোৱা আৰু শিক্ষা আৰু আনন্দ দিব পাৰা এবিধ উৎকৃষ্ট পৰিশ্ৰম আছে। সেয়ে হৈছে খোজ কাঢ়ি ফুৰা। ফুৰা অৰ্থে হাতত সৰু লাঠি-এডাল লৈ আলি বাটে-আলি বাটে আধা মাইল বা এমাইল খোজ কাঢ়াৰ কথা কোৱা নাই। মই যি ফুৰাৰ কথা কৈছো ইংৰাজীত তাক Hiking বোলে। এদিন যেনিবা বন্ধ পালা। আমি কি কৰো? খাওঁ লওঁ আৰু শোওঁ। কেতিয়াবা তাচ্ খেলোঁ; বা ইঘৰ সিঘৰ কৰোঁ। তাকে নকৰি, মোনা এখনত অলপ খোৱা বস্তু লৈ, দুইজন চাৰিজন লগ লাগি বাৰ মাইল বা পোন্ধৰ মাইল দূৰলৈ ফুৰিব লৈ গলে কেনে মজা হয়! শৰীৰৰ পৰিশ্ৰম হল, বিমল আনন্দ হল, ঠাই দেখি অভিজ্ঞতা হ'ল আগলৈ ফুৰা-চাকা কৰিবলৈ শিক্ষা হ'ল। দীঘলীয়া বন্ধত, কেইজনমান বন্ধু লগ লাগি এইদৰে, শিৱসাগৰ, গৰম পানী, কহিমা, সদিয়া, পৰশুৰামকুণ্ড, এইবোৰ চাই সুফুৰোঁ কিয়? ইয়াত খৰচ সমুলি নাই। অলপতে মেট্ৰিক পাছ কৰা লৰা এজনে নলবাৰীৰ পৰা ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰেদি খোজ কাঢ়ি আহি সদিয়া পাইছিলগৈ। আৰু আজি দুইদিন হল ইয়াৰপৰা উত্তৰ লক্ষীমপুৰলৈ গৈছে। তাৰপৰা তেওঁ উত্তৰ পাৰে পাৰে খোজ কাঢ়ি গৈ গুৱাহাটী ঘাটত পাৰ হব। আৰু তাৰপৰা শ্বিলং পাবগৈ। তেওঁ ঘৰৰ পৰা চাৰি আনা পইচা আনিছিল। তেওঁৰ সকলো খৰচ পাঁচোটা মান টকা হৈছে।

মই আশা কৰোঁ এইদৰে অসমীয়া লৰাই সৰু সুৰা adventure কৰিবলৈ শিকিব। এইবিলাক কামৰ পৰা তেওঁলোকৰ শৰীৰ আৰু মন ভালে থাকিবই, শিক্ষাও হব বহুত; আৰু জাতীয় জীৱনত নতুন উৎসাহ আৰু উদ্যমে দেখা দিব।

নিজৰ শৰীৰ ভালে ৰাখাৰ পাছতে, ছাত্ৰৰ দ্বিতীয় কৰ্তব্য স্কুলৰ বা কলেজৰ পঢ়া। অনেকৰ মানত এই কথাটোও অতি সাধাৰণ আৰু সন্মিলন পাতি আলোচনা কৰিবৰ কাৰণে অতি তুচ্ছ। কিন্তু আজিকালি যেনে দেখিছো ক্ৰমে ক্ৰমে ছাত্ৰ হৈ পাঠ পঢ়া কথাটো লাজৰ বিষয়ে হবগৈ যেন পাওঁ। আমি সভা পাতিম, সন্মিলন পাতিম, বক্তৃতা দিম, প্ৰবন্ধ লিখিম, মিলে যদি ভোজ-ভাত খাই ফুৰিম। বন্ধুৰ ঘৰে ঘৰে যাম, গান বাজনা কৰিম, মুষ্টি ভিক্ষা লৈ ওলাম, দেশৰ হিতৰ অৰ্থে বৰ বৰ কল্পনা কৰিম, আৰু ডাঙৰ ডাঙৰ কথা কম; এইবিলাক কৰি আটাই যদি সময় পোৱা যায়, তেতিয়া আমাৰ অভিভাৱক আৰু শিক্ষকসকলৰ প্ৰতি পৰম কৃপা পৰবশ হৈ বিছনাত শুই পৰিলে অলপ পঢ়া কৰিম। সকলোৱে বুলি কোৱা নাই; অনেক ছাত্ৰৰ মতি-গতি এনে হৈছেগৈ। তেওঁলোকৰ পক্ষে পঢ়াটো of third rate importance, ই এবিধ তৃতীয় শ্ৰেণীৰ কাম; তাক পাৰিলে কৰিব লাগে, নোৱাৰিলেও কোনো কথা নাই। কলেজত এবছৰ ফেল কৰি থকা এক প্ৰকাৰে লাভৰ কথাহে; অভিভাৱকৰ টকাৰে আৰু এটা বছৰ খাই বৈ মোজ কৰি ডাঙৰ ডাঙৰ কথা কৈ বুকুখান বহল কৰি লবৰ আৰু এটা সুযোগ ঘটিল।

সকলো দেশৰ ছাত্ৰৰ মাজতে এনে ভাবৰ লৰা আছে, আৰু সকলো লৰাই মাজে-সময়ে relaxation লৈ অৱসৰ বুজি অলপ ফূৰ্তি কৰা ভাল। কিন্তু ছাত্ৰ হৈ পাহৰিলে নচলে যে পঢ়া আৰু পৰীক্ষা পাছ কৰা ছাত্ৰৰ সৰ্বপ্ৰধান আৰু প্ৰথম কৰ্তব্য। অসমীয়া লৰাৰ পক্ষে এই কথা বিশেষ মন কৰিবলগীয়া। আমাৰ ছাত্ৰ অলপ কেইজন মান; আৰু প্ৰায়বিলাকে পৰস্পৰে জানা-শুনা। এওঁবিলাকৰ কিছুমানে পঢ়া-শুনালৈ পিঠি দিলে, অকল তেওঁবিলাকৰেহে অন্যায় হয়, এনে নহয়, তেওঁলোকৰ উদাহৰণ দেখি মনে মনে পঢ়া-শুনা কৰিব খোজা ছাত্ৰৰ যত্ন আৰু কিছু শিথিল নহৈ নোৱাৰে।

পঢ়া আৰু পাছ কৰা কথাক উপলুঙা কৰিলে নিজৰ হে হানি হয়। যিবিলাকে উপলুঙা কৰে, তেওঁলোকৰ মনোভাবৰ মূলত Grapes are sour—এই সাধুটো হে। অৰ্থাৎ আমি কৰিব নোৱাৰিলো, গতিকে সি বেয়া। মই এটা কথালৈ মন কৰিবলৈ কওঁ। আজি গোটেই ভাৰতবৰ্ষত যি কেইজন ডাঙৰ মানুহ, তেওঁলোকৰ প্ৰতিজনেই কঠোৰ পৰিশ্ৰম কৰি পঢ়া-শুনা কৰা মানুহ। এই কথা পৃথিবীৰ সকলো ডাঙৰ লোকতো খাটিব। Ramsay Mcdonald বা ৰবীন্দ্ৰনাথ ঠাকুৰৰ দৰে দুই এজন লোকে Universityৰ degree নোলোৱাকৈও ডাঙৰ মানুহ হৈছে। তাৰ কাৰণ আন-যেনে Ramsay Mcdonald-ৰ তেনে সুযোগ নঘটিল, আৰু ৰবীন্দ্ৰনাথে সেই সুযোগ নললে। কিন্তু পঢ়া-শুনা কৰিবলৈ তেওঁলোকে যি কঠোৰ পৰিশ্ৰম কৰিছিল, সেই পৰিশ্ৰমে তেওঁলোকক যি কোনো বিশ্ববিদ্যালয়ৰ সৰ্বোচ্চ ডিগ্ৰীৰ সম্মানৰ অধিকাৰী কৰিলেহেঁতেন।

আমি আমাৰ পঢ়াত মন নিদিওঁ দেখি আনন্দৰাম বৰুৱাৰ পাছত আজি পৰ্য্যন্ত কোনো অসমীয়া ছাত্ৰই I. C. S পৰীক্ষা পাছ কৰিব পৰা নাই। অথচ আমাৰ ইয়াৰ স্কুলতে পঢ়ি, যোৱা দহ বছৰৰ ভিতৰত, তিনিজন বঙালী লৰাই I. C. S. হৈ গ'ল। আন আন প্ৰতিযোগিতা পৰীক্ষাতো তেনে অৱস্থা। এনেকি Matriculation পৰীক্ষাতে আমাৰ লৰাই আজি বাৰ-চোধ বছৰৰ ভিতৰত অসমত প্ৰথম, দ্বিতীয় বা তৃতীয় স্থান অধিকাৰ কৰিব পাৰা নাই। আমাৰ স্কুলৰ পৰাই কোনো কোনো বছৰত সেই ঠাই অধিকাৰ কৰা লৰা ওলাইছে; কিন্তু তেওঁলোকৰ কোনোজন অসমীয়া নহয়।

এই কথাত অসমীয়া ছাত্ৰ সমাজে লাজ পাব নালাগে নে? তোমালোকে যদি এনেকুৱা সামান্য কথাত আন ঠাইৰ ল'ৰাৰ লগত প্ৰতিযোগিতা কৰি জিকিব নোৱাৰা, তেনেহলে ডাঙৰ ডাঙৰ কথা কই জিকিবা বুলি ভাবিছা নে? অথবা আমাৰ দেশত ছাত্ৰ সন্মিলনৰ সংখ্যা সৰহ, আৰু আমাৰ মূল ছাত্ৰ সন্মিলন ৰাজনীতি বিষয়ত ভয়ঙ্কৰ অগ্ৰগামী (forward)। এই গৰ্ব্ব মাৰিয়েই ভাৰতৰ বিশ্ববিদ্যালয় বিলাকৰ পৰা পাছিয়ে পাছিয়ে degree বিলাক আনিব খুজিছা!

অসমীয়া ছাত্ৰ আন দেশৰ ছাত্ৰতকৈ বুদ্ধিত কম নহয়; কিন্তু আন এটা কথাত কম। তেওঁলোকৰ পৰিশ্ৰম কৰিবৰ মন কম। কোনো কোনো কথাত তেওঁলোক আনতকৈ বঢ়াও; যেনে, তেওঁলোকৰ বিলাস বঢ়া, আয়াস বেছি। আৰু এটা কথাত আমি আনৰ লগত নিমিলোঁ। আমাৰ মনে আদৰ্শলয় বৰ ডাঙৰ; কিন্তু আমি সেইদৰে পৰিশ্ৰম নকৰোঁ। আন দেশৰ ছাত্ৰই

আদৰ্শ অনুযায়ী পৰিশ্ৰম কৰিব জানে। আমি অসম দেশৰ অসমীয়া মানুহ, আনৰ দৰে হলে আমাৰ অসম নামৰ গৌৰৱ থাকে কেনেকৈ !

আমি আগেয়ে কওঁ, আৰু তাৰে ভিতৰত মঃয়া এজন ;—যে এতিয়া আৰু degreeৰ মূল্য নাই তাৰ অৰ্থ এই যে degree পালেই আগেয়ে এটা চাকৰি মিলিছিল ; এতিয়া আৰু নিমিলে। সেই দেখি সেয়ে সেয়ে চাকৰিৰ আশা কৰি বি. এ. পঢ়িবলৈ যোৱাৰ আৱশ্যক নাই। কিন্তু পঢ়িবলৈ নোযোৱা এক কথা ; পঢ়িবলৈ গৈ নপঢ়ি কাল কটোৱা সম্পূৰ্ণ বিপৰীত কথা। তুমি যদি নপঢ়া, তেনেহলে তোমাৰ কাৰণে তোমাৰ পিতৃ-মাতৃৰ একো খৰচা নহয় ; আৰু তুমিও তোমাৰ জীৱিকা আৰ্জিবলৈ আন বাট বিচাৰিবা। কিন্তু স্কুল বা কলেজত নাম লগাই নপঢ়া কৰি থাকাঁ, তেনেহলে তোমাৰ কাৰণে কৰা খৰছৰ পইচাখিনি লোকচান হয় ; তোমাৰ সময়-খিনিও এনেই যায়। আগলৈকো তোমাৰ কৰ্তব্যলৈ আওকাণ কৰা অভ্যাস হয় আৰু তুমি এনেহুৱা অকামিলা হৈ পৰিবা যদি পঢ়াই, ভাল কৰি পঢ়িবা ; যদি ডিগ্ৰী লোৱাই, প্ৰথম শ্ৰেণীৰ ডিগ্ৰী লবা। তেতিয়া হলেহে আজিকালিৰ মহঙা বজাৰত তোমাৰ ডিগ্ৰীৰপৰা অলপ উপকাৰ পাবা।

পঢ়াৰ সম্পৰ্কে মোৰ বহুতো কথা কবৰ মন যায়। নপঢ়া ছাত্ৰ দেখিলে মনত বৰ খং উঠে। কলেজলৈ গৈ বাপ-মাওৰ ধন খৰচ কৰি কেৱল কথা চোবাই আৰু চাই, বিস্কুত, কেক, চপ খাই শেষত পৰীক্ষাত ফেল কৰি আহা ছাত্ৰৰ দৃশ্যই মনত যিমান বেজাৰ দিয়ে, তিমান খঙো তোলে। খংখিনি অৱশ্যে প্ৰকাশ কৰিব নোৱাৰোঁ।

তোমালোকক স্বুষ্ঠ আৰু সবল হবলৈ কলোঁ ; আৰু পঢ়া-শুনা কৰিবলৈ উপদেশ দিলো। আৰু এটা মাত্ৰ কথা তোমালোকক কবলৈ আছে। মোৰ মনেৰে এই তিনিটা কথা যদি তোমা-লোকে পালন কৰি চলা, তেনে হলে তোমাৰ জীৱনত সুখ নহৈ নাথাকে।

মোৰ তৃতীয় কথাটো হৈছে, আত্মনিৰ্ভৰশীল হবলৈ শিকা। আনৰ মুখাপেক্ষী হোৱাৰ সমান যন্ত্ৰণা জীৱনত একো হব নোৱাৰে। ছাত্ৰই কি কি বিষয়ত আত্মনিৰ্ভৰ কৰিব পাৰে আৰু কথা যুগুত তাৰে দুটা এটা কথা উনুকিয়াই দিওঁ। ক্ষুদ্ৰ ক্ষুদ্ৰ কথাৰ পৰা এই অভ্যাস কৰিলেহে শেষত সকলো বিষয়ত আত্ম-নিৰ্ভৰশীল হব পাৰিবা। গা ধুবলৈ পানীটোপা তোমাক আনে আনি দিব লাগে কিয় ? বা তিওৱা কাপোৰখনকে মেলিবৰ ভাৰ তোমাৰ মাৰা বা ভনীয়েৰা বা চাকৰৰ ওপৰত দিয়া কিয় ? শুবলৈ তোমাৰ চাৰি-পাটী পাৰি দিবলৈ তুমি কি কাৰণে তোমাৰ মাৰাক বা আন এজনক কষ্ট দিয়া ; এইদৰে নিজৰ কাপোৰ, জোতা, কিতাপ-পত্ৰ, নিজে নিজে চাফা কৰিবা ; নিজে গোট পিট লগাই ৰাখিবা। যি কাম নিজে পাৰা, তাত আনৰ সহায় নিবিচাৰিবা। পঢ়া-শুনাৰ কথাটো এই অভ্যাসৰ অনুশীলন কৰিব লাগে। অনেক সময়ত কোনো এডোখৰ টান পঢ়া পালে, বা কোনো এটা অঙ্ক কৰিব নোৱাৰিলে, মনতে ভাবোঁ "বাৰু থই দিওঁ এতিয়া ; স্কুললৈ গৈ 'মাষ্টাৰৰ' পৰা বুজি লম।" বহুত ভাল ভাল লৰাৰ মনতো এনে ভাব ওপজে। মাষ্টাৰৰ সহায় বিচৰাৰ আগতে আমাৰ শক্তিৰে কুলায় মানে টান পঢ়াখিনি নিজে কৰিবলৈ যত্ন কৰিব লাগে। এইদৰে যুদ্ধ কৰি যদি কৃতকাৰ্য্য হোৱা, তেতিয়া কিমান বিমল

আনন্দ পাবা! অলপ টান পালেই কাম পেলাই দিবা। সংস্কৃতৰ শ্লোককাকি নাপাহৰিবা—যত্ন কৰিও যদি সিদ্ধি নোপোৱা, তাত দোষ নাই; বৰং গুণ হে। কাৰণ সেই যত্নই পুনৰ যত্ন কৰিবলৈ বল দিব।

এইবোৰ আমাৰ জীৱনৰ নিত্য ঘটনা। আন কথাতো আমি পাৰো মানে নিজৰ ওপৰত ভৰ কৰি চলিব লাগে। কলেজত পঢ়া লৰাবিলাকৰ ভিতৰত অনেকৰে বেছিকৈ খৰচ কৰা এটা ৰোগ হৈছে। তাৰে পৰা অভিভাৱকসকলে বৰ দুখ পায়। তেওঁলোকে যিখিনি খৰচ যোগাব পাৰে, তাৰ অতিৰিক্ত খৰচ হলে তেওঁলোকৰ নিজৰ আৰু ঘৰত থকা লৰা-ছোৱালী কেইটিৰ কষ্ট আৰু দুৰ্দশাৰ সীমা নোহোৱা হয়। যিবিলাক ছাত্ৰ কলেজলৈ যায়, তেওঁলোকে ঘৰৰ পৰা যিমান টকা নিলে চলিব পাৰে তাক আগধৰি ঠিক কৰি জানিব লাগে। সেই হিচাবত পাই থাকিলে, তেওঁলোকে দুনাই ঘৰৰ মানুহক টকা খুজি দুখ আৰু বেজাৰ দিয়া অযুগুত।

ইয়াৰ অৰ্থ এই নহয় যে কলেজলৈ গৈ ছাত্ৰই নিজে আজি নিজৰ খৰচ উলিয়াব লাগে; যদিও আজি এই দৰে নিজৰ খৰচ উলিয়াব পাৰাটো এটা গৌৰৱৰ বিষয়। এনেকুৱা কোনো অসমীয়া ছাত্ৰ মোৰ মনত পৰা নাই। কিন্তু কেই বছৰ আগতে শ্ৰীহট্টৰ এনে এজন ছাত্ৰক লগ পাইছিলোঁ। তেওঁ পুৱা আৰু গধূলি দুখন ঘৰত দুজন সৰু লৰাক পঢ়ায়। এখনত নিজে খায় আৰু টকা পাঁচোটা দৰ্মহা পায়। আনখনত ভায়েকক খুৱায়। দুয়ো থাকে। তেওঁ দৰ্মহাৰ এই পাঁচ টকাৰে তেওঁৰ আৰু ভায়েকৰ পঢ়াৰ আন খৰচা যোগায়। তেওঁ Intermediate পৰীক্ষাত Universityত পঞ্চম হৈছিল; বি. এ. আৰু এম. এ. ত প্ৰথম হৈছিল। আৰু এতিয়া এজন ডাঙৰ ৰাজ-বিষয়া। আমাৰ বৰ্তমান D. P. I Mr Small এওঁ দুটা Private Tution কৰি Dublin University-ত পঢ়া খৰচ উলিয়াইছিল।

আজি তিনি চাৰি বছৰৰ পৰা মন কৰিছোঁ যে কিছুমান স্কুল কলেজত পঢ়া লৰাই পইচা বিচাৰি আছে। তেওঁলোকে পইচা খুজিবলৈ লাজ পোৱা উচিত। বছৰ কেইদিন কোনো প্ৰকাৰে চাকৰি কৰি, আন সময়তো আনৰ ঘৰত খাটি দি, তেওঁলোকে নিজৰ খৰচ দুলিয়াব কিয়? চাকৰি কৰা অৰ্থত মই পানী আনা, বাচন ধোৱা, ভাত ৰন্ধা এই সকলোবিলাক কামকে কৰিবলৈ কওঁ। খোজনীয়া হোৱাৰ হীনতাতকৈ নপঢ়ি থকা ভাল; আৰু কাম কৰি পইচা উলিয়াই নিজৰ ওপৰতে চলিব পাৰাটো গৌৰৱৰ কথা। আগেয়ে গাৱেঁ ছাত্ৰৰ এটা কথা কৈছো। তেওঁলোক এই কথাতো আমাৰ আদৰ্শ স্থানীয় হৈছে। মই দুখনমান গাৱেঁ মজলীয়া ইংৰাজী স্কুলত দেখিলোঁ বহুত দূৰৰ পৰা গাৱেঁ লৰা আৰু ছোৱালী আহি সেই স্কুলত পঢ়িছে। তেওঁলোক কত থাকে খবৰ কৰি জানিব পাৰিলো, যে তেওঁলোকে স্কুল থকা গাৱঁৰ কোনো সম্পত্তিপৰ মানুহৰ ঘৰত থাকি, সেই ঘৰৰ সকলো কামত সহায় কৰে; লৰা লোৱা কামতো কৰেই; হাল বায়, ধান দায়, কাঠ কাটে। তাৰে সলনি সেই সেই মানুহ কেই ঘৰে স্নেহ সেই লৰা-ছোৱালী কেইজনীক খুৱায়, আৰু স্কুলত খৰচ পাতি দি পঢ়ায়।

আমাৰ পৰিশ্ৰম কৰিবলৈ মন নাই। আৰু কায়িক শ্ৰমক লাজৰ বিষয় বুলি ভাবোঁ। এই কাৰণে, খৰি তোখৰ নিজে মেলাই নলওঁ; বজাৰৰ পৰা টোপোলাটো আনিবলৈ লাজ পাওঁ; পাৰিলে বাইচিকল বা মটৰ গাড়ীত উঠি স্কুললৈ যাব পাৰিলেহে মনটো সুত লাগে। আমাৰ সকলো দুখৰ মূলত এই এলাহ আমি যে দুখ লাগা কাম নকৰোঁ আৰু কোনো কামত মন পুতি লাগি নাথাকোঁ—এই দোষে ছাত্ৰবিলাককো কোনো ক্ষেত্ৰত খ্যাতি আৰ্জিবলৈ দিয়া নাই, আৰু গোটাই অসমীয়া জাতিটোকে অকামিলা, খ্যাতিহীন, মৃতপ্ৰায়, পৰানুগ্ৰহাপেক্ষী কৰি থৈছে। অথচ অসমীয়া মানুহ এনেকুৱা নিঃসম্বল হবৰ একো কাৰণ নাই। আমাৰ দেশলৈ যেয়ে যৰে পৰা আহিছে সেয়ে ধন গোটাই পকা ঘৰ বান্ধি সুখ কৰি খাই বহি আছে; আপোন আপোন আত্মীয় লোকবো আয়ৰ পথ উলিয়াই দিছে। এওঁ লোকে বেহাবেপাৰ কৰে, মিস্ত্ৰিৰ কাম কৰে, কমাৰৰ কাম কৰে, ইটা মাৰে, আৰু ইটাৰ ঘৰ বান্ধে, ঠিকা কৰে, জংঘলৰ মাজত কাঠ ফালে, জংঘলৰ উৎপন্ন বস্তু গোটাই কিনা বেচা কৰে, গৰু মহ ৰাখে, গাখীৰ ঘিউৰ কাৰবাৰ কৰে, আলি বান্ধে, পুখৰী খান্দে, খাল কাটে, ঘৰ চোৱায়, বাঁহ-বেতৰ চকি-মূঢ়া সাজে, সোণ-ৰূপৰ অলঙ্কাৰ গঢ়ে, ঘৰে-ঘৰে শাক-পাচলি ফল ফেৰি কৰি ফুৰে। চৰকাৰী বা ৰেলৰ বা কোম্পানীৰ চাকৰি কৰাৰ কথাকে নকওঁ। এইবিলাক ধন আৰ্জনৰ উপায়। এই সকলোবিলাক কাম কৰে বিদেশীয়ে; আৰু আমি অসম দেশৰ অসমীয়া মানুহ কাৰো সমান নহৈ লাহে লাহে বাটৰ মগনীয়া ছাল-ছিগা ভিকহু হওঁ। আমি কৰোঁ কেৱল, ঘৰৰ তিৰোতা কেইজনীৰ সহায়ত অলপমান শালি ধানৰ খেতি, আৰু তাৰে ওপৰত নিৰ্ভৰ কৰি বৰ বৰ ডাঙৰীয়া হৈ মৰোঁ গেলাগপত।

আত্মনিৰ্ভৰ, কায়িক পৰিশ্ৰম আৰু সজ উদ্দেশ্য—এই কেইটা মূলধন লৈ যেয়ে সেয়ে সংসাৰত উন্নতি কৰিব পাৰে। আমি বেহা-বেপাৰৰ কথা শুনিলেই নাক কোঁচাও আৰু কাকি দিওঁ—আমাৰ মূলধন নাই। কিন্তু যিবিলাক বিদেশী লোকে আমাৰ দেশত আহি বেহা-বেপাৰ কৰি হাজাৰ হাজাৰ টকা গোটাইছে, তেওঁলোকে মূলধন লৈ আমাৰ দেশলৈ আহা নাছিল। যোৱা পাঁচ বছৰৰ ভিতৰতে কেৱল যোৰহাটৰ দৰে সৰু নগৰ এখানত দহ বাৰ ঘৰ মান বিদেশী মানুহে ধন আৰ্জি পকা ঘৰ সাজিছে। সেই অনুপাতত গোটাই দেশখনৰ কথালৈ মন কৰক।

ছাত্ৰবিলাক তোমালোকে সুধিব পাৰা, তোমালোকক এইবোৰ কথা কিয় কওঁ। এইবোৰ কাম অ-ছাত্ৰৰহে। কাম অছাত্ৰৰ হয়; কিন্তু দুদিনৰ পাছত তোমালোকো অছাত্ৰ হব লাগিব। তেতিয়া এই কাম তোমালোকৰেই। এতিয়া তাৰ কাৰণে তোমালোকে সাজু হব লাগে, শিক্ষা পাব লাগে। আৰু সাজু হব লাগে বেহা-বেপাৰ কৰি, বা মাটি কাটি নহয়। এই সকলোবিলাক কামত কৃতকাৰ্য্য হবৰ কাৰণে যি কেইটা গুণ সেই গুণ কেইটা আৰ্জি। সেই কেইটা গুণ হৈছে—এই শ্ৰমশীলতা, আত্মনিৰ্ভৰ, আৰু সৎ চৰিত্ৰ। সৎ চৰিত্ৰ অৰ্থে চুৰ নকৰা আৰু মিছা কথা নোকোৱা। নীতি-পুথিৰ সৎ চৰিত্ৰৰ কথা কোৱা নাই। নিজক ফাকি নিদিয়া, নিজক মিছা কথা নোকোৱাৰ কথা হে কৈছো তুমি সকলো কাম মন পুতি কৰিবা; মানুহৰ

বিশ্বাসভাজন হবা ; আৰু অন্তৰেৰে সৈতে ভাল হবলৈ যত্ন কৰিবা। এইবিলাক গুণ আৰ্জাৰ সময় এই।

জাতি এটা জীৱ নহয়। তোমাৰ মোৰ আমাৰ—সকলোৰে সমষ্টিহে জাতি তোমাৰ যদি উন্নতি হয়, তোমাৰ ওপৰচুবুৰীয়াৰ ধন হয়,—মোৰ যদি বিদ্যা হয়, মোৰ ওচৰচুবুৰীয়াই এটা ভাল ঘৰ বা ডাঙৰ পুখুৰী খান্দিব পাৰে, তেনেহলে আমাৰ সকলোৰে উন্নতি হল। তাকে নকৰি, আমি যদি কেৱল জাতীয় উন্নতি বুলি চিঞৰি আমাৰ গল আৰু ওপৰৰ গগন ফটাওঁ, তাৰ পৰা লাভৰ ভিতৰত হব কেৱল আমাৰ বাক্যশ্ৰম। প্ৰতিজন অসমীয়াই ধন আৰ্জি ভাল কৰি থাকিবলৈ সবল গোটাওক। নিজৰ লোকচান নকৰি আন অসমীয়াক যি পাৰে সহায় কৰক। তেতিয়া অসমীয়া জাতিৰ উন্নতি হব। কথাৰে একো নহয়।

তোমালোকেও এইদৰে নিজৰ একো লোকচান নকৰাকৈ, জাতীয় উন্নতিত সহায় কৰিব পাৰা। কিন্তু সন্মিলন পাতি, প্ৰস্তাৱ গ্ৰহণ কৰি নহয়, কাম কৰি। তোমালোকৰ পঢ়া-শুনা ক্ষতি নকৰি যি কাম কৰিব পাৰা, আৰু যেনে বিলাক কামৰ পৰা একেলগে তোমালোকৰো শিক্ষা হয়, আৰু জাতিৰো উন্নতি হয় তাৰে দুটামান উদাহৰণ দিওঁ।

ছাত্ৰবিলাকে সংঘবদ্ধ হৈ প্ৰকৃততে কিছুমান জনহিতকৰ কাম কৰিব পাৰে। সমাজ-সেৱা, বা Social service বুলিলে—যি বিলাক কাম বুজায়, সেই আটাইবিলাক কাম ছাত্ৰৰ পক্ষে কৰিব পাৰা কাম। যি গাৱঁত যি কেইজন ছাত্ৰ থাকে, তেওঁলোকে গোট খাই গাৱঁৰ সাধাৰণ স্বাস্থ্যৰ উন্নতিৰ অৰ্থে, মাৰি-মৰকৰ দিনত সাৱধান হবলৈ উপদেশ দি, আলিবাট বান্ধি, পানী যোৱা মাল কাটি, জংঘল চাফা কৰি—এই প্ৰকাৰে গাৱঁৰ প্ৰকৃত মঙ্গল সাধন কৰিব পাৰে। জহৰ বন্ধ, পূজাৰ, বৰদিনৰ বন্ধ এইবোৰ বন্ধত স্বাস্থ্য আৰু নীতি বিষয়ে সজ শিক্ষা প্ৰচাৰ কৰিবলৈ এওঁলোকে কিছু দূৰলৈকে যাব পাৰে। মেজিক্ লণ্টন দুটামান, কিছুমান slideৰ সহায়েৰে ভূগোল, বিজ্ঞান, বুৰঞ্জী, স্বাস্থ্য, কাৰবাৰ, বেপাৰ, খেতি, সমবায়—এইবিলাক বিষয়ে সাধাৰণৰ মাজত জ্ঞান প্ৰচাৰ কৰা সহজ আৰু আনন্দদায়ক কাম। সংঘবদ্ধ হৈ কাম কৰিলে এওঁবিলাকে এইবিলাক কাম ভালৰূপে কৰিব পাৰে।

তাৰ পাছতে জাতীয় আমোদ উৎসৱৰ সময়ত মালযুঁজ, লৰ মাৰা, জাপিওৱা, ধেঁাৱা খেল, চাইকেলৰ লৰ, সাতোঁৰা, ইত্যাদি বিবিধ প্ৰকাৰৰ প্ৰতিযোগিতাৰ আয়োজন কৰিব পাৰা যায়। এইবোৰ কৰিলে, একালে যেনেকৈ নিজৰ শৰীৰৰ আৰু মনৰ ফূৰ্তি বাঢ়ে তেনেকৈ আৰু সেই কাৰণেই জাতিৰ মাজতো উদ্যম আৰু কাম কৰাৰ শক্তি বাঢ়িব। আজিৰ নিচিনা সন্মিলনৰ লগতে এনেকুৱা খেলৰ প্ৰতিযোগিতা, ছাত্ৰ-ছাত্ৰীইতৰ কামৰ প্ৰদৰ্শন, এইবিলাকৰ আয়োজন কৰিলে; বক্তৃতাৰ আয়োজনতকৈ সুফল দিব।

হাতৰ কামৰ উৎসাহ দিয়া আমাৰ মাজত বৰ উচিত। ছাত্ৰবিলাকে নিজে কাম কৰি সেইবিলাকৰ প্ৰদৰ্শনী পাতিলে, নিজৰো উৎসাহ জন্মিব আৰু আনলৈকো আদৰ্শ হব। হাতৰ কামৰ অন্ত নাই, আৰু তাত পৰিশ্ৰম আৰু খৰছো অতি সামান্য।

আৰু যিবিলাকে সাহিত্য-চৰ্চা কৰিবৰ মন কৰে, তেওঁলোকেও নিজৰ শিক্ষাৰ কাৰণে

অনেক কাম কৰিব পাৰে। কিন্তু এই বিষয় এক আধাৰ সাৱধান বচন কোৱা যুগুত। আমাৰ প্ৰত্যেকৰে মনৰ ভাব আছে; আৰু আমি প্ৰত্যেকে সেই ভাব প্ৰকাশ কৰি নিজে আনন্দ পাব খোজোঁ; আৰু পাৰিলে আনকো আনন্দ দিব খোজোঁ। সাহিত্যৰ সৃষ্টি এই ভাৱৰ পৰা। সেই দেখি আমি প্ৰতি জনে একোজন কবি অৰ্থাৎ আমাৰ সকলোৰে মনত কিছু মান ভাব জন্মে। আমি তাক প্ৰকাশ কৰিবলৈ যত্ন কৰোঁ। কিন্তু প্ৰকৃত কবি বা লেখক হবলৈ প্ৰভূত পৰিশ্ৰমৰ আৱশ্যক। স্কুলত পঢ়া লৰাই লেখক হব খুজিলে, স্কুলত পঢ়া দিনত ভাল ভাল কিতাপ পঢ়ি তাৰ সৌন্দৰ্য্য বুজিবলৈ চেষ্টা কৰিব লাগে; নিজে আনৰ ভাব চুৰ কৰি আনি প্ৰবন্ধ লিখি, আৰু তাৰে কোনো এটা এখন কাকতত প্ৰকাশ কৰি, সাহিত্যিক হৈ উঠিলোঁ বুলি ভেম কৰিব নালাগে। মৌলিক প্ৰবন্ধ লিখিব নালাগে তেনে নহয়, লিখিব লাগেহে; কিন্তু সেই লেখাই যে অসমীয়া সাহিত্যত এটা উজ্জ্বল সৃষ্টি হল, এনেটো ভাব আনিব নালাগে। আজিকালি বহুত ছাত্ৰই হাতে-লিখা কাকত উলিয়ায়; আমাৰ দিনত আমিও উলিয়াইছিলোঁ। এই একো বেয়া কাম নহয়। কিন্তু সেই কামৰ কাৰণেই সকলো সময় ক্ষয় কৰি পঢ়া-শুনা লোকচান কৰিলে, সি বেয়া কাম হৈ পৰে। এনেকুৱা লিখাবিলাক নিজে সাহিত্য নহয়। কিন্তু যি এনেকুৱা লেখা লেখাৰ অভ্যাস কৰে, তেওঁ কালক্ৰমত ভাল সাহিত্যিক হব পাৰে। সাহিত্যিক হবলৈ বিদ্যাৰ বৰ আৱশ্যক। পৃথিবীৰ উচ্চ সাহিত্য পঢ়া থাকিলে হে, উচ্চ সাহিত্য কি বুজিব পাৰি, আৰু তেনে সাহিত্য সৃষ্টিৰ কাৰণে যত্ন কৰিব পাৰি। তেনে উচ্চ সাহিত্য পঢ়িবলৈ আগধৰি বহুত আয়াস কৰি লিখা-পঢ়া কৰিব লাগে।

আৰু এবিধ বিষয় চৰ্চা কৰি, ছাত্ৰবিলাকে দেশৰ উপকাৰ আৰু নিজৰ বিদ্যা আৰ্জা দুটা কামকে কৰিব পাৰে। আমাৰ দেশত চাৰিওফালে বহুত পুৰণি পুখুৰী, আলিবাট, গড়, পকি-ঘৰ, মঠ, মন্দিৰ—এইবোৰ সিঁচৰতি হৈ পৰি আছে। এইবিলাকৰ সম্পূৰ্ণ বিবৰণ আজি পৰ্যন্ত কোনেও গোটাব পাৰা নাই। ছাত্ৰ বিলাকে এই কামত বিশেষ সহায় কৰিব পাৰে। নিজৰ গাৱঁত, বা গাৱঁৰ ওচৰত থকা পুখুৰী, মঠ, মন্দিৰ আদি ঠাই, তাৰ একোটা চমু বিবৰণ গোটালে, ভাল কাম হয়। বিবৰণত পাণ্ডিত্যৰ কথা একো থাকিবৰ আৱশ্যক নাই। পুখুৰীটো বা মঠটো কোন গাৱঁত আছে, কি বাটেৰে কিমান দূৰ গলে তাক পোৱা যায়, তাত এতিয়া চাবলগীয়া বস্তু কি আছে, আৰু তাৰ সম্পৰ্কে ওচৰৰ মানুহে কি কাহিনী জানে এইখিনি কথা গোটালেই যথেষ্ট হয়। পুৰণি পুথিৰ বিষয়েও এই কথাই।

মই কেইটামান কথাহে কলোঁ। এনেকুৱা অনেক কাম আছে। প্ৰতিজনে যে প্ৰতি কামকে কৰিব লাগে তেনেও নহয়। যাৰ যি কামত ৰুচি, তেওঁ তাকে কৰিব পাৰে। এইৰূপে কাম কৰিলে ছাত্ৰবিলাকে ভৱিষ্যত জীৱনলৈকো সাজু হব পাৰিব, আৰু তেওঁলোকৰ সামৰ্থ্য অনুসৰি নিজৰ জনৰ উপকাৰৰ অৰ্থেও অনেক কাম কৰিব পাৰিব। কিন্তু প্ৰতিজনে মনত ৰাখা কৰ্তব্য যে এইবোৰ কাম আজৰিৰ পৰৰ আৰু ছাত্ৰৰ প্ৰধান কাম পঢ়া-শুনা কৰা; আৰু পঢ়া-শুনা কৰি ভালদৰে পৰীক্ষা পাছ কৰা।

ওপৰৰ কথাবোৰত মই সমস্ত কামতে ছাত্ৰবিলাকক যোগ দিবলৈ কলোঁ; কেৱল বাদ

পৰিল ৰাজনীতি ( Politics )। আজিকালি ছাত্ৰ সন্মিলনৰ সভাপতি হৈ ৰাজনৈতিক কথা নকলে. ছাত্ৰৰ মনৰ কথা কোৱাই নহল। এই সন্মিলন বিলাকৰ মূল ভাবটোকে ধাৰ কৰা হৈছে, ৰাজনৈতিক ক্ষেত্ৰৰ পৰা ; আৰু তাৰ কাৰ্য্য প্ৰণালীও অনেক পৰিমাণে সেই ক্ষেত্ৰৰ পৰা আনি এই ক্ষেত্ৰত কৰ খোজা হৈছে পুলিহে। আৰু এটা কথা আছে, যি বাবে ৰাজনীতি বুলি ছুই আখাৰ কথা কোৱা যুগুত। সেইটো হৈছে মই নিজে বদনামৰ হাত সাৰিবলৈ। এই বিষয়ে যদি একো নকওঁ আপোনালোক সকলোৱে নকবনে যে চৰকাৰৰ গোলাম দেখিহে মই বিষয়টোক এৰি গলোঁ বুলি। অতএৱে ৰাজনীতি ( Politics )ৰ শব্দৰ উল্লেখ নকৰিবৰ ছুটা কাৰণ আছে। গৌণ কাৰণটো হৈছে এই—যোৱা দেওবাৰৰ দিনা দেৰগাৱঁৰ সন্মিলনত এই বিষয়ে মোৰ যি বক্তব্য তাক ভাঙি পাতি কবলৈ চেষ্টা কৰিছিলোঁ। সেইখিনি কথাকে আজি আৰু ছুনাই কবৰ আৱশ্যক নাছিল। কিন্তু মূল কাৰণটো হৈছে এই, যে ৰাজনীতিৰ সেইবোৰ কথা মই এইমাত্ৰ কৈ অন্ত কৰিলোঁ। আপোনালোকে মন কৰিছে নে নাই নাজানো। যিবিলাক কাম ছাত্ৰই আজৰি পৰত কৰিব পাৰে, আৰু কৰা যুগুত বুলি এই মাত্ৰ কৈ আহিলোঁ, সেইবোৰ কামকে ৰাজনৈতিক ভাষাত গঠনমূলক কাৰ্য্য বোলে। এই গঠনমূলক কাৰ্য্য কৰি ওচৰ-চুবুৰীয়াৰ মঙ্গল কৰিব পাৰে, আৰু আগলৈকো কেনেকৈ নিজে অভিজ্ঞতা সঞ্চয় কৰি বহল কাৰ্য্য-ক্ষেত্ৰৰ কাৰণ সাজু হব পাৰে তাক কৈ আহা হল। ৰাজনীতিৰ যিটো সংকীৰ্ণ অৰ্থ অৰ্থাৎ গবৰ্ণমেণ্টৰ বিৰুদ্ধে আন্দোলন তাত ছাত্ৰৰ কোনো সংস্ৰৱ নাই। কিয় নাই, কব লাগিলে, বহুত কথা ; মুঠ কাৰণ ছুটা কওঁ। প্ৰথম কাৰণ, এই আন্দোলনত ছাত্ৰই যোগ দিয়াৰপৰা দেশৰ কোনো মঙ্গল নহয় ; পৰন্তু ছাত্ৰৰ নিজৰ সমূহ ক্ষতি হয়। এই অভিজ্ঞতা কেৱল আমাৰ দেশত নহয় আন দেশতো, আৰু দ্বিতীয় কাৰণ ছাত্ৰই ছাত্ৰ হৈ থাকি এই আন্দোলনত যোগ দিলে ছাত্ৰৰ যি সৰ্বপ্ৰধান প্ৰতিজ্ঞা—নিজৰ বিদ্যালয়ৰ প্ৰতি বিশ্বাসী থাকা—তাক ভঙ্গ কৰা হয় ; তাৰে পৰা ছৰ্বিনয় আৰু ছুৰ্নীতি প্ৰশ্ৰয় পায়। এয়ে শেষত জাতীয় জীৱনত এটা আৰোগ্য কৰিব নোৱাৰা ক্ষতি হৈ উঠে। এই কথাটো বহলাই কবৰ এই ঠাই হব পাৰে ; কিন্তু আজি অন্ততঃ সময় নাই। মূল কথাটো কলোঁ। বুদ্ধিমান ছাত্ৰসকলে নিজে ভাবি চিন্তি চাব।

আজিৰ বক্তব্যৰ ইয়াতেই শেষ কৰোঁহঁক। আগডোখৰত যিখিনি কথা কলো, সকলোখিনি কথা নিৰ্ভুল বুলি কবলৈ মোৰ ধৃষ্টতা নাই। কিন্তু এই বুলি কবলৈ সাহ আছে যে ছাত্ৰৰ মঙ্গলৰ অৰ্থে যি কৰা উচিত বুলি মোৰ জ্ঞান বিবেচনাই ঢুকি পাইছে, তাৰে কেইটামান কথা মই আন্তৰিক সৰল বিশ্বাসেৰে কৈছোঁ। ইয়াত কাকো দোষ দি বা কাকো ইতিকিং কৰিবৰ অভিপ্ৰায়েৰে এক আখাৰ কথা কোৱাৰো মই ইচ্ছা কৰা নাই। তথাপিতো যদি কোনোৱে কিবা প্ৰকাৰে অসন্তোষ পায়, তেনেহলে তেওঁ যেন এই বিশ্বাস ৰেখা কৰে, যে ছাত্ৰৰ প্ৰকৃত হিত চিন্তি হে মই তেনে কথাখিনি কৈছোঁ।

ছাত্ৰবিলাকক কওঁ তোমালোকে সন্মিলন পাতি অভিজ্ঞ লোকৰ পৰা উপদেশ শুনিব খোজা কথাটো একো বেয়া কথা নহয়। কিন্তু তোমালোকে সেইখিনিকে এটা ডাঙৰ কাম বুলি ভাবি ভুল নকৰিবা। তোমালোকে এতিয়া শিকিব লাগে, সকলো কাম, সকলো বিদ্যাকে

শিকিব লাগে। এজনে সকলোখিনি নোৱাৰা, সমূহে সকলে'খিনিকে পাৰিব লাগে। আৰু যি হকে শিকা তাতেই সৱাতোকৈ ভাল হবলৈ চেষ্টা কৰিব নাগে। প্ৰতিজনে সবাতোকৈ ভাল হব নোৱাৰে, কিন্তু প্ৰতিজনে যদি সেইদৰে চেষ্টা কৰা তেন্তে তোমালোকৰ মাজৰ পৰাই প্ৰাজ্ঞ পণ্ডিত আৰু কৰ্মী ওলাব। দুখৰ বিষয় অসমীয়া জাতিৰ মাজত আজি তেনে লোক নাই, তাৰ কাৰণ তোমালোকৰ আগৰ ছাত্ৰবিলাকে অৰ্থাৎ আমি যেতিয়া ছাত্ৰ আছিলোঁ তেতিয়া আমি আমাৰ কৰ্তব্যলৈ আওহেলা কৰিলোঁ। পৃথিবীত নকওঁ এই গোটাই ভাৰতবৰ্ষত নামত ফাটি-ফুটি যোৱা লোক আমাৰ মাজত আছে যদিও দুজন বা তিনিজন। এনেকি আমাৰ এক প্ৰদেশ-বাসী শ্ৰীহট্টৰ লোকেও ভাল কৰি জানিব খোজা বা জানা লোক কিজানি আমাৰ মাজৰ পৰা আধা ডজনেই নোলাব। এইবিলাক জাতিৰ দৈন্যত। আজিকালিৰ ছাত্ৰই যদি নিজৰ নিজৰ কৰ্তব্য মন পুতি কৰে, তেন্তে পঁচিশ বছৰৰ পাছত, এইদৰে ছাত্ৰসভাৰ কোনো সভাপতিয়ে এনে আক্ষেপ নকৰি, গৌৰৱ কৰিবৰ সময় আহিব পাৰে। ভগৱন্তই কৰক আমাৰ তেনে সময় আহক ; আৰু তেনে দিন আনিবৰ কাৰণে যত্ন কৰিবলৈ তেওঁ তোমালোকক সুমতি দিয়ক।

বন্ধুসকল, মোৰ দায়-দোষ মৰিষণ কৰিব। মোৰ কথাখিনি কাণপাতি শুনাৰ কাৰণে আপোনালোকৰ শলাগ লৈছোঁ।*

* ১৯৩২ চনৰ ৩ জুলাইত বালিগাৱঁত অনুষ্ঠিত হোৱা বালিগাওঁ ছাত্ৰ সন্মিলনৰ সভাপতিৰ অভিভাষণ।

# অসম সংস্কৃত ছাত্ৰ সন্মিলন

শ্ৰীভগৱন্তৰ চৰণত আমাৰ সকলো চেষ্টা অৰ্পিত হক। প্ৰাচীন এই প্ৰাগজ্যোতিষপুৰ পুণ্য-ক্ষেত্ৰত সু-প্ৰাচীন দেৱ-ভাষাৰ উপাসক সকলৰ এই সন্মিলন সকলো প্ৰকাৰে শুভ ফলপ্ৰসূ হক।

সুধীসকল,

আজিৰ সভাপতিৰ আসনৰ গৌৰৱ মোক দান কৰাৰ কাৰণে মই আপোনালোকৰ সকলোটিকে বিনীত নমস্কাৰ জনাইছোঁ। সংস্কৃত বিদ্যাত পাৰদৰ্শী নহৈয়ো মই আজিৰ সভাপতিৰ পদ স্বীকাৰ কৰিছোঁ। ইয়াত মোৰ অবিমৃশ্যকাৰিতা প্ৰকাশ হৈ থাকিলে তাক আপোনালোকে মাৰ্জনা কৰিব।

আমাৰ জাতীয় শিক্ষাৰ আন আন শাখা প্ৰশাখাৰ লগতে সংস্কৃত-শিক্ষা-বিষয়ে অলপ ভাব চিন্তা কৰিবলৈ মোৰ কিছু সুযোগ ঘটিছে। ইয়াৰ ফলত আন আন শিক্ষাৰ বিষয়ৰ দৰে সংস্কৃত শিক্ষাৰ বিষয়েও মোৰ মনত কিছুমান প্ৰশ্নৰ উদয় হৈছে। আজি আপোনালোকৰ

সভাপতি স্বৰূপে তাৰে দুটা এটা কথা আপোনালোকৰ ওচৰত উপস্থাপিত কৰিবলৈ বাঞ্ছা কৰিছোঁ।

২। মোৰ প্ৰথম কথা—সংস্কৃত শিক্ষাৰ সাৰ্থকতা সম্পৰ্কে। সংস্কৃত-শিক্ষা বোলোঁতে মই আমাৰ টোলবিলাকত যি প্ৰকাৰ শিক্ষা দিয়া হয়, তাৰ কথাকেহে কৈছোঁ; সংস্কৃত ভাষা, সাহিত্য, দৰ্শন আদিৰ যি বিশেষ-চৰ্চা কলেজ বিশ্ববিদ্যালয় আদিত হয় তাৰ কথা কোৱা নাই।

সংস্কৃত বা টোল শিক্ষাৰ সম্পৰ্কে প্ৰথম আপত্তি এই শিক্ষা-অৰ্থকাৰিণী নহয়। অৰ্থ-উপাৰ্জন শিক্ষাৰ প্ৰধান লক্ষ্য নহলেও, ইও যে এবিধ লক্ষ্য তাত কাৰো দ্বিমত নাই। হাইস্কুল আৰু কলেজত ছাত্ৰৰ সমাগম দেখিলে আচৰিত হব লাগে। তাৰ কাৰণ, সঁচাই হক বা মিছাই হক, হাইস্কুল আৰু কলেজৰ পৰীক্ষা পাছ কৰিব পাৰিলে, মানুহ কোনো দৰমহা থকা চাকৰিৰ উপযুক্ত হয় বুলি সাধাৰণৰ বিশ্বাস। কিন্তু সংস্কৃতৰ উপাধি পাছ-কৰি, সংস্কৃত টোলৰ অধ্যাপকৰ অনিশ্চিত কেইটামান বৃত্তি বাদ দিলে কোনো চাকৰি পাব লগীয়া নাই। তেনেহলে সংস্কৃত পঢ়ি লাভ কি?

এই শিক্ষাৰ সম্পৰ্কে দ্বিতীয় আপত্তি:—সংস্কৃত শিক্ষাৰ পৰা আজি কালিৰ দিনত চলিবৰ জোখাই সাধাৰণ জ্ঞানো পোৱা নাযায়। বুৰঞ্জী, ভূগোল, অৰ্থনীতি, সমাজনীতি, গণিত, বিজ্ঞান আদি যিবিলাক বিষয়ৰ সামান্য হলেও কিছু জ্ঞান আজি-কালিৰ দিনৰ শিক্ষিত লোক মাত্ৰৰে অতি আৱশ্যকীয় বুলি বিবেচনা কৰা হয়, তেনেবিলাক বিষয়ৰ জ্ঞান সংস্কৃত শিক্ষাৰ পৰা পোৱা নাযায়। পুৰাণৰ ভূগোল আজি-কালিৰ পৃথিবীৰ বিবৰণৰ লগত নিমিলে; পুৰাণৰ চন্দ্ৰলোক, সূৰ্য্যলোক আদিৰ অৱস্থান আৰু পৰিমাণ আজি-কালিৰ বিজ্ঞানে স্বীকাৰ নকৰে। পুৰাণৰ ৰাজাবলী আৰু বংশানুচৰিত পঢ়ি প্ৰাচীন ইতিহাসো সম্যকৰূপে জানা নাযায়; বৰ্তমান ইতিহাস সংস্কৃত ভাষাত ৰচিত হোৱাই নাই। বিজ্ঞান গণিত আদি প্ৰাচীন কালত যদিবা অলপ আছিল এতিয়া তাকো টোলত শিক্ষা দিয়া নহয়। বিশেষ এই বিলাক বিষয় এতিয়া বহুতো উন্নত হল। এইবিলাক কাৰণৰ পৰা সংস্কৃত শিক্ষিত-পণ্ডিত সংসাৰৰ অলাংক হৈ পৰে; বৰ্তমান সমাজত সিবিলাকৰ ঠাই নাই সংস্কৃতানুৰাগী-লোকসকলৰ পক্ষে ওপৰৰ কথাবিলাক এনে স্পষ্ট ভাবত প্ৰকাশ হোৱা কিছু অপ্ৰীতিকৰ হব পাৰে। কিন্তু আপোনালোক সকলোৱে জানে যে আমাৰ মাজত আজি-কালিৰ বেছিভাগ শিক্ষিতলোকে ওপৰত কোৱা আপত্তিবিলাক তুলি টোলৰ শিক্ষা অনাৱশ্যক বুলি ব্যাখ্যা কৰে। তেওঁবিলাকৰ এইবিলাক আপত্তি তেনেই অযৌক্তিক বুলি উৰাই দিব নোৱাৰি।

৩। তেওঁবিলাকৰ মাজতো যুক্তিবাদী সকলে দুটা বিষয়ত সংস্কৃত শিক্ষা আৱশ্যকীয় বুলি স্বীকাৰ কৰে। প্ৰথম হৈছে সামাজিক বিষয়ত অৰ্থাৎ সংক্ষেপতে কবলৈ হলে পৌৰোহিত্য কাৰ্য্য শিক্ষাৰ কাৰণে সংস্কৃত শিক্ষাৰ প্ৰয়োজন। আৰু দ্বিতীয় গবেষণাৰ অৰ্থে—অৰ্থাৎ প্ৰাচীন-কালত সংস্কৃত-কৃষ্টি আৰু সভ্যতানো কেনে প্ৰকাৰৰ আছিল, আজি কালিৰ কৃষ্টি আৰু সভ্যতাৰ পৰা কিমান পৃথক বা তাৰ লগত কিমান মিল ইত্যাদি বিলাক আলোচনাৰ অৰ্থে। এনে আলোচনাৰ বিশেষ ব্যৱহাৰিক প্ৰয়োজন আছে বুলি অনেকে স্বীকাৰকে নকৰে। কিন্তু বিদ্যা

চৰ্চাৰ অৰ্থে আৰু প্ৰাচীন সামাজিক ৰীতি-নীতিৰ জ্ঞান পাব বুলি এনে আলোচনাৰ সমূলিং মূল্য নাই বুলিও নকয়। কিন্তু শাস্ত্ৰৰ অগভীৰ আলোচনাৰ অৰ্থে তেওঁলোকে টোলৰ আৱশ্যকতা নেদেখে। স্কুল, কলেজ, বিশ্ববিদ্যালয়ত সংস্কৃত শিক্ষা দিয়া হয়। যিবিলাক লোকে এই ভাষাত থকা পুথি পত্ৰাদি আলোচনা কৰিব খোজে তেওঁলোকে কলেজীয়া শিক্ষাৰ দ্বাৰাহে এই কাৰ্য্যলৈ প্ৰস্তুত হব পাৰে; আৰু এনে আলোচনাৰ অৰ্থে পশ্চিমীয়া সাঁচৰ বিশ্ববিদ্যালয়হে প্ৰকৃত ঠাই। টোলবিলাকত তেনে শিক্ষা দিয়া নহয়। তেনে সুবিধা নাই; আৰু তেনে ধৰণৰ চেষ্টা কৰাও অসম্ভৱ। তেওঁলোকে আৰু দেখুৱাই যে সংস্কৃত বিদ্যা সম্পৰ্কে যিমান বিলাক আলোচনা হৈছে, তাৰ শতকৰা ৯৯ ভাগ পশ্চিমীয়া পণ্ডিত আৰু পশ্চিমীয়া ৰীতিত শিক্ষিত ভাৰতীয় পণ্ডিত সকলৰ দ্বাৰাহে হৈছে। ম্যাক্সমূলাৰ, ওৱেব, ভাণ্ডাৰকাৰ বা ৰাধাকৃষ্ণণৰ দৰে পণ্ডিত লোক টোলৰ শিক্ষাৰ পৰা উদ্ভৱ হোৱা নাই।

এতেকে নতুন শিক্ষিত লোকসকলৰ কিছুমানে টোল শিক্ষাৰ প্ৰয়োজনীয়তা স্বীকাৰ কৰে একমাত্ৰ পৌৰোহিত্য কাৰ্য্য শিক্ষাৰ অৰ্থেহে। এই বিষয়তো অনেকৰ মনৰ ভাব যে পৌৰোহিত্য কাৰ্য্য অৰ্থাৎ পূজা-পাৰ্বণ শ্ৰাদ্ধাদি একান্ত অনাৱশ্যক, এইবিলাক উদাৰ ধৰ্ম বিৰোধী ব্ৰাহ্মণৰ ছল-চক্ৰান্ত মাত্ৰ আৰু অৰ্থনীতিৰ হিচাবত জাতীয় উন্নতিৰ পৰিপন্থী। ফলত এই ধাৰণা কিছুমান উচ্চ শিক্ষিত মানুহৰ মনতো বদ্ধমূল হৈছে যে টোল শিক্ষাৰ কোনো উপকাৰিতা বা সাৰ্থকতা নাই। ইয়াৰ পৰা কেৱল উন্নতি বিৰোধী, সংৰক্ষণশীল টিকিৱালা ব্ৰাহ্মণ পণ্ডিতৰ দল এটাহে সৃষ্টি হয়। এওঁলোকে অকল জাতীয় উন্নতিৰ সহায় কৰিব নোৱাৰে, এনে নহয়; এওঁলোকৰ পৰা জাতীয় উন্নতিত অনেক বাধাহে পোৱা যায়।

বন্ধুসকল, এইবিলাক আপত্তিৰ উত্তৰ আপোনালোকে দিব নোৱাৰিলে, বিশেষ কৰি নিজৰ জীৱনৰ আদৰ্শেৰে দেখুৱাব নোৱাৰিলে যে এনেবোৰ আশঙ্কা অমূলক, তেনেহলে টোল শিক্ষাৰ দিন টুটি আহিল বুলি জানিব।

৪। মোৰ নিজৰ মনত এনে আশঙ্কা নাই। মোৰ মনেৰে ওপৰৰ এইবিলাক আপত্তি উঠে, এটা মূল কথাৰ পৰা। এই কথা হৈছে—আমাৰ ধাৰণা যে শিক্ষাৰ একমাত্ৰ উদ্দেশ্য অৰ্থ উপাৰ্জন। এই ধাৰণা আমাৰ সমাজত প্ৰচলিত হৈছে দুটা কথাৰ পৰা প্ৰথম, পশ্চিমীয়া শিক্ষাৰ আৰম্ভ হল আমাৰ দেশত চাকৰিৰ কাৰণে উপযুক্ত মানুহ তৈয়াৰ কৰিবলৈ। তাৰ পৰা দেখা গল যে, যি লোকে এই ৰীতিত শিক্ষিত হৈ উঠে সেয়ে ধন আৰ্জিব পাৰে প্ৰায় ৫০।৬০ বছৰ পূৰ্বে লিখা বঙালা শিশুপাঠত মদন মোহন তৰ্কালঙ্কাৰে লিখিছিল—

"লেখা-পড়া কৰে যে,
গাড়ী ঘোড়া চড়ে সে"

ওপৰৰ এই পদ ফাঁকিত সেই সময়ত শিক্ষাৰ উদ্দেশ্যৰ সম্বন্ধে এনে ধাৰণা সহজ ভাষাত পোনপটীয়াকৈ কোৱা হৈছে। লেখা-পড়া কৰি গাড়ী ঘোঁৰাত উঠি ফুৰাই হৈ উঠিল শিক্ষাৰ লক্ষ্য।

দ্বিতীয়তে আমাৰ দেশত জীৱিকা সমস্যাটো দিনক দিনে ইমান জটিল আৰু কঠিন হৈ

উঠিছে যে আমি সকলোৱে ভুলত তোমাৰৰ দিন ধৰি ভাবিবলগীয়া হব—কেনেকৈ ভৱিষ্যতে আমাৰ পেটৰ ভাত গাৰ কাপোৰ আৰ্জিব পাৰিম।

এই দুই কথাৰ পৰা অৰ্থ উপাৰ্জন শিক্ষাৰ একমাত্ৰ উদ্দেশ্য বুলি আমাৰ এটা ভ্ৰান্ত বিশ্বাস হৈছে। "ভ্ৰান্ত" বুলি কৈয়ো এটা কথাৰে আপোনালোকৰ দৃষ্টি আকৰ্ষণ কৰোঁ। জীৱিকা অৰ্জন শিক্ষাৰ এটা প্ৰধান লক্ষ্য হোৱা উচিত—এই কথা পাহৰিলে আমি বিপথত যাব লাগিব। কিন্তু ই শিক্ষাৰ একমাত্ৰ লক্ষ্য হব নোৱাৰে। একমাত্ৰ লক্ষ্য বুলি ভাবিলেহে ভুল কৰা হব।

প্ৰাচীন কালৰ পৰা আজিলৈ যিমান বিলাক চিন্তাশীল লোকে মানৱ জীৱনৰ তথা—শিক্ষাৰ উদ্দেশ্য ব্যাখ্যা কৰিছে তেওঁবিলাক সকলোৱে স্বীকাৰ কৰিছে যে সমগ্ৰ মানৱত্বৰ বিকাশ বা আত্মাৰ উন্নতি Self knowledge and self culture এয়ে হৈছে জীৱনৰ উদ্দেশ্য, এতেকে শিক্ষাৰো উদ্দেশ্য। বিষ্ণু পুৰাণৰ ধ্ৰুৱ চৰিত্ৰত এই উদ্দেশ্য এইদৰে ব্যক্ত কৰা হৈছে।

সুশীলো ভৱ ধৰ্মাত্মা মৈত্ৰ প্ৰাণিহিতেৰতঃ।
নিম্নং যথাপঃ প্ৰৱণাঃ পাত্ৰমায়ান্তি সম্পদঃ॥

চাণক্যৰ শ্লোকতো—

বিদ্যা দদাতি বিনয়ং বিনয়াদ্ যাতি পাত্ৰতাম্।
পাত্ৰত্বাদ্ ধনমাপ্নোতি ধনাদ্ ধৰ্মঃ ততঃ সুখম্॥

সংস্কৃত সাহিত্যত এনে দৰৰ কথাৰ সীমা সংখ্যা নাই। এইবোৰত লক্ষ্য কৰিবলগীয়া এই যে সুশীল হোৱা, ধৰ্মাত্মা হোৱা, বিদ্যা আৰ্জা, তেতিয়া ধন সোণৰ কাৰণে ভাবিব নালাগে। পানী যেনেকৈ তললৈ আপোনা আপুনি বৈ আহে, সম্পদো উপযুক্ত পাত্ৰলৈ আহিব। তাৎপৰ্য্য এই যোগ্যতা অৰ্জন কৰা। তোমাৰ যিবিলাক ঈশ্বৰ-দত্ত বৃত্তি আছে সেই বিলাকৰ সম্যক কৰ্ষণ কৰা, সংযম শিক্ষা কৰা। তেতিয়া তুমি এনে শিক্ষাৰ জ্ঞানত যি শক্তি আৰ্জন কৰিছা তাৰ বলতে সহজতে অৰ্থ উপাৰ্জন কৰিব পাৰিবা। বিংশ শতিকাৰ শিক্ষাবিদ, মনোবিজ্ঞানবিদ পণ্ডিতসকলেও এই কথাকে কৈছে।

এয়ে শিক্ষাৰ উদ্দেশ্য।

Teacher's World নামেৰে এখন সাপ্তাহিক ইংৰাজী কাকতৰ যোৱা সংখ্যাত "What is an Educated man" এই প্ৰশ্নটোৰ উত্তৰ কিছুমান ডাঙৰ লোকৰ পৰা আনি প্ৰকাশ কৰিছিল। তাৰে—

Viscountess Snowden মহোদয়াই দিয়া উত্তৰ এই :—I would define an educated man as one who has achieved self knowledge, self reverence and self control and is filled with good-will to all men and kindness to animals" [ যি জনৰ আত্মসন্মান, আত্মজ্ঞান আৰু সংযম শক্তি আছে তেওঁকেই মই শিক্ষিত বুলিম। তেওঁ সকলো মানুহৰ প্ৰতি সদভাৱাপন্ন আৰু জগতৰ সকলো জন্তুৰে প্ৰতি দয়াশীল।] ওপৰত কোৱা বিষ্ণু পুৰাণৰ শ্লোকটোৰ লগত মিলাই চাওক। দেশ, কাল, জাতি, শিক্ষা, কৃষ্টিৰ ইমান প্ৰভেদ থাকাতো দুয়োটা উক্তিয়ে ঠিক একে কথাকে শিক্ষাৰ উদ্দেশ্য বুলি কৈছে।

মোৰ ইয়ানখিনি লেখাত অবান্তৰ কথা কোৱাৰ অৰ্থ হল এই যে, অৰ্থ সংগ্ৰহৰ সামৰ্থ্যৰ পৰিমাণ বঢ়োৱা শিক্ষাৰ প্ৰকৃত উদ্দেশ্য বুলি কোনো মনীষীলোকে নকয়; বা বৰ্তমান দিনৰ মানুহৰ সংখ্যা, দেশৰ নাম ৰাজধানীৰ কথা বা ৰজা বা শাসকসকলৰ নামৰ তালিকা মুখস্থ কৰা অথবা Cinemaৰ অভিনেত্ৰীসকলৰ নাম, ধাম, জাতি, গোত্ৰ, আহাৰ, পৰিচ্ছদ আদি বিষয়ৰ তন্ন তন্ন কথা শিকাও শিক্ষাৰ উদ্দেশ্য বুলি নকয়।

শিক্ষা লাগে সজ মানুহ হবলৈ, কৰ্মী হবলৈ, দয়াশীল হবলৈ, পৰোপকাৰী হবলৈ, হাত ভৰি আদি অঙ্গ প্ৰত্যঙ্গাদি চলাই স্বাস্থ্য আৰ্জিবলৈ, শৰীৰ আৰু মনৰ আৰু আত্মাৰ উন্নতি কৰিবলৈ। এই উদ্দেশ্য সাধনত যে টোলৰ শিক্ষা স্কুলৰ শিক্ষাতকৈ কম উপযোগী হব লাগে এনে কোনো কাৰণ নাই আৰু অৰ্থ উপাৰ্জনৰ ফালৰ পৰাও স্কুল কলেজৰ শিক্ষিত মাত্ৰই অৰ্থ উপাৰ্জন কৰিব পাৰেনে? হাইস্কুলৰ কেই ক্লাচমান পঢ়া, মেট্ৰিকুলেচন ফেল, কলেজত কিছুদিন পঢ়া শ শ ডেকা লৰাই কেনে অকামিলা জীৱন নিয়ায়। B A., M. A. পাছ কৰা graduate সকলৰ বা অৰ্থ উপাৰ্জনৰ কিমান যোগ্যতা! অথচ একোজন লৰাক পশ্চিমীয়া শিক্ষা দিবৰ কাৰণে, এঁকোষৰ গিৰি সৰ্ব্বস্বান্ত হবলগীয়া হয়।

ইকালে বৰ্তমান দিনৰ উপযোগী জ্ঞানৰ কথাটো প্ৰায় এই নিচিনাই। কোনো এটা কেৰাণীৰ পৰীক্ষাত কেইবছৰ মান আগেয়ে কেইবাজনো graduate ক তেতিয়াৰ Secretary of state ৰ নাম সোধাত, তেতিয়াৰ Second Secretary জনৰ নাম লিখি দিছিল। New york কি কব নোৱাৰা graduate ৰ আৰু London Map ৰ কোনো অংশত তাক নাজানা তথাকথিত শিক্ষিত ডেকাৰ সংখ্যা বৰ কম নহয়।

এইবিলাক কথা কোৱাৰ মোৰ উদ্দেশ্য :—কোনো শিক্ষা প্ৰণালীক নিন্দা কৰা নহয়; বা কাকো সক বৰ কৰা নহয় মই মুঠে ইয়াকেহে কব বিচাৰিছোঁ যে টোল শিক্ষাৰ পৰাও আমাৰ চৰিত্ৰ গঠিত হব পাৰে, আমি প্ৰকৃত শিক্ষা পাব পাৰোঁ। আৰু আজিকালিৰ স্কুলৰ শিক্ষাৰ পৰাও আমাৰ ব্যৱহাৰিক জ্ঞান বৰ বেছি নহয়। ব্যৱহাৰিক জ্ঞান হয় নিজে কাম কৰি নিজৰ চকু, কাণ, আদি ইন্দ্ৰিয়ৰ ব্যৱহাৰ কৰি, খবৰৰ কাগজ আদি পঢ়ি আৰু এনে শিক্ষাৰ সুযোগ স্কুলত বা টোলত সমানে ব্যৱস্থা কৰিব পাৰা হয়।

উচ্চ শিক্ষাৰ মানতো সংস্কৃত শিক্ষাৰ বিশেষ দোষ দেখা নাযায়। পশ্চিমীয়া ৰীতিত উচ্চতম শিক্ষিতলোক এজন আৰু টোল-ৰীতিত শিক্ষিত তেনে লোক এজনৰ ভিতৰত কথা-বাৰ্ত্তা সামাজিকতা আদি গুণত বিশেষ প্ৰভেদ নেদেখি।

৪। সংস্কৃত শিক্ষাই ভাৰতবৰ্ষৰ প্ৰাচীন কৃষ্টি ৰক্ষা কৰি আছে। এই শিক্ষাত শিক্ষক-সকলে অধ্যাপনা কৰে অধ্যাপনা কৰ্তব্যৰ এটা অংশ বুলি; অৰ্থ লোভত নহয়। আৰু শিক্ষিত সকলে শিক্ষা পায় হাজাৰ বিজাৰ টকা খৰছ কৰি নহয়; প্ৰকৃততে একো খৰছ নকৰাকৈ। মাদ্ৰাজৰ প্ৰধান মন্ত্ৰী শ্ৰীযুক্ত ৰাজাগোপাল আচাৰীক কোনেও নব্য শিক্ষাত শিক্ষিত নহয়, উদাৰ পন্থী লোক নহয় বা সংস্কাৰক ভয় কৰা মানুহ এনে বুলি কব নোৱাৰে। তেওঁ লয়লা কলেজৰ সংস্কৃত Association ৰ President হৈ অলপতে এই কথা কৈছে—

"It would be great folly on the part of the people of India to neglect the culture inherited by them. What culture India can claim to have inherited from the past is bound up Sanskrit. If young men turned out of school and Colleges are ignorant Sanskrit that is to say, have lost the key to the culture inherited from fore-father's it would be a disaster of the first magnitude."

এই শিক্ষাৰ পৰা হিন্দু ধৰ্ম ক্ৰিয়াপুত হৈ থাকিব পৰিছে। এই শিক্ষা পোৱা উচ্চ শিক্ষিত লোকসকল হয় বিনয়ী, সাধু, আচাৰ পৰায়ণ আৰু স্বল্প-সন্তুষ্ট। সামান্য অৰ্থ ব্যয় কৰি যি প্ৰণালীৰ পৰা এনে শিক্ষা পাব পাৰি সেই প্ৰণালীৰ একো সাৰ্থকতা নাই বুলি অতি পক্ষপাতী লোকেও কব নোৱাৰে।

৬। এই বুলি টোল শিক্ষাৰ একো দোষ নাই মই এনে কথাকো কব নোখোজোঁ। কোনো শিক্ষা প্ৰণালী দোষ শূন্য নহয় আৰু হব নোৱাৰে। কাৰণ মানুহে সদায় উন্নতি কৰিবলৈ চেষ্টা কৰে। গতিকে মানুহৰ যি অনুষ্ঠানেই নহক তাকো ভাল কৰিবৰ অনবৰত চেষ্টা চলি থাকে। টোল শিক্ষাৰো উন্নতি হব পাৰে আৰু তাকো উন্নত কৰিবলৈ যত্ন কৰা যুগুত।

টোল শিক্ষাৰ প্ৰথম দোষ যে ইয়াত ভূগোল বুৰঞ্জী আদি আজি কালিৰ বিষয়বিলাকৰ জ্ঞান পোৱা নাযায়। স্কুলতো যথেষ্ট পোৱা নাযায় বুলি মই আগত কৈ আহিছোঁ। কিন্তু সেই বুলি পাব নালাগে, এনে নহয়। বৰঞ্চ স্কুলতো এনে জ্ঞান শিক্ষাৰ দিহা হব লাগে; আৰু টোলতো হব লাগে। অনেকে কয় যে ভূগোল আদি বিষয় টোলৰ পাঠ্য কৰিব লাগে। মোৰ মনেৰে সেইটো ভুল হব। টোলৰ গুণ হৈছে এই যে, ই প্ৰাচীন ৰীতি এটা জীৱন্ত কৰি ৰাখি অনেক পৰিমাণে মুকলিমূৰীয়া হৈ অধ্যয়ন আৰু অধ্যাপনা কৰিবলৈ সুচল দিয়ে। বিষয়ৰ সংখ্যা বঢ়াই দিলে টোল পতি দুজন তিনিজন শিক্ষক লাগিব। তেতিয়া নিয়মিত সময়, হাজিৰা পৰিদৰ্শন ইত্যাদি বিলাকৰ উৎপাত আৰম্ভ হব। আৰু টোল স্কুলৰ এটা নিকৃষ্ট সংস্কৰণ হৈ উঠিব। সেইদেখি মোৰ মনেৰে টোলত আজি কালি মজলীয়া পৰীক্ষা পাছ বা মজলীয়া স্কুলৰ উচ্চতম শ্ৰেণীলৈ পঢ়া লৰাতকৈ কম পঢ়া লৰাক ভৰ্তি নকৰা হলে ভাল হয়। আজি কালি এনে লৰাৰ সংখ্যা বাঢ়িছে; টোলত পঢ়িবলৈ তেনে লৰাৰ অভাৱ নহব। টোলত খবৰৰ কাগজ সংগ্ৰহ, লাইব্ৰেৰী স্থাপন আদি কৰিবলৈ যত্নপৰ হলে ইয়াৰ পৰাও এই দোষ অনেক পৰিমাণে কমিব।

দ্বিতীয় কথা,—শাৰীৰিক শ্ৰম আৰু খেলা আদিৰ কাৰণে টোলত একো যত্ন লোৱা নহয়। ইয়াৰো অলপ ব্যৱস্থা থাকিব লাগে। টোলখান আশ্ৰমৰ দৰে সুশোভন কৰি লবলৈ যত্ন ললে অৰ্থাৎ টোলৰ চোহদত ফুলনি আৰু শাকনি কৰি ললে শাৰীৰিক শ্ৰম সৌন্দৰ্য্য কৰ্ষণ আৰু আহাৰৰ যোগৰ এই সকলোবিলাক সিদ্ধি একে যোগত হব পাৰে।

তৃতীয়তে টোলৰ ছাত্ৰৰ স্বভাৱ চৰিত্ৰৰ প্ৰতি, আচাৰ পালন, সন্ধ্যা উপাসনাৰ প্ৰতি এতিয়া যিমান চকু দিয়া হব তাতকৈ অনেক পৰিমাণে বেছি দৃষ্টিৰ আৱশ্যক। নিয়ম কানুন কৰি

এইবিলাক পালন কৰোৱা বৰ সহজ নহয়। অধ্যাপকে আৰু ওজা ছাত্ৰবিলাকে নিজ নিজ আদৰ্শৰ দ্বাৰা আন আন ছাত্ৰক অনুপ্ৰাণিত কৰিব পাৰিব লাগিব। আগতকৈ এই নিয়মবিলাকত এতিয়া যথেষ্ট শৈথিল্যই দেখা দিছে।

৭। সংস্কৃত ছাত্ৰ সন্মিলনৰ ছাত্ৰ আৰু অধ্যাপকসকলক মই আৰু এটা অনুৰোধ জনাওঁ। আগেয়ে টোলৰ শিক্ষাৰ কিছুমান ভাল ৰীতি আজিকালি এৰা পৰিছে। এই কথা উচিত হোৱা নাই। টোল শিক্ষাৰ ৰীতি বহুদিনীয়া; গতিকে বহুত অভিজ্ঞতাৰ ওপৰত প্ৰতিষ্ঠিত। ইয়াৰ যিবিলাক গুণকাৰী ৰীতি তাক হঠাৎ এৰি পেলোৱা বেয়া।

পুৰণি ৰীতি এটা ওজা ছাত্ৰৰ। এই ৰীতিৰ পৰাই Bell and Lancaster এ ইংলণ্ডত Pupil Teachers system প্ৰবৰ্তন কৰি ইংলণ্ডত প্ৰাথমিক শিক্ষা বিস্তাৰত বহুতো সহায় কৰিছিল। টোলবিলাকে এই ৰীতি প্ৰায় এৰিলে। উপাধি পৰীক্ষাৰ পাঠ্য দুই বছৰত শেষ কৰিব লাগে; গতিকে আনক পঢ়াবৰ সময় নাই। ইও এই ৰীতি এৰা পৰাৰ এটা কাৰণ।

আগেয়ে চৈত ফুৰা এটা নিয়ম আছিল বৎসৰেকৰ পাঠ্যৰ শেষত চ'ত মাহৰ এটা সপ্তাহ— ছাত্ৰবিলাকে চাৰিওফালে ঘূৰি ফুৰি টোলৰ কাৰণে অৰ্থ সংগ্ৰহ কৰিছিল। আজিকালি এই ৰীতি কিমান পৰিমাণে আছে নাজানো। কিন্তু মোৰ হলে চৈত ফুৰা ছাত্ৰ এতিয়া চকুত পৰা নাই। ইয়াৰ পৰা যে অকল টোললৈ দুটা টকা আহিছিল অকল সেয়েই নহয়। ছাত্ৰবিলাকে নিজৰ দেশৰ সকলো ফালে ফুৰাৰ সুযোগ হৈছিল; সাধাৰণ মানুহবিলাকৰ মাজত বিদ্যা শিক্ষাৰ কথা প্ৰচাৰ কৰিবলৈ সুবিধা হৈছিল। আৰু আজিকালি বিশেষকৈ পশ্চিম দেশত Hiking আৰু Campingৰ পৰা স্বাস্থ্য, আত্মাৱলম্বন আদি যিবিলাক গুণৰ শিক্ষা হয়, সেইবিলাক গুণ শিক্ষা হৈছিল। আজিকালি ভৰিৰ ওপৰত থিয় দিয়া'ৰ Self Supporting education'ৰ এটা ধোঁৱা উঠিছে। এনেকুৱা Educationৰ কাৰণে এই ৰীতি কিছু সহায়কৰ হৈছিল। চৈত ফুৰাৰ পাচত টোলৰ প্ৰীতি-ভোজ আৰু অধ্যাপক সেৱা এটা সৌষ্ঠৱপূৰ্ণ বিতোপন—অনুষ্ঠান আছিল। এতিয়াও এই অনুষ্ঠান সম্পূৰ্ণ উঠি যোৱা নাই বোধ কৰোঁ। ইয়াক পুনৰ্জীৱিত কৰা আপোনালোকৰ কৰ্তব্য হব। আৰু তাক অনুকৰণ কৰা স্কুলবিলাকৰ পক্ষেও উপকাৰী হব।

আন এটা কথা আছিল সংস্কৃতত কথা কোৱা অভ্যাস, এই অভ্যাস হৈছিল, বিয়া সভা আদিত সংস্কৃত 'বিয়া'ৰ পৰা, টোলে টোলে বিচাৰ কৰাৰ পৰা এই অভ্যাস এতিয়া গুচিল। বিয়াত সংস্কৃত 'বিয়া' এটা ভাল ৰীতি আছিল। তাৰ পৰা সাধাৰণৰ মাজত শিক্ষাৰ আদৰ বাঢ়িছিল। এনে কি ভাল মানুহৰ ঘৰৰ বুদ্ধিমান চাকৰ বাকৰে আৰু দুলীয়া খুলীয়াৰ ভাৰৰীয়াবিলাকে সংস্কৃতৰ শ্লোক মুখস্থ কৰি সংস্কৃত কৈ দৰ্শকৰ আনন্দ বঢ়াইছিল। আজিকালিৰ দুই এজন পণ্ডিতেহে সৰল সংস্কৃতত বক্তৃতা কৰিব পাৰে। এইবিলাক ৰীতিৰ পুনঃ প্ৰৱৰ্তন হোৱা ভাল ইয়াৰ পৰা বিদ্যা টোল ঘৰত আৰু অধ্যাপক আৰু ছাত্ৰৰ পুথিৰ ভিতৰত আবদ্ধ নাথাকি জন-সমাজত প্ৰচাৰ হৈ পৰিছিল। আৰু এটা কথা মই লক্ষ্য কৰিছোঁ। বোধ কৰোঁ আগেয়ে অকল ব্যাকৰণ বা ভাগৱত পঢ়ি পুৰণি পণ্ডিতসকলে আন আন শাস্ত্ৰতো যিমান গভীৰ জ্ঞান আৰ্জিছিল আজিকালিৰ উপাধিৰ পাঠ্য পঢ়ি তিমান জ্ঞান পোৱা নাযায়। সংস্কৃত শিক্ষা ইয়াত

কৰি গভীৰ হলে ভাল। কোনো পুথি পঢ়াত টীকা টিপ্পনী সহ আতিগুৰি লগাই পঢ়া ৰীতি প্ৰৱৰ্তন হব লাগে। সেয়ে হব লাগিলে উপযুক্ত অধ্যাপকেহে বিশেষ শাস্ত্ৰৰ অধ্যাপনা হাতত লোৱা উচিত।

৮। ইয়াতে মই এটা কথা আপোনালোকক সোঁৱৰাই দিব খোজোঁ। টোল শিক্ষাৰ আৱশ্যকতা আছে আৰু তাৰ পৰা সমাজত এক শ্ৰেণীৰ বিশিষ্ট শিক্ষিত লোক আমি পাইছো যিবিলাকে প্ৰাচীন ভাৰতীয় আদৰ্শ তথা হিন্দু ধৰ্মৰ আচাৰ অনুষ্ঠানবিলাক সঞ্জীৱিত কৰি ৰাখিছে। এই কথা সকলোৱে স্বীকাৰ কৰিব। কিন্তু সেই বুলি এই শিক্ষাৰ ৰীতি দেশত অতি বহুল ভাৱে প্ৰচলিত হওক এনে কথা মই কব নোখোজো। বৰ্ত্তমান আমাৰ যিমান খিনি টোল আছে তাত কৰি টোলৰ সংখ্যা বাঢ়া উচিত। কিন্তু সেই বুলি গাঁৱে গাঁৱে টোল স্থাপিত হক, বা প্ৰাইমাৰী আৰু মজলীয়া স্কুলৰ পৰিৱৰ্তে আমি টোল পাতোহঁক, এনে কল্পনা আমাৰ দেশৰ শিক্ষাৰ উন্নতিৰ পক্ষে উচিত নহব। টোল শিক্ষা এটা বিশিষ্ট প্ৰণালীৰ শিক্ষা। ইয়াত খৰচ নাই; অথচ ইয়াৰ পৰা যথেষ্ট সুশিক্ষা পোৱা যাব পাৰে। ইত্যাদি বিলাক স্বীকাৰ্য্য। কিন্তু ইয়াকো আমি পাহৰিব নালাগে যে এনে শিক্ষাত শিক্ষিত লোক আজি কালিৰ জীৱনৰ সকলো কৰ্ম্মৰ বাবে উপযুক্ত হৈ নুঠে, যেনেকৈ Engineering Education-ৰ বা Medical Education-ৰ আমাৰ আৱশ্যক আছে। সেই বুলি আমি গাঁৱে গাঁৱে মৌজাই মৌজাই Engineering school বা Medical school পাতিব নোখোজোঁ, আৰু আৰু তেনেকৈ পতাৰো আৱশ্যক নাই, টোল শিক্ষাৰ কথাও সেই প্ৰকাৰৰ। সেই দেখি আমাক টোল শিক্ষা লাগে; কিন্তু অকল টোল শিক্ষাকেই নালাগে; বা এই শিক্ষা অনাৱশ্যক ৰূপে বৃদ্ধিও হব নালাগে।

কিন্তু সম্প্ৰতি গৱৰ্ণমেণ্টে টোল শিক্ষাৰ কাৰণে যি খৰচ কৰে তাতকৈ অন্ততঃ পাচ গুণমান খৰচ কৰা উচিত। অধ্যাপক সকলৰ দৰমহা অনেকৰ নাই। যাৰ আছে তাৰো অত্যন্ত কম। আন আন দেশৰ সংস্কৃতৰ কেন্দ্ৰবিলাকলৈ গৈ উচ্চ শিক্ষাৰ কাৰণে কোনো বৃত্তিৰ ব্যৱস্থা নাই; টোল ঘৰ আদি কৰিবলৈ কোনো প্ৰকাৰ সহায় পাব নোৱাৰি; পুথি-পত্ৰাদি প্ৰায় টোলতে নাই। এইবিলাক দিহা কৰিবৰ কাৰণে বছৰি অন্ততঃ এক লক্ষ মান টকাৰ আৱশ্যক। কিন্তু গৱৰ্ণমেণ্টে সম্প্ৰতি সংস্কৃত বোৰ্ডক কুৰি হাজাৰত কৰিও কিছু কম টকা হে দিয়ে।

৯। আৰু এটা কথা আছে:—সংস্কৃত বিষয়ক গৱেষণা। কামৰূপ প্ৰাচীন দেশ; আৰু অন্ততঃ দুই হাজাৰ বছৰৰ পৰা এই দেশত সংস্কৃতৰ চৰ্চা চলিছে। কামৰূপৰ বিদ্যা চৰ্চা প্ৰমাণ প্ৰাচীন গ্ৰন্থাদিত পোৱা যায়। ইয়াত ৰচিত আৰু প্ৰকাশিত গ্ৰন্থাদি কেনেকৈ লোপ পালে— এইবিলাক আলোচনাৰ যোগ্য বিষয়। সংস্কৃত সঞ্জীৱনী সভাই প্ৰায় আঢ়ৈশমান এনেকুৱা পুথিৰ এখন descriptive catalogue প্ৰস্তুত কৰিছে। আৰু বহুত পুথি আমাৰ দেশৰ চাৰিওফালে থকা সম্ভৱ। তাৰ উপৰি আমাৰ দেশৰ প্ৰখ্যাত পণ্ডিতসকলৰ জীৱনী সংগ্ৰহো এটা কাম। এইবিলাক সংস্কৃত ছাত্ৰ সন্মিলনে হাতত ললে দেশৰ কাম কৰা হব, বিদ্যা আৰু দেশৰ গৌৰৱ বঢ়োৱাও হব।

১০। বন্ধু সকল ;

মোৰ বক্তব্যৰ ইমানতে সামৰণি কৰিব খুজিছোঁ। ধৈৰ্য্য ধৰি মোৰ কথা খিনি শুনাৰ বাবে আপোনালোকক মোৰ শলাগ জনাইছোঁ।

প্ৰাৰ্থনা কৰো আমাৰ সকলোৰে এই চেষ্টা সুফলবতী হওক।*

———

* ৭।১১।৩৮ তাৰিখে গুৱাহাটীৰ মুনিকুলাশ্ৰম বৈদিক টোলৰ প্ৰাঙ্গনত অনুষ্ঠিত হোৱা অসম সংস্কৃত ছাত্ৰ সন্মিলনৰ ১২শ বাৰ্ষিক অধিবেশনৰ সভাপতিৰ অভিভাষণ—সং, শ. গো. ৰ

# পেৰিক্লিচ্

( মহাকবি চেকস্‌পীয়ৰৰ সেই নামৰ
নাটকৰ চমু আখ্যান। )



ৰচক আৰু প্ৰকাশক,
শ্ৰীশৰৎচন্দ্ৰ গোস্বামী

যোৰহাট
আগষ্ট, ১৯২৫ চন, ইং

বেচ ধনত চৌধ পইচাকৈ

# নিবেদন

স্কুলত পঢ়া দিনত "Lamb's Tales from Shakespeare"ৰ পৰা এই গল্পটো অনুবাদ কৰিছিলোঁ। আৰু ১৯০২ ইং চনৰ জোনাকীত ই প্ৰকাশ হৈছিল।

সেই অনুবাদৰ কোনো সলনি নকৰি ইয়াক কিতাপৰ আকাৰত ছপোৱা হল।

যদি সুবিধা হয় পৃথিবীৰ উৎকৃষ্ট সাহিত্যৰ পৰা বাছি এনে ধৰণৰ আখ্যান কেইটামান প্ৰকাশ কৰিবৰ মন আছে।

কি জানি আমাৰ লৰা-ছোৱালীৰ পঢ়িবলৈ ভালে-বেয়াই দুই এখন কিতাপ হয়, এই আশা।*

গ্ৰন্থকাৰ।

---

* প্ৰকৃততে "পেৰিক্লিচ" গল্পটো জোনাকী, নতুন খণ্ড, দ্বিতীয় বছৰৰ (১৮২৫ শক) প্ৰথম, (আহিন), তৃতীয় (আঘোণ), পঞ্চম (মাঘ) আৰু ষষ্ঠ-সপ্তম (ফাল্গুণ-চত) সংখ্যাত প্ৰকাশ হৈছিল। সং. শ. গো. ব.

# পেৰিক্লিচ্

( ১ )

টায়াৰ প্ৰদেশত পেৰিক্লিচ্ নামে এজন বজাই ৰাজত্ব কৰিছিল। তেওঁ গ্ৰীচ্ দেশৰ দুষ্ট সম্ৰাট এৰিকোলেনাচৰ অত্যাচাৰ সহিব নোৱাৰি প্ৰজাবিলাকক পাপৰ অত্যাচাৰৰপৰা মুক্ত কৰিবৰ অভিপ্ৰায়ে, তেওঁৰ বিশ্বাসী মন্ত্ৰী হেলিকেনাচৰ হাতত ৰাজ্য-ভাৰ সমৰ্পণ কৰি স্বেচ্ছা-ক্ৰমে নিৰ্বাসিত হয়। তেওঁ প্ৰথমে 'থেৰচাচ' নগৰাভিমুখে জাহাজত উঠি যাত্ৰা কৰে। যেতিয়া পেৰিক্লিচ্ 'থেৰচাচ্' নগৰলৈ যাত্ৰা কৰে, তেতিয়া সেই নগৰত ভয়ানক দুৰ্ভিক্ষ হয়। সেই নিমিত্তে তেওঁ যাওঁৰ সময়ত বহুত খাদ্য দ্ৰব্য কিনি লৈ গৈছিল।

থেৰ্চাচ্ প্ৰদেশৰ ৰজা 'ক্লিয়ন' অতিশয় সদাশয় আৰু গুণগ্ৰাহী। তেওঁ ৰাজ্যত উপস্থিত হোৱা মাত্ৰেই পেৰিক্লিচক ৰাজযোগ্য সমাদৰেৰে নিজ ঘৰলৈ লৈ গল। পেৰিক্লিচ, নিয়া সমুদায় বস্তু ৰাজ্যৰ দুৰ্ভিক্ষত পৰা লোকবিলাকক দান কৰি, তেওঁলোকৰো স্নেহ আৰু ভক্তিৰ ভাজন হয়। ক্লিয়নৰ ঘৈণীয়েক 'ডাইওনিছিয়াও' পেৰিক্লিচৰ প্ৰতি এইবিলাক কাৰণৰ নিমিত্তে বৰ দয়ালু আৰু কৃতজ্ঞ আছিল।

পেৰিক্লিচ্ ক্লিয়নেৰে সৈতে থেৰচাচ্ নগৰত থাকোঁতে, তেওঁৰ ৰাজভক্ত মন্ত্ৰী হেলিকেনাচৰ-পৰা চিঠি পালে যে গ্ৰীচ সম্ৰাট এৰিকোলেনাচে তেওঁ সেই ঠাইত থকা খবৰ পাই, তেওঁৰ প্ৰাণ বধ কৰিবৰ নিমিত্তে দুই চাৰিজন লোক নিযুক্ত কৰিছে। এই সংবাদ পোৱা মাত্ৰে পেৰিক্লিচে থেৰচাচ্ নগৰৰ ৰজা, ৰাজমন্ত্ৰী, ৰাজভাৰ্য্যা আৰু প্ৰজা-বৃন্দৰ পৰা বিদায় লৈ জাহাজত উঠিল। থেৰচাচ্ নগৰৰ সাধাৰণ প্ৰজাবিলাকে ভয়ানক দুৰ্ভিক্ষৰ সময়ত আহাৰ যোগোৱাৰ বাবে তেওঁক দেৱতাৰ নিচিনা ভক্তি কৰিছিল। সেই নিমিত্তে তেওঁক বিদায় দিয়াত সকলোৰে মনত দুখ লাগিছিল।

পেৰিক্লিচ্ জাহাজত উঠি যাত্ৰা কৰিলে। এনেতে এটি ভয়ানক বিপদে আহি তেওঁক লগ ধৰিলে। সমুদ্ৰৰ মাজত বৰ ধুমুহা উঠিল। লাহে লাহে ধুমুহা প্ৰবল হৈ পেৰিক্লিচ্ থকা জাহাজ খন বুৰাই দিলে। তেওঁ উটি গৈ গৈ এখন নজনা-শুনা দেশত উপস্থিত হল। আনবিলাক লোক মৰিল।

( ২ )

তেওঁ যেতিয়া আধামৰা হৈ পাৰত লাগিল, তেতিয়া কিছুমান জালোৱাই তেওঁক দেখিবলৈ পাই, সিহঁতৰ নাৱত তুলি নি কানি কাপোৰ দিলে, আৰু কলে যে সিহঁতৰ দেশখনৰ নাম

'পেন্টোপালিচ' আৰু ৰজাৰ নাম 'চাইমো-নাইড্'। এওঁ বৰ সদাশয়, সেই দেখি তেওঁক মানুহে 'দয়ালু চাইমো-নাইড্চ' বোলে।

যেতিয়া পেৰিক্লিচ্ উত্তম ৰূপে আৰোগ্য হ'ল, তেতিয়া এদিন শুনিলে যে কালিলৈ পৰম লাৱণ্যৱতী ৰাজ-কুমাৰী থেইচাৰ জন্ম দিন। সেইদিনা বহুত ৰজা, ৰাজকুমাৰ আৰু ভদ্ৰ ভদ্ৰ লোক আহি যুদ্ধ বিদ্যাত নিপুণতা দেখুৱাব; আৰু যেয়ে সকলোতকৈ বেছি পাৰ্গত, থেইচাই তেওঁকেই বৰমাল্য প্ৰদান কৰিব। এই কথা শুনি পেৰিক্লিচৰ মনত বৰ দুখ লাগিল, কিয়নো তেওঁৰ অবোৱালখন জাহাজ বুৰাত হেৰাইছিল। সেই বাবে তেওঁ আন আন ৰজাবিলাকৰ ভিতৰত এজন হৈ থেইচা-লাভৰ নিমিত্তে চেষ্টা কৰাৰ লালসা মনতে সামৰিব লাগিল।

পেৰিক্লিচে এই ৰকমে ভাবি আছে, এনেতে এটা জালোৱাই আহি কলে যে সি এজোৰ ঢাল-তৰোৱাল পাইছে, সি বোলে সাগৰত জাল বাই থাকোঁতে সেই জোৰা জালত উঠিছিল। পেৰিক্লিচে চায় যে সেই জোৰা তেওঁৰেই ঢাল-তৰোৱাল। এই দৰে নিজৰ হেৰোৱা অস্ত্ৰ পাই তেওঁ কলে, "হে ভাগ্য! তুমি মোৰ প্ৰতি প্ৰসন্ন, নহলে যি ঢাল-তৰোৱাল এবাৰ অতল জলত হেৰুৱাইছিলোঁ, সেই ঢাল-তৰোৱাল আকৌ মোৰ হাতলৈ আহিব কিয়? সাগৰত যে মোৰ জাহাজ বুৰিছিল সিও একো দুৰ্ভাগ্যৰ কথা নহয়, কাৰণ, থেইচা থকা দেশক আহি, মই আকৌ অসি-চৰ্ম জোৰ পাইছোঁ।"

পেৰিক্লিচক এই জোৰ অস্ত্ৰ তেওঁৰ পিতাকে দিয়ে সেই নিমিত্তে তেওঁ ইয়াক কেতিয়াও লগৰপৰা নেৰিছিল। পাছ দিনা তেওঁ গৈ চাইমো-নাইড্চৰ ৰঙ্গ-ভূমিত উপস্থিত হল আৰু উপস্থিত ৰাজকুমাৰবিলাকৰ ভিতৰত তেওঁ অস্ত্ৰ-চালনাত বিশেষ পাৰদৰ্শিতা দেখুৱালে; সেই নিমিত্তে থেইচাই আনবিলাক ৰাজকুমাৰক এৰি পেৰিক্লিচক নিজৰ হাতত থকা মালাৰে সুশোভিত কৰিলে। থেইচাৰ প্ৰথম দৰ্শনাবধি পেৰিক্লিচ্ তেওঁৰ প্ৰতি অনুৰক্ত হয় আৰু সুন্দৰী থেইচাইও তেওঁৰ প্ৰতি সেই ৰকমে অতিশয় অনুৰক্ত হৈছিল। চাইমো-নাইড্চ আৰু তেওঁৰ প্ৰজা সকলোৱে এই বিবাহত অতিশয় সন্তুষ্ট হল।

এন্টিওকাচৰ ভয়ত পেৰিক্লিচে শহুৰেকৰ আগত টায়াৰৰ এজন ভদ্ৰ লোক বুলি পৰিচয় দিছিল। পিছে কিছুমান দিন অতীত হোৱাত তেওঁৰ ৰাজ-ভক্ত মন্ত্ৰী হেলিকেনাচৰপৰা চিঠি পালে—যে এন্টিওকাচৰ মৃত্যু হৈছে আৰু তেওঁৰ প্ৰজা-বৃন্দ তেওঁৰ নিমিত্তে বৰ ব্যগ্ৰ হৈছে। যদি অতি শীঘ্ৰে তেওঁ দেশলৈ উলটি নাযায়, তেনেহলে সিহঁতে হেলিকেনাচকে সিহঁতৰ আচল ৰজা পাতি লব।

পেৰিক্লিচে এই সংবাদ পাই শহুৰেকক জনালে। তেতিয়া চাইমো-নাইড্চে কলে, "বৰ সুখৰ বিষয় যে মোৰ জোঁৱাই এজন ৰজা, কিন্তু ৰজা নহৈ কেৱল এজন ভদ্ৰলোক হোৱাহেঁতেন মোৰ সুখ আৰু কিছু বেছি হলহেঁতেন; কিয়নো তেনে হলে মই তেওঁক এনেকুৱা অসন্তোষ কৰি মোৰ সুন্দৰী জিয়াৰীৰে সৈতে বিদায় দিব নালাগিলহেঁতেন।"

থেইচা এই সময়ত গৰ্ভৱতী আছিল। তেওঁক বাপেকে আৰু পেৰিক্লিচে সমুদ্ৰ যাত্ৰাৰ বহুত অপকাৰ আছে বুলি বুজাই, যাবলৈ বাধা দিছিল; কিন্তু সতী থেইচাই তেওঁলোকৰ বাধা নুশুনি স্বামীৰে সৈতে জাহাজত উঠিল।

(৩)

হায়! পেবিক্লিচৰ লগত সাগৰৰ কেতিয়াও ভাল ভাব নাই। এবাৰ তেওঁক ডুবাইছিল, ইবেলিও তেওঁৰ প্ৰতি সদয় নহল। থেইচাৰ সৈতে কিছুমান দিন গৈছে, এনেতে এটি ধুমুহা আহিল।

থেইচা সেই সময়ত গৰ্ভৱতী আছিল। ধুমুহা দেখি তেওঁৰ ভয় লাগিল, আৰু সেই ভয়ৰ পীড়াত তেওঁ এজনী ছোৱালী প্ৰসৱ কৰিলে, আৰু নিজে মূৰ্চ্ছাপন্ন হল। পেবিক্লিচ এই সময়ত অন্য এটি কোঠালিত আছিল। থেইচাৰ পৰিচাৰিকা লাইকোৰিডাই তেওঁৰ হাতত এটি ছোৱালী লৈ পেবিক্লিসৰ আগলৈ গিলে আৰু তেওঁক দেখুৱাই কলে, "মহাৰাজ এই ছোৱালীজনী এনেকুৱা অৱস্থাত পৰা সম্পূৰ্ণ অনুপযুক্ত। এওঁ আপোনাৰ মৃত ৰাণীৰ সন্তান।"

পেবিক্লিচ এই কথাটি শুনি বজ্ৰাহতৰ নিচিনা হল। তেওঁ কি কৰিব কি নকৰিব একোকে ঠিক কৰিব নোৱাৰা হল। তেওঁ মূৰ্চ্ছিতৰ নিচিনা বাক্-শক্তি-ৰহিত হৈ কিছুমান সময় হৈ থাকিল। আৰু যেতিয়াই কথা কব পাৰা হলে তেতিয়া কলে, "হে পৰমেশ্বৰ, তোমাৰ সুন্দৰ বস্তুবিলাকলৈ আমাৰ ইমান মৰম কৰি দিছা কিয়? আৰু যদি এনেকুৱা তোমাৰ ৰীতি, অলপ পাছত সেইবিলাক কিয় কাঢ়ি নিয়া?"

লাইকোৰিডাই কলে, "মহাৰাজ ধৈৰ্য্য ধৰক। আপদত ধৈৰ্য্য পৰম ঔষধি। এই ছোৱালীজনী আমালোকৰ মৃত ৰাণীৰ জীবিত বস্তু। এওঁৰ নিমিত্তেই অলপ ধৈৰ্য্য ধৰি শোক দূৰ কৰক। এই মূল্যবান বস্তুটিক এবাৰ চাওক।"

দাসীৰ কথা শুনি পেবিক্লিচে ছোৱালীটীক কোলাত লৈ কব ধৰিলে, "বাছা, তোৰ স্বভাৱ বিনয়ী হওক, কাৰণ কোনো লৰা-ছোৱালীয়েই এনেকুৱা বিপদ-সঙ্কুল ঠাইত জন্ম লোৱা নাই। কোনো ৰজা বা ৰাজ-কুমাৰৰ সন্তানে পৃথিৱীত প্ৰবেশ কৰোঁতেই এনে নিষ্ঠুৰ ব্যৱহাৰ পোৱা নাই, সেই নিমিত্তে তোৰ স্বভাৱ বিনয় আৰু ভদ্ৰতাৰ আকৰ হওক। তোৰ জীৱনৰ সকলো ঘটনা সুখদায়ক হক, কাৰণ পৃথিৱী স্বৰ্গ, মৰ্ত্ত্য, পাতাল, আকাশ, বায়ু আৰু বৰুণে যি বিপদ ঘটাব পাৰে, সেই বিপদৰ নিচিনা বিপদ প্ৰথমেই তই লগ পাইছ। আন কি প্ৰথমতে তই যি বস্তু হেৰুৱালি, সেইটো অকলেই তোৰ পৃথিৱীৰ সমুদায় সুখতকৈ যোখত বেছি গধুৰ হব।"

(৪)

ধুমুহা এতিয়াও ভয়ানক বেগে চলি আছিল। সাগৰৰ ঢৌবিলাক এতিয়াও পৰ্ব্বতৰ নিচিনা আহি পেবিক্লিচৰ জাহাজত গুম্ গুম্ কৈ মাৰি, আকৌ পৰ-পৰাই উফটি গৈ অদৃশ্য হৈছিল। সকলোৱে প্ৰাণৰ ভয়ত ভীত। কাৰো মুখত মাত নাই। নাবিকবিলাকে, নিজৰ কুসংস্কাৰৰ মতে, ভাবিলে যে যেতিয়ালৈকে মৃতদেহ জাহাজত থাকে তেতিয়ালৈকে বতাহ নকমে। সেই নিমিত্তে মৃত দেহ পানীত পেলোৱা উচিত।

এইবিলাক ভাবি কিছুমান নাবিকে পেবিক্লিসৰ আগলৈ আহি কলে, "মহাৰাজ, ঈশ্বৰে আপোনাক ৰক্ষা কৰক! আপোনাৰ কিমান সাহ আছে?"

নাবিকসকলৰ এই কথা শুনি পেৰিক্লিচে কলে, "প্ৰচুৰ সাহ আছে। মই ধুমুহাক ভয় নকৰোঁ। কাৰণ ই কৰিব পাৰাখিনি কৰিছেই ; তথাপি এই ছোৱালীজনীৰ ভালৰ নিমিত্তে ইচ্ছা কৰোঁ যেন সোনকালে বতাহ নোহোৱা হয়।"

নাবিকবিলাকে কলে, "মহাৰাজ, তেনেহলে আপোনাৰ ৰাণীক সাগৰত পেলাব লাগিব। বৰ ডাঙৰ ডাঙৰ ঢৌ উঠিছে। বতাহ বৰকৈ বৈছে। এনে সময়ত জাহাজৰ পৰা মৰা শ নেপেলালে বতাহ কেতিয়াও নকমে।"

যদিও পেৰিক্লিচে জানিছিল যে এই কু-সংস্কাৰৰ একো অৰ্থ নাই, তথাপি নাবিকবিলাকক সন্তোষিত ৰাখিবৰ নিমিত্তে কলে, "বাৰু, তোমালোকে যেনে ভাল পোৱা। তেনেহলে দুৰ্ভগীয়া ৰাণীক নিশ্চয়ে পানীত পেলাব লাগিব।"

তেতিয়া সেই হতভাগা ৰজাই তেওঁৰ প্ৰিয়তমা স্ত্ৰীৰ লগত শেষ দেখা কৰিবলৈ গল, থেইচাৰ মুখখন চাই কবলৈ ধৰিলে, "প্ৰিয়ে, তোমাৰ মৃত্যু শয্যাখন বৰ ভয়ঙ্কৰ হল। পোহৰ নাই! জুই নাই! তোমাক কবৰলৈ লৈ যাবৰ নিমিত্তে কোনো সাজসজ্জা নাই। তোমাক ভাল 'কফিন' এটাও নোহোৱাকৈ সমুদ্ৰত পেলাই দিব লাগিব। তোমাৰ হাড়ৰ ওপৰত স্মৃতিস্তম্ভৰ সলনি সাগৰৰ পানী! তাৰ কুলকুলনিয়ে মোৰ মনত সদায় তোমাৰ স্মৃতি জগাই দিব। লাইকোৰিডা, মচলা, কাগজ, কলম, চিয়াঁহী আৰু মণি-মুক্তাবিলাক আৰু কফিনটো আনিবলৈ কোৱা। আৰু ছোৱালীটিক শুৱাই থৈ চাবিও পিনে চোৱা, মই থেইচাক ধৰ্মমতে বিদায় দিওঁ।"

তেওঁলোকে পেৰিক্লিচক বাকচ আনি দিলে। থেইচাক এখন চাটিন কাপোৰেৰে মেৰাই সেই বাকচত থলে, আৰু তেওঁৰ ওপৰত নানা ৰকম সুগন্ধি মচলা ছটিয়াই দিলে, কাগজ এখনত থেইচা কোন আছিল, কেনেকৈ মৰিল, এইবিলাক লিখি তেওঁৰ কাষত থলে, আৰু নানা ৰকম মণি-মুক্তা আনি থই ইয়াকে লিখিলে, যদি কোনোবাই কেতিয়াবা সেই বাকচটি পাই, তেনেহলে তেওঁ সেই মণি-মুক্তা নি থেইচাক যেন কবৰ দিয়ে। এইবিলাক লেখি তেওঁ নিজ হাতে বাকচটি পানীত পেলাই দিলে।

যেতিয়া ধুমুহা কমিল, তেতিয়া নাবিকবিলাকক থাৰচাচলৈ জাহাজ নিব কলে। কাৰণ টায়াৰ পোৱালৈকে ছোৱালীজনী নিৰ্জীব, সেই নিমিত্তে সাধাৰণ শুশ্ৰূষাৰ নিমিত্তে থাৰচাচত তেওঁক ৰাখিব।

( ৫ )

যি ৰাতি থেইচাক পানীত পেলোৱা হৈছিল, তাৰে পুৱা "চেৰিমন" নামেৰে "এফেচাচ" দেশৰ উপযুক্ত ভদ্ৰলোক আৰু বৰ নিপুণ কবিৰাজ সাগৰৰ পাৰত থিয় হৈ থকাত, তেওঁৰ চাকৰবিলাকে তেওঁৰ ওচৰলৈ এটি বৰ ডাঙৰ বাকচ লৈ আহিল। সিহঁতে কলে যে সাগৰৰ ঢৌত বাকচটি পাৰত পৰিছিল। সিহঁতৰ এজনে কলে, "এনেকুৱা ঢৌ মই কেতিয়াও দেখা নাছিলোঁ।"

চেৰিমনে বাকচটি নিজ ঘৰলৈ নিলে আৰু খুলি আশ্চৰ্য্যেৰে সৈতে এজনী সুন্দৰী ভদ্ৰ মহিলা

দেখিলে। যেতিয়া তেওঁ সুগন্ধি মচলাৰ গন্ধ পালে আৰু মূল্যবান গহনাবিলাক দেখিলে, তেতিয়া তেওঁ ভাবিলে যে এনেকুৱাকৈ আশ্চৰ্য্যৰূপে অহা তিৰোতাজনী নিশ্চয় কোনো ডাঙৰ মানুহৰ। তেওঁ বিশেষ অনুসন্ধান কৰি দেখিলে যে তাত এখন কাগজ আছে। কাকতখনৰ পৰা চাই সেইজনী কোন, সেই বিষয়ে বিশেষ জানিলে আৰু ঘটনাৰ আশ্চৰ্য্যতা ধৰিলে। আৰু থেইচাৰ স্বামীৰ উদ্দেশে বিশেষ দুখ কৰি কলে, "পেৰিক্লিচ, যদি তুমি জীৱিত আছা, তেনেহলে নিশ্চয় তোমাৰ বুকুক শোকত ফাটোঁ ফাটোঁ হৈছে।" তেওঁ নিজেও বহুত দুখ কৰিলে।

চেৰিমনে থেইচাৰ মুখৰ পিনে মনোযোগেৰে নৈতে চাই দেখিলে যে তেওঁৰ মুখত মৃত্যুৰ চিহ্ন একো দেখা নাযায় আৰু মুখখানা জীৱিত মানুহৰ মুখৰ নিচিনা দেখায়। সেই নিমিত্তে তেওঁ ভাবিলে "থেইচাক যিবিলাকে পেলাইছে, সিহঁতে বহুত লৰালৰি কৰিছিল, কিয়নো মোৰ বিশ্বাস যে এই ৰাণী মৰা নাই।"

এইবিলাক ভাবি তেওঁ একুৰা জুই ধৰিব কলে, আৰু সুন্দৰ মনোহৰ গান গাব কলে। তেওঁ ভাবিছিল এইবিলাকে থেইচাৰ মূৰ্চ্ছা ভঙ্গ কৰিব পাৰে আৰু থেইচাৰ চাৰিপিনে থকা মানুহবিলাকক কলে, "ভাঙৰীয়াসকল, তেওঁৰ গাত বিশুদ্ধ বতাহ লাগিব দিয়ক; এই ৰাণী জনা নিশ্চয় জী উঠিব। তেওঁ পাঁচ ঘণ্টাতকৈ বেছি সময় বাকচৰ ভিতৰত থকা নাই, আৰু চাওকচোন পীৰঠি লৰিব লাগিছে। এই সুন্দৰ প্ৰাণীটিএ আমালোকক তেওঁৰ দুখ শুনাই কন্দুৱাব। নিশ্চয় জীয়াই আছে।"

থেইচা কেতিয়াও মৰা নাছিল। সন্তান প্ৰসৱ হোৱাৰ পাচতে মূৰ্চ্ছা যায়। প্ৰসৱ বেদনা আৰু ধুমুহাৰ ভয়ে এওঁৰ এই মূৰ্চ্ছাৰ কাৰণ। তেওঁ এনেকৈ মূৰ্চ্ছা গৈছিল যে যেয়ে দেখে সেয়ে মৰা বুলি ভাবিছিল। এতিয়া সদাশয় দয়ালু চেৰিমনৰ যত্নত আকৌ জীৱন পাই চকু মেলি কলে, "মই কত আছোঁ? মোৰ পেৰিক্লিচ কত? এইখন কি দেশ?"

চেৰিমনে লাহে লাহে মিঠা মাতেৰে থেইচাক তেওঁ নজনাকৈ যি যি ঘটনা ঘটিছিল সেই-বিলাক সংক্ষেপে কলে, আৰু যেতিয়া সকলোবিলাক শুনিবৰ নিমিত্তে যথেষ্ট সবল হল তেতিয়া তেওঁৰ স্বামীয়ে লিখা কাগজখন দেখুৱালে। তেতিয়া থেইচাই কাকতখন চাই কলে "এই-বিলাক মোৰ স্বামীৰ আখৰ। মই যে সাগৰত আছিছিলোঁ সেইটো কব পাৰোঁ, তাৰ পাছত কি হৈছিল একো ঠিক কৰিব নোৱাৰোঁ। কিন্তু যেতিয়া মই মোৰ স্বামীক কেতিয়াও নেদেখিম, তেতিয়া মোৰ পক্ষে ধৰ্মাচৰণেই ভাল। মই আৰু কেতিয়াও আনন্দ নকৰোঁ।"

তেতিয়া চেৰিমনে কলে, "আই, তুমি যেনেকৈ কৈছা যদি সেই ৰকমে ইচ্ছা কৰা, তেনেহলে 'ডাইনাৰ' মন্দিৰলৈ বেছি দূৰ নহয়, তাতে এজনী সন্ন্যাসিনী হৈ থাকিব পাৰা, আৰু যদি ইচ্ছা কৰা মোৰ এজনী ভ্ৰাতুষ্পুত্ৰীয়ে তোমাক তাত সেৱা শুশ্ৰূষা কৰিব।" থেইচাই ধন্যবাদ দি এই প্ৰস্তাৱত মান্তি হল, চেৰিমনে তেওঁক ডাইনাৰ মন্দিৰত থলে। থেইচা তাত এজনী সন্ন্যাসিনী হৈ স্বামীৰ নিমিত্তে শোক আৰু মঙ্গল কামনা কৰি উৎকৃষ্ট ধাৰ্মিক ভাৱে কাল যাপন কৰিব ধৰিলে।

(৬)

পেৰিক্লিচে ছোৱালীজনীৰ নাম, সাগৰত হোৱা গতিকে, "মেৰিনা" ৰাখিলে। তেওঁ থাৰচাচৰ শাসনকৰ্তা ক্লিয়ন আৰু তেওঁৰ স্ত্ৰী ডাইওনিচিয়াৰ লগত ছোৱালীজনীক ৰাখিব বুলি সেই ঠাইলৈ লই গল, কাৰণ তেওঁ সেই প্ৰদেশবাসী দুৰ্ভিক্ষৰ সময়ত সহায় কৰিছিল আৰু এই নিমিত্তে ভাবিছিল যে তাৰ শাসনকৰ্তা ও তেওঁৰ স্ত্ৰীয়ে ছোৱালীজনীৰ তত্ত্বাৱধান লব পাৰে।

যথা সময়ত পেৰিক্লিচ থাৰচাচত উপস্থিত হলত, ক্লিয়নে আৰু তেওঁৰ প্ৰজাসমূহে তেওঁক যথোচিত সন্মান আৰু আদৰেৰে অভ্যৰ্থনা কৰিলে, আৰু যেতিয়া ক্লিয়নে পেৰিক্লিচৰ সকলো বিপদ জানিব পাৰিলে, তেতিয়া তেওঁক সহানুভূতি দেখুৱাই কলে, "যদি পৰমেশ্বৰে আপোনাৰ সুন্দৰী ৰাণীক মোৰ চকুৰ তৃপ্তি সাধিব আনিলেহেঁতেন তেনেহলে বৰ সুখী হলোঁহেতেন।"

পেৰিক্লিচে দুখেৰে কলে "আমালোকে ওপৰত থকা প্ৰভুৰ ক্ষমতা মতে চলিবলৈ বাধ্য। মই, মোৰ থেইচা তই ধুকা সাগৰৰ দৰে তৰ্জন গৰ্জন কৰিলেও, চৰম ফল যি হব লাগে হবই। মোৰ শান্ত সন্তান মেৰিনাক আপোনাৰ অনুগ্ৰহৰ ওপৰত থব লগাত পৰিলোঁ। আপোনাসকলক, ছোৱালীজনীক ৰাজকুমাৰীৰ নিচিনা শিক্ষা দিবলৈ প্ৰাৰ্থনা কৰি মই তেওঁক ইয়াতে এৰিলোঁ।"

তেতিয়া তেওঁ ডাইওনিচিয়াক কলে, "ভদ্ৰে, তুমি মোৰ ছোৱালীজনীৰ প্ৰতি তত্ত্বাৱধান লৈ, মোক সুখী কৰিবা বুলি আশা কৰোঁ।"

ডাইওনিচিয়াই উত্তৰ কৰিলে, "মহাৰাজ, মোৰ এজনী ছোৱালী আছে; মই আপোনাৰ ছোৱালীজনীক তাতকৈ বেয়া ভাবে নেদেখিম।"

আৰু ক্লিয়নেও সেইদৰে প্ৰতিজ্ঞা কৰি কলে, "ৰাজন! যদি মই আপোনাৰ ছোৱালীজনীক ভাল ৰূপে আদৰ নকৰোঁ, তেনেহলে মোৰ প্ৰজাবিলাকে মোৰ তেনে কৰিবলৈ বাধ্য কৰিব; কাৰণ আপুনি যে দুৰ্ভিক্ষ সময়ত তেওঁলোকক খুৱাইছিল তেওঁলোকে সেইটো পাহৰা নাই, আৰু তাৰ নিমিত্তে সদায় আপোনাক প্ৰশংসা কৰে। আৰু যদিও তেওঁলোকৰ কথাতো কাণ নিদিওঁ, তেনেহলে পৰমেশ্বৰে বংশানুক্ৰমে আমাক ইয়াৰ প্ৰতিফল দিব।"

ক্লিয়ন আৰু তেওঁৰ পত্নীৰ এনেকুৱা অঙ্গীকাৰ শুনি পেৰিক্লিচ তেওঁৰ ছোৱালীজনীৰ প্ৰতি একেবাৰে নিশ্চিন্ত হল। আৰু মেৰিনাক ধাই লাইকোৰিডাৰে সৈতে তেওঁলোকৰ লগত থৈ স্বদেশ অভিমুখে যাত্ৰা কৰিলে। মেৰিনা কেচুৱা, কেতিয়া কি হল কব নোৱাৰে; কিন্তু লাইকোৰিডাই তেওঁৰ প্ৰভু যোৱা দেখি দুখতে কান্দিলে। তেতিয়া পেৰিক্লিচে তেওঁক সন্তুষ্ট কৰিবৰ নিমিত্তে কলে, "লাইকোৰিডা নেকান্দিবা, তোমাৰ সৰু কত্ৰীৰ প্ৰতি চাই তোমাৰ শোক দূৰ কৰা।" এই বুলি পেৰিক্লিচ তৃতীয় বাৰ জাহাজত উঠি নিজ দেশলৈ গল।

(৭)

দুই বাৰ জাহাজত উঠিছে, দুইও বাৰে তেওঁৰ বিপদ। কিন্তু এই বেলি সাগৰে তেওঁক অলপ অনুগ্ৰহ দেখুৱাই নিৰাপদে টায়াৰত তুলি দিলে। তেতিয়া ৰাজ্যত একো উপদ্ৰৱ নাই,

শত্ৰুবিলাক মৰিছে; পতিকে কোনো গণ্ডগোল নোহোৱাকৈ, পেৰিক্লিচ, কল্পিত স্তুতিবাণীৰ একেচাচত্ৰ এৰি, ৰাজপাটত ৰহিল। আৰু তেওঁৰ কন্যা মেৰিনাক স্লিয়নে, তেওঁৰ বংশমৰ্য্যাদা-সুলভ শিক্ষা দি প্ৰতিপাল কৰিব ধৰিলে। পতি এনে—মাক, বাপেক, জীয়েক তিনিও তিন ঠাইত। কোনেও কাকো হয়তো দহ বছৰছৰ পাছত নিচিনিব।

স্লিয়নে মেৰিনাক এনে উত্তম ভাৱে শিকালে যে চৌধ বছৰ পূৰ নৌহওঁতেই সকলো বিদ্যাত তেওঁ পকি উঠিল, এনে কি সেই সময়ৰ জ্ঞানী মানুহজনেও তেওঁতকৈ বেছি জানিছিল নে নাই সন্দেহ। তেওঁ গীত গাইছিল কিন্নৰীৰ নিচিনা; নাচিছিল অপ্সৰীৰ নিচিনা; আৰু শিল্প ইমান জানিছিল যে ফুল, ফল প্ৰভৃতি বস্তুবিলাক মেৰিনাৰ কৃত্ৰিম ফুল ফলতকৈ যে বেছি ভাল আছিল, এইটো ফুলৰ গন্ধ আৰু ফলত আস্বাদ নাথাকিলে জনা টান। তেওঁৰ প্ৰকৃত বেছমী বস্ত প্ৰকৃতি-প্ৰসূত প্ৰকৃত বস্তুৰ নিচিনা।

(৮)

যেতিয়া তেওঁ এইবিলাক গুণেৰে ভূষিত হৈ সাধাৰণৰ চকুত আশ্চৰ্য্য আৰু প্ৰশংসাৰ প্ৰতি-মূৰ্ত্তি হল, তেতিয়া আকৌ ভাবেই গুণতে তেওঁৰ পূৰ্ব্ববন্ধু স্লিয়ন-পত্নী ডাইওনিচিয়া তেওঁৰ প্ৰধান শত্ৰু হৈ উঠিল; কাৰণ, তেওঁৰ নিজ-কন্যা, নিজৰ অমনোযোগিতা হেতু বিদ্যাত পৰিণত হৈ উঠিব নোৱাৰিলে, কিন্তু মেৰিনা হলে বৰ পৈণত হৈছিল। মেৰিনা আৰু তেওঁৰ কন্যা সমবয়স্কা, উভয়কে সমান ভাৱে, সমান বয়লবপৰা, সমান শিক্ষা দিছে—তথাপি মেৰিনা সমুদায় প্ৰশংসাভাগিনী, এইটো সন্তান বৎসলা মাতৃয়ে কেনেকৈ সহ্য কৰিব! তেওঁ মেৰিনাক বধ কৰিবৰ কোনোমতে উপায় চিন্তিলে। হয়তো মেৰিনা ইহ সংসাৰত নোহোৱা হলে, সকলোৱে তেওঁৰ কন্যাক আদৰ কৰিব। এই সময়ত লাইকোৰিডাৰ মৃত্যু হৈছে, সেই নিমিত্তে সুবিধা।

এই সুযোগত ডাইওনিচিয়াই মেৰিনাক হত্যা কৰিবলৈ এটি মানুহ নিযুক্ত কৰিলে। আগেয়ে মেৰিনা প্ৰায় ডাইওনিচিয়াৰ লগতে আছিল। এতিয়া তেওঁৰ ধাইৰ শোকত অলপ আঁতৰত থকাৰ সুযোগ পাই, যাক মেৰিনাৰ হত্যাৰ অৰ্থে নিযুক্ত কৰিছিল, তাৰ লগত ৰাণীয়ে সেই বিষয় কথাবাৰ্ত্তা কৈ আছিল।

মেৰিনাক সকলোৱে ইমান ভাল পাছিল যে ৰাণীয়ে এই কাম কৰিবলৈ নিয়োগ কৰা মানুহজন বৰ দুষ্ট থকা সত্বেও, তেওঁক প্ৰথমে হত্যা কৰিবলৈ সন্মত নহল। সি কলে, "তেওঁ দেৱীৰ নিচিনা ধৰ্ম্ম-পৰায়ণা।" ৰাণীয়ে কলে "তেনেহলে দেৱতাই তেওঁক নিতান্ত লোৱা উচিত। মেৰিনা মৃতা ধাত্ৰীৰ নিমিত্তে শোক কৰি এই পিনে আহিছে, এতিয়া তোমাৰ মত কি?"

মানুহজনে ৰাণীৰ নানা প্ৰকাৰ কাকুতি-মিনতি তৰ্জ্জন-গৰ্জ্জনত উৎসাহিত আৰু ভীত হৈ সৰ্ব্বশেষত এই কাম কৰিবলৈ গাত ললে।

(৯)

লাহে লাহে মেৰিনাই হাতত এটি ফুলৰ থৰাহি লৈ সেই ঠাই পাই কলে, "মই স্লিকে ফিৰে

এই ফুল লাইকোৰিডাৰ কবৰৰ ওপৰত ছটিয়াই দিম। এই ফুলে গ্ৰীষ্মকালত যেওৰূপে আত্মা বিস্তাৰ কৰি তেওঁৰ কবৰৰ ওপৰত দলিচাৰ নিচিনা হব। মই মোৰ মাতাৰ মৃত্যু সময়ত বতাহৰ ভিতৰত সমুদ্ৰত জন্ম গ্ৰহণ কৰিছিলোঁ, এতিয়া মোৰ লাইকোৰিডাকো হেৰুৱালোঁ।"

এই ৰকমে জীৱনৰ অতীত ঘটনাবোৰ সুঁৱৰি-সুঁৱৰি কান্দিব ধৰি মেৰিনাই কলে, "এই সংসাৰ চিৰন্তন ধুমুহাৰ নিচিনা, মোৰ বন্ধুবিলাকক এই ধুমুহাই মোৰপৰা আঁতৰাব ধৰিছে।"

তেতিয়া নিৰ্দয়া ডাইওনিচাই প্ৰবোধ দি কব ধৰিলে, "মেৰিনা তুমি অকলে অকলে কিয় কান্দিব ধৰিছা? মোৰ কন্যাজনী তোমাৰ লগত নাই কিয়? তুমি লাইকোৰিডাৰ নিমিত্তে শোক নকৰিবা, মই তোমাক তেওঁৰ নিচিনা আদৰেৰে প্ৰতিপালন কৰিম। এই দুখৰ নিমিত্তে তোমাৰ মুখ একেবাৰে মলিন হৈ গৈছে। মোক ফুলবিলাক দিয়া, নহলে সাগৰৰ বতাহত নষ্ট হবা" মানুহজনৰ প্ৰতি লক্ষ্য কৰি ক'লে, "এই মানুহজনেৰে সৈতে ফুৰিবলৈ যোৱাঁ। সুন্দৰ বতাহ বলিছে। তাক সেৱন কৰিলে মন সুখী হব। আহা, তাৰ হাতত ধৰি ফুৰিবলৈ যোৱাঁ।"

মেৰিনাই কলে, "আই, নালাগে। চাকৰটি গলে আপুনি বৰ কষ্ট পাব।"

ডাইওনিচিয়াই কৌশল কৰি মানুহজনৰ লগত মেৰিনাক বৰ ইচ্ছা কৰি কলে, "আহা, আহা! তোমাৰ পিতাৰাক মই বৰ ভাল পাওঁ, সেই নিমিত্তে তোমাকো ভাল পাওঁ। তেওঁ ইয়ালৈ আহিব বুলি আমি দিনে দিনে ভাবি আছোঁ। আৰু যদি তেওঁ আহি তোমাক এনেকুৱা দেখে, তেনেহলে আমি তোমাৰ যত্ন নোলোৱা ভাবিব। কাৰণ, তোমাক বৰ সুন্দৰ বুলি আমি সদাই তেওঁক খবৰ দি আছোঁ। এতিয়া দুখৰ নিমিত্তে তোমাক মলিন দেখিব। মই কাকুতি কৰিছোঁ; যোৱা, ফুৰাগৈ, আকৌ আগৰ নিচিনা আনন্দিতা হোৱা। তোমাৰ ৰূপে কি বুঢ়া কি ডেকা সকলোকে মোহিত কৰিছে, সেই ৰূপৰ প্ৰতি সাৱধান হবা।"

এইৰূপে বহুত মিনতি কৰা দেখি মেৰিনাই কলে "বাৰু, মোৰ ইচ্ছা নথকাতো যাম।"

তেওঁ যাবৰ সময়ত মানুহজনক কৈ গল, "মই যি কৈছোঁ মনত ৰাখিবি।" ইয়াৰ অৰ্থ এই যে তেওঁ তাক মেৰিনাক মাৰিব কৈছে, সি যেন সেইটো কৰে। কি ভয়ানক! দুই আখৰ কথাতে এনে এটা নিৰ্দোষী প্ৰাণীৰ হত্যা নিহিত আছে।

( ১০ )

যেতিয়া দুয়ো সাগৰৰ পাৰ পালে, মেৰিনাই সুধিলে "বতাহ পশ্চিমে বলিছে নে?" ইয়াত মানুহজনে উত্তৰ কৰিলে যে দক্ষিণ পশ্চিমে বলিছে।

পাৰত আহি তেওঁ সাগৰৰ পিনে চোৱাত, তেওঁৰ জন্মৰ বিৱৰণ, ধুমুহাৰ কথা, পিতাকৰ শোক, মাকৰ মৃত্যু, সকলো আহি মনত পৰিল; আৰু দুখ কৰি কৰি মানুহজনক কব ধৰিলে, "লাইকোৰিডাই মোৰ আগত কৈছিল, যে মোৰ পিতাই সেই ধুমুহা দেখি কেতিয়াও ভয় কৰা নাছিল; বৰং নাবিকবিলাকক সাহসী হবলৈ উৎসাহ দিছিল। আৰু জৰিৰে হাতখন মেৰাই আৰু মাস্তলৰ ওপৰত উঠি, সমুদ্ৰে মুহূৰ্তে মুহূৰ্তে জাহাজখন বুৰাওঁ বুৰাওঁ কৰিছিল, সেই সাগৰক শান্ত কৰিছিল।"

মানুহজনে সুধিলে "এইবিলাক কেতিয়াৰ কথা ?"

মেৰিনাই কলে "মোৰ জন্ম সময়ৰ ; বতাহ কিম্বা ঢৌ কেতিয়াও তাতকৈ প্ৰবল হোৱা নাই।"

পাছত তেওঁ, ধুমুহা, নাৱৰীয়াবিলাকৰ কোলাহল, জাহাজৰ ফুঁ সকলোকে পৰিপাটি ৰূপে বৰ্ণনা কৰিলে। লাইকোৰিডাই সদাই মেৰিনাৰ আগত তেওঁৰ জন্ম বিবৰণ ইমান ঘন ঘন কৈ কৈছিল যে, মেৰিনাই সেইবিলাক মুখস্থ কৰি পেলাইছিল ; তাতে আকৌ স্বভাৱতে মানুহে নিজৰ বিষয় বিশেষ মনযোগ দিয়ে।

ইমানতে মানুহজনে মেৰিনাক কলে "তুমি তোমাৰ ইষ্ট দেৱতাক স্মৰণ কৰা।"

মেৰিনাৰ ভয় উপজিল, কিন্তু কিয় উপজিল কব নোৱাৰি সুধিলে, "তুমি কি কোৱা ?"

সি উত্তৰ কৰিলে, "যদি অলপ সময় ঈশ্বৰৰ উপাসনাৰ নিমিত্তে লাগে তেনেহলে দিলোঁ, কিন্তু বেছি পলম নকৰিবা। দেৱতাবিলাকৰ কাণ বৰ চোকা আৰুময়ো কাম শীঘ্ৰে কৰিম বুলি প্ৰতিজ্ঞা কৰিছোঁ।"

মেৰিনাই দুখেৰে কলে, "মোক তুমি মাৰিবা নেকি ? হায় ! মই কি কৰিছোঁ, কিয় মাৰা ?"

সি কলে "মোৰ কৰ্ত্ৰীক সন্তুষ্ট কৰিবলৈ।"

মেৰিনাই লাহে লাহে কব ধৰিলে, "তেওঁ মোক কিয় মৰাই ? মই এই জন্মত তেওঁক একো দুখ দিয়া নাই। মই যিমান দূৰ জানো জীৱিত বস্তুক মই কেতিয়াও মাৰা বা এটি বেয়া কথা কোৱা নাই। মোক বিশ্বাস কৰা যদি মই কেতিয়াও এটি ইন্দুৰ বা মাখীকো মাৰা নাই। এক সময়ত মোৰ ইচ্ছাৰ বিৰুদ্ধে এটি পৰুৱা মোৰ ভৰিৰ তলত পৰি মৰিছিল, কিন্তু মই তাৰ নিমিত্তে বহুত শোক কৰিছিলোঁ, মইনো কেনেকৈ তেওঁক অসন্তুষ্ট কৰিলোঁ ?"

হত্যাকাৰীজনে কলে "কামৰ ন্যায় অন্যায় বিচাৰ কৰা কাম মোৰ নহয় ; কেৱল তাক মই সম্পন্নহে কৰিব লাগে।"

এই বুলি যেতিয়া মেৰিনাক কাটিব তৰোৱালখন দাঙিলে, তেতিয়া হঠাৎ এদল জলদস্যু আহি মেৰিনাক দেখি, তেওঁক সিহঁতৰ জাহাজলৈ লৈ গল।

( ১১ )

যি দস্যুই মেৰিনাক নিলে, সিহঁতে "মেটালিনত" তেওঁক দাসী কৰি বেচিলে। মেৰিনা তাত অৱশ্যে বৰ নীচ অৱস্থাত আছিল, কিন্তু তথাপি গুণৰ আদৰ কলৈ যাব ? তেওঁৰ ৰূপ-গুণৰ নিমিত্তে সোনকালে তেওঁ মেটালিনত বিখ্যাত হৈ উঠিল। তেওঁ সংগীত, নৃত্য, শিয়া-কাম শিকাই যি পইচা পায়, তাকে তেওঁৰ প্ৰভুক দি থাকোঁতে অলপতে, তেওঁক যি কিনিছিল, সেই মানুহজন ধনী হৈ উঠিল।

মেটালিন প্ৰদেশৰ শাসন কৰ্ত্তা "লিচিমেকচ"। তেওঁ মেৰিনাৰ ৰূপ আৰু পৰিশ্ৰমৰ কথা শুনি বৰ মুগ্ধ হল, আৰু সৌন্দৰ্য্যৰ ভাণ্ডাৰ মেৰিনাক নিজ চকুৰে চাবলৈ ইচ্ছা কৰি সেই সামান্য ঘৰলৈয়ে গল। মেৰিনাৰ ইমান প্ৰশংসা শুনি লিচিমেকচে একেবাৰে বিশ্বাস কৰা

মাছিল। কিন্তু এতিয়া তেওঁৰ সৈতে কথাবাৰ্ত্তা কৈ ইমান আনন্দ পালে যে তেওঁ তেওঁৰ তেওঁৰ গুণ আৰু ৰূপৰ নিমিত্তে প্ৰশংসা নকৰি নোৱাৰিলে; আৰু তেওঁক কলে, "তুমি সদায় এনে সৎ আৰু পৰিশ্ৰমী কাম কৰিবলৈ অধ্যৱসায় নেৰিবা। আৰু যদি মই কেতিয়াবা তোমাৰ বিষয়ে কিবা উলিয়াওঁ, তেনেহলে সেইটো তোমাৰ ভালৰ নিমিত্তে হে বুলি ভাবিবা।"

লিচিমেকচে মেৰিনাৰ এইবিলাক ৰূপ, গুণ, শিষ্টাচাৰ আৰু শিল্পকাৰ্য্যৰ নিপুণতা দেখি তেওঁক ইমান ভাল বুলি ভাবিলে যে তেওঁৰ মেৰিনাক বিয়া কৰাব ইচ্ছা হল। আৰু ইমান নীচে অৱস্থাত থকাটো তেওঁ ভদ্ৰবংশৰ বুলি ধাৰণা হল। কিন্তু যেতিয়া তেওঁৰ মাক-বাপেকৰ কথা সোধে তেতিয়া কেৱল তেওঁক কন্দা আৰু নীৰৱে বহি থকা দেখি, তেওঁৰ এই সন্দেহ বেছি দৃঢ়ীভূত হল।

(১২)

মেৰিনাক জলদস্যুহঁতে লৈ গলত, তেওঁৰ বধৰ নিমিত্তে নিযুক্ত হোৱা মানুহজনে থাৰচাচলৈ ফিৰি গল, আৰু ৰাণীৰ আগত কলে যে সি মেৰিনাক হত্যা কৰিছে। ইয়াক শুনি সেই দুষ্টা ৰাণীজনাই মেৰিনাৰ মৰণ হোৱা বুলি ঘোষণা কৰি দিলে ও মিছামিছি অন্ত্যেষ্টি ক্ৰিয়াদি সমাপন কৰি, নগৰৰ ভিতৰত বৰ সুন্দৰ এটি স্মৃতিস্তম্ভ নিৰ্ম্মাণ কৰিলে।

ইপিনে পেৰিক্লিচে নিজৰ সুন্দৰী জীয়েকক চাবৰ মনেৰে, বিশ্বাসী মন্ত্ৰী হেলিকেনাচেৰে সৈতে, এই ঘটনাৰ অলপ পাছতে থাৰচাচত উপস্থিত হলহি। তেওঁৰ মেৰিনাক কেঁচুৱাতে সেই ঠাইত এৰি অহাৰ পৰা মেৰিনা কিমান ডাঙৰ হৈছে, তেওঁ কেনে সুন্দৰী, কেনে গুণৱতী, এইবিলাক ক্লিয়ন আৰু ডাইওনিচিয়াইৰ চিঠিৰ পৰা জানিছিল মাথোন, কিন্তু সেইবিলাক নিজ চকুৰে দেখা নাই বা তাৰ নিজে প্ৰমাণ পোৱা নাই। এতেকে, মেৰিনাক দেখি কিমান আনন্দ পাব সেইটো ভাবিয়েই পেৰিক্লিচ অধীৰ হৈছিল। কিন্তু যেতিয়া শুনিলে যে মেৰিনা জীৱ-তালিকাৰ পৰা বাহিৰ হৈছে, আৰু যেতিয়া তেওঁৰ সুন্দৰী জীয়েকৰ সুন্দৰ স্মৰণ-চিহ্ন দেখিলে, তেতিয়া তেওঁ দুখতে বিমোৰ হল, আৰু বৃতা থেইচাৰ স্মৰণ-বস্তু মেৰিনা যত মৰিছে, সেই দৃশ্য চকুৰ অসহনীয় হোৱা গতিকে, অতি সোনকালে জাহাজত উঠিল।

সেই বাতৰি পাবৰ দিনাৰেপৰা তেওঁক নানা প্ৰকাৰ দুখ শোকে বেৰি ধৰিলে, আৰু সেই দিনাৰপৰা তেওঁ কথা নোকোৱা হল। এনে কি, চাৰিও পিনে কি হৈছে বা কি ঘটিছে তাক কব নোৱাৰাত পৰিল,—তেওঁ শোকত বুৰ গল।

(১৩)

থাৰচাচৰ পৰা টায়াৰলৈ যাওঁতে, জাহাজ মেটালিনেৰে যাব লাগে। যেতিয়া পেৰিক্লিচৰ জাহাজ মেটালিনত উপস্থিত হল, তেতিয়া তাৰ শাসনকৰ্ত্তা লিচিমেকচে জাহাজত ৰাজকীয় পতাকা দেখি, তাত কোন আহিছে সেইটো জানিবৰ কাৰণে এখন সৰু নাৱত উঠি তাৰ ওচৰলৈ গল। অমাত্য হেলিকেনাচে তেওঁক সাদৰি ওপৰলৈ নিলে আৰু জাহাজৰ সমুদায় বৃত্তান্ত কৈ অৱশেষত কলে, "ভাতৃবা! এই জাহাজখন টায়াৰৰ ৰজা পেৰিক্লিচৰ, তেওঁ আজি তিনি

মাহ কথা কোৱা নাই আৰু একো খোৱা নাই বুলিলেই হয়। তেওঁৰ দুখৰ কাৰণ বহুনাই কোৱাৰ একো দৰকাৰ নাই, কেৱল ইয়াকে কওঁ যে তেওঁৰ প্ৰিয়তমা স্ত্ৰী আৰু কন্যাৰ মৃত্যুৱেই প্ৰধান কাৰণ।"

লিচিমেকচে তেওঁক চাবলৈ খোজাত মন্ত্ৰীয়ে তেওঁক ৰজাৰ ওচৰলৈ লৈ গল। তেওঁ পেৰিক্লিচক দেখি জানিলে যে এই মানুহজনৰ চেহেৰা এক সময়ত নিশ্চয় অতি উত্তম আছিল; আৰু পাছত কলে, "হে মহাৰাজ! পৰমেশ্বৰে আপোনাৰ মঙ্গল কৰক।" কিন্তু তেওঁৰ চেষ্টা বৃথা হল। পেৰিক্লিচে তাত যে কোনোবাই কিবা কৈছে সেইটোৰ গমেই নাপালে—উত্তৰ দিয়া দূৰৈৰ কথা।

লিচিমেকচে একো উত্তৰ নাপাই বৰ বেজাৰ পালে। তাৰ পাছত মনে মনে ভাবিলে. যে সুন্দৰী মেৰিনাই তেওঁৰ মিঠা কথা বতৰাৰে এ'ৰ মুখৰ পৰা কোনো প্ৰকাৰ কথা উলিয়াব পাৰিবও পাৰে। এই ভাবি, তেওঁক আনিবৰ নিমিত্তে এখন সৰু নাও পঠাই দিলে।

( ১৪ )

যেতিয়া মেৰিনা তেওঁ শোকমগ্ন পিতাক থকা জাহাজখনত উঠিল, তেতিয়া তাৰ নাৱিক-বিলাকে তেওঁৰ সৌন্দৰ্য্য, আৰু যেকনি লগা ঠাইত থকা গোলাপৰ ম্লান আভাৰ দৰে, তেওঁৰ সুন্দৰ মুখত বিষাদৰ ছাঁ দেখি একে লগে মোহিত আৰু দুখিত হল, আৰু সাদৰেৰে জাহাজলৈ আনি নানা প্ৰকাৰ আলোচনা কৰিব ধৰিলে। অৱশ্যে, লিচিমেকচে সিহঁতে তেওঁৰ প্ৰিয়তমা বালিকাৰ প্ৰতি কোৱা কথাবাৰ্ত্তা শুনি বৰ প্ৰীতি পাইছিল। তাৰ পাছত তেওঁ মেৰিনাক মাতি কলে যে সেই জাহাজখনত এজন ৰজা আছে, তেওঁ তেওঁৰ ৰাণী আৰু কন্যা হেৰুৱাই ইয়ালৈ আহিছে। তেওঁ শোকতে তিনি মাহ একো কথা কোৱা নাই। আৰু পাছত মেৰিনাই যেন জীৱন, বাক-শক্তি দিব পাৰে নাই। এই ভাবেৰে কলে, "সুন্দৰী, তুমি ৰজাজনক পুনৰায় পূৰ্ব্বৰ আনন্দ উৎসাহ আৰু স্বাস্থ্য দান কৰাঁ।"

মেৰিনাই বিনীতভাবে কলে, "ভাওৰীয়া, মই মোৰ সাধ্য অনুসৰি আপোনাৰ কথা মতে কাম কৰিবলৈ যত্ন কৰিম; কিন্তু এই প্ৰাৰ্থনা যেন মই তেওঁক সান্ত্বনা কৰাৰ সময়ত, তাত মই আৰু মোৰ সখীত বাজে আন কোনো থাকিবলৈ নাপায়।"

লিচিমেকচে হেলিকেনাচক কই সেইদৰে কাম কৰিলে, আৰু অপৰিচিত পিতা-কন্যা একত্ৰ হল। ৰজাৰ কুঁৱৰী দাসী হৈ আছে, এই কথা কবলৈ লাজ পাই যেটোলিনত মেৰিনাই তেওঁৰ জন্ম বিৱৰণ কোৱা নাছিল। তালৈ গই তেওঁৰ কাহিনী প্ৰথমে পিতাকৰ আগত কব ধৰিলে; আৰু এনেকৈ কলে যেন তেওঁ জানিছিল হে যে তেওঁৰ পিতাক আগতে দুখত হৈ বহি আছে।

কিন্তু তেওঁ বাস্তৱিকে জানিছিল যে, আনক সান্ত্বনা কৰিব লাগিলে, যদি নিজৰ কথা কোৱা যায়, তেনেহলে সোনকালে শান্ত হয়। ইয়াৰ কাৰণ এই, উভয়ৰে দুখ বিজালে নিজৰ দুখ কিছু কম যেন লাগে। মেৰিনাৰো ইয়াত বাজে আন একো অভিপ্ৰায় নাছিল। তেওঁৰ এনে এটি দৃঢ় বিশ্বাস আছিল যে নিজৰ দুখৰ কাহিনীৰে আনক কথা সহজ কৰা। মেৰিনাৰ

কোকিল-বিনিন্দিত সুৰত শোকাহত ৰজা শীঘ্ৰে জাগি উঠিল; তেওঁ তিনিমাহ অবধি গতিহীন হৈ থকা চকু দুটি ওপৰলৈ তুলি মেৰিনাক দেখিবলৈ পালে।

মেৰিনাৰ গঠন ঠিক মাকৰ নিচিনা। পেৰিক্লিচে হঠাৎ তেওঁৰ প্ৰিয়তমা পত্নীৰ অনুৰূপ আকৃতি দেখি আনন্দ ও বিস্ময়ত ব্ৰহ্ম গল। ইমান দিন নীৰৱে থকা ৰজাই আকৌ মাত লগাই কলে, "মোৰ প্ৰিয়া ভাৰ্য্যা ঠিক্ এইজনী ছোৱালীৰ নিচিনা আছিল, আৰু মোৰ ছোৱালীজনী জীয়াই থাকিলে, ঠিক এওঁৰে নিচিনাই হলহেঁতেন। এওঁৰ ভ্ৰু ঠিক মোৰ পত্নীৰ দৰে বঙ্কিম ভ্ৰুৰ নিচিনা, এওঁৰ চেহেৰা ঠিক তেনে, মাতো তেওঁৰ অনুৰূপ, আৰু চকু দুটিও সম্পূৰ্ণৰূপে তেনে। হে সুন্দৰী, তুমি কত থাকা? তোমাৰ পিতৃ-মাতৃৰ নাম কি? এতিয়াই শুনা যেন পালোঁ, তুমি কৈছিলা যে তোমাৰ দুখ হৈছে আৰু তোমাৰ সেই দুখ মোৰ দুখেৰে সৈতে তুলনা কৰিলে উভয়ে সমান হব।"

মেৰিনাই কলে, "তেনেকুৱা কিবা অলপ কৈছিলোঁ, সেইবিলাক মোৰ দুখৰ কথা।"

পেৰিক্লিচে মাত লগালে, "বাৰু, তোমাৰ কথা আটাইখিনি কোৱা। তেনেহলে তুমি মোৰ দুখৰ পৰিমাণ বুজিছা নে নাই মই জানিব পাৰিম। তুমি বীৰৰ নিচিনা দুখৰ বিৰুদ্ধে যুঁজ দিছা, আৰু মই তিৰোতাৰ নিচিনা তাৰ হাতত সেও হৈ পৰিছোঁ। তুমি ধৈৰ্য্যৰ প্ৰতিমূৰ্তি, তুমি শত ধৈৰ্য্য-চ্যুতি-কৰা বিষাদক ইতিকং কৰি হাঁহিছা। হেৰা মোৰ দয়াৱতী কুমাৰী, তোমাৰ নামটি কি? মই কাকুতি কৰিছোঁ, তোমাৰ বিৱৰণ কোৱা। আহা, মোৰ ওচৰত বহা।"

যেতিয়া মেৰিনাই তেওঁৰ নাম "মেৰিনা" বুলি কলে, তেতিয়া ৰজা বৰ বিস্মিত হল; কাৰণ, তেওঁ জানিছিল যে এই নাম সাধাৰণ নহয়, আৰু সাগৰত হোৱা গতিকে তেওঁৰ ছোৱালীজনীৰ নাম হে 'মেৰিনা' ৰাখিছিল। সেই নিমিত্তে তেওঁ কলে, "আঃ, তুমি মোক ঠাট্টা কৰিছা; নিশ্চয় কোনোবা দুষ্ট দেৱতাই, সংসাৰৰ হতুৱাই মোক বিদ্ৰূপ কৰিবলৈ তোমাক পঠাইছে।"

মেৰিনাই কলে, "ভাওৰীয়া ধৈৰ্য্য ধৰক; নহলে মই ইয়াতে ক্ষান্ত হলোঁ।"

পেৰিক্লিচে কলে, "নহয়; বাৰু মই একো নকওঁ; তোমাৰ নাম মেৰিনা বুলি কোৱাত মই কিয় চমক খালোঁ, সেইটো তুমি নাজানা।"

তেওঁ কলে, "সেই নামটো মোৰ পিতাই দিছিল; তেওঁ এজন ক্ষমতাশালী ৰজা।"

পেৰিক্লিচে কলে, "ৰজাৰ জীয়েক আৰু নাম মেৰিনা! কিন্তু তুমি তেজ মঙহৰ নে? তুমি অপেশ্বৰী নোহোৱা নে? কোৱাচোন, তোমাৰ জন্ম ঠাই কত আৰু তোমাক মেৰিনা বোলে কিয়।"

মেৰিনাই কলে, "মোৰ ধাই লাইকোৰিডাই মোৰ আগত কান্দি কান্দি কৈছিল যে মোৰ জন্ম সাগৰত সেই নিমিত্তে মেৰিনা বোলে। মোৰ মাতা এজন ৰজাৰ জীয়েক আছিল; মই ওপজা মাত্ৰেই তেওঁৰ মৃত্যু হয়। মোৰ পিতাই মোক থাৰচাচত থৈ আহে। পাছত ক্লিয়নৰ দুষ্টা ভাৰ্য্যাই মোক হত্যা কৰিবৰ মনেৰে সাগৰৰ পাৰলৈ পঠাই দিয়াত, এদল

দংশ্যাৰে মোক লগ পাই এই মেটালিনলৈ লৈ আহে। কিন্তু ডাঙৰীয়া, আপুনি কান্দিছে কিয়? আপুনি মোক ভূত বা ডাইনী বুলি ভাবিব পাৰে, কিন্তু মই বজা পেৰিক্লিচৰ কন্যা।"

পেৰিক্লিচে অকস্মাৎ এই আনন্দৰ বাতৰি পাই একেবাৰে অধীৰ হল, আৰু কথাটি সঁচা নে মিছা প্ৰমাণ কৰিবৰ নিমিত্তে ডাঙৰকৈ সজীবিলাকক মাতিলে। সিহঁতেও, সিহঁতৰ প্ৰিয়-বজাৰ মাত শুনি বৰ আনন্দ পালে।

তেতিয়া পেৰিক্লিচে হেলিকেনাচক কলে, "হেলিকেনাচ মোক অলপ আঘাত কৰ্‌'া, মোক এটা ভুকু মাৰ্‌'া, তৎক্ষণাৎ কিছু কষ্ট দিয়া, নহলে এই আনন্দৰ তীব্ৰ স্ৰোত জীৱন-ডোঁটাই সহিব নোৱাৰিব। আহা! সাগৰত জন্ম পালা, থাৰচাচত অন্তিম ক্ৰিয়া সমাপন হল; আকৌ সাগৰতে পালা। তুমি এই পিনে আহা। হেলিকেনাচ্‌ পবিত্ৰ পৰমেশ্বৰক আঠু কাঢি সেৱা জনোৱা। এওঁৱেই মেৰিনা। প্ৰিয় সন্তান তোমাৰ কুশল হক। হেলিকেনাচ মোক নতুন পোছাক দিয়া। তেওঁ থাৰচাচত মৰা নাই, কিন্তু পিশাচনী ডাইওনিচিয়াই মাৰিলেহেঁতেন। যেতিয়া তুমি তেওঁৰ আগত আঠু লই 'কুমাৰী' বুলি মাতিবা, তেতিয়া তেওঁ সকলো কব। (লিচিমেকচক দেখি) এইটো কোন?"

হেলিকেনাচে কলে, "মহাৰাজ, এওঁ মেটালিনৰ শাসন কৰ্তা, আৰু আপোনাৰ দুখৰ বাতৰি পাই আপোনাক চাবলৈ আহিছে।"

পেৰিক্লিচে কলে, "মহাশয়, আপোনাক অভ্যৰ্থনা কৰো। মোক মোৰ কাপোৰ যোৰ দিয়া। মই অলপ ভালকৈ পিন্ধো—হে পৰমেশ্বৰ মোৰ কন্যাক আশীৰ্বাদ কৰা! কিন্তু শুনাচোন! আহা! কি সুমধুৰ ধ্বনি উঠিছে"—(এতিয়া তেওঁ নিজৰ মনৰ আনন্দৰ আবেগতে অথবা, কোনো দেৱতাৰ অনুগ্ৰহতে, এটি সুমিষ্ট সৰু গীত শুনিছিল।)

হেলিকেনাচে কলে, "মহাৰাজ মই একো শুনা নাই।"

"একো নাই! কিয় এইটো গীত!" পেৰিক্লিচে বিস্মিত হৈ উত্তৰ কৰিলে।

একো গীত শুনা নোযোৱাৰ নিমিত্তে, লিচিমেকচে ভাবিলে যে ইয়াৰ কাৰণ বেছি আনন্দই, আৰু কলে "তেওঁক ইয়াত বাধা দিয়া উচিত নহয়, বাৰু তেওঁৰ মতেই চলক।" সেই দেখি তেওঁলোকেও গান শুনা বুলি কলে, আৰু বজাৰ টোপনী ধৰা বুলি কোৱাত লিচিমেকচে তেওঁক এখন কৌচত শুব দিলে। আনন্দৰ অধীৰ হৈ তেওঁৰ সোনকালে টোপনি আহিল আৰু মেৰিনা শুই থকা পিতাকৰ ওচৰত বহি থাকিল।

( ১৫ )

টোপনিৰ ভিতৰত পেৰিক্লিচে এটি সপোন দেখি মনে মনে এফেচাচলৈ যাবলৈ থিৰ কৰিলে। তেওঁ দেখিলে যে, এফেচাচৰ ঈশ্বৰী ডাইনা তেওঁৰ আগত আহি, তেওঁক এফেচাচলৈ যাবলৈ আৰু তেওঁৰ মন্দিৰৰ ওচৰত নিজৰ জীৱনৰ সুখ-দুখৰ কাহিনী কবলৈ আদেশ দিলে; আৰু থিবাংকৈ কলে, "যদি মোৰ আদেশ পালন কৰা, তেনেহলে নিশ্চয় তোমাৰ এটি অভাৱনীয় মঙ্গল হব।" তেওঁ মনত বৰ আনন্দ পাই জাগি উঠিল, সপোনৰ কথা কলে, আৰু দেৱীৰ আজ্ঞা পালন কৰিবলৈ মনে মনে ঠিক কৰিলে।

তেতিয়া লিচিমেকচে পেৰিক্লিচক ঘৰলৈ নিমন্ত্ৰণ কৰিলে। পেৰিক্লিচেও, যি দেশত পুত্ৰা মেৰিনাক জীয়াই পালে, সেই দেশৰ শাসনকৰ্ত্তাৰ কথা এৰাব নোৱাৰি, তাত দুই তিন দিন থাকিবলৈ সন্মত হল। লিচিমেকচে যি মেৰিনাক ইমান ভাল পাইছিল, সেই মেৰিনাক তেওঁৰ নিচিনা ভাল বংশৰ বুলি জানি যে কিমান আনন্দ পাইছিল তাক সহজে অনুমান কৰা যায়। তেওঁ মেৰিনাৰ পিতাকক যথাসম্ভৱ আদৰ সমাদৰ কৰিলে।

পেৰিক্লিচেও তেওঁ আৰু মেৰিনাৰ ভিতৰত যি প্ৰণয়ৰ ভাব হৈছিল তাক ভাল বিবেচনা কৰি, তেওঁলোকক কোনো প্ৰকাৰ গঞ্জনা নকৰিলে। কেৱল ইয়াকে কলে যে তেওঁলোকৰ বিবাহ সম্পন্ন হৈ যোৱাৰ আগেয়ে সকলোয়ে এবাৰ এফেচাচৰ ডাইনাৰ মন্দিৰলৈ যাব লাগিব। তদনুযায়ী অলপ পাছতে তেওঁলোক তিনিজনে এফেচাচলৈ যাত্ৰা কৰিলে। আৰু ঈশ্বৰী ডাইনা দেৱীৰ অনুগ্ৰহত অনুকূল বায়ু যোগে, কেই দিন মানতে এফেচাচ ওলাল গৈ।

( ১৬ )

যেতিয়া পেৰিক্লিচে তেওঁৰ লগত থকা মানুহবিলাকৰ লগত ডাইনাৰ মন্দিৰত প্ৰৱেশ কৰিছিল, তেতিয়া দেৱীৰ বেদীৰ সন্মুখত বৃদ্ধ চেৰিমন থিয় দি আছিল। এই চেৰিমনে থেইচাক বহুত কষ্টেৰে ভাল কৰিছিল। তেওঁৰ ওচৰতে থেইচা, এজনী সন্ন্যাসিনীৰ নিচিনা কাপোৰ-কানি পিন্ধি, দেৱীক পূজা কৰি আছিল। বহুত দুখ-কষ্টত যদিও পেৰিক্লিচৰ সুন্দৰ চেহেৰাৰ অনেক পৰিবৰ্ত্তন ঘটিছিল, তথাপি থেইচাৰ মনত তেওঁৰ প্ৰতিমূৰ্ত্তি অঙ্কিত আছিল। সেই নিমিত্তে, যেতিয়া পেৰিক্লিচে তেওঁৰ কাহিনী দেৱীৰ আগত কব ধৰিলে, তেতিয়া থেইচা আনন্দিত আৰু আচৰিত হৈ তেওঁৰ পিনে ৰ লাগি চাই ৰল।

পেৰিক্লিচে দেৱীক প্ৰণাম কৰি কবলৈ ধৰিলে, "হে দেৱী। তোমাক কোটি বাৰ প্ৰণাম কৰিছোঁ। মই তোমাৰ আদেশ পালন কৰিবৰ অৰ্থে ইয়ালৈ আহিছোঁ। মই নিজৰ দেশৰপৰা পলাতক টায়াৰ প্ৰদেশৰ ৰজা। পেণ্টাপলিচত সুন্দৰী থেইচাক বিবাহ [illegible]। তেওঁ [illegible] [illegible]আহিছো [illegible] [illegible]গৰত মৰিল, কিন্তু তেওঁৰ চিন্ স্বৰূপ এটি সুন্দৰী কন্যা এই সংসাৰত থাকিল।" এনেকৈ মেৰিনাৰ প্ৰতি ডাইওনিচিয়াৰ আচৰণ, যেটালিনত পুনৰ্মিলনাদি সকলো ঘটনাকে বিৱৰি কলে।

থেইচাই এইবিলাক কথা শুনি যি আনন্দ পালে, তাক সহিব নোৱাৰি হঠাৎ "তুমি—তুমিয়েনে পেৰিক্লিচ" এই কথা কৈ মূৰ্চ্ছা গল।

"কি!" পেৰিক্লিচে কলে, "কি! এই তিৰোতা জনীয়ে কয় কি! ডাঙৰীয়া ধৰক ধৰক! নহলে এওঁ মৰিব।"

চেৰিমনে কলে, "ডাঙৰীয়া, যদি আপুনি ডাইনাৰ মন্দিৰত সঁচা কৈছে, তেনেহলে এওঁয়েই আপোনাৰ ভাৰ্য্যা।"

"ভক্তি-ভাজন মহাশয়!" পেৰিক্লিচে আচৰিত হৈও অলপ খং কৰি কলে, "মহাশয়! কেতিয়াও হব নোৱাৰে; মোৰ এই দুখন হাতেৰে থেইচাক পানীত পেলাই দিছোঁ।"

তেতিয়া চেৰিমনে থেইচাৰ সমুদায় বৃত্তান্ত কলে। ইয়াৰ ভিতৰতে থেইচাই চেতনা পাই

পুনবায় কলে, "তুমি পেৰিক্লিচ নোহোৱা নে? তেওঁৰ নিচিনা তোমাৰ আকাৰ, তেওঁৰ নিচিনা তোমাৰ কথা। তুমি এজাক বতাহ, এটি জন্ম আৰু এটি মৃত্যুৰ কথা কৈছিলা নহয়?"

"ঠিক থেইচাৰ নিচিনা মাত" পেৰিক্লিচে আশ্চৰ্য্য হৈ কলে।

"ময়েই সেই থেইচা; মোকে তুমি মৰা বুলি ভাবিছিলা।"

পেৰিক্লিচে ভক্তিভাৱে কলে, "হে দেৱী ডাইনা!"

এতিয়া থেইচাই কলে, "মই তোমাক এতিয়া ভালকৈ চিনিছোঁ। তোমাৰ হাতত যেনেকুৱা এটি আঙুঠি দেখিছোঁ, ঠিক তেনেকুৱা এটি আঙুঠি মোৰ পিতাই পেৰিক্লিচক পিন্ধাইছিল।"

"হে পৰমেশ্বৰ, বহুত হল" আনন্দেৰে পেৰিক্লিচে কলে, "বহুত হ'ল; তোমাৰ বৰ্ত্তমান অসাধাৰণ দয়াৰ গুণত মোৰ যোৱা দুখবিলাকক আনন্দ যেন হে লাগিছে। থেইচা! আহা মোৰ বাহুৰ মাজত আকৌ লুকাই থওঁ।'

তেতিয়া মেৰিনাই কলে, "মোৰ মনে মোৰ আইৰ বুকৰ ভিতৰত সোমাবৰ ইচ্ছা কৰিছে।"

তেতিয়া পেৰিক্লিচে নিজৰ জীয়েকক তেওঁৰ মাকক দেখুৱাই এই বুলি কলে, "তোমাৰ আগত এইটো কোন চোৱাঁ। তেওঁ সাগৰত হোৱাৰ কাৰণে, তেওঁক মেৰিনা বুলি মাতে।"

থেইচাই মেৰিনাক আশীৰ্বাদ কৰিলে আৰু পেৰিক্লিচে ডাইনা দেৱীক সেৱা কৰি কলে, "হে দেৱী! মই তোমাক এই সপোনটি দেখোৱাৰ নিমিত্তে নিতৌ ৰাতি ৰাতি পূজা দিম।"

তেতিয়া পেৰিক্লিচে থেইচাৰ অনুমতি ক্ৰমে মেৰিনাক লিচিমেকচৰ লগত প্ৰণয়-সূত্ৰত বান্ধ খুৱালে।

সমাপ্ত

# অসমীয়া সাধু কথা

সম্পাদক
শ্ৰীশৰৎচন্দ্ৰ গোস্বামী

প্ৰকাশক
মেকমিলান্ এণ্ড কোম্পানী লিমিটেড,
২৯৪ নং বহুবাজাৰ ষ্ট্ৰীট, কলিকতা

# নিবেদন

সৰু সৰু ছলিবিলাকে পঢ়ি ৰং পাব বুলি ভাবি এই সাধু-কথা কেইটা প্ৰকাশ কৰা হল।

এই কেইটা প্ৰধানকৈ সংগ্ৰহ হৈছিল, আসাম-বান্ধৱৰ সম্পাদক পণ্ডিত কবিৰাজ শ্ৰীতাৰানাথ চক্ৰবৰ্ত্তী কাব্যবিনোদ মহাশয়ৰ যত্নত। মই সম্পাদক হে মাথোন।

যোৰহাট
জুলাই, ১৯২৯

শ্ৰীশৰৎচন্দ্ৰ গোস্বামী

# কাকৰ প্ৰশ্ন আৰু ৰাজপুত্ৰৰ উত্তৰ

## বুঢ়াৰ বীৰত্ব

(১)

এটা বুঢ়াৰ সাতোটা পুতেক আছিল। ছটি পুতেকৰ বিয়া-বাৰু হৈ যোৱাৰ মূৰতেই বুঢ়াৰ তিৰোতাজনী ঢুকাল। তেতিয়া বুঢ়াই পুতেক-বোৱাৰীয়েকবিলাকৰ ভিতৰত অলপ অচৰপ হাই-কাজিয়া হোৱা দেখি সকলোবিলাক স্থাৱৰ অস্থাৱৰ সম্পত্তিৰ ছয় ভাগ কৰি ছয়োটি পুতেকক ভগাই দিলে। শেহতীয়া পুতেকক একো বস্তুৰেই ভাগ নিদি বুঢ়াৰ নিজৰ লগত ৰাখিলে।

এইদৰে সম্পত্তি ভাগ কৰি দিয়াৰ পাছত শেহতীয়া পুতেকক লগত লৈ বুঢ়া ঘৰৰপৰা ওলাই গল। বাটতে যাওঁতে যাওঁতে কেনেকৈ ভিক্ষা কৰি খাব লাগে শেহতীয়া পুতেকক সেইটো ভাল ৰকমে শিকালে। শেষত বহুত ঠাই ফুৰি ফুৰি এখান গাৱঁত পুতেকক গাৱঁলীয়া মানুহবিলাকৰ আশ্ৰয়ত ৰাখি থৈ বুঢ়া অকলে অকলে ফুৰিবলৈ ওলাই গল।

যাওঁতে যাওঁতে এজন ৰজাৰ ৰাজধানী এখান পালেগৈ। তাত যাই ৰজাৰ সভাত উপস্থিত হৈ বুঢ়াই ৰজাৰ ওচৰত নিবেদন কৰিলে, মহাৰাজ, আপুনি যদি অনুগ্ৰহ কৰি ৰাখে, তেনেহলে মই আপোনাৰ অধীনত চাকৰি কৰিবৰ ইচ্ছা কৰোঁ। তেতিয়া ৰজাই বুঢ়াক দৰমহাৰ কথা সোধাত সি মাহেকত এক লাখ টকা বুলি কলে। তাৰ দৰমহাৰ কথা শুনি ৰজাই আচৰিত হৈ তাৰ কামৰ কথা সোধাত সি কলে,—মহাৰাজ! আপোনাৰ সভা ঘৰৰ মুখৰ আগত এটা খুটি পুতিব আৰু ১০ টাৰ মান দূৰত আন এটা খুটি পুতিব। পিছত আপুনি যেতিয়া সভাত বহিব, তেতিয়া মই ইটো খুটিৰ পৰা সিটো খুটিলৈ আহা যোৱা কৰি থাকিম আৰু আপুনি সভাৰ পৰা উঠি যোৱা মাত্ৰকে মযো মোৰ কাম এৰি নিজ ইচ্ছামতে ফুৰি থাকিম গৈ। ইয়াত কৈ মই আৰু এক্কো কামকে কৰিব নোৱাৰোঁ।

বুঢ়াৰ পাৰ্গতালিৰ কথা শুনি সভাসদসকলে হাঁহি তাক উপলুঙা কৰি দিলে আৰু ৰজাই এনে মানুহৰ দৰ্কাৰ নাই বুলি তাক বিদায় কৰিলে। বুঢ়ায়ো "বৰ ভাল কথা" বুলি ৰজাক সাত-সেৱা কৰি ওলাই গল। এই দৰে তিনি চাৰিখান ৰাজধানী ফুৰি ফুৰি বুঢ়াই কতো চাকৰি নাপাই হতাশ হল, আৰু সকলোতো কৰি ডাঙৰ ৰজা কোন সেইটো মানুহক সুধি ফুৰিব ধৰিলে।

(২)

বহুদিনৰ মূৰত বুঢ়াই মানুহৰ মুখৰ পৰা গম পালে যে বিক্ৰমাদিত্য ৰজাই সকলো ৰজাত কৈ ডাঙৰ ৰজা। তেওঁৱেই সপ্তদ্বীপা পৃথিবীৰ অধিপতি। এই কথা জানিব পাৰি বুঢ়াই বিক্ৰমাদিত্যৰ ৰাজধানী বিচাৰি ফুৰিব ধৰিলে। বহুত দিনৰ মূৰত বিক্ৰমাদিত্যৰ

ৰাজধানী পালেগৈ আৰু তাতো গৈ বুঢ়াই আগত কোৱাৰ দৰে ৰাজাৰ আগত নিবেদন কৰিলে গৈ। বিক্ৰমাদিত্য ৰাজাই আৰু তেওঁৰ পাত্ৰ-মন্ত্ৰীসকলে বুঢ়াৰ কথাত আচৰিত হৈ আৰু তাক উপহাস কৰি আগৰ ৰাজাসকলৰ দৰে বিদায় দিলে। বুঢ়ায়ো ৰাজাৰ কথা শুনি সভাৰ পৰা গুচি গল।

বুঢ়া কিছুদূৰ গলত ৰাজাই মনে মনে আলচ কৰিলে যে, মোৰ নিচিনা ৰাজা জনে যদি ইয়াক মাহে এক লক্ষ টকা দৰমহা দি ৰাখিব নোৱাৰিলেঁ। আৰু মোত কৰি কোনোবা সৰু ৰাজাই যদিহে ইয়াক সিমানখিনি টকা দি ৰাখে, তেনেহলে মোৰ আৰু লাজৰ বাকী নোহোৱা হব। এই ভাবি ৰাজাই তাক পুনৰায় মতাই আনালে। ৰাজ-আজ্ঞামতে বুঢ়া আকৌ তালৈ আহি ৰাজাক সাষ্টাঙ্গে দণ্ডৱত কৰিলত, ৰাজাই তাক সিমানখিনি দৰমহা দিব বুলি কৈ কামত মকৰল কৰিলে। পাত্ৰ মন্ত্ৰীসকলে বহুত আপত্তি কৰাতো ৰাজাই নুশুনিলে। বুঢা কামত মকৰল হল আৰু পূৰ্বত কোৱা মতে ৰাজসভাৰ আগত খুটি দুটা পুতি লৈ ৰাজ দৰবাৰৰ সময়ত আহা যোৱা কৰিব ধৰিলে।

(৩)

এই দৰে ছয় মাহ অতীত হল। তেতিয়া বুঢ়াই দৰমহাৰ কথা কলত ৰাজাই হিচাবৰ বহী মেলি চাই বুঢ়াক একেলগে ছয় লক্ষ টকা দিবৰ অনুমতি কৰিলে। ৰাজাৰ আজ্ঞামতে ধন-ভঁৰালীয়ে গণিপিটি বুঢ়াক ছয় লক্ষ টকা দিলে। বুঢ়াই টকা-কড়ি গণি লৈ ৰাজাৰ ওচৰত নিবেদন কৰিলে, মই নিৰাশ্ৰয় মানুহ, ইমানখিনি টকা অকলে নিবলৈ মোৰ সাধ্য নাই। এতেকে মহাৰাজে অনুগ্ৰহ কৰি এই ধন ি নি নিবৰ কাৰণে মোক কেইখনমান গাড়ী দিয়ক; আৰু বাটত চোৰ ডকাইতৰ অনেক ভয়, এতেকে লগত কেইজনমান চিপাহীও দিয়ক। এই-বিলাকৰ বাবে যি টকা খৰচ লাগে, মহাৰাজে মোৰ টকাৰ পৰা কাটি নিয়ক।

ইমানবিলাক টকা নিয়া দেখি মন্ত্ৰীৰ বুঢ়ালৈ আৰু ৰাজালৈ এনেয়ে খং উঠি আছিল, তাৰ ওপৰত আকৌ বুঢ়াৰ এনে বথা শুনি তেওঁ খঙত জলি উঠি কলে, "মহাৰাজ, আপুনি যদি তাক ইমানবিলাক টকা দিব পাৰিলে, তেনেহলে নো আৰু গাড়ী চিপাহীৰ ভৰা কাটি ৰাখিলে আমাৰ কি লাভ হব। এতেকে তাকো এনেয়ে দিয়ক।"

মন্ত্ৰীৰ কথাতে ৰাজায়ো হৰিভৰ দিলে আৰু সেইমতে গাড়ীত ধন ভৰা দি লগত চিপাহী উনৈশজন লৈ বুঢ়াই সৰু পুতেকৰ ওচৰলৈ যাত্ৰা কৰিলে।

(৪)

ইফালে সৰু পুতেকে ইমান দিনলৈ বুঢ়াক ফিৰি নাহা দেখি চিন্তাত আকুল হৈ বাট ওলাই ওলাই চাই আছিল। সেই দিনা মানুহবিলাকে দৌৰি দৌৰি খবৰ দিলে যে, লগত গাড়ী আৰু চিপাহী ১৯ জন লৈ বুঢা আহিব ধৰিছে। সৰু পুতেকে বুঢ়াক দেখি আনন্দত অধীৰ হল। বুঢ়াই সকলো ঘটনা ভাঙি চিঙি কলে। বুঢ়াই তেতিয়াই এক লক্ষ টকা খৰচ কৰি সেই গাৱঁতে মাটি-বাৰী লৈ এটা দালান বান্ধি ললে, আৰু ভাঙৰ ছয়জন পুতেকক মাতি আনি সিহঁতকো

গাই প্ৰতি একো ভাৰ টকা দি সক ভায়েকলৈ মৰম ৰাখিবলৈ আৰু আহা-যোৱা কৰি থাকিবলৈ কৈ সেই দিনাই তাৰপৰা যাত্ৰা কৰিলে। যাবৰ সময়ত বুঢ়াই কলে যে, বাছাইঁত! তইঁতে সদায় মিলাপ্ৰীতিৰে থাকিবি আৰু পৰস্পৰে পৰস্পৰক সহায় কৰিবি। মই হলে ইয়াৰ ফিৰোঁ নে নিফিৰোঁ একো ঠিক নাই। বুঢ়াৰ কথাত পুতেকহঁত মান্তি হল আৰু বুঢ়াও তাৰ পৰা ওলাই গুচি গল।

(৫)

ইফালে ৰাজ ঘৰৰ পৰা বুঢ়া গুচি আহা দেখি পাত্ৰ-মন্ত্ৰীসকলৰ আনন্দত ঠাই নোহোৱা হল। সকলোৱে ভাবিলে যে আৰু বুঢ়া ফিৰি নাহিব। কিন্তু সিদিনাখন মহাৰাজা সভাত বহি থাকোঁতে পাত্ৰ-মন্ত্ৰীসকলে দূৰৰ পৰা বুঢ়াক দেখা পাই মনে মনে প্ৰমাদ গণিব ধৰিলে। সকলোৱে ভাবিলে যে আকৌ সেই ৰাজ-ভঁৰালৰ ধন শোহাটো আহিল।

তেতিয়া মন্ত্ৰীয়ে ৰাজাত সুধিলে যে, এই বুঢ়া যদি থাকিব খোজে তেনেহলে মহাৰাজে তাক আকৌ আগৰ দৰে দৰমহা দি ৰাখিব নে?

ৰজাই কলে, "যদি সি থাকিব খোজে, তেনেহলে নো মই কেনেকৈ জবান চুৰি কৰিম। তাক ৰাখিবই লাগিব।"

মন্ত্ৰীয়ে বহুত ভাবি চিন্তি চাই কলে, "মহাৰাজ বুঢ়াই আপোনাৰ কুশল মঙ্গল সুধিলে আপুনি মনত এটা কিবা চিন্তা উপস্থিত হোৱা বুলি কব আৰু সেইটো তিনদিনৰ মূৰতহে কব পাৰিব বুলি কই বুঢ়াক তিন দিনৰ নিমিত্তে অপেক্ষা কৰিবলৈ কব।" মন্ত্ৰীৰ কথাত ৰাজা মান্তি হল আৰু বুঢ়াই আহি ৰাজাক সাষ্টাঙ্গে প্ৰণিপাত কৰি কুশল মঙ্গল সোধাত ৰাজাই সেই দৰে কলে। ৰাজাৰ কথা মতে বুঢ়াই তিন দিনলৈ অপেক্ষা কৰিব ধৰিলে।

ইফালে মন্ত্ৰী তিন দিন পৰ্য্যন্ত এটা নিৰ্জন ঘৰত অকলে অকলে বহি ভাবি-গুণি লঙ্কা নগৰীৰ ৰাক্ষসৰ ৰাজাৰ ওচৰলৈ এখান সোণালি আখৰেৰে পত্ৰ লেখিলে আৰু সেই পত্ৰ ৰাক্ষস ৰাজা বিভীষণৰ হাতত দি সাত বছৰৰ বাকী কৰ আদায় কৰি দিবৰ নিমিত্তে জাননী দিবৰ কাৰণে বুঢ়াক পঠাবৰ ঠিক কৰিলে। মন্ত্ৰীৰ আচল অভিপ্ৰায় আছিল বুঢ়াক ৰাক্ষসৰ দ্বাৰা খুৱাই মাৰা। এই প্ৰস্তাৱ ৰাজাৰ আগত জনোৱাত প্ৰথমে তেওঁ এনে নিঠুৰ কাম কৰিবলৈ অস্বীকাৰ কৰিলে; কিন্তু শেষত মন্ত্ৰীৰ কথাত তত নাপাই মান্তি হল।

তিনি দিনৰ মূৰত বুঢ়াই আহি মহাৰাজৰ দুখৰ কাৰণ সোধাত ৰাজাই চিঠিখান হাতত দি কলে যে, আৰু তিনি মাহ মাত্ৰ বাকী আছে। আজি সাত বছৰ হয়, লঙ্কাৰ ৰজাই আমাক কৰ দিয়া নাই। তুমি এই চিঠিখান তেওঁৰ হাতত দি এই কথা কৈ আহাগৈ। লগত কি কি লাগে তুমি ইচ্ছামতে লৈ যোৱা।

ৰাজাৰ কথা শুনিয়েই বুঢ়াই মনে মনে প্ৰমাদ গণিব ধৰিলে আৰু বহুত ভাবি-চিন্তি শেষত কলে, "মহাৰাজে বন্দীক তিন দিনৰ নিমিত্তে সময় দিয়ক, তিন দিনৰ মূৰত কি কি লাগে বন্দীয়ে কব পাৰিম।" বুঢ়াৰ কথাত ৰাজা মান্তি হল আৰু বুঢ়াই তাৰ বাহাক গৈ চিন্তা কৰিব ধৰিলে।

তিনি দিনৰ মূৰত বুঢ়াই আহি ৰজাক জনালে, "মহাৰাজ, মোক এখন এনেকৈ মোনা সি দিয়ক, সি যেন পানীত নিতিতে, আৰু তাত এক মোনা পিঠা ভৰাই দিয়ক। আৰু এটা ৰূপৰ বেজী, মুগাৰ সূতাৰ জৰি এডাল, ছুৰী কটাৰী এখন আৰু চৌ এটা দিয়ক। বুঢ়াৰ কথা মতে ৰজাই তাক সকলো বস্তুকে দিয়ালে আৰু বুঢ়ায়ো বস্তু-বাহানি লগত লৈ সেই দিনাই লঙ্কাৰ মুখে যাত্ৰা কৰিলে।

(৬)

যেতিয়া বাটত ভিক্ষা কৰি চাউল-পাতি পায় তেতিয়া তাকে পানীৰ ওচৰত ৰান্ধি-বাৰি খায় আৰু যেতিয়া কতো একো নিমিলে তেতিয়া মোনাৰ পৰা পিঠা উলিয়াই খায়। এই ৰকমে এক মাহৰ মূৰত গৈ বুঢ়াই সাগৰৰ পাৰ পালে। মুখৰ আগত মহাসাগৰ দেখি বুঢ়াই মনত প্ৰলয় গণিব ধৰিলে—"হৰি হৰি, এই মহাসাগৰটো নো কেনেকৈ মই পাৰ হওঁ। কোনে মোক এই বিপদৰ পৰা উদ্ধাৰ কৰিব।" এইবিলাক ভাবি-চিন্তি বুঢ়া অস্থিৰ হল। আৰু শেষত একো উপায় নেদেখি মনে মনে ঈশ্বৰক চিন্তিব ধৰিলে।

কিছুমান পৰ এই দৰে ঈশ্বৰক চিন্তি থাকোঁতে বুঢ়াই দেখিলে যে উত্তৰ ফালৰ পৰা মেঘ ওলাই আকাশ ঢাকি আহিব ধৰিছে। বৰষুণৰ ভয়ত বুঢ়াই বনৰ মাজত সোমাই এজোপা গাছৰ তলত বহিল গৈ। বহুত পৰৰ মূৰত দেখিলে যে, মেঘ নহয়, এটা প্ৰকাণ্ড পক্ষী ভৰিৰ নখেৰে চাৰিটা মাকুন্দা হাতী বিন্ধি লৈ আহিছে। পক্ষীৰ আকৃতি দেখি বুঢ়াৰ ভয়ত জীৱ উৰি গল। পিছত হাতী চাৰিটা তাতে পেলাই থৈ পক্ষী আকৌ উত্তৰলৈ উৰি গল।

বুঢ়াই তেতিয়া বনৰ মাজৰ পৰা ওলাই আহি মনে মনে আলচ কৰিলে যে এই পক্ষীটো নিশ্চয় সমুদ্ৰৰ ইপাৰৰ নহয়। আমাৰ ইপাৰে ইমান ডাঙৰ আৰু বলী চৰাই কেতিয়াও থাকিব নোৱাৰে। আৰু সি যেতিয়া হাতী চাৰিটা ইয়াতে থৈ উত্তৰলৈ আকৌ গল, আকৌ সি কিবা লৈ ইয়ালৈ আহিব আৰু পুনৰায় সমুদ্ৰৰ সিপাৰে এই হাতী কেইটা লৈ যাব।

এই বুলি বুঢ়াই ৰজাৰ পৰা আনা কটাৰীখনেৰে হাতী এটাৰ পেট ফালি তাৰ ভিতৰত সোমাল আৰু উশাহ নিশাহ লবৰ নিমিত্তে সৰু ফুটা এটা মাত্ৰ ৰাখি মুগাৰ সূতাৰে ভাল হবে চিলাই কৰি ললে। কিছু পৰৰ মূৰত আকৌ চাৰিটা হাতী লৈ চৰাইটো তালৈ উৰি আহিল আৰু তাতে পৰি আঠটা হাতীকে ভৰিৰ নখত বিন্ধি লৈ সমুদ্ৰৰ সিপাৰলৈ উৰা মাৰিলে। পক্ষী গৈ সমুদ্ৰৰ সিপাৰ পালে। তাত পৰ্বতৰ গহ্বৰ এটাত বৰ ডাঙৰ ডাঙৰ গছবিলাক উভাৰি আনি বাহ সাজি পক্ষীয়ে বাস কৰে। পক্ষীয়ে সেই ঠাইৰ ওচৰতে হাতীবিলাক পেলাই থৈ এটা হাতী টুকুৰা টুকুৰি কৰি ঠোঁটেৰে ফালি পোৱালী আগত পেলাই দিলে।

আন দিনাখন হলে মাকে আধাৰ দিয়া মাত্ৰকে পোৱালী হালে টপ্ টপ্ কৰি খাই আদায় কৰে। সেই দিনাখন কিন্তু আধাৰ দি বহুত পৰ ৰৈ থাকাতো পোৱালী হালে ঠোঁটকে নেমেলে। মাক-বাপেকে উত্ৰাৱল হৈ সুধিব ধৰিলে—"বাছাহঁত, তহঁতে দেখোঁ আইন দিনা আধাৰ দিয়া মাত্ৰকে থৈ-নথৈ কৈ খাই আদায় কৰ, আজি ইমান বেলি হল আধাৰ আগত দি থৈছোঁ, তহঁতে হলে ঠোঁটকে নেমেল, ইয়াৰ কাৰণ কি?"



বুঢ়াই বাজাৰ পৰা আনা কটাৰী খনেৰে হাতী এটাৰ পেট ফালি তাৰ ভিতৰত সোমাল

তেতিয়া পোৱালী-হালে কলে, "যদি আমাৰ কথা শুনিবা বুলি তোমালোকে সইত খোৱা তেনেহলে আমি কওঁ আৰু আধাৰো খাওঁ, নহলে আমি একো নকওঁ আৰু আধাৰো নাখাওঁ।"

অগত্যা মাক-বাপেকে সত্য খালে বোলে, "সত্যে সত্যে তিনি সত্যে, তহঁতে যি কৱ আমি তাকে শুনিম।"

তেতিয়া পোৱালী হালে হাতীৰ পেট ফালি বুঢ়াক উলিয়াই আনিবলৈ আৰু সেৱা-শুশ্ৰূষা কৰি তাৰ কামনা পূৰ্ণ কৰিবলৈ কলে।

পোৱালীৰ কথা মতে চৰাই হাতীৰ পেট ফালি বুঢ়াক উলিয়াই আনি আচৰিত হল। বুঢ়ায়ো হাতীৰ পেটৰ পৰা ওলাই ৰাম-হৰি চিন্তি পাঁচটামান উশাহ ললে। পোৱালীৰ কথামতে পক্ষী বুঢ়াক গা ধুবৰ নিমিত্তে এটা হ্ৰদৰ পৰা ঠোঁটেৰে এক ঠোঁট পানী আনি এটা পৰ্বতৰ গহ্বৰত ঢালি দিয়াত তাতে এটা বৰ ডাঙৰ পুখুৰী হৈ পৰিল। বুঢ়াই তাতে গা মূৰ ধুই মোনাত আনা কেইখন মান পিঠা খালে। শেষত পক্ষীয়ে বুঢ়াক কি লাগে বুলি সোধাত সি সকলো ঘটনাকে ভাঙি পিটি কৈ দিলে। বুঢ়াৰ কথাত পক্ষী বৰ আচৰিত হল আৰু ৰাক্ষস ৰাজাৰ ৰাজধানীলৈ যাবৰ নিমিত্তে তাৰ অনুমতি নাই বুলি কলে। তথাপি বুঢ়াই কাবৌ মিনতি কৰাত ৰাজধানীৰ বাহিৰত বুঢ়াক থৈ আহিব বুলি মান্তি হল। পক্ষীৰ কথাত আনন্দিত হৈ সেই ৰাতিটো বুঢ়াই তাতে সেই পুখুৰীৰ পাৰতে কটালে।

(৭)

পুৰা পক্ষী বুঢ়াৰ আগত কলে বোলে, ৰাক্ষস ৰাজাৰ ৰাজধানী ইয়াৰ পৰা সাত দিনৰ বাটৰ মূৰত হে কোনো মতে পাবা গৈ। ইয়াৰ ভিতৰত বাটত ৰাক্ষসে লাগ পালে তোমাক খাই পেলাব। তুমি সেইদৰে কেনেকৈ যাবা ? সেই দেখি তুমি মোৰ পাখি এটাত ভাল ৰকমে ধৰা আৰু মই তোমাক লৈ উৰা মাৰি যাই একে নিমিষতে সেই খিনি পাম গৈ। পখীৰ কথামতে বুঢ়াই তাৰ পাখিটোত খামোচা মাৰি ধৰিলে আৰু চকুৰ নিমিষতে গৈ ৰাজধানীৰ পদূলিত ঠিয় হল। বুঢ়াক তাতে থৈ পখী তাৰ পৰা উৰি গুচি গল।

(৮)

ইফালে বুঢ়াই গৈ ৰাজধানীত প্ৰবেশ কৰোঁতেই চাৰিওফালৰ পৰা ৰাক্ষসবিলাকে খাওঁ খাওঁ মূৰ্তি ধৰি খেদি আহিল। ইটোৱে বোলে মই খাওঁ, সিটোৱে বোলে মই খাওঁ, এইদৰে সিহঁতৰ ভিতৰতে হাই-কন্দল লাগি গল।

তেতিয়া বুঢ়াই ভয়ে ভয়ে কলে, বোপাইহঁত মোক আমাৰ বিক্ৰমাদিত্য ৰাজাই এখন চিঠি দি তহঁতৰ ৰাজাৰ গুৰিলৈ পঠাইছে। ইয়াৰ ভিতৰত যদি তহঁতে ইয়াতেই মোক খাই পেলাব তেনেহলে তহঁতৰ ৰাজাই ই কথা জানিব পাৰিলে তহঁতক কাটি মাৰি চন কৰিব। আগে মোক ৰাজাৰ ওচৰলৈ নে, তাৰ পাছত ৰাজাই যি হুকুম দিয়ে তাকেই কৰিবি। আৰু যে মই সামান্য মনিচ এটা হৈ অকলে ৰাক্ষসৰ পুৰীলৈ আহিছোঁ, এনে কথা ভাবিছ নে ? এতেকতে মোক একে বাৰে শুদা বস্তু যেন নেদেখিবি।

বুঢ়াৰ কথা শুনি ৰাক্ষসবিলাকৰ মনত সংশয় হল আৰু তেতিয়াই সিহঁতে তাক ৰাজাৰ ওচৰলৈ লৈ গল।

ৰাজাৰ ওচৰত যাই বুঢ়াই সাষ্টাঙ্গে প্ৰণিপাত কৰি বিক্ৰমাদিত্য ৰাজাৰ চিঠিখান তেওঁৰ হাতত দিলে। আৰু ৰাজাই কোৰা মতে সকলো কথাকে ভাঙি-চিঙি কলে। বুঢ়াৰ কথা শুনি ৰাজাই তাক সোধ-পোচ কৰি খাব লবলৈ দিলে আৰু কলে যে—তুমি ৰাজাৰ আগত কবা যে তুমি ইয়াৰ পৰা যাই পোৱা দিনাই ৰাজাই তেওঁৰ সভা-ঘৰৰ মুখৰ আগত বৰ ডাঙৰ ডাঙৰ দুই ডাল গাছ ভাল ৰকমে সৰু সৰু ডাল বিলাক কাটি পেলাই পুতি ৰাখিব। পাঁচ দিনৰ মুৰত কাউৰৰ মূৰ্তি ধৰি আমাৰ দূত দুইজন ঠিক দুপৰ সময়ত যাই সেই গছত পৰি এটা প্ৰশ্ন কৰিব। সিহঁতে তিন দিন পৰ্য্যন্ত সেই ৰকমে একে• প্ৰশ্নকে কৰি থাকিব। পিছে যদি ৰাজাই সেই প্ৰশ্নৰ উত্তৰ দিব পাৰে তেনেহলে তেওঁ আমাৰ পৰা ৰাকী কৰ পাব, নহলে তিনি দিনৰ মুৰত আমাৰ দূতে তেওঁৰ ৰাজ্যৰ মানুহ গৰু সকলোকে খাই উদং কৰিব।

ৰাক্ষস-ৰাজাৰ কথা শুনি বুঢ়াই সমুদ্ৰ পাৰ হবৰ উপায় সোধাত ৰাজাই এটা ৰাক্ষসক পক্ষীৰূপ ধৰি পিঠিত লৈ নি বুঢ়াক সমুদ্ৰ পাৰ কৰি দি আহিবলৈ কলে। ৰাক্ষসজনে ৰাজাৰ আজ্ঞামতে তেতিয়াই পক্ষীৰূপ ধৰি বুঢ়াক লৈ সাগৰৰ ইপাৰ কৰি থৈ গুচি গল। তাৰপৰা আনন্দ আৰু উৎসাহ মনেৰে আহি বুঢ়া বিক্ৰমাদিত্যৰ ৰাজধানীত উপস্থিত হল।

(৯)

দূৰৰ পৰা বুঢ়াক আহিব দেখি মন্ত্ৰীৰ মনে মনে বৰ খং উঠিল, আৰু ৰাজাৰ আগত কলে, "মহাৰাজ! চাওঁক বুঢ়া কেনে ফাকিবাজ! সি কত ৰাক্ষসৰ পুৰীলৈ যাব, কৰবাৰ বাটৰ পৰা ফিৰি আহিল।

"ইয়াৰ নিচিনা টেঙৰ বুঢ়া মই কতো দেখা নাই।"

ৰাজাই মন্ত্ৰীৰ কথাত একো উত্তৰ নিদিলে। ক্ৰমে ক্ৰমে বুঢ়া আহি ৰাজ্য-সভাত উপস্থিত হল আৰু ৰাজাক আগৰ দৰে সাষ্টাঙ্গে প্ৰণিপাত কৰিলে।

তেতিয়া ৰাজাই তাত সুধিলে "বুঢ়া কি কৰিলা? দিলা নে চিঠি?"

ৰাজাৰ আগত বুঢ়াই সকলো কথাকে নিবেদন কৰিলত ৰাজা, মন্ত্ৰী আৰু সভাসদ সকলো ভয়ত স্তম্ভিত হল। বহুতে এইদৰে দুৰ্বুদ্ধি কৰি বিপদ মাতি আনা বুলি মন্ত্ৰীক গালি পাৰিব ধৰিলে।

( ১০ )

শেষত বুঢ়াৰ কথা মতে গাছ দুজোপা পোতা হল। তিনি দিনৰ মুৰত নগৰৰ সকলো মানুহ দুপৰীয়া ৰাক্ষস ৰাজাৰ দূত চাবলৈ আহিল। আচলতে বুঢ়াই কোৰামতে ভৰ দুপৰ সময়ত কাউৰ দুটা উৰি আহি গছৰ ঠাল দুটাত পৰিল। কাউৰ পৰামাত্ৰকে তাৰ ভৰত গছ দুজোপা আকৌ এক হাত মান তললৈ বহি গল। দুয়োটা কাউৰে একে লগে "কা-কা-কা,

'তাৰ্হং যয় দীয়তে তন্নহং যয় দীয়তে" বুলি কৈ অলপ পৰ অপেক্ষা কৰি থাকিয়েই তাৰ পৰা উৰা মাৰি গুচি গল।

ৰাজাই পাত্ৰ মন্ত্ৰী আৰু নবৰত্ন পণ্ডিতক ইয়াৰ কি উত্তৰ হব ভাবিবলৈ কলে। দুই দিন হই গল কাৰো পৰা একো উত্তৰ নাপালে। তিনি দিনৰ দিনা নিশ্চয় সকলোৰে মৃত্যু হব বুলি ভাবি ৰাজা মন্ত্ৰী সকলো মহা চিন্তাত পৰিল। কোনেও একো ভাবি ঠিক কৰিব নোৱাৰিলে। শেষত ৰাজাই তেওঁৰ ডাঙৰ কুমাৰক মাতি আনি কলে, "বাপা, তই এতিয়াই যেনেকৈ আছ তেনেকৈ উত্তৰ ফালে সৰস্বতী কুণ্ডলৈ যাত্ৰা কৰ। তাত যাই সৰস্বতী আইক আৰাধনা কৰগৈ, তেওঁ অৱশ্যে ইয়াৰ উত্তৰ দিব। কিন্তু কালি দুপৰীয়াই আহি তই এই খিনি পাব লাগে।" নহলে আৰু তই আহি আমাক দেখা নাপাবি।"

ৰাজাৰ আজ্ঞা পাই বৰ কোঁৱৰ তেতিয়াই অকলে অকলে যাত্ৰা কৰিলে। বহুত বাট গৈ গৈ ৰাজকোঁৱৰ প্ৰধান বনৰ মাজত সোমাল গৈ। বহুত বন ভাঙি ভাঙি গৈ দেখা পালে —এজন ব্ৰাহ্মণ হাতত এটা কমণ্ডলু, চিমতা এপাত আৰু গলত ৰুদ্ৰাক্ষৰ মালা এদাল পিন্ধি উত্তৰ ফালৰ পৰা দৌৰি আহিব ধৰিছে। ৰাজপুত্ৰই তেওঁ কৰ পৰা আহিছে আৰু কলৈ যাব বুলি সোধাত তেওঁ কলে বোলে "মোৰ সকাম বৰ গুৰুতৰ আৰু জৰুৰী, এতিয়া তোমাৰ আগত কবৰ সময় নাই।"

পিছত ৰাজপুত্ৰই দেখিলে যে বামুণৰ ভৰিত কুশৰ কাঁইটে বিন্ধিছে আৰু ভৰিৰ পৰা তেজ ওলাব ধৰিছে। তেওঁৰ বিলাই দেখি ৰাজপুত্ৰই সুধিলে "আপোনাৰ বৰ কষ্ট হৈছে, যদি আপুনি আদেশ কৰে তেনেহলে মই আপোনাৰ কষ্ট নিবাৰণৰ নিমিত্তে মোৰ ভৰিৰ জোতাযোৰ দিব খোজোঁ।"

"যদি তোমাৰ একো আপত্তি নাই তেনেহলে দিব পাৰা" বুলি বামুণে কলে। ৰাজপুত্ৰই তেতিয়াই ভৰিৰ পৰা সোলোকাই ব্ৰাহ্মণক জোতাযোৰ দিলে আৰু নিজে শুদা ভৰিৰে যাব ধৰিলে।

কিছুমান বাট গলত ৰাজপুত্ৰই দেখিলে উত্তৰ ফালৰ পৰা এটা বগুৰা ঘোঁৰা দৌৰি আহিব ধৰিছে। তাৰ পিঠিত জিন আৰু মুখত লাগাম লগোৱা আছে। ৰাজপুত্ৰই ভাবিলে যদি ধৰিব পাৰোঁ, তেনেহলে মই ইয়াতেই উঠি যাম। এইদৰে ভাবি থাকোঁতেই ঘোঁৰাটো দৌৰি আহি ৰাজপুত্ৰৰ ওচৰ পালে আৰু সহজতে তেওঁক ধৰা দিলে। ধৰা মাত্ৰকেই ৰাজপুত্ৰ ঘোঁৰাত উঠিল আৰু কিছু দূৰ যাওঁতেই তেওঁ সৰস্বতী কুণ্ড পালে, আৰু তেওঁৰ মনত আপোনা-আপুনি কাউৰৰ প্ৰশ্নৰ উত্তৰ উদয় হল। তেওঁ আৰু উত্তৰৰ ফালে নগৈ ঘৰ মুখে ঘোঁৰা চলাই দিলে। নিমিষতে পবন সঞ্চাৰে যাই ঘোঁৰা ৰাজসভাত উপস্থিত হল।

ৰাজাই ঘোঁৰাৰ পৰা নমামাত্ৰকে "কি সমাধান পালি" বুলি পুতেকক সোধাত, তেওঁ "সময় মতে উত্তৰ দিম ভয় নকৰিব" বুলি তেওঁক আশ্বাস দিলে। ৰাজাৰ মনত কিন্তু সংশয় থাকিয়েই গল।

যথা সময়ত আকৌ কাউৰ দুটা আহি গছৰৰ ওপৰত পৰিল আৰু আগৰ দৰে "কা-কা-কা তাৰ্হং যয় দীয়তে", বুলি প্ৰশ্ন কৰাতে ৰাজপুত্ৰই উত্তৰ দিলে—

"উপানহং ময়া দত্তং ৰিজায় কণ্ণ-কণ্টকে।

তেনাহং তুৰগাকঢ়ঃ অশ্ৰষ্টং যন্ন দীয়তে॥"

ৰাজপুত্ৰৰ উত্তৰ শুনিয়েই তাত আৰু অলপো অপেক্ষা নকৰি কাকযোৰ তাৰ পৰা উৰাই গুচি গল। সকলোৱে ৰাজপুত্ৰক ধন্য ধন্য কৰিব ধৰিলে।

পিছদিনাখন ৰাতিপুৱা ৰাজাই উঠি দেখে যে তেওঁৰ নগৰৰ চাৰিওফালে খাল ৰাম সোণেৰে ভৰি আছে।

ৰাজাই ৰইনা লগাই সোণবিলাক কোঁচাই আনিলে আৰু তাৰে চাৰি ভাৰ মান বুঢ়াক দি বিদায় কৰিলে।

— —

# বিক্রমাদিত্য আৰু শুকৰ কথা

## ( ১ )

এদিন ৰাজা বিক্রমাদিত্য লগত বহুত সৈন্য সামন্ত লৈ মৃগয়া কৰিবলৈ ওলাই গল। অটব্য হাবিৰ মাজত সোমাই অকলে অকলে পহু এটা খেদি যাওঁতে ৰাজাই লগৰ সৈন্য সামন্ত সকলোকে হেৰুৱালে। শেষত বাট বিচাৰি বিচাৰি ফুৰোঁতে সন্ধ্যা হল। তেতিয়া ৰাজাই উপায় অন্তৰ একোকে নেদেখি এজোপা ডাঙৰ গছত উঠিল গৈ।

সেই জোপা গছতেই শুক পক্ষীৰ ৰাজা ৰাণীৰ বাস। শাৰী জনীয়ে গছৰ তলত ৰাজাক দেখি শুকক মাত লগাই কলে যে, মহাৰাজ! আপুনি দেখিছে নে এই গছত আজি মহাপুৰুষ এজনে জিৰণি লৈছে ?

শুক-শাৰী দুয়ো পৰম জ্ঞানী আছিল। শুকে অলপ ভাবি চাই কলে বোলে "মই জানিলোঁ। তেওঁ সসাগৰা পৃথিবীৰ ৰাজা বিক্রমাদিত্য। কিন্তু তেওঁ হল মনুষ্য আৰু আমি পক্ষী জাতি। এতেকে তেওঁক আমি কি দৰে শুশ্রূষা কৰিম ?"

শাৰীয়ে কলে, নহয় মহাৰাজ। পক্ষী হলেও আপুনি পক্ষী জাতিৰ ৰাজা আৰু তেৰোঁ মনুষ্য জাতিৰ ৰাজা। এতেকে উভয়ৰ ভিতৰতো মিলাপ্রীতি হোৱা উচিত।

শাৰীৰ কথা শুনি শুক ৰাজাৰ ওচৰলৈ আহি তেওঁক বিনয় কৰি কলে, "মহাৰাজ! আপুনি আজ নিৰাশ্রয় হৈ আমাৰ এই বনৰ মাজত সোমাইছে। আমি পক্ষী জাতি হলেও মনুষ্যৰ ভিতৰত আপুনি যেনে ৰাজা, চৰাইৰ ভিতৰত মই তেনে ৰাজা। এতেকে মোৰ ঘৰত অতিথি হোৱাৰ বাবে আপোনাৰ একো অপমানৰ কথা নহয়।"

পক্ষীৰ কথা শুনি ৰাজাই কেনেকৈ নোঁসি তেওঁক বিক্রমাদিত্য ৰাজা বুলি জানিলে, সেইটো সোধাত শুকে কলে যে তেওঁ সর্বজ্ঞ আৰু সেই বাবেহে পক্ষী জাতিৰ ভিতৰত ৰাজা হব পাৰিছে। ৰাজাই তেতিয়াই শুকৰ লগত সখি বান্ধিলে আৰু তেওঁৰ উপহাৰ লব বুলি স্বীকাৰ কৰিলে।

ৰাজাই স্বীকাৰ কৰা মাত্রকে শুকে নানা প্রকাৰৰ ফল-মূল আনি তেওঁক উপহাৰ দিলে। সেইবিলাক খাই ৰাজা পৰম আপ্যায়িত হল। ৰাতিপুৱা ৰাজাই শুকক অনুৰোধ কৰিলে বোলে, সখি, আপোনাৰ ৰাজ্য মই দেখিলোঁ। আৰু আপোনাৰ ঘৰত মই অতিথিও কলোঁ; এতিয়া আপুনিও আজি মোৰ লগত মোৰ ৰাজ্যলৈ যেনে তেনে লব লাগে। আপোনাক ছমাহৰ পাচত হে মই এৰি দিম। ৰাজাৰ কথা শুনি শুকে কলে বোলে, সখি, এই প্রজাবিলাকেই মোৰ পুত্র স্বৰূপ। এতেকে ইহঁতৰ সম্মতি নোলোৱা কৰি মই এক দিনৰ নিমিত্তেও যাব নোৱাৰোঁ। বাৰু, মই শুধি চাওঁ সিহঁতে নো কি কয়।

এই বুলি শুকে পক্ষীবিলাকক মাতি আনি সুধিলে যে, তোমালোকে জানা এওঁ সপ্তদ্বীপা পৃথিবীৰ অধিপতি বিক্রমাদিত্য ৰাজা।

এওঁৰ নিচিনা ধৰ্মিষ্ঠ ৰজা ত্ৰিভুৱনতেই নাই। এওঁ অনুগ্ৰহ কৰি আমাৰ আতিথ্য সংকাৰ গ্ৰহণ কৰিছে আৰু মোৰ লগত সখি বান্ধিছে। এওঁ এতিয়া ছয় মাহমানৰ কাৰণে মোক তেওঁৰ ৰাজ্যলৈ নিব খোজে। ইয়াত তোমালোকৰ মত কি ?

তেতিয়া পক্ষীবিলাকে আনন্দ মনে ৰজাক বিদায় দিলে আৰু ৰাজায়ো ৰাণীক প্ৰজা পালিবৰ ভাৰ দি বিক্ৰমাদিত্য ৰাজাৰ লগত গুচি গল।

(২)

নিজ ৰাজধানী পাযেই ৰাজাই শুকক অন্তঃপুৰলৈ লৈ গল। তাত তেওঁক সোণৰ ডাল সোণৰ পিঞ্জৰা কৰি সুখে সন্তোষে থাকিবৰ দিহা কৰি দিলে। ৰাজাই যেতিয়া যি প্ৰশ্ন কৰে মহাজ্ঞানী শুকে তেতিয়াই তাৰ উত্তৰ দিয়ে।

এইদৰে কিছুদিন গলত এদিন ৰাজাই অন্তঃপুৰত সোমায়েই দেখিলে যে তেওঁৰ ৰাণী ভানুমতী আনন্দ মনেৰে বিনা সূতাৰে মালা গাথিব ধৰিছে। ৰাজাই ৰাণীক সুধিলে, "ৰাণী, তোমাক দেখোঁ আগে পিছে মই কেতিয়াও এইদৰে আনন্দ মনে বিনা সূতাৰে মালা গাথা দেখা নাই। আজি নো তোমাৰ কি হৈছে ?"

ৰাজাৰ কথা শুনি ৰাণীয়ে কলে, "এনেযে গাথিছোঁ মহাৰাজ একো কাৰণ নাই।"

ৰাণীৰ কথাত বিশ্বাস নকৰি ৰাজাই যাই শুকত শুধিলে বোলে, "সখি! কওঁকচোন মই কিয় আপোনাৰ গুৰিলৈ আহিছোঁ।"

ৰাজাৰ কথা শুনি মহাজ্ঞানী শুকে পাখিৰ ভিতৰত ঠোঁটটো সুমাই অলপ গমি চায়েই কলে, "সখি! আপোনাৰ ৰাণী বিনা সূতাৰে মালা গাথিব ধৰিছে, আপুনি তাকে দেখি আহিল।"

তেতিয়া ৰাজাই সুধিলে "সখি! আপুনি কওঁকচোন কি কাৰণে নো ৰাণীএ আজি বিনাসূতাৰে মালা গাথিছে ?"

তেতিয়া শুকে কলে, "সখি! আজি ৰাতি তেওঁৰ ভনীয়েকৰ বিয়া হব, সেই কাৰণে তেওঁ ভনীয়েকক উপহাৰ দিবৰ কাৰণে এই মালা গাথিছে।"

শুকৰ কথা শুনি ৰাজাই উপলুং কৰি হাঁহি কলে, "সখি! আপোনাৰ এই আসাৰ কথা একেবাৰে মিছা। ভোজপুৰি ইয়াৰ পৰা ছমাহৰ বাট। মোৰ হুকুম নোলোৱা কৰি আজি ৰাতিতেই ৰাণী কেনেকৈ ইমান বাট যাব ?"

ৰাজাৰ কথা শুনি শুকে কলে, "সখি! আপুনি ভোজ-নগৰৰ মানুহৰ ভেল্‌কি-ভোজ-বাজিৰ কথাৰ একোকে গম নেপায়। আপোনাৰ ৰাণী নিতৌ ৰাতি ৰাতি আপোনাক শুৱাই থৈ একোবাৰ বাপেকৰ ঘৰলৈ যায় আৰু ৰাতিৰ ভিতৰতে ফিৰি আহে।"

শুকৰ কথাত অতি আচৰিত হৈ ৰাজাই পুনৰায় সুধিলে, "সখি! আচলতে আপনাৰ কথা শুনি মই সপোন দেখা যেন পাইছোঁ। কওঁকচোন বাৰু, কি উপায়েৰে নো ৰাণী ৰাতি-ৰাতি এইদৰে আহা-যোৱা কৰে ?"

তেতিয়া শুকে কলে, "সখি! ভোজ-নগৰৰ মানুহবিলাকে বৃক্ষ পালন জানে ; বাতি হলে ভোজ-নগৰৰ পৰা এদাল নাগেশ্বৰ গছ উৰি হে। ৰাণী সেই গছৰ ডালত বান্ধি থোৱা এখান সিংহাসনত বহি তিনিটা টিলিকি মাৰি দিলেই চকুৰ নিমিষতে গছ যাই ভোজ ৰাজাৰ পচুলিত হাজিৰ হয়। আৰু আহিবৰ সময়তো সেই দৰে উঠি টিলিকি তিনিটা মাৰি দিলেই আকৌ ইয়ালৈ উভতি আহে। আপুনি যদি বিয়া চাবৰ ইচ্ছা কৰে আজি সন্ধ্যা সময়তেই আপোনাৰ গা বেয়া হোৱা বুলি কই বিছনাত শুই থাকিবগৈ। আপুনি টোপনি অহা ভাও ধৰি চাই থাকিব যেতিয়া ৰাণী আপোনাৰ শয্যাৰ পৰা উঠি লাহে লাহে ওলাই যাই, তেতিয়া আপুনি পাছফালৰ দুৱাৰেদি দৌৰ মাৰি গৈ সেই গছৰ আগত উঠি পাতৰ আৰত লুকাই থাকিব গৈ। কিন্তু সখি, সাৱধান! তাত গৈ আপুনি গাছৰপৰা পাৰ্শ্বমানে নানামিবই আৰু যদিও নামে তেনেহলে তাৰপৰা আঁতৰ নহব। যদি হে কিবা স্বৰূপে ৰাণীয়ে আপোনাক তাত এৰি আহিব লাগিল তেনেহলে আপুনি তাত অন্ততঃ ছয় মাহ বৈ থাকিব লাগিব।"

শুকৰ কথাত মান্তি হৈ ৰাজাই তেওঁ কোৱামতে সন্ধ্যা সময়তে গাৰ অসুখ হোৱা বুলি বিছনাত উঠিল। ইফালে ৰাণী এওঁ খৰ্ ধৰ্ কৰি খোৱা লোৱা কৰি ৰাজাক বিছনাত শুৱাই থৈ সাৱে সাৱে ঘৰৰ পৰা ওলাই যাওঁতেই, ৰাজাই পাছ দুৱাৰেদি গৈ গাছজোপাৰ আগত উঠিল গৈ। শুকে কোৱাৰ দৰে ৰাণী টিলিকি তিনিটা মাৰি গাছ চলাই দিলে ; আৰু নিমিষতে যাই ভোজ ৰাজাৰ পচুলিত উপস্থিত হল। গাছৰপৰা নামি ৰাণী অন্তঃপুৰলৈ গুছি গল আৰু ৰাজা তাতে গছৰ ওপৰতেই থাকিল।

## ভোজৰাজাৰ জীয়েকৰ বিয়াৰ ঘটনা

(৩)

ভোজ নগৰত এজন বৰ বিখ্যাত সদাগৰ আছিল। সদাগৰৰ ধন সোণ অতুল ঐশ্বৰ্য্য, কিন্তু বৰ দুখৰ বিষয় তেওঁৰ একোটি লৰা, তাৰো এটা চকু কাণা, এখান কাণ কালা এখান হাত ভাঙা, এখান ভৰি খোৰা, আৰু পিঠিত এটা মস্তবাম কুজ। সদাগৰৰ পুতেকৰ বয়স ২৫।৩০ বছৰ হল, কিন্তু কতো কন্যা নিমিলে। যতে ধৰে তাতেই যোৱা ভাঙি ভাঙি যায় ; বৰৰ অতুলনীয় ৰূপ দেখি কোনোৱে কন্যা দিবলৈ সম্মত নহয়।

বহুদিনৰ মূৰত "বুধিৰাম" নামে এজন টেণ্টনে সদাগৰক লাগ ধৰি সুধিলে, "সদাগৰ ডাঙৰীয়া, আপোনাৰ লৰাক বিয়া কৰাই নিদিয়ে কিয়?"

সদাগৰে হা হুমুনীয়া কাঢ়ি কলে, "ডাঙৰীয়া, দুখৰ কথা কি কম, মোৰ লৰাৰ ৰূপ দেখি কোনোৱে কন্যা দিবলৈ আগ নাবাঢ়ে।"

সেই কথা শুনি বুধিৰামে কলে বোলে, "যদি মই আপোনাৰ বুৰাত ৰাজাৰ জীয়েকক বিয়া দিব পাৰোঁ। তেনেহলে আপুনি মোক পুৰস্কাৰ দিব কওক।"

সদাগৰে বোলে. "তেনেহলে আপোনাক নগদ এক লক্ষ সোণৰ মোহৰ দিম।"

সেই বন্দবস্তত মান্তি হৈ বুধিৰামে সদাগৰক কলে আপুনি কোনো এটা প্ৰবন্ধ কৰি ৰাজাৰ জীয়েকৰ নামটো জানি আহক। তাৰ পিছত এজন গণকক মাতি আনি যাতে ৰাজাৰ জীয়েকৰ লগত অ'পোনাৰ লৰাৰ ৰাজ-যোটক হব পাৰে সেই দৰে এখান কুঠি প্ৰস্তুত কৰক। তাৰ পাছত যি কৰিব লাগিব মই কম।"

বুধিৰামৰ কথামতে সদাগৰে অনুসন্ধান কৰি জানিলে যে ৰাজকন্যাৰ নাম "সানুমতী", আৰু সেইদৰে তেওঁৰ গণকৰ দ্বাৰা গণ পঢ়াই লৰাৰ নাম ৰাখিলে "সনেশ্বৰ"।

পিছত বুধিৰামৰ পৰামৰ্শমতে লগত বহুত ভাৰ ভেটি লৈ সদাগৰ ভোজৰাজাৰ ওচৰলৈ গল। ৰাজাই সদাগৰৰ নাম আগৰ পৰাই শুনিছিল। আৰু তেওঁক ৰাজ্যৰ ভিতৰতে ডাঙৰ ধনী বুলি ভাবিছিল। ৰাজাই তেওঁক ভাল ৰকমে আদৰ অভ্যৰ্থনা কৰি "আপুনি কিয় আহিছে" বুলি সোধাত তেওঁ কলে—"মহাৰাজ! যদি একো দোষ নধৰে তেনেহলে মই এটা কথা কব খোজোঁ।"

ৰাজাই হুকুম দিয়াত সদাগৰে কলে, "মহাৰাজ! মোৰ লৰাটিৰ নিমিত্তে, যদি মহাৰাজে একো বেয়া নাপায়, তেনেহলে আপোনাৰ কন্যা জনীক খুধিব খোজোঁ।"

সদাগৰৰ কথা শুনি ৰাজাই কলে "সদাগৰ! তোমাৰ ধন আৰু বংশৰ কথা মই ভাল দৰে জানো। তাৰ নিমিত্তে মোৰ কন্যা তোমাৰ লৰালৈ দিয়াত অলপো আপত্তি নকৰোঁ। বাৰু কোৱাচোন তোমাৰ লৰাৰ নাম কি?"

সদাগৰে "সনেশ্বৰ" বুলি কোৱাত ৰাজাই দেখিলে যে আচলতে ৰাজযোটক হয়।

তেতিয়াই গণকক মাতি আনি আন আন ঘোৰাবিলাকো চাই চিন্তি দেখিলে যে সকলো ভালেহে হয়, বেয়াৰ ভাগত হলে একো নপৰে। ৰাজা পৰম আনন্দিত হল। কাৰণ ইমান দিন আচলতে তেৰোঁ কন্যাৰ কাৰণে উপযুক্ত পাত্ৰ এটা কতো বিচাৰি পোৱা নাছিল।

তেওঁ সদাগৰক জবান দিলে যে, "যোৱা, তোমাৰ লৰাৰ লগত ছোৱালী বিয়া দিবৰ এক ৰকম ঠিকেই হল। কেৱল মই এবাৰ তোমাৰ লৰাটোক চাব লাগে। অমুক দিনা-খান মই তোমাৰ ঘৰলৈ গৈ একেবাৰে বিয়াৰ দিন দি আহিম। কিন্তু এটা কথা সদাগৰ, আমাৰ ঘৰত বিয়া কৰালে ৰাজ অলঙ্কাৰ দিব লাগিব।"

সদাগৰ সকলো কথাতে সম্মত হৈ তাৰ পৰা ঘৰলৈ আহিল।

(৭)

ইফালে বুধিৰামৰ আগত সদাগৰে সকলো কথাকে কোৱাত সি নগৰৰ পৰা বিচাৰি এটা মাক বাপেক নোহোৱা পৰম সুন্দৰ লৰা লৈ গল; আৰু সদাগৰক কলে বোলে, "আপোনাৰ গাওঁৰ ওচৰৰ বিশ্বাসী মানুহ কিছুমানক ২০।২৫ টকা কৰি দুই লক্ষ মান টকা ভগাই দিয়ক; আৰু সিহঁতক কব যেন ঠিক ৰাজা আহিবৰ দিনা খান সকলোৱে নি সেই টকা আপোনাক দিয়ে। আপুনি চৰাঘৰত গাদি পাতি বহি থাকিব আৰু এই ধৰি অনা লৰাটো একাল মূৰে বহি থাকিব। ৰাজা আহি পোৱাত টকা দিয়া মানুহবিলাকে আপোনাক হেচি ধৰাত, আপুনি এই লৰাটোৰ ফালে আঙুলিয়াই কব বোলে 'যা তইঁতে মোৰ বিৰক্তি কৰি নাথাকিবি, মই এতিয়া

ৰাজাৰ লগত কথা হওঁ, তইঁতে তাৰ হাতত দেগৈ।' পাছত ৰাজাই সুধিলে আপুনি কব বোলে সেইটোৰে মোৰ লৰা।"

বুধিৰামৰ বুদ্ধিমতে সকলো বন্দোবস্ত হল ; আৰু ৰাজায়ো সদাগৰৰ ঘৰত টকাৰ বন্‌বনি ঝন্‌ঝনি শুনি, লৰাৰ ৰূপ দেখি ; তেতিয়া কন্যা দিবৰ নিমিত্তে স্বীকাৰ কৰিলে ; আৰু তিথি বাৰ চাই বিয়াৰ দিন দি আহিল ; আৰু অতি সোনকালে ৰাজ অলঙ্কাৰ থিনি পঠাবৰ কাৰণে সদাগৰক কৈ আহিল।

সদাগৰে অতি ধুমধামেৰে বিয়াৰ বন্দোবস্ত লগালে। মাছ গাখীৰ তামোল পাণ এক গুণৰ ঠাইত দহ গুণ যোগাৰ কৰিলে। ইকালে ৰাজ-ঘৰতো নানা ৰকমৰ আয়োজন আৰু উৎসৱ হব ধৰিলে। কিন্তু অদৃষ্টক্ৰমে সদাগৰে ধৰি আনা সেই ধুনীয়া লৰাটো বিয়াৰ আগদিনা-খন মৰি গল। সদাগৰে মহা চিন্তাত পৰি বুধিৰামত সোধাত তেওঁ অলপো ভয় কৰিবলৈ বা এই ঘটনা কাৰো আগত প্ৰকাশ কৰিবলৈ হাক দিলে।

বুধিৰামে বিয়াৰ দিনা সদাগৰৰ সেই সৰ্বসুলক্ষণীয়া লৰাটিকেবৰৰ সাজ পিন্ধাব দিলে। তেতিয়া সদাগৰে সুধিলে বোলে, যদি ৰাজাই বৰ দেখি বিয়া নিদিওঁ বুলি মাৰি ধৰি আমাক খেদি দিয়ে!

বুধিৰামে কলে, "মহাশয় আপুনি কিয় ভয় কৰিছে, মই সকলো উপায়কে কৰিম। এতিয়া মোৰ দিহামতে চলক।"

(৫)

বিয়াৰ দিনা ৰাতি সেই কুৰূচ লৰাটোকে বৰৰ সাজ পিন্ধাই চৌদোলত তুলি লৈ সদাগৰে ঢুলীয়া-খুলীয়াৰে সৈতে গৈ ভোজ-ৰাজাৰ পদুলিত ওলাল। পদুলিত বৰ থিয় কৰি থৈ বুধিৰামে চাৰিওফালে এজন চকুত লাগা মানুহ বিচাৰিবলৈ ধৰিলে।

এনে সময়তে বিক্ৰমাদিত্য ৰাজা, ক্ষুদ্ৰ শৌচ কৰিব লগীয়া হোৱাত, গছৰ পৰা নামি আহিল। বুধিৰামে তেওঁক দেখিয়েই হাতত খাপ মাৰি ধৰিলে আৰু তেওঁৰ পৰিচয় শুধিলে। ৰাজাই নিজৰ পৰিচয় নিদি এজন বাটৰুৱা মানুহ বুলি কলে।

তেতিয়া বুধিৰামে তেওঁক কলে "ভাই! আমি বৰ মস্কিলত পৰিছোঁ। আমাৰ বৰটো দেখিবলৈ বেয়া। আমি আগে ভোজৰাজাক এটা ধুনীয়া লৰা আনি দেখাইছিলোঁ। আৰু সেইটোকে আজি বৰ কৰি লৈ আহিম বুলি স্থিৰ কৰিছিলোঁ। পাছত গল নিশা সেই লৰাটো মৰি গল। আপুনি অনুগ্ৰহ কৰি বৰৰ সাজ পিন্ধি বিয়াত বহক গৈ। পিছত, বিয়াৰ পাছত যেতিয়া বাসৰ ঘৰত সোমাব তেতিয়া "মই বাহিৰৰ পৰা আহোঁ" বুলি কৈ এই ঠাইতে মোক দেখা কৰিব। এই কামৰ নিমিত্তে আপোনাক যি লাগে পুৰস্কাৰ দিম।"

প্ৰথমতে ৰাজা অমান্তি হল, শেষত "বাৰু, কি নো হয় চাওঁ'' বুলি সম্মত হল আৰু বৰৰ সাজ পিন্ধি কৌতুহলেৰে গৈ বিয়াত বহিল।

যথা নিয়মে বিয়া সমাধা হল। বৰ-কন্যা ঘৰলৈ গল। তাত ভানুমতী প্ৰভৃতি তিৰোতা-

সকলে বৰ-কন্যাৰ লগত নানা প্ৰকাৰ কৌতুক ৰহস্য কৰিলে। বিয়া গীত গালে। তাৰ পাচত সেই দেশৰ নিয়ম মতে বৰ-কন্যাক আনি বাসৰ ঘৰত সুমাই থলে।

সেই সময়তেই সুচতুৰ বিক্ৰমাদিত্য ৰাজাই সানুমতী কন্যাক মাত লগাই কলে তোমাৰ আঙুঠিটো মোক দিয়াচোন চাওঁ। কন্যাই আঙুঠিতো সোলোকাই দিলত, ৰাজাই কন্যাই গম নোপাৱাকৈ সেইটো ৰাগি নিজ হাতেৰে নিজৰ আঙুঠিটো কন্যাক পিন্ধাই দিলে। পাছত 'মই বাহিৰলৈ যাওঁ বুলি কৈ একে দৌৰে ঘৰৰ পৰা ওলাই গৈ সেই গছৰ তলত হাজিৰ হল।

বুধিৰাম গছৰ তলত বৈ আছিল। সি তত্তালিকে বৰৰ পোছাক সোলোকাই দিলে আৰু ৰাজাক নিজৰ পোছাক দিলে। পুৰস্কাৰ যাচিলত ৰাজাই গ্ৰহণ নকৰিলে।

তেওঁলোক তাৰপৰা আঁতৰ হোৱাত ৰাজা গৈ আগৰ দৰে গছৰ আগত উঠিল আৰু ৰাতি পুৱাওঁ-নুপুৱাওঁ হওঁতেই ভানুমতী আহি গছত উঠি টিলিকি তিনিটা মাৰি বিক্ৰমাদিত্যৰ ৰাজধানী ওলাল গৈ। পদুলীৰ মুৰতে ভানুমতী নামি আল বাটেদি যাওঁতে ৰাজা গছৰপৰা নামি বেগেৰে গৈ বিছনাত শুই থাকিল।

( ৬ )

ইফালে বিক্ৰমাদিত্য ৰাজা আহিলত বুধিৰামে সদাগৰৰ পুতেকক বৰৰ সাজ পিন্ধাই নি বাসৰ ঘৰত সুমাই দিলে। ৰাজকন্যা বৰৰ মূৰ্তি দেখিযেই ভয়ত অস্থিৰ হল আৰু তাক ঘৰৰপৰা গটিয়াই আনি বাহিৰত পেলাই দিলে।

সি মাটিত বাগৰি বাগৰি কান্দিব ধৰিলে। বুধিৰামে আহি চিঞৰি কব ধৰিলে বোলে, "আইঁত ঐ বাপাইঁত ঐ কোন কত আছা চোৱাহি, ভোজৰাজাৰ ৰাক্ষসী ছোৱালীজনীযে আমাৰ সদাগৰৰ এনে সুন্দৰ লৰাটোক গটা মাৰি দি কাণা, খোড়া, কুজা কৰি পেলালে।"

সকলে দৌৰি আহি দেখে যে কথা সঁচা। সকলোৱে ৰাজকন্যাক পাৰে মানে গালি-শপনি পাৰিব ধৰিলে। ভোজৰাজাযো ঘৰৰ পৰা ওলাই আহি বৰৰ মূৰ্তি দেখি ছোৱালীক গালি পাৰিব ধৰিলে।

শেষত ৰাজাই ছোৱালীত সুধিলে, "আই। এতিয়াই মই তোক এনে ধুনীয়া লৰাটোত বিয়া দিলোঁ, তই নো কি কৰি তাক এনে কৰিলি?"

কন্যাই বে'লে. "মই একো কৰা নাই। সি আগৰে তেনেকুৱা। সি কেতিয়াও মোৰ বৰ নহয়। অলপ আগতে বাহিৰৰপৰা ওলাই অ'হোঁ বুলি মোৰ বৰ কৰবালৈ ওলাই গল আৰু এই কুমূৰ্তিটো মোৰ ঘৰত সোমাল। তেতিয়া মই তাক গটিয়াই বাহিৰ কৰি দিছোঁ।"

সকলোৱে নানা ৰকম তৰ্ক বিতৰ্ক কৰাৰ পাছত ভোজৰজাই কলে "বোলে মই ইকথাৰ মীমাংসা কৰিব নোৱাৰিম। মই পূৰ্বেই ডাঙৰ জোঁৱাইক বিয়ালৈ নামাতি মুখৰ কাম কৰিছোঁ। তেওঁ বিয়াত থাকিলে এনে অনৰ্থ কেতিয়াও হব নোৱাৰিলে হয়। এতিয়াও যি হৈছে হৈছে, বল আমি সকলোৱে তেওঁৰ গুৰিলৈ যাওঁ। তেওঁ নিশ্চয় ইয়াৰ মীমাংসা কৰি দিব।"

( ৭ )

সেই কথা মতে সকলোৱে বৃক্ষ-চালনা কৰি বিক্ৰমাদিত্যৰ ওচৰলৈ গল। বহুদিনৰ মূৰত

শহুৰেকক দেখি বিক্ৰমাদিত্যই নানা প্ৰকাৰ আদৰ সম্ভাষণ কৰিলে। তেতিয়া ভোজৰাজাই আঁতিগুৰি সকলো কথাকে ভাঙি কলে।

তেতিয়া বিক্ৰমাদিত্য ৰাজাই সভাৰ মাজত সানুমতী কন্যাক তেওঁৰ আঙুলীৰ আঙঠিটো চাবলৈ কোৱাত, কন্যাই দেখে যে সেইটো তেওঁৰ আঙঠি নহয়, সেইটো আঙঠিত বিক্ৰমাদিত্য ৰাজাৰ নাম লেখা আছে। পিছত ৰাজাই কন্যাৰ আঙঠিটো নিজৰ আঙুলীৰ পৰা উলিয়াই দিলত সকলো সভাসদে আচৰিত মানিলে।

ৰাজাই সদাগৰ আৰু বুধিৰামৰ আগতে বিয়াৰ সমুদায় ঘটনা কৈ দিয়াত তেওঁলোকে আচৰিত হৈ ৰাজাৰ আগত নিজৰ দোষ স্বীকাৰ কৰি ক্ষমা খুজিলে।

ৰাজাই ক্ষমা কৰি তেওঁলোকক এৰি দিলে; ভোজ-ৰাজা আৰু সানুমতী কন্যা মহা আনন্দিত হল আৰু কন্যাক হাতে থৈ তেওঁলোক গুচি গল।

ভানুমতী ৰাণী ৰাজাৰ হাতত ধৰা পৰি লাজ কৰাত নানা প্ৰকাৰ কথাৰে তেওঁৰ লাজ ভাঙিলে।

(৮)

ইফালে ছয় মাহ হৈ যোৱাত শুকে বিক্ৰমাদিত্যৰ পৰা বিদায় বুজিলে। ৰাজাই মনত বহুত দুখ কৰি শুকক বিদায় দিলে। শুকে নিজ দেশক যাই প্ৰজাসকলৰ ওচৰত ৰাজাৰ বহুত গুণ গান কৰিলে। ৰাজাৰ গুণ আৰু জ্ঞানৰ কথা শুনি প্ৰথাবিলাক বৰ আনন্দিত হল।

এদিনাথান শুক-শাৰী দুয়ো ভাবি চিন্তি থিৰ কৰিল যে, বিক্ৰমাদিত্য ৰাজাক যেনে তেনে এটা হিমালয় পৰ্বতৰ অমৃত বৃক্ষৰ ফল খুৱাব লাগে। সেই ফল মানুহে খালে অজৰ-অমৰ আৰু দেৱতাৰ দৰে ৰূপবান হয়। কিন্তু চাৰিঠেঙীয়া জন্তুৱে খালে তৎক্ষণাৎ সি মৰি যায়।

শুকে বহুত যত্ন কৰি সেই অমৃত-বৃক্ষৰ ফল ঠোটেৰে আনিলে আৰু ৰাজাৰ হাতত উপহাৰ দিলে। ৰাজাত ফলটি আনি কাটি দিবৰ নিমিত্তে ৰাণীৰ হাতত দিলে। ৰাণী ফলটে কাটি তাৰ বাকলি বিলাক পাছ চোতালত জীবৰৰ দামত পেলাই দিয়া মাত্ৰকে কুকুৰ এটাই তাৰে অলপ মানত মুখ লগালে; আৰু মুখ লগোৱা মাত্ৰকে সি ঠাইতে পৰি মৰি গল। ৰাণী ততালিকে ৰাজাক মতাই আনি এক ঘটনা দেখুৱালে আৰু ফলটো পেলাই দিলে।

ৰাজাৰ চুলিৰ আগলৈ খং উঠিল আৰু ততালিকে গৈ শুকক মাৰি পেলালে।

মৰা শুকক সভাৰ মাজলৈ নি ৰাজাই কবলৈ ধৰিলে "সভাসদ সকল! মই ভুল কৰি এই নাচ জাতি পক্ষীটোক বিশ্বাস কৰিছিলোঁ। তাৰ ফলত সি মোক এটা বিষফল খুৱাই মাৰিব ধৰিছিল। মোৰ আয়ুস আছিল বুলিহে আজি ৰক্ষা পৰিলোঁ। মই ততালিকে এই অবিশ্বাসীক প্ৰাণ দণ্ড দিলোঁ।"

সভাসদ সকলোৱে আনন্দতে হাতত চাপৰি বজাৰ ধৰিলে আৰু বহুতে তেতিয়াই মিছা-মিছি কিছুমান দোষ আৰোপণ কৰি শুকক গালি পাৰিব ধৰিলে।

সেই সময়তে শুক ৰাজাৰ ৰাজ্যত বহুত অমঙ্গল দৃষ্ট হল। ৰাণী চিন্তা কৰি চাই সমুদায় ঘটনা বুজি পালে আৰু শুকৰ শোকত কাতৰ হৈ তেওঁৰ পুতেকক ৰাজ্য-ভাৰ শপি দি তেতিয়াই উৰি আহি ৰাজসভাৰ মাজত শুকৰ মৰা শটোৰ লগত পৰি মৰি গল।

( ৯ )

ঠিক সেই সময়তেই ৰাজাৰ বান্দী এজনীক তাইৰ পিৰিয়েকে কিবা কাৰণত খং উঠি ধুম-পিট দিয়াত, তাই বৰ খং উঠি মৰিম বুলি ওলাই গল ; আৰু এই বিষ ফলটোকে খাই মৰোঁ বুলি ৰাণীয়ে জাবৰ দামত পেলাই দিয়া ফলটো খাই পেলালে। তেতিয়াই বান্দী মৰিব কত, স্বৰ্গৰ অপেস্বৰী যেন হে হৈ উঠিল।

তাই ৰাজাৰ ঘৰ সাবি আছিল। এনেতে ৰাজাই আহি তাইক দেখা পায়েই ভৰিত দীঘল দি পৰিল।

তাই বোলে, "মহাৰাজ, কি কৰে, কি কৰে, মই আপোনাৰ গেন্থেলী বান্দী।"

ৰাজাই বোলে, "আই ভগৱতী! কি ছল কৰি আপুনি স্বৰ্গৰ পৰা নে বৈকুণ্ঠৰ পৰা অধমৰ ঘৰলৈ আহিছে। আপুনি কোন পৰিচয় দি মোক কৃতাৰ্থ কৰক।"

শেষত বান্দীৰ কান্দন শুনি ৰাজাই তাইৰ ভৰিৰপৰা এৰি দি তাইৰ মুখে সকলো কথাকে শুনি আচৰিত হৈ শুকৰ নিমিত্তে কান্দিব ধৰিলে।

সভাৰ মাজত ৰাজাই এই ঘটনা কোৱাত সভাসদ সকলেও গুণ বৰ্ণাই বৰ্ণাই শুকৰ নিমিত্তে কান্দিব ধৰিলে।

ৰাজাই কলে, "যি জনে এনেকুৱা মহাজ্ঞানী বিশ্বাসী বন্ধুক বধ কৰে, তাৰ নিমিত্তে চৌৰাশী নৰকতো ঠাই নাই। এতেকে এই শুক-শাৰীক জীৱাব নোৱাৰোঁ মানে মই আৰু গৃহবাসকে নকৰোঁ।"

এই বুলি ৰাজাই শুক-শাৰীৰ শৰ দুটা তেলত ভিজাই লৈ তেতিয়াই ঘৰৰ-পৰা ওলাই গল।

( ১০ )

সেই শৰ দুটা লগত লৈ ৰাজাই অকলে বহুত দেশ দেশান্তৰ ঘূৰি ফুৰিলে। সকলোতে সুধিলে, কিন্তু কোনেও মৰা শ জীয়াই দিব নোৱাৰিলে। শেষত কাশীধামলৈ গৈ বিশ্বেশ্বৰৰ মন্দিৰত ধন্নাধৰিলে।

বহুদিনৰ মূৰত বিশ্বেশ্বৰ তুষ্ট হৈ এজন বুঢ়া ব্ৰাহ্মণৰ ৰূপ ধৰি ৰাজাক দেখা দি কলে, "তই এই মৰা শৰ দুটা বান্ধিলৈ কিয় ইয়াত পৰি আছ ?"

ৰাজাই কলে, "এই দুটা জীৱাব নোৱাৰোঁ মানে মই ইয়াৰ পৰা নুঠোঁ।"

বুঢ়া ব্ৰাহ্মণে হাঁহি কলে, "মৰা শৰ নো কেতিয়াবা জীয়ে নে ? তই ঘৰলৈ যা।"

তেওঁৰ কথা নুশুনি ৰাজা আগৰ দৰেই তাতে ধন্না ধৰি পৰি থাকিল। শেষত তেওঁৰ ব্ৰতত তুষ্ট হৈ বিশ্বনাথে শুক শাৰীক জীয়াই দিলে।

জীৱন লাভ কৰি শুকে আচৰিত হৈ ৰাজাত কাৰণ সোধাত তেওঁ "জ্ঞান বলে আপুনিয়েই ভাবি চাওঁক" বুলি কলে। শুকে ধ্যান কৰি সমুদায় ঘটনাকে জানিব পাৰি শুক-শাৰী দুয়ো ৰাজাৰ মাহাত্মাত বৰ তুষ্ট হল।

পিছত শুকে পুনৰায় এটা অমৃত-ফল আনি নিজে আগত থাকি ৰাজা-ৰাণী দুয়োকো খুৱালে আৰু শুক-শাৰী দুয়ো নিজ ঘৰলৈ গুচি গল। বিক্ৰমাদিত্য ৰাজাও ৰূপবান হৈ সুখে সন্তোষে প্ৰজাপালন কৰি থাকিল।

# দুই মালৰ সাধু

(১)

তাহানি খন গুৱাহাটীত এজন বৰ ডাঙৰ মাল আছিল ; ওচৰ সামৰে তেওঁৰ লগত যুঁজিব নালাগে যুঁজিম বুলি আগ বাঢ়োঁতা মালেই নাছিল। মালৰ গা সদায় যুঁজোঁ যুঁজোঁ কৰি কটকটাই থাকে, কিন্তু যুঁজিবলৈ লগ নাপায়।

এনেতে এদিন তেওঁ শুনিবলৈ পালে বোলে, উজনাৰ সদিয়া নগৰত এজন বৰ ডাঙৰ মাল আছে। তেওঁও যুঁজিবলৈ লগৰ মাল পোৱা নাই। এই কথা শুনি গুৱাহাটীয়া মালে সদিয়াৰ মাললৈ এখান নিমন্ত্ৰণ পত্ৰ পঠালে। সদিয়াৰ মালেও তেওঁৰ পত্ৰ পাই দুনাই আকৌ তেওঁকেহে মাতি পঠালে। এই দৰে এক বছৰ দুযো পত্ৰ দিয়া দি কৰি আছে, লগ হলে লাগিব পাৰা নাই।

এদিন গুৱাহাটীয়া মালে মনে মনে ভাবিলে যে এনেকৈ পত্ৰ লেখি থাকিলে কি হব, মযেইচোন আগ ধৰি তেওঁৰ গুৰিলৈ যাওঁ।

এই বুলি ঘৈণীয়েকক বাটত খাবৰ কাৰণে কেইটামান পিঠাগুৰি কৰি ভাঙি দিবলৈ কলে আৰু তাৰ নিমিত্তে দুই মাবান মান ধান মাৰি দিলে। মালৰ ঘৈণীয়েকে পিঠা গুৰি কৰি ভাঙি দিলে। মালে মোনা এখানত পিঠাগুৰিখিনি ভৰাই লৈ সদিয়া বুলি যাত্ৰা কৰিলে।

(২)

বহুত দেশদেশান্তৰ অতিক্ৰম কৰি মাল গৈ এটা তেৰাটাৰ মূৰত উপস্থিত হল।

পাছ ফালৰপৰা এটা মানুহ লৰি আহা দেখি মালে সুধিলে, "ককাই, সদিয়াৰ মালৰ ঘৰলৈ আৰু কিমান বাট আছে কব পাৰা নে?"

মানুহটোএ কলে, "আৰু বহুত বাট নাই। এই ৰাজ আলিৰে গলে আৰু ১৫ মাইল মান হব ; কিন্তু এই পিনে হাবিৰ মাজেৰে গলে আৰু ৫ মাইল মাথোন। কিন্তু এই বনৰ মাজেৰে বাট নাই আৰু ইয়াতে এচা দঁতাল হাতী থাকে, সি যে কিমান মানুহ মাৰিলে তাৰ অন্তই নাই। মই তাৰ ভয়ত হে লৰি আহিলে।" এই বুলি কৈ মানুহটো লৰি গল।

মালে কেইগোজমান গৈ ভাবিলে, "কটা, মই নো কিয় ১৫ মাইল বাট হাঁঠি মৰোঁ ; এই পিনেচোন পোনায়েই যাওঁ"। এই বুলি তেওঁ পোন বাট ললে।

অলপ বাট গৈয়েই দেখিলে এটা বৃহৎ পুখুৰী। পুখুৰীৰ পাৰত উঠি দেখে যে তাত পানা পাৰ সমানে তিপ্‌তিপীয়া হৈ ভৰি আছে আৰু পানী ফিকাটেঙাৰ ৰসৰ দৰে নিৰ্ম্মল। তেতিয়াহে মালৰ ঘৰৰপৰা আনা পিঠাগুৰি জলপানৰ কথা মনত পৰিল। ভাবিলে আৰু সদিয়াৰ মালৰ ঘৰলৈ সৰহ বাট নাই। ইয়াতেইচোন জলপানটো খাই লওঁ।

মালৰ লগত ঘটি বাতি একোৱে নাই। মোনাখান মেলি পুখুৰীৰ পানীত পিঠাগুৰি-



তেওঁ আগ হাতেৰে খাব ধৰিলে আৰু বাওঁ হাতেৰে হাতীৰ শুৰত ধৰি তাক মোহাৰিম ধৰিলে।

ষোৰ ঢালি দিলে। পিঠাগুৰিবে গোটেইটো পুখুৰী বিয়পি পৰিল আৰু পানীবিলাকে বক্‌বকনি ভক্‌ভকনি ধৰিলে। তেতিয়া মালে পুখুৰীটোৰইপাৰে এটা ভৰি আৰু সিপাৰে এটা ভৰি দি হাতেৰে ঘাটিব ধৰিলে। কিছুপৰ ঘাটোঁতে ঘাটোঁতে পানীয়ে পিঠাগুৰিযে লগ লাগি একেবাৰে গোট মাৰিলে। পুখুৰীত আৰু এটোপাও পানী নোহোৱা হল। তেতিয়া মালে খাবলৈ লাগি গল।

সেই বনত থকা দতাঁল হাতীটোএ দিঘো দুপৰীয়া সেই পুখুৰীৰ পানী খাবলৈ আহে। আগৰ নিয়মে আজিও হাতীটো পানী খাবলৈ আহি দেখে যে তাত এটোপাও পানী নাই, আৰু মাজত এটা মানুহ। হাতীৰ বৰ খং উঠিল আৰু মালক মাৰিবলৈ শুৰ ভাঙি খেদি আহিল।

ইফালে মালৰ খোৱা শেষ হোৱা নাই। তেতিয়া তেওঁ আগ হাতেৰে খাব ধৰিলে আৰু বাওঁ হাতেৰে হাতীৰ শুৰত ধৰি তাক নোহাৰিব ধৰিলে। কিছু পৰলৈ হাতী ধৰ্‌ফৰাই আছিল। পিচত গৈ সাৰি-সুৰা এৰিলে। ইমানতে মালৰো খোৱা শেষ হল।

থাই বৈ উঠি মালে হাতীটোক মোহাৰি সামৰি সেই পিঠাগুৰিৰ মোনাতে সুমাই কাষতলিৰ তলত তুলি লৈ আকৌ যাবলৈ ধৰিলে।

(৩)

বাটত লগ-পোৱা মানুহটোএ আগেয়ে কৈছিল বোলে, মালৰ ঘৰৰ কথা আপুনি কতো সুধিব নালাগে। তেওঁৰ ঘৰ দেখিলেই আপুনি চিনি পাব। সিমান ডাঙৰ ঘৰ আন মানুহৰ নাই।

সেই কথা মতে গুৱাহাটীয়া মালে যাই সদিয়াৰ মালৰ পদুলীত ওলাল। প্ৰথমতে সোমায়েই দেখিলে মালৰ চোতালখান জানিবা জেৰেঙা পথাৰত কৰিও অলপ বহল হে; কিজানি ৪০০ পুৰা মান মাটি। মালে চোতালত ঠিয় হৈয়েই কান্ধৰ জোলোঙাখান জোকাৰি মৰা হাতীটো তাতে পেলাই দিলে। জোলোঙাত লাগি থকা পিঠাগুৰিবিলাক লাগি হাতীটো তেনেই বগা পৰিছে। পিছত তাতে কানি-কাপোৰ ভালকৈ সামৰি লৈ লাহে লাহে গৈ মালৰ শোৱা-ঘৰৰ ওচৰ পালে।

মালৰ জীয়েকে চোতালৰপৰা গুৱাহটীয়া মালক দেখি ভিতৰলৈ গৈ মাকৰ আগত কলে —"মাছ, এটা দেখোঁ প্ৰায় আমাৰ পিতাৰ নিচিনা মানুহ আমাৰ ঘৰলৈ আহিছে।"

জীয়েকৰ কথা শুনি মাকে ঘৰৰ ভিতৰৰপৰা গল মেলি চাই মালক দেখি জানিলে যে, এই জনেই কিজানি গুৱাহাটীয়া মাল হবলা। পাছে জীয়েকৰ হতুৱাই চৰাঘৰত মাল-বহা পাৰাখান পাৰি বহিবলৈ দিলে। জীয়েকত মালৰ কথা সোধাত তেওঁ কলে বোলে "পিতা পৰ্বতলৈ খৰি লুৰিব গৈছে। এতিয়াই আহিব, আপুনি অলপ তামোল-চালি থাওক।"

এই বুলি কৈ মালৰ জীয়েকে চোতাল সাৰিব ধৰিলে। সাৰি সাৰি নি গুৱাহাটীয়া মালে পেলাই থৈ যোৱা হাতীটোৰ ওচৰ পালে; আৰু জাবৰৰ লগত একেলগে তাকো বাঢ়নীৰে সাৰি নি বাহিৰত পেলাই থৈ আহিল। বাঢ়নীৰ আগত যে হাতীও সাৰা গল, তেওঁৰ গমেই নহল। কন্যাৰ বীৰত্ব দেখি মাল আচৰিত হল।

অলপ পৰৰ পাছতে বৰ ডাঙৰ ডাঙৰ শাল গছ ৪০ ডাল মানৰ দুটা আন্টিবান্ধি, এডাল সৰাতো কৰি ডাঙৰ শাল গাছ ভাৰ-বাৰি কৰি, ভাৰ বান্ধি কান্ধত তুলি লৈ মাল আহি চোতালত হাজিৰ হল। গুৱাহাটীয়া মালে তেওঁৰ ভাৰখান দেখিয়ে মনে মনে ভয় খালে। মালে যেতিয়া ভাৰখান কান্ধৰ পৰা মাটিত নমাই থলে, তেতিয়া যেন এটা ভূমিকম্পতে গল— ঘৰ দুৱাৰ সকলো থৰ থৰ কৰি লৰিব ধৰিলে।

ভাৰখান পেলাই থৈ মালে আহি চৰাঘৰত গুৱাহাটীয়া মালক দেখি মনে মনে ভাবিলে, "ই জন নো কোন মোৰ বহা পাৰাত বহিবলৈ সাহ কৰিছে?" পাছত তেওঁ ভাবি গুণি গুৱাহাটীয়া মাল বুলিযেই মনত ঠাৱৰালে। দুয়োৰো দেখা দেখি আৰু আলাপ পৰিচয় হল। আৰু বাতিটো দুয়ো একেলগে খোৱা বোৱা কৰি পৰম আনন্দ মনেৰে থাকিল।

( ৪ )

পুৱা দুয়ো খাই বৈ উঠি মাল যুজিবৰ ঠিক কৰিলে। সদিয়াৰ মালে কলে, "বন্ধু! যদি আমি ইযাত আমাৰ চোতালতে মাল লাগোঁ তেনেহলে নো কোনে আমাৰ বাৰতু দেখিব? বলক যাওঁ কোনো সদৰ ঠাইত গৈ দুয়ো মাল লাগোঁ।"

ইহু ফালে হাটলৈ মনুহি আহা-যোৱা কৰা এটা আলিত বহিল গৈল। আন দিনা হলে লালি নিচিঙাকৈ অলেখ মানুহ সেই বাটেৰে আহা-যোৱা কৰি থাকে; সিদিনাক পতি প্ৰায় এক পৰমান বেলি মাল দুয়োজন বহি চাই আছে, এটা মানুহৰ নামো নাই। বহোঁতে বহোঁতে সেইলোকৰ বেজাৰ-বিৰক্তি লাগিল।

বহুত পৰত মূৰত পাছি-ডালা লৈ হাটৰ ফালৰ পৰা এজনী পোহাৰী লৰালৰিকৈ আহিব ধৰা দেখা পালে। সদিযাৰ মালে তাইক মাত লগাই কলে, "হেৰা পোহাৰী বাই। আমি আজি বহুত পৰৰপৰা মাল যুজিম বুলি বৈ আছোঁ, পিছত কোনো চাওঁতা মানুহ নাই বুলিহে লাগিব পাৰা নাই। তুমি ইয়াতে অলপ ঠিয় হৈ চোৱা, আমি মাল যুজোঁ।"

পোহাৰীএ বোলে, "তইঁতৰ বুজিবৰ মন গৈছে যুজ। মই চাব নোৱাৰোঁ। মোৰ ঘৰত কেচুৰা লৰা এটা এৰি থৈ আহিছোঁ; এতিযাই গৈ তাক পিয়াহ দিব লাগে। সেই কাৰণেই মই আধা মূলতে মোৰ মাছ খিনি বেচি আহিলোঁ। মোৰ লগৰ পোহাৰীয়ে মাছ বেচি দুগুণ ধন পাব। এতিয়া মই থাকোঁ ইয়াতে ইইঁতৰ মাল যুজা চাই।"

মালে বৰ কৰি অনুৰোধ কৰাত শেষত পোহাৰীয়ে নবৰপৰা পাছিটো নমাই তেওঁলোক দুয়োজনকে তাৰ উপৰত উঠিবলৈ দিলে আৰু কলে, "মই পাছিটো মূৰত লৈ গৈ থাকোঁ তইঁতে পাৰমানে ডালাৰ উপৰত মাল যুজি থাক। পিচত যি জন আগে মাটিত পৰি যাব, সেই জনকেই মই ঘাটা বুলি জানিম।"

এই বুলি কৈ মাল দুজনৰ মূৰত তুলি লৈ পোহাৰীএ আগৰ দৰে ঘৰ মুখে যাব ধৰিলে।

( ৫ )

পোহাৰীএ মাল দুইজনক মূৰত তুলি লৈ যাই থ

টো মাৰি দুইজনকেই উডাই লৈ গুচি গল। মাল দুজনে মনে মনে ত্ৰাহি হৰি চিন্তিব ধৰিলে।

শ্যেনপখীয়ে মাল দুজনক লৈ উত্তৰ দিশলৈ উৰি গল। তাত এজোপা বৰ ডাঙৰ গছ আছিল; তাতে বহি খাবৰ মনেৰে সেই গছৰ ডালত উডি পৰিল।

তেতিয়া সেই গছৰ তলত বহুত গৰাখীয়াই গৰু চৰাই আছিল। সিহঁতে দেখিলে যে চৰাই আৰু মানুহ দুটাৰ ভৰত গছৰ ডালটো ভাগি পৰিলে বহুত গৰু মৰিব পাৰে। এই বুলি এজন গৰখীয়াই পিন্ধা চুৰিয়াখানত কোচ পাতি তাতে সকলোটি গৰুকে এটি এটিকৈ ভৰাই ললে।

আচন্বিতে গছৰ ডালটো ভাঙিলত, এজন গৰখীয়ালৰাই আলাগতে সেইটো হাত মেলি ডাঙি ধৰিলে।

তেতিয়া মাল দুজনক এৰি শ্যেনপক্ষী উৰি গল আৰু গৰখীয়াইতে নমাই আনি মাল দুজনৰ পৰিচয় লৈ আৰু সিহঁতৰ সমুদায় বিবৰণ শুনি হাতত চাপৰি বজাই হাঁহিবলৈ ধৰিলে।

লাজতে বাট নেদেখা হৈ দুবোজন মাল দুই ফালে গুছি গল।

# উদয়গিৰিৰ ৰাজকোঁৱৰৰ কথা

( ১ )

আগৰ দিনত উদয়গিৰিত বাণ নামেৰে এজন বিখ্যাত ৰজা আছিল। ৰজাৰ সাতটি পুত্ৰ, তাৰ ভিতৰত ডাঙৰ ছয়টি একেবাৰে নিবুৰ্দ্ধি আৰু সৰুটি বৰ তীক্ষ্ণ বুদ্ধিৰ। সৰু কোঁৱৰৰ বুদ্ধি আৰু জ্ঞান দেখি ৰজাই তেওঁৰ নাম ৰাখিছিল "বিবেকী"। বিবেকী আচলতেই বিবেকী আছিল, ৰাজ্যৰ সকলো প্ৰজাই তেওঁক আদৰ আৰু ভক্তি কৰিছিল। ৰজাইও বৰ মৰম কৰিছিল।

বাণ ৰজাৰ আন বিলাক সকলো গুণে আছিল। দোষৰ ভিতৰত আছিল তেওঁ বৰ উগ্ৰ দণ্ড দিয়ে। লঘু পাপতেই গুৰু দণ্ড দিছিল। এই বাবেই প্ৰজাবিলকে তেওঁক সমলি ভাল নেপাইছিল।

(২)

এদিন ৰজাই ৰাজ-সভাত বহি বিচাৰ কৰি থ'কোঁতে কেই জনমান মানুহে এজন চোৰক হাতে ভৰিয়ে বান্ধি লৈ আহি ৰজাৰ ওচৰত নিবেদন কৰিলে, "মহাৰাজ এই জন বিদগ্ধ চোৰ। ইয়াক মহাৰাজে কত বাৰ ফাটেকত দিলে, তথাপি ইয়াৰ ভুৰি-ভঙ্গ নাই। ই যে কত বাৰ ফাটেকৰপৰা পলাইছে তাৰ সংখ্যা কৰে কোনে।"

ৰজাৰো এই বিদগ্ধ চোৰৰ কথা মনত আছিল। চোৰক দেখিয়েই ৰজাৰ বৰ খং উঠিল। আৰু তেতিয়াই তাৰ প্ৰাণদণ্ডৰ আদেশ কৰিলে। ৰজাই চাউদাংবিলাকক কৈ দিলে, এতিয়াই ইয়াক ইয়াৰ পৰা লৈ যা। ইয়াক কাটি পেলাই জিভাখনি আনি মোক দেখুৱাবি।

ৰজাৰ কথা শুনি চাউদাংহঁতে চোৰক কাটিবলৈ লৈ গল। ৰাজপুত্ৰ বিবেকীও সেই সভাতে বহি আছিল। ৰজাৰ এনে দাৰুণ দণ্ড দেখি তেওঁ মনত বৰ বেজাৰ পালে আৰু কাকো একো নোকোৱাকৈ তেওঁ সভাৰপৰা উঠি গুচি গল। বিবেকীএ যাই চাউদাংহঁতক লাগ ধৰি কলে, "হেৰ, তহঁতে এই মানুহটোক নাকাটিবি।"

চাউদাংহঁতে ৰাজকোঁৱৰক সেৱা কৰি কলে "ৰাজকোঁৱৰ, যদি আমি আজি ইয়াক নাকাটোঁ, তেনেহলে ৰজাই আমাকে প্ৰাণ দণ্ড দিব। আপুনি তেতিয়া আমাক ৰাখিব পাৰিব নে?"

ৰাজকুমাৰে বুদ্ধি দিলে বোলে, "তহঁতে এটা কুকুৰ কাটি পিতাৰ তাৰ জিভাখান চোৰৰ জিভা বুলি দেখাবিগৈ।" ইফালে চোৰক কলে, "তই এতিয়াই ইদেশ এৰি আন দেশত থাকগৈ। তই আৰু কেতিয়াও ইয়ালৈ নাহিবি।"

কুমাৰৰ দণ্ডৰত দি চোৰ তেতিয়াই উকল-থাতু হৈ তাৰপৰা পলাই গল। ইফালে চাউদাংহঁতে কুকুৰ এটা কাটি বিবেকীৰ কোৱামতে ৰজাক তাৰ জিভাখান দেখুৱালে; ৰজাইও চোৰ মৰা বুলি ভাবি আনন্দ লাভ কৰিলে।

(৩)

এই ঘটনাৰ দুই বছৰ মানৰ মূৰত উদয়গিৰিৰ পৰা কেইজন মান বেপাৰী আন এখন দেশলৈ বেপাৰ বেহাব গৈছিল। বেপাৰীবিলাকে বহুত দেশ ফুৰি ফুৰি শেষত এখান দেশত যাই সেই বিদগ্ধচোৰ জনক দেখা পালে। তাক দেখি সিহঁত আচৰিত হল যে, দুবছৰ আগতে আমাৰ ৰাজাই ইয়াৰ প্ৰাণদণ্ড দিছিল এতিয়া নো ইয়াত আহি সি কেনেকৈ ওলাল।

শেষত বেপাৰীবিলাকে দেশলৈ ফিৰি গৈ উদয়গিৰিৰ ৰাজাক এই সংবাদ জনালে। ৰাজাই আচৰিত হৈ ঘোষণা কৰিলে, যদি কোনোবাই বিদগ্ধচোৰক আকৌ ধৰি মোৰ ওচৰলৈ আনিব পাৰে, তেনেহলে সি ১০০০৲ টকা পুৰস্কাৰ পাব।

ৰাজাৰ আজ্ঞা শুনি পুৰস্কাৰৰ আশাত বহুত মানুহ বিদগ্ধ চোৰক বিচাৰি ওলাই গল। শেষত কেইজনমান বৰ বলৱন্ত মানুহে বিদগ্ধ চোৰক বান্ধি ধৰি ৰাজাৰ ওচৰলৈ লৈ আহিল। ৰাজাই বিদগ্ধ চোৰক সোধাত সি একো উত্তৰকে নিদিলে। তেতিয়া ৰাজাই চাউদাংহঁতক মাতি আনি সোধাত সিহঁতে কলে, "মহাৰাজ! আপোনাৰ সৰু লৰাই তাক থালাচ দিছে। আমাৰ একো অপৰাধ নাই।"

সেই কথা শুনি ৰাজাই বিবেকীক মাতি আনি সোধাত তেওঁ সকলো দোষকে স্বীকাৰ কৰিলে। পুতেকে ৰাজ আজ্ঞা অমান্য কৰাই ৰাজাৰ বৰ খং উঠিল। আৰু তেতিয়াই তেওঁক দেশৰপৰা ওলাই যাবৰ হুকুম দিলে আৰু কলে, তুমি ইচ্ছা কৰিলে অস্ত্ৰ-শস্ত্ৰ বাহন আদি যি লাগে লগত নিব পাৰা।

বিবেকীএ তেতিয়াই ৰাজ আজ্ঞা মান্য কৰি ঘোৰাশালৰ পৰা এটা ৰণুৱা ঘোৰা আৰু এখান তৰোৱাল হাতত লৈ ৰাজাক নমস্কাৰ কৰি ৰাজ্যৰপৰা ওলাই গল। বিবেকী ৰাজ্যৰপৰা ওলাই যোৱাত ৰাজ্যৰ প্ৰজা সকলে তেওঁৰ নিমিত্তে বহুত শোক কৰি কৰি কান্দিলে।

(৪)

বিবেকী ঘৰৰপৰা একেবাৰে অস্তগিৰিলৈ যাম বুলি ওলাই গল। বাটত বহুত ৰাজাৰ ৰাজধানী পালে। সকলো ৰাজাৰ ৰাজ্যত তেওঁ দুই এদিন অতিথি হৈ হৈ গল। বিবেকীৰ আচাৰ ব্যৱহাৰ দেখি আৰু কথাবাৰ্তা শুনি ৰাজাসকল পৰম আপ্যায়িত হল। বহুদিন পশ্চিম মুখে গৈ গৈ ছয় মাহৰ মূৰত তেওঁ অস্তগিৰি পালেগৈ।

অস্তগিৰিৰ ৰাজাই দুৱৰীৰ মুখে খবৰ পালে যে ঘোৰা এটাত উঠি তৰোৱাল এখন হাতত লৈ কোনোবা দেশৰ ৰাজকুমাৰ এজন তেওঁক দেখা কৰিবলৈ আহিছে। ৰাজাই তেতিয়াই দুৱাৰ মুখতে ঘোৰা আৰু তৰোৱাল এৰি তেওঁক যাই দেখা কৰিবৰ নিমিত্তে হুকুম দিলে। ৰাজাৰ হুকুম মতে বিবেকীএ যাই তেওঁক দেখা কৰি উপযুক্ত মতে আদৰ সম্ভাষণ কৰিলে। তেওঁৰ ব্যৱহাৰত সন্তুষ্ট হৈ ৰাজাই তেওঁক ঘৰ দুৱাৰ সজাই দি তাত বহুদিন ৰাখিলে।

সদায় ৰাজসভাৰ সময়ত তেওঁ ৰাজাৰ ওচৰত বহে আৰু ৰাজাৰ বিচাৰ শুনি থাকে। পিছত কোনোবা ঠাইত ৰাজাৰ কিবা ভুল ভ্ৰান্তি হলে পাছত মানুহ নোহোৱা সময়ত তেওঁ



বিবেকী ঘোৰাশালৰ পৰা এটা বগুৰা ঘোৰা আৰু প্ৰধান তৰোৱাল হাতত লৈ ৰাজ্যৰ পৰা ওলাই গল

ৰজাক সেইটো বুজাই দিয়ে। তেওঁৰ বুদ্ধি আৰু ৰাজনীতি জ্ঞান দেখি ৰজাই তেওঁক পুতেকত কৰিও বেছি মৰম কৰিব ধৰিলে।

এই দৰে দুই তিনি মাহ মান থাকি এদিন বিবেকী যাব ওলোৱাত ৰজাই কলে, "বাপা, আৰু দুই মাহ মানৰ মূৰত মোৰ ছোৱালীজনীৰ স্বয়ম্বৰ হব। তুমি নিজ ইচ্ছামতে স্বয়ম্বৰৰ সমুদায় আয়োজন কৰি দিব লাগিব। মই যেন কোনো কথাতেই একোকে ভাবিব নালাগে।"

ৰজাৰ কথাত কুমাৰ সম্মত হল। আৰু তেওঁ স্বয়ম্বৰৰ কাৰণে লাগতিয়াল সকলো বস্তুকেই গোটাব ধৰিলে।

(৫)

স্বয়ম্বৰৰ নিমন্ত্ৰণ পাই নানা দেশ বিদেশৰ পৰা বহুত ৰাজকোঁৱৰ সাজি কাচি আহিল। সকলোকে বিবেকী পৰিপাটি ভাৱে থাকিবৰ আৰু খাবৰ দিহা কৰি দিলে। কোনো কথাতেই কাৰো একো ওজৰ আপত্তি নোহোৱা হল।

স্বয়ম্বৰৰ দিনা সকলোবিলাক ৰাজকুমাৰ সাজি-কাচি গৈ স্বয়ম্বৰৰ সভাত বহিল। ইফালৰ পৰা আঁৰ কাপোৰ গুচাই হাতত বৰণ-মালা লৈ পৰিচাৰিকা বিলাকেৰে সৈতে ৰাজকন্যা ওলাই আহিল। ৰাজকুমাৰবিলাকে মনে মনে, ইজনে বোলে কি জানি মোৰে মূৰত মালা দিয়ে, সি জনে বোলে কি জানি মোৰে মূৰত মালা দিয়ে, এই ৰকমে সকলোৱে আশা পালিব ধৰিলে। ৰাজকন্যাই এফাল মূৰৰপৰা বহুত কুমাৰৰ বটতে তামোল দি যাব ধৰিলে। এইদৰে ঘূৰি ঘূৰি গৈ কন্যাই বিবেকীৰ মূৰত বৰ মালা দিলে।

ৰাজকুমাৰবিলাকে বহুত খং অপমান কৰি সভাৰ পৰা গুচি গল। বহুতে কলে, এইজন কোন ৰাজ্যৰ কাৰ লৰা, তাৰ জাতি-কুলৰ একো পৰিচয় নাই; এইজনী ৰজাৰ কন্যা হৈ এই অচিনাকী ডেকা এটাৰ মূৰত মালা দিব পায় নে? আনবিলাকে বোলে, এই ৰজাইতো জীয়েকক বিয়া দিব বুলি আজি দুই মাহৰ পৰা ইয়াক ইয়াতে ঘৰজীয়া কৰি ৰাখিয়েই থৈছে, তেনেহলে নো আমাক মিছামিছি মাতি আনি লঘু লাঞ্ছনা খান কৰিলে কিয়?

ৰজাই হলে এই সংবাদ শুনি বৰ আনন্দ পালে। বিবেকীএ কাৰো আগত হৰ্ষ-বিষাদ একো প্ৰকাশ নকৰিলে। তেওঁ তেতিয়াই ঘোৰা সজাবলৈ হুকুম দিলে আৰু ৰজাৰ ওচৰত বিদায় খুজিলে।

ৰজাই আচৰিত হৈ সুধিলে, "বাপা, তুমি কলৈ যোৱা। মোৰ কন্যাই তোমাৰ মূৰত বৰমাল্য দিছে; এতিয়া সোনকালে শুভ দিন চাই মই কন্যা বিয়া দিব লাগে। তুমি মোৰ ধৰ্ম নষ্ট কৰিব খোজা নে?"

কুমাৰে বোলে, আজি মই যেনে তেনে নগলেই নহয়। বাৰু বিয়া কৰাৰ লগে, মই এমাহৰ ভিতৰতে ঘূৰি আহিম। তেতিয়া কৰাম।

ৰজাই বহুত হেচাম্বদি কৰিও যেতিয়া তেওঁক সেই কথাৰ পৰা লৰাব নোৱাৰিলে, তেতিয়া তেওঁ কলে, "যদি তুমি আচলতেই যোৱা তেনেহলে নিশ্চয় এমাহৰ ভিতৰত ঘূৰি আহিবা বুলি শপথ খোৱা।"

বিবেকীয়ে শপথ খালে বোলে, সত্যে সত্যে তিনি সত্যে মই এমাহৰ ভিতৰত ইয়ালৈ ফিৰি আহিম। তেতিয়া ৰাজাই তেওঁক বিদায় দিলে।

(৬)

ৰাজাৰ পৰা বিদায় লৈ বিবেকী উত্তৰমুখে যাত্রা কৰিলে। সেইফালেও বহুত দেশ-দেশান্তৰ অতিক্রম কৰি এখান নিবিৰ অৰণ্য পালেগৈ। সেই অৰণ্যৰ মাজত মানুহ গৰু কাৰো কতো দেখাদেখি নাই। বনৰ মাজত সোমাই বিবেকী মহা চিন্তাত পৰিল। ইফালে বেলিও মাৰ গল আৰু উলটি আহি গাওঁ-ভূঁই পোৱাৰ আশাও নাই।

তেতিয়া বিবেকী একান্ত মনে ঈশ্বৰক চিন্তা কৰি আকৌ উত্তৰ ফাললৈ যাব ধৰিলে। কিছুমান বাট গৈ বনৰ মাজত এঠাইত ওপৰলৈ ধোঁৱা ওলোৱা দেখা পালে। ধোঁৱা দেখিয়েই ঠিক কৰিলে—নিশ্চয় এই ঠাইত কোনোবা মানুহ আছে।

ধোঁৱা নিৰিখি নিৰিখি গৈ দেখিলে সেই বনৰ মাজত পজাঁ এটাৰ ভিতৰত এটা বুঢ়া বহি আছে। কোঁৱৰক দেখা পায়েই বুঢ়া দৌৰি আহিল আৰু ঘোৰাৰপৰা নমাই তেওঁৰ ভৰিত পৰি সেৱা কৰি তেওঁক পজাঁৰ ভিতৰলৈ মাতি নিলে। পজাঁৰ ভিতৰলৈ নি তেওঁক বহিবৰ কাৰণে কিছুমান মৰাপাট পাৰি দিলে। আৰু তেওঁৰ ঘোৰাটোক আদৰ মৰম কৰি ঘাঁহ খাবলৈ এৰি দিলে।

তেতিয়াই বুঢ়াই ঘৰৰ ভিতৰত সুমাই মোনা এখান উলিয়াই আনিলে আৰু তাত হাত সুমাই কলে, "ওলা, ফাটা মোনা ওলা, ঘিউ, মৌ, চিনি, চিৰা সকলো ওলা।" কোৱা মাত্রকে মোনাৰপৰা সকলো বস্তু ওলাই পৰিল। আৰু সেইবিলাক নি কুমাৰক খাবলৈ দিলে। মোনাৰ মাহাত্ম্য দেখি কুমাৰে আচৰিত হৈ বুঢ়াত ইয়াত বিবৰণ সুধিলত বুঢ়াই কবলৈ ধৰিলে:—

## বুঢ়াৰ বিবৰণ

(৭)

মোৰ সৰু কালতে আই বোপাই ঢুকায় আৰু তেতিয়াৰ পৰাই মই ইয়াতে মৰাপাটৰ খেতি কৰোঁ। ইয়াৰ পৰা ৩০ মাইল দূৰৈত মানুহৰ বসতি আছে। তাতে সপ্তাহত এখান হাট বহে। সেই হাটলৈ মৰাপাট লৈ যাওঁ আৰু তাকে বেচি সাতদিনৰ নিমিত্তে মোক সি খোৱা লোৱা বস্তু লাগে লৈ আহোঁ। তাৰ বাহিৰে আৰু কেতিয়াও মোৰ মানুহৰ লগত দেখাদেখি নহয়। এদিন সন্ধ্যা সময় এই ফটা মোনাখান কান্ধত লৈ ফটা জোতাজোৰ ভৰিত পিন্ধি জৰি এডাল আৰু টকান এদাল হাতত লৈ এজন সন্ন্যাসী আহি মোৰ দুৱাৰত উপস্থিত হল। তেওঁক দেখিয়েই মই ভৰিত দীঘল দি পৰিলোঁ। মোৰ ভক্তিত তুষ্ট হৈ তেওঁ মোক এই মোনাখান দি কলে, "বুঢ়া! তই এই মোনাখানত হাত সুমাই যেতিয়াই কৰি 'ওলা ফাটা মোনা ওলা, ঘিউ মৌ চেনি চিৰা সকলো ওলা, তেতিয়াই তই যিমান লাগে সিমান খাদ্য বস্তু

পাবি। আৰু এই ফটা জোতা যোৰ পিন্ধি ছিল, ফটা জোতা চল, অমুক ঠাইলৈ চল', বুলিলেই তই চকুৰ পলকতে যলৈকে ইচ্ছা তলৈকে যাব পাৰিবি। এই ৰচি আৰু টকান ডালক 'ধৰ জৰি, মাৰ টকান' বুলি যাকে দেখুৱাই দিবি তাকে জৰিৰে বান্ধি টকানে কোবাই কোবাই তোৰ ওচৰলৈ লৈ আহিব।"

এই বস্তু তিনিটি গ্ৰহণ কৰি মই ঘৰত সোমোৱা মাত্ৰকে তেওঁ ঠাইতে অদৃষ্ট হল আৰু সেই দিনৰ পৰা মই হাট বাজাৰ এৰি এই মোনাৰ জহতে খাই আছোঁ।"

বুঢ়াৰ কথা আৰু মোনাৰ বিবৰণ শুনি কুমাৰ আচৰিত হল। আৰু দুয়ো খাই বৈ একেলগে শুই থাকিল। পুৱা উঠি বিবেকীএ বুঢ়াৰ আগত কলে, "বুঢ়া তোমাৰ এতিয়া মৰিবৰ কাল উপস্থিত। এই বয়সত তোমাৰ এনে নিৰ্জন বনত থাকা উচিত নহয়। মই এই ঘোৰাটো তোমাকো দিলোঁ, তুমি ইয়াতে উঠি গাওঁৰ ফালে যোৱা। তাতে এই ঘোৰাটো বেচিলে ইয়াৰ দ মেৰে তোমাৰ সকলো খৰচ-পাতি চলিব আৰু এই বস্তু তিনিটি মোক দিয়া। তেওঁৰ কথাত বুঢ়া সম্মত হল আৰু বস্তু তিনিটি তেওঁক দি ঘোৰাত উঠি তাৰপৰা ওলাই গল।

(৮)

কুমাৰে বুঢ়াৰপৰা বস্তু তিনি বিধ পাই মনত বৰ আনন্দ পালে। আৰু তেতিয়াই মোনাখান কান্ধত লৈ হাতত জৰি, টকান আৰু ভৰিত জোতা যোৰ পিন্ধি, "চল ফাটা জোটা চল, উত্তৰ দিশে চল" বুলি চলাই দিলে।

উত্তৰ দিশলৈ গৈ হিমালয় পৰ্বতৰ ওচৰত এটা পুখুৰীৰ পাৰত গৈ নামিল। সেই পুখুৰীটোৰ পানী বৰ নিৰ্মল আৰু তাত বহুত পদুম ফুল ফুলি ফুলি আছে। পুখুৰীৰ ৰূপ দেখি কুমাৰ ভোল গল। অলপ পৰৰ পাছতেই দেখিবলৈ পালে ওপৰৰ পৰা গোটেইখান হাবিকেই পোহৰ কৰি কিবা এটা জ্যোতি নামি আহিব ধৰিছে; থিতাতে চকুত চাত মাৰি ধৰে। কিছু পৰ তথা লাগি বৈ থাকি কুমাৰে দেখিলে, ওপৰৰপৰা পুখুৰীৰ পাৰলৈ ৰথ এখান নামি আহিব ধৰিছে। কি আহে নো চাওঁ বুলি কুমাৰ পুখুৰীৰ পাৰত বনৰ মাজতে লুকাই থাকিল। তাৰ-পৰা দেখিবলৈ পালে পুখুৰীৰ পাৰত ৰত্নময় ৰথ এখান থৈ কন্যা সাত-জনী গা ধুবলৈ পুখুৰীত নামিল।

তেওঁলোকে গা ধুই থাকোঁতেই ৰাজকুমাৰে মনে আহি সেই ৰত্নময় সিংহাসনখান লাৰি চাবি চালে আৰু কন্যা কেইজনী পানীৰ পৰা উঠোঁতেই তেওঁ গৈ আগৰ ঠাইত লুকাই থাকিল।

কন্যাসকলে গা ধুই উঠি কাপোৰ পিন্ধিবলৈ আহিয়েই দেখিলে যে তেওঁলোকৰ বস্ত্ৰবিলাক মনুষ্যই স্পৰ্শ কৰিছে। তেওঁলোকে আচৰিত হৈ আৰু বৰ খং কৰি কলে, "তই কোন, মানুহ নে অপদেৱতা, সোনকালে কত আছে ওলাই আহি পৰিচয় দে। নহলে এতিয়াই তোক আমি শাপি ভস্ম কৰিম।"

তেওঁলোকৰ কথা শুনি ৰাজপুত্ৰ দৌৰি আহি তেওঁলোকৰ চৰণত দীঘল দি পৰিল আৰু কলে, "আইসকল! মই ভূতো নহওঁ, পিশাচো নহওঁ, মই মনিচ হে। মই নাজানি আপোনা-লোকৰ অপৰাধ কৰিছোঁ, মোক ক্ষমা কৰিব।"

তেতিয়া তেওঁলোকৰ ভিতৰৰ সৰু জনী কন্যা ৰাজকুমাৰৰ ৰূপত ভোল গল আৰু বায়েক-ইঁতৰ আগত মনৰ ভাৱ প্ৰকাশ কৰিলে।

বায়েকইঁতে কলে, "মানুহজাতি বৰ অবিশ্বাসী, তাক কেতিয়াও বিশ্বাস কৰিব নাপায়।" কন্যাই হলে কোন ৰকমেই প্ৰবোধ নামানিলে। শেষত তেওঁলোকৰ আদেশ লৈ বিবেকীৰ গলত তেওঁ বৰমাল্য দিলে।

কন্যাসকলে ৰাজপুত্ৰক এটা সোণৰ আৰু এটা ৰূপৰ বাদ্য দি কলে, "আমি ইন্দ্ৰৰ অপ্সৰা, তেওঁৰ সভাত সদায় থাকিব লাগে। তুমি ৰাতি হলে এই সোণৰ বাদ্যটো, আৰু দিনত কিবা নিদানত আৱশ্যক হলে ৰূপৰ বাদ্যটো বজাই দিলে আমাৰ ভনী তভালিকে আহি তোমাৰ ওচৰত ওলাব। দিনত তেওঁ তোমাৰ ওচৰলৈ আহিলেও সৰহ পৰ বৈ নাথাকে। তুমি এই বাদ্য কাকো নেদেখুৱাবা। আৰু এই ৰহস্য কেতিয়াও কাৰো আগত প্ৰকাশ নকৰিবা। তুমি আন মানুহৰ ঘৰত বা আন মানুহৰ ঘৰৰ ওচৰত বসতি নকৰিবা।"

এই বুলি কৈ সকলোবিলাক অপ্সৰা তাৰ পৰা ৰথত উঠি গুচি গল।

(৯)

অপ্‌সৰাবিলাকে দিয়া বাদ্য দুটি দেখিবলৈ এনে ধুনীয়া আছিল যে তাৰ ৰূপকে দেখি থাকিবৰ মন যায়। ৰাজপুত্ৰই এবাৰ তামচাৰ ছলত লাহেকৈ সোণৰ বাদ্যটো বজাই দিলে। অপ্সৰাবিলাকে তেতিয়াও গৈ ইন্দ্ৰপুৰী পোৱা নাছিল। তেওঁলোকে বাদ্যৰ ধ্বনি শুনিলে আৰু ডাঙৰ কেইজনী খং কৰি সৰুজনীক কলে, "আমি তেতিয়াই নকৈছিলোঁ, বোলোঁ মানুহ জাতিত বিশ্বাস নাই। যা তই এতিয়াই লৰি যা আৰু এনেকৈ বজাবলৈ হাক দি আহ গৈ"।

সৰুজনী অপ্সৰা তেতিয়াই শ্যেন পক্ষীৰ ৰূপ ধৰি তেওঁৰ ওচৰলৈ আহিল আৰু কেতিয়াও এনেকৈ অসময়ত বাদ্য বজাবলৈ তেওঁক হাক দিলে। ৰাজপুত্ৰে নিজৰ দোষ স্বীকাৰ কৰিলে আৰু কেতিয়াও তেনে কাম নকৰোঁ বুলি শপথ খালে। অপ্সৰাজনী আকৌ নিজ ঠাইলৈ উলটি গল।

(১০)

ৰাজপুত্ৰই চিৰা জোতা পিন্ধি আকৌ পূব দেশলৈ যাত্ৰা কৰিলে। অকস্মাৎ এখান ৰাজধানীৰ ওচৰত এটা সদৰ আলিত নামি পৰিল। আলিৰ দাঁতিতে এজোপা আঁহত গছৰ তলত লগৰ সজুলিবিলাক মূৰত লৈ শয়ন কৰিলে।

গৰম দিনত গছৰ তলত বতাহ লাগি ৰাজপুত্ৰৰ গভীৰ নিদ্ৰা আহিল। তেওঁ নিদ্ৰাত পৰি থাকোঁতে কেইজনমান ভদ্ৰমানুহৰ লৰা সেই বাটেৰে ফুৰিবলৈ আহোঁতে তেওঁক দেখা পালে। তেওঁলোকে দেখিয়েই ৰাজপুত্ৰক চিনি পালে আৰু তেওঁক মাতি জগালে। বিবেকীএ সাৰ পায়েই তেওঁলোকক চিনি পালে আৰু তেওঁ জানিলে যে তেওঁ তেওঁৰ পিতৃ-ৰাজ্যত উপস্থিত হৈছে।

ৰাজপুত্ৰ বৰ লজ্জিত হল আৰু তেওঁলোকৰ আগত কলে, "বন্ধু সকল, মই ভুল কৰি হে

আজি আহি মহাৰাজাৰ ৰাজ্যত উপস্থিত হলোঁ। আশা কৰোঁ আপোনালোকে মোৰ কথা ৰজাৰ আগত একো প্ৰকাশ নকৰিব। মই এতিয়াই ইয়াৰপৰা প্ৰস্থান কৰো।"

তেওঁৰ কথা শুনি বন্ধুসকলে কলে, "আপুনি আৰু তেনে কথা নকব। আপুনি যাবৰ পৰা মহাৰাজে মনত শোক কৰি আছে। কত ৰাজ্যলৈ আপোনাক বিচাৰিবৰ কাৰণে কিমান মানুহ পঠাইছে। আপুনি তথাপি যদি ৰাজধানীক যাব নোখোজে তেনেহলে আমি ইয়াতে আমাৰ খৰচেৰে আজি কালিতে আপোনাক ঘৰ দুৱাৰ বান্ধি দিওঁ"।

তেওঁলোকৰ কথাত ৰাজপুত্ৰ সম্মত হল। আৰু তেতিয়াই তেওঁলোকে বহুত টকা খৰচ কৰি তেওঁক ঘৰ দুৱাৰ তৈয়াৰ কৰাই থাকিবৰ বন্দবস্ত কৰি দিলে।

(১১)

সেই ৰাতিতেই ৰাজকুমাৰে সোণৰ বাহটো বজাই দিলে, আৰু ততালিকে অপ্সৰা আহি উপস্থিত হল। অপ্সৰাই সেই ৰাতিটো তাতে বাস কৰি ৰাজপুত্ৰৰ আগত কলে, "আপুনি কালিলৈ আৰু মোক নামাতিব। মাতিলেও মই নাহোঁ।" তেওঁৰ কথাত ৰাজপুত্ৰ সম্মত হল আৰু অপ্সৰা ততালিকে তাৰপৰা গুচি গল।

অপ্সৰাই যাই স্বৰ্গত বায়েকইঁতৰ ওচৰত প্ৰস্তাৱ কৰিলে যে, 'মই মানুহে বান্ধা ঘৰত বাস কৰি সুখ নাপাওঁ। তাত মোৰ নিমিত্তে দেৱতাৰ নিচিনা ঘৰ সজাব লাগে।"

অপ্সৰাসকলে তেতিয়াই বিশ্বকৰ্মাক মাতি আনি আদেশ দিলে যে আজি ৰাতিৰ ভিতৰতে কুমাৰে নাজানা কৰি উদয়গিৰিত কুমাৰৰ নিমিত্তে এটা ৰত্নময় ঘৰ সজাই দিব লাগে। তেওঁলোকৰ আদেশ মতে বিশ্বকৰ্মাই তেতিয়াই লগত সকলো সজুলি আৰু কৰ্মকাৰ লৈ উদয়গিৰিলৈ গল আৰু টোপনিতে কোঁৱৰক আঁতৰাই থৈ এটা ৰত্নময় ঘৰ সজাই দিলে। ঘৰত ১০খান সুবৰ্ণৰ দুৱাৰ লগালে। ঘৰ-দুৱাৰ কৰি অতাৰ পুনৰায় আনি কুমাৰক নিদ্ৰাতে সেই ঘৰতে শুৱাই থলে আৰু তেওঁলোক তাৰ পৰা গুচি আছিল।

ৰাতি পুৱাই উঠি কুমাৰে ঘৰ আৰু তেওঁ শোৱা ৰত্নময় পালঙ্ক দেখি আচৰিত হল। নগৰৰ মানুহবিলাকেও ঘৰৰ জ্যোতি দেখি আচৰিত মানিলে আৰু সকলোএ গৈ ৰজাত এই সংবাদ দিলে। সংবাদ পাই ৰজা ঘৰ চাবলৈ আহিল আৰু কুমাৰক দেখি বৰ আনন্দ পালে। কুমাৰে সেই দিনাৰ পৰা আৰু সেই ঘৰত কোনো মানুহক সোমাবলৈ আৰু দিলে। দুৱাৰ মুখত সদায় চাৰিজন প্ৰহৰী ৰাখিলে।

সন্ধ্যা সময়ত আকৌ অপ্সৰাক মাতিলত তেওঁ আহি কুমাৰ আগত ঘৰৰ সকলো বিবৰণকে কলে। কন্যাৰ কথা শুনি কুমাৰে তেওঁৰ নিচিনাকৈ ৰজাৰ নিমিত্তেও এটা ঘৰ তৈয়াৰ কৰি দিবলৈ তেওঁক অনুৰোধ কৰিলে। কন্যাই তাৰ পিছদিনাই বিশ্বকৰ্মাৰ দ্বাৰা তেনে এটি ঘৰ ৰাতিৰ ভিতৰতে ৰজাক সজাই দিলে। ৰজা-ৰাণী আৰু আন আন মানুহে আচলতে এই বিলাক ভোজবাজী যেন দেখি কুমাৰক বৰকৈ প্ৰশংসা কৰিলে। কুমাৰে হলে ইয়াৰ ৰহস্য কাৰো আগত ভাঙি নকলে।

(১২)

এই ৰকমে দ্বিতীয় দিন অতীত হোৱাত কুমাৰৰ পূৰ্বৰ প্ৰতিজ্ঞা মনত পৰিল। আৰু তেওঁ এদিন অপ্সৰাৰ আগত কলে, "সুন্দৰি, মই অস্তগিৰি ৰাজাৰ ঘঁৰত থাকোঁতে তেওঁৰ কন্যাই স্বয়ম্বৰত মোৰ মূৰত মালা দিছিল। মই হলে এতিয়াও তেওঁক শাস্ত্ৰমতে বিয়া কৰোৱা নাই। মই এমাহৰ ভিতৰ তেওঁৰত ওচৰলৈ যাম বুলি অস্তগিৰিৰ ৰাজাৰ ওচৰত প্ৰতিজ্ঞা কৰি আহিছোঁ। এতিয়া তুমি কি উপায় দিয়া।"

তেওঁৰ কথা শুনি অপ্সৰাই কলে "কুমাৰ পুৰুষে দহ জনী তিৰোতা বিয়া কৰাব পাৰে; যাইকে আপুনি ৰাজাৰ লৰা। আপুনি ৰাজ-কন্যাক বিয়া কৰোৱাত মোৰ একো আপত্তি নাই। আৰু আগেয়ে বৰমাল্য মূৰত লৈ এতিয়া বিয়া নকৰালে আপোনাৰ মহাপাপ হে লাগিব। আপুনি কলিতেই যাই বিয়া কৰাওক। কিন্তু তেওঁক কেতিয়াও এই ঘৰলৈ আহিব নিদিব। আপুনি এক ৰাতি এই ঘৰত আৰু এক ৰাতি তেওঁৰ লগত অন্য ঘৰত বাস কৰিব।"

অপ্সৰাৰ কথা মতে পুৱা উঠি চিৰা জোতা পিন্ধি কুমাৰে অস্তগিৰিলৈ যাত্ৰা কৰিলে।

( ১৩ )

ইকালে কুমাৰ যোৱা দিনাৰ পৰা অস্তগিৰিৰ ৰাজাৰ মনত বৰ চিন্তা লাগি আছে। ৰাজকন্যাৰ আগত বহুতে বহুত কথা কৈ তেওঁৰ মনত সংশয় জন্মাই দিছে। কোনোৱে কৈছে; "তেওঁ ইয়াত বৰ লাজ পাইছে, আৰু তেওঁ ফিৰি নাহে।" কোনোৱে কৈছে, "তেওঁক কেতিয়াও আমি মিছা কথা কোৱা দেখা নাই। তেওঁ আহোঁ বুলিছে, নিশ্চয় আহিব।"

এই দৰে নানা ৰকমৰ কথা শুনি কন্যায় মনত সংশয় কৰি সদায় ঈশ্বৰক চিন্তা কৰি আছে। সেইদিনা দুপৰীয়া অকস্মাৎ মাণুহে অন্তঃপুৰত খবৰ দিলে বোলে, "বিবেকী ফিৰি আহিল।" ৰাজা আৰু ৰাজকন্যাই হাততে স্বৰ্গ পোৱা যেন পালে। তেতিয়াই কুমাৰক আদৰ-সাদৰ কৰি মাতি আনি সেৱা শুশ্ৰূষা কৰি ৰাজাই বিবাহৰ প্ৰস্তাৱ কৰিলে।

ৰাজাৰ প্ৰস্তাৱ শুনি কুমাৰে কলে, "মহাৰাজ! মই সম্প্ৰতি আপোনাৰ প্ৰস্তাৱত সম্মত হব নোৱাৰোঁ। আগে আপোনাৰ ৰাজ্যৰ পৰা আমাৰ ৰাজ্যলৈ এটা বৰ ডাঙৰ আলি তৈয়াৰ হব লাগে আৰু সেই আলিৰে আমাৰ দেশলৈ আপোনাৰ মানুহ পঠাই আমাৰ পৰিচয় লৈ আহিব লাগিব। এতিয়া আপুনি কিমান দূৰলৈ বান্ধিব পাৰিব স্বীকাৰ কৰক।

ৰাজাই তিনি দিন মানৰ বাট বান্ধি দিম বুলি স্বীকাৰ কৰিলে। কুমাৰে সেইদিনাই তাৰ পৰা গৈ আগেয়ে তেওঁ অতিথি হৈ যোৱা আন আন ৰাজাবিলাককো এই বাট বান্ধা কামত সহায় কৰিবলৈ অনুৰোধ কৰিলে। উদয়গিৰিৰ পৰা অস্তগিৰিলৈ এটা সুবিধা বাট হলে তাৰ দ্বাৰা মানুহ গৰু গাৰী চলাচল কৰিব পাৰিব, এতেকে আমি যি পাৰোঁ সহায় কৰিম বুলি ৰজাসকলে কলে। আৰু সকলোৱে নিজ নিজ ৰাজ্যৰ ভিতৰ খিনি বন্ধাই দিলে।

অলপ দিনৰ ভিতৰতে আলি হৈ উঠিল। আৰু সেই আলিৰে বণুৱা যোৱাত উঠি বহুত মানুহ অস্তগিৰিৰ পৰা উদয়গিৰিলৈ গল। উদয়গিৰিৰ ৰাজাৰ ৰাজধানী, কুমাৰৰ থাকা ঘৰ

আৰু তাৰ আচাৰ-ব্যৱহাৰ চাবলৈ যোৱা মানুহবিলাক আচৰিত হল। তেওঁলোকে আহি অস্তগিৰি ৰজাৰ আগত সকলো কথাকে কলে। তেওঁলোকৰ কথাত আনন্দিত হৈ ৰজাই মহা ধুমধামেৰে সৈতে কন্যা বিয়া দিলে।

ইফালে ৰাজকুমাৰে পিতাকৰ আগত অস্তগিৰি ৰাজকন্যাই তেওঁক বৰমালা দিয়া কথা আগেয়ে কৈছিল। আৰু তেওঁ থাকিবৰ নিমিত্তে তেওঁৰ ঘৰৰ পৰা আধা মাইল মান দূৰত এটা হাউলি বন্ধাইছিল। বিয়া হৈ গলত কুমাৰে কন্যাক আনি সেই নতুন হাউলিত ৰাখিলে, আৰু এদিন ই ঘৰত কন্যাৰে সৈতে, এদিন সি ঘৰত অপ্সৰাৰ সৈতে, পৰম আনন্দে বাস কৰিব ধৰিলে।

(১৪)

বহুদিনৰ পৰা অস্তগিৰিৰ ৰাজকন্যাই মনত বেজাৰ কৰি আছিল যে, 'ৰাজকুমাৰ এদিন মোৰ হাউলিত থাকে আৰু আন দিন আন ঘৰত কাৰ লগত বাস কৰে ?' আৰু তেওঁ বহুত তিৰোতাৰ মুখৰ পৰা শুনিব পালে যে, যি আন ঘৰত ৰাজকুমাৰ থাকে সেই ঘৰটো সোণৰ, আৰু তাত যে কিমান মণি মুক্তা হীৰা আদি খটোৱা আছে তাৰ সীমাই নাই।

এইবিলাক কথা শুনি কন্যাই কুমাৰত কেইবা দিনো ইয়াৰ কাৰণ সুধিলত তেওঁ একো উত্তৰকে নিদিলে।

ৰাজ-কন্যাই অনুসন্ধান কৰি জানিব পাৰিলে যে, কুমাৰ নিতৌ আবেলি মৃগয়া কৰিবলৈ যায় আৰু সন্ধ্যা সময়ত ফিৰি আহে। এদিন কুমাৰ মৃগয়ালৈ যোৱা সময়ত তেওঁ দোলত উঠি লগত বহুত চিপাহীলৈ কুমাৰৰ বাছালৈ গল। দুৱাৰত প্ৰহৰী সকলে বাধা দিয়াতো কন্যাৰ লগত যোৱা মানুহবিলাকে সিহঁতক মাৰি ধৰি ঘৰৰ ভিতৰলৈ সোমাই গল।

অন্দৰত সোমাই কন্যাই দেখিলে কুমাৰৰ সোণৰ দুৱাৰ খান বন্ধ কৰি থোৱা আছে। তেওঁৰ লগত থকা চাবিৰে বহুত যত্ন কৰি দুৱাৰখান খুলিলে। ভিতৰৰ দুৱাৰবিলাক এনেয়ে মুকলি কৰি থোৱা আছিল। কন্যা একেবাৰে কুমাৰ শোৱা খোটালিলৈ গল আৰু তাত তেওঁৰ সোণৰ পালঙত শয়ন কৰিলে। শয়ন কৰোঁতে কুমাৰে শোৱা শেতেলিৰ ওপৰত এটা টোপোলা আৰি থোৱা দেখিলে আৰু টোপোলাটো নমাই আনি মেলি চালে। সেই টোপোলাটোত কুমাৰৰ ফটা জোতাজোৰ, মোনাখান, জৰি-টকান আৰু অপ্সৰাই দিয়া সোণৰ ৰূপৰ বাদ্য দুটা আছিল। কন্যাই সকলোকে আগৰ দৰে বান্ধি থৈ সোণ-ৰূপৰ বাদ্য দুটা হাতত লৈ ঘৰৰপৰা বেগতে ওলাই গল।

সোণ-ৰূপৰ বাজনা দুটিৰ এনে গুণ আছিল যে তাত মানুহে মুখ লগালেই সুললিত বাদ্য কৰিব ধৰে। কন্যাই চৌদোলত উঠি কেইখোজমান গৈয়েই সোণৰ বাদ্যটো হাতত লৈ লাহে লাহে বজাই দিলে। বজাই দিয়া মাত্ৰকে শোন পখীৰ ৰূপ ধৰি অপ্সৰাজনী তালৈ লৰি আহিল, আৰু দুলীয়াবিলাকক পাখীৰে কোব মাৰি মাৰি থৈ কন্যাৰ হাতৰ পৰা বাদ্য দুটা কাঢ়ি নিলে ; আৰু তেওঁৰ দুই গালত দুটা আঁচৰ মাৰি থৈ বাদ্যেৰে সৈতে স্বৰ্গ লৈ গুচি গল।

ইফালে ৰাজকোঁৱৰ মৃগয়াৰপৰা ফিৰি আহিয়েই এই ভয়ঙ্কৰ ঘটনা শুনিব পালে। আৰু

প্ৰহৰীবিলাকক ভাবি দিয়াত সিহঁতে কলে, "কোঁৱৰ! আমাৰ একো অপৰাধ নাই। আমি বাট আগুৰি ধৰাত কন্যাৰ লগৰ মানুহবিলাকে আমাক মাৰা ধৰা কৰি সোমাই গল।"

কুমাৰে তাৰপৰা গৈ কন্যাৰ অৱস্থা দেখি তেওঁক ঘৰলৈ তুলি নি প্ৰতিপাল কৰি আৰোগ্য কৰিলে আৰু তেওঁৰপৰা সকলো কথা শুনিলে।

(১৫)

ইফালে তেওঁ ঘৰলৈ আহি দেখিলে যে, তাত তেওঁৰ বাগ্ন ঘুটা নাই। তিনি চাৰি দিন অপেক্ষা কৰিলে; তথাপি অপ্সৰাৰ কোনো খবৰেই নাই। কুমাৰ অপ্সৰাৰ শোকত আকুল হল আৰু ভাত পানী সকলোকে এৰিলে।

শেষত এদিন ফাটা জোতাযোৰ পিন্ধি "চল ফাটা জোতা চল, ইন্দ্ৰপুৰীলৈ চল" বুলি কোৱামাত্ৰকে তেওঁ যাই ইন্দ্ৰপুৰীত উপস্থিত হল।

ইন্দ্ৰ সেতিয়া সভাত বহি আছিল আৰু অপ্সৰাবিলাকে তেওঁৰ আগত গানৰ তালে তালে নাচ কৰি আছিল। বিবেকী সভাত উপস্থিত হোৱা মাত্ৰকে সকজনী অপ্সৰাৰ নাচ ভঙ্গ হল। ইন্দ্ৰৰ ততালিকে খং উঠিল আৰু ধ্যানৰ দ্বাৰা কাৰণ বুজি পাই তেওঁক কলে "তই এতিয়াই মৰ্ত্য লোকত বৰ শিল হৈ থাক গৈ। তোৰ নিমিত্তে স্বৰ্গত ঠাই নাই।"

ইন্দ্ৰৰ আদেশ মাত্ৰকে অপ্সৰাজনী শিলাৰূপ ধৰি মৰ্ত্তালোকত খহি পৰিল।

আন ছয় জনী অপ্সৰা আৰু বিবেকীএ ইন্দ্ৰৰ ভৰিত দীঘল দি পৰি কান্দিব ধৰিলে। তেওঁলোকৰ বহুত কাকুতি মিনতিত তুষ্ট হৈ ইন্দ্ৰই কলে, "এতিয়াও যদি তুমি সেই শিলাটোৰ ওচৰত সাতদিন পৰ্য্যন্ত বহুত মানুহৰ দ্বাৰা হৰিকীৰ্ত্তন আৰু হোম-যজ্ঞ কৰাব পাৰা তেনেহলে তেওঁ পুনৰায় শাপৰ পৰা মুক্ত হব। কিন্তু যদি এই বিলাক কাৰ্যত গোলমাল হয় তেনেহলে তোমাৰো বৰ অনিষ্ট হব।"

ইন্দ্ৰৰ কথা শুনি সেতিয়াই বিবেকী ফাটা জোতা পিন্ধি তাৰ পৰা ঘৰলৈ গুচি গল। ঘৰলৈ গৈ সন্ন্যাসীৰ বেশ ধৰি লগত বহুত পুথি পাজি ললে আৰু ফাটা জোতা, চিৰা মোনা, জৰি টকান লৈ সেই শিলটোৰ ওচৰলৈ যাত্ৰা কৰিলে।

( ১৬ )

শিলৰ ওচৰতে এখান বৰ ডাঙৰ গাওঁ আছিল। তেওঁ সেই গাওঁত সোমাই অতিথি চাপিবলৈ খোজাত কোনো মানুহেই তেওঁক থাকিব নিদিলে। অগত্যা তেওঁ গাৱঁলীয়া নাম-ঘৰ এটাত থাকিল গৈ। ৰাতি ফাটা মোনাৰ পৰা বস্তু উলিয়াই খোৱা-লোৱা কৰি, জৰি আৰু টকানক গাওঁৰ সমুদায় মানুহকে বান্ধিবৰ আৰু মাৰিবৰ আদেশ দিলে। ৰাতি সকলো মানুহক মাৰা ধৰা কৰি জৰি-টকান আকৌ তেওঁৰ গুৰিলৈ উভতি আহিল।

পুৱা গাওঁৰ মানুহবিলাকে ভাবি চিন্তি একো কাৰণ বিচাৰি নাপাই, নাম ঘৰত থকা সেই সন্ন্যাসী জনৰ গুৰিলৈ আহিল। সন্ন্যাসীৰ আগত ৰাতিৰ সমুদায় কথা ভাঙি-পিতি কোৱাত তেওঁ গণনা কৰি কোৱাৰ ভাও কৰি সুধিলে, "তোমালোকৰ ওচৰত অলপতে এটা বৰ শিল ওলাইছে নে?"

মানুহবিলাকে কলে, "হয়, আমাৰ গাওঁৰ ওচৰতে এটা বৰ শিল ওলাইছে।"

তেতিয়া কুমাৰে সেই শিলৰ অপৰাধৰ নিমিত্তে এনে হোৱা বুলি কৈ কলে বোলে, তোমালোকে সকলোএ এক দিন এক ৰাতি সেই শিলটোত পূজা কৰি হৰি কীৰ্তন কৰাগৈ। তেওঁৰ কথামতে মানুহবিলাকে তাত গৈ পূজা কৰি হৰি-কীৰ্তন কৰিলে।

তাৰ পিছ দিনা আকৌ এখান গাওঁৰ মানুহক সেই দৰে মাৰ-ধৰ্ কৰাত সিহঁতেও আহি তেওঁক উপায় সুধিলে, আৰু সিহঁতকো সেই দৰে নাম-কীৰ্তন কৰিবলৈ কলে।

এই দৰে সাত দিন নাম-কীৰ্তন কৰিলত শিল গুছি অপ্সৰা হৈ উঠিল।

( ১৭ )

ৰাজ-কুমাৰ সাত দিনৰ দিনা ওচৰতে চিৰা জোতা লৈ আছিল। অপ্সৰা হোৱা মাত্ৰকে তেওঁ নিজে এপাত জোতা আৰু কন্যাক এপাত জোতা পিন্ধাই পুনৰায় ইন্দ্ৰৰ পুৰীলৈ গুছি গল।

তেওঁলোকৰ প্ৰেম আৰু ভক্তি দেখি ইন্দ্ৰ সন্তুষ্ট হল আৰু পুনৰায় কুমাৰক বাদ্য দুটা দিবলৈ আদেশ কৰিলে আৰু অপ্সৰাক আগৰ দৰে আহা যোবা কৰি থাকিবলৈ কলে।

ইন্দ্ৰৰ আদেশ মতে অপ্সৰাই তেওঁক বাদ্য দিলে আৰু ৰথত তুলি লৈ সমুদায় স্বৰ্গপুৰী দেখুৱালে।

ইন্দ্ৰৰ নমস্কাৰ কৰি বাদ্য হাতত লৈ বিবেকী পুনৰাই উদয়গিৰিলৈ গুছি গল।

তেতিয়াৰ পৰা আকৌ অপ্সৰা আহা-যোৱা কৰিব ধৰিলে। কুমাৰেও দুয়োজনী কন্যাৰ লগত পৰম সুখে কাল নিয়াব ধৰিলে।

অৱশেষত উদয়গিৰিৰ ৰাজাই মৃত্যুৰ সময়ত বিবেকীৰ ওপৰত ৰাজ্য ভাৰ দিলে। প্ৰজা আৰু পাত্ৰ মন্ত্ৰী সকল তেওঁক ৰাজা পাই বৰ আনন্দিত হল।

———

# বৰাই পাণৰ কথা

( ১ )

আগৰ দিনত দিনৰ ভীমৰায় নামে এজন ৰজা আছিল। ভীমৰায় ৰজাৰ সাতজনী মাদৈ আছিল। সকজনী মাদৈৰ লগত সকলোবিলাক মাদৈৰ সদায় হাই-কাজিয়া হৈ থকাৰ কাৰণে ৰজাই খং কৰি তেওঁক চুৰনি-পাতত বাহ দিলে। ৰজাই মাদৈক প্ৰতিদিনে এক কথা চাউল আৰু এক তোলা নিমখ দিবৰ হুকুম দিছিল। মাদৈ হলে এদিনো ৰজাই দিয়া চাউল-লোণ লোৱা নাছিল। তেওঁ সদায় ভিক্ষা কৰি যি পাইছিল তাকে খাইছিল। ৰজাইও মাদৈৰ আৰু আন একো খবৰ লোৱা নাছিল।

( ২ )

ৰজাই যেতিয়া ৰাণীক চুৰনিত বাস দিছিল, তেতিয়া তেওঁ গৰ্ভৱতী আছিল। সাত মাহৰ পাছতে তেওঁৰ এটি পুত্ৰ সন্তান জন্মিল। সন্তান জন্মিলতো ৰজাই একো খবৰ নকৰিলে। ৰাণী নিজে নিজে কুমাৰৰ নাম ৰাখিলে প্ৰতাপ ৰায়।

পাঁচ বছৰ বয়সৰে পৰা প্ৰতাপ ৰায়ৰ স্বভাৱ চৰিত্ৰ আন ৰকমৰ হৈ উঠিল। তেওঁ বাটত ধূলা লৈ উমলিলেও তাত এটা গোঁসাইৰ মূৰ্তি কৰি পূজা কৰে; বননিৰ পৰা ফুল তুলি আনি গোঁসাইৰ পূজা কৰে। মালা গাঠি গাঠি গোঁসাইক পিন্ধায়, সাধু বৈষ্ণৱক দেখিলে ভৰিত পৰি সেৱা কৰে। এই দৰে দহ বছৰমান বয়স হলত কুমাৰে পদুলিৰ আগত এটা খাগৰিৰে ঘৰ সজাই ললে। দিনৰ দিনটো সেই ঘৰত বহি তেওঁ ঈশ্বৰক পূজা কৰি ঈশ্বৰৰ নাম জপি থাকে।

(৩)

এইদৰে পূজা কৰি থাকোঁতে এদিন এজন সন্ন্যাসী আহি তেওঁৰ ওচৰত উপস্থিত হল। সন্ন্যাসীক দেখিয়েই তেওঁ ভৰিত পৰি সেৱা কৰিলত, সন্ন্যাসীয়ে ভিক্ষা খুজিলে। সন্ন্যাসীৰ কথা শুনি কুমাৰে কলে, "প্ৰভু! আমাৰ মাই ভিক্ষা কৰিব গৈছে, এতিয়াই ফিৰি আহিব, আপুনি অলপ অপেক্ষা কৰক।"

তেওঁৰ কথা শুনি সন্ন্যাসীয়ে কলে, "মই আজি অপেক্ষা কৰিব নোৱাৰোঁ। বাৰু মই কালি আকৌ আহিম।"

ৰাজকুমাৰে বহুত অনুৰোধ কৰিলতো সন্ন্যাসীয়ে কোনো ৰকমে তেওঁৰ কথাত কাণ নিদি তাৰ পৰা গুচি গল। দুপৰ সময়ত মাক ভিক্ষাৰ পৰা আহিলত, কুমাৰে তেওঁৰ আগত সন্ন্যাসীৰ কথা কৈ বৰ দুখ প্ৰকাশ কৰিলে। কুমাৰৰ এনে কথা শুনি মাকে কান্দি কান্দি কলে, "কি কৰিবি বাপা, মোৰ কপালত ঈশ্বৰে ইয়াকে লেখিছিল। তই ৰজাৰ লৰা হৈও এটা ভিক্ষুকক এমুঠা চাউল দিবলৈ নোৱাৰ, মই ৰজাৰ ৰাণী হৈ আজি চুৰনিত বাহ লৈ ভিক্ষা কৰি খাওঁ; এয়েই ঈশ্বৰৰ ইচ্ছা।"

মাকৰ দুখ দেখিলে কুমাৰৰ মনত বৰ বেয়া লাগে।

তেওঁ মাকক সান্ত্বনা কৰি কলে, "মাই, তুমি নাকান্দিবা। ঈশ্বৰে আমাক যি কৰিব দিছে, যেনেকৈ থাকিব দিছে, তাত আমাৰ বেজাৰ কৰা উচিত নহয়।"

পিছ দিনাখন পুৱা উঠি আগৰ নিয়মে আকৌ মাক ভিক্ষা কৰিবলৈ গল আৰু কুমাৰ গোঁসাইৰ ঘৰত সোমাল। ঠিক সেই আগৰ দিনাৰ সময়তে সন্ন্যাসী জন আহি "ভিক্ষা, ভিক্ষা," কৰি তেওঁৰ ওচৰত উপস্থিত হল। সন্ন্যাসীৰ মাত শুনি ৰাজ-কুমাৰ ভয়ত অস্থিৰ হৈ আহি তেওঁৰ ভৰিত পৰিল আৰু কলে, "প্ৰভু! আজি আৰু কোনো মতেই আপুনি যাব নোৱাৰে। যেনে তেনে অলপ পৰ অপেক্ষা কৰিবই লাগিব। এই মাই আহিল বুলি, আপুনি ক্ষন্তেক বিশ্ৰাম কৰক।"

কুমাৰৰ কথা শুনি সন্ন্যাসীয়ে কলে, "কুমাৰ, মই এখন্তকো ৰব নোৱাৰোঁ। যোৱা তুমি ঘৰত সি পোৱা তাকেই মোক দিয়া আনি।"

কুমাৰে কলে, "আমাৰ ঘৰত এটা খুদো নাই। আপুনি অলপ পৰ ৰবই লাগিব।"

সন্ন্যাসীয়ে কোনো ৰকমেই নেৰে যেনে তেনে তুমি এবাৰ ঘৰত সোমাই আহিবই লাগিব। তেওঁৰ কথা এবাৰ নোৱাৰি দুখ মনেৰে গৈ তেওঁ এবাৰ ভগা পঁজাৰ ভিতৰত সোমাল। ঘৰৰ ভিতৰত সোমাইয়েই কুমাৰ আচৰিত হল। তেওঁৰ ঘৰৰ চাৰিওফালে বহুত ধান-চাউল পাছিয়ে পাছিয়ে ভৰি ভৰি আছে। তেওঁ হৰ হৰ কৰি এটা চাউলৰ পাচি ডাঙি লৈ ওলাই আহিল। সন্ন্যাসীএ তেওঁক বাধা দি কলে "বাছা, মোক একোকে নালাগে। তই আজিৰপৰা মাবাক ভিক্ষা কৰিবলৈ যাব নিদিবি।'

কুমাৰে ভৰিত দীঘল দি পৰি সেৱা কৰিলে। সন্ন্যাসীও তাৰ পৰা গুচি গল। মাকে ভিক্ষাৰ পৰা ঘূৰি আহি এইবিলাক ঘটনা দেখি শুনি আচৰিত হল আৰু সেই দিনাৰ পৰা তেওঁ ভিক্ষালৈ যোৱা বন্ধ কৰিলে।

( ৪ )

ইফালে সকলোনীক চুৰনিত বাহা দিয়াৰ কেই বছৰমানৰ মূৰতে ৰজাৰ চকু কাণা হল; আৰু তেতিয়াৰে পৰা তেওঁৰ ভাৰ্যাবিলাকে তেওঁক দয়া মৰম নকৰা হল। আন কি ৰজাই সময়মতে খুজিও ভাত পানী নেপোৱা হল। ৰজাৰ কষ্টৰ পৰিসীমা নোহোৱা হল।

এনে সময়তে এদিন ৰজা চৰা ঘৰত বহি থাকোঁতে সেই সন্ন্যাসী জন গৈ তেওঁৰ ওচৰত উপস্থিত হৈ ভিক্ষা খুজিলে।

ৰজাই বৰ বিষাদ কৰি সুধিলে, "বাপা, মই কাণা-মানা মানুহ, একো দেখা না পাওঁ, তুমি কোন মানুহ?"

সন্ন্যাসী মাত লগাই কলে, "মই সন্ন্যাসী।"

তেতিয়া ৰজাই তেওঁক ওচৰলৈ মাতি নি সুধিলে, "বাপা, মোৰ নো কিবা ভাল হবৰ উপায় আছে নে? আপুনি চাব পাৰে জানো?"

সন্ন্যাসীয়ে গণি-পিটি চাই কলে, "সমুদ্ৰৰ সিপাৰে ৰবা ৰজাৰ বাৰীত এজোপা ৰবাই

পাণ আছে। যদি কোনোৱাই চকু মুদি একে বাৰে সেই পাণৰ ডাল এটা কাটিব পাৰে তেনেহলে তেতিয়াই তোমাৰ চকু ভাল হব।"

সন্ন্যাসীৰ কথা শুনি ৰাজাই তেওঁৰ ছয়টি পুতেকক মাতি নি এই কথা কলত, তেওঁলোক ছয় জন সাজু হল। তেতিয়াই তেওঁলোকে বহুত ম'ল-মাত্তা আৰু যান-বাহন লৈ যাত্ৰা কৰিলে।

(৫)

বহুদিন হল ৰাজপুত্ৰবিলাকৰ কোনো খবৰ বাতৰি নাই। ক্ৰমে ক্ৰমে ৰাজা হতাশ হল আৰু কুমাৰসকলৰ নিমিত্তে শোক কৰিব ধৰিলে।

এনে সময়তে এদিন সেই সন্ন্যাসী জনে আহি সেই সৰু কুমাৰক দেখা কৰিলে আৰু কলে, "কুমাৰ, তোমাৰ পিতাৰ মঙ্গলৰ অৰ্থে তুমি চেষ্টা নকৰা কিয় ?"

কুমাৰে কলে, "প্ৰভু! মই কেৱল মানুহৰ মুখৰ পৰা শুনিছোঁ যে, মই ৰাজাৰ লৰা; তাৰ উপৰি আৰু তেওঁৰ লগত মোৰ দেখা-শুনা হোৱা নাই। এদিনো তেওঁৰ লৰা বুলি মোৰ খবৰ বাতৰি লোৱা নাই।"

সন্ন্যাসীয়ে কলে, "কুমাৰ, ৰাজাই খবৰ নকৰিলেও তেওঁ তোমাৰ পিতা। পিতৃৰ নিমিত্তে পুত্ৰই জীৱন উৎসৰ্গা কৰিব লাগে। মোৰ আদেশ, তুমি কালিতেই পিতাৰৰ কল্যাণৰ নিমিত্তে বৰাই-পাণ আনিবলৈ যাবা। আজি তুমি ৰাজাৰ আগত কৈ তেওঁৰ অনুমতি লোৱাগৈ। কালি সন্ধ্যা সময়ত তোমাৰ গোঁসাইৰ ঘৰত মই তোমাক দেখা দিম আৰু যি কৰিব লাগে কৈ দিম।"

সন্ন্যাসীৰ কথাত সম্মত হৈ কুমাৰে এই কথা মাকৰ আগত কোৱাত তেওঁ খং কৰি উঠিল আৰু "কেতিয়াও যাব নোৱাৰ" বুলি কলে। কুমাৰে বহুত অনুনয়-বিনয় কৰি সন্ন্যাসীৰ কথা কলত মাক সম্মত হল।

( ৬ )

মাকৰ অনুমতি পাই তেওঁ ৰাজাৰ ওচৰলৈ গল। কুমাৰে গৈ সেৱা কৰি পৰিচয় দিলত ৰাজাই কান্দিব ধৰিলে। আচলতে তেওঁ লাজ পালে।

পিছত ৰাজাক কান্দিবলৈ হাক দি কুমাৰে কলে, "পিতা আপুনি সেই বিলাক কথা কৈ মনত দুখ নকৰিব। মই আপোনাৰ মঙ্গলৰ অৰ্থে বৰাই-পাণ কাটিবলৈ যাত্ৰা কৰিব খোজোঁ। আপুনি অনুগ্ৰহ কৰি মোক অনুমতি দিয়ক।"

কুমাৰৰ কথা শুনি ৰাজাই কলে, "বাছা, তোক অনুমতি দিবলৈ মোৰ লাজ লাগে। আজিলৈকে মই তোক পুত্ৰ বুলি ফিৰি চোৱা নাই। তথাপি তই পিতা বুলি মৰম কৰি যাব খোজ, তেনেহলে সি মোৰ পৰম ভাগ্যৰ কথা হে। বাছা, তোক যি সহায় লাগে ৰাজভঁৰালৰ পৰা ইচ্ছা মতে লৈ যাবি।"

ৰাজাৰ আদেশ পাই কুমাৰে তেওঁক সেৱা কৰি ঘৰলৈ আহিল; আৰু সন্ধ্যা সময় সন্ন্যাসী কোৱা মতে গোঁসাইৰ ঘৰত বহি পূজা কৰিব ধৰিলে।

কুমাৰে পূজা কৰি থাকোঁতে সন্ন্যাসী আহি দেখা দিলে আৰু তেওঁক উপদেশ দিলে, "কুমাৰ ! তুমি ৰাজাৰ ঘোৰাশালৰ পৰা খোঁৰা ঘোৰাটো আৰু ভগা তৰোৱালখান ৰাজাত খুজি আনিবা। ৰাজাৰ খোঁৰা ঘোৰাটোৰ মাহাত্ম্য কোনেও নাজানে। তাৰ ভৰিৰ খুৰাৰ তলত এটা সোণৰ বেজি আছে। সেই বেজিটো উলিয়ালেই সি আকাশে দি উৰাই যাব পাৰে। তুমি তাৰ পিঠিত উঠিলেই গলৈকে ইচ্ছা কৰা তালৈকে সি লৈ যাব।"

এই বুলি কৈ আৰু বহুত পৰামৰ্শ দি তেওঁ তাৰ পৰা বিদায় ললে। পিছদিনা পুৱা কুমাৰে ৰাজাৰ ওচৰলৈ গৈ সেই খোঁৰা ঘোৰাটো আৰু ভগা তৰোৱালখান খুজি আনিলে। ৰাজাই এনে বেয়া আৰু অব্যৱহাৰ্য বস্তু নিবলৈ হাক দিলে, তথাপি তেওঁ নুশুনিলে।

( ৭ )

সন্ধ্যা সময় কুমাৰে ঘোৰাক দানা-পানী খুৱাই তাৰ ভৰিৰ খুৰাৰ পৰা সোণৰ বেজিটো উলিযাই ললে। লোৱা মাত্ৰকে ঘোৰাই মানুহৰ মাতেৰে কবলৈ ধৰিলে, "কুমাৰ ! মোৰ পিঠিত উঠি কলৈ যাব লাগে আদেশ কৰা।" কুমাৰে ঘোৰাৰ পিঠিত উঠি বৰা ৰাজাৰ দেশলৈ যাবৰ নিমিত্তে আদেশ দিয়া মাত্ৰকে ঘোৰাই আকাশেদি পৱন-সঞ্চাৰে যাব ধৰিলে।

নিমিষতে গৈ ঘোৰা বৰা-ৰাজাৰ ৰাজ্যত উপস্থিত হল। ৰাজ্যত উপস্থিত হৈয়েই কুমাৰে পুনৰায় ঘোৰাৰ ভৰিত বেজি মাৰি তাক এৰি দিলে।

ইফালে ৰাজ্যত সোমায়েই কুমাৰে দেখিলে, ৰাজাৰ সমুদায় মানুহেই শোকত মগ্ন হৈ আছে; কাৰো মুখত হাঁহি মাত একো নাই। বহুতত সুধি সুধি তেওঁ কাৰণ বুজি পালে যে, সেই দিনা বৰা ৰাজাৰ এটি মাত্ৰ সন্তান কন্যাটি মৰিছে। তেতিয়া কুমাৰে মানুহবিলাকত সুধিলে, "ভাইহঁত ! বৰা ৰাজাই কন্যাটো কত পেলাইছে তোমালোকে কব পাৰা নে ?"

তেওঁৰ কথা শুনি মানুহ বিলাকৰ বৰ খং উঠিল আৰু সিহঁতে কলে, "আমি মৰোঁ শোকে তাপে, ই নো কব বলিয়া অ', ই যে কন্যাক পেলোৱা ঠাইৰ বিচাৰ কৰিব আহিছে।"

শেষত এবাৰ নোৱাৰি এজনে কলে, "অলপ দক্ষিণে বৰ ডাঙৰ শ্মশান এখানত ৰাজকন্যাৰ মৰা শটো পৰি আছে।"

এই কথা শুনি তেওঁ শ্মশানলৈ গল আৰু সেই মৰা শটোৰ উপৰত বহিলগৈ। এক প্ৰহৰ ৰাতিত এটা ৰাক্ষস আহি তাত উপস্থিত হৈ কলে, "হেৰ মানুহ, তই কিয় আমাৰ ভোগ্য বস্তুৰ উপৰত বহি আছ ? তই বেগতে আঁতৰ হ।"

ৰাজকুমাৰে কলে, "মই কেতিয়াও আঁতৰ নহওঁ, গুছি যা।"

তেতিয়া ৰাক্ষসে এডাল সোণৰ আৰু এডাল ৰূপৰ লৰু তেওঁক দি কলে, "এই সোণৰ লৰুৰে কোবালে মৰা মানুহ জীৱে আৰু ৰূপৰ লৰুৰে কোবালে জীয়া মানুহ মৰে। মই তোক এই দুডাল দিলোঁ, তই মৰা শটো মোক এৰি দে।"

কুমাৰে লৰু দুডাল লৈ প্ৰথমে ৰূপৰ ডালেৰে এটা কোব মাৰি দিলত ৰাক্ষস মৰিল; পিচত সোণৰ ডালেৰে কোব মাৰি দিয়াত সি জীয়াই উঠিল। পাছত আকৌ ৰূপৰ ডালেৰে কোবাই তাক মাৰি পেলালে।

দুপৰ নিশা আকৌ এটা ৰাক্ষস আহি কুমাৰক সেই দৰে কৈ এখান মোনা দি কলে, "এই মোনা খানত হাত সোমাই যিহকে ইচ্ছা তাকেই উলিয়াই আনিব পাৰি। এই মোনাখান ৰাখি তই মোক মৰা শটো এৰি দে।"

কুমাৰে মোনাৰ পৰীক্ষা চাই প্ৰমাণ পালে, আৰু ৰাক্ষসক ৰূপৰ লৰুৰে কোৱাই মাৰি পেলালে।

তৃতীয় প্ৰহৰত আকৌ এটা ৰাক্ষস আহি সেইদৰে কৈ তেওঁক এখান সোণৰ থাল দি কলে, "থাল খান আগত লৈ যি বস্তু খাবৰ মন কৰ তাকেই পাবি ; তই এই থালখান ৰাখি মোক শৰটো এৰি দে।"

কুমাৰে থালৰ পৰীক্ষা কৰি চাই তাকো ৰূপৰ লৰুৰে কোবাই মাৰি পেলালে।

এইদৰে তৃতীয় প্ৰহৰ অতীত হোৱাত চতুৰ্থ প্ৰহৰৰ শেষ ভাগত কুমাৰে কন্যাক সোণৰ লৰুৰে কোব মাৰি দিলে। তৎক্ষণাৎ ৰাম-হৰি চিন্তি কন্যা উঠি বহিল। উঠি বহিয়েই আচৰিত মানি কন্যাই কলে, "তুমি কোন ? মোক ইয়ালৈ তুমি কেনেকৈ আনিলা ?"

তেতিয়া ৰাজপুত্ৰই আশ্বাস দি সকলো কথাকে ভাঙি কলে। ৰাতি পুৱালত কুমাৰে কন্যাক আগত লৈ ৰাজ-ঘৰলৈ যাত্ৰা কৰিলে। নগৰৰ মানুহবিলাকে কন্যাক দেখি আচৰিত হৈ দৌৰি গৈ বৰা ৰাজাক জানালে "মহাৰাজ কি অদ্ভুত কথা আমি কব নোৱাৰোঁ। এজন ডেকা লৰাই আপোনাৰ কন্যাক আগত লৈ ইয়ালৈ আহিব ধৰিছে।"

প্ৰথমতে ৰাজাই এই কথা অবিশ্বাস কৰিছিল। শেষত কন্যা যাই যেতিয়া তেওঁৰ ওচৰত উপস্থিত হল, তেতিয়া তেওঁ আচৰিত হল আৰু কুমাৰক সুধি সকলো কথাকে জানিব পাৰি ৰাজাই প্ৰতিজ্ঞা কৰিলে বোলে, "আজিয়েই কাছা কল কাটি তোমাত মই কন্যা বিয়া দিওঁ।"

ৰাজাৰ কথা শুনি কুমাৰে কলে 'মহাৰাজ ! আপোনাৰ আদেশ মই অৱশ্যে মান্য কৰিম, কিন্তু প্ৰথমতে আপুনি মোৰ এটা অনুৰোধ ৰক্ষা কৰিব লাগিব।"

ৰাজাই কলে, 'তোমাৰ নিমিত্তে মই প্ৰাণ পৰ্য্যন্ত দিব পাৰোঁ। বাৰু, কোৱা তোমাৰ কি অনুৰোধ।"

কুমাৰে কলে, 'মহাৰাজ ! আপোনাৰ বাৰীত এজোপা বৰাই পাণ আছে। মই সেই পাণৰ ডাল এটা কাটিব খোজোঁ।"

ৰাজাই কলে, "বাছা ! বৰাই পাণৰ এটা পাতো মই কাকো চিঙিব দিয়া নাছিলোঁ ; কিন্তু আজি তোৰ নিমিত্তে মই লাগিলে গোটেই ডালকে কাটিব দিব পাৰোঁ। তই এতিয়াই কাট গৈ।"

কুমাৰে তেতিয়াই গৈ বৰাই পাণৰ ডাল এটা চকু মুদি কাটি পেলালে। ইফালে তেওঁৰ পিতাকৰ চকু ভাল হৈ গল। তেতিয়াই তেওঁ ভাল ৰকমে দেখিব পাই আনন্দ প্ৰকাশ কৰি কব ধৰিলে, "মোৰ বাছাহতে বৰাই পাণৰ ডাল কাটিলে।"

কিন্তু চুৰনিত বাহা দিয়া ৰাণীৰ পুতেকে যে এনে এটা কাম কৰিব পাৰিলে সেইটো তেওঁৰ বিশ্বাস নহল।



"হেৰ মানুহ তই কিয় আমাৰ ভোগ্য বস্তুৰ উপৰত বহি আছ? তই বেগতে আঁতৰ হ।"

(৮)

ৰজা-ৰাজাৰ কথামতে কুমাৰে কন্যাক বিয়া কৰালে। আজি যাওঁ, কালি যাওঁ কৰি তেওঁ তাত এমাহ মান থাকিল। পিছত এদিন একেবাৰে ঠিক কৰিলে যে নিশ্চয় কালি যোৱা হবই।

তেওঁৰ কথা শুনি কন্যাই কলে, "আমাৰ পিতাই আপোনাক যি ইচ্ছা তাকেই নিবলৈ কব। আপুনি আন বস্তু নুখুজি কেৱল তেওঁৰ থালৰ বুঢ়া কাঁকৰা-জোৰ খুজিব।"

পিছদিনা পুৱা কুমাৰে ৰাজাৰ ওচৰত বিদায় খুজিলত ৰাজাই তেওঁক বিদায় দি কলে, "বাছা! মোৰ ভৰালৰ পৰা হীৰা, মাণিক, মুক্তা, হাতী, ঘোঁৰা যিহকে ইচ্ছা তই লৈ যা।"

কুমাৰে কলে, "মোক আন একোকে নালাগে, কেৱল আপোনাৰ থালৰ বুঢ়া কাঁকৰা-জোৰ দিয়ক।"

ৰাজাই জানিলে যে এইটো তেওঁৰ কন্যাৰ পৰামৰ্শ। তথাপি তেওঁ কুমাৰৰ কথা মতে তেতিয়াই কাঁকৰা-জোৰ দি তেওঁক বিদায় দিলে। ৰাজাৰ পৰা বিদায় লৈ কুমাৰে আকৌ সেই খোঁৰা ঘোৰা বিচাৰি আনি তাৰ ভৰিৰ বেজিটো উলিয়াই কন্যাৰে সৈতে তাৰ পিঠিত উঠিল। বগুৰা ঘোৰা পবন সঞ্চাৰে আকাশেদি যাব ধৰিলে।

সমুদ্ৰ পাৰ হৈ ঘোৰাই কুমাৰক কলে, "কুমাৰ! সমুদ্ৰৰ ঘাটত যে সেই নাওবোৰ দেখিছা, সেই কেইখান তোমাৰ দদাৰহঁতৰ নাও। সিহঁতে সমুদ্ৰ পাৰ হৈ যাব নোৱাৰি তাতে বৈ আছে। এতিয়া লাজতে দেশলৈও উভতি যাব নোৱাৰে। সম্প্ৰতি সিহঁতৰ খোৱালোৱা বস্তুবোৰো সাং হৈ আহিছে।"

ঘোৰাৰ কথা শুনি কুমাৰ মনত বৰ বেয়া লাগিল আৰু এবাৰ তেওঁলোকক চাই যাবৰ মন কৰিলে। ঘোৰাই হাক দিয়াতো কুমাৰে নুশুনিলে।

তেতিয়াই ঘোৰাই তেওঁক তাতে নমাই দিলে।

(৯)

ঘোৰাৰ পৰা নামি তেওঁ দাদাকহঁতৰ ওচৰলৈ গৈ মাত লগালে, "দাদা! কিয় আপোনা-লোকে ইয়াত ইমান কষ্ট ভুগিছে। বলক ঘৰলৈ যাওঁ। মই পিতাৰ চকু ভাল কৰিলোঁ।"

তেওঁৰ কথা শুনি আৰু লগত কন্যাক দেখি সেই পাপিষ্ঠ ৰাজকুমাৰ কেইজনৰ মনত তেওঁলৈ বৰ খং উঠিল। কিন্তু খং প্ৰকাশ নকৰি বৰ আনন্দ হে দেখুৱালে।

পিচত তেওঁলোকে কুমাৰক গা ধুবলৈ দি কেইটামান বিষৰ লাৰু দিলে। কুমাৰে তেওঁ-লোকৰ কুট বুদ্ধি বুজি নাপাই লাৰু কেইটা খাই পেলালে। তেতিয়া তেওঁ ঢলি পৰি মৰি গল। ককায়েহঁতে তেওঁক সাগৰত পেলাই দিলে। সেই সময়তে তেওঁলোকৰ আজ্ঞাতত কন্যাই সোণৰ লৰুৰে এটা কোব মাৰি দি কাঁকৰা-জোৰ পানীত পেলাই দিলে।

(১০)

ইফালে কন্যাক লগত লৈ তেওঁলোকে নিজ দেশলৈ যাত্ৰা কৰিলে। দহ দিনৰ মূৰত গৈ তেওঁলোকে নিজ দেশ পালে। তেওঁলোকে নাওত থাকোঁতেই মানুহে দৌৰি গৈ ৰাজাক সংবাদ জনালে, "মহাৰাজ! আপোনাৰ ছয়োজন লৰা লগত এজনী সুন্দৰী কন্যা লৈ আহিছে।"

খবৰ শুনি ৰজাই ঘাটলৈ বহুত মানুহ আৰু ঢুলীয়া কালীয়া পঠাই দিলে। নানা উৎসৱ আৰু আনন্দ কৰি ৰাজপুত্ৰসকল কন্যাক লগত লৈ নগৰলৈ গল। ৰজাই প্ৰশ্ন কৰিলত, তেওঁ লোকে কলে, "আমি বৰাই পাপো কাটিছোঁ আৰু বৰা ৰজাৰ কন্যাকো আনিলোঁ।"

তেওঁলোকৰ কথাত আনন্দিত হৈ ৰজাই তেওঁলোকক আশ্বাসিত কৰিলে আৰু সোনকালে ৰাজকন্যাক তেওঁৰ প্ৰথম পুত্ৰৰ লগত বিয়া দিবৰ প্ৰস্তাৱ কৰিলে।

এই প্ৰস্তাৱ শুনি ৰাজকন্যাই জনালে, "আৰু এমতে অপেক্ষা কৰিব লাগিব। এমাহৰ ভিতৰত মোৰ বিয়া হব নোৱাৰে।" তেওঁৰ প্ৰস্তাৱ শুনি ৰজাইও এমাহৰ নিমিত্তে অপেক্ষা কৰিব দিলে আৰু কন্যাক দাসীবিলাকেৰে সৈতে এটা সুন্দৰ ঘৰত বাস দিলে;

( ১ )

ৰজাৰ মালিনী বুঢ়ীলৈ হুকুম গল যে প্ৰতিদিনে নতুন কন্যাক পাঁচ ডাল পাঁচ ডাল মালা দিব লাগে। মালিনী বুঢ়ী পুৱাই উঠি ফুল তুলিবলৈ যাওঁতেই নদীৰ পাৰৰ ৰজা মালতী-জোপাৰ ফালে চাই দেখিলে যে গোটেইজোপা ফুল ফুলি পাত নেদেখা হৈছে।

মালিনী ভাবিলে, ই কি আচৰিত কথা। ইমান দিনে এইজোপা ফুল ৰজাহৈ আছিল আজি নো অকস্মাৎ-ই ফুলে জকনকীয়া হল কিয় ?

মালিনী ফুল তুলিব ধৰোঁতে দেখে, ফুলৰ তলত এটা ধুনীয়া ডেকা লৰা বহি আছে। লৰাক দেখি বুঢ়া চক্ খাই উঠিল। বুঢ়ীক দৌৰি পলাই যোৱা যেন দেখি ডেকাই মাত দি কলে, "মালিনী আবু! মোক ভয় নকৰিবি, মই আন একো নহওঁ, মানুহ হে।"

ডেকাৰ মাত শুনি মালিনী আগুৱাই আহি তেওঁৰ ৰূপ দেখি আচৰিত হল আৰু তেওঁক ঘৰলৈ মাতি নি খুওৱা-ধুওৱা কৰিলক। তেওঁ মালিনীৰ ঘৰতে থাকিল।

ৰাতি পুৱা মালিনী খৰ্ ধৰ্ কৰি মালা গাঁথিব ধৰিলত ডেকাই সুধিলে, "আবু! তই নো, ইমান খৰ্ ধৰ্ কৰি কাৰ নিমিত্তে মালা গাঁথিছ ?"

মালিনীয়ে কলে, "বাছা! আমাৰ ৰজাৰ পুতেকহঁতে সমুদ্ৰ সিপাৰৰ পৰা এজনী কন্যা আনিছে, সেই কন্যাজনীৰ নিমিত্তে মালা গাঁথিব লাগে।"

কুমাৰে কলে, "আবু! তই বুঢ়া মানুহ, চকুৰে ভাল দৰে মনিব নোৱাৰ, এডাল মালা বাৰু মই গাঁথি দিওঁ।"

মালিনী কলে "বাছা, ৰাজঘৰৰ মালা কৰবাত অলপ বেয়া হলে দায় ধৰিব।"

বুঢ়ীয়ে আপত্তি কৰিলতো তেওঁ বহুত কৈ-মিলি এডাল মালা গাঁথি বুঢ়ীৰ হাতত দি কলে, "আবু, এই মালা ডাল নতুন কন্যাৰ হাতত দিবি।"

মালিনী অগত্যা তেওঁৰ কথা মতে ৰাজঘৰলৈ গৈ প্ৰথমতে নতুন কন্যাৰ হাতত ডেকাই গাঁথা মালাডাল দিলে। আন দিনা হলে কন্যাই মালাৰ ফালে চকু মেলিও নাচায়। সিদিনা মালাডাল নিৰিখি চাই সুধিলে, "বুঢ়ী, এই মালাডাল কোনে গাঁথিছে।"

কন্যাৰ কথা শুনি কিবা দোষ হৈছে বুলি বুঢ়াৰ ভয় লাগিল আৰু হাত জোৰ কৰি কলে, "আই! মোৰ ঘৰত এটা অজানা লৰা আছে, মই হাক দিয়াতো সিয়ে এইডাল গাঁথিলে।"

কন্যাই সুধিলে, "সেই লৰাটো কৰ পৰা আহিছে ?"

মালিনীয়ে কলে, "আজি তিনি দিন হল মই তাক ফুলৰ তলত পাইছো ।"

মালিনীৰ কথা শুনি কন্যা মনে মনে থাকিল ।

মালিনী ঘৰলৈ গল আৰু কন্যাই কোৱা কথাবিলাক ডেকাৰ আগত কলে ।

(১২)

এক মাহ ভৰিবলৈ আৰু দুই দিন মাত্র আছে, এনেতে কন্যাই ৰাজাক জানালে যে কালিলৈ ৰাজ-সভাত তেওঁৰ সকলো প্রজাকে উপস্থিত হবৰ আদেশ কৰক। তাতেই কন্যাই তেওঁৰ কবলগীয়া কিছুমান কথা কৈ বিয়াৰ দিনৰ ঠিক কৰি দিব ।

কন্যাৰ কথামতে ৰাজাই সমুদায় প্রজাকেই সভাত উপস্থিত হবলৈ জান দিলে ।

ৰাজাৰ আদেশ মতে সকলো আহি সভাত উপস্থিত হোৱাত কন্যায়ো গৈ সেই সভাৰ মাজত ওলাল ।

কন্যাই সভাৰ মাজত কুমাৰক পূর্বৰ ৰাক্ষসবিলাকে দিয়া সোণ-ৰূপৰ সৰু, থাল আৰু মোনাখান সভায় মাজত উলিয়াই কলে, "মহাৰাজ, আপোনাৰ কুমাৰবিলাকৰ ভিতৰত যি জনে এইবিলাক বস্তুৰ আচৰিত গুণৰ পৰীক্ষা আপোনাক দেখুৱাব পাৰিব, তেওঁকেই মই পতি বৰণ কৰিম ।"

ৰাজাই কুমাৰসকলক আদেশ দিলত, তেওঁলোক আটাইকেইজনে লাৰি-চাৰি চালে, কিন্তু তাৰ গুণৰ একোকে গম ধৰিব নোৱাৰিলে ।

পিছত তেওঁলোকে কলে বোলে, "ইয়াৰ একো আচৰিত গুণ নাই । কন্যাই মিছাকৈ কৈছে ।"

তেতিয়া কন্যাই ডাঙৰকৈ কলে, "যদি এই সভাৰ ভিতৰত এনে কোনো মানুহ আছে, যি এইবিলাকৰ পৰীক্ষা দেখুৱাব পাৰে তেনেহলে তেওঁ বেগতে আহক ।"

কন্যাৰ কথা শুনিয়েই মালিনীৰ ঘৰত থাকা লৰাটো তালৈ লৰি আহিল । তাক দেখিয়েই সকলোএ চিনিলে যে, ইয়েই চুৰনিপাতত বাহা দিয়া ৰাণীৰ কোৱঁৰ ।

ৰাজাৰ আদেশ লৈ কুমাৰে সকলো বিধ বস্তুৰ অদ্ভুত গুণ সকলোকে দেখুৱাই মোহিত কৰিলে । ৰাজা আচৰিত হল আৰু ইয়াৰ ৰহস্য কি বুলি সুধিলত কন্যাই সকলো বিলাক ঘটনাকে ভাঙি কলে ।

কন্যাৰ কথা শুনি ৰাজাৰ ডাঙৰ কোঁৱৰ ছয় জনৰ ওপৰত বৰ খং উঠি তেতিয়াই তেওঁলোকক দেশৰ পৰা নিকাল কৰি দিলে । আৰু সৰু ৰাণীক চুৰনিৰ পৰা আনি পাটৰাণী কৰিবৰ আদেশ দিলে ।

ই খবৰ মানুহে লৰি গৈ সৰু ৰাণীক দিয়াত তেওঁ প্রথমে উপলুঙা কৰা বুলি বৰলৈ কান্দি-

বলৈ ধৰিলে। কিন্তু অলপ পাছতে চৌদোলা আৰু ঢোল-ডগৰ পঠাই ৰাজাই তেওঁক অন্তঃপুৰলৈ আনিলে।

সৰু কোঁৱৰ সেই দিনৰ পৰাই যুৱৰাজ হল। তেওঁৰ ব্যৱহাৰত ডাঙৰ মাক সকলো বৰ সন্তুষ্ট হল। প্ৰজাবিলাকেও সুখ শান্তিৰে কাল নিয়াব ধৰিলে।

শেষত ৰাজাৰ কাল হলত সৰু কোঁৱৰ সেই ৰাজ্যৰ ৰাজা হল।

# বাৰ ঠাকুৰীয়াৰ কথা

(১)

কোনো এঠাইত এজন ঠাকুৰীয়া আছিল। ঠাকুৰীয়াৰ বাৰ জন পুতেক। সকলো মানুহে তেওঁলোকক বাৰ ঠাকুৰীয়া বুলি মাতিছিল। বাৰ ঠাকুৰীয়াৰ ঘৰ ধনে জনে মানে পৰি-পূৰ্ণ আছিল। বুঢ়া ঠাকুৰীয়া মৰিলত তেওঁলোকেই ঘৰৰ মালিক হল। তেওঁলোকৰ ভিতৰৰ ডাঙৰ জনক মানুহে মাতে বাৰ ঠাকুৰীয়া বুলি।

এদিন বাৰ ঠাকুৰীয়া হাল বাব যাওঁতে ঘৰত জুই নোহোৱাৰ কাৰণে ঠাকুৰীয়াৰ মাকে তেওঁলোকৰ ওচৰৰ গোলাম এঘৰৰ ঘৰলৈ জুই খুজিব গল। ঠাকুৰীয়াৰ মাকক গোলামৰ মাকে এটা সৰু জুইৰ আঙঠা দিলে। জুইৰ আঙঠাটো হাতত লৈ ঠাকুৰীয়াৰ মাকৰ খং উঠিল। তেওঁৰ নিচিনা ডাঙৰ মানুহৰ তিৰোতা এজনী জুই খুজিব গৈছে, তেনে স্থলত গোলামৰ মাকে এটা অকণমান্ আঙঠাহে দিব পায় নে? এই ভাবি ঠাকুৰীয়াৰ মাকৰ গাতেই সাত কুৰা জুই জ্বলি উঠিল। তেওঁ জুইৰ আঙঠাটো ঘৰৰ ভিতৰলৈ নিনিলে আৰু পুতেকহঁতক গোলামৰ মাকৰ উদ্ধতালি দেখুৱাবৰ কাৰণে জুইৰ আঙঠাটো বৰ ঘৰৰ ছালৰ বেচাত খুঁহি থৈ দিলে।

ইফালে পুতেক কেইজন পথাৰৰ পৰা ফিৰি নৌ আহোঁতেই সেই জুইৰ ফিৰিঙতিৰ পৰা খাণ্ডৱ দাহ হৈ গল।

ডুপৰীয়া বাৰ ঠাকুৰীয়াই হাল মেলি আহি দেখিলে, তেওঁলোকৰ ঘৰ দুৱাৰ সকলো পুৰি ছাই হৈ গৈছে।

মাকত জুই লগাৰ কাৰণ সুধিলত মাকে কলে, "বাছাহঁত! এই গোলামৰ পুতেকৰ মাকেই সকলো অনৰ্থৰ মূল। মই তাই বেটীৰ ঘৰক জুই খুজিব যাওঁতে তাই বেটী মোক দিলে এটা অকণমান জুইৰ আঙঠা। মই তহঁতক তাইৰ খিতাপ দেখুৱাম্ বুলি ছালৰ বেচাত খুঁহি থৈছিলোঁ। পিছত তাকে পৰাই জুই লাগি সকলো পুৰি ভস্ম হৈ গল। বুঢ়া ঠাকুৰীয়া মৰাৰ পৰা আৰু তহঁতক মানুহে মানুহ যেনেই নেদেখে।"

মাকৰ কথা শুনি বাৰ ঠাকুৰীয়াৰ গোলামৰ পুতেকলৈ খং উঠিল। তেতিয়াই তাক সবংশে নিৰ্বংশ কৰিম বুলি তেওঁলোক তাৰ ঘৰলৈ গল।

বাৰ ঠাকুৰীয়াই খেদি আহা গম পায়েই গোলামৰ পুতেক আৰু তাৰ মাক বাৰীৰ বাটেদি পলাই গল। বাৰ ঠাকুৰীয়াই যাক পুতেকক ঘৰত নাপাই, তাৰ হাল বোৱা মই এটা আছিল সেইটোকেই কোবাই মাৰি খং পলুৱাই ঘৰলৈ গুছি গল।

(২)

পিছ দিনা ঘৰলৈ আহি গোলামৰ পুতেকে মহৰ ছালখন কাঢ়ি ৰদত শুকাই ললে। সেই

শুকান ছালখানৰ টোপোলা বান্ধি লৈ সি ঘৰৰ পৰা ওলাই গল। যাওঁতে বনৰ মাজত তাৰ ৰাতি হল আৰু তাতে এজোপা গছৰ উপৰত উঠি জিৰণি ললে।

ৰাতি কেইজনমান ডকাইতে বহুত ধন সোণ মণি মুক্তা ডকা দি আনি সেই গছৰ তলত ভগাবলৈ বহিল। ডকাইতহঁতে ভগাবলৈ ধৰোঁতে, ওপৰৰ পৰা মহৰ শুকান ছাল খানত গোলামৰ পুতেকৰ ভৰি লাগি খৰ মৰাই উঠিল। সেই খৰ-মৰি শুনি ডকাইতবিলাকে ভয় কৰি ওপৰলৈ চালে। গোলামৰ পুতেকে সিহঁতৰ অভিপ্ৰায় বুজি আকৌ এবাৰ খৰমৰাই দিলে। সেই বাৰ ডকাইত কেইজনে ভয় কৰি ধন সোণ এৰি তাৰ পৰা উঠি লৰ দিলে।

সিহঁতক পলাই যোৱা দেখি গোলামৰ পুতেকে, "ডাঙৰটোক ধৰ, ডাঙৰটোক ধৰ" বুলি চিঞৰিলে। সেই চিঞৰ শুনি আৰু ডকাইতহঁতৰ গাত জীৱ নোহোৱা হল। সিহঁত প্ৰাণ তাকি দৌৰি পলাই গল। বহুত বেলিলে সিহঁতক ফিৰি নাহা দেখি সি গছৰপৰা নামিল আৰু কিছুমান ধন সোণৰ টোপোলা বান্ধি লৈ বাকীবিলাক এঠাইত পুতি থৈ দিলে।

পুৰা ধনৰ টোপালা মুৰত লৈ গোলামৰ পুতেক ঘৰলৈ গল। ঘৰ পাযেই মাকৰ আগত কলে, "মাই আমাৰ বাঁৰ ঠাকুৰীয়াৰ মাকক খুজি এটা দোন লৈ আহাগৈ। তেওঁ যদি কিয় লাগে বুলি সোধে, তুমি হীৰা, মুক্তা, জুখিব লাগে বুলি কবা।"

পুতেকৰ কথা মতে গোলামৰ মাক ঠাকুৰীয়াৰ ঘৰলৈ গল আৰু ঠাকুৰীয়াৰ মাকে কাৰণ সোধাত তাই পুতেকে কোৱা মতে উত্তৰ দিলে। গোলামৰ মাকৰ কথা শুনি ঠাকুৰীয়ানী বৰ আচৰিত হল আৰু তাইৰ লগতে হীৰা মুক্তা চাবলৈ আহিল।

ঠাকুৰীয়ানীৰ আগতে গোলামৰ লৰাই মোনা মেলি সোণ, হীৰা আদি সকলোকে উলিয়াই দোনেৰে জুখিলে। তাৰে কেইটা মান ঠাকুৰীযাৰ মাককো দিলে।

ঠাকুৰীয়াৰ মাকে সুধিলে, "আপা, তই নো ইমান ধন দুই দিনৰ ভিতৰতে কৰ পৰা ঘটিলি ?"

গোলামৰ লৰাই কলে, "আই, নকব। আপোনালোকৰ ডাঙৰীয়াসকলে মোৰ মহটো মাৰি বৰ উপকাৰ কৰিলে। সেই মহৰ ছালখান বেচিয়েই মই ইমান ধন পালোঁ।"

তাৰ কথা শুনি ঠাকুৰীয়াৰ মাক নধৰ-নপৰ কৰি ঘৰলৈ গল আৰু তেতিয়াই এই খবৰ পুতেকহঁতক দিলে।

বাৰ ঠাকুৰীয়াই এই খবৰ পায়েই গোলামৰ লৰাক মতাই আনি সুধিয়াত সি কলে, "দেউতা। আপোনালোকৰ দৰে যদি সাত হাল মহ থাকিল-হেঁতেন তেনেহলে তো মই হীৰা মুকতাৰে ঘৰ নধৰা কৰিলোঁ-হেতেন। কি কৰিম, মোৰ একেটা মহ।"

বাৰ ঠাকুৰীয়াই সুধিলে, "কোন দেশত নো মানুহে ইমান দাম দি মহৰ ছাল কিনে অ ?"

গোলামৰ লৰাই কলে, "এই ফালে দক্ষিণ মুখে গৈ থাকিব। দুইদিনৰ বাট গৈয়েই সেই ঠাই পাব।"

(৩)

গোলামৰ পুতেকৰ কথা মতে বৰ ঠাকুৰীয়াই তেতিয়াই সাতো হাল মহ কোবাই কোবাই মাৰি তাৰ চাল কাঢ়ি শুকাই ললে।

দুই দিনৰ বাট গৈয়েই তেওঁলোকে—"কোনোবাই মহৰ ছাল লাবি নে? মহৰ ছাল লবি নে" কবি চিঞঁৰিব ধৰিলে।

আন মানুহে কোনোৱে একে নামাতে; কেৱল দুলীষা কিছুমানে লম বুলিলে। দামৰ কথা সোধাত সিহঁতে এটকা দেব টকা দিব খোজে। বাৰ ঠাকুৰীয়াই খোজে সাত জোৰ চালত সাত ভাৰ হীৰা মাণিক। শেষত মানুহবিলাকে সিহঁতক পাগল বুলি খেদি দিলে।

অৱশেষত গোলামৰ পুতেকৰ দুষ্টালি বুজি পাই বাৰ ঠাকুৰীয়াই ছাল কেইখন পেলাই দি খং মনেৰে ঘৰলৈ ফিৰি আহি তেতিয়াই গোলামৰ লৰাৰ ঘৰ কেইটা জুই লগাই দি পুৰি পেলালে।

(৪)

ঘৰ পোৰা হোৱাত গোলামৰ লৰাই ছাই এভাৰ কান্ধত লৈ বাৰ ঠাকুৰীয়াইতৰ আগেদি ওলাই গল আৰু বাটত ছাইবিলাক পেলাই দি আগেয়ে ধন লুকাই থোৱা ঠাইৰপৰা ধন এভাৰ লৈ আহিল।

আহোঁতে বাৰঠাকুৰীয়াই দেখা পাই মাতি নি ধন কেনেকৈ পালে সুধিলত সি কলে, "দেউতা, আপোনাসকলে দেখাই পাইছে, মই ঘৰ পোৰা ছাই এভাৰ লৈ গৈছিলোঁ। মোৰ ঘৰত কাঠৰ খুটা নাছিল, সেই দেখি হে, আপোনালোকৰ দৰে যদি কাঠৰ খুটা লগোৱা ঘৰ থাকিল হয়, তেনেহলে এভাৰ দিয়েই দুই ভাৰ হীৰা মাণিক পালোঁ হয়।"

বাৰ ঠাকুৰীয়াই সুধিলে, "কোন দেশত নো ঘৰ পোৰা ছাইৰ এনে দাম?"

গোলামৰ লৰাই কলে, "পোনে পোনেগৈ থাকিলেই পায়।"

তাৰ কথামতে বাৰঠাকুৰীয়াই তেতিয়াই তেতিয়াই জুই লগাই দি তেওঁলোকৰ ঘৰবিলাক পুৰি পেলালে আৰু বাৰ জনে বাৰ ভাৰ ছাই লৈ ওলাই গল।

উত্তৰ ফালে কিছু দূৰ গৈয়েই তেওঁলোকে—"কাৰবাক ঘৰ পোৰা ছাই লাগে নে, ঘৰ পোৰা ছাই লাগে নে" বুলি সুধি ফুৰিব ধৰিলে। যেয়ে এনে অমঙ্গলীয়া কথা শুনে সেয়ে সিহঁতক মাৰিবলৈ খেদি আহে।

(৫)

এই দৰে বহু দূৰ গৈ আৰু বহুতৰ গালি-গালাজ খাই ছাই বিলাক পেলাই দি সিহঁত ঘৰলৈ ফিৰি আহিল আৰু খং উঠি গোলামৰ পুতেকক মাতি আনি বহুত গালি গালাজ কৰিলে আৰু এটা টোপাৰ ভিতৰত তাক সুমাই নদীত পেলাই দিওঁ বুলি লৈ গল।

নদীৰ পাৰলৈ নি ভাতে টোপাটো থৈ বাৰ ঠাকুৰীয়াই গোলামৰ পুতেকক পানীত পেলাই দিবলৈ আলোচনা কৰিলে।

তেতিয়া গোলামৰ পুতেকে কলে,"দেউতা সকল, মোক আপোনালোকে পানীত এতিয়াই পেলাই দিলে, আজি আপনালোকৰ দিনে ৰাতিয়ে লগোণে থাকিব লাগিব। এতেকে টোপাটো ইয়াতে থৈ গৈ আপনালোক খাই-বৈ আহক।"

এই কথা স্থিৰ কৰি টোপোলাটো তাতে পেলাই থৈ তেওঁলোক ৰলৈ গুছি গল।

গোলামৰ পুতেকে আগৰে পৰা আনিছিল যে সেই ঠাইতে ৰাজঘৰৰ কাণা গৰখীয়া এটাই গৰু চৰাই থাকে। বাৰ ঠাকুৰীয়া গুছি যোৱাত সি টোপাৰ ভিতৰৰ পৰা চিঞৰিব ধৰিলে, "বোপাইহঁত ঐ, মোৰ দুয়োটা চকু ভাল হৈছে। মোক মোকোলাই দে।"

তাৰ চিঞৰ শুনি কাণা গৰখীয়া ওচৰলৈ আহি সুধিলে, "হেৰ, কোন মানুহে কব পৰা মাতিছ।"

গোলামৰ পুতেকে কলে, "মই টোপাৰ ভিতৰত আছোঁ, টোপাটো মোকোলাই দে।"

গৰখীয়াই টোপাটো মোকোলাই সুধিলে, "তই নো ইয়াত কেনেকৈ সোমালি।"

গোলামৰ পুতেকে কলে, "নকবি ভাই, মোৰ দুয়োটা চকু কাণ আছিল। পিছত এজন বেজে এই টোপাটোত দৰব ভৰাই মোক এদিন তাত সুমাই থৈছিল। দৰবৰ বলত আচলতে মোৰ দুয়োটা চকু ভাল হৈ গল।"

গৰখীয়াই কলে, "ভাই, তেনেহলে মোকো এই টোপাটোৰ ভিতৰত সোমাবলৈ দিয়া। কি জানি মোৰো চকু দুটা ভাল হয়।"

তেতিয়াই গোলামৰ পুতেকে তাক টোপাটোৰ ভিতৰ সুমাই আগৰ দৰে বান্ধি থলে আৰু সি বনৰ মাজত লুকাই থাকিল। দুপৰীয়া খাই বৈ আহি বাৰ ঠাকুৰীয়াই দ পানীত টোপাটো পেলাই গুছি গল।

সন্ধ্যা সময় গোলামৰ পুতেকে ৰাজাৰ গৰুবিলাক খেদি খেদি ঘৰলৈ নিলে।

বাৰ ঠাকুৰীয়াই তাক বহুত গৰু খেদি আনা দেখি আৰু পানীৰ পৰা ফিৰি আহা শুনি আচৰিত হৈ তাৰ ওচৰলৈ গল; আৰু ইয়াৰ কাৰণ সোধাত সি কলে, "দেউতা সকল আচলতে আপোনালোক মোৰ কোনোবা জনমৰ পিতৃ আছিল। ভাগ্যে আপোনালোকে দ পানীত পেলাই দিলে। পানীত পৰি তললৈ যাওঁতেই কেই জনী মান নাগ কন্যাই মোক হাতত ধৰি টানি লৈ গল। আৰু বহুত গৰুৰ পাল দেখুৱাই কলে, "তোমাক যিমান গৰু লাগে ইয়াৰ পৰা লৈ যোৱা।' মই নো এটা মানুহ, আনিম কিমান, আৰু বহুত আনিলে নো চৰাব বান্ধিব কোনে? সেই দেখি হে ভাল ভাল চাই এই কেইটা লৈ আহিলোঁ।"

ঠাকুৰীয়া সকলে কলে, "হেৰ, আমিও গলে পাম নে?"

গোলামৰ পুতেকে কলে, "দেউতা সকলে নো কিমান আনিব। তাত লাখ-বিলাখ গৰু ভৰি আছে।"

গোলামৰ পুতেকৰ কথা মতে বাৰ ঠাকুৰীয়াই বাৰটা টোপা বান্ধিলে আৰু টোপাবিলাক লৈ গোলামৰ পুতেকে সৈতে নদীৰ পাৰলৈ গল; আৰু এটা এটাকৈ এঘাৰটালৈ তেওঁলোকে নিজেই টোপা বান্ধি পানীত পেলাই দিলে আৰু গোটেই শেষৰটো গোলামৰ পুতেকে পেলাই দিলে।

ঠাকুৰীয়াৰ মাকো পাতালৰপৰা গৰু তুলি আনা বং চাবলৈ তালৈ গৈছিল। বহুত বেলিলে পুতেকইতক ফিৰি নাহা দেখি তেওঁ গোলামৰ পুতেকক সুধিলে, "আপা! বাছাইত নো কেতিয়া ফিৰি আহিব?"

গোলামৰ পুতেকে কলে, "আই, সি জন্মত।"

তাৰ কথা শুনি ঠাকুৰীয়ানী কান্দিব ধৰিলে।

গোলামৰ পুতেকে তেওঁক ঘৰলৈ মাতি নি ভাল ৰকমে পুহি পালি ৰাখিলে।

বুঢ়ীয়েও আৰু উদ্ধতালি এৰি গোলামৰ পুতেকক আপোন লৰা যেন ভাবি বাকী দিন কেইটা কটালে।

# জংঘলি-বাচ্ছা

(১)

এজন বুঢ়াৰ সাতোটা পুতেক আছিল। সাতো জনেই অজলা। বুঢ়া মৰিলত সিহঁতে ধনৰ অভাৱত খাব নোপোৱা হল। সিহঁতে বন-বাৰিও একোকে কৰিব নোৱাৰে। আৰু খুজিব গলেও মানুহে সিহঁতক একোকে নিদিয়ে। সকলোএ গালি হে পাৰে বোলে, এই ভীম যেন মানুহ কেইটাই যে ভিক্ষা কৰি খাব, লাজ নাপাৱ নে? বন কৰি নাখাৱ কিয়?

শেষত কতো একো উপায় নেদেখি সিহঁতে একেলগে সাতো জনে বিদেশলৈ যাত্রা কৰিলে বোলে, কি জানি কৰবাত কিবা উপায় মিলে।

কিছু দূৰ গৈ বৰ বহল হাল বৈ থোৱা চপৰাদলিৰ পথাৰ এখান পালেগৈ। চৰপাবোৰ দেখিবলৈ পানীৰ ঢৌৰ নিচিনা, সিহঁতে অনুমান কৰিলে এইটো বৰ নদী। এতিয়া নো আমি পাৰ হওঁ কি উপায়েৰে; ইয়াত দেখোঁ নাও-ভেল একোই নাই।

এই ৰকমে চিন্তা কৰি শেষত এটাই কেইজনে সাঁতুৰি যাবৰেই মন কৰিলে। কাপোৰ-কানি-কাচি লৈ সেই চপৰাদলিত পেট চুচৰিযাই চুচৰিয়াই সাপ যোৱা দিব ধৰিলে। বহুত কষ্ট কৰি কোনো মতে সেই খিনি পাৰ হল। কাৰো পেটৰ চাল ফাটিল, কাৰো আঠুৰ চাল ফাটিল, কাৰো হাত ভৰিব বিষ উঠিল। তথাপি সেই কল্পিত নদীটো কোনোমতে পাৰ হব পাৰি সিহঁতে বৰ ৰং পালে।

পিছত এজনৰ মনত খেলালে যে, আমি যে এই নদীখান পাৰ হলোঁ, কি জানি আমাৰ ভিতৰৰ কোনোবা ডুবি মৰিল। এতেকে এবাৰ এণি চোৱা যাওক।

এই বুলি প্রথমতে এজনে এক দুই কৰি গণি দেখিলে যে ছয় জন হে হয়; কাৰণ সি নিজক নগণে। এইদৰে ছয়োজনে গণি দেখিলে যে আচলতে এজন নাই।

তেতিয়া আটাই কেইজনে সেই হেৰোৱা জনৰ নিমিত্তে হাও-বাও কৰি কান্দিব ধৰিলে।

সিহঁতে এই ৰকমে কান্দি থাকোঁতে সেই বাটেৰে এজন বামুণ নিমন্ত্রণলৈ যাবলৈ আহিছিল। ব্রাহ্মণে সিহঁতে কিয় কান্দিছে বুলি সোধাত, সিহঁতে সাত ভায়েকৰ ভিতৰত এজন এই নদীত ডুবি মৰা বুলি কলে।

বামুণে নদী কোনটো বুলি সোধাত সিহঁতে সেই চপৰা দলিৰ পথাৰখান দেখুৱাই দিলে।

তেতিয়া বামুণে মনে মনে গণি দেখিলে যে, তাত সাতজন মানুহ আছেই। তেতিয়া বামুণে সিহঁতক সুধিলে, "যদি মই তহঁতৰ হেৰোৱাজনক উলিয়াই দিওঁ তেনেহলে তহঁতে মোক কি দিবি?"

সিহঁতে কলে, "আমি সাতো ভাই আপোনাৰ ঘৰত বিনা দৰমাহাৰে সাত বছৰ বম।"

সিহঁতৰ কথা শুনি বামুণে এজন এজন কৰি—এই একজন, এই দুইজন, এই ৰকমে

সাতো জনক হাতত ধৰি ধৰি টানি আনি দেখুৱাই দিলে। যেতিয়া সাতোজন মানুহ মিলি গল, তেতিয়া সিহঁতৰ আনন্দৰ ঠাই নোহোৱা হল।

বামুণে সিহঁতক আঙুলিয়াই তেওঁৰ ঘৰ দেখুৱাই যি নিমন্ত্রণলৈ গল।

(২)

পাছ দিনা ৰাতি পুৱা বামুণে তেওঁৰ বন্ধা সাত জনক বাৰীটো পৰিষ্কাৰ কৰিবৰ কথা কৈ নিমন্ত্রণলৈ গল।

বন্ধা সাতজনে হাতত বৰ কুঠাৰ লৈ বামুণৰ বাৰীৰ তামোল, পাণ, নাৰিকল আদি মূল্যবান গছ বিলাক কাটিব ধৰিলে। সিহঁতৰ অত্যাচাৰ দেখি বামুণৰ মাকে হাক দিব যোৱাত, সিহঁতে তেওঁৰ মূৰলৈ বৰ কুঠাৰ ডাঙি উঠে আৰু কয়, 'হেৰ বুঢ়ি, তই খেং খেং নকৰিবি। আমি বামুণৰ চাকৰ, বামুণে যি কৈছে তাকে কৰিম।'

ভয়ত বুঢ়ী বামুণী মনতে বকাবকি কৰি বহি থাকিল।

সিহঁতে দিনটোৰ ভিতৰতে বামুণৰ লাখ টকীয়া তামোল পাণৰ বাৰী কাটি ধ্বংস কৰিলে।

সন্ধ্যা সময়ত বামুণ ঘৰলৈ আহি দেখিলে, তেওঁৰ বাৰীত এটা গছৰ পুলিও নাই। মাকে বামুণৰ আগত খং কৰিলে। তথাপি বামুণে সিবাৰৰ নিমিত্তে সিহঁতক ক্ষমা কৰিলে আৰু সকলো কামকে তেওঁ নিজে লগত থাকি কৰাব ধৰিলে।

(৩)

এদিন সিহঁতক লগত লৈ বামুণ ধান কাটিবলৈ গল। সাত খান ধানৰ ভাৰ বান্ধি বামুণে সিহঁতক ঘৰলৈ নিব দিলে। আৰু মাকে যতে থব দিয়ে তাতে থবলৈ কলে।

বামুণৰ কথা মতে সিহঁতে ধানৰ ভাৰ কান্ধত লৈ ঘৰলৈ গল আৰু "ধান কত থম" বুলি বুঢ়ীত শুধিলে।

বুঢ়ীৰ তেতিয়াও বাৰীৰ গাছ কাটা খং পালোৱা নাছিল। খং কৰি কলে, "কতো যদি থবৰ ঠাই নাপাৱ, মোৰ মূৰতে থ।"

বুঢ়ীয়ে কব হে পালে, আৰু কথা নাই, সাতো জনে সাতো ভাৰ ধান ধুম্ ধাম্ কৰি বুঢ়ীৰ মূৰত মাৰি দিলে।

আকৌ সিহঁতে পথাৰলৈ ফিৰি যোৱাত "ধান কত থলি" বুলি বামুণে সোধাত বুঢ়ীৰ মূৰত থৈছোঁ বুলি কলে।

সিহঁতৰ কথা শুনি বামুণে উকল-থাতু হৈ ঘৰলৈ ফিৰি আহি ধানৰ ডাঙৰি বোৰ আঁতৰাই দেখিলে বুঢ়ী চেপেটা হৈ মাৰি আছে।

বামুণে কান্দ কাটা কৰি বুঢ়ীক নদীৰ পাৰত পুৰি সিহঁতক বাহিৰে বাহিৰে শুচি যাবলৈ কলে।

সিহঁতে ঢাডি বান্ধি বুঢ়ীক ভাত তুলি লৈ গল। নদীৰ পাৰত ঢাডি নমাই দেখে যে বুঢ়ী তাত নাই।



এজোপা কটাহ বাঁহৰ জেওঁত লাগি বুঢ়ী ওলমি আছে

তেতিয়াই 'বুঢ়ী কলৈ গল' 'বুঢ়ী কলৈ গল' বুলি চাৰিও ফালে বিচাৰিব ধৰিলে।

ওচৰতে এজনী বুঢ়ী মাহ তুলি আছিল। ভাইক দেখা পাই সিহঁতে "হেৰ বুঢ়ী, তোক মৰ খঁকে ধৰিছে। আমি আনিলোঁ পুৰিব, তই বেটী পলাই যাই ধৰিলি মাহ খাব!"

এই বুলি সেই বুঢ়ীজনীক টানি আনি চিতাত তুলি জুই লগাই দিলে। বুঢ়ী জনীয়ে কিমান কান্দিলে, কত চিঞৰিলে, কিন্তু শুনে কোনে। বুঢ়ী উঠিব খুজিলে সিহঁত চাৰিও ফালৰ পৰা ধুম কোব লগাই দিয়ে।

প্ৰায় পোৰা শেষ হব লগীয়া হোৱাত সিহঁতে নো কি কৰিছে বুলি বামুণ এবাৰ চাবলৈ আহিল। বামুণক দেখিয়েই সিহঁতে মাকৰ উদ্ধতালিৰ কথা বৰ্ণনা কৰিলে। বামুণে বুজিলে যে কথা বিষম।

তেওঁ সেই বাটেৰে গৈ গৈ দেখা পালে এজোপা কটাহ বাঁহৰ জেওত লাগি বুঢ়ী ওলমি আছে। বামুণে তাৰ পৰা নি মাকক পুৰিলে।

( ৪ )

বামুণৰ পৰা বিদায় পাই সেই দিনাই সিহঁত তাৰ পৰা গুচি গল। বহুদুৰ গৈ নদীৰ পাৰত এখনি হাবিৰ মাজত এটা পহু দেখা পালে। সিহঁতে তাত আলোচনা কৰিলে যে, এই পহুটো মাৰি ইয়াতেই আমি খোৱা-লোৱা কৰোঁ। এই বুলি এজনক চাউল খুজিবলৈ, এজনক পাত কাটিবলৈ, এজনক খৰি লুৰিবলৈ, এজনক চৰু বিচাৰিবলৈ, এজনক ঠাই আঁতাবলৈ, এজনক পানী আনিবলৈ আৰু এজনক পহুটো মাৰিবলৈ পঠালে।

কিছু পৰৰ মূৰত এজন এজন কৰি ছয় জন আহি লগ লাগিল। কেৱল পহু মাৰিবলৈ যোৱা জন ফিৰি নাহিল।

আকৌ এজন পহু মাৰিবলৈ গল, সিও ফিৰি নাহিল। এই দৰে এটাই কেইজনেই গল। বাকী থাকিল কেৱল সৰু জন।

সিহঁতৰ ভিতৰত তাৰ অলপ বুদ্ধি আছিল। সি দূৰৰ পৰা চাই দেখিলে পহুটোৰ ওচৰত ভায়েকহঁতৰ কাপোৰবিলাক পৰি আছে। সি তেতিয়া সেই জনী ৰাক্ষসী বুলি ভাবি ভয়তে তাৰ পৰা প্ৰাণ টাকি দৌৰিব ধৰিলে।

তাক দৌৰি যোৱা দেখি পহুজনীয়ে এজনী সুন্দৰী তিৰোতাৰ ৰূপ ধৰি "মোকো নে, মোকো নে" বুলি তাৰ পাছে পাছে দৌৰিব ধৰিলে।

কিছু দূৰ দৌৰি গৈ সি দেখিলে এজোপা বট গছৰ তলত এজন ৰজাই সভা পাতি বহি আছে। সি বাজাৰ আগত সেই জনী ৰাক্ষসী আহিছে বুলি কৈ আকৌ তাৰ পৰা দৌৰি পলাই গল।

তিৰোতাজনী আহি ৰজাৰ আগত কান্দি কান্দি কব ধৰিলে, "মহাৰাজ! সি মোক কালি বিয়া কৰাই আজি এৰি থৈ পলাই গুচি গল।"

ৰজাই তাইৰ ৰূপ দেখি তেওঁৰেই মাদৈ কৰি ৰাখিব খুজিলে। তাইও ৰজাৰ কথাত

সম্মত হল আৰু তেতিয়াই ৰাজাই তাইক অন্তঃপুৰলৈ নিয়ালে। ৰাজাৰ আগৰ ছয়জনী মাইৈ আছিল, এই জনীৰে সৈতে সাত জনী হল।

(৫)

সৰু মাইৈক ৰাখিবৰ দিনাৰ পৰা ৰাজাৰ ৰাজ্যত বহুত উপদ্ৰব হব ধৰিলে। আজি ঘোৰাশালৰ ঘোৰা এটা, কালি হাতীশালৰ হাতী এটা, এই দৰে বহুত গৰু, হাতী, ঘোৰা দিনে দিনে নোহাৰা হব ধৰিলে। ইয়াৰ কাৰণ হলে কোনোএ একো বুজি নাপায়;

ইফালে সৰু ৰাণীৰ লগত ৰাজাৰ দিনে দিনে প্ৰীতি বাঢ়ি গৈছে। এদিন সৰু ৰাণীএ ৰাজাৰ আগত কলে, "মহাৰাজ। আপোনাৰ নগৰত ইমান উপদ্ৰৱ হৈছে কিয় জানিছে নে? আপনাৰ ৰাণী ছয় জনী আচলতে ৰাক্ষসী। ৰাতি হলে গৰু-ঘোৰা বিলাক সিহঁতে খায়। আপুনি বাৰু তেওঁলোকৰ শেতেলিৰ তলত তলবিলাক খান্দি খান্দি চাওকচোন।"

ৰাণীৰ কথামতে ৰাজাই পুৱাই উঠি ৰাণীসকলৰ বিছনাৰ তলবিলাক খান্দি তাত মৰা জন্তুবিলাকৰ হাৰবোৰ পালে।

তেতিয়াই সৰু ৰাণীৰ কথা মতে ৰাজাই ডাঙৰ ছয়ো ৰাণীক বনবাস দিলে।

ডাঙৰ ৰাণী সকলক বনবাস দিয়াতো ৰাজাৰ সেইবিলাক উপদ্ৰৱ নকমা দেখি সৰু ৰাণীএ ৰাণীসকলৰ চকুবিলাক কাঢ়ি আনিবলৈ কলে। তেওঁৰ কথা মতে ৰাজাই তেওঁলোকৰ চকু-বিলাক কঢ়াই অনালে।

তথাপি ৰাজ্যৰ উপদ্ৰৱৰ ওৰ নপৰিল। কাৰণ, আচলতে সৰু ৰাণীয়েহে ৰাতি হলে ৰাজাৰ টোপনি অহাত উঠি যাই সেই গৰু-ঘোৰা বিলাক খাই ফুৰে। ৰাজাই কোনো ৰকমে ৰাজ্যৰ অশান্তি দূৰ কৰিব নোৱাৰি আৰু একো কৰিবৰ উপায় নাপাই মনে মনে থাকিল।

(৬)

ৰাণীসকলক যেতিয়া বন-বাস দিয়ে, তেতিয়া তেওঁলোক ছয়োজনী গৰ্ভৱতী আছিল। একে অন্ধ, তাতে গৰ্ভাৱতী অৱস্থা; দিনে দিনে তেওঁলোকৰ দুৰৱস্থাৰ অন্ত নোহাৰা হল।

প্ৰথমতে ডাঙৰ ৰাণীৰ এটি পুত্ৰ সন্তান হোৱাত, পেটৰ পোৰনিত থাকিব নোৱাৰি সেই লৰাটোক ছয় ডোখৰ কৰি কাটি ছয়োজনীয়ে ভগাই ললে। তাকে খায়েই ভোক গুচালে।

এই দৰে পাঁচজনী ৰাণীৰ পুত্ৰ সন্তান প্ৰসৱ হল আৰু পাঁচোটি সন্তানকে কাটিলে।

শেষত সৰু জনীৰ এটি পুত্ৰ প্ৰসৱ হোৱাত আটাই কেউজনীএ খাওঁ বুলি থেদি আহিল।

সৰু ৰাণীএ কৈ উঠিল, "মোৰ লৰাক কাকো কাটিব বা খাব নিদিওঁ।

ডাঙৰ কেইজনী বোলে, "আমাৰ লৰাবিলাকক খালি কেনেকৈ?"

তেতিয়া সৰু ৰাণীএ তেওঁৰ ভাগলৈ যোৱা সেই ডোখৰবিলাক হাতত দি কলে, "মই তহঁতৰ লৰাৰ মঙহ খোৱা নাই; এই নে।"

(৭)

ক্ৰমে ক্ৰমে সৰু ৰাণীৰ লৰাটো ডাঙৰ হল আৰু যাকহঁতে জংঘলত হোৱাৰ কাৰণে,

তাৰ নাম থলে "জংঘলি বাচ্ছা"। জংঘলি বাচ্ছা অলপ ডাঙৰ হোৱাৰ পৰা মাকইঁতৰ বহুত দুখ দূৰ হল। সি এক অধ্যাপকৰ পঢ়াশালিত অলপ লিখা পঢ়া শিকিলে, আৰু বৰ বুদ্ধিমন্ত হৈ উঠিল।

সি কাৰো ওচৰত নিজৰ পৰিচয় দিয়া নাছিল, কিন্তু বহুত মানুহে তাক মৰম কৰিছিল আৰু টকা পয়চা দি সহায় কৰিছিল। সি নিতৌ একোবাৰ ৰাজাৰ সভালৈ যায় আৰু তাত সকলোবিলাক মানুহৰ লগত কথাবাৰ্তা হয়। সকলোএ তাক দয়া মৰমা কৰি দুই চাৰি টকা দিয়ে। এক দৰে দিন যায়।

ৰাজাৰ ৰাক্ষসী ৰাণীএ এই কথা জানিলে আৰু তাই মনে মনে ভাবিলে যে, এই জংঘলি বাচ্ছাৰ পৰা মোৰ কিবা ভবিষ্যৎ অমঙ্গল হব পাৰে।

এই ভাবি এদিন ৰাক্ষসী ৰাণীএ বিছানাৰ তলত বহুত শিকাৰ পাৰি লৈ তাৰ ওপৰত কাপোৰ পাৰি শুলে। বিছনাখানত বাগৰ দিলেই তলৰ শিকাৰবিলাক ভাঙি হৰ-হৰাই উঠে। ৰাণীয়ে চিঞৰি চিঞৰি কয়, "আই ঐ, বোপাই ঐ, মোৰ হাৰবিলাক ভাঙিল ঐ।"

ৰাণীৰ আথান্তৰ শুনি ৰাজা লৰি আহিল আৰু কিবা ৰোগ হৈছে বুলি বহুত বেজ আনিলে। বেজবিলাকে এনে হাডভাঙাৰোগৰ একো তত্ত্ব নাপালে।

তেতিয়া ৰাণীএ কলে, বোলে, "এই ৰোগ মোৰ মাইৰ ঘৰত থাকোঁতেও এবাৰ হৈছিল। পিছত বেল হেন তামোল আৰু আৰু কুলা হেন পাণ খাওঁতে হে ভাল হৈছে। এতিয়াও যদি সেই ঔষধ কোনোবাই আনিব পাৰে তেনেহলে মই তেতিয়াই ভাল হম।" ৰাণীৰ মাকৰ ঘৰ সমুদ্ৰৰ সিপাৰে। ত'লে কাৰো যাবৰ সাধ্য নাই। ৰাজাই বহুত বিচাৰি যাবৰ মানুহ নোলোৱাত ৰাণীএ কলে, "সেই জংঘলি বাচ্ছা নামে লৰাটো যে তোমাৰ সভালৈ আহে, সি যাব পাৰে।"

পিছ দিনা ৰাজাই জংঘলি বাচ্ছাক ওচৰলৈ মাতি আনি কলে, "তুমি সমুদ্ৰৰ সিপাৰৰ পৰা বেল হেন তামোল, কুলা হেন পাণ আনি দিব লাগে।"

জংঘলি বাচ্ছাই তেতিয়াই ভাবিলে যে তাৰ কালেও যি হবলগীয়া হল। তথাপি সি ৰাজাৰ আগত বাৰু বুলি কৈ কেইদিনমানৰ নিমিত্তে মাকইঁতৰ ওচৰত বিদায় লৈ ওলাই গল।

(৮)

বহু-দিনৰ বাট অতিক্ৰম কৰি জংঘলি বাচ্ছাই সমুদ্ৰৰ পাৰত এজন সন্ন্যাসীৰ লগ পালে। সন্ন্যাসীক দেখা পাই তেওঁ গৈ তেওঁৰ ভৰিত দীঘল দি পৰিল আৰু কেনেকৈ বেল হেন তামোল কুলা হেন পাণ আনিব পাৰে তাৰ উপায় সুধিলে।

সন্ন্যাসীএ বহুত চিন্তা কৰি কলে, "এই বস্তু আনিবৰ নিমিত্তে তোক যিয়ে পাঁচিছে সি তোক মাৰিবৰ ইচ্ছাৰেহে পঠাইছে। সমুদ্ৰৰ সিপাৰে ৰাক্ষসৰ দেশ। যি জনী এতিয়া তোৰ বাপেৰৰ ৰাণী হৈ আছে গৈ সেই জনী বুঢ়ী ৰাক্ষসীৰ জীয়েক। বুঢ়া ৰাক্ষসীয়েই ৰাক্ষসৰ ৰাণী। বাৰু তোক এটা মই সজ উপায় দিওঁ। তই এই খৰম জোৰ ভৰিত পিন্ধি সমুদ্ৰ পাৰ হব পাৰিবি। সমুদ্ৰৰ সিপাৰ হলেই ৰাক্ষসবিলাকে তোক খাওঁ খাওঁ কৰি খেদি আহিব। তই

কবি বোলে মই বুঢ়ী ৰাক্ষসীৰ নাতি। মাই মোক আবুৰ ওচৰলৈ পঠাইছে। তেতিয়া সিহঁতে তোক একোকে নকৰে। বুঢ়ীৰ ওচৰতো তই তাকেই কবি। পাছত বুঢ়ীএ পৰীক্ষা কৰিবৰ কাৰণে তোক লোহাৰ কৰাই কিছুমান খাব দিব। তই সেই কেইটা মনে মনে পেলাই দি এই কৰাই কেইটা মুৰ্ মুৰ্ কৰি চোবাই খাবি।"

এই বুলি সন্ন্যাসীএ তেওঁক খৰম এজোৰ আৰু কৰাই কেইটামান দিলে।

সন্ন্যাসীৰ উপদেশ মতে খৰম যোৰ পিন্ধি জংঘলি-বাচ্ছা সমুদ্ৰৰ সিপাৰলৈ গল। তাত উপস্থিত হোৱা মাত্ৰকে চাৰিওফালৰ পৰা ৰাক্ষসবিলাকে খাওঁ খাওঁ মূৰ্তি ধৰি খেদি আহিল। সিহঁতক বাধা দি জংঘলি বাচ্ছাই কলে, "হেৰ, তহঁতে মোক খাবি কেনেকৈ। মই বুঢ়ী ৰাক্ষসীৰ নাতিয়েক।"

সমুদ্ৰৰ সিপাৰত বুঢ়ী ৰাক্ষসীৰ এজনী জীয়েকে যে কোনো ৰাজাৰ ৰাণী হৈ আছিল, এই কথা সকলো ৰাক্ষসে জানিছিল। এতেকে সিহঁতে তাক আদৰ কৰি বুঢ়ীৰ ওচৰলৈ নিলে।

বুঢ়ীএ নাতিয়েকক আদৰ সাদৰ কৰি বহুৱাই সন্ন্যাসীএ কোৱাৰ দৰে লোহাৰ কৰাই কেইটামান খাবলৈ দিলে। জংঘলি-বাচ্ছাই সন্ন্যাসীৰ উপদেশ মতে সেইকেইটা পেলাই দি তেওঁ দিয়া কৰাই কেইটা মুৰ্ মুৰ্ কৰি চোবাই খালে।

ৰাক্ষসীএ ভাবিলে যে আচলতে এইজন তাইৰ নাতি হয়। 'বাপা! তই কিয আহিলি?' বুলি সোধাত সি কলে, 'আবু, মাই বেল হেন তমোল আৰু কুলা হেন পাণ নিবলৈ মোক পঠালে।'

সেই কথা শুনি তাক বুঢ়ীএ বেল হেন তামোল আৰু কুলা হেন পাণ দি পঠালে।

তামোল-পাণ লৈ সি আকৌ সন্ন্যাসীৰ ওচৰলৈ গল। আৰু তেওঁক খৰম জোৰ দি তামোল-পাণ লৈ ঘৰলৈ গল।

জংঘলি-বাচ্ছাই ৰাজাৰ হাতত নি বেল হেন তামোল আৰু কুলা হেন পাণ দিলে।

সকলো মানুহে জংঘলি-বাচ্ছাৰ ক্ষমতা দেখি আচৰিত মানিলে।

তামোল পাণ নি হাতত দিয়াত ৰাণী তেতিয়াই ভাল হোৱাৰ ভাও জুৰিলে, কিন্তু মনে মনে জংঘলি বাচ্ছাৰ ক্ষমতা দেখি আচৰিত হল।

( ৯ )

এইবাৰ ৰাণীয়ে মূৰৰ বিষ হোৱা ভাও জুৰি ৰাজাৰ আগত কলে বোলে, "সমুদ্ৰৰ সিপাৰে দিনে-গজা-দিনে-পকা ধান আছে। সেই ধানৰ সীহ এটা পালে মই ভাল হম।"

সিবাৰো ৰাজাই জংঘলি বাচ্ছাক পঠালে। জংঘলি-বাচ্ছাই সন্ন্যাসীৰ ওচৰলৈ গৈ তেওঁৰ খৰম জোৰ পিন্ধি সমুদ্ৰ পাৰ হল আৰু বুঢ়ী ৰাক্ষসীত খুজি দিনে-পকা ধানৰ সীহ এটা আনি ৰাজাক দিলে। ইবাৰো ৰাণীএ আচৰিত মানিলে।

আৰু কেইদিনমানৰ মূৰত তেওঁ পেটৰ বিষ হোৱাৰ ভাও জুৰি ৰাজাৰ আগত কলে বোলে, "সমুদ্ৰৰ সিপাৰে এটা মিঠা পুখুৰী আছে। সেই মিঠা পুখুৰীৰ পানী খালে মই ভাল হওঁ।"

পুনৰায় ৰাজাই জংঘলি-বাচ্ছাক পাচিলে।

ইবাৰো জংঘলি-বাচ্ছাই যাই সন্ন্যাসীৰ আগত এই কথা কোৱাত তেওঁ কলে, "এই বাৰেই ৰাক্ষসী শেষ উপায় কৰিছে। ৰাক্ষসবিলাকে মিঠা পুখুৰীৰ পানী যোনে খোজে, মহামিত্ৰ হলেও তাক খাই পেলায়। সদায় ৰাক্ষসবিলাকে অস্ত্ৰ শস্ত্ৰ লৈ মিঠা পুখুৰীৰ পানী ৰক্ষা কৰি থাকে। তথাপি মই এটা উপায় কৰোঁ।"

এই বুলি সন্ন্যাসীএ মন্ত্ৰৰ দ্বাৰা তাক এটা ভাটো চৰাই কৰি গলত এটা সৰু চুঙা আৰি দি কলে, "তই ৰাক্ষসবিলাকে ইফালে সিফালে যাওঁতেই ওপৰৰপৰা তপ কৰি পানীত পৰি আকৌ উৰি ইয়ালৈ আহিবি।"

তেওঁৰ কথা মতে জংঘলি-বাচ্ছাই উৰা মাৰি গৈ মিঠা পুখুৰীত ডুব দি আকৌ ফিৰি আহিল।

সন্ন্যাসী আকৌ তাক মানুহ কৰিলে।

সেই চুঙাত ভৰি অহা পানী টোপা লৈ সি ৰাজাৰ ওচৰলৈ গল আৰু তেওঁৰ হাতত দিলে। ৰাজাই নি ৰাণীৰ হাতত দিলত, তেওঁ বৰ আচৰিত হৈ মনে মনে সংশয় গণিব ধৰিলে।

(১০)

এইবাৰ সন্ন্যাসীৰ আদেশ মতে আকৌ এবাৰ জংঘলি-বাচ্ছা ৰাক্ষসীৰ ওচৰলৈ গল। ৰাক্ষসীএ সুধিলে "বাছা, আকৌ দেখো আহিলি।"

জংঘলি বাচ্ছাই কলে, "আবু! তোৰ খবৰ লবই আহিলোঁ।"

ৰাক্ষসীএ আদৰ সাদৰ কৰি তাক ৰাখিলে। দিনৰ দিনটো ৰাক্ষসীএ মানুহ-গৰু চিকাৰ কৰিবলৈ ওলাই যায় আৰু ৰাতি হলে ঘৰলৈ ফিৰি আহে। জংঘলি বাচ্ছাই ৰাক্ষসী নোহোৱাত তাইৰ ঘৰৰ সকলো বস্তুকেই পাট্‌পিট কৰি চাই ললে।

ৰাক্ষসীৰ ঘৰত বহুত লাউ আৰি থোৱা দেখি জংঘলি বাচ্ছাই সুধিলে, "আবু, এই লাউবোৰ নো ইযাত আৰি থৈছ কিয় ঐ?"

ৰাক্ষসীএ কলে, "হা বাপা, এইবিলাক তই নালাগিবি। এটা পানী লাউ, এটা ভোক লাউ, এটা পিয়াহ লাউ, এটা জোক লাউ, আৰু এটা জাউ লাউ। পানী লাউটো ভাঙি দিলেই মই যতে থাকোঁ ততেই মোক পানীএ বেঢ়ি ধৰিব। ভোক লাউ আৰু পিয়াহ লাউ দুটা ভাঙি দিলে মোক ভোকে পিয়াহে আগুৰি ধৰিব। জোক লাউটো ভাঙি দিলে মোক জোকে আগুৰি ধৰিব। এই জীউ লাউটো ভাঙি দিলে মোৰ জীৱ ওলাই যাব।"

পাছত তাতে এটা শালিকা চৰাই দেখি সুধিলে, "আবু, এইটো নো কি ঐ?"

বুঢ়ীএ কলে, "বাপা, এইটোৱে তোৰ মাযেৰ জীৱ। এই শালিকাটোৰ যি অঙ্গত যি হয় তোৰ মাৰৰ সেই অঙ্গত সেই আঘাত লাগিব। ইয়াক কোনোএ মাৰিলেই তোৰ মাৰে মৰিব।"

তাতে কেইটা মান চকু আৰু সৰু সৰু মানুহৰ মঙহ আৰি থোৱা দেখি সুধিলে, "আবু! এই বোৰ নো আকৌ কি ঐ?"

বুঢ়ীএ কলে, "বাছা! এই বাৰটৰ্ব তোৰ সতীয়া মাৰে হঁতৰ চকু। এই ছয়টা তোৰ সতীয়া ভায়েৰে। মই মায়া ধৰি তোৰ সতীয়া মাৰেহঁতৰ মনত স্নুমাই লৰাকেইটা খাইছোঁ; আৰু সিহঁতৰ জিভা কেইখান ইয়াত থৈছোঁ।"

জংঘলি-বাচ্ছাহ সুধিলে, "আবু! এইবিলাক আকৌ ভাল কৰিব পাৰি নে?"

"বাছা; এতিয়াই পাৰি। অলপ পৰ গাখীৰত ভিজাই ৰাখি এই চকুবিলাক সিহঁতৰ চকুত লগাই দিলেই ভাল হব আৰু এই লৰা কেইটা জীয়াই উঠিব।"

এই বিলাক খবৰ লৈ জংঘলি বাচ্ছা মনে মনে থাকিল।

এদিন পুৱাই উঠি ৰাক্ষসী বহুত দূৰলৈ যাওঁ বুলি চিকাৰ কৰিবলৈ ওলাই গল। ৰাক্ষসী গৈ বহুতদূৰ পোৱা অনুমান কৰি জংঘলি বাচ্ছাই সকলো বিধ বস্তুকেই টোপোলা বান্ধি লৈ আৰু লাউ কেইটা হাতত লৈ ঘৰৰ পৰা ওলাল।

( ১১ )

প্ৰথমতে ভোক লাউটো ভ ঙি দিলত ৰাক্ষসী যত আছিল তাতেই ভোকত অস্থিৰ হৈ উঠিল আৰু কিবা বিপদ হল যেন ভাবি ঘৰ মুখে দৌৰিব ধৰিলে। পাছত পিয়াহ লাউটো মাৰি দিলত, ৰাক্ষসীৰ পিয়াহত তত নোহোৱা হল। পাছত যেতিয়া পানী লাউটো ভাঙি দিলে, তেতিয়া ৰাক্ষসীক চাৰিও ফালৰপৰা পানীএ আগুৰি ধৰিলে আৰু তেতিয়াই তাই বুজি পালে যে এই লৰাই তাইৰ সৰ্বনাশৰ মূল।

ৰাক্ষসী তাক খাওঁ খাওঁ মূৰ্ত্তি ধৰি খেদি আহিল। তেতিযা তেওঁ জোক লাউটো ভাঙি দিলে। তৎক্ষণাৎ চাৰিওফালৰ পৰা বুঢ়ী ৰাক্ষসীৰ কাণে মুখে লুবালুবি হৈ জোক সোমাব ধৰিলে। ৰাক্ষসী কঁপি ডৰি একেবাৰে আহি ওচৰ পোৱাত তেওঁ জীউ লাউটো ভাঙি দিলে। তেতিয়াই ৰাক্ষসী তাতে মৰি পৰ্বত আকাৰ হৈ পৰি গল।

ততালিকে জংঘলি-বাচ্ছাই ঘৰমজোৰ ভৰিত পিন্ধি সন্ন্যাসীৰ ওচৰত উপস্থিত হল সন্ন্যাসীৰ আগত সকলো বিবৰণ ভাঙি কোৱাত তেওঁ তেওঁক বহুত আশীৰ্বাদ কৰি বিদায় দিলে।

( ১২ )

জংঘলি বাচ্ছাই ঘৰলৈ গৈয়েই প্ৰথমতে মাকহঁতৰ চকু ভাল কৰিলে আৰু ভায়েকে কেই-জনক জীয়াই তুলিলে। মাবহঁতে তেওঁক নথৈ আশীৰ্বাদ দিলে আৰু ভাযেকহঁতে চিনাচিনি হৈ পৰস্পৰে বৰ আনন্দিত হল।

পিছত এদিন তেওঁ সেই শালিকাটো হাতত লৈ ৰাজসভা লৈ গল।

বহুতে শালিকাটোৰ দাম সুধিলত এক লক্ষ বুলি কালে। দাম শুনি সকলোৱে উপহাস কৰিলে।

পাছত কেনেবাকৈ এই খবৰ ৰাণীৰ কাণত পৰিল। তেওঁ তেতিয়াই ৰাজাৰ আগত কলে বোলে, একালাখ টকা দিও শালিকাটো কিনিব লাগে।

ৰাণীএ শালিকাৰ দাম আৰু জংঘলি বাচ্ছাৰ নাম শুনিয়েই মনে মনে প্ৰমাদ গণিছিল। ৰাজাই সন্মত হৈ দাম সোধাত সেও দুই লাখ বুলি কলে।

ৰাণীৰ অনুৰোধত ৰজাই দুই লাথকে দিবলৈ খোজোঁতে। "মহাৰাজ তামাচা চাওক" বুলি কৈ শালিকাটোৰ পাখী দুখন ভাঙি দিলে! ততালিকে ৰাণীৰ হাত দুখন ভাঙিল আৰু বিষত ততনাপাই 'শালিকাটো দে', 'শালিকাটো দে' বুলি সভাৰ মাজলৈ লৰি আহিল।

তেতিয়া জংঘলি-বাচ্ছাই ঠেং দুখান ভাঙি দিলত, ৰাণী মাটীত পৰি বাগৰিব ধৰিলে। সভাৰ সকলো মানুহ আৰু ৰজাই কাণ্ড দেখি আচৰিত মানিলে।

তেতিয়া জংঘলি-বাচ্ছাই "মহাৰাজ, চাব" বুলি কই গলটো মোচাৰি মোচাৰি শালিকাটো মাৰি পেলালে। ৰাণীৰো গলটোৱে কৰি পাক মান খালে আৰু শেষত বিকট শব্দ কৰি বিকট মূৰ্তি ধৰি পৰ্বত আকাৰ হৈ ৰাক্ষসী সভাৰ মাজতে পৰি গল।

সভাত থকা সকলোৱে ভয়ত তত নোহোৱা হল।

তেতিয়া জংঘলি-বাচ্ছাই সমুদায় ঘটনা ভাঙি কলে। কেৱল তাৰ নিজৰ পৰিচয় দিয়া নাছিল।

ৰজাই তেতিয়াই জংঘলৰপৰা দোলা পঠিয়াই ৰাণী কেইজনীক তালৈ আনিলে। জংঘলি-বাচ্ছাই এজন এজন কৰি ৰজাক সেই লৰা কেইটা চিনাই দিলে। পাঁচটা লৰাৰ পৰিচয় পাই ৰজাই সৰু জনীৰ সন্তানটো কি হল বুলি সোধাত, জংঘলি-বাচ্ছাই ৰজাৰ ভৰিত পৰি সেৱা কৰি কলে, "মহাৰাজ মঁয়েই তেওঁৰ পুত্ৰ।"

তেতিয়া ৰজাৰ আৰু সভাসদ সকলৰ আনন্দৰ ঠাই নোহোৱা হল। ৰজাই ততালিকে জংঘলি-বাচ্ছাক যুৱৰাজ পাতিলে।

# গোলেৰকালি ফুলৰ কথা

(১)

প্ৰতাপ মল্ল নামে এজন ৰাজা আছিল। তেওঁৰ ছয় জনী যাদেৰ ছয়টি পুত্ৰ সন্তান আছিল, কিন্তু বুঢ়া কালত বিয়া কৰোৱা মাদৈ জনীৰ সতি-সন্তান একো নাছিল। এই কথাৰ পৰা সৰু ৰাণীয়ে মনত সদায় দুখ কৰি থাকে আৰু ৰাজাৰ মনতো সুখ শান্তি নাই।

বহুদিনৰ মূৰত এদিন এজন দৈবজ্ঞক মতাই আনি ৰাজাই তেওঁৰ সৰু ৰাণীৰ সন্তান হব নে নহব গণি চাব কলে। দৈবজ্ঞে গণি-পিতি চাই কলে, “মহাৰাজ! আপোনাৰ সৰু মাদৈৰ বছৰ দিনৰ ভিতৰতে এটি পুত্ৰ সন্তান হব। কিন্তু এটা কথা, আপুনি যদি যোল বছৰৰ ভিতৰত সেই লৰাটোৰ মুখ দেখে তেনেহলে ততালিকে আপোনাৰ চকু কাণা হব.”

দৈবজ্ঞৰ কথা শুনি ৰাজা আনন্দিত হল আৰু কলে, “মই এক মাইলমান দূৰত এটা হাউলি কৰি তাতে ৰাণীক থাকিব দিম। যোল বছৰ পৰ্যন্ত মই তালৈ নাযাওঁ আৰু লৰাকো আহিব নিদিওঁ.” এই কথা কৈ তেওঁ বহুত দান দক্ষিণা কৰি দৈবজ্ঞক বিদায় দিলে।

কেইমাহ মানৰ পাচত ৰাণীৰ গৰ্ভ লক্ষণ প্ৰকাশ হল। ৰাণীৰ গৰ্ভ আঠ মাহ হওঁতেই এক মাইল মান দূৰত এটা হাউলি কৰি তেওঁক তাতে থাকিবলৈ দিলে। যথাসময়ত ৰাণীৰ এটি পুত্ৰ সন্তান জন্মিল।

সন্তানৰ সংবাদ শুনি ৰাজাই ব্ৰাহ্মণ আৰু দুখীয়া দৰিদ্ৰক বহুত ধন সোণ দান কৰিলে৷ মণকে গণনা কৰি লৰাটিৰ নাম থলে “তেজালমল্ল”।

ৰজাই তেওঁক পঢ়াবলৈ এজন শিক্ষক নিযুক্ত কৰি দিলে। পণ্ডিতৰ মুখে আৰু আন আন মানুহৰ মুখে তেজালমল্লৰ ৰূপ গুণ আৰু বিদ্যা বুদ্ধিৰ কথা শুনি ৰাজা বৰ আনন্দিত হল। লেখা পঢ়া শিকোৱাৰ লগে লগে কুমাৰক মৃগয়া আৰু ধনুৰ্বিদ্যাও শিক্ষা দিয়ালে।

(২)

কুমাৰ সৰু কালৰে পৰা মৃগয়া প্ৰিয় হৈ উঠিল। তেওঁ পুৱাই মানুহত সোধে যে আজি ৰাজা মৃগয়া কৰিবলৈ কোন ফালে যাব। পিছত ৰাজা পূব ফালে যাব বুলি শুনিলে, তেওঁ পশ্চিম ফাললৈ যায়; আৰু ৰাজা পশ্চিম ফালে যাব বুলি শুনিলে; তেওঁ পূব ফালে যায়। এই ৰকমে ১৫ বছৰ ৯ মাহ হৈ গল; আৰু তিনি মাহ হৈ গলে ৰাজাই কুমাৰক চব পাৰিব।

এনেতে এদিন ৰাজা পূব ফালে যোৱা শুনি কুমাৰ হাতীত উঠি পশ্চিম ফাললৈ মৃগয়া কৰিবলৈ গল। ৰাজাই সেই দিনা বহুত অৰণ্য ঘূৰিও এটি পক্ষও নাপালে। কেৱল পশ্চিম ফাললৈ জন্তুৰ শব্দ শুনে। জন্তুৰ শব্দ অনুসৰি তেওঁ সেই ফালে যাবলৈ ধৰিলে। বহুদূৰ গৈ অকস্মাৎ কিবা এটা জ্যোতি আহি তেওঁৰ চকুত চাটু মাৰি ধৰিলে। আৰু ততালিকে তেওঁ অন্ধ হৈ পৰিল।

কাৰণ অনুসন্ধান কৰি জানিলে, সেইটো কুমাৰ তেজালমল্ল। তেতিয়াই তেওঁ পুতেকক ওচৰলৈ মাতি আনি কোলাত তুলি ললে।

ৰাণীকো সেই দিনৰ পৰা নতুন হাউলি ভাঙি ঘৰলৈ আনিলে। সকলো মানুহে ৰাজাৰ নিমিত্তে দুখ কৰি মন মাৰি থাকিল।

(৩)

এদিন ৰাজাই আকৌ সেই দৈবজ্ঞজনক মতাই আনি সুধিলে, "দৈবজ্ঞ দেউ! পূৰ্বে তোমাৰ কথামতে মই সন্তান লাভ কৰিলোঁ, আৰু তোমাৰ কথা মতে অন্ধও হলোঁ। এতিয়া চোৰাচোন মোৰ চকু ভাল হবৰ কিবা উপায় আছে নে কি?"

দৈবজ্ঞই বহুত গণি চাই কলে, "মহাৰাজ। উপায় আছে কিন্তু বৰ দুষ্কৰ। ৰাক্ষসৰ দেশত গোলেবকালি নামে এবিধ ফুল আছে। আপুনি যদি তাৰে এটা ফুল শুঙিব পাৰে তেনেহলে তেতিয়াই আপোনাৰ চকু ভাল হৈ যাব।"

গণকৰ কথা শুনি ৰাজা নিৰাশ হল। তথাপি তেওঁ এই কথা বন্ধু-বান্ধৱ সকলোৰে আগত কলে।

এই কথা শুনি ৰাজাৰ ডাঙৰ লৰা ছয় জন তেতিয়াই ফুল বিচাৰি যাবলৈ ওলাল। ছয় খান নাও আৰু লগত বহুত দাস-দাসী মাল বস্তু লৈ তেওঁলোকে যাত্ৰা কৰিলে।

(৪)

বহুত দিনৰ মূৰতো তেওঁলোকক ফিৰি নাহা দেখি ৰাজা বৰ চিন্তিত হল। ৰাণী-সকলেও মনত বেজাৰ কৰিব ধৰিলে।

এই কথা জানিব পাৰি তেজালমল্লই মনে মনে চিন্তা কৰিলে, "মোৰ নিমিত্তেই ৰাজা অন্ধ হল আৰু দাদাকেইজনো হৰাল মোৰ এনে জীৱনত ফল কি?"

এই বুলি তেওঁ ৰাজাৰ ওচৰলৈ গৈ জনালে—"পিতা। মই আপোনাৰ কল্যাণৰ নিমিত্তে গোলেবকালি ফুল বিচাৰি যাব খোজোঁ।"

ৰাজাই কলে, "বাছা! তই এতিয়াও বালক আৰু মোৰ সবাতোকৈ মৰমলীয়া পো। তোক মই এনে কামলৈ পঠাব নোৱাৰোঁ।"

ৰাজাৰ কথা শুনি কুমাৰে বৰ অথটি ধৰিলে। শেষত কলে, "যদি আপুনি যাব নিদিয়ে তেনেহলে মই পলাই যাম।"

কুমাৰৰ প্ৰতিজ্ঞা শুনি ৰাজাই তেওঁক যাবলৈ আদেশ দিলে। আৰু কলে "তোৰ ইচ্ছামতে যত যি বস্তু লাগে লগত লৈ যা।"

কুমাৰে গোটাদিয়েক সোণৰ মোহৰ আৰু তৰোৱাল এখান হাতত লৈ অকলে ওলাই গল।

(৫)

বহুদিনৰ বাট অতিক্ৰম কৰি কুমাৰে আন এখান ৰাজ্যত উপস্থিত হল গৈ। মানুহত

সুধি তেওঁ জানিলে সেইখান আয়াৰা কন্যাৰ দেশ। তেওঁ মানুহত সুধিলে বোলে "আয়াৰা কন্যাৰ স্বামী নাই নে?"

তেতিয়া মানুহবিলাকে কলে, "এতিয়াও হোৱা নাই; আৰু কেতিয়াবা যে হব তাৰো আশা নাই।"

কুমাৰে কিয় বুলি সুধিলত সিহঁতে কলে, "আমাৰ কন্যাই প্ৰতিজ্ঞা কৰিছে, যি ৰাজকোঁৱৰে তেওঁক পাশা-খেলাত হৰুৱাব পাৰিব তেওঁকেই মালা দিব। কিন্তু যি কোঁৱাৰ খেলত হাৰে, তেওঁ কন্যাৰ দাস হব। আজি সাত বছৰৰ পৰা অনেক ৰাজকুমাৰ আহি তেওঁৰ লগত পাশা খেলাত হাৰি হাৰি দাস হৈ আছে।"

এই সম্বাদ শুনি ৰাজ কুমাৰৰ মনত সংশয় উপস্থিত হল। তেওঁ মনে মনে আলোচনা কৰিলে "নিশ্চয় ইমানবিলাক ৰাজকুমাৰ যেতিয়া তেওঁৰ লগত পাশা খেলাত হাৰিছে, ইয়াৰ ভিতৰত কিবা গুপ্ত ৰহস্য আছে। সকলো ৰাজপুত্ৰই পাশা খেলাত বৰ পাৰ্গত, তেওঁলোকৰ ভিতৰত এজনেও নো এই ছোৱালীজনীক হৰুৱাব নোৱাৰিলে নে?"

এইবিলাক ভাঁবি চিন্তি তেওঁ মালিনী বুঢ়ীৰ ঘৰলৈ গল। মালিনী বুঢ়ী তেওঁক দেখিয়েই সুধিলে "বাছা, কৰ পৰা আহিছ, তই? কি লাগে তোক?"

কুমাৰে কলে, "আবু! মই বহুত দূৰৰ পৰা আহিছোঁ। মোৰ ঘৰত কোনো নাই। আবু, মই তোৰ ঘৰতে থাকিব খোজোঁ।"

বুঢ়ীএ আনন্দিত হৈ কলে, "বাছা, মোৰ লৰা নাই, ছোৱালী নাই; তই যদি থাকিব খোজ থাক তেনেহলে।"

( ৬ )

সেই দিনৰ পৰা তেওঁ মালিনী বুঢ়ীৰ ঘৰত থাকিল। কুমাৰৰ লগত বহুত সোণ আৰু মণি মুক্তা আছিল। তেওঁ বুঢ়ীক কেইটামান সোণৰ মোহৰ দিয়াত বুঢ়ী বৰ খুচি হল।

বুঢ়ী নিতৌ পুৱাই উঠি ৰাজকন্যাক মালা দিবলৈ যায়। এদিন কুমাৰে কলে, "আবু! আমাৰ ৰাজকন্যাই বোলে পাশা-খেলাত বহুত ৰাজকোঁৱৰক ঘটুৱাইছে। হয় নে কথাটো?"

বুঢ়ীএ উচাপ খাই কলে, "ই বাছা, কিমান বৰ বৰ ৰাজাৰ লৰা পাশা-খেলাত ঘাটি আজিলৈকে তেওঁৰ গোলাম হৈ আছে।"

কুমাৰে সুধিলে, "আবু! ৰাজকন্যাক কিয় কোনেও হৰুৱাব নোৱাৰে, ইয়াৰ কিবা ৰহস্য তই জান নে?"

বুঢ়ীএ কলে, "বাছা! মই একোকে নাজানো।"

কুমাৰে কলে, "আবু, তই আজি কন্যাক বিশ্বাসতে সুধি চাবিচোন।"

বুঢ়ী সেই কথাত মান্তি হল।

পিছ দিনা পুৱা বুঢ়া ৰজাৰ ঘৰৰ পৰা আহিলত ৰাজকুমাৰে সুধিলে, "আবু, আজি কন্যাত সুধিছিলি নে?"

মালিনীএ কলে, "বাছা, আজিহে গুপ্ত বহস্য জানিলোঁ।"

কুমাৰে উত্ৰাবল হৈ সুধিলে, "কি ৰহস্য আবু! ক চোন, ক।"

মালিনীএ কলে, "বাছা, ৰাজকন্যাই এটা ইন্দুৰ পুহিছে। তেওঁ যেতিয়া পাশা-খেলাত বহে, তেতিয়া তেওঁ আঙুলীৰে টিকিলি মাৰি দিলেই ইন্দুৰটো খাটৰ তলৰ পৰা আহি খেলাৰ সতৰঞ্চৰ তলত বহি থাকে। ৰাজকুমাৰবিলাকে পাশা মাৰোঁতে ভাল দানকে যি ধৰনৰে লাগি বেয়া কৰি দিয়ে আৰু কন্যাৰ চাল বেয়া হলেও যি ভাল কৰি দিয়ে। কন্যাৰ খেলাৰ সতৰঞ্চ খনিৰ তলে তলে এটা ফুটা আছে। ৰাজকুমাৰবিলাকে সেইটোৰ গম নাপায়।"

এই খবৰ পাই ৰাজকুমাৰৰ বৰ আনন্দ হল। সেই দিনাই তেওঁ এটা কেঁচুৱা মকৰীৰ পোৱালী বিচাৰি বিচাৰি কিনি আনিলে। দুই মাহমান সেই মেকুৰীৰ পোৱালীটোক খুৱাই ধুৱাই এনেকে শিক্ষা দিলে যে তেওঁ যেতিয়া যি কৰিবলৈ কয় সি তাকেই কৰে।

(৭)

এদিন সন্ধ্যা সময় মেকুৰীটো মোনাত ভৰাই লৈ ৰাজকুমাৰ আয়ায়া কন্যাৰ খেলাৰ ঘৰলৈ গল। তাত এটা বৰ ঘন্টা আৰি থোৱা হৈছিল। যেতিয়া কোনো ৰাজকুমাৰ পাশা খেলিবলৈ আহে, তেতিয়া তেওঁ নিজে সেই ঘন্টাটো বজাই দিব লাগে। তেতিয়াই কন্যাই জানে যে, কোনোবা ৰাজপুত্ৰ পাশা খেলিবলৈ আহিল।

তেজাল মনেৰে সেই ঘন্টাটো বজাই দিলে গৈ। বহু দিনৰ পৰা কোনো ৰাজপুত্ৰ ৰবো পৰা খেলিবলৈ আহা নাছিল। সিদিনা অকস্মাৎ ঘন্টাৰ শব্দ শুনি কন্যাৰ লগৰীয়া বিলাকে কোৱা কুই কৰিলে, "আকৌ এজন নতুন গোলাম কৰ পৰা আহিল।"

তেতিয়াই মানুহে আহি কুমাৰক বিধিমতে সোধ-পোছ কৰি বিশ্ৰাম কৰিবলৈ দিলে। ইফালে দাসী সকলে খেলাৰ ঠাইৰ বন্দোবস্ত কৰি দিলে। সময় মতে ৰাজকন্যা ওলাই আহি কুমাৰৰ লগত পাশা খেলিবলৈ বহিল।

কন্যাই কলে, "কুমাৰ! আপুনি মোৰ লগত তিনি বাজি মাত্ৰ পাশা খেলিব পাৰিব। তাৰ এক বাজিত জিকিলেই মই আপোনাক বৰ মালা দিম। যদি আপুনি প্ৰথম বাৰত হাৰে আৰু নেখেলায়, তেনেহলে আপোনাৰ সমস্ত সম্পত্তি মোক দি যাব লাগিব। সেইদৰে দ্বিতীয় বাৰত হাৰি আৰু নেখেলালে আপোনাৰ শৰীৰৰ অলঙ্কাৰবিলাক মোক দিব লাগিব। শেষত তৃতীয় বাৰত আপুনি হাৰিলে তেতিয়াই আপোনাৰ পিঠিত "আয়েৰা কন্যাৰ দাস" কথা থকা চাব এটা মাৰি দিয়া হব আৰু আপুনি চিৰকালৰ নিমিত্তে ইয়াত দাস হৈ থাকিব লাগিব। যদি এই বিলাকত মান্তি হয় তেনেহলে আপুনি মোৰ লগত খেলিব পাৰে।"

কুমাৰে তেতিয়াই তেওঁৰ কথাত মান্তি হল। প্ৰথম বাৰত আগৰ দৰে কন্যা জিকিল। তেতিয়া কন্যাই কলে, 'আপোনাৰ সমস্ত সম্পত্তি মোৰ হল।' কুমাৰে স্বীকাৰ কৰিলে।

সেইদৰে দ্বিতীয় বাৰত কন্যাৰ জয় হল।

কুমাৰে তৃতীয় বাৰ খেলাৰৰ মন কৰি জোলোঙাৰ পৰা মেকুৰীটো উলিয়াই পাশাৰ গুটি



ৰাজকন্যা ওলাই আহি কুমাৰৰ লগত পাশা খেলিবলৈ বহিল

মাৰিয়েই তাৰ মূৰত চাপৰ মাৰি দিলে আৰু তেতিয়াই মেকুৰীটোএ "মেও মেও" কৰিব ধৰিলে। কন্যাই কেবাবাৰো আঙুলীৰ টিক্‌লি মাৰিলে হয় কিন্তু মেকুৰীৰ ভয়ত আৰু ইন্দুৰ তাৰলৈ নাহিল। গতিকে কুমাৰৰ পাশা খেল ভাল হৈয়েই থাকিল। কুমাৰৰ লগত কন্যা পৰাস্ত হল।

এই কথা সকলোএ স্বীকাৰ কৰিলে। কন্যাই তেতিয়াই তেওঁৰ গলত বৰ মালা অৰ্পণ কৰিলে।

(৮)

কন্যাই পিছদিনা বিয়াৰ প্ৰস্তাৱ কৰাত কুমাৰে অস্বীকাৰ কৰি কলে, "কন্যা, সম্প্ৰতি মোৰ পিতৃৰ ঋণ নোসোজাকৈ তোমাক মই বিয়া কৰাব নোৱাৰোঁ। মোৰ নিমিত্তে পিতাৰ চকু অন্ধ হৈছে; এতিয়া তেওঁৰ চকু ভাল কৰিবৰ কাৰণে মই গোলেবকালি ফুল বিচাৰি আহিছোঁ। যদি কেতিয়াবা কৰবাত সেই ফুল পাওঁ তেনেহলে হে তোমাৰ লগত মোৰ বিবাহ হব।"

তেওঁৰ কথা শুনি আয়েৰা কন্যাই দীৰ্ঘ নিশ্বাস এৰি কলে, "প্ৰভু! আপোনাৰ সংকল্প বৰ দুৰুহ। গোলেবকালি ফুল মনুষ্যৰ দুষ্প্ৰাপ্য।"

কুমাৰে তেওঁৰ কথা শুনি আগ্ৰহ কৰি সুধিলে, "কন্যা! তেনেহলে তুমি সেই ফুলৰ অলপ অনুসন্ধান পোৱা নে কি?"

কন্যাই কলে, "প্ৰভু। ইয়াৰ পৰা দক্ষিণ ফালে দহ দিনৰ বাট গৈ হেৰম্ব নামে এজন ৰাক্ষসৰ বন পোৱা যায়। সেই হেৰম্ব ৰাক্ষসৰ বনৰ পৰা আৰু দহ দিনৰ বাটৰ মূৰত গোলেবকালি কন্যাৰ ৰাজধানী। তেওঁৰ ৰাজধানীত দেৱতা মনুষ্য কাৰো প্ৰৱেশ কৰিবৰ শক্তি নাই। হেৰম্ব ৰাক্ষসৰ ভনী হেৰম্বা নামে ৰাক্ষসী এজনী সেই ৰাজধানীৰ দ্বাৰ ৰক্ষা কৰে।"

কন্যাৰ পৰা এই খবৰ পাই কুমাৰৰ মনত যেনেকৈ ভয় লাগিল, তেনেকৈ ভালো লাগিল। আৰু পিছ দিনাই ফুল বিচাৰি যাত্ৰা কৰিবৰ সংকল্প কৰিলে।

ৰাতিপুৱা কুমাৰে কন্যাই বন্দী কৰি ৰখা সমুদায় ৰাজকুমাৰক খালাচ কৰি দিবলৈ হুকুম দিলে।

কিন্তু একে দিনতে যি ছয় জন ৰাজকুমাৰ বন্দী হৈছিল, তেওঁলোকক খালাচ কৰিব নিদিলে; কিন্তু বন্দীশালত নাৰাখি ৰাজাৰ লৰাৰ দৰে ৰাখিবৰ বন্দোবস্ত কৰি দিলে।

তেওঁৰ হুকুম মতে তেতিয়াই সকলো কামকে কৰা হল। ৰাজপুত্ৰবিলাকে খালাচ হৈ কুমাৰক অশেষ আশীৰ্বাদ কৰি তেওঁলোকৰ ধন সম্পত্তি লৈ লৈ গুছি গল। যি ছয় জনে খালাচ নাপালে তেওঁলোকেও ভাল ৰকমৰ ব্যৱহাৰ পাই বৰ সন্তুষ্ট হল। এই বিলাক কাৰ্য কৰি উঠি সেই দিনাই তেওঁ হেৰম্ব ৰাক্ষসৰ বনলৈ ওলাই গল।

(৯)

দহ দিনৰ বাট অতিক্ৰম কৰি তেজালমল্ল গৈ হেৰম্ব ৰাক্ষসৰ বনত প্ৰৱেশ কৰিলে।

সেই গভীৰ বনত জনপ্ৰাণীৰ কতো একো সাৰি-শব্দ নাই। কিছুদূৰ গৈ তেওঁ পৰ্বতৰ নিচিনা কিবা এটা বস্তু দেখা পালে।

ক্ৰমে ক্ৰমে ওচৰলৈ গৈ দেখিলে সেইখান পৰ্বত নহয়; এটা প্ৰকাণ্ড দৈত্য তাত বহি আছে। তাৰ নাকৰ নিশ্বাসতে গছবিলাক ভাঙি পৰিব খোজে। তাৰ আকৃতি দেখিলেই জীৱ উৰি যাব খোজে। একোটা দাঁত একোখান শলি-কোদালতকৈও ডাঙৰ। একোখান হাত একোডাল শাল গছৰ সমান।

তাক দেখিয়েই কুমাৰৰ জীৱ উৰাই গল। তেওঁ মনতে ভাবিলে কি জানি এই জনেই আমাৰা কন্যাই কোৱা হেৰম্ব ৰাক্ষস। শেষত মৰণত শৰণ দি হাত যোৰ কৰি তেওঁ গৈ ৰাক্ষসৰ ওচৰ চাপিল।

ৰাক্ষসে তেওঁক দেখি প্ৰথমতে হাত তলিত তুলি লৈ ভাল ৰকমে চাই সুধিলে, "তুমি কৰ পৰা আহিছা?"

কুমাৰে তেওঁৰ ওচৰত নিজৰ পৰিচয় দিলে। তেতিয়া ৰাক্ষসে তেওঁক ঘৰলৈ নিলে আৰু আন আন ৰাক্ষসবিলাকক মাতি আনি কলে, "এই মানুহৰ লৰাটোক মই পুহিছোঁ। তহঁতে ইয়াৰ একো অনিষ্ট নকৰিবি।"

ৰাক্ষসে কোনো ৰাজাৰ ৰাজ্যৰ সমুদায় প্ৰাণীকেই খাই পেলাই সেই ৰাজাৰ কন্যাটিক মৰমতে আনি নিজৰ ঘৰত ৰাখিছে। এতিয়া ৰাক্ষসে সেই কন্যাজনীৰ লগত লৰাটোৰ বিবাহ পাতি দুয়োকো পুহিবলৈ প্ৰস্তাৱ কৰিলে। তেওঁৰ কথাত সম্মত হৈ কুমাৰে কেইদিন মান অপেক্ষা কৰিবলৈ কলে। ইয়াৰ ভিতৰতে কুমাৰে ৰাক্ষসবিলাকৰ লগত কথাবাৰ্তা কৈ আৰু সিহঁতক বহুত মিঠাই-মণ্ডা আদি প্ৰস্তুত কৰি খুৱাই বৰ ৰং লগালে। সকলোবিলাক ৰাক্ষসে তেওঁক মৰম কৰিব ধৰিলে।

আন এদিন আকৌ ৰাক্ষসে বিয়াৰ প্ৰস্তাৱ কৰাত কুমাৰে কলে, "যদি আপুনি মোক গোলেবকালি ফুল দিব পাৰে, তেহে মই বিয়া কৰাম। নহলে মই কেতিয়াও বিয়া নহওঁ, লাগে আপুনি মোক কাটকে বা মাৰকে।"

কুমাৰৰ কথা শুনি ৰাক্ষসে কলে, "বাছা! এই দুৰ্লভ বস্তুৰ নিমিত্তে আখটি ধৰিলি। গোলেবকালি ফুল মানুহে পাব নোৱাৰে। তথাপি তোৰ নিমিত্তে মই কেতিয়াও যত্ন কৰিবলৈ হেলা নকৰোঁ।"

সেই দিনাই ৰাক্ষসে তেওঁৰ ভনী হেৰম্বালৈ সংবাদ দি পঠালে যে, "তেওঁ এজোৰা পোহনীয়া মানুহৰ বিয়া পাতিছে। বিয়াৰ দিনা বৰ কন্যাক উপহাৰ দিবৰ নিমিত্তে যেনে তেনে তেওঁক এটা গোলেবকালি ফুল দিহা কৰি দিব লাগে।"

এই সংবাদ পাই হেৰম্বাই মানুহৰ লৰাটোক মাতি পঠালে। হেৰম্বাই দুইজন মান ৰাক্ষস লগত দি তেওঁক ভনীয়েকৰ ওচৰলৈ পঠাই দিলে।

তেজালমল্লৰ ৰূপ দেখি ৰাক্ষসী বৰ তুষ্ট হল। তেওঁ গোলেবকালি ফুলৰ কথা কোৱাত ৰাক্ষসীএ কলে, "মই গোলেবকালি কন্যাৰ ৰাজৰাণীৰ দুৱাৰত হে আছোঁ। ভিতৰলৈ যাবৰ

মোৰ অধিকাৰ নাই। বাহিৰৰ পৰা তাত প্ৰৱেশ কৰিবলৈ উপায়ো নাই। চাৰিওফালে পৰ্বতৰ গড়, মাজত কন্যাৰ নগৰ মই যিমান দূৰ পাৰোঁ চেষ্টা কৰি চাম।"

সন্ধ্যা সময় ৰাক্ষসী এক পৰ্বত মান প্ৰস্তুত কৰি ইন্দুৰৰ পূজা পাতিলে। ৰাজ্যৰ ইন্দুৰ মানে আহি তাত গোট খালে। তেতিয়া ৰাক্ষসীয়ে ইন্দুৰৰ ৰজাক আগত মাত লগাই কলে, "ইন্দুৰৰ ৰজা! তোমালোকে আথৈ খোৱা, কিন্তু মোৰ এটা বৰ ডাঙৰ কাম কৰি দিব লাগিব।"

ইন্দুৰৰ ৰজাই কলে, "কি কাজ কৰিব লাগে কোৱা!"

ৰাক্ষসীএ কলে, "তোমালোকে মোৰ ইয়াৰ পৰা গোলেবকালি কন্যাৰ ঘৰৰ ভিতৰলৈ আজি ৰাতিৰ ভিতৰতে এটা সুৰঙ্গ কৰি দিয়া।"

তেওঁৰ আদেশমতে ইন্দুৰৰ ৰজাই সকলোখিলাক ইন্দুৰক লগত দি সেই ৰাতিৰ ভিতৰলৈ এটা সুৰঙ্গ কৰি দিলে।

সুৰঙ্গ তৈয়াৰ হোৱাত ৰাক্ষসীয়ে কুমাৰক কলে, "বাছা, এই সুৰঙ্গেৰে তই সোমাই গৈ থাক। এই সুৰঙ্গৰ মূৰতেই তই গোলেবকালি কন্যাৰ ৰাজ্য পাবি গৈ। তই দেখিবি কন্যা শয্যাত শুই আছে আৰু তেওঁৰ মুখৰ আগতে এটি ফুল ফুলি আছে। গৈয়েই তই ফুলটো তুলি লৈ তাৰ পৰা গুছি আহিবি।"

ৰাক্ষসীৰ কথামতে কুমাৰ সেই সুৰঙ্গেদি সোমাই গল। সুৰঙ্গৰ ওৰ পৰিলতেই তেওঁ ৰাক্ষসীএ কোৱা মতে ফুলৰ গছ আৰু গোলেবকালি কন্যাৰ শুই থকা দেখিলে। প্ৰথমতে তেওঁ ফুলটো তুলি মোনাত সুমাই থলে। পাছত কন্যাৰ ফালে এবাৰ চাই তেওঁৰ ৰূপ দেখি কুমাৰ মোহিত হল। বহুত সময় চাই পৰীক্ষা কৰি দেখিলে কন্যা তেতিয়া গভীৰ নিদ্ৰাত পৰিছে। কুমাৰে কন্যাৰ গলৰ হাৰ ধাৰি সোলোকাই আনি তেওঁৰ গলৰ হাৰ ধাৰি সোলোকাই আনি তেওঁৰ গলৰ হাৰ ধাৰি কন্যাৰ গলত পিন্ধাই দি তাৰ পৰা ওলাই গুছি আহিল।

হেৰম্বা ৰাক্ষসী কুমাৰৰ চতুৰালি দেখি আনন্দিত হল আৰু তেওঁৰ লগতে গৈ ককায়েকৰ সৈতে লগ লাগি কুমাৰৰ বিয়া পাতিলে। বিয়া কৰাই উঠি কুমাৰ কেইদিন মান তাত থাকিল।

পাছে কুমাৰে বিদায় খোজাত ৰাক্ষসে কলে, "বাছা! যা তইঁত যত্তে ইচ্ছা তত্তে সুখে থাক গৈ আৰু তইঁতক যেতিয়াই যি কামৰ নিমিত্তে দৰ্কাৰ হয় তেতিয়া এই আঙঠি আগত লৈ মোক স্মৰণ কৰিবি।"

এই বুলি ৰাক্ষসে আঙঠি এটা পিন্ধাই দি তেওঁলোকক বিদায় দিলে।

(১০)

আকৌ গৈ কুমাৰ আয়ৰা কন্যাৰ ৰাজ্যত উপস্থিত হল। লগত নিয়া কন্যাজনীক মালিনী বুঢ়ীৰ ঘৰত থৈ তেওঁ অকলে অকলে ৰাজধানীলৈ গল।

কুমাৰ ফিৰি অহা শুনি আয়ৰা কন্যাই তেওঁক আদৰ সাদৰ কৰি ঘৰলৈ নিয়ালে। ভাল দিন্ বাৰ চাই বিয়াৰ দিন স্থিৰ কৰিলে। কুমাৰে সেই ৰাজপুত্ৰ ছয় জনকো ধনে সোণে বৈতজ্ঞ বিদায় দিবলৈ কন্যাক কলে। তেওঁৰ কথামতে তেওঁলোকক বিদায় দিলে।

সেই সময়তেই তেজালমল্লই সন্ন্যাসীৰ বেশ ধৰি নদীৰ পাৰলৈ গল; আৰু কোনোবাই গোলেবকালি ফুল লবি নে বুলি গেৰিয়াব ধৰিলে।

প্ৰতাপমল্লৰ পুত্ৰ সকলে এই কথা শুনি তেওঁক আগ্ৰহ কৰি মাতি নি সুধিলে, "বাবাজি! সেই ফুলটোৰ গুণ কি কব পাৰা নে?"

সন্ন্যাসীএ কলে, "ইয়াক শুঙিলে কাণা মানুহ ভাল হয়।"

তেওঁলোকে দাম সোধাত তেওঁ এক লক্ষ বুলি কলে। ৰাজপুত্ৰ সকলে এক লক্ষ টকা দিম বুলি স্বীকাৰ কৰাত তেওঁ "তোমালোকে টকা গণা মই আহোঁ" বুলি কৈ ফুলটো তেওঁলোকৰ হাতত দি তাৰপৰা গুছি গল।

ৰাজপুত্ৰ সকলে টকা গণি থৈ তেওঁক তিন দিন পৰ্যন্ত অপেক্ষা কৰিলে। শেষত ফিৰি নাহা দেখি তেওঁবিলাকে নাও মেলি তাৰ পৰা গুছি গল।

পাঁচ বছৰৰ মূৰত ৰাজপুত্ৰ সকল ফিৰি অহা খবৰ পাই ৰাজাৰ মনত আনন্দৰ সীমা নোহোৱা হল। তেতিয়াই তেওঁ নদীৰ বাটলৈ বহুত মানুহ পঠাই কুমাৰ সকলক ঘৰলৈ অনালে।

কুমাৰ সকলে আহিয়েই ৰাজাক ফুলটো শুঙিবলৈ দিলে আৰু ততালিকে তেওঁৰ চকু ভাল হল। ৰাজাৰ আনন্দৰ সীমা নোহোৱা হল।

প্ৰজাবিলাকে ৰাজাৰ চকু ভাল হোৱা শুনি চাৰিওফালে আনন্দৰ কোলাহল কৰিব ধৰিলে। জাকে জাকে প্ৰজাবিলাক ৰাজাক চাবলৈ আহিল।

সকলোৱে সুধিব ধৰিলে "কুমাৰ সকলে নো কেনেকৈ গোলেবকালি ফুলটো কৰপৰা আনিলে?"

কুমাৰ সকলে মানুহে আচৰিত মানা কৰি কবলৈ ধৰিলে, "আমি যুদ্ধ কৰি হাজাৰ হাজাৰ ৰাক্ষস মাৰি সিহঁতৰ হাতৰ পৰা কাঢ়ি আনিলোঁ।"

সকলোএ তেওঁ লোকক প্ৰশংসা কৰিলে; ৰজাইও আশীৰ্বাদ নকৰিলে।

তেজালমল্ল কোঁৱৰৰ নাম গন্ধও কাৰো মুখৰ পৰা নোলাল। তেজালমল্লৰ মাকেহে পাৰিলে মানে পুতেকৰ নিমিত্তে কান্দিলে।

( ১১ )

ইফালে আয়াৰাৰ শাস্ত্ৰ মতে বিবাহ হৈ গল। আয়াৰা কন্যাই কুমাৰক অনুৰোধ কৰিলে, "প্ৰভু! মোৰ ৰাজ্যত ৰাজা নাই, ময়েই ৰাজাৰ ঘৰাকী। এতেকে আজিৰ পৰা আপুনি ৰাজ ভাৰ লওক।"

তেওঁৰ কথাত অস্বীকাৰ কৰি কুমাৰে কলে, "কন্যা, এনে কথা কেতিয়াও হব নোৱাৰে। মইও এজন ৰাজাৰ লৰা। তোমাৰ ৰাজ্যত মই ৰাজা হৈ থাকিলে মানুহে মোৰ গ্লানি কৰিব। তথাপি তোমাৰ ৰাজ্য ৰক্ষাৰ মই এটা উপায় কৰো। তোমাৰ ৰাজ্যৰ উত্তৰে কিছুমান অৰাজক ৰাজ্য আছে, মই তাতেই নতুন এখান ৰাজধানী পাতিম। তাতে থাকিলেই তোমাৰ ৰাজ্যও ৰক্ষা পৰিব আৰু মোৰো সম্মান বাঢ়িব।"

কন্যাই তাত ঘৰ-দুৱাৰ বান্ধি দিবৰ যোগাৰ কৰিব খোজাত কুমাৰে হাক দি কলে "তোমাৰ ৰাজ্যৰ কোনো বকমৰ সহায় লৈয়েই মই তাত একোকে নকৰোঁ।"

সন্ধ্যা সময়ত কুমাৰে ৰাক্ষসৰ দিয়া আঙঠিটো আগত লৈ তাক স্মৰণ কৰিলে। স্মৰণ কৰা মাত্ৰকে ৰাক্ষস আহি উপস্থিত হৈ সুধিলে, "তোমাক কি লাগে?"

কুমাৰে কলে, "আমি ৰাতিৰ ভিতৰতে তোমালোকে ইয়াৰ পৰা উত্তৰ ফালে অৰাজক দেশত মোক এখান ৰাজধানী পাতি দিব লাগে। ঠিক গোলেবকালি কন্যাৰ ৰাজধানীখান যেনেকুৱা তেনেকৈ কৰিব লাগিব।"

ৰাক্ষসে "আজিয়েই কৰি দিম" বুলি কৈ তাৰ পৰা গুচি গল।

পিছদিনা পুৱা কুমাৰে গৈ দেখিলে আচলতে এখান ধুনীয়া নগৰ আছে; ঠিক যেন গোলেবকালি কন্যাৰ ৰাজধানীহে।

সেই দিনাই কুমাৰে কন্যাক দাস দাসী বিলাকৰে সৈতে তালৈ লৈ গুচি গল। সকলোএ কুমাৰৰ ক্ষমতা দেখি আচৰিত মানিলে।

তেতিয়া কুমাৰে কন্যাৰ আগত হেৰম্ব ৰাক্ষসৰ কথা আৰু তেওঁৰ ঘৰত বিয়া কৰোৱা কন্যাজনীৰ কথা কলে। কন্যাই সেই দিনাৰেই কন্যাজনীকো তালৈ আনিবলৈ অনুৰোধ কৰিলে। আৰু ততালিকে মালিনীৰ ঘৰলৈ চোদোল পঠাই দি কন্যাক তাৰ পৰা অনা হল।

মালিনীএ কুমাৰৰ পৰিচয় পাই তেওঁৰ ভৰিত দীঘল দি পৰিল। কুমাৰে তাইক বহুত ধন সোণ উপহাৰ দি আগৰ দৰে ৰাজঘৰীয়া মালিনী কৰি ৰাখিলে।

( ১২ )

কুমাৰে গোলেবকালি কন্যাৰ তাৰ পৰা ফুল লৈ অহাৰ অলপ পাছতে কন্যাই সাৰ পাই উঠি তেওঁৰ সখী জনীক মাতি আনি কলে, "সখী বৰ আচৰিত কথা। আজি মই এটা অদ্ভুত স্বপ্ন দেখিলোঁ। এতিয়া সেই স্বপ্ন দেখাৰ পৰা মোৰ হৃদয় বৰ ব্যাকুল হৈছে। যেন এজন সুন্দৰ কান্তি পুৰুষে আহি মোৰ ফুলনিৰ পৰা এটা ফুল চুৰ কৰি লৈ গল। সেই মূৰ্ত্তিটো পুৰুষৰ দেখিয়েই মই অধৈৰ্য হৈছোঁ।"

কন্যাৰ কথা শুনি সখীয়েক চাই দেখিলে আচলতে তেওঁৰ মূখৰ আগত থোৱা ফুলটো নাই। দুয়োজনীয়েই আচৰিত মানিলে। তাৰ পাচত কন্যাই তেওঁৰ গলৰ হাৰ ঋাৰিব কাজে চাই দেখিলে সেই হাৰি তেওঁৰ হাৰ নহয়। তাত তেজালমল্লৰ নাম লিখা আছে।

কন্যাই কলে, "সখী! চোৱা; আমাৰ ঘৰৰ ভিতৰতে এটা সুৰঙ্গ। বোধ কৰোঁ ই কোনোবা দেৱতাৰ মায়া। যিয়েই হওক যেনে তেনে মতে এইজন চোৰ ধৰিবই লাগিব।"

সখীয়েকে কলে, "সখী। ইজন নিশ্চয় দেৱতা নহয়; দেৱতাৰ ভিতৰত তেজালমল্ল কাৰো নাম নাই আৰু দেৱতাই সুৰঙ্গ কৰি কেতিয়াও প্ৰবেশ নকৰে। ই নিশ্চয় কোনোবা মানুহৰ কৌশল।"

কন্যাই কলে, "যেয়েই নহওক, সখী। ইয়াৰ তত্ত্ব লবই লাগিব।",

তেতিয়া সখীয়েকৰ বুদ্ধিমতে দুয়োজনীএ সন্ন্যাসীৰ বেশ ধাৰণ কৰি সুৰঙ্গেদি ওলাই গল। দুই বছৰ পৰ্যন্ত তেওঁলোক নানা দেশ বিদেশ ঘুৰি ফুৰিলে ; কিন্তু তেজালমল্লৰ কতো একো খবৰ নাপালে। সকলো মানুহে কয়, "আমি তেজালমল্ল নামে কোনো ৰজাৰ নাম কতো শুনা নাই।"

অৱশেষত গৈ তেওঁলোকে "নতুন ৰজাৰ" ৰাজ্যত সোমাল! সকলো মানুহে কয় এইখন নতুন ৰজাৰ ৰাজ্য। ৰজাৰ নাম হলে কোনোএ কব নোৱাৰে।

গোলেবকালি কন্যা সেই নতুন ৰজাৰ ৰাজ্যত সোমাই তেওঁৰ ৰাজধানী বিচাৰি গল। কিছুদূৰ গৈ ৰাজধানী পালে। ৰাজধানীত প্ৰবেশ কৰিয়েই তেওঁলোকে আচৰিত মানিলে। ঠিক যেন তেওঁৰ নিজৰ ৰাজ্যতহে সোমাল। কন্যাই আচৰিত হৈ সখীয়েকত সুধিলে, "সখী! ই কি আচৰিত কথা, আকৌ দেখো আহি আমাৰ ৰাজ্যত সোমালোঁ।"

সখীয়েকে কলে, "সখী, অৱশ্যে মোৰ মনতো ঠিক আমাৰ ৰাজ্য যেনেই লাগিছে ; কিন্তু ইয়াত তো পৰ্বতৰ গড় নাই, সুৰঙ্গৰ বাটো নাই। তেনেহলে আমি আহিলোঁ কেনেকৈ ?"

এই ৰকমে ভাবি চিন্তি কন্যাই নিজৰ ঘৰ যেন ভাবি একেবাৰে ভিতৰলৈ সোমাই গল। দেখিলে ভিতৰৰ বস্তুবিলাকতো একো ভিনভাৱ নাই, ঠিক যেন তেওঁ নিজৰ হে। তেতিয়া একেবাৰে অন্দৰ মহললৈ সোমাই গল। তাত গৈ দেখিলে, গলত সোনাৰ হাৰ পিন্ধি কুমাৰ শুই আছে। তেওঁৰ মহিষী দুই জনীও তেওঁৰ কাষতে শুই আছে।

কুমাৰৰ গলত হাৰ দেখিয়েই কন্যাই নিজৰ হাৰ বুলি চিনি পালে। পাছে কুমাৰে সাৰ পাই উঠিয়েই সন্ন্যাসী বেশ ধৰি থকা কন্যাক দেখা পাই নমস্কাৰ কৰি সুধিলে, "বাবাজি, আপুনি কৰ পৰা আহিছে ?"

সন্ন্যাসী কলে, "পাতালপুৰৰ পৰা।"

ৰাজপুত্ৰই সুধিলে, "আপুনি কিয় আহিছে ?"

সন্ন্যাসীয়ে কলে, "চোৰ ধৰিবলৈ।"

তেওঁৰ কথা শুনি ৰাজপুত্ৰই অলপ চিন্তা কৰি থাকোঁতেই সন্ন্যাসীএ কুমাৰৰ হাৰ ধাৰি সোনাৰ পৰা বাহিৰ কৰি দি সুধিলে, "কোৱাচোন এই ধাৰি কাৰ হাৰ ?"

ৰাজপুত্ৰই হাৰ ধাৰি হাতত লৈ আচৰিত হল। সন্ন্যাসীএ আকৌ সুধিলে, "তোমাৰ মাৰ গলত থকা হাৰ ধাৰি তুমি কত পাইছিলা ?"

তেওঁ তেতিয়া সকলো কথাকে স্বীকাৰ কৰিলে। গোলেবকালি কন্যাক কুমাৰে হাৰ ধাৰি ফিৰাই দিব খোজাত, আকৌ তেওঁকেই পিন্ধাই দি ততালিকে কুমাৰক বৰ মালা দিলে। সেই দিনৰ পৰা গোলেবকালি কন্যাও তেওঁৰ মহিষী হল।

(১৩)

তেজালমল্লই প্ৰচাৰ কৰি দিলে "যিবিলাক মানুহ তেওঁৰ ৰাজ্যলৈ উঠি আহিব, তেওঁলোকৰ ১২ বছৰলৈ খাজানা দিব নালাগে। তাৰ উপৰিও প্ৰথমতে আহা প্ৰজাবিলাকৰ ঘৰ দুৱাৰ ৰজাৰ পৰা বান্ধি দিয়া হব।"

এই সংবাদ শুনি চাৰিওফালৰ পৰা মানুহবিলাকে নিজ নিজ ৰাজ্য এৰি তেওঁৰ ৰাজ্যলৈ আহিব ধৰিলে। প্ৰতাপমল্ল-ৰাজাৰ ৰাজ্যৰ পৰাও বহুত মানুহ তালৈ ভাগি আহিল। মন্ত্ৰীএ ৰাজাক জনালে, "মহাৰাজ! আমাৰ ৰাজ্যৰ অলেখ প্ৰজা দিনে দিনে ভাগি যাব ধৰিছে। সিহঁতত সুধিলে কোনোবা নতুন ৰাজাৰ ৰাজ্যলৈ যোৱা বুলি কয়। এইদৰে যদি প্ৰজা ভাগি যায় তেনেহলে আমাৰ ৰাজ্যই নাথাকিব।"

তেওঁৰ কথা শুনি ৰাজাই বহুত মানুহক মাতি আনি নতুন ৰাজাৰ নাম সুধিলত, সিহঁতে সকলোৰে নাম নাজানো বুলি কলে।

শেষত ৰাজাই এদিন পাত্ৰ-মন্ত্ৰী সকলোৰে সৈতে নতুন ৰাজাৰ ৰাজধানী চাবৰ নিমিত্তে যাবৰ মন কৰিলে। লগত বহুত হাতী ঘোঁৰা আৰু দাস ভাণ্ডাৰী লৈ তেওঁ নতুন-ৰাজাৰ ৰাজ্যলৈ গল। মানুহে আগ ধৰি গৈ তেজালমল্লক খবৰ দিলে, 'মহাৰাজ! প্ৰতাপমল্ল ৰাজা আজি আপোনাৰ ৰাজ্য চাবলৈ আহিব।"

খবৰ পাই তেওঁ ৰাজাৰ নিমিত্তে আসন অভ্যৰ্থনাৰ বন্দবস্ত কৰি থলে।

প্ৰতাপমল্ল ৰাজাই তেজালমল্লক এদিনো দেখা নাছিল। প্ৰথম দেখিবৰ দিনাই তেওঁৰ চকু কাণা হয়। তেজালমল্লই তেওঁ যাই পোৱাতেই উচিত মতে আদৰ অভ্যৰ্থনা কৰিলে। তেওঁৰ ৰাজধানী আৰু আচাৰ ব্যৱহাৰ দেখি বুঢ়া ৰাজা বৰ সন্তুষ্ট হল। পিছত খুবোৱা-ধুৱোৱা কৰি ৰাতি ৰাজাক তাতে থাকিবৰ বন্দোবস্ত কৰি দিলে।

ৰাতি ৰাজাৰ লগত যোৱা সভা-পণ্ডিতজনে ৰাজাৰ আগত কলে "মহাৰাজ! এই ৰাজাজনক আপুনি চিনিব পাৰিছে নে?"

ৰাজাই কলে, "মই পূৰ্বে কেতিয়াও দেখা মনত নপৰে; কিন্তু আজি তেওঁৰ ব্যৱহাৰত মই বৰ সন্তুষ্ট হৈছোঁ। তেওঁ সকলো কথাতে মোক পিতৃ তুল্য মান কৰিছে।"

পণ্ডিতে কলে, "মহাৰাজ, মই হলে এওঁক ঠিক আমাৰ তেজালমল্লৰ দৰে দেখোঁ।"

তেওঁৰ কথা শুনি ৰাজাই দীঘল হুমুনিয়াহ ছাৰি কলে, "গুৰুদেৱ! আৰু আপুনি তেজালমল্লৰ নাম নলব। মোৰ দোষতেই মই বাছাক হেৰুৱাইছোঁ। এতিয়া তাৰ নাম শুনিলেও মোৰ হৃদয় শোকত অস্থিৰ হয়।"

পণ্ডিতে কলে, "মহাৰাজ! মই তাক কেইবা বছৰ পঢ়ুৱাইছোঁ; মোৰ নো ইমান ভুল হল নে? আপুনি এবাৰ তেওঁৰ পৰিচয় সুধি চাব পাৰে। বাৰু তেওঁৰ পিতৃৰ নাম সুধি চাওক।"

পণ্ডিতৰ কথা মতে িছ দিনা ৰাতি পুৱা ৰাজাই তেজালমল্লৰ লগত বহিয়েই সুধিলে, "বাপা! তুমি বয়সত মোৰ লৰাৰ যোগ্য। যদি তোমাক একো আপত্তি নাই, তেনেহলে মই এটা কথা সুধিব খোজোঁ।"

তেজালমল্লই কলে, "মহাৰাজ! আপোনাৰ যি ইচ্ছা তাকেই সুধিব পাৰে।"

ৰাজাই সুধিলে, "বাপা! আজি বহুদিনৰ কথা, মই নিজৰ কৰ্ম্ম ফলত এটা লৰা হেৰুৱাইছোঁ। এতিয়া মোৰ বিশ্বাস সেই লৰাটোৱে যেন তুমি।"

ৰজাৰ কথা শুনি কুমাৰে তেতিয়াই তেওঁৰ ভৰিত পৰি প্ৰণিপাত কৰি কলে, "মহাৰাজ! ময়েই আপোনাৰ লৰা তেজালমল্ল।"

তেওঁৰ কথা শুনি ৰজা আনন্দত অধীৰ হৈ তেতিয়াই তেওঁক কোলাত তুলি ললে।

পিছত ৰজাই তেওঁৰ বিবৰণ সোধাত কুমাৰে কলে, "মহাৰাজ! আপোনাৰ চকু কেনেকৈ ভাল হল?"

ৰজাই ডাঙৰ পুতেক সকলে ফুল আনি দিয়া বুলি কোৱাত কুমাৰে তেওঁলোকক তালৈ মতাই আনি ফুলৰ বিবৰণ সোধাত তেওঁলোকে আগৰ দৰে ৰাক্ষসৰ দেশৰ পৰা আনা বুলি কলে।

তেতিয়া কুমাৰে তেওঁলোকৰ পিঠিৰ কাপোৰ গুচাই সকলোকে আয়াৰা কন্যাৰ চাব দেখুৱাই দিলে আৰু গোলেবকালি ফুলৰ বিবৰণ কৈ গোলেবকালি কন্যাক দেখুৱালে।

ৰজাই আদ্যোপান্ত তেওঁৰ কথা শুনি সেই দিনৰ পৰা তেওঁক ৰাজ্যভাৰ এৰি দিলে। কুমাৰে সেই ৰাজ্যত ৰাজধানী ৰাখি সুখে সন্তোষে তিনিযোখান ৰাজধানী পালন কৰি থাকিল

( ১ )

শৰৎচন্দ্ৰ গোস্বামীৰ সাহিত্যৰথী বেজবৰুৱালৈ চিঠি

নং—৫১৬ তাং ১-৪-২৫

শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা, বি, এ

সম্বলপুৰ

মান্যবৰেষু

আপোনাক ভালকৈয়ে আমনি দিবলৈ ওলাইছোঁ। দোষ হলেও ক্ষমা কৰিব লাগিব ; আৰু গুণ হলে তো ভালেই হল।

কালিৰ ডাকত তিনিখন মহাভাৰত আপোনাৰ নামত ৰেজিষ্টাৰি কৰি পঠোৱা হল। এই কিতাপ কমলাদেৱী শিশু সাহিত্যৰ পুৰস্কাৰৰ অৰ্থে লিখা। আমি ১০ খন কিতাপ পাইছিলোঁ। ইয়াত দুগৰাকী ভদ্ৰলোকক তাৰেপৰা উত্তমখন বাছি উলিয়াবলৈ দিয়া হৈছিল। কিন্তু তেখেতসকলে দিলে তিনিখন। তেখেত সকলৰ মন্তব্যৰ নকল ইয়াৰ লগত পঠোৱা হল। শ্ৰীযুত বিষ্ণুপ্ৰসাদ দুৱৰা ভাণ্ডৰীয়াৰ মন্তব্যত লিখা কথা অনুসৰি—এইবাৰ এই কিতাপ তিনিখন আপুনি হাইকোৰ্টৰ ওচৰলৈ পঠোৱা হল। আশা কৰোঁ অনুগ্ৰহ কৰি কিতাপ তিনিওখন চাই, তাৰ ভিতৰত উত্তমখন বাছি সাহিত্য সভাক এই বিপদৰ পৰা নিষ্কৃতি দিব। কবলৈ ভয়ো লাগে কিন্তু সোনকালে আপোনাৰ মত পালে বৰ ভাল হয়।

আমাৰ ইয়াত সকলো ভাল। সাহিত্য সভাৰ কাম ভালদৰে চলিছে। চন্দ্ৰকান্ত সন্দিকৈ হল সম্পূৰ্ণ হল ; এতিয়া তাত আমাৰ অফিছ আদি ৰহিছে। আপুনি অহা বাৰিষাত এবাৰ অহাৰ কথা আছে। সৌৰবাই দিছোঁ। ইতি—

আপোনাৰ

শ্ৰীশৰৎচন্দ্ৰ গোস্বামী

৩১।৩।২৫

( ২ )

আসাম সাহিত্য সভাৰ পৰা

আসাম সাহিত্য সভা

যোৰহাট

তাৰিখ ১২।৯।২৬

পৰম মান্যবৰেষু,

ধুবুৰী সম্মিলনলৈ আপুনি নাহিলে কিজানি সময়ত আমাৰ মুখ ৰক্ষাই নপৰে। সেই দেখি অসমীয়াৰ গৌৰৱ আৰু স্বাৰ্থ ৰক্ষাৰ অৰ্থে আপোনাক আমি অতি আশা আৰু আদৰেৰে আহ্বান কৰিছোঁ। আশা কৰোঁ নিৰাশ নকৰিব।

আমি এইবাৰ হয় ধুবুৰী জয় কৰিব লাগিব, নহয় শত্ৰুৰ হাতত এৰি দিব লাগিব। সেই দেখি আমাৰ সুদক্ষ সেনাপতিসকলৰ অতি আৱশ্যক। ইতি—

আপোনাৰ
শ্ৰীশৰৎচন্দ্ৰ গোস্বামী
আসাম সাহিত্য সভা

(৩)

চন্দ্ৰকান্ত সন্দিকৈ হল
যোৰহাট
তাৰিখ ১৩।৯।২৬

বিহিত সম্মানপূৰ্বক নিবেদন,

আসাম সাহিত্য সভাৰ ৯ম সন্মিলন অহা ১৯ আৰু ২০ অক্টোবৰত ধুবুৰীত বহিবলৈ স্থিৰ হোৱা কথা বোধ কৰোঁ আপুনি জানে।

ধুবুৰীত অসমীয়া ভাষা ভাল পোৱা লোকৰ সংখ্যা বৰ কম। তথাপি তাত থকা অসমীয়া-প্ৰিয় লোক কেইজনে সন্মিলনৰ সফলতাৰ অৰ্থে যিমান যত্ন কৰা শুনো, সম্ভৱতঃ অন্য ঠাইতকৈ কোনো বিষয়ে চকুত লগা নহৈ নাথাকিব।

কিন্তু বাহিৰৰ পৰা যোগ্য সভ্য সংখ্যাৰ ওপৰতহে সন্মিলনৰ গৌৰৱ বেছিকৈ নিৰ্ভৰ কৰে বুলি ভাবোঁ। সময় আৰু অৰ্থৰ বাবে বহুত সভ্য ইচ্ছা থকাতো ধুবুৰী সন্মিলনত উপস্থিত হ'ব নোৱৰাৰ বেছি সম্ভৱ।

তদুপৰি আপোনালোকৰ দৰে আৰু মাতৃভাষাৰ যোগ্য সেৱক নহলে সন্মিলনৰ সৌন্দৰ্য্য নাবাঢ়ে কাৰণত এইবাৰ সন্মিলনত আপোনাৰ উপস্থিতি বিশেষকৈ আমি কামনা কৰিলোঁ।

আশা কৰোঁ বিশেষ এৰাব নোৱাৰা কাৰণ নঘটিলে আপুনি সন্মিলনত উপস্থিত নহৈ নাথাকিব। ইতি—

বিনীত
শ্ৰীশৰৎচন্দ্ৰ গোস্বামী
প্ৰধান সম্পাদক
আঃ সাঃ সঃ

(৪)

### নকুলচন্দ্ৰ ভূঞালৈ চিঠি

Janardan
Gauhati
23-11-44

প্ৰিয় নকুল,

তোমাৰ কাৰ্ডটো পালোঁ। আশা কৰো ভালে কুশলে আছা। সম্প্ৰতি University Convention পাতিবৰ দিহাতে আমি আছোঁ। Convention ২১/৩০ তাং হব, ডিচেম্বৰ।

মোৰ সাধ্যানুসৰি চেষ্টাৰ ত্ৰুটী নহয়। কি হয় নহয় তোমালোক অৰ্থাৎ অসমীয়া ডেকাসকলে জানে। লাগি থাকিলে হব বুলি মোৰ দৃঢ় বিশ্বাস আছে। ইতি—

শুভাকাংক্ষী
শ্ৰীশৰৎচন্দ্ৰ গোস্বামী

(৫)

### শৰৎচন্দ্ৰ গোস্বামীৰ চিঠি

Dear Mr. Das,

Your letter of 23rd inst. I am very much interested to know that you have been admitted at the Leeds University for the M. Ed. Degree and that you have chosen "Problems of Primary Education in Assam."

I am sending you herewith a print of my paper published in the 'Calcutta Review' last year hearing exactly the same title. I trust this will be of help to you.

I do not know of any other publication except some of my own Reports to Govt. If you want to know anything else in some detail kindly let me know. I shall count it a privilege to be able to assist you in your studies.

Yours sincerely,
Sd. S. C. Goswami

S. N. Das Esqr.
C/o, Lloyds Bank Ltd
Wood house Lane
Leeds-2

১. ৰচনাৱলীৰ ইংৰাজী অংশ দ্ৰষ্টব্য—সং, শ. গো. ৰ.

( ৬ )

Engineering Scholarship tenable
in the Benares Hindu University.

My dear Mr. Lais,

You will please remember that in the course of our conversation the other day the Hon'ble Minister for Education was pleased to say that a schedule for the necessary money for creating two scholarships tenable in the Engineering College, Benares Hindu University, would be sent up. He also asked me to give you the details.

The Benares Engineering College has the reputation of being the best college in India in Mechanical and Electrical Engineering. The value of the scholarship may be Rs. 75/- p. m. For necessary initial equipment the students may be given Rs. 3000/ in the first year. The course is for five years including the year of Practical Training.

For the year of practical training the value of the scholarship may be raised to Rs 100/- p. m. Further grant of Rs 300/- may be made for equipment.

Yours Sincerely,
S. C. Goswami

To
A. Lais Esqr. M. B. E.,
D. P. I. Assam,
Shillong.

( ৭ )

শিক্ষাধিকাৰলৈ গোস্বামীৰ চিঠি

OFFICE OF THE INSPECTOR OF SCHOOLS, ASSAM VALLEY CIRCLE.

No. G—II dated 11-7-39

From

S. C. Goswami, Esq., I. S. O.
Inspector of Schools, Assam Valley Circle.

To

The Director of Public Instruction, Assam.

Camp, Shillong, dated the 8th July, 1939.

Subject :— University Fund.

Sir,

I have the honour to state that I propose to raise a fund through our school boys and teachers for the Assam University by observing a University Day throughout the Assam Valley. I discussed this scheme personally with you ; and you agreed that this was a good idea.

I spoke to the Hon'ble Prime Minister also about it with your permission and he also agreed.

I now request your formal permission to do the same. I shall see that there is no undue interference of school work on account of the observance of the University Day.

Your obedient servant,

S. C. Goswami

Inspector of Schools, Assam Valley Circle.

( ৮ )

## লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰত্যুত্তৰ

সম্বলপুৰ

২০।৪।২৫

প্ৰিয় গোস্বামী দেও,

আজি তিনিউখন কিতাপ আপোনালৈ ওভোতাই পঠিয়ালোঁ। তিনিউখন মই ভালকৈ পঢ়ি চালোঁ। মোৰ বিবেচনাত শ্ৰীযুত যোগেশ্বৰ শৰ্মাৰ কিতাপখন আন দুখনতকৈ ভাল হৈছে, আৰু তেওঁ বঁটা পোৱা উচিত। তেওঁৰ কিতাপত মই পেঞ্চিলেৰে অনেক ঠাইত শুধৰাই দিছোঁ। সেইবোৰলৈ মন কৰি ছপালে কিতাপখন ভাল হব।

সাহিত্য সভাৰ কাম ভালকৈ চলিছে জানি সন্তোষ পাইছোঁ। মোৰ শ্ৰদ্ধা আৰু সাদৰ সম্ভাষণ গ্ৰহণ কৰিব। ইতি—

বিনীত

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা

(৯)

## সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাৰ চিঠি

যোৰহাট

১৫।১০।২৯

প্ৰিয় গোসাঁই,

মই আজি গোলাঘাটলৈ যাবৰ কথা আছে বুলিছিলোঁ; কিন্তু সেই অভিপ্ৰায় এৰিলোঁ। আশা কৰো আপোনাৰ পৰা সকলো সম্বাদ পাম। আমি বেমেজালি ঘটাইছো যদিও, সাহিত্য সভাখন আপোনাৰ স্থাপিত। তাকে চাই, ইয়াৰ যাতে জিত হয়, তেনে যত্ন কৰিবলৈ অনুৰোধ কৰিলোঁ।

কালি যে সংস্কৃত বৰ্জ্জন কথা কৈছিল, তালৈ কাৰবাৰ কৰিবৰ হ'ল। আপুনি ঘূৰি আহি এখন public meeting কৰাটো ভাল যেন দেখোঁ। এই বিষয়ে আৰু দুটা এটা কথাৰ মীমাংসা কৰাৰ প্ৰয়োজন। গোলাঘাটৰ পৰা ঘূৰি আহি এবাৰ যেন মোক দেখা কৰে।

আপোনাৰ

শ্ৰীচন্দ্ৰধৰ বৰুৱা

(১০)

## অম্বিকাগিৰী ৰায়চৌধুৰীৰ চিঠি

গুৱাহাটী

১।৬।৩৫

My dear Goswami,

Rivers Steam Navigation Co. Ltdৰ—চাৰ্কুলাৰ সম্বন্ধে আপোনাৰ ১৭।৫।৩৫ তাৰিখৰ ৬৮৩৫—৬০ নং অফিছিএল মেমোখন পাইছোঁ। এই বিষয়ে মই ফেব্ৰুৱাৰী মাহতে Rivers Steam Navigation কোম্পানী General Agent Leeson চাহাবৰ পৰা প্ৰতিশ্ৰুতি পাই। কাৰণ, সংৰক্ষিণী সভাৰ নেৰা-নেপেৰা চেষ্টাৰ বাবেই জাহাজ কোম্পানীয়ে অসমীয়াক এই সুবিধাটো প্ৰকৃততে দিবলৈ প্ৰস্তুত হৈছে। প্ৰকৃততে কোৱাৰ মানে, ১৯ খনতে কোম্পানীয়ে এই প্ৰতিশ্ৰুতি কেবল কাগজে-কলমে দিছিল। কিন্তু অসমৰ Agent বিলাকে সেইমতে কাম কৰা নাছিল। ১৯৩৪ চনৰ আগষ্ট-চেপ্তেম্বৰ মাহত কলিকতাৰ ভ'কত জাহাজ কোম্পানীৰ বনুৱা বিলাকৰ ভাওৰ ধৰ্মঘট হয়। সেই সময়ত Leeson চাহাব বিলাতত আছিল। বনুৱা বিলাকৰ লগত জাহাজ কোম্পানী মিট-মাট হবৰ কাৰণে বনুৱা বিলাকে জাহাজ কোম্পানীক এটা চৰ্ত্ত দিছিল যে আসাম লাইনত কাম কৰা বঙালী বা আন কৰ্মচাৰী সকলক দৰমহাৰ অতিৰিক্ত আসাম এলাউন্স দিব লাগিব। তেতিয়া মই জাহাজ কোম্পানীলৈ লিখোঁ, যে বঙালী বা আন লোকক অতিৰিক্ত আসাম এলাউন্স দিয়াতকৈ আসাম লাইনত সকলো বিলাক কৰ্মচাৰী অসমীয়া কৰি ললে সেইটো এলাউন্স নালাগিব পাবে। মোৰ চিঠিৰ উত্তৰত কলিকতাৰ অফিছ ইন চাৰ্জ্জে খুব সমৰ্থন কৰি উত্তৰ

দিয়ে, আৰু মোৰ সেই প্ৰস্তাৱ Leeson চাহাবৰ ওচৰত বিলাতলৈ পঠায়। Leeson চাহাবেও মোক সমৰ্থন কৰি বিলাতৰ পৰা উত্তৰ দিয়ে যে ভাবতলৈ তেওঁ আহিয়েই এই সম্বন্ধে এখন চাৰ্কুলাৰ জাৰি কৰিব। সেইমতেই জাহাজ কোম্পানীয়ে এতিয়া অসম লাইনত অসমীয়াক সুবিধা দিব বুলি কৈছে। আৰু এজেণ্ট বিলাকলৈও সেইদৰে লিখিছে।

প্ৰিয় গোস্বামী, সংৰক্ষিণী সভাই আজি ১০ বছৰে চলাও'তাৰ নিজৰ তিলমানো স্বাৰ্থলৈ নাচাই কেৱল অসমীয়াৰ স্বাৰ্থলৈহে চাই মান কৰিছে, আৰু সাধ্যানুসাৰে অসম গৱৰ্ণমেণ্ট আৰু ৰেল-জাহাজ-চাহ-বাগিছা আৰু আন সকলোতে অসমীয়াৰ অস্তিত্ব প্ৰতিষ্ঠিত কৰিবলৈ চেষ্টাৰ ক্ৰটী কৰা নাই।

সংৰক্ষিণী সভাৰ এই চেষ্টাৰ ফলতেই দিগবই, আৰু জাহাজ কোম্পানী আৰু মধ্যিয়াত পূৰা ভাৱে আৰু এ, বি, আৰত আধা আধি বা সানমিহলিভাৱে অসমীয়াৰ স্বত্ব প্ৰতিষ্ঠিত হল। আনফালে গৱৰ্ণমেণ্টৰ পি, ডব্লিউ, চেক্ৰেটাৰীয়েট, কম্পট্ৰোলাৰ, চাৰ্ভে, এগ্ৰিকালচাৰ, ইণ্ডাষ্ট্ৰি ইত্যাদি বিভাগতো একেবাৰে নোহোৱা নহয়।

যি হওক, এতিয়া এ, বি, আৰ আৰু ই, বি, আৰৰ লগত খুব জোৰেৰে কাম চলিছে। অলপতে এ, বি, আৰৰো কিবা এটা অসমীয়াৰ স্বাৰ্থ ৰক্ষক policy declared হবৰ কথা চলিছে। সেইটো হলেই মই স্থিৰ কৰিছোঁ, সংৰক্ষিণী সভাৰ ভাৰ বিষয়াগৰ নিমিত্তে মই এৰি দিম। যদি কোনো অসমীয়াক "সংৰক্ষিণী-সভা" লাগে ৰাখিব নহলে যাব। কাৰণ— এই সম্বন্ধে সংৰক্ষিণীৰ ইতিবৃত্তত মই বহুল আলোচনা কৰিম যদিও, আপোনাক সংক্ষেপে কওঁ আজি ১০ বছৰে বুকুত জুই একুৰা লৈ নিৰ্ভয়ে আৰু নিঃস্বাৰ্থভাবে সংৰক্ষিণী সভা চলাই মই এইটোকে বুজি পালোঁ যে অসমীয়া মানুহৰ চৰিত্ৰগত দোষ আছে। নীচতা, সামান্যতা, মূৰ্খতা, অজ্ঞতাৰ পুঞ্জীভূত আৱৰ্জনাই অসমীয়া কি শিক্ষিত কি অশিক্ষিত সকলোৰে অন্তৰ অধিকাৰ কৰি আছে। দেশৰ আৰু জাতিৰ প্ৰকৃত মঙ্গল চিন্তা কৰা মনটোত অসমীয়াৰ জাতি হিচাবে প্ৰস্তুত হৈ উঠা নাই। সেইবাবেই, জাতিৰ প্ৰকৃত মঙ্গলৰ বাবে ত্যাগ স্বীকাৰ খোলা অন্তঃকৰণো অসমীয়া জাতিৰ ভিতৰত ফুটি উঠা নাই। এই চৰিত্ৰ সংশোধন হৈ যেতিয়ালৈকে অসমীয়া জাতিয়ে মহান উদাৰ ভাৱৰ পোহৰ নে পাব, ত্যাগ ভাৱ হৃদয়ত প্ৰতিষ্ঠিত নহব, তেতিয়ালৈকে অসমীয়া জাতিৰ প্ৰকৃত সংগঠন হব নোৱাৰে। এইটোকে মই এতিয়া স্থিৰ ভাবে বুজিলোঁ।

এই উদ্দেশ্যেই মই "সংৰক্ষিণী" এৰি এখন কাকত উলিয়াব খুজিছোঁ। তাত সকলো কথা পুঙ্খানুপুঙ্খ ভাবে সংস্কাৰৰ উদ্দেশ্য লৈ আলোচনা কৰা হব।

আপুনি সংৰক্ষিণী সভাৰ উদ্দেশ্যত বহুত সহানুভূতি দিছিল। সেইবাবেই আপোনাক মোৰ কৰ্মগতিৰ পৰিবৰ্ত্তনৰ ইঙ্গিত—অলপ দি নৰখাটো ভুল হব যেন পাই এই কেথাৰ কলোঁ। পুনৰ আৰু সংৰক্ষিণী সভাৰ সম্বন্ধে মুকলিভাৱে আপোনাক একো নকওঁ। যদি কেতিয়াবা নেহাৎ বাধ্যত পৰি কম, অফিচিএল হিচাবেহে।

যি হওক, মই যি উদ্দেশ্য লৈ কাকতখন উলিয়াব খুজিছোঁ, কাকতখন ওলালে, যদি ইচ্ছা কৰে তাৰ চলৎশক্তিৰ অৰ্থে যি পাৰে কৰিব পাৰিব। তাত মোৰ মহৎ উদ্দেশ্য সাৰ্থক হৈ উঠিব বুলি ভাবি লম।

মোৰ মন এতিয়া নানা বিদ্ৰোহত ভোগ পাব। কেতিয়া থিৰ হব, নাজানোঁ।

শ্ৰীযুক্ত গোস্বামী মহাশয়াক মোৰ শ্ৰদ্ধা আৰু আইচানাক মোৰ মৰম আৰু মহৎ আকাঙ্ক্ষা দিলোঁ।

আপোনাৰ

শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰী

পুঃ—আপুনি বোধ কৰো জানে, ইং ১৯৩১ চনৰ ১২ চেপ্তেম্বৰৰ 'বাতৰি'ত ৫ বছৰ আগতে মই কৈ দিছোঁ যে শ্ৰীহট্টবাদ নগলে অসমত 'বিশ্ব-বিদ্যালয়" "হাইকোৰ্ট বা চীফ কোৰ্ট" হোৱাত ঘোৰ বাধা পৰিব। মোৰ সেই কথা তেতিয়া অসমীয়া নেতৃত্বাভিমানী, শিক্ষিতাভিমানীসকলে মনোযোগ নিদিলে। কিন্তু আজি দেখিছোঁ, সেয়ে সঁচা।

আৰু বোধ কৰোঁ শুনিছে ধুবুৰীত ৰায় বাহাদুৰ পাঁচুগোপাল মুখাৰ্জ্জীৰ সভাপতিত্বত All Assam Domiciled Conference হব। "সংৰক্ষিণী সভা" নহলে, এই ঘৰ-শত্ৰু বিলাকৰ আক্ৰমণ নিৰ্ভয় সাহেৰে কোনে প্ৰতিৰোধ কৰিব? এই ভাবি আৰু বুজি যদি কোনোৱে "সংৰক্ষিণীৰ" নীতি লয়, তেনেহলে লব, নহলে মই এৰি দিয়াৰ লগে লগে চিৰকাললৈ "সংৰক্ষিণী" যাব। ইতি—

শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰী

(১১)

## তীৰ্থনাথ শৰ্মাৰ চিঠি

শ্ৰীহৰি

3, Balak Dutt Lane
P.o-Barabazar, Calcutta
23-9-38

পৰম শ্ৰদ্ধাভাজনেষু,

আপোনাৰ certificate খন ধুবুৰীলৈ গৈছিল। তাৰপৰা শহুৰ দেউতাই* ইয়ালৈ পঠিয়াই দিলে। মোৰ কামটো হ'ল। মোটতে ১২ জন applicant আছিল। তাৰ ভিতৰত মোক আৰু যোৰহাট কলেজৰ শ্ৰীযুক্ত তুলসী শৰ্মাক interview দিবলৈ মাতিছিল। তুলসী শৰ্মাক wire কৰি মাতিছিল। পিছত তেখেতে interview দিবলৈ ইচ্ছা নকৰি নাযাওঁ বুলি wire কৰিলে গতিকে মোকে কেৱল interview দিলে আৰু বহুত কথা সুধিলে। শেহত মোকেই appoint কৰিলে। সংস্কৃত বিভাগতো দৰ্কাৰ হ'লে, অবৈতনিক ভাবে মোৰ service ল'ব পাৰিব বুলি এটা clause থৈছে।

আপোনালোকৰ certificateএ বিশেষ কাম দিলে। এইবাবে আপোনাৰ ওচৰত

* কামাখ্যাৰাম বৰুৱা

বিশেষ কৃতজ্ঞ। আশা কৰো আপনৈকে এই দৰে স্নেহ দেখুৱাব। মোৰ সশ্ৰদ্ধ নমস্কাৰ গ্ৰহণ কৰিব।

বৰ্তমান ভাল। আশা কৰো আপোনাৰো মঙ্গল। শ্ৰীযুক্ত শৰৎ দেউতাৰ চিঠি পাইছোঁ-ভাল। বৰ্তমান তেখেত গুৱাহাটীত। ইতি—

আপোনাৰ মৰমৰ
শ্ৰীতীৰ্থনাথ শৰ্মা

( ১২ )

12 Mission Row
Calcutta
5-10-38

My dear Mr Goswami,

I hope you are keeping well. I am sure you know that Assamese is now taught in M. A. as a principal language in our University. Sreejut Tirthanath Sarma M.A. & Sjt. Jatindranath Dowerah have been appointed as my assistant lecturers. Now we want your help of co-operation and we are sure we shall receive it from you.

I have been told by my assistant Mr. Sarma that you have given an old Assamese book on "Nitee" * to Sjt Joykrishna Sarma to compare it with the original Sansksit. May I know what that book is ? Is it the translation of শুক্ৰনীতি Sukranitee written by king Purandarpal in early 11th century. we know Purandarpal was a poet and he translated Sukranitee but we did not know anything about the book. Has that been discoreved by you ? If so you have done a great service to our literature. I shall be highly obliged if you kindly let me know all about the book.

I think you will retire after a few years and we are sure our literature will then get your service in full. But Mr. Goswami just after your retire you should go to Europe and remain there for a few months,

* এই নীতি শুক্ৰনীতি নহয়। এইখন হৈছে বাগীশ দ্বিজ বিৰচিত নীতিলতাঙ্কুৰ। পত্ৰত উল্লিখিত পণ্ডিত জনাৰ নাম পণ্ডিত জয়কৃষ্ণ মিশ্ৰহে। এই পুথি ১৯৪১ চনত প্ৰকাশিত হয়। ৰচনাৱলীৰ ইংৰাজী ভাগত পুথিৰ ভূমিকা সন্নিবিষ্ট কৰা হৈছে।—সং. শ. গো. ৰ।

that will help you to recoup your health and prolong your life. We want you to live long after your retire so that we may have your service for a long time, therefore I suggest this.

Hoping this will find you in sound health and good spirit,

I remain,

Yours sincerely,

Ambicanth Borah

( ১৩ )

ৰায় বাহাদুৰ কণকলাল বৰুৱাৰ চিঠি

Rosaville,
Nangthymai,
Shillong.
7th July 34

My dear Goswami,

I do not know how many days it will take you to get this letter as all postal arrangements have been upset by the floods. You must have seen the Resolution about the Museum published in the last Gazettes. We ( myseep & Seen T. D ) shall now take steps to collect the donations already promised. Towards the end of this month I expect to call the first meeting of the committee at Gauhati. I hope you will be able to come and attend, you will no doubt yourself now do your best to interest people and secure promises of donations, You are probably aware that it was Sarbeswar who declared the promise of a donation from the Gauhati Marwaries. Perhaps he would be very useful in securing further promises from Marwaries & others. We must be able to collect at least Rs. 40,000 to start the work.

Please let me know what you think and what you advise us to do now. Our Journal is pining for want of contributions. What a sad commentary as our vaunted progress in education.

Yours sincerely,

K. L. Barua

( ১৪ )

Shillong
The 22nd April, 1932

My dear Goswami,

My "Early History of Kamarupa" which is nearing completion will deal mainly with the pre-Ahom period. May I have your assistance in compiling the work? It is stated that Purandar Pala, the son of king Ratnapala, was the author of an Assamese or Sanskrit book called "Niti Kusum". Is this a fact and have you come across the book? Some time ago I read an article of yours on the "hidden traces of Buddhism in Assam." Do you think that any other system of Buddhism besides the Vajrayana flourished in Kamarupa? Is there any evidence of the Mahayana or the Hinajana systems flourshing in Assam at any time? As you perhaps know Kamakhya, Lanka and Srihatta were reputed centres of Vajrayana system of which the Ratikhoa sect was perhaps a later development. Lanka was, I believe the present Lanka plain known as Dabaka ( Davaka of the Samudra Gupta inscriptions ? ) which in the 12th and 13th centuries formed a part of the Jaintia kingdom From an inscription on a stone tablet recovered from the neighbourhood of Mrs Turnstall's indigo estate near Lanka station only two words have been read and these are "Sangharam" and "Manikya" This indicates the existance of a Buddhist vihara there,

Kindly let me have your views early.

Yours sincerely,
Sd. K. L. Barua

S. C. Goswami, Esq.
Inspector of Schools, Assam Valley Division,
Jorhat.

( ১৫ )

গোস্বামীক চাকাৰৈল বিমহণ

Telegrams : Training Dacca — THE TEACHERS' COLLEGE
Telephone : D.O No. 971 — DACCA, BENGAL.
Office : 120 Principal's House 20 — 3rd December 1941

Dear Rai Sahib,

In a meeting of the Executive Committee of the Dacca Teachers'

# আৰ্য্য-বিজয় কাব্য

## প্ৰথম সৰ্গ

মন্ত্ৰণা—বিশ্বামিত্ৰ, জনক আৰু দশৰথৰ মন্ত্ৰণা—ৰাম-লক্ষ্মণক দিয়াত দশৰথৰ অস্বীকাৰ—বিশ্বামিত্ৰৰ ক্ৰোধ—জনকৰ প্ৰবোধ—গুপ্ত শিক্ষাত বিশ্বামিত্ৰৰ কল্পনা।

## দ্বিতীয় সৰ্গ

বিশ্বামিত্ৰৰ আশ্ৰম—অগস্ত্য সন্দেশ—বিশ্বামিত্ৰ আৰু শিষ্যবৰ্গ—অস্ত্ৰগুৰুস্বৰূপে বিশ্বামিত্ৰৰ জনৈক শিষ্যক অযোধ্যা প্ৰেৰণ।

## তৃতীয় সৰ্গ

বিশ্বামিত্ৰৰ ৰাম-লক্ষ্মণ ভিক্ষা—বীৰ্য্য পৰীক্ষা- তাৰকাবধ। মাৰীচ বধ—সীতা স্বয়ম্বৰ।

## চতুৰ্থ সৰ্গ

পুত্ৰবাৎসল্যত দশৰথৰ ৰাম-অভিষেক কল্পনা—বিশ্বামিত্ৰৰ অভিষেক নকৰিবৰ উপদেশ—দশৰথৰ অস্বীকাৰ—বিশ্বামিত্ৰৰ ক্ৰোধ আৰু অভিষেক ভঙ্গ প্ৰতিজ্ঞা।

## পঞ্চম সৰ্গ

মন্ত্ৰণা কৰি ভৰত শত্ৰুঘ্নক মাতুলালয় প্ৰেৰণ—মন্থৰা বিশ্বামিত্ৰ—কৈকেয়ী মন্থৰা—মন্থৰাৰ অপমান।

## ষষ্ঠ সৰ্গ

বিশ্বামিত্ৰৰ প্ৰতি অগস্ত' সন্দেশ—১। কিষ্কিন্ধ্যাৰ জ্ঞাতি বিৰোধ—২। লঙ্কাত ভ্ৰাতৃ বিৰোধৰ সূত্ৰপাত—দণ্ডকাত আৰ্য্য উপনিবেশ;—বিশ্বামিত্ৰৰ ৰাম-লক্ষ্মণক অচিৰ প্ৰেৰণ কল্পনা।—কৈকেয়ী বিশ্বামিত্ৰ—কৈকেয়ীৰ অঙ্গীকাৰ।

## সপ্তম সৰ্গ

অভিষেকোৎসৱ—দশৰথ কৈকেয়ী—দশৰথৰ অঙ্গীকাৰ—সুমিত্ৰা বিশ্বামিত্ৰ—দশৰথ, বিশ্বামিত্ৰ, সুমিত্ৰা, কৈকেয়ী ইত্যাদি—ৰাম বনবাস।

---

* [ শৰৎচন্দ্ৰ গোস্বামীয়ে আৰ্য্য-বিজয় কাব্যৰ আঁচনি কৰে ১৯০৫ চনত। সেই সময়ত তেওঁ কলিকতাৰ মেট্ৰোপলিটেন ইনষ্টিটিউচনৰ বি-এ শ্ৰেণীৰ ছাত্ৰ।—সং, শ. গো. ব. ]

## শৰৎচন্দ্ৰ গোস্বামীৰ বাণী

Regeneration of Assam depends on the youngmen of Assam. They may be few in number. But if they are sincere and fearless, and labour hard in every field of life's work, that will be enough.

Comp. Gauhati S. C. Goswami

25. 10. 33

[ ডেকাবেজ মাধৱচন্দ্ৰ বেজবৰুৱাৰ 'অটোগ্ৰাফ' বহীৰ পৰা। শ্ৰীপ্ৰফুল্লচন্দ্ৰ বেজবৰুৱাৰ (অধিবক্তা) সৌজন্যত। ]

যোৰহাট

১৩।১১।২৩

সবিনয় নিবেদন,

ৰায়বাহাদুৰ সন্দিকৈ ডাঙৰীয়াৰ দুজন পুত্ৰৰ অকাল মৃত্যুৰ কথা আপুনি অৱশ্যে জানে। তেওঁলোকৰ স্মৃতি স্থায়ী কৰিবৰ মন কৰি ৰায়বাহাদুৰ ডাঙৰীয়াই সেই বিষয়ত আপোনাৰ আৰু যোৰহাটৰ আনকেইজনমান গণ্যমান্য লোকৰ উপদেশ আশা কৰে। তেখেত শোকত আতুৰ আৰু এই কথাত কেনেবাকৈ নিজৰ কিবা অহমভাব প্ৰকাশ হয় বুলি বৰ সঙ্কুচিত। সেই কাৰণে তেওঁ মোক কৈছে যেন আপোনালোকক একত্ৰ কৰি এই বিষয়ে দিহা যুক্তি লোৱা হয়।

এতেকে সানুনয়ে প্ৰাৰ্থনা জনাব খোজোঁ যেন তলত লিখা সময়ত আৰু ঠাইত উপস্থিত হৈ এই সম্পৰ্কে আপোনাৰ মূল্যবান উপদেশ দিবলৈ হেলা নকৰে।

ৰায়বাহাদুৰ ডাঙৰীয়াই আপোনাক বিশেষৰূপে অনুৰোধ জনাবলৈ মোক কৈছে।

ইতি।

বিনীত—

শ্ৰীশৰৎচন্দ্ৰ গোস্বামী

ঠাই—নৰ্মাল স্কুলৰ লাইব্ৰেৰী কম।

সময়—১১ নবেম্বৰ ৰবিবাৰ আবেলি ৪ বজা।

# আসাম বিলাসিনীৰ জাননী

ৰায় বাহাদুৰ শ্ৰীযুক্ত ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ দুই সুযোগ্য পুত্ৰ ইন্দ্ৰকান্ত আৰু চন্দ্ৰকান্তৰ অকাল মৃত্যুৰ নিৰ্ঘাত সংবাদ আসামৰ সমস্ত ৰাইজে শুনিছে। শোকসন্তপ্ত সন্দিকৈ ডাঙৰীয়াই এই দুই পুত্ৰৰ স্মৃতি যুগমীয়াকৈ ৰখাৰ অৰ্থে সম্প্ৰতি ২৫,০০০ পঁচিশ হাজাৰ টকা দান কৰিবলৈ ওলাইছে।

এই টকাৰ ১৫০০০ পোন্ধৰ হাজাৰ টকাৰ কোম্পানীৰ কাগজ কিনাৰ যো-যা কৰা হৈছে। এই ১৫ হাজাৰ টকাৰ যি সুদ পোৱা যাব তাৰে সময়ে সময়ে অসমীয়া সাহিত্য বুৰঞ্জী প্ৰত্নতত্ব আদি বিষয়ত পুৰস্কাৰ দিয়া হব। সেই পুৰস্কাৰ কিৰূপে—কাক আৰু কিহৰ কাৰণে দিয়া যাব সেইবোৰ বিবেচিত হবলৈ ধৰিছে। সম্প্ৰতি "ইন্দ্ৰকান্ত ব্যাকৰণ" নামে অসমীয়া ভাষাৰ সম্পূৰ্ণ ব্যাকৰণ এখনৰ কাৰণে অলপতে ৫০০ পাঁচশ টকাৰ পৰা ১০০০ এহেজাৰ টকালৈ পুৰস্কাৰ ঘোষণা কৰা হব।

ইয়াৰ পাছতেই "চন্দ্ৰকান্ত অভিধান" নামেৰে অসমীয়া ভাষাৰ সম্পূৰ্ণ অভিধান এখনৰ বাবে দুই হাজাৰ বা আঢ়ৈ হাজাৰ টকা পুৰস্কাৰ ঘোষণা কৰা হব। এই দৰে সুদৰ টকা আসামৰ সাহিত্য বিজ্ঞান, পুৰাতত্ব, দৰ্শন কলা আদি সকলো প্ৰকাৰৰ মৌলিক কাৰ্য্যৰ বাবে পুৰস্কাৰ স্বৰূপে ব্যয় হৈ থাকিব। সেই পুৰস্কাৰ জাতিবৰ্ণ নিৰ্বিশেষে সকলো জাতীয়ে পাব পাৰিব।

বাকী ১০ দহ হাজাৰ টকাৰে যোৰহাটত ঘৰ এটি বান্ধি "চন্দ্ৰকান্ত ইনষ্টিটিউট" নামে এটি বৃহৎ পুস্তকালয়ৰ আৰম্ভ কৰা হব। আসামৰ সম্বন্ধে লিখা থকা সমস্ত ছপা কিতাপ পাৰ্য্যমানে কিনি তাত সৰ্বসাধাৰণৰ ব্যৱহাৰৰ অৰ্থে যুগুত ৰখা হব। ইয়াৰ বাহিৰে আসামৰ হাতে লিখা প্ৰাচীন পুথি আৰু আন আন ঐতিহাসিক বয়বস্তুবোৰ সংগ্ৰহ কৰি থোৱাৰ বাবে আৰু অনুসন্ধিৎসু লোকৰ অনুসন্ধানৰ সুচলৰ অৰ্থেও তাত স্থান থাকিব।

বৰ্ত্তমানে অসাম সাহিত্য সভাৰ যোগ এইবিলাক কাৰ্য্য কৰিবলৈ সন্দিকৈ ডাঙৰীয়াই ইচ্ছা প্ৰকাশ কৰিছে।

শ্ৰীশৰৎচন্দ্ৰ গোস্বামী

যোৰহাট

২৩।১০।২৩ *

* আসাম বিলাসিনী, ১৩ আঘোণ, ১৮৪৫ শক।

নৰ্মাল স্কুল

নং ৫০৮০২৬ যোৰহাট।

২৮।৫।১৭

মহাশয়,

আসামত নৰ্মাল স্কুল হোৱাৰ আদিৰে পৰা এটা সংক্ষেপ বিবৰণ গোটাবলগীয়া হৈছে। স্কুলৰ অফিছত – পুৰণা যি কাকত-পত্ৰ আছে, তাৰ পৰা দেখা যায় যে আপুনি···চনত এই স্কুলত ভৰ্তি হৈছিল। আপুনি এই স্কুলৰ, ইয়াৰ শিক্ষকৰ, আপোনাৰ লগৰ বা আপোনাৰ আগৰ ছাত্ৰৰ আৰু ইয়াৰ পাৰ্য্য সম্বন্ধে যি জানে সংক্ষেপে জনালে এই কাৰ্য্য কৰিবলৈ অলপ সুবিধা হয়। আশা কৰোঁ অনুগ্ৰহ কৰি যি জানে আমাক জনায় বাধিত কৰিব। বিবৰণটো দিয়াৰ সুবিধাৰ অৰ্থে তলত কেইটামান হেডিং দিলোঁ।

১। স্কুলৰ স্থাপনৰ পৰা আপুনি স্কুলত সোমোৱালৈকে যি জানে তাৰ বিবৰণ।

২। আপোনাৰ সময়ৰ স্কুলৰ চমু বিবৰণ। –শিক্ষক, ছাত্ৰ পাৰ্য্য ইত্যাদি।

৩। আপুনি স্কুল এৰি যোৱাৰ পাছৰ যি বিবৰণ জানে।

৪। যদি নৰ্মাল স্কুলত কেতিয়াবা শিক্ষকতা কৰিছিল, সেই সময়ৰ বিবৰণ।

এই প্ৰতিটো বিবৰণ তলত লিখা হেডিঙত দিলে ভাল হয় :–

(ক) স্কুল ঘৰ, (খ) শিক্ষকৰ নাম, দৰমহা ইত্যাদি।

(গ) ছাত্ৰ সংখ্যা (ঘ) শ্ৰেণী (ঙ) পাৰ্য্য (চ) প্ৰেক্টিকেলৰ শিক্ষকতা (ছ) বিবিধ। ইতি –।

বিনীত—

শ্ৰীশৰৎচন্দ্ৰ গোস্বামী

ছুপাৰিণ্টেণ্ডেণ্ট, নৰ্মাল স্কুল,

যোৰহাট।*

* শৰৎচন্দ্ৰৰ এই চেষ্টাৰ পৰাই অসমত শিক্ষক সন্মিলনৰ জন্ম হয়। —সং, শ. গো. ৰ.

# শৰৎচন্দ্ৰ গোস্বামীৰ জীৱন সম্পৰ্কীয় কথা*

## A. Aims of My Life

(18. 8. 20)

1. I want to be a great statesman.

2. A learned man & litteratuer.

3. An Educationist.

4. I want to be rich to that degree as will ensure me a decent (a bit luxurious) living & style.

5. A Social & Religious Reformer.

## B. My Ideals for my People

(16. 7. 24)

1. An honest national character.

5. A vigorous manhood (& womanhood)

3. A simpler Social System.

and

4. A simpler language

with

5. An ennobling and comprehensive Educational System.

---

* শৰৎচন্দ্ৰ গোস্বামীৰ টোকা বহীৰ পৰা।—সং, শ. গো. ৰ.

## C. Principles of my Life & Action

(30. 5. 25)

1. I will do the right without fear and favour.

2. I will try to my utmost ability to help the needy & poor and to uplift the depressed.

3. My duty is first to my family and then to my people.

4. Whatever I do, I will try to be honest and frank.

5. I am not & I will never be arrogant to my subordinates and servile to my superiors.

6. I do lock to & will always try to appreciate, the other man's views.

7. There is in me a little inclination towards diplomacy ; and an inborn dislike to be unpleasant, even at a little sacrifice of my principles. I must try to get rid of these two sins.

## D. What I have achieved

(8. 11. 33)

1. As an Educationist I am fairly successful As Inspector I have some scope to do good to my peole.

2. Literature I have practically neglected ; although I know that I possess literary abilities to an unusual degree. I should make amends.

3. I have done nothing to be a statesman and a Reformer. I have not had the scope ; & I have not exercised in these directions. I must think out what I can do.

4. I have not been able to earn much money. My small pay as Inspector is a cruel disappointment. I don't blame me, I have done my best. The prevailing communalism has done me this wrong.

I do want some money very badly.

১৮৮৭—জন্ম ১২ মে, পিতৃ ললিতচন্দ্র গোস্বামী, মাতৃ মুকুন্দপ্ৰিয়া দেৱী

১৯০০—এম ই. পৰীক্ষাত উত্তীৰ্ণ, অসম উপত্যকাত প্ৰথম মজলীয়া ( এম ভি. ) বৃত্তি লাভ

১৯০৪—এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ, কটন কলেজিয়েট স্কুল

১৯০৬—এফ এ পৰীক্ষাত উত্তীৰ্ণ, কটন কলেজ

১৯০৮—বি. এ পৰীক্ষাত উত্তীৰ্ণ, কলিকতাৰ মেট্ৰোপলিটান কলেজ

—ডেপুটী ইন্সপেক্টৰৰ পদত অস্থায়ী নিয়োগ, নগাৱঁত

১৯১০—মঙ্গলদৈলৈ বদলি, উক্ত পদত নিগাজী. কেন্দ্ৰসভা স্থাপন

—পৰীক্ষা নাটক প্ৰকাশ

১৯১১—ঢাকা ট্ৰেইনিং কলেজৰপৰা বি. টি. পৰীক্ষাত ( কলিকতা বিশ্ববিদ্যালয় ; শীৰ্ষ স্থান লাভ

১৯১২—যোৰহাটলৈ বদলি

১৯১৩—এচিষ্টেণ্ট ইন্সপেক্টৰ পদলৈ উন্নীত

১৯১৪—'গল্পাঞ্জলি' প্ৰকাশ

—নলবাৰী গৰ্ডন হাইস্কুল স্থাপনৰ এজন উদ্যোক্তা

১৯১৫—যোৰহাট নৰ্মাল স্কুলৰ অধীক্ষক পদত নিযুক্তি

১৯১৭—অসম সাহিত্য-সভাৰ প্ৰতিষ্ঠাতা– প্ৰধান সম্পাদক

১৯২০—'ময়না' প্ৰকাশ

১৯২২—কলিকতাত বহা 'অল ইণ্ডিয়া অৰিয়েণ্টেল্ কনফাৰেন্স'ত অসমৰ প্ৰতিনিধি

১৯২৩—'শিক্ষা-বিচাৰ' প্ৰকাশ

১৯২৫—'পেৰিক্লিচ্' প্ৰকাশ

১৯২৭-২৮—প্ৰাইমেৰী শিক্ষাৰ স্পেচিয়েল অফিচাৰ

১৯২৮—বিদ্যালয়সমূহৰ ইন্সপেক্টৰ পদত নিয়োগ

—(১) বহু শ্ৰেণী শিক্ষা প্ৰণালী আৰু (২) ইং ১৯২৬ চনত নৰ্মাল। প্ৰেক্‌টিচিং স্কুলবিলাকত ছাত্ৰক 'নিজক নিজে কাম কৰিব দিয়াৰ কাৰ্য্যতালিকা' পুথি প্ৰকাশ

১৯২৯—এচিষ্টেণ্ট প্ৰভিন্সিয়েল কমিচনাৰ ( স্কাউটিং )

১৯৩০—ইণ্টাৰ ভেলি টুৰ্ণামেণ্ট ব্যৱস্থিত কৰা

—'বাজিকৰ', 'পানিপথ' আৰু 'পৰীক্ষা' প্ৰকাশ

১৯৩১—পুনৰ প্ৰাইমেৰী শিক্ষাৰ 'স্পেচিয়েল্ অফিচাৰ্' (৩ মাহ)

১৯৩১-৩৩—শাৰীৰিক শিক্ষা সুশৃঙ্খলিত কৰি প্ৰচলনৰ ব্যৱস্থা

১৯৩৩-৩৪— বিহাৰ আৰু মগাৰ্ৰ বান প্ৰপীড়িতৰ সাহাষ্য ব্যৱস্থা

১৯৩৪—চলন্ত পুথি ভঁৰাল স্থাপন

—কামৰূপ অনুসন্ধান সমিতিৰ বাৰ্ষিক অধিবেশনৰ সভাপতি

১৯৩৭—ষষ্ঠ জৰ্জৰ অভিষেক উপলক্ষ্যে আই. এচ. অ. উপাধি লাভ

—অসম বিশ্ববিদ্যালয় বিলৰ আঁচনি প্ৰস্তুত

—অসম জাম্বুৰি সৰ্বভাৰতীয় জাম্বুৰীত অংশগ্ৰহণ

—'চম্ প্ৰব্লেমচ্ অব্ প্ৰাইমাৰী এডুকেচন' পুস্তিকা কলিকতা বিশ্ববিদ্যালয়ৰ দ্বাৰা পুনৰ মুদ্ৰিত

—'স্কাউটিং' প্ৰকাশ

১৯৩৮—নলবাৰী সংস্কৃত কলেজ স্থাপনৰ উদ্যোক্তা

—স্কাউট মেডেল লাভ, ঢাকা চেকেণ্ডেৰী এডুকেচন্ বোৰ্ডৰ ষ্টেণ্ডিং কমিটিৰ সভাপতি

১৯৪০—দিল্লীত স্কাউটৰ ত্ৰিবাৰ্ষিক কনফাৰেন্সত যোগদান

১৯৪০-৪২—প্ৰাথমিক শিক্ষা আৰু জনশিক্ষাৰ স্পেচিয়েল অফিচাৰ

১৯৪১—বাগীশ শৰ্মাৰ 'নীতিলতাঙ্কুৰ' সম্পাদনা

—ইণ্ডিয়ান্ হিষ্টৰিকেল্ ৰেকৰ্ডচ্ কমিচনত নিবন্ধ পাঠ

—জৰ্নাল্ অব্ ডি আসাম্ ৰিচাৰ্চ্ চোচাইটি মুখ্য সম্পাদক

১৯৪৩—চৰকাৰী চাকৰিৰ পৰা অৱসৰ গ্ৰহণ, ফেব্ৰুৱাৰী

১৯৪৪—প্ৰাইমাৰী শিক্ষা পুনৰগঠন সমিতিৰ সদস্য

—গুৱাহাটী বিশ্ববিদ্যালয় ট্ৰাষ্ট বোৰ্ডৰ সম্পাদক

—২৭ নবেম্বৰত উদয়পুৰত বহা ইণ্ডিয়ান্ হিষ্টৰিকেল ৰেকৰ্ডচ্ কমিচনত যোগদান

—১৯ ডিচেম্বৰৰ দিনা অসুখত দিল্লীত মৃত্যু।

---